# বিল্বশ্ৰী





## স্মৃতিগ্ৰন্থ

অসম সাহিত্য সভাৰ চতুৰ্থ বিশেষ বাৰ্ষিক অধিৱেশন, বেলশৰ - ২০০৬



# ঐতিহ্যমণ্ডিত শ্ৰীশ্ৰীবিল্বেশ্বৰ দেৱালয়



## শ্ৰদ্ধাঞ্জলি



অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সম্পাদক, নলবাৰীৰ
সু-সন্তান অসমহিতৈষী শৰৎ চন্দ্ৰ গোস্বামীৰ পবিত্ৰ স্মৃতিত
উৎসৰ্গিত এই 'বিল্বশ্ৰী' স্মৃতিগ্ৰন্থ।

অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰা
নলবাৰীৰ উজ্জ্বল নক্ষত্ৰ ৰঘুনাথ চৌধাৰী, ত্ৰৈলোক্যনাথ
গোস্বামী আৰু গিৰিধৰ শৰ্মাক শ্ৰদ্ধাৰে সুঁৱৰিছো

# বিল্বশ্ৰী




## স্মৃতিগ্ৰন্থ

অসম সাহিত্য সভাৰ ৪ৰ্থ বিশেষ বাৰ্ষিক
বেলশৰ অধিৱেশন

শৰৎ চন্দ্ৰ গোস্বামী ক্ষেত্ৰ ঃ নলবাৰী
১২, ১৩, ১৪, ১৫, আৰু ১৬ ফেব্ৰুৱাৰী ২০০৬ চন

সম্পাদক
অচ্যুত কুমাৰ পাটোৱাৰী

স্মৃতিগ্ৰন্থ ঃ অসম সাহিত্য সভাৰ ৪ৰ্থ বিশেষ বাৰ্ষিক বেলশৰ অধিৱেশনৰ আদৰণি সমিতিৰ হৈ সম্পাদক শ্ৰীলক্ষী পাটোৱাৰীৰ দ্বাৰা প্ৰকাশিত আৰু শ্ৰীঅচ্যুত কুমাৰ পাটোৱাৰীৰ দ্বাৰা সম্পাদিত

---

**সম্পাদনা সমিতি**

| | | |
|---|---|---|
| উপদেষ্টামণ্ডলী | ঃ | ড° বসন্ত কুমাৰ ভট্টাচাৰ্য<br>ড° প্ৰমোদ হালৈ<br>হেমন্ত বৰ্মন<br>সাধিৰাম কলিতা<br>যাদৱ সেন ডেকা<br>ধনেশ্বৰ হুজুৰী<br>দেৱপ্ৰসাদ মিশ্ৰ |
| সভাপতি | ঃ | ৰোহিণী মেধি |
| সম্পাদক | ঃ | অচ্যুত কুমাৰ পাটোৱাৰী |
| উপ-সভাপতি | ঃ | প্ৰাঞ্জল সেন ডেকা<br>বিপিন চন্দ্ৰ ডেকা<br>জিতেন দেউৰী<br>অশ্বিনী কুমাৰ শৰ্মা<br>দীপক কুমাৰ ডেকা, চালেহা জিন্নাত<br>জয়চন্দ্ৰ মালাকৰ<br>মহেন্দ্ৰ মোহন লহকৰ |
| সহযোগী সম্পাদক | ঃ | সমীন্দ্ৰ নাথ মহন্ত<br>ভবেন কলিতা |
| সহকাৰী সম্পাদক | ঃ | ৰবীন দাস, বিপুল শৰ্মা, প্ৰকাশ মেধি, অৰূপ ৰঞ্জন বৰ্মন, দ্বীপেন মেনা<br>ৰণজিৎ বৰ্মন, গোপাল কুমাৰ বৰ্মন, পুলক বৰ্মন, হেম মিশ্ৰ |
| সদস্য | ঃ | দিবাকৰ মেধি, হিৰণ্য কুমাৰ বৰ্মণ, ধ্ৰুৱজ্যোতি শৰ্মা, সোণেশ্বৰ ব্ৰহ্ম, নগেন চৌধুৰী, ভূপেন্দ্ৰ কুমাৰ দাস,<br>বুবুল শৰ্মা, ৰাজমোহন তালুকদাৰ, ধীৰেন্দ্ৰ নাথ কলিতা, নৰেন মজুমদাৰ, ডাঃ কামেশ্বৰ লহকৰ |
| পদেন সদস্য | ঃ | লক্ষী পাটোৱাৰী, গোবিন্দ কলিতা, ডাঃ বিপিন চন্দ্ৰ কলিতা, ভুবন ডেকা |
| বেটুপাত | ঃ | আদ্য শৰ্মা |
| সহযোগী | ঃ | ৰবীন দাস |
| অংগসজ্জা | ঃ | শ্যামল ৰাহা, সুভাষ কাকতি, দীপক নাথ, পংকজ পৰাণ |
| মুদ্ৰণ | ঃ | আমন উদ্যোগ প্ৰাইভেট লিমিটেড, খ্ৰীষ্টান বস্তি |
| শুভেচ্ছামূলক অৰিহণা | ঃ | ১২০ (এশ বিশ) টকা |

---

**Bilbashree :** Souvenir of the 4th Special Annual Belsor conference of Assam Sahitya Sabha held at Sarat Chandra Goswami Khetra, Belsor (Nalbari) in February, 2006 Published by Lakshi Patowary, Secy. of Reception Committee, Edited by Mr. Achyut Kumar Patowary.
Price : Rs. 120/- (one hundred twenty rupees) only




অসম সাহিত্য সভাৰ চতুৰ্থ বিশেষ বাৰ্ষিক বেলশৰ অধিৱেশন, ২০০৬



অসম সাহিত্য সভাৰ চতুৰ্থ বিশেষ
বাৰ্ষিক বেলশৰ অধিৱেশন

সভাপতি

## মাননীয় শ্ৰীযুত কনকসেন ডেকা

তৰুণ গগৈ




মুখ্যমন্ত্ৰী, অসম
গুৱাহাটী
দিছপুৰ
৮-২-০৬



## শুভেচ্ছাবাণী

অসম সাহিত্য সভাৰ চতুৰ্থ বিশেষ বাৰ্ষিক অধিৱেশনখনি ১২ৰ পৰা ১৬ ফেব্ৰুৱাৰী, ২০০৬ তাৰিখলৈ পাঁচদিনীয়া কাৰ্যসূচীৰে নলবাৰী জিলাৰ ঐতিহ্যপূৰ্ণ বেলশৰ গাঁৱত অনুষ্ঠিত কৰিবলৈ লোৱা বুলি জানি মই সুখী হৈছো।

আশা কৰো, এই অধিৱেশনে অসমৰ সকলো জাতি-জনগোষ্ঠীৰ সাহিত্য-সংস্কৃতিৰ যথোচিত চৰ্চা আৰু সমবিকাশৰ জৰিয়তে অসমৰ সাহিত্য-সংস্কৃতিৰ জগতখনক অধিক চহকী আৰু সমৃদ্ধ কৰি তোলাৰ প্ৰচেষ্টাত নিষ্ঠা আৰু আন্তৰিকতাৰে ব্ৰতী হ'বলৈ অসম সাহিত্য সভাক অনুপ্ৰেৰণা যোগোৱাৰ লগতে ৰাজ্যখনৰ সকলো জনগোষ্ঠীৰ মাজৰ সামাজিক-সাংস্কৃতিক সমন্বয় তথা সাতামপুৰুষীয়া ঐক্য-সম্প্ৰীতি আৰু ভাতৃত্ববোধৰ ঐতিহ্যপূৰ্ণ বান্ধোনক শক্তিশালী আৰু চিৰযুগমীয়া কৰি ৰাখিব।

অধিৱেশনৰ সৰ্বতোপ্ৰকাৰৰ সফলতা আন্তৰিকতাৰে কামনা কৰিলো। তদুপৰি এই উপলক্ষে প্ৰকাশ কৰিবলৈ লোৱা স্মৃতিগ্ৰন্থখন সৰ্বাংগসুন্দৰ ৰূপত প্ৰকাশ পোৱাৰ লগতে সাহিত্যপ্ৰেমী পাঠক সমাজৰ পৰা যথোচিত সমাদৰ লাভ কৰিব বুলি আশা কৰিলো।

(তৰুণ গগৈ)
মুখ্যমন্ত্ৰী, অসম

কনকসেন ডেকা
সভাপতি

# অসম সাহিত্য সভা

কেন্দ্ৰীয় কাৰ্যালয় ঃ চন্দ্ৰকান্ত কন্দিকৈ ভৱন, যোৰহাট-৭৮৫০০১, ✆ (০৩৭৬) ২৩২০৩৭৬
গুৱাহাটী কাৰ্যালয় ঃ ভগৱতীপ্ৰসাদ বৰুৱা ভৱন, গুৱাহাটী-৭৮১০০১, ✆ (০৩৬১) ২৫২১৮৩০
ডিফু কাৰ্যালয় ঃ ৰাংছিনা ভৱন, ডিফু-৭৮২৪৬০, ✆ (৯৫৩৬৭১) ২৭২৫৯০
ধুবুৰী আঞ্চলিক কাৰ্যালয়, ধুবুৰী-৭৮৩৩০১, ✆ (৯৫৩৬৬২) ২৩২৫২৮



## শুভ-কামনা

১২ ফেব্ৰুৱাৰীৰ পৰা ঐতিহ্যমণ্ডিত বেলশৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ চতুৰ্থ বিশেষ বাৰ্ষিক অধিৱেশনখনিৰ স'তে সংগতি ৰাখি 'বিল্বশ্ৰী' নামৰ স্মৃতিগ্ৰন্থখনি প্ৰকাশ পাব বুলি জানিব পাৰি সুখী হ'লো। অসমৰ ৰাজনীতি, সমাজনীতি আৰু সাহিত্য-সংস্কৃতিত বেলশৰৰ লগতে চাৰিওফালৰ বৃহত্তৰ অঞ্চলটোৰ জনগণে বিশেষ ভূমিকা লৈ আহিছে। ৰাজনৈতিকভাৱে অতিকৈ সচেতন এই অঞ্চলৰ লোকসকলে জন্মগতভাৱেই নাট্য অভিনয়তো নিপুণতা লাভ কৰি আহিছে। তদুপৰি অঞ্চলটোত কাহানিও ধৰ্ম-বৰ্ণৰ নামত সাম্প্ৰদায়িক সংঘৰ্ষ হোৱাৰ নজিৰ নাই। ৰাজ্যখনৰ এনে এটি ৰাজনৈতিক তথা জাতীয় আন্দোলন নাই, যিটোৰ স'তে এই অঞ্চলৰ জনসাধাৰণ ওতপ্ৰোতভাৱে জড়িত নোহোৱাকৈ আছে। ধৰ্মীয় উদাৰতাৰ ক্ষেত্ৰতো যুগে যুগে অনুকৰণীয় দৃষ্টান্ত দাঙি ধৰিছে। অঞ্চলটোৰ প্ৰায়ভাগে শাক্ত আৰু মহাপুৰুষীয়া— উভয় ধৰ্মীয় বিশ্বাস লৈ আহিছে যদিও কোনোদিনে তেওঁলোকৰ মাজত দ্বন্দ্বৰ উদ্ভৱ হোৱা নাই। তেনেদৰে হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ ক্ষেত্ৰতো অপূৰ্ব সমন্বয়ৰ নিদৰ্শন দাঙি ধৰি একেটা পৰিয়ালৰ লোক হিচাপে বসবাস কৰিবলৈ সক্ষম হৈছে। অঞ্চলটোৰ জনগণে যুগে যুগে ৰাজনৈতিক সচেতনতাৰ নিদৰ্শনো দাঙি ধৰি আহিছে। এইখন বেলশৰতে মহাত্মা গান্ধীৰ নিৰ্দেশ অনুসৰি বিদেশী বস্ত্ৰৰ দ'মত যিদৰে অগ্নিসংযোগ কৰা হৈছিল আৰু যিদৰে ১৯৪২ত ভাৰত ত্যাগ আন্দোলনৰ ধ্বনি দি অসংখ্য যুৱকে গ্ৰেপ্তাৰবৰণ কৰিছিল, তেনেদৰে পৰৱৰ্তী কালছোৱাত বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ নেতৃত্বত সশস্ত্ৰ সংগ্ৰামৰ জৰিয়তে সমাজবাদ প্ৰতিষ্ঠা কৰিবলৈয়ো তীব্ৰ আন্দোলন চলাইছিল।

এনেকুৱা এটি সামাজিকভাৱে সচেতন অঞ্চলতে অসম সাহিত্য সভাৰ দ্বি-বাৰ্ষিক অধিৱেশনখনি অনুষ্ঠিত কৰিবলৈ লোৱাটো তাৎপৰ্যপূৰ্ণ। এই অধিৱেশনে ঐতিহাসিক এই অঞ্চলটোক জনাৰ যিদৰে সমগ্ৰ ৰাজ্যখনৰে সাহিত্যানুৰাগীসকললৈ সুযোগ আনি দিলে, তেনেদৰে সেইসকলৰ পদধূলিয়েও অঞ্চলটোক ধন্য কৰিলে। অধিৱেশন উপলক্ষে প্ৰকাশিতব্য 'বিল্বশ্ৰী'ত যাতে উভয় পক্ষৰে ভাবানুভূতিৰ উন্মেষ ঘটে তাকেই কামনা কৰিলো।

১৩/১/২০০৬

(কনকসেন ডেকা)
সভাপতি
অসম সাহিত্য সভা

ড° জগদীশ পাটগিৰী
প্ৰধান সম্পাদক

# অসম সাহিত্য সভা

কেন্দ্ৰীয় কাৰ্যালয় ঃ চন্দ্ৰকান্ত কন্দিকৈ ভৱন, যোৰহাট-৭৮৫০০১, ✆ (০৩৭৬) ২৩২০৩৭৬
গুৱাহাটী কাৰ্যালয় ঃ ভগৱতীপ্ৰসাদ বৰুৱা ভৱন, গুৱাহাটী-৭৮১০০১, ✆ (০৩৬১) ২৫২১৮৩০
ডিফু কাৰ্যালয় ঃ ৰাংছিনা ভৱন, ডিফু-৭৮২৪৬০, ✆ (৯৫৩৬৭১) ২৭২৫৯০
ধুবুৰী আঞ্চলিক কাৰ্যালয়, ধুবুৰী-৭৮৩৩০১, ✆ (৯৫৩৬৬২) ২৩২৫২৮



## শুভ বাৰ্তা

অসম সাহিত্য সভাই বৃহত্তৰ অসমীয়া জাতি গঠনত আৰু জাতিটোক সকলো সংকটৰ সময়ত ঐক্যবদ্ধ কৰি ৰখাত জন্মলগ্নৰে পৰা বিগত ৮৮ টা বছৰে বিশিষ্ট ভূমিকা পালন কৰি জাতীয় অনুষ্ঠানত পৰিণত হৈছে। অসমৰ সকলো ভাষা-গোষ্ঠীৰ লোকে অসম সাহিত্য সভাক বলীয়ান কৰাত সৰ্বতোপ্ৰকাৰে অৰিহণা যোগাই আহিছে। সভাই সকলো জনগোষ্ঠীৰ লোককে যোগ্য সন্মান আৰু স্থান দি অসমীয়া জাতীয় সত্তাক শক্তিশালী কৰি মহীয়ান হৈছে। প্ৰতি বছৰে জনসমুদ্ৰত পৰিণত হোৱা সভাৰ বছৰেকীয়া অধিৱেশনসমূহে এই কথাকেই প্ৰতিপন্ন কৰে।

নলবাৰী জিলাৰ ঐতিহ্যমণ্ডিত বিল্বেশ্বৰ দেৱালয়প্ৰসিদ্ধ বেলশৰ কেৱল ভক্তপ্ৰাণ ৰাইজৰে আকৰ্ষণৰ কেন্দ্ৰবিন্দু নহয়। অসমৰ কেইবাখনো দৈনিক কাকতৰ সম্পাদকে এই বেলশৰতে জন্মলাভ কৰিছে। অসমৰ ৰাজনীতিতো এই অঞ্চলৰ কেইবাজনো ৰাজনীতিবিদে উল্লেখনীয় বৰঙণি আগবঢ়াইছে। বেলশৰ অঞ্চলৰ বহু বৰণীয়া লোক-সংস্কৃতিয়ে অসমৰ সাংস্কৃতিক জগতখন বিপুল সম্ভাৰেৰে ওপচাই ধুনীয়া কৰিছে।

ঐতিহ্যমণ্ডিত বেলশৰত অসম সাহিত্য সভাৰ চতুৰ্থ বিশেষ বাৰ্ষিক অধিৱেশন অনুষ্ঠিত কৰিবলৈ আগবাঢ়ি আহি নলবাৰীৰ ৰাইজ অসমৰ আন অংশৰ সাহিত্যপ্ৰেমী ৰাইজৰ ধন্যবাদৰ পাত্ৰ হৈছে। আমি আশা কৰিছো — অসমৰ জনসাধাৰণৰ প্ৰাণৰো প্ৰাণ, হিয়াৰ আমঠু এই জাতীয় অনুষ্ঠানটি প্ৰকৃতাৰ্থত সকলো জনগোষ্ঠীৰ মিলনৰ সেতুবন্ধত পৰিণত হৈ অসমীয়া জাতিক অধিক শক্তিশালী কৰিবলৈ আমাৰ ভাবীকালৰ স্ৰষ্টা নৱপ্ৰজন্মক উদ্বুদ্ধ কৰিব। বেলশৰ অধিৱেশনে অসমৰ ৰাইজৰ বাবে নতুন শুভ বাৰ্তা কঢ়িয়াই অনাৰ আশাৰে —

ড° জগদীশ পাটগিৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# মিনতি বচন

জয়জয়তে পুণ্যভূমি বেলশৰৰ হৃদয়স্থললৈ আপোনালোক সদৌটিকে স্বাগতম জনাইছো। আমাৰ বাবে আনন্দ আৰু গৌৰৱৰ বিষয় যে অসমীয়া জাতিৰ অতি শ্ৰদ্ধাৰ অনুষ্ঠান অসম সাহিত্য সভাই চতুৰ্থ বিশেষ বাৰ্ষিক অধিৱেশনখন বেলশৰত অনুষ্ঠিত কৰিছে। অধিৱেশনৰ স্মৃতিগ্ৰন্থৰ সম্পাদকৰ কলম হাতত তুলি লৈয়ে আমাৰ মনত পৰিছে সেইসকল পুণ্যশ্লোক ব্যক্তিলৈ — যিসকলে অসম সাহিত্য সভাৰ দৰে এটি বৃহৎ জাতীয় অনুষ্ঠানক গঢ় দিলে, আগুৱাই আনিলে, একবিংশ শতিকাৰ প্ৰভাতীকালতে ইয়াক সৰ্বতোপ্ৰকাৰে সমৃদ্ধ কৰিলে ; আৰু সেইসকল ব্যক্তিলৈ যিসকলে বেলশৰকে ধৰি সমগ্ৰ নলবাৰী অঞ্চলৰ উন্নয়ন আৰু কল্যাণৰ কাৰণে আজীৱন সেৱা আগবঢ়ালে। প্ৰচাৰ মাধ্যমত জিলিকি থকা গণ্য-মান্য ব্যক্তিসকলৰ উপৰি বহু নীৰৱ আৰু প্ৰচাৰ-বিমুখ ব্যক্তিয়ে এই অঞ্চলৰ সামগ্ৰিক উন্নয়নৰ বাবে দেহে-কেহে খাটি আছে, সেইসকললৈও আমাৰ শ্ৰদ্ধা আৰু শলাগৰ শৰাই সজালো। বহু বছৰৰ বিৰতিৰ মূৰত সাহিত্য সভাৰ এখনি অধিৱেশন আদৰিবলৈ পাই সমগ্ৰ নলবাৰী অঞ্চলৰ বাইজৰ লগতে এই অঞ্চলৰ ভাষা-সাহিত্যানুৰাগী লোকসকলে পৰম গৌৰৱবোধ কৰিছে।

এই ক্ষুদ্ৰ লেখাত বেলশৰৰ ইতিহাস, ঐতিহ্য আৰু আধুনিক গতি-প্ৰগতিৰ বিষয়ে সামান্যভাৱে উনুকিওৱাৰো অৱকাশ নাই। স্মৃতিগ্ৰন্থখনিৰ স্থানান্তৰত এই বিষয়ে ভালেমান অভিজ্ঞ আৰু কৃতবিদ্য লোকে লিখিছে। তেওঁলোকৰ লেখাসমূহে এই অঞ্চলৰ বহু অলিখিত-অপ্ৰকাশিত অধ্যায়ৰ ওপৰতো পোহৰ পেলাব বুলি আমাৰ আশা। ঐতিহাসিক শ্ৰীশ্ৰীবিল্বেশ্বৰ দেৱালয় আৰু ইয়াক কেন্দ্ৰ কৰি গঢ়ি উঠা সমাজ-সভ্যতাৰ বং-ৰূপ প্ৰকাশেৰে জীৱনশিল্পী আদ্য শৰ্মাই সজাইছে 'বিল্বশ্ৰী'ৰ বেটুপাত। অনুসন্ধিৎসুসকলে তাৰ মাজতো নিশ্চয় বৃহত্তৰ বেলশৰ অঞ্চলৰ ঐতিহ্যৰ উমান পাব।

এই ঠাইখনৰ নাম বেলশৰ কেনেকৈ হ'ল সেই বিষয়ে নানা কিংবদন্তি আছে। কিংবদন্তিৰ মাজৰ পৰা প্ৰকৃত তথ্য গৱেষকসকলে উলিয়াব পাৰিব। আমি কেৱল শব্দটোৰ ব্যুৎপত্তিগত বিৱৰ্তনৰ দিশটোহে পৰীক্ষা কৰিব পাৰো — বিৰিণাৰ পৰা বিৰিণেশ্বৰ বা বিন্নেশ্বৰ বা বিল্বেশ্বৰ, তাৰ পিচত বেলশৰ — এনেদৰে বেলশৰ নামটোৰ উৎপত্তি বিচৰাৰ প্ৰয়াস আজিও অব্যাহত আছে। যোগিনীতন্ত্ৰত এই অঞ্চলত থকা বিল্বশ্ৰী নামৰ এখনি পাহাৰৰ বিষয়ে উল্লেখ আছে। একেদৰে বিল্ব বা বেলৰ শোভাও বিল্বেশ্বৰ তথা বেলশৰ নামৰ উৎস হ'ব পাৰে। পৌৰাণিক যুগখ্যাত শক্তিতন্ত্ৰপীঠ বিশাল নলবাৰী অঞ্চলৰ লগতে বেলশৰৰো পূৰ্ব ভাৰতীয় সংস্কৃতিৰ ভঁৰাললৈ আগবঢ়োৱা বৰঙণি সামান্য নহয়। আনকি আধুনিক অসমৰ শিক্ষা, ৰাজনীতি আৰু সাহিত্য-সংস্কৃতিৰ দিশতো এই অঞ্চলৰ বৰঙণি গুৰুত্বপূৰ্ণ। ৰাষ্ট্ৰীয় খ্যাতিসম্পন্ন বহু পণ্ডিত, শিক্ষাবিদ আৰু শিল্পী, সাহিত্যিকৰ কৰ্মভূমি এই অঞ্চল।

স্মৃতিগ্ৰন্থখনিৰ কাম হাতত লোৱাৰ আগমুহূৰ্তত আমাৰ মনত এক পৰিকল্পনাৰ আঁক-বাক আছিল যদিও সময়ত হাতলৈ অহা প্ৰবন্ধ-পাতিৰ পয়োভৰত সেইবোৰৰ চিন-চাব নাইকিয়া হ'ল। ইমান কম সময়ৰ ভিতৰত অত প্ৰবন্ধ-পাতি সামৰাটোও এটা সমস্যা হৈ উঠিল। সাহিত্য সভাৰ অধিৱেশনৰ স্মৃতিগ্ৰন্থ বৃহদাকাৰ হয়েই। এইটো অনিবাৰ্য। কিন্তু সেই বৃহদাকাৰে যাতে স্মৃতিগ্ৰন্থখনিৰ বিষয়-বস্তু আৰু কাৰিকৰী মান অধোমুখী নকৰে তাৰ প্ৰতি আমি যথাসাধ্য চেষ্টা কৰিছো। তথাপি ইয়াৰ মাজতো নানা ভুল-ত্ৰুটী ৰৈ যোৱাটো অস্বাভাৱিক নহয়। তাৰ বাবে আমি ক্ষমাপ্ৰাৰ্থী। যিসকলৰ লেখাই এই স্মৃতিগ্ৰন্থখনিৰ সৌষ্ঠৱ বৃদ্ধি কৰিলে সেইসকললৈ আমাৰ শত প্ৰণিপাত, আৰু যিসকলৰ লেখা উপযুক্ততাৰ বাছনিত উঠা সত্ত্বেও ঠাই আৰু সময়ৰ অভাৱত ছপাব নোৱাৰিলো সেইসকলৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলো।

স্বীকাৰ কৰিছো, ভাতৃপ্ৰতিম সাংবাদিক বিৰিঞ্চিমোহন শৰ্মাই স্বেচ্ছাৰে সহায়ৰ হাত আগবঢ়োৱা হ'লে হয়তো 'বিল্বশ্ৰী'ৰ বহুখিনি কামেই চম্ভালিব নোৱাৰিলোহেঁতেন। একেদৰে 'অসমীয়া প্ৰতিদিন'ৰ সহকৰ্মীসকলৰ আন্তৰিকতাপূৰ্ণ সহযোগিতাই কামখিনি আগুৱাই নিয়াত উৎসাহ যোগালে। ডি টি পি অপাৰেটৰ, আৰ্হিকাকত চাওঁতাৰ লগতে 'জ্ঞানম' 'অসমীয়া প্ৰতিদিন' আৰু অমন উদ্যোগ প্ৰাইভেট লিমিটেডৰ কৰ্মকৰ্তাসকলে যি তৎপৰতাৰে 'বিল্বশ্ৰী'ক প্ৰকাশৰ মুখ দেখুৱালে তাৰ বাবে তেওঁলোকক কৃতজ্ঞতা জনোৱাৰ বাবে ভাষা নাই। আদৰণী সমিতিৰ সম্পাদক লক্ষী পাটোৱাৰীসহ বিষয়ববীয়া, স্মৃতিগ্ৰন্থ সম্পাদনা সমিতিৰ সভাপতি ৰোহিণী মেধিৰ লগতে ৰবীন দাস, বিপুল কুমাৰ শৰ্মা, দিবাকৰ মেধি, ৰণজিৎ বৰ্মন, হিৰণ্য বৰ্মন আদি বিষয়ববীয়া আৰু বিভিন্নজনৰ সহৃদয়তাৰো শলাগ লৈছো। কৃতজ্ঞতা যাচিছো হাইদৰ হুছেইন, মনজিৎ মহন্ত, কুমুদ গোস্বামী, নৱকুমাৰ চৌধুৰী, শ্যামল ৰাহা, শান্তনু কৌশিক বৰুৱা, ৰঞ্জন বেগন, নৱজিৎ তালুকদাৰসহ অনেকজন শুভাকাংক্ষীক। আমাৰ ওপৰত এই গধুৰ দায়িত্ব ন্যস্ত কৰাসকলৰ প্ৰতি অকুণ্ঠ কৃতজ্ঞতা জ্ঞাপন কৰাৰ লগতে আমাৰ সীমাবদ্ধতাৰ প্ৰতিও এবাৰ দৃষ্টি দিবলৈ অনুৰোধ জনালো। এই গুৰুদায়িত্ব পালনত আমি কিমানখিনি কৃতকাৰ্যতা লাভ কৰিলো সেয়া পঢ়ুৱৈ সমাজে বিচাৰ কৰিব। এই কামেৰে যদি সঁচাকৈয়ে কিবা সফলতা লাভ কৰা হৈছে, তেন্তে সেই কৃতিত্বৰ দাবীদাৰ সম্পাদনা সমিতিৰ অভিজ্ঞ সতীৰ্থবৃন্দৰ, বিফলতাখিনিহে আমাৰ নিজৰ প্ৰাপ্য। তথাপি, অসম সাহিত্য সভাৰ অধিৱেশনৰ এই শুভক্ষণত ভাষা জননীৰ পদযুগলত এযাৰ মাতেৰে হ'লেও পুষ্পাঞ্জলি দিবলৈ পাই সদৌ বেলশৰবাসীৰ লগতে আমিও পৰম ধন্য মানিছো।

*অচ্যুত কুমাৰ পাটোৱাৰী*

# সূচীপত্ৰ


| | | |
|---|---|---|
| ■ বেলশৰৰ আৰ্থ-সামাজিক অৱস্থাৰ চমু আলোচনা | ✍ ড° বাণী মুদিয়াৰ ডেকা | ১ |
| ■ ইতিহাসপ্ৰসিদ্ধ শ্ৰীশ্ৰীবিল্বেশ্বৰ দেৱালয় | ✍ প্ৰসন্ন কুমাৰ ভৰালী | ৬ |
| ■ বেলশৰৰ পুৰণি তথ্য বিচাৰি | ✍ কনক চন্দ্ৰ শৰ্মা | ৯ |
| ■ অসমৰ ৰাজনীতিত বৃহত্তৰ বেলশৰ অঞ্চলৰ অৱদান | ✍ ধীৰেন মিশ্ৰ | ১১ |
| ■ পশ্চিম নলবাৰী অঞ্চলৰ খেল জগতৰ অতীত আৰু বৰ্তমান | ✍ ৰবীন্দ্ৰ চৌধুৰী | ১৪ |
| ■ পশ্চিম নলবাৰী অঞ্চলত প্ৰচলিত আয়তী নাম | ✍ নীহাৰিকা গোস্বামী | ১৮ |
| ■ নলবাৰী জিলাৰ অৰ্থনৈতিক অৱস্থিতি আৰু ভৱিষ্যতৰ সম্ভাৱনা | ✍ ড° কৈলাশ শৰ্মা | ২১ |
| ■ নলবাৰী জিলাৰ ঢুলীয়া সংস্কৃতি আৰু লোক-শিল্পী মোহন ভাইৰা | ✍ কৰুণাকান্ত ভৰালী | ২৬ |
| ■ নলবাৰী অঞ্চলত বিজ্ঞান-চৰ্চা | ✍ ড° দিলীপ শৰ্মা | ৩১ |
| ■ লোক-সংস্কৃতিত লোকাচাৰ ঃ নলবাৰী অঞ্চলত ইয়াৰ পৰিৱেশ্য ৰূপ | ✍ ৰবীন দাস | ৩৪ |
| ■ নলবাৰী জিলাত জ্যোতিষ চৰ্চা | ✍ ৰবীন্দ্ৰ কুমাৰ ভট্টাচাৰ্য | ৪৩ |
| ■ নলবাৰী জিলাৰ ভৌগোলিক ৰূপৰেখা | ✍ ড° অৰনী কুমাৰ ভাগৱতী | ৫০ |
| ■ নলবাৰী অঞ্চলৰ সাংস্কৃতিক পৰম্পৰা ঃ এটি অধ্যয়ন | ✍ হৰেন্দ্ৰ নাথ শৰ্মা | ৫৪ |
| ■ যিসকলৰ ত্যাগ-প্ৰতিভাৰে সমুজ্জ্বল বেলশৰ | ✍ দ্বীপেন চন্দ্ৰ মেনা | ৫৮ |
| ■ অসমৰ সাংবাদিকতাত নলবাৰী জিলাৰ ভূমিকা | ✍ ৰোহিণী মেধি | ৬৩ |
| ■ নলবাৰী জিলা সাহিত্য সভা আৰু সাহিত্য সংগঠন | ✍ ডা° বিপিন চন্দ্ৰ কলিতা | ৬৯ |
| ■ বৈচিত্ৰ্যৰ সমাহাৰ ধৰ্মপুৰ মৌজা | ✍ প্ৰকাশ মেধি | ৭৪ |
| ■ লোকজীৱনত ওজাপালি আৰু বেলশৰ অঞ্চলত ইয়াৰ প্ৰসাৰ | ✍ বিপিন চন্দ্ৰ ডেকা | ৮৮ |
| ■ নলবাৰী জিলাৰ উত্তৰ অঞ্চলৰ জনজীৱনৰ এটি অৱলোকন | ✍ বদ্ৰী গুৱাগাঞ্ৰী | ৯১ |
| ■ নলবাৰী অঞ্চলৰ কেইগৰাকীমান সংস্কৃত কবি | ✍ ড° দীপক কুমাৰ শৰ্মা | ৯৪ |
| ■ সামগ্ৰিকভাৱে নলবাৰী জিলাখনৰ চমু ইতিবৃত্ত | ✍ দীপক কুমাৰ ডেকা | ৯৭ |
| ■ ঐতিহ্যপূৰ্ণ বেলশৰৰ শিক্ষা সমাজ আৰু সংস্কৃতিৰ ডুখৰীয়া ছবি | ✍ শ্বেইখ্ চমছেৰ আলি | ৯৯ |
| ■ অসমৰ সাংস্কৃতিক পৰম্পৰা আৰু নলবাৰীৰ লোক জীৱন | ✍ ড° বসন্ত কুমাৰ ভট্টাচাৰ্য | ১০২ |
| ■ নলবাৰী অঞ্চলৰ শিক্ষা-দীক্ষা এটি অৱলোকন | ✍ ৰমানাথ বৰুৱা | ১০৫ |
| ■ সাহিত্য-সংস্কৃতি আৰু সামাজিক দিশত নলবাৰীৰ মহিলাৰ ভূমিকা | ✍ অনুপমা দেৱী | ১০৮ |
| ■ নলবাৰী জিলাৰ মঠ, মন্দিৰ, সত্ৰ আৰু দেৱালয় | ✍ ড° ৰেবা গোস্বামী | ১১১ |
| ■ উত্তৰ-পূব ভাৰতৰ সাংস্কৃতিক অনুষ্ঠান নলবাৰীৰ পূৰ্বভাৰতী | ✍ অনুপম বৰ্মা মজুমদাৰ | ১১৫ |
| ■ নলবাৰী অঞ্চলৰ স্ত্ৰীশিক্ষা এটি অৱলোকন | ✍ ড° দীপ্তি চৌধুৰী | ১১৮ |
| ■ নামনি অসমৰ লোক-উৎসৱ 'সভা' ঃ এটি আলোচনা | ✍ হেমেন ৰাজবংশী | ১২২ |
| ■ অসমীয়া আলোচনী সাহিত্যলৈ নলবাৰীৰ বৰঙণি | ✍ অশ্বিনী কুমাৰ শৰ্মা | ১২৪ |
| ■ ১৯৪৭ চনৰ ১৫ আগষ্ট আৰু বেলশৰ | ✍ অনন্ত মেধি | ১২৮ |
| ■ কমাৰ শিল্পৰ আঢ়ৈশ বছৰীয়া ইতিহাসে গৰকা বেলশৰ | ✍ ৰাজমোহন তালুকদাৰ | ১৩০ |
| ■ ইছলাম আৰু পশ্চিম নলবাৰীৰ মুছলিম সমাজ | ✍ আলহাজ মঃ আদাৰ আলী | ১৩৩ |
| ■ ৰাঙ্কা অঞ্চলৰ জনসংস্কৃতি ইয়াৰ পৰম্পৰা | ✍ ধনেশ্বৰ হুজুৰী | ১৩৬ |
| ■ অসম সাহিত্য সভাৰ নলবাৰীৰ সভাপতিসকল | ✍ স্মৃতিৰেখা শৰ্মা | ১৩৯ |
| ■ অসম সাহিত্য সভাৰ নলবৰীয়া প্ৰধান সম্পাদকসকল | ✍ গোবিন্দ কলিতা | ১৪৩ |
| ■ নলবাৰী অঞ্চলত সাহিত্য চৰ্চা (সংক্ষিপ্ত আলোচনা) | ✍ জগন্নাথ চক্ৰৱৰ্তী | ১৪৫ |
| ■ অসমীয়া ছবি জগতত নলবাৰী অঞ্চলৰ অংশগ্ৰহণ | ✍ উৎপল দত্ত | ১৪৯ |
| ■ অসম সাহিত্য সভাৰ দ্বাত্ৰিংশতম নলবাৰী অধিৱেশনৰ ৰেঙণি | ✍ শশী শৰ্মা | ১৫২ |
| ■ নলবাৰীৰ বিশিষ্ট স্বাধীনতা সংগ্ৰামী গান্ধীবাদী নেতা গৌৰীকান্ত তালুকদাৰ | ✍ নগেন চৌধুৰী | ১৫৪ |
| ■ ইতিহাসপ্ৰসিদ্ধ গোসাঁইকমল আলি ফেঙুৱাগড় আৰু ৰজাদিনীয়া পুখুৰী | ✍ অৰুণ দাস | ১৫৭ |
| ■ নলবাৰী জিলাৰ কাব্য চৰ্চা আৰু কাব্য সাধনা | ✍ ড° পৰেশ নাথ শৰ্মা | ১৫৯ |
| ■ নলবাৰী জিলাৰ স্বাস্থ্যসেৱাৰ আলেখলেখ | ✍ ডাঃ চাবান আলী আহমেদ | ১৬৫ |
| ■ থোৰতে বেলশৰ অঞ্চলৰ প্ৰাচীন আৰু আধুনিক চিকিৎসা | ✍ ডাঃ অৰুণ বৰ্মন | ১৭০ |
| ■ পশ্চিম নলবাৰীৰ স্থানীয় উপভাষা ঃ এটি চমু আলোচনা | ✍ ড° প্ৰমোদ হালৈ | ১৭২ |
| ■ নলবাৰীৰ অসমীয়া মাৰোৱাৰী সমাজ এক বিহংগম দৃষ্টি | ✍ ধৰমচন্দ জৈন | ১৭৭ |
| ■ ধৰ্মীয় ঐতিহ্য-পৰম্পৰাৰ সাক্ষী বিল্বেশ্বৰ দেৱালয় | ✍ অৰূপ ৰঞ্জন বৰ্মন | ১৮২ |
| ■ ইতিহাসৰ জলঙাৰে নলবাৰীৰ চৰ-চাপৰি | ✍ যোগেন্দ্ৰনাথ মেধি | ১৮৫ |
| ■ ভ্ৰাম্যমাণ নাট্য জগতলৈ বেলশৰৰ অৱদান | ✍ উগ্ৰ মেনা | ১৮৮ |
| ■ নলবাৰী জিলাৰ আপুৰুগীয়া লোক- সংস্কৃতিৰ এটি ৰূপৰেখা | ✍ সাধিৰাম কলিতা | ১৯২ |

| | | |
|---|---|---|
| ■ ভ্ৰাম্যমাণ থিয়েটাৰৰ নাটকৰ গতিধাৰা | ✍ পংকজ মুদিয়াৰ | ১৯৪ |
| ■ বৃহত্তৰ বেলশৰ অঞ্চলৰ সাহিত্য চৰ্চা | ✍ যাদৱ সেন ডেকা | ১৯৮ |
| ■ কৰ্ম-সংগীতৰ উৎকৃষ্ট নিদৰ্শন পাইল মাৰা গীত | ✍ হেমন্ত কুমাৰ দাস | ২০১ |
| ■ নলবৰীয়া জনজীৱন এটি ঐতিহাসিক দৃষ্টিপাত | ✍ ড° শান্ত বৰ্মন | ২০৩ |
| ■ অসমৰ যাত্ৰাদলৰ বিকাশ আৰু বিস্তৃতি নলবাৰী অঞ্চলত ইয়াৰ প্ৰভাৱ | ✍ ভবেন কলিতা | ২১০ |
| ■ পশ্চিম নলবাৰী অঞ্চলৰ দুটিমান কৃষিভিত্তিক উৎসৱ | ✍ হেম মিশ্ৰ | ২১৪ |
| ■ নলবাৰী জিলাৰ পুতলা নাচ আৰু কুঁহিলা শিল্প | ✍ সমীন্দ্ৰ নাথ মহন্ত | ২১৬ |
| ■ বড়ো সাহিত্যৰ বিকাশত অবিভক্ত নলবাৰী জিলাৰ অৱদান | ✍ খগেন ৰামছিয়াৰী | ২১৯ |
| ■ পশ্চিম নলবাৰী অঞ্চলৰ টোলীয়া শিক্ষা আৰু আধুনিক শিক্ষাৰ বিস্তৃতি | ✍ কামাখ্যা চৰণ ভাগৱতী | ২২৪ |
| ■ অসম সাহিত্য সভাৰ ত্ৰয়োচত্বাৰিংশ টিহু অধিৱেশনৰ স্মৃতি-লেখা... | ✍ ৰুণাকান্ত কলিতা | ২২৮ |
| ■ নলবেৰীয়া কথ্য ভাষাৰ বিচাৰ | ✍ ড° জ্যোতিষ চন্দ্ৰ বৰ্মন | ২৩২ |
| ■ অবিভক্ত কামৰূপ জিলাৰ সভা এক অৰ্বাচীন লোক উৎসৱ | ✍ নৃপেন্দ্ৰ নাৰায়ণ চৌধুৰী | ২৩৫ |
| ■ এই সময় আৰু অসম সাহিত্য সভা | ✍ নলিনীধৰ ভট্টাচাৰ্য | ২৩৯ |
| ■ অসমৰ জনগোষ্ঠীয় স্বায়ত্তশাসন প্ৰসংগত | ✍ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য | ২৪১ |
| ■ অসমীয়া ভাষাৰ আখৰ-জোঁটনি | ✍ ড° ৰমেশ পাঠক | ২৪৪ |
| ■ অনাৱশ্যকীয় দ্বিৰুক্তিৰ ভৰত কাহিল অসমীয়াৰ অৱস্থা | ✍ দেৱেন দত্ত | ২৪৮ |
| ■ কুৰি শতিকাৰ অসমীয়া গল্পৰ ধাৰা | ✍ ড° পৰাগ কুমাৰ ভট্টাচাৰ্য | ২৫১ |
| ■ সাম্প্ৰতিক অসমীয়া কবিতাৰ ধাৰা | ✍ ড° পূৰ্ণ ভট্টাচাৰ্য | ২৫৪ |
| ■ অসমীয়া গীতি-সাহিত্য ইয়াৰ বিকাশ আৰু বিৱৰ্তন | ✍ ড° সবলা ভূঞা | ২৫৮ |
| ■ অসমীয়া হাস্য-ব্যংগ সাহিত্য | ✍ বিজু হাজৰিকা | ২৬৩ |
| ■ শিশু-সাহিত্য সংজ্ঞা আৰু সমস্যা | ✍ গগনচন্দ্ৰ অধিকাৰী | ২৬৬ |
| ■ বিজ্ঞান সাহিত্য এক চমু আলোচনা | ✍ অভিজিত শৰ্মা বৰুৱা | ২৬৮ |
| ■ আমাৰ যুৱ প্ৰজন্ম আৰু বুৰঞ্জী শিক্ষাৰ প্ৰাসংগিকতা | ✍ উদয়াদিত্য ভৰালী | ২৭০ |
| ■ প্ৰাক্‌যুদ্ধকালীন অসমীয়া প্ৰবন্ধ সাহিত্যত এভুমুকি | ✍ ড° বাণীকান্ত শৰ্মা | ২৭৩ |
| ■ বিহংগম দৃষ্টিত উত্তৰ-পূৱ ভাৰতৰ জনজাতীয় জীৱন | ✍ ড° বিৰিঞ্চি কুমাৰ মেধি | ২৭৯ |
| ■ জীৱনী সাহিত্য এটি সংক্ষিপ্ত পৰিচয় | ✍ অঞ্জলি শৰ্মা | ২৮৪ |
| ■ ব্যৱহাৰিক সাহিত্যৰ শব্দভাণ্ডাৰ | ✍ ড° দীপ্তি ফুকন পাটগিৰি | ২৮৭ |
| ■ অসমীয়া সাহিত্যত নাৰীবাদী চেতনা ঃ এক বিহংগম দৃষ্টি | ✍ অনুৰাধা শৰ্মা | ২৮৯ |
| ■ সাহিত্যৰ ভেটিত অসমীয়া চলচ্চিত্ৰ | ✍ অৰুণলোচন দাস | ২৯৪ |
| ■ অসমীয়া সংস্কৃতি আৰু অসমৰ মুছলমান | ✍ ইছমাইল হোছেইন | ২৯৬ |
| ■ অসমৰ শাস্ত্ৰীয় নৃত্য আৰু ইয়াৰ তাত্ত্বিক বিচাৰ | ✍ জীৱনকৃষ্ণ পাত্ৰ | ২৯৯ |
| ■ পথে-ঘাটে নাটৰ আমেজ... ? | ✍ ড° শ্যামাপ্ৰসাদ শৰ্মা | ৩০৫ |
| ■ অসমীয়া কাহিনী সাহিত্যত জনজাতীয় জীৱন আৰু ইয়াৰ অধ্যয়ন | ✍ অৰবিন্দ ৰাজখোৱা | ৩০৮ |
| ■ বিংশ শতিকাৰ অসমীয়া উপন্যাস | ✍ ড° উমেশ ডেকা | ৩১০ |
| ■ তুলনাত্মক সাহিত্য আৰু অসম প্ৰসংগ | ✍ ড° দিলীপ বৰা | ৩১৬ |
| ■ গ্ৰন্থৰ উৎপত্তি আৰু বিকাশ | ✍ পবিত্ৰ ডেকা | ৩১৯ |
| ■ ভ্ৰাম্যমাণৰ দৰ্শক দৰ্শকৰ ভ্ৰাম্যমাণ | ✍ নৰেন পাটগিৰি | ৩২২ |
| ■ ছশ বছৰীয়া আহোম ৰাজত্বত জনসাধাৰণৰ স্বাস্থ্যৰ চমু বুৰঞ্জী | ✍ ডাঃ ৰতন কুমাৰ কটকী | ৩২৫ |
| ■ অসমীয়া সংস্কৃতিলৈ বড়োসকলৰ অৱদান | ✍ তৰেন বড়ো | ৩২৮ |
| ■ সাহিত্য সভা আৰু শৰৎ চন্দ্ৰ গোস্বামীৰ অৱদান | ✍ যামিনীকান্ত শৰ্মা | ৩৩১ |
| ■ অসম সাহিত্য সভাৰ প্ৰতি আমাৰ দায়িত্বৰ প্ৰসংগত ঃ চমু অভিমত | ✍ সতীশ চন্দ্ৰ চৌধুৰী | ৩৩৩ |
| ■ গীত-কবিতাত জীৱনৰ উশাহ-নিশাহ | ✍ হেমন্ত বৰ্মন | ৩৩৬ |
| ■ ভ্ৰাম্যমাণ থিয়েটাৰৰ নাট্যচিন্তা আৰু বিস্তাৰ | ✍ ড° ভূপেন তালুকদাৰ | ৩৪০ |
| ■ অসমত চিত্ৰশিল্প চৰ্চা আৰু আনুষ্ঠানিক শিক্ষা | ✍ জ্ঞানেন্দ্ৰ বৰকাকতী | ৩৪৩ |
| ■ অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশত চৰ্য্যাপদৰ অৱদান | ✍ ড° পৰীক্ষিত হাজৰিকা | ৩৪৬ |
| ■ দ্য লেক্সাছ এণ্ড দ্য অলিভ ট্ৰি ঐতিহ্য আৰু ভুবনায়নৰ চেপাত... | ✍ কুমুদ গোস্বামী | ৩৫৩ |
| ■ অসমীয়া সমালোচনা সাহিত্যৰ ধাৰা | ✍ উপেন্দ্ৰ নাথ শৰ্মা | ৩৫৭ |
| ■ জাতীয় জীৱনত সাহিত্য সভাৰ গুৰুত্ব আছে, ৰাখিবও লাগিব | ✍ অদীপ কুমাৰ ফুকন | ৩৬১ |
| ■ নবীন লেখক-লেখিকা অসম সাহিত্য সভা ইত্যাদি | ✍ জিতেন শৰ্মা | ৩৬৪ |
| ■ অন্য যুগ অন্য পুৰুষ ? ঐতিহ্য আৰু অনন্য কথনৰীতিৰ যুগলবন্দী | ✍ ড° কুতুবুদ্দিন আহমেদ | ৩৬৭ |
| ■ সমবায় আন্দোলনৰ ৰ'দ কাচলিত নলবাৰী | ✍ নীলমণি মড়ল | ৩৭১ |
| ■ ইয়াণ্ডাবু সন্ধিৰ পাছৰ ডিমা-ৰাজ্য | ✍ কৃষ্ণ ৰায়মেধি | ৩৭৩ |
| ■ অসমৰ চৰ-চাপৰি জনগোষ্ঠীৰ প্ৰতি অসম সাহিত্য সভাৰ দায়বদ্ধতা | ✍ ডাঃ ছাহিদুল ইছলাম | ৩৭৬ |
| ■ প্ৰথমৰ শুৱলা নাম ঐ বিন্নেশ্বৰ | ✍ অৰুণ কুমাৰ বৰ্মন | ৩৭৯ |
| ■ বেলশৰ অধিৱেশনৰ আদৰণী সমিতিৰ সাধাৰণ সম্পাদকৰ দুআষাৰ | ✍ লক্ষী পাটোৱাৰী | ৩৮০ |


# বেলশৰৰ আৰ্থ-সামাজিক অৱস্থাৰ চমু আলোচনা

ড° ৰাণী মুদিয়াৰ ডেকা

ঐতিহাসপ্ৰসিদ্ধ বেলশৰ গাঁও বৰ্তমান নলবাৰী জিলাৰ অন্তৰ্গত। বেলশৰ গাঁৱৰ উত্তৰে গন্ধিয়া আৰু চামতা গাঁও, পূবে বৰ্ণি গাঁও, জাগাৰা, দক্ষিণে ককয়া আৰু পশ্চিম দিশত আছে কৈহাটী, পিপলীবাৰী, ভয়ৰা আৰু শোলমাৰী গাঁও। ২০০১ চনৰ লোকপিয়ল অনুসৰি এই গাঁৱৰ ভৌগোলিক এলেকা ৪৬০ হে'ৰ। সৰ্বমুঠ ১,৪২৭ টা পৰিয়াল বাস কৰা গাঁওখনৰ মুঠ জনসংখ্যা ৮,৬৬৫। ইয়াৰে ৪,৪৭০ জন পুৰুষ আৰু ৪,১৯৫ গৰাকী মহিলা। প্ৰায় ডেৰ হেজাৰ পৰিয়ালৰ এই গাঁওখন ৪১ টা চুবুৰিত বিভক্ত। চুবুৰিসমূহৰো নামৰ অন্তৰালত লুকাই আছে বেলশৰৰ প্ৰসিদ্ধ বিল্বেশ্বৰ দেৱালয়ৰ ইতিহাস। অসম সাহিত্য সভাৰ প্ৰাচীন অনুসন্ধানকাৰী, অসম গৱৰ্ণমেণ্টৰ প্ৰাচীন অংক শাস্ত্ৰৰ গৱেষক আৰু গণিতজ্ঞ দণ্ডীৰাম দত্ত প্ৰণীত 'শ্ৰীশ্ৰীবিল্বেশ্বৰ ইতিবৃত্ত'ত মুঠ ৫০ টা চুপা বা চুবুৰিৰ নামোল্লেখ আছে। দেৱালয়ৰ বিভিন্ন কাম-কাজৰ সৈতে জড়িত লোকৰ বসতিস্থল অনুসৰিয়েই চুপাবোৰৰ নাম নিৰ্ধাৰিত হৈছিল আৰু আজিকোপতি সেইবোৰৰ বিশেষ সালসলনি কৰা হোৱা নাই। অৱশ্যে, সেই নিৰ্দিষ্ট উপাধিৰ মানুহবোৰ এতিয়া দেৱালয়ৰ কামতেই জড়িত হৈ থকা নাই, বৰঞ্চ বিভিন্ন কৰ্মক্ষেত্ৰলৈ গুচি আহিছে।

অন্যান্য গাঁৱৰ দৰেই বেলশৰ গাঁও তথা গাঁওবাসীৰ আৰ্থ-সামাজিক স্থিতিৰ বিশদ বৰ্ণনা দিবলৈ নিৰ্ভৰযোগ্য তথ্যৰ অভাৱ। বেলশৰৰ আৰ্থ-সামাজিক স্থিতি সম্পৰ্কে এই চমু প্ৰবন্ধটি লিখিবলৈ লৈয়েই আমি অসুবিধাত পৰিলো। অৱশ্যে এই কথাও স্বীকাৰ কৰি লওঁ যে বেলশৰৰ আৰ্থ-সামাজিক অৱস্থাৰ বিতং বিৱৰণ দিব পৰাৰ জোখাৰে উপযুক্ত স্থানৰ পৰা উপযুক্ত সময় আৰু শ্ৰম খটুৱাই তথ্য আহৰণ কৰাত আমাৰ ত্ৰুটি থাকি গ'ল। এখনি পুৰণি গাঁও হিচাপে বেলশৰৰ তথ্য নিশ্চয় যথাস্থানত সংৰক্ষিত হৈ আছে। কিয়নো, ভাৰত চৰকাৰে লোকপিয়ল আৰম্ভ কৰাৰ সময়ৰ পৰাই বেলশৰকো অন্তৰ্ভুক্ত কৰি লোৱাৰ সাক্ষ্য আমি দণ্ডীৰাম দত্তৰ কিতাপখনতেই পাইছো— "...ভাৰত গৱৰ্ণমেণ্টে ভাৰতৰ ৭ লাখ গাঁৱৰ ২৫,৩২৭ খন গাঁও, ২৮ খন নগৰৰ লটাৰী কৰোতে এই গাঁৱৰ (বেলশৰ) নাম উঠে। অসমত মুঠ ২২০ খন গাঁৱৰ লোকপিয়ল কৰে। জনসংখ্যা, গিৰী, আয়-উৎপন্ন, মঠ-মন্দিৰৰ বিষয়ে লোকপিয়ল কৰে। প্ৰায় ১৯৫৪ চনৰ কথা..."। (পৃষ্ঠা ঃ ১৭) সি যি নহওক, ভাৰত চৰকাৰৰ লোকপিয়লৰ তথ্য আৰু দণ্ডীৰাম দত্তৰ কিতাপখনত প্ৰাপ্ত তথ্যয়ো আমাৰ মনত খু-দুৱনিৰ সৃষ্টি কৰিলে। ভাৰত চৰকাৰৰ লোকপিয়ল বিভাগৰ গুৱাহাটীস্থ কাৰ্যালয়ৰ পৰা সংগ্ৰহ কৰা চিডিযোগে পোৱা ২০০১ চনৰ শেহতীয়া লোকপিয়লৰ তথ্যমতে বেলশৰৰ জনসংখ্যা ৮,৬৬৫। আনহাতে, ষাঠিৰ দশকৰ আৰম্ভণিতে ৰচিত দণ্ডীৰাম দত্তৰ 'শ্ৰীশ্ৰীবিল্বেশ্বৰৰ ইতিবৃত্ত' নামৰ কিতাপখনৰ ২ নম্বৰ পৃষ্ঠাত উল্লেখ আছে এইবুলি, '..... বেলশৰ গাঁও কামৰূপত। নলবাৰীৰ পৰা সাতমাইল পশ্চিমে। জনসংখ্যা আঠ হেজাৰ। শোলমাৰী বিল্বেশ্বৰসহ মুঠ এঘাৰ হেজাৰ....।' গতিকে, দেখা গ'ল ষাঠিৰ দশকৰ

অবিভক্ত কামৰূপ জিলাৰ বেলশৰ গাঁও আৰু নতুন সহস্ৰাব্দৰ, নলবাৰী জিলাৰ অন্তৰ্ভুক্ত বেলশৰ গাঁৱৰ জনসংখ্যাৰ ব্যৱধান এহেজাৰো নহয়, যিটো মানি ল'বলৈ টান হয়। আনহাতে, ব্যক্তিগত পৰ্যায়ত এনে তথ্য আহৰণ কৰাটো কিছু পৰিমাণে জটিল কাম হয়গৈ। ঠিক একেদৰে, সাক্ষৰতাৰ হাৰ সম্পৰ্কীয় তথ্য সম্পৰ্কেও উক্ত চৰকাৰী উৎস নিমাত। অসমৰ গাঁওসমূহৰ তথ্য-সম্বলিত উক্ত চিডিখনত সাক্ষৰতাৰ হাৰ, স্কুলৰ সঠিক সংখ্যা, স্বাস্থ্যসেৱা তথা অন্যান্য আৰ্থ-সামাজিক আন্তঃগাঁথনিৰো সঠিক তথ্য-পৰিসংখ্যা নাপাই আমি একপ্ৰকাৰ হতাশেই হ'লো। লোকপিয়লৰ উক্ত উৎস অনুসৰি বেলশৰ গাঁৱত প্ৰাথমিক বিদ্যালয়ৰ সংখ্যা মাথোন তিনিখনহে। আনহাতে, ব্যক্তিগত উৎসৰ পৰা সংগৃহীত তথ্যানুসৰি বেলশৰত ১১ খন প্ৰাথমিক বিদ্যালয় আছে। স্থানীয় শিক্ষিত লোকসকলৰ মতে বেলশৰ গাঁৱৰ সাক্ষৰতাৰ হাৰ অসমৰ সাক্ষৰতাৰ গড় হাৰতকৈ অধিক হ'ব। অৱশ্যে এই কথাৰ বিশ্বাসযোগ্যতা নোহোৱাও নহয়, কিয়নো শিক্ষাৰ প্ৰতি ধনী-দুখীয়া প্ৰতিটো পৰিয়ালেই আগ্ৰহী। ল'ৰা-ছোৱালীক স্কুললৈ নপঠিওৱা পৰিয়ালৰ সংখ্যা শূন্য বুলিলেও অত্যুক্তি কৰা নহ'ব। উল্লেখযোগ্য যে স্বাধীনতাৰ পূৰ্বেই বেলশৰত আনুষ্ঠানিক শিক্ষাৰ প্ৰচলন আৰম্ভ হৈছিল। ভাৰত স্বাধীন হোৱাৰ সময়ত বেলশৰত দুখনকৈ প্ৰাথমিক বিদ্যালয় আছিল। ১৯৩৪ চনতেই স্থাপিত হৈছিল বেলশৰ এম ই স্কুল। স্বাধীনতাৰ পূৰ্বেই বেলশৰত হেনো সংস্কৃত মহাবিদ্যালয় এখনো স্থাপন কৰা হৈছিল। সম্প্ৰতি সেইখনেই গাঁওখনৰ একমাত্ৰ সংস্কৃত টোল হিচাপে বৰ্তি আছে। বৰ্তমান গাঁওখনৰ একমাত্ৰ উচ্চতৰ মাধ্যমিক বিদ্যালয় 'বেলশৰ উচ্চ মাধ্যমিক বিদ্যালয়' স্থাপন কৰা হৈছিল ১৯৪৬ চনত। ১৯৯১ চনত ই উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ মৰ্যাদা পায়। অঞ্চলটোৰ একমাত্ৰ ছোৱালী হাইস্কুলখন স্থাপন কৰা হৈছিল ১৯৬৬ চনত। এই দুখনৰ উপৰি সম্প্ৰতি তৃতীয়খন উচ্চ মাধ্যমিক বিদ্যালয় পশ্চিম বেলশৰত প্ৰায় পঁচিশ বছৰ পূৰ্বেই ১৯৭৯ চনতেই স্থাপন কৰা হৈছিল। অৱশ্যে চৰকাৰী অনুদানৰ বাবে বেছ কিছু বছৰ অপেক্ষা কৰিবলগীয়া হৈছিল। অন্য এখন শ্বহীদ স্মৃতি বালিকা এম. ই স্কুল স্থাপন হোৱাৰ কেইবাবছৰো হ'ল যদিও এতিয়ালৈ চৰকাৰী অনুদান পোৱাগৈ নাই। বেলশৰত আজিলৈকে পূৰ্ণাংগ মহাবিদ্যালয় এখন স্থাপন নোহোৱাত অঞ্চলটোৰ উচ্চ শিক্ষাৰ ক্ষেত্ৰখনৰ এক বৃহৎ অভাৱ অপূৰণ হৈয়েই আছে। ১৯৮৭ চনত শ্বহীদ স্মৃতি মহাবিদ্যালয় বুলি যিখন মহাবিদ্যালয় স্থাপন কৰা হ'ল, সেইখনকো চৰকাৰে জুনিয়ৰ কলেজ হিচাপেহে স্বীকৃতি দিয়াত ডিগ্ৰী পৰ্যায়ৰ কলেজৰ অভাৱ পূৰণ নোহোৱাকৈয়ে থাকি গ'ল। যদিও সীমিতসংখ্যক শিক্ষকৰ দ্বাৰা উক্ত কলেজতেই স্নাতক পৰ্যায়ত কলা শাখাৰ কেতবোৰ বিষয়ত শিক্ষা দিয়াৰ ব্যৱস্থা চলি আছে তথাপি বিজ্ঞান বা বাণিজ্য শিক্ষা গ্ৰহণত হাবিয়াহ থকা ছাত্ৰ-ছাত্ৰীয়ে নলবাৰী কলেজলৈ ঢাপলি মেলিবলগীয়া হয়। বৰ্তমান শিক্ষা-ব্যৱস্থাৰ অন্যতম প্ৰয়োজনীয় অংগ কম্পিউটাৰ শিক্ষাই বেলশৰত বিস্তৃতি লাভ কৰা নাই। অৱশ্যে ব্যক্তিগত পৰ্যায়ত এটা কম্পিউটাৰ শিক্ষণ কেন্দ্ৰ শেহতীয়াকৈ স্থাপন কৰা হৈছে।

অনানুষ্ঠানিক উৎসৰ পৰা সংগৃহীত তথ্য অনুসৰি গাঁওখনৰ বেছিভাগ পৰিয়ালতেই জীৱিকা নিৰ্বাহৰ প্ৰধান অৱলম্বন হৈছে কৃষি। এসময়ত গাঁওখনৰ যৌথ পৰিয়াল ব্যৱস্থা অধিক সবল আছিল যদিও সম্প্ৰতি গাইগুটীয়া একক পৰিয়াল ব্যৱস্থাহে অধিক পৰিমাণে দেখিবলৈ পোৱা যায়। পৰিয়াল ব্যৱস্থাৰ ৰূপান্তৰে স্বাভাৱিকতেই কৃষি-কৰ্মলৈও পৰিৱৰ্তন আনিছে। গাঁওখনত চাকৰিজীৱী লোকৰ সংখ্যাও তেনেই কম বুলিব নোৱাৰি। সামূহিক দৃষ্টিৰে চাবলৈ গ'লে প্ৰায় প্ৰতিটো চুবুৰিৰ আধা পৰিয়ালতেই একোজনকৈ হ'লেও চাকৰিজীৱী লোক আছে। এইখন গাঁৱতেই শিক্ষা জীৱনৰ পাতনি মেলা অনেক সুযোগ্য লোক সম্প্ৰতি ৰাজ্যখনৰ ভিতৰে-বাহিৰে অন্য ঠাইত বিভিন্ন চৰকাৰী-বেচৰকাৰী বিভাগ তথা অনুষ্ঠানত কৰ্তব্যৰত হৈ আছে। ই গাঁওখনৰ বাবে এহাতে গৌৰৱৰ বিষয় যদিও ই আনহাতে গাঁওখনক তেনে দক্ষ লোকৰ সেৱাৰ পৰা বঞ্চিতও কৰিছে। অৱশ্যে এনে কথা কেৱল বেলশৰ গাঁৱৰ ক্ষেত্ৰতেই যে প্ৰযোজ্য তেনে নহয়। অন্যান্য গাঁও অথবা বৃহৎ পৰিসৰত আমাৰ ৰাজ্য, দেশৰ ক্ষেত্ৰতো ই প্ৰযোজ্য। জীৱিকা হিচাপে কৃষি-কৰ্ম আৰু চাকৰিৰ বাদেও এচাম লোক সৰু-সুৰা ব্যৱসায়, দোকান-বেপাৰ আদিৰ লগত জড়িত। সামগ্ৰিকভাৱে গাঁওখনৰ বাসিন্দাসকলৰ আৰ্থিক অৱস্থা সচ্ছল বুলিবই পাৰি। গাঁওখনত দুখীয়া মানুহো নথকা নহয় যদিও দাৰিদ্ৰ্য সীমাৰেখাৰ তলত বাস কৰা লোকৰ সংখ্যা উল্লেখ কৰিবলৈ আমি সমৰ্থ নহ'লো।

কৃষি যদিও গাঁওখনৰ লোকসকলৰ জীৱিকাৰ পৰম্পৰাগত অৱলম্বন, তথাপি উন্নত আৰু সম্প্ৰসাৰিত ৰূপত কৃষি-কাৰ্য সম্পন্ন হৈছে বুলি ক'ব নোৱাৰি। গাঁওখনৰ প্ৰধান কৃষিজাত সামগ্ৰী হৈছে ধান। পূৰ্বে বছৰত দুটাকৈ ধানখেতি কৰিছিল যদিও সম্প্ৰতি বুজন সংখ্যকেই বছৰটোত এবাৰহে ধানখেতি কৰে। বেছ কমসংখ্যক লোকেহে ব্যৱসায়িক ভিত্তিত ধানখেতি কৰে। বেছিভাগেই নিজা ঘৰুৱা চাহিদা পূৰণৰ অৰ্থেহে ধানখেতি কৰে। ফলত বছৰটোৰ দীৰ্ঘকাল পথাৰ উদং হৈয়েই থাকে। ক্ৰমবৰ্ধমান কৃষিকাৰ্যজনিত ব্যয় পূৰণ কৰিব পৰাকৈ ধন আহৰণ কৰিব নোৱাৰা হেতুকেই বহুতেই বছৰটোত দুটা খেতি কৰিবলৈ সাহস নকৰে। একেদৰে, সৰিয়হ, মচুৰ, তিল আদিৰ খেতি কৰা লোকৰ সংখ্যাও ক্ৰমান্বয়ে কমি আহিছে। ব্যৱসায়িক ভিত্তিত শাক-পাচলি, মচলা, নেমু-জলকীয়া, পাণ-তামোল আদিৰ খেতি কৰা লোকৰ সংখ্যাও তেনেই নগণ্য, যদিও প্ৰায় প্ৰত্যেকঘৰ মানুহৰে একোখনি তামোল-পাণ, শাক-পাচলিৰ বাৰী আছে। বাৰীয়ে বাৰীয়ে আছে আম-কঁঠাল, কৰ্দৈ-ঔটেঙা, বগৰী-আমলখি আদি ফল-মূলৰ গছ। কিন্তু ব্যৱসায়িক ভিত্তিত এনে ফল-মূলৰ বাগান পতা মানুহৰ সংখ্যা শূন্য বুলিবই পাৰি। একেদৰে ঘৰে ঘৰে কলৰ ছোপা আৰু বাঁহনি আছে যদিও বিজ্ঞানসন্মতভাৱে ব্যৱসায়িক উদ্দেশ্য আগত ৰাখি এনেবোৰ কৃষিকৰ্মত মনোনিৱেশ কৰিবলৈ কোনেও আগবাঢ়ি অহা নাই। ছেগা-চোৰোকাকৈ দুই-এঠাইত শিক্ষিত নিবনুৱা যুৱকৰ দুই-এক দলে সমবায় ভিত্তিক পণ্য-শস্যৰ কৃষিকাৰ্য কৰাৰ প্ৰয়াস কৰা দেখা যায় যদিও এনে প্ৰয়াস স্থায়ী হোৱা পৰিলক্ষিত হোৱা নাই। আশা কৰা ধৰণে প্ৰয়োজনীয় সা-সুবিধা নোপোৱাৰ বাবেই হেনো এনে কাৰ্যত যুৱকসকল আগবাঢ়িব পৰা নাই। মন কৰিবলগীয়া যে আধুনিক কৃত্ৰিম জলসিঞ্চনৰ সা-সুবিধাসমূহে এতিয়াও সামগ্ৰিকভাৱে বেলশৰৰ খেতিপথাৰ চুব পৰা নাই। দুই-একে ট্ৰে''ৰ চলায় যদিও অতি নগণ্য পৰিমাণৰ। কোনো নৈ-উপনৈ নিচেই কাষেৰে বৈ নোযোৱা বাবে অৱশ্যেই বানপানীৰ বছৰেকীয়া উপদ্ৰৱৰ পৰা গাঁৱৰ কৃষিভূমি সুৰক্ষিত। তৎসত্ত্বেও কৃষি খণ্ডত বিশেষ উন্নতি পৰিলক্ষিত হোৱা নাই। বৰঞ্চ এক বৃহৎ পৰিমাণৰ কৃষিভূমি অব্যৱহৃতহে হৈ আছে। প্ৰায় দুই কিলোমিটাৰ দূৰত্বত চামতাত অৱস্থিত পশ্চিম নলবাৰী খণ্ড উন্নয়ন বিষয়াৰ কাৰ্যালয়ৰ পৰা বেলশৰত কৃষকসকলক প্ৰয়োজনীয় দিহা-পৰামৰ্শ দিয়াৰ



ব্যৱস্থা আছে যদিও কৃষকসকলৰ উৎপাদন পদ্ধতিত এনে ব্যৱস্থাই কোনো পৰিৱৰ্তন অনা বুলি ক'ব নোৱাৰি। সীমিত সংখ্যক কৃষকক নলবাৰীস্থ কাৰ্যালয়ত কৃষি বিষয়ক প্ৰশিক্ষণো মাজে-সময়ে দিয়া হয়।

কৃষি-আনুষংগিক কাৰ্যৰ ক্ষেত্ৰতো অব্যৱসায়িক স্থিতিয়েই পৰিলক্ষিত হয়। অৱস্থাপন্ন প্ৰায়বোৰ পৰিয়ালৰেই একোটা নিজাকৈ পুখুৰী আছে যদিও নিজ পৰিয়ালৰ ভোগ কাৰ্যৰ বাবেহে মৎস্য পালন কৰা দেখা যায়। এসময়ত পথাৰৰ মাজৰ খাল-জলাশয়বোৰ বাৰিষাকালত ভিন ভিন প্ৰকাৰৰ মাছেৰে ভৰি পৰিছিল। সম্প্ৰতি তেনে উভৈনদী অৱস্থাৰ চিন-মোকামেই নাই। তাৰ পৰিবৰ্তে অন্ধ্ৰৰ চালানী মাছেহে বেলশৰ গাঁৱৰ যোত্ৰৱান পৰিয়ালৰ জুহাল পাইছেগৈ। অনানুষ্ঠানিক উৎসৰ পৰা সংগ্ৰহ কৰা তথ্যমতে জনৈক উৎসাহী যুৱকে উৰিষ্যাত প্ৰশিক্ষণ লৈ আহি ব্যক্তিগত প্ৰচেষ্টাৰে এক মাছৰ পোনা উৎপাদন কেন্দ্ৰ স্থাপন কৰিছে। ১৯৯৮ চনত আৰম্ভ কৰা এই মীনপালন পোনা উৎপাদন কেন্দ্ৰটোৰে স্ব-নিয়োজনৰ বাট মোকলাই লোৱাৰ উপৰি উক্ত উদ্যমী যুৱকজনে নিজৰ কেন্দ্ৰত চাৰিজন স্থায়ী কৰ্মী আৰু প্ৰয়োজনৰ সময়ত অস্থায়ী ভিত্তিত বিশজনকৈ কৰ্মীক নিয়োগৰ সুবিধা দিয়ে। এনে প্ৰয়াস গাঁওখনৰ অন্যান্য শিক্ষিত নিবনুৱা যুৱকৰ স্ব-নিয়োজনৰ বাবে আদৰ্শস্বৰূপ নিশ্চয় হ'ব পাৰে।

ফল-মূলৰ বাগান, মীন পালনৰ দৰে পশুপালন, হাঁহ-কুকুৰা পালনো আজিকোপতি এক ঘৰচীয়া, কৃষি আনুষংগিক কাৰ্যহৈ হৈ আছে। অৱশ্যে পূৰ্বৰ দৰে এতিয়া প্ৰতিটো পৰিয়ালতেই খীৰঁতী গাই, ছাগলী অথবা হাঁহ-পাৰ পোহা দেখা নাযায়। দুই-এক যুৱকে অনুষ্টুপীয়াকৈ ব্ৰয়লাৰ মুৰ্গীৰ ফাৰ্ম আৰম্ভ কৰাহে দেখা গৈছে। কিন্তু, অতি সীমিত সংখ্যাত আৰু ক্ষুদ্ৰ পৰিসৰতহে এনে প্ৰয়াস আৰম্ভ কৰা হৈছে।

অসমৰ অন্যান্য বহুতো গাঁৱৰ দৰে বেলশৰ গাঁৱতো উদ্যোগ বুলিবলৈ একোৱেই নাই। আধুনিক বৃহৎ অথবা মজলীয়া উদ্যোগৰ কথাটো বাদেই, পৰম্পৰাগত কুটীৰ শিল্প বুলিবলৈও তেনে বিশেষ একো নাই। গাঁওখনৰ চাহিদা পূৰাব পৰাকৈ সোণাৰি, কমাৰ, কাঠমিস্ত্ৰি, ৰাজমিস্ত্ৰি, অতি সীমিত পৰিসৰত বাঁহ-বেতৰ কাম কৰা শিল্পী, কাঠৰ আচবাব-পত্ৰ তৈয়াৰ কৰা কেন্দ্ৰ, পোছাক চিলাই কেন্দ্ৰ আদি আছে। তদুপৰি দুটা ধানবনা কল, তেল পেৰা কেন্দ্ৰ, বেকাৰী আৰু শেহতীয়াকৈ কেইটামান পি চি অ', ফটোষ্টেট কেন্দ্ৰ, বিউটি পাৰ্লাৰ, ষ্টুডিঅ', ষ্টীল ফেব্ৰিকেচন আৰু ফাৰ্ণিচাৰ তৈয়াৰ কেন্দ্ৰ তথা টেণ্ট হাউছৰ ব্যৱসায় কেন্দ্ৰ স্থাপন কৰা হৈছে। এসময়ত প্ৰায় প্ৰতিঘৰে তাঁতশাল আছিল আৰু ঘৰৰ মহিলাসকলে ঘৰখনৰ দৈনন্দিন ব্যৱহাৰ্য কাপোৰ নিজে বৈ লৈছিল। বোৱনীয়ে নিজৰ ঘৰতেই ব'বলগীয়া সূতাত বোল লগাই ৰঙীণ কৰিও লৈছিল। সম্প্ৰতি এনে কাৰ্য কিছু সংকুচিত হৈ পৰা দেখা গৈছে। দৈনন্দিন ব্যৱহাৰ্য মিলত তৈয়াৰী কাপোৰ সহজলভ্য হোৱা হেতুকে আৰু হয়তো স্ত্ৰীশিক্ষাৰ প্ৰচলনৰ ফলত হোৱা সময়ৰ নাটনি তথা অন্যান্য কাৰণত ঘৰুৱা তাঁতশালৰ খট্‌খট্ শব্দ ক্ৰমহ্ৰাসমান হ'বলৈ ধৰে। আনহাতে, ব্যৱসায়িক ভিত্তিত বোৱা-কটা কামটোক শিল্পৰূপত আগবঢ়াই নিয়াৰ প্ৰয়াসো পৰিলক্ষিত হোৱা নাই। সম্প্ৰতি অসমৰ বয়ন শিল্পলৈ একপ্ৰকাৰ বিপ্লৱ অনা আৰ্টফেডৰ দ্বাৰা বেলশৰতো কোনো কেন্দ্ৰ স্থাপনৰ যো-জা চলা বুলি স্থানীয় ৰাইজে শুনিছিল যদিও বাস্তৱত তাৰ কাৰ্যব্যৱস্থা কোনেও প্ৰত্যক্ষ কৰা নাই। আনহাতে, 'হেণ্ডলুম ইণ্ডাষ্ট্ৰি' শীৰ্ষক নামফলক থকা কেন্দ্ৰ এটাত কেৱল নামফলকখনহে বহু বছৰ ধৰি ৰাইজে দেখিবলৈ পাই আহিছে। ৰাজ্যখনৰ গাঁওসমূহত শেহতীয়াকৈ গঢ়ি উঠা আত্মসহায়ক গোট কেইটামানে অতি সীমিত পৰিমাণত বোৱা-কটাৰ কাম ব্যৱসায়িক ৰূপত কৰাৰ প্ৰয়াস অৱশ্যেই কৰিছে।

অৰ্থনৈতিক আন্তঃগাঁথনিলৈ লক্ষ্য কৰিলে দেখা যায় যে বেলশৰ গাঁৱৰ বাট-পথো অন্যান্য দহখন গাঁৱৰ দৰেই অনুন্নত। কেঁচাপথ। বেলশৰ গাঁৱৰ মাজেৰে যোৱা বিহামপুৰ-ৰামপুৰ ৰাজ্যিক পথটি সম্প্ৰতি উত্তৰ-পূব পৰিষদৰ অধীনত নতুনকৈ উন্নত ৰূপত নিৰ্মাণ কৰাৰ কাম আৰম্ভ হৈছে। গাঁওবাসীয়ে সাধাৰণতে ওচৰৰ টাউন-চহৰলৈ ওলাব লাগিলে নিকটৱৰ্তী পল্লা-নলবাৰী ৰোডত বাছ ধৰেগৈ। বিহামপুৰ-ৰামপুৰ পথেৰে চলা বাছৰ সংখ্যা সীমিত হোৱা বাবেই গাঁওবাসীয়ে বিকল্প পথটিক অৱলম্বন কৰিবলগীয়া হয়। গন্ধিয়াৰ মাজেৰে চামতা হৈ বিভিন্ন ঠাইলৈ যোৱা বৰ্ণিবাৰী-চামতা পথটিত বহু বছৰ পূৰ্বৰে পৰা বাছ-সেৱা চলিছিল যদিও পথৰ অৱস্থা ঠিক নোহোৱা বাবে অতি অনিয়মীয়াকৈহে বাছ চলাচল কৰে। কেইবছৰমানৰ পূৰ্বৰে পৰা অসম ৰাজ্যিক পৰিবহণ নিগমৰ বাছ এখন নে দুখন চলিছিল যদিও ব্যক্তিগত খণ্ডৰ বাছ সেৱাইহে গাঁওখনৰ লোকসকলক এঠাইৰ পৰা আন ঠাইলৈ যোৱাত সহায় আগবঢ়াইছে। গাঁওখনৰ বাকী ভিতৰুৱা দুই-এক পথ নিৰ্মাণৰ কাম শেহতীয়াকৈ প্ৰধানমন্ত্ৰী চড়ক যোজনাৰ অধীনত হাতত লোৱা হৈছে যদিও এটাও সম্পূৰ্ণ হৈ উঠা নাই। গাঁওবাসীৰ বাবে ভাৰতীয় ৰে'লসেৱা এতিয়াও সহজলভ্য নহয়। নিকটতম কৈঠালকুছি অথবা নলবাৰী ৰে'ল ষ্টেচনলৈ গ'লেহে গাঁওবাসীয়ে ৰেল ভ্ৰমণৰ কথা ভাবিব পাৰে।

বিত্তীয় লেনদেনৰ আধাৰশিলাস্বৰূপে বেলশৰত থকা বেংকৰ সংখ্যা হৈছে মাথোন এটা। একমাত্ৰ এই শাখাটো হৈছে চেণ্ট্ৰেল বেংক অৱ্ ইণ্ডিয়াৰ। অৱশ্যে নিকটৱৰ্তী চামতা গাঁৱত প্ৰাগ্‌জ্যোতিষ গাঁৱলীয়া বেংকৰ শাখা এটা আছে। লোকপিয়লৰ ২০০১ চনৰ তথ্যমতে, বেলশৰত কৃষিখণ্ডত বা অন্যান্য খণ্ডতো সমবায় ঋণদান সমিতি তথা সমবায় বেংকৰ কোনো শাখা নাই। দক্ষিণ ধৰ্মপুৰ বহুমুখী সমবায় সমিতি নামৰ গোটটিয়েই বোধহয় সমবায় খণ্ডৰ একমাত্ৰ অনুষ্ঠান। অৱশ্যে ৰাজ্য চৰকাৰৰ অন্যতম প্ৰতিষ্ঠান ষ্টেটফেডৰ এটা শাখা বেলশৰতো আছে। আকৌ বেলশৰত বিগত দুই দশকমান আগৰ পৰা অন্য এক সঞ্চয় গোট গঢ় লৈ উঠিছে। চুবুৰিয়ে চুবুৰিয়ে এক নিম্নতম সদস্য-মাচুল লৈ গাঁওবাসীৰ মাজত এনে সঞ্চয় গোটসমূহে সংগৃহীত ধন স্থানীয় বেংকত জমা ৰাখে আৰু সদস্যসকলে অতি নিম্ন সুদৰ হাৰত এই গোটৰ পৰা প্ৰয়োজন অনুসাৰে ঋণ ল'ব পাৰে। ঠায়ে ঠায়ে কেৱল মহিলা সদস্যৰ দ্বাৰাই মহিলা সঞ্চয় গোটো গঢ় লৈ উঠিছে। অৱশ্যে এই গোটসমূহে সম্পূৰ্ণভাৱে সদস্যসকলৰ অৰিহণাৰ ওপৰতে নিৰ্ভৰশীল হৈ কেৱল সঞ্চয় আৰু ঋণদানতেই নিজৰ কৰ্ম পৰিসীমিত কৰি ৰাখিছে। এই সঞ্চিত পুঁজিৰে কোনো উৎপাদনমূলক কাম আৰম্ভ কৰি চৰকাৰী বিত্তীয় তথা অন্যান্য সেৱাৰ সুবিধা গ্ৰহণ কৰা তথাকথিত আত্মসহায়ক গোটলৈ নিজকে উন্নীত কৰা নাই।

আজিৰ পৰা প্ৰায় চাৰি দশক পূৰ্বেই বেলশৰলৈ বিদ্যুৎ যোগানৰ সুবিধা সম্প্ৰসাৰিত হৈছিল যদিও এতিয়াও বিদ্যুৎ যোগান নিয়মীয়া বুলিব নোৱাৰি, যিটো আন গাঁওবোৰৰো অন্যতম দুৰ্ভাগ্য। যোগাযোগৰ মাধ্যম হিচাপে বেলশৰবাসীয়ে উপ-ডাকঘৰ আৰু টেলিগ্ৰাফ অফিচ বহু দশক পূৰ্বেই লাভ কৰিছে। নতুন সহস্ৰাব্দত বেলশৰবাসীয়ে লাভ কৰিছে টেলিফোন এ'চেঞ্জৰ

কার্যালয়।

দৈনন্দিন চাহিদা পূৰণ কৰিব পৰা ভোক্তাৰ সামগ্ৰীৰ বজাৰ বেলশৰত পূৰ্ণাংগ ৰূপত এতিয়াও গঢ় লৈ উঠিছে বুলিব নোৱাৰি। গাঁওবাসীয়ে নিকটৱৰ্তী চহৰ নলবাৰীৰ পৰাই নিত্য-ব্যৱহাৰ্য সামগ্ৰী ক্ৰয় কৰে। অৱশ্যে সৰু-সুৰা প্ৰয়োজনীয় সামগ্ৰীৰ দোকান-পোহাৰৰ সংখ্যা ক্ৰমান্বয়ে বাঢ়ি গৈ আছে। চৰকাৰী ৰাজহুৱা বিতৰণ ব্যৱস্থাৰ সামগ্ৰী বিক্ৰীৰ বাবে কেইবাখনো সুলভ মূল্যৰ দোকানো গাঁওখনত আছে। তদুপৰি সপ্তাহত দুদিনকৈ বেলশৰত বজাৰ বহে। এই বজাৰত গাঁওখনৰ স্থায়ী ব্যৱসায়ীসকলৰ উপৰি ওচৰ-চুবুৰীয়া গাঁৱৰ ব্যৱসায়ীসকলেও যোগ দিয়েহি। সাপ্তাহিক বজাৰৰ উপৰি বেলশৰৰ দেৱালয় থান আৰু শিঙিমাৰীত পুৱা-গধূলি নিয়মিতভাৱে ভোক্তাৰ সামগ্ৰীৰ বজাৰ বহে।

ওপৰত উল্লেখ কৰা চৰকাৰী কাৰ্যালয়-অনুষ্ঠানবোৰৰ উপৰি বেলশৰত থকা উল্লেখনীয় কেইটামান চৰকাৰী কাৰ্যালয় হৈছে— অসম চৰকাৰৰ জনস্বাস্থ্য আৰু কাৰিকৰী বিভাগৰ সংমণ্ডল আৰু উপ-সংমণ্ডলৰ কাৰ্যালয়, জলসিঞ্চন বিভাগৰ সহকাৰী অভিযন্তাৰ কাৰ্যালয়, পুলিচ থানা, শিঙিমাৰী আৰক্ষী চকী, উপ-কোষাগাৰ, উপ-পঞ্জীয়কৰ কাৰ্যালয়, অগ্নিনিৰ্বাপক বাহিনীৰ কাৰ্যালয়।

বেলশৰ গাঁৱত উপলব্ধ চিকিৎসাৰ সা-সুবিধা তেনেই সীমিত বুলিব পাৰি। কেইবাদশকো পূৰ্বেই স্থাপিত চৰকাৰী প্ৰাথমিক চিকিৎসালয়খনত প্ৰয়োজনীয় চিকিৎসাৰ সুবিধা আজি পৰ্যন্ত তেনেই সীমিত ৰূপত আছে। অৱশ্যে নিকটৱৰ্তী চামতা আৰু ককয়াৰ চিকিৎসালয় দুখন ৩০খন বিছনাযুক্ত হাস্পতাললৈ উন্নীত কৰা হৈছে। গতিকে বিপদৰ সময়ত ৰোগীয়ে উক্ত দুখন চিকিৎসালয়, নহ'লে নলবাৰীৰ ৰাজ্যিক চিকিৎসালয় অথবা ব্যক্তিগত নাৰ্ছিংহোমৰ শৰণাপন্ন হ'বলগীয়া হয়। ব্যক্তিগত পৰ্যায়ত দুই-এক হোমিঅ' তথা কবিৰাজী চিকিৎসা আগবঢ়োৱা দেখা যায়। গাঁওখনত ইতিমধ্যে তিনি-চাৰিখন ফাৰ্মাচী গঢ়ি উঠিছে যদিও ব্যক্তিগতভাৱে এলোপেথিক চিকিৎসা আগবঢ়োৱা ডাক্তৰৰ অভাৱ পৰিলক্ষিত হয়। মাতৃ-মংগল, শিশু-কল্যাণ অথবা পৰিয়াল কল্যাণৰ বাবে সুকীয়া কোনো চৰকাৰী ব্যৱস্থাও গাঁওখনত নাই। বেলশৰত এখনি পশু চিকিৎসালয়ো আছে। চৰকাৰী বিশুদ্ধ খোৱাপানী যোগানৰ আঁচনি বেলশৰতো আৰম্ভ কৰা হৈছিল যদিও ই সম্প্ৰতি নিষ্ক্ৰিয় অৱস্থাতেই আছে বুলিব পাৰি। অৱশ্যে স্বাস্থ্যৰক্ষাৰ নিয়ম সম্পৰ্কে গাঁওবাসী যথেষ্ট সচেতন। প্ৰায় প্ৰতিটো চুবুৰিৰ প্ৰতিঘৰে ঘৰেই নিজাকৈ দমকল বা কুঁৱা আছে। পুখুৰীৰ পানী কাচিৎহে খোৱাপানী হিচাপে গাঁওবাসীয়ে ব্যৱহাৰ কৰে। যোত্ৰৱানসকলৰ ঘৰে ঘৰে বজাৰৰ পৰা ক্ৰয় কৰা পানী ফিল্টাৰ আছে আৰু কিছুসংখ্যক পৰিয়ালে ঘৰুৱা প্ৰণালীৰে ফিল্টাৰ সাজিও লৈছে। স্বাস্থ্যৰক্ষাৰ আন এক বিধি শৌচাগাৰৰ ক্ষেত্ৰত কিন্তু এতিয়াও বৃহৎ সংখ্যক পৰিয়ালে বিজ্ঞানসন্মতভাৱে শৌচাগাৰ সাজি ল'বলৈ সক্ষম হোৱা নাই।

গুৱাহাটীৰ পৰা প্ৰকাশিত বাতৰি কাকত গাঁওবাসীয়ে পুৱাৰ ভাগতেই পঢ়িবলৈ পায়। প্ৰায়বোৰ দৈনিক বাতৰি কাকতৰেই পাঠক বেলশৰ গাঁৱত আছে। বেলশৰত গ্ৰাম্য পুথিভঁৰালৰ অৱস্থা পিচে ভাল বুলিব নোৱাৰি। বেলশৰ কেন্দ্ৰীয় সমাজ কল্যাণ কেন্দ্ৰত থকা চৰকাৰী সাহায্যপ্ৰাপ্ত পুথিভঁৰালটিত কিতাপ, বাতৰি কাকত তথা আলোচনী আদিৰ সংখ্যা অতি তাকৰ। বেচৰকাৰী পৰ্যায়ত শিঙিমাৰীত এটি গ্ৰাম্য পুথিভঁৰাল স্থাপন কৰা হৈছে। চৰকাৰী সাহায্য পালে এইটোৱে পশ্চিম বেলশৰৰ অনুৰাগী পাঠকৰ কিতাপৰ অভাৱ দূৰ কৰিব পাৰিলেহেঁতেন। অৱসৰ বিনোদনৰ বাবে বেলশৰৰ ঠায়ে ঠায়ে দুই-এটা ক্ৰীড়া সংঘ, সাংস্কৃতিক সংঘও গঢ়ি উঠিছে। এইবোৰৰ ভিতৰত বেলশৰ আঞ্চলিক ক্ৰীড়া সংঘ, অসম জ্যোতি সংঘ, আজি পুৱা ক্লাব ইত্যাদি উল্লেখযোগ্য। তদুপৰি বহু পূৰ্বৰেই পৰা কেইবাটাও চৰকাৰী পঞ্জীয়নকৃত স্বেচ্ছাসেৱী সংগঠন বেলশৰত আছেই। বেলশৰ কেন্দ্ৰীয় সমাজ কল্যাণ সমিতি, বেলশৰ মিলন শিল্পী সংঘ আদি বহু বছৰ পূৰ্বেই স্থাপিত এনে অনুষ্ঠান। শেহতীয়াকৈ কিছুমান এন জি অ' গঢ়ি উঠিছে যদিও সেইবোৰ এতিয়াও সক্ৰিয় হৈ উঠা বুলি ক'ব নোৱাৰি।

বেলশৰ গাঁও হ'লেও স্ত্ৰীশিক্ষাৰ ক্ষেত্ৰত যথেষ্ট সজাগ। কোনো পৰিয়ালতেই পঢ়া-শুনাৰ ক্ষেত্ৰত কন্যা সন্তানক ল'ৰা সন্তানতকৈ বেলেগে চোৱা নহয়। সংঘবদ্ধ কামতো মহিলাসকল পিচপৰি থকা নাই। গাঁওখনত এক বুজনসংখ্যক শিক্ষিতা মহিলা আৰু চাকৰিয়াল মহিলা আছে। মহিলাসকলৰ সুকীয়া সংঘও আছে। দক্ষিণ ধৰ্মপুৰ মহিলা কল্যাণ সংঘ, কনকলতা মদ নিবাৰণী সংঘ ইত্যাদি এনে মহিলা সংঘৰ দৃষ্টান্ত।

বেলশৰৰ লোক সাহিত্য-সংস্কৃতিপ্ৰেমী। অসম সাহিত্য সভাৰ বৰ্তমানৰ সভাপতিগৰাকী এই গাঁৱৰেই কৃতী সন্তান। থলুৱা শিল্প-সংস্কৃতি ৰক্ষাৰ্থে বিভিন্ন সময়ত বিভিন্ন শিল্প-সংস্কৃতি চৰ্চা কৰা দল ওলায়েই আছে। সম্প্ৰতি নাগাৰা নাম গোৱা কেইবাটাও দল গাঁওখনত আছে। তদুপৰি নামে-সবাহে ওজাপালি গোৱা লোকো বেলশৰত আছে। এসময়ত কেইবাটাও যাত্ৰাপাৰ্টি, নাট্যদলৰ জন্ম বেলশৰতেই হৈছিল। এতিয়াও বেলশৰৰ বহুকেইজন লোক সক্ৰিয়ভাৱে নাট্য-শিল্পৰ সৈতে জড়িত হৈ আছে।

বিল্বেশ্বৰ দেৱালয় বেলশৰৰ একমাত্ৰ ঐতিহাসিক স্মৃতিচিহ্ন। প্ৰয়াত দণ্ডীৰাম দত্ত প্ৰণীত 'শ্ৰীশ্ৰীবিল্বেশ্বৰৰ ইতিবৃত্ত'ত লিপিবদ্ধ কৰা মতে.' বিল্বেশ্বৰ দেৱালয় অতি প্ৰাচীন। ১৫৫০ বছৰ হ'ল...' (পৃষ্ঠা ঃ ২)। দেৱালয়ক কেন্দ্ৰ কৰিয়েই চুবুৰিবোৰৰ নাম নিৰ্ধাৰণ কৰা হৈছিল। খাজনা আদায়ৰ ক্ষেত্ৰতো তেতিয়াৰ দিনত দেৱালয়ৰ কাম-কাজৰ বিশেষ ভূমিকা আছিল। উদাহৰণস্বৰূপে, মন্দিৰৰ বাবে কাম কৰা এশ্ৰেণী লোকক 'পাইক' বোলা হৈছিল। দত্তৰ গ্ৰন্থমতে, '...চাৰিটা মানুহে একগোট পাইক। গোট পাইকে খাটনিৰ বাবে বিনা খাজনাৰ বাৰপুৰা মাটি খাব পাইছিল' (পৃষ্ঠা ঃ ৩২)। দেৱালয়ৰ সৈতে জড়িত অন্যান্য বিষয়ববীয়াকো ভাগে ভাগে খাজনা ৰেহাই দিয়া হৈছিল।

ইতিহাসপ্ৰসিদ্ধ এই দেৱালয়ত প্ৰতিবছৰে বেছ ডাঙৰকৈ দুৰ্গাপূজা, শিৱৰাত্ৰি মেলা আৰু জেঠমহীয়া নাম অনুষ্ঠিত হৈ আহিছে। এই অনুষ্ঠানবোৰলৈ ৰাজ্যখনৰ বিভিন্ন ঠাইৰ দৰ্শনাৰ্থী আহে। মেলাত যোগদানৰ বাবে ব্যৱসায়ীৰ আগমন হয় আৰু কেইবাখনো ভ্ৰাম্যমাণ থিয়েটাৰৰ প্ৰদৰ্শনী হয়। বিশেষকৈ দুৰ্গাপূজাৰ সময়ত বেলশৰৰ পূজাস্থলী লোকে লোকাৰণ্য হৈ পৰে। এই দেৱালয় তথা দুৰ্গাপূজা, শিৱৰাত্ৰি মেলাক কেন্দ্ৰ কৰিয়েই বেলশৰত উৎসৱ পৰ্যটনৰ কথা সংশ্লিষ্ট কৰ্তৃপক্ষই চিন্তা কৰি চাব পাৰে। এইক্ষেত্ৰত চৰকাৰী কোনো প্ৰচেষ্টা বিশেষভাৱে চকুত নপৰে। দেৱালয়ৰ সৈতে সংশ্লিষ্ট এলেকাটোত ভাৰতীয় সেনাবাহিনীৰ এটা গোটৰ সহায়ত এখন 'উদ্যান' নিৰ্মাণ কৰা হৈছিল আৰু ৰাজ্যপাল এছ. কে. সিন্‌হাই এই উদ্যান উদ্বোধন কৰিছিল। দেৱালয় প্ৰাংগণতে আছে এটা বৃহৎ ঐতিহাসিক পুখুৰী। কাষত অসম ৰাজ্যিক পৰ্যটন উন্নয়ন নিগম তথা গড়কাপ্তানি বিভাগৰ দুটা বঙলা। এইখিনিৰ লগতে ওচৰ-পাঁজৰৰ



চুবুৰিকেইটাক সংযোজিত কৰি এক পৰ্যটন কেন্দ্ৰ গঢ়ি তুলিবলৈ স্থানীয় ৰাইজেও চৰকাৰক আবেদন জনাব পাৰে।

বেলশৰৰ ৰাইজৰ ৰাজনৈতিক সক্ৰিয়তাও ইতিহাসপ্ৰসিদ্ধ। ভাৰতৰ স্বাধীনতা যুদ্ধত বেলশৰৰ ৰাইজে সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰিছিল। গাঁওখনৰ বাওঁপন্থী আন্দোলনৰ কৰ্মীসকলো বেছ সক্ৰিয় আছিল। বৰ্তমানৰ চৰকাৰত বেলশৰ গাঁৱৰ দুজনকৈ মন্ত্ৰীৰ অন্তৰ্ভুক্তিয়েই এই কথা প্ৰমাণ কৰিবলৈ যথেষ্ট যে বৰ্তমানেও গাঁওখনত সক্ৰিয় ৰাজনীতিৰ পয়োভৰ বিদ্যমান। ইয়াৰে প্ৰবীণ মন্ত্ৰী (যিয়ে কিছুদিনৰ বাবে অসমৰ মুখ্যমন্ত্ৰীৰ গাদীও শুৱনি কৰিছিল) ডাঃ ভূমিধৰ বৰ্মন কেইবা দশকজুৰি অসমৰ ৰাজনীতিৰ লগত সক্ৰিয়ভাৱে জড়িত হৈ আছে। গাঁওখনত বিভিন্ন ৰাজনৈতিক দলৰ বিষয়ববীয়া, কৰ্মী তথা তৃণমূল পৰ্যায়ৰ সমৰ্থক আছে। সেয়েহে ৰাজনীতি সম্পৰ্কীয় চিন্তা-চৰ্চাত বিভিন্ন বয়সৰ লোকে সক্ৰিয়ভাৱে অংশ লোৱা দেখা যায়। কিন্তু এনে ৰাজনৈতিক সজাগতাই যদি আৰ্থ-সামাজিক সচেতনতা সৃষ্টিত সহায় আগ নবঢ়ায়, তেন্তে ই সামগ্ৰিকভাৱে গাঁৱলৈ কোনো অৱদান আগবঢ়োৱা বুলিব নোৱাৰি। এইক্ষেত্ৰত প্ৰশাসনিক গোটৰ তৃণমূল পৰ্যায়ৰ অনুষ্ঠান গাঁও পঞ্চায়তসমূহৰ কাৰ্যকলাপৰ পৰাই আৰ্থিক সজাগতাৰ বুজ ল'ব পৰা যায়। স্থানীয় ৰাইজৰ মতে, বেলশৰৰ গাঁও পঞ্চায়ত সক্ৰিয়ই। গ্ৰাম্য উন্নয়নৰ বিভিন্ন চৰকাৰী আঁচনিৰ দ্বাৰা পাবলগীয়া সা-সুবিধাবোৰ পশ্চিম নলবাৰী উন্নয়ন খণ্ড তথা বেলশৰ গাঁও পঞ্চায়তৰ যোগেদি হিতাধিকাৰীসকলে লাভ কৰে বুলি স্থানীয় ৰাইজে কয়। অৱশ্যে অন্যান্য ৰাজ্যৰ গাঁও পঞ্চায়তৰ তুলনাত আমাৰ ৰাজ্যৰ কোনোখন গাঁও পঞ্চায়তেই সক্ৰিয় নহয়, এই কথা ধ্ৰুৱ সত্য আৰু ই বেলশৰৰ ক্ষেত্ৰতো ব্যতিক্ৰম নহয়।

সময়ৰ লগে লগে বেলশৰৰ গাঁৱলীয়া জীৱন ধাৰালৈও পৰিবৰ্তন আহিছে। গৃহ নিৰ্মাণ, গৃহসজ্জা, ৰান্ধনি ঘৰ, শৌচালয়, পোছাক-পৰিচ্ছদ, খাদ্যাভ্যাস— প্ৰায় প্ৰতিটো কামতেই আধুনিক জীৱন কলাৰ প্ৰভাৱ পৰিছে। যোত্ৰৱানসকলৰ ঘৰে ঘৰে বিজুলীবাতি, ৰন্ধন গেছ, টেপ, ষ্টেৰিঅ', টেলিফোন, টেলিভিছন, চাৰিচকীয়া নহ'লেও দুচকীয়া মটৰ চাইকেল-স্কুটাৰ। আনহাতে এক বুজনসংখ্যক লোকে এতিয়াও খেৰী ঘৰতেই বাস কৰে। বছৰজোৱা খাদ্য, সন্তানৰ শিক্ষা, বেমাৰ-আজাৰৰ চিন্তা, পৰিয়ালৰ অন্যান্য ব্যয়ৰ চিন্তাই এচামক জুৰুলা কৰি মাৰে। গাঁওখনৰ বিভিন্ন আৰ্থ-সামাজিক সমস্যাৰ ভিতৰত প্ৰধান এটা হৈছে ক্ৰমবৰ্ধমান নিবনুৱা সমস্যা। অনুন্নত আৰু পুৰণিকলীয়া কৃষি, সীমিতসংখ্যক আৰ্থ-সামাজিক অনুষ্ঠান তথা চৰকাৰী কাৰ্যালয়, আত্ম-নিয়োজনৰ বিকল্প সা-সুবিধাৰ অভাৱৰ ফলতেই গাঁওখনত দিনে দিনে নিবনুৱাৰ সংখ্যা বাঢ়ি গৈ আছে। বেছিভাগ যুৱকেই চাকৰিৰ অনুসন্ধানত ব্ৰতী যদিও এচামে অতি ক্ষুদ্ৰ পৰিসৰত নিজাববীয়াকৈ দোকান-পোহাৰ বা ক্ষুদ্ৰ ব্যৱসায় আৰম্ভ কৰিছে। পিচে, এনে প্ৰয়াস বৃহৎ পৰিসৰত হোৱাগৈ নাই। আনহাতে, এনে প্ৰয়াস কৰিবলৈ মূলধন বিচাৰি পোৱাটোও সকলোৰে বাবে সম্ভৱ নহয়। আকৌ আধুনিক উৎপাদন তথা সেৱা খণ্ডৰ সকলোবোৰ সুবিধা গাঁওবোৰত প্ৰৱেশ নকৰাই স্বাভাৱিক। সেয়েহে গাঁৱৰ আৰ্থিক সমস্যা দূৰীকৰণাৰ্থে থলুৱাভাৱে প্ৰাপ্ত সা-সুবিধাৰ ভিত্তিত আধুনিক বিজ্ঞানসন্মত কলা-কৌশল খটুৱাই কামত অগ্ৰসৰ হ'লেহে ফল লাভ কৰিব পৰা যাব।

আৰ্থ-সামাজিক আধাৰশিলা নিৰ্মাণত বেলশৰীয়া ৰাইজৰ ৰাজহুৱা শ্ৰমদানৰ অলিখিত ইতিহাস আছে। পূৰ্বৰে পৰাই, বিশেষকৈ ৰাস্তা বন্ধা কামত ৰাইজৰ শ্ৰমেই আছিল মূল। চুবুৰিয়ে চুবুৰিয়ে নলা খন্দা, পথ বন্ধা, পুখুৰী খন্দাৰ কাম এতিয়াও ৰাজহুৱা শ্ৰমৰ বিনিময়তেই হয়। তেনেদৰে স্থানীয় স্কুল-কলেজ বন্ধা কামতো স্থানীয় ৰাইজৰ শাৰীৰিক-মানসিক শ্ৰমেই নিহিত হৈ আছে। ৰাজহুৱা শ্ৰমৰ বিনিময়তেই বেলশৰত ডাক্তৰখানা, উপ-ডাকঘৰকে ধৰি অন্যান্য অনুষ্ঠানবোৰো ৰাজহুৱা সম্পদ হিচাপে গঢ় লৈ উঠিছে। গতিকে সাম্প্ৰতিক সময়ৰ দাবী অনুসাৰে জীয়াই থকাৰ কৌশলসমূহ আয়ত্ত কৰি নতুন প্ৰজন্মৰ বাবে এখন সুন্দৰ আদৰ্শ গাঁৱৰ জন্ম দিয়াৰ গধুৰ দায়িত্বও গঞা ৰাইজেই কান্ধ পাতি ল'ব লাগিব।

## থোৰতে বেলশৰ

| | | | | | |
|---|---|---|---|---|---|
| গাঁৱৰ নাম | ঃ | বেলশৰ | টেলিফোন | ঃ | আছে |
| জিলা | ঃ | নলবাৰী | ডাকসেৱা | ঃ | আছে |
| মহকুমা | ঃ | নলবাৰী | চৰকাৰী অফিচ | ঃ | আছে (সীমিত) |
| ৰাজহ চক্ৰ | ঃ | পশ্চিম নলবাৰী | ঐতিহাসিক স্মৃতিচিহ্ন | ঃ | বিল্বেশ্বৰ দেৱালয় |
| ভৌগোলিক এলেকা | ঃ | ৪৬০ হে''ৰ | স্বেচ্ছাসেৱী সংগঠন, | | |
| | | (২০০১ চনৰ লোকপিয়ল) | সংঘ | ঃ | আছে |
| জনসংখ্যা | ঃ | ৮,৬৬৫ | ক্ৰীড়া সংঘ | ঃ | আছে |
| | | (২০০১ চনৰ লোকপিয়ল) | গ্ৰাম্য পুথিভঁৰাল | ঃ | আছে |
| পুৰুষ | ঃ | ৪,৪৭০ | যাতায়াতৰ সুবিধা | ঃ | আছে (পথ পৰিবহণ) |
| | | (২০০১ চনৰ লোকপিয়ল) | বজাৰ | ঃ | আছে |
| মহিলা | ঃ | ৪,১৯৫ | শিক্ষানুষ্ঠানৰ সংখ্যা | ঃ | প্ৰাথমিক বিদ্যালয় ঃ ১১ খন |
| | | (২০০১ চনৰ লোকপিয়ল) | | | উচ্চতৰ মাধ্যমিক বিদ্যালয় ঃ |
| পৰিয়ালৰ সংখ্যা | ঃ | ১,৪২৭ | | | ১ খন উচ্চ মাধ্যমিক বিদ্যালয় |
| | | (২০০১ চনৰ লোকপিয়ল) | | | ঃ ২ খন মাধ্যমিক বিদ্যালয় ঃ |
| চুবুৰি | ঃ | ৪১টা | | | ১ খন কলেজ ঃ ১ খন |
| চিকিৎসালয় | ঃ | এখন | | | সংস্কৃত টোল ঃ ১ খন |
| বেংক | ঃ | এটা | মুঠ ভোটাৰৰ সংখ্যা | ঃ | ৭,৬৬৯ |
| বিদ্যুৎ যোগান | ঃ | আছে | | | (২০০৫ চনৰ লোকপিয়ল) |

# ইতিহাসপ্ৰসিদ্ধ শ্ৰীশ্ৰীবিল্বেশ্বৰ দেৱালয়

**প্ৰসন্ন কুমাৰ ভৰালী**

নলবাৰী চহৰৰ পৰা প্ৰায় চৈধ্য কিলোমিটাৰ পশ্চিমে অৱস্থিত শ্ৰীশ্ৰীবিল্বেশ্বৰ দেৱালয়। বৃহত্তৰ বেলশৰ গাঁৱৰ পূব প্ৰান্তত আছে এই দেৱালয়। ইয়াৰ পূবে বিল্বেশ্বৰ গাঁও। মহাপ্ৰভু শিৱ বিৰিণাৰ তলত আৱিৰ্ভাৱ হোৱা বাবে বিৰিণাৰ ঈশ্বৰ— বিন্নেশ্বৰ আৰু তাৰ পৰা অপভ্ৰংশ হৈ ক্ৰমে বিল্বেশ্বৰ আৰু বেলশৰ নাম হোৱা বুলি কোৱা হয়।

শ্ৰীশ্ৰীবিল্বেশ্বৰ দেৱালয়ৰ ইতিহাস পৰ্যালোচনা কৰিবলৈ হ'লে এটি কিংবদন্তিৰ আশ্ৰয় ল'ব লগা হয়। কাইথেলী অংকৰ পণ্ডিত 'দণ্ডীৰাম দত্তৰ 'শ্ৰীশ্ৰীবিল্বেশ্বৰৰ ইতিবৃত্ত' নামৰ কিতাপত ইয়াৰ সবিশেষ বৰ্ণনা আছে। অতি প্ৰাচীন কালত ৰূপনাৰায়ণ নামৰ কোনো এজন ব্ৰাহ্মণৰ এজনী কপিলী গাই আছিল। ব্ৰাহ্মণে ঘৰত গাইজনীৰ পৰা গাখীৰ নাপায়। ওচৰতে থকা টিলা এটাৰ ওপৰত থকা বিৰিণা এজোপাৰ ওপৰত তাইৰ ওহাৰৰ পৰা আপোনা-আপুনি নিয়মীয়াকৈ গাখীৰ পৰে। ব্ৰাহ্মণে এদিন গাইজনীক অনুসৰণ কৰি এই দৃশ্য দেখি অবাক হ'ল। ওচৰ-চুবুৰীয়াক কথাটো কোৱাত কৌতূহলবশতঃ ঠাইখিনি খান্দি চালে। মাটিৰ তলত এটি শিৱলিংগ ওলাই পৰিল। কোৰেৰে খান্দোতে শিৱলিংগটোৰ এফাল এৰাই গৈছিল হেনো। আজিও মঠৰ তলত শিৱলিংগটো তেনে অৱস্থাতে দেখিবলৈ পোৱা যায়। বৰ্তমানে দেখা মঠটোৰ ঠাইখিনিতেই টিলাটো আছিল বুলি কোৱা হয়। মাটিৰ পৰা দহফুট তলত শিৱলিংগটো আছে। কোনো ভৌগোলিক কাৰণত মঠটোসহ শিৱলিংগটো তললৈ বহি গৈ থকা বুলি বিশেষজ্ঞসকলে মত প্ৰকাশ কৰে। কথাটো ইকাণ-সিকাণকৈ ৰজাই শুনি হাতী লগাই শিৱলিংগটো উভালিবলৈ চেষ্টা কৰিছিল। একো ফল নধৰাত মঠ-মন্দিৰ সজাই দি পূজা-পাতলৰ ব্যৱস্থা কৰে। লৌহিত্য বংশীয় নাগাক্ষ বা নাগশংকৰেই সেইজন ৰজা আছিল বুলি কোৱা হয়। নাগাক্ষ চতুৰ্থ শতাব্দীৰ ব্ৰাহ্মণ ৰজা। এওঁ শোণিতপুৰ জিলাৰ জামুগুৰিৰ ওচৰৰ নাগশংকৰ মন্দিৰ সজাইছিল। নাগশংকৰ মন্দিৰ আৰু বিল্বেশ্বৰ মন্দিৰৰ নিৰ্মাণ কৌশল আৰু অন্যান্য বিষয়ত ভালেখিনি মিল আছে। সেয়ে একেজন ৰজাই দুয়োটা মন্দিৰ সজাইছিল বুলি ক'ব পাৰি।

বিৰিণাৰ তলত মহাপ্ৰভু শিৱৰ আৱিৰ্ভাৱ হোৱা দিনৰে পৰা আজিকোপতি শিৱৰ মাহাত্ম্যই ৰজা-প্ৰজা, ধনী-দুখীয়া সকলোকে প্ৰভাৱান্বিত কৰি আহিছে। দেৱালয়খনলৈ ভক্তপ্ৰাণ যাত্ৰীসকলৰ সমাগম ক্ৰমাৎ বাঢ়িছে। মন্দিৰত পুৱা আৰু আবেলি চাকি-বন্তি জ্বলাই, শংখ-ঘণ্টা, ববকাঁহ বজোৱাৰ লগতে দবাত কোব পৰিলে সকলোৰে মূৰ মন্দিৰৰ ফালে দো খাই যায়। ইয়াত মহাপ্ৰভু শিৱৰ মাহাত্ম্য সম্বন্ধে অনেক কাহিনী বিদ্যমান। দেশে স্বাধীনতা পোৱাৰ কিছু বছৰ আগলৈকে চিকিৎসাৰ কোনো বিজ্ঞানসন্মত ব্যৱস্থা নাছিল। তেতিয়া মহাপ্ৰভু শিৱই ৰাতি হ'লে কলেৰাসদৃশ মহামাৰীবিলাকৰ অপদেৱতাক সোণ খটোৱা লাঠিৰে কোবাই কোবাই খেদি দিছিল বুলি জনবিশ্বাস আছিল। ল'ৰালিত মন্দিৰৰ ভঁৰালত থকা আমাৰ ককাদেউতাসকলৰ মুখে এনে অনেক কাহিনী সাধুকথাৰ দৰে আমি শুনিছিলো। কোনোজনৰ ল'ৰা-ছোৱালী নহ'লে, কিবা বিপদত পৰিলে, আনকি মোকৰ্দমা আদিত জয়লাভ কৰিবলৈ হ'লেও শিৱৰ কৃপাদৃষ্টি বিচৰা কাহিনী অনেক আছে। মানৰ আক্ৰমণৰ সময়ত অস্ত্ৰ-শস্ত্ৰৰে সু-সজ্জিত মান সেনায়ো দেৱালয় চৌহদত প্ৰৱেশ কৰিব নোৱাৰিছিল বুলি কয়। দেৱালয়ৰ দুটা ষাঁড় গৰুৱে বাটচ'ৰাৰ সন্মুখতেই মান সেনাক প্ৰতিহত কৰি ওভতাই পঠাইছিল হেনো। সৌ সিদিনাৰ কথা— অসম আন্দোলনৰ সময়ত দেৱালয়ৰ সন্মুখত থকা চৰকাৰী বঙলাত চি আৰ পি এফৰ জোৱানৰ কেম্প এটা আছিল। এদিন গভীৰ ৰাতি জোৱানসকলে দেৱালয় চৌহদত এটা থূলকায়ী বগা মানুহ দেখি নিমিষতে চৌহদটো ঘেৰি পেলালে। সকলো চলাথ কৰা হ'ল। কিন্তু মানুহৰ কোনো সন্ধান নাপালে। তেওঁলোকে শিৱকেই দেখিছিল বুলি ভয় খালে। পুৱাই গা-পা ধুই চাকি-বন্তি জ্বলাই মন্দিৰত প্ৰাৰ্থনা জনালে। লগতে মঠ আৰু মন্দিৰত ৰং লগাই অধিক সুদৃশ্য কৰি তুলিলে। তেওঁলোকে মন্দিৰৰ বাটচ'ৰাত এটা প্ৰকাণ্ড ঘণ্টাও আৰি দিলে।

তাহানিৰ নাগাক্ষ ৰজাৰ দিনৰে পৰা বৰ্তমানলৈ শাসকসকলেই দেৱালয়ৰ পৃষ্ঠপোষকতা কৰি আহিছে। গতিকে এই শাসকসকলৰ প্ৰভাৱ দেৱালয়ত পৰাটো স্বাভাৱিক। সেয়ে মূলতঃ শিৱালয় হ'লেও শাক্তধৰ্মী আহোমসকলৰ প্ৰভাৱ ইয়াত পৰিছিল। ফলত দুৰ্গাপূজা আৰু শ্যামা পূজা প্ৰচলন হোৱা বুলি ক'ব পাৰি। পিছলৈ বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱো ইয়াত পৰে। বৰ্তমান শাক্ত, শৈৱ আৰু বৈষ্ণৱ এই তিনিওটা পদ্ধতিৰেই প্ৰভাৱ দেৱালয়ত পৰিছে। সেয়ে শিৱপূজা, দুৰ্গাপূজা, শ্যামা পূজা, দৌলযাত্ৰা, হোমপাঠ, ভঠেলি, জেঠুৱা নাম, লক্ষ্মীপূজা আদি বিভিন্ন ধৰ্মীয় অনুষ্ঠান দেৱালয়ত পতা হয়।

'বাৰ মাহত তেৰ উৎসৱ' কথাষাৰ বিল্বেশ্বৰ দেৱালয়ৰ ক্ষেত্ৰত স্বৰূপাৰ্থত ব্যৱহাৰ কৰিব পাৰি। এই দেৱালয়ৰ নানা উৎসৱৰ ভিতৰত দুৰ্গাপূজাৰ পৰম্পৰা আৰু ঐতিহ্য মন কৰিবলগীয়া। অতীজৰে পৰা ইয়াত হাঁহ, পাৰ, ম'হ, ছাগলী, কোমোৰা আদিৰ বলিবিধানৰ প্ৰথা আছে। মহানৱমীৰ দিনা ম'হ বলিক কেন্দ্ৰ কৰি অগণন লোকৰ সমাৱেশ হৈ আহিছে। বিল্বেশ্বৰ দেৱালয়ৰ দুৰ্গাপূজাৰ দেৱী মৃণ্ময় মূৰ্তি নহয়। এডাল কলগছৰ কাণ্ড অংশক সুশোভিত বস্ত্ৰ-অলংকাৰেৰে সজাই ইয়াত দুৰ্গা দেৱীক পূজা কৰা হয়।

উল্লিখিত কিংবদন্তিত ব্ৰাহ্মণৰ কথা কোৱা আছে। পুৰণি অসমত আৰ্য ধৰ্মৰ প্ৰভাৱ বহু পলমকৈ পৰা বুলি কয়। কিন্তু তাৰ মাজতেই দুই-এটা কথাই ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰভাৱ এই দেশত যে অতি পুৰণি তাক সোঁৱৰাই দিয়ে। নৰকাসুৰ ৰজাৰ দিনত ইয়াত আৰ্য উপনিবেশ স্থাপন হৈছিল। ড° বাণীকান্ত কাকতীৰ মতে নৰকাসুৰৰ আৰ্য উপনিবেশ স্থাপন খ্ৰীষ্টীয় দ্বিতীয় শতিকামানৰ কাহিনী। বেদৰ অৰ্থ লিখা ব্ৰাহ্মণ গ্ৰন্থবোৰৰ 'শত পথ ব্ৰাহ্মণ'ত আৰ্যৰ নিষিদ্ধ ঠাই পূৰ্বদেশত প্ৰৱেশ কৰা সম্বন্ধে বৰ্ণনা আছে। তাত কোৱা আছে যে সৰস্বতী নদীৰ পাৰত বসতি কৰা 'বিদেহ সাথৱ' নামৰ এজন আৰ্য ৰাজকুমাৰে সদানীৰা (কৰতোৱা) নদীৰ পূব পাৰে পোন প্ৰথমবাৰৰ বাবে আৰ্যৰ উপনিবেশ স্থাপন কৰিছিল। ড° প্ৰদীপ চলিহাদেৱে এই সম্বন্ধে বিশদ আলোচনা কৰিছে।

কিংবদন্তিয়ে নাগাক্ষ ৰজাকেই বিল্বেশ্বৰ দেৱালয়ৰ প্ৰথম নিৰ্মাতা বুলি ক'লেও ইয়াৰ মতান্তৰ ঘটিছে। মন্দিৰ নিৰ্মাণ সন্দৰ্ভত দেৱালয়ৰ লগত জড়িত এটি সংস্কৃত শ্লোক আছে—

আদৌ ৰাম ততো বেদাঃ অব্ধি চন্দ্ৰা শকে যথা,
নিৰ্মিতং ইহমাথয়ম শ্ৰীশ্ৰীনাগাংক ভূপতে।

ইয়াত নাগাংক ৰজাৰ কথাহে কৈছে। প্ৰচলিত ওজাপালিৰ পদ আৰু অন্যান্য উৎসৰ উদ্ধৃতি দি ড° শৰৎ ফুকনে তেওঁৰ শ্ৰীশ্ৰীবিল্বেশ্বৰ মহাৰুদ্ৰ নামৰ গ্ৰন্থত ২য় শতিকাত নাগাংক ৰজাইহে বিল্বেশ্বৰ মন্দিৰ সজাইছিল বুলি কৈছে।

আন যি কি নহওক, আমাৰ আলোচনাৰ মূল বিষয়বস্তু



হ'ল বিৰিণাৰ তলত উদ্ধাৰ হোৱা শিৱলিংগটোহে। এই শিৱলিংগটো কোন সভ্যতাৰ নিদৰ্শন তাক আমি নিৰ্ণয় কৰা উচিত। সাহিত্যিক, সমালোচক, গৱেষক, শিক্ষাবিদ শশী শৰ্মাদেৱৰ মতে কিৰাটসকলেই এই শিৱলিংগৰ নিৰ্মাতা। মানৱে সভ্যতাৰ জখলাত বগুৱা বাই গৈ থাকোতে যোনি পূজাৰ পিছতে লিংগ পূজাৰ সৃষ্টি। পৃথিৱীৰ বিভিন্ন ঠাইত আনকি মুছলিমপ্ৰধান ঠাইবোৰতো শিৱলিংগ উদ্ধাৰ হৈছে। গতিকে ক'ব পৰা যায় যে শিৱ পূজাৰ ধাৰণা আন সকলো ধৰ্মীয় ধাৰণাতকৈ আগৰ। ইয়াক বহু যুগ যুগ আগলৈকে ঠেলি নিব পাৰি। কিৰাটসকল শৈৱধৰ্মী আছিল। তেওঁলোকে মদ্য

মাংস দি শিৱক পূজা কৰিছিল। বিল্বেশ্বৰ দেৱালয়ত শিৱৰ ভোগত খাহীৰ মাংস দিয়া হয়। ই কিৰাটসকলৰেই প্ৰভাৱ বুলিব পাৰি।

পুৰণি কামৰূপত ৰাজত্ব কৰা শালস্তম্ভ বংশৰ ৰজাসকল শিৱভক্ত আছিল। কুমাৰ ভাস্কৰ বৰ্মাৰ সময়তো কামৰূপত বহুতো শিৱ মন্দিৰ আছিল। বুৰঞ্জীয়ে কয় যে শালস্তম্ভ বংশৰ শেষৰজন ৰজা ত্যাগ সিংহৰ পিছত ভৌম নৰক বংশৰ ব্ৰহ্মপালক ৰজা পতা হয়। ধৰ্মপাল পাল বংশীয় ৰজাসকলৰ ভিতৰত ষষ্ঠজন (১০০০-১০১৫)। এই ধৰ্ম পাল ৰজাৰ দিনত বিল্বেশ্বৰ দেৱালয়ৰ ভালেখিনি শ্ৰীবৃদ্ধি হয় বুলি কোৱা হয়। কোচবংশীয় ৰজাসকল শিৱভক্ত আছিল। নৰনাৰায়ণ ৰজাৰ ভায়েক চিলাৰায় দেৱানে দেৱালয়ৰ ডাঙৰ পুখুৰীটো খন্দাইছিল বাবে আজিও পুখুৰীটোৰ নাম দেৱান পুখুৰী। নাগাক্ষ ৰজাই (কোনো কোনোৰ মতে ধৰ্মপাল ৰজা) ভীমসেন নামৰ সুপণ্ডিত তিথিকৰ ব্ৰাহ্মণ এজনক শুক্ৰেশ্বৰ দেৱালয়ৰ পৰা আনি বিল্বেশ্বৰ দেৱালয়ৰ তিথিকৰ ব্ৰাহ্মণ হিচাপে স্থান দিছিল আৰু মাটি-বাৰী দান দি বৰ্তমানৰ গন্ধিয়া গাঁৱত থাকিবলৈ দিয়াৰ উপৰি বৰদেউৰীৰ মৰ্যাদা দিছিল।

বিল্বেশ্বৰ দেৱালয়ত আহোম ৰজাসকলৰ অৱদান সবাতোকৈ বেছি। ল'ৰা ৰজাৰ ভয়ত নামনিলৈ পলাই আহি চান্দকুছি গাঁৱত আত্মগোপন কৰি থকা সময়ত গদাধৰ সিংহই নিতৌ দোকমোকালিতে ওচৰৰ বিল্বেশ্বৰ দেৱালয়ত সেৱা কৰি গৈছিল বুলি কয়। শিৱসিংহ ৰজাৰ দিনত দেৱালয়খনলৈ বহুতো মাটি-বাৰী দান দিয়াৰ উপৰি পাইক আৰু বৰদেউৰীৰ সৃষ্টি কৰি দৈনন্দিন পূজা-সেৱাৰ উন্নত আৰু শৃংখলাবদ্ধ ব্যৱস্থা প্ৰৱৰ্তন কৰিছিল। এইজনা স্বৰ্গদেৱে আনকি মুছলমান পাইকো নিয়োগ কৰিছিল। অসমৰ কেইবাখনো দেৱালয়ত 'দলুহাংগনা' অৰ্থাৎ দেৱদাসীয়ে নৃত্য-গীত পৰিবেশন কৰিছিল। বিল্বেশ্বৰ দেৱালয়তো একপ্ৰকাৰ নৃত্যৰ প্ৰচলন আছিল। ই দেৱদাসী নৃত্যই আছিল নে কি জনা নাযায়। আগৰ কালত মাটি-বৃত্তি দান দিওঁতে দলিল হিচাপে শিল আৰু তামৰ ফলি ব্যৱহাৰ কৰিছিল। ধৰ্মপুৰ মৌজাৰ পুৰ্ণি গাঁৱৰ ভূপেন শৰ্মাৰ ঘৰত এনে এখন তামৰ ফলি আছে। ফলিখনত শিৱসিংহ স্বৰ্গদেৱে শৰ্মাৰ পূৰ্বপুৰুষক মাটি দান দিয়াৰ উপৰি বিল্বেশ্বৰ দেৱালয়ত বৰদেউৰীৰ বাব দিয়া বুলি লিখা আছে। এটা সময়ত দেৱালয়খনৰ ওচৰ-পাঁজৰে বহু গাঁৱত আনকি পাতিদৰঙতো বহু মাটি দান পাইছিল। সেই দান-পত্ৰবোৰ অসাৱধানতাৰ বাবে হেৰাই যায়। আনকি কিছু বছৰ আগলৈকে দেখি থকা ডাঙৰ শিলৰ ফলি এখনো ক'ৰবাত পোত গ'ল।

দেৱালয়ৰ মঠ আৰু মণিকূটৰ মাজৰ ঠাইখিনিত এটা ডাঙৰ মঠ আছিল। ১৩০৪ চনৰ জেঠ মাহৰ ২৯ তাৰিখে হোৱা প্ৰবল ভূমিকম্পত সেই মঠটো ভাগি পৰে। ডাঙৰ শিলৰ পৰা কাটি উলিওৱা মঠৰ চূড়াটো কিছুদিন আগলৈ অ'ত-ত'ত পৰি আছিল। এতিয়া ক'ৰবাত পোত গৈ থাকিল। খনন কাৰ্য চলালে তেনে বহুত আপুৰুগীয়া সম্পদ ওলাব।

তাহানিৰ নাগাক্ষ ৰজাৰ দিনত সজা ঘৰ-দুৱাৰ, মঠ-মন্দিৰ আজিলৈ একেধৰণে থকা নাই। প্ৰাকৃতিক দুৰ্যোগ আৰু সময়ে ইয়াৰ ক্ষতিসাধন কৰিছে। পিছত কোনোজনে হয়তো মেৰামতি কৰিছে নাইবা নতুনকৈ সজাইছে। আহোম স্বৰ্গদেউ লক্ষীসিংহই এবাৰ জীৰ্ণ মঠটো মেৰামতি কৰিছিল। দেৱালয়ত থকা এখন শিলৰ ফলিত তাৰ বৰ্ণনা আছে।

শিলালিপিখনৰ নকল—

শ্ৰীৰাম

শ্ৰীশ্ৰীযষ্ঠী শ্ৰীৰাজ হৰ চৰণাচৰ হৰবিপু প্ৰমাণ পুণ্য শ্ৰীশ্ৰী লক্ষীসিংহ নামধেয় ৰাজাধিৰাজ চৰণে চাৰণ প্ৰধান শ্ৰীশ্ৰীবিল্বেশ্বৰ প্ৰৱৰ দেৱনন্দন পদ্ম মধুমত্ত মধুব্ৰতায়মান শ্ৰীশ্ৰী মল্লাহল বংশোদ্ভৱ বৃহৎ ফুকনেন গ্ৰহনিধি বস চন্দ্ৰ গণিত শকে ভব বিল্বেশ্বৰ জীৰ্ণ মঠোদ্ধাৰ বি... ভূখণ্ড গ্ৰহষ্টনম.... বৈশাখ শ্ৰীশ্ৰীলক্ষী সিংহ ভূপতি মহাবিশ্ব শ্ৰীশ্ৰীমল্লাহল বংশোদ্ভৱ সৰ্বাগ্ৰ.....।। শুনা প্ৰবাদ শ্ৰীলক্ষী সিংহেন উদ্ধাবিতঃ ... ঐশ্যিয়বহিঃ জীৰ্ণ মঠঃ সুসংস্কৃত মহাত্মনা শ্ৰীশ্ৰীলক্ষীসিংহেন ৰাজাসোত্তম কৰ্মাণা।

ইংৰাজ ৰাজত্ব কালত দেৱালয়ৰ উন্নতিত কোনো অৰিহণা নাই। দেশীয় চৰকাৰৰ দিনত পুৰণা মঠ-মন্দিৰবোৰৰ সংৰক্ষণৰ বাবে চৰকাৰে এখন আইন প্ৰণয়ন কৰে। ১৯৫১ চনৰ সেই আইনৰ মৰ্মে মঠটোৰ ৰক্ষণাবেক্ষণৰ দায়িত্ব চৰকাৰে লৈছে। অসমৰ দেৱালয় সমূহৰ অধীনত থকা মাটিৰ কৰ-কাটল নিয়মীয়া নোহোৱাত চৰকাৰে এখন আইন পাছ কৰি দেৱালয়সমূহৰ অধীনত থকা মাটি অধিগ্ৰহণ কৰে। ১৯৬৯ চনৰ ১৪ এপ্ৰিল তাৰিখে বিল্বেশ্বৰ দেৱালয়ৰ ৫২৮০ বিঘা ১৪ লেচা মাটি অধিগৃহীত হয়। তাৰ বিনিময়ত দেৱালয়ে তাকৰীয়া বাৰ্ষিকী পায়।

স্বৰাজোত্তৰ কালত স্থানীয় প্ৰতিজন বিধায়কৰে দেৱালয়ৰ উন্নতিত মনোযোগ আছে। সত্তৰৰ দশকত ডাঃ ভূমিধৰ বৰ্মন ৰাজ্যিক মন্ত্ৰী থাকোতে দেৱালয়ৰ ঘৰ-দুৱাৰবোৰৰ উৰলি যোৱা অৱস্থা হৈছিল। ডাঃ বৰ্মনৰ উদ্যোগত মণিকূট, দবাঘৰ, দেৱীঘৰ, ভোগঘৰ, ভঁৰালঘৰ, বাটচ'ৰা আদি বৰ্তমানৰ অৱস্থালৈ অনা হৈছিল। ১৯৮৫ চনত অসম গণ পৰিষদ দল ক্ষমতালৈ অহাত তীৰ্থযাত্ৰীসকলৰ সুবিধাৰ বাবে এটি তীৰ্থযাত্ৰী নিবাস নিৰ্মাণ কৰা হয়। অসমৰ স্বাস্থ্য আৰু পৰিয়াল কল্যাণ মন্ত্ৰী ডাঃ বৰ্মনদেৱৰ নিজ খৰচত পুখুৰীৰ মাজত থকা শিৱমূৰ্তিটো স্থাপন কৰা হয়। মন্ত্ৰীগৰাকীৰ উদ্যোগতে উত্তৰ ফালৰ আহল-বহল সভাঘৰটো নিৰ্মাণ হৈছে। দেৱালয় চৌহদত বিষ্ণু মন্দিৰ এটা নিৰ্মাণ হৈ আছে। অসমৰ মুখ্যমন্ত্ৰী তৰুণ গগৈদেৱে সমূহীয়া তীৰ্থযাত্ৰী নিবাসৰ বাবে পাঁচ লাখ টকাৰ এটি অনুদান ঘোষণা কৰিছিল। নিৰ্মাণ কমিটীৰ সভাপতি বৰ্মনদেৱৰ নেতৃত্বত উক্ত নিবাসটো অনতি পলমে নিৰ্মাণ হ'ব বুলি ৰাইজে আশা কৰিছে। ২০০০ চনত ৫ নং জম্মু আৰু কাশ্মীৰ লাইট ইনফেন্ট্ৰিয়ে 'নাগাক্ষ পাৰ্ক' নামৰ পাৰ্ক এখন সজাই দিয়ে। প্ৰাক্তন জলসম্পদ দপ্তৰৰ কেন্দ্ৰীয় মন্ত্ৰী মাননীয়া বিজয়া চক্ৰৱৰ্তীয়ে খোৱা পানীৰ যোগানৰ বাবে এটি গভীৰ নলীনাদ বহুৱাইছিল। আঁচনিখন আধৰুৱা হৈ ৰ'ল। এই কামখিনিও সম্পূৰ্ণ হ'লে দেৱালয়লৈ অহা যাত্ৰীসকলৰ সুবিধা হ'ব।



# বেলশৰৰ পুৰণি তথ্য বিচাৰি

কনক চন্দ্ৰ শৰ্মা

বেলশৰ নলবাৰী জিলাৰ এটি প্ৰাচীন ঐতিহ্যমণ্ডিত অঞ্চল। নলবাৰীৰ পশ্চিম প্ৰান্ত। বিল্বেশ্বৰ দেৱালয়ৰ স্থিতিয়ে এই অঞ্চলক দিছে এটি সুকীয়া মৰ্যাদা। বিল্বেশ্বৰৰ পৰাই উদ্ভৱ হৈছে বেলশৰৰ নামটো। এই মন্দিৰৰ পুনৰ নিৰ্মাণ বা সংস্কাৰৰ শিলালিপি আহোম ৰজা লক্ষ্মীসিংহৰ দিনৰ (খ্ৰীঃ ১৭৬৯-১৭৮০)। এই শিলালিপিৰ পাঠ লোক-সংস্কৃতিৰ অন্বেষক প্ৰখ্যাত দণ্ডীৰাম দত্তই বিজয়ভূষণ দেৱচৌধুৰী প্ৰাচ্যতত্ত্বসাগৰৰ সহায়ত আংশিকভাৱে কৰিছিল বুলি ড° মহেশ্বৰ নেওগ সম্পাদিত 'প্ৰাচ্য শাসনাৱলী' (অসম প্ৰকাশন পৰিষদ, ১৯৭৪) ত উল্লেখ হৈছে। অৱশ্যে ড° নেওগে এই পাঠ অধ্যয়নত অশুদ্ধতা আৰু বিভ্ৰাট থকা বুলিও মন্তব্য কৰিছে। এই পাঠ 'চেতনা' (ষষ্ঠ/সপ্তম সংখ্যা, ফাগুন, ১৮৪৬ শক)ত আৰু দণ্ডীৰাম দত্তই লিখা "শ্ৰীশ্ৰীবিল্বেশ্বৰৰ ইতিবৃত্ত" (১৯৫৯) পুথিতো সন্নিৱিষ্ট কৰা হৈছিল।

ফলি খোদিত কৰা তাৰিখ আছিল ১৬৮৯ বা ১৬৯৯ শক (গ্ৰহ-নিধি-বস-চন্দ্ৰ গণিত শাকে)। ইংৰাজী চনমতে হয় ১৭৬৭ বা ১৭৬৮। লাহন বংশোদ্ভৱ বৃহৎ বৰফুকনৰ দ্বাৰাই এই জীৰ্ণ মন্দিৰ সুসংস্কৃত কৰি এই লিপি খোদিত কৰা হৈছিল।

কোচৰজা পৰীক্ষিত নাৰায়ণৰ পৰা মোগল শাসনকৰ্তাই কামৰূপ দখল কৰাৰ পাছত শেখ ইব্ৰাহিম কড়োৰী নামৰ এজন আমিনৰ দ্বাৰা দখলত থকা কামৰূপ-গোৱালপাৰা অঞ্চলত বন্দৱস্তি কৰাৰ কাৰণে তপা-পৰগণাত বিভক্ত কৰি বন্দৱস্তি কৰাৰ কথা ড° সূৰ্যকুমাৰ ভূঞা সম্পাদিত 'কামৰূপৰ বুৰঞ্জী'ত বিস্তৃতভাৱে বৰ্ণনা কৰা আছে। 'প্ৰাচ্য শাসনাৱলী'তো এই বিষয়ে উল্লেখ কৰা হৈছে। সেইমতে তেতিয়া পৰীক্ষিতৰ অধীনৰ এই দেশখনক চাৰি ভাগত প্ৰশাসনীয় বিভাগ কৰিছিলঃ

(১) চৰকাৰ কামৰূপ
(২) চৰকাৰ ঢেকেৰি
(৩) চৰকাৰ দক্ষিণকুল
(৪) চৰকাৰ বঙালভুম

প্ৰত্যেক চৰকাৰৰ তলত পৰগণা বিভাজন কৰা হ'ল। মোগল ৰাজহ শাসনৰ বিভাজন সাধাৰণতে বংগদেশত সুবা, পৰগণা (বা মহল), তপা, তালুক, মৌজা বা গাঁও— এইদৰে ক্ৰমিকভাৱে ক্ষুদ্ৰ বিভাগবোৰ কৰা হৈছিল। এইমতে কামৰূপ চৰকাৰৰ তলত ভালেমান পৰগণা সৃষ্টি কৰা হৈছিল। ইয়াৰ ভিতৰত 'দেহৰ' নামৰ এটা পৰগণা আছিল। বনভাগ, বৰভাগ পৰগণাৰ সৈতে ওচৰা-উচৰিকৈ এই দেহৰ পৰগণাৰ স্থিতি অনুমান কৰিব পাৰি।

দেহৰ পৰগণাৰেই এটা তালুক আছিল বিল্বেশ্বৰ। এই তালুকৰ উল্লেখ হৈছে 'প্ৰাচ্য শাসনাৱলী'ত সন্নিৱিষ্ট এখন তামৰ ফলিত। ফলিখনৰ নাম দিয়া হৈছে 'বজালী, নামবৰভাগ, বৰনগৰ আদি পৰগণাৰ হৰিদেৱী পছৰ মেধিৰ ভূমিদান আৰু পাইকৰ নিবন্ধনৰ তামৰ ফলি (নং ৮৭), ১৭০৯ শক'। [Inscription of Land and Servitor Grant to the Medhi of the Haridevi Sech in Bajali etc – parganas, 1709 Saka.] ইয়াত লিখা আছে ঃ "......

দেহৰ পৰগণাৰ বিল্বেশ্বৰ তালুকৰ ভোলানাথ ব্ৰাং ভাই লখি নিমাতাতুৰ ১ গিৰি।" ইত্যাদি।

দেহৰ পৰগণাৰ আন দুই-এটা তালুকৰ নাম দধি, নামখলা ইত্যাদি। সানৈকুছি গ্ৰামো দেহৰ পৰগণাৰ এখন গাঁও আছিল (ফলি নং ৮৫)। দেহৰ পৰগণাৰ ওচৰতে সম্ভৱ নামবৰভাগ পৰগণাও আছিল। সেই পৰগণাৰ এখন গাঁও আছিল ক্ষুদ্ৰ মাখিবাহা।

'দেহোৰ' বা 'দেহৰ' নামটো সম্পৰ্কে ড° সূৰ্যকুমাৰ ভূঞাৰ সম্পাদিত 'কামৰূপৰ বুৰঞ্জী'ত এনেদৰে নামৰ অৰ্থ দিয়া আছে ঃ

'দেৱালয় আছিল মানে দেহোৰ হ'ল'

(পৃঃ ৩৩; 'কামৰূপৰ বুৰঞ্জী' — ৩য় সংস্কৰণ, ১৯৮৭)

ইয়াৰ পৰা সহজে অনুমান কৰিব পাৰি যে এই বিল্বেশ্বৰ দেৱালয়ৰ অৱস্থিতিক কেন্দ্ৰ কৰিয়েই 'দেহৰ' নামৰ পৰগণাৰ নামকৰণ হৈছিল আৰু তাৰ ভিতৰত বিল্বেশ্বৰ নামেৰে এই তালুক গঠন কৰা হৈছিল।

২. 'জিতপত্ৰ'ত 'বেলসৰ' (বেলশৰ)

আহোম ৰাজত্বৰ কালত কামৰূপত মাটিৰ বিষয়ক লৈ যেতিয়া পাইক, ৰায়ত বা ব্যক্তি বিশেষৰ মাজত বিবাদ হৈছিল, ৰজাৰ প্ৰতিনিধি হিচাপে বৰফুকনে সেই বিবাদবোৰৰ বিচাৰ কৰিবলগীয়া হৈছিল। গুৱাহাটীৰ 'দপদৰ' (অফিচ), তামুলী-চ'ৰা, বা চাং-চ'ৰাত তেওঁ তেনে বিচাৰ লৈছিল। তেতিয়াৰ বিচাৰ-প্ৰথাৰ নিয়মমতে সাক্ষীসহ উভয়পক্ষক শুনাৰ পাছত জিকোতা পক্ষক লিখিতভাৱে ৰায় প্ৰদান কৰি দিয়া হৈছিল। ইয়াক 'জিত-পত্ৰ' বা 'জিতৰি-পত্ৰ' বোলা হৈছিল। এই জিত-পত্ৰৰ ভাষাও প্ৰায় তামৰ ফলিৰ অসমীয়া গদ্য ভাষাৰ দৰে যদিও সামান্য পৃথক আছিল আৰু সেইকালৰ প্ৰচলিত লিখিত গদ্য ভাষাৰ এক সুন্দৰ নিদৰ্শন আছিল। 'জিত-পত্ৰ'বোৰো অসমৰ বিভিন্ন দিশৰ বুৰঞ্জীৰ সমল। 'প্ৰাচ্য শাসনাৱলী'ত কেইখনমান 'জিত-পত্ৰ'হে সন্নিৱিষ্ট হৈছে।

তাৰে এখন 'জিত-পত্ৰ'ত বিল্বেশ্বৰ দেৱালয় আৰু 'বেলসৰ' নাম উদ্ধৃত হোৱা দেখা যায়।

"শ্ৰীশ্ৰী বিশ্বেশ্বৰ গোশাঞিঃ
শ্ৰীযুত প্ৰতাপ বল্লভ বৃহত ফুককনেন বিবিচ্য
সদগুণ সভাসভ্যাসনৈঃ দত্ত সিদ্ধান্ত পত্ৰমিদং।"

এই জিত-পত্ৰত কোৱা হৈছে যে পিয়লৰ দিনৰ পৰাই 'বেলেসৰ দেৱালয়তে' খাটি থকা ৬ জন গুচৰীয়া 'বেলেসৰিয়া'ক বাৰি মাটি দিয়া হৈছিল। কিন্তু এতিয়া 'বেলেসৰিয়া', 'শুক্ৰেশ্বৰিয়া' আৰু 'বড়খেত্ৰীয়া' তিনিজনে পুনৰ ইয়াত ডকা দিয়াত আৰু তেওঁলোকক বেগাৰ খটোৱাত এই বিবাদ হৈছিল। এই বিবাদৰ গোচৰ শ্ৰীপ্ৰতাপ বল্লভ বৰফুকনে তামুলী চ'ৰাত সুধিছিল আৰু গুচৰীয়াসকলে বিচাৰত বিজয়লাভ কৰি এই জিত-পত্ৰ পাইছিল। এই জিত-পত্ৰৰ তাৰিখ আছিল ১৭৩০ শকৰ আহাৰ মাহৰ ১৩ তাৰিখ। (ম° ৬, ২৬৪)। ইংৰাজী মতে তাৰিখ ১৮০৮ চনৰ জুন মাহ।

এই প্ৰসংগৰ উল্লেখ ইয়াত এইকাৰণেই কৰা হ'ল যে ইয়াত 'বেলেসৰ' দেৱালয় আৰু দেৱালয়ত খাটি থকা লোকক 'বেল্বেসৰিয়া', 'বেলেসৰিয়া' আদি বোলা হৈছে। শব্দটো সেই সময়ত লৌকিক আৰু প্ৰচলিতমতে 'সৰ' বুলি লিপিবদ্ধ হৈছিল। তেনেধৰণে 'সোণেসৰ' আদি।

উল্লেখ কৰি অহা হৈছে যে 'বিল্বেশ্বৰ দেৱালয়'ৰ শিলৰ ফলিৰ সময় ইং ১৭৬৭ বা ১৭৬৮ চন, হৰিদেৱী পম্বৰ মেধিলৈ ভূমি দানৰ ফলি ইং ১৭৮৮ চন (মাঘ মাহ)। 'জিত-পত্ৰ' দিয়া ৰায়দানৰ তাৰিখ ইং ১৮০৮ চন। গতিকে দেখা যায় যে 'বেলসৰ' (বেলশৰ) আৰু বিল্বেশ্বৰ দেৱালয়ৰ ধাৰাবাহিকভাৱে নামৰ স্থিতি ৩০০ বছৰৰো অধিক কালৰ পৰা অৱৰ্তিত হৈ আছে।

এয়া ঐতিহাসিক প্ৰামাণ্য।

### শ্ৰীশ্ৰীবিল্বেশ্বৰৰ ইতিবৃত্ত'ৰ লেখক দণ্ডীৰাম দত্ত ঃ

লোক-সংস্কৃতিৰ গৱেষক আৰু অন্বেষক সৰ্বজন পৰিচিত গ্ৰন্থকাৰ দণ্ডীৰাম দত্তৰ সৈতে বেলশৰ গাঁৱৰ নাম একাত্মীভূত। 'শ্ৰীশ্ৰীবিল্বেশ্বৰৰ ইতিবৃত্ত' নামৰ গ্ৰন্থখন (১৯৫৯) তেৱেঁই ৰচনা কৰি এই মন্দিৰৰ সৈতে অসমৰ ৰাইজক পৰিচয় কৰাই দিছিল। দণ্ডীৰাম দত্তই (১৮৯৮-১৯৮৪) 'অসম সাহিত্য সভা'ৰ অনুসন্ধান কাৰ্যৰ এগৰাকী সংগঠক ছেক্ৰেটাৰী আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি বিভাগৰ আৰু পুৰণি সাঁচিপতীয়া পুথিৰ সংগ্ৰাহকৰূপে তেওঁ বহুসংখ্যক আৰু ভালেমান গীত-মাত, ফকৰা-যোজনা, বচন সংগ্ৰহ কৰি অসমীয়া লোক-সংস্কৃতিৰ ভঁৰাল চহকী কৰি গৈছে। কাইথেলী অংক আৰু জ্যোতিষৰ অংক-গণনাৰ এগৰাকী বিশেষভাৱে বিশেষজ্ঞ পণ্ডিতৰূপে তেওঁ প্ৰতিষ্ঠিত হৈছিল। চেতনা, আৱাহন, মনিদীপ, অসম সাহিত্য সভা পত্ৰিকা আদি গহীন আলোচনীত তেওঁৰ চিন্তামূলক ৰচনা সিঁচৰতি হৈ আছে। কাইথেলী আৰু কৌতুকৰ অংকৰ পুথিও তেওঁ ৰচনা কৰিছে। তেওঁৰ সংগৃহীত 'ডাকৰ বচন' পুথিও এখন উল্লেখনীয় পুথি। তেওঁৰ 'সাঁথৰ, ফকৰা-যোজনা' (১৯৭৩) নামৰ পুথিখনো অসমৰ লোক-সংস্কৃতিৰ সাহিত্যলৈ এক অমূল্য সম্পদ। এই গ্ৰন্থখন ৰচনাৰ ক্ষেত্ৰত তেওঁৰ বৌদ্ধিক সঁহাৰিও আছিল লক্ষ্যণীয়। প্ৰয়াত ৰামচন্দ্ৰ দাসৰ দৰে এইগৰাকী নিষ্ঠাৱান লোক-সাহিত্য সংগ্ৰহৰ উজ্জ্বল কৰ্মী আৰু সাহিত্যিকৰ এইপৰ্যন্ত যথাযথ সমাদৰ হোৱা নাই। 'অসমীয়া সাহিত্যৰ বুৰঞ্জী'তো যথোচিত স্থান লাভ কৰা নাই। প্ৰয়াত দত্তই এই দিশৰ ৰচনাৰ উপৰি জীৱনী আদি কেইবাখনো লিখি থৈ গৈছে।

প্ৰয়াত দণ্ডীৰাম দত্তৰ বিষয়ে উল্লেখ কৰোতে আন এটা সংবাদ সহজতে চকুত পৰে। তেওঁৰ ঘৰ আছিল ওচৰতে টিহু অঞ্চলৰ মাখিবাহা গাঁৱৰ এগৰাকী লেখক প্ৰসন্ন নাৰায়ণ চৌধুৰী। প্ৰয়াত চৌধুৰীৰ দ্বিতীয় কন্যা চিত্ৰাবালাক তেওঁ বিবাহ কৰাইছিল। দণ্ডীৰাম দত্তৰ তিনিজনী কন্যা আছিল। (দ্ৰষ্টব্য ঃ 'কায়স্থ জাতিৰ ইতিবৃত্ত')

প্ৰয়াত প্ৰসন্ন নাৰায়ণ চৌধুৰীয়ে 'আসাম বান্ধৱ' আলোচনীত নিয়মিত প্ৰবন্ধ লিখিছিল। তেওঁ আছিল কুৰি শতিকাৰ আৰম্ভণি কালৰ লেখক। সেই সময়ত প্ৰাপ্ত তথ্য ভিত্তিৰ ভেটিত তেওঁ নিৰপেক্ষভাৱে হৰিদেৱ, দামোদৰদেৱ, মাধৱদেৱ আদিৰ বিষয়ে জীৱনীভিত্তিক প্ৰবন্ধ ৰচনা কৰি ৰাইজৰ মাজত প্ৰচাৰ কৰিছিল।

তেওঁ অসম কায়স্থ সমাজৰো সম্পাদক আছিল। মাখিবাহাৰ প্ৰসিদ্ধ গৰ্গ নাৰায়ণ চৌধুৰীৰ পুত্ৰ এইজন প্ৰসন্ন নাৰায়ণ চৌধুৰীৰ সাহিত্য-অৱদানৰ বিষয়েও পাঠকসমাজ বিশেষ পৰিচিত নহয়। সম্ভৱতঃ প্ৰয়াত দণ্ডীৰাম দত্তই শহুৰৰ সাহিত্য-কৰ্মৰ পৰাই প্ৰেৰণা লাভ কৰি এইদৰে লোক-সাহিত্য সাধনাত ব্ৰতী হৈছিল।

বেলশৰৰ অসম সাহিত্য সভাৰ এই অধিৱেশনত বেলশৰ-ঐতিহ্যৰ কথা এনেদৰে সোঁৱৰণ কৰি সুখ অনুভৱ কৰিছো।





# অসমৰ ৰাজনীতিত বৃহত্তৰ বেলশৰ অঞ্চলৰ অৱদান

ধীৰেন মিশ্ৰ

অসমৰ ৰাজনীতিত বৃহত্তৰ বেলশৰ অঞ্চলৰ খতিয়ান ল'ব লাগিলে আমি ১৯৩৭ চন মানলৈ পিছুৱাই যাব লাগিব। ১৯৩৫ চনত ভাৰত শাসন আইনে দিয়া প্ৰাদেশিক স্বায়ত্তশাসন প্ৰতিষ্ঠাৰ বাবে অসম বিধানসভালৈ ১৯৩৭ চনত নিৰ্বাচন পতা হৈছিল। এই নিৰ্বাচনত তেতিয়াৰ বেলশৰ গাঁও নিবাসী প্ৰয়াত গৌৰীকান্ত তালুকদাৰ কংগ্ৰেছৰ প্ৰাৰ্থী হিচাপে নলবাৰী বিধানসভা সমষ্টিৰ পৰা পাঁচ কোণীয়া প্ৰতিদ্বন্দ্বিতাৰ সন্মুখীন হৈও বিপুল ভোটত জয়যুক্ত হৈছিল। তেতিয়াৰ কংগ্ৰেছ দল আছিল সংগ্ৰামী ৰাইজৰ দল। ১৯৩৭ চনৰ আমাৰ অঞ্চলৰ এই প্ৰথম নিৰ্বাচনত গৌৰীকান্ত তালুকদাৰৰ বিজয়ে বৃহত্তৰ বেলশৰ অঞ্চলত এক সুদূৰপ্ৰসাৰী প্ৰভাৱ পেলাইছিল। আনহাতে তালুকদাৰৰ ব্যক্তিত্ব, কৰ্তব্যনিষ্ঠা আৰু সুদৃঢ় নেতৃত্বই গোটেই অসমতে এনে এটা প্ৰভাৱ পেলাইছিল যাৰ ফলশ্ৰুতিত পৰবৰ্তী ১৯৪৬ চনৰ নিৰ্বাচনত গৌৰীকান্ত তালুকদাৰৰ বিৰুদ্ধে কোনেও প্ৰতিদ্বন্দ্বিতা কৰিবলৈ সাহস কৰা নাছিল আৰু তালুকদাৰ বিনা প্ৰতিদ্বন্দ্বিতাৰে দ্বিতীয়বাৰলৈ অসম বিধানসভাৰ বিধায়ক নিৰ্বাচিত হৈছিল। ৰাইজৰ ন্যায্য দাবীৰ হকে সততে মাত মতা এগৰাকী আগশাৰীৰ বিধায়ক হিচাপে বিধানসভাৰ ভিতৰে-বাহিৰে তালুকদাৰৰ এনে এটা ব্যক্তিত্ব আৰু নেতৃত্ব গঢ় লৈ উঠিছিল যে সেই সময়ত তেওঁক অসমৰ 'মুখ্যমন্ত্ৰী'ৰ পদো যচা হৈছিল। কিন্তু বিশাল ব্যক্তিত্বৰ অধিকাৰী গান্ধীবাদী নেতা তালুকদাৰে মুখ্যমন্ত্ৰিত্বৰ দায়িত্ব ল'বলৈ অস্বীকাৰ কৰি প্ৰয়াত বিষ্ণুৰাম মেধিক নিজেই প্ৰস্তাৱ কৰাত বিষ্ণু মেধি মুখ্যমন্ত্ৰী হৈছিল।

প্ৰয়াত বিধায়ক গৌৰীকান্ত তালুকদাৰৰ নেতৃত্বত বৃহত্তৰ বেলশৰ অঞ্চলত অনেক ৰাজহুৱা কাম-কাজ কৃতকাৰ্যতাৰে সমাধা কৰা হৈছিল। তেখেতেই ইংৰাজী শিক্ষাৰ অপৰিহাৰ্যতা সম্পৰ্কেও ৰাইজক বুজনি দিছিল। 'ধৰ্মপুৰ শিক্ষা বিস্তাৰ সমিতি' নামে এটা সংগঠন গঢ়ি তুলি গোটেই অঞ্চলতে এটা শিক্ষাৰ আন্দোলন গঢ়ি তুলিছিল। পৰৱৰ্তী সময়ত তেওঁৰ নেতৃত্বতে নলবাৰী, গুৱাহাটী আদি চহৰলৈ জাতীয় শিক্ষানুষ্ঠান খোলাৰ আন্দোলন সম্প্ৰসাৰণ কৰি স্কুল, কলেজ, গুৱাহাটী বিশ্ববিদ্যালয় পতাতো অৰিহণা যোগাইছিল। তেওঁ লাৱণ্য প্ৰেছ খুলি পুথি ছপোৱা, 'দীপক' নামৰ আলোচনী উলিওৱা, স্ত্ৰী শিক্ষাৰ বাবে সুকীয়া শিক্ষানুষ্ঠান পতা আৰু বিভিন্ন গ্ৰন্থ প্ৰণয়ন কৰি শিক্ষা বিস্তাৰৰ বৈজ্ঞানিক ভিত্তি প্ৰতিষ্ঠা কৰাৰ পথ প্ৰৱৰ্তক হৈছিল।

কিন্তু ৰাজহুৱা কাম-কাজত লাগি থাকিও জননেতা তালুকদাৰে ৰাইজৰ মুক্তি সংগ্ৰামৰ ঐতিহাসিক দায়িত্বৰ কথা পাহৰা নাছিল। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ গইনা লৈ ৯ আগষ্টৰ দোকমোকালিতে জাতিৰ পিতা মহাত্মা গান্ধীক ব্ৰিটিছ চৰকাৰে গ্ৰেপ্তাৰ কৰাৰ পাছত গোটেই দেশ উত্তাল হৈ পৰাত

বৃহত্তৰ বেলশৰ অঞ্চলতো তাৰ ক্ৰোধাগ্নি জ্বলি উঠিছিল। ইতিমধ্যে গৌৰীকান্ত তালুকদাৰক পুলিচে গ্ৰেপ্তাৰ কৰাত গংগাধৰ চৌধুৰী, প্ৰতাপ চন্দ্ৰ গোস্বামী, প্ৰতাপ চন্দ্ৰ তালুকদাৰ, প্ৰভাত শৰ্মা, সুৰেন্দ্ৰ মোহন মালাকৰ, জয়চন্দ্ৰ চৌধুৰী আৰু ছাত্ৰ নেতা সুৰেন শৰ্মা আদিয়ে আন্দোলনৰ নেতৃত্ব বহন কৰিছিল। এওঁলোকে 'আনন্দ বাহিনী' নামৰ এটা স্বেচ্ছাসেৱক বাহিনীও গঠন কৰিছিল। এই বাহিনীত প্ৰায় ১৫০ জন দক্ষ কৰ্মী আছিল। বেলশৰ নিবাসী প্ৰয়াত সুৰেন্দ্ৰ মোহন মালাকৰ আছিল এই বাহিনীৰ সেনানায়ক আৰু চামতা নিবাসী প্ৰয়াত গংগা চৌধুৰী আছিল সৰ্বাধিনায়ক। উল্লেখযোগ্য যে আনন্দ বাহিনী'ৰ সুদক্ষ আৰু সাহসী কৰ্মী একাংশৰ দ্বাৰা এটা মৃত্যু বাহিনীও গঠন কৰা হৈছিল। এই গোপন বাহিনীৰ প্ৰধান আছিল প্ৰয়াত প্ৰভাত শৰ্মা।

প্ৰভাত শৰ্মা তেওঁৰ জীৱন কালতে এটা কিংবদন্তিত পৰিণত হৈছিল।ব্ৰিটিছৰ পুলিচে সদা-সৰ্বদাই তেওঁৰ পিছ নেৰিছিল যদিও যথাস্থানতে ভেশছল কৰি পলায়ন কৰাত তেওঁ সিদ্ধহস্ত আছিল। শৰ্মাৰ এই প্ৰত্যুৎপন্নমতি তাৰ কাৰণেই হয়তো বৃটিছৰ ফাঁচী কাঠৰ পৰা ৰক্ষা পৰিছিল। প্ৰভাত শৰ্মাহঁতৰ নেতৃত্বতে বৃহত্তৰ বেলশৰ অঞ্চলত নিশাৰ ভিতৰতে ৰাস্তা-ঘাট বিচ্ছিন্ন কৰা, দলং ভঙা, ৰেল লাইন উঠোৱা, বিদেশী বস্ত্ৰ জ্বলোৱা আৰু চৰকাৰী যোগান বাহিনীক কোনো লোকে ধান-চাউল, গৰু-ছাগলী, হাঁহ-কুকুৰা আদি বিক্ৰী কৰা বা যোগান ধৰা বন্ধ কৰা ইত্যাদি গোপন কূটাঘাতমূলক কামত জৰিত হৈ ব্ৰিটিছ বাহিনীক জালা-কলা কৰিছিল।

এই দুঃসাহসিক কাম-কাজবোৰক লক্ষ্য কৰি তেতিয়াৰ পৰাধীন মুক্তিপিয়াসী ৰাইজ আশ্বস্ত হৈছিল। বেলশৰ অঞ্চলক কেন্দ্ৰ কৰি সমগ্ৰ নলবাৰী জিলাতে মুক্তি আন্দোলনৰ স্পৃহা দুগুণে বঢ়াইছিল আৰু এই বীৰত্বৰ কাহিনীবোৰ মানুহৰ মুখে মুখে গৈ গুৱাহাটী আৰু অসমৰ চুকে-কোণে ৰজন্‌জনাই গৈছিল। ইতিমধ্যে এই সময়তে গহপুৰত (শোণিতপুৰ জিলাৰ) ষোড়শী গাভৰু কনকলতাৰ লগতে নলবাৰীৰ উপৰ বৰভাগ মৌজাৰ সোণকানি গাঁৱৰ বিপ্লৱী যুৱক মুকুন্দ কাকতীৰ মৃত্যুবৰণৰ বাতৰিয়ে সমগ্ৰ অসমতে— বিশেষকৈ নলবাৰী জিলাৰ চুকে-কোণে ব্যাপক ক্ষোভৰ অগনি জ্বলাই তুলিছিল। ব্ৰিটিছ পুলিচে স্বাধীনতা সংগ্ৰামৰ নেতা সকলক বিচাৰি দিনে-নিশাই তালাচী চলাই গাঁৱৰ হোজা-চহা কৃষক-বনুৱাকো অত্যাচাৰ চলাইছিল। ইপিনে বেলশৰ অঞ্চলৰ ৰাইজেও স্বতঃস্ফূৰ্তভাৱে নিজে নিজৰ নিৰাপত্তাৰ বাবে শত্ৰু আগমনৰ আগজাননী দিবলৈ বিল্বেশ্বৰ মন্দিৰৰ বিশাল দবাত কোবাই সতীৰ্থ বিপ্লৱীসকলক পলাই যাবলৈ সংকেত দিছিল।

এনে এক অস্থিৰ ৰাজনৈতিক পৰিস্থিতিৰ মাজতে আকৌ বানপানী, মহামাৰী আদিয়ে কৃষক ৰাইজৰ লগতে সৰ্বসাধাৰণ শ্ৰমজীৱী ৰাইজৰো কঁকাল ভাঙিছিল। আনহাতে বৃহত্তৰ নলবাৰী অঞ্চলৰ প্ৰায় ৫০ ঘৰ জমিদাৰে কৃষকসকলক বিভিন্ন প্ৰকাৰে শোষণ-নিৰ্যাতন চলাই দুৰ্ভিক্ষৰ মাজত নিপাতিত কৰিছিল। ৰাইজ বিক্ষুব্ধ হৈ পৰিছিল। ঠায়ে ঠায়ে জমিদাৰ আৰু ৰায়তৰ মাজত সংঘৰ্ষও হৈছিল। বহু কৃষকক জমিদাৰে উচ্ছেদ কৰিছিল। এনে এক অৰাজক অৱস্থাত প্ৰশাসনো হৈ পৰিছিল নিষ্ক্ৰিয়। আকাল, দুৰ্ভিক্ষই বৃহত্তৰ বেলশৰ অঞ্চলত এহাতেদি শ্ৰমজীৱী ৰাইজক হতাশ কৰিছিল যদিও উচ্চ মধ্যবিত্ত আৰু মধ্যবিত্তসকলক স্বাধীনতা লাভৰ সোণালী সোপানে ব্যাকুল কৰি তুলিছিল। সেয়েহে— ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতবৰ্ষ স্বাধীন হোৱাৰ লগে লগে বৃহত্তৰ বেলশৰ অঞ্চলৰ বিভিন্ন ঠাইত ৰাইজে ক'লা পতাকা উৰুৱাইছিল আৰু সামূহিকভাৱে 'বহাগৰ গছ'ৰ তলত প্ৰায় ৬ কুৰি কৃষকে এই স্বাধীনতা 'ভুৱা' বুলি শ্লোগান দি প্ৰকাশ্যে বিদ্ৰোহ ঘোষণা কৰিছিল। স্বাধীন ভাৰতৰ প্ৰথম স্বাধীনতা দিৱসক এনেদৰে ক'লা-পতাকা উৰুৱাই 'নিৰৰ্থক' বা 'ভুৱা স্বাধীনতা' হিচাপে প্ৰদৰ্শন কৰা অসমৰ তিনিখন বিখ্যাত ঠাই— বেলশৰ, বেলতলা আৰু দীঘেলীৰ খবৰ গৈ দিল্লীৰ মছনদতো কঁপনি তুলিছিল। এই ঘটনাৰ পিছতে স্বাধীন চৰকাৰে বৃহত্তৰ বেলশৰ অঞ্চলক চৰকাৰৰ গোপন নথিত ৰঙা চিহ্নযুক্ত কৰি ৰাখিছিল।

অৱশ্যে ইয়াৰ কিছুদিন আগৰ পৰাই বেলশৰত কমৰেড তৰুণ সেন ডেকাৰ নেতৃত্বত গঢ় লৈ উঠা আৰ. চি. পি. আই (ভাৰতৰ বিপ্লৱী কমিউনিষ্ট পাৰ্টি) ৰ নেতৃত্বত বেলশৰক কেন্দ্ৰ কৰি বনগাঁও, পকোৱা, বাঁহজানী, বৰ্ণিবাৰী, ডিবোৰা, কাপ্‌লা, কৈঠালকুছি, নদলা আৰু টিহুৰ দীঘেলী আদি গাঁৱত এক বৃহৎ কৃষক সংগঠন গঢ় লৈ উঠিছিল। এই অঞ্চলৰ নেতা-কৰ্মীসকলে গোটেই নলবাৰী জিলাতে এটা প্ৰগতিশীল চিন্তা-চৰ্চা বোৱাই দিছিল। বৃহত্তৰ বেলশৰ অঞ্চলৰ সৰ্বসাধাৰণ নিৰক্ষৰ, শ্ৰমজীৱী লোকৰ মাজতো আলাপ-আলোচনা হৈছিল— 'ধনী-দুখীয়া সমান হ'ব লাগে, দেশত সকলোৰে সমান স্বত্ব হ'ব লাগে। দুখীয়াক ভগৱানে দুখীয়া কৰা নাই— মানুহেহে দুখীয়া কৰিছে। শিক্ষা, চিকিৎসা সকলোৰে বাবে বিনামূলীয়া হ'ব লাগে। বুঢ়া আৰু অচল মানুহৰ জীৱিকা নিৰ্বাহৰ কাৰণে চৰকাৰী ব্যৱস্থা কৰিব লাগে। তাৰ কাৰণে আমাৰ দেশৰ পৰা ব্ৰিটিছ সাম্ৰাজ্যবাদৰ সমস্ত অৰ্থনৈতিক চুক্তি, লেনদেন বন্ধ কৰিব লাগে' ইত্যাদি। কিন্তু সাধাৰণ ৰাইজৰ এই প্ৰত্যাশা পূৰণ নহ'ল। ভূমি সংস্কাৰ নহ'ল— কৃষকৰ হাতলৈ মাটি নগ'ল। দেশৰ ৰাজহুৱা খণ্ডত উদ্যোগীকৰণৰ চিন্তা লাহে লাহে তল পৰিল। বয়-বস্তুৰ মূল্য বৃদ্ধি দিনক দিনে বাঢ়ি গ'ল। নিবনুৱা সমস্যাই কালমূৰ্তি ধাৰণ কৰিলে। দেশৰ বিভিন্ন ঠাইত কৃষক বিদ্ৰোহে মূৰ দাঙি উঠিল। কিছুমান ক্ষুদ্ৰ, ক্ষুদ্ৰ জাতি-গোষ্ঠীয়ে বঞ্চনাৰ বলি হৈ সন্ত্ৰাসবাদৰ পথ ল'লে। 'ৰাম-ৰাজ্য'ৰ শ্লোগান দি স্বাধীনতা লাভ কৰি জাতীয় চৰকাৰ গঠন কৰা কংগ্ৰেছ চৰকাৰে এই বিদ্ৰোহবোৰক কঠোৰ হাতে দমন-পীড়ন কৰাৰ একনায়কত্ববাদী পথ ল'লে।

এনে এক অৱস্থাৰ পৰিপ্ৰেক্ষিততে সমগ্ৰ দেশৰ লগতে বৃহত্তৰ বেলশৰ অঞ্চলতো কমিউনিষ্ট আদৰ্শৰ ব্যাপক প্ৰভাৱ পৰিল। ১৯৫৪ চনত গুৱাহাটী ভাস্কৰ নাট্য মন্দিৰত বহা বিপ্লৱী কমিউনিষ্ট দলৰ কনফাৰেঞ্চত ঐক্যবদ্ধ কমিউনিষ্ট সংগঠন গঢ়ি তোলাৰ কাৰণে ভাৰতৰ কমিউনিষ্ট দলত (চি পি আইত ) যোগদানৰ সিদ্ধান্ত কৰা হ'ল। কমঃ তৰুণ সেন ডেকা, প্ৰয়াত কমঃ নবীন মেধি প্ৰমুখ্যে বৃহত্তৰ বেলশৰ অঞ্চলৰ প্ৰায় ৯৫% শতাংশ আৰ চি পি আইৰ সদস্যই ভাৰতৰ কমিউনিষ্ট পাৰ্টিত যোগদান কৰিলে। একমাত্ৰ প্ৰয়াত কমঃ হেমন্ত বৰ্মনৰ নেতৃত্বত কেইজনমান সদস্যইহে আৰ চি পি আইতে ৰৈ গ'ল।

অৱশ্যে আৰ চি পি আইৰ অতি প্ৰভাৱশালী নেতা তথা গণশিল্পী বিষ্ণু প্ৰসাদ ৰাভা ১৯৫০ চনৰ মাজভাগত (১৯৫৪/৫৫



চনত) ভাৰতৰ কমিউনিষ্ট পাৰ্টিত যোগদান কৰি তেওঁৰ শহুৰেক বেলশৰৰ কৃষক নেতা প্ৰয়াত কমঃ নবীন মেধিৰ লগত লগ হৈ, কৃষক-বনুৱা পঞ্চায়ত গঠন কৰি নতুন উদ্যমেৰে এই অঞ্চলত মেল-মিটিং কৰি ফুৰাত ৰাইজৰ মাজত ব্যাপক প্ৰভাৱ পৰিছিল। বৃহত্তৰ বেলশৰৰ বিভিন্ন চুবুৰিত ৰাভাই অতি সহজ-সৰল ভাষাত গঞা ৰাইজৰ ওচৰত দেশৰ ৰাজনীতিৰ বিষয়ে উদাত্ত ভাষণ দিছিল আৰু পুঁজিপতি জমিদাৰ শ্ৰেণীয়ে কেনেকৈ গৰিব শ্ৰেণীক শোষণ কৰি থাকে তাৰ প্ৰত্যক্ষ উদাহৰণবোৰ দাঙি ধৰিছিল। সভাৰ শেষত তেওঁৰ বিপ্লৱী গান আৰু ওজা-পালি সুৰীয়া দিহা-নামে বুঢ়া-মেথা সকলোকে মন্ত্ৰমুগ্ধ কৰি তুলিছিল। উল্লেখযোগ্য যে এটা উচ্চ হিন্দু পৰিয়ালৰ প্ৰয়াত কমঃ নবীন মেধিৰ জীয়ৰী কনকলতা মেধিক এজন বড়ো-কছাৰী মূলৰ লোকে এনেধৰণে বিয়া কৰোৱা কাৰ্যত সেই সময়ৰ বেলশৰ সমাজত কোনো প্ৰতিক্ৰিয়া হোৱাটো দূৰৈৰ কথা, বৰং ৰাইজে স-সম্ভ্ৰমে তেওঁলোকক আদৰিহে লৈছিল। প্ৰকৃততে কমিউনিষ্ট মতাদৰ্শৰ প্ৰভাৱতেই যে তেতিয়াৰ বেলশৰ সমাজে এনে এটা প্ৰগতিশীল বাতাবৰণ সৃষ্টি কৰিব পাৰিছিল ই ধ্ৰুৱ। পৰৱৰ্তী সময়ত বেলশৰ অঞ্চলত এনে বহুতো অসবৰ্ণ বিবাহ অনুষ্ঠিত হৈছিল আৰু বেলশৰীয়া প্ৰগতিশীল সমাজে তাক সহজভাৱে গ্ৰহণ কৰিব পাৰিছিল। সমাজবাদী প্ৰগতিশীল দৃষ্টিভংগীৰ বাবে সম্ভৱ বেলশৰ অঞ্চলৰ ৰাইজৰ মাজত ধৰ্ম-নিৰপেক্ষ দৃষ্টিভংগী এতিয়াও বিৰাজমান। ৰাইজৰ উদাৰ ধৰ্মনিৰপেক্ষ দৃষ্টিভংগীৰ আৰু বহুতো উদাহৰণ আছে। ১৯৩০ চন মানতেই বেলশৰৰ বিল্বেশ্বৰ মন্দিৰত কৈৱৰ্ত আৰু নমঃশূদ্ৰ লোকৰ প্ৰৱেশাধিকাৰ প্ৰৱৰ্তনৰ বাবে সেই সময়তে এটা গণ-আন্দোলন গঢ়ি উঠিছিল। অৱশ্যে এই গণ-আন্দোলনৰ নেতৃত্ব দিছিল স্থানীয় কমিউনিষ্ট নেতা প্ৰয়াত ৰজত চন্দ্ৰ মেধি আৰু তেওঁৰ ভাতৃ প্ৰয়াত কমঃ নবীন মেধিয়েহে। নেতাসকলৰ আহ্বানমৰ্মে এদিন বৃহত্তৰ বেলশৰ অঞ্চলৰ কেবাশও লোক আহি একেলগে সমদল কৰি মন্দিৰত প্ৰৱেশ কৰিছিল আৰু তেতিয়াৰ পৰাই মানুহৰ মাজত এটা নতুন চিন্তা আহিছিল— 'সঁচাটো, জাতিভেদে সকলোৱে একেলগে বহি ঈশ্বৰৰ উপাসনা কৰাততো একো অসুবিধা নহয়।' শেষত মন্দিৰৰ পূজাৰী-ব্ৰাহ্মণসকলেও বৰ্ণভেদে সকলোকে নিৰ্মালি দিয়াত আপত্তি নকৰা হ'ল। বিল্বেশ্বৰ মন্দিৰত প্ৰৱৰ্তন হোৱা এই উদাৰ ধাৰা শেষত অসমৰ বিভিন্ন স্থানৰ মন্দিৰ-সত্ৰলৈ সম্প্ৰচাৰিত হৈ পৰিল।

তাতোকৈ আচৰিত কথা বেলশৰৰ পূৰ্ব পুৰুষসকলে আৰু এটা উজ্জ্বল ধৰ্মনিৰপেক্ষতাবাদৰ চানেকী বিল্বেশ্বৰ মন্দিৰত তাহানিৰ প্ৰায় একাদশ শতিকাতে প্ৰৱৰ্তন কৰি থৈ গৈছিল। সেয়া হ'ল— বেলশৰ বিল্বেশ্বৰ মন্দিৰৰ সমীপৱৰ্তী 'সাৰাপাৰা'ৰ মুছলমান লোকক মন্দিৰৰ চৌহদত প্ৰৱেশাধিকাৰ আৰু মন্দিৰৰ মাহ-প্ৰসাদ নিৰ্মালি দিয়াৰ প্ৰথা— যিটো সম্ভৱ অসমৰ কোনো মঠ-মন্দিৰতে এতিয়াও প্ৰৱৰ্তন হোৱা নাই।

এনেহেন এটা প্ৰগতিশীল বাতাবৰণৰ মাজতেই বৃহত্তৰ বেলশৰত কমিউনিষ্ট শক্তিৰ উত্থান হৈছিল আৰু পৰৱৰ্তী ১৯৫৭ চনৰ সাধাৰণ নিৰ্বাচনত পশ্চিম নলবাৰী সমষ্টিৰ পৰা অসম বিধান সভালৈ কমঃ তৰুণ সেন ডেকাই তেওঁৰ নিকটতম্ প্ৰতিদ্বন্দ্বী ভূতপূৰ্ব কংগ্ৰেছ এম এল এ প্ৰয়াত প্ৰভাত গোস্বামীক ৩৭৩৭ টা ভোটৰ ব্যৱধানত পৰাস্ত কৰিছিল। ইপিনে অসম বিধানসভাৰ মজিয়াত কমঃ ডেকাকে ধৰি প্ৰথমবাৰলৈ ৫ জনকৈ সুদক্ষ কমিউনিষ্ট প্ৰতিনিধি নিৰ্বাচিত হৈ যোৱাত গোটেই ৰাজ্যখনতে এটা উখল-মাখল পৰিস্থিতিৰ সৃষ্টি হৈছিল। তেওঁলোকে বিধানসভাৰ মজিয়াত অসমীয়া ভাষাক ৰাজ্যিক চৰকাৰী ভাষা হিচাপে স্বীকৃতি দিয়া, ভূমিহীনক মাটি দিয়া, কৃষক-উচ্ছেদ বন্ধ কৰা, চিলিং উদ্বৃত্ত মাটি ভূমিহীন কৃষকৰ মাজত বিনামূলীয়াকৈ বিতৰণ কৰি দিয়া আৰু অসমৰ সামগ্ৰিক উন্নয়নৰ বাবে কিছুমান কাৰ্যকৰী প্ৰস্তাৱ আৰু পদক্ষেপ লৈ বিধানসভাৰ ভিতৰত আৰু বাহিৰত গণ-আন্দোলনৰ সৃষ্টি কৰিছিল।

এই গণ-জাগৰণৰ ফলতে ১৯৬৯ চনত তেতিয়াৰ শ্বিলংস্থ অসম বিধানসভা অভিমুখে কৃষক ৰায়ত সকলৰ ১৮ দফীয়া দাবী লৈ — 'শ্বিলং যাত্ৰা' উল্লেখযোগ্য। কমঃ তৰুণ সেন ডেকা আৰু কমঃ লোহিত দাসৰ নেতৃত্বত প্ৰায় ৫০০০ কৃষক ৰায়তে হাতত ৰঙা পতাকা, কান্ধত সাধাৰণ পাতল বিছনা-পত্ৰ, খৰিৰ আটি, খাদ্যসামগ্ৰী লৈ ৩ দিন ৩ ৰাতি ধৰি যি পদযাত্ৰা কৰিছিল সি এক ঐতিহাসিক ঘটনা আছিল। এই শ্বিলং যাত্ৰাত বৃহত্তৰ বেলশৰ অঞ্চলৰ পৰা প্ৰায় ৫০০ কৃষক ৰায়তে যোগদান কৰিছিল। কৃষকৰ এই জন-জাগৰণৰ স্বৰূপ দেখি তেতিয়াৰ অসমৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাই কৃষক ৰাইজক সাক্ষাৎ কৰি গোটেই ১৮ দফীয়া দাবীকেই কাৰ্যকৰী কৰাৰ প্ৰতিশ্ৰুতি দিছিল আৰু ভূমি সংক্ৰান্ত কেবাটাও আইন লগে লগে বলবৎ কৰি তাৰ প্ৰতিলিপি কৃষক ৰাইজৰ হাতত তুলি দিছিল।

কিন্তু এনে কিছুমান গণমুখী কাম-কাজৰ ফলত সামগ্ৰিকভাৱে অসমৰ কৃষক ৰাইজৰ উপকাৰ হ'লেও নিজৰ সমষ্টিত কমঃ তৰুণ সেন ডেকাই বিশেষ উন্নয়নমূলক কাম-কাজ কৰিব পৰা নাছিল। অৱশ্যে পৰৱৰ্তী নিৰ্বাচনত কমিউনিষ্টক পৰাজিত কৰাৰে এটা 'ব্লু-প্ৰিন্ট' তৈয়াৰ কৰি চৰকাৰে পশ্চিম নলবাৰী সমষ্টিত কোনো উন্নয়নমূলক কামৰ বাবে অনুদান দিয়াত কৃপণালি কৰা বুলি সেই সময়ৰ কমিউনিষ্ট নেতাসকলে অভিযোগ আনিছিল। সি যি কি নহওঁক কংগ্ৰেছে পৰৱৰ্তী ১৯৬২ চনৰ নিৰ্বাচনত বিশিষ্ট গান্ধীবাদী নেতা প্ৰফুল্ল গোস্বামীক পশ্চিম নলবাৰী সমষ্টিৰ বাবে প্ৰাৰ্থী হিচাপে প্ৰক্ষেপ কৰিছিল আৰু নিৰ্বাচনত গোস্বামী জয়ী হৈছিল। শ্ৰী গোস্বামী এজন ত্যাগী নেতা আছিল আৰু চৰকাৰৰ মানুহ হিচাপে বৃহত্তৰ বেলশৰ অঞ্চলৰ তেওঁৰ শিষ্য-প্ৰশিষ্যকে ধৰি বুঢ়া-মেথাসকলেও গোস্বামীক ভোট দি জয়যুক্ত কৰিছিল।

পৰৱৰ্তী সময়ত ডাঃ ভূমিধৰ বৰ্মন (কংগ্ৰেছ ই), ৰমণী বৰ্মন (জনতা), চন্দ্ৰ মোহন পাটোৱাৰী (অগপ), নীলমণি সেন ডেকা (কংগ্ৰেছ ই) য়ে সলনা-সলনিকৈ সমষ্টিটোক প্ৰতিনিধিত্ব কৰিছে। কংগ্ৰেছ চৰকাৰৰ জ্যেষ্ঠ মন্ত্ৰী তথা চমু কালৰ বাবে মুখ্যমন্ত্ৰীৰ আসনতো অধিষ্ঠিত হোৱা ডাঃ ভূমিধৰ বৰ্মনৰ অসমৰ ৰাজনীতিত প্ৰাসংগিকতা আছে। একেদৰে বেলশৰৰে সন্তান নীলমণি সেন ডেকায়ো মন্ত্ৰীৰূপে গুৰু দায়িত্ব লাভ কৰিছিল।

# পশ্চিম নলবাৰী অঞ্চলৰ খেল জগতৰ অতীত আৰু বৰ্তমান

**ৰবীন্দ্ৰ চৌধুৰী**

খেল হ'ল সৃষ্টিশীল কাৰ্যৰ সুস্পষ্ট প্ৰকাশ। মানৱ মনৰ অন্তৰ্নিহিত হৃদয়ানুভূতিৰ বাহ্যিক প্ৰকাশ ঘটে খেলৰ মাজেৰে। খেল হ'ল মানুহৰ সহজাত মানসিক প্ৰৱণতা। এই প্ৰৱণতা জাগ্ৰত হয় তেতিয়া, যেতিয়া জন্মগতভাৱে লাভ কৰা বৌদ্ধিক চেতনাক প্ৰকাশৰ পথ উলিয়াই দিয়াৰ প্ৰচেষ্টা চলে। সেইবাবে বোধহয় খেল সম্বন্ধে এনেদৰে ভবা হৈছিল— "Play is impulse to carryout instinctive action."

মানৱ মনৰ সৃজনীশীল অনুভূতি প্ৰকাশৰ লগতে শাৰীৰিক তথা সামাজিক (ঐক্য, সংহতিৰ ক্ষেত্ৰত) উৎকৰ্ষ সাধনৰ উদ্দেশ্যকে আগত ৰাখি বিশ্বৰ প্ৰান্তে প্ৰান্তে যুগ যুগ ধৰি খেলৰ চৰ্চা আৰু বিজ্ঞানসন্মত সাধনা চলি আহিছে। হয়তো এনে এক চেতনাৰ বশৱৰ্তী হৈয়ে যোৱা শতিকাৰ ৪ৰ্থ দশকৰ প্ৰাৰম্ভৰ পৰাই চামতাক কেন্দ্ৰ কৰি পশ্চিম নলবাৰী অঞ্চলত খেল-ধেমালিৰ এটি পৰিবেশ গঢ়ি উঠিছিল। চামতাৰ বুকুত গঢ় লোৱা প্ৰথমটো সুসংগঠিত ফুটবল দল হ'ল 'গোৱাল টিম'। এই দলৰ প্ৰধান সংগঠক আছিল চামতাৰ নিকটৱৰ্তী কুলবিল গাঁৱৰ বত্তিৰাম দাস। ইয়াৰ পিছতে 'বোম টিম' নামৰ আন এটি সুদক্ষ ফুটবল দলৰ জন্ম হয় অৰবিন্দ হুজুৰী নামৰ এজন সুদক্ষ খেলুৱৈৰ প্ৰচেষ্টাত। এই 'বোমটিম'ৰ আধাৰতেই চামতাৰ বুকুত জন্ম হয় প্ৰখ্যাত 'বিজয় টিম'ৰ, ১৯৪৫ চনমানত। এই দলটিৰ খেলুৱৈসকলৰ নিষ্ঠা আৰু সংঘবদ্ধ প্ৰচেষ্টা আৰু সুৰদেৱী থিয়েটাৰৰ প্ৰযোজক ধৰণী বৰ্মনৰ সবল নেতৃত্ব আৰু পৃষ্ঠপোষকতাই দলটিক ইমানেই সফল কৰি তুলিছিল যে আজিও বৃহত্তৰ চামতা অঞ্চলৰ ৰাইজৰ মনত বিজয় টিমৰ বিজয় কাহিনী এক কিংবদন্তি হৈ আছে।

পশ্চিম নলবাৰী অঞ্চলৰ এক বিস্তৃত এলেকাৰ কিছুমান সুদক্ষ খেলুৱৈৰে পৰিপুষ্ট হৈছিল চামতাৰ বিজয় টিম। এই খেলুৱৈসকলৰ সম্পূৰ্ণ নিখুঁত তালিকা এখন প্ৰস্তুত কৰাটো অতি দুৰূহ কাম। তথাপি সংগৃহীত তথ্যৰ ভিত্তিত কেইজনমান যশস্বী খেলুৱৈৰ নাম ইয়াত অন্তৰ্ভুক্ত কৰা হ'ল। (তথ্যৰ অভাৱত সকলোৰে নাম দিব নোৱাৰাৰ ত্ৰুটি মাৰ্জনীয়।) ৰামচৰণ হুজুৰী, অৰবিন্দ হুজুৰী, ৰণীধৰ বৰ্মন, ৰজনী বৰ্মন, ৰাজেন বৰ্মন, উদয় তালুকদাৰ, নৰবিন্দ বৰ্মন, গোপাল বৰ্মন, গোলক তহবিলদাৰ, ৰজত বৰ্মন, চন্দ্ৰ বৰ্মন, প্ৰভাত তালুকদাৰ, প্ৰফুল্ল বৰ্মন (ৰূপীয়া বাথান গাঁৱৰ), সুৰেন্দ্ৰ নাথ বৰ্মন, যতীন বৰুৱা, কবি বৰ্মন, সোণেশ্বৰ দত্ত, বদৰ আলী (পশ্চিম চামতা), হংস শৰ্মা, শম্ভু তালুকদাৰ (বিহামপুৰ), অক্ষয় শৰ্মা, ব্ৰজ শৰ্মা, প্ৰিয়লাল শৰ্মা, দীন শৰ্মা (গন্ধিয়া), কৈলাস শৰ্মা, গিৰীন ভট্ট (বাটসৰ), উমেশ শৰ্মা, কমলা চক্ৰৱৰ্তী (কমলা বৈষ্ণৱ নামেৰে প্ৰসিদ্ধ মঞ্চাভিনেতা) (নৰ্দ্দী), আকবৰ আলী, ফজল আলী (চৰ অঞ্চলৰ পৰা চামতা হাইস্কুলত পঢ়িবলৈ অহা ছাত্ৰ) আদি।



চামতাৰ বিজয় টিমৰ প্ৰায় সমসাময়িকভাৱে বেলশৰ গাঁৱত সংগঠিত হৈছিল 'বেলশৰ মিলন টিম'। আমি জনাত এই দলটিয়ে বিজয় টিমৰ প্ৰায় সমকক্ষ ফুটবল দল হিচাপে প্ৰতিদ্বন্দ্বিতা কৰাৰ উপৰি বিভিন্ন ঠাইত খেল প্ৰদৰ্শন কৰি ফুটবলপ্ৰেমীৰ পৰা প্ৰশংসা বুটলিবলৈ সমৰ্থ হৈছিল। প্ৰাপ্ত তথ্যমতে এই দলটিৰ কেইজনমান খ্যাতিমান খেলুৱৈ হ'ল পবীন্দ্ৰ নাথ বৰ্মন, ললিত মুদিয়াৰ, গোপাল পাটোৱাৰী, ভাৰত সেন ডেকা, প্ৰসন্ন বৰ্মন, দেৱেন মুদিয়াৰ, হৰিমল বৰ্মন, ললিত ঠাকুৰীয়া, প্ৰমোদ দত্ত, প্ৰভাত পাটোৱাৰী আদি। প্ৰসন্ন বৰ্মনে ৰাজ্যিক দলতো স্থান লাভ কৰি অঞ্চলটিলৈ সুনাম কঢ়িয়াই আনিছিল।

বিংশ শতিকাৰ পঞ্চম দশকৰ শেষৰফালে বৰ্তমান চামতা আঞ্চলিক ক্ৰীড়া সংঘৰ সভাপতি নাৰায়ণ বৰ্মনৰ নেতৃত্বত চামতাত 'ৰাণা টিম' নামৰ এটি নতুন ফুটবল দলৰ জন্ম হয়। প্ৰায় ৮ বছৰমান কাল এই দলটিয়ে গোটেই পশ্চিম নলবাৰী অঞ্চলত এটি আগশাৰীৰ ফুটবল দল হিচাপে প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হৈছিল। এই দলৰ কেইজনমান উল্লেখযোগ্য খেলুৱৈ আছিল— নাৰায়ণ বৰ্মন, আজান আলী, লক্ষী বৰ্মন, গোবিন্দ হুজুৰী, বিদ্যা বৰ্মন, ধীৰেশ্বৰ বৰ্মন, উমেশ বৰ্মন, মকবুল আলী আদি। ৬০ৰ দশকৰ মাজভাগত চামতাত 'চামতা বালিপথাৰ টাউন ক্লাব' নামৰ আন এটি নতুন ফুটবল দলৰ জন্ম হয়। ইয়াৰ মূল নেতৃত্ব দিছিল গুৱাহাটীৰ হোটেল সুৰদেৱীৰ মালিক ৰূপীয়া বাথান গাঁৱৰ অম্বিকা চৰণ বৰ্মনে। এই দলটিয়ে, সেই সময়ৰ নলবাৰী জিলাৰ সুদক্ষ খেলুৱৈৰে পৰিপুষ্ট প্ৰখ্যাত 'নলবাৰী টাউন ক্লাব'ৰ লগত সমানে ফেৰ মাৰি যথেষ্ট আলোড়নৰ সৃষ্টি কৰিছিল। এই দলৰ কেইগৰাকীমান সুদক্ষ খেলুৱৈ আছিল— ৰিয়াজুদ্দিন আহমেদ, কলিমুদ্দিন আহমেদ (দুয়োজনে বিংশ শতিকাৰ ৬০ ৰ দশকৰ প্ৰখ্যাত অসম পুলিচ দলৰ দক্ষ খেলুৱৈ আছিল), তালেবৰ ৰহমান, ধীৰেণ তালুকদাৰ, সুৰেন ভাগৱতী, পৰেশ গোস্বামী, বীৰেন শৰ্মা, কুতুব আলী, তমিজুদ্দিন আহমেদ, খালেক আলী, দেৱাজুদ্দিন আহমেদ, পৰমা তালুকদাৰ, ৰমেশ বৰ্মন, ৰাজেশ্বৰ বৈশ্য, জিতেন বৰুৱা, ভূমি হুজুৰী, জীৱন বৈশ্য, অবিনাশ শৰ্মা আদি।

চামতা বালিপথাৰ টাউন ক্লাব গঠন হোৱাৰ প্ৰায় সম-সাময়িক ভাৱে ককয়া গাঁৱত সেই সময়ৰ সুদক্ষ খেলুৱৈ ফণীধৰ নাথৰ নেতৃত্বত 'ইউনিয়ন টিম' নামৰ এটি সবল ফুটবল দল গঠন হৈছিল। এই দলটিয়ে নলবাৰী জিলাৰ বিভিন্ন খেলপথাৰত উন্নত ক্ৰীড়া ধাৰাৰ প্ৰদৰ্শন কৰিছিল। এই দলৰ কেইজনমান উল্লেখযোগ্য খেলুৱৈ হ'ল— ফণীধৰ নাথ, হৰেন বড়ো, তাৰিণী হালৈ, যোগেশ বড়ো, পবীন্দ্ৰ হালৈ, খগেন দাস, কালীচৰণ ঠাকুৰীয়া, উত্তম নাথ, লোহিত মজুমদাৰ, শিৱ হালৈ, পৰশু বৈশ্য আদি।

ইয়াৰ সমকালীনভাৱে জাগাৰা গাঁৱত মহঃ তাজেৰ আলীৰ নেতৃত্বত 'জাগৰা যুবক সংঘ' নামৰ এটি ফুটবল দল গঠন হয়। এই দলটিয়ে যথেষ্ট দক্ষতাৰে খেল খেলি নিজ ঠাইৰ সন্মান বঢ়াইছিল। এই দলৰ কেইজনমান কৃতী খেলুৱৈ হ'ল— মহঃ তাজেৰ আলী, মহিম আলী, জাৰমিন আলী, অৰবিন্দ বৈশ্য, হৰিচৰণ ডেকা, হৰিচৰণ দাস, ধনেশ্বৰ ডেকা, অনন্ত ডেকা, মাধৱ বৰ্মন, কনক গোস্বামী, সূৰ্য গোস্বামী আদি।

১৯৬৬ চনত পশ্চিম চামতা আৰু গন্ধিয়া গাঁৱক কেন্দ্ৰ কৰি ৰবীন্দ্ৰ চৌধুৰীৰ উদ্যোগত জন্ম হৈছিল 'পশ্চিম চামতা ইলেভেন ব্ৰাদাৰ্ছ' নামৰ এটি সৰু ফুটবল দল। অশ্বিনী কাকতী, অতুল চৌধুৰী, মনোমোহন চৌধুৰী, দীনেশ চৌধুৰী আদি কেইবাজনো উদ্যোগী ব্যক্তিৰ প্ৰচেষ্টাত এই দলটি যথেষ্ট আগবাঢ়ি গ'ল আৰু চামতা অঞ্চলত পৰিচিত হৈ পৰিল। এই দলটিৰ আধাৰতে ১৯৬৮ চনত 'চামতা আঞ্চলিক ক্ৰীড়া সংঘ'ৰ জন্ম হয় আৰু এই নতুন নামেৰে ৰাইজৰ মাজত পৰিচিত হৈ গ্ৰামাঞ্চলৰ এটি খ্যাতিমান দল হিচাপে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ প্ৰশংসা বুটলিবলৈ সক্ষম হয়। চামতা আঞ্চলিক ক্ৰীড়া সংঘই ফুটবল আৰু ভলীবল খেলৰ প্ৰতিভাসম্পন্ন খেলুৱৈৰ জন্ম দি ৰাজ্যিক তথা ৰাষ্ট্ৰীয় পৰ্যায়লৈ উত্তৰণ ঘটাই অসম ৰাজ্যিক ক্ৰীড়া বিভাগৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হয়। এই দলৰ কেইজনমান বিশেষ খ্যাতিমান খেলুৱৈ হ'ল— মহঃ চিৰাজুদ্দিন আহমেদ (অসম পুলিচ দলৰ সুদক্ষ ষ্ট্ৰাইকাৰ), কুমুদ বৰ্মন (দক্ষিণ কোৰিয়াৰ ছিউলত অনুষ্ঠিত আন্তঃৰাষ্ট্ৰীয় স্কুল গেমছত ভাৰতীয় দলৰ গ'লৰক্ষক আছিল) আদি। শংকৰ বৰ্মন (ভাৰতীয় জুনিয়ৰ ফুটবল দলৰ গ'লৰক্ষক আছিল), মহঃ ছাহজাহান আলী, মৃণাল বৰ্মন আৰু গগন মুদিয়াৰে 'নেচনেল স্কুল গেমছ্' আৰু 'ৰাষ্ট্ৰীয় জুনিয়ৰ ফুটবল' খেলত অসমক প্ৰতিনিধিত্ব কৰে। তদুপৰি চামতা আঞ্চলিক ক্ৰীড়া সংঘৰ ৩৭ বছৰৰ দীঘলীয়া কালৰ সৰহসংখ্যক খেলুৱৈয়ে জিলা তথা ৰাজ্যিক পৰ্যায়ত খেলি যথেষ্ট সুনাম অৰ্জন কৰে।

ভলীবলত ৰাজ্যিক তথা ৰাষ্ট্ৰীয় পৰ্যায়ত খেলা কেইগৰাকীমান খেলুৱৈ হ'ল- দিলীপ শৰ্মা (ৰাজ্যিক), বিৰাজ বৰুৱা( ৰাজ্যিক),প্ৰয়াত দ্বীপেন বৰ্মন (ৰাষ্ট্ৰীয়) বিকাশ ভট্টাচাৰ্য(ৰাষ্ট্ৰীয়), প্ৰদীপ শৰ্মা (ৰাষ্ট্ৰীয়), মনোজ শৰ্মা (ৰাষ্ট্ৰীয়), সতীশ ঠাকুৰীয়া (ৰাষ্ট্ৰীয় স্কুল দলত), নীৰেন শৰ্মা (ৰাষ্ট্ৰীয়), বিনয় ঠাকুৰীয়া (ৰাষ্ট্ৰীয়), দীপ ঠাকুৰীয়া (ৰাষ্ট্ৰীয়), উৎপল ভট্ট (ৰাষ্ট্ৰীয় স্কুল গেমছ্), দীনেশ ঠাকুৰীয়া (ৰাষ্ট্ৰীয়), দেৱজিৎ ঠাকুৰীয়া (ৰাষ্ট্ৰীয়), প্ৰতুল ভট্ট (ৰাষ্ট্ৰীয়) আদি। চামতা আঞ্চলিক ক্ৰীড়া সংঘৰ উদ্যোগত মহিলা ভলীবল দল এটিও গঠন হৈছিল। এই দলৰ অনুপমা দত্তই অসম মহিলা ভলী দলৰ হৈ খেলি সুখ্যাতি অৰ্জন কৰে। চামতা আঞ্চলিক ক্ৰীড়া সংঘৰ খেলুৱৈ উমেশ বৰ্মনে ৰাষ্ট্ৰীয় জুনিয়ৰ ক্ৰীড়া সমাৰোহত ১৯৮১ চনত ওখ জাঁপত সোণৰ পদক অৰ্জন কৰে। কাবাদী খেলতো ক্ৰীড়া সংঘৰ দলটোৰ বিশেষ সুখ্যাতি আছে।

গ্ৰামাঞ্চলৰ ক্ৰীড়া সংগঠন আৰু ক্ৰীড়াৰ প্ৰসাৰণৰ ক্ষেত্ৰত চামতা আঞ্চলিক ক্ৰীড়া সংঘৰ ভূমিকা অদ্বিতীয় বুলি ক'বই লাগিব। কাৰণ এই সংঘটোৱে ১৯৭৬ চনত সেই সময়ৰ সংঘৰ সভাপতি ভূপেন শৰ্মা আৰু সম্পাদক ৰাজেন বৰুৱাৰ আশাশুধীয়া চেষ্টাৰে প্ৰখ্যাত 'নৰোৰাম বৰ্মন সোঁৱৰণী চলন্ত শ্বিল্ড ফুটবল প্ৰতিযোগিতা'ৰ আৰম্ভ কৰি বিগত ৩০ বছৰে অসম আৰু অসমৰ বাহিৰৰ কেইবাখনো ৰাজ্যৰ আগশাৰীৰ

ফুটবল দলক আমন্ত্ৰণ কৰি আনি উচ্চ পৰ্যায়ৰ খেল প্ৰদৰ্শন কৰাই সমগ্ৰ নলবাৰী জিলাতেই ফুটবল খেলক জনপ্ৰিয় কৰি তোলে। নৰোৰাম বৰ্মন সোঁৱৰণী চলন্ত শ্বিল্ড ফুটবল প্ৰতিযোগিতাৰ যোগেৰে চামতাক অসম তথা অসমৰ বাহিৰত পৰিচয় কৰোৱাৰ লগতে সংঘটোৱে সকলোধৰণৰ খেলৰ সুবিধাৰ্থে নিজাববীয়াকৈ প্ৰায় ২৫ বিঘা মাটি ক্ৰয় কৰি চৰকাৰী অনুদান আৰু সংগৃহীত পুঁজিৰে প্ৰায় ১ কোটি টকাৰ ব্যয়ৰ আঁচনি লৈ এখন মুকলি ক্ৰীড়াংগনা (Outdoor Stadium) নিৰ্মাণৰ কাৰ্য হাতত লৈ ইয়াৰ বহুখিনি কাম সমাপ্ত কৰিছে।

ক্ৰীড়াক জনমুখী কৰাৰ প্ৰয়াসেৰে চামতা আঞ্চলিক ক্ৰীড়া সংঘই ১৯৮৯-৯০ চনত আন্তঃজিলা কাবাদী (পুৰুষ -মহিলা, ল'ৰা-ছোৱালী) প্ৰতিযোগিতা, ১৯৯১-৯২ চনত আন্তঃজিলা জুনিয়ৰ ভলীবল প্ৰতিযোগিতা আৰু ১৯৯৭ চনত সদৌ অসম গ্ৰাম্য ক্ৰীড়া (ফুটবল, ভলীবল, হেণ্ডবল আৰু খো-খো) প্ৰতিযোগিতা চামতাৰ বুকুত অনুষ্ঠিত কৰাৰ দায়িত্ব লয় আৰু ইয়াক সুচাৰুৰূপে সমাপন কৰি নিজ লক্ষ্যত উপনীত হয়। ভৱিষ্যতেও ক্ৰীড়া সংঘৰ এনে প্ৰচেষ্টা নিশ্চয়কৈ ৰাইজৰ আদৰণীয় হ'ব।

১৯৭০ চনত কৰুণা মুদিয়াৰ, সমীন ডেকা, মহেশ বৰ্মন আদি কেইজনমান উৎসাহী যুৱকৰ প্ৰচেষ্টাত 'বেলশৰ মিলন টিম'ক পুনৰুজ্জীৱিত কৰি তোলা হয়। এই দলটিয়ে সেই সময়ত যথেষ্ট উন্নত খেল প্ৰদৰ্শন কৰি বেলশৰৰ ফুটবল জগতখনক এক নতুন মাত্ৰা প্ৰদান কৰে। এই দলৰ কেইজনমান বিশিষ্ট খেলুৱৈ হৈছে— কৰুণা মুদিয়াৰ, সমীন ডেকা, মহেশ বৰ্মন, হামিৰ আলী, নৰেন বৰ্মন, জ্যোতিষ মজুমদাৰ, মনচুৰ আলী, বীৰেন পাটোৱাৰী, অজিত বৰ্মন আদি। এই দলটি যিকেইবছৰ টিকি আছিল তদানীন্তন কালত এই ফুটবল দলটিৰ উদ্যোগতে 'মাণিক বৰ্মন সোঁৱৰণী ফুটবল প্ৰতিযোগিতা' এখনো বেলশৰ হাইস্কুল খেলপথাৰত চলি আছিল। পিছলৈ উদ্যোক্তাৰ অভাৱত এই প্ৰতিযোগিতা বন্ধ হয়।

১৯৭৫ চনমানৰ পৰা চামতাৰ ৰূপকোঁৱৰ কলা পৰিষদৰ পৃষ্ঠ- পোষকতাত জিতেন হুজুৰী আৰু দুলাল বৰ্মনৰ সাংগঠনিক প্ৰচেষ্টাৰে পৰিষদৰ এটি ফুটবল দল সংগঠিত হয়। কেইজনমান সুদক্ষ খেলুৱৈ যেনে— জিতেন হুজুৰী, হিতেশ বৰ্মন, ভবেশ হুজুৰী, জয়নাল আবেদিন, হাচমত আলী, বিজয় হুজুৰী আদিৰ দ্বাৰা পৰিপুষ্ট হৈ যথেষ্ট সুনাম অৰ্জন কৰিছিল। অৱশ্যে এতিয়া এই দলটি নাই।

১৯৭৭ চনত 'বেলশৰ আঞ্চলিক ক্ৰীড়া সংস্থা'ৰ স্থাপনৰ যোগেৰে বেলশৰ আৰু ইয়াৰ চুবুৰীয়া অঞ্চলত ক্ৰীড়াৰ দিশত এটি নতুন পদক্ষেপ গ্ৰহণ কৰা হয়। এই ক্ৰীড়া সংস্থাই এটি শক্তিশালী ফুটবল দল গঠন কৰাৰ উপৰি ফুটবল, ভলীবল, কাবাদী, কুংফু আৰু টাইকোৱানডো খেলবো দল গঠন কৰে। বেলশৰ আঞ্চলিক ক্ৰীড়া সংস্থাৰ কেইজনমান কৃতী খেলুৱৈ আৰু সংগঠক হ'ল— বিকুল ঠাকুৰীয়া, গগন মুদিয়াৰ, (ৰাজ্যিক দলক প্ৰতিনিধিত্ব কৰে), জগদীশ ৰয়, বিশ্বজিৎ বৰ্মন, চম্পকসেন ডেকা, সুকুমাৰ বৰ্মন, ঘনশ্যাম মেধি, দীপক বৰ্মন, হিতেশ পাটোৱাৰী, পৰেশ মুদিয়াৰ, শংকৰ পাটোৱাৰী, টুটু মুদিয়াৰ, দিলীপ মেধি, হেমেন মুদিয়াৰ আদি (খেলুৱৈ)। লক্ষী পাটোৱাৰী, মনোজ মেনা, অনুপ ডেকা, দ্বীজেন বৰ্মন, বিপুল ডেকা, উদয় বৰ্মন, দিলীপ ডেকা, দিলীপ মেনা, দীপক শৰ্মা, দীপক বৰ্মন, বাপধন মজুমদাৰ, মুনীন ডেকা, প্ৰবীণ ডেকা, বিৰাজ ডেকা, সুনীল পাটোৱাৰী, খান্না আদি (সংগঠক)। বেলশৰ আঞ্চলিক ক্ৰীড়া সংস্থাৰ শক্তিশালী ৰূপত আত্মপ্ৰকাশ কৰা ফুটবল দলটিয়ে নলবাৰী লীগত পাৰদৰ্শিতা দেখুওৱাৰ উপৰি জিলাখনৰ বিভিন্ন খেলপথাৰত কৃতিত্ব প্ৰদৰ্শন কৰিবলৈ সমৰ্থ হয়।

বেলশৰৰ ভলীবল দলটিৰ প্ৰদীপ শইকীয়া আৰু তপন বৰ্মনে নলবাৰী জিলা জুনিয়ৰ দলক প্ৰতিনিধিত্ব কৰি যোগ্যতাৰ পৰিচয় দিয়ে। ১৯৯০ চনত বেলশৰত সংগঠিত হোৱা 'টাইকোৱানডো ক্লাব'ৰ প্ৰদীপ বৰ্মনে অসম দলক প্ৰতিনিধিত্ব কৰি দিল্লীত অনুষ্ঠিত 'ৰাষ্ট্ৰীয় টাইকোৱানডো প্ৰতিযোগিতা'ত সোণৰ পদক লাভ কৰি অসম, নলবাৰী তথা বেলশৰলৈ গৌৰৱ কঢ়িয়াই আনে। সদৌ অসম ভিত্তিত হোৱা কুংফু প্ৰতিযোগিতাত ৰূপজ্যোতি ভট্টই সোণৰ পদক আৰু ৰাজ্যিক পৰ্যায়ত চম্পক বৰ্মনে ৰূপৰ পদক অৰ্জন কৰি সন্মানিত হয়।

চামতা আঞ্চলিক ক্ৰীড়া সংঘৰ দৰে বেলশৰ আঞ্চলিক ক্ৰীড়া সংস্থাই খেলৰ বিস্তৃতি ঘটোৱাৰ বাবে ১৯৯০-৯১ চনৰ জিলা টাইকোৱানডো প্ৰতিযোগিতা অনুষ্ঠিত কৰে। ১৯৯২ চনত নলবাৰীত অনুষ্ঠিত 'আন্তঃজিলা ছাব জুনিয়ৰ ফুটবল প্ৰতিযোগিতা'ৰ কেইখনমান খেল অনুষ্ঠিত কৰে। ১৯৯৫-৯৬ চনত আন্তঃজিলা কাবাদী প্ৰতিযোগিতা আয়োজন কৰি গ্ৰামাঞ্চলত কাবাদী খেলৰ জনপ্ৰিয়তা বৃদ্ধি কৰাৰ লগতে অঞ্চলটোত খেলৰ এটি নতুন পৰিবেশ সৃষ্টি কৰে। ২০০২ চনত সদৌ অসম আন্তঃজিলা ছিনিয়ৰ আৰু তৃতীয় আন্তঃজিলা মিনি জুনিয়ৰ ভলীবল প্ৰতিযোগিতা আয়োজন কৰি বেলশৰ আঞ্চলিক ক্ৰীড়া সংস্থাৰ কৰ্মপদ্ধতিৰ কৃতিত্ব প্ৰদৰ্শন কৰে। আকৌ ১৯৯৬ চনৰ পৰা বেলশৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ খেলপথাৰত গৌৰীসেন ডেকা সোঁৱৰণী ফুটবল প্ৰতিযোগিতা আৰম্ভ কৰি অসমৰ আগশাৰীৰ ফুটবল দলৰ উন্নত খেল প্ৰদৰ্শনৰ যোগেদি ক্ৰীড়াপ্ৰেমী ৰাইজক সন্তুষ্ট কৰে। বেলশৰ অঞ্চলৰ ক্ৰীড়াৰ ক্ষেত্ৰত এই প্ৰতিযোগিতাখনৰ যোগাত্মক প্ৰভাৱৰ ফলস্বৰূপে বেলশৰ আঞ্চলিক ক্ৰীড়া সংস্থাৰ তিনিমহলীয়া ঘৰটোৰ পুনৰ্নিৰ্মাণৰ পথত আগবাঢ়িছে।

১৯৫০ চনৰ আশেপাশে কৈহাটী গাঁও আৰু হেলচা গাঁৱত অতিউন্নত মানৰ ভলীবল দল দুটি সংগঠিত ৰূপত পশ্চিম নলবাৰী অঞ্চলত বিশেষ সুনাম অৰ্জন কৰিছিল। কৈহাটীৰ জিতেন গোস্বামী, বাপন গোস্বামী, সত্যেন গোস্বামী, নগেন বৰ্মন আদি খেলুৱৈৰ সুন্দৰ খেলৰ কথা আজিও মনত পৰে। ঠিক একেদৰে হেলচা গাঁৱৰ কামেশ্বৰ তালুকদাৰ, গোবৰ্ধন চৌধুৰী আদিয়েও ভাল খেল প্ৰদৰ্শন কৰিছিল। ফুলগুৰি, পকোৱা, বিহামপুৰ, চান্দকুছি আদি গাঁৱত কেইটামান ভলীবলৰ ভাল দল গঠন হৈছিল। পকোৱাৰ ৰাজভৱত মল্ল বৰুৱা আৰু বিজয় চৌধুৰীয়ে অসম ৰাজ্যিক দলৰ হৈ ভলীবল খেলি যোগ্যতাৰ পৰিচয় দিছিল।

পশ্চিম নলবাৰী অঞ্চলত পশ্চিম চামতা, বিহামপুৰ, ফুলগুৰি, পকোৱা, বেলশৰ আদি ঠাইত এতিয়াও কেইখনমান অতি উন্নত মানৰ ভলীবল প্ৰতিযোগিতা চলি আছে। ভলীবলৰ



বাহিৰে চান্দকুছিত (১৯৫৫ চনমানৰ পৰা), গোপালথানত (১৯৭০ চনমানৰ পৰা) , বনগাঁৱত (১৯৯০ চনমানৰ পৰা) কেইখনমান ফুটবল প্ৰতিযোগিতা চলি আহিছিল। ইয়াৰে চান্দকুছিৰ প্ৰতিযোগিতাখন এতিয়া বন্ধ হৈছে। ইয়াৰ উপৰি দাহুদী গাঁৱত তাৰে স্থানীয় 'আটলাণ্টা' ফুটবল দলৰ উদ্যোগত এখন ফুটবল প্ৰতিযোগিতা কেইবছৰমান চলিছিল।

সমগ্ৰ পশ্চিম নলবাৰী অঞ্চলটোত বিভিন্ন খেলৰ চৰ্চা হোৱাৰ লগে লগে এই খেলসমূহ পৰিচালনা কৰাৰ দিশত বিশেষ মনোযোগ দিয়া হৈছিল। ইয়াৰ ফলস্বৰূপে কেইজনমান সুদক্ষ মানসম্পন্ন ফুটবল, ভলীবল আৰু কাবাদী খেলৰ ৰেফাৰীৰ সৃষ্টি হৈছিল। ক্ৰমানুসাৰে তেওঁলোকৰ নাম দিয়াৰ যত্ন কৰা হ'ল। ১৯৪৫ চনমানতে এই অঞ্চলৰ বিভিন্ন খেল পৰিচালনা কৰিছিল চামতাৰ ধৰণী বৰ্মন আৰু নৱবিন্দ বৰ্মনে (এওঁলোকে পৰীক্ষা দিয়া নাছিল)। ইয়াৰ পিছত জিতেন শৰ্মা, হলধৰ চৌধুৰী, মহঃ মকিবৰ হুছেইন (১ম শ্ৰেণীৰ), ৰাজেন বৰুৱা, আলী টাইমুৰ (ভলীবল আৰু ফুটবল), ৰবীন্দ্ৰ চৌধুৰী, ভৃগুপতি বৰ্মন (ফুটবল, ভলীবল আৰু কাবাদী), যতীন শৰ্মা, বিকাশ ভট্ট (ভলীবল আৰু ফুটবল), জিতেন হুজুৰী (ফুটবল, ৰাষ্ট্ৰীয়), অজিত ডেকা (ফুটবলত ফিফা বেজপ্ৰাপ্ত), হীৰেণ বৰ্মন (ফুটবল, ৰাষ্ট্ৰীয়), বিজয় হুজুৰী (ফুটবল, ১ম শ্ৰেণীৰ), সঞ্জীৱ শৰ্মা, হীৰেণ হাজৰিকা, হিতেশ পাটোৱাৰী, দিলীপ শৰ্মা (ভলীবল, কাবাদী) আদি।

সামগ্ৰিকভাৱে দেখা যায় যে সমগ্ৰ পশ্চিম নলবাৰী অঞ্চলত ফুটবল আৰু ভলীবল খেলৰ এটি গৌৰৱময় ইতিহাস আছে। কিন্তু সাম্প্ৰতিক সময়ত যুৱকসকলৰ মাজত ক্ৰিকেট খেলৰ প্ৰতি তেওঁলোকৰ মন আকৰ্ষিত হোৱাৰ বাবে ফুটবল আৰু ভলীবলৰ চৰ্চা বহু পৰিমাণে কমিছে। ইয়াৰ ফলত আজি কিছুবছৰ ধৰি এই অঞ্চলটোৰ পৰা আগৰ দৰে ফুটবল আৰু ভলীবলৰ প্ৰতিভাৱান খেলুৱৈৰ সৃষ্টি হোৱা নাই। অসমৰ পটভূমিত ক্ৰিকেট খেলতকৈ ফুটবল আৰু ভলীবল খেলৰ যোগেদি উচ্চ পৰ্যায়লৈ আগবঢ়াৰ সুযোগ থকাৰ প্ৰতি লক্ষ্য ৰাখি যুৱ প্ৰজন্মই ফুটবল আৰু ভলীবলৰ চৰ্চাত মনোযোগী হ'লেহে বেছি উপকৃত হ'ব বুলি আমাৰ ধাৰণা। সদৌ শেষত পশ্চিম নলবাৰী অঞ্চলৰ সকলোধৰণৰ খেল-ধেমালিৰ গৌৰৱময় পৰম্পৰা ৰক্ষা কৰি ইয়াক আধুনিক যুগৰ লগত খাপ খুৱাই প্ৰগতিৰ পথত আগবঢ়াই নিয়াৰ সফল প্ৰচেষ্টাত ব্ৰতী হ'বলৈ সকলো দল-সংগঠনলৈ আন্তৰিক আহ্বান জনাইছো।

# পশ্চিম নলবাৰী অঞ্চলত প্ৰচলিত আয়তী নাম

## নীহাৰিকা গোস্বামী

অতি প্ৰাচীন কালৰে পৰা ধৰ্মীয় অনুষ্ঠানসমূহত আয়তী নামৰ প্ৰচলিত ব্যৱস্থা থকাটো আমাৰ সকলোৰে দৃষ্টিগোচৰ হৈ আহিছে। প্ৰকৃতপক্ষে লোক-সংস্কৃতিৰ অন্যতম অংগস্বৰূপ এই 'আয়তী নাম'। এনেকুৱা কিছুমান অনুষ্ঠান হিন্দু সমাজত পৰম্পৰাগতভাৱে অতীজৰে পৰা বৰ্তমানলৈ সমাজৰ অপৰিহাৰ্য বিষয় হৈ আছে, য'ত 'আয়তী' নাম নাথাকিলে শোভাবৰ্ধন নহয়। সেয়েহে নাম-কীৰ্তন, বিয়া-সবাহ, পূজা-পাৰ্বণ আদিত আয়তীসকলে বিভিন্নধৰণে সন্মানসূচক ব্যৱহাৰ পায়। তামোল-পাণৰ বটাৰে আয়তীসকলক আদৰ সম্ভাষণ জনোৱা হয়। আমি সকলোৱে জনামতে বিয়া, তোলনি-বিয়া, অন্নপ্ৰাসন, চূড়াকৰণ, উপনয়ন আৰু শিশুৰ জন্ম নামকৰণ আদিৰ ক্ষেত্ৰত আয়তী নামৰ আৱশ্যকতা যেন অপৰিহাৰ্য। বিশেষকৈ গ্ৰামাঞ্চলত এক বিশেষ অনুষ্ঠান 'আয়তী নাম'। আয়তী নামৰ প্ৰাসংগিকতাৰ ওপৰত লক্ষ্য ৰাখি আমি আমাৰ নলবাৰী জিলাখনৰ পশ্চিম নলবাৰী অঞ্চলত উৎসৱমুখৰ পৰ্বসমূহত আয়তী নামৰ অৱদান সম্পৰ্কে কিছু আলচ কৰোঁহঁক—

মানুহ শ্ৰেষ্ঠ জীৱ। মানুহেই সমাজ গঢ়ে। ব্যক্তিৰ সমষ্টিয়েই যিহেতু সমাজ, এই সমাজত স্ত্ৰী-পুৰুষৰ সম অধিকাৰ। জীৱনৰ বসন্ত কালত যৌথ জীৱনৰ পাতনি মেলিবলৈ প্ৰতিগৰাকী যুৱক-যুৱতীয়ে অনেক আশা বুকুত বান্ধি ইজনে সিজনৰ পাণিগ্ৰহণ কৰে। এই কাৰ্যক আমি 'বিবাহ' বুলি নামকৰণ কৰো। এই বিবাহ কাৰ্য সম্পাদন কৰিবলৈ যাওঁতে 'আয়তী নামে' দুয়োখন ঘৰৰ মাজত যোগসূত্ৰ স্থাপন কৰাত অৰিহণা যোগায়। বিবাহৰ আগদিনা তেলৰ ভাৰ (জোৰণ)। ভিন ভিন অলংকাৰ, বস্ত্ৰাদি দৰাঘৰে কইনাঘৰলৈ ভাৰবান্ধি লৈ যোৱা প্ৰথা আজিও প্ৰচলিত হৈ আছে। তামোল, পাণ, নাৰিকল, মাছ আৰু অলংকাৰসমূহ কইনাঘৰলৈ নি থোৱাৰ সময়ত আয়তীসকলে মিলিজুলি উৰুলি জোকাৰ দি বিবাহগৃহ মুখৰিত কৰে। পিছত এইদৰে দৰাঘৰৰ প্ৰতি লক্ষ্য কৰি গীত আৰম্ভ কৰে—

আগৰখন ভাৰতে কি কি আনিছা।  
ঐ ৰাম বাটচ'ৰাৰ মূৰতে থোৱাহে।  
আইদেউৰ ঘৰলৈ কি কাৰ্যে আহিছা  
ঐ ৰাম দেউতাকৰ আগতে কোৱাহে।

আকৌ কইনাক অলংকাৰ পিন্ধাবৰ সময়ত আয়তীসকলে পুনৰ গীত গায়। উৰুলি জোকাৰৰ ধ্বনি উঠে সঘনে।

মাৰাৰে অলংকাৰ, থোৱাহে ৰুক্মিণী,  
ঐ ৰাম পিতাৰে অলংকাৰ থোৱাহে।  
দ্বাৰকাৰ শ্ৰীকৃষ্ণই অলংকাৰ পঠাইছে,



ঐ ৰাম হাতযোৰ কৰি লোৱাহে।

সিদিনাৰ কাৰ্যসূচী শেষ কৰি, পিছদিনাৰ বিবাহ কাৰ্য সম্পাদন কৰিবলৈকো আয়তীসকল উঠিপৰি লাগে। উৎসৱমুখৰ পৰিবেশৰ মাজত দিনে-ৰাতি, দৰা অহা, অতিথিক সৎকাৰ কৰা, সকলো সময়তে আয়তীসকলে জাকপাতি ভিন ভিন সুৰীয়া গীত-মাত পৰিবেশন কৰে। কইনাক ধুৱাবলৈ পানীতোলাৰ সময়ত আয়তীসকলে উৰুলি জোকাৰেৰে গীত আৰম্ভ কৰে—

জয় জয় জয় পৰম মংগল এ হাৰে কৃষ্ণ এ  
জয় জয় বাসুদেৱ, ও ৰাম, দৈৱকী নন্দন কৃষ্ণ এ  
জয় যদুপতি কৃষ্ণই মোৰে গতি এ  
তযু পাৱে কৰোঁ সেৱ ঐ ৰাম

আকৌ— হাতে লোৱা ডুনি ঘট, এ মাথে লোৱা মালা  
কইনাক নোৱাবাক লাগে যমুনালৈ ব'লা।

কি এ, যমুনাৰ জল, হৈ আছে নিৰ্মল, দৈৱকী আহিব বুলি এ

কি এ, দৈৱকী সুন্দৰী মিছা নামাতিবা, কোনঘাটে তুলিবা পানী এ

—ইত্যাদি ধৰণে ঘৰলৈ উভতি নহালৈকে নানাধৰণৰ গীত গাই আনন্দ কৰে। বিবাহ-কাৰ্য সমাপন কৰি দৰাৰ ঘৰলৈ কইনা গুচি যায়, কান্দি কান্দি। আয়তীসকলে গীত গায় এনেদৰে—

নাকান্দিবি নাউমাই অ' নকৰিবি শোক অ'  
জানকী বৰিছে ৰামে  
দুই ঘৰ কৰি তোক অ', দিছে নাৰায়ণে অ'  
জানকী বৰিছে ৰামে

আকৌ— যোৱাগৈ বাছা মোৰ বুকুৰে মইনা চৰাই অ'  
কুশলে ৰাখক ঈশ্বৰে অ'  
স্বামীৰ চৰণে ভকতি নেৰিবা অ'  
দিন যাওক, শাখা সেন্দূৰে অ'

নৱ-দম্পতীৰ বিবাহ কাৰ্য সমাপন হোৱাৰ পিছৰে পৰা এটি দেৱশিশু বুকুৰ মাজলৈ অহাৰ বাবে পিতৃ-মাতৃ, শাহু-শহুৰ আৰু আত্মীয়জনে বাঞ্ছা কৰে। সময়ত সেই বাঞ্ছা পূৰ্ণ হয়। সন্তানৰ জাতকৰ্ম কৰিবৰ উদ্দেশে এমাহৰ মূৰত চোতালৰ তুলসী গুৰিত চাকি, ধূপ, নৈবেদ্য সজাই আয়তীসকলৰ দ্বাৰা নাম কৰে। আয়তীসকলে ভগৱান শ্ৰীকৃষ্ণৰ জন্মৰহস্য গীত (কীৰ্তন দশমৰ) পদাৱলীসমূহ চাপৰি বজাই এইদৰে গায়—

আজি নন্দ ঘৰে  
পূৰ্ণ কৃষ্ণই জন্ম ধৰে  
গোপিনী বেঢ়িয়া চাৰে,  
সুমংগল গীত গাৱে  
উৰুলি পৰিছে ঘনে ঘনে

আকৌ নামকৰণ বা গণনী বা পচতি উৎসৱত জ্যোতিষী পণ্ডিত এগৰাকী বা দুগৰাকীক আমন্ত্ৰণ কৰি আনি শিশুটিৰ জাতকৰ্ম কৰে। নাম থয় ৰাশি অনুসাৰে। আয়তীসকলে পুনৰ গীত জোৰে—

একনাম থৈলা ৰাম দামোদৰ হাৰেকৃষ্ণ এ  
আৰু নাম চক্ৰপাণি অ' ৰাম, দৈৱকী নন্দন কৃষ্ণ  
গণিয়া পিতিয়া কৃষ্ণ নাম থৈলা এ, হাৰে... হে  
গাৰ্গে (ঋষি) হৃদয়ে জানি

এমাহ-দুমাহকৈ শিশুটিৰ সপ্তম মাহত ভাত মুখত দিয়া বা অন্নপ্ৰাসন উৎসৱ অনুষ্ঠিত কৰা হয়। অতিথি, আত্মীয়, বন্ধু-বান্ধৱক নিমন্ত্ৰণ জনাই শিশুটিৰ মংগলাৰ্থে সাধ্যানুসৰি এসাঁজ খুৱায়, শিশুটিকো মাংগলিক পদ্ধতিৰে ভাত মুখত দিয়ে। আয়তী আইসকলে গীত গায় এনেদৰে—

ৰাম ৰাম, সাত মাহতে, ৰাম ৰাম বাপুৰ অন্নপ্ৰাসন  
ৰাম ৰাম, আঢ়ৈ বছৰত চূড়া হে  
ৰাম ৰাম, বাৰ বছৰত, ৰাম ৰাম বাপুৰ লগুণদেনি  
ৰাম ৰাম ওঠৰ বছৰত বিয়া হে। উ...লু...লু...

লাহে লাহে এবছৰ পূৰ্ণ হ'লে জন্মদিনৰ উৎসৱো গৃহস্থই পাতে। মঠ-মন্দিৰত বা গৃহতেই আয়তীসকলক মাতি নাম গায়। ঋতু সলনি হোৱাৰ লগে লগে শিশুটিয়ে সৰু-সুৰা দুই-এটা ৰোগত ভোগে। বিশেষকৈ বসন্ত কালত আই ওলায় বা বসন্ত ৰোগ হয়। অৱশ্যে বসন্ত ওলোৱাটো আজিকালি বছৰৰ যিকোনো সময়তে দেখা যায়। আই ওলালে দেৱী শীতলা আইক প্ৰাৰ্থনা কৰিবৰ বাবে আয়তী নাম বা গোপিনী সবাহ পাতে। চোতালৰ সন্মুখত আসন পাতি ফুল-চাউল, আখৈ, চেনি, চাউলৰ গুড়ি আৰু ধূপ-দীপ জ্বলাই নৈবেদ্য প্ৰদান কৰে— শিশুটি যাতে ৰোগমুক্ত হয় সেইবাবে। আয়তীসকলক মাতি নাম ধৰে। সুললিত সুৰেৰে দেৱীক আৱাহন গীত গায়, ভক্তিসহকাৰে এনেদৰে—

(ক) আই মোৰ শীতেলী, দুখীয়াৰ পুতেলী  
দি যোৱা বুক জুৰাই এ  
(খ) দুখীয়াৰ ভঙা ঘৰে, ক'তে দিম থকা থল  
আই দয়া কৰি যোৱাহে  
(গ) বনৰ বন পুষ্প দিলো এ  
আৰু গংগাৰ পানী বা কুপৰ পানী  
তাকে লৈ তুষ্ট হোৱা আই শীতলা গোসাঁনী।

দিনৰ পিছত দিন। আহিন মাহ। শৰৎ কাল। শাৰদীয় দুৰ্গাপূজা উপলক্ষে ষষ্ঠী তিথিৰ পৰা দশমী তিথি পৰ্যন্ত আয়তী আইসকলে পূজা-পাৰ্বণ, বেদমন্ত্ৰৰ উপৰি গীত পৰিবেশন কৰে—

(ক) জগত জননী দুৰ্গা, শিৱৰ ঘৰিণী  
গণেশ জননী দুৰ্গা, অসুৰ ঘাটিনী।  
(খ) এ দুৰ্গা তাৰিণী এ, কি এ হে দুখ বিনাশিনী  
দুৰ্গতিক নাশ কৰা ভৈৰৱী ভৱানী।

শ্যামা পূজাৰ বেলিকাও নাম-কীৰ্তন কৰে—

(ক) এ কালী কৰাল বদনী, শ্যামকালী কৰাল বদনী  
লহ লহ কৰে জিহ্বা অসুৰ ঘাটিনী  
(খ) লহ জিহ্বা ঘোৰ মূৰ্তি দেখি লাগে ভয়।  
কি কৰিছা জয় দুৰ্গা হৰৰ হৃদয়হে।  
(গ) কালী কালী মহাকালী, ভদ্ৰকালী নাম  
সদাশিৱই পদৰ তলে কৰি আছে ধ্যান।

শ্ৰীশ্ৰীমনসা পূজাৰ বেলিকাও এইদৰে নাম-কীৰ্তন কৰে—

(ক) আস্তিক মুনিৰ মাতা জগত জননী  
তাৰৎকাৰ ঋষিৰ পত্নী মনসা গোসাঁনী।  
(খ) অ' দেৱী পদোমাই, অ' দেৱী পদোমাই  
মোক দয়া কৰিও যোৱাহে।

(গ) পদ্মাৱতী মহাভাগা এ ভকত বৎসলা
চতুৰ্ভুজা ত্ৰিনয়নী কিৰীটি উজলা
নাগমাতা নাগেশ্বৰী এ পতিত পাৱনী
সৰ্পভয়ে ৰক্ষা কৰে, শিৱৰ নন্দিনী।

লক্ষ্মীপূজাৰ বেলিকাও নিজ গৃহত সুন্দৰকৈ ঘট স্থাপন কৰি লক্ষ্মীস্বৰূপিণী আইৰ পূজা আৰু গীত পৰিবেশন কৰে আয়তী আইসকলে। গৃহিণীয়ে গৃহ পূজা কৰে আইৰ বন্দনা গায়।

(ক) লক্ষ্মী নাৰায়ণী, পতিত পাৱনী
তোমাৰ বৈকুণ্ঠে বাস।
শংখ-চক্ৰ ধৰি, নামিছা লক্ষ্মীআই
সমস্তে তোমাৰে দাস।
(খ) লক্ষ্মীআই আহে, ৰাইজৰে কাৰণে
কি দিয়া পূজিম আইৰ দুখানি চৰণে।
(গ) মনুষ্য কুলতে আমিও জনম লভিলো
বগা ফুল লৈ লক্ষ্মীক পূজা নকৰিলো।
(ঘ) সন্ধ্যাকালে যাৰ ঘৰে কৰে শংখধ্বনি
তাৰ ঘৰে বাস কৰে লক্ষ্মী নাৰায়ণী।
শংখধ্বনি উৰুলি ধ্বনি, একেই সমান
সেহি বাদ্য শুনি আহে লক্ষ্মী নাৰায়ণ।

কাৰ্তিক বা কাতি মাহত ঘৰে ঘৰে তুলসী পূজা কৰা হয়। চোতালৰ আগত ঢিপ সাজি তুলসী পুলি ৰুই আহিন-কাতি মাহৰ সংক্ৰান্তিৰ দিনৰ পৰা এমাহজুৰি আয়তী আইসকলে ঘৰে ঘৰে গৈ নাম-কীৰ্তন গায়—

(ক) ক'লীয়া তুলসী এ এহে ক'লা ক'লা পাত
প্ৰথমতে জন্মিলন্ত শিৱৰ মাথাত।
(খ) তুলসী তুলসী এ চকলীয়া পাত
গোপীসৰে নাম ধৰে উঠে জাত জাত।
(গ) এ কাল তুলসী এ, পাতে জলমল কৰে।
নামে জলমল গোপিনীসকলৰ
গা হালি-জালি পৰে।

ব'হাগ মাহ। নতুন বছৰ। বিষ্ণু মন্দিৰৰ সন্মুখত ছোৱালী বা আয়তী আইসকলে শ্ৰীশ্ৰীজগন্নাথ প্ৰভুৰ নাম গায়—

(ক) বাটৰে দুৱৰি মই পেলাও উভাৰি
জগন্নাথ আহিব বুলি এ
(খ) জগন্নাথ আহে, এহে ওপৰে কদম
তলে বৃন্দাবন, জগন্নাথ তাতে বহে।
(গ) জগন্নাথৰ থান থান দিনে ৰাতি হৰিৰ নাম
বৈহাগে গোপী নাম ধৰে।
(ঘ) অ' প্ৰভু জগন্নাথ এহে তুমি আছা উৰেযাপুৰত
গোপীসৰে স্তুতি কৰে, তোমাৰ চৰণত... ইত্যাদি

এইধৰণে শাস্ত্ৰজড়িত পদাৱলীসমূহ আয়তীসকলে বিভিন্ন অনুষ্ঠানত পৰিবেশন কৰে। অৱশ্যে যুগৰ পৰিবৰ্তনৰ লগে লগে আয়তী নামৰ প্ৰাচীন সুৰ, পদ্ধতিসমূহ বিলুপ্ত হোৱাৰ পথত। তথাপি পশ্চিম নলবাৰী অঞ্চলত আজি পৰ্যন্ত প্ৰাচীন পদ্ধতিসমূহ পৰম্পৰাগতভাৱে চলি আছে। আজিকালি ধৰ্মীয় অনুষ্ঠানসমূহত আয়তী নাম প্ৰতিযোগিতাও পতা হয়। ই এক শুভ লক্ষণ। প্ৰাচীনতাক ৰক্ষণাবেক্ষণ দিয়া ধৰ্মীয় ব্যৱস্থা বা কৌশল। তদুপৰি অনাতাঁৰ, দূৰদৰ্শনযোগেও আয়তীসকলে নাম পৰিবেশন কৰা এক আধুনিক ধৰ্মীয় অথচ বিজ্ঞানসন্মত অনুষ্ঠান। আমাৰ বৃহত্তৰ নলবাৰী জিলাখনৰ আশে-পাশে থকা গ্ৰামাঞ্চলত আয়তী নামৰ প্ৰচলন এতিয়াও হ্ৰাস পোৱা নাই। পশ্চিম নলবাৰী অঞ্চলত ঠাই বিশেষে এই 'আয়তী নাম'ৰ বিশেষত্ব অধিক। এই আয়তী নামে মাংগলিক অনুষ্ঠানসমূহৰ শোভাবৰ্ধন কৰাৰ উপৰি ভক্তপ্ৰাণ নামপ্ৰেমী ৰাইজলৈ যথেষ্ট পৰিমাণে অৰিহণা যোগাইছে। এই আয়তী নাম চিৰযুগমীয়া হৈ থাকক। সুন্দৰৰ পূজাৰ বাবে— সমাজৰ মংগলৰ বাবে— দেশৰ, দহৰ শান্তি প্ৰতিষ্ঠাৰ বাবে— এই আশাৰে। শুভমস্তু। ওম্ শান্তি ঃ ওম্ শান্তি ঃ।





# নলবাৰী জিলাৰ অৰ্থনৈতিক অৱস্থিতি আৰু ভৱিষ্যতৰ সম্ভাৱনা

ড° কৈলাশ শৰ্মা




অসমৰ মানচিত্ৰৰ পৰিৱৰ্তনৰ লগে লগে ইয়াৰ অন্তৰ্গত অঙ্গ-প্ৰত্যঙ্গসমূহৰো সঘনাই পৰিৱৰ্তন ঘটিছে। নলবাৰী যিধৰণে প্ৰথমতে এখন গাঁও আছিল, সময়ৰ প্ৰবাহত ই হ'লহি এখন জীৱন্ত চহৰ, সেইদৰে বৃটিছৰ দিনৰ নলবাৰী অঞ্চলটো প্ৰথমতে আছিল মাথোন এখন থানা এলেকা তাৰ লগত লগ লাগিল আৰু দুখন থানা— বৰমা আৰু তামুলপুৰ আৰু এই তিনিখন থানাৰ সংগঠিত ৰূপটো হৈ পৰিছিল এখন প্ৰশাসনীয় এলেকা, এজন সাধাৰণ বিচাৰপতিৰ (Civil Magistrate) অধীনত। তাৰ পাছত ইয়াক কেইবাটাও সাধাৰণ প্ৰশাসনীয় গোটত (civil circle) ভাগ কৰা হয়। ১৯৬৭ চনত এই সাধাৰণ প্ৰশাসনীয় গোটকেইটা লগ লগাই এটা মহকুমাৰ সৃষ্টি কৰা হয়। এই মহকুমাটোৰ লগত আৰু কেইখনমান গাঁও লগ লগাই আনহাতে আগৰ কেইখনমান গাঁও বাদ দি ১৯৮৫ চনত ইয়াক এখন জিলালৈ উন্নীত কৰা হয়। তেতিয়াৰ পৰা ২০03 চনলৈ ই এনেদৰেই আছিল। কিন্তু ইয়াৰ পাচত গোটেই ৰাজ্যখনত অসমৰ বিভিন্ন জনগোষ্ঠীয়ে নিজৰ নিজৰ জাতি-গোষ্ঠীৰ কাৰণে সুকীয়া সুকীয়া প্ৰশাসনীয় অঞ্চল বিচৰাৰ ফলত ৰাজ্যখনৰ ভিতৰত কেবাখনো স্বতন্ত্ৰ আঞ্চলিক পৰিষদ গঠন কৰা হ'ল আৰু এই প্ৰক্ৰিয়া এতিয়াও শেষ হোৱা নাই। তাৰে ভিতৰত নামনি অসমৰ সাতখন জিলাৰ পৰা নিৰ্দিষ্ট প্ৰধানতঃ বড়ো বসতিপ্ৰধান এলেকা অন্তৰ্ভুক্ত কৰি এখন সুকীয়া 'বড়োলেণ্ড' গঠন কৰা হয়। ইয়াৰ আগতে কাৰ্বি আংলং আৰু উত্তৰ কাছাৰক লৈ "Autonomous Hills District Council" বুলি এখন স্বতন্তৰীয়া পাহাৰীয়া অঞ্চলৰ বাবে সুকীয়া প্ৰশাসনীয় গোট গঠন কৰা হৈছে। বড়োলেণ্ডৰ পাচত ৰাভা হাচং পৰিষদ, তিৱা স্বায়ত্ত পৰিষদ, মিচিং স্বায়ত্ত পৰিষদ গঠন কৰি দিয়া হয়। ইয়াৰ ফলত পূৰ্বৰ জিলাসমূহৰ অবয়ব সলনি ঘটিল। বড়োলেণ্ড টেৰিটৰিয়েল অট'নমাছ ডিষ্ট্ৰি" (বি টি এ ডি) এলেকাক চাৰিটা জিলা প্ৰশাসনীয় গোট হিচাপে গঠন কৰি তেওঁলোকৰ জিলা পৰিষদসমূহলৈ চৌবিশটা (হাগ্ৰামা বসুমতাৰীৰ মতে চল্লিছটা) প্ৰশাসনীয় বিভাগ হস্তান্তৰ কৰা হয়। এই চাৰিটা প্ৰশাসনীয় ভাগ হ'ল ঃ কোকৰাঝাৰ, চিৰাং, বাক্সা আৰু ওদালগুৰি। পূৰ্বৰ নলবাৰী আৰু বৰপেটা জিলাখনৰ পৰা অৰ্ধ সংখ্যাধিক বড়ো জনবসতিপূৰ্ণ গাঁও অন্তৰ্ভুক্ত কৰি বাক্সা জিলাখন গঠন কৰা হয়। নলবাৰী জিলাৰ সম্পূৰ্ণ উত্তৰ ভাগ যাক আগতে আমি উত্তৰ নলবাৰী বুলি অভিহিত কৰিছিলো সেই গোটেই খণ্ডটোৱে হ'ল বৰ্তমানৰ বড়োলেণ্ডৰ বাক্সা জিলা। পূৰ্বতে এই খণ্ড ঠাই পাঁচখন বাস্কা মৌজা মধ্যম বাস্কা, পশ্চিম বাস্কা, দক্ষিণ বাস্কা, উত্তৰ বাস্কা, পূব বাস্কা মৌজা, নমাটি (কিয়দংশ) মৌজা আৰু ডাকেলী মৌজা হিচাপে জনাজাত আছিল। বৃটিছৰ লগত আইন-শৃংখলা আৰু নিজৰ প্ৰা''ন্য

অটুট ৰাখিবলৈ এই গোটেইছোৱা অঞ্চল বৰমা আৰু তামুলপুৰ থানাৰ অন্তৰ্গত কৰা হৈছিল। সেই অঞ্চলসমূহ টিহু (কিয়দংশ), বাগানপাৰা, বৰমা, বাস্কা, তামুলপুৰ প্ৰশাসনীয় ৰাজহচক্ৰৰ অধীনত আছিল। অৰ্থনৈতিক উন্নয়নৰ কাৰণে এই অঞ্চলটোকে টিহু বৰমা উন্নয়ন খণ্ড, বাস্কা উন্নয়ন খণ্ড, তামুলপুৰ আৰু নাগ্ৰীজুলি উন্নয়ন খণ্ডৰ অন্তৰ্গত কৰি ৰখা হয়।

সেই হেতুকে নলবাৰী জিলাখন এতিয়া দ্বিখণ্ডিত হ'ল প্ৰধান ভাগ হ'ল। নলবাৰী জিলাখন য'ত এতিয়া ৪৮১ খন গাঁও অন্তৰ্ভুক্ত হৈ আছে আৰু বাকী অংশটো হ'ল বড়োলেণ্ডৰ অন্তৰ্গত বাক্সা বড়োলেণ্ড টেৰিটৰীয়েল এড্‌মিনিষ্ট্ৰেটিভ ডিষ্ট্ৰি" বা বাক্সা বি.টি.এ.ডি. জিলাৰ অৰ্ধাংশ। এই জিলাখনত এতিয়া পূৰ্বৰ নলবাৰী জিলাৰ ৩৫৮ খন গাঁও অন্তৰ্ভুক্ত কৰা হৈছে। সেয়ে মুঠ ৮৩৯ খন গাঁৱৰ ৪২.৭ শতাংশ আছে বাক্সা (বাগ্‌ছা) জিলাৰ ভিতৰত আৰু পূৰ্বৰ নলবাৰী জিলাত আছে বাকী ৫৭.৩ শতাংশ গাঁও। গোটেই জিলাখনত এতিয়া ২৪ টা মৌজা, ১২ টা উন্নয়নখণ্ড, ১১ খন ৰাজহ চক্ৰ, ৯ খন আৰক্ষী থানা আৰু ১১ টা আৰক্ষী চকী আছে। জিলাখনত তৃণমূল পৰ্যায়ত গণতন্ত্ৰ প্ৰতিষ্ঠা হোৱা বুলি ক'ব পাৰি। বৰ্তমান অৱস্থাত এই জিলাখনত ১১০ খন গাঁও পঞ্চায়ত, ১২ খন আঞ্চলিক পঞ্চায়ত, এখন পৌৰসভা আৰু এখন নগৰ সমিতি আছে। জিলাখনত মুঠতে এটাহে (আগৰ আকাৰত) মহকুমা আছে আৰু বৰ্তমান ৰূপত জিলা দুখন আৰু মহকুমা ৩ টা— নলবাৰী, মুছলপুৰ আৰু তামুলপুৰ। ইয়াৰে মুছলপুৰ আৰু তামুলপুৰ বাক্সা জিলাৰ অন্তৰ্গত। জিলাখনত নলবাৰী, ধৰ্মপুৰ, বৰক্ষেত্ৰী, বৰমা, তামুলপুৰ— এই পাঁচটা সম্পূৰ্ণ বিধানসভা সমষ্টি, চাপাগুৰি বিধানসভা সমষ্টিৰ অধিকাংশ নলবাৰী জিলাৰ বাস্কা উন্নয়ন খণ্ডৰ অন্তৰ্গত আৰু বাকীখিনি হ'ল পূৰ্বৰ বৰপেটা জিলাৰ বৰ্তমানৰ বাক্সা জিলাৰ অন্তৰ্গত। আনহাতে জিলাখনৰ টিহু নগৰ সমিতি আৰু মৌজাখন বৰপেটা জিলাৰ পাটাছাৰকুছি সমষ্টিৰ অন্তৰ্গত। আনহাতে নলবাৰী আৰু বাক্সা জিলাত এটাও সুকীয়া লোকসভা সমষ্টি নাই; তাৰ সলনি গোটেই জিলা দুখনত চাৰিটা লোকসভা সমষ্টিৰ অন্তৰ্ভুক্ত হৈছে— সেই কেইটা হ'ল— মঙ্গলদৈ, গুৱাহাটী, কোকৰাঝাৰ আৰু বৰপেটা। নলবাৰী বিধানসভা সমষ্টি মঙ্গলদৈত, বৰক্ষেত্ৰী সমষ্টি গুৱাহাটীত, ধৰ্মপুৰ আৰু পাটাছাৰকুছি সমষ্টি হ'ল বৰপেটা সমষ্টিত আৰু তামুলপুৰ, বৰমা আৰু চাপাগুৰি সমষ্টি কোকৰাঝাৰ লোকসভা সমষ্টিৰ অন্তৰ্ভুক্ত। এইদৰে গোটেই জিলাখনৰ সম্পূৰ্ণ দায়িত্ব বহন কৰা কোনো সাংসদ নথকাত কেন্দ্ৰীয় চৰকাৰৰ দৃষ্টিগোচৰ কৰিবলৈ আমাৰ নিজাকৈ এজন সাংসদ নাই, কোনোজনেই জিলাখনৰ উন্নয়নত গুৰুত্ব দিয়া দেখা নাযায়। মাথোন আমাৰ জিলাখনৰ প্ৰতি আমি চকু দিয়া প্ৰাক্তন সাংসদ স্বৰ্গীয় তাৰাপ্ৰসাদ মজুমদাৰকহে দেখা পাইছিলো।

গোটেই জিলাখনৰ মাটিকালি হ'ল ২২৫৭ বৰ্গ কিলোমিটাৰ বা ২২৫৭০০ হে'ৰ। ইয়াৰে প্ৰায় দুই-তৃতীয়াংশ অঞ্চল বাক্সা জিলাৰ ভিতৰত, বাকীখিনি নলবাৰী জিলাত।

নলবাৰী জিলাৰ বৰ্তমান জনসংখ্যা হ'ল (২০০১ চনৰ লোকপিয়ল অনুসৰি) ১১,৩৮,১৮৪। ইয়াৰে ভিতৰত পুৰুষ হ'ল ৫,৮৭,৬৬৮ জন আৰু ৫,৫০,৪১৬ গৰাকী নাৰী। এই হিচাপে শিক্ষানুপাত হ'ল ১০০০ : ৯৩৭। অনুসূচিত জনজাতিৰ লোকৰ সংখ্যা হ'ল ১৭৯৬৪১ আৰু অনুসূচিত জাতিৰ লোকৰ সংখ্যা হ'ল ৯৪৯৫৯। জিলাখনত শিক্ষিত লোকৰ হাৰ ৬৮.০৮ শতাংশ (স্কুললৈ নোযোৱা ল'ৰা-ছোৱালীক বাদ দি), তাৰে ভিতৰত পুৰুষৰ শিক্ষিত হাৰ ৭৭.১২% আৰু নাৰীৰ মাত্ৰ ৫৮.৩৯%। জিলাখনৰ নগৰীয়া লোকৰ সংখ্যা বৰ কম। নগৰ মাথোন দুখন— নলবাৰী আৰু টিহু। দুয়োখন সৰু চহৰ— নলবাৰীৰ এখন পৌৰসভা আছে আৰু টিহুত আছে নগৰ সমিতি। নলবাৰীৰ জনসংখ্যা ২৩১৭৭ আৰু টিহুৰ জনসংখ্যা ৪৩০১। অৱশ্যে নগৰ দুখনলৈ ওচৰ-পাঁজৰৰ ঘন জনবসতি থকা ডাঙৰ গাঁওবোৰৰ পৰা চাকৰি কৰিবলৈ, বেপাৰ-বণিজ কৰিবলৈ আৰু চিকিৎসা সাহায্য বিচাৰি ক্ৰেতা হিচাপে ইয়াতকৈও অধিক জনসংখ্যা দিনৰ ভাগত আহে। সেই কাৰণে বিশেষকৈ নলবাৰীত দিনৰ ভাগত নগৰীয়া সা-সুবিধালৈ চাই বহু বেছি মানুহৰ সমাগম দেখা যায়। সেয়ে নগৰীয়া লোক যদিও মুঠ জনসংখ্যাৰ মাত্ৰ ২.৪১ শতাংশ তথাপি ওচৰৰ অৰ্ধচহৰীয়া অঞ্চলসমূহো নগৰৰ বাসিন্দাৰ সুবিধাই ভোগ কৰে। ইয়াৰ উপৰি জিলাখনত ১৮/১৯ টা মান বিকাশ কেন্দ্ৰ আছে। বৰমা, মুছলপুৰ, ধমধমা, চামতা, মুকালমুৱা, মৰোৱা, ঘগ্ৰাপাৰ, বৰভাগ, কালাগ, তামুলপুৰ, কুমাৰীকাটা, বিজুলীঘাট, বেলশৰ, শোলমাৰা, কমাৰকুছি, দৰঙা, ডুমনী, টিহুৰ চ'ক, বৰ্ণিবাৰী, জাগাৰা আদি গাঁও আৰু গাঁৱৰ যোগাত্মক সংহতিয়ে এনেবোৰ ঠাই বিকাশ কেন্দ্ৰলৈ ৰূপান্তৰিত হৈ পৰিছে আৰু আমি বিশ্বাস কৰো লোকপিয়ল সঞ্চালকালয়ে বা অসম চৰকাৰে এইবোৰ ঠাই স্তৰে স্তৰে নগৰ-চহৰলৈ ৰূপান্তৰিত কৰি ল'ব। এইবোৰ ঠাইত ইতিমধ্যে দৈনিক বজাৰ, ডাকঘৰ, তাঁৰঘৰ, কম্পিউটাৰ কেন্দ্ৰ, বাণিজ্যিক বেংক, ৰাজহুৱা অফিচ, আদালত আদি স্থাপিত হৈছে। যানবাহন, পৰিবহণ আদিৰ কাৰণে বহু ঠাইতে পেট্ৰ'ল পাম্প, বিভিন্ন ধৰণৰ যানবাহন, চলাচলৰ ব্যৱস্থা হৈ পৰিছে। এইবোৰ ঠাইৰ অধিকাংশ লোকেই এতিয়া কৃষি কৰ্মৰ সলনি বেপাৰ-বণিজ, যানবাহন চলাচল, সৰুসুৰা উদ্যোগ আদি প্ৰতিষ্ঠা কৰিবলৈ লৈছে।

নলবাৰী জিলাখন আকাৰত সৰু; বাক্সা জিলা ফাটি যোৱাৰ ফলত আকাৰত ই আৰু সৰু হৈ পৰিল। আগৰ হিচাপত জিলাখনৰ মাটিকালি ৰাজ্যখন ২.৮৮ শতাংশ মাথোন। আনহাতে ইয়াৰ ২০০১ চনৰ জনসংখ্যা হিচাপত ই অসমৰ জনসংখ্যাৰ ৪.৫৩ শতাংশ। ইয়াত প্ৰতি বৰ্গ কিলোমিটাৰত জনসংখ্যাৰ ঘনত্ব ৫০৪.২৯। ১৯৭১ চনত ইয়াৰ জনসংখ্যা আছিল ৬,৯৯,৮১৪; ১৯৯১ চনত এই সংখ্যা হয়গৈ ১০ লাখ ১৩ হাজাৰ আৰু ২০০১ চনত ১১ লাখ ৩৮ হাজাৰ। ১৯৭১-৯১ টনৰ ভিতৰত জনসংখ্যাৰ বৃদ্ধিৰ হাৰ ২.৪৬ শতাংশ আৰু ১৯৯১-২০০১ চনৰ ভিতৰত এই হাৰ হয় মাত্ৰ ১.২৩ শতাংশ। এই বৃদ্ধিৰ হাৰ তুলনামূলকভাৱে সঁচাই সন্তোষজনক। এই হিচাপত ১৯৯১ চনত জনসংখ্যাৰ ঘনত্ব আছিল ৪৪৮.৮৩। অৰ্থাৎ এটা দশকত ঘনত্ব বৃদ্ধি হ'ল ৫৫.৪৬। ১৯৭১ চনত এই ঘনত্বৰ পৰিমাণ আছিল ৩৯০.০৬ অৰ্থাৎ বিশ বছৰত ঘনত্ব বৃদ্ধি হৈছিল ৫৮.৭৭।

নলবাৰী জিলাখনত বিভিন্ন জনগোষ্ঠী আছে। আৰ্য বংশোদ্ভৱ, মঙ্গোলীয়, অষ্ট্ৰিক আনকি দ্ৰাবিড়িয়ান। এই জনগোষ্ঠীয় লোকৰ সৰহ সংখ্যক হ'ল আৰ্য বংশোদ্ভৱ। মধ্য



নলবাৰীৰ প্ৰায় সকলো লোকেই এই শ্ৰেণীৰ অন্তৰ্গত। উত্তৰ নলবাৰী— যিটো ভাগ এতিয়া বাক্সা জিলাৰ অন্তৰ্গত তাৰ বাসিন্দাসকল বিভিন্ন জনগোষ্ঠীয়— মঙ্গোলয়ড, অষ্ট্ৰিক, আৰ্যবংশীয়। বড়ো, বড়ো-কছাৰী, ৰাভা, শৰণীয়া, মেধি বা মদাহি, দেউৰী, সোণোৱাল কছাৰী, লালুং বা তিৱা, মেছ, মিৰি আদি মঙ্গোলয়ড। বামুণ, কলিতা, কেওট, কায়স্থ, কোচ ৰাজবংশী, সোণাৰি, নাপিত, মালাকৰ, মালী, দোম-চৰাল, মাৰোৱাৰী, পাঞ্জাবী আদি আৰ্যবংশীয়। অসমীয়া মুছলমান খিনিও আৰ্যবংশীয়, ন-অসমীয়া মুছলমানৰ কিয়দংশ, মেহ্‌টৰ, মুচী হৰিজন আদি দ্ৰাবিড়িয়ান বুলি ধৰা হয় (?)। এইসকল লোকৰ বংশ-গোষ্ঠী বহুতৰে এতিয়া গৱেষণাৰ বিষয়বস্তু হৈ পৰিছে। জিলাখনৰ দক্ষিণাঞ্চল প্ৰধানতঃ চৰ অঞ্চলৰ বাসিন্দাসকল ন-অসমীয়া আৰু তেওঁলোক বৰ্তমানৰ বাংলাদেশৰ পৰা বিভিন্ন সময়ত ইয়ালৈ প্ৰব্ৰজন কৰি আহিছে। এই সকলো লোককে এতিয়া পাঁচটা ৰাজনৈতিক-সামাজিকভাৱে বিভক্ত কৰা হৈছে— সেই কেইটা হ'ল অনুসূচিত জনজাতি, অনুসূচিত জাতি, অন্যান্য পিছপৰা শ্ৰেণী, অধিক অক্ষম পিছপৰা শ্ৰেণী আৰু সাধাৰণ শ্ৰেণী (S.T., S.C., O.B.C., M.O.B.C. and general class)। জিলাখনৰ ২০০১ চনৰ লোকপিয়ল অনুসৰি অনুসূচিত জনজাতি লোকৰ সংখ্যা ১৭.৬৭ শতাংশ, অনুসূচিত জাতিৰ সংখ্যা ৮.৭৮ শতাংশ। অন্যান্য পিছপৰা আৰু অধিক অন্যান্য পিছপৰা লোকৰ তেনেদৰে লোকপিয়লত বেলেগে গণনা কৰা নহয়।

ধৰ্মৰ ভিত্তিত নলবাৰী জিলাৰ মানুহখিনিকো ভাগ কৰিব পাৰি। জিলাখনত হিন্দু ধৰ্মীয় লোকৰ সংখ্যাই অধিক— কিন্তু যোৱা ১৯৭১ চনৰ লোকপিয়লত তেওঁলোকৰ সংখ্যা যিমান আছিল ২০০১ চনৰ লোকপিয়লত তেওঁলোকৰ সংখ্যা সামান্যভাৱে হ্ৰাস পাইছে। ১৯৭১ চনত হিন্দু লোকৰ সংখ্যা ৮৩.৭১ শতাংশ, ১৯৯১ চনত এই সংখ্যা হৈছিলগৈ ৭৭.৪৮ শতাংশ। এই সময়ছোৱাত মুছলমান লোকৰ সংখ্যা ১৫.৩৯ শতাংশৰ পৰা ১৯.১৪ শতাংশলৈ বৃদ্ধি পাইছে। আমি লক্ষ্য কৰিছো খৃষ্টান ধৰ্মৰ নিচিনাকৈ মুছলমানসকলৰ মাজত ধৰ্মান্তৰ কৰা প্ৰক্ৰিয়া মুঠেই জোৰদাৰ নহয়— সেয়েহে এই বৃদ্ধিৰ হাৰ বাংলাদেশৰ পৰা হোৱা প্ৰব্ৰজনৰ কাৰণে আৰু স্বাভাৱিক জনসংখ্যা বৃদ্ধিৰ কাৰণে হৈছে। আনহাতে খৃষ্টান ধৰ্মীয় লোকৰ সংখ্যাও এই সময়ছোৱাত তুলনামূলকভাৱে বেছিকৈ বাঢ়িছে। এই বৃদ্ধিৰ হাৰৰ মূলতে আছে এই জিলাখনত থকা অনুসূচিত জনজাতিসকলৰ এক বুজনসংখ্যকক খৃষ্টান ধৰ্মলৈ ধৰ্মান্তৰ কৰা। এনে ধৰ্মান্তৰ কৰা প্ৰক্ৰিয়াটো মূলত হৈছে তেওঁলোকক খৃষ্টান মিছনাৰীসকলে বেছি আৰ্থিক সা-সুবিধা আগবঢ়োৱা, চিকিৎসা সেৱা আৰু পঢ়া-শুনাৰ সুযোগ বৃদ্ধি কৰি দিয়া কাৰণে। এনে ধৰ্মীয় লোকৰ মাজত থকা সংখ্যাগত ভাৰসাম্যতা যেতিয়া বিনষ্ট হয় তেতিয়া ইয়ে সমাজৰ অৰ্থনৈতিক, সামাজিক, ৰাজনৈতিক আৰু বহুসময়ত সাংস্কৃতিক ভাৰসাম্যতা বিনষ্ট কৰাৰ সম্ভাৱনা বেছি প্ৰকট হৈ উঠে; কেতিয়াবা ইয়াৰ ফলত সামাজিক সংঘাতৰো সৃষ্টি হয়।

জিলাখনত ০-৬ বছৰৰ ভিতৰত শিশুৰ মুঠ জনসংখ্যা হ'ল ১,৬১,৬১৬ আৰু মুঠ জনসংখ্যাৰ ১৪.২ শতাংশ। আনহাতেদি এই শ্ৰেণীৰ পুৰুষ শিশুৰ সংখ্যাৰ হাৰ মুঠ পুৰুষৰ হাৰতকৈ যৎকিঞ্চিত কম ১৪.০২% আৰু স্ত্ৰী শিশুৰ এই হাৰ তুলনামূলকভাৱে বেছি ১৪.৩৯ শতাংশ। এই শতাংশ হাৰৰ তাৰতম্যই ভৱিষ্যতে পুৰুষ আৰু মহিলাৰ মাজৰ বৰ্তমানৰ ভাৰসাম্য ব্যৱস্থাৰ পৰিৱৰ্তন ঘটাব।

উন্নত অঞ্চলৰ দৰে নলবাৰী জিলাখনৰ শিক্ষিতৰ হাৰ বৰ আশাপ্ৰদ নহয়। ২০০১ চনত ০-৬ বছৰৰ ল'ৰা-ছোৱালীখিনিক বাদ দি মুঠ জনসংখ্যাৰ ৬৭.৬৭ শতাংশ লোক শিক্ষিত, তাৰে ভিতৰত পুৰুষৰ এই হাৰ ৭৭.১২ শতাংশ আৰু মহিলাৰ এই হাৰ মাথোন ৫৮.৩৯ শতাংশ। কিন্তু এই শিক্ষিত লোকৰ হাৰ জিলাখনৰ সকলো অঞ্চলতে একে সমানে নহয়। মধ্য নলবাৰী খণ্ডত এই শিক্ষিতৰ হাৰ প্ৰায় পূৰ্ণ শতাংশৰ ওচৰা-উচৰি; কিন্তু উত্তৰাঞ্চল বৰ্তমানৰ বড়োলেণ্ডৰ বাক্সা জিলাত এই হাৰ তুলনামূলকভাৱে কম। কিন্তু এটা সমীক্ষাত দেখা গৈছে যে এই হাৰ দ্ৰুতগতিত বৃদ্ধি হ'ব ধৰিছে। কিন্তু দক্ষিণ নলবাৰী, প্ৰধানতঃ চৰ অঞ্চলত আৰু ন-অসমীয়া বসতিপ্ৰধান অঞ্চলত এই শিক্ষিত লোকৰ হাৰ তুলনামূলকভাৱে বহুত কম। তদুপৰি শিক্ষাৰ ক্ষেত্ৰত এটা বৰ পৰিতাপৰ বিষয় যে শিক্ষাত যি বিভিন্ন কৰণ, বিশেষকৈ কাৰিকৰী শিক্ষা, চিকিৎসা বিজ্ঞান, কম্পিউটাৰ ইঞ্জিনীয়াৰিং, আধুনিক ধৰণৰ পৰিচালনা বিজ্ঞান এই বিষয়বোৰত উচ্চশিক্ষিত লোকৰ সংখ্যা জিলাখনত যথেষ্ট কম। জিলাখনত সাধাৰণ শিক্ষা যেনে কলা, বিজ্ঞান, বাণিজ্য, কলা-সংস্কৃতি বিষয়ক যথেষ্ট সংখ্যক শিক্ষানুষ্ঠান আছে। কিন্তু এখন আই টি আই অনুষ্ঠানকে বাদ দি কোনোধৰণৰ বৃত্তিমুখী উচ্চ শিক্ষা প্ৰতিষ্ঠান এটাও জিলাখনত নাই। গুৱাহাটীখন ওচৰতে হোৱা কাৰণেও চৰকাৰে এনে প্ৰতিষ্ঠান নলবাৰীত স্থাপন কৰিব নোখোজে।

জিলাখনত নিয়োগ বিনিময় কেন্দ্ৰত পঞ্জীভুক্ত কৰা নিবনুৱা লোকৰ সংখ্যা মুঠতে ৮৮০০৪ (৩১/০৮/২০০৫লৈ), এই নিবনুৱা লোক সকলোখিনিয়ে শিক্ষিত। তাৰে পুৰুষৰ সংখ্যা ৭৬,২৩৮, নাৰীৰ সংখ্যা ১১৭৬৬। জিলাখনত ২০০১ চনৰ পিয়ল অনুসৰি শিক্ষিত লোকৰ সংখ্যা ৬৬৪৮৮৬। তাৰে পুৰুষৰ সংখ্যা ৩৮৯৬৮৬ আৰু নাৰীৰ সংখ্যা ২৭৫২০০। সেয়ে এই হিচাপত নাৰীৰ সংখ্যা মুঠ শিক্ষিত সংখ্যাৰ ৪১.৩৯ শতাংশ আৰু পুৰুষৰ সংখ্যা ৫৮.৬১ শতাংশ। ইয়াৰ পৰা দেখা যায় যে সকলো শিক্ষিত লোকেই নিয়োগ বিনিময় কেন্দ্ৰত পঞ্জীয়নভুক্ত হোৱা নাই। অৱশ্যে এই শিক্ষিতখিনিৰ কিছুসংখ্যক ইতিমধ্যে নিয়োজিত হৈ আছে। আনহাতেদি এইটোও সঁচা যে নিয়োগ বিনিময় কেন্দ্ৰত পঞ্জীয়নভুক্ত কৰা সকলো লোকেই নিবনুৱা নহয়। কিয়নো এই নিবনুৱাসকলৰ সামান্য কিছুসংখ্যক হ'লেও গাইগুটীয়া খণ্ডত নিযুক্ত হৈ থাকিব পাৰে। কিছুমান হয়তো নিম্ন খাপতো নিযুক্ত হৈ থাকিব পাৰে। আনহাতেদি যিসকল অশিক্ষিত তেওঁলোকৰো এক বুজনসংখ্যক লোক এতিয়া নিবনুৱা। কৃষি কৰ্মত আৰু কুটীৰ শিল্পত জড়িত প্ৰায়ভাগ লোকেই অশিক্ষিত। এই ক্ষেত্ৰত আন এটা কথা ক'বলৈ মন গৈছে। আমাৰ কৃষকসকলৰ বুজন সংখ্যক লোকেই বয়সস্থ। আমাৰ নতুন প্ৰজন্মৰ লোকসকলৰ কৃষি কৰ্মৰ প্ৰতি অনীহা। শিক্ষিত লোকৰ অতি সামান্য এটা অংশইহে কৃষিত লাগে; বাকীখিনি সামান্য পিয়ন হ'লেও এটা চৰকাৰী চাকৰি বিচাৰি বেকাৰ হৈ থাকিব, তথাপি কৃষি কৰ্ম বা হস্তশিল্পত

নালাগে। আমাৰ নতুন প্ৰজন্মৰ এই মানসিকতা সঁচাই এক চিন্তনীয় বিষয়। ই আমাৰ কৰ্মবিমুখিতাৰ এক বাহ্যিক প্ৰকাশ। যেতিয়ালৈকে আমাৰ এই পৰিস্থিতিৰ পৰিৱৰ্তন নহয়, তেতিয়ালৈকে বৰ্তমানৰ পিচপৰা অৱস্থাৰ অৱসান নঘটে।

এই প্ৰসঙ্গতে জিলাখনত হস্ততাঁত আৰু ৰেচম উদ্যোগৰ কথা অলপ উল্লেখ কৰা প্ৰয়োজন। এটা সময় আছিল যেতিয়া প্ৰতিঘৰ অসমীয়া ঘৰতে একোখন হাতশাল বা তাঁতশাল আছিল। আজিও গ্ৰাম্যাঞ্চলত এনে ধৰণৰ হাতশাল আৰু তাঁতশাল দেখিবলৈ পোৱা যায়। প্ৰতিজন অসমীয়া ছোৱালী বা তিৰোতাই কাপোৰ বুই নিজৰ আৰু লগত পৰিয়ালৰ একাংশ লোকৰ কাপোৰৰ অভাৱ পূৰণ কৰিব পাৰিছিল। এতিয়া জনসংখ্যা বৃদ্ধিৰ লগে লগে সমানুপাতিক হাৰত উদ্যোগত উৎপাদন বৃদ্ধি হোৱা নাই। ফলত বেছিভাগ ক্ষেত্ৰতে যন্ত্ৰ উদ্যোগৰ উৎপাদন ব্যৱহাৰ বৃদ্ধি পাইছে। গতিকে এই খণ্ডটোত উৎপাদন বৃদ্ধি কৰাৰ থল আছে। তাৰ উপৰি আগতে প্ৰতিঘৰ মানুহেই এৰী কাপোৰ বব পাৰিছিল। এৰী গছৰ খেতিও যথেষ্ট পৰিমাণে কৰিছিল। এতিয়া ইয়াৰ খেতিও কমিলে আৰু এৰী কাপোৰ বোৱাটোও হ্ৰাস পালে। উলৰ কাপোৰ আৰু উলৰ ছুৱেটাৰৰ ব্যৱহাৰ বৃদ্ধিৰ ফলত এৰী কাপোৰৰ ব্যৱহাৰ কম হোৱা দেখা গৈছে। তথাপিতো জিলাখনৰ হস্ততাঁত উদ্যোগ আৰু ৰেচম উদ্যোগৰ বাবে সীমিত পৰিমাণৰ চৰকাৰী সাহায্য অনুদান আগবঢ়োৱা হৈ আছে (ইয়াৰ ফলত কিছুসংখ্যক লোকৰ কৰ্মসংস্থান লাভ হৈছে)।

নলবাৰী জিলাখনত বহুকেইটা আত্মসহায়ক গোটে উন্নয়নৰ ক্ষেত্ৰত ভালেখিনি কাম কৰি আছে। কিন্তু এই ক্ষেত্ৰত সক্ৰিয় এনে এন.জি.অ'.ৰ সংখ্যা বৰ কম।

জিলাখনৰ শিক্ষিত নিবনুৱাসকলৰ ভিতৰত আগুৱাৰ মেট্ৰিক লোকৰ সংখ্যা যথেষ্ট সংখ্যক হ'ব, অন্ততঃ এক তৃতীয়াংশৰ কম নহ'ব। সেই হিচাপে মেট্ৰিক পাছ কৰা আৰু তাৰ ওপৰৰ শিক্ষিত লোকৰ সংখ্যা ৪৪৩২৫৭ আৰু এই প্ৰাপ্ত তথ্যৰ ভিত্তিত নিবনুৱা লোকৰ শতাংশ হাৰ হ'ল ১৯.৮৫। আন কথাত ক'বলৈ হ'লে মুঠ মেট্ৰিকতকৈ ওপৰৰ শিক্ষিতসকলৰ প্ৰতি ৪ জনে এজনকৈ নিবনুৱাক পোহপাল দিব লগা হয়। সেইদৰে পুৰুষৰ ভিতৰত এই সংখ্যা হ'ব ২৫৯৭৯১। তাৰে ভিতৰত নিবনুৱা পুৰুষৰ সংখ্যা হ'ল ৭৬২৩৮। গতিকে নিবনুৱা লোকৰ শতকৰা হাৰ হ'ব ২৯.৩৪ শতাংশ। এই সংখ্যাটো সঁচাই বৰ চিন্তনীয়। প্ৰতি দহজনৰ ভিতৰত তিনিজনেই নিবনুৱা। সেইদৰে নাৰীৰ ভিতৰত মেট্ৰিক পাছ শিক্ষিত লোক জিলাখনত মুঠ ১৮৩৪৬৭ গৰাকী; তাৰে নিবনুৱা মহিলা হ'ল ১১৭৬৬ গৰাকী। সেয়ে এই শিক্ষিত মহিলাৰ হাৰ হ'ব মাত্ৰ ৬.৪১ শতাংশ। মহিলাৰ ভিতৰত তুলনামূলকভাৱে নিবনুৱাৰ সংখ্যা যথেষ্ট কম; কিন্তু যিহেতু মহিলাৰ ভিতৰত শিক্ষিত মহিলা যথেষ্ট কম সেয়ে এই নিবনুৱাখিনিয়েও নাৰী শিক্ষাৰ প্ৰতি থকা ধাউতিৰ অন্তৰায়ৰ সৃষ্টি কৰিব।

জিলাখনৰ বৰ্তমানৰ অৱস্থালৈ চাই প্ৰাকৃতিক সম্পদৰ ক্ষেত্ৰত তেনেই পিছপৰা। এতিয়ালৈকে কোনো ধৰণৰ খনিজ দ্ৰব্যৰ সন্ধান জিলাখনত পোৱা হোৱা নাই। ১৯৭০-৭১ চনত অসমৰ খনিজ সম্পদ বিভাগে সমীক্ষা চলাই সুৱণখাটা অঞ্চলত ভূটান পাহাৰৰ নামনিত এটা fullar's earth ৰ তৰপ পোৱা বুলি জনা গৈছিল। কিন্তু ইয়াৰ পৰিমাণ যথেষ্ট কম হোৱা কাৰণে অৰ্থনৈতিকভাৱে কাৰ্যকৰী কৰিব পৰা নগ'ল। সেইদৰে এই অঞ্চলতে এটা উন্নতমানৰ কয়লাৰ খনিৰ সন্ধান পোৱা বুলিও কাগজত ওলাইছিল কিন্তু সেয়াও আজিলৈ উদ্‌ঘাটন কৰিব পৰা নহ'ল।

বনজ সম্পদত জিলাখন সিমান উন্নত নহ'লেও তেনেই নিশকতীয়া নাছিল। কিন্তু যোৱা প্ৰায় দুই দশক ধৰি চলা বড়ো আন্দোলনত উত্তৰ কামৰূপৰ চহকী বনাঞ্চল সম্পূৰ্ণ ধ্বংসপ্ৰাপ্ত হয়। সেয়ে এতিয়া বনজ সম্পদতো জিলাখন তেনেই দুখীয়া। জলজ সম্পদৰ ক্ষেত্ৰতো জিলাখন বৰ চহকী নহয়। একমাত্ৰ পাগলাদিয়া নদীখনৰ উৎসতে জলবিদ্যুৎ উৎপাদনৰ সম্ভাব্য অধিক আছে। আৰু সেই অৰ্থে পাগলাদিয়া বান্ধ প্ৰকল্পটো কেন্দ্ৰীয় চৰকাৰে হাতত লৈছিল। কিন্তু সেই প্ৰকল্প কাৰ্যকৰী কৰিলে যিহেতু বহুত স্থায়ী বাসিন্দা উদ্বাস্তু হৈ পৰি পৰিব সেয়ে তাক কাৰ্যকৰী কৰিবলৈ এতিয়াও জনসাধাৰণে প্ৰতিবন্ধকতা দি আছে। তথাপি পুনৰ সংস্থাপনৰ ব্যৱস্থাৰ জৰিয়তে সমস্যাটো সমাধান হ'ব বুলি আশা কৰা হৈছে। তেতিয়াহ'লে প্ৰকল্পটোৱে বহু হাজাৰ হে'ৰ মাটিত জলসিঞ্চন ব্যৱস্থা কৰাৰ উপৰি মীনপালন, জলবিদ্যুৎ উৎপাদন, জল পৰিবহন, বাণিজ্য ইত্যাদি ক্ষেত্ৰত সেই অঞ্চলৰ মানুহে প্ৰভূতভাৱে উপকৃত হ'ব পাৰিব। এই প্ৰকল্পই নলবাৰী জিলাখনৰ বছৰেকীয়া যি বৃহৎ বানপানীৰ সমস্যা তাৰো বহু পৰিমাণে উপশম ঘটাব।

এই ক্ষেত্ৰত আমি মনত ৰাখিব লাগিব যে এই প্ৰকল্পটোৰ পৰা অধুনা প্ৰশাসনিকভাৱে সংগঠিত বাক্‌সা জিলাহে উপকৃত হ'ব, প্ৰকৃতাৰ্থত নলবাৰী জিলাখন তেনেদৰে নহয়। তথাপি, যিহেতু নলবাৰী জিলাখনৰ মাজেৰে পাগলাদিয়া নদীখন বৈ গৈছে গতিকে এই প্ৰকল্পটোৱে প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে ইয়াক কিছু উপকৃত কৰিব।

নলবাৰী জিলাখনৰ সেয়ে প্ৰধান সম্পদ হ'ল ইয়াৰ অন্তৰ্গত সাৰুৱা ভূমিভাগ আৰু ইয়াৰে উৎপাদিত বাঁহ-বেত, গছ-গছনি, বিভিন্ন শস্যাদি আৰু ফলমূলৰ বাগিচা। সেইবোৰত চাপ পৰাকৈ মোডেল আৰু টেক্‌চাৰৰ পৰিৱৰ্তন সাধন কৰিব নোৱাৰিলে হয়তো সেইবোৰৰ চাহিদা সময়ত হ্ৰাস পাব আৰু উদ্যোগবোৰৰ সহন ক্ষমতা কমিব। এই ক্ষেত্ৰত কিছু গৱেষণা আৰু অন্বেষণৰ আৱশ্যক হ'ব।

মীন উদ্যোগৰ ক্ষেত্ৰতো কিছু কৰিবৰ থল আছে। জিলাখনৰ ভিতৰেদি বৈ যোৱা নৈবোৰ সাধাৰণতে তৰাং হোৱা বাবে মীন পালনৰ বাবে বৰ বেছি উপযোগী নহয়। আনহাতেদি জিলাখনৰ জনবসতিৰ ঘনত্ব বেছি হোৱা বাবে পুখুৰী খান্দি মীন পালনৰ কিবা এটা বিৰাট পৰিবৰ্তন সাধন কৰিব পৰা যাব বুলি আশা কৰিব নোৱাৰি। কিন্তু তথাপি জিলাখনত এই ক্ষেত্ৰত বহুখিনি কৰিব পৰাৰ থল আছে। আমি অনুসন্ধান কৰি দেখিছো যে জিলাখনৰ ঠিক মাজ ভাগেৰে পূবা-পশ্চিমাকৈ এটা বহল জলৰাশি বৰ্তমান আছে। এইটো ক'ৰবাত বিল হিচাপে, ক'ৰবাত মৰানদী হিচাপে দেখা পোৱা যায়। এই জলৰাশিত এতিয়াও যথেষ্ট পৰিমাণে মাছ পোৱা যায়। কিন্তু এই জলৰাশিক উন্নত পদ্ধতিৰে সংলগ্ন কৰি খনন কৰি মীন



ক্ষেত্ৰ কৰিব পৰা হ'লে তাতেই আমি আমাৰ নতুন প্ৰজন্মটোৰ বহুলাংশকে সংস্থাপন কৰিব পৰা যাব। অৱশ্যে এনে এটা ক্ষেত্ৰ প্ৰস্তুত কৰি উলিয়াবলৈ বহু পৰিমাণৰ মূলধন বিনিয়োগৰ প্ৰয়োজন। কিন্তু চৰকাৰৰ পৰা তেনে এটা আঁচনি প্ৰস্তুত কৰি বিশ্ববেংকত দাখিল কৰিব পাৰিলে এইটো এটা যথেষ্ট লাভজনক উদ্যোগ হিচাপে গঢ়ি তুলিব পৰা হয়। কিন্তু ইয়াতেই এইটো উল্লেখযোগ্য যে এই আঁচনি প্ৰস্তুত কৰি তাক কাৰ্যকৰী কৰি তোলাৰ পাচত সেইটো খণ্ড খণ্ড কৰি ব্যক্তিগত খণ্ডক অৰ্পণ কৰিব নোৱাৰিলে বৰ্তমানে চৰকাৰী খণ্ডৰ উদ্যোগবোৰৰ যি সৰ্বত্ৰ বিদ্যমান বেমাৰ সেয়াই দেখা দিব আৰু শেষত মৃত্যুৰ মুখত পৰাৰ সম্ভাৱনাই দেখা দিব। সেই কাৰণে চৰকাৰে এই আঁচনিখন প্ৰথমতে গ্ৰহণ কৰি তাক কাৰ্যকৰী কৰক আৰু ই চলমান অৱস্থা পালেই তেতিয়া তাত বহুজন লোকক গাইগুটীয়া খণ্ডলৈ হস্তান্তৰ কৰক।

জিলাখনৰ আন এটা সম্ভাৱনাৰ স্থল হ'ল ফল-মূল সংৰক্ষণ আৰু সেইবোৰৰ উদ্যোগ স্থাপন। জিলাখনৰ মাটিভাগ বিভিন্ন ধৰণৰ ফল-মূল উৎপাদনৰ বাবে যথেষ্ট উপযোগী। জিলাখনত উৎপাদন হোৱা ফল-মূল হ'ল— বিভিন্ন বিধৰ কল, কমলা, কঠাল, আনাৰস, মধুৰীআম, আম, জামু, নিমুটেঙা, আমলখি, শিলিখা আদি। এইবোৰ ফল উৎপাদন প্ৰচুৰ পৰিমাণে জিলাখনত উৎপাদন কৰিব পাৰি। এই ফলবোৰ বৈজ্ঞানিক পদ্ধতিৰে সংৰক্ষণ কৰি তাক বিভিন্ন প্ৰকাৰৰ জাম, জেলি আদি কৰি উপযুক্ত দামত বজাৰত বিক্ৰী কৰিব পাৰি। এনে উৎপন্ন বস্তু ব্যক্তিগত খণ্ডত উৎপাদন কৰিব পাৰিলে ইয়েও বহুত নিবনুৱাক সংস্থাপনৰ ব্যৱস্থা কৰিব পৰা হয়।

কিন্তু আমি যি দেখা পাইছো আমাৰ উঠি অহা ডেকা ল'ৰা-ছোৱালীখিনিয়ে এইবোৰ উদ্যোগ স্থাপনৰ প্ৰতি মনোযোগ দিয়া দেখা নাযায়। সেই হেতু এইবোৰ ক্ষেত্ৰলৈ তেওঁলোকক আকৰ্ষণ কৰিবলৈ প্ৰয়োজনীয় মাটি, কৃষি কৰ্মৰ বাবে অৰ্থৰ যোগান, আৰু বিক্ৰীৰ বাবে ক্ষেত্ৰ একোখন তৈয়াৰ কৰি দিবলৈ চৰকাৰৰ ফালৰপৰা সহায় সাহায্য আগবঢ়ালে কিজানি আমাৰ ল'ৰা-ছোৱালীখিনি এনেবোৰ উদ্যোগ স্থাপনৰ প্ৰতি আগ্ৰহান্বিত হ'ব।

জিলাখনত মেধাৱী ছাত্ৰ-ছাত্ৰীৰ অভাৱ নাই। কিন্তু এইসকল ছাত্ৰ-ছাত্ৰীয়ে কেৱল গতানুগতিক শিক্ষাৰে শিক্ষিত হোৱা বাবে আমাৰ জিলাখনত নিবনুৱা লোকৰ সংখ্যা বেছি হৈছে আৰু আনহাতে বাহিৰৰ পৰা অহা লোকে আমাক সমাজখন ছানি ধৰিছে। গতিকে আমাৰ সমাজত নতুনকৈ উদ্ভৱ হোৱা বিভিন্ন ধৰণৰ শিক্ষা-প্ৰশিক্ষণৰ ক্ষেত্ৰসমূহ সমীক্ষা চলাই সেইবোৰৰ ক্ষেত্ৰত শিক্ষা আৰু প্ৰশিক্ষণ লৈ আহি এই ক্ষেত্ৰবিলাকত তেওঁলোকে নিজৰ সংস্থাপিত কৰি ল'ব পাৰিলে আমাৰ নিবনুৱাৰ বোজা বহুত পাতলিব। কম্পিউটাৰ, চিনেমা সংক্ৰান্তীয় বিভিন্ন বিষয়, হোটেল মেনেজমেণ্ট সংক্ৰান্তীয় বিষয়, ছেলছমেনশ্বিপ, বিউটিপাৰ্লাৰ, চেলুন ইত্যাদি বিষয়সমূহৰ ক্ষেত্ৰত আমাৰ উঠি অহা ডেকা-গাভৰুসকলে অধ্যয়ন, প্ৰশিক্ষণ লৈ নিজাকৈ ব্যৱসায়-বাণিজ্য কৰিব পাৰিলে আমাৰ উন্নয়নৰ হাৰ নিশ্চয় ভালেখিনি বৃদ্ধি পাব। এইটো সঁচা যে নলবাৰী অঞ্চলৰ জনসাধাৰণৰ তুলনামূলকভাৱে কৰ্মস্পৃহা অসমৰ আন বহু ঠাইৰ তুলনাত বেছি। তথাপি আমাৰ মানুহৰ যিমানখিনি কৰ্মস্পৃহা থাকিব লাগিছিল সিমানখিনি নাই। তেওঁলোকৰ এতিয়াও ভদ্ৰলোকী চাকৰিৰ প্ৰতি স্পৃহা বেছি; হাতে-কামে লাগি কাম কৰিবলৈ এতিয়াও আগ্ৰহী নহয়। সেয়ে আমাৰ জনসাধাৰণে হাতে-কামে লগা কৰ্মৰ প্ৰতি স্পৃহা বেছি কৰি নতুন নতুন কৰ্মক্ষেত্ৰৰ অনুসন্ধান কৰিব পাৰিলে নিবনুৱা সমস্যাৰ বহুলাংশে সমাধান হ'ব। আমি আশা কৰো আমাৰ উঠি অহা প্ৰজন্মই এই প্ৰত্যাহ্বান সাহসিকতাৰে গ্ৰহণ কৰিব।

# নলবাৰী জিলাৰ ঢুলীয়া সংস্কৃতি আৰু লোক-শিল্পী মোহন ভাইৰা

**কৰুণাকান্ত ভৰালী**

নলবাৰী জিলাৰ কৈহাটীৰ এক ঐতিহ্যমণ্ডিত ইতিহাস আছে। মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱৰ প্ৰভুৰ স্পৰ্শত ধন্য হোৱা চিৰসেউজ গাঁও কৈহাটী। বিভিন্ন জাত-গোষ্ঠীৰ সমন্বয়ভূমি মোৰ চেনেহৰ গাঁও কৈহাটী। কৈহাটীত আছে ত্যাগ, বুজাবুজি, সহাৱস্থান আৰু ভাতৃত্ববোধৰ চানেকী। নিভাঁজ ভালপোৱা আছে মোৰ গাঁওবাসীৰ হৃদয়ে হৃদয়ে। ক্ষন্তেকীয়া আৱেগ, ভুল বুজাবুজিৰ পিচত আকৌ সহৃদয়তাৰ আবেদন। কৈহাটী এক জীৱন গঢ়াৰ সাঁচা কমাৰশাল।

অসমৰ সাহিত্য, সংস্কৃতি, শিক্ষা, দেশসেৱাৰ ক্ষেত্ৰত কৈহাটীৰ অনবদ্য ভূমিকা আছে। বিশেষকৈ সংস্কৃতিৰ ক্ষেত্ৰখন জীপাল কৰিছে কৈহাটীৰ লোক-শিল্পী মোহন ভাইৰাই। কামৰূপীয়া ঢুলীয়া যদি অসমীয়া লোক-সংস্কৃতিৰ শৰীৰ, কৈহাটীৰ ঢুলীয়া তাৰ প্ৰাণ। লোক-কলা কামৰূপীয়া ঢুলীয়াৰে সৰ্বভাৰতীয় তথা আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত খ্যাতিমান হোৱা শতায়ু শিল্পী মোহন ভাইৰাৰ ২০০০ চনৰ ১ ফেব্ৰুৱাৰীত দেহাৱসানৰ লগে লগে অসমৰ লোক-সংস্কৃতিৰ [illegible] অধ্যায়ৰ সামৰণি পৰিল।

যিটো সময়ত অসমীয়া থলুৱা কৃষ্টিবোৰত অসমীয়া লোকৰে ৰুচি নোহোৱা হৈছিল, অপসংস্কৃতিয়ে আকাশ মেঘাচ্ছন্ন কৰি তুলিছিল আৰু থলুৱা কৃষ্টি সাধকবোৰৰ মাজত কেৰোণ ধৰিছিল, তেনে এটা সংকটপূৰ্ণ মুহূৰ্তত অসমৰ বোকাত এপাহ পদুম প্ৰস্ফুটিত হৈছিল, যাৰ নাম আছিল মোহন চন্দ্ৰ বৰ্মন। পিচলৈ কামৰূপীয়া ঢুলীয়া কৃষ্টিৰ সাধক হিচাপে মোহন চন্দ্ৰ বৰ্মন মোহন ভাইৰা (মোহন ভাৱৰীয়া) ৰূপে জনসমাজত সমাদৃত হৈছিল।

বহুতৰে মনত হয়তো প্ৰশ্নৰ উদ্ৰেক হ'ব যে কামৰূপীয়া ঢুলীয়া কৃষ্টিৰ মাজত বহুকেইজন গুণী শিল্পী আছিল, সেইসকলৰ ভিতৰত মোহন ভাৱৰীয়াক শ্ৰেষ্ঠ সন্মান দিয়া হ'ল কিয়? ভাইৰামি, ভাওনা, খুহুতীয়া কৃষ্টিবিদ হিচাপে বহু কেইগৰাকী শিল্পীয়ে গা কৰি উঠিছিল হয়, পিচে আৰ্থিক দীনতাৰ বাবে এই শিল্পীবোৰে ভাত-কাপোৰ জোৰাব নোৱাৰা বৃত্তিটোক বিসৰ্জন দি অইন কামত ধৰিছিল। আনহাতে লোক-শিল্পী মোহন ভাৱৰীয়া বহু ক্ষেত্ৰত একক আদৰ্শ আছিল। পেটৰ ভোকক নেওচা দি কঁকালত টঙালি বান্ধি তেওঁ ওলাই আহিছিল কৃষ্টিৰ ৰৰপথাৰলৈ। নুমাবলৈ ধৰা কামৰূপীয়া ঢুলীয়া কৃষ্টিৰ বন্তিগছিক পুনৰ তেল-শলিতা সংযোগ কৰি বৰ্ণাঢ্য কৰিবলৈ লৈছিল। গোটেই জীৱনজোৰা ভাইৰামিৰ জৰিয়তে কামৰূপীয়া ঢুলীয়া কৃষ্টিটোক বচাই ৰখাৰ অধ্যৱসায়ৰ ফলত মোহন ভাৱৰীয়া বিবেচিত হৈছিল ৰাষ্ট্ৰীয় পৰ্যায়লৈ। জাতিটোৰ বাবে কঢ়িয়াই আনিছিল সংগীত নাটক একাডেমীৰ সন্মান। পেটত গামোচা বান্ধি ২০০০ চনৰ ৩১ জানুৱাৰী পৰ্যন্ত ঢুলীয়া দলৰ লগত জড়িত আছিল বিশেষ শিক্ষা-দীক্ষা নোহোৱা এই শিল্পীগৰাকী।



দুই শতিকাৰ আগৰ কথা। তেতিয়া সামন্তবাদৰ জয়জয়-ময়ময় প্ৰভাৱ। কৈহাটী সত্ৰতো ইয়াৰ প্ৰভাৱ যথেষ্ট আছিল। ইয়াৰ নিৰাময়ৰ ক্ষণ গণিছিল এচাম ভুক্তভোগীয়ে। গাঁওখনত তেতিয়া ৰাস্তা-ঘাট নাছিল বুলিবই পাৰি। যেন এটা দ্বীপ। বাৰিষা নাও, ভেল, ভুৰ আছিল এই গাঁওখনৰ যাতায়াতৰ প্ৰধান অৱলম্বন। সময় গণনা কৰিবলৈ সেই সময়ত নিম্ন শ্ৰেণীৰ মানুহখিনিৰ কোনো ব্যৱস্থা নাছিল। সেইবাবে কৈহাটী (বৰ কৈহাটী)ৰ নিম্ন শ্ৰেণীৰ লোকসকলৰ দ্বাৰা গঠিত ঢুলীয়া কৃষ্টিটোৰ আৰু শিল্পীসকলৰ ক্ষেত্ৰত সময় নিৰ্ণয় কৰাটো বৰ কঠিন হৈ পৰে। ঠিক তেনে এটি সন্ধিক্ষণতে, ১৮৯৭ খ্ৰীষ্টাব্দত এটা প্ৰকাণ্ড ভূঁইকঁপ হৈছিল। এই ভূঁইকঁপতে নিম্নোক্ত ঘটনাবোৰৰ লগত জড়িত অন্য এজন শিল্পী ভূঁইকোৱা দাসৰ জন্ম হৈছিল। ভূঁইকোৱা দাসতকৈ মোহন বৰ্মন দুই বছৰৰ সৰু।

নলবাৰীৰ পৰা প্ৰায় ১৫ কিলোমিটাৰ দক্ষিণ-পশ্চিম কোণত কৈহাটী সত্ৰ। এইখন গাঁৱতে আনুমানিক ১৮৫০ খ্ৰীষ্টাব্দত ঢুলীয়া কৃষ্টিৰ চৰ্চা হোৱা বুজি জনা যায়। সেই সময়ত গাঁওখনৰ চফল ডেকা স্বৰ্গীয় মুহিৰাম দাস, স্বৰ্গীয় নিখোৰা কোচৰ নেতৃত্বত এটি সৰু ঢুলীয়া দল গঢ়ি উঠিছিল। এই দলটোক পূৰ্ণ পৰ্যায়ৰ ঢুলীয়া দল বুলি ক'ব নোৱাৰি। কাৰণ এই দলটোৱে অলপ আহিলাৰে নিজৰ গাঁও বৰ কৈহাটীতে হৰিদেৱৰ তিথি, দৌলযাত্ৰা আৰু অন্য কিবা মাংগলিক পৰ্বতহে অংশগ্ৰহণ কৰিছিল।

তেনে এটি মুহূৰ্ততে সংস্কৃতিৰ বৰপুত্ৰ স্বৰূপ মোহন বৰ্মনৰ জন্ম হয় আনুমানিক ১৮৯৯ খ্ৰীষ্টাব্দত। মোহন বৰ্মনৰ পিতৃৰ নাম হৰকান্ত বৰ্মন আৰু মাতৃৰ নাম হৰিপ্ৰিয়া বৰ্মন। মোহন সৰুৰে পৰা উৎপতীয়া আছিল। জীৱনৰ প্ৰথম কেইবছৰ ইঘৰ-সিঘৰৰ বাৰীত আম, কঁঠাল, জামু বুটলিয়ে পাৰ কৰিছিল। তাৰ পিচতহে ২২২ নং কৈহাটী নিম্ন বুনিয়াদী বিদ্যালয়ত ভৰ্তি হয়। মোহনৰ মনটো তেতিয়াও অধ্যয়নত বহা নাছিল। অকল যে মোহনৰ মনটোহে তেনে আছিল, তেনে কথা নহয়। পঢ়াশুনাৰ পৰিৱেশ এটা সেই সময়ত গাঁওখনতে গঢ়ি উঠা নাছিল। মোহনৰ লেখীয়া ল'ৰাবোৰে তেতিয়া লুংলুঙাই ঘূৰি ফুৰিছিল। অৱশ্যে বাপেক-মাকৰ গালি-শপনি খাই মাজে মাজে নাঙলৰ মুঠিত ধৰি সহায় কৰিবলৈ বাধ্য হৈছিল।

ওচৰৰ গাঁওবোৰত হোৱা যাত্ৰাপাৰ্টী, বেণ্ডপাৰ্টী, কালীয়া আদিৰ প্ৰতি মোহন বৰকৈ আকৰ্ষিত হৈছিল। সেই বয়সতে মোহনৰ বাপেকৰ মৃত্যু হৈছিল আৰু লগে লগে মোহনেও আই সৰস্বতীৰ পৰা বিদায় মাগিছিল, প্ৰাথমিক পৰ্যায়ৰ তিনিটা শ্ৰেণী পাৰ হৈ।

মোহনৰ বয়স তেতিয়া ১৭ বছৰ। কৈহাটীৰ ঢুলীয়া দল (এতিয়া কামৰূপীয়া ঢুলীয়া দল)টোৰ ন-পুৰণি শিল্পীসকলৰ লগত আলোচনা কৰি শক্তিশালী কৰাৰ কথা চিন্তা কৰিলে। উলুবাৰী গাঁৱৰ স্বৰ্গীয় চেইনাৰাম দত্তৰ হতুৱাই পাঁচোটা ঢোল তৈয়াৰ কৰোৱাই আনিলে। সৰ্থেবাৰীৰ কঁহাৰ এজনৰ হতুৱাই পাঁচযোৰ তাল তৈয়াৰ কৰাই লৈ দল সংগঠনত লাগিল। স্বৰ্গীয় কুঁহিৰাম দাসক বাইন, স্বৰ্গীয় নিখোৰা কোচক মূল ভাইৰা, স্বৰ্গীয় নিতিতি ভঁৰালী (বুঢ়া ভাইৰা নামে জনাজাত)ক দ্বিতীয় ভাইৰা, মোহনে নিজে গুৰি ঢোল, স্বৰ্গীয় অনাদৰ দাস আৰু স্বৰ্গীয় মুহিৰাম দাসক আগ ঢোল, স্বৰ্গীয় দিপৰু দাস আৰু স্বৰ্গীয় ভূঁইকোৱা দাস, সহযোগী হিচাপে স্বৰ্গীয় সঙ্গে দাস, স্বৰ্গীয় কনোলু দাস, স্বৰ্গীয় ৰামচৰণ দাস আৰু তাল সহযোগী হিচাপে স্বৰ্গীয় কীৰ্তনা দাস, স্বৰ্গীয় ঘুট্‌লে দাসক লৈ পূৰ্ণ পৰ্যায়ৰ ঢুলীয়া দল এটি গঠন কৰা হ'ল। ঢুলীয়া দলত চাৰি-পাঁচজন ভাৰী থাকে (ভাৰীকেইজন প্ৰতি বছৰে পৰিৱৰ্তন হৈ থাকে বাবে নামোল্লেখ নকৰিলো)। দৰিদ্ৰতাৰ সীমাৰেখাৰ তলত বাস কৰা এই আজন্ম শিল্পীসকলৰ সৰহভাগেই আজি নাই। এনেকৈয়ে দলটোৰ অনুশীলন চলিল। আখৰা যদি এদিন চলে কুঁহিৰামৰ চোতালত, পিচদিনা চলে অনাদৰ নতুবা আন কাৰোবাৰ চোতালত। প্ৰথম সভাখন গালে ওচৰৰ টেঙাবাৰী গাঁৱত। দুই টকাত। ইয়াৰ পিচত দলটোৱে কেতিয়াবা মাত্ৰ সিধাটোতে পালা গাব লগা হৈছিল। তেনেদৰে নতুন নতুন শিল্পীসকলক অনুশীলন কৰোৱাই আজিও দলটো চলি আছে।

বিশ্বকৰ্মা পূজাৰ এমাহ আগৰ পৰা পূৰ্ণগতিত আখৰা চলে। বিশ্বকৰ্মা পূজাৰ এদিন আগতে বৰকৈহাটী সত্ৰৰ নামঘৰৰ সন্মুখৰ চোতালত 'ফুল তালিম' কৰি দলটোৱে সত্ৰৰ নামঘৰটিত সেৱা জনায় আৰু স্থানীয় ৰাইজৰ আশীৰ্বাদ লৈ পালা গাবলৈ ওলাই যায়। আজিও ঢুলীয়া শিল্পীসকলে এই নিয়ম পালন কৰি আহিছে। কামৰূপীয়া ঢুলীয়া লোক-সংস্কৃতিৰ শিল্পী মোহন ভাৱৰীয়া আৰম্ভণিতে এজন 'খুইদাৰ' (কৃষ্টিবিদ) আছিল। কোনো



কৃষ্টিয়েই আনৰ পৰা অনুকৰণ কৰা নাছিল। অনুশীলনৰ পদ্ধতি আছিল স্বকীয়তাসম্পন্ন। মেটেকাৰ একোটা প্ৰকাণ্ড দ'ম কৰি তাতে অনুশীলন আৰম্ভ কৰে। ওলোটা খুট্‌টোত হেনো শিল্পীজনে ওচৰেৰে বৈ যোৱা বুঢ়াদিয়া নদীত চূড়ান্ত আখৰা দিব লগা হৈছিল। একোখন খোলাত মোহন ভাৱৰীয়াই নিজস্বভাৱে বিশ-পঁচিশটা পৰ্যন্ত খুট ৰাইজৰ দাবীত মাৰিব লগা হৈছিল। দৰ্শকেও গোট বাঁহৰ ওপৰত কৰা চাৰ্কাছবোৰত বৰ আনন্দ পাইছিল। বাঁহৰ সেই চাৰ্কাছ প্ৰদৰ্শন কৰিবলৈ পঁচিশ-ত্ৰিশ ফুট ওখ এডাল গোটা বাঁহ মিহিকৈ চাঁচি সভাখোলাত থিয়কৈ পোতা হয়। মোহনে প্ৰথমে বাঁহডালেৰে ওপৰলৈ উঠি যায়। একেবাৰে শীৰ্ষত বহি লৈ লগত নিয়া জুইশলাৰে বিড়ি এটা জ্বলাই মোহনে যেতিয়া হুপিবলৈ ধৰে তেতিয়া সভাখোলাত দৰ্শকৰ মনত শিহৰণ জাগে যদিও মোহন ভাৱৰীয়াৰ মুখৰ অংগী-ভংগীত একেখিনি দৰ্শকৰ মাজতে হাঁহিৰ ৰোল উঠে। মোহনে বাঁহডালৰ পৰা নামি আহোতে মূৰটো তললৈ দি ভৰি ওপৰমুৱাকৈ দি নামে। বাঁহডালৰ মাজত তেওঁ এটা ভেকুলী হৈ পৰে। মোহনৰ এই বাঁহৰ চাৰ্কাছবোৰ একেবাৰে নিজস্ব

কায়দাৰে সৃষ্টি কৰা। তেওঁৰ পিচত অসমৰ কোনোজন শিল্পীয়েই এই চাৰ্কাছ আয়ত্ত কৰি প্ৰদৰ্শন কৰিব নোৱাৰিলে। মাথোন ইয়াক সুঁৱৰিহে থাকিব লগীয়া হ'ল। কিন্তু দুখৰ বিষয় এই যে বাঁহৰ ওপৰত কৰা এই খেলবোৰ অতীৱ কষ্টকৰ হোৱা হেতুকে ডেকা বয়সতে বিসৰ্জন দিব লগা হ'ল। মোহনে দুডাল গোটা বাঁহৰ ওপৰতো এটা বিশেষ ধৰণৰ খেল কৰাৰ কথা শুনা যায়। এই খেলটো তেওঁ সহযোগী শিল্পীদ্বয় স্বৰ্গীয় কনোলু দাস আৰু স্বৰ্গীয় ৰামচৰণ দাসৰ সহায়ত কৰিছিল।

সীমিত সা-সুবিধা আৰু কেইখনমান পালা গাই ঢুলীয়া দলটিয়ে ছয় বছৰত ভৰি দিলে। মোহনে প্ৰদৰ্শন কৰা কুস্তি আৰু ভাইৰামিৰ জনপ্ৰিয়তা ক্ৰমান্বয়ে বাঢ়ি আহিল। প্ৰমোচন পালে এক নম্বৰ সহযোগী ভাৱৰীয়ালৈ। জন্মলগ্নৰ ভাৱৰীয়া নিখোৱাই লাজ পালে। দল ত্যাগ কৰিলে। শুনামতে পিচলৈ তেওঁ হেনো চিৰচেনেহী গাঁওখনো এৰিলে। ঠিক তেতিয়া অন্য এজন সহযোগী ভাৱৰীয়াৰ ঠাই দখল কৰিলে কীৰ্তনা ভাৱৰীয়া (ধেঙাৰী)ই। নিতৃতি ভাৱৰীয়া আছিল অচল-অটল। অল্পভাষী নিতৃতিয়ে মুখ মেলিলে সমান্তৰালভাৱে আনন্দতে দৰ্শকেও মুখ মেলে। ঘাই ঢুলীয়াৰ ঠাই পূৰণ কৰিলে তেতিয়াৰ চেঙেলীয়া ডেকা স্বৰ্গীয় দীপৰু দাসে।

কৈহাটীৰ ঢুলীয়া দলৰ যুগনায়কদ্বয় নিতৃতি ভাৱৰীয়া আৰু মোহন ভাৱৰীয়াৰ দুয়োৰে দুটা বিশেষত্ব আছিল। দুয়োজনৰ নাম শুনিলেই সভাখলা ভিৰ কৰা দৰ্শকসকলে মাথোঁ অপেক্ষা কৰে, কেতিয়া শিল্পী দুজন খোলাত প্ৰৱেশ কৰে। দৰ্শকৰ মন উচ্পিচাই থাকে তেওঁলোকৰ ভাও চাবলৈ। মোহনে জৱাহৰ কোটটো পিন্ধি প্ৰৱেশ কৰে হাঁহি হাঁহি আৰু নিতৃতিয়ে নিমখৰ বস্তাটো পিন্ধি ঠাঁণ্ডাতে পেপুৱা লাগি কান্দি কান্দি খোলাত প্ৰৱেশ কৰে। এই দৃশ্য দেখাৰ লগে লগে দৰ্শকৰ মাজত হাঁহিৰ গিৰ্জনি উঠে। কুঁহিৰাম বায়নে খোলালৈ আহি দুয়োজনকে হাঁহি আৰু কান্দোনৰ কাৰণ বিচাৰে। তেওঁলোকে ব্যাখ্যা কৰে ঃ হাঁহি সুখৰ প্ৰতীক আৰু কান্দোন দুখৰ। শাসক শ্ৰেণীৰ সুখত মোহনে হাঁহিছে আৰু শোষিত-নিষ্পেষিত শ্ৰেণীৰ দুখত নিতৃতিয়ে কান্দিছে। মোহন ভাৱৰীয়া আৰু নিতৃতি ভাৱৰীয়াই চংবোৰত সদায়ে শ্ৰেষ্ঠ ভূমিকা গ্ৰহণ কৰি আহিছিল। কিবা কাৰণত কোনোবা এজন অনুপস্থিত হ'লে সভাখোলাত শোকৰ ছাঁ পৰিছিল। অভিনয় জীৱনৰ মিলা-প্ৰীতি আৰু অভিনয়ৰ সামঞ্জস্য আদিলৈ লক্ষ্য কৰি কোনোৱে তেওঁলোকক ৰাম-লক্ষ্মণ, নগদ টকাৰ ইপিঠি-সিপিঠি আদি বুলিও কৈছিল। অসমৰ বিভিন্ন সভাখোলাত এতিয়াও তেওঁলোকৰ অভিনয়ৰ কথাবোৰ সৰৱ হৈ আছে। অসমৰ বিভিন্ন ঠাইত এই অঞ্চলৰ ৰাইজৰ এটাই মাথোন চিনাকি—মোৰ ঘৰ মোহন ভাৱৰীয়া, নিতৃতি ভাৱৰীয়াৰ গাঁৱত। মোহন ভাৱৰীয়াই তেতিয়া ৰাষ্ট্ৰপতিৰ পৰা পদক পালে তেতিয়া সভাখোলাত উদ্যোক্তা, বুদ্ধিজীৱী, সাধাৰণ দৰ্শকৰ মাজত বু-বু-বা-বা চলিছিল, নিতৃতি ভাৱৰীয়া জীয়াই থকা হ'লে এই সন্মান তেৰেঁই পালেহেঁতেন বুলি। কাৰণ যিটো সময়ত মোহনে শ্ৰেষ্ঠ খুইদাৰ খিতাপ পাইছিল তেনে সময়তে নিতৃতিৰ ভাইৰামিয়ে উচ্চ শিখৰত বিচৰণ কৰিছিল।

ৰাষ্ট্ৰীয় স্বীকৃতি লভিবলৈ সক্ষম হোৱা মোহন ভাৱৰীয়াৰ জীৱন আৰু কৃতিক লৈ সত্যব্ৰত কলিতাৰ প্ৰযোজনাত হেমন্ত দাসে নিৰ্মাণ কৰা তথ্যচিত্ৰ 'কৈহাটীৰ ঢুলীয়া'ই ইতিমধ্যে কলাৰসিকসকলক মুগ্ধ কৰিছে। ২০০০ চনৰ ১৪ আৰু ১৮ জানুৱাৰীত দিল্লীৰ ছিৰিফৰ্টত এই ছবিখন ভাৰতীয় পেনোৰামাত প্ৰদৰ্শিত হৈ যোৱাৰ পিচত মুম্বাই আন্তঃৰাষ্ট্ৰীয় চলচ্চিত্ৰ মহোৎসৱত প্ৰদৰ্শিত হৈছিল। নিয়তিৰ কি পৰিহাস, যিগৰাকী ব্যক্তিৰ আজীৱন শিল্প-সাধনাক লৈ এই তথ্যচিত্ৰখন নিৰ্মিত আৰু সমাদৃতও হ'ল, সেই 'কৈহাটীৰ ঢুলীয়া' মোহন বৰ্মনে ছবিখন নিজ চকুৰে চোৱাৰ পূৰ্বেই চকু মুদিলে। যোৱা ১৫ জানুৱাৰী ২০০৬ তাৰিখে হেমন্ত দাসে কৈহাটী সত্ৰ (বৰকৈহাটী সত্ৰ)ৰ নামঘৰৰ চোতালত 'ফুল তালিম' কৰা ঠাইতে ছবিখন দেখুৱাইছিল আৰু স্বৰ্গীয় মোহন ভাৱৰীয়াৰ পত্নী সৰস্বতী বৰ্মনসহ ঢুলীয়া দলৰ শিল্পীবৃন্দ তথা অঞ্চলটোৰ ৰাইজে উপভোগ কৰিছিল।

মোহন ভাৱৰীয়া গাঁৱলীয়া হোজা শ্ৰেণীৰ মানুহ হ'লেও ভাৰতীয় স্বাধীনতা আন্দোলনত তেওঁৰ ভূমিকা কম নাছিল। স্বাধীনতাৰ ঢৌ অসমৰ অন্যান্য ঠাইৰ লগতে ধৰ্মপুৰ সমষ্টিতো বিয়পি পৰিছিল। বিদেশী দ্ৰব্য বৰ্জন, মাদক দ্ৰব্য বৰ্জন আদি কাৰ্যসূচী ৰূপায়ণ কৰিবলৈ গাঁৱে গাঁৱে কংগ্ৰেছ সেৱক কিছুমানক নিয়োগ কৰা হৈছিল। চামতাৰ গংগা চৌধুৰী, মাণিক কবিৰাজ, বেলশৰৰ গৌৰীসেন ডেকা, বিহামপুৰৰ নৰকান্ত শৰ্মা, কৈহাটীৰ প্ৰতাপ চন্দ্ৰ গোস্বামী আৰু প্ৰভাত চন্দ্ৰ গোস্বামী আদি সিংহপুৰুষসকলৰ নেতৃত্বক সন্মান জনাই মোহন ভাৱৰীয়াই হাতত যঁতৰ তুলি লৈছিল। স্বাধীনতা আন্দোলনৰ পটভূমিত ইংৰাজ চাহাবৰোৰে ভাৰতীয় গাভৰুক কেনেদৰে ধৰ্ষিতা কৰিছিল, ভাৰতীয় স্বেচ্ছাসেৱক আৰু পুলিচ-দাৰোগাসকলক কেনেদৰে অমানুষিক অত্যাচাৰ কৰিছিল তাৰ বাস্তৱ ছবি ভাইৰামিৰ মাজেৰে সুন্দৰভাৱে দৰ্শকক বুজাবলৈ মোহন ভাৱৰীয়াই চেষ্টাৰ ত্ৰুটি কৰা নাছিল।

দুঃখজনক কথা যে ২০০০ চনৰ ১৩ ফেব্ৰুৱাৰীত মোহন ভাৱৰীয়াৰ আদ্যশ্ৰাদ্ধৰ দিনাখন স্মৃতিচাৰণ সভাত লোৱা প্ৰস্তাৱবোৰ প্ৰস্তাৱ হৈয়ে থাকিল। আজিলৈ অসম চৰকাৰে সেয়া কাৰ্যকৰী নকৰিলে। ৮, ৯ আৰু ১০ ডিচেম্বৰ ২০০০-ত ২২২ নং কৈহাটী নিম্ন বুনিয়াদী বিদ্যালয়ৰ শতবৰ্ষ উদ্‌যাপন কৰা হৈছিল। সমাৰোহৰ মুকলি সভাৰ মুখ্য অতিথি তথা সেই সময়ৰ অসমৰ ৰাজ্যপাল এছ কে সিন্‌হাদেৱে সভাত উপস্থিত হোৱাৰ আগে আগে সংগীত নাটক একাডেমী বঁটা বিজয়ী মোহন ভাৱৰীয়াৰ বাসভৱনলৈ গৈ ভাৱৰীয়াৰ পত্নী সৰস্বতী বৰ্মনক ৰাজহুৱাভাৱে সন্মান জনাইছিল। তদুপৰি ধৰ্মপুৰ সমষ্টিৰ সেই সময়ৰ বিধায়ক তথা অসমৰ কৃষিমন্ত্ৰী আৰু ২২২ নং কৈহাটী নিম্ন বুনিয়াদী বিদ্যালয়ৰ শতবৰ্ষ উদ্‌যাপন সমিতিৰ মুখ্য পৃষ্ঠপোষক চন্দ্ৰ মোহন পাটোৱাৰীদেৱে অসম চৰকাৰৰ জৰিয়তে মোহন ভাৱৰীয়াৰ লগত থকা শিল্পী দলটোৰ বেছিভাগ দুখীয়া শিল্পীকে একোটাকৈ ঘৰ বান্ধি দিয়াৰ বাবে শলাগ জনাইছিল। আমি আশা ৰাখিছো ধৰ্মপুৰ সমষ্টিৰ আগন্তুক নিৰ্বাচনত যি দলৰ বিধায়কেই নিৰ্বাচিত নহওক কিয়, ২০০০ চনৰ ১৩ ফেব্ৰুৱাৰীত মোহন ভাৱৰীয়াৰ আদ্যশ্ৰাদ্ধৰ দিনা লোৱা প্ৰস্তাৱবোৰ নিশ্চয় কাৰ্যকৰী কৰিব।

## নলবাৰী জিলাৰ অগ্নিশালাৰ ঢুলীয়া

স্বৰ্গীয় গোপী ভাৱৰীয়া আছিল অগ্নিশালাৰ ঢুলীয়া দলৰ পিতৃস্বৰূপ। গোপী ভাৱৰীয়া আৰু কুৰিজন সহযোগীৰ নেৰানেপেৰা প্ৰচেষ্টাতেই গঢ়ি উঠা ঢুলীয়া দলটো আজি নাই



সঁচা, কিন্তু তেওঁলোকে বিলাই যোৱা ভাইৰামি, ভাওনা আৰু খুহুতীয়া কথাবোৰ আজিও সেই সময়ৰ শ্ৰোতা-দৰ্শকৰ মনত মাইলৰ খুঁটি হিচাপে থিয় হৈ আছে। ভাৱৰীয়াসকলৰ মুখত শুনিবলৈ পোৱা চাহ খোৱা গীতলৈ মন কৰো আহকচোন—

এ চাহ পুৰাণৰ কথা।
শুনিলিয়ে লাগে লেথা
চাহে মাৰ্লাক জাতকুল।
চাহ খাই কতো মান্‌হোৰ
হবে পিত্তশূল।।
তিনিটামান চাহপাত
আৰু ভেউতা ভৰা পানী।
কেইটোপালমান গাখীৰ দিলাক
বুঢ়ী গাইটো টানি।।
ভদ্ৰলোকে চাহ খাই
দেই গাখীৰ চেনি
হাউলে চাহ খাই
নিমখ গৰম পানী।।

গোপী ভাৱৰীয়াসকলৰ দিনত জন্ম-মৃত্যু হিচাপৰ ব্যৱস্থা নাছিল। নাম গণনা নতুবা সোঁৱৰণিৰো ব্যৱস্থা নাছিল। কোনোবা যদি শনিবাৰে জন্মিছিল তাক বোলা হৈছিল শইনা। তেনেকৈ ভাদ মাহত জন্মলে ভইদা। সেই সময়ৰ মানুহৰ মাজত বুজাবুজি, পৰস্পৰ সহযোগিতা বা সামাজিক বান্ধোন আজিতকৈ হেজাৰ গুণে উন্নত আছিল।

তেজ-মঙহ সম্পৰ্কত আত্মীয় লোকৰ বাহিৰেও আন লোককো কেনেদৰে সম্বোধন কৰ বুকুৰ কুটুম কৰি লয় তাৰ উমান পোৱা যায় অগ্নিশালাৰ গোপী ভাৱৰীয়াৰ ধেমেলীয়া সুৰত, এইদৰে—

তোৰে বাৰীত আদা ঐ
মোৰে বাৰীত আদা
তোৰ আপীয়ে আদা খায়
মোক বোলে দাদা।

নলবাৰীৰ অগ্নিশাল নামৰ ঠাইত জন্ম পোৱা ঢুলীয়া দলটো সাধাৰণতে, 'অগ্নিশেইলা ঢুইলা' বুলিহে পৰিচিত হৈছিল। অগ্নিশেইলা ঢুইলাৰ ধেমেলীয়া গীত-মাত, ভাইৰামিৰ উপৰি দুহাতে দুডাল লাঠি ঘূৰাই ঘূৰাই দূৰৈৰ পৰা অত বেগেৰে মৰা তীক্ষ্ণ ছুৰী ওফৰাই দিয়া, চকুত কাপোৰ বান্ধি বহু দূৰৈৰ পৰা থিয় হৈ থকা মানুহ এজনৰ গালৈ ছুৰী দলিওৱা আদি কাৰ্য দেখি বহুতো কম ধাতুৰ লোকে চিৎকাৰ কৰি উঠিছিল।

## কৈহাটীৰ ঢুলীয়া

কামৰূপীয়া ঢুলীয়া কৃষ্টি বুলিলে আজিও বহুতে কৈহাটীৰ ঢুলীয়াৰ কথাকে উনুকিয়াব খোজে। বুঢ়া ভাইৰা নিতৃতি ভাৱৰীয়া আৰু মোহন ভাৱৰীয়াৰ ভাও বা অভিনয়, চং আৰু কুস্তি আদি যিবোৰ দৰ্শকে উপভোগ কৰিছে তেওঁলোকে দৃঢ়তাৰে ক'ব খোজে যে কৈহাটীৰ ঢুলীয়া দলটোৱেই হ'ল কামৰূপীয়া ঢুলীয়া কৃষ্টিৰ অপ্ৰতিদ্বন্দ্বী ঢুলীয়া দল। সমসাময়িকভাৱে গঢ়ি উঠা বহুতো ঢুলীয়া দলৰ ওপৰত ইয়াৰ ছাপ বা প্ৰভাৱ এতিয়াও মূৰ্ত হৈ আছে। জন্মলগ্নৰ ঢুলীয়া শিল্পীসকল এতিয়া নাই যদিও তেওঁলোকৰ উত্তৰ পুৰুষে আৰ্থিক দৈন্যত জীয়াতু ভুগি নিজস্ব আদৰ-কায়দাত কৃষ্টি-চৰ্চাৰ ধাৰাবাহিকতা অব্যাহত ৰাখিবলৈ সক্ষম হৈছে। ৰাইজ আৰু চৰকাৰৰ ঘৰে কামৰূপীয়া ঢুলীয়া বুলিলে এই দলটোকে বুজায়। দলৰ ভাৱৰীয়া শিল্পসকলেও ইয়াৰ যোগ্য প্ৰতিনিধিত্বমূলক সেৱা আগবঢ়োৱাত কাৰ্পণ্য নকৰে যেন বোধ হয়। অসমৰ বিভিন্ন সভাখোলা বা ৰাজহুৱা স্থানত ভাইৰামি আৰু কুস্তিৰ মুক্ত আৰু সফল পৰিৱেশনে তেওঁলোকক জীয়াই ৰাখিব স্মৃতিৰ এটুকুৰা জীয়া সোণ হিচাপে।

## বাৰ্ণি ঢুলীয়া

কামৰূপীয়া ঢুলীয়া কৃষ্টি পৰিৱেশন কৰি অহা আঙুলিৰ মূৰত লেখিব পৰা যিকেইটা ঢুলীয়া দল জীৱিত আছে তাৰ ভিতৰত বৰ্ণিৰ বৰ্ণেলা ঢুলীয়া দলো এটা। পিচত হ'ব কি? দলটোৰ আগৰ সুনাম এতিয়া আৰু নাই। পুৰণা শিল্পী কিছুমানৰ মৃত্যু হ'ল। জীয়াই থকাসকলৰো অৱস্থা তথৈবচ। ঢুলীয়া গাই ভাত-কাপোৰ মিটাব নোৱাৰে। এনে ধৰণৰ অনাহাত ভুগি মন ভাৰাক্ৰান্ত হৈ পৰিল। নতুনকৈ ওলোৱা এচামে ফাগুনত বা বলা ঢুলীয়া দলত নাৰী চৰিত্ৰৰ আমদানি কৰিলে। নতুনত্বৰ নামত পুৰণা চং, ভাইৰামিবোৰৰ পৰিৱেশন বাদ দিলে। নাটক, ভাওনা আদিৰ পয়োভৰ বঢ়ালে। আগৰ পালোৱানী শিল্পীবোৰ সিফলীয়া হোৱাত দৰ্শকে চাই ভাল পোৱা চাৰ্কাছ, খুটবোৰ অনিচ্ছাসত্ত্বেও এৰিব লগা হ'ল। এনেবোৰ এশ এবুৰি কাৰণতে বৰ্ণেলা ঢুলীয়াৰ অতীতৰ ভাবমূৰ্তি ম্লান পৰিল।

কেইবছৰমানৰ আগৰ পৰা এই দলটোৰ আৰু এটা পৰিৱৰ্তন প্ৰত্যক্ষ হৈছে। পুৰণা সাজযোৰ পিন্ধোতে আমনি লগাত নতুন এযোৰ সলোৱাৰ দৰে দলটোৱেও ভাইৰামি, কুস্তিৰে অবিস্মৰণীয় হোৱা বৰ্ণেলা ঢুলীয়াৰ পৰিচয়টোৰ সালসলনি ঘটালে। তেওঁলোক এতিয়া 'বৰক্ষেত্ৰী বৰ্ণিৰ বৰঢুলীয়া' হিচাপে দৰ্শকৰ মাজত সোমাই পৰিছে। যি নামেৰেই তেওঁলোক পৰিচিত নহওক কিয় মিঠা লগা অতীততো আমি পাওঁ বৰ্তমানৰ সন্ধান। কাৰণ অতীতৰ বোকোচাত উঠি বৰ্তমানে বাট নুবুলিলে কাৰো যে গত্যন্তৰ নাই।

সেয়া আছিল তিনিকুৰি বছৰ আগৰ কথা। ছান্দকুইছা, কোহোইটা ঢুলীয়া চাই ধনী বাইনেও নিজাববীয়াকৈ দল এটা গঠন কৰাৰ কথা ভাবিলে। ভবামতে দীনবন্ধু, সতা ভাইৰা, বগে দাস, কপীলা ঢুইলা, পৃথু ভাইৰা, চক্ৰ দাস, হংস, মহীন্দ্ৰ, আব্ৰা ভাইৰা, খাগোৰা, গেদেৰা, সুৰেন, খদো আদিৰ লগতে আলোচনাত বহিল। মানুহৰ ঘৰে ঘৰে ধান-চাউল, ঢোল-তাল আৰু অন্যান্য সামগ্ৰী কিনি ল'লে। দীনবন্ধুক গুৰু ভজিলে। তেতিয়াৰ বিখ্যাত ছান্দকুইছা ঢুইলাৰ আহিঁত আখৰা চলালে আৰু তেনেকৈয়ে জনম পালে বৰ্ণিৰ বৰঢুলীয়া পাৰ্টীৰ।

বৰ্ণেইলা ঢুলীয়াৰ বিশেষত্ব হ'ল, তেওঁলোকে ভাওনা, নাটকৰ ওপৰতহে বেছি গুৰুত্ব দিছিল। ৰাম-লক্ষ্মণ, পঞ্চপাণ্ডৱ, ৰাৱণ বধ, অভিমন্যু বধ আদি নাটকবোৰ প্ৰায় খলাতে পৰিৱেশন কৰিছিল। মহিষাসুৰ বধ নৃত্যনাটকখন দৰ্শকৰ বৰ ৰুচিকৰ আছিল।

বাঁহৰ চাৰ্কাছ, ৰিং খেলা, পানীৰ গিলাচ কপালত লৈ কৰা চাৰ্কাছ, মূৰত নাৰিকল ফলা, জুইৰ খেলা আদি বিভিন্ন চাৰ্কাছৰ বাবে দলটোৰ ধনো দাস ঢুলীয়া উল্লেখযোগ্য। মায়ঙত শিকি আহি এইবোৰ দৰ্শকৰ মাজত প্ৰদৰ্শন কৰি তেওঁ জনপ্ৰিয়তাৰ তুংগত উঠিছিল।

'সভাপাতনি'খনেৰে পৃথু ভাইৰা আৰু হেকৰা ভাইৰাই জনতাৰ হিয়াৰ কোঁহে কোঁহে বিচৰণ কৰি যোৱা পুৰণা স্মৃতিক আজিৰ চামে ধৰি ৰাখিব পৰা নাই যদিও এই চংখন পৰিৱেশনত

তেওঁলোকে যৎপৰোনাস্তি চেষ্টা চলাই গৈছে। আৰ্থিকভাৱে জুৰুলা আৰু চৰকাৰী সাহায্যৰ মুখ নেদেখা ৩০ জন শিল্পীৰে দলটো জীয়াই ৰাখিব পৰাটো কম সাধনাৰ ফল নহয়।

### চান্দকুছিৰ ঢুলীয়া

তুলনাত্মক দৃষ্টিত কামৰূপীয়া ঢুলীয়া দলবোৰৰ ভিতৰত চান্দকুছিৰ ঢুলীয়া বেছি পুৰণি। জনপ্ৰিয় এই দলটিয়ে উনবিংশ শতিকাৰ মাজভাগৰ পৰাই সংস্কৃতিৰ পথাৰখনক চহকী কৰি তুলিছিল। 'মাই ঐ মল্লুদে' চিএৰেৰে সুন্দৰৰ আৰাধনা কৰা পুৰোধা ব্যক্তি জুখো ভাৰবীয়া। সুন্দৰৰ এই অনিন্দ্য দলিচাখনত পিচলৈ নৰৰাম ভাৰবীয়াই ভাইৰামিৰ মাজেৰে কিছু অশ্লীলতাৰ গোন্ধ বিয়পাইছিল যদিও গোপী ভাৰবীয়াৰ জনপ্ৰিয়তাই ইয়াৰ উপশম ঘটায়। খুহুতীয়া আৰু হাঁহিৰ ব্যংগাত্মক কথাৰ মাজেৰে সমাজৰ একোটা জীয়া সমস্যাৰ বাস্তৱ ৰূপায়ণৰ প্ৰচেষ্টাই আছিল গোপী ভাৰবীয়াৰ নেতৃত্বাধীন চান্দকুছি ঢুলীয়া দলৰ অন্যতম সাফল্য। সেই সময়ত যিসকলে গোপী ভাৰবীয়াৰ ভাইৰামি এবাৰ হ'লেও উপভোগ কৰিছিল তেওঁলোকে প্ৰাৰ্থনাসুৰী ভাইৰামিবোৰ পাহৰিব নোৱাৰে।

### বালিলেছাৰ ঢুলীয়া

বালিলেছাৰ বুধি ভাৰবীয়াই তেওঁৰে সহযোগী ভকতৰাম ভাৰবীয়াৰ কান্ধত উঠি কৰা ভাইৰামিবোৰ কোন সচেতন দৰ্শকে বাৰু পাহৰি পেলাব পাৰিব? সমগ্ৰ ভাইৰামিবোৰৰ ভিতৰত গান্ধীজীৰ অসহযোগ আন্দোলনৰ সময়ত বাইল্লেচোৰ ঢুলীয়া শিল্পীসকলৰ দ্বাৰা পৰিবেশিত ভাইৰামিখন যেনেদৰে অৰ্থবহ আৰু সময়সাপেক্ষে আছিল তেনেদৰে ই হৈ পৰিছিল হাঁহিৰ খোৰাক যোগাব পৰা কামৰূপীয়া ঢুলীয়া জগতৰ এক অনবদ্য স্বীকৃতি। ভাইৰামিখনত বুধিৰাম ভাৰবীয়াই নবীনচন্দ্ৰ বৰদলৈ, ভকতৰাম ভাৰবীয়াই তৰুণৰাম ফুকনৰ ভাও লৈ চৰিত্ৰ দুটা একাকাৰ হৈ পৰিছিল। সংগতিবিহীন কথা কৈ এই চংখনতে দৰ্শকক হাঁহিৰ সাগৰত বুৰাই ৰাখিছিল দুই আজন্ম শিল্পীয়ে।

কানি নাখপা-
আফি খাবা-
গাজা নাখপা-

খলাত কানি বৰ্জনৰ বক্তৃতা দিবলৈ গৈ বুধিয়ে সপক্ষে আৰু গোপীয়ে বিপক্ষে দিয়া এনেবোৰ বেসুৰা শ্লোগানে উপস্থিত দৰ্শকক বিবুদ্ধিত পেলাইছিল। বিশ্লেষণাত্মক ধ্যান-ধাৰণাৰে ক'বলৈ গ'লে বুধি ভাৰবীয়া আছিল স্বাধীনতা আন্দোলনৰ প্ৰতীক আৰু ভকতৰাম ভাৰবীয়া ক'লাবেপাৰী ইংৰাজ শাসকৰ প্ৰতিনিধি স্বৰূপ।

আপুনি এই কাপুৰ যুৰ ক'ত পালাক?
ইষ্টেচনত পালু পিচত কি হ'ব? সুধা
উৰাহ খাই মাৰে বিজ্ বিজ্ কৰে।

এনেবোৰ কথা শুনি দৰ্শকে গিজনি মাৰি হাঁহে। যাৰ ফলত ভাৰবীয়াৰ পিচৰ বচনবোৰ শুনাত দৰ্শকৰ নিজৰে যতি পৰাৰ সম্ভাৱনাই দেখা দিয়ে।

বালিলেছাৰ ঢুলীয়া চঙত দুজন পুৰোহিতে কৰ্ম (সকাম) এখনক লৈ কেনেকৈ দৰ-দাম কৰে তাৰো আভাস পোৱা যায়। এজনে দহ টকাত কৰ্মখন কৰো বুলিলে আনজনে তাৰে আধা দামত কৰা হয়। এজনে তিনি টকাত কৰো বুলিলে অন্যজনে ডেৰ টকাত, এজনে এটকাত হ'লে আনজনে আঠ অনাত, এজনে দুঅনাত হ'লে আনজনে এক অনাত, এজনে বিনা পইচাত কৰো বুলিলে আনজনে নিজে যোগালি হৈও বিনা পইচাত কৰ্মখন কৰাৰ জিদ ধৰে। এনেবোৰ কথাত দৰ্শকে হঁহাৰ বাহিৰে অইন ভাওৰ অৱতাৰণা কৰাৰ অৱকাশ নাপাইছিল। কিন্তু ইয়াতো নিহিত আছিল ভাৱৰ বুৰ্বুৰণি। ব্ৰাহ্মণ সমাজৰ ব্ৰহ্ম গুণৰ অভাৱত গৰা খহনীয়া হোৱাৰ দৰে ভকত-শিষ্যসকলো খহিবলৈ ধৰিলে, পূজা-পাতলৰ প্ৰতি মানুহৰ ৰাপ নোহোৱাত কেনেকৈ তেওঁলোকৰ মাজতে খোৱা-কামোৰাৰ সূত্ৰপাত হ'ল তাৰে এখন বাস্তৱ ছবি ভাৰবীয়াসকলে দাঙি ধৰিবলৈ সমৰ্থ হৈছিল। তেনেদৰে অসহযোগ আন্দোলনৰ চংখনো সংগতিবিহীন লাগ-বান্ধ নোহোৱা কিছুমান হাস্যৰসিক কথাৰ সমাহাৰ যেন লাগিলেও ইয়াৰ ভাবাৰ্থ তাৎপৰ্যপূৰ্ণ। বক্তৃতাত কোৱা কথাবোৰকে তথাকথিত আন্দোলনৰ বৰ বৰ নেতাসকলে নিমাখিত আৰু সাধাৰণ জনসাধাৰণক নানা প্ৰলোভনেৰে আভুৱা ভাঁবি ৰাজপথলৈ উলিয়াই আনি তেওঁলোকৰ স্বতঃস্ফূৰ্ত সঁহাৰি দেখুৱাই সুবিধা আদায় কৰে।

আমাৰ অধ্যয়নৰ মণিকোঠাত সংগৃহীত তথ্যমতে বালিলেছা ঢুলীয়া দলটোৱেই আটাইতকৈ পুৰণি। সম্ভৱতঃ উনবিংশ শতিকাৰ প্ৰথম ভাগতে বুধিৰাম কোচে এই দলৰ জন্ম দিয়ে। কোচক সহায় কৰা ব্যক্তিসকলৰ ভিতৰত স্বৰ্গীয় তনুৰাম দাস, স্বৰ্গীয় ভকতৰাম হালৈ, স্বৰ্গীয় পৃথিৰাম নাথ, স্বৰ্গীয় তুম্ভা নাথ আদি ২৫জনীয়া দলটো উল্লেখযোগ্য। এই ঢুলীয়াৰ বিষয়বস্তু আছিল মূলতঃ ধৰ্মীয় ভাবাদৰ্শমূলক। বচনৰ মাজে মাজে বৰগীত গাই ঢুলীয়া অনুষ্ঠান শ্ৰুতিমধুৰ কৰি তুলিছিল। ঢুলীয়া ভাওনাত মুখাৰ ব্যৱহাৰ প্ৰথম এই দলৰ পৰাই হোৱা বুলি অনুমান কৰিব পাৰি। মুখাৰ সহায়ত কৰা সীতা হৰণ, ৰাৱণ বধ, গোপিনীৰ বস্ত্ৰ হৰণ, পাৰ্বতীৰ বিয়া আদি বৰ মনোৰম হৈ উঠিছিল। ঢুলীয়া ভাওনা পৰিৱেশন কৰি থাকোতে ইজনে সিজনক মিত্ৰ, দাদি, ভায়া, বৰডেকা আদ সম্বোধনেৰে কৰা কাৰ্যবোৰে হেজাৰ ৰসৰ সঞ্চাৰ কৰিছিল।

ঢুলীয়া ভাৰবীয়াবোৰে একত্ৰিত হৈ একোটা ঢুলীয়া দল বা ঢইলা গোৰা দল গঠন কৰে। এনেবোৰ দলৰ কথালৈ মন কৰিলে নলবাৰীৰ মাটি প্ৰাণৱন্ত কৰি তোলা ঢুলীয়া দলবোৰৰ ছবি স্পষ্টকৈ ওলাই পৰে। নলবাৰীৰ আশে-পাশে ক'ত কিমান ঢুলীয়া দল গঠন কৰা হৈছিল তাৰ সঠিক হিচাপ দিয়াটো সম্ভৱপৰ নহয়। সেই দলবোৰৰ হয়তো কোনোবাটো ক'ৰবাত জনপ্ৰিয় হৈ উঠিছিল, কোনোবাটো কলিতে মৰহি গৈছিল। বৌমাৰীৰ ঢুলীয়া দল, গৰোৰ দ'লৰ ঢুলীয়া দল; বজোৱাৰ্দিৰ ঢুলীয়া দল, কৈহাটীৰ মোদন মোহন ঢুলীয়া দল, কৈহাটীৰ কামৰূপীয়া দ্বিতীয় ঢুলীয়া দল, খেলোৱাৰ ঢুলীয়া দল আদিৰ বিতং বিৱৰণ সেয়ে দিব নোৱাৰিলো। গতিকে এই প্ৰবন্ধটি লিখোতে নলবাৰী জিলাৰ বহুত ঢুলীয়া দলৰ কথা বৈ যাব পাৰে। তাৰ বাবে মাৰ্জনা বিচাৰিছোঁ।

*(বি. দ্ৰঃ এই লেখাটি প্ৰস্তুত কৰোতে 'কামৰূপীয়া ঢুলীয়া'ৰ লেখক ধীৰেন ভবালীৰ কিতাপৰ সহায় লোৱা হৈছে।)*



# নলবাৰী অঞ্চলত বিজ্ঞান-চৰ্চা

ড° দিলীপ শৰ্মা




সাৰস্বত-সাধনাত নলবাৰী অঞ্চল অগ্ৰৱৰ্তী। ই সংস্কৃতশিক্ষাৰ কেন্দ্ৰস্থল। সংস্কৃতৰ পঠন-পাঠনৰ বাবে নলবাৰী অঞ্চলত বহু টোল আছিল। আঠঘৰীয়াৰ মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য, গামাৰিমুৰীৰ চন্দ্ৰকান্ত বিদ্যালংকাৰ আদি সংস্কৃতপণ্ডিতৰ পাণ্ডিত্যৰ বিশ্ৰুতি আছে। সংস্কৃত-চৰ্চাত যেনেদৰে নলবাৰী অঞ্চলৰ সুবাদ আছে, তেনেদৰে গণিত আৰু জ্যোতিষ-চৰ্চাৰো পৰম্পৰা আছে। গন্ধিয়া গাঁৱত হোৱা জ্যোতিষ চৰ্চাৰ কথা সকলোৰে সুবিদিত।

বিদ্যোৎসাহীমাত্ৰেই জানে যে অসমীয়া পুথিৰ বৰ্ণনাত্মক তালিকা (Descriptive Catalogue of the Assamese manuscripts) পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ অসমীয়া সাহিত্যলৈ অন্যতম উল্লেখযোগ্য অৱদান। অসম চৰকাৰৰ হকে কলিকতা বিশ্ববিদ্যালয়ে পুথিখন প্ৰকাশ কৰে ১৯৩০ চনত। দুটা অংশত বিভক্ত এই কিতাপৰ প্ৰথম অংশত ১৫৬ খন পুৰণি অসমীয়া পুথিৰ আৰু দ্বিতীয় অংশত ৭৭ খন সংস্কৃত পুথিৰ উল্লেখ আছে। পণ্ডিত গোস্বামীদেৱে বিভিন্নজনৰ পৰা এই সাঁচিপতীয়া পুথিবোৰ সংগ্ৰহ কৰিছিল। এই পুথিবোৰৰ ভিতৰত গণিত বিষয়ক, জ্যোতিৰ্বিজ্ঞান আৰু জ্যোতিষৰ (astronomy and astrology) পুথিৰ উল্লেখ আছে। দ্বিতীয় অংশত যি ৭৭ খন সংস্কৃত পুথিৰ উল্লেখ আছে, তাৰে ২৬ খন পুথি জ্যোতিৰ্বিজ্ঞান আৰু জ্যোতিষবিষয়ক। এই ২৬ খন পুথিৰ সোতৰখনেই গোস্বামীদেৱে সংগ্ৰহ কৰিছে নলবাৰীৰ খাতা মৌজাৰ প্ৰতাপনাৰায়ণ চৌধুৰীৰ পৰা। পুথিকেইখন হ'ল ঃ অষ্টবৰ্গী দশা, অয়নাংশম, দ্বাদশ ৰাশি নিৰ্ণয়, গ্ৰহবীজজ্ঞান, গ্ৰহণ আৰ্য্যা, জাতক চন্দ্ৰিকা, জাতক চন্দ্ৰিকা (গ্ৰহভাব), যুদ্ধ জয়াৰ্ণৱ দশা, জ্যোতিষ দৰ্পণ, জ্যোতিষ মুক্তাৱলী, জ্যোতিষ ৰত্নমালা, মহাদশা গণনা, নন্দী, কেশৰী দশা, ৰাশি বিধান, সংস্কাৰ কাল নিৰ্ণয় সংকেত গণনা।

দ্বাদশ শতিকাৰ বিখ্যাত গণিতজ্ঞ ভাস্কৰাচাৰ্যৰ যুগজয়ী কীৰ্তি সিদ্ধান্ত শিৰোমণিৰ প্ৰথম খণ্ড লীলাৱতীৰ চৰ্চা প্ৰাচীন কামৰূপত হৈছিল। ড° সূৰ্যকুমাৰ ভূঞাই "abstruse mathematician" আখ্যা দিয়া দুৰ্গাচৰণ বৰকাই বংগৰপৰা লীলাৱতী অসমলৈ আনে। এই লীলাৱতীৰ নকল গন্ধিয়া গাঁৱৰ আদ্যনাথ শৰ্মা জ্যোতিষীৰ ঘৰত আছিল বুলি দণ্ডীৰাম দত্তদেৱে তেখেতৰ কৌতুক আৰু কাইথেলী অঙ্কত উল্লেখ কৰিছে।

তদুপৰি অসমৰ কায়স্থসকলৰ মাজত এবিধ গণিতৰ প্ৰচলন আছিল। কায়স্থসকলক কথিত ভাষাত বিশেষকৈ নলবাৰী অঞ্চলত কাইথ বোলা হয়। এখেতসকলে চৰ্চা কৰা অংক গ'ল কাইথেলী অংক। এই কাইথেলী অংক আৰু কৌতুকবোৰ বিভিন্ন ঠাইৰ পৰা সংগ্ৰহ কৰি বেলশৰৰ দণ্ডীৰাম দত্তদেৱে পুথি আকাৰে ছপাই উলিয়াই এক ডাঙৰ কাম কৰিছে ঃ কৌতুক আৰু কাইথেলী অঙ্ক। 'আমাৰ নিবেদন'ত দত্তদেৱে লেখিছেঃ "আগৰ দিনত অসমৰ

নানা ঠাইত প্ৰাচীন কাইথেলী শিক্ষাৰ পঢ়াশালি আছিল। ইংৰাজ ৰাজত্বৰ আগভাগলৈকে দেশীয় ভাষাত গাঁৱৰ পঢ়াশালিত এই কাইথেলী অঙ্ক শিক্ষা দিয়া হৈছিল। অঙ্কবোৰ পদ্যত লিখা, বৰ আমোদজনক। কায়স্থৰ ল'ৰাই বিশেষকৈ মাটি-বাৰীৰ হিচাপ ৰাখিছিল। ঘাইকৈ কাইথ জাতিৰ মানুহে প্ৰাচীন অঙ্ক অধ্যয়ন আৰু অনুশীলন কৰাৰ নিমিত্তে এই অঙ্কাৱলীক কাইথেলী অঙ্ক বোলা হয়। (নতুন পঞ্চম সংস্কৰণ ১৯৬৪)

******

ঊনবিংশ শতিকাৰ শেহভাগত ১৮৮৭ চনত নলবাৰীত এখন মজলীয়া ইংৰাজী বিদ্যালয় স্থাপিত হয়। ফলস্বৰূপে নলবাৰীৰ আকাশত আধুনিক শিক্ষাৰ পোহৰ দেখা গ'ল। এইখন স্কুলকে ১৯১৭ চনত হাইস্কুললৈ উন্নীত কৰা হয়, নাম ৰখা হয় নলবাৰী গৰ্ডন হাইস্কুল। গৰ্ডন হাইস্কুল প্ৰতিষ্ঠাৰ লগে লগে নলবৰীয়া ছাত্ৰই হাইস্কুলীয়া গণিত আৰু বিজ্ঞানৰ পাঠ গ্ৰহণ কৰিবলৈ সক্ষম হয়। ১৯২১ চনত এই স্কুলৰ ছাত্ৰই পোন প্ৰথমবাৰৰ বাবে কলকাতা বিশ্ববিদ্যালয়ৰ প্ৰৱেশিকা পৰীক্ষাত অৱতীৰ্ণ হয়। প্ৰথম বিভাগ পোৱা ছাত্ৰসকলৰ ভিতৰৰ অন্যতম আছিল তন্ত্ৰশংকৰাৰ মধুৰাম দাস। গণিতৰ দুয়োখন প্ৰশ্নকাকততে আশী শতাংশৰো অধিক গুণাংক পাই উত্তীৰ্ণ হোৱা মধুৰাম দাস ১৯২৫ চনত কটন কলেজৰ পৰা বিজ্ঞানৰ স্নাতক হয়। মধুবাবু (এই নামেৰেই তেখেত বিখ্যাত আছিল) নলবাৰী অঞ্চলৰ প্ৰথম বিজ্ঞান-স্নাতক। সেই সময়ত বৰমূৰিকোণাৰ বৈকুণ্ঠনাথ শৰ্মা নামৰ আন এজন ছাত্ৰই কলকাতাত বিজ্ঞানৰ স্নাতক মহলাত অধ্যয়ন কৰিছিল, কিন্তু উত্তীৰ্ণ হোৱাৰ পূৰ্বে তেখেতৰ অকাল বিয়োগ ঘটে। ১৯০২ চনত আঠঘৰীয়াত জন্মগ্ৰহণ কৰা দেৱেন্দ্ৰনাথ ভট্টাচাৰ্য ৰাসায়নবিজ্ঞানত সন্মানসহ বিজ্ঞানৰ স্নাতক হয়। তেখেত আছিল এজন দক্ষ শিক্ষা বিষয়া। বিজ্ঞানৰ স্নাতক হ'লেও সংস্কৃত ভাষা আৰু সাহিত্যতো তেখেতৰ দখল আছিল (তেখেতৰ সমগ্ৰ ৰচনা **দেৱেন্দ্ৰ-সমগ্ৰ** নামেৰে কেবাটাও খণ্ডত প্ৰকাশ পাইছে)।

১৯১৭ চনত গৰ্ডন স্কুল প্ৰতিষ্ঠা হোৱাত বিজ্ঞান আৰু গণিতৰ স্নাতক শিক্ষকৰ সমস্যাই দেখা দিলে। স্কুল স্থাপনত আগভাগ লোৱা ব্যক্তিসকলে পলাশবাৰীৰ ওচৰৰ বাটিৰহাটিৰ পৰা কেশৱ চন্দ্ৰ নাথদেৱক লৈ আহে। নলবাৰী অঞ্চলত হাইস্কুলীয়া গণিত আৰু বিজ্ঞানৰ পাঠদানৰ দুৱাৰ মুকলি কৰে কেশৱ বাবুৱে। এইখিনিতে উনুকিয়াব পাৰি যে কেশৱ চন্দ্ৰ নাথদেৱ নলবাৰীলৈ যি আহিল আহিলেই, নলবাৰী এৰি নগ'ল। গৰ্ডন স্কুলৰ পৰা অৱসৰ লোৱাৰ পাছত তেখেতে নৱ-প্ৰতিষ্ঠিত দেৱীৰাম পাঠশালা স্কুলত কিছুকাল শিক্ষকতা কৰে। মধুবাবু গৰ্ডন স্কুলৰ দ্বিতীয়জন বিজ্ঞানৰ স্নাতক-শিক্ষক। গৰ্ডন স্কুল স্থাপিত হোৱাৰ পাছত নলবাৰী অঞ্চলত বহুকেইখন হাইস্কুল প্ৰতিষ্ঠা হয়। চামতা হাইস্কুল এখন জাকতজিলিকা স্কুল। এই স্কুলৰ অন্যতম কৃতী বিজ্ঞান আৰু গণিতৰ শিক্ষক হ'ল খগেন্দ্ৰ নাথ কাকতিদেৱ। কৃষি কৰ্মতো তেখেতৰ বিশেষ ৰাপ আছিল আৰু বৈজ্ঞানিক ধৰণেৰে কৃষি-কাৰ্য কৰিছিল; সেই বিষয়ে কিতাপো লিখিছিল। উল্লেখ কৰিব পাৰি যে বিজ্ঞানৰ ছাত্ৰ হ'লেও কাকতিদেৱৰ এক ৰসাল সাহিত্যিক মন আছিল। দ্য কটন কলেজ মেগাজিনৰ ১৯৩১ চনৰ ছেপ্টেম্বৰ সংখ্যাত প্ৰকাশিত Manufacture of Graduates শীৰ্ষক লেখাটো ইয়াৰ ডহডহীয়া প্ৰমাণ। লাহে লাহে নলবাৰী অঞ্চলত হাইস্কুলৰ সংখ্যা বাঢ়িবলৈ ধৰে আৰু এই স্কুলসমূহত বহু নিঃস্বাৰ্থ কৃতবিদ্য শিক্ষকে গণিত আৰু বিজ্ঞানৰ পাঠদানত আত্মনিয়োগ কৰে।

১৯৪৫ চনত বিদ্যয়াৱিন্দতে অমৃতম্ আদৰ্শ বাক্য বুকুত বান্ধি লৈ নলবাৰী কলেজ স্থাপিত হয়। লগে লগে নলবাৰী অঞ্চলত কলেজীয়া শিক্ষাৰ প্ৰৱৰ্তন হ'ল। অৱশ্যে বিজ্ঞান শাখাটো মুকলি হয় বাৰ-তেৰ বছৰ পাছত (যদিও গণিত বিষয়টো আৰম্ভণিৰ পৰা আছিল)। ১৯৬৭ চনত পদাৰ্থবিজ্ঞানৰ, ১৯৭২ চনত গণিতৰ আৰু ৰসায়নবিজ্ঞানৰ, ১৯৭৮ চনত প্ৰাণীবিজ্ঞানৰ, ১৯৮৫ চনত উদ্ভিদবিজ্ঞানৰ, ১৯৮৭ চনত ভূগোল বিজ্ঞানৰ সন্মানৰ পাঠ্যক্ৰম খোলা হয়। স্নাতক মহলালৈকে পৰিসংখ্যা বিজ্ঞানৰ পাঠদান কৰা হয় যদিও সন্মানৰ পাঠ্যক্ৰম খোলা হোৱা নাই। নৃতত্ত্ব, ভূতত্ত্ব আদি বিষয় খোলা হোৱা নাই। ১৯৯৫ চনৰ পৰা কম্পিউটাৰ বিজ্ঞানৰ পাঠদান আৰম্ভ হৈছে। নতুন বিষয়সমূহ খোলা হোৱা নাই। সীমিত সা-সুবিধাৰ মাজতো নলবাৰী কলেজৰ বিজ্ঞানৰ বিদ্যাৰ্থীসকলে আশানুৰূপ ফল দেখুৱাই আহিছে। বহুতেই বিশ্ববিদ্যালয়ৰ চূড়ান্ত পৰীক্ষাত কৃতিত্ব অৰ্জন কৰিছে। (এই লেখকো নলবাৰী কলেজৰ ছাত্ৰ। ছাত্ৰাৱস্থাত আমি দেখিছিলো কেনেদৰে শিক্ষকসকলে ঐকান্তিকতাৰে পাঠদান কৰিছিল, সকলো কথা খৰচি মাৰি শিকাবলৈ চেষ্টা কৰিছিল।) নলবাৰী অঞ্চলৰ অন্যান্য কলেজসমূহত (মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়, কামৰূপ কলেজ, শ্বহীদ স্মৃতি মহাবিদ্যালয়, বৰভাগ কলেজ) বিজ্ঞান শাখা খোলা হোৱা নাই। নলবাৰী কলেজক কেন্দ্ৰ কৰি ১৯৬৭ চনত অসম বিজ্ঞান সমিতিৰ নলবাৰী শাখা খোলা হয়। অসম বিজ্ঞান সমিতিৰ নলবাৰী শাখাৰ উদ্যোগতেই সমিতিৰ ১৯৭২ চনৰ বাৰ্ষিক অধিৱেশনখন নলবাৰী কলেজত অনুষ্ঠিত হৈছিল। এই অধিৱেশনত তদানীন্তন অসমৰ ৰাজ্যপাল ব্ৰজকুমাৰ নেহৰু, বিশিষ্ট পদাৰ্থবিজ্ঞানী ড° হিৰণ্য চন্দ্ৰ ভূঞা আদিয়ে যোগ দিছিল। বিজ্ঞান সমিতিৰ নলবাৰী শাখাই বিজ্ঞান পত্ৰ নামৰ এখন আলোচনীও প্ৰকাশ কৰিছিল। আন এটা অনুষ্ঠান আছিল ছাত্ৰ বিজ্ঞান সমিতি। এই সমিতিয়েও বিজ্ঞান প্ৰৱাহ নামৰ এখন আলোচনী প্ৰকাশ কৰিছিল। (সম্প্ৰতি এই আলোচনী দুখন প্ৰকাশ পাই আছে নে নাই নাজানো।) তদুপৰি অসম গণিত শিক্ষায়তনৰ নলবাৰী শাখাই জন্মলগ্নৰে পৰা গণিতৰ প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে কঠোৰ শ্ৰম কৰি আহিছে। আমাৰ ছাত্ৰ-ছাত্ৰীসকলৰ মাজৰ পৰা অহেতুক গণিত-ভীতি দূৰ কৰিবলৈ, প্ৰতিভাৱান বিদ্যাৰ্থীসকলক বাছি উলিয়াই তেওঁলোকক উৎসাহিত কৰিবলৈ অসম গণিত শিক্ষায়তনে গাণিতিক অলিম্পিয়াদ, মেথমেটিকছ্ প্ৰতিযোগিতা আদি অসমৰ বিভিন্ন ঠাইত অনুষ্ঠিত কৰি আহিছে। সন্তোষৰ কথা যে নলবাৰী অঞ্চলৰ বিদ্যাৰ্থীসকলে এই প্ৰতিযোগিতাত সাফল্যও অৰ্জন কৰিছে। নক'লেও হ'ব যে অসম গণিত শিক্ষায়তনৰ নলবাৰী শাখাৰ সূতিকা গৃহও নলবাৰী কলেজেই।

নলবাৰী অঞ্চলৰ বহু ব্যক্তিয়ে বিজ্ঞান আৰু গণিতৰ শিক্ষণত, গৱেষণাত, প্ৰচাৰ আৰু প্ৰসাৰত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। এখেতসকলৰ বহুতেই এই অঞ্চলৰ পৰা হাইস্কুলৰ শিক্ষা সাং কৰি বা নলবাৰী কলেজৰ পৰা স্নাতক হৈ বাহিৰলৈ যায় আৰু কৰ্মসূত্ৰে অইন ঠাইত থিতাপি লয়গৈ। বহুতে অভিভাৱকৰ কৰ্মসূত্ৰে অন্য ঠাইত খানিকা পাতিবলৈ



বাধ্য হয়।

গণিতৰ ক্ষেত্ৰত পোনতেই আমাৰ মনলৈ আহে অধ্যাপক ৰজনীকান্ত চক্ৰৱতীৰ কথা। তেখেতৰ জন্ম আৰিকুছি গাঁৱত। গৰ্ডন হাইস্কুলত তেখেতে নৱম শ্ৰেণীলৈ পঢ়িছিল। তাৰ পাছত গোৱালপাৰাৰ এইচ এন ছেমিনাৰিৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা তেখেতে গণিতত এম এ আৰু আইনৰ স্নাতক ডিগ্ৰী লয়। কটন কলেজৰ একালৰ এইজনা নামজ্বলা অধ্যাপকে কেবাখনো উচ্চমান বিশিষ্ট পাঠ্যপুথি লিখিছে। অসম বিজ্ঞান সমিতিৰ দ্বাৰা প্ৰকাশিত বিজ্ঞান জেউতিৰ প্ৰথম বছৰ প্ৰথম সংখ্যাত প্ৰকাশিত 'গণিতৰ ইতিহাস কিয়?' অধ্যাপক চক্ৰৱতীদেৱৰ এক অনৱদ্য ৰচনা। অসমত মৌলিক গণিতৰ (Pure mathematics) চিন্তা-চৰ্চাৰ দুৱাৰ মুকলি কৰাত পুৰোধাৰ ভূমিকা লয় ড° বিনয় কুমাৰ তামুলীদেৱে। অধ্যাপক তামুলীদেৱৰ আদি ঘৰ শিমলীয়া গাঁৱত। গুৱাহাটী বিশ্ববিদ্যালয়ৰ গণিতৰ অধ্যাপক হিচাপে তেখেতে অৱসৰ লয়। অসম অসামৰিক সেৱাৰ পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰিও তেখেতে কামত যোগ নিদিলে। তেখেতৰ Contemporary Algebra শীৰ্ষক পুথিখন বিমূৰ্ত বীজগণিতৰ এখন বাছকবনীয়া কিতাপ। বিস্তৰ পঢ়া-শুনা তেখেতে কৰিছে। ভিন্নসুৰীয়া কিতাপখন পঢ়িলেই তাৰ উমান পোৱা যায়। অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা তেখেতৰ **বিশ্ব-ৰহস্য** পুথিখন পঢ়ি স্কুলীয়া কালতে আমি বিমল আনন্দ লাভ কৰিছিলোঁ। অধ্যাপক বিষ্ণুদেৱ শৰ্মাৰ আদ্য ঘৰো নলবাৰী অঞ্চলত। তেখেত এজন অতি মেধাৱী ছাত্ৰ আছিল। কটন কলেজ, অসম অভিযান্ত্ৰিক কলেজ আদি বিভিন্ন অনুষ্ঠানৰ লগত জড়িত আছিল। অসমৰ শিক্ষাধিকাৰ হিচাপে অৱসৰ লয়। ড° ভূপতি চন্দ্ৰ ডেকা অতুলনীয় পাণ্ডিত্যৰ অধিকাৰী। কমাৰকুছি গাঁৱত তেখেতৰ জন্ম। গুৱাহাটী বিশ্ববিদ্যালয়ৰ গণিতৰ প্ৰতিষ্ঠাপক মুৰব্বী অধ্যাপক ভি ডি থাৱানিৰ চকুৰ মণি আছিল অধ্যাপক ডেকা। তেখেত নীৰৱ সাধক। অসম বিজ্ঞান সমিতিয়ে ১৯৬৮ চনত তেখেতৰ গণিতৰ কথা প্ৰকাশ কৰে। সেই সময়ত ভাৰতৰ কোনো প্ৰান্তীয় ভাষাত গণিতৰ ইতিহাস বিষয়ক কিতাপ সম্ভৱতঃ নাছিল। একালৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ডেকাদেৱে বিজ্ঞান জেউতি আৰু গণিত বিকাশত বহু মূল্যৱান প্ৰবন্ধ লিখিছে। স্নাতক, স্নাতকোত্তৰ মহলাৰ বাবে কেবাখনো উচ্চমান বিশিষ্ট পুথি ৰচনা কৰিছে। তেখেতৰ গৱেষণা-পাত্ৰিকাসমূহেও প্ৰশংসা পাইছে। মৰোৱাৰ কবিচন্দ্ৰ মহন্তৰ (বিশিষ্ট শিক্ষাবিদ) পুত্ৰ ড° মৃগেন্দ্ৰ নাৰায়ণ মহন্ত আছিল এজন কৃতী গণিতজ্ঞ। মস্কো বিশ্ববিদ্যালয়ৰ ডক্টৰেট মহন্তদেৱে গুৱাহাটী বিশ্ববিদ্যালয়, কুৰুক্ষেত্ৰ বিশ্ববিদ্যালয়, দিল্লীৰ ভাৰতীয় প্ৰযুক্তি বিদ্যা প্ৰতিষ্ঠান (IIT) আদি বিভিন্ন শিক্ষানুষ্ঠানত শিক্ষকতা কৰিছিল। ছিমলাৰ Institute of Advanced Studiesৰ লগত জড়িত হৈ থকাৰ সময়ত তেখেতৰ অকাল বিয়োগ ঘটে। অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত তেখেতৰ আপেক্ষিকতাবাদ এখন সৰু অথচ অতি মনোগ্ৰাহী পুথি। বিজ্ঞান জেউতিত পঢ়া তেখেতৰ দ্ৰব্যমানৰ ধাৰণা শীৰ্ষক প্ৰবন্ধলৈ এতিয়াও মনত পৰে। বনগাঁৱৰ চক্ৰৱতী পৰিয়ালৰ কৃতী সন্তান ড° ঈশ্বৰচন্দ্ৰ চক্ৰৱতী Trent Universityৰ গণিতৰ অধ্যাপক। ১৯৮০ চনত তেখেতক সন্মানীয় Symons বঁটা দিয়া হয় "for excellence in teaching as well as for exemplary concern for students" বহু গৱেষণা-নিবন্ধৰ ৰচক অধ্যাপক চক্ৰৱতীয়ে ত্ৰিনিদাদ বিশ্ববিদ্যালয়, টকিঅ' বিশ্ববিদ্যালয় আদিত ভিজিটিং প্ৰফেচৰ হিচাপে কাৰ্যনিৰ্বাহ কৰে। ছাত্ৰাৱস্থাত বিজ্ঞান জেউতিত তেখেতৰ সংখ্যা প্ৰণালী শীৰ্ষক প্ৰবন্ধ পঢ়ি আমি মুগ্ধ হৈছিলো। বৰ্তমান শিলচৰৰ অসম বিশ্ববিদ্যালয়ৰ গণিতৰ অধ্যাপক ড° গুণীন্দ্ৰ চন্দ্ৰ শৰ্মাৰ আদি ঘৰ সোণকুৰিহাত। গুৱাহাটী বিশ্ববিদ্যালয়ৰ এজন মুধাফটা ছাত্ৰ শৰ্মাই খড়গপুৰৰ ভাৰতীয় প্ৰযুক্তিবিদ্যা প্ৰতিষ্ঠানৰপৰা ড''ৰেট ডিগ্ৰী লয়। বেলশৰৰ ড° ভবেন্দ্ৰ নাথ মেনা আছিল গণিতৰ কৃতী ছাত্ৰ আৰু শিক্ষক। গ্লাছগ'ৰ Strathclyde বিশ্ববিদ্যালয়ৰ গণিতৰ ড''ৰেট, গুৱাহাটী বিশ্ববিদ্যালয়ৰ গণিতৰ অধ্যাপক ড° মেনাৰ অকাল বিয়োগ গণিত জগতৰ বাবে এক অপূৰণীয় ক্ষতি। বিভিন্ন গৱেষণা-পত্ৰিকাত প্ৰকাশিত নিবন্ধৰ উপৰি বিজ্ঞান জেউতিত তেখেতে কেইবাটাও তথ্যগধুৰ প্ৰবন্ধ লেখিছিল। শোলমাৰাৰ ড° তাৰিণীকুমাৰ দত্ত বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ গণিত বিভাগৰ অধ্যাপক। একালৰ বিশ্ববিদ্যালয়ৰ কৃতী ছাত্ৰ ড° দত্তই মৌলিক গণিতত উল্লেখযোগ্য কাম কৰিছে। একেদৰে বেলশৰ হাইস্কুলৰ ছাত্ৰ হীৰেন ডেকাই দিল্লী বিশ্ববিদ্যালয়ৰ পৰা গণিতত সুখ্যাতিৰে উত্তীৰ্ণ হৈ সম্প্ৰতি কটন কলেজত শিক্ষকতা কৰি আছে।

ইয়াৰ উপৰি নলবাৰী অঞ্চলৰ বহু ছাত্ৰই গণিতত পাৰদৰ্শিতা দেখুৱাইছে আৰু বিভিন্ন বিদ্যালয়-মহাবিদ্যালয়-বিশ্ববিদ্যালয়ত সেৱা আগবঢ়াই আছে।

পৰিসংখ্যা বিজ্ঞানৰ ক্ষেত্ৰত দুজন লোকৰ নাম ঘপৰাই মনলৈ আহে। এজন বৰ আজৰাৰ ড° কৈলাস চন্দ্ৰ ভট্টাচাৰ্য আৰু আনজন জানিগোগৰ দীনেশ চন্দ্ৰ মিশ্ৰ। কৈলাস ভট্টাচাৰ্যই ১৯৪১ চনত গৰ্ডন স্কুলৰ পৰা কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰৱেশিকা পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰে। নলবাৰী কলেজৰ গণিত বিভাগত আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰিসংখ্যা বিভাগত কিছুদিন শিক্ষকতা কৰাৰ পাছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ কোষাধ্যক্ষ আৰু শেহত পঞ্জীয়ক হয়। দীনেশ চন্দ্ৰ মিশ্ৰও আছিলতীতীক্ষ্ণধী ছাত্ৰ। ১৯৪২ চনত গৰ্ডন হাইস্কুলৰ পৰা তেখেতে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। প্ৰথম দহোটা স্থানৰ ভিতৰত এটা স্থান তেখেত লাভ কৰিছিল। পৰৱতী কালৰ পৰীক্ষাসমূহতো তেখেতে সমানে পাৰদৰ্শিতা দেখুৱাইছিল। গুৱাহাটী বিশ্ববিদ্যালয়লৈ শিক্ষক হিচাপে যোগ দিবলৈ আহোতে মহাবাহু ব্ৰহ্মপুত্ৰত নাও বুৰি শোকাৱহভাৱে তেখেতৰ মৃত্যু হয়। (কবি অজিৎ বৰুৱাই তেখেতৰ এটি পদ্যত এই কৰুণ মৃত্যুৰ কথা বৰ্ণনা কৰিছে।) হাইস্কুলৰ ছাত্ৰ হৈ থকা অৱস্থাতেই মিশ্ৰদেৱে গৰ্ডন স্কুলৰ মুখপত্ৰ নৈবেদ্যৰ দ্বিতীয় সংখ্যাত Wireless শীৰ্ষক বিজ্ঞানৰ প্ৰবন্ধ লেখিছিল। তলত এটা অংশ উদ্ধৃত কৰা হ'লঃ "In recent days radio has been the most absording subject for the scientists. Its rapid development has enabled us to broadcast messages, pictures, complete letters, documents and photographs to any corner of the world; but to the ambitious scientists, this is but a mere begining of the science!" (আজিৰ পৰা ৬০ বছৰ আগেয়ে এজন গাঁৱৰ ছাত্ৰই এনে মনোগ্ৰাহী প্ৰবন্ধ লিখিছে— বিস্ময়াভিভূত হোৱাৰ কথা।)

'নৃতত্ত্বৰ পিতামহ'ৰূপে বিশ্ৰুত বিহামপুৰৰ মাধৱচন্দ্ৰ গোস্বামীয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ জন্মলগ্নৰে পৰা ১৯৭৮ চনলৈ নৃতত্ত্ব বিভাগটো মুৰব্বী হিচাপে পৰিচালনা কৰে আৰু সমগ্ৰ ভাৰতবৰ্ষৰ ভিতৰতে এক উল্লেখযোগ্য বিভাগলৈ উন্নীত কৰে। ১৯৫৪ চনত কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ পৰা তেখেতে ডি লিট ডিগ্ৰী লয়। ১৯৬৯ চনৰ ভাৰতীয় বিজ্ঞান কংগ্ৰেছৰ নৃতত্ত্ব আৰু পুৰাতত্ত্ব শাখাত তেখেতে পৌৰোহিত্য কৰিছিল। তেখেতৰ প্ৰচেষ্টাতে গুৱাহাটী বিশ্ববিদ্যালয়ৰে নৃতত্ত্ব বিভাগত নৃ-গোষ্ঠী বৰ্ণনাভিত্তিক সংগ্ৰহালয় স্থাপিত হয় আৰু এছিয়াৰ ভিতৰতে এক উল্লেখযোগ্য সংগ্ৰহালয়লৈ বিকশিত হয়। এক কথাত উত্তৰ-পূব ভাৰতত নৃতত্ত্ব চৰ্চাৰ পথিকৃত হ'ল অধ্যাপক গোস্বামীদেৱ। ঠিক সেইদৰে উত্তৰ-পূব ভাৰতত ভূগোল বিজ্ঞান চৰ্চাৰ বাটকটীয়া হ'ল ড° হৰিপ্ৰসন্ন দাস। তেখেতৰ পিতৃ প্ৰসিদ্ধ শিক্ষাবিদ মণিৰাম দাসৰ আদি ঘৰ নাকেৰবাৰীত। ড° দাসে বিখ্যাত ছাৰ এল দাদলি ষ্টাম্পৰ অধীনত গৱেষণা কৰিছিল। অধ্যাপক গোস্বামীয়ে নৃতত্ত্ব বিভাগ গঢ় দিয়াৰ দৰে ড° দাসে ভূগোল বিজ্ঞান বিভাগটো গঢ় দিয়ে। ড° দাসৰ আদৰ্শ ভূগোল আক্ষৰিক অৰ্থতেই এখন আদৰ্শ পাঠ্যপুথি আছিল। আৱিষ্কাৰৰ কাহিনী তেখেতৰ এখন শিশু উপযোগী পুথি। প্ৰাণী বিজ্ঞানৰ চৰ্চাৰ ক্ষেত্ৰত পোনতেই ড° কালীনাথ শৰ্মাৰ নাম ল'ব লাগিব। তেখেতেই অসমৰ পৰা প্ৰাণীবিজ্ঞান বিভাগত প্ৰথম স্নাতকোত্তৰ ডিগ্ৰীধাৰী লোক আৰু প্ৰাণীবিজ্ঞান চৰ্চাৰ দিক্‌দৰ্শক। ড° শৰ্মাৰ জন্ম অময়াপুৰ গাঁৱত। ১৯৪২ চনৰ পৰা ১৯৬৫ চনলৈ কটন কলেজৰ প্ৰাণীবিজ্ঞান বিভাগত তেখেতে অধ্যাপনা কৰে। তাৰ মাজতে চৰকাৰৰ পৰা জলপানি লৈ তেখেত ইংলেণ্ডলৈ যায় আৰু বংশগতি বিজ্ঞানত (Genetics) এডিনবৰা বিশ্ববিদ্যালয়ৰ পৰা ড''ৰেট ডিগ্ৰী লয়। ১৯৬৫ চনৰ পৰা সাত বছৰ কাল তেখেতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাণী বিজ্ঞান বিভাগৰ মুৰব্বী হিচাপে কাৰ্যনিৰ্বাহ কৰে। অসম বিজ্ঞান সমিতিৰ জৰিয়তে দিয়া তেখেতৰ জনপ্ৰিয় বক্তৃতাবোৰ আক্ষৰিক অৰ্থতেই জনপ্ৰিয় আছিল। এইখিনিতে উনুকিয়াব পাৰি যে সংস্কৃত সাহিত্যতো ড° শৰ্মাৰ দখল আছিল। **আমাৰ দেহ** ড° শৰ্মাৰ এখন জনপ্ৰিয় পুথি। পুথিখনে ভাৰত চৰকাৰৰ পৰা বঁটা পায়। সন্ধেলীৰ ড° ধীৰেন্দ্ৰ কুমাৰ শৰ্মা, পকোৱাৰ ড° অমৰেশ দত্ত প্ৰাণীবিজ্ঞানৰ গৱেষক।

পদাৰ্থবিজ্ঞানৰ ক্ষেত্ৰত পোনতেই আমাৰ মনলৈ ডঃ দিলীপ কুমাৰ চৌধুৰীৰ নাম আহে। ড° চৌধুৰীৰ জন্ম পকোৱা গাঁৱত। ১৯৭০ চনত দিল্লী বিশ্ববিদ্যালয়ৰ পৰা তেখেতে পদাৰ্থবিজ্ঞানত ড''ৰেট লয়। ১৯৭১ চনত লণ্ডনৰ ৰয়েল কমিছনে ভাৰতীয় ডেকা বিজ্ঞানীৰ বাবে আগবঢ়োৱা এটা বৃত্তি লাভ কৰি তেখেত অক্‌সফ'ৰ্ড বিশ্ববিদ্যালয়লৈ গৱেষণাৰ বাবে যায়। ১৯৭৪ চনত তেখেতে অ'ক'ৰ্ড বিশ্ববিদ্যালয়ত অধ্যয়ন শেষ কৰি উত্তৰ ইংলেণ্ডৰ এটা জাতীয় গৱেষণাগাৰত ছিনিয়ৰ ৰিছাৰ্চ এছ'চিয়েট হিচাপে দুবছৰ কাম কৰে। ১৯৭৬ চনত ভাৰতলৈ উভতি আহি তেখেতে মুম্বাইৰ টাটা ইন্সটিটিউট অব ফাণ্ডামেণ্টেল ৰিছাৰ্চত ভিজিটিং বিজ্ঞানী হিচাপে যোগ দিয়ে। ১৯৭৮ চনত তেখেত অসমলৈ উভতি আহে। বৰ্তমান তেখেত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পদাৰ্থবিজ্ঞানৰ অধ্যাপক। উল্লেখ কৰিব পাৰি যে ১৯৭৬ চনৰ পদাৰ্থবিজ্ঞানৰ ন'বেল বঁটা বিজয়ী ডঃ বাৰ্টন ৰিকটাৰে ষ্টকহোমত দিয়া আনুষ্ঠানিক ন'বেল বক্তৃতাত ড° চৌধুৰীৰ গৱেষণাৰ তত্ত্ব আৰু তাৰ পূৰ্বানুমানৰ বিষয়ে আঙুলিয়াই দিয়ে। মৌলিক কণা ড° চৌধুৰীৰ এখন মুখপাঠ্য পুথি। গণমাধ্যমৰ যোগেদি বিজ্ঞান জনপ্ৰিয়কৰণত সৰ্বোৎকৃষ্ট অৱিহণাৰ বাবে ভাৰত চৰকাৰৰ ১৯৯৭ চনৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰা ড° দীনেশ চন্দ্ৰ গোস্বামীৰ আদি ঘৰ পশ্চিম নলবাৰীত। যোৰহাট আঞ্চলিক গৱেষণাগাৰত কৰ্মৰত পদাৰ্থবিজ্ঞানী ডঃ গোস্বামীয়ে অসমীয়া বিজ্ঞান সাহিত্যলৈ বিশিষ্ট অৱদান আগবঢ়াই আহিছে। তেখেতৰ দ্বাৰা ৰচিত জনপ্ৰিয় বিজ্ঞানৰ পুথিৰ সংখ্যা কুৰিখনতকৈ অধিক। এজাক জোনাকীৰ জিলিকনি, উষ্ম প্ৰৱাহ আৰু শব্দ, নিবন্তৰ শব্দ তেখেতৰ তিনিখন কল্পবিজ্ঞান উপন্যাস। পোৰ্টেবল স্মেল এৱজৰ্বাৰ, ভদ্ৰতামাপক যন্ত্ৰ, এক তৰংগৰ দৰে তেখেতৰ তিনিখন কল্পবিজ্ঞান গল্প সংকলন। অসম বিজ্ঞান সমিতিৰ দ্বাৰা প্ৰকাশিত বিজ্ঞান অভিধানৰ (প্ৰথম খণ্ড) প্ৰধান সম্পাদকৰ দায়িত্ব ড° গোস্বামীয়ে বহন কৰিছিল। অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত বিশ্বকোষৰ বিজ্ঞান খণ্ডৰ মুখ্য সম্পাদক আছিল ড° গোস্বামী। বৰভিঠাৰ ড° অৱনীকুমাৰ মিশ্ৰ পদাৰ্থ বিজ্ঞানৰ এজন নীৰৱ গৱেষক। তেজপুৰৰ দৰং কলেজৰ পদাৰ্থ বিজ্ঞানৰ অধ্যাপক ড° ৰমেশ চন্দ্ৰ গোস্বামীৰ আদি ঘৰ কৈহাটীত। বিজ্ঞানৰ জনপ্ৰিয় লেখক হিচাপে তেখেতৰ প্ৰসিদ্ধি আছে। চিনাকি বস্তুৰ ভিতৰৰ কথা ড° গোস্বামীৰ উল্লেখযোগ্য ৰচনা। ১৯৬৮ চনত বৰভাগ কালাগ হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰা ড° ভৱানীকান্ত শৰ্মা গুৱাহাটীৰ বি বৰুৱা মহাবিদ্যালয়ৰ পদাৰ্থবিজ্ঞানৰ অধ্যাপক। অসম বিজ্ঞান সমিতিৰদ্বাৰা প্ৰকাশিত তেখেতৰ **পদাৰ্থ পৰিচয়** শীৰ্ষক পুথিখন কলেৱৰত সৰু, কিন্তু মনোগ্ৰাহী।

একালৰ কটন কলেজৰ অধ্যক্ষ ড° প্ৰসন্ন চন্দ্ৰ গোস্বামীয়ে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ভৌতিক ৰসায়নবিজ্ঞানত এম এছ চি পৰীক্ষাত উত্তীৰ্ণ হৈ আমেৰিকা যুক্তৰাষ্ট্ৰৰ পৰা পি এইচ ডি উপাধি লাভ কৰে। অসম বিজ্ঞান সমিতিৰ প্ৰতিষ্ঠাপক সচিব আছিল ড° প্ৰসন্ন চন্দ্ৰ গোস্বামী। তেখেতৰ আদি ঘৰ নলবাৰী সত্ৰত। অসমত জীৱৰসায়ন বিজ্ঞানৰ গৱেষণাৰ ক্ষেত্ৰত উল্লেখনীয় বৰঙণি আগবঢ়াইছে ডঃ প্ৰসন্ন গোস্বামীৰে সহোদৰ ডঃ প্ৰতুল গোস্বামীয়ে। গুৱাহাটী মেডিকেল কলেজৰ জীৱৰসায়ন বিজ্ঞানৰ মুৰব্বী অধ্যাপক হিচাপে অৱসৰ লোৱা ডঃ গোস্বামী অসম বিজ্ঞান সমিতিৰ সভাপতি হোৱাৰ উপৰি Institute of Advanced Studies in Science and Technology ৰ সঞ্চালক হিচাপেও কাৰ্যনিৰ্বাহ কৰিছিল। ড° গোস্বামীয়ে পোনতে ড° ৰোহিণীকান্ত বৰুৱাৰ অধীনত ডি ফিল লয় আৰু পাছত গ্লাছগ' বিশ্ববিদ্যালয়ৰ পৰা পি এইচ ডি ডিগ্ৰী লয়। ড° গোস্বামীৰ অধীনত বহুতেই জীৱৰসায়ন বিজ্ঞানত গৱেষণা কৰে আৰু এই ক্ষেত্ৰত এক বৈপ্লৱিক কাম কৰে বুলি ক'লে অত্যুক্তি কৰা নহয়। **খোৱাপানীৰ বিষয়ে** ড° গোস্বামীৰ এখন জনপ্ৰিয় পুথি। বিহামপুৰৰ ড° ভৱেশ চন্দ্ৰ গোস্বামী ৰসায়ন বিজ্ঞানৰ কৃতী গৱেষক।

উদ্ভিদবিজ্ঞানৰ ক্ষেত্ৰত পোনতেই ড° চন্দ্ৰমোহন শৰ্মাৰ নাম উল্লেখ কৰিব লাগিব। ড° শৰ্মাৰ জন্ম ককয়াত। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক হিচাপে অৱসৰ লোৱা ড° শৰ্মাই প্ৰাকৃতিক বিজ্ঞানত উল্লেখনীয় বৰঙণি আগবঢ়োৱা বাবে ১৯৯৭ চনত অসম বিজ্ঞান সমিতিৰপৰা ৰোহিণীকান্ত বৰুৱা বঁটা লাভ কৰে। তেখেত অসম বিজ্ঞান সমিতিৰ সভাপতিও আছিল। তেখেতৰ



অধীনত বহুতেই ড''ৰেট ডিগ্ৰী লৈছে। তেখেতৰ গৱেষণা নিবন্ধৰ সংখ্যাও বহুত। স্নাতক, স্নাতকোত্তৰ মহলাৰ কেবাখনো পুথিৰ ৰচক ড° শৰ্মাৰ মহান আৱিষ্কাৰঃ **প্ৰেৰণাৰ উৎস; বিজ্ঞানী ৰাষ্ট্ৰপতি ঃ আব্দুল কালাম; বিজ্ঞান আৰু সমাজ** আদি জনপ্ৰিয় পুথি। বহু বিদ্যায়তনিক অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত জড়িত ড° শৰ্মাই **বিজ্ঞান জেউতি**; The Journal of the Assam Science Society ও সম্পাদনা কৰিছিল। উদ্ভিদবিজ্ঞানৰ আন এজন কৃতী গৱেষক হ'ল গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° সোণেশ্বৰ শৰ্মা। অসম বিজ্ঞান সমিতিৰ লগত তেখেতো ঘনিষ্ঠভাৱে জড়িত। বিজ্ঞান জেউতিৰ সম্পাদনাৰ দায়িত্ব একালত তেখেতেও বহন কৰিছিল। **নীলিম সলিল ৰাশি**, ইক'লজি আদি ড° শৰ্মাৰ বহু প্ৰশংসিত পুথি। অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত বিশ্বকোষৰ বিজ্ঞানখণ্ডৰ অন্যতম সম্পাদক আছিল ডঃ শৰ্মা। (স্বৰ্গীয়) ড° ৰাজেশ্বৰ শৰ্মাও আছিল উদ্ভিদবিজ্ঞানৰ গৱেষক। (স্বৰ্গীয়) ড° বলদেৱ শৰ্মা আছিল আন এজন নীৰৱ গৱেষক। তেখেতৰ **উদ্ভিদ জ্ঞানকোষে** বিদ্বৎজনৰ প্ৰশংসা পাইছে।

নলবাৰী অঞ্চলত আয়ুৰ্বেদ চৰ্চৰ এক পৰম্পৰা আছে। কুলবিলৰ পদ্মচন্দ্ৰ গোস্বামী, কৈহাটীৰ ৰজত চন্দ্ৰ গোস্বামী, বিহামপুৰৰ পূৰ্ণচন্দ্ৰ গোস্বামী, জাগ্ৰাৰ লক্ষ্মীপাল দেৱগোস্বামী, নপ্তিপাৰাৰ শশীধৰ গোস্বামী আদিয়ে আয়ুৰ্বেদ চৰ্চাত বিশেষ দক্ষতাৰ পৰিচয় দিছিল। ইয়াৰ বাহিৰেও আৰু অনেকেই আয়ুৰ্বেদ চৰ্চা কৰিছিল। ১৯৪৮চনত প্ৰতিষ্ঠিত চৰকাৰী আয়ুৰ্বেদ কলেজৰ প্ৰথমজনা অধ্যক্ষ জগদীশ চন্দ্ৰ ভট্টাচাৰ্য আৰু পৰৱৰ্তীকালৰ অধ্যক্ষ ৰবিচন্দ্ৰ শৰ্মাও নলবাৰী অঞ্চলৰ লোক। ১৯২১ চনতে পদ্মপাণি দত্তই নলবাৰীত হোমিঅ' চিকিৎসা কৰিছিল। তেনেদৰে দামোদৰদেৱ শৰ্মাই ১৯২৬ চনত হোমিঅ'প্যাথি-চৰ্চা আৰম্ভ কৰিছিল আৰু **হোমিঅ'পেথিক শিশুৰোগ** চিকিৎসা নামৰ এখন পুথিও লেখিছিল। আন এজন হোমিঅ'প্যাথ হ'ল পৰেশ চন্দ্ৰ দেৱশৰ্মা। তেখেত প্ৰাগজ্যোতিষ হোমিঅ'পেথিক মেডিকেল কলেজৰ (পাছলৈ শ্বহীদ যাদৱ নাথ হোমিঅ'পেথিক মেডিকেল কলেজ নামেৰে নামকৰণ কৰা হয়। অধ্যক্ষও আছিল। এলোপ্যাথিক চিকিৎসাৰ ক্ষেত্ৰতো নলবাৰী অঞ্চলৰ বিশেষ অৱদান আছে। গুৱাহাটী মেডিকেল কলেজৰ ভূতপূৰ্ব অধ্যক্ষ ডা° ব্ৰজমোহন গোস্বামীৰ আদি ঘৰ নপ্তিপাৰাত। ডা° নৰেন্দ্ৰ নাথ বৰ্মন, ডা° গুণাভিৰাম শৰ্মা আদি কৃতী চিকিৎসক। গুৱাহাটী মেডিকেল কলেজ, অসম মেডিকেল কলেজ, চৰকাৰী আয়ুৰ্বেদ কলেজ, শিলচৰ মেডিকেল কলেজ, অসমৰ বিভিন্ন চৰকাৰী চিকিৎসালয় আদি নলবাৰী অঞ্চলৰ চিকিৎসকৰে গিজগিজাই আছে।

কৃষিবিজ্ঞান চৰ্চা আৰু পশু চিকিৎসাৰ ক্ষেত্ৰতো নলবাৰী অঞ্চলৰ লোকে খ্যাতি অৰ্জন কৰিছে। পশু চিকিৎসা বিজ্ঞান মহাবিদ্যালয় আৰু কৃষি মহাবিদ্যালয়ত নলবাৰী অঞ্চলৰ বহু লোকে গৱেষণাত জড়িত হৈ আছে আৰু বিশেষ কৃতিত্ব অৰ্জন কৰিছে। এখেতকসকলৰ বহুতেই এই বিষয়সমূহ জনপ্ৰিয় কৰাৰ উদ্দেশে জনপ্ৰিয় পুথি ৰচনা কৰিছে। পশু চিকিৎসা বিজ্ঞান মহাবিদ্যালয়ৰ অধ্যাপক ডাঃ দিলীপ কুমাৰ শৰ্মা অসম বিজ্ঞান সমিতিৰ প্ৰধান সচিব আছিল।

কাৰিকৰী শিক্ষাৰ ক্ষেত্ৰতো নলবাৰী অঞ্চল পিছপৰি থকা নাই। বহু স্বনামধন্য অভিযন্তা আৰু এই ক্ষেত্ৰৰ গৱেষক নলবাৰী অঞ্চলৰেই। পকোৱাৰ ডঃ নিৰ্মল কুমাৰ চৌধুৰী অভিযান্ত্ৰিক বিজ্ঞানৰ কৃতী গৱেষক, ভূতপূৰ্ব কাৰিকৰী শিক্ষা সঞ্চালক। তেখেত গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্যও আছিল। ককয়াৰ ভৱ নাথে বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ পৰা অভিযান্ত্ৰিক বিজ্ঞানত ডিগ্ৰী লৈ সুখ্যাতিৰে কাৰ্যনিৰ্বাহ কৰে। অসম অভিযান্ত্ৰিক মহাবিদ্যালয়, যোৰহাট অভিযান্ত্ৰিক মহাবিদ্যালয়, শিলচৰৰ ৰাষ্ট্ৰীয় প্ৰযুক্তিবিদ্যা প্ৰতিষ্ঠান, গুৱাহাটীৰ 'ভাৰতীয় প্ৰযুক্তিবিদ্যা প্ৰতিষ্ঠানৰ বিভিন্ন অভিযান্ত্ৰিক প্ৰতিষ্ঠান নিপক' চৰকাৰী বিভাগসমূহত নলবৰীয়া অভিযন্তাই কাৰ্যনিৰ্বাহ কৰি আছে।

ড° অৱনী কুমাৰ ভাগৱতী ভূগোলবিজ্ঞানৰ এজন নিষ্ঠাৱান গৱেষক আৰু বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূগোল বিজ্ঞান বিভাগৰ বিভাগীয় প্ৰধান। তেখেতৰ গৱেষণা নিবন্ধ আৰু জনপ্ৰিয় প্ৰবন্ধৰ সংখ্যা বহুত। মানচিত্ৰ আৰু অসমৰ নদ-নদীৰ বিষয়ে লিখা কিতাপ দুখনে পাঠক তথা সমালোচকৰ প্ৰশংসা বুটলিবলৈ সক্ষম হৈছে। বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত ড° ভাগৱতীয়ে উত্তৰ-পূব ভাৰত ভূগোল সংস্থাৰ সচিবৰ দায়িত্ব বহন কৰাৰ উপৰি অসম বিজ্ঞান সমিতিৰ প্ৰধান সচিব হিচাপেও কাৰ্যনিৰ্বাহ কৰিছিল। ডা° কালীপ্ৰসাদ শৰ্মা ৰসায়নবিজ্ঞানৰ গৱেষক আৰু অসম বিজ্ঞান সমিতিৰ লগত ঘনিষ্ঠভাৱে জড়িত।

উপসংহাৰঃ ওপৰৰ নাতিদীৰ্ঘ লেখাটোত নলবাৰী অঞ্চলৰ লোকে বিজ্ঞানৰ বিভিন্ন দিশত আগবঢ়োৱা অৱদানৰ বিষয়ে থুলমূলকৈ কোৱা হ'ল। আমাৰ অজ্ঞতাৰ বাবে নিশ্চয় বহু কৃতবিদ্য লোকৰ নাম অন্তৰ্ভুক্ত কৰিব পৰা নগ'ল। ইয়াৰ দ্বাৰা সেইসকল লোকক অৱমাননা কৰা নুবুজায়। তেখেতসকল নিজগুণে মহিমামণ্ডিত (নাম উল্লেখ হওকেই বা নহওকেই)। তেখেতসকলে যেন আমাৰ অনিচ্ছাকৃত দোশ মৰিষণ কৰে।

নলবাৰী অঞ্চলৰ লোকে অকল যে অসমতে তেওঁলোকৰ বৈজ্ঞানিক চিন্তা-চৰ্চা সীমাবদ্ধ কৰি ৰাখিছে, সেয়া নহয়। সৰ্বভাৰতীয় তথা আন্তৰ্জাতিক স্বীকৃতিও পাইছে। বহু লোক এতিয়াও ভাৰতৰ বাহিৰত কৰ্মৰত। উদাহৰণস্বৰূপে একালৰ কৈঠালকুছি হাইস্কুলৰ বিজ্ঞানশিক্ষক সাহপুৰৰ ড° কামিনীমোহন পাটোৱাৰী বিশ্ব স্বাস্থ্য সংস্থাৰ জেনেভাত অৱস্থিত কাৰ্যালয়ৰ এগৰাকী ওখখাপৰ বিষয়া। নৱ-প্ৰজন্মই এইসকল লোকৰ আৰ্হি লোৱা উচিত বুলি আমি অনুভৱ কৰো।

নলবাৰী কলেজক কেন্দ্ৰ কৰি বিজ্ঞানৰ স্নাতকোত্তৰ পৰ্যায়ৰ অধ্যয়ন আৰু গৱেষণা আৰম্ভ হোৱা উচিত। তাৰ বাবে প্ৰতিজন নলবৰীয়াই যৎপৰোনাস্তি চেষ্টা কৰা অৱশ্য কৰ্তব্য। নলবাৰীত থাকিয়ে বিজ্ঞানৰ উচ্চ চিন্তা তথা গৱেষণা যেন নলবৰীয়া ছাত্ৰই কৰিব পাৰে - শ্ৰীযুত বাবু আনন্দিৰাম ফুকনৰ ভাষাত, সেই সময় হে পৰমপিতা, জগদিশ্বৰ শিঘ্ৰে ঘটোৱা।

পুনশ্চ ঃ এই লেখক গণিতৰ এজন নিঃকিন ছাত্ৰ, ঘৰ সন্ধেলীত। প্ৰকাশিত গণিত বিষয়ক পুথিকেইখন হ'ল গণিত দ্ৰষ্টা ৰামানুজন (সংকলন প্ৰকাশন), নিষ্ণাত গণিতজ্ঞ (চন্দ্ৰ প্ৰকাশ), সংখ্যাৰ কাননত(অসম বিজ্ঞান সমিতি), ইউক্লিড আৰু জ্যামিতি (অসম প্ৰকাশন পৰিষদ), নিৰুপম গণিত (জ্যোতি প্ৰকাশন), সংখ্যাৰ জগতত বটুছাৰ (সংকলন প্ৰকাশন)। কেবাখনো পাঠ্যপুথি লেখিছে। ভাস্কৰাচাৰ্য্যৰ লীলাৱতীৰ সম্পূৰ্ণ অসমীয়া অনুবাদ চন্দ্ৰপ্ৰসাদ শইকীয়া সম্পাদিত গৰীয়সীত ধাৰাবাহিকভাৱে প্ৰকাশ পাইছে।

# লোক-সংস্কৃতিত লোকাচাৰ ঃ নলবাৰী অঞ্চলত ইয়াৰ পৰিবেশ্য ৰূপ

**ৰবীন দাস**

লোক সংস্কৃতিৰ এক বৈশিষ্ট্যপূৰ্ণ বাবেৰহণীয়া উপাদান হ'ল লোকাচাৰ। লোক সমাজৰ প্ৰাত্যহিক জীৱন যাত্ৰাত নিহিত হৈ থকা আচৰণীয় ৰীতি-নীতি, পৰম্পৰাগতভাৱে চলি অহা বিশ্বাস আৰু অন্ধবিশ্বাসজনিত কাৰ্যাৱলীয়েই লোকাচাৰ। লোক সমাজৰ ধৰ্মীয় বিশ্বাসসম্ভূত ৰীতি-নীতি, জন জীৱনৰ বিশ্বাস, অন্ধবিশ্বাস, পুৰুষ পৰম্পৰা অনুক্ৰমে চলি অহা ৰীতিগত প্ৰথা ইয়াৰ লগত গভীৰভাৱে সংপৃক্ত হৈ থাকে। লোকাচাৰে অসমীয়া লোক সংস্কৃতিক বহুৰঙী অলংকাৰেৰে সালঙ্কৃতা ৰূপত সজাই তুলিছে।

লোকাচাৰ সম্পৰ্কে আলোচনা কৰিবলৈ লওঁতে ইয়াৰ পৃষ্ঠভূমি, মূলাধাৰ আৰু কি কি অৱস্থাৰ মাজেৰে ই লোকায়ত জীৱনত ব্যপ্ত হৈছে— সেই দিশৰ কিছু উল্লেখ আৰু বিচাৰ-বিশ্লেষণৰ প্ৰয়োজন আছে। লোকসমাজেই হ'ল লোকাচাৰৰ আধাৰ। লোকসমাজতে লোক সংস্কৃতিৰ উদ্ভৱ আৰু বিকাশ ঘটে। নগৰীয়া সভ্যতাৰ কৃত্ৰিম প্ৰভাৱমুক্ত নগৰ সৃষ্টিৰ আগৰ সমাজখনেই লোক সমাজ। এই লোক সমাজত প্ৰাচীন কালৰে পৰা চলি অহা উৎসৱ-পাৰ্বন, আচাৰ-বিচাৰ, ৰীতি-নীতি, লোকবিশ্বাস, গীত-মাত, সাধুকথা আৰু খেলা-ধূলাৰ আনুষ্ঠানিক প্ৰকাশেই লোক সংস্কৃতি।

লোকাচাৰ লোক সংস্কৃতিৰ অন্যতম উপাদান। লোকাচাৰৰ মূলগত উৎপত্তি, বিকাশ আৰু ইয়াৰ আনুষ্ঠানিক ৰূপৰ বিচাৰ-বিশ্লেষণ কৰিবলৈ হ'লে প্ৰাচীন কালৰ আৰণ্যক মানৱ সমাজখনৰ দৈৱ বিশ্বাসী ভাবাবেগ, জীৱন আসক্তি, বোধ, জনবিশ্বাস আদিৰ বিৱৰ্তনৰ সম্যক উল্লেখৰ প্ৰয়োজন।

আদিম কালৰ আৰণ্যক সমাজৰ মানুহে বিশ্বৰ বিশাল প্ৰকৃতিৰ নিয়ন্তা শক্তিৰ প্ৰতি ভীত-সন্ত্ৰস্ত হৈ প্ৰাকৃতিক দুৰ্যোগ আদিৰ পৰা পৰিত্ৰাণ পাবলৈ দৈৱ বিশ্বাসী হৈ বিশ্বাস আৰু অন্ধবিশ্বাসেৰে যুগে যুগে নানা ৰীতিগত আচাৰ-অনুষ্ঠান পালন কৰিছিল। এই কাৰ্যাৱলীৰ মাজেদি অন্ধবিশ্বাসজনিত অযৌক্তিক, অবৈজ্ঞানিক আনকি স্থান-কাল-পাত্ৰ বিশেষে অমানৱীয় আচৰণৰ সূচনাও হৈছিল— উদাহৰণ স্বৰূপে 'নৰবলি'ৰ কথাকে ক'ব পাৰি।

আদিম যুগৰে পৰা আহাৰ, নিদ্ৰা, ভয় আৰু মৈথুন আজি জৈৱিক প্ৰবৃত্তিৰে সামূহিকভাৱে বাস কৰা মানুহ বিবেক-বুদ্ধি আৰু অনুভূতিৰ আধাৰতে বিশ্বৰ শ্ৰেষ্ঠ জীৱ হিচাপে পৰিগণিত হৈছে। অযুত বৰ্ষৰ বিৱৰ্তনৰ ফলতে মানৱৰ ক্ৰমবিকাশ ঘটি সংগঠিত মানৱ সমাজৰ সৃষ্টি হৈছিল। মানৱৰ ক্ৰমবিকাশৰ ইতিহাসত সমাজ বিৱৰ্তনৰ স্বৰূপ বিদ্যমান। আমেৰিকান সমাজ বিজ্ঞানী লুই হেন্‌ৰি মৰ্গানে— "Ancient Society" গ্ৰন্থ আৰু ফেডেৰিক এঙ্গেলছে "The Origin of Family, Personal Property and State" গ্ৰন্থত মানৱ সমাজৰ বিকাশৰ তিনিটা স্তৰৰ বিষয়ে উল্লেখ কৰিছে। এই স্তৰসমূহ হ'ল— (১) অসভ্য (২) বৰ্বৰ আৰু (৩) সভ্যতা। বিবেক-বিবেচনা আৰু আনুভূতিক চেতনাৰ বৈশিষ্ট্যই মানুহক অসভ্য স্তৰৰ পৰা বৰ্বৰতাৰ মাজেৰে সভ্যতাৰ স্তৰলৈ উন্নীত কৰিছে। মানুহৰ জৈৱিক প্ৰবৃত্তিৰ আসক্তিসমূহ পৰিপূৰণ কৰিবলৈ মানুহে স্থান, কাল, পাত্ৰ ভেদে শ্ৰম, বুদ্ধি-বৃত্তি, কলা-কৌশল প্ৰয়োগেৰে জীৱন ধাৰণ কৰে। শ্ৰম, বুদ্ধি-বৃত্তি আৰু উৎপাদন কৌশলৰ কলাত্মক বিকাশৰ লগে লগে বৰ্বৰ যুগৰ অৱসান ঘটি সভ্য যুগে পাতনি মেলিছিল।

এই সভ্য যুগত সূচনাকাৰী প্ৰাথমিক স্তৰৰ সমাজখনৰ লোক জীৱন প্ৰকৃতি জগতৰ স্বৰূপ সম্পৰ্কে আছিল প্ৰায় অজ্ঞ। প্ৰকৃতিৰ কাৰ্যকৰণ, নিয়ম-প্ৰণালী সম্পৰ্কে সেই লোকসকলৰ কোনো শুদ্ধ ধাৰণা নাছিল। মানুহবোৰে প্ৰকৃতিৰ স্বাভাৱিক পৰিঘটনাত প্ৰকাশ পোৱা ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ কাৰ্যকলাপত কেতিয়াবা ৰং পাইছিল, কেতিয়াবা বেজাৰ পাইছিল। আৰু কেতিয়াবা ভয়তে মূৰ্ছা গৈ মৃতপ্ৰায় হৈছিল। কিছুমানে ভীত-সন্ত্ৰস্ত হৈ অ'ত-ত'ত, গছৰ আঁৰত আৰু পৰ্বতৰ গুহাত প্ৰাণ ৰক্ষাৰ বাবে লুকাই আশ্ৰয় ল'বলৈ চেষ্টা কৰিছিল। চমুৱাই ক'বলৈ গ'লে মানুহে প্ৰকৃতিৰ শান্ত-সমাহিত ধীৰ শক্তিক ভাল পাইছিল আৰু প্ৰাণৰ হানি-বিঘিনি ঘটাব পৰা ভয়ঙ্কৰ ধ্বংসাত্মক আৰু মাৰাত্মক শক্তিবোৰক ভয় কৰিছিল। এনে শক্তিবোৰেই পৃথিৱীৰ 'জ্যোতি' বুলি জনাজাত হৈ পৰৱৰ্তী সময়ত এই 'জ্যোতি'য়েই 'দেৱ' নামেৰে অভিহিত হ'ল। 'দেৱ' শব্দৰ পৰা 'দেৱতা' শব্দৰ উৎপত্তি হৈছে। 'জ্যোতি > দেৱ > দেৱতা) কালক্ৰমত এই শক্তিবোৰৰ নামৰ পাচত দেৱতা শব্দটো সংযোগেৰে সূৰ্য দেৱতা, চন্দ্ৰ দেৱতা, বায়ু দেৱতা, বৰুণ দেৱতা, জল দেৱতা, অগ্নি দেৱতা আদি নামেৰে অভিহিত হ'ল।

প্ৰকৃতিৰ কালজয়ী শক্তিক দেৱতাসকলৰ কাৰ্য বুলি ভাবি প্ৰকৃতিৰ (দেৱতা)ৰ সন্মুখত মানুহবোৰৰ তুচ্ছতা, ক্ষুদ্ৰতা আৰু মূঢ়তা প্ৰতীয়মান হোৱাৰ পিছত তেওঁলোক নতজানু হৈ পৰিছিল। পৰিত্ৰাণৰ বাবে এই শক্তিৰ গৰাকীবোৰৰ প্ৰতি ভয়-ভক্তি, ভীতি শ্ৰদ্ধাৰ মিশ্ৰিত অভিব্যক্তি স্বৰূপে সন্তুষ্ট কৰিবলৈ ভক্তিৰ ভাৱ আৰু উপাচাৰেৰে পূজা-অৰ্চনা কৰিছিল। পিচত ভাষাৰ উদ্ভৱ হোৱাত স্তুতি-নতিও পূজাৰ অংগ হৈ পৰিছিল। এই স্তুতি-নতিয়েই 'স্তৱ'ত পৰিণত হোৱাত পুৰুষানুক্ৰমে শুনি শুনি মনত ৰাখিছিল বুলিয়েই ইয়াক 'শ্ৰুতি'ও বুলিছিল। লিপি আৱিষ্কাৰ হোৱাত ১,০২৮ টা 'স্তৱ'ৰে লিপিবদ্ধ ৰূপত প্ৰণয়ন কৰা পৃথিৱীৰ প্ৰথমখন গ্ৰন্থই 'ঋগবেদ' বুলি অভিহিত কৰা হৈছে। ড° যোগীৰাজ বসুৱে India of the Age of the Brahmana (1969) গ্ৰন্থৰ Introduction ত কৈছে— The Rigbeda Samhita is a collection of Prayers and invocation of in metrical forms অৰ্থাৎ ছন্দোবদ্ধ ৰূপত কৰা স্তুতিৰ সংগ্ৰহেই 'ঋগবেদ'। এই বেদ শাস্ত্ৰই পূজা-পাতল ধৰ্মীয় উপাসনা আদিক শাস্ত্ৰীয় 'ব্যৱস্থাৰে' সংস্কাৰ ৰূপত বিধিবদ্ধ ৰূপ দিছে। পৰৱৰ্তী কালৰ যজুৰ্বেদ, সামবেদ, অথৰ্ববেদ, বেদা, বেদান্ত, উপনিষদ আদি শাস্ত্ৰৰ ব্যৱস্থাৱলীৰ দ্বাৰা সমাজত যাগ-যজ্ঞ, পূজা-পাতল, ভক্তি-উপাসনা আদিৰ সমন্বিত আৰু সুদৃঢ় নিয়ম পদ্ধতি প্ৰতিষ্ঠিত হয়। কালক্ৰমত ৰচিত মনুস্মৃতি আৰু পুৰাণ আদি গ্ৰন্থৰ বিধি-বিধানে তদানীন্তন সমাজখনত বৃত্তি, বিষয়, কৰ্তব্য আৰু কৰ্ম অনুসাৰে জাতি-ধৰ্ম- বৰ্ণ বিভাজনেৰে অভিজাত সমাজ আৰু লোকসমাজৰ সৃষ্টি কৰে। সমাজত ভূ-স্বামী, পুৰোহিত, বুদ্ধিজীৱী, সাধাৰণ বৃত্তিধাৰী আৰু কৃষক-শ্ৰমিক শ্ৰেণীয়ে নিজ নিজ আৱৰ্তত জীৱন নিৰ্বাহ কৰিবলৈ লয়।

এই সামাজিক গাঁথনিয়ে লোক সমাজত জীৱন-জীৱিকাৰ সংগ্ৰামৰ লগতে ধৰ্মীয় চেতনা, দৈৱবাদ, অদৃষ্টবাদী বিশ্বাস, পুনৰ্জন্মবাদ, পাপ-পুণ্য বিচাৰ ঐহিক মুক্তি কামনা আৰু জনবিশ্বাস আদি পৰম্পৰাৰ সূচনা কৰিছিল। এই শ্ৰমজীৱী লোক সমাজখনৰ জন সমুদায়ে ধৰ্মীয় বিশ্বাস, লৌকিক প্ৰথা আৰু পুৰুষ পৰম্পৰা অনুক্ৰমে চলি অহা ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ বা আন বিষয়ৰ বিশ্বাসজনিত কাৰ্যাৱলী সম্পাদন কৰে। সেইবোৰেই লোক সংস্কৃতিৰ স্বৰূপ আৰু এই কৰ্মৰাজিৰ স্বাভাৱিক প্ৰকাশেই লোক সংস্কৃতি। এই সম্পৰ্কে ড° বিৰিঞ্চি কুমাৰ বৰুৱাই কৈছে— ধৰ্ম অনুষ্ঠান, পূজা-পাতল, লোক বিশ্বাস, নিয়ম-কানুন, সাধু-উপাখ্যান, পুৰা কাহিনী, প্ৰকৃতিৰ ব্যাখ্যা, নৃত্য, নাট্য, অভিনয়, ক্ৰীড়া, কৌতুক এই সকলোৰে সমাহাৰত লোক সংস্কৃতি সম্পূৰ্ণ।

ড° হৰিনাথ শৰ্মা দলৈৰ মতে— আমাৰ লোক সংস্কৃতিক বহল ভাৰত আমি দুভাগত ভগাব পাৰো। ইয়াৰে এবিধ 'মূলানুগ' অৰ্থাৎ মূলতঃ শাস্ত্ৰ ব্যৱস্থিত হোৱা সত্বেও সেই ব্যৱস্থা বিস্মৃত হৈ লৌকিক পৰম্পৰাৰ মাজেদি চলি অহা ৰীতিগত বিষয়বোৰ। আনবিধক বুলিব পাৰি 'মৌলিক— অৰ্থাৎ যিবোৰৰ মূল বিচাৰি পোৱা নাযায়, যিবোৰ কথা বিশ্বাস আৰু অন্ধবিশ্বাসৰ মাজেদি চলি আহিছে।'

বিশ্বাস আৰু অন্ধবিশ্বাসজনিত লোক সংস্কৃতিৰ উপাদান সমূহৰ ভিতৰত 'লোকাচাৰ' সমূহ হ'ল অন্যতম— যি সৰ্বসাধাৰণ মানুহৰ জীৱন ধাৰাত নিবিড়ভাৱে জড়িত হৈ আছে। মানুহৰ জন্ম, যৌৱনকৃত্য বা বিবাহ, বৈষয়িক জীৱন-যাপন আৰু মৃত্যুৰ লগতে জড়িত অসংখ্য পৰম্পৰাগত আচাৰ অনুষ্ঠানৰ কাৰ্যাৱলীৰ মাধ্যমত লোকাচাৰসমূহ পালন কৰা হয়। বছৰটোৰ ভিন ভিন ঋতু অনুসৰি উৎসৱ-পাৰ্বন, পৰম্পৰাৰ মাজত বহুতো লোকাচাৰ নিহিত হৈ থাকে।

লোকাচাৰে তাৰ বিশাল ব্যপ্তিৰে সমাজ জীৱন আৰু ব্যক্তি জীৱনৰ লৌকিক বৈচিত্ৰ্যক পৰিৱেশ্য ৰূপৰ অনবদ্য প্ৰকাশেৰে সমৃদ্ধ কৰি তুলিছে। লোকজীৱনত ব্যপ্ত এই পৰম্পৰাগত আচাৰসমূহ লোকাচাৰ ৰূপে ব্যক্তিৰ জন্মৰ প্ৰাক-কালৰ পৰা আৰম্ভ কৰি জন্ম-মৃত্যু আৰু সংসাৰৰ ধৰ্ম সম্বন্ধীয় কাৰ্যাৱলীৰ মাজত ব্যপ্ত হৈ আছে। ইয়াৰ উপৰি মৃত্যুৰ পৰৱৰ্তী সময়ত পুত্ৰ-পুত্ৰী, পৌত্ৰাদি, আত্মীয়সকলৰ দ্বাৰা অৱশ্যে পালনীয় প্ৰেতঃ কাৰ্যৰ মাজেদি ই প্ৰতিফলিত হৈ আহিছে। ব্যক্তিৰ উপৰি লোক সমাজৰ সামূহিক কল্যাণৰ কামনাৰেও বাৰ্ষিক উৎসৱ, ঋতুগত উৎসৱ, বাৰ্ষিক উৎসৱ লোকাচাৰ হিচাপে পালিত হৈ আহিছে। তিথি, পৰ্ব আদিত পালনীয় এই লোকাচাৰসমূহে আমাৰ সাংস্কৃতিক উৎসৱ ৰূপেৰে সৰ্বসাধাৰণ লোকক আনন্দও প্ৰদান কৰিছে।

ব্যক্তি জীৱন আৰু সামূহিক জীৱনৰ ঐহিক আৰু পাৰত্ৰিক কল্যাণ তথা মানুহৰ সাৰ্বিক মংগলৰ বাবে বিশ্ব নিয়ন্তাৰ ওচৰত স্তুতি, নতি, সেৱা, প্ৰাৰ্থনাৰে কৰা একান্ত কামনা আৰু উৎপাদন শ্ৰমত পৰিশ্ৰান্ত সাধাৰণ লোকৰ মনত আনন্দ দানেৰে সামূহিক মংগলৰ ঐকান্তিক কামনাই লোকাচাৰ পালনৰ আৰু উদ্‌যাপনৰ

মূল উদ্দেশ্য। এই লোকাচাৰসমূহ এইদৰে ভাগ কৰিব পাৰি—

(ক) লোক সমাজৰ ব্যক্তি জীৱন সম্বন্ধীয় লোকাচাৰ।

(খ) লোক সমাজৰ সামূহিক ৰূপত উদ্‌যাপিত লোকাচাৰ।

(গ) বাৰ্ষিক, মাসিক আৰু ঋতুগত উৎসৱ-পাৰ্বন ইত্যাদি সম্বন্ধীয় লোকাচাৰ।

পৃথিৱীৰ সকলো দেশৰে লোক জীৱনত লোকাচাৰ বিদ্যমান। দেশ-কাল-পাত্ৰ ভেদে লোক সমাজ মাত্ৰেই লোকাচাৰ থাকিবই। ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰ লোক সমাজত প্ৰাচীন কালৰে পৰা বৈচিত্ৰ্যময় লোকাচাৰ প্ৰচলিত হৈ আহিছে। লোক সমাজৰ অন্ধ বিশ্বাসৰ প্ৰাবল্যৰ তাড়ণাত আনকি নৰবলি, সতীদাস প্ৰথা, দেৱদাস, দেৱদাসী আদিৰ দৰে অমানৱীয়, নিৰ্মম, লোমহৰ্ষক ৰীতিগত প্ৰথাৰ লোকাচাৰ কেইদশকমান আগলৈকে চলি আছিল।

অসমৰ ভিন্ন প্ৰান্তত বিচিত্ৰ ধৰণৰ লোকাচাৰসমূহ ব্যক্তি জীৱনত পালনীয় কাৰ্য হিচাপে উদ্‌যাপিত হৈ আহিছে। যাৰ পৰিৱেশ্য আৰু পালনীয় ৰূপ প্ৰকাশে আমাৰ জাতীয় লোকসংস্কৃতিৰ ৰহণ চৰাইছে। বৃহত্তম অসমীয়া জনসমাজৰ বিভিন্ন জনগোষ্ঠীৰ ভিন্ন সম্প্ৰদায় নিৰ্বিশেষে লোকাচাৰসমূহৰ পালনীয় ৰূপৰ ভিন্নতা দেখা যায়।

অসমীয়াৰ ভিতৰত নলবাৰী অঞ্চল বৈচিত্ৰ্যপূৰ্ণ লোক সংস্কৃতিৰে পৰিপূৰ্ণ। এই অঞ্চলৰ জনসাধাৰণৰ মাজত বৈচিত্ৰ্যসমূহ বাৰেৰহণীয়া লোকাচাৰ পুৰণি কালৰে পৰা চলি আহিছে। অতীজৰে পৰা পুতলা নাচ, ঢুলীয়া, খুলীয়া, ভাওনা, বায়নৰ দল, ধ্ৰুপদী, সাংগীতিক ধাৰাৰ শুকনান্নী ওজাপালি, ভাইৰা অনুষ্ঠানৰ উপৰি নাগাৰা নাম, আপী ওজা, নাম-প্ৰসংগ আদি পৰম্পৰাগত আৰু নব্যশৈলীৰ লোকনাট্য, বিকশিত হৈ আহিছে। পূজা-পাৰ্বন, গীত-মাত, নৃত্য-নাট্য, উৎসৱ, সবাহ, নাম-প্ৰসংগ আদিৰে সাংস্কৃতিক আৰু বৌদ্ধিক দিশত নলবাৰী অঞ্চল অতি চহকী।

নলবাৰী অঞ্চল বুলিলে সাধাৰণতে নলবাৰী প্ৰশাসনীয় জিলাখনকে বুজায়। ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ চুক্তি মৰ্মে ইংৰাজে অসম ৰাজ্য কোম্পানীৰ তলতীয়া কৰি এ জে এম মিলটৰ প্ৰতিবেদনৰ ভিত্তিত ভূমি সংস্কাৰ ব্যৱস্থা কৰে। ১৮ মৌজা আৰু ৪ টা খাৰিজাত বিভক্ত কৰি মৌজাদাৰ তথা অধীন অধিকাৰী বিষয়া নিযুক্তিৰে ৰাজহ সংগ্ৰহৰ ব্যৱস্থা কৰি ৮৬৬ খন গাঁও সম্বলিত এই নলবাৰী অঞ্চলটিক ক্ষুদ্ৰতম প্ৰশাসনিক গোট ৰূপ দিছিল। ১৮৩৫ চনত এখন মুনচিফ আদালত, এখন থানা নলবাৰীতে স্থাপন কৰাৰ উপৰি দুখন ফাৰি (Pharee) চকী ক্ৰমে তামুলপুৰ আৰু খাগ্ৰাবাৰীত প্ৰতিষ্ঠা কৰে। তদানীন্তন নলবাৰী প্ৰশাসনিক গোটটো পৰৱৰ্তী বন্দোবস্তি আৰু জিলা পুনৰ গঠনৰ মাধ্যমেৰে অলপ-অচৰপ সীমাৰ যোগ-বিয়োগেৰে বৰ্তমান নলবাৰী জিলা হিচাপে পৰিগণিত হৈছে।

বৰ্তমানৰ নলবাৰী জিলাখনত ৮২৪ খন গাঁৱত বৃহৎ অসমীয়া জাতিৰ ভিন ভিন জনগোষ্ঠীসমূহে বাস কৰে। বৰ্ণ হিন্দু, মুছলমান, অনুসূচিত জাতি, অনুসূচিত জনজাতি আদিবাসী নেপালী, বঙালী আদি ভিন্ন সম্প্ৰদায়ৰ জনগোষ্ঠীয়ে জিলাখনত ঐক্য-সম্প্ৰীতিৰে বাস কৰি আহিছে।

নলবাৰী অঞ্চলৰ ভিন্ন প্ৰান্তত বাস কৰা লোকসকলে অতীজৰে পৰা নিজস্ব লোক সংস্কৃতি পূৰ্ব পৰম্পৰা ৰীতিগত প্ৰথা অনুসৰি ব্যক্তি জীৱনত, সামূহিক জনসমষ্টিৰ সৌজন্যত আৰু বাৰ্ষিক, মাসিক তথা বিভিন্ন ঋতুগত উৎসৱ-পাৰ্বনৰ ৰূপত এই লোকাচাৰসমূহ পালন কৰি আহিছে।

**নলবাৰী অঞ্চলৰ লোক সমাজত প্ৰচলিত লোকাচাৰসমূহ**

❑ **জন্ম সম্বন্ধীয় লোকাচাৰ ঃ** মানুহে নৱাগত সন্তানৰ জন্মৰ প্ৰাক্ কালৰ পৰা কুশল-মংগল কামনাৰে ৰীতিগত আচাৰেৰে লোকাচাৰ পালন কৰে। মাতৃগৰ্ভত সন্তানে স্থিতি লোৱাৰে পৰা নৱজাতকৰ আগমনত উৎকণ্ঠিত হৈ থকা পিতৃকুল আৰু মাতুল বংশ উভয়ে মংগল কামনাৰে পাঁচ মাহত, সাত মাহত গৰ্ভৱতীগৰাকীক ক্ৰমে পঞ্চামৃত, ফল আৰু জা-জলপান খুৱায়। অষ্টম মাহটো সদাচাৰেৰে পৱিত্ৰ ভাৱত মাসিক ব্ৰত পালন কৰি দোমাহীৰ দিনা আয়তীৰ নাম ধৰে আৰু নৱম মাহৰ পৰা প্ৰথমে গৰ্ভৱতীগৰাকীৰ মাকৰ ঘৰে নানান খাদ্য সম্ভাৰেৰে 'জেউৰা' খুৱায়। তাৰ পিচৰ পৰা অইন আত্মীয়, ইষ্ট-কুটুম্বসকলে নানান সম্ভাৰেৰে 'জেউৰা' খুৱায়। হিন্দু-মুছলমান উভয়ৰে মাজতে এই জেউৰা খুওৱা লোকাচাৰ প্ৰচলিত আছে, বড়োসকলৰ মাজতো পাঁচ মাহত ভাত বা অন্য বস্তু খুৱাই ন মাহত মাকৰ ঘৰলৈ নি বংশৰ লোকসকলে গৰ্ভৱতীক ভাত খুৱায়। চাহ জনগোষ্ঠী আৰু নেপালী সম্প্ৰদায়ৰ জেউৰা খুওৱাৰ দৰে ধৰা-বন্ধা ৰীতি নাই। এই গৰ্ভাৱস্থাৰ সময়ছোৱাত পিতৃ হ'বলৈ ওলোৱা ব্যক্তিয়ে কোনো হিংসামূলক আচৰণ কৰিব নাপায়। জীৱ-জন্তু, পোক-পৰুৱা বধ কৰিব নাপায়। গছপুলি, শাক-পাচলিৰ পুলি ৰুব নাপায় বুলি আচাৰ-নীতি পালিত হৈ আহিছে। নলবাৰী অঞ্চলৰ উল্লিখিত সম্প্ৰদায়সমূহৰ বাহিৰেও বাকী সম্প্ৰদায়সমূহৰো উক্ত আচৰণ-নীতি লগত প্ৰায় মিল দেখা যায়।

**জাত-কৰ্ম আৰু জন্ম সম্বন্ধীয় উৎসৱ ঃ** শিশু ভূমিষ্ঠ হোৱাৰ লগে লগে ঘৰৰ বেৰত কোবাই শব্দ কৰি দিয়ে। ল'ৰা হ'লে উৰুলি দিয়ে, নানান বাদ্য বজায়, ছোৱালী হ'লে ঢেকীৰ চাব দি কুলা বজাইছিল যদিও এতিয়া লাহে লাহে এইবোৰ লোপ পাইছে। ঘৰৰ খুঁটাৰ (বাঁহৰ) চোঁচ এৰুৱাই (কৰ্তান) ইয়াৰে নাড়ী কাটে। বৰ্তমানে ব্লেডেৰে কাটে। সূতিকা গৃহৰ দুৱাৰৰ ওপৰত ফটা জাল এডোখৰ, বগৰীৰ ডাল, কাঁইট আদিৰ মুঠি কৰি আৰি থয়। দুৱাৰমুখতে তুঁহৰ জুই জ্বলাই ৰাখে। মাকে কটাৰী লগত ৰাখে। নৱজাতকক যাতে দেও-ভূত, পিশাচ আদিয়ে পীড়া কৰিব নোৱাৰে তাৰ বাবেই এইবোৰ কৰে বুলি বিশ্বাস চলি আহিছে। পাঁচ দিন মাক আৰু সন্তান বাহিৰ ওলাব নোৱাৰে, ল'ৰা সন্তানৰ হাতত যঁতৰৰ মাল বান্ধি মাল যুঁজাৰু হোৱা কামনা কৰা আৰু ছোৱালী সন্তানৰ হাতত তাঁত শালৰ বোৱা বান্ধি দি কাজী শিপিনী হোৱাৰ কামনা কৰা আদি জন বিশ্বাসৰ ফলতে এইবোৰ ৰীতি-নীতি চলি আহিছে। পাঁচ দিনৰ দিনা সোণ-ৰূপৰ পানীৰে ধুৱাই ৰ'দলৈ আনি সূৰ্য দেখুৱাই ভিতৰলৈ নিয়া হয়। সেইদিনাই পছতি উৎসৱ মহিলাসকলে কৰে। তেৰ দিনৰ দিনা গণকৰ হতুৱাই গণনা কৰি নামকৰণ কৰে। আনন্দ-উৎসৱেৰে মাছ, জালাবটা, নিমখ আদি বিতৰণ কৰে। পৰিয়াল বিশেষে পেক ভাওনা আৰু তেলৰ গাছ দিয়ে। ল'ৰা সন্তানৰ ২১ দিনত, ছোৱালী সন্তানৰ ১ মাহত পোৱাতীৰ জন্ম অশৌচ শুচি হয়। এমাহৰ মূৰত নাম-প্ৰসংগ কৰে।



বড়োসকলে সদ্যোজাত সন্তানক এমাহ ঘৰৰ পৰা নুলিয়ায়, মঙলবাৰে গাখীৰেৰে গা ধুৱায়, ৭/৮ দিনৰ ভিতৰত গাঁৱৰ বুঢ়ীসকলক ডাঙৰ কুকুৰাৰ মাংসৰে ভাত খুৱাব লাগে। মাংস চোবাই খাব নোৱাৰা বৃদ্ধাক ঢেকীত খুন্দি হ'লেও মাংস খুৱাব লগাটো বিশেষ দস্তুৰৰ ভিতৰুৱা। ১৭-১৮ দিনত গণনা কৰে। বাকী আচাৰ অবড়োসকলৰ লগত একে। চাহ জন-জাতিৰ সন্তান জন্ম হোৱাৰ ৯ দিনৰ দিনা অশৌচ শুচি হয়। সমাজৰ পাঁচজনক নিমন্ত্ৰণ কৰি কুকুৰা, মদ আদি উপাচাৰেৰে পূজা কৰি সন্তানৰ নাম থয়। নেপালী সম্প্ৰদায়ৰ জন্ম সম্বন্ধীয় লোকাচাৰ অসমীয়া হিন্দুসকলৰ দৰে একে। মুছলমানসকলৰ সন্তান জন্মৰ পৰা নাভি সৰি নপৰালৈ বাহিৰলৈ নুলিয়ায়। সন্তানৰ নাভি সৰি পৰিলে জন্মৰ চুৱা শুচি হয়। বাকী ধৰা-বন্ধা কোনো নীতি-নিয়ম নাই।

**শিশুকাল সম্বন্ধীয় লোকাচাৰ ঃ** নৱজাতকৰ এমহীয়া অশৌচ যোৱাৰ পিচৰে পৰা শিশুটিৰ অপায়-অমংগল নহ'বৰ বাবে আৰু দেও-ভূত, পিশাচিনী, যখিনী আদিয়ে পীড়া কৰিব নোৱাৰাকৈ বেজ-বৈদ্যৰ পৰা জাপ-জৰি, মাদুলী, তাবিজ, কছু, বাঘমনি, পাতিপইচা, হাইঠা গুটি, সৰা নাভিৰ অংশ, আলেইনা আদি ডিঙিত আৰি দিয়ে। সৰিয়হৰ গাৰু তৈয়াৰ কৰি দিয়ে। সৰিয়হ গাৰুত শুলে দেও-ভূতে স্পৰ্শ কৰিব নোৱাৰে বুলি জনবিশ্বাস আছে। যাৰ ঘৰত পূৰ্বে কেইবাটাও শিশুৰ মৃত্যু হৈছে, তেনে শিশুক প্ৰতীকী ৰূপত ঢেকীত খুন্দি, চালনীৰে চালি, কুলাৰে জাৰি ধোঁৱা দিয়া হয়। কোনো অকুলৰ লোকৰ ওচৰত বিক্ৰী কৰি দি পুনৰ কিনি অনা হয়। ল'ৰাৰ কাণ ফুটাই দিয়া হয়। সকলো সময়তে কপালত ডাঙৰকৈ ক'লা ফোট দিয়া হয়।

মুখলগা, নজৰ লগা, পয়া পিঠা লগা, লেঠা লগা, পেটফুলা, পিশাচিনী ধৰা আদি নিৰাময়ৰ বাবে জলকীয়া পুৰি মুখ ভাঙা, নজৰৰ পানী কটা, পানী জাৰা দিয়া, তেল জাৰা দিয়া, আদা জাৰা দিয়া, আদা জাৰা মাকক খুওৱা আদি লোকাচাৰসমূহ এই নলবাৰী অঞ্চলত চলি আহিছে।

নিসন্তানে সন্তান লাভৰ বাবে, দুৰাৰোগ্য ৰোগ, মাৰি-মৰকৰ পৰা উপশম পাবলৈ দেৱ-দেৱী, উপাস্য দেৱতাৰ প্ৰতি পঠা ছাগলীৰ বলি আগ কৰা (সৰা) হাঁহ, পাৰ, বলি আগ কৰা, নানাবিধ পূজা আগ কৰা, ভকত সেৱা, সভাত বোমাৰ গাছ, কল সোৱা আদি আচাৰ-বিশ্বাস এই অঞ্চলৰ লোকৰ মাজত চলি আহিছে।

শিশুৰ অন্নপ্ৰাসন অনুষ্ঠানৰ অন্তত পাত্ৰত মাটি, সোণ, টকা, কলম আদি থৈ শিশুৰ আগত দি যিটো লয় তাৰেই গৰাকী হোৱাৰ বিশ্বাস আজিও চলি আহিছে। সৰু ল'ৰা-ছোৱালীৰ দাঁত সৰিলে খেৰৰ ঘৰৰ চালত দলিয়াই দি 'নিংনি নিংনি মোৰ দাঁতটো তই নি তোৰ দাঁতটো মোক দি' বুলি কৰা আবৃত্তি আজিও চলি আছে। এই আচাৰ এই অঞ্চলৰ সকলো সম্প্ৰদায়ৰ লোকৰ মাজত প্ৰচলিত হৈ আহিছে।

আচিনা (আজনি) নিৰাময়ৰ বাবে হাজোৰ মন্দিৰত মালা দিয়া, চীনাজোক ঘঁহি দিয়া, শিয়ালগালা (গাল উখহা হোৱা ৰোগ) ৰোগৰ উপশমৰ বাবে মাহীয়েকৰ দ্বাৰা তৈয়াৰী পিঠাৰে গাল সেকি সেই পিঠা সন্ধিয়া পথাৰৰ মাজত তিনিআলিৰ চ'কত থৈ শিয়ালক খাবলৈ দিয়া লোকাচাৰ অন্ধবিশ্বাসৰ আধাৰত চলি আহিছে।

নলবাৰী অঞ্চলৰ সকলো সম্প্ৰদায়ৰ মাজত শিশুৰ শ্ৰীবৃদ্ধি আৰু কুশল-মংগলৰ নিমিত্তে এই নিয়ম-নীতিৰে পালনীয় লোকাচাৰসমূহ সামান্য হীন-দেঢ়িকৈ চলি অহা দেখা যায়।

❑ **কৈশোৰৰ লোকাচাৰ ঃ** শিশু কাল উকলি যোৱা ছোৱালী শৈশৰ আৰু কৈশোৰৰ বয়ঃসন্ধিত ঋতু দৰ্শনেৰে পুষ্পিতা হয়। ইয়াক নলবাৰী অঞ্চলত মানুহ হুৱা, লায়ক হ, ধুৱেনী হ, শান্তি হ, ডাঙৰ হোৱা আদি বুলিও কয়। এই তোলনী বিয়া বা শান্তি বিয়া বৰ্তমান এই অঞ্চলৰ বৰ নোহোৱা সৰু-সুৰা বিয়াৰ লেখীয়া আড়ম্বৰপূৰ্ণ অনুষ্ঠানত পৰিণত হৈছে। আৰ্থিক অৱস্থা ভেদে সৰু-বৰ আকাৰত পালিত ই এটা জনপ্ৰিয় লোকাচাৰ। পাঁচ দশকমান পূৰ্বে ব্ৰাহ্মণ, গোঁসাই আদি সম্প্ৰদায়ত ছোৱালী পুষ্পিতা হ'লে লুকুৱাই ৰাখি কাকো এই কথা জানিবলৈ নিদিছিল। সেই সময়ত প্ৰচলিত বাল্য-বিবাহৰ নিয়ম মতে আগ বিয়া নোহোৱাকৈ মাকৰ ঘৰত ছোৱালী পুষ্পিতা হ'লে (মানুহ হ'লে) তেনে ছোৱালীক বিয়া দিয়াটো সমস্যা হৈ পৰিছিল।

বৰ্তমান এই শান্তি বিয়া লোকাচাৰ ব্ৰাহ্মণ-অব্ৰাহ্মণ সকলোৱে আড়ম্বৰপূৰ্ণ ব্যৱস্থাৰে যা-যোগাৰ কৰি অনুষ্ঠিত কৰে।

পুষ্পিতা হোৱা, ঋতুমতী কন্যাক আছুতীয়া কোঠাত মাটিত বিছনা কৰি চন্দ্ৰ, সূৰ্য, গছ-বিৰিখ, গৰু-গাই, পুৰুষ মানুহক নেদেখাকৈ থোৱা হয়। ওচৰত এটি দোনত চাউল, তামোল-পাণ, মুদ্ৰা দিয়ে। এটি চাকি জ্বলাই ৰাখে, এটি ঘটত আমডালি স্থাপন কৰি থয়। পুষ্পিতা কইনাজনীক জ্ঞাতি-কুটুম্ব, আত্মীয়-স্বজনে ফল-মূল আৰু খোৱা বস্তু দিয়ে। ছোৱালীজনীয়ে ভাত নাখাই কেৱল ফল-মূল, বুট, গাখীৰ আদিকে খাই থাকে। ইয়াৰ মাজতে গণনা কৰি ছোৱালীজনীৰ ভৱিষ্যৎ শুভাশুভ মংগলৰ নিমিত্তে ব্যৱস্থা লয়। এখন নতুন (আনাকাটা) গামোচাত এখন ডবুৱা কটাৰী, আখৈ, পিঠাগুড়ি, ডালিমৰ কলি, পাঁচডাল খৰিকা লৈ এটা জপাত থয়। জপাৰ ভিতৰত খনিওৱা তামোল, এপদ অলংকাৰো সুমুৱাই দিয়ে। তিনি দিনৰ দিনা সজাই লোৱা জপাটো চুবুৰিৰে এঘৰত সৰু ছোৱালী আৰু বুঢ়ী মানুহ কিছুমানে গীত-পদ গাই থৈ আহে। ইয়াকে 'জননী থোৱা' বুলি কয়। চাৰি দিনৰ দিনা 'জননী থোৱা' জপাটো পুনৰ মহিলাসকলে শোভাযাত্ৰা কৰি কইনা ঘৰলৈ আনি বিয়াৰ আৰ্হিত কলপুলিৰ তলত বহুৱাই কন্যাজনীক মাংগলিক ব্যৱস্থাৰ মাজেদি উৰুলি জোকাৰে গা ধুৱাই চোতাললৈ আনি ঘটলৈ সূৰ্য প্ৰণাম কৰে, আয়তীসকলৰ লগত বহি নাম-প্ৰসংগ কৰে। এই নাম-প্ৰসংগৰ পিচত অভ্যাগতসকলক আপ্যায়ণ কৰে। পুষ্পিতা হোৱাৰ পিচৰে পৰা কন্যাগৰাকীয়ে মাহেকীয়া ঋতুৰ পালনীয় আচাৰসমূহ পালিবলৈ অভ্যাস কৰে।

❑ **সাংসাৰিক জীৱন সম্পৰ্কীয় লোকাচাৰ ঃ** বৈবাহিক অনুষ্ঠানৰ দ্বাৰা লোকসমাজত সাংসাৰিক জীৱন আৰম্ভ কৰে। বিয়াৰ বৈদিক ব্যৱস্থাৰ উপৰি ইয়াৰ লগত কিছু লোকাচাৰ আছে, যিবোৰ শাস্ত্ৰ ব্যৱস্থিত নহৈ লোক বিশ্বাস আৰু অন্ধবিশ্বাসৰ ফলতে চলি আহিছে। দৰা-কইনাই আঙুঠি লুকোৱা, বৰ-কইনাৰ পাতত ভাত দিয়া, কইনাই 'বৰভাজা' ৰান্ধি ভোজত বিলোৱা, আঠমঙলা খুওৱা, আৰু এই আঠমঙলা খাবলৈ দৰাৰ ডাঙৰ ভায়েকবোৰ যাব নোপোৱা আদি ৰীতি এতিয়াও চলি আছে।

❑ **জীৱিকা নিৰ্বাহ আৰু উৎপাদন শ্ৰম সম্বন্ধীয় লোকাচাৰ**

ঃ লোক সমাজৰ জনসাধাৰণৰ মাজত জীৱন-জীৱিকা নিৰ্বাহৰ ক্ষেত্ৰত উৎপাদন আৰু শ্ৰমৰ বিষয়ত নানা লোকাচাৰ প্ৰচলিত হৈ আহিছে। কৃষকসকলে কৰা কৃষি কাৰ্যৰ 'হালখতি'য়েই এনে এটি লোকাচাৰ। পূৰ্ণিমা, আঁউসী, একাদশী, বিভিন্ন তিথি, পৰ্ব, গো-পূজা, দুৰ্গা পূজা আদিত হালখতি কৰি হাল নাবায়। এই তিথিবোৰত কিছুমান বয়োজ্যেষ্ঠ লোকে ভাতখতিও (উপবাস) কৰে। অম্বুবাচী বা আমতীৰ কেইদিন হাল-কোৰৰ কাম নকৰে।

কঠিয়া পাৰাৰ দিনা নৈবেদ্য দি কৃষিৰ শুভ সূচনা কৰে। ধানৰোৱা আৰম্ভ কৰাৰ দিনা 'গোচলোৱা' উৎসৱ পালনেৰে নৈবেদ্য আদি দুই-এজনক মাতি ভাত খুৱায়, সিদিনা এবিধ কচু আৰু 'গোন্ধচানা' খায়। ধানৰ গোচ সঁজাল ধৰা পৰ্যন্ত মূল হালোৱাজনে দাড়ি-চুলি নকটাকৈ থাকে।

কাতি বিহুৰ দিনা পথাৰত চাকি জ্বলাই আৰু নৈবেদ্য দি তাৰ লগত ৰবাব টেঙা দিয়ে। এই ৰবাব টেঙা গেৰ ওলোৱা (ঠোক ওলাবলৈ ধৰা) ধানক জেউৰা খুওৱা বুলিও কয়। আঘোণত ধানৰ আগ আনি ভঁৰালৰ আগত থৈ মাংগলিক কাৰ্য কৰা, ধান কটা শেষ হোৱাৰ দিনা পথাৰত নাৰিকল খোৱা আৰু ৰাতি চুঙা পিঠা খোৱা লোকাচাৰ এই অঞ্চলৰ আনন্দ-উৎসৱৰ মাজেৰে চলি আহিছে।

শনিবাৰ আৰু মঙলবাৰে বাঁহ নকটা, বৃহস্পতিবাৰে আবেলি কোনো কামত যাত্ৰা নকৰা, জন্মবাৰত চুলি নকটা, পুহ মাহত কোনো মাংগলিক কাৰ্য আদি নকৰা লোকবিশ্বাসজনিত লোকাচাৰ।

গৃহস্থী ধৰ্মৰ লগত জড়িত কেতবোৰ লোকাচাৰ বিশেষকৈ ঘৰৰ গৃহিনী আদি মহিলাসকলৰ দ্বাৰা পালিত হৈ আহিছে। এইবোৰ হ'ল গৃহিনী তিৰোতা আৰু কন্যাকাল হোৱা ছোৱালীয়ে বাহী গাৰে পাকঘৰলৈ নোযোৱা, ৰন্ধা-বঢ়া নকৰা, কোনো বয়-বস্তু পাকঘৰৰ পৰা ডাঙৰক নিদিয়া, ভাত খাই থকা অৱস্থাত কাকো বস্তু অথবা মগনীয়াক ভিক্ষা নিদিয়া, মাহেকীয়া ঋতু পালন, বৃহস্পতিবাৰ তথা নানা ব্ৰত পালন পালন কৰা, বোৱাৰী তিৰোতাই ৰাতি শোৱা বিছনাত দিনত নোশোৱা আদি।

ভোক্ষা-ভোক্ষ্য, খাদ্যাখাদ্য সম্পৰ্কীয় লোকাচাৰ কিছুমান লোক সমাজত চলি থকা দেখা যায়। ব'হাগ বিহুৰ সময়ত পচলা, বেহাৰ বটা, তিতা, আমটেঙা, ঢেকীয়া, সাত শাক খোৱা, কাতিত বেঙেনা খোৱা, আঘোণত পুঁই শাক খোৱা স্বাস্থ্যৰ বাবে অনুকূল জ্ঞান কৰি আচাৰ-নীতি চলি আহিছে। তেনেকৈ মাঘ বিহুত মাহকৰাই, তিলবটা, মাঘ মাহত পন্তা (পঁইতা) ভাত খোৱা, লক্ষ্মীপূজাত নাৰিকল খোৱা, নাৰিকলৰ পানী চকুত দিয়া দস্তুৰ চলি আছে।

ভাত খাই খৰিকা পানী লোৱা, খাই উঠি মজিয়া গোবৰ মাটিৰে মচা এতিয়াও চলি আছে। ব্ৰাহ্মণৰ বিধৱাসকলে স্বামীৰ মৃত্যুৰ পৰা এবছৰলৈ প্ৰায় ভাগেই নিৰামিষ আহাৰ এসাঁজ খায়, এবছৰৰ অন্তত গোটেই জীৱন সাত্বিক আহাৰ খোৱাটো এই অঞ্চলত চলি আছে।

❑ **মৃত্যু সম্বন্ধীয় লোকাচাৰ ঃ** মৃত্যুৱে মানুহৰ জীৱন সংগ্ৰামৰ গতি স্তব্ধ কৰে। মৃত্যুক কেন্দ্ৰ কৰি সকলো সম্প্ৰদায়ৰে শাস্ত্ৰ ব্যৱস্থিত প্ৰেতঃ কাৰ্যৰ উপৰি ভালেমান লোকাচাৰৰ নানা বৈচিত্ৰ্য আৰু লোকবিশ্বাসৰ ভিত্তিত লোক সমাজত পালিত হৈ আহিছে। মানুহ মৰিলেই মৰা-চুৱা বা অশৌচ হয়। ঘৰৰ ভিতৰত মানুহ মৰিলে ঘৰ চুৱা যায় আৰু মানুহ মৰা ঘৰলৈ গ'লে মানুহে চুৱা যায় বুলি জনবিশ্বাস আছে। মানুহ শ্মশানলৈ গ'লে লগত দা-কটাৰী লৈ যায়। শ্মশানলৈ 'মৰাক' (মৃতকক) খৰি দিবলৈ গ'লে ঘূৰি আহি গাৰ সকলো কাপোৰ-কানি তিয়াই গা-পা ধুই একুৰা জুই ধৰি তাত এটা শিল আৰু কপাহৰ গুটি দি হাত-ভৰি সেকিহে শুদ্ধ হয়। শ্মশানৰ পৰা দিনৰ ভাগতে আহি পালে বা আধা ৰাতিতে আহি পালে বাকী সময়খিনি গধূলিলৈ থাকি তৰা চাই বা পুৱালৈ বাহিৰত থাকিহে ঘৰত সোমাব পাৰে। মৃতকৰ পুত্ৰ-পুত্ৰীসকলে এখন কাপোৰ পিন্ধি তিনি দিন নিৰাহাৰে থাকি চতুৰ্থ দিনা সন্ধিয়া 'হবিচ' ভাত খায়। সেইদিনাৰ পৰা আত্মীয় স্বজনে 'যাচা গুৰা' দিয়ে। শাস্ত্ৰীয় কাৰ্যকাণ্ডৰ মাজেদি প্ৰেতকৰ্ম সম্পাদন কৰি ১৩ দিনত কোনোৱে ১৫ দিনত মৎস্য স্পৰ্শৰ অনুষ্ঠান পাতি ভোজ দিয়ে। সেইদিনা পুৱা ক্ৰিয়া ধৰা 'পুত্ৰ বা আত্মীয়গৰাকীয়ে মাছ, মাংস, কণীৰে আঞ্জাৰে সৈতে সম্ভাৰেৰে ভাত-আঞ্জা ৰান্ধি এখন বাঁহৰ ঢাৰিৰ দৰে যতন সাজি লৈ কলপাতত ভাত-আঞ্জা আদি সজাই তামোল-পাণ, খৰিকা আদিৰে বাৰীৰ চুকত ঠাই এডোখৰ পৰিষ্কাৰ কৰি চাকি-ধূপ জ্বলাই মৃতকৰ উদ্দেশে দিয়ে। ইয়াকে 'মৰাক ভাত দিয়া' বোলে। মৃতকে যি বস্তু খায়, সকলো বস্তু এই মৰাক ভাত দিয়াৰ সময়ত দিয়াটো নিয়ম। ইয়াৰ কাষতে এখন বিছনা সজাই শুবলৈ দি আহে। মৰাক ভাত দিয়াৰ পিছত ৰাইজে ভোজ-ভাত খায়। সেইদিনা গঞা-ৰাইজে ক্ৰিয়া ধৰা মৃতকৰ পুত্ৰসকলক মূৰত তেল দিয়ে আৰু তামোল কাটি খাবলৈ দিয়ে। মৃতকৰ পুত্ৰসকলে এবছৰলৈ অইন লোকৰ হাতে পাগ বা বাহিৰত খাদ্য গ্ৰহণ নকৰে।

নলবাৰী জিলাৰ জনজাতিসকলৰ বিশেষকৈ বড়ো সম্প্ৰদায়ৰ আত্মীয়-স্বজনৰ মৃত্যু উপলক্ষে 'খাম' ক্ৰিয়া কৰ্ম পালনেৰে লোকাচাৰ পালন কৰে। 'খাম'ৰ অৰ্থ হ'ল— যি ক্ৰিয়াই মৃতকৰ আৰু জীৱিতসকলৰ সম্পৰ্ক পুৰি নোহোৱা কৰে সেই ক্ৰিয়া-কাণ্ডৰ অনুষ্ঠান। বড়ো সম্প্ৰদায়ৰ মানুহৰ মৃত্যু হ'লে তিনি প্ৰকাৰে সৎকাৰ কৰে। সেইবোৰ হ'ল দাহন, গড়দান আৰু স্থাপন। সম্প্ৰতি দাহন কৰাৰ আগতে চোতালত শুৱাই গা-পা ধুৱাই কাপোৰ-কানি পিন্ধাই বৰ পুত্ৰ বা সৰু পুত্ৰই পিণ্ড দান কৰে আৰু 'মাথাউচি'য়ে (ক্ৰিয়া কৰ্মৰ পৰিচালক) মৃতকৰ আত্মাৰ সদগতিৰ অৰ্থে বাথৌৰ ওচৰত প্ৰাৰ্থনা জনায়। পিণ্ড দান শেষ হ'লে মৃতকৰ মুখত এডাল ৰঙা সূতা লগাই দিয়ে। আত্মীয়-স্বজন গঞাই সৎকাৰ কৰিবলৈ লৈ গৈ নদীৰ পাৰত জলাশয়ৰ ওচৰত সৎকাৰ কৰে। 'বাৰমাহাৰি' (ফৈদ) 'বসুমতাৰী'ৰ বাহিৰে বাকী এঘাৰটা মাহাৰিৰ লোকে সৎকাৰ কৰা ভূমিৰ বাবে বসুমতীক তামৰ পইচা বা কড়িৰে ভূমি কৰ দিয়ে। আঢ্যৱন্ত লোকসকলক শৱ দাহন কৰি অস্থি সংস্কাৰৰ পাচতে কেঁকোৰা গাঁতত প্ৰদান কৰে। শৱ সৎকাৰ কৰি শৱ যাত্ৰীসকলে গা-পা ধুই মৃতকৰ পদুলিলৈ আহি একুৰা জুই ধৰি ওচৰতে এচটা শিল আৰু মিঠাতেল তিওৱা কপাহ স্পৰ্শ কৰি হাত সেকি আকৌ ভালকৈ গা ধুই আহি মৃতকৰ ঘৰত গোট খায়। মৃতক কম বয়সীয়া আৰু অবিবাহিত হ'লে সকলোৱে মিলি 'মাথাউচি'ৰ পৰিচালনাত বাথৌৰ ওতৰত প্ৰাৰ্থনা কৰি 'খাম' ক্ৰিয়া সম্পন্ন কৰে। ভোজ-ভাতৰ ব্যৱস্থা নকৰে যদিও জুমাই মদৰ ব্যৱস্থা থাকে। বয়স্ক লোকৰ 'খাম' ক্ৰিয়া ১১



দিনত সম্পাদন কৰে। মৃতকক 'খাম'ৰ আগদিনালৈ দুবাৰকৈ পিণ্ড ৰান্ধি দিয়ে। পুত্ৰসকলে আটাইকেইদিন নিৰামিষ আহাৰ খায়। খামৰ দিনা ক্ৰিয়াধাৰীজনে পিণ্ড ৰান্ধে। আগদিনাই গঞাই আহি লাৰু-পিঠা তৈয়াৰ কৰি দুটা খোখাত ভৰাই থয়, সমাজৰ মাজৰ পৰা এজন মাথাউচি নিৰ্বাচন কৰি সকলো কাৰ্য পৰিচালনা কৰে। নদীৰ পাৰত বা জলাশয়ৰ ওচৰত ঠাই চিকুণাই খোখা দুটাত থকা পিণ্ড প্ৰদান কৰে। নদীত গা ধুই আহি তিতা কাপোৰেৰে 'শুক্তা তিতা' ভাজি মৃতকৰ আত্মাৰ উদ্দেশে গঞা লোকক প্ৰদান কৰে। ইয়াৰ পিছতে মৃতকৰ উদ্দেশ্যে 'ইচিং বাওনাই লোকাচাৰৰ দ্বাৰা মৃতকে জীৱিত কালত ব্যৱহাৰ কৰা প্ৰিয় কাপোৰ-কানি, আচবাব, দ্ৰব্য আদি সম্ভাৰ ৰূপৰ মুদ্ৰা এযোৰ, খাবলৈ মদ, বিড়ি, তমাখু আদি দিয়া হয়। ইয়াৰ পিছত মৃতকৰ ভাই-ভাগীয়ে আহাৰ গ্ৰহণ কৰিব পাৰে। ৰাইজে ভোজ বন্ধা-বঢ়া কৰি ভোজনৰ ব্যৱস্থা কৰে আৰু ইয়াৰ লগে লগে মদৰ ব্যৱস্থাও থাকে। সাজ নলগাৰ আগতে খামৰ ক্ৰিয়া সমাধা হ'ব লাগে। চোতালৰ বাথৌৰ বেদীৰ আগত কলপাত এখনত একহাঠা ভাত আৰু একহাঠা আঞ্জা সজাই লৈ তাৰ লগতে এক কলহ মদ, এক দোন চাউল আৰু চাউলৰ লগতে মুদ্ৰা কিছুমান থয়। তাৰ পিছত ক্ৰিয়াধাৰী আৰু আন পুত্ৰ তথা পৰিয়ালৰ লোকসকলে বাথৌৰ উদ্দেশে সেৱা কৰে। মাথাউচিয়ে মন্ত্ৰ গাই মৃতকৰ আত্মাৰ শান্তি কামনা কৰি দোনটোৰ পৰা চাউল আৰু পইচা মুঠি মুঠিকৈ ছমুঠি ৰাইজৰ মাজলৈ ছটিয়াই দিয়ে। ৰাইজে ভোজন সমাপন কৰে। ভোজনৰ অন্তত ক্ৰিয়াধাৰীসকলে বাটচ'ৰাৰ মুখত হাতত তামোলৰ বঁটা লৈ আঁঠু লৈ বহি এখন নিকা কাপোৰৰ ওপৰেদি ভোজন কৰি উঠা ৰাইজক যাবলৈ দিয়ে। সকলোকে তামোল হওক বা পইচাই হওক সামৰ্থ অনুসৰি মান ধৰে। এনেদৰে 'খাম' সম্পন্ন হয়।

চাহ জনগোষ্ঠীয়ে ঘৰৰ মানুহ মৰিলে তিনি দিন নিজৰ ঘৰত ৰান্ধি-বাঢ়ি নাখায়। আনে দিয়া খাদ্যহে খায়। ৯ দিন আৰু ১১ দিনত প্ৰেতকৰ্ম কৰি ভোজ-ভাত দি মুণ্ডন কৰি শুদ্ধ হয়।

নেপালী সম্প্ৰদায়ে মৃতকক দাহন কৰিয়ে মুণ্ডন কৰে। এদিন নিৰাহাৰে থাকে। বাকী নীতি-নিয়ম অসমীয়া হিন্দুসকলৰ লগত একে।

ইছলামধৰ্মী লোকসকলে মানুহ মৰিলে চাৰি দিন ৰন্ধা-বঢ়া নকৰি আনে দিয়া নিৰামিষ খাদ্য খায়। চাৰি দিনৰ দিনা 'জীয়াৰত' কৰি মৃতকৰ সকলো প্ৰেতকৰ্ম সম্পাদন কৰে। ২০ দিনত দিব নোৱাৰিলে সুবিধা অনুসৰি পিছত ভোজ-ভাত দি নিয়ম পালন কৰে।

❑ **সাময়িক আৰু সামূহিক উৎসৱ সম্বন্ধীয় লোকাচাৰ ঃ** সৰ্বসাধাৰণ লোকে বছৰটোৰ ভিন ভিন ঋতু, মাহ, তিথি আৰু পৰ্ব আদিত অনেক লোকাচাৰ পালন কৰে—

ব'হাগ মাহত গৰু বিহুত বিভিন্ন আচাৰেৰে ইয়াক পালন কৰে। গৰু ধুওৱা, গৰুক লাউ-বেঙেনা খুওৱা, গৰুৰ খুৰাত আৰু শিঙত তেল দিয়া, নতুন পঘা দিয়া, দীঘলতি-মাখিয়তিৰে গোহালিৰ মুখত ধোৱা দিয়া, বিচনীৰে বিচা, মানুহে বিহুৱান লোৱা, সৰুৱে ডাঙৰক সেৱা কৰা, সাত শাক খোৱা, তিতা খোৱা, বিহু চেৰা ভাত নোখোৱা ইত্যাদি লোকাচাৰ এই মাহত পালন কৰে। বড়োসকলে এই মাহতে অপায়-অমংগলকাৰী দেৱতাক গাঁৱৰ পৰা যাঠি-জোং লৈ খেদা লোকাচাৰ পালন কৰে।

জেঠ মাহত অঞ্চল বিশেষে জেঠুৱা নাম ধৰে। এই মাহত ওপজা ল'ৰা-ছোৱালীক 'জেঠুৱা মূৰ' ভাঙে। জেঠ মহীয়া ল'ৰা-ছোৱালীৰ নিজৰ অপায়-অমংগলৰ উপৰি পৰিয়ালৰ হ'ব পৰা কোনো অমংগলৰ প্ৰতি বিধান কল্পে জনবিশ্বাস মতে এই জেওঠামূৰ ভঙাৰ ব্যৱস্থা কৰে। মাছ, মাংস আদি নানা তৰহৰ সুস্বাদু দ্ৰব্য সম্ভাৰেৰে জেঠ মাহত জন্মা ল'ৰা-ছোৱালীক ভাত খুওৱাৰ উপৰি দৈ, চিৰা, লাৰু, পিঠা, পায়স আদিৰে আপ্যায়ন কৰি এই জেওঠা মূৰ ভঙা অনুষ্ঠান উদ্‌যাপন কৰে। ভাতৰ লগত বাঁহৰ গাজ, বেতৰ গাজ, তৰাৰ গাজ, দাইলৰ লগত বটি কণীৰে সৈতে বৰ ভাজি খাবলৈ দিয়ে। সৰু ল'ৰা-ছোৱালী আৰু অতিথি আদিক মাতি শুশ্ৰূষা কৰে।

আহাৰ মাহত ষাঠ আৰু অম্বুবাচীৰ আচাৰ পালন কৰে। নলবাৰী অঞ্চলত ইয়াক আমতী, আমেতী, ষাঠ আদি নামেৰে জনা যায়। নাৰীৰ মাহেকীয়া ঋতুৰ দৰে পৃথিৱীৰ (বসুমতী) বাৰ্ষিক ঋতু দৰ্শন হয় বুলি জনবিশ্বাস আছে। ইয়াক অম্বুবাচী বুলি অভিহিত কৰে। জেঠ আৰু আহাৰ মাহৰ সংক্ৰান্তিৰ দিনৰ পৰা সাত দিন ষাঠ পালন কৰি সপ্তম দিনৰ পৰা এই আমতী পালন কৰিবলৈ লয়। আমতীৰ চাৰিও দিনত মানুহে বসুমতীয়ে (মাটিয়ে) আঘাত পাব পৰা কোনো কাম-কাজ নকৰে। ঘৰৰ কানি-কাপোৰ, আচবাব সকলো মাটিৰ স্পৰ্শ নোহোৱাকৈ থোৱাৰ দিহা কৰে। মঠ-মন্দিৰৰ মূল বেদীত পূজা সেৱা নকৰে। চলিত বছৰটোৰ ভিতৰত পিতৃ-মাতৃ বা স্বামীৰ মৃত্যু হোৱাসকলে আৰু বিধৱাসকলে ব্ৰত পালন কৰি ফল-মূল খাই আমতীৰ দিনকেইটা অতিবাহিত কৰে। চতুৰ্থ দিনৰ দিনা আমতীৰ শুদ্ধিৰ ৰীতিৰে কাপোৰ-কানি তিয়াই ঘৰ দুৱাৰ মুচি-কাচি সোণ-ৰূপ গোবৰ-পানী চটিয়াই শুচি কৰে আৰু ফলমূল খায়। মাছ-মাংসৰে এসাঁজ খায়।

শাওণ মাহত ধানৰ গোছ লোৱা উৎসৱেৰে খেতি আৰম্ভ কৰে। এই মাহত পাণ ৰুলে ভাল ফচল পায় বুলি জনবিশ্বাস আছে। এই সময়ত দীৰ্ঘদিন খৰাং হ'লে ভেকুলীৰ বিয়া পাতে আৰু ঢেকী পোতে। তেনে কৰিলে বৰষুণ হয় বুলি লোকবিশ্বাস চলি আছে।

ভাদ মাহত জন্মাষ্টমী তিথি পালনেৰে কৃষ্ণৰ জন্ম উৎসৱ পালন কৰি নাম-প্ৰসংগ কৰি নানা উৎসৱ কৰে। ভাদত ঔ টেঙা খালে স্বাস্থ্যৰ বাবে উপকাৰী বুলি বিশ্বাস আছে। ভাদ মাহত জন্মা সন্তানক লৈও নানা মুখৰোচক আপ্তবাক্য শুনা যায়। ঘৰত তিনিটা ভাদ মাহতে জন্মা সন্তান থাকিলে ঘৰ নদন-বদন হয় বুলি কয়।

আহিন মাহত দুৰ্গা পূজাৰ অন্তত বিজয়াৰ দিনা লোকসকলে পদুলিত এজোপামান কচু ৰুই তাৰ তলত এটি বেদী সাজি চাকি, ধূপ-ধূনা, ফল-পাত জ্বলাই আৰু ফুল আদিৰে সজাই থয়। ঘৰৰ পাত্ৰবোৰ পূৰ্ণ কৰি থয়।

কাতি মাহত চোতালত তুলসী ৰুৱে, চাকি জ্বলায়। আহিন আৰু কাতি মাহৰ সংক্ৰান্তিৰ দিনা পথাৰত ধানৰ গুৰিত চাকি দিয়ে আৰু ঠগী দিয়ে। ল'ৰাবোৰে ঠগী চুৰ কৰি খায়। এই মাহতে আকাশ-বন্তি জ্বলায় আৰু ব্যক্তিগত তথা সামূহিকভাৱে নাম-প্ৰসংগ কৰে।

আঘোণ মাহত ধানৰ আগ আনি ধান কটা উৎসৱৰ সূচনা

কৰে। ডেকা ল'ৰাবোৰে 'মহোহো' খেদে। সেইদিনাৰ পৰাই মহ নোহোৰা বুলি লোকবিশ্বাস আছে। আঘোণত ন-ধান কাটে আৰু ন-খায়।

পুহ মাহত কোনো শুভকাৰ্য সম্পাদন নকৰাটো জনবিশ্বাস ৰূপে চলি আহিছে।

মাঘ মাহত ভোগালী বিহু উদযাপন কৰে। পুহ আৰু মাঘৰ সংক্ৰান্তিৰ আগদিনা সমূহীয়া দলভাত খোৱা অতি পুৰণি আৰু ঐতিহ্যপূৰ্ণ ৰীতিগত লোকাচাৰ। ল'ৰাবোৰে ৰাতি মেজিৰ গুৰিত ভেলাঘৰ বান্ধি লগভাত খাই আৰু ৰাতিপুৱাই মেজি জ্বলোৱ আগতে ভেলাঘৰ জ্বলাই দিয়ে। মেজিৰ বাঁহেৰে চুঙা সাজি লৈ মাহকৰাই খোৱা লোকাচাৰ আজিও পালিত হৈ আহিছে।

ফাগুন মাহত দৌল উৎসৱ আৰু ফাকুৱা উৎসৱক কেন্দ্ৰ কৰি নানা লোকাচাৰ চলি আহিছে। দৌল উৎসৱ আদিত বোমাৰ গছ মানস কৰি প্ৰদান কৰিলে অভীষ্ট সিদ্ধি হয় বুলি বিশ্বাস আছে।

চ'ত মাহত লোকবিশ্বাস মতে বেল খালে কোনো ৰোগ নহয় বুলি মানুহে বিশ্বাস কৰে। আগৰ দিনত অধ্যাপক সকলৰ ঘৰতে 'বাহা' কৰি পঢ়াশালিত পঢ়া ছাত্ৰবোৰে চ'তৰ প্ৰথম আঠদিন বিভিন্ন গাঁৱৰ মানুহৰ ঘৰে ঘৰে ভিক্ষা কৰাটো এটি লোকাচাৰ আছিল। ইয়াক 'চৈতফুৰা' বুলি কৈছিল। ভিক্ষা কৰি ছাত্ৰসকলে যি পাইছিল তাকেই অধ্যাপকৰ হাতত অৰ্পণ কৰিছিল। এই লোকাচাৰ এতিয়া লোপ পাইছে।

নলবাৰী অঞ্চলৰ লোক-সংস্কৃতিৰ মাজতে নিহিত হৈ থকা সংস্কৃতিৰ অন্যতম উপাদান এই লোকাচাৰসমূহৰ পালন, উদ্‌যাপন আৰু সংৰক্ষণে আমাৰ জাতীয় লোক-সংস্কৃতিৰ ঐতিহ্যক মহীয়ান কৰি ৰাখিব।

প্ৰসংগপুথি ঃ

১। Dr. Jogiraj Basu– India of the Age of the Brahmanas (1969)
২। ড° বিৰিঞ্চি কুমাৰ বৰুৱা—অসমৰ লোক সংস্কৃতি
৩। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য—জীৱন শিল্পী আদ্য শৰ্মা, অভিনন্দন গ্ৰন্থ
৪। ড° লীলা গগৈ—অসমীয়া লোক সাহিত্যৰ ৰূপ ৰেখা
৫। ডি ডি কৌশ্বাম্বী (অনু ঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য)—ভাৰতৰ ইতিহাস
৬। স্মৃতিগ্ৰন্থ শ্ৰীশ্ৰী লক্ষ্মী পূজা,শোলমাৰা
৭। ড° বিজয়া বৰুৱা—ভাষা, সাহিত্য, সংস্কৃতি বিচিত্ৰা
৮। শশী শৰ্মা—অসমৰ লোকসংস্কৃতি
৯। আলোচনী —অভিজ্ঞান
১০। ড° হৰিনাথ শৰ্মা দলৈ—বাৰে ৰহণীয়া অসম
১১। স্মৃতিগ্ৰন্থ, সোণালী জয়ন্তী উৎসৱ, নলবাৰী কলেজ
১২। ভৱেন নাৰ্জী—বড়ো, কছাৰী সমাজ আৰু সংস্কৃতি
১৩। পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী—জীৱন স্মৃতি আৰু কামৰূপী সমাজ
১৪। ধুপাৰাম বসুমতাৰী—বড়ো, কছাৰীৰ বাথৌ ধৰ্ম আৰু সমাজ-সংস্কৃতি
১৫। নলবাৰী জিলাৰ মাননীয় তথ্যদাতা শুভানুধ্যায়ীসকল।





# নলবাৰী জিলাত জ্যোতিষ চৰ্চা

## ৰবীন্দ্ৰ কুমাৰ ভট্টাচাৰ্য

নলবাৰী জিলা সংস্কৃত শিক্ষাৰ ক্ষেত্ৰত অসমৰ ভিতৰতে সুপ্ৰসিদ্ধ ঠাই। সেই কাৰণে নলবাৰীক 'অসমৰ নৱদ্বীপ' বুলি কোৱা হয়। অতি প্ৰাচীন কালৰে পৰা নলবাৰী জিলাৰ বিভিন্ন গাঁৱত বহুলভাৱে সংস্কৃত শিক্ষাৰ প্ৰচলন হৈছিল। এই কথাৰ প্ৰমাণস্বৰূপে আজিও নলবাৰী জিলাৰ বিভিন্ন গাঁৱত সংস্কৃতজ্ঞ পণ্ডিতসকলৰ গৃহত ভালেমান সাঁচিপতীয়া গ্ৰন্থ মুকুতাসদৃশ হৈ ধোঁৱাচাঙত জিলিকি আছে। আধুনিক যুগত ইংৰাজী শিক্ষাৰ প্ৰসাৰৰ লগে লগে যদিও সংস্কৃত শিক্ষা কিছু পৰিমাণে হ্ৰাস পাইছে, তথাপি এতিয়াও নলবাৰী সংস্কৃত কলেজকে ধৰি একডজনৰো অধিক চৰকাৰী সংস্কৃত টোলে আৰু চৰকাৰী সাহায্যপ্ৰাপ্ত টোলসমূহে প্ৰাচীন ঐতিহ্য আৰু পৰম্পৰা ৰক্ষাত সহায় কৰি আছে। উল্লেখযোগ্য যে অসমৰ ভিতৰত নলবাৰী জিলাত টোলৰ সংখ্যা সৰ্বাধিক।



নলবাৰী জিলাত জ্যোতিষ চৰ্চা সম্বন্ধে আলোচনা কৰিবলৈ যাওঁতে, পোনপ্ৰথমে আমাৰ মনলৈ আহে, অসমৰ জ্যোতিষ চৰ্চাৰ প্ৰাণকেন্দ্ৰস্বৰূপ গন্ধিয়া গাঁওখনলৈ। নলবাৰী জিলাৰ ধৰ্মপুৰ মৌজাৰ অন্তৰ্গত বেলশৰ-চামতাৰ মধ্যত অৱস্থিত গন্ধিয়া গাঁওখন অসমৰ প্ৰাচীন জ্যোতিষ চৰ্চাৰ কেন্দ্ৰস্থল হিচাপে অকল অসমৰ ভিতৰতেই নহয়, ভাৰতবৰ্ষৰ ভিতৰতে সুবিদিত। এইখন প্ৰাচীন গাঁৱতে অসমৰ বৃহত্তম জ্যোতিষী পৰিয়ালে বাস কৰে। তদুপৰি গন্ধিয়াৰ ওচৰ-পাঁজৰৰ শিমলীয়া, সাহপুৰ, পিপলিবাৰী গাঁও, পুব নলবাৰী অঞ্চলৰ ভানুকুছি, আলগা, আৰাঙ্গমৌ, মালিকুছি, নীলপুৰ, দিহজাৰী, ঘগ্ৰাপাৰ চিলিং ; টিহু অঞ্চলৰ মাখিবাহা, মথুৰাপুৰ, কঠালমূৰা, পাটিকাৰা, ভদ্ৰাভিঠা আদি গাঁৱতে বিশেষভাৱে জ্যোতিষ চৰ্চাৰ ক্ষেত্ৰত আগভাগ লোৱা দেখা যায়। এই গাঁওসমূহতো বহুকাল আগৰে পৰা জ্যোতিষ চৰ্চা চলি আছে। আমাৰ এই প্ৰবন্ধত গোটেই নলবাৰী জিলাৰ জ্যোতিষ চৰ্চাৰ বিস্তৃত বিৱৰণ লিখাটো সম্ভৱ নোহোৱা হেতুকে, নলবাৰী জিলাৰ বৃহত্তম জ্যোতিষ চৰ্চাৰ গাঁও গন্ধিয়া আৰু দ্বিতীয় বৃহত্তম মাখিবাহা গাঁৱৰ বিষয়হে আলোচনা কৰিব খুজিছো।

প্ৰাচীন আৰু খিলঞ্জীয়া জ্যোতিষৰে বৈশিষ্ট্যপূৰ্ণ গন্ধিয়াৰ জ্যোতিষ চৰ্চাৰ বিষয়ে বিচাৰ কৰিবলৈ যাওঁতে আমি প্ৰাচ্যৰ জ্যোতিষ চৰ্চাৰ নগৰ, ইতিহাসপ্ৰসিদ্ধ প্ৰাগজ্যোতিষপুৰলৈ উভতি যাব লাগিব। এই প্ৰাগজোতিষপুৰ নগৰতেই বাস কৰিছিল গন্ধিয়াৰ আদি পুৰুষসকলে। উক্ত প্ৰাগজ্যোতিষ নগৰ সম্বন্ধে মহাভাৰত, ৰামায়ণ, পুৰাণ, উপপুৰাণ আদিত বিস্তৃত বিৱৰণ পোৱা যায়। প্ৰাগজ্যোতিষপুৰ নগৰৰ উৎপত্তি সম্বন্ধে দশম-একাদশ শতিকাত কামৰূপত ৰচিত কালিকা পুৰাণত এনে ধৰণে উল্লেখ আছে।

" অস্য মধ্যে স্থিতো ব্ৰহ্মা প্ৰাঙ, নক্ষত্ৰাণ সমৰ্জহ।
ততঃ প্ৰাক্‌জ্যোতিষং নাম পুৰি শক্ৰ পুৰোপমা।।"

অৰ্থাৎ পোনতে ব্ৰহ্মাই এই প্ৰাগজ্যোতিষ নগৰত থাকি গ্ৰহ-নক্ষত্ৰসমূহ স্ৰজন কৰিছিল আৰু সেই কাৰণে নগৰখনক প্ৰাগজ্যোতিষপুৰ বোলা হয়। এই কালিকা পুৰাণৰ মতকে অসমৰ ঐতিহাসিকসকলে গ্ৰহণ কৰা বুলি A cultural History of Assam, Vol-I ত ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে উল্লেখ কৰিছে। প্ৰাগজ্যোতিষ নগৰে প্ৰাচীনকালত ফলিত আৰু গণিত জ্যোতিষৰ ক্ষেত্ৰত প্ৰাচ্যৰ প্ৰধান কেন্দ্ৰস্থল হিচাপে সকলোৰে সন্মান লাভ কৰিছিল। এই প্ৰাগজ্যোতিষপুৰ নগৰতযে জ্যোতিষশাস্ত্ৰ বহুলভাৱে প্ৰচাৰ হৈছিল, গুৱাহাটী মহানগৰীত অৱস্থিত নৱগ্ৰহ দেৱালয়ে প্ৰাচীন কামৰূপৰ জ্যোতিষগণনাৰ দিক্ নিৰূপণ যন্ত্ৰ (মানমন্দিৰ) হিচাপে আজিও সাক্ষ্য বহন কৰি আছে। প্ৰাচীন কালত ইয়াৰ পৰাই গ্ৰহ-নক্ষত্ৰৰ গতিবিধি নিৰূপণ কৰা হৈছিল। প্ৰাগ্-ঐতিহাসিক যুগত প্ৰতিষ্ঠিত চিত্ৰাচলৰ নৱগ্ৰহ দেৱালয় আৰু কম্বাচলৰ অষ্টশিৱৰ মূৰ্তিয়ে প্ৰাচীন কামৰূপীয় জ্যোতিষৰ উৎস প্ৰমাণ কৰে।

প্ৰাচীন কামৰূপৰ শাসনাধিপতি নৰকাসুৰে প্ৰাগজ্যোতিষপুৰত ৰাজধানী পাতি শাসন কৰিছিল। নৰকাসুৰৰ দিনতে কিৰাট অধ্যুষিত কামৰূপত কিৰাটসকলক খেদি পঠিয়াই আৰ্যবৰ্ত্তৰ পৰা (মিথিলা, কনৌজ আদি) বেদাদি শাস্ত্ৰত পাৰ্গত বহুতো দ্বিজক আনি ইয়াত বসবাস কৰিবলৈ দিছিল। সেই ব্ৰাহ্মণসকলক এটা থাল বা শাখা শুক্ৰেশ্বৰ দেৱালয়ত তিথিকৰৰ বাব লৈ আছিল। এই কাশ্যপ বংশৰ বংশধৰসকলে শুক্ৰেশ্বৰত বসতি কৰি জ্যোতিষ চৰ্চা কৰিছিল। নৰকাসুৰৰ মৃত্যুৰ পিচত তেওঁৰ পুত্ৰ ভগদত্ত আৰু অন্যান্য ৰজা-মহাৰজাই কাশ্যপ বংশৰ সন্তান এই জ্যোতিষী ব্ৰাহ্মণসকলক জ্যোতিৰ্বিজ্ঞান-চৰ্চাত দেখুওৱা পাৰদৰ্শিতাৰ হেতুকে মাটি-বাৰী দান দি প্ৰাগজ্যোতিষপুৰত বসতি কৰিবলৈ দিছিল। এই সম্বন্ধে গন্ধিয়াৰ জ্যোতিঃ শিৰোমণি পণ্ডিত আদ্যনাথ ভট্টাচাৰ্যদেৱে লিখা 'জ্যোতিৰ্ম্মালা' নামৰ গ্ৰন্থৰ গ্ৰন্থকৰ্ত্তাৰ বংশাৱলীৰ পৰা প্ৰমাণ উদ্ধৃত কৰা হ'ল —

"আসীৎ পুৰায়ো ধৰণীজভূপ, শ্ৰীকামৰূপো নৰকাসুৰাখ্যঃ।

তৎশাসনে কাশ্যপ বংশসন্ততিঃ প্ৰোবাস শুক্ৰেশ্বৰ বাসৰজা।।

তাস্মিনাতীতে সতানীক ভূপঃ প্ৰদাৎ সুপ্ৰীত্যা দশপঞ্চপুটিং।

ভূমি সমূৎসৃজ্য মণিভদ্ৰ ভুসুৰে শান্তস্য বৃত্তৈ গণিতজ্ঞ পণ্ডিতৈঃ।।"

উক্ত শ্লোকফাকিয়ে প্ৰমাণ কৰে যে কাশ্যপ বংশৰ সন্তান মণিভদ্ৰ নামৰ শাস্ত্ৰজ্ঞ আৰু গণিতজ্ঞ পণ্ডিতক কামৰূপৰ সতানিক নামৰ জনৈক ৰজাই ৫০ পুৰা ভূমিদান কৰিছিল।

আনহাতে, কামৰূপৰ শাসনাধিপতি নাগাক্ষ ৰজাই ৪৭১ শকাব্দত (৫৪৯খৃঃ) অৰ্থাৎ ষষ্ঠ শতাব্দীৰ মাজভাগত শ্ৰীশ্ৰীবিল্বেশ্বৰ দেৱালয় স্থাপন কৰে। উক্ত নাগাক্ষ ৰজাৰ দিনতে শুক্ৰেশ্বৰ দেৱালয়ৰ পৰা কাশ্যপ বংশৰ সন্তান মণিভদ্ৰ নামৰ শাস্ত্ৰজ্ঞ আৰু গণিতজ্ঞ পণ্ডিতৰ বংশধৰ ভীমসেন নামৰ ব্ৰাহ্মণক শ্ৰীশ্ৰীবিল্বেশ্বৰ দেৱালয়লৈ তিথিকৰ আৰু বৰদেউৰীৰ বাব দি আনি গন্ধিয়াত ব্ৰহ্মোত্তৰ ভূমি দান কৰি বসতি কৰিবলৈ দিছিল আৰু সেই ব্ৰহ্মোত্তৰ ভূমি গন্ধিয়াবাসীসকলে আজিও ভোগ কৰি আছে।

গন্ধিয়াৰ গাঁৱৰ নামকৰণ সম্বন্ধে জানিব পৰা যায় যে নাগাক্ষ ৰজাৰ দিনত গন্ধিয়া গাঁওখন শ্ৰীশ্ৰীবিল্বেশ্বৰ দেৱালয়ৰ ফুলৰ বাগিচা আছিল আৰু গন্ধিয়াৰ আদি পুৰুষ ভীমসেন ব্ৰাহ্মণক নাগাক্ষ ৰজাই ফুলৰ গোন্ধত আমোল-মোলাই থকা ঠাই ডোখৰতে গণনা কাৰ্যৰ সুবিধাৰ কাৰণে বসতি কৰিবলৈ দিছিল।

"বসতি মদ্‌দস্মৈ ফুল্লবাটী প্ৰদেশে।
বহুবুধ হনবাসে গন্ধিয়া সম্বকে বৈ।।
তস্যাবিদ্যাং সমুদ্বীক্ষ্য প্ৰীত্বা নৰেন্দ্ৰ সোত্তমঃ।
জীৱিকাৰ্থে দদৌভূমিং দশপঞ্চ পুটীং শুভং।।
বিল্বেশ্বৰে শম্ভূমঠে তিথ্যাদি কাল নিৰ্ণয়ে।
তদীশ্বৰত্ব মদদৎ গ্ৰহানাং পূজনে পিচ।।"

ফুলৰ গোন্ধত গন্ধিয়াৰ আকাশ-বতাহ আমোল-মোলাই থকা কাৰণে গাঁওখনৰ নাম গন্ধিয়া ৰখা হয়। আনহাতে, গন্ধিয়া নাম ৰখাৰ অন্য এটা কাৰণ এনেকুৱাও হ'ব পাৰে যে, প্ৰাচীন কালত গন্ধিয়া অসমৰ প্ৰধান জ্যোতিষ চৰ্চাৰকেন্দ্ৰস্থল হিচাপে পৰিগণিত হোৱাত আৰু জ্যোতিষৰ জ্ঞানৰ পোহৰত ঠাইডোখৰ সুগন্ধিত হৈ থকাত গাঁওখনক গন্ধিয়া নামকৰণেৰে অভিহিত কৰা হৈছিল। অন্য এটা কাৰণ হয়তো, চহৰৰ কোলাহলত থাকি জ্যোতিৰ্বিজ্ঞান চৰ্চাত বাধাপ্ৰাপ্ত হ'ব পাৰে বুলি প্ৰাচীন কামৰূপ শাসনাধিপতিসকলে গন্ধিয়াৰ উপৰিপুৰুষক প্ৰাগজ্যোতিষপুৰৰ পৰা আনি ফুলনিবাৰীসদৃশ ঠাইত থাকি জ্যোতিষ চৰ্চাত সুবিধা কৰি দিছিল।

গন্ধিয়াৰ জ্যোতিষসকলে কেইবা শতাব্দীৰ আগৰে পৰা ৰজাঘৰীয়া পৃষ্ঠপোষকতা লাভ কৰাৰ প্ৰমাণ পোৱা যায়। কামৰূপ শাসনাধিপতি নাগাক্ষ ৰজা, আহোম স্বৰ্গদেউসকল আৰু কোচ ৰজাসকলৰ পৰা গন্ধিয়াৰ জ্যোতিষীসকলে মাটি-বৃত্তি দান আৰু অন্যান্য সা-সুবিধা লাভ কৰাৰ তথ্যৰ জীৱানন্দ-গ্ৰন্থাগাৰত সংৰক্ষিত হৈ আছে। ৰজাঘৰীয়া পৃষ্ঠপোষকতাৰ প্ৰাচীন আন এটা নিৰ্ভৰযোগ্য প্ৰমাণ হ'ল, কামৰূপ শাসনাধিপতি নৰকাসুৰৰ নাতি ধৰ্মপালৰ দিনৰে পৰা গন্ধিয়া গাঁৱত জ্যোতিষ চৰ্চাৰে ভূমিদান পোৱা সমলসমূহ। ধৰ্মপাল ৰজা সম্বন্ধে 'হৰগৌৰী সম্বাদ'ত পোৱা যায় —" ভগদত্ত সূতো ধীমান ধৰ্মপালো নৃপোহভৱন। চতুঃপীঠান্বিতং কামং ধৰ্ম্মতঃ পালয়িষ্যতি।" উক্ত ধৰ্মপাল ৰজা সম্বন্ধে গন্ধিয়াৰ বিশিষ্ট জ্যোতিষী, নলবাৰী সংস্কৃত কলেজৰ প্ৰাক্তন অধ্যক্ষ, ৰাষ্ট্ৰপতিৰ পুৰস্কাৰপ্ৰাপ্ত পণ্ডিত স্বৰ্গীয় পুৰুষোত্তম ভট্টাচাৰ্যদেৱে লিখি গৈছে যে —'ধৰ্মপালক যদি আমি নৰকাসুৰৰ নাতি বুলি নধৰি পালবংশৰ শেষ ৰজা ধৰ্মপাল বুলি ধৰি লওঁ, তেনেহ'লে ধৰ্মপালৰ ৰাজত্বকাল আছিল ১০৯০খৃঃৰ পৰা ১১১৫ খৃঃ লৈ। ধৰ্মপালক পালবংশীয় ৰজা বুলি ধৰিলেও প্ৰায় এহেজাৰ বছৰৰ আগৰে পৰা গন্ধিয়াত জ্যোতিষীসকলে জ্যোতিষ চৰ্চাৰে ভূমিদান পোৱাৰ প্ৰমাণ পোৱা যায়।

গন্ধিয়াৰ আদি পুৰুষ ভীমসেন ব্ৰাহ্মণৰ বংশধৰ শ্ৰীধৰ নামৰ পণ্ডিত এজনে 'জ্যোতিৰ্ম্মালা' নামৰ গ্ৰন্থ এখন ৰচনা কৰাৰ উপৰিও কামৰূপীয় নিবন্ধনীয় 'খণ্ডসাধ্য'ৰ ভাঙনি কৰিছিল (ইয়াৰ প্ৰমাণ জীৱানন্দ গ্ৰন্থাগাৰ'ত থকা 'খণ্ডসাধ্য' নামৰ প্ৰাচীন হাতেলিখা পুথিয়ে দিব)। এসময়ত মহাৰাজ নৰনাৰায়ণে শ্ৰীধৰ নামেৰে পণ্ডিতক নিৰ্দেশ দিছিল- শুনিয়ো শ্ৰীধৰ তুমি মোৰ বাক্য ধৰ। জ্যোতিষক ভাঙ্গি তুমি 'খণ্ডসাধ্য' কৰ।' আমাৰ অনুমান গন্ধিয়াৰ শ্ৰীধৰ পণ্ডিতেই আছিল উক্ত শ্ৰীধৰ নামৰ পণ্ডিত। শ্ৰীধৰৰ পাণ্ডিত্যত মুগ্ধ হৈ মহাৰাজ নৰনাৰায়ণে তেওঁক লচিমা নামৰ গাঁৱত মাটি-বাৰী দিছিল। এই লচিমা গাঁও গন্ধিয়াৰ পৰা কেই কিলোমিটাৰ দূৰৈত দক্ষিণ-পশ্চিমত অৱস্থিত। প্ৰাচীন কামৰূপীয় জ্যোতিষৰ প্ৰধান বৈশিষ্ট্য কামৰূপীয় নিবন্ধনীয় 'খণ্ডসাধ্য' মতে বাওঁহাতৰ পৰা সংখ্যা মচি মচি কৰা গণনা পদ্ধতি ভাৰতবৰ্ষৰ ক'তো নাই। এই পদ্ধতিৰে কৰা গণনা কাৰ্য গন্ধিয়াত প্ৰাচীন কালৰে পৰা চলি আহিছিল। বাঁওহাতৰ পৰা সংখ্যা মচি মচি কৰা গণনা পদ্ধতি দেখি এসময়ত সৰ্বভাৰতীয় পণ্ডিত মণ্ডলীয়েও ইয়াক 'গাণিতিক বিস্ময়' বুলি স্বীকাৰ কৰি গৈছে। বৰ্তমান পুৰণা চাম জ্যোতিষীৰ অধিকাংশৰ মৃত্যু হোৱাত উক্ত গণনা পদ্ধতি মৃতপ্ৰায় হৈছে।

অসৌ মহিন্দ্ৰ ঃ সমজাচ তেদং কৃতাঞ্জলিৰ্ভাবি নৰেন্দ্ৰবৰ্গান ময়া প্ৰদত্তা দ্বিজ বৃত্তিৰেষা পাল্যাড়বদ্ভিঃ কৃতিভিঃ কৃতজ্ঞৈ ইতি শক ১৭৩৭ তাৰিখ ৫ আহিন।

উক্ত ফলি মহোজৰ সেই সময়ৰ হলি বৰুৱা নামৰ স্থানীয় আহোম ৰজাৰ বিষয়া এগৰাকীৰ ঘৰত আছিল বুলি জনা যায়।ˆ হলি বৰুৱাৰ হাউলি পশ্চিম বেলশৰৰ বৰ্তমান অসম চৰকাৰৰ মন্ত্ৰী ডাঃ ভূমিধৰ বৰ্মনৰ ঘৰৰ চৌহদত আছিল বুলি এই অঞ্চলৰ ৰাইজে ক'ব খোজে। গন্ধিয়াৰ প্ৰখ্যাত জ্যোতিষী দীননাথ অধ্যাপকে হলি বৰুৱাৰ ঘৰৰ পৰা উক্ত ফলি মহোজৰ উদ্ধাৰ কৰে—

"দীননাথো মহাপ্ৰাজ্ঞ্য গণিতে নীতি
নিৰ্ণয়ে।
জীৰ্ণোভূমি সমুদ্ধৃত্য সজ্জাতয়ে
দদমুদা।।"




প্ৰায় ৩২ হস্ত দৈৰ্ঘ্য পৰিমাণৰ উক্ত ৰজাদিনীয়া ফলি মহোজখন বৰ্তমান এই প্ৰবন্ধ লেখকৰ ঘৰত সংগৃহীত হৈ আছে।

গন্ধিয়াৰ অন্য এজন প্ৰখ্যাত জ্যোতিষী ˆজীৱনাথ অধ্যাপকে ১৭৭৮ শকত ভূতপূৰ্ব বিজনীৰাজ ˆকুমুদ নাৰায়ণ দেৱৰ নিৰ্ভুল নিৰ্য্যাণ দশাকোষ্ঠী কৰি দি আনকি মৃত্যুৰ সময় পৰ্যন্ত কৈ দিব পৰাৰ আপাহত ৰজাৰ পৰা প্ৰশংসা লাভ কৰিছিল। এই নিৰ্য্যাণ দশকোষ্ঠীৰ বিচাৰ অনুসাৰে ৰজাই নিজঘৰতে আত্মহত্যা কৰিব বুলি ভৱিষ্যত বাণী কৰা হৈছিল। দশাকোষ্ঠীৰ সময়মতে ৰজাই নিজ ঘৰতে আত্মহত্যা কৰিছিল বুলি প্ৰমাণ পোৱা গৈছিল। কুমুদ নাৰায়ণ দেৱৰ নিৰ্ভুল নিৰ্য্যাণ দশাকোষ্ঠীখন আজিও গন্ধিয়াৰ জীৱানন্দ গ্ৰন্থাগাৰত সংৰক্ষিত হৈ আছে।

প্ৰাচীন কামৰূপীয় জ্যোতিষ গণনাৰ কৰণগ্ৰন্থ হ'ল। খণ্ডসাধ্য। এই কৰণগ্ৰন্থ 'খণ্ডসাধ্য' অনুমান খৃষ্টীয় সপ্তম শতাব্দীৰ পৰা (৬৬৫ খৃঃ) প্ৰাচীন কামৰূপত প্ৰচলন হৈ থকা বুলি ধাৰণা কৰা হয়। "খণ্ডসাধ্য"মতে বাঁওহাতৰ পৰা সংখ্যা মচি মচি কৰা গণনা কাৰ্য গন্ধিয়াত প্ৰাচীন কালৰে পৰা চলি থকাৰ প্ৰমাণ পোৱা যায়, এই কথা আগতেও উল্লেখ কৰা হৈছে। গন্ধিয়াত যে অতীজৰে পৰা গণিত জ্যোতিষৰ প্ৰভূত চৰ্চা হৈছিল, তাৰ সাক্ষ্য 'জীৱানন্দ গ্ৰন্থাগাৰত সংৰক্ষিত ১১৫০ খৃঃত পণ্ডিত ভাস্কৰাচাৰ্য সিদ্ধান্ত শিৰোমণিৰ হাতে লিখা একখণ্ড পুথিয়ে দিয়ে। গণিত জ্যোতিষ ফলিত জ্যোতিষ আৰু বহু মূল্যৱান পুথি-পাঁজি আজিও গন্ধিয়াৰ 'জীৱানন্দ গ্ৰন্থাগাৰ'ত সংৰক্ষিত হৈ আছে।

'জীৱানন্দ গ্ৰন্থাগাৰ'ত সংৰক্ষিত কেইখনমান জ্যোতিষৰ আপুৰুগীয়া পুথিৰ নাম ইয়াত উল্লেখ কৰা হ'ল— প্ৰাচীন কামৰূপীয় নিবন্ধনীয় 'খণ্ডসাধ্য', দশাৰ আৰ্যা, বিষ্ণু গণনা পদ্ধতি, গ্ৰহণ গণনা, নিৰ্যাণ দশা গণনা, জ্যোতিষ ৰত্নমালা, সময়ামৃত, ৰাজমাৰ্ত্তণ্ড, লঘু খণ্ড সাধ্য (বাস্কি), গ্ৰহযাগ পদ্ধতি, দৈৱজ্ঞপ্ৰদীপ, সাৰসংগ্ৰহ, দীপিকাদ্যোৎ, স্বপ্নাধ্যায়, জ্যোতিৰ্ম্মালা, জ্যোতিষ সংগ্ৰহ, স্ত্ৰী-কোষ্ঠীফলখণ্ড, স্বৰোদয়, জ্যোতিৰ্মুক্তাৱলী, বাস্তু গণনা, দশাগণনম, গ্ৰহণ গণনা আদি জ্যোতিষৰ গ্ৰন্থসমূহেই প্ৰধান।

**গন্ধিয়াৰ সংস্কৃত টোলসমূহ ঃ** জ্যোতিষৰ শিক্ষাদান আৰু অধ্যয়নৰ কাৰণে গন্ধিয়াত বহুকাল আগৰে পৰা ৫/৬ খন সংস্কৃত টোল চলি আহিছিল বুলি জনা যায়। এই টোলসমূহ ঘাইকৈ বিদগ্ধ জ্যোতিষ পণ্ডিতসকলৰ গৃহতে চলাই থকা হৈছিল। উক্ত টোলসমূহত জ্যোতিষ শিক্ষা গ্ৰহণৰ কাৰণে অসমৰ বিভিন্ন জিলাৰ পৰা ছাত্ৰ আহি শিক্ষা লাভ কৰিছিল। গন্ধিয়াৰ টোলত জ্যোতিষ শিক্ষা লাভ কৰি যোৱা আৰু বাৰ্ধক্যৰ দুৱাৰডলিত উপনীত হোৱা দৰং, শিৱসাগৰ, যোৰহাট আদিৰ ভালেমান জ্যোতিষী এতিয়াও জীৱিত হৈ আছে। অকল অসমৰে নহয়, বঙ্গদেশৰ বিভিন্ন ঠাইৰ পৰাও ছাত্ৰ আহি গন্ধিয়াত জ্যোতিষ শিক্ষা লাভ কৰিছিল।

ব্যক্তিগত গৃহত থকা পুৰণি টোলসমূহৰ ভিতৰত গন্ধিয়া অধ্যাপকপাৰাৰ গুৰুদত্ত শিৰোমণিৰ টোলখনেই প্ৰথম বুলি জনা যায়। তদুপৰি ঘনশ্যাম শৰ্মা (মধ্যমপাৰা), ভৃগুনাথ শৰ্মা, (অধ্যাপকপাৰা), ভৃগুনাথ অধ্যাপক (অধ্যাপকপাৰা), ˆকৃপনাথ জ্যোতিষাচাৰ্য (বিষহৰিটোলা), বেথাৰাম অধ্যাপক (ওজাপাৰা) আদিৰ ব্যক্তিগত গৃহত জ্যোতিষ শিক্ষাৰ টোল আছিল। ভূতনাথ অধ্যাপকে তেওঁৰ পিতৃ প্ৰখ্যাত জ্যোতিষী ˆজীৱনাথ অধ্যাপকৰ স্মৃতিত ১৯০৫ খৃঃত স্থাপন কৰা 'জীৱানন্দ জ্যোতিৰ্বিদ্যালয়' নামৰ টোলখনেহে বৰ্তমান গন্ধিয়াৰ একমাত্ৰ জ্যোতিষ শিক্ষাদানৰ একমাত্ৰ বিশেষ চৰকাৰী সংস্কৃত টোল।ˆভূতনাথ অধ্যাপকে প্ৰথমতে এই টোলৰ অধ্যাপক হিচাপে শিক্ষাদান কৰাৰ পিছত, তেওঁৰ মৃত্যুত ভাতৃ আদ্যনাথ ভট্টাচাৰ্য, জ্যোতিঃ শিৰোমণি পণ্ডিতদেৱে উক্ত টোলৰ অধ্যক্ষ

হিচাপে ১৯৬৭ ইং চনলৈ কাৰ্যনিৰ্বাহ কৰিছিল। ১৯৭০ ইং চনত পণ্ডিত আদ্যনাথ ভট্টাচাৰ্যৰ সুযোগ্য সন্তান ৰাষ্ট্ৰপতিৰ পুৰস্কাৰপ্ৰাপ্ত সংস্কৃত পণ্ডিত, নলবাৰী সংস্কৃত কলেজৰ ভূতপূৰ্ব অধ্যক্ষ, বিশিষ্ট জ্যোতিষী পণ্ডিত ঁপুৰুষোত্তম ভট্টাচাৰ্যদেৱৰ প্ৰচেষ্টাত 'জীৱানন্দ জ্যোতিৰ্বিদ্যালয়'ক উচ্চ-সংস্কৃত বিদ্যালয়লৈ অসম চৰকাৰে উন্নীত কৰে। ২০০১ ইং চনৰ ১ এপ্ৰিলৰ পৰা জীৱানন্দ জ্যোতিৰ্বিদ্যালয়ক চৰকাৰীকৰণ কৰা হয়।

কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈদেৱৰ পিতৃ ঁমাধৱ চন্দ্ৰ বৰদলৈদেৱৰ স্মৃতিত স্থাপন কৰা 'মাধৱী চতুষ্পাঠী' নামৰ সংস্কৃত টোলখনেই আছিল ৰাজহুৱাভাৱে পতা গন্ধিয়াৰ প্ৰথম সংস্কৃত টোল। গন্ধিয়াৰ ডোবাৰপাৰ চুবুৰীত উক্ত টোল স্থাপন কৰা হৈছিল। 'মাধৱী চতুষ্পাঠী' স্থাপন কৰা হৈছিল শ্ৰীহট্ট সংস্কৃত কলেজৰ আৰ্হিত চাৰিজন অধ্যাপকৰ শিক্ষাদানৰ দ্বাৰা। এইসকলৰ ভিতৰত অধ্যক্ষ হিচাপে আছিল ঁপণ্ডিত আদ্যনাথ ভট্টাচাৰ্য, জ্যোতিঃশিৰোমণি দেৱ, ককয়া ঢকুৱাবন্ধাৰ ঁবিশ্বেশ্বৰ মিশ্ৰ, স্মৃতি-ব্যাকৰণ তীৰ্থদেৱ আদি। 'মাধৱী চতুষ্পাঠী'ত অসমৰ বিভিন্ন ঠাইৰ পৰা ছাত্ৰ আহি ছাত্ৰাবাসত থাকি অধ্যয়ন কৰিছিল, কিন্তু ৰাইজৰ দান-বৰঙণিৰে টোলখন চলোৱা অসম্ভৱ হোৱাত কিছু বছৰ পাছত উক্ত টোলখন বন্ধ হৈ যায়। উক্ত টোলৰ চাৰিবিঘা মাটি এতিয়াও ডোবাৰপাৰত আছে।

'মাধৱী চতুষ্পাঠী'ৰ পিছত ৰাজহুৱাভাৱে গন্ধিয়াত পতা অন্য এখন সংস্কৃত টোল আছিল 'বৰদাশ্ৰম'। উক্ত টোল বৰ্তমান গন্ধিয়া এম ভি স্কুলৰ পুখুৰীৰ পূব পাৰত থকা খালি মাটিত স্থাপন কৰা হৈছিল। উক্ত টোলত ভাগৱতীপাৰাৰ ঁপূৰ্ণচন্দ্ৰ ভাগৱতী আৰু অধ্যাপকপাৰাৰ ঁৰমণী মোহন ভট্টাচাৰ্য, জ্যোতিঃশাস্ত্ৰীদেৱে অধ্যাপনা কৰিছিল। কেইবছৰমান চলাৰ পিছত উক্ত টোলো বন্ধ হৈ যায়।

১৯৭১ চনত পণ্ডিত ঁপুৰুষোত্তম ভট্টাচাৰ্যৰ যত্নত তেখেতৰ পিতৃ পণ্ডিত ঁআদ্যনাথ ভট্টাচাৰ্যদেৱৰ স্মৃতিত নিজ গৃহ চৌহদৰ ভিতৰত আদ্যনাথজ্যোতিৰ্বিজ্ঞান মন্দিৰ (Assam Astrological Training Cum Research Centre, Gandhiya) নামকৰণেৰে জ্যোতিষৰ প্ৰশিক্ষণ আৰু গৱেষণাৰ কাৰণে কেন্দ্ৰীয় চৰকাৰৰ মানৱ সম্পদ বিকাশ মন্ত্ৰালয়ৰ অৰ্থ সাহায্যত অনুষ্ঠান এটা প্ৰতিষ্ঠা কৰা হয়। ১৯৭১ চনৰ পৰা ১৯৭৫ চনলৈ উক্ত অনুষ্ঠানৰ যোগেদি দৰং, যোৰহাট, গোৱালপাৰা, অবিভক্ত কামৰূপ জিলাৰ বিভিন্ন প্ৰান্তৰ ভালেমান ছাত্ৰ-ছাত্ৰী আহি অধ্যয়ন কৰিছিল। সুদৃশ্য দুতলীয়া অনুষ্ঠানটিত অধ্যয়ন কৰাৰ কাৰণে 'জীৱানন্দ গ্ৰন্থাগাৰ' নামৰ পুৰণি প্ৰায় তিনিশ পুথি-পাঁজিৰে তল তলাত এটা সুবৃহৎ গ্ৰন্থাগাৰ আজিও বিদ্যমান। ছাত্ৰসকল থকাৰ কাৰণে নাতিদূৰত এটা ছাত্ৰাবাসো আছে। বৰ্তমান অনুষ্ঠানটো মৃতপ্ৰায় হোৱাত পাঠদান কেন্দ্ৰ আৰু ছাত্ৰাবাস পৰিত্যক্ত হৈছে। উক্ত অনুষ্ঠানত পণ্ডিত ঁপুৰুষোত্তম ভট্টাচাৰ্যদেৱে অবৈতনিক অধ্যক্ষ, ৰাষ্ট্ৰপতিৰ পুৰস্কাৰপ্ৰাপ্ত পণ্ডিত শ্ৰীবিদ্যাপতি দাহাল (এখেতে পিছত ওদালগুৰি সংস্কৃত টোলৰ অধ্যক্ষ হিচাপে অৱসৰ লয়) আৰু পণ্ডিত শ্ৰীবালিৰাম তেৱাৰী, জ্যোতিষাচাৰ্যদেৱে শিক্ষা প্ৰদান কৰিছিল।

১৯৮২ চনত অসমৰ জ্যোতিষচৰ্চাৰ পুনৰুদ্ধাৰ, সংৰক্ষণ, প্ৰচাৰ আৰু গৱেষণাৰ কাৰণে 'গন্ধিয়া জ্যোতিষ পৰিষদ' নামকৰণেৰে অনুষ্ঠান এটা স্থাপন কৰা হয়। উক্ত অনুষ্ঠানৰ প্ৰতিষ্ঠাপক সভাপতি আছিল বিশিষ্ট শিক্ষাবিদ, জ্যোতিষী ঁচিন্তামণি শৰ্মাদেৱ আৰু শিক্ষাবিদ, জ্যোতিষী শ্ৰীৰবীন্দ্ৰ নাথ শৰ্মাদেৱ। উক্ত অনুষ্ঠানৰ যোগেদি 'কালপুৰুষ পূৰ্ণাংগ পঞ্জিকা'খন গণনা কৰি গোটেই ভাৰতে ইয়াৰ ভৱিষ্যত বাণীৰ দ্বাৰা আলোড়নৰ সৃষ্টি কৰিবলৈ সমৰ্থ হৈছিল। বিশেষভাৱে প্ৰয়াত প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীৰ আকস্মিক হত্যাকাণ্ডৰ ভৱিষ্যত বাণীয়ে গন্ধিয়াৰ জ্যোতিষীৰ সন্মান বঢ়াইছিল। বৰ্তমান গন্ধিয়া জ্যোতিষ পৰিষদৰ সহযোগত 'বিশুদ্ধ কালপুৰুষ পূৰ্ণাংগ পঞ্জিকা' আৰু 'শ্ৰীশ্ৰীসূৰ্য পঞ্জিকা' নামৰ হাফ পঞ্জিকা এখন উলিয়াই থকা হৈছে। জ্যোতিষ প্ৰশিক্ষণৰ বাবে পৰিষদৰ যোগেদি 'ডাকযোগে জ্যোতিষ প্ৰশিক্ষণ'ৰ ব্যৱস্থা কৰা হৈছে। অসমৰ বিভিন্ন প্ৰান্ত, অৰুণাচল, মেঘালয়, কোচবিহাৰ আদিৰ প্ৰায় এহেজাৰ ছাত্ৰ-ছাত্ৰীয়ে 'ডাকযোগে প্ৰশিক্ষণ লাভ কৰিছে আৰু ইয়াৰে অৰ্ধেক ছাত্ৰ-ছাত্ৰীয়ে পৰিষদৰ ডিপ্লোমা লাভ কৰিছে। ১৯৯২ চনত গন্ধিয়া জ্যোতিষ পৰিষদৰ যোগেদি 'সপ্তৰ্ষি' নামৰ তিনিমহীয়া জ্যোতিষ আলোচনী এখন উলিওৱা হয়। বৰ্তমান আলোচনীখনৰ প্ৰকাশ বন্ধ হৈ আছে। গন্ধিয়া জ্যোতিষ পৰিষদৰ যোগেদি সৰ্বভাৰতীয় বিভিন্ন জ্যোতিষ অনুষ্ঠানৰ লগত সততে যোগাযোগ ৰক্ষা কৰাৰ উপৰি, পৰিষদৰ তৰফৰ পৰা সৰ্বভাৰতীয় কেইবাখনো জ্যোতিষ সন্মিলনত যোগদান কৰি অসমীয়া জ্যোতিষৰ বহুল প্ৰচাৰ কৰা হৈছে।

**পঞ্জিকা গণনা ঃ** গন্ধিয়াৰ সংস্কৃত টোলসমূহত ফলিত আৰু গণিত জ্যোতিষ দুয়োবিধৰে শিক্ষাদান কৰা হৈছিল। তদুপৰি ছাত্ৰসকলক বিশেষভাৱে প্ৰাচীন কামৰূপীয় নিবন্ধনীয় 'খণ্ডসাধ্য'ৰ মতেহে গণনা কৰিবলৈ শিকোৱা হৈছিল। সেই সময়ত ছপা পঞ্জিকাৰ প্ৰচলন নোহোৱাত টোলৰ অধ্যাপকসকলে অধ্যাপনা কাৰ্যৰ বাহিৰেও টোলসমূহৰ পৰা হাতেলিখা 'স্ফুট' পঞ্জিকা উলিয়াইছিল আৰু এই 'স্ফুট' পঞ্জিকাই সেই সময়ত ব্যৱহৃত হৈছিল। আজিৰ দৰে বঙালী পঞ্জিকা ব্যৱহাৰ কৰিবলৈ তেতিয়াৰ পণ্ডিতসকলে লজ্জাবোধ কৰিছিল। শ বছৰীয়া 'স্ফুট' পঞ্জিকা গন্ধিয়াৰ ঁজীৱানন্দ জ্যোতিৰ্বিদ্যালয়'ত আজিও সংৰক্ষিত হৈ আছে। 'স্ফুট' পঞ্জিকা গণনাকাৰী কেইজনমান বিশিষ্ট পণ্ডিতৰ ভিতৰত ঁশিৱনাথ অধ্যাপক, ঁদীননাথ অধ্যাপক, ঁজীৱনাথ অধ্যাপক, ঁকেশৱনাথ অধ্যাপক, ঁজয়নাথ অধ্যাপক, ঁগুৰুদত্ত শিৰোমণি, ঁবেথাৰাম অধ্যাপক আদিৰ নাম উল্লেখযোগ্য।

গন্ধিয়াৰ পৰা প্ৰথম ছপা আকাৰত পঞ্জিকা ওলাইছিল ১৮৩৪ শকত (১৯১১-১২ খৃঃত)। উক্ত পঞ্জিকা গণনা কৰি উলিয়াইছিল প্ৰখ্যাত জ্যোতিষী ঁদীননাথ অধ্যাপকৰ বৰপুত্ৰ পণ্ডিত ঁযোগনাথ শৰ্মাদেৱে। ককয়াগাঁৱৰ ঢকুৱাবন্ধাৰ পণ্ডিত ঁবিশ্বেশ্বৰ মিশ্ৰৰ দ্বাৰা সংশোধিত পঞ্জিকাখন ছপোৱা হৈছিল গন্ধিয়া আল্লিবাৰী সত্ৰৰ সত্ৰাধিকাৰ ঁঅনন্ত নাৰায়ণ দেৱ গোস্বামীয়ে স্থাপন কৰা 'কমলা প্ৰেছ'ত। 'আসামৰ নতুন পঞ্জিকা' নামকৰণেৰে প্ৰকাশ হোৱা উক্ত পঞ্জিকাখন চাৰি-পাঁচ বছৰ কাল চলিছিল। উল্লেখযোগ্য যে ছপা আকাৰত প্ৰকাশ হোৱা এইখনেই আছিল প্ৰথম অসমীয়া পঞ্জিকা।

ইয়াৰ পিছত ১৯৩০চন মানৰ পৰা গ্ৰহণ গণনাত অপ্ৰতিদ্বন্দ্বী পণ্ডিত ঁঘনশ্যাম শৰ্মাদেৱৰ গণনাত গন্ধিয়াৰ পৰা 'নতুন অসমীয়া পঞ্জিকা' গণনা কৰি উলিওৱা হয়। উক্ত পঞ্জিকা



প্ৰকাশ কৰিছিল সৰভোগৰ ঁধৰণীধৰ দেৱমিশ্ৰ আৰু ঝাউবাৰী সত্ৰৰ ঁগংগাধৰ দেৱ গোস্বামীদেৱে। এইখন পঞ্জিকাৰ গণনাকাৰক পণ্ডিতসকল আছিল মাখিবাহাৰ স্বনামধন্য ঁচন্দ্ৰ নাথ দেৱ শৰ্মা, জ্যোতিঃ ৰত্ন, গন্ধিয়াৰ ঁকৃপানাথ দেৱ শৰ্মা, জ্যোতিষাচাৰ্য ঁদত্তনাথ দেৱশৰ্মা, জ্যোতিঃৰত্ন ঁসত্যনাথ দেৱশৰ্মা, জ্যোতিৰ্বিনোদ্য ঁকাশীনাথ সিদ্ধান্তৰত্ন আদি। ঁঘনশ্যাম শৰ্মাদেৱৰ মৃত্যুৰ পিছত, তেওঁৰ বৰপুত্ৰ প্ৰবোধ চন্দ্ৰ শৰ্মাই পঞ্জিকাখন কেইবছৰমান উলিয়াইছিল যদিও তেওঁৰ অকাল মৃত্যু হোৱাত পঞ্জিকাখনো মৃত্যুমুখত পৰে।

'নতুন অসমীয়া পঞ্জিকা'ৰ সমান্তৰালকৈ ১৯৩৫ খৃঃত 'বৃহৎ অসমীয়া পঞ্জিকা', নামকৰণেৰে জ্যোতিঃ শিৰোমণি পণ্ডিত ঁআদ্যনাথ ভট্টাচাৰ্যদেৱৰ সম্পাদনাত প্ৰাচীন কামৰূপীয় বৈশিষ্ট্য 'খণ্ডসাধ্য' মতানুযায়ী আন এখন পঞ্জিকা গুৱাহাটীৰ ঁকেশৱকান্ত বৰুৱাৰ দ্বাৰা প্ৰকাশিত হয়। এইখন পঞ্জিকাৰ মুখ্য গণনাকাৰকসকল আছিল- গন্ধিয়াৰ ঁবৈকুণ্ঠনাথ দেৱশৰ্মা, বিদ্যাভূষণ ঁগণেশ্বৰ শৰ্মা, ঁবাঞ্চিৰাম শৰ্মা, ঁলক্ষেশ্বৰ শৰ্মা, ঁকালীন্দ্ৰ নাথ শৰ্মা, বি-এল (গ্ৰহণ গণনাকাৰক), হাৰিখাটাৰ ঁৰাধানাথ ভাগৱতী, শিমলীয়াৰ ঁললিত চন্দ্ৰ শৰ্মা অধ্যাপক আদি। ১৮৫৯ শকৰ পৰা ১৮৬১ শকলৈ তিনি বছৰ কাল উক্ত পঞ্জিকা প্ৰকাশ হৈ নানা কাৰণত বন্ধ হৈ যায়।

১৮৭২ শকৰ পৰা ১৮৭৭ শকলৈ হাউলীৰ যাদৱ দাসৰ প্ৰকাশনত আৰু গন্ধিয়াৰ বিশিষ্ট গণিতজ্ঞ পণ্ডিত ঁকেশৱ চন্দ্ৰ শৰ্মা, বি এছ চি দেৱৰ সম্পাদনাত 'প্ৰাচীন কামৰূপ পঞ্জিকা' প্ৰকাশ পায়। উক্ত পঞ্জিকাৰ গন্ধিয়াৰ গণনাকাৰী পণ্ডিতসকল আছিল ঁদত্তনাথ দেৱশৰ্মা, জোতিঃৰত্ন ঁমদন চন্দ্ৰ ভাগৱতী, ঁধৰ্মেশ্বৰ শৰ্মা (পণ্ডিত), ঁকৃপানাথ শৰ্মা, জ্যোতিষাচাৰ্য ঁমহেশ্বৰ শৰ্মা (পণ্ডিত) আদি। উক্ত পঞ্জিকাও কেইবছৰমান প্ৰকাশ হোৱাৰ পিছত বন্ধ হৈ যায়।

১৯৬০ চনত সদৌ অসম জ্যোতিষী সমাজৰ সৌজন্যত গন্ধিয়াৰ পৰা 'অসমীয়া পঞ্জিকা' এখন উলিওৱা হয়। উক্ত পঞ্জিকাখন গুৱাহাটীৰ নৱগ্ৰহৰ পৰা ঁপ্ৰিয়নাথ শৰ্মাদলৈৰ প্ৰকাশনত প্ৰকাশ পায়। উক্ত পঞ্জিকাৰ গন্ধিয়াৰ গণনাকাৰক পণ্ডিতসকল আছিল ঁমদন চন্দ্ৰ ভাগৱতী, ঁধৰ্মেশ্বৰ শৰ্মা (পণ্ডিত), ঁমহেশচন্দ্ৰ শৰ্মা (পণ্ডিত), ঁদত্তনাথ শৰ্মা, জ্যোতিঃৰত্ন, ঁপূৰ্ণচন্দ্ৰ শৰ্মা, বি এছ চি আদি। এবছৰমান প্ৰকাশৰ পিছত এইখন পঞ্জিকাও বন্ধ হৈ যায়।

ইয়াৰ পিছত ১৯০৬ শকাব্দৰ (১৯৮৪-৮৫ খৃঃ) পৰা গুৱাহাটীৰ হিমালয় প্ৰকাশনত শ্ৰীৰঞ্জিৎ কুমাৰ শইকীয়াৰ প্ৰকাশনাত আৰু গন্ধিয়াৰ শ্ৰীৰবীন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ সম্পাদনাত 'কালপুৰুষ পূৰ্ণাংগ পঞ্জিকা' গন্ধিয়া জ্যোতিষ পৰিষদৰ জ্যোতিষীসকলে গণনা কৰি উলিয়ায়। উক্ত পঞ্জিকাৰ গণনা কাৰ্যত জড়িত জ্যোতিষীসকল আছিল ঁকামাখ্যা মোহন শৰ্মা, শ্ৰীপৰীক্ষিত চন্দ্ৰ শৰ্মা, জ্যোতিষ ৰত্ন শ্ৰীৰমণী মোহন ভট্টাচাৰ্য, জ্যোতিঃশাস্ত্ৰী ঁদিগম্বৰ মিশ্ৰ, ব্যাকৰণ শাস্ত্ৰী আয়ৰ্বেদাচাৰ্য, ঁগোকুল শৰ্মা, ঁমহেশ চন্দ্ৰ চক্ৰৱৰ্তী, ঁৰজত চন্দ্ৰ শৰ্মা, শ্ৰীসুবোধ চন্দ্ৰ শৰ্মা আদি। উক্ত পঞ্জিকাই পূৰ্বৰ প্ৰকাশিত অসমীয়া পঞ্জিকাসমূহক চেৰ পেলাই, অভূতপূৰ্ব জনপ্ৰিয়তা লাভ কৰাৰ লগতে সৰ্বভাৰতত গন্ধিয়াৰ সুনাম কঢ়িয়াই আনে। উল্লেখযোগ্য যে উক্ত পঞ্জিকাত সম্পাদক শ্ৰীৰবীন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই, ভাৰতৰ বৰ্ষচক্ৰ বিচাৰত ভাৰতৰ প্ৰাক্তন প্ৰধানমন্ত্ৰী ঁৰাজীৱ গান্ধীৰ মৃত্যুৰ বিষয়ে আগতীয়াকৈ ভৱিষ্যৎ বাণী কৰি গোটেই ভাৰত তথা আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত আলোড়নৰ সৃষ্টি কৰিছিল আৰু গন্ধিয়াৰ জ্যোতিষীৰ অভ্ৰান্ত গণনাই সকলোৰে প্ৰশংসা লাভ কৰিবলৈ সমৰ্থ হৈছিল।

১৯২৩ শকৰ (২০০১-২০০২ খৃঃ) পৰা গুৱাহাটীৰ বাণী প্ৰকাশৰ সৌজন্যত 'স্মৃতি প্ৰকাশ' ৰূপনগৰ, গুৱাহাটীৰ পৰা শ্ৰীশ্ৰুতিপদ দেৱচৌধুৰীৰ প্ৰকাশনত 'বাৰ্ষিক কালপুৰুষ পূৰ্ণাংগ পঞ্জিকা' প্ৰকাশ পায়। গন্ধিয়া জ্যোতিষ পৰিষদ আৰু মংগলদৈৰ জ্যোতিষীসকলৰ সহযোগত গণনা কৰি উলিওৱা উক্ত পঞ্জিকা সম্পাদনা কৰে গন্ধিয়াৰ ৰবীন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই। উক্ত পঞ্জিকা চাৰি বছৰমান প্ৰকাশ হোৱাৰ পিছত বন্ধ হৈ যায়।

১৯২৭ শকৰ (২০০৫-২০০৬ খৃঃ) পৰা গন্ধিয়া জ্যোতিষ পৰিষদৰ সহযোগত, মংগলদৈৰ জ্যোতিষীসকলৰ গণনাত 'বিশুদ্ধ কালপুৰুষ পূৰ্ণাংগ পঞ্জিকা' মংগলদৈৰ শ্ৰীপ্ৰবোধ শৰ্মাদেৱে প্ৰকাশ কৰে আৰু সম্পাদনা কৰে গন্ধিয়াৰ শ্ৰীৰবীন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই। প্ৰথম বছৰত ভৰি দি 'বিশুদ্ধ কালপুৰুষ পূৰ্ণাংগ পঞ্জিকা'ই অসমবাসী ৰাইজৰ সমাদৰ লাভ কৰিবলৈ সমৰ্থ হৈছে। ১৯২৭ শকৰ পৰাই দুধনৈৰ শ্ৰীগৌৰীশংকৰ শৰ্মাৰ প্ৰকাশনত আৰু গন্ধিয়াৰ শ্ৰীৰবীন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ সম্পাদনাত শ্ৰীশ্ৰীসূৰ্য পঞ্জিকা নামকৰণেৰে হাফ পঞ্জিকা এখন প্ৰকাশ পাইছে।

ওপৰৰ আলোচনাৰ পৰা এই কথা স্পষ্টভাৱে ওলাই পৰে যে ১৯১১-১২ খৃঃৰ পৰা বৰ্তমানলৈ প্ৰায় শতিকাজুৰি অসমীয়া পঞ্জিকাৰ গণনাৰ ইতিহাসত গন্ধিয়াৰ জ্যোতিষীসকল ওতপ্ৰোতভাৱে জড়িত হৈ আছে। কিন্তু দুখৰ বিষয় এয়ে যে পঞ্জিকা গণনাত সিদ্ধহস্ত পুৰণা চামৰ বিদগ্ধ পণ্ডিত মণ্ডলীৰ জীৱনাৱসানৰ লগে লগে বৰ্তমান পঞ্জিকা গণনাৰ ক্ষেত্ৰত আঙুলি মূৰত লিখিব পৰা কেইজনমান ব্যক্তিয়েহে সক্ৰিয়ভাৱে লাগি আছে।

**জ্যোতিষ সম্বন্ধীয় কিতাপ-পত্ৰ, আলোচনী আদিঃ** গন্ধিয়াৰ কেইজনমান স্বনামধন্য জ্যোতিষীয়ে গণনাকাৰ্যৰ উপৰিও কিতাপ আদিও প্ৰকাশ কৰিছে। ইয়াৰ ভিতৰত ঘনশ্যাম শৰ্মাদেৱে 'জ্যোতিষ জাতক গণনা', ঁকাশীনাথ সিদ্ধান্তদেৱে 'ব্ৰাহ্মণ সংহিতা', ঁআদ্যনাথ ভট্টাচাৰ্য, জ্যোতিঃ শিৰোমণিদেৱে 'জ্যোতিৰ্ম্মালা', 'শ্ৰাদ্ধবিবাহৰ গূঢ়তত্ত্ব, 'প্ৰাচীন কামৰূপীয় ব্ৰাহ্মণৰ ইতিবৃত্ত' আদি ( ভট্টাচাৰ্যদেৱৰ 'জ্যোতিৰ্ম্মালা' গ্ৰন্থখন বহু বছৰ ধৰি অসম বোৰ্ডৰ অধীনৰ 'আদ্য পৰীক্ষা'ৰ পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত কিতাপ আছিল), অধ্যক্ষ ঁপুৰুষোত্তম ভট্টাচাৰ্যৰ 'ব্যৱহাৰিক জ্যোতিষ', সচিত্ৰ অসমীয়া সামুদ্ৰিক প্ৰৱেশিকা, জ্যোতিষেৰে ৰোগ নিৰ্ণয় আৰু চিকিৎসা, সংস্কৃত সাহিত্যত এভুমুকি আদি গ্ৰন্থ ৰচনা কৰিছে। ঁভট্টাচাৰ্য অসমত বাতৰি কাকতৰ 'ৰাশিফল' লেখকৰ বাটকটীয়া। 'অসম বাণী' কাকতৰ জন্মলগ্নৰে পৰা ঁভট্টাচাৰ্যই অসম আৰু অসমৰ বাহিৰৰ বিভিন্ন আলোচনী, বাতৰি কাকতত ভালেমান জ্যোতিষ সম্বন্ধীয় প্ৰবন্ধ লিখি থৈ গৈছে।

১৯৭১ চনৰ পৰা শ্ৰীৰবীন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই 'অসম বাণী', 'দৈনিক অসম', 'সৃষ্টি', 'কালপুৰুষ', বিভিন্ন স্মৃতিগ্ৰন্থ আদি অসমীয়া বাতৰি, আলোচনীত জ্যোতিষ সম্বন্ধীয় ভালেমান প্ৰবন্ধ প্ৰকাশ কৰিছে। অসমৰ বাহিৰৰ জ্যোতিষ আলোচনীতো

ভট্টাচাৰ্যৰ জ্যোতিষ সম্পৰ্কীয় প্ৰবন্ধ প্ৰকাশ পাইছে। বাংগালোৰৰ 'The Astrological Magazine', কটকৰ 'Planet & Forecast', মাদ্ৰাজৰ 'Astro-Futurology', জয়পুৰৰ 'Jyotish Tantra Rahasya', কলিকতাৰ 'Vidya', জ্যোতি 'Joga-Jyotish' আদি আলোচনীত অসমৰ জ্যোতিষ সংবাদ প্ৰেৰণ কৰাৰ উপৰিও লেখাও প্ৰকাশ কৰিছে। শ্ৰীভট্টাচাৰ্যই 'কালপুৰুষ পূৰ্ণাংগ পঞ্জিকা', 'বাৰ্ষিক কালপুৰুষ পূৰ্ণাংগ পঞ্জিকা', 'বিশুদ্ধ কালপুৰুষ পূৰ্ণাংগ পঞ্জিকা' আৰু 'শ্ৰীশ্ৰীসূৰ্য পঞ্জিকা' সম্পাদনা কৰাৰ উপৰি 'সপ্তৰ্ষি' নামৰ জ্যোতিষৰ তিনিমহীয়া জ্যোতিষৰ আলোচনী এখনো ১৯৯২ চনত সম্পাদনা কৰিছিল। অধুনালুপ্ত 'কালপুৰুষ' আলোচনীৰ সম্পাদনাৰ সৈতে ঘনিষ্ঠভাৱে জড়িত থাকি, তেওঁ উক্ত আলোচনীত কেইবাবছৰো ধৰি ৰাশিফল প্ৰকাশ কৰিছিল।

আল্লিবাৰী সত্ৰৰ শ্ৰীখগেন্দ্ৰ নাৰায়ণ দেৱ গোস্বামীয়ে অধুনালুপ্ত 'সৃষ্টি' আলোচনীৰ লগত জড়িত হৈ আছিল। তেওঁৰ কেইবাটাও প্ৰবন্ধ 'সৃষ্টি' আলোচনীত প্ৰকাশ পাইছিল। ঁপুৰুষোত্তম ভট্টাচাৰ্যৰ পুত্ৰ শ্ৰীপ্ৰণৱপ্ৰাণ ভট্টাচাৰ্যই 'সৃষ্টি' আলোচনীত জ্যোতিষ সম্বন্ধীয় কেইটামান প্ৰবন্ধ প্ৰকাশ কৰাৰ উপৰি, 'The Assam Tribune' কাকতত কেইবছৰমান ধৰি ৰাশিফল লিখিছিল। বিভিন্ন স্মৃতিগ্ৰন্থ আদিতো জ্যোতিষৰ বিচাৰেৰে প্ৰবন্ধ প্ৰকাশ কৰি শ্ৰীভট্টাচাৰ্যই সফল জ্যোতিষী হিচাপে পৰিচয় দিব পাৰিছে। পণ্ডিত ঁদত্তনাথ শৰ্মাদেৱৰ পুত্ৰ, বৰ্তমান গন্ধিয়া জ্যোতিষ পৰিষদৰ সভাপতি শ্ৰীপৰীক্ষিত চন্দ্ৰ শৰ্মাদেৱে 'কালপুৰুষ' আলোচনীত জ্যোতিষ সম্বন্ধীয় প্ৰবন্ধ প্ৰকাশ কৰিছিল।

**সন্মান লাভ ঃ** জ্যোতিষ চৰ্চাত দেখুওৱা পাৰদৰ্শিতাৰ কাৰণে প্ৰখ্যাত জ্যোতিষী ঁআদ্যনাথ ভট্টাচাৰ্যদেৱক ১৯৬৫ খৃঃত কামৰূপ সঞ্জীৱনী সভাই 'জ্যোতিঃ শিৰোমণি' উপাধিৰে সন্মানিত কৰে। ১৯৭৫ খৃঃত প্ৰখ্যাত জ্যোতিষী ঁপুৰুষোত্তম ভট্টাচাৰ্য, ব্যাকৰণ-জ্যোতিঃশাস্ত্ৰী, জ্যোতিৰ্বিজ্ঞানাচাৰ্য, সিদ্ধান্তবাগীশ দেৱক বিশিষ্ট জ্যোতিষী পণ্ডিত হিচাপে ভাৰতৰ ৰাষ্ট্ৰপতিয়ে শিক্ষক বঁটা প্ৰদান কৰে। উল্লেখযোগ্য যে জ্যোতিষী হিচাপে ৰাষ্ট্ৰপতিৰ পুৰস্কাৰ পোৱা ঁভট্টাচাৰ্যই প্ৰথম অসমীয়া জ্যোতিষী। কেইবাখনো সৰ্বভাৰতীয় জ্যোতিষ সন্মিলনত যোগদান কৰা শ্ৰীৰবীন্দ্ৰ কুমাৰ ভট্টাচাৰ্যক জ্যোতিষ শাস্ত্ৰত দেখুওৱা পাৰদৰ্শিতাৰ কাৰণে ১৯৮৩ খৃঃত উৰিষ্যাৰ কটকত অনুষ্ঠিত সৰ্বভাৰতীয় জ্যোতিষ সন্মিলনত সন্মানসূচক ভাগ্যবিদমণি' উপাধি প্ৰদান কৰে। ভাৰতৰ বাহিৰেও শ্ৰীলংকাৰ জ্যোতিষ সন্মিলনলৈও আমন্ত্ৰিত শ্ৰীভট্টাচাৰ্যক দৰং জিলা ব্ৰহ্ম সমাজৰ জ্যোতিষ শাখাকে ধৰি বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানে সম্বৰ্ধনা জ্ঞাপন কৰিছে। দিল্লীৰ Rifacimento International য়ে প্ৰকাশ কৰা Asian/American Who's who ত শ্ৰীভট্টাচাৰ্যৰ ফটোসহ জীৱনী প্ৰকাশ পাইছে। বৰ্তমান শ্ৰীভট্টাচাৰ্যই (শ্ৰীৰবীন্দ্ৰ নাথ শৰ্মা) গন্ধিয়া জ্যোতিষ পৰিষদৰ সম্পাদক হিচাপে সুদীৰ্ঘ কাল সেৱা আগবঢ়াই থাকি সৰ্বভাৰতীয় ক্ষেত্ৰত অসম তথা গন্ধিয়াৰ জ্যোতিষৰ সুনাম কঢ়িয়াই আনিছে।

**বৰ্তমান গন্ধিয়াত জ্যোতিষ চৰ্চা ঃ** বৰ্তমান গন্ধিয়াত জ্যোতিষ শিক্ষাৰ একমাত্ৰ চৰকাৰী শিক্ষানুষ্ঠান হ'ল 'জীৱানন্দ জ্যোতিৰ্বিদ্যালয় উচ্চ সংস্কৃত টোল'। উক্ত টোলত অসম সংস্কৃত বোৰ্ড গৃহীত জ্যোতিষ শাস্ত্ৰৰ উপাধি পৰ্যন্ত শিক্ষাদানৰ ব্যৱস্থা আছে। অন্য এটা বেচৰকাৰী অনুষ্ঠান 'গন্ধিয়া জ্যোতিষ পৰিষদ'। ১৯৮২ চনত উক্ত অনুষ্ঠান প্ৰতিষ্ঠা কৰা হয়। চৰকাৰী পঞ্জীয়ন নং ৪৩৪/৮৫-৮৬ ইং। উক্ত অনুষ্ঠানৰ যোগেদি ব্যৱহাৰিক জ্যোতিষৰ প্ৰশিক্ষণ দিয়াৰ উপৰি প্ৰায় হেজাৰজন প্ৰশিক্ষাৰ্থীক অসমীয়া ভাষাৰ মাধ্যমত জ্যোতিষ শিক্ষা প্ৰদান কৰি প্ৰশিক্ষণৰ অন্তত ডিপ্লোমা প্ৰদান কৰা হৈছে। এবছৰীয়া পাঠ্যক্ৰমৰ অন্তত 'জ্যোতিৰ্বিদ্যাভূষণ', দুবছৰীয়া পাঠ্যক্ৰমৰ অন্তত 'জ্যোতিৰ্বিদ্যাভূষণ' আৰু তিনি বছৰীয়া পাঠ্যক্ৰমৰ অন্তত 'জ্যোতিষ ভাস্কৰ' উপাধিৰ ডিপ্লোমা দিয়া হয়। তদুপৰি বাৰ্ধক্যৰ দুৱাৰডলিত উপনীত বিশিষ্ট জ্যোতিষী পণ্ডিতক সন্মানসূচক 'জ্যোতিষ ভাস্কৰাচাৰ্য' আৰু 'জ্যোতিষ বিদ্যাচাৰ্য' উপাধি প্ৰদান কৰা হৈছে। অকল গন্ধিয়াৰে নহয় সমগ্ৰ অসমৰ ভিতৰতে 'গন্ধিয়া জ্যোতিষ পৰিষদ' এটা সক্ৰিয় অনুষ্ঠান। 'কালপুৰুষ পূৰ্ণাংগ পঞ্জিকা'কে ধৰি কেইবাখনো পঞ্জিকা গন্ধিয়া জ্যোতিষ পৰিষদৰ পণ্ডিত মণ্ডলীৰ দ্বাৰা গণনা আৰু সহযোগত প্ৰকাশ হৈছে। গন্ধিয়া জ্যোতিষ পৰিষদৰ যোগেদি সৰ্বভাৰতীয় কেইবাটাও জ্যোতিষ অনুষ্ঠানৰ লগত ওতপ্ৰোতভাৱে জড়িত হৈ থকা হৈছে। বৰ্তমান গন্ধিয়াত ব্যক্তিগতভাৱে প্ৰায় বিশজন জ্যোতিষীয়ে জ্যোতিষ চৰ্চা, গ্ৰহপাঠ, পূজা-পাৰ্বণ আদিত জড়িত হৈ আছে।

গন্ধিয়া গাঁৱৰ পিছতে নলবাৰী জিলাৰ অন্যতম জ্যোতিষ চৰ্চাৰ গাঁও হ'ল, টিহু মৌজাৰ অন্তৰ্গত মাখিবাহা গাঁও। আজিৰ পৰা প্ৰায় পাঁচশ বছৰৰ পূৰ্বৰে পৰা মাখিবাহাত জ্যোতিষ চৰ্চাৰ প্ৰচলন থকাৰ প্ৰমাণ পোৱা যায়। মাখিবাহা গাঁৱৰ পুৰণি ইতিহাস বিচাৰিলে দেখা যায় যে কোচবিহাৰৰ মহাৰাজ নৰনাৰায়ণৰ সময়ত শাকদ্বীপৰ পৰা তিনিজন পণ্ডিত আনি উক্ত গাঁৱত বসতি কৰিব দিছিল। তাৰে এজন সূৰ্য্য বিপ্ৰবংশীয় জ্যোতিষজ্ঞ পণ্ডিত। এই সূৰ্যবংশীয় জ্যোতিষজ্ঞ পণ্ডিতসকলৰ আদি পুৰুষজনৰ নাম আছিল মহাদেৱ। মহাদেৱ জ্যোতিষ শাস্ত্ৰত অগাধ পণ্ডিত আছিল আৰু এওঁৰ বংশধৰসকলে বাস কৰা মাখিবাহাৰ ঠাইখিনিক ক্ষুদ্ৰ মাখিবাহাৰ কালীটোলা চুবুৰী বোলে। জ্যোতিষজ্ঞ পণ্ডিত মহাদেৱৰ পুত্ৰ আছিল চাৰিগৰাকী, আৰু প্ৰতিগৰাকীয়ে পিতৃৰ পৰা জ্যোতিষ শিক্ষা লাভ কৰি জ্যোতিষী পণ্ডিত হিচাপে ৰজাঘৰ, প্ৰজাঘৰ সকলোৰে পৰা প্ৰশংসা লাভ কৰিছিল। এই চাৰিগৰাকী প্ৰখ্যাত জ্যোতিষীৰ পৰিয়াল আৰু পিছত অইন ঠাইৰ পৰা আহি মাখিবাহাত স্থায়ীভাৱে বসতি কৰিবলৈ অহা লোকসকলৰ পৰিয়ালেই পৰম্পৰাগতভাৱে মাখিবাহা গাঁৱত জ্যোতিষৰ চৰ্চা কৰি আহিছে। মাখিবাহা গাঁৱৰ জ্যোতিষীসকলে জ্যোতিষাদি চৰ্চাত অসমৰ জ্যোতিষ চৰ্চাৰ প্ৰধান কেন্দ্ৰস্থল গন্ধিয়া গাঁৱৰ জ্যোতিষীসকলৰ লগত ওতপ্ৰোত সম্বন্ধ ৰাখি চলি আহিছে। এই গাঁৱৰ আগৰ চামৰ কেইবাজনো বিশিষ্ট জ্যোতিষীয়ে গন্ধিয়াত জ্যোতিষৰ শিক্ষা লাভ কৰিছিল।

মাখিবাহাৰ জ্যোতিষজ্ঞ পুৰুষ তাম্ৰধ্বজৰ বংশৰ জ্যোতিষীসকল- ঁসিদ্ধেশ্বৰ শৰ্মা, ঁখগেন্দ্ৰ নাথ শৰ্মা, নৰেন্দ্ৰ নাথ শৰ্মা আদি। গৰুড়ধ্বজৰ বংশৰ ক্ৰমাগত জ্যোতিষীসকল- ঁসনাতন শৰ্মা, ঁআত্মাৰাম শৰ্মা, ঁআদিত্যৰাম শৰ্মা, ঁগোবিন্দ শৰ্মা, ঁমধুৰাম শৰ্মা, ঁকামেশ্বৰ শৰ্মা, ঁৰামেশ্বৰ শৰ্মা, ঁপৃথুৰাম শৰ্মা, ঁমতিৰাম শৰ্মা, ঁমুকুন্দ ৰাম শৰ্মা, (এওঁৰ নামত 'মকুন্দ থিয়েটাৰ' নামৰ ভ্ৰাম্যমাণ নাট্যদল প্ৰতিষ্ঠা হৈছে), ঁজীৱেশ্বৰ শৰ্মা, ঁধনীৰাম শৰ্মা, ঁমহেন্দ্ৰ নাথ শৰ্মা, (ফলিত জ্যোতিষ, গণিত জ্যোতিষ, গ্ৰহপাঠ



আদিত সিদ্ধহস্ত আছিল। কাইথেলী অংকৰ যাদুকৰ, সাহিত্যিক পেঞ্চনাৰ বেলশৰৰ ঁদণ্ডীৰাম দত্তৰ লগত মাখিবাহা এম ভি স্কুলত কাম কৰিছিল। পিছত চাকৰি বাদ দি জ্যোতিষ চৰ্চাত একাগ্ৰপতীয়াকৈ লাগে), গন্ধিয়াৰ পৰা উলিওৱা 'প্ৰাচীন কামৰূপ পঞ্জিকা'ৰ গণনা কাৰ্যত মাখিবাহাৰ প্ৰখ্যাত জ্যোতিষী ঁচন্দ্ৰনাথ দেৱশৰ্মা, জ্যোতিঃ ৰত্নদেৱে ওতপ্ৰোতভাৱে জড়িত আছিল। আন এজন জ্যোতিষী ঁজীৱেশ্বৰ পুত্ৰ ঁপ্ৰতাপ চন্দ্ৰ শৰ্মা। এই গৰুড়ধ্বজৰ বংশধৰ অন্য দুজন জ্যোতিষী ঁআশুতোষ ভট্টাচাৰ্য (পিতৃ ঁমুকুন্দ ৰাম) আৰু শ্ৰীনগেন্দ্ৰ নাথ শৰ্মা।

হয়বৰ বংশৰ জ্যোতিষী ঁহৰেশ্বৰ শৰ্মাদেৱ বংগ দেশত জ্যোতিষৰ শিক্ষা লাভ কৰি আহি গাঁৱৰ ৰাইজৰ সৈতে লগলাগি আজিৰ পৰা প্ৰায় আশী বছৰ পূৰ্বে 'কালীটোলা সংস্কৃত টোল' নাম দি মাখিবাহাত টোল এখন স্থাপন কৰিছিল। উক্ত টোলত ঁহৰেশ্বৰ শৰ্মা অধ্যাপকে নিজে আৰু বালিগ্ৰামৰ ঁতাৰানাথ শৰ্মা অধ্যাপকে অধ্যাপনা কৰিছিল। চাৰি-পাঁচ বছৰমান উক্ত টোলত শিক্ষাদান কৰাৰ পিচত টোলখন বন্ধ হৈ যায়। সেই সময়ৰ এই টোলত অধ্যয়ন কৰা ছাত্ৰসকল আছিল ঁচণ্ডীৰাম শৰ্মা, ঁমহেন্দ্ৰ নাথ শৰ্মা, ঁঅৰুণ চন্দ্ৰ ভাগৱতী, জ্যোতিঃশাস্ত্ৰী আদি।

ৰূপাবৰ বংশৰ জ্যোতিষীসকল- ঁভোলানাথ শৰ্মা, ঁপদ্ম নাথ শৰ্মা আৰু ঁভোলানাথৰ পুত্ৰ জ্যোতিষী ঁউৎসৱ চন্দ্ৰ শৰ্মা।

মাখিবাহা জ্যোতিষৰ অগ্ৰনী পণ্ডিতসকলৰ ভিতৰত ঁগোপীনাথ শৰ্মাপাধ্যায়, স্মৃতি-জ্যোতিৰত্নৰ নামেই জ্যোতিষ চৰ্চাকাৰীসকলৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য। ফলিত জ্যোতিষ, গণিত জ্যোতিষ, স্মৃতি শাস্ত্ৰত অগাধ পণ্ডিত ঁগোপীনাথে স্বগৃহত 'গোপীনাথ টোল' নাম দি সংস্কৃত টোল এখন স্থাপন কৰি জ্যোতিষৰ শিক্ষাদান কৰিছিল। ঁযদুনাথ অধ্যাপকে অধ্যাপনা কাৰ্যত ঁগোপীনাথক সহায় কৰিছিল। ভালুকী, পাটিকাৰা, মথুৰাপুৰ, কঠালমূৰা আদি টিহু অঞ্চলৰ গাঁৱৰ ছাত্ৰ আহি উক্ত টোলত জ্যোতিষৰ শিক্ষা লাভ কৰিছিল। এই টোলত অধ্যয়ন কৰা সেই সময়ৰ ছাত্ৰসকল আছিল ঁমেলকী নাথ শৰ্মা, ঁআনন্দি শৰ্মা, ঁসিদ্ধেশ্বৰ শৰ্মা, ঁপশুপতি ভাগৱতী, ঁচক্ৰেশ্বৰ শৰ্মা, ঁজগন্নাথ শৰ্মা, ঁউত্তম শৰ্মা, ঁহৰেন্দ্ৰ নাথ চক্ৰৱৰ্তী, ব্যাকৰণশাস্ত্ৰী, ঁৰূপেশ্বৰ শৰ্মা, ঁযোগমোহন শৰ্মা আদি।

জ্যোতিষ শাস্ত্ৰৰ অদ্বিতীয় পণ্ডিত ঁগোপীনাথৰ চেষ্টাতে অসমত মকৰন্দ, দিনচন্দ্ৰিকা, সূৰ্যসিদ্ধান্ত আদি গণিত জ্যোতিষৰ বহুল প্ৰচাৰ হৈছিল। এওঁৰ পৰাই শিক্ষা আহৰণ কৰি গন্ধিয়া গাঁৱৰ ঁযোগনাথ অধ্যাপকে আজিৰ পৰা প্ৰায় এশ বছৰ আগতে গন্ধিয়াৰ পৰা প্ৰথম ছপা আকাৰত অসমীয়া পঞ্জিকা উলিয়াইছিল। বহুমুখী প্ৰতিভাসম্পন্ন ঁগোপীনাথ অধ্যাপকে হাতেলিখা অৱস্থাত দুখন মূল্যৱান গ্ৰন্থ এৰি গৈছে, এখনৰ নাম "পদ্মপুৰাণ' আৰু অন্যখন "জ্যোতিষ ভাস্কৰ" নামৰ জ্যোতিষৰ পুথি।

গোপীনাথ অধ্যাপকৰ পুত্ৰ ঁচন্দ্ৰনাথ দেৱ শৰ্মা, জ্যোতিঃৰত্নও পিতৃৰ দৰে জ্যোতিষ শাস্ত্ৰত অদ্বিতীয় পণ্ডিত আছিল। এওঁ গন্ধিয়াৰ পৰা উলিওৱা "প্ৰাচীন কামৰূপ পঞ্জিকা'ৰ এজন প্ৰধান গণণাকাৰক পণ্ডিত আছিল। উক্ত পঞ্জিকাৰ গণনাকাৰ্যৰো অনুমোদক আৰু সংশোধক পণ্ডিত আছিল ঁচন্দ্ৰনাথ দেৱ শৰ্মা। এওঁৰ বৰপুত্ৰ বৰ্তমান নলবাৰীস্থ শিল্পী শ্ৰীআদ্যনাথ শৰ্মা।

বৰ্তমান মাখিবাহা গাঁৱৰ অধ্যাপকপাৰাৰ (শান্তিপুৰ) ঁদোমাহীৰাম অধ্যাপক আৰু তেওঁৰ পুত্ৰ ঁতীখাৰাম অধ্যাপকো মাখিবাহা গাঁৱৰ অন্যতম প্ৰখ্যাত জ্যোতিষী আছিল। ঁতীখাৰামৰ পুত্ৰ অধুনালুপ্ত 'সৃষ্টি' আলোচনীৰ সহযোগী সম্পাদক ঁঅৰুণ চন্দ্ৰ ভাগৱতী, জ্যোতিঃশাস্ত্ৰী দেৱে নিজ গাঁৱৰ সংস্কৃত টোল, গৌৰীপুৰ সংস্কৃত টোল, অভয়াপুৰী আদিত সংস্কৃত শিক্ষা লাভ কৰে আৰু অসম-বংগৰ বিভিন্ন ঠাই ঘূৰি-পকি অৱশেষত নলবাৰী সংস্কৃত কলেজৰ পৰা জ্যোতিষৰ উপাধি পৰীক্ষা পাছ কৰি গুৱাহাটীত জ্যোতিষ চৰ্চা কৰিছিল।

জ্যোতিষ চৰ্চাত অৱদান যোগোৱা মাখিবাহা গাঁৱৰ অন্যান্য বিশিষ্ট জ্যোতিষীসকল ঁতাৰানাথ শৰ্মা, ঁৰাতিৰাম শৰ্মা, ঁহৰিশচন্দ্ৰ শৰ্মা আদি। ঁহৰিশচন্দ্ৰৰ পুত্ৰ শ্ৰীঅতুল শৰ্মাই বৰ্তমান জ্যোতিষ চৰ্চ্চা কৰি আছে।

বৰ্তমান মাখিবাহা গাঁৱৰ প্ৰাক্তন শিক্ষক, বিশিষ্ট সমাজসেৱী, জ্যোতিষী শ্ৰীযোগেশ চন্দ্ৰ শৰ্মাদেৱৰ উদ্যোগত প্ৰতি বছৰে মাখিবাহাত জ্যোতিষ আলোচনাচক্ৰ পাতি গন্ধিয়াকে ধৰি অসমৰ বিভিন্ন জিলাৰ জ্যোতিষীসকলক আমন্ত্ৰণ কৰি জ্যোতিষ চৰ্চা কৰাৰ উপৰি মাখিবাহাৰ অধ্যাপকপাৰাৰ (শান্তিপুৰ) শ্ৰীশ্ৰীনৱগ্ৰহ মন্দিৰতো বাৰ্ষিক পূজাৰ লগত সংগতি ৰাখি জ্যোতিষ সন্মিলন পাতি থকা হৈছে। বৰ্তমান মাখিবাহাত জ্যোতিষ চৰ্চা কৰি থকাসকলৰ ভিতৰত সৰ্বশ্ৰী হোমেশ্বৰ শৰ্মা, শৰৎ শৰ্মা, শংকৰ শৰ্মা, বিমল শৰ্মা, জোন শৰ্মা আদি।

আমাৰ বিশ্বাস প্ৰায় আশী বছৰ পূৰ্বে স্থাপন কৰা আৰু মৃত 'কাশীটোলা সংস্কৃত টোল'খনৰ নতুন ৰূপ দি জ্যোতিষ শিক্ষাৰ ব্যৱস্থা কৰিলে ভৱিষ্যত প্ৰজন্মই মাখিবাহাৰ জ্যোতিষৰ পূৰ্বৰ ঐতিহ্য ৰক্ষা কৰিবলৈ সমৰ্থ হ'ব।

শেষত অসমৰ নৱদ্বীপস্বৰূপ নলবাৰী জিলাৰ বিভিন্ন গাঁৱত ব্যক্তিগতভাৱে জ্যোতিষ চৰ্চাত জড়িত থকা লোকসকলৰ নাম আমি উক্ত প্ৰবন্ধত সন্নিৱিষ্ট কৰিব নোৱাৰি দুঃখিত।

*বিঃদ্ৰঃ*

প্ৰবন্ধটো যুগুত কৰোতে তলত দিয়া গ্ৰন্থ আৰু 'স্মৃতিগ্ৰন্থ'ৰ প্ৰবন্ধৰ সহায় লোৱা হৈছে—

(১) 'এখন প্ৰাচীন গাঁৱৰ ইতিহাস'- শ্ৰীৰবীন্দ্ৰ নাথ শৰ্মা, গন্ধিয়া।

(২) 'জ্যোতিষ চৰ্চাৰ কেন্দ্ৰস্থল গন্ধিয়া' - শ্ৰীৰবীন্দ্ৰ কুমাৰ ভট্টাচাৰ্য (নলবাৰী জিলা সাহিত্য সভাৰ চতুৰ্থ বাৰ্ষিক, চামতা অধিৱেশন- '৯১চন)।

(৩) 'Astrological & Astronomical Study in Assam'- By Sri Rabindra Kumar Bhattacharyya(স্মৃতিগ্ৰন্থ, অসম উচ্চ সংস্কৃত বিদ্যালয় অধ্যাপক সন্মিলনৰ সপ্তবিংশতিতম, বৰখালা অধিৱেশন, ২০০২ ইং)

(৪) 'প্ৰাচীন কামৰূপৰ জ্যোতিষ চৰ্চাৰ উৎস আৰু তাৰ সমল'- শ্ৰীৰবীন্দ্ৰ নাথ শৰ্মা, (কামৰূপ জিলা সাহিত্য সভাৰ মুখপত্ৰ, ত্ৰয়োবিংশ সংখ্যা, '৯৭-৯৮ ইং)

(৫) 'মাখিবাহাত জ্যোতিষ চৰ্চা'- শ্ৰীৰবীন্দ্ৰ কুমাৰ ভট্টাচাৰ্য (সৃষ্টি ৪ৰ্থ বছৰ ৮অংক, '৮২ ইং)

# নলবাৰী জিলাৰ ভৌগোলিক ৰূপৰেখা

ড° অৱনী কুমাৰ ভাগৱতী

নলবাৰী জিলা অসমৰ বৰ্তমান ২৭ খন জিলাৰ ভিতৰত অন্যতম। কিছু বছৰ আগলৈকে নলবাৰী অবিভক্ত কামৰূপ জিলাৰ এটা মহকুমাহে আছিল। জনসংখ্যা বৃদ্ধিৰ লগতে ৰাজনৈতিক পৰিৱৰ্তনৰ পৰিপ্ৰেক্ষিতত প্ৰশাসনিক সুবিধাৰ্থে জিলাবোৰক আকাৰত ক্ৰমে সৰু কৰি নতুন নতুন জিলা গঠন কৰি অহা হৈছে। বিশেষকৈ দেশে স্বাধীনতা লাভ কৰাৰ পাছৰে পৰা পৰিকল্পিতভাৱে নতুন জিলা গঠনৰ প্ৰক্ৰিয়া অব্যাহত ৰখা হৈছে। এইদৰে আজিৰ অসম ৰাজ্যৰ যি পৰিসীমা তাৰ ভিতৰুৱা পূৰ্বৰ মাত্ৰ ৭ খন জিলা (১৯৪৭ চনৰ আগৰ) পুনৰ গঠনৰ ফলত বিভক্ত হৈ ১৯৮৯ চনত ২৩ খন হয়গৈ। শেহতীয়াকৈ বড়ো স্বায়ত্ত পৰিষদৰ অন্তৰ্ভুক্ত আৰু ৪ খন জিলা গঠন হোৱাৰ পাছত সম্প্ৰতি অসমত মুঠ জিলাৰ সংখ্যা ২৭ লৈ বৃদ্ধি পাইছে।

আজিৰ নলবাৰী জিলা আকাৰত তেনেই সৰু। উত্তৰে বাগছা জিলা গঠিত হোৱাৰ পাছত নলবাৰী জিলাত মুঠ গাঁৱৰ সংখ্যা ৮২৭ খনৰ পৰা ৪৮১ খনলৈ হ্ৰাস পাইছে। অৰ্থাৎ জিলাখনৰ প্ৰায় ৩৪৬ খন গাঁও নকৈ গঠিত বাগছা জিলাৰ ভিতৰত পৰিছে। এইবোৰ গাঁও পূৰ্বৰ নলবাৰী জিলাৰ উত্তৰ অঞ্চলৰ প্ৰধানকৈ বাস্কা, ধমধমা, নাগ্ৰীজুলি, তামুলপুৰ, টিহু - বৰমা, উন্নয়ন খণ্ডৰ ভিতৰুৱা আছিল। এনে ধৰণৰ পুনৰ গঠনৰ ফলত মাটিকালিৰ ফালৰ পৰা বৰ্তমানৰ নলবাৰী জিলা পূৰ্বৰ জিলাখনৰ প্ৰায় আধা হৈ পৰা বুলি ক'ব পাৰি।

## প্ৰাকৃতিক পৰিবেশ

ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ অন্যবোৰ জিলাৰ দৰে নলবাৰী জিলাও উত্তৰ ভূটান সীমান্তৰ পৰা ব্ৰহ্মপুত্ৰ নদীৰ দক্ষিণ সীমালৈকে বিস্তৃত হৈ আছিল। ভূটান হিমালয়ৰ পৰ্বতমালাৰ পৰাই জিলাখনৰ মাজেৰে প্ৰবাহিত প্ৰধান নৈবোৰ ওলাই আহি শেহত ব্ৰহ্মপুত্ৰত পৰিছেগৈ। সাধাৰণতে জিলাখনৰ মাটিৰ ঢাল ক্ৰমে উত্তৰৰ পৰা দক্ষিণলৈ। সেই অনুযায়ী নৈ, জান-জুৰিবোৰো মূলতঃ উত্তৰা-দক্ষিণা। মাজে মাজে য'ত মাটিৰ ঢাল একেবাৰে মৃদু বা মাটিভাগ প্ৰায় সমতল আৰু দ, তাতেই বিল-খাল আদি জলাশয়ৰ সৃষ্টি হৈছে। জিলাখনৰ মাজেৰে প্ৰবাহিত নৈবোৰৰ ভিতৰত পূবৰ পৰা ক্ৰমে বৰলিয়া, নোনা, পাগলাদিয়া, বুঢ়াদিয়া, মৰাপাগলাদিয়া আৰু টিহু নদী প্ৰধান।

উত্তৰা-দক্ষিণাকৈ পূৰ্বৰ নলবাৰী জিলাৰ দৈৰ্ঘ্য আছিল প্ৰায় ৮০ কিলোমিটাৰ। জিলাখনৰ ভিতৰত উত্তৰৰ পৰা দক্ষিণলৈ প্ৰাকৃতিক পৰিবেশৰ লক্ষণীয় পৰিৱৰ্তন চকুত পৰে। একেবাৰে উত্তৰ অংশ হিমালয় পৰ্বতৰ পাদদেশীয় উচ্চভূমি। এই অংশটো এসময়ত উঠি অৰণ্যৰে আছিল। দৰঙা, সুৱনখাটা, ভাঙুৰীকুছি, ধিৰা, বাটাবাৰী সংৰক্ষিত বনাঞ্চল এই অংশতে অৱস্থিত। অৱশ্যে সাম্প্ৰতিক কালৰ বননি ধ্বংস কাৰ্যই এই বনাঞ্চলবোৰত উদ্ভিদৰ ঘনত্ব বেয়াকৈ কমাইছে। এই অংশৰ পৰা ক্ৰমে দক্ষিণলৈ জিলাখনৰ মাটিভাগ সমতল। এই বিস্তৃত আৰু সাৰুৱা সমতলেই পূৰ্বৰ আৰু বৰ্তমানৰ নলবাৰী জিলাৰ অৰ্থনৈতিক আৰু সাংস্কৃতিক বিকাশৰ মূল আধাৰ। এই সমতলে অতি ঘনবসতিৰ কৃষিনিৰ্ভৰ গাঁওবোৰক ভৰণ-পোষণৰ সুবিধা দিয়াৰ লগতে জিলাৰ সদৰ নলবাৰী নগৰখনৰ শ্ৰীবৃদ্ধিতো অৰিহণা যোগাইছে। এই সমতলৰ দক্ষিণে ব্ৰহ্মপুত্ৰ নদীৰ দ্বাৰা চিৰপ্ৰবাহিত সক্ৰিয় প্লাৱনভূমি (Floodplain) অঞ্চল অৱস্থিত। এই অঞ্চলেই শেষত গৈ ব্ৰহ্মপুত্ৰৰ তীৰৱৰ্তী এলেকা আৰু নৈখনৰ বুকুত চৰ-চাপৰিৰ ৰূপ লৈছে। ব্ৰহ্মপুত্ৰৰ প্লাৱন ভূমি অঞ্চলটো নিয়মীয়াকৈ বানপানীৰ দ্বাৰা আক্ৰান্ত হয় আৰু ইয়াৰ বেছিভাগ ঠাইয়েই বাৰিষাকালত জলাতন অৱস্থাত থাকে।

এবাৰ আমি জিলাখনত চলোৱা গৱেষণা সংক্ৰান্তত উত্তৰে ভূটানখুঁটিৰ কাষৰ পৰা দক্ষিণে ব্ৰহ্মপুত্ৰৰ তীৰৱৰ্তী মুকালমুৱালৈ এদিনতে মটৰেৰে অতিক্ৰম কৰিছিলো। ভূগোলত যিকোনো ঠাই, নদ-নদী আদিৰ অধ্যয়ন কৰোতে প্ৰস্থচ্ছেদ পদ্ধতিৰ (cross-section method) সহায় লোৱাৰ পৰম্পৰা আছে। অৰ্থাৎ কোনো এখন ঠাই যদি বিশেষ উদ্দেশ্য চিনাক্ত কৰা ৰেখা এটাৰে অতিক্ৰম কৰোতে সন্মুখীন হোৱা প্ৰাকৃতিক, আৰ্থিক, সমাজৰ সাংস্কৃতিক অৱস্থাবোৰ পৰ্যবেক্ষণ কৰা হয়, তেতিয়াহ'লে অতি কম সময়ৰ ভিতৰতে ঠাইখনৰ ভৌগোলিক অৱস্থাৰ এটা ভাল আভাস পাব পাৰি। নলবাৰী জিলাৰ কৈঠালকুছি গাঁৱত ডাঙৰ-দীঘল হোৱা মই যেতিয়া জিলাখনৰ মাজেৰে প্ৰায় ৮০ কিলোমিটাৰ উত্তৰা-দক্ষিণা পথ এদিনতে অতিক্ৰম কৰিছিলো, তেতিয়াহে নলবাৰী জিলাৰ প্ৰকৃত ভৌগোলিক বৈচিত্ৰ্য (geo-diversity)অনুভৱ কৰিবলৈ সক্ষম হৈছিলো। সাধাৰণতে বিভিন্ন ঠাইৰ চাক্ষুষ অভিজ্ঞতাইহে মানুহৰ মন আৰু দৃষ্টিৰ পৰিসৰ বঢ়ায়। এতিয়াও আমাৰ গাঁৱে-ভূঞে এনে অৱস্থাৰ লোক আছে যিয়ে নিজৰ এলেকাটোৰ বাহিৰে অন্য বিশেষ ঠাই দেখাৰ সুযোগ পোৱা নাই। আমাৰ গাঁও অঞ্চলৰ বেছি ঘূৰা-পকা নকৰা এগৰাকী লোকে যদি পূৰ্বৰ নলবাৰী জিলাৰ একেবাৰে উত্তৰৰ ভূটানখুঁটি আৰু একেবাৰে দক্ষিণৰ কালাৰচৰৰ গাঁও এখন দেখিবলৈ পায়, তেওঁ ভাবিব নোৱাৰিব একেখন জিলাতে মানুহৰ জীৱন-প্ৰণালীৰ (way of life) কিমান পাৰ্থক্য থাকিব পাৰে। সেই একেই অভিজ্ঞতা ঘটিছিল মোৰো।

এতিয়াৰ পৰা প্ৰায় দুটা দশক পূৰ্বে যেতিয়া বৰমাৰ উত্তৰে দলিবাৰী, তামুলপুৰৰ পূৰ্বে কচু গাঁও, ঘগ্ৰাপাৰৰ উত্তৰে বৰাজল, মুকালমুৱাৰ ওচৰৰ কাপলাবৰি আৰু ব্ৰহ্মপুত্ৰৰ বুকুৰ কালাৰচৰৰ গাঁওবোৰত ঘূৰি ফুৰিছিলো, তেতিয়াহে হৃদয়ংগম কৰিব পাৰিছিলো নলবাৰী জিলাৰ প্ৰকৃত স্বৰূপ। একোটা সৰু অঞ্চলতে ভৌগোলিক বৈচিত্ৰ্যৰ এনে সমাহাৰ দেশৰ অন্য ঠাইত সততে পাবলৈ নাই। কিন্তু বাগছা জিলা গঠন হোৱাৰ পাছত নলবাৰী জিলাৰ ভৌগোলিক বৈচিত্ৰ্যৰ এটা গুৰুত্বপূৰ্ণ অংশ প্ৰশাসনিক দিশৰ পৰা আঁতৰিল। প্ৰাকৃতিক দিশৰ পৰা কিন্তু দুয়োখন জিলা অলপো বিচ্ছিন্ন হ'ব নোৱাৰে। পূৰ্বৰ বা বৰ্তমানৰ নলবাৰী জিলাখনৰ যি প্ৰাকৃতিক সত্তা বা অস্তিত্ব, সি মূলতঃ, জিলাখনৰ দক্ষিণৰ মহাবাহু ব্ৰহ্মপুত্ৰ আৰু উত্তৰৰ সুউচ্চ হিমালয় পৰ্বতৰ পাৰস্পৰিক সম্পৰ্কৰে ফল বুলি কব পাৰি। নলবাৰী নগৰখনক কেন্দ্ৰ কৰি জিলাখনৰ যিটো অতি পুৰণি আৰু ঐতিহ্যমণ্ডিত অঞ্চল আছে, তাৰ পুষ্টিসাধনৰ ক্ষেত্ৰত পশ্চিম অসম আৰু বংগৰ প্ৰভাৱ যিদৰে পৰিস্ফুট, সেইদৰে উত্তৰৰ জনজাতীয় আৰু শেহতীয়াকৈ দক্ষিণৰ প্ৰব্ৰজিত জনগোষ্ঠীৰ প্ৰভাৱো নগণ্য নহয়। তদুপৰি অসমৰ ঐতিহাসিক নগৰ গুৱাহাটীৰ লগতে ইংৰাজৰ আমোলত গঢ়ি উঠা উজনি অসমৰ চাহ শিল্প আৰু খনিজ উদ্যোগৰ পৰোক্ষ প্ৰভাৱো মন কৰিবলগীয়া।

সাম্প্ৰতিক কালৰ দ্ৰুত জনসংখ্যা বৃদ্ধিয়ে জিলাখনৰ প্ৰাকৃতিক পৰিবেশত নেতিবাচক প্ৰভাৱ নেপেলোৱাকৈ থকা নাই। জিলাখনৰ অৰণ্য, নৈ, বিল-খাল বন্যপ্ৰাণী আদি জনসংখ্যাৰ দ্ৰুত বৃদ্ধি আৰু ভৌগোলিক সম্প্ৰসাৰণৰ দ্বাৰা এতিয়া বেয়াকৈ আক্ৰান্ত। পাগলদিয়াকে ধৰি জিলাখনৰ মাজেৰে প্ৰবাহিত আটাইকেইখন নৈ মানুহৰ ক্ৰমবৰ্ধমান কাৰ্যাৱলীৰ দ্বাৰা ইমানে প্ৰভাৱিত হৈছে যে সেইবোৰে বহু পৰিমাণে নিজৰ উপাদেয় প্ৰাকৃতিক স্বৰূপ হেৰুৱাবলৈ বাধ্য হৈছে। বুকুত বালিৰ বোজা লৈ নোনা নৈখনে কেনেকৈ নিজৰ বাট হেৰুৱাই কাষৰ সাৰুৱা পথাৰ, গাঁও-ভূঁই আদি বিনষ্ট কৰিছে, তাক আমি সকলোৱে জানো। পাগলাদিয়াৰতো কথাই নাই। বান নিয়ন্ত্ৰণৰ উদ্দেশে মথাউৰি সাজিবলৈ গৈ আমি কি ফল পাইছো তাক বহলাই কোৱাৰ প্ৰয়োজন নাই। থালকুছিৰ প্ৰস্তাৱিত বান্ধটোৱে বা আকৌ কোনখন খেলা দেখুৱায়, সময়েহে ক'ব।

বিল-জলাহৰ ক্ষেত্ৰতো নলবাৰী জিলা এসময়ত বেছ চহকী আছিল। সম্প্ৰতি সৰু সুৰা বিল-খালবোৰ কৃষিভূমি বা আবাসভূমিলৈ ৰূপান্তৰিত হৈছে। ডাঙৰবিলৰ ভিতৰত কাপলা বিলৰ একাংশ, কাটলা বিল আৰু ডুবাৰিয়া বিল জিলাখনৰ ভিতৰত পৰে। ইয়াৰ ভিতৰত কাপলা বিল বিখ্যাত। পূৰ্বৰ নলবাৰী জিলাৰ দক্ষিণ-পশ্চিম অঞ্চলৰ এক বৃহৎ সংখ্যক লোকে মাছ-পুঠিৰ কাৰণে কাপলা বিলৰ ওপৰত নিৰ্ভৰ কৰিছিল। এই বিলত পোৱা কাৰৈ মাছৰ কথা জিলাখনৰ বয়স্কসকলে কেতিয়াও পাহৰিব নোৱাৰে। এতিয়াও একো-একোটা কাৰৈ মাছৰ ওজন ১০০-১২০ গ্ৰাম পৰ্যন্ত হোৱা দেখা যায়। কাপলা বিল জৈৱ বৈচিত্ৰ্যৰ ক্ষেত্ৰত বিশেষ চহকী। এতিয়াও বহুতো প্ৰজাতিৰ দেশী বিদেশী চৰাইৰে কাপলা বিল ভৰি থাকে। অৱশ্যে বৰ্ধিত জনবসতিৰ প্ৰবল হেঁচাত কাপলা বিল কেৱল যে আকাৰত সংকুচিত হৈছে এনে নহয়, ইয়াৰ অমূল্য জৈৱৰ বৈচিত্ৰ্যও বেয়াকৈ হ্ৰাস পাইছে। বৰপেটা আৰু নলবাৰী জিলাৰ ৰাইজে প্ৰকৃতিৰ অমূল্য ভঁৰাল কাপলা বিলৰ যথোপযুক্ত সংৰক্ষণৰ হকে জনমত গঢ়ি তোলাটো অতি প্ৰয়োজন বুলি আমি বিবেচনা কৰো।

## জনসংখ্যা আৰু জনপ্ৰব্ৰজন

নলবাৰী এখন জনবহুল জিলা। পূৰ্বৰ নলবাৰী জিলাৰ ১৯৩১ চনত মুঠ জনসংখ্যা আছিল ২.৭৪ লাখ। ১৯৫১ চনত হয়গৈ ৪.০১ লাখ। ১৯৯১ চনত জিলাখনৰ জনসংখ্যা ১০.১৬ লাখলৈ বৃদ্ধি পায়। বাগছা জিলা গঠিত হোৱাৰ পাছত বৰ্তমানৰ নলবাৰী জিলাৰ জনসংখ্যা ২০০১ চনৰ লোকপিয়ল অনুসৰি ৬.৮৯ লাখ। প্ৰতি বৰ্গ কিলোমিটাৰ মাটিকালিত জনসংখ্যাৰ

ঘনত্বৰ ফালৰ পৰা লক্ষ্য কৰিলে দেখা যায় যে কৃষিপ্ৰধান অঞ্চল হিচাপে নলবাৰী জিলাৰ কিছুমান এলেকাৰ জনসংখ্যাৰ ঘনত্ব কেৱল ৰাজ্যৰ ভিতৰতে নহয় সমগ্ৰ দেশৰ ভিতৰতে আপেক্ষিকভাৱে বেছি। ১৯৯১ চনত পূব নলবাৰী উন্নয়ন খণ্ডত জনসংখ্যাৰ ঘনত্ব আছিল ৮০১ জন (আমাৰ অসমৰ গড় ২৮৬ আৰু ভাৰতৰ গড় ২৫৭ জনৰ বিপৰীতে)। সেইদৰে বৰভাগ আৰু পশ্চিম নলবাৰী উন্নয়ন খণ্ডতো জনসংখ্যাৰ ঘনত্ব আছিল ক্ৰমে ৭৫৬ আৰু ৭৫২ জন। এইখিনিতে মন কৰিবলগীয়া কথা যে জিলাখনৰ কিছুমান গাঁৱত জনসংখ্যাৰ ঘনত্ব ভাবিব নোৱাৰা ধৰণে বেছি। উদাহৰণস্বৰূপে, বেলশৰ আৰু নলবাৰী নগৰৰ সমীপৱৰ্তী জাপাৰকুছিৰ কথাকে ক'ব পাৰি। বেলশৰত জনসংখ্যাৰ ঘনত্ব প্ৰতি বৰ্গ কিলোমিটাৰত প্ৰায় ২,৩৯৫ জন আৰু জাপাৰকুছিত ২,৪২০ জন। এনে ধৰণৰ ঘন বসতি সাধাৰণতে নগৰ অঞ্চলতহে দেখা যায়।

জনসংখ্যাৰ অত্যধিক ঘনত্বই জিলাখনৰ কোনো কোনো এলেকাৰ পৰা মানুহক অন্য ঠাইলৈ প্ৰব্ৰজন কৰিবলৈ বাধ্য কৰিছে যদিও জিলাখনৰ ভিতৰৰে কিছুমান এলকালৈ মানুহৰ প্ৰব্ৰজনো ঘটি আছে। কিছু বছৰ আগলৈকে জিলাখনৰ অতি ঘন বসতিৰ মধ্যৱৰ্তী সমভূমি অঞ্চলটোৰ পৰা উত্তৰ বাস্কা, তামুলপুৰ আদি অঞ্চললৈ প্ৰব্ৰজন ঘটি আছিল। উত্তৰ অঞ্চলৰ জনজাতি অধ্যুষিত এলেকাৰ স্বায়ত্ত শাসনৰ হকে আন্দোলন আৰম্ভ হোৱাত উত্তৰ অঞ্চললৈ হোৱা জনপ্ৰব্ৰজন বন্ধ হৈছে। বৰং ঠায়ে ঠায়ে তাৰ পৰা বাহিৰলৈহে বিশেষকৈ নলবাৰী, ৰঙিয়া, গুৱাহাটী আদিলৈ মানুহৰ কিছু প্ৰব্ৰজন ঘটিছে। আনহাতে যোৱা শতিকাৰ সত্তৰৰ দশকলৈ জিলাখনৰ চৰ অঞ্চললৈ জনপ্ৰব্ৰজন ঘটাৰ প্ৰমাণ পোৱা যায়। সম্প্ৰতি কালাৰ চৰ, ভাঙনমাৰী আদিৰ জনসংখ্যা ইমান বেছি হৈছে যে তালৈ নতুনকৈ জনপ্ৰব্ৰজন ঘটা সম্ভাৱনা নাই। এইবোৰ চৰ-চাপৰিৰ পৰা কৰ্মসংস্থানৰ উদ্দেশ্যে অন্য ঠাইলৈহে মানুহৰ প্ৰব্ৰজন ঘটিব ধৰিছে।

নলবাৰী জিলাৰ পৰা ঘটা জনপ্ৰব্ৰজনৰ কথা ওলালেই সাধাৰণতে বৰভাগ অঞ্চলৰ কথা আহি পৰে। অসমৰ বানপীড়িত অঞ্চলবোৰৰ ভিতৰত বৰভাগ অঞ্চল অন্যতম। পাগলাদিয়া,নোনা আৰু বৰলিয়াৰ বানপানীয়ে দীৰ্ঘকাল ধৰি বৰভাগ অঞ্চলৰ ৪০ খনৰো অধিক গাঁৱক জুৰুলা কৰি আহিছে। বৰভাগ অঞ্চলৰ ৰাইজে বানপানীৰ লগত পাৰ্যমানে সহাৱস্থান কৰাৰ চেষ্টা কৰি আহিছে যদিও নিয়মীয়াকৈ বানাক্ৰান্ত কিছুমান গাঁৱৰ (যেনে- কমাৰকুছি, কটালকুছি, বৰশিমলিয়া, নখেতি, কালাগ, পাণ্ডুলা আদি) মানুহ পৰিস্থিতিৰ তাড়নাত অন্য ঠাইলৈ প্ৰব্ৰজন কৰিবলৈ বাধ্য হৈছে। জিলাখনৰ ভিতৰতে সাধাৰণতে বানপানী নোহোৱা আৰু তুলনামূলকভাৱে কম জনবসতিৰ তামুলপুৰ, নাগ্ৰীজুলি, ধমধমা, নমাটি, নলবাৰী টাউন, ঘগ্ৰাপাৰ আদিলৈ বৰভাগ অঞ্চলৰ মানুহে প্ৰব্ৰজন কৰিছিল। উল্লেখযোগ্য যে অসমৰ অন্য কিছুমান প্ৰধান ঠাইলৈও বৰভাগ অঞ্চলৰ পৰা জনপ্ৰব্ৰজন ঘটিছে। যথেষ্ট সংখ্যক বৰভাগৰ মানুহ থকা অসমৰ এনে কেইখনমান ঠাই হৈছে গুৱাহাটী, ৰঙিয়া, টংলা, মঙলদৈ, মাজবাট, তেজপুৰ, বিশ্বনাথ চাৰিআলি, ডিব্ৰুগড়, তিনিচুকীয়া আৰু ডুমডুমা। এইবোৰ ঠাইত বৰভাগৰ লোকসকলে গৈ নলবৰীয়া সংস্কৃতিৰ চকুত লগা ধৰণে প্ৰসাৰ ঘটাইছে। নলবাৰী জিলাৰ পৰা ঘটা জনপ্ৰব্ৰজনৰ কাৰণ, প্ৰক্ৰিয়া আৰু ফলাফল দৰাচলতে এটা উচ্চখাপৰ গৱেষণাৰ বিষয়।

নলবাৰী জিলাৰ অন্তৰ্গত প্ৰায়বোৰ ঠাইৰ পৰা অসমৰ বিভিন্ন জিলালৈ মানুহৰ প্ৰব্ৰজন ঘটিছে। ডাঙৰ নগৰৰ উপৰি সৰু সৰু নগৰ, বজাৰ কেন্দ্ৰ আৰু গ্ৰাম্য এলেকালৈও নলবাৰী জিলাৰ পৰা মানুহৰ প্ৰব্ৰজন ঘটিছে। প্ৰব্ৰজনকাৰী লোকসকল চৰকাৰী চাকৰিকে ধৰি প্ৰায় সকলো প্ৰকাৰৰ বৃত্তিত জড়িত হৈ আছে। বিশেষকৈ ক্ষুদ্ৰ ব্যৱসায়ী হিচাপে নলবাৰীৰ মানুহৰ সমগ্ৰ অসমতে সুনাম আছে। নলবাৰী জিলাৰ পৰা প্ৰধানকৈ কামৰূপ জিলাৰ গুৱাহাটীলৈ সৰ্বাধিক জনপ্ৰব্ৰজন ঘটিছে। জিলাখনৰ দুখন মাত্ৰ নগৰ- নলবাৰী আৰু টিহুৰ জনসংখ্যা বিশেষ নবঢ়াৰ গুৰিতে হৈছে গুৱাহাটী মহানগৰৰ শক্তিশালী আকৰ্ষণ।

## আৰ্থিক অৱস্থা-ব্যৱস্থা

অৰ্থনৈতিক দিশৰ পৰা নলবাৰী এক বৈশিষ্ট্য পূৰ্ণ জিলা। ইয়াৰ অৰ্থনীতিৰ বহু কথা অসমৰ অন্যান্য ঠাইৰ লগত নিমিলে। জনবসতি অতি ঘন হোৱাৰ বাবে গড় হিচাপত প্ৰতি পৰিয়ালৰে ভূমিৰ পৰিমাণ কম। বেছিভাগ পৰিয়ালৰে ভূমিৰ পৰিমাণ ১-২ হে''ৰৰ ভিতৰত। তদুপৰি প্ৰতিঘৰৰে ভূমিভাগ বিভিন্ন খণ্ডত বিভক্ত। ক্ষুদ্ৰ আৰু বিখণ্ডিত ভূমিগোটত (landholding) আধুনিক কৃষিপদ্ধতিৰ সুফল প্ৰয়োগ সম্ভৱ নহয়। আনহাতে বাৰী-বস্তি মাটিৰ পৰিমাণো তাকৰীয়া। প্ৰশস্ত বাৰী-বস্তি থকা পৰিয়াল সংখ্যাত তেনেই নগণ্য। মন কৰিবলগীয়া কথা যে জিলাখনৰ বেছিভাগ ঠাইতে মানুহে নিজৰ নিজৰ ক্ষুদ্ৰ বাৰীবোৰ যথেষ্ট পৰিমাণে উৎপাদনক্ষম কৰি ৰাখে। কিছুমান পৰিয়ালে কেৱল বাৰী-বস্তিৰ পৰা হোৱা আয়ৰ ওপৰতে জীৱিকা নিৰ্বাহ কৰে।

প্ৰাকৃতিক সম্পদ বুলিবলৈ মাটি পানী আৰু কিছু পৰিমাণৰ উদ্ভিদৰ বাহিৰে জিলাখনত অন্য কোনো মূল্যৱান সম্পদ নাই। এই অৰ্থত মাটিভাগৰ বহন-ক্ষমতা (carrying capacity) বৰ কম। সেয়ে কৃষিৰ পিছতে চৰকাৰী চাকৰি, ব্যৱসায়, বাণিজ্যত কৰ্মী লোকৰ অনুপাত বেছি। জিলাখনৰ মুঠ কৰ্মী লোকৰ প্ৰায় ৭০ শতাংশ কৃষি বা তাৰ সমপৰ্যায়ৰ কৰ্মৰ লগত জড়িত। খাতা, টিহু, পকোৱা, বাঁহজানী আৰু ধৰ্মপুৰ আদি অতি ঘন জনবসতিৰ মৌজাবোৰত চাকৰি - বাকৰি আৰু ব্যৱসায়-বাণিজ্যত নিযুক্ত লোকৰ সংখ্যা তুলনামূলকভাৱে বেছি। আনহাতে সঘনে বানপানী হোৱা উপৰ বৰভাগ আৰু পূব বনভাগ মৌজাতো এনে কৰ্মত নিযুক্ত লোকৰ সংখ্যা মন কৰিবলগীয়া।

জিলাখনত শিল্প উদ্যোগত নিয়োজিত কৰ্মীৰ অনুপাত যথেষ্ট কম (৬-৮ শতাংশ)। নলবাৰী জিলা উদ্যোগৰ ক্ষেত্ৰত ৰাজ্যৰ ভিতৰতে অন্যতম পিছপৰা জিলা। জিলাখনত পৰম্পৰাগত ঘৰুৱা শিল্পৰ বাহিৰে উল্লেখযোগ্য আধুনিক উদ্যোগ নাই বুলিবই পাৰি। সৰু-সুৰা উদ্যোগৰ ভিতৰত খাদ্য প্ৰস্তুতকাৰী শিল্প, বাঁহ-বেতৰ শিল্প, ৰাসায়নিক আৰু ঔষধ শিল্প, ছপাশাল আৰু বয়নশিল্পই প্ৰধান। এইখিনিতে উল্লেখযোগ্য যে অসমৰ বিভিন্ন ঠাইত নলবাৰী জিলাৰ মানুহে গৈ প্ৰতিষ্ঠা কৰা শিল্প বা ব্যৱসায় প্ৰতিষ্ঠানৰ সংখ্যা ভালদৰে হিচাপ কৰিলে হয়তো



তেনেই কম নহ'ব।

নলবাৰী জিলাৰ অৰ্থনীতিত পশুধনৰ ভূমিকা বিশেষভাৱে মন কৰিবলগীয়া। জিলাখনৰ মুঠ পোহনীয়া পশু-পক্ষীৰ ৮০ শতাংশৰো অধিক গৰু-ছাগলীয়ে নিৰ্ধাৰণ কৰে। গাহৰি পালন পূৰ্বৰ নলবাৰী জিলাৰ প্ৰধানকৈ উত্তৰ অঞ্চলতে সীমাবদ্ধ আছিল। পশুপালনৰ ক্ষেত্ৰত নলবাৰী জিলাত এটা বিশেষ পৰম্পৰাৰ প্ৰচলন দীৰ্ঘকাল ধৰি চলি আছিল। এই পৰম্পৰাক এক প্ৰকাৰৰ ঋতুপ্ৰবাস (transhumans) বুলি ক'ব পাৰি। জিলাখনৰ আৰ্থিক আৰু সাংস্কৃতিক অৱস্থাত এই পৰম্পৰাৰ ভূমিকা তেনেই নগণ্য নাছিল। অসমৰ অন্যান্য ঠাইৰ দৰে এই জিলাতো গ্ৰীষ্ম আৰু শীত কালত পশুপালনৰ ক্ষেত্ৰত বেলেগ বেলেগ সমস্যা আহি পৰে। বিশেষকৈ বাৰিষাকালত নৈপৰীয়া দ অঞ্চলবোৰত গৰু-ম'হ পালন অতি কষ্টকৰ হৈ পৰে। কিন্তু এই অঞ্চলবোৰত জনবসতি ঘন হোৱাৰ বাবে বছৰৰ সকলো সময়তে গাখীৰৰ চাহিদা অতি বেছি। এই চাহিদা পূৰণ কৰিবলৈ জিলাখনৰ দক্ষিণৰ বানাক্ৰান্ত অঞ্চলৰ পশুপালকসকলে নিজৰ নিজৰ গৰু-ম'হৰ জাকবোৰক বাৰিষাকালত উত্তৰ অঞ্চলৰ বানপানী নোহোৱা ঠাইবোৰলৈ নিয়ে। উত্তৰ বাস্কা, দক্ষিণ বাস্কা, মধ্য বাস্কা, পূব বাস্কা মৌজাৰ ঘাঁহনিৰে ভৰা ঠাইবোৰলৈ গৰু-ম'হবোৰ নি তাতে প্ৰতিপালন কৰি তাৰ পৰাই বাৰিষাৰ কেইমাহ প্ৰয়োজনীয় গাখীৰৰ যোগান ধৰে। ইয়াৰ কাৰণে উত্তৰৰ এইবোৰ মৌজাৰ মানুহৰ লগত জিলাখনৰ দক্ষিণৰ মৌজাবোৰৰ পশুপালকসকলে ভাল সম্পৰ্ক গঢ়ি তুলিছিল। বাৰিষা অতিবাহিত হোৱাৰ পাছত নৈৰ পানী কমি অহাৰ লগে লগে জিলাখনৰ দক্ষিণৰ প্লাৱন ভূমি অঞ্চলৰ ঘাঁহনিত চৰাবলৈ গৰু-ম'হৰ জাকবোৰ পশুপালক সকলে লৈ আহে। বছৰটোৰ ভিতৰত ঋতু অনুসৰি চাৰণভূমিৰ পৰিবৰ্তনৰ এনে পৰম্পৰা সৌ সিদিনালৈকে চলি আছিল। এই পৰম্পৰাই জিলাখনৰ ভোজকুছি, মাখিবাহা, নদলা আদি অঞ্চলক দুগ্ধজাত দ্ৰব্যৰ ক্ষেত্ৰত বিখ্যাত কৰি তুলিছিল। শেহতীয়াকৈ উত্তৰ অঞ্চলত চলা বড়ো আন্দোলন আৰু দক্ষিণৰ নৈপিৰীয়া অঞ্চলত জনবসতিৰ প্ৰসাৰৰ হেতু ঘাঁহনি ধ্বংসই জিলাখনৰ এই পৰম্পৰাক বিলুপ্তিৰ পথলৈ ঠেলি দিছে।

## সামৰণি

নলবাৰী জিলাৰ মুখ্য শক্তি হৈছে মানৱ সম্পদ। এহাতে ঘন জনবসতি আৰু আনহাতে প্ৰাকৃতিক সম্পদৰ অভাৱে জিলাখনৰ লোকসকলক জীয়াই থকাৰ খাতিৰত যিকোনো প্ৰত্যাহ্বানকে গ্ৰহণ কৰাৰ বাবে ঐতিহাসিকভাৱে প্ৰস্তুত কৰি আহিছে। ভূমি সম্পদৰ ক্ষেত্ৰতো দেখা যায় যে সমাজৰ প্ৰকৃত বিকাশ বাধাগ্ৰস্ত কৰিব পৰাকৈ জিলাখনত সংগঠিত ৰূপত ভূস্বামীৰ তেনে কোনো প্ৰভাৱ নাই। জিলাখনৰ গ্ৰাম্য জীৱনত সৌসিদিনালৈকে সামন্তবাদী চিন্তাধাৰাৰ প্ৰকট প্ৰভাৱ নাছিল বুলিবই পাৰি। সেয়ে আৰ্থিকভাৱে সচ্ছল নহলেও গ্ৰাম্য জীৱন দৈনন্দিন সাধাৰণ আনন্দকণৰ পৰা বঞ্চিত হোৱা নাছিল। তাৰ ফলতেই হয়তো আৰ্থিকভাৱে দুৰ্বল পৰিয়ালৰ পৰাও অৰ্হতাসম্পন্ন কিছু ভাল মানুহ ওলাই আহিবলৈ সক্ষম হৈছিল। সেইসকলৰ বেছিভাগেই নিজৰ নিজৰ গাঁও বা এলেকা আৰু বংশ পৰিয়ালৰ উন্নতিৰ হকে ত্যাগৰ মনোভাৱেৰে কিছু হলেও মূল্যৱান কাম কৰিছিল। জিলাখনৰ স্কুলীয়া শিক্ষাও আছিল অতি উন্নত মানৰ। ভাল ভাল শিক্ষকে উপাদেয় শিক্ষা সফলতাৰে প্ৰদান কৰি একোটা পিছপৰা এলেকাকো পোহৰৰ মুখ দেখুৱাবলৈ সক্ষম হৈছিল। অসমৰ অন্যান্য ঠাইতো নলবাৰীৰ শিক্ষকে গৈ ভাল শিক্ষা প্ৰদান কৰাৰ উদাহৰণ যথেষ্ট আছে। তদুপৰি পৰম্পৰাগত সংস্কৃত শিক্ষায়ো ইয়াৰ বহু দুৰ্বলতাৰ মাজতে সমাজখনক নৈতিক দিশত কিছু হলেও আগুৱাই নিয়াত সহায় কৰিছিল। কৃষি আৰু ঘৰুৱা শিল্প খণ্ডতো জিলাখনৰ ৰাইজে নিজৰ সামৰ্থ্য আৰু উদ্ভাৱনী প্ৰতিভা প্ৰদৰ্শন কৰিব পাৰিছিল। এই আটাইবোৰে গঞা ৰাইজক কৰ্মমুখী কৰাত প্ৰভূত অহিৰণা যোগাইছিল। সময়ৰ সোঁতত ইয়াৰ পৰিৱৰ্তন নঘটাকৈ থকা নাই। তথাপি নলবাৰী জিলাৰ মানৱ সম্পদ সাম্প্ৰতিক কালৰ আৰ্থ-সামাজিক উন্নয়নৰ প্ৰায় সকলো খণ্ডৰ বাবে কম-বেছি পৰিমাণে আজিও উপযোগী। এই মানৱ সম্পদৰ উপযুক্ত আৰু পূৰ্ণাংগ ব্যৱহাৰ সফল কৰিব তুলিব পাৰিলে জিলাখনৰ লগতে আমাৰ সমস্যাবহুল ৰাজ্যখনো বহু পৰিমাণে উপকৃত হ'ব বুলি আমাৰ বিশ্বাস।

# নলবাৰী অঞ্চলৰ সাংস্কৃতিক পৰম্পৰা ঃ এটি অধ্যয়ন

হৰেন্দ্ৰ নাথ শৰ্মা

নলবাৰী জিলা ভিন ভিন জাতি, উপ-জাতি আৰু সম্প্ৰদায়ৰ লোকৰ বসতিস্থল। হিন্দু, মুছলমান, বড়ো-কছাৰী, চাওতাল আৰু অন্যান্য ঠাইৰ পৰা কম-বেছি পৰিমাণে অহা মাৰোৱাৰী, বিহাৰী, নেপালী, বঙালী আদি বিভিন্ন লোকেই প্ৰাচীন কালৰে পৰা নলবাৰী জিলাত বাস কৰি আহিছে। এনেবোৰ লোকেৰে গঢ়ি উঠিছে নলবাৰীৰ সমাজ। এনে বিভিন্ন লোকৰ সাংস্কৃতিক সমন্বয়ত গঢ়ি উঠিছে নলবাৰী অঞ্চলৰ সাংস্কৃতিক ৰূপৰেখা। ভিন ভিন মানৱ গোষ্ঠীৰ জাতিগত সংমিশ্ৰণ নাইবা একেখন ঠাইতে একেলগে বসবাস কৰি থকাত পাৰস্পৰিক মিলা-মিছা আৰু আদান-প্ৰদানৰ ফলত নিজ নিজ ধৰ্ম, চিন্তা-ধাৰা, আচাৰ-ব্যৱহাৰ, উৎসৱ-পাৰ্বন সকলো ক্ষেত্ৰতে এৰা-ধৰা গ্ৰহণ বৰ্জনৰ মনোভাৱৰ বাবে সেই লোকসকলৰ মাজত সৃষ্টি হোৱা সাংস্কৃতিক ৰূপটোৰে সমন্বয়ৰ সংস্কৃতি ৰূপে দেখা দিয়ে। নলবাৰী অঞ্চলৰ সংস্কৃতিও ভালেখিনি সংমিশ্ৰিত সংস্কৃতি।

সংস্কৃতি বুলিলে কোনো এটা জাতি বা জনগোষ্ঠীৰ মাজত দীৰ্ঘ কাল ধৰি ভাষা, সাহিত্য, শিল্পী-কলা অনুষ্ঠান, চিন্তা-চৰ্চা, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, উৎসৱ-পাৰ্বন, জ্ঞান, ধৰ্ম, শিক্ষা, আদৰ্শৰ মাজেৰে গঢ় লৈ উঠা সুন্দৰ ৰূপটোকে বুজিব লাগিব। কৰ্ষণৰ ফলত সৃষ্টি হোৱা উপাদানেই সৃষ্টি। সংস্কৃতিৰ লগত কিন্তু সংস্কাৰৰ কথাও জড়িত থাকে। 'বিভিন্ন সংস্কাৰৰ মাধ্যমত জীৱনত লাভ কৰা উৎকৰ্ষিত অৱস্থাৰ আন নাম সংস্কৃতি।'[১] কোনো কোনো পাশ্চাত্য পণ্ডিতৰ মতে আকৌ 'মানৱ প্ৰকৃতিৰ উৎকৰ্ষ সাধনেই, মানৱৰ নৈতিক আধ্যাত্মিক আৰু বৌদ্ধিক বিকাশেই সংস্কৃতি।'[২] সংস্কৃতিৰ সৃষ্টি হয় মানুহৰ মনৰ কৰ্ষণৰ ফলত। বিভিন্ন কৰ্ম বা শিল্পী কৰ্ম মানুহৰ মনৰ কৰ্ষণৰ ফল মাথোন। কিন্তু কৰ্ম বা শিল্প কৰ্ম মাত্ৰকে সংস্কৃতি বুলি ক'ব নোৱাৰি। 'যি শিল্প কৰ্মত সম্যক সৃজনশীলতা আছে, সৌন্দৰ্য আছে, মানৱতা আছে, সিয়ে সংস্কৃতি।'[৩] ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ ভাষাত 'যি কথাই, যি কামে, যি চিন্তাই, যি প্ৰচেষ্টাই মানুহক আৰু মানুহৰ বাস্তৱ জীৱনক সুন্দৰ আৰু মহান কৰে, মানুহক বৰ্বৰ প্ৰকৃতিৰ পৰা, মানুহক তাৰ আদিম-পৰিবেশৰ পৰা তুলি নি দিব্য প্ৰকৃতি দিয়ে, এই পৃথিৱীৰ বাস্তৱ জীৱন ধুনীয়া কৰি মানুহক মানুহ জীৱনৰ সুখ-শান্তিত আৰু আনন্দ পাবলৈ যোগান ধৰি আনন্দৰ পৰা আনন্দলৈ লৈ যায় সিয়েই হৈছে সংস্কৃতি।'[৪] সংস্কৃতি একো একোখন সমাজৰ ভাব-চিন্তা, ৰুচি আৰু মনৰ পৰিচায়ক।

সংস্কৃতিৰ প্ৰধানকৈ ভাগ তিনিটা — ' অভিজাত সংস্কৃতি, লোক-সংস্কৃতি আৰু জনজাতীয় সংস্কৃতি।'[৫] অভিজাত সংস্কৃতি বুলিলে সাক্ষৰ, নগৰীয়া সমাজৰ উচ্চ স্তৰৰ সংস্কৃতিকে বুজায়। ভাৰতীয় শাস্ত্ৰীয় সংস্কৃতিক অভিজাত



সংস্কৃতি বুলি কোৱা হৈছে। জনজাতীয় সংস্কৃতি হ'ল অভিজাত বা লোক-সংস্কৃতিৰ প্ৰভাৱহীন এটা গোটৰ স্বয়ং সম্পূৰ্ণ অক্ষত সংস্কৃতি।[৬] জনজাতি বুলিলে এনে এটা বৃহৎ গোটক বুজিব লাগিব 'যিটো গোটৰ সকলো মানুহে সাধাৰণতে একেখন ঠাইতে থাকে, একে ভাষা কয়, তেওঁলোকৰ জীৱন যাত্ৰাৰ প্ৰণালীও একে ধৰণৰ।'[৭] লোক-সংস্কৃতিৰ উদ্ভৱ বিকাশ হয় লোক সমাজক কেন্দ্ৰ কৰি। নগৰীয়া সমাজৰ প্ৰভাৱমুক্ত নাইবা নগৰ সৃষ্টিৰ আগৰ সমাজেই লোক সমাজ। কোনো লোক সমাজত প্ৰাচীন কালৰ পৰা চলি অহা উৎসৱ অনুষ্ঠান, আচাৰ-বিচাৰ, ৰীতি-নীতি, বিশ্বাস, সাধুকথা, গীত, নাট খেলা-ধূলা আদি সকলোকে লোক-সংস্কৃতিয়ে বৰঘৰ লৈ বৰঙণি যোগাই আহিছে, সেইদৰে অঞ্চলবাসীসকলৰ অকৃত্ৰিম সহজ-সৰল মন আৰু উচ্চ ভাৱৰ পৰিচয়ো দাঙি ধৰিছে।

অতি প্ৰাচীন কালৰে পৰা নলবাৰী অঞ্চলৰ লোক-গীতৰ প্ৰচলন আৰু চৰ্চা হৈ আহিছে। অনুষ্ঠানমূলক লোকগীতৰ সংখ্যাই বেছি, সিবোৰৰো কিছুমান ভক্তি প্ৰধান আৰু কিছুমান ভক্তি নিৰপেক্ষ।[৮] আখ্যানমূলক[৯] গীতৰ প্ৰচলন খুবেই কম। কৰ্ম বিষয়ক[১০] আৰু জুনা বা ধেমেলীয়া গীতৰ[১১] উপৰি দুই-এটা বিবিধ বিষয়ক গীতৰো প্ৰচলন দেখা যায়। ভক্তি প্ৰধান অনুষ্ঠানমূলক গীতত শাক্ত, শৈৱ আৰু বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ লক্ষণীয়। আকৌ, ভক্তি নিৰপেক্ষ বিয়া গীতবোৰত আছে এফালে নাৰী হৃদয়ৰ আশা-আকাংক্ষা, সহজ-সৰল কল্পনা, দাম্পত্য জীৱনৰ মধুৰ আদৰ্শ আৰু আনফালে হৰ-পাৰ্বতী, কৃষ্ণ-ৰুক্মিণী, উষা-অনিৰুদ্ধ, ৰাম-সীতা প্ৰভৃতি পুৰাণ প্ৰসিদ্ধ চৰিত্ৰৰ দাম্পত্য জীৱন আদৰ্শৰ প্ৰতি অভীপ্সিত স্বপ্ন। বিয়া উপলক্ষে গোৱা শ্ৰাদ্ধাদিৰ গীতবোৰক অৱশ্যে ভক্তি-নিৰপেক্ষ বুলিব নোৱাৰি - সেইবোৰ ভক্তি ভাবাপন্ন। সেইদৰে, দেহ-বিচাৰৰ গীতবোৰ জীৱনৰ অস্থায়িত্ব ঐকান্তিক গুৰু-ভক্তি আৰু ঈশ্বৰ বিশ্বাসেৰে পৰিপূৰ্ণ। কৰ্ম প্ৰেৰণাৰ সঞ্চাৰ, আনন্দানুভৱ আৰু শ্ৰম লাঘৱৰ অৰ্থে যে কৰ্ম বিষয়ক গীতবোৰৰ সৃষ্টি হৈছিল তাক সহজেই উপলব্ধি কৰিব পাৰি। আখ্যানমূলক বাৰমাহী গীতত আছে প্ৰকৃতিৰ ৰূপ-মাধুৰ্য আৰু তাৰ প্ৰভাৱৰেৰে স্বামীৰ অনুপস্থিতিত বিৰহী প্ৰেমিকাৰ হৃদয়ত কৰা ক্ৰিয়াৰ বৰ্ণনা।লোক-গীতসমূহৰ উপৰি নলবাৰী অঞ্চলত কীৰ্তন, নামঘোষা, মহাভাৰত, ৰামায়ণৰ পদ-গোৱা বহুতো থিয় নাম, দিহানাম, পালনাম, আয়তীৰ নাম, নাগৰা নাম আৰু বৰগীত গোৱা দল আছে। এইবোৰৰ পৰা অঞ্চলবাসী লোকৰ ধাৰ্মিক, সামাজিক, মনস্তাত্ত্বিক, বিষয়াসমূহৰ উপৰি মনোজগত আৰু জীৱন যাপনৰ আদৰ্শৰ কথা উপলব্ধি কৰিব পাৰি।

পুতলা নাচ, ওজাপালি আৰু ঢুলীয়াৰ ভাও নলবাৰী অঞ্চলৰ অতি পুৰণি লোকৰঞ্জন সাংস্কৃতিক অনুষ্ঠান। নৃত্য, গীত আৰু অভিনয় কম -বেছি পৰিমাণে এই তিনিওটা কলাৰে সমন্বয়ত এই সাংস্কৃতিক অনুষ্ঠানকেইটা গঢ়ি উঠিছিল। জাগাৰাৰ বাঞ্ছাৰাম শীলে অঞ্চলটোত পোনতে পুতলা নাচৰ প্ৰৱৰ্তন কৰে বুলি জনা যায়। বৰ্তমান পুতলা নাচৰ প্ৰচলন নোহোৱা হৈছে যদিও দুটা এটা দলে ইয়াৰ পৰম্পৰা ৰক্ষা কৰি আজিও আছে।[১২] বিয়াহৰ ওজা (ব্যাসদেৱৰ মহাভাৰতৰ পদ-গোৱা ওজা), ৰাইমন বা ভাইৰা (ৰামায়ণৰ পদ গোৱা বা ভাৰৰীয়া ওজা), সুকনান্নী (সুকবি নাৰায়ণ দেৱৰ পদ গোৱা ওজা) আৰু বৈষ্ণৱী ওজা (বৈষ্ণৱ গুৰুৰ পদ গোৱা ওজা) এই চাৰি ধৰণৰ ওজাপালিৰ দল নলবাৰী অঞ্চলত গঠিত হৈ আহিছে। পুৰুষ, মহিলা উভয়ৰে ওজাপালিৰ দল আছে। মুছলমান ওজাপালিৰ দল থকাৰো কথা জনা যায়। বড়ো ওজাপালিৰ দলো আছে।[১৩] ভালেমান দলে এতিয়াও ওজাপালি নৃত্য পৰিবেশন কৰি সমাদৃত হৈ আছে। ওজাপালিৰ লগত অনুষ্ঠিত দেওধা, দেওধনি নৃত্যও জনপ্ৰিয় সাংস্কৃতিক অনুষ্ঠান। নলবাৰী অঞ্চলৰ ভালেমান ঢুলীয়াৰ দলে খৰ, কুস্তি, ভাও প্ৰদৰ্শন কৰি সমাদৰ লাভ কৰিছিল। সমাজৰ ৰুচিবোধৰ পৰিবৰ্তনৰ লগে লগে ঢুলীয়াৰ সমাদৰ কমি অহাত ঢুলীয়াৰ দল হ্ৰাস পাব লাগিছে।[১৪] পুতুলা নাচ, ওজাপালি, ঢুলীয়াৰ ভাও আদি অনুষ্ঠানৰ গইনা লৈ শংকৰদেৱে অংকীয়া নাট ৰচনা কৰিছিল। নলবাৰী অঞ্চলত অৱশ্যে অংকীয়া ভাওনাৰ প্ৰচলন কম। উল্লিখিত সাংস্কৃতিক অনুষ্ঠানসমূহে অভিনয় কলা চৰ্চাত অপৰিমেয় বৰঙণি যোগাই আহিছে।

নলবাৰী অঞ্চলত আধুনিক নাট্যাভিনয়ৰ আগতে বিভিন্ন গাঁৱত সংগঠিত আন এটা বিশিষ্ট নাট্যানুষ্ঠান হ'ল খুলীয়া বা বায়নৰ দল।[১৫] বায়নৰ দলৰ অভিনয়ৰ সমাজত বৰ প্ৰতিপত্তি আছিল। কিন্তু বঙালী যাত্ৰা পাৰ্টিৰ দলবোৰ যেতিয়া আহি পাশ্চাত্য আৰ্হিত অভিনয় কৰিবলৈ ধৰিলে, মানুহ তাৰ প্ৰতি আকৃষ্ট হ'ল। ফলত যাত্ৰা পাৰ্টিৰ দল গঠন হ'বলৈ ধৰিলে আৰু খুলীয়া বায়নৰ দলো যাত্ৰা পাৰ্টিলৈ ৰূপান্তৰিত হ'ল। প্ৰথমে বৰ্তমান নলবাৰী নগৰৰ বুকুত গঢ়ি উঠা আনন্দময়ী অপেৰা পাৰ্টিৰ পৰা আৰম্ভ কৰি ভ্ৰাম্যমাণ থিয়েটাৰৰ দলৰ আগলৈকে মাজৰ কালছোৱাৰ ভালেমান যাত্ৰা পাৰ্টিৰ দলে আধুনিক নাট্যকলা চৰ্চাত বৰঙণি যোগাইছিল।[১৬]

আধুনিক কলা-কৌশলেৰে অভিনয় জগতত অভূতপূৰ্ব পৰিবৰ্তন আনিবলৈ সম্প্ৰতি ভ্ৰাম্যমাণ থিয়েটাৰৰ দলসমূহৰ বহুতেই সমৰ্থ হৈছে। পাঠশালাৰ নটৰাজ থিয়েটাৰৰ জন্মৰ পিচতেই নলবাৰী অঞ্চলত কেইবাটাও ভ্ৰাম্যমাণ থিয়েটাৰৰ দল গঠিত হয় আৰু সেইবোৰৰ ভিতৰত দুটা এটা দল নিষ্ক্ৰিয় হ'লেও বা স্থায়ী হ'ব নোৱাৰিলেও বাকীবোৰে দৰ্শকৰ মাজত সমাদৰ আজিও লাভ কৰি আছে।[১৭] নাট্য বা থিয়েটাৰৰ দলবোৰৰ উপৰি নলবাৰীৰ স্থায়ী মঞ্চসমূহৰ পিছত চান্দকুছি, পূব বাঁহকাৰী, ককয়া, বৰকুৰা আদি গাঁৱত গঢ়ি উঠা স্থায়ী মঞ্চয়ো নাট্য কলা চৰ্চাত বৰঙণি যোগাই আহিছে।

সনাতন হিন্দু ধৰ্মৰ শৈৱ, শাক্ত আৰু বৈষ্ণৱ সম্প্ৰদায়ৰ মঠ, মন্দিৰ সত্ৰ সচং, নামঘৰ, থান ; ইছলাম ধৰ্মৰ দৰগাহ, মছজিদ; বৌদ্ধ ধৰ্মৰ বৌদ্ধ মন্দিৰ আৰু খ্ৰীষ্টান ধৰ্মানুষ্ঠানে নলবাৰী অঞ্চলৰ লোকসকলৰ ধৰ্ম-প্ৰীতিৰ স্বাক্ষৰ বহন কৰি আহিছে।[১৮] মঠ-মন্দিৰবোৰে নলবাৰী অঞ্চলৰ লোকৰ স্থপতি-কলা চৰ্চা বা তাৰ প্ৰতি অনুৰাগৰ চিনাকি দিছে। এনেবোৰ পীঠ-স্থানক কেন্দ্ৰ কৰিয়েই আৰু পীঠ-স্থানৰ বাহিৰৰ অন্যান্য ঠাইতো শিৱ, দুৰ্গা, জগদ্ধাত্ৰী, কালী, মনসা (মাৰৈ), লক্ষ্মী, সৰস্বতী, বিশ্বকৰ্মা পূজা আদিৰ প্ৰচলন হৈ আহিছে। পুৰণি কালতে এই নলবাৰী অঞ্চলত বৈষ্ণৱ ধৰ্মৰ প্ৰচলন থকা বুলি বালিলেচাৰ বিষ্ণুদ'লৰ স্মৃতি চিহ্নৰ পৰা অনুমান কৰিব পাৰি। শংকৰদেৱৰ দিনত অঞ্চলটোত একশৰণ নামধৰ্ম চৰ্চা হ'বলৈ ধৰে। শংকৰদেৱ, দামোদৰদেৱ আৰু হৰিদেৱী সত্ৰ, কীৰ্তনঘৰ

আদি অঞ্চলটোত নানান ধৰ্ম চৰ্চাৰ সামূহিক কেন্দ্ৰ গঢ়ি উঠে। নলবাৰীত কেইবাখনো চৈতন্য দেৱী সত্ৰ আছে। গাঁৱে গাঁৱে নামঘৰ কীৰ্তনঘৰ, মছজিদ আদি নিৰ্মিত হৈছে । তদুপৰি জনজাতীয়সকলৰ ভালেমান পূজা অনুষ্ঠান, উৎসৱ স্থান, জৈন ধৰ্মাৱলম্বীসকলৰ জৈন মন্দিৰ, বৌদ্ধ ধৰ্মাৱলম্বী লোকৰ বৌদ্ধ মন্দিৰো আছে। এইবোৰৰ গইনা লৈ নানান সাংস্কৃতিক উৎসৱ অনুষ্ঠান, সেৱা অনুষ্ঠান, গাঁৱলীয়া সভা উদ্‌যাপিত হৈ আহিছে।[১৯] নলবাৰী অঞ্চলৰ সাংস্কৃতিক চৰ্চাত ইবোৰৰ বৰঙণি কম নহয়।

ডাংপোতা, গোচ লোৱা, গোচ উঠা, আগ অনা বা লখিমী আদৰা, ন-খোৱা প্ৰভৃতি কৃষিৰ লগত সম্পৰ্ক থকা উৎসৱ গাঁৱে গাঁৱে পালন কৰি আহিছে। ৰঙালী (বহাগ) বিহু, কঙালী (কাতি) বিহু, ভোগালী (মাঘ) বিহু আৰু ব'হাগী উৎসৱ আদিৰ যোগেদি কৰা সাংস্কৃতিক গীত-মাতৰ চৰ্চাই অঞ্চলটোত সুকুমাৰ কলা-চৰ্চাৰ পৰিধি বৃদ্ধি কৰিছে। অন্যান্য উৎসৱ, — ভঠেলি, ম'হহো, পচতি, বিবাহ, ভেকুলীৰ বিয়া, মুছলমান সকলৰ— উৰুচ, ফাতেহা- ই-দোৱাজ-দাহম, ঈদুজ্জোহা, ঈদ-উল ফিৎৰ, মহৰম আদি উৎসৱ নলবাৰী অঞ্চলত উদ্‌যাপিত হৈ আহিছে। জনজাতীয় বড়ো-কছাৰীসকলৰ মাজত বীৰ মানী পূজা, বাথৌ পূজা, জাল পুতুলি হাবা, মাৰাই পূজা, খেৰাই উৎসৱ, বাম্বোলপিতা আদি পূজা অনুষ্ঠান, চাওঁতালসকলৰ চহৰাই, দাচাই উৎসৱ, চাহ বাগিচাৰ বনুৱাৰ কৰম পূজা, ঝুমুইৰ নৃত্য আদি অনুষ্ঠান প্ৰচলিত হৈ আছে। নলবাৰীৰ সামগ্ৰিক সাংস্কৃতিক ৰূপ পৰিগ্ৰহণত এইবোৰৰ অৱদান অনস্বীকাৰ্য।

সংস্কৃতিৰ আন এটা দিশ সাহিত্য চৰ্চাত নলবাৰী অগ্ৰগণী, সেই কথাৰ ব্যাখ্যা নিষ্প্ৰয়োজন। বৈষ্ণৱ যুগৰ পৰা বৰ্তমানলৈকে নিৰৱচ্ছিন্নভাৱে সাহিত্য-চৰ্চাৰ প্ৰৱাহ চলি আহিছে। সাহিত্য বিষয়ক সংগঠন- জিলা সভা, পৰিষদ, শাখা সভা, সংঘ-গোষ্ঠী চ'ৰা আদি অনুষ্ঠান, স্কুল-কলেজীয়া আৰু অন্যান্য আলোচনী, আলোচনা চক্ৰ আদিৰ যোগেদি সাহিত্য-সংস্কৃতি বিষয়ক আলোচনা-বিলোচনা চলি আছে। সেইদৰে অঞ্চলত প্ৰতিষ্ঠিত ভালেমান অনুষ্ঠান-প্ৰতিষ্ঠানৰ যোগেদি সংগীত, নাট, বাদ্য, চিত্ৰকলা প্ৰভৃতিৰ চৰ্চা কলা আছে। খেল-ধেমালিৰ বেলিকা লাঠি খেল, যাঠিখেল, ওলোটাখৰ, চকাখৰ, দৌৰ মৰা, বাঁহত তেল দি-উঠা, কানিমুনি খেল, হাউখেল, ঢোপখেল, নাৰিকল খেল, সৰু ল'ৰাৰ একৈয়া খেল, কচুগুটি খেল, বোকা খেল, দৰা-কইনাৰ টেমি কটাৰী সলোৱা খেল আদিৰ প্ৰচলন থকাৰ কথা জনা যায়। কোনো জাতি বা সমাজৰ লোকসকলৰ শক্তি সামৰ্থ্য, বুদ্ধি-বৃত্তি, কৌশল, বিশ্বাস, চিন্তা-চৰ্চাৰ পৰিচয় পাব পৰা আৰু শাৰীৰিক, মানসিক উৎকৰ্ষৰ নিদৰ্শন স্বৰূপে এইবোৰৰো সাংস্কৃতিক মূল্য আছে। শিল্পকলাৰ যোগেদিও সাংস্কৃতিক স্বৰূপ উপলব্ধি কৰিব পাৰি। নলবাৰী অঞ্চলত ডাঙৰ বা সৰুৱে হওক যান্ত্ৰিক শিল্পানুষ্ঠান এতিয়াও গা কৰি উঠা নাই বুলিব পাৰি। তাঁত-শিল্প, জাপি-শিল্প, মৃৎ শিল্প, বাঁহ-বেতৰ কাম আদি কুটীৰ শিল্পত নলবাৰী অঞ্চল চহকী।

অৰ্থনৈতিক সংকটত জুৰুলা হ'লেও, পাশ্চাত্য প্ৰভাৱে আৱৰি ধৰিলেও, গভীৰভাৱে অনুধাৱন কৰিলে বুজিব পাৰি যে বিভিন্ন জাতি আৰু সম্প্ৰদায়ৰ লোকেৰে পৰিপূৰ্ণ নলবাৰী অঞ্চলৰ সংস্কৃতি, নানান সাংস্কৃতিক সকলৰ যোগ-বিয়োগৰ দ্বাৰা নিজ অস্তিত্ব ৰক্ষা কৰি বৈচিত্ৰ্যৰ মাজৰো ঐক্য সাধনৰ বৈশিষ্ট্য দেখুৱাব পাৰিছে। নলবাৰী অঞ্চলৰ প্ৰাচীন সংস্কৃতি আছিল গাঁওমুখী— প্ৰধানকৈ কৃষি-সংস্কৃতি। দিনক-দিনে ইয়াৰ পৰিৱৰ্তন হৈ আহিব লাগিছে। শিক্ষা, নগৰীকৰণ, উদ্যোগীকৰণ, সমন্বয়, অৰ্থনৈতিক আদি কাৰণত আন আন ঠাইৰ দৰে নলবাৰী অঞ্চলৰ সংস্কৃতিৰ কোনো কোনো ক্ষেত্ৰত পৰিৱৰ্তন হৈছে, হ'বলৈ ধৰিছে নাইবা লোপ পাবলৈ ধৰিছে। পাশ্চাত্য শিক্ষাৰ সম্প্ৰসাৰণ, জ্ঞান,অভিজ্ঞতা লাভ, অৰ্থনৈতিক প্ৰভৃতি কাৰণত ধৰ্মীয় আচাৰ-নীতি, ব্যৱহাৰ্য বয়-বস্তুৰ প্ৰতি পূৰ্বৰ বিশ্বাস কমি আহিবলৈ ধৰাত ধৰ্মক লৈ সৃষ্টি হোৱা সাংস্কৃতিক ৰূপৰো পৰিৱৰ্তন হ'বলৈ ধৰিছে। অঞ্চলটোত সৰু-বৰ নগৰ গঢ় লৈ উঠাত তাৰ প্ৰতি মানুহৰ আকৰ্ষণবশতঃ আগৰ কৃষিমুখী জীৱনতকৈ পৰমুখাপেক্ষী চাকৰিয়াল আৰু বজাৰ নিৰ্ভৰ জীৱনৰ প্ৰতি আগ্ৰহ; নগৰীয়া সহজলভ্য আহিলা-পাতি ৰীতি-নীতিৰ প্ৰচলনত, পুৰণি আহিলা-পাতি, ৰীতি-নীতিৰ প্ৰতি অনীহা ক্ৰমাৎ বাঢ়ি আহিছে। গেছ বা কেৰাচিন তেলৰ ষ্টোভ যি গতিত ব্যৱহাৰ হবলৈ ধৰিছে, কিছুবছৰ পিছত চৌকা বা আখা হয়তো নোহোৱা হব। ষ্টোভত য'তে-ত'তে ৰান্ধিব পৰা ব্যৱস্থাই এদিন ৰান্ধনীশাল বা ৰান্ধনী ঘৰো নোহোৱা কৰিব। এলুমিনিয়াম, ষ্টেইনলেচ ষ্টীল, লো প্ৰভৃতিৰ পাত্ৰই মাটিৰ ৰন্ধা পাত্ৰকে ধৰি অন্যান্য ব্যৱহাৰ্য পাত্ৰ অপসাৰণ কৰিছেই। সেইদৰে ধান বনা উদ্যোগ স্থাপনৰ ফলত ঢেঁকীৰ শব্দ স্তব্ধ হ'বলৈ ধৰিছে, অৰ্থনৈতিক কাৰণে আৰু পিন্ধা-উৰাৰ ৰুচিবোধৰ পৰিৱৰ্তনৰ হেতু বাহিৰৰ মিলৰ ৰং-চঙীয়া কাপোৰে মাকোৰ শব্দ বন্ধ কৰিবলৈ ধৰিছে। বিয়া-বিহুত লাৰু, জিলাপী, দৈ-চিৰা, পিঠা-পনা, জলপানৰ ঠাই কেক, চপ্ , চম্ চম, পোলাও, ড্ৰাই-প্লেট আদিয়ে দখল কৰিবলৈ লৈছে। নলবাৰী অঞ্চলত নাগাৰা নাম বৰ সৰবৰহী। প্ৰাচীন কালৰে পৰা নাগাৰা নামৰ দিহা-পদ, ৰামায়ণ, মহাভাৰত, কীৰ্তন-ঘোষা প্ৰভৃতি গ্ৰন্থৰ পৰা লোৱা হৈছিল আৰু ইয়াৰ পৰিৱেশনৰ ৰীতি আছিল এক গাম্ভীৰ্যপূৰ্ণ। এতিয়া বৰ্তমানৰ ব্যক্তি বা ঘটনাক লৈও দিহা-পদ ৰচিত হৈছে। সেইদৰে বাদ্য-বাজনাৰ ক্ষেত্ৰত ভোৰতাল, নাগৰাৰ উপৰি অন্যান্য বাদ্য-যন্ত্ৰও ব্যৱহাৰ কৰা হৈছে। পূৰ্বৰ গাম্ভীৰ্যপূৰ্ণ সুৰৰ ঠাইত বিয়া-গীত, বিহুগীতৰ সুৰো সংযোজিত হৈছে। সেইদৰে সংলাপ কথন, অভিনয় প্ৰদৰ্শনো নাগাৰা নামত দেখিবলৈ পোৱা গৈছে। পূৰ্বৰ ভক্তিপৰায়ণ নাগাৰা নাম অনুষ্ঠান এতিয়া আমোদজনক অনুষ্ঠানলৈ ৰূপান্তৰিত হ'বলৈ ধৰিছে। জনজীৱনৰ ধ্যান-ধাৰণা, চিন্তা, ৰুচিৰ পৰিৱৰ্তন, নাগাৰা নামৰ পূৰ্বৰ সাংস্কৃতিক ৰূপৰ পৰিৱৰ্তন সাধনৰ মূল কাৰণ। সংস্কৃতি স্থবিৰ নহয়, পৰিৱৰ্তনশীল। জীৱনৰ পৰিপুষ্টি সাধনৰ সমল যোগাই সুন্দৰ জীৱন যাপনত সহায়ক হোৱা পৰিৱৰ্তিত বা নকৈ গঢ় লোৱা সংস্কৃতি সদায় আদৰণীয়। যুগোপযোগী জীৱন গঢ়াৰ ক্ষেত্ৰত অন্ধ-অনুকৰণ, অপ্ৰয়োজনীয় বিশ্বাস, পৰম্পৰাক পৰিহাৰ কৰাত দ্বিমত থাকিব নোৱাৰে। কিন্তু জন-জীৱনৰ কৰ্ম, চিন্তা-চৰ্চাৰ ফল-সংস্কৃতিৰ যিবোৰ উপাদানৰ বুকুত সৰলতা, উদাৰতা, একতা, মানৱতা আৰু সুন্দৰ, সুঠাম কৰ্মঠ সামাজিক মানৱীয় জীৱন গঢ়াৰ গুণ নিহিত আছে সেইবোৰক পৰিহাৰ কৰা নিৰৰ্থক।

১, ৩ ঃ অসমৰ সংস্কৃতি, ডঃ লীলা গগৈ (পৃঃ ৮)

২, ৫, ৬ ঃ অসমীয়া লোক - সংস্কৃতিৰ আভাস, ডঃ নবীন চন্দ্ৰ শৰ্মা (পৃঃ২৭/৩৫/৩৭)

৪ঃ জ্যোতি ধাৰা ঃ জ্যোতিপ্ৰসাদ আগৰৱালা।

৭ঃ বিবিধ মানৱ ঃ ডঃ ভুবন মোহন দাস (পৃঃ ১১০)

৮ঃ অনুষ্ঠানমূলক গীত ঃ (ক) ভক্তি নিৰপেক্ষ — বিয়া গীত, তোলনী বিয়াৰ গীত, পুহন বিয়াৰ গীত, ভেকুলী বিয়াৰ গীত, ম'হ-খেদা গীত, বাম্বোল পিটা গীত, দেহ-বিচাৰৰ গীত, ভঠেলিৰ গীত; (খ) ভক্তি প্ৰধান গীত— আসনপতা নাম, আইনাম, তুলসীৰ গুৰিত গোৱা নাম, অপেচৰাৰ নাম, আউলা পূজাৰ নাম, পদ্মাৱতী মনসাৰ গীত, জগন্নাথৰ নাম, লক্ষীৰ নাম, দেৱীৰ নাম, সুবচনীৰ নাম, শিৱৰ নাম, উপনয়নৰ গীত।

৯ঃ আখ্যানমূলক গীত — বাৰমাহী গীত।

১০ঃ কৰ্ম বিষয়ক গীত — গৰখীয়াৰ, পচলাৰ, শস্যৰ, বৰশীৰোৱা, হালবোৱা, হাউখেলাৰ, ঢেঁকেলি পিঠাৰ, নাওখেলাৰ গীত।

১১ ঃ জুনা বা ধেমেলীয়া গীত — বানপানীৰ, চাহ পুৰাণৰ, তামোল চোৰৰ, বেলগা পুৰাণৰ প্ৰভৃতি গীত।

১২ ঃ পুতলা নাচৰ দল — মোহখলি, শিমেলবাৰী, চান্দকুছি, মালিকুছি, জাপাৰকুছিৰ ফুলবাৰী দল আদি।

১৩ ঃ ওজাপালিৰ দল ঃ — বেলশৰ, আলগা, মাখিবাহা, জানিগোগ, ধনতলা, বুঢ়ীনগৰ, গন্ধিয়া, মৈৰাদঙা, তিলানা, বৰ আজৰা, কৈহাটী, গামাৰিমুৰী, জাগাৰা, নলবাৰী চ'ক বজাৰ, ককয়া, মুলাৰকুছি, সৰিয়হ তলী,মৰোৱা, উলাবৰী, ধুৰকুছি, টিহু প্ৰভৃতি গাঁৱৰ ওজাৰ দল।

আপী ওজাৰ দল — জাপাৰকুছি, চৰিয়া, উলাবাৰী, দৌলাশাল আদি গাঁৱৰ ।

বড়ো ওজাৰ দল — মদাৰবাৰীৰ ওজাৰ দল।

১৪ঃ ঢুলীয়াৰ দল — অগ্নিশালা, নাৰপাৰা, বালিলেছা, ৰৌমাৰী, জাগাৰা, বৰ্ণি, বনগাঁও, বৰখলা, নামখলা, উলাবৰী, জোৰাৰ্দ্দি, গোবৰাদল প্ৰভৃতি গাঁৱত।

১৫ঃ বায়নৰ দল — মৰোৱা, শিমেলবাৰী, বনগাঁও, জাগাৰা, বলোৱা, তৰমথা, সন্ধা, জাপাৰকুছি, কদমতল, পাইকাৰকুছি চেনিকুছি, সাহপুৰ, সাগৰকুছি, খাটিকুছি, বালিলেছা, দলুৱা, দাগাপাৰা, বুঢ়ীনগৰ, বানেকুছি আদি গাঁৱত।

১৬ ঃ যাত্ৰা পাৰ্টিৰ দল — পিপেলবাৰী, বলোৱা, মৰোৱা, মুগকুছি, শিমেলবাৰী নাট্য সমিতি, বৰখলাৰ শ্ৰীশ্ৰী লক্ষ্মী নাৰায়ণ, জগদম্বা অপেৰা, সন্ধা, লাউপাৰা, বৰতলা, বিলপাৰ যাত্ৰাপাৰ্টি, কলবাৰী, বনগাঁও, ভাৰতমাতা, জয়হিন্দ, মেধিপাৰা মিলন, বাসুদেৱ, জাগাৰা অপেৰা পাৰ্টি, দিহিৰা যাত্ৰা পাৰ্টি, আমবাৰী মিলন যাত্ৰা দল, মাজদিয়া , গোবৰাদল যাত্ৰাপাৰ্টি, ধৰ্মপুৰ জ্ঞানদায়িনী নাট্য সমাজ, ককয়া, তৰমথা, ৰামপুৰ, বেলশৰ, গোপালেশ্বৰ যাত্ৰা পাৰ্টি, গোসাইগাও, বেলবাৰী, কঠালবাৰী বড়ো পাৰ্টি ইত্যাদি।

১৭ঃ ভ্ৰাম্যমাণ থিয়েটাৰ ঃ সুৰদেৱী, পূৰ্বজ্যোতি, ৰূপকোঁৱৰ, ভাগ্যদেৱী, বিশ্বজ্যোতি, বিষ্ণুজ্যোতি, মুন অপৰূপা, ৰংঘৰ, মৌচুমী, বৰদৈচিলা থিয়েটাৰ, মুকুন্দ থিয়েটাৰ, অনুৰাগ, পূৰ্বাঞ্চল থিয়েটাৰ কল্পনা থিয়েটাৰ, থিয়েটাৰ ঐনিতম, মাধৱদেৱ, অপ্সৰা, শকুন্তলা।

১৮ঃ (ক) শৈৱ সম্প্ৰদায়ৰ বেলশৰৰ (বিল্বেশ্বৰ মন্দিৰ), ডিংডিঙিৰ (জয়পাল মন্দিৰ), শিয়ালমাৰী, অৰৰা , নিদলা, সোণকুৰিহা, কদৈতলা, আৰাংমৌ, বৰখলা, চতমা, খাৰঝাৰা, চামতা, আমনি, নলবাৰী প্ৰভৃতি ঠাইৰ মন্দিৰ স্থান।

(খ) শাক্ত সম্প্ৰদায়ৰ আদাবাৰীৰ (বাঘেশ্বৰী মন্দিৰ), বালিলেছাৰ (কালী মন্দিৰ), নলিচাৰ (কামাখ্যা মন্দিৰ), গোবৰাদলৰ (কালী দেৱালয়), কুবালয় থান, দেহাৰকুছিৰ মনসা পীঠ প্ৰভৃতি।

(গ) বৈষ্ণৱ সম্প্ৰদায়ৰ নলবাৰীৰ (হৰি মন্দিৰ), শিয়ালমাৰীৰ (হৰিমন্দিৰ), খুদীয়া, উলাবৰী, দামোদৰ ধাম, চমাৰকুছি, বিহামপুৰ, বৰকুৰিহা, কৈৰাৰা, ধুৰকুছি আদি গাঁৱৰ দামোদৰী সত্ৰ, জাগাৰা, নাপ্তিপাৰা, আম্ৰিখোৱা, কৈহাটী আদি গাঁৱৰ হৰিদেৱী সত্ৰঃ মৰোৱা, সন্ধা, চেৰাবড়ি, কোটালকুছি, কালাকুছি, বৰবৰী, তামোলপুৰৰ গোপাল জগন্নাথ থান, বাঘদোৱা সত্ৰ, পুনীয়া সত্ৰ, প্ৰভৃতি শংকৰী সত্ৰঃ নলবাৰী শাহান, উলাবৰী, ককয়া, গন্ধিয়াৰ তাল্লিবাৰী আদি চৈতন্যদেৱী সত্ৰ।

ইবোৰৰ উপৰি যাঠিকুছিৰ জয়হৰি পিতাৰ থান, নাকেৰীবাৰীৰ গোপাল থান, ফুলগুৰিৰ বাৰে গোপাল থান, হাৰিভঙাৰ কলীয়া গোঁসাই ঘৰ-প্ৰভৃতি সত্ৰৰ কথা জনা যায়।

(ঘ) ইছলামধৰ্মী লোকৰ নলবাৰীৰ বড় মছজিদ, খাটাবাৰীৰ মছজিদ, ধমধমাৰ দৰগাহ প্ৰভৃতি।

(ঙ) জৈন সম্প্ৰদায়ৰ নলবাৰী জৈন মন্দিৰ।

(চ) বৌদ্ধ সম্প্ৰদায়ৰ মুছলপুৰৰ বৌদ্ধ মন্দিৰ।

১৯ ঃ উৎসৱ-অনুষ্ঠান ঃ হাৰিভাঙা, অগ্নিশালা, সন্ধেলী, নান্নাট্টাৰী, ভোজকুছি, ভালুকী, কমাৰকুছি, কালাগ, আদি গাঁৱত দৌলোৎসৱ ঃ নলবাৰী, টিহু, সন্ধা, দামোদৰ ধাম, আল্লিয়া, থমনা আদি ঠাইত ৰাসোৎসৱ ঃ দামোদৰ ধামৰ দামোদৰ দেৱৰ তিথি ঃ সন্ধা, মৰোৱা, সানেকুছি, দেহৰকুছি আদি ঠাইত শংকৰদেৱৰ তিথি পালন উৎসৱ, মাখিবাহা, কোটালকুছি, সোণকানি, ভোজকুছি, পাগুলা, জাগাৰা, গোবৰাদল, যাঠিকুছি প্ৰভৃতি ঠাইত গাঁৱলীয়া সভা ঃ উলাবৰীৰ বৰনগৰীয়া সেৱা প্ৰমুখ্যে নানান গৰখীয়া সেৱা, ভকতসেৱা প্ৰভৃতি ঃ বড়োসকলৰ কাছিমপুৰ, ৰতনপুৰ, দীঘেলী, বৰমা, শিয়ালমাৰী, বিষ্ণুপুৰ, মুছলপুৰ, তামোলপুৰ, কুছিয়াঝাৰ আদি ঠাইত পূজা অনুষ্ঠান।

*সহায়ক গ্ৰন্থ ঃ নলবাৰী আৰু সাহিত্য সংস্কৃতি - শশী শৰ্মা*
*কামৰূপ (দশম সংকলন)*
*লোক গীত সঞ্চয়নঃ হৰেন্দ্ৰনাথ শৰ্মা।*

# যিসকলৰ ত্যাগ-প্ৰতিভাৰে সমুজ্জ্বল বেলশৰ

দ্বীপেন চন্দ্ৰ মেনা

অসমৰ প্ৰাচীন তথা ঐতিহ্যমণ্ডিত ঠাইবোৰৰ ভিতৰত নলবাৰী জিলাৰ বেলশৰৰ নাম নিঃসন্দেহে অন্যতম। অসমৰ ভাষা, সাহিত্য, সংস্কৃতি, আৰ্থ-সামাজিক, ভাৰতৰ স্বাধীনতা আন্দোলন আদি সকলো দিশতেই বেলশৰ অঞ্চলৰ অৱদান উল্লেখনীয় আৰু স্মৰণীয়। আহোম ৰাজত্ব কালৰে পৰা বিল্বেশ্বৰ মন্দিৰ কেন্দ্ৰিক বেলশৰ অঞ্চল ধৰ্ম, শিক্ষা, কলা স্থাপত্য-শিল্প সাধনাৰ কলাক্ষেত্ৰৰূপে পৰিগণিত হৈ পৰাৰ লগতে ক্ৰমান্বয়ে এই উৰ্বৰা অঞ্চলত বিস্তাৰিত হয় নৃত্য-নাটক, সংগীত-কলা আদি গান্ধৰ্ব বিদ্যা।

এই নিবন্ধত সমাজনীতি, ৰাজনীতি, শিক্ষা-সাহিত্য আদি ভিন্ন দিশত বিশেষ অৰিহণা যোগোৱা বেলশৰ অঞ্চলৰ প্ৰয়াত আৰু জীৱিত বিশিষ্ট ব্যক্তি কেইগৰাকীমানৰ চমু আভাস দিয়াৰ প্ৰয়াস কৰা হ'ল—

**তৰুণসেন ডেকা ঃ**

কমৰেড তৰুণসেন ডেকা— যাৰ জীৱনৰ সৈতে বৃহত্তৰ বেলশৰকে ধৰি সমগ্ৰ ৰাজ্যখনৰ বহু ঘটনা-পৰিঘটনা আৰু কৰ্মৰাজি ওতপ্ৰোতভাৱে সাঙোৰ খাই আছে। ১৯১৯ চনৰ ২০ নৱেম্বৰত বেলশৰত জন্মগ্ৰহণ কৰা তৰুণসেন ডেকা একাধাৰে মুক্তি যুঁজাৰু, বিশিষ্ট সমাজকৰ্মী, ৰাজনীতিবিদ, আইনবিদ আৰু সাহিত্যিক। বেলশৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়, বেলশৰ কেন্দ্ৰীয় সমাজ কল্যাণ সমিতি আদি বেলশৰৰ পুৰণি অনুষ্ঠান গঢ় দিয়াত তেওঁৰ অৱদান অপৰিসীম।

১৯৪১ চনত কটন কলেজত ষ্টুডেণ্ট ইউনিয়ন ছেক্ৰেটৰী হৈ থকা কালৰে পৰা তেওঁ ক্ৰমে স্বাধীনতা আন্দোলনত ভাগ লৈ কেইবাবাৰো জে'ল খাটিবলগীয়া হৈছিল। স্বৰ্গীয় বিষ্ণু ৰাভা, স্বৰ্গীয় নবীন মেধি, হেমন্ত বৰ্মন, কামিনী শৰ্মা আদি বিপ্লৱী নেতাৰ সহযোগত তেওঁ স্বাধীনতা আন্দোলনত দৰং, কামৰূপ, গোৱালপাৰাকে ধৰি প্ৰায় সমগ্ৰ নামনি অসমতে নেতৃত্ব বহন কৰিছিল। উল্লেখ্য, বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ নিৰ্দেশত ১৯৫৭ চনৰ সাধাৰণ নিৰ্বাচনত পশ্চিম নলবাৰী বিধান সভা সমষ্টিৰ পৰা চি পি আইৰ প্ৰাৰ্থী হিচাপে প্ৰতিদ্বন্দ্বিতা কৰি কংগ্ৰেছী বিধায়ক প্ৰয়াত প্ৰভাত চন্দ্ৰ গোস্বামীক পৰাভূত কৰি অসম বিধানসভাতো অংশগ্ৰহণ কৰে। নলবাৰী আদালতত ফৌজদাৰী আৰু দেৱানী উভয়তে সুনাম অৰ্জন কৰা তৰুণসেন ডেকাই গুৱাহাটী উচ্চ ন্যায়ালয়ত স্থায়ীভাৱে ওকালতি কৰাৰ হেতু ১৯৮০ চনৰে পৰা তেওঁ গুৱাহাটীৰ ধীৰেনপাৰাত স্থায়ীভাৱে থাকিবলৈ লয়।

মাৰ্ক্সবাদ আৰু সমাজবাদৰ তত্ত্বজ্ঞান লভা সাহিত্যিক সেন ডেকাই প্ৰকাশ কৰি উলিওৱা কেইখনমান মূল্যৱান গ্ৰন্থ হ'ল— ভাৰতৰ অসমাপ্ত জনজাতি



সমস্যা আৰু বৰো আন্দোলন, মুক্তি সংগ্ৰামৰ আধাৰত জীৱন কথা, ধৰ্মশাস্ত্ৰত সমাজবাদী চিন্তা, সৃষ্টিত বস্তুবাদ, সমাজতন্ত্ৰবাদ, ভাৰতৰ স্বাধীনতা আন্দোলন, বিদেশত সংগ্ৰামী প্ৰস্তুতি, চিনাকি পৃথিৱী আচলতে অচিনাকি, বুঢ়া কাললৈ দৃষ্টিপাত আদি। ৮৭ বৰ্ষীয় তৰুণসেন ডেকা সম্প্ৰতি অসুস্থ।

**প্ৰয়াত নবীন মেধি ঃ**

১৯০৭ চনত বেলশৰত জন্মগ্ৰহণ কৰা প্ৰয়াত নবীন মেধিয়ে জন্মসূত্ৰে লাভ কৰিছিল ৰাজনীতি, সমাজনীতি আদিৰ অহৰহ চৰ্চাস্থলী তেওঁৰ নিজৰ ঘৰখন। বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ এজন সক্ৰিয় আৰু একনিষ্ঠ কৰ্মী আছিল প্ৰয়াত নবীন মেধি। বেলশৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়, বেলশৰ কেন্দ্ৰীয় সমাজ কল্যাণ সমিতি, ধৰ্মপুৰ মহিলা সংঘৰ জন্মদাতা। বিশেষকৈ বেলশৰ হাইস্কুল স্থাপনৰ কালত 'লা-খেৰাজ' মাটি উদ্ধাৰ কৰাৰ মুহূৰ্তত কেইবাটাও বেদখলকাৰী পৰিয়ালৰ ঘৰ উচ্ছেদ কৰিব লগা হৈছিল আৰু তাৰ পৰিণতিস্বৰূপে মেধি আৰু তেওঁৰ সতীৰ্থ কেইজনমানে কাৰাবাস খাটিব লগাও হৈছিল।

নবীন মেধি আছিল হালুৱা-হজুৱা-জনতাৰ নেতা। বিষ্ণু ৰাভা আৰু তৰুণসেন ডেকাৰ লগত একেলগে নেতৃত্ব দিছিল ব্ৰিটিছবিৰোধী জংগী আন্দোলন। যদিও নবীন মেধি কলিতা সম্প্ৰদায়ৰ লোক তথাপি তেওঁৰ কন্যা কনকলতা মেধিক বিষ্ণু ৰাভাই বিয়া কৰোৱাৰ প্ৰস্তাৱ দিয়াত তেওঁ কিঞ্চিতো আপত্তি কৰা নাছিল। এক বহল মনৰ অন্তৰৰ পৰিচয় পোৱা যায় এনে অনেক কাৰ্যত। স্বাধীনতা আন্দোলনৰ সক্ৰিয় ভলণ্টিয়াৰ গৰাকী১৯৭৮ চনৰ ২৫ জুলাইত স্বৰ্গগামী হয়।

**কনকসেন ডেকা ঃ**

অসম সাহিত্য সভাৰ সভাপতি, বিশিষ্ট সাহিত্যিক, চিন্তাবিদ, সংবাদসূৰ্য কনকসেন ডেকা বেলশৰৰ সুযোগ্য সন্তান। কৰ্মযোগী স্বৰ্গীয় গৌৰীসেন ডেকা আৰু তাৰাসেন ডেকাৰ ঔৰসত ১৯৩৩ চনত কনকসেন ডেকাৰ বেলশৰত জন্ম হয়। ৰাজ্যখনৰ শিক্ষিতচামক কনকসেন ডেকা সম্বন্ধে পৰিচয় কৰাই দিব লগা নিশ্চয় নহ'ব। তেওঁ ক্ৰমে বেলশৰ ১নং প্ৰাইমাৰী, বেলশৰ হাইস্কুল, নলবাৰী কলেজ, কটন কলেজ আৰু এলাহাবাদ বিশ্ববিদ্যালয়ত শিক্ষাগ্ৰহণ কৰে।

দৈনিক অগ্ৰদূত, শ্ৰীময়ী, অকণিৰ অগ্ৰদূত আদি কাকত-আলোচনীৰ সম্পাদক বিশিষ্ট সাংবাদিক কনকসেন ডেকাই অসমীয়া ভাষা সাহিত্যলৈ মেটমৰা তথা মূল্যৱান বৰঙণি আগবঢ়াই আহিছে। তেওঁ ৰচনা কৰি প্ৰকাশ কৰি উলিওৱা কেইখনমান গুৰুত্বপূৰ্ণ গ্ৰন্থ হ'ল— *গল্প সাহিত্য* ঃ ৰঙীণ পৰ্দা, পাঁচ ছেণ্টেম্বৰৰ ৰাতিপুৱা আৰু স্বপ্নভংগ। উপন্যাস ঃ লুইতক ভেটিব কোনে, সূৰ্য পুবত নুঠে, টেমছৰ পৰা লুইতলৈ আৰু সোণৰ পালেঙে নুশুৱায়। নাটক ঃ একাংক পঞ্চমা, সাহিত্য বিষয়ক ঃ এশখন মহৎ গ্ৰন্থ, এশগৰাকী মহান ব্যক্তি (সম্পাদিত), সাহিত্য আৰু জীৱন। সমালোচনামূলক গ্ৰন্থ ঃ জুলাই, নতুন পুৰুষে যুক্তিৰ আধাৰত নতুন সমাজ গঢ়ক, আমাৰ যুৱ-সমাজ বিশ্ব বিজয় কৰিবলৈ ওলাই আহক, অসমৰ গোষ্ঠীদ্বন্দ্ব আৰু সামাজিক বিৱৰ্তনৰ ধাৰা, মূল্যবোধৰ অৱক্ষয় আৰু সাম্প্ৰতিক সংকট, আলফাৰ স্বাধীন অসম, দুশ বছৰীয়া হীনমন্যতাৰ অৱসান হওক, একবিংশ শতিকাৰ অসম, অসমৰ বিক্ষুব্ধ যুৱ সমাজ (বাংলা), গৌদান জালেফৌৱা বানুবুংথাইনি ৰহাজৌং সমাজ দাথোঁ (বড়ো), আসাম কা বিক্ষুব্ধ সমাজ (হিন্দী), Youth toumoil : Assam, Assam's Crisis : Myth and reality আদি। সাহিত্য-সংবাদ চৰ্চাৰ মাজত সুদীৰ্ঘকাল ধৰি ডেকাই তেওঁৰ ওপজা ভূমি বেলশৰৰ বিভিন্ন সামাজিক কাম-কাজত সক্ৰিয় সহযোগিতা আগবঢ়াই আহিছে।

**ডাঃ ভূমিধৰ বৰ্মন ঃ**

সু-চিকিৎসক, ৰাজনীতিবিদ তথা অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী ডাঃ ভূমিধৰ বৰ্মন বেলশৰৰে সুসন্তান। তেওঁৰ পিতৃ স্বৰ্গীয় ভকতৰাম বৰ্মন পৰোপকাৰী আদৰ্শৱান ব্যক্তি আছিল। বেলশৰ ২ নং প্ৰাইমাৰী, টিহু হাইস্কুল, কটন কলেজ আৰু ডিব্ৰুগড় মেডিকেল কলেজত তেওঁ শিক্ষাগ্ৰহণ কৰি ১৯৫৮ চনত এম বি বি এছ ডিগ্ৰী লাভ কৰে।

চাইকেল চলাই চিকিৎসা কৰি ফুৰা ডাঃ বৰ্মনে ১৯৬৭ চনত পশ্চিম নলবাৰী সমষ্টিৰ বিধানসভা নিৰ্বাচনত কংগ্ৰেছৰ প্ৰাৰ্থী হিচাপে থিয় দি নিৰ্বাচিত হয়। আৰু তেতিয়াৰে পৰা আৰম্ভ হয় তেওঁৰ ৰাজনৈতিক অবিৰত যাত্ৰা। তাৰ পিচত ১৯৭২, ১৯৮৩ চনত ধৰ্মপুৰ সমষ্টিৰ পৰা, ১৯৯১ আৰু ২০০১ চনত বৰক্ষেত্ৰী সমষ্টিৰ পৰা নিৰ্বাচিত হৈ অসম মন্ত্ৰীসভা অলংকৃত কৰে। সম্প্ৰতি ৰাজ্যখনৰ তৰুণ গগৈ মন্ত্ৰী সভাৰ স্বাস্থ্য তথা পৰিয়াল কল্যাণ আৰু উচ্চ শিক্ষা দপ্তৰৰ কেবিনেট পৰ্যায়ৰ মন্ত্ৰী জ্যেষ্ঠ কংগ্ৰেছী নেতা ডাঃ ভূমিধৰ বৰ্মনে নলবাৰী জিলা গঠনত আগভাগ লৈ কাৰ্যকৰী কৰিছিল।

ডাঃ বৰ্মন বেলশৰ অঞ্চলৰ ভালেমান উন্নয়নমূলক কামৰ কৃতিত্বৰ অংশীদাৰ। সুদীৰ্ঘ কাল অসমৰ ৰাজনৈতিক ক্ষেত্ৰত অগ্ৰণী ব্যক্তিৰূপে পৰিচিত হৈ অহা ডাঃ ভূমিধৰ বৰ্মন ৰাজ্যখনৰ কংগ্ৰেছ দলৰ জ্যেষ্ঠ তথা অন্যতম নেতা। মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ মৃত্যুৰ পাচত ডাঃ বৰ্মনে কেইদিনমানৰ বাবে ৰাজ্যখনৰ মুখ্যমন্ত্ৰীৰ আসনত অধিষ্ঠিত হৈছিল।

**প্ৰয়াত উমাকান্ত মিশ্ৰ ঃ**

পিন্ধনত ধুতী, পাঞ্জাবী শ্বাৰ্ট, মূৰত পাগুৰি, গাত এখন বগা চাদৰ আৰু হাতত এডাল লাঠিৰে সৈতে ওখ-পাখ সুন্দৰ চেহেৰাৰ ব্যক্তিত্বসম্পন্ন মানুহজনেই আছিল পণ্ডিতপ্ৰৱৰ স্বৰ্গীয় উমাকান্ত মিশ্ৰ। তেওঁ আছিল বিদগ্ধ পণ্ডিত, সু-সাহিত্যিক আৰু সুললিত বক্তা, সমাজকৰ্মী। ১৮৯৬ চনত বেলশৰত জন্মগ্ৰহণ কৰা প্ৰয়াত মিশ্ৰই সংস্কৃতৰ দ্বিতীয় পৰীক্ষাত সৰ্বশ্ৰেষ্ঠ স্থান অধিকাৰ কৰি ভুবনৰাম পতিমলৈ বৃত্তি লাভ কৰে। পিচলৈ তেওঁ বংগদেশৰ ৰংপুৰত গৈ যাদৱেশ্বৰ তৰ্ক তীৰ্থৰ টোলত অধ্যয়ন কৰি ৰত্নমালা ব্যাকৰণ উপাধি, কাব্যৰ আদ্য, মধ্য আৰু সামবেদৰ মধ্য পৰীক্ষাও সুখ্যাতিৰে সমাপন কৰে। তেওঁ 'কাশীনাথ চতুষ্পাঠী' নামৰ এখন সংস্কৃত টোল বেলশৰত প্ৰতিষ্ঠা কৰি ছাত্ৰ-ছাত্ৰীসকলক সংস্কৃত শিক্ষা প্ৰদান কৰে। প্ৰয়াত উমাকান্ত মিশ্ৰই বিভিন্ন আলোচনীত প্ৰবন্ধপাতি লেখাৰ উপৰি তেওঁ এখন ভাষাতত্ত্বৰ মূল্যৱান পুথি লিখিছিল। তদুপৰি তেওঁ কেইবাখনো সংস্কৃত নাট অসমীয়ালৈ অনুবাদ কৰে— মুদ্ৰাৰাক্ষস, মালতী মাধৱ, বিক্ৰমোৰ্বশী, বৈশীয় আৰু

মালবিকাগ্নিমিত্রম অন্যতম।

বেলশৰ হাইস্কুল, বেলশৰ ছোৱালী হাইস্কুল, বেলশৰ কেন্দ্ৰীয় সমাজ কল্যাণ সমিতি আদি বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত তেওঁৰ অৱদান স্মৰণীয়। ১৯৬৫ চনত ১৮ ফেব্ৰুৱাৰীত এক বাছ দুৰ্ঘটনাত তেওঁ নশ্বৰ দেহ ত্যাগ কৰে।

## প্ৰয়াত দণ্ডীৰাম দত্ত ঃ

কৌতুক আৰু কায়থেলী অংকৰ গৱেষক, অংকৰ যাদুকৰ, সাহিত্যিক পেঞ্চনাৰ প্ৰয়াত দণ্ডীৰাম দত্ত বেলশৰৰ সন্তান। মাধৱ দত্ত আৰু জল্টিপ্ৰিয়া দত্ত আছিল তেওঁৰ পিতৃ-মাতৃ। যোৰহাট নৰ্মাল স্কুলত পঢ়ি থাকোতেই দত্তই 'প্ৰভাত' নামৰ আলোচনীখনৰ জৰিয়তে অসমীয়া সাহিত্য ক্ষেত্ৰখনলৈ অৱদান আগবঢ়ায় 'কৌতুক' লেখাৰ দ্বাৰা। বহুমুখী প্ৰতিভাৰ অধিকাৰী দত্ত আছিল কায়থেলী অংকৰ প্ৰধান হোতা। তেওঁৰ বিভিন্ন লেখা, কৌতুক আৰু কায়থেলী অংকত থকা ব্যুৎপত্তি অসীম। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুৰণি পুথিৰ গৱেষকৰূপে স্বীকৃত দণ্ডীৰাম দত্তই ১০৭ বাৰ অসম ভ্ৰমণ কৰি ৭৪০৯ খন সাঁচিপাতৰ পুথি সংগ্ৰহ কৰি বিশ্ববিদ্যালয়ত জমা দিয়ে। প্ৰয়াত দত্তৰ নিয়মানুৱৰ্তিতা, কৰ্মদক্ষতা, সততা আৰু চিন্তাশীলতাই মুগ্ধ কৰে কৃষ্ণকান্ত সন্দিকৈ, সূৰ্যকুমাৰ ভূঞা, বিৰিঞ্চি কুমাৰ বৰুৱা আদি বিশিষ্ট ব্যক্তিক।

প্ৰয়াত দণ্ডীৰাম দত্তৰ কৌতুক শুনি বিভিন্ন সময়ত মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু, তৰুণৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈ প্ৰভৃতি নেতাসকল অভিভূত হৈ পৰিছিল। দত্তৰ কায়থেলী অংক বিষয়ক পুথি বাংলা আৰু ইংৰাজী ভাষালৈও অনূদিত হৈছে। তেওঁৰ কেইখনমান প্ৰকাশিত পুথি— বিল্বেশ্বৰ দেৱালয়ৰ ইতিবৃত্ত, ইন্দিৰা গান্ধী পতনৰ পৰিণতি, মহাপ্ৰয়াণত মহাত্মা গান্ধী, কায়থেলী অংক, বত্ৰিশ পুতলা, কৌতুক, গান্ধী হত্যাৰ বিচাৰ, ফখৰুদ্দিন আলী আহমেদৰ জীৱনী ইত্যাদি। অসম তথা ভাৰত, ইউৰোপ, চীন, আমেৰিকা, ৰাছিয়া আদিৰ বিশিষ্ট লোকেও দত্তৰ কৰ্মকৌশলৰ শলাগ লৈছিল। ইংলেণ্ডৰ আয়াৰ্লেণ্ডৰ প্ৰিন্সিপাল Mr. J. I. Alesy, R. W. G Reberird, গৱৰ্ণৰ ছাৰ মাইকেল কিন, মিষ্টাৰ কানিংহাম, মিঃ স্মল, কটনৰ প্ৰিন্সিপাল মিঃ ৰবাৰ্ট, কমিছনাৰ এ বেণ্টিং আদি বিশিষ্ট লোকে দত্তৰ বেলশৰৰ ঘৰলৈ আহি কৌতুক-কায়থেলি অংক সন্দৰ্ভত আলোচনা কৰি তেওঁক প্ৰশংসা কৰিছিল।

## প্ৰয়াত নৰো বৰ্মন (ওজা) ঃ

বেলশৰৰ ২ নং শিঙিমাৰাত ১৯০৪ চনত জন্ম লাভ কৰা নৰো বৰ্মন(ওজা)-এ দৰিদ্ৰতাৰ মাজেৰে বিভিন্ন সামাজিক কৰ্মত জড়িত হৈছিল। মূৰত দীঘলকৈ চুলি ৰখা প্ৰয়াত বৰ্মনে ব্ৰিটিছবিৰোধী সংগ্ৰামত অগ্ৰণী ভূমিকা গ্ৰহণ কৰাৰ লগতে নিজৰ একনিষ্ঠ সাধনাৰে সৰুৰে পৰাই ওজাপালি অনুষ্ঠান প্ৰদৰ্শন কৰি লোকানুষ্ঠানবিধক উজ্জীৱিত কৰি তোলে। পিচলৈ সকলোৰে প্ৰিয়ভাজন নৰো বৰ্মন হৈ পৰে নৰো ওজা। মহাত্মা গান্ধীৰ জীৱন-নীতি-আদৰ্শৰ প্ৰতি গভীৰ বিশ্বাসী প্ৰয়াত নৰো বৰ্মনে বেছিভাগ সময় বেলশৰৰ 'ৰঙো ডাইনাপালি'ৰ লগত কটায়। খদ্দৰৰ কাপোৰ টুপী পৰিহিত ওজাপালিৰ খনিকৰ নৰো ওজাই পুৰাণ, উপ-পুৰাণ আদিৰ পৰা পদ লিখি সুৰ দি তাক নৃত্য-ভংগিমাৰে আকৰ্ষণীয় তথা মনোগ্ৰাহী কৰি পৰিবেশন কৰিছিল। নিজৰ কৰ্মদক্ষতাৰ বলতেই নৰো ওজাই অবিভক্ত কামৰূপ জিলাৰ কেইবাটাও ওজাপালি দলৰ প্ৰশিক্ষকৰ দায়িত্ব ল'ব পাৰিছিল।

জীৱনৰ অন্তিম কালছোৱাত হাতত এযোৰ তাল লৈ চহৰে-নগৰে গাঁৱে-ভূঞে ফুৰি ওজাৰ পদ গাই তেওঁ জীৱনযাপন কৰিছিল। এইজনা মহান শিল্পী, কংগ্ৰেছী, স্বাধীনতা সংগ্ৰামী নৰো ওজাই শেষলৈ তদানীন্তন মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীৰ তৎপৰতাত মাহিলি ৫০ টকাকৈ চৰকাৰী পেঞ্চন লাভ কৰে। ১৯৭১ চনমানত প্ৰচাৰবিমুখ শিল্পীজনাৰ পৰলোকপ্ৰাপ্তি হয়।

## ড° ভবেন্দ্ৰনাথ মেনা ঃ

বিখ্যাত গণিতজ্ঞ, গৱেষক ড° ভবেন্দ্ৰনাথ মেনাৰ জন্ম হয় ১৯৪৮ চনত বেলশৰত। তেওঁ সপ্তম শ্ৰেণীলৈ বেলশৰ হাইস্কুলত পঢ়ি উচ্চ বিদ্যালয়ৰ পৰৱৰ্তী বৰ্ষকেইটা অধ্যয়ন কৰিছিল গুৱাহাটীৰ কটন কলেজিয়েটত। কটন কলেজত মহাবিদ্যালয়ৰ শিক্ষা আৰম্ভ কৰি ১৯৬৮ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ শ্ৰেষ্ঠ স্নাতক হিচাপে খ্যাতি লাভ কৰে। তেওঁ উচ্চ শিক্ষাৰ বাবে দিল্লীলৈ গৈ ১৯৭০ চনত দিল্লী বিশ্ববিদ্যালয়ৰ অধীনত গণিতশাস্ত্ৰত স্নাতকোত্তৰ উপাধি গ্ৰহণ কৰে।

ভবেন্দ্ৰনাথ মেনাই কৰ্মজীৱন আৰম্ভ কৰে প্ৰাগজ্যোতিষ মহাবিদ্যালয়ত। কিছুদিন যোৰহাট বিজ্ঞান মহাবিদ্যালয়তো শিক্ষকতা কৰাৰ পিচত ১৯৭৩ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰবক্তা হিচাপে অংশগ্ৰহণ কৰে। ১৯৭৫ চনত তেওঁ গৱেষণাৰ বাবে ইংলেণ্ডলৈ যায় আৰু তাত স্কটলেণ্ডৰ গ্লাচগোত থকা Functional analysis ৰ পৰা ১৯৭৯ চনত University Stieatledyde বিষয়ত ডক্টৰেট লাভ কৰে। স্কটলেণ্ডৰ পৰা উভতি আহি ডিব্ৰুগড় বিশ্ববিদ্যালয়ত অংক শাস্ত্ৰৰ প্ৰবক্তা হিচাপে যোগদান কৰে আৰু ১৯৮০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত গণিত বিভাগৰ ৰীডাৰ হিচাপে প্ৰত্যাৱৰ্তন কৰে। ড° ভবেন্দ্ৰনাথ মেনাই লিখা বেছিসংখ্যক কিতাপেই আছিল বিদ্যালয়-মহাবিদ্যালয় পৰ্যায়ৰ পাঠ্যপুথি হিচাপে স্বীকৃত। গুৱাহাটী বিশ্ববিদ্যালয়ৰ শিক্ষক সন্থাৰো সম্পাদক আছিল মেনা। প্ৰতিটো মুহূৰ্ততে বেলশৰৰ কথা, দেশৰ কথা, শিক্ষা ব্যৱস্থাৰ কথা চিন্তা কৰি থকা ড° মেনাৰ ১৯৯০ চনৰ ১০ নৱেম্বৰত পৰলোকপ্ৰাপ্তি ঘটে।

## ড° অৱনী কুমাৰ মিশ্ৰ ঃ

বেলশৰৰ সন্তান ড° অৱনী কুমাৰ মিশ্ৰই ১৯৪৮ চনত বেলশৰত জন্মগ্ৰহণ কৰে চাৰু দেৱীৰ গৰ্ভত আৰু প্ৰয়াত গোপেশ্বৰ মিশ্ৰৰ ঔৰসত। দুইনং বেলশৰ প্ৰাথমিক বিদ্যালয়, বেলশৰ হাইস্কুল, কটন কলেজ, গুৱাহাটী বিশ্ববিদ্যালয় আছিল তেওঁৰ শিক্ষাগ্ৰহণ ক্ষেত্ৰ। তেওঁ ১৯৬৮ চনত কটন কলেজৰ পৰা বি এছ চি পৰীক্ষাত পদাৰ্থ বিজ্ঞান বিভাগত মেজৰসহ প্ৰথম শ্ৰেণীৰ দ্বিতীয় হৈ উত্তীৰ্ণ হয়। উল্লেখ্য, ড° মিশ্ৰই ১৯৭১ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ 'সোণৰ পদক'সহ এম এছ চি ডিগ্ৰী গ্ৰহণ কৰে। আৰ্থিক দৈন্যৰ হেতু তেওঁ হাজো উচ্চতৰ মাধ্যমিক বিদ্যালয়ত কিছুদিন বিষয় শিক্ষক হিচাপে ভাগ লয়। পিচলৈ ক্ৰমে নলবাৰী কলেজ,



যোৰহাট বিজ্ঞান কলেজ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ত শিক্ষকতাৰ কামত যোগদান কৰে। বৰ্তমানো গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰসায়ন বিভাগৰ প্ৰফেছাৰ ড° মিশ্ৰই ডক্টৰেট ডিগ্ৰীও লাভ কৰে। ইতিমধ্যে তেওঁৰ গৱেষণাৰ বিষয়ৰ প্ৰায় ২৮ খন প্ৰশ্নকাকত ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় জাৰ্নালত প্ৰকাশ পাইছে। কেইবাখনো ৰাষ্ট্ৰীয় তথা আন্তঃৰাষ্ট্ৰীয় বৈঠক (Conference) ত যোগ দিয়া ড° মিশ্ৰই ১৯৯৮ চনত আন্তৰ্জাতিক বৈঠকত অংশগ্ৰহণ কৰাৰ বাবে জাপানলৈও গৈছিল। সম্প্ৰতি পাৰিপাৰ্শ্বিক ৰসায়ন বিজ্ঞান (Environmental Chemistry) আৰু অন্য কিছু বিষয়ৰ ওপৰত গৱেষণা কৰি থকা ড° মিশ্ৰই বেলশৰ অঞ্চলৰ সামাজিক কৰ্ম-অনুষ্ঠানত বিশেষ অৰিহণা আগবঢ়াই আছে।

## ডাঃ নৰেন্দ্ৰ নাথ বৰ্মন ঃ

ৰাজ্যখনৰ বিশিষ্ট চিকিৎসক, সমাজকৰ্মী ডাঃ নৰেন্দ্ৰনাথ বৰ্মন বেলশৰৰ প্ৰয়াত সমাজকৰ্মী, মুক্তি যুঁজাৰু থিৰসেন বৰ্মনৰ পুত্ৰ। ১৯৪০ চনৰ ১ মাৰ্চত জন্মগ্ৰহণ কৰা ডাঃ বৰ্মনে দুইনং বেলশৰ প্ৰাথমিক বিদ্যালয়, বেলশৰ হাইস্কুলত পঢ়াৰ অন্তত কটন কলেজৰ পৰা আই এছ চি পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হয়। তেওঁ অসম মেডিকেল কলেজৰ পৰা ১৯৬২ চনত এম বি বি এছ ডিগ্ৰী লাভ কৰি কিছুদিন তাতে শিক্ষকতাৰ কাম কৰে। ১৯৬৭ চনত এম ডি পৰীক্ষা শেষ কৰি গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ত ডাঃ বৰ্মনে শিশুৰোগ বিভাগৰ আৱাসিক চিকিৎসক হিচাপে কামত অংশ লয়। তেওঁ জি এম চিত যথাক্ৰমে ১৯৭০ চনত সহকাৰী অধ্যাপক, ১৯৮৫ চনত অধ্যাপক আৰু ১৯৯৫ চনত মেডিচিন বিভাগৰ মুৰব্বী অধ্যাপক হিচাপে নিযুক্ত হয়। তেনেদৰে ১৯৯৬ চনত চিকিৎসা মহাবিদ্যালয়খনৰ উপাধ্যক্ষ আৰু ১৯৯৭ চনত অধ্যক্ষ হিচাপে যোগদান কৰে।

সদা হাস্যমুখৰ অধিকাৰী, সমাজ কল্যাণকামী ডাঃ বৰ্মনৰ অনেক গৱেষণামূলক প্ৰবন্ধপাতি প্ৰকাশিত হোৱাৰ উপৰি যথেষ্টভাৱে সমাদৃতও হৈছে। ২০০০ চনৰ মাৰ্চত তেওঁ চাকৰিৰ পৰা অৱসৰগ্ৰহণ কৰি গুৱাহাটীৰ পাণবজাৰৰ নিজ বাসভৱনতে তেওঁৰ ৰোগীসকলক চিকিৎসা প্ৰদান কৰি আছে। বেলশৰৰ ন-পুৰণি কেইবাটাও অনুষ্ঠানৰ লগত তেওঁৰ সম্পৰ্ক তথা অৱদান উল্লেখনীয়।

## গৌৰীসেন ডেকা ঃ

১৯০০ চনত বেলশৰত জন্মগ্ৰহণ কৰা গৌৰীসেন ডেকা আছিল এগৰাকী কৰ্মযোগী। ৰাধিকাসেন ডেকা তেওঁৰ পিতৃ। কৰ্মৰ জৰিয়তে স্বাৱলম্বী জীৱন-যাপন কৰাৰ লগতে আনকো সেই পথ ল'বলৈ উৎসাহিত কৰিছিল প্ৰয়াত গৌৰীসেন ডেকাই। বিশিষ্ট সমাজকৰ্মী তথা কৰ্মযোগী গৌৰীসেন ডেকা স্বাধীনতা আন্দোলনৰ সমৰ্থক আছিল যদিও সশস্ত্ৰ সংগ্ৰামৰ পক্ষপাতী নাছিল। তেওঁ আছিল যুক্তিবাদী, স্পষ্টবাদী, স্থিৰচিত্তবাদী। যদিও তেওঁ সশস্ত্ৰ সংগ্ৰামৰ প্ৰতি আসক্ত নাছিল তথাপি পুলিচে তেওঁৰ ঘৰ-বাৰীত অস্ত্ৰৰ সন্ধানত খানাতালাচ প্ৰায়ে চলাইছিল। পুলিচী নিৰ্যাতন অব্যাহত থকাৰ বাবে (তেওঁৰ পৰিয়ালত) চাকৰি ইস্তফা দি এখন বৃহৎ কৃষি পাম খুলি ব্যস্ত হয়। তেওঁ শাৰী-শাৰীকৈ বিভিন্ন জাতৰ আম, জাম, পনিয়ল, লেতেট, নাৰিকল, পাণ-তামোল, কল, আমলখি, শিলিখা, জালুক আদি ভিন্ন ফল-মূলৰ গছ ৰোপণেৰে 'পাম'খন জাতিষ্কাৰ হৈ উঠিছিল।

বেলশৰ অঞ্চলৰ ভিন্ন সামাজিক কৰ্মত জড়িত স্বৰ্গীয় সেন ডেকা নিজৰ শাৰীৰিক পৰিশ্ৰমৰ বলতে ৯৪ বছৰ বয়সলৈকে তেওঁ হৃদযন্ত্ৰ, ৰক্তচাপ, বহুমূত্ৰ আদি ৰোগৰ পৰা মুক্ত হৈ আছিল। অসম সাহিত্য সভাৰ আজীৱন সদস্য গৌৰীসেন ডেকাই প্ৰায়ে শাস্ত্ৰজ্ঞসকলৰ লগত আধ্যাত্মিকতা বিষয়ক আলোচনাত ভাগ লৈছিল। স্বৰ্গীয় সেন ডেকাৰ দৰ্শন হ'ল— 'শ্ৰমৰ কোনো বিকল্প নাই।' ১৯৯৪ চনত মৃত্যুবৰণ কৰা প্ৰয়াত গৌৰীসেন ডেকা সাহিত্য-সংগীতৰো অনুৰাগী আছিল। তেখেতৰে সুযোগ্য পুত্ৰ কনকসেন ডেকাই সম্প্ৰতি অসম সাহিত্য সভাৰ সভাপতি পদত অধিষ্ঠিত হৈছে। তেখেতৰ আন এগৰাকী পুত্ৰ নীলমণি সেন ডেকা প্ৰাক্তন মন্ত্ৰী তথা বৰ্তমানৰ বিধায়ক।

## অৰুণ কুমাৰ বৰ্মন ঃ

গ্ৰাম'ফ'ন যুগৰ সংগীত শিল্পী অৰুণ কুমাৰ বৰ্মনে ১৯৩০ চনত বেলশৰত জন্মগ্ৰহণ কৰিছিল। দাৰিদ্ৰ্যতাত দিন কটোৱা প্ৰয়াত বৰ্মনৰ সংগীতেই আছিল সাধনা। তেখেতে মুখ্যমন্ত্ৰী বিমলা চলিহাৰ ককায়েক যাদৱ প্ৰসাদৰ উদ্যোগত কলিকতালৈ গৈ কমল নাৰায়ণ চৌধুৰীৰ সহযোগত কণ্ঠ পৰীক্ষা কৰি কলিকতা অনাতাঁৰ কেন্দ্ৰত গীত পৰিবেশনৰ অনুমতি লাভ কৰে। সেই সময়ত কলিকতা অনাতাঁৰ কেন্দ্ৰৰ জৰিয়তে শুনিবলৈ পোৱা গৈছিল প্ৰায়ে অসমীয়া কণ্ঠ শিল্পী বৰ্মনৰ কণ্ঠত— বনগীত, লোকগীত, বৰগীত, আধুনিক গীতৰ মনোমোহা সুৰ। কলাগুৰু বিষ্ণু ৰাভাৰ সান্নিধ্যলৈ আহি বৰ্মনে চেনোলা কোম্পানীত গীত ৰেকৰ্ড কৰিবলৈ সমৰ্থ হয়। সেই কালত সূৰ্য বৰা, আনন্দিৰাম দাস, যতীন্দ্ৰ নাথ দুৱৰা, নিৰ্মল চক্ৰৱৰ্তী, অম্বিকাগিৰী ৰায় চৌধুৰী আদি বিশিষ্ট গীতিকাৰৰ গীত বৰ্মনে কলিকতা ৰেডিঅ' কেন্দ্ৰত পৰিবেশন কৰি খ্যাতি লভিছিল। কলিকতাত বৰ্মনে বিষ্ণুপ্ৰসাদ ৰাভাৰ তত্ত্বাৱধানতো গীত ৰেকৰ্ডিং কৰিছিল। 'জীয়াই থাকিম বুলি, আধিমাটি ৰুবলৈ মৰকীয়া হাল বাই যাওঁ'— শীৰ্ষক সূৰ্য বৰাৰ গীতটোৰ সুৰকাৰ অৰুণ বৰ্মনে 'গ্ৰামফ'ন ৰেকৰ্ডৰ জৰিয়তে সমগ্ৰ অসমতে অসমীয়া গীতৰ প্ৰচলনত বিশেষ অৰিহণা যোগাইছিল। সেই সময়ত অসমত গণ প্ৰচাৰৰ একমাত্ৰ মাধ্যম আছিল 'গ্ৰামফ'ন ৰেকৰ্ড। পিয়লি ফুকন, ছত্ৰপতি শিৱাজী, টিপু চুলতান, মণিৰাম দেৱান আদি কালজয়ী নাটক অভিনয় কৰি দৰ্শকক অভিভূত কৰিছিল। সংগীত, অভিনয়ৰ মাজেৰে জনপ্ৰিয়তা অৰ্জন কৰা বৰ্মনে ১৯৫৪ চনৰ পৰা ছায়াচিত্ৰ প্ৰদৰ্শক হিচাপে চাকৰিত যোগ দিছিল। বৰ্মনে— 'প্ৰথমৰ শুৱলা নাম ঐ বিল্লেশৰ, দ্বিতীয়ৰ শুৱলা নাম ঐ বিল্বেশৰ, তৃতীয়ৰ শুৱাল নাম ঐ বেলশৰ'— শীৰ্ষক গীত ৰচনা কৰি সমাদৃত হৈছে। কলকাতা ছাউণ্ড ইঞ্জিনীয়াৰিঙৰ শিক্ষাগ্ৰহণ কৰা অৰুণ বৰ্মনে বাগ্মীবৰ নীলমণি ফুকনৰ সৈতে গৈ প্ৰয়াত প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৰো সাক্ষাৎ পাইছিল।

ভাৰত সেন ডেকা ঃ বিশিষ্ট সমাজকৰ্মী, মুক্তি যুঁজাৰু, গান্ধীবাদী প্ৰয়াত ভাৰত সেন ডেকাই বেলশৰ অঞ্চলৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান স্থাপনত দেহে-কেহে খাটিছিল। তেওঁ আছিল

নিভাঁজ গান্ধীবাদী। ভাৰতৰ স্বাধীনতা আন্দোলনত তেওঁ গান্ধীজীৰ আদৰ্শ আৰু ত্যাগ অনুযায়ী অহিংস আন্দোলনত সমগ্ৰ পশ্চিম নলবাৰী অঞ্চলক নেতৃত্ব দিছিল।

বেলশৰৰ ওপৰেদি সেই সময়ত বাঁও ৰাজনীতিৰ তীব্ৰ ঢৌৱে খলকনি তোলা সময়তো স্বৰ্গীয় ভাৰতসেন ডেকা গান্ধীবাদী হৈ অলৰ-অচৰ হৈ আছিল। পিছলৈ স্বৰ্গীয় সেন ডেকাই ৰাজহুৱা জীৱনৰ পৰা লাহে লাহে নিজকে বিচ্ছিন্ন কৰি ৰাখিবলৈ চেষ্টা চলাইছিল। সমাজৰ কাৰো পৰা একোকে নিবিচাৰিছিল তেওঁ। অৱশেষত, দীৰ্ঘকাল ধৰি এটা কোঠাৰ ভিতৰত সোমাই থকা স্বৰ্গীয় ভাৰত সেন ডেকাৰ বাৰ্ধক্যজনিত ৰোগত পৰলোকপ্ৰাপ্তি ঘটে।

**বেলশৰৰ সমাজকৰ্মী ঃ**

সমাজৰ যিকোনো এক মংগলময়, সৃষ্টিমূলক কাৰ্যতে নেতৃত্ব দিব পৰা আদৰ্শৱান ব্যক্তিৰ প্ৰয়োজন হয়। সুনেতৃত্বৰে যিকোনো কঠিন কামেই সমাপন কৰিব পৰা সমাজকৰ্মী বেলশৰ অঞ্চলত পূৰ্বেও আছিল সম্প্ৰতিও তাৰ অভাৱ নহয়।

প্ৰয়াত সমাজকৰ্মী নবীন মেধি, গৌৰীসেন ডেকা, মহেন্দ্ৰ বৰ্মন, ভাৰতসেন ডেকা, হৰেন্দ্ৰ ডেকা, ভকতৰাম বৰ্মন, থিৰসেন বৰ্মন, উমাকান্ত মিশ্ৰ, নৰো বৰ্মন, সুৰেন মালাকৰ, মুক্তাধৰ মালাকৰ, প্ৰাণেশ্বৰ ভৰালী, প্ৰতাপ ভৰালী, চন্দ্ৰকান্ত মজুমদাৰ, শ্ৰীধৰ বৰ্মন, ভুবনেশ্বৰ পাটোৱোৰী, হেমন্ত বৰ্মন, তৰুণ মহন্ত, মদন ডেকা, খগেনসেন ডেকা, শ্ৰীকান্ত চৌধুৰী, মকুন্দ বায়ন, পদ্মৰাম পাটোৱাৰী (মেলেকী), উপেন্দ্ৰনাথ পাটোৱাৰী, ধীৰেশ্বৰ মেনা, উমা মুদিয়াৰ, বসন্ত পাটোৱাৰী, মাণিক বৰ্মন, সমীন মেধি, মুক্তা বৰ্মন, ভূতুনি বৰ্মন, কনক মেধি (ৰাভা), সূৰ্য মজুমদাৰ, মহেন্দ্ৰমোহন তালুকদাৰ, বিপিন চন্দ্ৰ মিশ্ৰ, তাৰিণী বৰ্মন, হৰিশ্চন্দ্ৰ কটকী, নগেন নাথ বৰা আদিৰ অৱদান বেলশৰবাসীয়ে সদায় সুঁৱৰিব।

উল্লিখিত ব্যক্তিসকলৰ উপৰি বিভিন্ন সময়ত বেলশৰ অঞ্চলৰ বিভিন্ন সামাজিক কাম-কাজত আগভাগ লৈ অঞ্চলটোৰ উন্নয়নত মনোনিবেশ কৰাসকলৰ ভিতৰত আছে প্ৰাক্তন মন্ত্ৰী তথা ধৰ্মপুৰ সমষ্টিৰ বৰ্তমানৰ বিধায়ক নীলমণিসেন ডেকা, লক্ষী পাটোৱাৰী, প্ৰসন্ন কুমাৰ ভৰালী, উপেন্দ্ৰনাথ মুদিয়াৰ, প্ৰমোদ মুদিয়াৰ ৰজনী মেধি, কৰুণা মুদিয়াৰ, উগ্ৰ মেনা, তৰুণ চন্দ্ৰ বৰ্মন, প্ৰভাত বৰ্মন, শৰৎ মেনা, অৰ্জুন বৰ্মন, মহেশ বৰ্মন, অনন্ত মেধি, ধীৰেন মিশ্ৰ, অনন্ত মেধি, যাদৱসেন ডেকা, ভগৱান ডেকা, নৰেন পাটোৱাৰী, পীতাম্বৰ পাটোৱাৰী, ৰমেশ বৰ্মন, বসন্ত মহন্ত, সোণেশ্বৰ পাটোৱাৰী, জিতেন পাটোৱাৰী, জিতেন বৰ্মন, নৰেন পাটোৱাৰী, গিৰীন্দ্ৰ নাথ ডেকা, সমীৰ ডেকা, কবি মুদিয়াৰ, শশধৰ পাটোৱাৰী, প্ৰবীণ ডেকা, দিলীপ মেনা, গণেশ কাকতী, বিশ্বেশ্বৰ বৰ্মন, বৰুণ পাটোৱাৰী, দ্বিজেন বৰ্মন, মনোজ মেনা, অমিতাভ বৰ্মন, প্ৰদীপ ডেকা, অনুপ ডেকাকে ধৰি অনেকজন নবীন-প্ৰবীণ ব্যক্তি। (এই তালিকাত কাৰোবাৰ নাম বাদ পৰি যোৱাটো স্বাভাৱিক। লেখক ইয়াৰ বাবে ক্ষমা প্ৰাৰ্থী)। অঞ্চলটোৰ সামূহিক স্বাৰ্থত সকলোৱে দল-মত নিৰ্বিশেষে হাতে হাত ধৰি ওলাই অহাটো এই অঞ্চলৰ উল্লেখনীয় বৈশিষ্ট্য বুলি ক'ব পাৰি।

## এইসকলক লৈ গৌৰৱান্বিত বেলশৰ

বেলশৰ হাইস্কুলত শিক্ষাগ্ৰহণ কৰিয়েই পিচলৈ বহুকেইগৰাকী কৃতী শিক্ষাৰ্থীয়ে ডক্টৰেট ডিগ্ৰী লাভ কৰিছে। সেইসকলৰ ভিতৰত আছে ড° নাৰায়ণ বৰ্মন (আনন্দৰাম ঢেকিয়াল ফুকন কলেজৰ প্ৰাক্তন অধ্যক্ষ), ড° ৰমেশ গোস্বামী, ড° অৱনী মিশ্ৰ, স্বৰ্গীয় ড° ভবেন মেনা, ড° কৈলাস শৰ্মা, ড° নগেন বৰ্মন, ড° দীপালী দেৱী, ড° তপন কুমাৰ ভৰালী আদি। তেওঁলোকৰ উপৰি বেলশৰ অঞ্চলৰ বহুকেইগৰাকী সন্তানে ৰাজ্যখনৰ বিভিন্ন মহাবিদ্যালয়ত শিক্ষকতা কৰি সুনাম অৰ্জন কৰিছে। সেইসকলৰ ভিতৰত আছে অৰুণ বৰ্মন, অজিত বৰ্মন, অনন্ত দত্ত, নবীন বৰ্মন, কৰুণা মুদিয়াৰ (এম ফিল), নবীন মুদিয়াৰ (এম ফিল), মঃ আকবৰ আলী, দীপালী শৰ্মা, গোপাল বৰ্মন, ড° ৰাণী মুদিয়াৰ ডেকা, বীণা বৰ্মন, হীৰেন ডেকা আদি বহুজন। একেদৰে অভিযন্তাৰূপে কৃতিত্ব লভিছে মনোৰঞ্জন মিশ্ৰ, মনোৰঞ্জন পাটোৱাৰী, নৃপেন্দ্ৰ পাটোৱাৰী, বিপিন পাটোৱাৰী, কল্যাণ বৰ্মন, মঃ আতাউৰ ৰহমান, দিলীপ মিশ্ৰ, দ্বিজেন হালৈ, প্ৰতুল পাটোৱাৰী আদিয়ে। অসম প্ৰশাসনিক সেৱাৰ বিষয়াৰূপে বেলশৰ অঞ্চললৈ সুনাম কঢ়িয়াইছে ঘনশ্যাম পাটোৱাৰী, দিগন্ত মেধি আৰু বিমল ডেকাই। অন্যান্য ৰাজপত্ৰিত বিষয়াসকলৰ ভিতৰত আছে অচ্যুত মিশ্ৰ, অনিল বৰ্মন, বিনোদ মুদিয়াৰ, হৰেন্দ্ৰ নাথ শৰ্মা, স্বৰ্গীয় ৰমেশ শৰ্মা, সতীশ পাটোৱাৰী, খগেন দাস, ড° দীপালী দেৱী, অৱনী হাজৰিকা, উমেশ দাস, ৰমেশ বৰ্মন, ৰমেশ পাটোৱাৰী আদি। বেলশৰ অঞ্চলৰ অধিবক্তাসকলৰ তালিকাত আছে তৰুণসেন ডেকা, কৰুণা বৰ্মন, মুকুন্দ বৰ্মন, নীলমণিসেন ডেকা, অতুল শৰ্মা, প্ৰদীপ পাটোৱাৰী আদি। বেলশৰৰ সন্তান প্ৰদীপ পাটোৱাৰীয়ে আৰক্ষী সেৱাত ৰাষ্ট্ৰপতিৰ পদক পৰ্যন্ত লাভ কৰি উচ্চ আৰক্ষী বিষয়াৰূপে অৱসৰগ্ৰহণ কৰিছে। তদুপৰি নাবাৰ্ডৰ শীৰ্ষ পৰ্যায়ৰ বিষয়া মহেন্দ্ৰ পাটোৱাৰী, ৰিজাৰ্ভ বেংকৰ উচ্চ বিষয়া যোগেন দত্ত, পৰীক্ষিত ডেকা, হেমন্ত বৰ্মন, চেণ্ট্ৰেল বেংকৰ উচ্চ বিষয়া বসন্ত বৰ্মনকে ধৰি বেংক খণ্ডত বেলশৰ অঞ্চলৰ বহু ব্যক্তিয়ে সেৱা আগবঢ়াই আহিছে। বেলশৰ অঞ্চলৰ বহু কৃতী ছাত্ৰ-ছাত্ৰীয়ে ৰাজ্যিক তথা ৰাষ্ট্ৰীয় পৰ্যায়ৰ চৰকাৰী-বেচৰকাৰী খণ্ডত নিয়োজিত হৈ কৃতিত্ব লভিছে। উগ্ৰমেনা, জীৱেশ্বৰ ডেকা, অৰুণ বৰ্মন, যাদৱ সেন ডেকা, সোণেশ্বৰ পাটোৱাৰীকে ধৰি অসমৰ সাহিত্য-সংস্কৃতিৰ জগতত নাম জিলিকা ভালেসংখ্যক কৃতীমান ব্যক্তিৰ জন্ম ঠাই বেলশৰ। অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰা সু-সাহিত্যিক কনকসেন ডেকা, প্ৰাক্তন মুখ্যমন্ত্ৰী তথা বৰ্তমানৰ স্বাস্থ্যমন্ত্ৰী ডাঃ ভুমিধৰ বৰ্মন, গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ প্ৰাক্তন অধ্যক্ষ ডাঃ নবেন বৰ্মন এই বেলশৰৰে সুসন্তান।



# অসমৰ সাংবাদিকতাত নলবাৰী জিলাৰ ভূমিকা

ৰোহিণী মেধি






অসমৰ বাতৰি কাকতৰ ডেৰশ বছৰীয়া জয়ন্তীৰ ইতিমধ্যে সামৰণি পৰিছে। ডেৰশ বছৰ অতিক্ৰান্ত অসমৰ সংবাদ পত্ৰৰ সংগ্ৰাম আৰু উত্তৰণৰ ইতিহাস ঐশ্বৰ্যশালী পৰম্প্ৰাৰে সমৃদ্ধ। এক কথাত ক'বলৈ হ'লে অসমৰ বাতৰি কাকত আৰু আলোচনীৰ প্ৰচলন ব্ৰিটিছ শাসনৰ পৰোক্ষ ফল। সি যি কি নহওক, অসমৰ সাংবাদিকতাই সম্পূৰ্ণ ডেৰশ বছৰ সম্পূৰ্ণ কৰাৰ পিছত নলবাৰী জিলাৰ সাংবাদিকতাই প্ৰায় যাঠিৰ দশকত ভৰি দিছেহি। ই সমগ্ৰ জিলাবাসীৰ কাৰণেই গৌৰৱৰ বিষয়।

অসমৰ বাতৰি কাকতৰ ১৫৫ বছৰীয়া ইতিহাস ৰচনাৰে আৰু এটি নতুন শতিকাত ভৰি দিছে। সংবাদ পত্ৰৰ এই বিশাল আৰু ব্যাপক পৰিসৰৰ ইতিহাস লৈ নলবাৰী জিলাই আগবঢ়োৱা কথাখিনি অতিকে তাৎ গৰ্ভ পূৰ্ণ। ১৮৪৬ চনত প্ৰকাশিত অৰুণোই নামৰ সংবাদ পত্ৰৰ যোগেদি ডেৰশ বছৰীয়া পুৰণি অসমৰ সংবাদ পত্ৰৰ বীজ প্ৰোথিত হৈছিল যদিও 'জোনাকী' যুগলৈ নলবাৰী জিলাৰ কোনো অঞ্চলতে সংবাদসেৱাৰ প্ৰভাৱ পৰা পৰিলক্ষিত হোৱা নাই। কিন্তু ১৯৫০-৫২ চনৰ পিছত মাহেকীয়া 'জেউতি' প্ৰকাশৰ পিছতেই নলবাৰীৰ সংবাদসেৱাৰ ইতিহাস পোনপটীয়াভাৱে আৰম্ভ হোৱা বুলি ক'ব পাৰি। অৱশ্যে এই কথাও ক'ব লাগিব যে তাৰ আগতে এচাম সচেতন শিক্ষিত নলবৰীয়াই বাহিৰত সংবাদ সেৱাত জড়িত হৈ পৰিছিল।

নলবাৰী জিলাৰ সংবাদসেৱাৰ বিষয়ে আলোচনা কৰিবলৈ গ'লে সংবাদ, সাহিত্যিক আৰু প্ৰকাশিত বাতৰি কাকত, আলোচনীসমূহক এৰি চলিব নোৱাৰি। সংবাদসেৱাত নলবাৰী জিলাৰ অৰিহণা শীৰ্ষক বিষয়বস্তুৰ পৰিসৰ দৰাচলতে বিস্তৃত আৰু ব্যাপক, তথাপি বিষয়টো খৰচি মাৰি থোৰতে আলচ কৰাৰ প্ৰয়াস কৰা হৈছে।

নিবন্ধটোত মূলত, নলবাৰী জিলাৰ বিভিন্ন অঞ্চলত সিচৰীত হৈ থকা মফচলীয় সাংবাদিকতাৰ উত্তৰণৰ সংক্ষিপ্ত সমীক্ষা তুলি ধৰিবলৈ প্ৰয়াস কৰা হৈছে।

স্বৰাজনোত্তৰ কালৰ যিসকল সংবাদসেৱীৰ আশাশুধীয়া প্ৰচেষ্টাৰে নলবাৰী জিলাৰ জনসাধাৰণৰ আশা-আকাংক্ষা, অভাৱ-অনাটন, ঘটনা-পৰিঘটনা আদি নিভীক, নিৰপেক্ষ আৰু তথ্যভিত্তিকভাৱে অসমৰ সংবাদপত্ৰৰ জৰিয়তে প্ৰতিফলিত কৰি আহিছে সেইসকলক এই নিবন্ধটোত সামৰি লোৱাৰ উপৰি নলবাৰীৰ পৰা গৈ বাহিৰৰ পৰা সংবাদসেৱাত যিসকলে এই মহান সেৱাত আত্মনিয়োগ কৰিছিল বা সম্প্ৰতি কৰি আছে তেওঁলোককো এই আলোচনাৰ পৰা আঁতৰত ৰখা হোৱা নাই।

এই কথা অনস্বীকাৰ্য যে অসমৰ বাতৰি কাকতৰ ডেৰশ বছৰীয়া ইতিহাস ৰচনা কৰাত যিসকলে সেৱাৰ মনোবৃত্তিৰে সাংবাদিকতা কৰি গৈছিল সেইসকলৰ ভিতৰত নলবাৰীৰ চিত্ৰখন স্পষ্ট। তথ্য নিৰ্ভৰ, খবৰ সংগ্ৰহ আৰু ৰাজহুৱা ঘটনাৱলীৰ

ওপৰত দিয়া নির্মোহ বিশ্লেষণৰ বাবে তেওঁলোক স্মৰণীয় হৈ ৰ'ব। উল্লেখযোগ্য যে নলবাৰী জিলাৰ সংবাদসেৱাৰ পৰিসৰ ক্ৰমে বৃদ্ধি পোৱাত বৌদ্ধিক দিশতো সমানে বিকাশ ঘটিছে। সংবাদপত্ৰৰ ইতিহাস মানে গণতান্ত্ৰিক চেতনা সৃষ্টি আৰু সমৃদ্ধিৰ ইতিহাস।

কুৰি শতিকাৰ প্ৰথমাৰ্ধত সত্যনাথ বৰা সম্পাদিত 'জোনাকী' সাহিত্য আলোচনীখনত বিহগী কবি ৰঘুনাথ চৌধাৰীদেৱে সদকাৰী সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। চৌধাৰী নলবাৰী জিলাৰ লাওপাৰা নিবাসী। ৰঘুনাথ চৌধাৰীয়ে 'আসাম বান্ধ'ত বাৰ্তা পৰিবেশনত আগভাগ লৈছিল বুলি জনা যায়। গণতান্ত্ৰিক চেতনাত উদ্বুদ্ধ জোনাকী সাহিত্য আলোচনীৰ জৰিয়তে প্ৰয়াত চৌধাৰীয়ে সাহিত্য বিকাশত অগ্ৰণী ভূমিকা লোৱা সেই সময়ৰ এগৰাকী বলিষ্ঠ সংবাদসেৱী আছিল বুলি জনা যায়।

জোনাকী কাকত বন্ধ হৈ যোৱাৰ কিছুবছৰ পিছত ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত 'আসাম বান্ধৱ' সম্পাদনা কৰিছিল নলবৰীয়া শিক্ষাবিদ তাৰানাথ কাব্য বিনোদনে। সম্পাদিত 'আসাম বান্ধৱে' গণতান্ত্ৰিক চেতনা সৃষ্টিত এক পদক্ষেপ লৈছিল। অসমৰ সাংবাদিকতাৰ ইতহাসত তাৰানাথ কাব্য বীনোদন এগৰাকী নিষ্ঠাৱান গণতান্ত্ৰিক চেতনা-সম্পন্ন সাংবাদিক বুলি পৰিগণিত।

স্বাধীনতাৰ পিছত ১৯৫১-৫২ চনত মাহেকীয়া আলোচনী 'জেউতি' প্ৰকাশ পাইছিল। 'জেউতি' আলোচনীখনৰ সম্পাদনাৰ গুৰু দায়িত্ব বহন কৰিছিল—ঈশ্বৰ চন্দ্ৰ বৰুৱা, ধৰ্ম দাস চৌধুৰী আৰু কালিন্দ্ৰ কলিতাই। ইয়াৰ আগতে নলবাৰী জিলাৰ কোনো ধৰণৰ সংবাদপত্ৰত বা বাৰ্তালোচনী প্ৰকাশ পোৱা চকুত নপৰে। পুনৰ উল্লেখ কৰি থোৱা উচিত হ'ব যে, ইয়াৰ আগে-পিছে এচাম সচেতন শিক্ষিত নলবৰীয়াই বাহিৰত সংবাদ সেৱাত আত্মনিয়োগ কৰি জীৱিকাৰ পথ প্ৰশস্ত কৰিছিল। সংবাদ জগতত এই বৰেণ্য ব্যক্তিসকলৰ ভূমিকা প্ৰশংসনীয়।

এইসকল পূৰ্ণকালীন সাংবাদিকৰ ভিতৰত যশস্বী সাংবাদিক সতীশ চন্দ্ৰ কাকতী (বৰভাগ) অন্যতম। দীৰ্ঘদিন ধৰিটো আসাম ট্ৰিবিউন' কাকত আৰু 'অসম বাণী' কাকতৰ গুৰু দায়িত্ব পালন কৰি অৱসৰ গ্ৰহণ কৰা কাকতী আজীৱন সাংবাদিক। তেওঁ সমকালীন বিভিন্ন বিষয়ৰ ওপৰত আলোকপাত কৰি অসংখ্য প্ৰাসংগিক নিবন্ধ বাতৰি কাকতত প্ৰকাশ কৰিছে। যোগেন চৌধাৰী আন এগৰাকী প্ৰতিষ্ঠিত সাংবাদিক। তেওঁ 'দ্যা আসাম ট্ৰিবিউন' আৰু 'টাইমছ অব ইণ্ডিয়া' (দিল্লীৰ পৰা প্ৰকাশিত) কাকতৰ সম্পাদনাৰ কামত জড়িত আছিল। প্ৰয়াত গিৰীশ চন্দ্ৰ শৰ্মা আন এগৰাকী আজীৱন পূৰ্ণ;কালীন জাৰ্নেলিষ্ট। তেওঁ 'দ্যা আসাম ট্ৰিবিউন' কাকতৰ মেজত দীৰ্ঘদিন ধৰি সংবাদসেৱাত জড়িত হৈ পিছলৈ গুৱাহাটীৰ পৰা প্ৰকাশিত 'নৰ্থ ইষ্ট অবজাৰভাৰ'ৰ সম্পাদক হিচাপে নিযুক্তি পায়। নৱৈৰ দশকৰ শেষভাগত তেওঁ 'নতুন দৈনিক' কাকতৰ কাৰ্যবাহী সম্পাদক হিচাপে দায়িত্ব গ্ৰহণ কৰিছিল। তেওঁৰ ঘৰ নলবাৰী জিলাৰ টিহুৰ নাতিদূৰৰ নান্নাটাৰী গাঁৱত। অসমৰ সাংবাদিকতাৰ ইতিহাসখনলৈ উল্লেখনীয় বৰঙণি আ গবঢ়োৱা কনকসেন ডেকা আজীৱন সাংবাদিক। তেওঁৰ ঘৰ নলবাৰী জিলাৰ বেলশৰত। তেওঁ সম্প্ৰতি অৰ্ধ সাপ্তাহিক 'অগ্ৰদূত' আৰু 'দৈনিক অগ্ৰদূত' কাকতৰ সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে। সংবাদ সেৱাৰ মাজেৰে সাহিত্য চৰ্চা কৰি সাহিত্যিক হিচাপে প্ৰতিষ্ঠিত হৈ শেহতীয়াভাৱে ডেকাদেৱ অসমৰ বৃহৎ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ সভাপতি হিচাপে নিৰ্বাচিত হৈছে। একে অঞ্চলৰে হেমন্ত বৰ্মন সম্প্ৰতি 'দৈনিক' জনমভূমি' কাকতৰ সম্পাদকৰ গুৰুত্বপূৰ্ণ দায়িত্বত নিয়োজিত হৈছে। বৰ্মন সংবাদ জগতৰ এগৰাকী নিষ্ঠাৱান আৰু প্ৰতিভাসম্পন্ন আজীৱন সাংবাদিক। ১৯৬৮ চনত প্ৰকাশিত সাপ্তাহিক 'নীলাচল' কাকতত মুনীন্দ্ৰ নাৰায়ণ দত্ত বৰুৱাই (হোমেন বৰগোহাঞিৰ পিছত) সম্পাদকৰ দায়িত্ব পালন কৰিছিল। নলবৰীয়া নিৰুপমা বৰগোহাঞিয়ে তাৰ আগতে 'নীলাচল' কাকতৰ সহকাৰী সম্পাদক হিচাপে কাম কৰিছিল। ৰমেন্দ্ৰ নাৰায়ণ দত্ত বৰুৱা আন এগৰাকী নিষ্ঠাবান সম্পাদক হিচাপে অসমৰ সংবাদ জগতলৈ অৰিহণা আগবঢ়োৱা চকুত পৰে। তেওঁ 'আসাম ষ্টাৰ' দৈনিক ইংৰাজী কাকতখনৰ সম্পাদক হিচাপে কাম কৰিছিল। সম্প্ৰতি দত্ত বৰুৱাই সংবদেৱাৰ প্ৰসাৰৰ বাবে অক্লান্ত শ্ৰম কৰি আছে। সাহিত্যিক নিৰোদ চৌধুৰীয়ে দীৰ্ঘদিন ধৰি 'আসাম ট্ৰিবিউন' গোষ্ঠীৰ সৈতে জৰিত থাকি সংবাদসেৱা কাৰ্যতো পৰোক্ষভাৱে জড়িত আছিল। সাপ্তাহিক জনুজীৱন কাকতৰ সম্পাদক ড° চন্দ্ৰমোহন শৰ্মা আন এগৰাকী কৃতী (নলবৰীয়া) সাংবাদিক। সাপ্তাহিক জন-জীৱন কাকতত ড° শৰ্মাই নিৰুপমা বৰগোহাঞিৰ পিছতে দীৰ্ঘ বছৰ ধৰি জড়িত আছিল। নলবাৰীৰ বেলশৰতে সপা থকা প্ৰজন্মক আনডেকা সম্প্ৰতি 'দৈনিক অগ্ৰদূত' আৰু অৰ্ধ সাপ্তাহিক অগ্ৰদূত কাকতৰ সম্পাদনা মেজত গুৰু দায়িত্ব লৈ আত্মনিয়োগ কৰিছে। হাইদৰ হুছেইন এগৰাকী প্ৰখ্যাত গণতান্ত্ৰিক চেতনাসম্পন্ন সাংবাদিক। নলবাৰীৰ ঘগ্ৰাপাৰ অঞ্চলৰ পৰা গৈ সংবাদসেৱাৰ কামত আত্মনিয়োগ কৰি পিছলৈ 'অসমীয়া প্ৰতিদিন' কাকতৰ সম্পাদক পদত গুৰু দায়িত্ব পালন কৰি আছে। তেওঁ প্ৰাসংগিক নিৱন্ধ লিখি স্তম্ভলেখক হিচাপে ইতিমধ্যে সংবাদ জগতত এক সুকীয়া স্থান দখল কৰিছে। বৰমাৰ দিলীপ চন্দন সংবাদ জগতৰ এগৰাকী অনুসন্ধিৎসু ব্যক্তি। 'সাদিন' কাকতত জ্যেষ্ঠ উপ-সম্পাদক হিচাপে হিচাপে দীৰ্ঘদিন ধৰি সেৱা আগবঢ়াই কৰ্মদক্ষতাৰ বাবে পিছলৈ (সম্প্ৰতি) 'অসমবাণী' কাকতৰ সম্পাদকৰ গুৰু দায়িত্ব পাবলৈ সক্ষম হৈছে। বেলশৰৰ অচ্যুত কুমাৰ পাটোৱাৰীয়েও দীৰ্ঘদিন সমাজক্ষেত্ৰৰ স'তে জড়িত হৈ আহি সম্প্ৰতি 'অসমীয়া প্ৰতিদিন'ৰ বাৰ্তা সম্পাদকৰূপে কৰ্য্যনিৰ্বাহ কৰি আছে। দীনেশ গোস্বামীয়ে গুৱাহাটীৰ পৰা প্ৰকাশিত ভালেকেইখন কাকতত সম্পাদনাৰ মেজত সহযোগ দিছিল। তেওঁ এগৰাকী চিন্তাশীল সাংবাদিক। টিহুৰ নাতিদূৰৰ দিবাকৰ মেধিয়ে 'আজিৰ অসম' আৰু 'অসমীয়া প্ৰতিদিন' কাকতৰ জ্যেষ্ঠ উপ-সম্পাদক হিচাপে সেৱা আগবঢ়াইছিল। বৰ্তমানেও তেওঁ 'প্ৰতিদিন' কাকততে টিহু অঞ্চলৰ পৰা সংবাদ সেৱা কৰি আগবঢ়াই আছে।

জ্যোতিষ ভট্টাচাৰ্য গুৱাহাটীৰ পৰা প্ৰকাশিত সাপ্তাহিক 'প্ৰবাহ'ৰ কাৰ্যবাহী সম্পাদক আৰু ণুৰুল আমিন এই একেখন কাকতৰে সহঃ সম্পাদক আছিল। উভয়ে নলবৰীয়া। নলবাৰী জিলাৰ আন ভালেকেইগৰাকী সাংবাদিকে গুৱাহাটীৰ পৰা প্ৰকাশিত অসমীয়া, ইংৰাজী, হিন্দী, দৈনিক কাকতৰ ভিন্ন সময়ত সম্পাদনা মেজত পূৰ্বৰে পৰা আত্মনিয়োগ কৰি সংবাদসেৱাক বৃত্তি হিচাপে লৈ বৰ্তমানেও কাৰ্যনিৰ্বাহ কৰি আছে। এইসকলৰ



ভিতৰত ৰাজতিলক বৰ্মন (অসমীয়া প্ৰতিদিন), সোণেশ্বৰ পাটোৱাৰী (নতুন সময়), গোপীৰাম ঠাকুৰীয়া (আজিৰ অসম, অসমীয়া প্ৰতিদিন) প্ৰমোদ কলিতা (বিস্ময়), ৰঞ্জন চক্ৰৱৰ্তী (আমাৰ অসম, আসাম এক্সপ্ৰেছ), অজিত শৰ্মা আৰু ভূপেন মহন্ত (দৈনিক অসম), (দৈনিক অসম), পুষ্প গোস্বামী (দৈনিক অসম), জয়কান্ত শৰ্মা (দৈনিক অসম), পুষ্প গোস্বামী (দৈনিক অসম), নৰেশ কুমাৰ কলিতা (দৈনিক অগ্ৰদূত), দীপমণি শৰ্মা (অসমীয়া খবৰ), দিগন্ত কুমাৰ গোস্বামী (আমাৰ অসম), অনিল মজুমদাৰ (নতুন দিন), উৎপল বৰ্মন (আসাম ট্ৰিবিউন), বীৰেন শৰ্মা (আজিৰ অসম), অৰবিন্দ শৰ্মা (প্ৰহৰী, হিন্দী), সুবোধ মল্ল বৰুৱা (দৈনিক অসম), লাচিত বৰ্মন (সাদিন), জয়দেৱ বৰ্মন (জনমভূমি), হৰেকৃষ্ণ দাস, (গৰীয়সী), মনোজ অগস্তি, আনোৱাৰ হুছেইন বিভা দাস নয়নজ্যোতি ভূঞা (অসমীয়া প্ৰতিদিন), নৱজিৎ ভাগৱতী (আমাৰ অসম), হেমাংগ গোস্বামী (আজিৰ অসম), নৱজিৎ পাঠক (দৈনিক বাতৰি), কুলপ্ৰদীপ ভাগৱতী (নতুন দৈনিক),

টিহুৰ নাতিদূৰৰ ভোজকুছি গাঁৱৰ নৱ ঠাকুৰীয়া সংবাদ জগতৰ এগৰাকী প্ৰতিভাৱান সাংবাদিক। তেওঁ 'দ্যা হিন্দুস্থান 'টাইমছ', 'নৰ্থ ইষ্ট ছান', 'ছেভী' আদি ইংৰাজী কাকতত ফ্ৰিলান্স সাংবাদিক হিচাপে কাম কৰি আছে। উত্তৰ-পূৰ্বাঞ্চলৰ নাৰী সংক্ৰান্তীয় অনুসন্ধানমূলক বাতৰি পৰিবেশনৰ বাবে সাংবাদিক ঠাকুৰীয়াই ২০০১ চনৰ তৃতীয় কুঞ্জবালা দেৱী সোঁৱৰণী বঁটা লাভ কৰিবলৈ সক্ষম হৈছে। তেওঁ পূৰ্বে·'নতুন দৈনিক' কাকতৰ উপ-সম্পাদক হিচাপে দায়িত্ব পালন কৰিছিল। ধমধমাৰ খগেন তালুকদাৰ আন এগৰাকী প্ৰগতিশীল সাংবাদিক আছিল। তেওঁ 'প্ৰাসংগিক' নামৰ পষেকীয়া আলোচনীখন গুৱাহাটীৰ পৰা সম্পাদনা কৰিছিল। দিলীপ শৰ্মা আন এগৰাকী সক্ৰিয় সাংবাদিক । তেওঁ একাধিক কাকতত সম্পাদনাৰ দায়িত্বত আছিল। সাংবাদিক এম ছালেহউদ্দিন চৌধুৰী 'নাগৰিক' কাকতৰ কাৰ্যবাহী সম্পাদক আছিল। নলবাৰীৰ হৰি বৰ্মন এসময়ৰ কৃতীমান সাংবাদিক আছিল।

নতুন প্ৰজন্মৰ আন এগৰাকী প্ৰতিষ্ঠিত সাংবাদিক টিহুৰ প্ৰয়াত সুকুমাৰ পাঠক। তেওঁ অৰ্ধ সাপ্তাহিক 'অগ্ৰদূত' কাকতৰ ষ্টাফ ৰিপ'টাৰ আছিল। উৎপল দত্তই 'বিস্ময়'ৰ সহযোগী সম্পাদক হিচাপে জড়িত আছিল। নলবাৰী জিলাৰ গোৱৰাদল গাঁৱৰ তৰুণী বৰ্মন জ্যেষ্ঠ ফটো সাংবাদিক। তেওঁ বিভিন্ন কাকতত ফ্ৰিলীন্স ৰিপ'টাৰ হিচাপে জড়িত হৈ পৰিছে। বিপুল বৰ্মন নৰ্থ ইষ্ট টাইমছ কাকতৰ ষ্টাফ ৰিপ'টাৰ আছিল।

নৱ মিশ্ৰ (আবেলিৰ বাতৰি), উপেন কলিতা-যতীন ভাগৱতীয়ে (অসমীয়া প্ৰতিদিন) কাকতৰ সম্পাদনা মেজত দীৰ্ঘদিন ধৰি নিষ্ঠাৰে কাম কৰি আছে।

নলবাৰী জিলাৰ এইসকল সাংবাদিকে অসমৰ সাংবাদিকতাৰ জগতখনলৈ আগবঢ়োৱা অৱদানখিনি নিঃসন্দেহে চকুত লগা। এওঁলোকৰ গতিশীল শ্ৰম আৰু তৎপৰতাৰ ফলত অসমৰ লগতে নলবাৰী জিলাৰ সাংবাদসেৱাৰ পথাৰখন জ্যোতিষ্মান হৈ পৰিছে। এইসকলৰ মহান সেৱাই নলবাৰী জিলাৰ সাংবাদিকতাৰ ইতিহাসখন তাৎপৰ্যপূৰ্ণভাৱে সুদূৰ-প্ৰসাৰী হৈ পৰিছে। এই কথা স্বীকাৰ কৰিব লাগিব।

নলবাৰী জিলাৰ সাংবাদিকতাৰ ইতিহাসত লব্ধপ্ৰতিষ্ঠ সাহিত্যিক-সমালোচক শশী শৰ্মা এক ভোটাতৰাস্বৰূপ। সমকালীন সমস্যাৰ ওপৰত নিবন্ধ যুগুত কৰি যুক্তিনিষ্ঠ বিশ্লেষণেৰে জনমানসত জনপ্ৰিয় আৰু প্ৰতিষ্ঠিত হোৱা শৰ্মা এগৰাকী গণতান্ত্ৰিক চেতনা-সম্পন্ন, প্ৰগতিশীল, নিভীক আৰু গতিশীল সাংবাদিক। সাংবাদিক হিচাপে কৃতিত্ব দাবী কৰা এইগৰাকী সাংবাদিকে নিষ্পেষিত, শ্ৰমিক-কৃষক ৰাইজৰ হকে কলম সদায় তীব্ৰ কৰি ৰাখিছিল। তেওঁ বিভিন্ন কাকতৰ সম্প্ৰতি স্তম্ভ লেখক। বিশিষ্ট সাংবাদিক-গৰাকীয়ে 'অসমীয়া বাৰ্তালোচনী'ত সংবাদসেৱী হিচাপে আত্মপ্ৰকাশ কৰি পিছলৈ নতুন অসমীয়া, সাপ্তাহিক অসম বাতৰি, নৱযুগ, জনমভূমি, নীলাচল, আসাম ট্ৰিবিউন আদি কাকতলৈ বাতৰি পৰিবেশন কৰিছিল। শৰ্মা অসমৰ এগৰাকী যশস্বী সাহিত্যক যদিও সাংবাদিক হিচাপে তেওঁৰ এখন উচ্চ স্থান আছে।

সম্প্ৰতি কাকতৰ সংখ্যা বৃদ্ধি পোৱাত নলবাৰী জিলাত মফচলীয়া সাংবাদিকৰ সংখ্যা যথেষ্ট বৃদ্ধি পোৱ পৰিলক্ষিত হৈছে। জিলাখনত সম্প্ৰতি শতাধিক এনে মফচলীয় সাংবাদসেৱীয়ে ভিন্ন প্ৰান্তত একনিষ্ঠভাৱে সংবাদ পৰিবেশন কৰি জনগণক প্ৰতিনিধিত্ব কৰিছে। এইসকল সংবাদসেৱীয়ে গুৰুত্বপূৰ্ণ স্থানক কেন্দ্ৰ কৰি বৃহত্তৰ এলেকাৰ বিভিন্ন বা-বাতৰি কাকতলৈ প্ৰেৰণ কৰি আছে। জিলা সদৰকে ধৰি জিলাখনৰ বিভিন্ন অঞ্চলত কৰ্মৰত মফচলীয় সংবাদসেৱীসকল হ'ল-নলবাৰী সদৰ ঃ প্ৰবোধ চন্দ্ৰ গোস্বামী আৰু প্ৰমোদ চন্দ্ৰ চক্ৰৱৰ্তীয়ে পূৰ্বে আসাম ট্ৰিবিউন কাকতৰ সংবাদসেৱী হিচাপে বাতৰি পৰিবেশন কৰিছিল। সম্প্ৰতি ৰমেন কলিতাই সেই দায়িত্ব পালন কৰি আছে। কলিতাই সম্প্ৰতি পি. টি আই., ৰেডিঅ', দূৰদৰ্শনলৈও বাতৰি পৰিবেশন কৰি আছে। ধৰম চন্দ জৈন আৰু অলকেশ চক্ৰৱৰ্তীয়ে চেণ্টিনেল কাকতত পূৰ্বে নলবাৰী সদৰৰ পৰা সংবাদ পৰিবেশন কৰিছিল। বৰ্তমান সেই দায়িত্ব (ডেৰ দশক ধৰি ১৯৮৯ চনৰ পৰা) ৰোহিণী মেধিয়ে পালন কৰি আছে। ৰমণী বৰ্মন (আমাৰ অসম, দ্য নৰ্থ টাইমছ), বীৰেন বৰ্মন আৰু ধ্ৰুৱজ্যোতি শৰ্মা (দৈনিক অগ্ৰদূত), জিতেন শৰ্মা (আজিৰ অসম; অসমীয়া খবৰ), ইমৰুল হক ('আজি' পূৰ্বে, বৰ্তমানে 'নতুন দৈনিক'), কিশোৰ কুমাৰ কলিতা (আজি), অপূৰ্ব শৰ্মা (দৈনিক জনসাধাৰণ), বসন্ত দাস (দৈনিক জনমভূমি), বজৰঙ্গ খেমকা (পূৰ্বাঞ্চল প্ৰহৰী) ই জিলা সদৰৰ পৰা বাতৰি পৰিবেশন কৰি আছে। পূৰ্বে যতীন মজুমদাৰ (হিন্দী চেণ্টিনেল), প্ৰণীতা তালুকদাৰ (উত্তৰকাল, হিন্দী) বাতৰি পৰিৱেশন কৰিছিল। সম্পতি ৰবীন চৌধুৰী সদৰৰ দৈনিক অসমৰ সংবাদদাতা আৰু কমলেশ শৰ্মা (অসমীয়া প্ৰতিদিন) কাকতৰ দায়িত্ব পালন কৰি আছে। কুলদীপ মজুমদাৰ (পূৰ্বৰ আজিৰ অসম কাকতৰ সংবাদসেৱী), মুনীন্দ্ৰ দাস (আজিৰ সংবাদ), ভৰেশ চৌধুৰী (অমৰজ্যোতিষ্ম, বিনয় দাস (পূৰ্বে অগ্ৰদূত), নৰেণ কলিতা (পূৰ্বে নতুন দৈনিক কাকত), অপূৰ্ব পাঠক আদিয়ে সদৰৰ পৰা উল্লিখিত ধৰণে কাকতসমূহত বাতৰি পৰিবেশন কৰি আছে। হৰি নাৰায়ণ দাস আৰু ধ্ৰুৱজ্যোতি শৰ্মাই পূৰ্বে নৰ্থ ইষ্ট টাইমচ্ কাকতত সংবাদসেৱা কৰিচিল। ওৱাহিদুজ জামানে পূৰ্বে 'আমাৰ অসম' কাকতৰ সংবাদদাতা আছিল।

বৰমা অঞ্চলৰ কৰ্মৰত সংবাদসেৱীসকল হ'ল-ৰোহিণী মেধি (দৈনিক অগ্ৰদূত), দিলীপ কুমাৰ হালৈ (দৈনিক অগ্ৰদূত,

দৈনিক অসম), ভৱ মেধি (দ্য নৰ্থ ইষ্ট টাইমচ্‌, আমাৰ অসম), অলকেশ ঠাকুৰীয়া (প্ৰতিদিন), শশীন্দ্ৰ নাৰায়  দাস (আজি, পূৰ্বে নতুন দৈনিক কাকতত) খ্ৰীমসাৰ বসুমতাৰী (বড়োচা,অসমীয়া খবৰ), সনাতম বৰ্মন (অসমীয়া খবৰ), গণপতি বড়ো (বড়োচা), শৰৎ বৰ্মন (সাপ্তাহিক লুইত জ্যোতি, দৈনিক জনসাধাৰণ, অসমীয়া খবৰ), প্ৰাণেশ্বৰ ডেকা (পূৰ্বে আজিৰ বাতৰি), আলকাছ আলী (দৈনিক জনমভূমি), ভৰত ৰাজবংশী (সাপ্তাহিক লুইতজ্যোতি), উপেন শংকৰ মহিলাৰী (বড়োল্যাণ্ড ৰাদাব, বড়োচা), বিনয় বড়ো, ৰবীন ঔৱাৰী (বড়োসা), ৰমেশ চন্দ্ৰ দাস (পূৰ্বে আজিৰ সংবাদ), ডাঃ ধৰণীধৰ দাস (যোগাযোগ), অম্বৰীশ বৈশ্য (পূৰ্বে বৰপীঠা, মংগল বাতৰি আদি কাকতত) আদিয়ে এই ধৰণৰ সংবাদসেৱা কৰি আছে। উল্লেখ্য যে, বৰমাৰ ডঃ ধৰণীধৰ দাস বাতৰি কাকতত সম্পাদকীয় চিঠিযোগে জিলাখনৰ বিভন্ন খবৰ আদি প্ৰেৰণ কৰিছিল। বৰমা (আখৰা)ৰ অম্বৰীশ বৈশ্যই শ্ৰীমন্ত শংকৰদেৱ সংঘৰ দ্বাৰা প্ৰকাশিত 'মণিকাঞ্চন'ৰ মেজত প্ৰত্যক্ষভাৱে কাৰ্যনিৰ্বাহ কৰি আছে।

টিহুৰ মফচলীয় সংবাসেৱীসকলক হ'ল- প্ৰাণকৃষ্ণ দাস (দ্য আমাম ট্ৰিবিউন) মহেশ চন্দ্ৰ শৰ্মা (দ্য চেন্টিনেল, আজিৰ অসম) হেমাংগ গোস্বামী (দৈনিক অসম), কিশোৰ কুমাৰ শৰ্মা (আমাৰ অসম), ৰজনী তালুকদাৰ (দৈনিক অগ্ৰদূত), অঞ্জন কুমাৰ শৰ্মা (আজি, ।জিৰ অসম), মহেন্দ্ৰ নাথ শৰ্মা আৰু জিতেন দাস (আমাৰ নলবাৰী), পংকজ কুমাৰ বেজবৰুৱা (দৈনিক অসম, দৈনিক জনমভূমি), হেমন্ত কুমাৰ শীল (সাপ্তাহিক লুইত জ্যোতি), প্ৰদীপ পাঠক (অসমীয়া খবৰ), ড° অমৰেন্দ্ৰ কলিতা (দ্য নৰ্থ ইষ্ট টাইমচ্‌) ড° জ্যোতিষ চন্দ্ৰ ভাগৱতী (অসমীয়া খবৰ) গৌৰী শংকৰ তালুদাৰ (অসমীয়া প্ৰতিদিন), মহেন্দ্ৰ বৰুৱা (ফটো সাংবাদিক, ট্ৰিবিউন গোষ্ঠী), ধনঞ্জয় বৰ পূজাৰী (আজিৰ সংবাদ), পূৰ্বে ৰোহিণী মেধিয়ে আমাৰ অসম, ধীৰেন্দ্ৰ কলিতাই নতুন দৈনিক, জাগ্ৰত প্ৰহৰী, সাধিৰাম কলিতাই নতুন দৈনিক, কৈলাশ মল্ল বৰুৱাই (দৈনিক অসম) টিহুৰ পৰা সংবাসেৱা কৰিছিল।

ঘগ্ৰাপাৰ অঞ্চলৰ সংবাদসেৱীসকল হ'ল— অমূল্য কলিতা (দৈনক অসম), ব্ৰজেন তালুকদাৰ (দৈনিক বাতৰি), অচ্যুত কলিতা (আমাৰ অসম), ফাইজুৰ ৰহমান (দৈনিক জনমভূমি), খনীন্দ্ৰ লহকৰ (আজিৰ বাতৰি তপন দাস, (অসমীয়া প্ৰতিদিন), আব্দুল গণি (নৰ্থ ইষ্ট টাইমচ্‌), ৰেজেক আলী (আজিৰ বাতৰি), বসন্ত শৰ্মা (দ্য আসাম ট্ৰিবিউন) কিশোৰ কুমাৰ কলিতা (দৈনিক অগ্ৰদূত), যোগেশ মজুমদাৰ (আজি), শ্বাহ্ আলম আহমেদ (আজিৰ বাতৰি), ৰেকিব আলী (অসমীয়া খবৰ), প্ৰণেশ্বৰ কলিতা উল্লেখযোগ্য চামতাৰ অঞ্চলৰ পৰা বাতৰি পৰিবেশন কৰাসকল ৰাজেশ বৈশ্য (দৈনিক বাতৰি), নৱজিত ভাগৱতী (পূৰ্বে আমাৰ অসম), প্ৰদীপ বৰ্মন (দৈনিক জনমভূমি), বুবুল শৰ্মা (আজি), অজিত শৰ্মা (দৈনিক অগ্ৰদূত), এম. মহিবৰ ৰহমান (আমাৰ অসম), গণেশ বৰ্মন (দৈনিক অসম), ৰাজীৱ দত্ত (আজিৰ অসম), বসন্ত দাস (অসমীয়া খবৰ), ৰাজমোহন তালুকদাৰ (দৈনিক জনমভূমি), ৰ্বীন দাস (আজিৰ  বাতৰি), এম. হাচান আলী (পূৰ্বে আজিৰ অসম), আদি উল্লেখযোগ্য। বেলশৰৰ পৰা বাতৰি পৰিবেশন কৰা সকলৰ ভিতৰত যাদৱ সেন ডেকা (আজিৰ অসম), দেৱ প্ৰসাদ মিশ্ৰ (নৰ্থ ইষ্ট টাইমচ্‌), দ্বীপেন চন্দ্ৰ সেনা (পূৰ্বে আমাৰ অসম), অৰূপ ৰঞ্জন বৰ্মন (অসমীয়া খবৰ), পুলেন চক্ৰৱৰ্তী (জনসাধাৰণ), ৰাজমোহন তালুকদাৰ (আমাৰ অসম)।

কৈঠালকুছিৰ পৰা বাতৰি পৰিবেশন কৰাসকল— ফটিক বৰ্মন (আমাৰ নলবাৰী), হিৰণ্য কলিতা (অসমীয়া খবৰ), আলতাফ হুছেইন (জনসাধাৰণ), অঞ্জন শৰ্মাইল কৈঠালকুছি অঞ্চলৰ পৰা বা-বাতৰি পৰিবেশন কৰি আছে। পূৰ্বে অঞ্জন কুমাৰ শৰ্মাহি কৈঠালকুছিৰ পৰা আজি কাকতত সংবাদ সেৱা কৰিছিল।

মুকালমুৱাৰ পৰা বা-বাতৰি পৰিবেশন কৰাসকলৰ ভিতৰত ৰাজেন ডেকা (দৈনিক অসম), সতীশ শৰ্মা (পি. টি. আই), দিগন্ত কুমাৰ গোস্বামী (পূৰ্বে আমাৰ অসম), দ্বীজেন দাস (অসমীয়া প্ৰতিদিন), নৰুল আলম, নলিনী ডেকা আজিজ আলী, হেমন্ত মজুমদাৰ (দৈনিক অগ্ৰদূত), প্ৰদীপ কলিতা (আমাৰ অসম), কনক কলিতা (আজি) আদি উল্লেখযোগ্য । উল্লেখ্য যে, বৰক্ষেত্ৰীৰ পৰা প্ৰকাশিত 'আমাৰ সংবাদ' সাপ্তাহিক সম্পাদনাৰ দায়িত্ব লৈছিল ৰমেশ ডেকা (সম্পাদক) আৰু ৰাজেন ডেকাই (কাৰ্যবাহী সম্পাদক)। য়িাৰ পূৰ্বে নীলকান্ত কলিতাই বৰক্ষেত্ৰী সংবাদ নামৰ কাকত এখনৰ সম্পাদনা কৰিছিল।

বৰনৰ্দ্দী অঞ্চলৰ পৰা সংবাদসেৱাত জড়িতসকলৰ ভিতৰত মাণিক ডেকা (অসমীয়া প্ৰতিদিন), হীৰেন হাজৰিকা (নতুন দৈনিক, বেলশৰ), চন্দন কুমাৰ শৰ্মা (অসমীয়া খবৰ), উপেন হালৈ (আজিৰ অসম), দীপামণি বেজবৰুৱা (অসমীয়া খবৰ), দিগন্ত বৰ্মন (জনসাধাৰণ) আদি উল্লেখযোগ্য।

বৰভাগৰ পৰা কৰেণ তালুকদাৰ (আমাৰ অসম, পূৰ্বাঞ্চল প্ৰহৰী), ৰমেন কলিতা (দৈনিক অসম), নাউদত্ত তালুকদাৰ (আজিৰ অসম), জনাৰ্দন তালুকদাৰ (খবৰ), বিৰিঞ্চি তালুকদাৰ (দৈনিক জনমভূমি), ৰমেন তালুকদাৰ (অগ্ৰদূত), দ্বীজেন দাস (অসমীয়া প্ৰতিদিন, আজিৰ অসম), পুলিন শৰ্মা, উমেশ লহকৰ (প্ৰতিদিন), পুলিন চক্ৰৱৰ্তী, দিপুল বৈশ্য আদি উল্লেখযোগ্য। উল্লেখ্য যে, অলম নাৰায়ণ পাটোৱাৰী আৰু ৰমেন তালুকদাৰৰ সম্পাদনাৰ বৰভাগ সংবাদ' নামৰ এখন সাপ্তাহিক কাকতো প্ৰকাশ পাইছিল।

তামুলপুৰৰ পৰা দ্বীজেন পাঠক (আমাৰ অসম), খগেন বৈশ্য (আজিৰ অসম), প্ৰসাদ দাস (পূৰ্বে নতুন দৈনিক কাকতত, উৎপল ডেকা (দৈনিক অগ্ৰদূত), কামেশ্বৰ দাস (অসমীয়া প্ৰতিদিন), উমেশ দৈমাৰী, মুকুন্দ দাস, যোগেন শৰ্মা আদিয়ে সংবাদসেৱাত সক্ৰিয় ভূমিকা লৈ আছে। উল্লেখ্য যে মণিকণ দাসে সাংবাদিকতাৰ মাজতে প্ৰাণ হেৰুৱায়।

ধমধমাৰ পৰা যাদৱ ডেকা (আমাৰ অসম, দৈনিক অগ্ৰদূত), জালনুৰ আলী (অসমীয়া প্ৰতিদিন, আজিৰ অসম), অতুল দাস (আজি), জেহৰুল ইছলাম (আমাৰ নলবাৰী), আব্দুল হামিদ (আমাৰ নলবাৰী), বীৰেন্দ্ৰ নাথ পাটগিৰী (সাপ্তাহিক লুইতজ্যোতি),ৰ চিৰাজুল হক (অসমীয়া খবৰ) আদিয়ে সংবাদসেৱা কৰি আছে।

বাগানপাৰাৰ পৰা চাণক্য বৈশ্য (আমাৰ অসম), সুৱণখাটাৰ পৰা খগেন ভূঞা (আমাৰ অসম, আজিৰ বাতৰি), ধনেশ্বৰ হুজুৰীয়ে খাগ্ৰাবাৰীৰ পৰা বাতৰি পৰিবেশন কৰি আছে।



মুছলপুৰৰ পৰা উপেন ডেকা (অসমীয়া প্ৰতিদিন), কাৰ্তিক দাস (দৈনিক অগ্ৰদূত), হৰেকৃষ্ণ ঠাকুৰীয়া (আজি), বাস্কাৰ পৰা উৎপল কলিতা (আমাৰ অসম), ধ্ৰুৱজ্যোতি শৰ্মা (অসমীয়া খবৰ), থমনাৰ পৰা যোগেন্দ্ৰ কলিতাই সংবাদসেৱা কৰি আছে। চৰাইমাৰী আৰু ডুমুনীৰ পৰা ধাৰাবাহিকভাৱে দুই দশক ধৰি অনিল চন্দ্ৰ কাকতীয়ে সংবাদসেৱাত সক্ৰিয় ভূমিকা লৈ আছে। নিকাছিৰ পৰা মহেশ্বৰ বৰ্মনে সেই একে ভূমিকা লৈ সংবাদসেৱাত ব্যস্ত হৈ পৰিছে। কাকতি আৰু বৰ্মনে উভয়ে নিষ্ঠাবান সংবাদসেৱী। ইয়াৰোপৰি 'যোগাযোগ' কাকতলৈ আশীৰ দশকত বাতৰি প্ৰেৰণ কৰাসকল আছিল ৰবীন শৰ্মা (মুছলপুৰ), উদ্ধৱ মেধি (আঠিয়াবাৰী) আদি।

শেহতীয়াভাৱে বাঁহজানী অঞ্চলৰ পৰা কেইবাগৰাকী নবীন সংবাদসেৱীয়ে বৃহত্তৰ অঞ্চলটোৰ অভাৱ-অভিযোগৰ বা-বাতৰি পৰিবেশন কৰি গুৰুত্বপূৰ্ণ ভূমিকা লৈছে। সেইসকলৰ ভিতৰত কামিনী মিশ্ৰ (দৈনিক অসম), গণেশ ডেকা (দৈনিক জনমভূমি), নিৰেন ডেকা (আজিৰ অসম), কমল কুমাৰ ডেকা (আমাৰ অসম), শংকৰ ডেকা (দৈনিক অগ্ৰদূত), দিলীপ বেজবৰুৱা (আমাৰ নলবাৰী), তপন মজুমদাৰ (অসমীয়া প্ৰতিদিন), বাপুকণ ৰাজবংশী আদি উল্লেখযোগ্য।

নলবাৰী জিলা সদৰৰ পৰা প্ৰকাশিত 'আমাৰ নলবাৰী' (সাপ্তাহিক) আৰু 'সাপ্তাহিক লুইতজ্যোতি' কাকতে জিলাখনৰ বিভিন্ন অভাৱ-অভিযোগ, সমস্যা আদি ধাৰাবাহিকভাৱে পৰিবেশন কৰি থকা পৰিলক্ষিত হৈছে। ১৯৯৬ চনত প্ৰকাশিত 'আমাৰ নলবাৰী' কাকতৰ সম্পাদক হিচাপে গুৰু দায়িত্ব লৈ ৰোহিণী মেধিয়ে এটা বছৰ কাৰ্যনিৰ্বাহ কৰিছিল। সম্পাদনা মেজত সেই সময়ত গুৰু দায়িত্ব লোৱা অন্যান্যসকল আছিল ধ্ৰুৱজ্যোতি শৰ্মা, কমলেশ শৰ্মা আৰু হিতেশ ডেকা (ৰাজ)। সম্প্ৰতি ৰাহিদুজ জামান আৰু ধ্ৰুৱজ্যোতি শৰ্মা উক্ত কাকতখনৰ ক্ৰমে মুখ্য সম্পাদক আৰু সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে। দিলীপ কুমাৰ হালৈয়ে উক্ত কাকতখনত কিছুদিন কাৰ্যবাহী সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল।

অৰূপ কুমাৰ শৰ্মাই 'সাপ্তাহিক লুইতজ্যোতি' (১৯৯৮) কাকতত সম্পাদক আৰু কমলেশ শৰ্মাই কাৰ্যবাহী সম্পাদক হিচাপে আত্মনিয়োগ কৰি সংবাদসেৱাত ব্ৰতী হৈছে। ইয়াৰ আগতে ১৯৯৩ চনত নলবাৰী চহৰৰ বুকুৰ পৰা 'আজিৰ নলবাৰী' নামৰ এখন দৈনিক কাকতো নৱ কুমাৰ বৰ্মনৰ প্ৰয়োজনাত প্ৰকাশ হৈছিল। সাংবাদিক ৰোহিণী মেধি আৰু ৰমনী বৰ্মন আছিল কাকতখনৰ চালিকাশক্তি স্বৰূপ। কিন্তু কাকতখনৰ কেইটিমান সংখ্যা প্ৰকাশ হোৱাৰ পিচত 'আজিৰ নলবাৰী' নিটিকিল। নলবাৰী জিলাৰ পৰা প্ৰকাশিত আন কেইখনমান বাতৰি কাকত এই ছোগতে উল্লেখনীয়। যাদৱ ডেকাৰ সম্পাদনাত 'নৱ উৰ্মি' (মাহেকীয়া) বাতৰি কাকত), 'বৰক্ষেত্ৰী সংবাদ' নীলকান্ত কলিতা সম্পাদিত, 'সাপ্তাহিক নিচান' অনিল মজুমদাৰৰ সম্পাদনাত, মুকুল শৰ্মাৰ সম্পাদনাত 'জাগ্ৰত প্ৰহৰী' (সাপ্তাহিক), ভূপেন মহন্তৰ সম্পাদনাত এজন বাতৰি, সুকুমাৰ পাঠকৰ সম্পাদনাত 'প্ৰতিবিম্ব' (মাহেকীয়া), ৰফিউল হুছেইন বৰুৱাৰ পৰিচালনা আৰু গকুল বৰপূজাৰীৰ সম্পাদনাত 'ভাওনা' নামৰ পযেকীয়া আৰু এম মহিবৰ ৰহমানৰ সম্পাদনাত 'নতুন বাতৰি' নামৰ সাপ্তাহিক বাতৰি কাকত প্ৰকাশ পাইছিল। উল্লেখযোগ্য যে আটাইকেইখন কাকতে দীৰ্ঘদিন ধৰি টিকি থকাত ব্যৰ্থ হ'ল। বাতৰি কাকত এখনৰ বাবে আৱশ্যকীয় ছপাশাল, যান্ত্ৰিক সংযোগ, স্থায়ী কৰ্মী আদিৰ অভাৱ পৰিলক্ষিত হোৱা হেতুকে এই কেউখন কাগজে বেছিদিন জীয়াই থকাত অসমৰ্থ হৈ পৰিল। ইয়াৰ উপৰি নলবাৰী চহৰৰ পৰা জিতেন্দ্ৰ জৈনে 'জ্যোতি' নামৰ হিন্দী কাকত এখন কিছুদিন সম্পাদনা কৰিছিল আৰু  ১৯৭৪ চনত প্ৰয়াত সুকুমাৰ বসুমতাৰীয়ে বড়ো মাধ্যমত 'অৰ্গেন' নামৰ এখন বাতৰি কিছুদিন সম্পাদনা কৰিছিল। এই কাকতযোগে প্ৰয়াত বসুমতাৰীয়ে 'অৰ্গেন'ৰ মাধ্যমেৰে বড়ো ভাষা-সংস্কৃতি, অভাৱ-অভিযোগ, আৰ্থ-সামাজিক অৱস্থাৰ চিত্ৰখন ধাৰাবাহিকভাৱে প্ৰকাশ কৰাৰ উদ্যোগ লৈছিল। কিন্তু কাকতখনৰ কেইটিমান সংখ্যা প্ৰকাশ হোৱাৰ পিছতে অচল হৈ পৰে। শেহতীয়াভাৱে বীৰেন্দ্ৰ বৰ্মনৰ সম্পাদনাত পযেকীয়া 'আমাৰ গাঁও' কাকত এখন প্ৰকাশ পাইছে।

গুৱাহাটীৰ পৰা প্ৰকাশিত বাতৰি কাকত, বাৰ্তালোচনী বা আলোচনীত কেইবাগৰাকী নলবৰীয়াই প্ৰত্যক্ষভাৱে জড়িত হৈ আছে। লীলা দেৱীয়ে 'পূৱালী'ত সহঃ সম্পাদিকাৰ দায়িত্ব পালন কৰিছিল। নাট্যকাৰ জিতেন শৰ্মাই সাদিন গোষ্ঠীৰ লগত দীৰ্ঘদিন ধৰি জড়িত হৈ সংবাদসেৱাত অৰিহণা যোগাই আহিছে। বালিৰ মহেশ শৰ্মাৰ অৱদানো প্ৰশংসনীয়।

অতুল মজুমদাৰ, কমল কুমাৰ ভাগৱতী, ভূপেন্দ্ৰ ভাগৱতী, দিগন্ত কুমাৰ চৌধুৰী আদিয়ে সংবাদসেৱাত কলা-সংস্কৃতিত আৰু অপূৰ্ব শৰ্মা, হীৰেন হাজৰিকা ক্ৰীড়া জগতৰ বা-বাতৰি প্ৰেৰণ কৰি সম্প্ৰতি প্ৰিয়ভাজন হৈ পৰিছে।

প্ৰয়াত প্ৰণবেশ বৰুৱাই নলবাৰী সদৰৰ পৰা কিছুদিন ধৰি 'নিউজ ষ্টাৰ' আৰু 'হিন্দুস্তান সমাচাৰ' বাতৰি কাকতলৈ বাতৰি পৰিবেশন কৰিছিল। অৰূপ কুমাৰ শৰ্মা গুৱাহাটীৰ পৰা প্ৰকাশিত একাধিক বাতৰি কাকতৰ মেজত কাৰ্যনিৰ্বাহ কৰি পিছত নলবাৰীৰ পৰা প্ৰকাশিত 'চিত্ৰাঞ্জলি' নামৰ এখন বাৰ্তালোচনী সম্পাদনা কৰিছিল। বাৰ্তালোচনীৰ মুখ্য সম্পাদক আছিল নাট্যকাৰ ভবেন বৰুৱা। দীন কলিতাই আশীৰ দশকত বিবৰ্তন নামৰ এখন বাৰ্তালোচনী প্ৰকাশ কৰিছিল। এইসকল সাংবাদিকৰ বাহিৰেও নলবাৰী জিলাৰ ভিন্ন প্ৰান্তত নতুন নতুন সাংবাদিকসকলৰ জন্ম গৈছে।

জিলাখনৰ সংবাদসেৱীসকলৰ ভিতৰত সাহিত্যিক প্ৰয়াত হৰেন্দ্ৰ নাথ কলিতা (নলবাৰী), গিৰীন্দ্ৰ ঠাকুৰীয়া (টিহু), যোগেন চৌধুৰী (ঘগ্ৰাপাৰ), গিৰীশ মজুমদাৰ আদিক স্মৰণ কৰিব লাগিব। হৰেন্দ্ৰ নাথ কলিতা (নলবাৰী) আৰু গিৰীন্দ্ৰ নাৰায়ণ ঠাকুৰীয়া (টিহু) জিলা মফচলীয় সংবাদ ক্ষেত্ৰত দুই পুৰণি চহৰ (নলবাৰী) আৰু (টিহুৰ) প্ৰথম বাটকটীয়া বুলিব পাৰি। যোগেন চৌধুৰীও নলবাৰী চহৰৰ এগৰাকী অন্যতম জ্যেষ্ঠ সংবাদসেৱী। টিহুৰ প্ৰয়াত কৰুণাকান্ত শৰ্মা, কৃষ্ণ শৰ্মা আদি লোকসকল নিষ্ঠাৱান সংবাদসেৱী আছিল।

টিহুৰ মহেন্দ্ৰ বৰুৱা আৰু গোৰেবাদল গাঁৱৰ তৰণী বৰ্মনে ফটো সংবাদসেৱী হিচাপে প্ৰতিষ্ঠা লাভ কৰিছে। কুলদীপ মজুমদাৰ চৰকাৰী 'জনশিক্ষা' আলোচনীখনৰ সম্পাদক আছিল। অধ্যাপক ভৱানী প্ৰসাদ অধিকাৰী (মাখিবাহা)য়ে (১৯৯১-৯৪) অগ্ৰদূত কাকতৰ মেজৰ পৰা কাৰ্যনিৰ্বাহ কৰিছিল। গোৰৱাদল গাঁৱৰ উদীয়মান যুৱক গোপাল কুমাৰ বৰ্মনে সম্প্ৰতি কামৰূপ

জিলা সাহিত্য সভাৰ মুখপত্ৰ 'কামৰূপা'ৰ সম্পাদনা কৰিছিল। ইয়াৰোপৰি বৰ্মনে 'অনুৰণন' নামৰ আলোচনী এখনৰ সম্পাদকৰ দায়িত্ব লৈছে। 'অনুৰণন' গ্ৰামাঞ্চলৰ পৰা প্ৰকাশিত এখন সাহিত্য-সংস্কৃতি বিষয়ক বাৰ্তালোচনী।

এইখিনিতে প্ৰণিধানযোগ্য যে নলবাৰী জিলাৰ সংবাদ জগতৰ সবিশেষ আলোচনা কৰিলে এই অঞ্চলৰ শিক্ষা আৰু সাহিত্য জগতৰ বিশিষ্টসকলক স্মৃতিচাৰণ কৰি নাম ল'ব লাগিব। তেওঁলোকে সাহিত্য জগতলৈ বৰঙণি আগবঢ়োৱাৰ উপৰি সংবাদপত্ৰত ভিন্ন লেখাৰে অৰিহণা যোগাইছে। সেইসকলৰ ভিতৰত সু-সাহিত্যিক প্ৰয়াত ত্ৰৈলোক্য নাথ গোস্বামী (মন্দাকিনী মাহেকীয়া আলোচনীৰ সম্পাদক), ড° নাৰায়ণ শৰ্মা, অধ্যাপক ভবানী প্ৰসাদ অধিকাৰী, ৰামচৰণ ব্ৰহ্ম, ৰাম দাস বড়ো, ৰামদাস বসুমতাৰী, ড° গোবিন্দ প্ৰসাদ শৰ্মা, সাংসদ প্ৰফুল্ল গোস্বামী (নৱ ৰূপাৰ সম্পাদক), ড° ৰমেশ চন্দ্ৰ পাঠক, গল্পকাৰ ভূপেন শৰ্মা, নাট্যকাৰ জিতেন শৰ্মা, অচ্যুত কুমাৰ শৰ্মা, ড° বসন্ত কুমাৰ ভট্টাচাৰ্য, বত্ৰেশ্বৰ মেধি, ড° পৰাগ ভট্টাচাৰ্য, ড° বীৰেন ডেকা, হৰেন্দ্ৰ মোহন তালুকদাৰ (আম্বেদকাৰ বঁটা প্ৰাপ্ত), পৰমানন্দ মজুমদাৰ আদি সেই বৰেণ্যসকলৰ ভিতৰতে উল্লেখনীয়।

ভবেন কলিতা শেহতীয়াভাৱে সংবাদ জগতত স্তম্ভ লেখক হিচাপে পৰিচিত হৈছে। প্ৰাসংগিক লেখা যুগুত কৰি সম্প্ৰতি তেওঁ সুনাম অৰ্জন কৰিছে। মুকুন্দ বৰ্মন এগৰাকী প্ৰগতিশীল ফ্ৰিলান্স সাংবাদিক। তেওঁ বিভিন্ন কাকতযোগে সমকালীন সমস্যাৰ ওপৰত প্ৰতিবেদন যুগুত কৰি সম্প্ৰতি সুনাম অৰ্জন কৰিছে। ডাঃ বিপিন চন্দ্ৰ কলিতা, ড° শান্ত বৰ্মন, দেৱপ্ৰসাদ মিশ্ৰ আদিয়ে সমকালীন সমস্যাৰ ওপৰত লেখা-মেলা আৰম্ভ কৰিছে।

এই সকলৰ উপৰি সমগ্ৰ নলবাৰী জিলাতে ছেগা-চোৰোকাকৈ বাতৰি কাকতত সংবাদ পৰিবেশন কৰা সংবাদসেৱীসকল- ফণীন্দ্ৰ কলিতা (অৰৰা), দ্বীজেন শৰ্মা, মহানন্দ শৰ্মা, হিৰণ্য পাটগিৰী, ধৰ্মকান্ত পাঠক, তপন তালুকদাৰ আৰু দীপক বৰ্মন (যাঠিকুছি), সঞ্জীৱ সুমন জ্যোতি, মনোজ তালুকদাৰ, উৎপল শৰ্মা, পুলিন বৈশ্য, তপোধৰ বৈশ্য, চন্দন কুমাৰ শৰ্মা (বৰনদী), তুলিকা চৌধুৰী, জয়জিৎ ভট্টাচাৰ্য, বিদ্যুৎ বিকাশ গোস্বামী, গুণমণি বৰ্মন, জোন কুমাৰ হালৈ, নগেন তালুকদাৰ, সঞ্জীৱ শৰ্মা, নিপজ্যোতি মেধি আদি উল্লেখযোগ্য।

অসমৰ সাংবাদিকতাৰ ডেৰশ বছৰৰ পূৰ্ণতা প্ৰাপ্তিৰ কিছু বছৰ পূৰ্বে ১৯৯০ চনত নলবাৰী জিলাৰ সচেতন সংবাদসেৱীয়ে পৰিবৰ্তিত পৰিস্থিতিত সাংগঠনিক উদ্দেশ্য আৰু বৃহত্তৰ জিলাখনৰ আৰ্থ-সামাজিক, শৈক্ষিক, সাংস্কৃতিক উন্নয়নৰ প্ৰতি লক্ষ্য ৰাখি নিজৰ নিৰাপত্তা আৰু আত্মবিশ্লেষণৰ প্ৰয়োজনত সাংবাদিকসকল এখন মঞ্চত উপৰিষ্ট হ'ল। এই মঞ্চখনেই নলবাৰী জিলা সাংবাদিক সন্থা (১৯৮৯)। সন্থাৰ প্ৰতিষ্ঠাপক সভাপতি আৰু সম্পাদক আছিল ক্ৰমে প্ৰমোদ চন্দ্ৰ চক্ৰৱৰ্তী আৰু মহেশ চন্দ্ৰ শৰ্মা। সন্থাৰ অন্তৰ্ভুক্ত সাংবাদিকসকল মূলতঃ মফচলীয়া। তেওঁলোক নিজস্ব সমস্যাৰ মাজত থাকিও সংবাদসেৱাৰ দায়িত্ব পালনত ত্ৰুটি কৰা নাই। ইয়াৰ আগতে বিশিষ্ট মুক্তিসংগ্ৰামী প্ৰয়াত হেমচন্দ্ৰ বৰ্মা মজুমদাৰৰ নেতৃত্বত উত্তৰ কামৰূপ সাংবাদিক সন্থা গঠন হৈছিল। প্ৰতিষ্ঠাপক সভাপতি প্ৰমোদ চন্দ্ৰ চৰ্তীৰ মফচলীয় সংবাদ জগতলৈ যোগোৱা অৰিহণা প্ৰশংসনীয়।

বালি গাঁৱৰ নবীন সাংবাদিক, সম্পাদক জিৎমণি শৰ্মাৰ সম্পাদনাত প্ৰকাশিত 'নতুন খবৰ' নামৰ মাহেকীয়া ৰাজনৈতিক আলোচনীখনেও সংবাদ জগতত গুৰুত্বপূৰ্ণ ভূমিকা লৈছে। তেওঁ বৰ্তমানে গুৱাহাটীৰ পৰাই এই কাম অব্যাহত ৰাখিছে।

অসমৰ বাতৰি কাকতৰ ডেৰশ বছৰীয়া জয়ন্তী উৎসৱত নলবাৰী জিলাই এক ভূমিকা পালন কৰিছে। নিষ্ঠা আৰু নিপুণতাৰ গুণত ভালেকেইগৰাকী সংবাদসেৱীয়ে ডেৰশ বছৰীয়া জয়ন্তী উৎসৱৰ ৰাজ্যিক কাৰ্যনিৰ্বাহকৰ সদস্যৰূপে নিৰ্বাচিত হৈছে। তেওঁলোক হ'ল— ৰোহিণী মেধি আৰু ৰমণী বৰ্মন। ৰোহিণী মেধিয়ে নিষ্ঠা আৰু সাংগঠনিক দক্ষতাৰে সম্প্ৰতি সদৌ অসম সাংবাদিক সন্থাৰ উপ-সভাপতি হিচাপে নিৰ্বাচিত হ'ব পাৰিছে। অসমৰ ডেৰশ বছৰীয়া জয়ন্তী উৎসৱত নলবাৰী জিলাৰ পৰা কেন্দ্ৰীয়ভাৱে সম্বৰ্ধিত হোৱা কৃতী সাংবাদিকসকল প্ৰমোদ চন্দ্ৰ চক্ৰৱৰ্তী, প্ৰাণকৃষ্ণ দাস আৰু ধনেশ্বৰ হুজুৰী। যি নহওক এই নিবন্ধটোত সমগ্ৰ নলবাৰী জিলাৰ সংবাদসেৱাৰ সৈতে জড়িত ব্যক্তিসকলক সামৰিবলৈ অহোপুৰুষাৰ্থ কৰা হৈছে যদিও অনিচ্ছাকৃতভাৱে কাৰোবাৰ নাম বাদ পৰি যাব পাৰে। অতি কম সময়ৰ ভিতৰতে যুগুত কৰিব লগা হোৱাত আমাৰ অনিচ্ছাকৃত ভুলৰ বাবে সকলোৰে ওচৰত ক্ষমা প্ৰাৰ্থনা মাগিছোঁ। যথাৰ্থ পৰিচিতিৰ স'তে যোগাযোগ অব্যাহত ৰাখিলে পৰৱৰ্তী সময়ত সংশোধন কৰিবলৈ সাজু থাকিম।





# নলবাৰী জিলা সাহিত্য সভা আৰু সাহিত্য সংগঠন

**ডা° বিপিন চন্দ্ৰ কলিতা**

অসমৰ ভাষা-সাহিত্য আৰু সংস্কৃতিলৈ নলবাৰী অঞ্চলৰ অৰদান অপৰিসীম। অসমৰ নৱদ্বীপখ্যাত নলবাৰীত অতি প্ৰাচীন কালৰে পৰা সংস্কৃত সাহিত্যৰ চৰ্চাৰ লগতে সংস্কৃতিৰ চৰ্চাও হৈছিল। নলবাৰী অঞ্চলত সংস্কৃত সাহিত্যৰ বিদগ্ধ পণ্ডিত কেইবাগৰাকীও জন্মগ্ৰহণ কৰিছিল আৰু প্ৰাচীন সংস্কৃত সাহিত্য-ভাষা চৰ্চাত আগভাগ লৈছিল। কামৰূপৰ কালিদাসখ্যাত মহামহোপধ্যায় ধীৰেশ্বৰা-চাৰ্যদেৱৰ জন্ম হৈছিল নলবাৰী জিলাৰ বৰভাগ অঞ্চলত। ঠিক তেনেদৰে অসমীয়া ভাষা-সাহিত্যৰ কেইবাগৰাকী কাণ্ডাৰীয়েও নলবাৰীত জন্ম গ্ৰহণ কৰি অসমীয়া ভাষা-সাহিতলৈ অপৰিসীম বৰঙণি আগবঢ়াইছিল। নলবাৰীৰে সুসন্তান শিক্ষাবিদ, সু-সাহিত্যিক প্ৰয়াত শৰৎ চন্দ্ৰ গোস্বামীদেৱ প্ৰমুখ্যে কেইগৰাকীমান স্বনামধন্য বৰেণ্য ব্যক্তিৰ সাহিত্য সাধনা আৰু সাংগঠিক তৎপৰতাত ১৯১৭ চনত জন্ম গ্ৰহণ কৰিছিল অসম সাহিত্য সভাই আৰু ইয়াৰ প্ৰধান সম্পাদকৰ নিচিনা পদৰ গুৰুভাৰ বহন কৰিছিল শৰৎ চন্দ্ৰ গোস্বামীদেৱে।। তদুপৰি নলবাৰীৰ কেইবা গৰাকীও সু-সন্তানে অসম সাহিত্য সভাৰ সভাপতিৰ পদত অধিস্থিত হৈ নিজৰ সাহিত্য সাধনাৰ কৃতিত্বৰে উজ্জলি উঠিছিল। বিহগী কবি ৰঘুনাথ চৌধাৰী, শিক্ষাবিদ তথা নন্দনতাত্ত্বিক সু-সাহিত্যক ত্ৰৈলোক্য নাথ গোস্বামী, শিক্ষাবিদ গিৰিধৰ শৰ্মা আৰু অসম সাহিত্য সভাৰ বৰ্তমানৰ সভাপতি বিশিষ্ট সাংবাদিক সু-সাহিত্যিক কনক সেন ডেকাদেৱে অসম সাহিত্য সভাৰ সভাপতিৰ আসম অলংকৃত কৰি নলবাৰীৰ লগতে অসমত সাহিত্য সৃষ্টি আৰু সাহিত্য সাধনাৰ ক্ষেত্ৰত অনবাদ্য বৰঙণি যোগাই আহিছে। ঠিক তেনেদৰে লোক-সাহিত্য লোক-সংস্কৃতিৰ ক্ষেত্ৰলৈও নলবাৰীৰ কেইবাগৰাকীও সু-সন্তানে মূল্যবান অৰদান আগবঢ়াই আহিছে। আন্তৰ্জাতিক খ্যাতি সম্পন্ন প্ৰয়াত মোহন ভাৱৰীয়া, বিশিষ্ট নাট্যকাৰ, অভিনেতা, পৰিচালক ভবেন বৰুৱা, অসম খ্যাত জীৱন শিল্পী আদ্য শৰ্মাৰ নিচিনা বৰেণ্য ব্যক্তিয়ে তেওঁলোকৰ শিল্প সাধনৰে নলবাৰীৰ নাম বুৰঞ্জীৰ পাতত উজ্বলাই তুলিছে। এইবোৰ মাত্ৰ উদাহৰণহে। নলবাৰীৰ ভালেমান সু-সন্তানে অসমৰ বিভিন্ন দিশত কৃতিত্বৰে স্বনামধন্য হৈ উঠাৰ উপৰি অসমৰ ভাষা-সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰত নলবাৰীৰ স্থান সুকীয়া আৰু বৈশিষ্ট্যপূৰ্ণভাৱে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছে।

ভাষা-সাহিত্য আৰু সংস্কৃতিৰ বিকাশ অবিহনে কোনো এটা জাতি বা কোনো এখন দেশৰ বিকাশ সম্ভৱ নহয়। ঠিক তেনেদৰে মানুহৰ মানসিক আৰু সামাজিক বিকাশৰ বাবে ভাষা সাহিত্য আৰু সংস্কৃতিৰ মান উন্নত হোৱাটো অতি বাঞ্চনীয়। সেইবাবেই অসমীয়া জাতি তথা অসমত বসবাসকৰা বিভিন্ন ভাষা-ভাষী জনসাধাৰণৰ সহযোগত অসমীয়া ভাষাৰ তথা অসমৰ

সাহিত্য-সংস্কৃতিৰ বিকাশ আৰু প্ৰসাৰৰ বাবে অসম সাহিত্য সভাই প্ৰচেষ্টা চলাই আহিছে। বিভিন্ন জনগোষ্ঠী তথা বিভিন্ন ভাষা-ভাষীলোকেৰে পৰিপূৰ্ণ অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশ প্ৰক্ৰিয়া আৰু প্ৰসাৰ কাৰ্য আজিও সম্পূৰ্ণ হোৱা নাই। এই প্ৰক্ৰিয়া নিৰৱচ্ছিন্ন ভাৱে অব্যহত ৰাখিবলৈ যাওঁতে অসম সাহিত্য সভাইও বহু সমস্যা, ঘাত-প্ৰতিঘাতৰ সন্মুখীন হবলগীয়া হৈছে। ভিভিন্ন জনগোষ্ঠীৰ মাজত সমন্বয় গঢ়ি তুলি, অসমৰ বিভিন্ন জনগোষ্ঠীৰ সাহিত্য-সংস্কৃতিৰ সংমিশ্ৰনত মহান অসমীয়া সংস্কৃতিক বিশ্বৰ দৰবাৰত উজ্বলাই তুলিবলৈ অসম সাহিত্য সভাই অহৰহ প্ৰচেষ্টা চলাই আহিছে। বহুসময়ত অসম সাহিত্য সভাই কটু সমালোচনাৰো সন্মুখীন হবলগীয়া হৈছে। তথাপি বৰলুইতৰ বোৱতী সোঁতৰ নিচিনাকৈ নিৰৱধি ভাৱে অসম সাহিত্য সভাৰ সাহিত্য সাধনা আৰু ভাষা-সাহিত্য আৰু সংস্কৃতিৰ বিকাশৰে প্ৰচেষ্টা চলি থাকিব অৰ্থাৎ অসমীয়া জাতি নমৰে মানে অসম সাহিত্য সভাও নমৰে।

নলবাৰী জিলা সাহিত্য সভাও অসম সাহিত্য সভাৰে এটি জিলা ভিত্তিক সংগঠন। আমি পূৰ্বে উল্লেখ কৰিছোঁ যে নলবাৰীত সাহিত্য চৰ্চাৰ পৰিবেশ অতি প্ৰাচীন কালৰে পৰা প্ৰচলিত হৈ আহিছে। প্ৰাক-স্বাধীনতাৰ কালৰে পৰা অসম সাহিত্য সভাই সাহিত্যৰ বিকাশ আৰু প্ৰসাৰৰ বাবে যি প্ৰক্ৰিয়া চলাই আহিছিল নলবাৰী জিলাতো সেই প্ৰক্ৰিয়াৰে কেইবাগৰাকীও বৰেণ্য ব্যক্তিয়ে নিজে সাহিত্য সৃষ্টি কৰাৰ লগতে সাহিত্যৰ পৰিবেশ সৃষ্টিত মনোনিবেশ কৰিছিল। অবিভক্ত কামৰূপ জিলাত "কামৰূপ সাহিত্য পৰিষদৰ" জৰিয়তে অসম সাহিত্য সভাই নলবাৰী জিলাত সাহিত্য সভাৰ কাম-কাজ চলাইছিল আৰু ভাষা-সাহিত্যৰ বিকাশ আৰু প্ৰসাৰৰ বাবে সাংগঠনিক কাম-কাজ তৎপৰতাৰে সম্পন্ন কৰিছিল। নলবাৰী জিলাত সাহিত্য সভাৰ সাংগঠনিক তৎপৰতা বৃদ্ধিত নন্দনতাত্ত্বিক সু-সাহিত্যিক অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি প্ৰয়াত ত্ৰৈলোক্য নাথ গোস্বামীদেৱৰ অৱিহণা আছিল অপৰিসীম। ১৯৮৪ চনত নলবাৰী জিলা ঘোষিত হৈছিল যদিও তৎকালে নলবাৰী জিলা সাহিত্য সভা গঠন হোৱা নাছিল। নলবাৰী জিলাত থকা অসম সাহিত্য সভাৰ শাখা সমূহ কামৰূপ জিলা সাহিত্য পৰিষদৰ দ্বাৰা পৰিচালিত হৈছিল। সেই সময়ত নলবাৰী জিলাত কেইবাখনো শাখা সভাই অতি সক্ৰিয়ভাৱে অসমীয়া ভাষা-সাহিত্যৰ বিকাশ আৰু প্ৰসাৰত মনোনিবেশ কৰিছিল। কামৰূপ জিলা সাহিত্য পৰিষদৰ সানেকুছি অধিৱেশনৰ পিছত নলবাৰীত জিলা সাহিত্য পৰিষদ গঠনৰ চেতনাৰ উদ্ৰে হৈছিল। বিশিষ্ট ভাষাবিদ, অসম সাহিত্য সভাৰ প্ৰাক্তন উপ-সভাপতি তথা সু-সাহিত্যিক ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য দেৱৰ মতে তেওঁৰ লগতে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি প্ৰয়াত হিতেশ ডেকাৰ প্ৰচেষ্টাত নলবাৰীক আৰু বৰপেটা জিলাৰ জিলা সাহিত্য পৰিষদ গঠন তৰান্বিত হৈছিল। জিলাৰ কেইবাগৰাকীও বৰেণ্য ব্যক্তিৰ আশাসুধীয়া চেষ্টাৰ ফলত ১৯৮৭ চনৰ ১১ জানুৱাৰীত দিনাখন নলবাৰী জিলা সাহিত্য পৰিষদ (বৰ্তমান সভা)ৰ জন্ম হয়। সেইদিনাখন নলবাৰী জিলাৰ ভালেকেইগৰাকী সাহিত্যানুৰাগী ব্যক্তিৰ অংশগ্ৰহণেৰে নলবাৰী চহৰত থকা ৰাজেন্দ্ৰ চৌধুৰী ভৱনত এখন সভা অনুষ্ঠিত হয়। নলবাৰী জিলাৰ অন্তৰ্গত ভালেমান শাখা সভাৰ সদস্য আৰু সাহিত্যপ্ৰেমী ৰাইজৰ উপস্থিতিত অনুষ্ঠিত সভাখনত প্ৰয়াত উপেন্দ্ৰ নাৰায়ণ দাসক সভাপতি, লোহিত চন্দ্ৰ ভৰালীক উপ-সভাপতি, হৰেন্দ্ৰ নাথ শৰ্মাক সম্পাদক, মহেন্দ্ৰ নাথ বুজৰবৰুৱাক কোষাধ্যক্ষ, ৰমেশ-মেধি আৰু ফনীন্দ্ৰ তালুকদাৰক সহকাৰী সম্পাদক, ভুবনেশ্বৰ ডেকাক পত্ৰিকা সম্পাদক আৰু আন আন চৈধ্যজন সদস্যক লৈ একৈছ জনীয়া কাৰ্যনিৰ্বাহক সমিতিখন গঠিত হৈছিল। তদুপৰি দীনেশ শৰ্মাক আমন্ত্ৰিত সদস্য আৰু ত্ৰিকেন্দ্ৰজিত মজুমদাৰ আৰু ড° দ্বিৰাজ তালুকদাৰক হিচাপ পৰীক্ষক নিৰ্বাচিত কৰা হৈছিল। নলবাৰী জিলা সাহিত্য সভাৰ জন্ম লগ্নত নলবাৰী জিলাৰ বিভিন্ন প্ৰান্তৰ কেইবাগৰাকীও বৰেণ্য ব্যক্তিৰ অৱিহণাৰ ফলত জিলা সাহিত্য সভা গঠিত হৈছিল। সেইসকলৰ ভিতৰত ড° বসন্ত কুমাৰ ভট্টাচাৰ্য, হৰেন্দ্ৰ নাথ শৰ্মা, প্ৰয়াত মহেন্দ্ৰ নাথ বুজৰবৰুৱা, ড° দ্বিৰাজ তালুকদাৰ, কমল কুমাৰ জৈন, ধৰম চন্দ জৈন, ভুবনেশ্বৰ ডেকা, প্ৰয়াত উপেন্দ্ৰ নাৰায়ণ দাস, কুসুম শৰ্মা, ফণী তালুকদাৰ, প্ৰয়াত ড° হৰিদত্ত শৰ্মা, অনিল কাকতী আৰু ভূদেৱ শৰ্মা অন্যতম আছিল। সেইদিনা অনুষ্ঠিত হোৱা সভাখনত উপস্থিত থকা সদস্যসকলৰ মাজৰ পৰা বহুতে দহ টকাৰ পৰা বিশ টকা বৰঙণি আগবঢ়াইছিল আৰু সভাতে সৰ্বমুঠ দুশ চৌৱান টকা সংগৃহীত হৈছিল। এনেদৰে নলবাৰী জিলা সাহিত্য পৰিষদে জন্ম লাভ কৰিছিল। ইয়াৰ পিচৰ বছৰত অৰ্থাৎ ১৯৮৮ চনত অসম সাহিত্য সভাই 'জিলা সাহিত্য পৰিষদ'ৰ ঠাইত জিলা সাহিত্য সভা বুলি নতুনকৈ নামকৰণ কৰাত নলবাৰী জিলা সাহিত্য পৰিষদৰ ঠাইত নলবাৰী জিলা সাহিত্য সভা কৰা হয়। নলবাৰী জিলা সাহিত্য সভাৰ প্ৰথমখন কাৰ্যনিৰ্বাহক সভা অনুষ্ঠিত হয় প্ৰয়াত উপেন্দ্ৰ নাৰায়ণ দাসৰ আমন্ত্ৰণ আৰু সভাপতিত্বত চামতা ছোৱালী হাইস্কুলত। সেইখন সভাতে জিলা সাহিত্য সভাৰ নিয়মাৱলীখন প্ৰস্তুত কৰি সৰ্বসন্মতিক্ৰমে গ্ৰহণ কৰা হয়। সেই সভাতে নলবাৰী জিলা সাহিত্য সভাৰ মুখপত্ৰখনৰ নাম 'নলশ্ৰী' ৰখা লৈছিল তীৰ্থলোচন তামূলীয়ে সভাত উক্ত নামটো উত্থাপন কৰিছিল।

নলবাৰী জিলা গঠন হোৱাৰ সময়ত জিলাখনত মাত্ৰ ২৫ খন মান শাখা সভা আছিল আৰু তাৰো কেইবাখনো নিষ্ক্ৰিয় আছিল। তাৰপিচতে নিষ্ক্ৰয় সভাসমূহ সক্ৰিয় কৰাৰ উপৰি ৫ খনমান নতুনকৈ গঠন কৰা হৈছিল। তেনেদৰে জিলা সভাৰ অন্তভূক্ত ৩০ খন শাখা গঠিত হৈছিল। জিলা সাহিত্য সভাৰ প্ৰথম অনুষ্ঠান "কবি সন্মিলন" নখৰাত (বৰবৰি) চেতনা শাখা সাহিত্য সমাজৰ সৌজন্যত অনুষ্ঠিত হৈছিল। কবি সন্মিলনখন উদ্বোধন কৰিছিল বিশিষ্ট কবি শ্ৰী অৱনী চক্ৰবৰ্তীয়ে। ইয়াৰ উপৰিও বৰমা জনকল্যাণ গোষ্ঠী, বাস্কা আঞ্চলি শাখা সাহিত্য সভা, ৰাজকদমতল শাখা সাহিত্য সভা, সেউজী সাহিত্য কানন আদি শাখা সভাৰ সৌজন্যত জিলা সভাৰ বিভিন্ন অনুষ্ঠান অনুষ্ঠিত হৈছিল।

নলবাৰী জিলা সাহিত্য সভাৰ স্থায়িত্ব আৰু ইয়াৰ কাম-



কাজ নিয়াৰিকৈ চলাবলৈ এটি স্থায়ী কাৰ্যালয়ৰ প্ৰয়োজনীয়তা বৰকৈ অনুভৱ কৰা হৈছিল। অৱশ্যে নলবাৰী সাহিত্য সমাজৰ সন্মতি সাপেক্ষে সাহিত্য সমাজৰ কাৰ্যালয় "ৰাজেন্দ্ৰ চৌধুৰী ভৱন"ৰ সভাকক্ষটো প্ৰয়োজনবোধে ব্যৱহাৰ কৰা হৈছিল। অত্যৱশ্যকীয় ফাইল, ষ্টেম্প, বহী-পত্ৰ থবলৈ এটা টিনৰ ট্ৰাঙ্ক কিনি সম্পাদক হৰেন্দ্ৰ নাথ শৰ্মাৰ ঘৰৰ বহা কোঠাৰ এচুকত থৈ সভাৰ কাম-কাজ চলোৱা হৈছিল। জিলা সাহিত্য সভাৰ সেইটোৱে আছিল প্ৰথম সম্পত্তি আৰু আজিও সেইটো কাৰ্যালয়ত আছে।

নলবাৰী জিলা সাহিত্য সভাৰ সবাতোকৈ গৌৰৱৰ কথা এইটোৱে যে জন্ম বৰ্ষতে নলবাৰীৰ বিশিষ্ট ব্যৱসায়ী, সাহিত্যসেৱী, শিক্ষাসেৱী, উদাৰ, দানবীৰ প্ৰয়াত মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ বদন্যতাত স্থায়ী কাৰ্যালয় নলবাৰী চহৰৰ মাজ-মজিয়াত স্থাপিত হৈছিল। যিটো অসমৰ অন্য জিলাৰ তেনে নজিৰ হয়তো নাই। স্থায়ী কাৰ্যালয় স্থাপনৰ ক্ষেত্ৰত সেই সময়ৰ সুভদ্ৰা দেৱী কমাৰ্চিয়েল কলেজৰ পৰিচালনা সমিতি আৰু নলবাৰী জিলা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, শিক্ষাবিদ মুনীন্দ্ৰ নাৰাযণ চৌধুৰীৰ অৱিহণা চিৰ স্মৰণীয় হৈ থাকিব। এই ক্ষেত্ৰত জিলা সভাৰ প্ৰতিষ্ঠাপক সম্পাদক হৰেন্দ্ৰ নাথ শৰ্মাৰ অৱিহণাও অতুলনীয়। প্ৰয়াত মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে তেওঁৰ মাতৃৰ নামত প্ৰতিষ্ঠা কৰা "সুভদ্ৰা দেৱী কমাৰ্চিয়েল কলেজ"খন এখন পৰিচালনা সমিতিৰ (ন্যাস সমিতি) হাতত সকলো দায়িত্ব অৰ্পণ কৰিছিল। পৰৱৰ্তী সময়ত উক্ত কলেজখন বন্ধ হৈ যোৱাত পৰিচালনা সমিতিৰ সন্মতি সাপেক্ষে প্ৰয়াত চৌধুৰীদেৱে অনুষ্ঠানটো কোনো ৰাজহুৱা অনুষ্ঠানক দান দিয়াৰ বাবে সিদ্ধান্ত কৰে আৰু জিলা সাহিত্য সভাক দাঁন দি সাহিত্য-সংস্কৃতিলৈ এক মহান কৰ্তব্যৰ চানেকি ৰাখি থৈ যায়। পৰিচালনা সমিতিৰ সম্পাদক মুনীন্দ্ৰ নাৰায়ণ চৌধুৰীক আৰু পৰিচালনা সমিতিৰ অন্যান্য সদস্য প্ৰয়াত ডাঃ হৰেকৃষ্ণ গোস্বামী, প্ৰয়াত প্ৰভাত নাৰায়ণ চৌধুৰী আৰু ৰবীন্দ্ৰ নাৰায়ণ চৌধুৰীৰ সন্মতিত নলবাৰী জিলা সাহিত্য সভাক অনুষ্ঠানটো হস্তান্তৰ কৰাৰ সিদ্ধান্ত লোৱা হয়। দাতা চৌধুৰীদেৱৰ পৰামৰ্শমতে ন্যাস সমিতিৰ এখন খচৰা প্ৰস্তুত কৰা হ'ল আৰু ভৱনটো হস্তান্তৰৰ আইনগত ব্যৱস্থাৰে পঞ্জীয়নৰ ব্যৱস্থা কৰিবলৈ মুনীন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে অধিবক্তা প্ৰফুল্ল গোস্বামীৰ ওচৰ চাপিল। পূৰ্বৰ 'সুভদ্ৰাদেৱী কমাৰ্চিয়েল কলেজৰ' পৰিবৰ্তে 'সুভদ্ৰা চৌধুৰী ভৱন' কৰা হ'ল আৰু এনেদৰেই নলবাৰী জিলা সাহিত্য সভাই আচ-বাবৰ সৈতে লাভ কৰিছিল সুভদ্ৰা চৌধুৰী ভৱন। ১৯৮৮ চনৰ ১১ জানুৱাৰীত জিলা সাহিত্য সভাৰ প্ৰথম প্ৰতিষ্ঠা দিৱসৰ দিনাখন আনুষ্ঠানিকভাৱে সুভদ্ৰা চৌধুৰী ভৱনটো গ্ৰহণ কৰা হয় আৰু জিলা সভাৰ কাৰ্যালয় উদ্বোধন কৰা হয়। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি হিতেশ ডেকাৰ সভাপতিত্বত অনুষ্ঠিত উদ্বোধনী সভাত সমাজসেৱী প্ৰয়াত প্ৰভাত নাৰায়ণ চৌধুৰী উদ্বোধক আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক ড° দুৰ্গেশ্বৰ শৰ্মা বিশিষ্ট অতিথি হিচাপে অংশগ্ৰহণ কৰিছিল। সেইদিনা সভাৰ আগমুহূৰ্তত দাতা মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱে সভালৈ ৫,০০০ টকা আগবঢ়াইছিল। সেয়েহে নলবাৰী জিলা সাহিত্য সভাৰ ইতিহাসত শিক্ষা আৰু সাহিত্যসেৱী, দাঁতা, ত্যাগীপুৰুষ মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ নাম চিৰদিন জিলিকি থাকিব। নলবাৰী জিলা সাহিত্য সভাৰ প্ৰথম বাৰ্ষিক অধিৱেশনখন সেউজী সাহিত্য কাননৰ উদ্যোগত যজ্ঞভূমিত অনুষ্ঠিত হৈছিল আৰু যজ্ঞভূমি, অময়াপুৰ অঞ্চলৰ ৰাইজৰ সহায়-সহযোগিতাতে অধিৱেশন সফল হৈছিল। উক্ত অধিৱেশনতে পোন প্ৰথমে 'নলশ্ৰী' প্ৰকাশিত হোৱাৰ উপৰি 'সেউজী' স্মৃতিগ্ৰন্থৰ লগতে ভালেকেইখন গ্ৰন্থ উন্মোচন কৰা হৈছিল। এই অধিৱেশনত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি কথা সাহিত্যিক যোগেশ দাসদেৱ উদ্বোধক হিচাপে উপস্থিত আছিল।

প্ৰতিষ্ঠা কালৰে পৰা নলবাৰী জিলাৰ ভালেকেইগৰাকী সাহিত্য সাধক, বৰেণ্য ব্যক্তিৰ তৎপৰতাত অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশ আৰু প্ৰসাৰত এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিবলৈ সক্ষম হৈছে। নলবাৰী জিলা সাহিত্য সভাই ১৯ বছৰ অতিক্ৰম কৰিলে। ইতিমধ্যে জিলা সাহিত্য সভাই অসমীয়া ভাষা-সাহিত্যৰ সৃষ্টি-চৰ্চাৰ ক্ষেত্ৰত অৱদান আগবঢ়াইছে। নলবাৰী জিলা সাহিত্য সভাৰ বৰ্তমানৰ কাৰ্যনিৰ্বাহকৰ প্ৰচেষ্টা আৰু আমন্ত্ৰণ মৰ্মে অসম সাহিত্য সভাৰ চতুৰ্থ বিশেষ বাৰ্ষিক অধিৱেশনখন বেলশৰ শাখাৰ দ্বাৰা বেলশৰত অনুষ্ঠিত কৰিবলৈ লোৱা হৈছে।

সাহিত্য সভাৰ আঁচনিসমূহৰ ভিতৰত গ্ৰন্থ প্ৰকাশেই হ'ল মুখ্যতম বিষয়। নলবাৰী জিলা সাহিত্য সভাৰ মুখপত্ৰ 'নলশ্ৰী'খন প্ৰতি বছৰে অধিৱেশনৰ সময়ত প্ৰকাশ হৈ আছে আৰু ইয়াৰ অধিক সংখ্যকেই জিলাখনৰ একোগৰাকী বৰেণ্য ব্যক্তিৰ সোঁৱৰণত প্ৰকাশ হৈ আছে। ১৯৮৭-৮৮ চনত দানবীৰ মহেন্দ্ৰ নাৰায়ণ চৌধুৰী সোঁৱৰণী সংখ্যা, ১৯৮৮-৮৯ চনত নন্দন তাত্ত্বিক ত্ৰৈলোক্য নাথ গোস্বামী সোঁৱৰণী সংখ্যা, ১৯৮৯-৯০ চনত আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী সোঁৱৰণী সংখ্যা, ১৯৯২-৯৩ চনত পণ্ডিত পুৰুষোত্ৰম ভট্টাচাৰ্য সোঁৱৰণী সংখ্যা, ১৯৯৩-৯৪ চনত নাট্যকাৰ ফাইজ আলী সোঁৱৰণী সংখ্যা, ১৯৯৪-৯৫ চনত সত্ৰাধিকাৰ সুৰেন্দ্ৰ নাথ গোস্বামী সোঁৱৰণী সংখ্যা, ১৯৯৫-৯৬ চনত শিক্ষাবিদ সাহিত্যিক দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য সোঁৱৰণী সংখ্যা, ১৯৯৮-৯৯ চনত ডাঃ ধৰণীধৰ দাস সোঁৱৰণী সংখ্যা, ১৯৯৯-২০০০ চনত সমাজসৱেী সত্যৰাম তালুকদাৰ সোঁৱৰণী সংখ্যা, ২০০০-০১ চনত প্ৰবীণ মুক্তি যোদ্ধা হৰিচৰণ পাঠক সোঁৱৰণী সংখ্যা, ২০০১-০২ চনত সমাজকৰ্মী অন্নৰাম কলিতা সোঁৱৰণী সংখ্যা, ২০০২-০৩ চনত কৰ্মযোগী গৌৰীসেন ডেকা সোঁৱৰণী সংখ্যা, ২০০৩-০৪ চনত সমাজসেৱী মহিলা প্ৰয়াত ৰশ্মিপ্ৰিয়া বৰ্মন সোঁৱৰণী সংখ্যা হিচাপে প্ৰকাশ হয়।

তদুপৰি নলবাৰী জিলা সাহিত্য সভাৰ গ্ৰন্থ-প্ৰকাশন উপ-সমিতিৰ তত্বাৱধানত ১৯৯০-৯১ চনত চানাৰাম কলিতা আৰু হৰেন্দ্ৰ নাথ শৰ্মাৰ সম্পাদনাত নলবাৰী জিলাৰ লেখক-লেখিকাসকলৰ প্ৰকাশিত গ্ৰন্থৰ 'গ্ৰন্থ পঞ্জী' প্ৰকাশ কৰা হয়। একে বছৰতে ড° বসন্ত কুমাৰ ভট্টাচাৰ্যৰ সম্পাদনাত আৰু

প্ৰয়াত ড° হেমন্ত কুমাৰ শৰ্মাৰ ব্যৱস্থাপনাত 'নাট্যকাৰ ধনেশ্বৰ শৰ্মা স্মৃতিমাল্য' গ্ৰন্থখনি প্ৰকাশ হৈ ওলায়। ১৯৯৩-৯৪ চনত প্ৰয়াত বিনোদ চন্দ্ৰ লহকৰৰ সম্পাদনাত 'প্ৰবন্ধ মুকুল' নামৰ প্ৰবন্ধ সংকলন প্ৰকাশিত হয়। ১৯৯৪-৯৫ চনত জিলা সাহিত্য সভাৰ ব্যৱস্থাপনাত যামিনী কান্ত শৰ্মা আৰু ভূপেন্দ্ৰ কুমাৰ চক্ৰবৰ্তীৰ সম্পাদনাত 'শৰৎ সৌৰভ' স্মৃতিগ্ৰন্থ (শৰৎ চন্দ্ৰ গোস্বামী স্মৃতি দিৱস উদ্‌যাপন সমিতিৰ সৌজন্যত) প্ৰকাশিত হয়। একে বছৰতে চানাৰাম কলিতা আৰু অশোক চন্দ্ৰ কলিতাৰ সম্পাদনাত গুৱাহাটীৰ গোলোক চন্দ্ৰ ৰায়মেধি স্মৃতি প্ৰকাশনৰ ব্যৱস্থাপনাত প্ৰবন্ধ সংকলন 'প্ৰবন্ধ সুৰভি' প্ৰকাশ হয়। ১৯৯৯-২০০০ চনত জিলা সভাই জিলাখনৰ সমাজকৰ্মী, সাহিত্যিক, ৰাজনৈতিক বৰেণ্য ব্যক্তিসকলৰ জীৱনী গ্ৰন্থ 'নলবাৰী ৰত্নমালা- প্ৰথম খণ্ড' প্ৰকাশ কৰি উলিয়ায় আৰু পুথিখন সম্পাদনা কৰে দীপক কুমাৰ ডেকা আৰু ৰুচি নাথ শৰ্মাই। ১৯৯৯-২০০০ চনত ডাঃ বিপিন চন্দ্ৰ কলিতাৰ সম্পাদনাত 'বিশিষ্ট সমাজকৰ্মী ব্যৱসায়ী চন্দ্ৰধৰ বৰুৱা অভিনন্দন গ্ৰন্থ' আৰু একে বছৰতে ডাঃ বিপিন চন্দ্ৰ কলিতা আৰু নাৰায়ণ চন্দ্ৰ কলিতাৰ সম্পাদনাত গল্প সংকলন 'প্ৰত্যয়ৰ পাণ্ডুলিপি' প্ৰকাশিত হয়। এই বছৰতে বিশিষ্ট সাহিত্যিক যতীন গোস্বামীৰ সম্পাদনাত জিলা সভাই প্ৰকাশ কৰি উলিয়ায় 'মহেন্দ্ৰ নাথ বুজৰবৰুৱা ৰচনাৱলী'। প্ৰয়াত ডাঃ ধৰণীধৰ দাসৰ সংগ্ৰহত জিলা সভাই প্ৰকাশ কৰি উলিয়ায় 'আবৃত্তি কৰো আহক' নামৰ গ্ৰন্থখন। নলবাৰী জাৰ্নেল এম্পৰিয়ামৰ ব্যৱস্থাপনাত আৰু গকুল বৰপূজাৰীৰ সম্পাদনাত জিলা সভাই প্ৰকাশ কৰি উলিয়াই 'বিহু' নামৰ প্ৰবন্ধ পুথিখন। সম্প্ৰতি নলবাৰী জিলা সাহিত্য সভাই ডাঃ বিপিন চন্দ্ৰ কলিতাৰ সম্পাদনাত 'নলবাৰী ৰত্নমালা-দ্বিতীয় খণ্ড' আৰু 'নলবাৰী জিলা সাহিত্য সভাৰ ইতিবৃত্ত আৰু সভাপতি-সম্পাদকসকলৰ চমু পৰিচয় শীৰ্ষক গ্ৰন্থ দুখনৰ প্ৰকাশনৰ কাম চলি আছে। অসম সাহিত্য সভাৰ চতুৰ্থ বিশেষ বাৰ্ষিক অধিৱেশনৰ আদৰণী সমিতিৰ ব্যৱস্থাপনাত জিলা সভাই ডাঃ বিপিন চন্দ্ৰ কলিতা আৰু গোবিন্দ কলিতাৰ সম্পাদনাত 'নলবাৰীৰ সাংস্কৃতিক ঐতিহ্য' শীৰ্ষক গ্ৰন্থ এখন প্ৰকাশ কৰাৰ লগতে বিশিষ্ট সমাজসেৱক, চিকিৎসক ডাঃ ভূমিধৰ বৰ্মন ঃ জীৱন আৰু কৃতি' শীৰ্ষক গ্ৰন্থ প্ৰকাশ কৰিবলৈ প্ৰস্তুতি চলাইছে। নলবাৰী জিলা সাহিত্য সভাৰ অন্তৰ্গত বহুকেইখন শাখা সভাই নিয়মিতভাৱে বছৰেকীয়া মুখপাত্ৰ প্ৰকাশ কৰি সেই অঞ্চলসমূহত নবীন সাহিত্যিকৰ সৃষ্টিৰ লগতে সাহিত্য সাধনাৰ বাতাবৰণ সৃষ্টিৰ বাবে অহৰহ প্ৰচেষ্টা চলাই আহিছে।

নলবাৰী জিলা সাহিত্য সভাৰ জন্ম লগ্নৰে পৰা সুভদ্ৰা চৌধুৰী ভৱনত সদাশয় ব্যক্তিৰ গ্ৰন্থদানেৰে এটি গ্ৰন্থাগাৰ স্থাপন কৰা হয়। ১৯৯৩ চনত সেই সময়ৰ কাৰ্যনিৰ্বাহক সভাই জিলা সভাৰ পুথিভঁৰালৰ লগতে 'শিক্ষাবিদ দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য সোঁৱৰণী গ্ৰন্থাগাৰ'টো স্থাপন হয়। সেই পৰিপ্ৰেক্ষিতত প্ৰয়াত ভট্টাচাৰ্যৰ পৰিয়ালে গ্ৰন্থাগাৰলৈ নগদ পাঁচ হেজাৰ এককালিন ভাৱে দান কৰে। বৰ্তমান গ্ৰন্থাগাৰৰ পুথিৰ সংখ্যা প্ৰায় ৫০০। ১৯৯৯-২০০০ চনত নলবাৰী জিলা সাহিত্য সভাই 'গ্ৰন্থ সংগ্ৰহ' অভিযান চলাই ভালেমান গ্ৰন্থ সংগ্ৰহ কৰে। কামিনী শৰ্মাৰ সম্পাদকৰ কাৰ্যকালত ভূপেন দাসক আৰু ডাঃ বিপিন চন্দ্ৰ কলিতাৰ সম্পাদকৰ কাৰ্যকালত চন্দ্ৰকান্ত ডেকাক গ্ৰন্থাগাৰৰ দায়িত্ব দিয়া হৈছিল।

নলবাৰী জিলা সাহিত্য সভাৰ অন্তৰ্গত শাখা সভাৰ সংখ্যা সম্প্ৰতি ৭৫। শাখাসমূহ হ'ল— (১) নলবাৰী সাহিত্য সমাজ, (২) মছলপুৰ আঃ শাখা সাহিত্য সভা (৩) বৰমা শাখা সাহিত্য সভা (৪) বৰবৰী শাখা সাহিত্য সভা (৫) বিষ্ণুজ্যোতি শাখা সাহিত্য সভা, থমনা (৬) নিকাছি শাখা সাহিত্য সভা (৭) পশ্চিম-বাস্কা শাখা সাহিত্য সভা, কদমতল (৮) নিজনমাটি শাখা সাহিত্য সভা (৯) টিহু শাখা সাহিত্য সভা (১০) হাৰিভাংগা শাখা সাহিত্য সভা (১১) উত্তৰ ধৰ্মপুৰ শাখা সাহিত্য সভা (১২) চামতা আঃ সাহিত্য সভা (১৩) শোলমাৰা শাখা সাহিত্য সভা (১৪) মুকালমুৱা শাখা সাহিত্য সভা (১৫) ৰঘুনাথ চৌধাৰী শাখা সাহিত্য সভা (১৬) ককয়া শাখা সাহিত্য সভা (১৭) জাগাৰা শাখা সাহিত্য সভা (১৮) গন্ধিয়া শাখা সাহিত্য সভা (১৯) শিয়ালমাৰী শাখা সাহিত্য সভা (২০) বানেকুছি আঃ শাখা সাহিত্য সভা (২১) শিলগোসানীথান শাখা সাহিত্য সভা (২২) নৱজ্যোতি শাখা সাহিত্য সভা (২৩) বেলশৰ শাখা সাহিত্য সভা (২৪) বিল্বেশ্বৰ শাখা সাহিত্য সভা (২৫) পিপলীবাৰী শাখা সাহিত্য সভা (২৬) বৰ্নি শাখা সাহিত্য সভা (২৭) পানীগাওঁ শাখা সাহিত্য সভা (২৮) সমন্বয় শাখা সাহিত্য সভা বনগাঁও, (২৯) আৰ্য সাহিত্য সভা (৩০) সূৰুজ সাহিত্য সমাজ, নলবাৰী, (৩১) সমলয় শাখা সাহিত্য সভা (৩২) শ্ৰীগুৰু শাখা সাহিত্য সভা (৩৩) গোপালবজাৰ শাখা সাহিত্য সভা (৩৪) দক্ষিণ নলবাৰী শাখা সাহিত্য সভা (৩৫) প্ৰভাতী সূৰুজ শাখা সাহিত্য সভা (৩৬) গংগাজ্যোতি শাখা সাহিত্য সভা (৩৭) সেউজী সাহিত্য কানন, যজ্ঞভূমি (৩৮) বিজুলী সাহিত্য কানন (৩৯) কমাৰকুছি আঃ শাখা সাহিত্য সভা (৩৯) বৰভাগ শাখা সাহিত্য সভা (৪০) বাহৰঘাট শাখা সাহিত্য সভা (৪১) বৰবৰি শাখা সাহিত্য সভা (৪২) চতমা আঃ শাখা সাহিত্য সভা (৪৩) ঘগ্ৰাপাৰ শাখা সাহিত্য সভা (৪৪) বৰাজল শাখা সাহিত্য সভা (৪৫) বনভাগ শাখা সাহিত্য সভা (৪৬) তামুলপুৰ শাখা সাহিত্য সভা (৪৭) কুমাৰীকাটা শাখা সাহিত্য সভা (৪৮) সমন্বয় শাখা সাহিত্য সভা, গোৰৱাদল, (৪৯) নামবৰভাগ শাখা সাহিত্য সভা (৫০) ৰাজনগৰ শাখা সাহিত্য সভা (৫১) ৰাজকদমতল শাখা সাহিত্য সভা (৫২) নানকাৰভয়ৰা শাখা সাহিত্য সভা (৫৩) নাগ্ৰিজুলী শাখা সাহিত্য সভা (৫৪) বালিতাৰা শাখা সাহিত্য সভা, (৫৫) অৰুণোদয় শাখা সাহিত্য সভা, জাজিয়াবাৰী (৫৬) ধমধমা শাখা সাহিত্য সভা (৫৭) প্ৰগতি শাখা সাহিত্য সভা (৫৮) ধ্ৰুৱজ্যোতি শাখা সাহিত্য সভা (৫৯) চেতনা শাখা সাহিত্য সভা (৬০) খাগ্ৰাবাৰী শাখা সাহিত্য সভা (৬১) বাগানপাৰা শাখা সাহিত্য সভা (৬২) শান্তিপুৰ শাখা সাহিত্য সভা (৬৩) শ্ৰীগুৰু সাহিত্য-সংস্কৃতি বিকাশ সমাজ (৬৪) শাখা সাহিত্য সভা (৬৫) দীঘেলী সমন্বয় শাখা সাহিত্য সভা (৬৬) বালি শাখা সাহিত্য সভা (৬৭) নাৰোৱা শাখা সাহিত্য সভাৰ উপৰি আন ৮ খনমান নিষ্ক্ৰিয় শাখা আছে।



নলবাৰী জিলা সাহিত্য সভাৰ সভাপতি, উপ-সভাপতি, সম্পাদক, সহকাৰী সম্পাদক আৰু পত্ৰিকা সম্পাদকৰ পদত কেইবাগৰাকীও সাহিত্যসেৱীয়ে দায়িত্ব বহন কৰি জিলা সভাৰ কাম-কাজসমূহ সুকলমে সমাপন কৰে। সেইসকল ব্যক্তি হ'ল—

| চন | সভাপতি | উপ-সভাপতি | সম্পাদক | সহঃ সম্পাদক | পত্ৰিকা |
|---|---|---|---|---|---|
| ১৯৮৭-৮৮ | উপেন্দ্ৰ নাৰায়ণ দাস | লোহিত ভৰালী | হৰেন্দ্ৰ নাথ শৰ্মা | ফণী তালুকদাৰ<br>ৰমেন মেধি | ভুৱনেশ্বৰ ডেকা |
| ১৯৮৮-৮৯ | দীনেশ্বৰ ভট্টাচাৰ্য | মহেন্দ্ৰ নাথ বুজৰবৰুৱা | কুসুম চন্দ্ৰ শৰ্মা | শুক্লেশ্বৰ মেধি | ৰুচিনাথ শৰ্মা |
| ১৯৮৯-৯০ | হৰেন্দ্ৰ নাথ শৰ্মা | প্ৰফুল্ল কুমাৰ শৰ্মা | কামিনী শৰ্মা | বিপুল কুমাৰ তালুকদাৰ | বিমল চক্ৰৱৰ্তী |
| ১৯৯০-৯১ | ড° হৰিদত্ত শৰ্মা | চানাৰাম কলিতা | কামিনী শৰ্মা | দীপক কুমাৰ ডেকা | ৰনজিৎ বৰ্মন |
| ১৯৯১-৯২ | ড° বসন্ত কুমাৰ ভট্টাচাৰ্য | যাদৱ সেন ডেকা | হেমন্ত কুমাৰ বৰ্মন | দীপক কুমাৰ ডেকা | অম্বৰীশ কুমাৰ বৈশ্য |
| ১৯৯২-৯৩ | নাট্যপ্ৰাণ প্ৰফুল্ল কুমাৰ শৰ্মা | মথন চন্দ্ৰ তালুকদাৰ | দীপক কুমাৰ ডেকা | তপন কুমাৰ শৰ্মা | হেম মিশ্ৰ |
| ১৯৯৩-৯৪ | চানাৰাম কলিতা | ধনেশ্বৰ হুজুৰী | কামিনী শৰ্মা | ডাঃ ধৰণীধৰ দাস | বিপিন চন্দ্ৰ ডেকা |
| ১৯৯৪-৯৫ | ধনেশ্বৰ হুজুৰী | বিপিন চন্দ্ৰ ডেকা | কামিনী শৰ্মা | নগেন চৌধুৰী | গোকুল বৰপূজাৰী |
| ১৯৯৫-৯৬ | কামাখ্যা চৰণ ভাগৱতী | লোহিত চন্দ্ৰ দাস | দীপক কুমাৰ ডেকা | দিলীপ কুমাৰ হালৈ | ৰফিউল হুছেইন বৰুৱা |
| ১৯৯৬-৯৭ | লোহিত চন্দ্ৰ দাস | ডাঃ নগেন কলিতা | দীপক কুমাৰ ডেকা | দীপক কলিতা | ডাঃ বিপিন চন্দ্ৰ কলিতা |
| ১৯৯৭-৯৮ | সাধিৰাম কলিতা | ৰফিউল হুছেইন বৰুৱা | ডাঃ ধৰণীধৰ দাস | দিলীপ বৰ্মন | গোলোক চন্দ্ৰ কলিতা |
| ১৯৯৮-৯৯ | মুনীন্দ্ৰ নাৰায়ণ চৌধুৰী | চন্দ্ৰকান্ত ডেকা | ডাঃ ধৰণীধৰ দাস | অতুল চন্দ্ৰ শৰ্মা | বশিষ্ঠ গোস্বামী |
| '৯৯-২০০০ | ড° হৰিনাথ শৰ্মাদলৈ | ৰুচিনাথ শৰ্মা | ডাঃ বিপিন চন্দ্ৰ কলিতা | গোবিন্দ কলিতা | বিধুভূষণ চক্ৰৱৰ্তী |
| ২০০০-০১ | চন্দ্ৰ কান্ত ডেকা | অম্বৰীশ বৈশ্য | ডাঃ বিপিন চন্দ্ৰ কলিতা | গোবিন্দ কলিতা | ড° দেবেন্দ্ৰ কুমাৰ বেজবৰুৱা |
| ২০০১-০২ | জগন্নাথ চক্ৰৱৰ্তী | হেমন্ত কুমাৰ দত্ত | গোবিন্দ কলিতা | প্ৰিয়নাথ বৰ্মন | নৰেন্দ্ৰ মজুমদাৰ |
| ২০০২-০৩ | গোলক পাঠক | ৰোহিণী মেধি | লক্ষী পাটোৱাৰী | দীপক হুজুৰী | বিপুল শৰ্মা |
| ২০০৩-০৬ | ৰোহিণী মেধি | অৰুণ দাস | লক্ষী পাটোৱাৰী | প্ৰিয়নাথ বৰ্মন | সমীন্দ্ৰ নাথ মহন্ত |

**নলবাৰী জিলা সাহিত্য সভাৰ অধিৱেশন অনুষ্ঠিত হোৱা বৰ্ষ, স্থান আৰু আহ্বায়ক শাখা**

| *বৰ্ষ* | *স্থান* | *আহ্বায়ক শাখা* |
|---|---|---|
| ১৯৮৭-৮৮ | যজ্ঞভূমি | সেউজী সাহিত্য কানন, জানিগোগ |
| ১৯৮৮-৮৯ | মুকালমুৱা | মুকালমুৱা সাহিত্য সভা |
| ১৯৮৯-৯০ | বৰবৰী | বৰবৰী শাখা সাহিত্য সভা |
| ১৯৯০-৯১ | চামতা | চামতা আঞ্চলিক সাহিত্য সভা |
| ১৯৯১-৯২ | দেউৰীপাৰা | বিল্বেশ্বৰ-বৰক্ষেত্ৰী বৰ্নি শাখা সাহিত্য সভা |
| ১৯৯২-৯৩ | জাগাৰা | জাগাৰা সাহিত্য সভা |
| ১৯৯৩-৯৪ | নানকাৰভয়ৰা | সেউজী সাহিত্য চ'ৰা |
| ১৯৯৪-৯৫ | নিকাচি | নিকাচি সাহিত্য সভা |
| ১৯৯৫-৯৬ | বালিতাৰা | বালিতাৰা শাখা সাহিত্য সভা |
| ১৯৯৬-৯৭ | পূব নলবাৰী | পূব-নলবাৰী আদৰণী সমিতি |
| ১৯৯৭-৯৮ | বেলশৰ | বেলশৰ আঞ্চলিক শাখা সাহিত্য সভা |
| ১৯৯৮-৯৯ | বৰভাগ (ৰণাকুছি) | বৰভাগ শাখা সাহিত্য সভা |
| ১৯৯৯-২০০০ | বানেকুছি | আঞ্চলিক শাখা সাহিত্য সভা, বানেকুছি |
| ২০০০-২০০১ | নলবাৰী (আইন মহাবিদ্যালয়) | নলবাৰী সাহিত্য সভা |
| ২০০১-২০০২ | বেলশৰ | বেলশৰ আঞ্চলিক শাখা সাহিত্য সভা |
| ২০০২-২০০৩ | খাগ্ৰাবাৰী | খাগ্ৰাবাৰী শাখা সাহিত্য সভা |
| ২০০৪-২০০৫ | শিলগোসাঁনী থান | শিলগোসাঁনীথান শাখা সাহিত্য সভা |
| | বনভাগ-শোলমাৰী-খুখুন্দি<br>প্ৰথম বিশেষ বাৰ্ষিক অধিৱেশন | |

# বৈচিত্ৰ্যৰ সমাহাৰ ধৰ্মপুৰ মৌজা

## প্ৰকাশ মেধি

নলবাৰী জিলাৰ ছটা বিধানসভা সমষ্টিৰ ভিতৰত ৬১নং ধৰ্মপুৰ বিধানসভা সমষ্টি অন্যতম। এই ধৰ্মপুৰ বিধানসভা সমষ্টিৰ অন্তৰ্গত চাৰিখন মৌজাৰ ভিতৰত এক সুকীয়া স্থান দখল কৰি আহিছে ধৰ্মপুৰ মৌজাখনে। এক ঐতিহাসিক সূত্ৰমতে দ্বাদশ শতিকাত পালবংশীয় ৰজাসকলৰ ৰাজত্বৰ অন্তিম সময়ত তদানীন্তন পাল নৃপতি ধৰ্মপালৰ এটা সেনা শিবিৰ বৰ্তমানৰ ধৰ্মপুৰ মৌজাৰ ভিতৰত আছিল। তেতিয়াই ধৰ্মপালৰ নাম যুগমীয়া কৰি ৰাখিবলৈ (ধৰ্ম-পুৰ) ধৰ্মপুৰ' নামৰ উৎপত্তি হোৱা বুলি পণ্ডিতসকলে ঠাৱৰ কৰিছে। পুৰ শব্দই একোটা অঞ্চল বা চুবুৰিক বুজায়।

স্বাধীনতাৰ কিছু বছৰ আগলৈকে বৰ্তমানৰ ধৰ্মপুৰ আৰু ক্ষেত্ৰী ধৰ্মপুৰ মৌজা দুখন পৃথক হৈ নাছিল। সম্ভৱতঃ ১৯৩৫ চনত তেতিয়াৰ কামৰূপ জিলাৰ (নলবাৰী জিলাখন তেতিয়া কামৰূপ জিলাৰ ভিতৰত আছিল) উপায়ুক্ত প্ৰিটাৰ্ডৰ সময়ত এই দুখন মৌজা গঠিত হয়। ধৰ্মপুৰ মৌজাৰ প্ৰথমগৰাকী মৌজাদাৰ আছিল পশ্চিম চামতা নিবাসী সৰবৰহী ব্যক্তি প্ৰয়াত ৰণীধৰ চৌধুৰী। বংশানুক্ৰমে তাৰ পৰৱৰ্তী সময়ত সেই দায়িত্ব পালন কৰে প্ৰয়াত জগতেশ্বৰ চৌধুৰীয়ে। সম্প্ৰতি মৌজাখনৰ মৌজাদাৰ হিচাপে কাৰ্যনিৰ্বাহ কৰি ৰাইজৰ সেৱাত ব্ৰতী হৈ আছে গিৰিজা চৌধুৰী।

এই লেখাত ধৰ্মপুৰৰ বিভিন্ন দিশৰ ওপৰত চমুকৈ আলোকপাত কৰাৰ প্ৰয়াস কৰিমহঁক। কিন্তু মৌজাখনৰ বিস্তৃতি, তথ্যৰ বিশালতা, সুনিশ্চিত তথ্যৰ অভাৱ নতুবা তথ্য সংগ্ৰহৰ ক্ষেত্ৰত অপাৰগতাৰ বাবে ইয়াৰ কোনোবা এটা দিশ, কিবা অনুষ্ঠান-প্ৰতিষ্ঠানৰ আভাস নাইবা কোনোবা ব্যক্তিত্বক যদি আলোচনাটিৰ মাজেৰে উপস্থাপন কৰা হোৱা নাই তেন্তে তাৰ বাবে লেখকে সমূহ পাঠক-পাঠিকাৰ ওচৰত ক্ষমা মাগিছে।

অৱস্থিতি ঃ নলবাৰী চহৰৰ পৰা প্ৰায় ১৫ কিলোমিটাৰ পশ্চিমে ধৰ্মপুৰ মৌজাখন অৱস্থিত। মৌজাখনৰ পূবে পকোৱা মৌজা, পশ্চিমে ক্ষেত্ৰী ধৰ্মপুৰ মৌজা, উত্তৰে নতুন দেহৰ মৌজা, দক্ষিণে বৰক্ষেত্ৰী বিধানসভা সমষ্টি। মৌজাখনৰ মুঠ মাটিকালি ১৩,৬৮৫ বিঘা ১৩ লেচা।

মৌজাখনৰ গাঁও ঃ ধৰ্মপুৰ মৌজাৰ অন্তৰ্গত মুঠ গাঁৱৰ সংখ্যা ২১। মৌজাখনৰ বিস্তৃতিলৈ চাই ইয়াক উত্তৰ ধৰ্মপুৰ আৰু দক্ষিণ ধৰ্মপুৰ নামেৰে দুটা ভাগত ভাগ কৰি লোৱা হৈছে। ইয়াৰে উত্তৰ ধৰ্মপুৰৰ ৰাজহ গাঁওকেইখন হ'ল— (১) খাটাৰূপীয়া বাথান (২) গামাৰিমূৰী (৩) নদলা (৪) জোৱাৰ্দি (৫) কৈঠালকুছি (৬) খাটানামবৰভাগ (৭) পহলংপাৰা (৮) মূলাৰকুছি (৯) ফুলগুৰি (১০) বেচিমাৰী (১১) বালিজাৰ (১২) খাৰশিঠা (১৩) মধুপুৰ (১৪) বিহামপুৰ (১৫) বাওসীয়াপাৰা (১৬) সন্ধেলী।

আনহাতে দক্ষিণ ধৰ্মপুৰৰ গাঁওকেইখন হ'ল— (১) ককয়া (২) বেলশৰ (৩) গন্ধিয়া (৪) চামতা আৰু (৫) ৰূপীয়াবাথান। উল্লেখযোগ্য যে প্ৰায়বোৰ



গাঁৱৰে নামৰ সৈতে একো একোটা সম্ভাব্য ইতিহাস বা অৰ্থ জড়িত হৈ আছে। তলত এই বিষয়ে চমুকৈ আলোচনা কৰা হওক। অৱশ্যে মতবাদসমূহৰ গ্ৰহণযোগ্যতাত কিবা দ্বিমত থকাটোও একো আচৰিত কথা নহ'ব।

(১) ককয়া ঃ এই ঠাইখিনিত অতীতত কেঞাবন (কামৰূপীয়া উপভাষাত কয়াবন) অধিক পৰিমাণে আছিল। তদুপৰি মইন, মদাৰ, শিমলু প্ৰভৃতি কাঁইটীয়া গছেৰেও ঠাইখিনি ভৰি আছিল। কয়াবনৰ পৰা ককয়া বুলি ঠাৱৰ কৰিব পাৰি।

(২) বেলশৰ ঃ বিল্বেশ্বৰ দেৱালয়ৰ পৰা বেলশৰ নামৰ উৎপত্তি হৈছে। দেৱালয়ত থকা শিৱমূৰ্তিটো বিৰিণা গছৰ তলত আছিল বাবে (বিন্ন-ঈশ্বৰ) বিন্নেশ্বৰ হ'ল। বিন্নেশ্বৰ-বিল্বেশ্বৰ-বেলশৰ; এচামৰ মতে আকৌ অঞ্চলটিত প্ৰচুৰ পৰিমাণে বেল গছ আছিল বাবে বেলশৰ নাম হৈছে। কিছুমানৰ মতে যোগিনীতন্ত্ৰত থকা বিল্বশ্ৰী পাহাৰৰ পৰা বেলশৰ হৈছে।

(৩) গন্ধিয়া ঃ এই গাঁওখনত আদিতে বিল্বেশ্বৰ দেৱালয় ফুলৰ বাগিচা আছিল। ফুলৰ গোন্ধৰে আমোলমোলাই থকা বাবে গন্ধইয়া-গন্ধিয়া হ'ল। আনহাতে পুৰণি কালৰে পৰা ঠাইখিনিত জ্যোতিষশাস্ত্ৰ চৰ্চা বৰ গভীৰ আৰু ব্যাপকভাৱে হৈছিল। এই বিদ্যাৰ সুগন্ধ চৌদিশে বিস্তৃত হোৱা বাবে গাঁও খনিৰ নাম গন্ধিয়া হ'ল বুলি কোনো কোনোৱে ক'ব খোজে।

(৪) চামতা ঃ চামতা নামৰ উৎপত্তিৰ ক্ষেত্ৰত কেইবাটাও মতবাদ পোৱা যায়। কিংবদন্তী মতে পূৰ্বৰ ক্ষমতাশালী লোকৰ বাসস্থান হোৱা বাবে ক্ষমতাৰ পৰা ক্ষমতা-ছমতা-চমতা-চামতা হ'ল। কিছুমানৰ মতে চামতা, চায়ুণ্ডামাতা, দুৰ্গাৰেগোসাঁনীৰ খঙৰ প্ৰকোপত তেওঁৰ কপালৰ পৰা আবিৰ্ভূতা এগৰাকী অতি উগ্ৰ-প্ৰকৃতিৰ দেৱী। তেওঁ চণ্ড-মুণ্ডক বধ কৰিছিল। পূৰ্বতে সেইজনা গোসাঁনীৰ থান আছিল বাবে ঠাইখনৰ নাম চামতা হৈছে। আকৌ আহোম ৰজাৰ দিনত কৰ-কাটল আদায় দিব নোৱাৰা প্ৰজাক চমতাৰে কোবাই শাস্তি বিহা ঠাই বাবে ইয়াৰ নাম চামতা হৈছে। চাম-চৰ্ম-চমৰা, তা-তাৰণা দিয়া।

(৫) ৰূপীয়াবাথান আৰু খাটাৰূপীয়াবাথান ঃ ৰূপীয়া-টকা-পইচা, বাথান-ম'হ খুটি অৰ্থাৎ ম'হ বাথানৰ জৰিয়তে অৰ্থ উপাৰ্জন কৰা ঠাই— ৰূপীয়াবাথান। তদুপৰি ৰোপিত বাথান ৰূপীয়াবাথান অৰ্থাৎ এঠাইৰ পৰা স্থানান্তৰ কৰি অনা গৰু-ম'হ ৰখা ঠাই। আনহাতে খাটা শব্দটো কামৰূপীয়া ভাষাত ঠেক অৰ্থত ব্যৱহাৰ হয়। সেই মৰ্মে সম্পূৰ্ণ হিচাপত চলা ম'হ খুটি নাইবা টকা-পইচাৰ সঠিক হিচাপ খাটাত (হিন্দুস্তানী ভাষাত খাটা মানে বহী) লিপিবদ্ধ কৰি ৰখা বাবে খাটা ৰূপীয়াবাথান হ'ব পাৰে বুলি ধাৰণা কৰিব পাৰি।

(৬) গামাৰিমুৰী ঃ পুৰণি কালৰ ৰাজকীয় পদবীধাৰী লোকে বসতি স্থাপন কৰা বাবে এই গাঁওখনক গ্ৰামৰমূৰ অৰ্থাৎ গ্ৰামৰ শ্ৰেষ্ঠ বুলি গণ্য কৰি গামাৰিমুৰী নাম দিয়া হ'ল। আন এক মতবাদ মতে প্ৰচুৰ পৰিমাণে গামাৰি গছ থকা বাবে ঠাইখিনিৰ মান গামাৰিমুৰী হৈছিল।

(৭) নদলা ঃ নদ-পানীৰ খলকনি; লা-বিয়পি পৰা খলকনি শুনিবলৈ পোৱা; পূৰ্বৰ পানীৰে ভৰা ঠাই নদলা। আন এক তথ্যমতে অতীতত কোনোবা এজন ৰজাই নদলা (৯ খন) দৌলা লৈ এই অঞ্চলটো ভ্ৰমণ কৰা বাবে তাৰ নাম নদলা হ'ল বুলি জনা বিশ্বাস আছে।

(৮) জোৱাৰ্দি ঃ জাওবন, জোৱাৰ গছৰ প্ৰাচুৰ্য বেছি বাবে জোৱাৰ্দি।

(৯) কৈঠালকুছি ঃ 'কঠলাখা'ৰ ব্ৰাহ্মণৰ আধিপত্য বেছি আছিল বাবে এই ঠাইক কৈঠালকুছি বুলিছিল। কালক্ৰমত ই কঠিয়াল কুছি লৈ ৰূপান্তৰিত হৈ সম্প্ৰতি কৈঠালকুছি নাম পাইছে।

(১০) খাটা নামবৰভাগ ঃ খাটা- চুটি বা সৰু অৰ্থত; নাম- নাম-কীৰ্তন বা পালনাম আৰু বৰভাগ - বৃহৎ পৰিমাণক বুজাব পাৰে।

(১১) পহলংপাৰা ঃ পহলং— পাচী শব্দ ইয়াৰ অৰ্থ চিকাৰী। আদিতে এই অঞ্চলত জীৱ-জন্তু চিকাৰীৰ প্ৰাধান্য বেছি আছিল বাবে পহলংপাৰা হ'ল।

(১২) মূলাৰকুছি ঃ মূল শব্দৰ বিক্ষিপ্তৰূপ মূলা হ'ব পাৰে। কুছি-পাৰা বা চুবুৰি। আনহাতে কৃষিপ্ৰধান অঞ্চল হিচাপে মূলাৰ খেতিত প্ৰাধান্য থকা বাবে মূলাৰকুছি হোৱাটোও বিশ্বাস কৰিব পাৰি।

(১৩) ফুলৰগুৰি ঃ পূৰ্বৰ নানান তৰহৰ ফুলেৰে উৎফুল্লিত হোৱা ঠাই।

(১৪) বেচিমাৰী ঃ ধান-সৰিয়হৰ মৰণা মৰা প্ৰাচুৰ্যৰ বাবে বেচিমাৰী। আন এক সূত্ৰমতে প্ৰচুৰ পৰিমাণৰ বেচামাছ মৰা ঠাই।

(১৫) বালিজাৰ ঃ বালিময় জান বা বালিচহীয়া ঠাইৰ পৰা বালিজাৰ।

(১৬) খাৰশিঠা ঃ কলগছৰ শিঠাৰ পৰা খাৰ (ক্ষাৰ) বনোৱা ঠাই খাৰশিঠা।

(১৭) মধুপুৰ ঃ মধু— মৌ-চুবা বা চুবুৰি / মৌৰ আধিপত্য থকা ঠাই।

(১৮) বিহামপুৰ ঃ বিহ— আম, বিহ-দণ্ড বিধান কৰা অৰ্থাৎ পূৰ্বৰ শাসনকৰ্তাৰ ঠাই বাবে বিহামপুৰ। আকৌ ভাষা বিজ্ঞানমতে বড়ো ভাষাত 'বিহম' মানে বোৱাৰী আৰু পুৰ মানে নগৰ অৰ্থাৎ এই ঠাইত জীয়ৰী-বোৱাৰী বেছি আছিল বাবে বিহামপুৰ নাম হৈছিল।

(১৯) বাওসীয়াপাৰা ঃ 'বাউসি'ৰ পৰা বাউসিয়া হ'ব পাৰে। পাৰা মানে চুবুৰি। বাঁহৰ সঁজুলি আদিৰ বাউসমূহ যেনেকৈ বাউসিয়ে বান্ধোনত ৰাখে, তেনেদৰে ইয়াৰ মানুহে অইন অঞ্চলৰ মানুহক নিৰাপত্তা দিয়ে।

(২০) সন্ধেলী ঃ সু-গন্ধ - আলি-সন্ধেলি - সন্ধেলী পূৰ্বৰ সুগন্ধি গছ-গছনিৰে ভৰা মনোৰম ঠাই। যাহওক ওপৰত ধৰ্মপুৰ মৌজাৰ গাঁওসমূহৰ নামবোৰৰ নামকৰণ সম্পৰ্কে যিবোৰ তথ্য দিয়া হ'ল তাৰ গ্ৰহণযোগ্যতা পাঠকৰ ওপৰত এৰি দিছো।

জনসংখ্যা ঃ ২০০১ চনৰ লোকপিয়ল অনুসৰি ধৰ্মপুৰ মৌজাখনৰ মুঠ জনসংখ্যা ৫২,৮২২। ইয়াৰে সাধাৰণ শ্ৰেণীৰ (হিন্দু-মুছলিম) ৫০,১৩৫ জন, অনুসূচিত জাতি ২,৪৭৪ জন আৰু অনুসূচিত জনজাতি ২১৩ জন। পুৰুষ আৰু মহিলাৰ অনুপাত প্ৰায় ১১ঃ ৯। শিক্ষিতৰ হাৰ প্ৰায় ৮৫। ভোটাৰ সংখ্যা— পুৰুষ- ২৬,৬৮১, মহিলা- ২৫,৬৪১।

গাঁও পঞ্চায়ত ঃ ধৰ্মপুৰ মৌজাৰ গাঁওসমূহক লৈ সাতখন গাঁও পঞ্চায়ত গঠিত হৈছে। এই পঞ্চায়তকেইখন হ'ল—

(১) ৩১ নং ককয়া গাঁও পঞ্চায়ত (ককয়া)

(২) ৩০ নং বেলশৰ গাঁও পঞ্চায়ত (বেলশৰ)

(৩) ২৮ নং দক্ষিণ মধ্য ধৰ্মপুৰ গাঁও পঞ্চায়ত (চামতা, গন্ধিয়া)

(৪) ২৭ নং ৰূপীয়াবাথান গাঁও পঞ্চায়ত (ৰূপীয়াবাথান খাটা, ৰূপীয়াবাথান)

(৫) ৩৪ নং পশ্চিম ধৰ্মপুৰ গাঁও পঞ্চায়ত (নদলা, সন্ধেলী, কৈঠালকুছি, বেচিমাৰী)

(৬) ৩৫ নং পুব ধৰ্মপুৰ গাঁও পঞ্চায়ত (গামাৰিমুৰী, জোৰাৰ্দি, পহলংপাৰা)

(৭) ৩৬ নং উত্তৰ ধৰ্মপুৰ গাঁও পঞ্চায়ত (ফুলগুৰি, বালিজাৰ, খাৰশিঠা, বাওসীয়াপাৰা, খাটানামবৰভাগ, মূলাৰকুছি, বিহামপুৰ, মধুপুৰ)।

চৰকাৰৰ পঞ্চায়তীৰাজ ব্যৱস্থা অনুসৰি প্ৰতিখন পঞ্চায়তেতে এগৰাকী সভাপতি, এগৰাকী আঞ্চলিক সদস্য আৰু দহগৰাকী সাধাৰণ সদস্যক গণতান্ত্ৰিকভাৱে ভোটদান কৰি পঞ্চায়তসমূহৰ কাম-কাজৰ দায়িত্ব অৰ্পণ কৰা হয়। কামসমূহ পৰিচালনা কৰাৰ বাবে চামতাস্থ পশ্চিম নলবাৰী খণ্ড উন্নয়ন বিষয়া আৰু কৈঠালকুছিৰ মধুপুৰ খণ্ড উন্নয়ন বিষয়াৰ কাৰ্যালয়ক চৰকাৰী দায়িত্ব অৰ্পণ কৰা হৈছে।

শিক্ষা আৰু সাহিত্য ঃ সমাজ এখন সুসংগঠিত কৰি ৰাখিবলৈ শিক্ষা আৰু সাহিত্য অভিভাৱক স্বৰূপ।

ধৰ্মপুৰ মৌজাত পোন প্ৰথমতে কোন চনত বিদ্যালয় স্থাপন হৈছিল তাক সঠিককৈ ক'ব পৰা নাযায় যদিও এক অলিখিত তথ্য অনুসৰি ১৮৭০ আৰু ১৮৮০ দশকৰ মাজ ভাগত চামতাত স্থাপিত হৈছিল ১৭৫নং কুলবিল বালক প্ৰাথমিক বিদ্যালয়। ১৮৯৭ চনত গামাৰিমুৰীৰ বিদগ্ধ সংস্কৃত পণ্ডিত চন্দ্ৰ কান্ত বিদ্যালংকাৰে সংস্কৃত শিক্ষাৰ কেন্দ্ৰৰূপে গঢ়ি তুলিছিল— 'গামাৰিমুৰী সংস্কৃত টোল। সমসাময়িকভাৱে কৈঠালকুছিতো সংস্কৃত শিক্ষাৰ কেইবাটাও অনুষ্ঠান গঢ়ি উঠিছিল বুলি এটা সূত্ৰ প্ৰকাশ। অৱশ্যে এইবোৰৰ পূৰ্বে ১৮১১ চনত ১নং কৈঠালকুছি প্ৰাথমিক বিদ্যালয়খন স্থাপন কৰা হৈছিল বুলি মানুহে ধাৰণা কৰি আহিছে।

গামাৰিমুৰী সংস্কৃত টোলখন প্ৰতিষ্ঠা কৰাৰ সময়ত কৈঠালকুছি আৰু গামাৰিমুৰী গাঁৰখন সংস্কৃত শিক্ষাৰ প্ৰাণকেন্দ্ৰ আছিল। সেই সময়ত তাত জন্ম হৈছিল বহুতো মেধাবী আৰু কৃতী পণ্ডিত যিসকলে সংস্কৃত ভাষা, সাহিত্য, ব্যাকৰণ, দৰ্শন, স্মৃতিশাস্ত্ৰ, জ্যোতিষ শাস্ত্ৰ আদিৰ অধ্যাপনাৰে বিশেষ ব্যুৎপত্তি লাভ কৰিছিল। সংস্কৃত পণ্ডিতসকলৰ ভিতৰত বলভদ্ৰ উপাধ্যায়, সৰ্বেশ্বৰ উপাধ্যায়, বিদ্যাৰত্ন উপাধ্যায়, শান্তি ৰাম উপাধ্যায়, চন্দ্ৰকান্ত বিদ্যালংকাৰ, গোপাল চন্দ্ৰ তৰ্কতীৰ্থ, ধীৰেশ্বৰ তৰ্কতীৰ্থ, ভৱদেৱ ভাগৱতী, বেদান্ততীৰ্থ। সদানন্দ মিশ্ৰ, জীৰেশ্বৰ শৰ্মা, কনক চন্দ্ৰ স্মৃতিতীৰ্থ, সদানন্দ মিশ্ৰ, জীৰেশ্বৰ শৰ্মা মিশ্ৰ, কনক চন্দ্ৰ স্মৃতিতীৰ্থ, চিদানন্দ তৰ্কতীৰ্থ, খগেন্দ্ৰনাথ শাস্ত্ৰী, ঘনকান্ত শৰ্মা, জীৰেশ্বৰ শৰ্মা, বেদান্ত চন্দ্ৰ তীৰ্থ, গংগানাথ দেৱ শৰ্মা ইত্যাদি।

ধৰ্মপুৰ মৌজাৰ শিক্ষা বিস্তাৰত চামতাৰ অৱদান লেখত'ল বলগীয়া। ১৯১৩ চনতেই চামতাত কেইগৰাকীও শিক্ষানুৰাগী লোকৰ প্ৰচেষ্টাত স্থাপন কৰা হৈছিল চামতা এম ই স্কুল (মাইনৰ স্কুল)। ১৯২৯ চনত ধৰ্মপুৰ শিক্ষা বিস্তাৰ সমিতিৰ আশাশুধীয়া প্ৰচেষ্টাত চামতা এম ই স্কুলখন হাইস্কুললৈ উন্নীত কৰা হয়। এই হাইস্কুলখন তেতিয়া পশ্চিম নলবাৰী আৰু বৰপেটাৰ পুব অঞ্চলৰ একমাত্ৰ ইংৰাজী শিক্ষাৰ অনুষ্ঠান আছিল। ১৯২৮ চনত ককয়া গাঁৱত কেইগৰাকীমান মহানুভৱ ব্যক্তিৰ যৌথ প্ৰচেষ্টাত এখন মধ্য ইংৰাজী বিদ্যালয় স্থাপন কৰা হৈছিল। স্ত্ৰী শিক্ষাৰ প্ৰসাৰৰ বাবে ১৯৩৫ চনত চামতাৰ কুলবিল নিবাসী প্ৰখ্যাত কবিৰাজ প্ৰয়াত পদ্মধৰ গোস্বামীদেৱৰ সহধৰ্মিনী উত্তম সুন্দৰী দেৱীয়ে কেইবাগৰাকীও শিক্ষা সচেতন ব্যক্তিৰ সহযোগত কুলবিল এম পি স্কুল স্থাপন কৰে যিখন স্কুল ১৯৪০ চনত এম ভি স্কুললৈ উন্নীত কৰি ইয়াৰ নাম কুলবিল উত্তম সুন্দৰী বালিকা বিদ্যালয় ৰখা হয়। দেশে স্বাধীনতা লাভ কৰাৰ আগতেই ধৰ্মপুৰ মৌজাৰ ঠায়ে ঠায়ে কেইবাখনো পি এম ভি স্কুল স্থাপন কৰা হোৱাটো এই অঞ্চলৰ বাবে গৌৰৱৰ বিষয়। স্বাধীনতা লাভৰ ঠিক পূৰ্ববৰ্তী ১৯৪৬ চনটো ধৰ্মপুৰৰ শিক্ষাৰ বাবে অতি সৌভাগ্যৰ বছৰ বুলি বিবেচিত হৈ থাকিব। এই বছৰতে ধৰ্মপুৰ মৌজাৰ এচাম শিক্ষাপ্ৰেমী মানৱ সম্পদ উন্নয়নত গুৰুত্ব আৰোপ কৰা সচেতন লোকৰ মহান প্ৰচেষ্টাত ইয়াত তিনিখনকৈ উচ্চ মাধ্যমিক বিদ্যালয় গঢ় লৈ উঠে। সেইকেইখন হ'ল বেলশৰ উচ্চ মাধ্যমিক বিদ্যালয়, ককয়া উচ্চ মাধ্যমিক বিদ্যালয় আৰু কৈঠালকুছি উচ্চ মাধ্যমিক বিদ্যালয়। প্ৰণিধানযোগ্য যে এই শিক্ষানুষ্ঠানকেইখনে সেই সময়ত ধৰ্মপুৰ মৌজাৰ ছাত্ৰ-ছাত্ৰীসমূহৰ শিক্ষাগ্ৰহণৰ ক্ষেত্ৰত এটা অতি সুন্দৰ ভূমিকা পালন কৰিবলৈ সক্ষম হৈছিল। স্বাধীনতা লাভৰ পিচৰ সময়ৰ পৰা আজি পৰ্যন্ত ধৰ্মপুৰ মৌজাত অজস্ৰ শিক্ষানুষ্ঠান স্থাপন কৰা হৈছে। এইবোৰৰ ভিতৰত আছে কেইবাখনো মহাবিদ্যালয়, উচ্চতৰ আৰু উচ্চ মাধ্যমিক বিদ্যালয়, এম ভি স্কুল, এম ই স্কুল, এল পি স্কুল আৰু অংগনবাদী কেন্দ্ৰ। ইয়াৰে প্ৰায়ভাগ শিক্ষানুষ্ঠান চৰকাৰীকৰণ কৰা হৈছে। মৌজাখনত হিন্দী বিদ্যালয়, সংস্কৃত বিদ্যালয় আদিৰ সংখ্যাও তাকৰ নহয়। তদুপৰি ছাত্ৰ-ছাত্ৰীৰ অভাৱৰ প্ৰতি লক্ষ্য ৰাখি কেইবাঠাইতো সম্প্ৰতি কেইবাখনো ব্যক্তিগত খণ্ডত বিদ্যালয় গঢ়ি উঠা পৰিলক্ষিত হৈছে। এইবোৰৰ ভিতৰত আছে কেইবাখনো জাতীয় বিদ্যালয়, শিশু নিকেতন, বিবেকানন্দ বিদ্যানিকেতন, ইত্যাদি। কাৰিকৰী শিক্ষাৰ দিশতো ধৰ্মপুৰ মৌজাৰ স্থান আশাপ্ৰদ দেখা যায়। মৌজাখনৰ ঠায়ে ঠায়ে কম্পিউটাৰ প্ৰশিক্ষণ কেন্দ্ৰ, টাইপ স্কুল আদি গঢ় লৈ উঠিছে। শেহতীয়াভাৱে ভাৰত চৰকাৰৰ তথ্য আৰু প্ৰযুক্তি বিজ্ঞান মন্ত্ৰালয়ৰ অধীনত বিগত ২০০২ চনত চামতাস্থ পশ্চিম নলবাৰী খণ্ড উন্নয়ন বিষয়াৰ কাৰ্যালয় প্ৰাংগণত স্থাপন কৰা হৈছে ইণ্টাৰনেট সংযোগী সমূহীয়া তথ্য কেন্দ্ৰ। ইয়াৰ সহায়ত ছাত্ৰ-ছাত্ৰীবোৰে কম্পিউটাৰ শিক্ষাৰ প্ৰশিক্ষণ ল'ব পৰাৰ লগতে ইণ্টাৰনেটৰ সহায়ত বিশ্বৰ সকলো অংশৰ লগত যোগাযোগ স্থাপন কৰাৰ সুবিধা হৈছে। এই ছেগতে ধৰ্মপুৰ মৌজাৰ শিক্ষানুষ্ঠানসমূহৰ কথা তলত উপস্থাপন কৰা হওঁক।

মহাবিদ্যালয় ঃ (১) কামৰূপ মহাবিদ্যালয়, চামতা (কলা শাখা) ধৰ্মপুৰ মৌজাৰ সোঁমাজত অৱস্থিত। স্থাপিত চন ১৯৬৬। প্ৰতিষ্ঠাপক অধ্যক্ষ চন্দ্ৰ কান্ত মহন্ত। বৰ্তমানৰ অধ্যক্ষ ড° প্ৰমোদ হালৈ (ভাৱপ্ৰাপ্ত), মুঠ অধ্যাপক ৩৭। অফিচ ষ্টাফ- ১৫ আৰু ছাত্ৰ-ছাত্ৰী ৭০৫ গৰাকী।



(২) ছহিদ স্মৃতি মহাবিদ্যালয়, বেলশৰ কলা শাখা ঃ বেলশৰ গাঁৱত এই মহাবিদ্যালয়খন স্থাপন কৰা হৈছিল ১৯৮৭ চনত। প্ৰথম অধ্যক্ষ আছিল কৰুণা কান্ত শৰ্মা। বৰ্তমান অধ্যক্ষদ্বয় ভগীৰথ কলিতা (ছিনিয়ৰ) আৰু অজিত দাস (জুনিয়ৰ), মুঠ অধ্যাপক ৪৩। অফিচ ১৫ আৰু ছাত্ৰ-ছাত্ৰী ৭৯০

(৩) কামপীঠ মহাবিদ্যালয়, কৈঠালকুছি কলা শাখা ঃ ১৯৮৭ চনত কৈঠালকুছিত স্থাপন কৰা হৈছিল। প্ৰথম অধ্যক্ষ আছিল উমা শৰ্মা। বৰ্তমানৰ অধ্যক্ষ কৈলাস চন্দ্ৰ গোস্বামী, মুঠ অধ্যাপক ১৭ গৰাকী। অফিচ ৩ আৰু ছাত্ৰ-ছাত্ৰী ষ্টাফ ৩০০ গৰাকী।

(৪) পশ্চিম নলবাৰী বি এড কলেজ, চামতা।

(৫) অসম ৰাষ্ট্ৰভাষা মহাবিদ্যালয়, বেলশৰ।

উচ্চতৰ মাধ্যমিক বিদ্যালয় ঃ

(১) চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়, চামতা (কলা+বিজ্ঞান)



*ছহিদ স্মৃতি মহাবিদ্যালয়, বেলশৰ*

(২) বেলশৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়, বেলশৰ (বিজ্ঞান)

(৩) ককয়া উচ্চতৰ মাধ্যমিক বিদ্যালয়, ককয়া (কলা)

(৪) উত্তৰ ধৰ্মপুৰ উচ্চতৰ মাধ্যমিক বালিকা বিদ্যালয়, গামাৰিমুৰী (কলা)

উচ্চ মাধ্যমিক বিদ্যালয় ঃ

(১) কৈঠালকুছি উচ্চ মাধ্যমিক বিদ্যালয়, কৈঠালকুছি।

(২) জনতা হাইস্কুল, বিহামপুৰ।

(৩) জ্ঞানদায়িনী উচ্চ মাধ্যমিক বিদ্যালয়, মূলাৰকুছি।

(৪) অসমী হাইস্কুল, বালিজাৰ।

(৫) মিলন হাইস্কুল, শিমলীয়া।

(৬) চামতা ছোৱালী হাইস্কুল, চামতা।

(৭) গন্ধিয়া হাইস্কুল, গন্ধিয়া।

(৮) আদৰ্শ উচ্চ মাধ্যমিক বিদ্যালয়, চামতা (ব্যক্তিগত)।

(৯) বালক উচ্চ মাধ্যমিক বিদ্যালয়, বেলশৰ।

(১০) বেলশৰ ছোৱালী হাইস্কুল, বেলশৰ।

(১১) ৰতিকান্ত ছোৱালী উচ্চতৰ মাধ্যমিক বিদ্যালয়, ককয়া।

(১২) বিহামপুৰ ছোৱালী হাইস্কুল, বিহামপুৰ।

(১৩) পশ্চিম চামতা হাইস্কুল, পশ্চিম চামতা।

(১৪) বাপুজী হাইস্কুল, সন্ধেলী।

(১৫) এফ আলী আহমেদ হাইমাদ্ৰাছা, চামতা ফকিৰতোলা।

তদুপৰি কোৰাণ ভিত্তিক আধ্যাত্মিক শিক্ষাৰ বাবে বিহামপুৰ খলিহাত এখন হাফিজীয়া মাদ্ৰাছা থকাৰ লগতে মৌজাখনত ৪ খন হিন্দী বিদ্যালয়, ৪ খন সংস্কৃত বিদ্যালয়, ৪ খন এম ভি বিদ্যালয় আছে। এম ভি আৰু এল পি স্কুলৰ মুঠ সংখ্যা ৮৫। মুঠ অংগনবাদী কেন্দ্ৰ ৩৮টাৰ লগতে প্ৰায়কেইখন গাঁৱতে দুই-এখনকৈ ব্যক্তিগত খণ্ডৰ বিদ্যালয় আছে।

ধৰ্মপুৰৰ ৰাইজে অকলে যে শিক্ষানুষ্ঠান গঢ়িয়েই ক্ষান্ত আছে এনে নহয়, বৰং এই শিক্ষানুষ্ঠানসমূহৰ পৰা শিক্ষা লাভ কৰি অজস্ৰ ছাত্ৰ-ছাত্ৰীয়ে বিভিন্ন দিশত সুনাম অৰ্জন কৰি অঞ্চলটোলৈ গৌৰৱ অৰ্জন কৰি আনিছে। সম্প্ৰতি সমগ্ৰ অসমৰ লগতে ৰাজ্যখনৰ বাহিৰতো এনে বহু জ্ঞানী-গুণী ধৰ্মপুৰৰ আদি বাসিন্দা আছে যিসকল সঁচাকৈয়ে সমাজৰ বাবে চিৰ নমস্য হৈ ৰ'ব। এইসকলৰ ভিতৰত অজস্ৰ শিক্ষাবিদ কৃতী শিক্ষক, লেখক, চিকিৎসক, অভিযন্তা, প্ৰশাসনীয় বিষয়া, গৱেষক আইনবিদ প্ৰভৃতি ভিন্ন দিশত ব্যুৎপত্তি থকা লোক আছে। বিজ্ঞান চৰ্চাতো ধৰ্মপুৰৰ ড° ৰবেশ চন্দ্ৰ গোস্বামী ৰসায়ন বিজ্ঞানৰ এগৰাকী কৃতী গৱেষক। সেইদৰে পদাৰ্থ বিজ্ঞানত বেলশৰৰ ড° অৰুনী কুমাৰ মিশ্ৰ আৰু উদ্ভিদ বিজ্ঞানত ককয়াৰ ড° চন্দ্ৰমোহন শৰ্মাৰ অৱদানো অনস্বীকাৰ্য। বিল্বেশ্বৰৰ প্ৰাচীন পুথিৰ গৱেষক দণ্ডীৰাম দত্তই কৌতুক আৰু কাইথেলী অংক নামেৰে কায়স্থসকলৰ মাজত প্ৰচলিত গণিতৰ কিতাপ ৰচনা কৰিছিল। আকৌ মৌলিক গণিতৰ এগৰাকী পুৰোধা ব্যক্তি হ'ল গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক শিমলীয়া নিবাসী ড° বিনয় কুমাৰ তামুলী। কেম্ব্ৰিজ-বিশ্ববিদ্যালয়ৰ পৰা ডি লিট ডিগ্ৰী লাভ কৰা নৃতত্ত্ব বিভাগৰ এগৰাকী কৃতী অধ্যক্ষ হ'ল বিহামপুৰৰ মাধৱ চন্দ্ৰ গোস্বামী। ভূগোল বিজ্ঞানত নিষ্ঠাবান-গৱেষক হিচাপে ব্যুৎপত্তি লাভ কৰিছে। ভূগোল বিভাগৰ এগৰাকী বাটকটীয়া হ'ল কৈঠালকুছিৰ ড° হৰিপ্ৰসাদ দাস। অভিযান্ত্ৰিক বিজ্ঞানত সুখ্যাতি অৰ্জন কৰি ধৰ্মপুৰৰ গৌৰৱৰূপে পৰিগণিত হৈছে ককয়াৰ ভৱ নাথ। পুবৰ গন্ধিয়া নিবাসী প্ৰমোদ লাল শৰ্মা সম্প্ৰতি আমেৰিকাত স্থায়ীভাৱে থাকিবলৈ লোৱা এগৰাকী বজ্ঞানীক। আকৌ বিশ্ব স্বাস্থ্য সংস্থা, জেনেভাৰ কাৰ্যালয়ৰ এগৰাকী ওখ খাপৰ বিষয়া হিচাপে কাম কৰি আন্তৰ্জাতিক খ্যাতি অৰ্জন কৰিছে সাহপুৰৰ ড° কামিনী মোহন পাটোৱাৰীয়ে। বেলশৰৰ প্ৰয়াত ড° ভবেন্দ্ৰ মেনা গণিতৰ এগৰাকী কৃতী অধ্যাপক আছিল। চিকিৎসা শাস্ত্ৰতো ধৰ্মপুৰৰ স্থান লেখত ল'ব লগা বিধৰ। বেলশৰৰ ড° নৰেন্দ্ৰ বৰ্মনে গুৱাহাটী চিকিৎসা

মহাবিদ্যালয়ৰ অধ্যক্ষৰ পদ অলংকৃত কৰিছিল। এসময়ত কুলবিলৰ পদ্ম চন্দ্ৰ গোস্বামী এগৰাকী প্ৰখ্যাত আয়ুৰ্বেদ চিকিৎসক আছিল। এইক্ষেত্ৰত বিহামপুৰৰ পূৰ্ণ চন্দ্ৰ গোস্বামীৰ নামো উল্লেখযোগ্য। বেলশৰৰ কৃতী সন্তান ড° ভূমিধৰ বৰ্মনে এসময়ত চিকিৎসকৰূপে অতি প্ৰসিদ্ধি লাভ কৰিছিল। বেলশৰৰ ড° জীতেন পাটোৱাৰী আৰু ড° আচিৰুদ্দিন আহমেদে ক্ৰমে গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ নেফ্ৰোলজী আৰু সিবা বিভাগৰ মুৰব্বী অধ্যাপক ৰূপে সেৱা আগবঢ়াইছে। চামতাৰ নন্দিতা চৌধুৰীয়ে নেফ্ৰোলজী বিভাগত লণ্ডনলৈ গৈ গৱেষণা কৰি ডক্টৰেট ডিগ্ৰী লাভ কৰিছে। গৌৰৱৰ বিষয় এয়ে যে অসমৰ ক্ষেত্ৰখনৰ বিভিন্ন চূড়ান্ত পৰীক্ষাসমূহতো ধৰ্মপুৰৰ ছাত্ৰ-ছাত্ৰীবোৰৰ ফলাফলৰ স্থান কোনোমতে কম নহয়। প্ৰায়বোৰ বিদ্যালয়ৰ লগতে মহাবিদ্যালয় কইখনৰ প্ৰতিটো পৰীক্ষাতে ফলাফল সন্তোষজনক বুলি ক'ব পাৰি। ধৰ্মপুৰৰ উচ্চ শিক্ষাৰ স্নাতক চূড়ান্ত বাৰ্ষিক পৰীক্ষাত জুৰী দেৱী, প্ৰীতিৰেখা দেৱী, জোনামণি দেৱী, ভূপেশ ভাগৱতীয়ে প্ৰথম শ্ৰেণীত উত্তীৰ্ণ হৈ মহাবিদ্যালয়ৰ পৰা উচ্চতৰ মাধ্যমিক চূড়ান্ত পৰীক্ষাত স্থান দখল কৰি ভানুমতী দেৱীয়ে আৰু স্নাতক পৰ্যায়ত প্ৰথম শ্ৰেণীৰ দীপশিখা হাজৰিকাই মহাবিদ্যালয়খন ধন্য কৰি গৈছে। চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা হাইস্কুল শিক্ষান্ত পৰীক্ষাত স্থান দখল কৰি বিদ্যালয়খনৰ পৰা ৰমণীকান্ত দেৱ শৰ্মা, কনক চন্দ্ৰ ডেকা, কৰুণাময় গোস্বামী, কন্দৰ্প বৰ্মন, জিতেন ভূঞা আৰু পদ্ম তালুকদাৰে গৌৰৱ কঢ়িয়াই আনিছে। তেনেদৰে বেলশৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ৰমেশ চন্দ্ৰ গোস্বামী, নিপনজ্যোতি দাস, পশ্চিম চামতা হাইস্কুলৰ পৰা অনংগ বৰ্মন, কৈঠালকুছিৰ প্ৰদীপ শৰ্মাৰ নামো জাকতজিলিকা হৈ ৰ'ব। ইয়াৰ লগতে আমি সন্নিৱিষ্ট কৰিব পাৰো C.B.S.E ৰ অধীনত হাইস্কুল শিক্ষান্ত পৰীক্ষা দি ১৯৯৮ চনত উত্তৰ-পূৰ্বাঞ্চলৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰা চামতাৰ দিগন্ত বৰ্মন আৰু মেঘালয়ৰ হাইস্কুল শিক্ষান্ত পৰীক্ষা দি ২০০১ চনত পৰীক্ষা দি প্ৰথম স্থান দখল কৰা চামতাৰ পাভেল বৰ্মনৰ নাম উল্লেখযোগ্য। উচ্চতৰ মাধ্যমিক পৰীক্ষাত অসমৰ ভিতৰত স্থান দখল কৰি আমাক গৌৰৱান্বিত কৰি তুলিছে চামতাৰ দীপমণি হালৈ, কৈঠালকুছিৰ জুৰি বৰ্মন আৰু ককয়াৰ দীনেশ কাকতীয়ে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত স্নাতক অথবা স্বাতকোত্তৰ চূড়ান্ত পৰীক্ষাত প্ৰথম শ্ৰেণী লাভ কৰি সমগ্ৰ ধৰ্মপুৰ ৰাইজৰ নয়নৰ মণি হৈ ৰ'ব মিনতি বৰ্মন (বেলশৰ), দীপ বৰ্মন (ককয়া), মুকুল দত্ত (পশ্চিম চামতা), প্ৰণতি মেধি (বেলশৰ), ৰুবুল শৰ্মা (বেলশৰ), মনোজ শৰ্মা (চামতা) আদি। বেলশৰ হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ নলিচাৰ হীৰেন ডেকাই দিল্লী পৰা স্বয়োতিৰে উৰ্ত্তীৰ্ণ হৈছিল। বৰ্তমানৰ কটন কলেজৰ গণিত বিভাগৰ প্ৰবক্তা।

(এইক্ষেত্ৰত তথ্য সংগ্ৰহৰ অভাৱত কাৰোবাৰ নাম বৈ গ'লে লেখক ক্ষমাপ্ৰাৰ্থী) সাহিত্যৰ পথাৰখনতো ধৰ্মপুৰ মৌজাৰ অৱদান লক্ষণীয়। মৌজাখনত অতীতৰ বিদগ্ধ সংস্কৃত পণ্ডিতসকলৰ পৰাই এতিয়ালৈকে অজস্ৰ সাহিত্যানুৰাগী ব্যক্তিয়ে সাহিত্য কৰ্মত বিশেষ ব্যুৎপত্তি লাভ কৰিবলৈ সক্ষম হৈছে। এইসকলৰ সাহিত্য কৰ্মৰাজি তথা ৰচনাই ধৰ্মপুৰ মৌজাৰ সাহিত্যৰ দিশটো যথেষ্ট টনকিয়াল কৰি গৈছে। বৰ্তমানেও মৌজাখনৰ প্ৰায়বোৰ গাঁৱতে বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানে পত্ৰ সাহিত্য বিষয়ক প্ৰতিযোগিতা, সাহিত্য চৰ্চা আদি, অন্তঃকৰণেৰে সাহিত্য সংক্ৰান্তীয় আলোচনী প্ৰকাশ হোৱাটোও শুভ লক্ষণ বুলি ক'ব পৰা যায়।

নাট্য চৰ্চা কলা-সংস্কৃতি ঃ ধৰ্মপুৰ মৌজাৰ অন্তৰ্গত গাঁওসমূহৰ নাট্য চৰ্চা তথা কলা-সংস্কৃতিৰ ইতিহাসৰ পৰিক্ৰমা অতি দীৰ্ঘ। সেয়ে ইয়াৰ বিষয়ে চমুকৈ বিচাৰ কৰিবলৈ যোৱাটো হাতী মাৰি ভুৰুকাত ভৰোৱাৰ নিচিনাহে। তদুপৰি ইয়াৰ বিষয়ে আলোচনা কৰিবলৈ যাওতে বহুলাংশেই সুনিশ্চিত তথ্যৰ অভাৱত বৈ যোৱাটো স্বাভাৱিক। গতিকে নিশ্চিতভাৱে বহুতৰ মনত সন্দেহ উক দিয়াটো ন দি ক'ব পাৰি। তৎসত্ত্বেও মৌজাখনৰ নাট্য চৰ্চা আৰু কলা-সংস্কৃতিৰ দিশটো আমি তলত দিয়া ধৰণে আগুৱাই নিবলৈ প্ৰয়াস কৰিম। প্ৰাৰম্ভতে আমি স্বীকাৰ নকৰি নোৱাৰো যে স্বাধীনতাৰ বহু আগতেই ধৰ্মপুৰত নাট্য চৰ্চাৰ পাতনি মেলা হৈছিল। তেতিয়া ইয়াৰ জনসাধাৰণ নাট্য চৰ্চা আৰু কলা-সংস্কৃতিত আগৰণুৱা আছিল। অৱশ্যে অঞ্চলটোত তেতিয়া নাট্য চৰ্চাৰ যি ইতিহাস গঢ় লৈ উঠিছিল সি আছিল মূলতঃ অপেছাদাৰী।

আনুমানিক ১৯১৮ চনত কৈঠালকুছিৰ লংকেশ্বৰ ভাগৱতীৰ নেতৃত্বত 'যুৱক সংগীত সম্প্ৰদায়' নামৰ এটা চৌখিন নাট্য গোষ্ঠীৰ জন্ম হৈছিল। এই নাট্য গোষ্ঠীটোৱে বাসন্তী পূজাত নাট্য মঞ্চস্থ কৰি ব্ৰাহ্মণ সমাজৰ হৈ যথেষ্ট সমাদৰ লাভ কৰিছিল। নাট্য গোষ্ঠীটোৰ শিল্পীসকলৰ ভিতৰত ৰজত ভাগৱতী, লংকেশ্বৰ শৰ্মা, পয়োধৰ গোস্বামী, অম্বু ভাগৱতী, যতীন্দ্ৰ শৰ্মা, গিৰীশ মিশ্ৰ আদিৰ নাম উল্লেখযোগ্য। ১৯১৯ চনত কবিৰত্ন নৰেশ্বৰ ভাগৱতী, খ্যাতনামা আইনজ্ঞ জয়চন্দ্ৰ চৌধাৰীৰ লগতে ৰাধা কটকী, গংগাধৰ চৌধুৰী, মাণিক বৰুৱা আদি বৰেণ্য ব্যক্তিসকলৰ প্ৰচেষ্টাত সাহপুৰত গঢ়ি উঠিছিল 'ধৰ্মপুৰ জ্ঞানদায়িনী নাট্য সমাজ' যিটো আছিল মূলতঃ অপেছাদাৰী। প্ৰাৰম্ভিক পৰ্যায়ত অৰ্থাৎ ১৯২০ চনত এই নাট্যানুষ্ঠানটোৱে 'মেঘনাদ বধ' নাটক মঞ্চস্থ কৰি দৰ্শকৰ যথেষ্ট সঁহাৰি লাভ কৰিছিল। এই নাট্যানুষ্ঠানটোৰ সৈতে জড়িত কেইগৰাকীমান শিল্পী হ'ল শম্ভূ চৌধুৰী, সিদ্ধেশ্বৰ শৰ্মা, ধৰ্মেশ্বৰ তালুকদাৰ, আনন্দি বৰ্মন, কামিনী পাটোৱাৰী, বলিনাৰায়ণ ডেকা, মহেন্দ্ৰ তালুকদাৰ, লংকেশ্বৰ শৰ্মা, শৰৎ চন্দ্ৰ গোস্বামী, জন্তিৰাম ডেকা, ৰণীধৰ বৰ্মন, কনক শৰ্মা, মহীলাল শৰ্মা, উমেশ গোস্বামী প্ৰভৃতি কেইবাগৰাকী বৰেণ্য ব্যক্তি। এতিয়াও ধৰ্মপুৰ জ্ঞানদায়িনী নাট্য সমাজে সমগ্ৰ পশ্চিম নলবাৰীতে, নাট্য চৰ্চাৰ দিশটো সজীৱ কৰি ৰাখিছে। সাহপুৰত 'ধৰ্মপুৰ জ্ঞানদায়িনী নাট্য, সমাজ গঠিত হোৱাৰ পিচত চামতাৰ কেইগৰাকীমান চিৰনমস্য ব্যক্তিৰ তত্ত্বাৱধানত গঢ় লৈ উঠিছিল 'ধৰ্মপুৰ বান্ধৱ নাট্য সমিতি'। এই অনুষ্ঠানটোৰ গুৰি ধৰোঁতা আছিল গংগাধৰ চৌধুৰী আৰু সুৰেন মালাকৰ। বান্ধৱ নাট্য সমিতিয়ে সেই সময়ত চামতা, ৰূপীয়াবাথান, বেলশৰ, ককয়া আদি অঞ্চলসমূহত এটি নাট্য আন্দোলনৰ সৃষ্টি কৰিছিল। ইয়াৰ সৈতে জড়িত নাট্য আন্দোলনৰ সৃষ্টি কৰিছিল। ইয়াৰ সৈতে জড়িত নাট্য কৰ্মীসকল আছিল পুষ্প মিশ্ৰ, মহেন্দ্ৰ ঠাকুৰীয়া, দণ্ডধৰ চৌধুৰী, কনক শৰ্মা, ভাবিত দত্ত আৰু বহুতো। এক কথাত ক'বলৈ গ'লে এই নাট্য সমিতিয়ে তদানীন্তন সমাজখনত এনে এক বাতাবৰণ সৃষ্টি কৰিছিল যে



বহুতো নিজৰ গাঁঠিৰ ধন ভাঙি নানা সৃষ্টি কৰিছিল। তাৰ ভিতৰত চামতাৰ নৰেশ্বৰ শৰ্মা আৰু মনু বায়ানৰ নেতৃত্বাধীন যাত্ৰাদলৰ যাত্ৰাদলৰ সৃষ্টি কৰিছিল। তাৰ ভিতৰত চামতাৰ নৰেশ্বৰ শৰ্মা আৰু মনু বায়নৰ নেতৃত্বাধীন যাত্ৰাদলৰ নাম বিশেষভাৱে প্ৰণিধানযোগ্য। সমসাময়িকভাৱে ৰূপীয়াবাথান লংকেশ্বৰ বৈশ্যৰ দ্বাৰা এটা যাত্ৰা দল গঠন হৈছিল। 'সীতাহৰণ', 'উৰ্বশী উদ্ধাৰ' আদি নাটেৰে তোলপাৰ লগোৱা উক্ত যাত্ৰাদলটোৰ গান মাষ্টৰ বাচি বৈশ্য। ১৯২৮ চনত গন্ধিয়া গাঁৱৰ নীলকান্ত শৰ্মাৰ তদাৰকীত এটা যাত্ৰা দল গঠন হয়। ইয়াৰ পিচে পিচেই ১৯৩১ চনত ককয়া গাঁৱৰ পৃথি পণ্ডিতৰ নেতৃত্বত আন এটি যাত্ৰা দল গঠন হৈছিল। ১৯৩৫ চনত ককয়াৰ স্বনামধন্য সন্তান ভঠো পাঠকৰ অক্লান্ত প্ৰচেষ্টাত জন্ম পাইছিল 'ককয়াত অপেৰা পাৰ্টি' নামৰ এটি নাট্যদল। ঠিক তেনেদৰে ১৯৩৯ চনত ককয়া গঢ় লৈ উঠিছিল 'ককয়া ঠাকুৰীয়া পাৰা নাট্যদল'। স্বাধীনতাৰ পৰৱৰ্তী সময়ত ১৯৬১ চনত ভাৰত চৰকাৰৰ সাংস্কৃতিক বিভাগৰ আৰ্থিক দানেৰে ককয়াত গঢ়ি লৈ উঠিছিল 'দি কামৰূপা নাট্য কলা কেন্দ্ৰ'।

এই অনুষ্ঠানটোৰ গুৰি ধৰোঁতা আছিল ড° শৰৎ চন্দ্ৰ ভাগৱতী, উদয় চন্দ্ৰ ভাগৱতী, ৰমেশ চন্দ্ৰ হালৈ, নিৰ্ভায়া তালুকদাৰ, দ্বীজেন্দ্ৰ নাথ, ৰাজেন্দ্ৰ ভাগৱতী, জগদীশ ভাগৱতী, দেৱেন্দ্ৰ নাৰায়ণ শৰ্মা আৰু বসন্ত বৰ্মনৰ প্ৰমুংখ্য মুঠ নগৰাকী বিশিষ্ট লোকে। এই নাট্যদলটোৱে প্ৰথম বছৰত ৰবীন্দ্ৰ নাথ ঠাকুৰৰ 'খেলাঘৰ' আৰু 'অগ্নি পৰীক্ষা' নাট দুখন বিভিন্ন ঠাইত মঞ্চস্থ কৰি ৰাইজৰ ভূয়সী প্ৰশংসা বুটলিবলৈ সক্ষম হৈছিল। ১৯৬৭ চনত ককয়াত ভুৱনেশ্বৰ তালুকদাৰ আৰু তাৰিণী তালুকদাৰৰ তত্ত্বাৱধানত গঢ়ি উঠিছিল নটগুৰু নাট্য সমিতি। ১৯৭০ চনত ককয়াৰ আদ্য বৰ্মনৰ নেতৃত্বত অসম চৰকাৰৰ পঞ্জীয়নভুক্ত নাট্যানুষ্ঠান 'অসম নাট্য সংঘ মুকলি মঞ্চ থিয়েটাৰ'ৰ জন্ম হয়। ঠিক তেনেকৈ সদা বৰ্মনৰ নেতৃত্বত গঢ় লৈ উঠা 'অনুৰাগ থিয়েটাৰ' নাট্য চৰ্চাৰ প্ৰাণকেন্দ্ৰ আছিল। উল্লেখ্য যে ইয়াৰ আগতেই ককয়াৰ সু-সন্তান, সদ-অভিনেতা উদয় চন্দ্ৰ ভাগৱতীয়ে পূৰ্বজ্যোতি থিয়েটাৰত আৰু গোপাল মিশ্ৰই ভ্ৰাম্যমাণ নটৰাজ থিয়েটাৰত পোন প্ৰথমতে নলবাৰী জিলাৰ ভিতৰত সু-অভিনয় কৰি ককয়াৰ বাবে গৌৰৱ কঢ়িয়াই আনিছিল।

ধৰ্মপুৰ অঞ্চলৰ আন এখন গাঁও হ'ল বিহামপুৰ। ১৯৩০-৩৪ চনত বিহামপুৰৰ অভি কাকতীয়ে এটি যাত্ৰাদলৰ জন্ম দিছিল য'ত নৱকান্ত শৰ্মা প্ৰভৃতি শিল্পীয়ে অভিনয় কৰিছিল। ১৯৪৫ চনত চামতাত গঠন হোৱা 'চামতা ৰূপীয়াবাথান যাত্ৰাদল'ৰ সৃষ্টিৰ আঁৰত আছিল ৰূপীয়াবাথান গাঁৱৰ কৃষ্ণ তালুকদাৰ।

এনেদৰে স্বাধীনতাৰ পূৰ্বৱৰ্তী সময়ছোৱাত ধৰ্মপুৰ মৌজাৰ বিভিন্ন ঠাইত ভালেমান যাত্ৰাদলৰ জন্ম হৈছিল। এইবোৰৰ গইনা লৈয়েই পৰৱৰ্তী সময়ত পূৰ্ণ পৰ্যায়ৰ ভ্ৰাম্যমাণ নাটক তথা নাট্যানুষ্ঠান পৰ্যন্ত গঠন কৰা হৈছিল। ১৯৫২ চনত চামতাৰ বিশিষ্ট শিল্পী ধৰণী বৰ্মনৰ নেতৃত্বত গঢ় লৈ উঠিছিল 'ধৰ্মপুৰ শিল্পী সংঘ'। এই সংঘই নাট্যকৰ্ম সম্বন্ধে জনগণৰ মনত এক নতুন ধাৰণাৰ জন্ম দিয়ে। নাট্য ইতিহাসলৈ ধৰণী বৰ্মনৰ আন এটি সোণসেৰীয়া অৱদান হৈছে সহঃ অভিনয়ৰ প্ৰবৰ্তন। উল্লেখ্য যে সেই সময়ত নাটকত পুৰুষেই নাৰী চৰিত্ৰ ৰূপায়ণ কৰিছিল। কিন্তু বৰ্মনে এই ক্ষেত্ৰত অতি সাহসেৰে নাৰী চৰিত্ৰও অভিনয় কৰিবলৈ গুৱাহাটীৰ পৰা ছোৱালী আনি যুগান্তৰৰ সূচনা কৰে। ১৯৬৩ চনত ৰাছিয়ান টেকনিকৰ আৰ্হিত এইজন নাট্যকৰ্মীয়ে 'সুৰদেৱী নাট্য সংঘ' নামৰ যাত্ৰাদল এটি প্ৰতিষ্ঠা কৰিছিল যিটো দল তাৰ দুবছৰ পিচত 'সুৰদেৱী থিয়েটাৰ' ৰূপে নামকৰণ কৰে। তদুপৰি ধৰণী বৰ্মনৰ পৃষ্ঠপোষকতাৰ তেওঁৰ বৰপুত্ৰ হিৰণ্য বৰ্মনে (১৯৭৬) বিষ্ণুজ্যোতি থিয়েটাৰ আৰু মাজু ল'ৰা ৰবীন বৰ্মনে (১৯৮৪) 'ৰংঘৰ থিয়েটাৰ' প্ৰযোজনা কৰি চামতাক ধন্য কৰি থৈ গৈছে। গৌৰৱৰ বিষয় এয়ে যে ধৰণী বৰ্মনৰ সুৰদেৱী থিয়েটাৰত কলাগুৰু বিষ্ণুৰাভাকে ধৰি ভোলা কটকী, হৰেন গোস্বামী, ৰুদ্ৰ চৌধুৰী, নিপন গোস্বামী, জৰ্জ বেকাৰ, বলদেৱ শইকীয়া, নগেন ভট্ট, মহানন্দ শৰ্মা, হৰেন ডেকা, সৰ্বেশ্বৰ ৰাজবংশী আদি বিশিষ্ট শিল্পীবৃন্দই অভিনয় কৰি ধৰ্মপুৰৰ নাট্য ইতিহাস জাকতজিলিকা কৰি থৈ গৈছে।

ধৰ্মপুৰ মৌজাৰ এখন ঐতিহ্যমণ্ডিত গাঁও হ'ল বেলশৰ। বেলশৰক বাদ দি ধৰ্মপুৰৰ নাট্য ইতিহাস নিসন্দেহে আধৰুৱা হৈ ৰ'ব। ইতিহাস বিজড়িত বেলশৰৰ শ্ৰীশ্ৰীবিল্বেশ্বৰ দেৱালয় প্ৰাংগণত তাহানিৰে পৰা নৃত্য-গীত আৰু নাট্যাভিনয়ৰ প্ৰচলন কৰিছিল। ১৯৩৪ চনত বেলশৰ মিলন বায়ন পাৰ্টি। ইয়াৰ পূৰ্বে বেলশৰত ভূমি ভৰালীৰ পৃষ্ঠপোষকতাত গঢ়ি উঠিছিল বেলশৰ মিলন বায়ন পাৰ্টি, গজেন্দ্ৰ মেনেজাৰৰ যাত্ৰাপাৰ্টি আৰু শ্ৰীকান্ত চৌধুৰীৰ যাত্ৰাদলে নাট্য ইতিহাসত বিশেষ অৰিহণা যোগাই আহিছিল। স্বাধীনতাৰ পূৰ্বে বেলশৰত জন্ম পাইছিল এমেচাৰ গ্ৰুপ থিয়েটাৰ। ইয়ে মঞ্চ সজ্জাৰ নতুন কলা-কৌশল প্ৰদৰ্শনেৰে এটা নতুন পৰিবেশৰ সৃষ্টি কৰিছিল। এই নাট্য গোষ্ঠীটোৱে সুৰেন মালাকৰৰ নেতৃত্বত ভাস্কৰ পণ্ডিত ছত্ৰপতি শিৱাজী, 'কনৌজ কুঁৱৰী' আদি নাটসমূহ অতি সাৱলীলভাৱে মঞ্চায়ন কৰিছিল। সেই সময়তে বেলশৰৰ 'বৰভিঠা আৰ্য সমিতি'ৰ দ্বাৰা প্ৰাণেশ্বৰ মিশ্ৰৰ তত্ত্বাৱধানত হোৱা নাট্যগোষ্ঠীটোৱে বিভিন্ন ৰুচিত নাট পৰিবেশন কৰি সফল হৈছিল। স্বাধীনতাৰ পৰৱৰ্তী কালত ১৯৫০ চনত বেলশৰৰ অক্ষয় তালুকদাৰ, আদ্য মিশ্ৰ আদিৰ যৌথ প্ৰচেষ্টাত ছাত্ৰি পামত 'ছাত্ৰি মিলন কৃষক যাত্ৰাপাৰ্টি' নামেৰে এটা নাট্যানুষ্ঠান গঢ়ি উঠিছিল। পৰৱৰ্তী সময়ত এই যাত্ৰাপাৰ্টিটো বেলশৰলৈ স্থানান্তৰিত কৰি তাৰ নাম 'কামৰূপ মিলন অপেৰা পাৰ্টি ৰখা হয়। ১৯৫৭ চনত বেলশৰত মিলন শিল্পীসংঘৰ জন্ম হৈছিল। ইয়াৰ অধীনত বৃহত্তৰ বেলশৰত কেইবাখনো নাট মঞ্চস্থ কৰি বেলশৰলৈ নাট্য চৰ্চাৰ এক প্ৰলয় বোৱাই আনিছিল। অভিনয় কৰা ব্যক্তিসকলৰ ভিতৰত সূৰ্য মজুমদাৰ, মুক্তা বৰ্মন, ৰমেশ পাটোৱাৰী, ৰামচৰণ বৰ্মন, প্ৰফুল্ল মেনা, ৰামেশ্বৰ বৰ্মন, ভৈৰৱ বৰ্মন, ভোগী বৰ্মন, নৰেশ্বৰ পাটোৱাৰী, উগ্ৰ মেনা, লক্ষ্মী মজুমদাৰ আদি আছিল অন্যতম। ১৯৫৫ চনত বেলশৰ গাঁৱত কৰুণা চৌধুৰী আৰু শ্ৰীকান্ত চৌধুৰীৰ যুটীয়া প্ৰচেষ্টাত 'স্মৃতি নাট্য সমিতি'ৰ জন্ম হৈছিল। ইয়াৰ সৈতে জড়িত নাট্য কৰ্মীসকলৰ ভিতৰত ৰজনী ভট্ট, পুষ্প মিশ্ৰ, কনক শৰ্মা, হৰেন গোস্বামী, ধৰ্ম শৰ্মা, কমলা বৈষ্ণৱ, প্ৰসন্ন শৰ্মা প্ৰভৃতিৰ নাম উল্লেখনীয়। ১৯৬১ চনত বেলশৰত বিশিষ্ট সমাজকৰ্মী নবীন মেধি, মহেন্দ্ৰ বৰ্মন আদিৰ অক্লান্ত প্ৰচেষ্টাত স্থাপন কৰা হৈছিল 'বেলশৰ কেন্দ্ৰীয় সমাজ কল্যাণ সমিতি'। এই সমিতিটোৱে কেইবাবছৰো নাট প্ৰদৰ্শন কৰি ৰাইজৰ

দ্বাৰা প্ৰশংসিত হৈছিল। ইয়াৰ সৈতে জড়িত নাট্যশিল্পীসকলৰ ভিতৰত প্ৰসন্ন ভৰালী, প্ৰফুল্ল সেনডেকা, হেমন্ত পাটোৱাৰী, চক্ৰধৰ বৰ্মন আদি অন্যতম। ১৯৬৬ চনত বেলশৰত মহীধৰ পাটোৱাৰী আৰু প্ৰতাপ ভৰালীৰ পৃষ্ঠপোষকতাত গঢ়ি উঠে এটি যাত্ৰাদল 'কামৰূপ নাট্য কলা কেন্দ্ৰ'। ১৯৬৭ চনত ভোগী বৰ্মনৰ প্ৰযোজনাত গঢ়ি উঠে 'মহাভৈৰৱ নাট্য সংঘ'। ১৯৭৪ চনত অক্ষয় তালুকদাৰে 'ৰূপবাণী নাট্য সমিতিৰ জন্ম দিয়ে। ইয়াৰ নাট পৰিচালক আছিল যাদৱসেন ডেকা, অচ্যুত মিশ্ৰ। ইয়াৰ পূৰ্বে ১৯৭১ চনত যাদৱসেন ডেকাই বেলশৰত জন্ম দিছিল অকল মহিলাৰ দ্বাৰা অভিনীত কল্পনা থিয়েটাৰ। ই সেই সময়ত ইয়াৰ ৰাইজক অবাক কৰি তুলিছিল। অৱশ্যে বেলশৰত আজি তাহানিৰ সেই পৰম্পৰা লুপ্তপ্ৰায়। বেলশৰৰ ভ্ৰাম্যমাণ অভিনেতা বঞ্জিত মিশ্ৰই ঐনিতম থিয়েটাৰ নাম এটা পেছাদাৰী নাট্যগোষ্ঠীৰ জন্ম দিছিল যদিও সি স্থায়ী নহ'ল। একেদৰে দিলীপ মেনা প্ৰযোজিত অনুৰাগ থিয়েটাৰৰ প্ৰচেষ্টাও বিফল হয়। নাট্য চৰ্চাৰ ক্ষেত্ৰত পশ্চিম চামতাকো আমি উলাই কৰিব নোৱাৰো। ১৯৬৭ চনত জিতেন শৰ্মাই পশ্চিম চামতাত অপসৰা থিয়েটাৰৰ জন্ম দিছিল। এই থিয়েটাৰখনত স্থানীয় শিল্পী বিনোদ শৰ্মা আৰু সৰ্বেশ্বৰ ৰাজবংশীৰ অভিনয় দক্ষতাই আজিও দৰ্শকৰ মনত সাঁচ বহুৱাই আছে। যাহওঁক ধৰ্মপুৰ মৌজাৰ নাট্য চৰ্চাৰ যি ঐতিহাসিক পৰম্পৰা সি আজিও স্নান পৰা নাই। পেছাদাৰী নাট্যগোষ্ঠী নহ'লেও ইয়াত এতিয়াও অনেক সংঘ, নাট্যগোষ্ঠী, নতুবা অস্থায়ীভাৱে গঠিত সংগঠন আছে যিয়ে নাট্যচৰ্চাৰ অনুষ্ঠান হিচাপে সময়ে সময়ে সক্ৰিয় ভূমিকা পালন কৰি আহিছে। এই ক্ষেত্ৰত চামতাৰ 'ৰূপকোঁৱৰ কলা পৰিষদ' 'সমন্বয় নাট্য গোষ্ঠী' 'নাটঘৰ' 'নবোদয় কৃষ্টি বিকাশ কেন্দ্ৰ' 'ব্ৰজ নাট্য পৰিষদ' 'সূৰ্যোদয় নাট্য গোষ্ঠী, সাহপুৰ' 'বিল্বেশ্বৰ আজিপুৰা ক্লাব' 'জ্ঞানোদয় নাট্য সমিতি', মঞ্চৰূপা শিল্পী তীৰ্থ', 'প্ৰগতি সংঘ, পশ্চিম চামতা' 'বিহামপুৰ সংঘ', 'শংকৰদেৱ কৃষ্টি সংঘ', 'শ্ৰীমন্ত কলা নিকেতন' আদিৰ ভূমিকা যথেষ্ট উৎসাহ জনক দেখা যায়। আমি আমাৰ আলোচনাটিৰ মাজেৰে ধৰ্মপুৰ মৌজাৰ উল্লেখযোগ্য নাম ইয়াত সন্নিবিষ্ট কৰাৰ বিচাৰিছো। নাট্য শিল্পীৰ ভিতৰত ৰজনীকান্ত ভট্টাচাৰ্য (চামতা) নগেন্দ্ৰ নাথ ভট্টাচাৰ্য (চামতা), জন্মেজয় বৰ্মন (খাটাৰূপীয়াবাথান), জয়ৰাম বৰ্মন (চামতা), গংগাধৰ চৌধুৰী (চামতা), নবীন শৰ্মা (গন্ধিয়া), জিতেন বৰ্মন (চামতা), বাচিৰাম বৈশ্য (ৰূপীয়াবাথান), পুষ্প মিশ্ৰ (বেলশৰ), কনক শৰ্মা (চামতা), মঞ্চসূৰ্য ধৰণী বৰ্মন (চামতা), লক্ষ্মীকান্ত শৰ্মা (গামাৰিমুৰী), ভৈৰৱ বৰ্মন, ভোগী' বৰ্মন (বেলশৰ), অখিল বৰ্মন (বেলশৰ), নটসূৰ্য জীবেশ্বৰ ডেকা (বেলশৰ), সৰ্বেশ্বৰ ৰাজবংশী (কৈঠালকুছি), হৰেণ ডেকা (চামতা), ভূপেন শৰ্মা (পশ্চিম চামতা), ৰোহিণী বৰ্মন (চামতা), বিনোদ শৰ্মা (পশ্চিম চামতা), ফইজুৰ ৰহমান (চামতা), পৰশুৰাম বৰ্মন (বেলশৰ), পবিত্ৰ শৰ্মা (শিমলীয়া), অঞ্জলি বৰ্মন (চামতা), বঞ্জিত মিশ্ৰ (বেলশৰ), আদ্যনাথ ভট্টাচাৰ্য (বাওসীয়াপাৰা) আদিকে ধৰি অগণন জ্যেষ্ঠ কনিষ্ঠ অভিনেতা-অভিনেত্ৰীয়ে ধৰ্মপুৰৰ নাট্যচৰ্চাৰ ইতিহাস সোণালী আখৰেৰে লিখাই ৰাখিছে। এই ছেগতে আমি নাম উল্লেখ কৰিব বিচাৰিছো বৰ্তমান অসমীয়া ছবি জগতৰ জনপ্ৰিয় অভিনেতা ৰবি শৰ্মা। এই গৰাকী স্বনামধন্য শিল্পীয়ে ককয়াত জন্ম গ্ৰহণ কৰি সমগ্ৰ অসমতে খ্যাতি অৰ্জন কৰি ধৰ্মপুৰক ধন্য কৰিছে। নীলিচাৰ প্ৰতুল ডেকাই কেইবাখনো অসমীয়া ছবি আৰু ছিৰিয়েলত অভিনয় কৰি খ্যাতি লাভ কৰিছে। এই ক্ষেত্ৰত বেলশৰৰ নাট্যশিল্পী বসন্ত বৰ্মনৰ নামো প্ৰনিধান যোগ্য। ঠিক তেনেদৰে হিন্দী ছবি জগতত অভিনয় কৰা ধৰ্মপুৰ নিবাসী হেমেন বৰ্মন আমাৰ গৌৰৱৰ পাত্ৰ। অভিনেতা, অভিনেত্ৰী, নাট সংগঠক আদিৰ লগতে ধৰ্মপুৰ নাট্যকাৰৰ সংখ্যাও তাকৰ নহয়। ইয়াত এনে বহুত নাট্যকাৰ আছে যিসকলৰ নাটে ভ্ৰাম্যমাণ থিয়েটাৰৰ উপৰি অসমৰ বাহিৰতো যথেষ্ট সমাদৃত হৈছে। আমি মাথোঁ ইয়াত সীমাবদ্ধতাৰ খাতিৰত কিছুসংখ্যক নাট্যকাৰকহে ইয়াত চিনাকি কৰি দিম। তেওঁলোক হ'ল—কৰুণা ডেকা (চামতা), সুৰেণ দেৱ বৰ্মন (শিমলীয়া), বিচিত্ৰ কুমাৰ তালুকদাৰ (গামাৰিমুৰী), খগেন ডেকা (গামাৰিমুৰী), ভূপেন শৰ্মা (পশ্চিম চামতা), উগ্ৰ মেনা (বেলশৰ), উমেশ ডেকা (গামাৰিমুৰী), নগেন শৰ্মা (সাহপুৰ) মুকুল মিশ্ৰ (কৈঠালকুছি), দীপক কুমাৰ শৰ্মা (গামাৰিমুৰী), কুমাৰ হেমন্ত (চামতা হাতীৰপিঠি), ঘনকান্ত বৈশ্য (সাহপুৰ), দিবাকৰ শৰ্মা (পশ্চিম চামতা), অজিত দাস (কুলবিল), প্ৰবীণ বৰ্মন (ৰূপীয়াবাথান), অজিত বৰ্মন (চামতা), কিশোৰ ভাগৱতী (গন্ধিয়া), নৃপেন তালুকদাৰ (বিহামপুৰ), ধৰ্মেশ্বৰ বৰ্মন (সাহপুৰ), বিনয় শৰ্মা (চামতা), ৰত্নেশ্বৰ বৰ্মন (পশ্চিম চামতা), উমেশ দত্ত (শিমলীয়া), প্ৰকাশ ডেকা (গামাৰিমুৰী), অমিয় ভৰালী (বেলশৰ), যামিনী গোস্বামী, উমেশ শৰ্মা (কৈঠালকুছি)- এই সকল নাট্যকাৰে বিভিন্ন সময়ত পূৰ্ণাংগ আৰু একাংকিকা নাট ৰচনা কৰি যথেষ্ট সমাদৃত হৈছে।

সংগীত চৰ্চাৰ ক্ষেত্ৰতো ধৰ্মপুৰৰ এক ঐতিহ্যময় অতীত পাছে। বেলশৰৰ অৰুণ চন্দ্ৰ বৰ্মন আছিল কলকাতাৰ চেনোলা কোম্পানীও প্ৰতুল বৰ্মন ৰেকৰ্ডত গীত গোৱা নলবাৰী জিলাৰে প্ৰথমজন শিল্পী। বেলশৰৰ তবিবৰ ৰহমান, ককয়াৰ নৃপেন ভাগৱতী নলিচাৰ অজয় বৰ্মন আদিয়ে সংগীত ক্ষেত্ৰত বৰঙণি আগবঢ়াইছে। বেলশৰৰ মৃন্ময় বৰা আৰু দেৱশংকৰ বৰ্মন সম্প্ৰতি অসমৰ সপৰিচিত সংগীত শিল্পী।

**লোক পৰিবেশ্যকলা ঃ** নাট্য চৰ্চাৰ লেখিয়াকৈ লোক পৰিবেশ্য কলাৰ দিশতো ধৰ্মপুৰ মৌজাৰ অৱদান অতুলনীয়। বিশেষকৈ লোককলাৰ অনবদ্য পৰিচয় নিহিত থকা ওজাপালি, পুতলানাচ, ভাওৰীয়া, ঢুলীয়া, নাগাৰা নাম আদিৰ প্ৰচলন এই অঞ্চলটোত অতি প্ৰাচীন। ধৰ্মপুৰৰ ওজাপালিৰ কথা ক'লেই আমাৰ মনলৈ আহিব বেলশৰৰ নৰো ওজা (নৰোৰাম বৰ্মন)ৰ কথা। এই গৰাকী স্বনামধন্য শিল্পীয়ে সত্তৰ দশকত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত ওজাপালি অনুষ্ঠান পৰিবেশন কৰি পিছত শিলঙতো ওজাপালি গাইছিল। এওঁৰ ক্ষেত্ৰত 'হাতে মুদ্ৰা পাৰে তাল/নাচোনত ময়ুৰৰ ভংগী/তেনে ওজাৰ লক্ষণ ভাল' আপ্তবাক্যযাৰ সম্পূৰ্ণৰূপে প্ৰযোজ্য আছিল। নৰো ওজাৰ দাইনা পালি আছিল বিষ্ণুৰাম হালৈ আৰু নৰোৰাম বৰ্মন। পালি আছিল আজো বৰ্মন, হৰমোহন ৰাজবংশী আদি। ধৰ্মপুৰৰ আন এটি প্ৰাচীন ওজাপালি দল হ'ল কৈঠালকুছিৰ কাশিৰাম ওজা (ৰাজবংশী)ৰ দল। প্ৰাৰম্ভিক অৱস্থাত এই দলটোৰ সদস্য আছিল পবীন বৰ্মন (দাইনা পালি), তিখো বৰ্মন, কাশী বৰ্মন, হৰি বৰ্মন, ভাৱত বৰ্মন, চিনোৰাম বৰ্মন (পালি), অসমৰ ইমুৰৰ পৰা সিমুৰলৈ এই দলটোৱে ওজা পালি প্ৰদৰ্শন কৰি ৰাইজৰ দ্বাৰা



প্ৰশংসিত হৈছে। ওজাপালি লোকনাট্যৰ লগত জড়িত কেইগৰাকীমান শিল্পী হ'ল-ওজাশীল (চামতা), ভৱেন বৈশ্য (জোৰাৰ্দি), কাশীৰাম ওজা (গামাৰিমুৰী), চক্ৰধৰ বৰ্মন (মুলাবকুছি), আনন্দৰাম বৰ্মন (খাটাৰূপীয়াবাথান), ৰমেশ শীল (কুলবিল),। এওঁলোকৰ উপৰি ওজাপালিৰ সৈতে একাত্মক হৈ বিভিন্ন সময়ত ওজাগোৰা আনকেইগৰাকীমান শিল্পী হ'ল—ৰজত শীল, তনু শীল, ৰুনী শীল, ৰামো শৰ্মা, উমেশ শৰ্মা, মনিৰাম বায়ন, বশিষ্ঠ বেজবৰুৱা, বীৰেণ ৰাজবংশী, নগেন শৰ্মা, ধৰ্মেশ্বৰ তালুকদাৰ ইত্যাদি। ওজাপালিৰ সমগোত্ৰীয় আন এটি লোক নাট্যনুষ্ঠান হ'ল ভাইৰা বা ভাওৰীয়া। ধৰ্মপুৰ অঞ্চলৰ ভাইৰাৰ কথা ক'বলৈ গ'লে আমি প্ৰথমতে উল্লেখ কৰিব লাগিব চামতাৰ যুদ্ধ ভাইৰাৰ কথা। এওঁৰ সংগী আছিল ভাবিত বৰ্মন, যুদ্ধ (লেতো), ৰাধাৰাম বৰ্মন, জগোৰাম বৰ্মন, ৰামো বৰ্মন (আটাইকেইজন পালি, আৰু বলো দাইনাপালি যিসকলে ১৯ শতিকাৰ প্ৰথম ভাগতেই ভাইৰা নাচ পৰিবেশন কৰিছিল? যুদ্ধ ভাইৰাৰ পিছত কৰুণা ভাইৰাই প্ৰদৰ্শন কৰিব লয়। এওঁৰ সংগী নন্দেশ্বৰ ডেকা, কবি বৰ্মন, ৰমনী বৰ্মন, ৰমেশ বৰ্মন, বলো বৰ্মন, পবিত্ৰ বৰ্মন আদিৰ সৈতে অসমৰ বিভিন্ন ঠাইত ৰামায়ণ-মহাভাৰতৰ বিভিন্ন আখ্যান প্ৰদৰ্শন কৰি ধৰ্মপুৰলৈ সুনাম কঢ়িয়াই আনিছে।

পুতলা নাচ হ'ল অসমৰ অতি প্ৰচীন লোকনাট্যকলা। ধৰ্মপুৰ মৌজাত পুতলা নাচৰ প্ৰভাৱ কম যদিও স্বাধীনতাৰ পূৰ্বে হৰিচৰণ বায়নৰ নেতৃত্বত বেলশৰত এটি পুতলা নাচৰ দল গঢ়ি উঠিছিল। ঠিক তেনেদৰে আজিৰ পৰা প্ৰায় ৪০ বছৰ আগতে বেলশৰত আন এটি পুতলা নাচৰ দল গঠন হোৱা বুলি জনা যায়। এই দলটোৰ নেতৃত্বত আছিল ধীৰদত্ত ডেকা, উদয় ডেকা, ৰত্ন ডেকা, ভোগীৰাম ডেকা, মাধৱ বৰ্মন, বটু ডেকা প্ৰভৃতি লোকসকল। ১৯৭৮ চনত ধৰ্মপুৰ মৌজাৰ অন্তৰ্গত শিমলীয়া নিবাসী নিৰ্মলেন্দু শৰ্মাই গৌৰাংগ পুতলা নাট দলৰ জন্ম দিছিল। এই পুতলা নাচ দলটিৰ শিল্পীসকলৰ ভিতৰত মন্টু বৈশ্য, জয়মন্ত শৰ্মা, বিপুল শৰ্মা, তপন শৰ্মা, বালি কুমাৰ বৈশ্য আদি অন্যতম। দলটোৱে অসমৰ বিভিন্ন ঠাইত 'তেজীমলা' ৰজা হৰিচন্দ্ৰ', 'সতী বেউলা', 'ভাওৰীয়াৰ, সৰ্গ যাত্ৰা' আদি নাটসমূহ অতি সাৱলীলভাৱে প্ৰদৰ্শন কৰি যথেষ্ট সমাদৰ বুটলিছিল। সম্প্ৰতি এই দলটো অৰ্থসংকটত ভুগি কাৰ্যক্ষমহীন হৈ আছে বুলি জনা হৈ গৈছে।

অসমৰ লোককলাসমূহৰ ভিতৰত কামৰূপীয়া ঢুলীয়াৰ স্থান অতি উচ্চ। এই ক্ষেত্ৰত আমি ধৰ্মপুৰ মৌজাৰ গাতে লাগি থকা ক্ষেত্ৰীধৰ্মপুৰ মৌজাৰ কেহাটী গাঁৱৰ মহান ঢুলীয়া শিল্পী ভাৰত চৰকাৰৰ সংগীত নাটত একাডেমী বঁটা বিজেতা মোহন ভাইৰা (মোহন চন্দ্ৰ বৰ্মন)ৰ নাম প্ৰথমতে উল্লেখ নকৰিলেঁ তেওঁক অসন্মান কৰা বুজাব। ধৰ্মপুৰ মৌজাতো ঢুলীয়া দলটো ১৮১৩ চনতেই জন্ম হৈছিল বুলি ঠাৱৰ কৰা হৈছে। ইয়াৰ প্ৰধান ভাৱৰীয়া আছিল হাপা ভাৱৰীয়া। ইয়াৰ পিছত জোৰাৰ্দি ঢুলীয়া দলটিৰ দায়িত্ব গ্ৰহণ কৰে কৈঠালকুছিৰ শান্তি ভাইৰাই (শান্তিৰাম ৰাজবংশী)। এওঁৰ প্ৰধান সংগী আছিল শুকো ভাইৰা আৰু চৈধ্যাবা ছয়ৰাম। শান্তিৰাম ৰাজবংশীৰ পুত্ৰ ললিত ৰাজবংশীও ঢুলীয়া কৃষ্টিৰ লগত জড়িত আছিল। জোৰাৰ্দিৰ ঢুলীয়া দলটিৰ লগত জড়িত আন কেইগৰাকীমান শিল্পী হ'ল— দীপা ভাইৰা, জয়ৰাম, দধি মাউঘা, ফাগুনা, বিনন্দি আদি।

নাগাৰা নাম হ'ল অসমীয়া সংস্কৃতিৰ এটি অমূল্য সম্পদ। নামনি অসমত এই প্ৰচলন অধিক। ধৰ্মপুৰ মৌজাৰ দুই এখন গাঁৱত নাগাৰা নামৰ দল গঠন হোৱা দেখা যায়। তাৰ ভিতৰত উল্লেখযোগ্য নাগাৰা দল কেইটামান হ'ল— চেমনীয়া নাগাৰ, দল (ককয়া), মহাপুৰুষীয়া, নাগাৰা দল (পশ্চিম চামতা) তাৰোপৰি উত্তৰ ধৰ্মপুৰ অঞ্চলতো চুবুৰী দুই নাগাৰা নামৰ দল গঢ়ি উঠিছে। নাগাৰা নামৰ পাঠক হিচাপে জোৰাৰ্দিৰ ভুৱনেশ্বৰ বৈশ্য আৰু সনোৰাৰ প্ৰমোদ বৰ্মনৰ মান উল্লেখযোগ্য।

নাগাৰা নামৰ লেখিয়াকৈ ধৰ্মপুৰ মৌজাৰ ঠাই বিশেষে সংকীৰ্তন গোৱা বা তিৰোতাৰ দ্বাৰা বিভিন্ন নাম প্ৰসংগ গোৱা দেখা যায়।

স্বাধীনতা আন্দোলনত ধৰ্মপুৰ মৌজাৰ ভূমিকা ঃ

১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ পিছত অসম ব্ৰিটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হৈ পৰিছিল। ইংৰাজসকলে ইয়াণ্ডাবু সন্ধিৰে অসম দখল কৰাৰ দুবছৰ পিছৰে পৰা পৰাজিত আহোমসকলে আহোম ৰাজ্য পুনৰ উদ্ধাৰৰ বাবে বিভিন্ন আন্দোলন চলাই গৈছিল। নলবাৰী অঞ্চলতো তেতিয়া কৃষক বিদ্ৰোহৰ দৰে আন্দোলন আৰম্ভ হৈছিল। এই ক্ষেত্ৰত ধৰ্মপুৰ মৌজাৰ অঞ্চলসমূহো পিছ পৰি থকা নাছিল। ১৯২১ চনত মহাত্মা গান্ধীয়ে অসমলৈ আহি আৰম্ভ কৰিছিল ব্ৰিটিছৰ বিৰুদ্ধে অসহযোগ আন্দোলন। ধৰ্মপুৰতো ৰূপায়ণ কৰা হৈছিল এই আন্দোলনৰ বিস্তৃত কাৰ্যসূচী। বিলাতী বস্ত্ৰ বৰ্জন, মাদক দ্ৰব্য বৰ্জন, খাদী প্ৰচলন আদি কাৰ্যসূচীসমূহ ৰূপায়ণ কৰাৰ স্বাৰ্থত ধৰ্মপুৰৰ বেলশৰ, চামতা, কৈঠালকুছি আদি অঞ্চলসমূহৰ ৰাইজ আন্দোলনত জঁপিয়াই পৰিছিল। বেলশৰৰ বিল্বেশ্বৰ দেৱালয়ত থকা প্ৰকাণ্ড আঁহত এজোপাৰ গুৰিত বিদেশী কাপোৰ জ্বলাই দিয়া হৈছিল। অসহযোগ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰা বাবে সেই সময়ত বেলশৰৰ ভাৰত সেন ডেকা, চামতাৰ গৌৰাকান্ত তালুকদাৰ, কালিৰাম বৰ্মন, ককয়াৰ দেহীৰাম বৰ্মন, গামাৰিমুৰীৰ কৃষ্ণকান্ত শৰ্মা, নদলাৰ ৰাধানাথ বৰকটকী, কৈঠালকুছিৰ নৰেশ্বৰ ভাগৱতী, ভূধৰ গোস্বামী প্ৰভৃতি লোকলকলে যথেষ্ট ত্যাগ স্বীকাৰ কৰিবলগীয়াত পৰিছিল।

১৯৩০ চনত মহাত্মা গান্ধীয়ে লোণ আইন ভংগ কৰি দাণ্ডি যাত্ৰা কৰে। স্বদেশী দ্ৰব্যৰ প্ৰচলন, বিদেশী বস্ত্ৰ বৰ্জন, স্কুল-কলেজ বৰ্জন, অস্পৃশ্যতা দূৰীকৰণ আদি কাৰ্যসূচীৰে ধৰ্মপুৰৰ ৰাইজে সেই সময়ত আন্দোলনত জঁপিয়াই পৰিছিল। চাৰিওফালে প্ৰতিধ্বনি হৈছিল স্বাধীনতাৰ পৰা মুক্ত হোৱাৰ শ্লোগান। এই আন্দোলনত সক্ৰিয় অংশগ্ৰহণকাৰী সংগ্ৰামীসকল হ'ল চন্দ্ৰ কান্ত, গংগাধৰ চৌধুৰী, কৈঠালকুছিৰ অম্বিকাচৰণ বৰ্মন, বেলশৰৰ হৰেশ্বৰ বৰ্মন, ৰজত মেধি, সুৰেন মালাকৰ, নবীন মেধি, চন্দ্ৰকান্ত মজুমদাৰ, শ্ৰীধৰ বৰ্মন, প্ৰাণেশ্বৰ ভৰালী, অনন্ত পাটোৱাৰী, হৰিচৰণ বৰ্মনকে ধৰি বহুতো গণ্যমান্য ব্যক্তি। ১৯৩০ চনৰ পৰা ১৯৪২ চনলৈ ধৰ্মপুৰৰ সংগ্ৰামী মানসিকতাৰ লোকসকলে চেগাচোৰোকাকৈ আন্দোলনৰ কাৰ্যসূচী চলাই গৈছিল। ১৯৪২ চনত ভাৰতৰ স্বাধীনতা আন্দোলনে চুড়ান্ত ৰূপ ধাৰণ কৰিছিল। আন্দোলনৰ ভয়াবহতাই ধৰ্মপুৰকো চুই গৈছিল। আন্দোলনত কংগ্ৰেছীসকলৰ লগতে বামপন্থী

নেতাসকলে সক্ৰিয় ভূমিকা পালন কৰিছিল। ঠায়ে ঠায়ে হিংসাত্মক কাৰ্যকলাপৰ লগতে বন্দেমাতৰম ধ্বনিৰে আকাশ বতাহ মুখৰিত হৈ পৰিছিল। কংগ্ৰেছে বিল্বেশ্বৰ দেৱালয়ৰ সন্মুখতে এটা অফিচ বান্ধিছিল, কিন্তু ইংৰাজ চিপাহীয়ে এই অফিচটো পুৰি পেলাইছিল, আকৌ বন্ধা হৈছিল একোটা অফিচ। বিল্বেশ্বৰত থকা প্ৰকাণ্ড ডবাটো বিপদ সংকেতৰ আগজাননী দিয়াৰ বাবে কংগ্ৰেছে ব্যৱহাৰ কৰিছিল। ব্ৰিটিছৰ খাদ্যসংকট সৃষ্টিৰ বাবে খাদ্য যোগানধাৰীসকলৰ পৰা ছাগলী, হাঁহ, কুকুৰা, কণী আদি কংগ্ৰেছ ভলণ্টিয়াৰসকলে কাঢ়ি আনি পুতি থৈছিল। এই কাৰ্যসূচীৰ নেতৃত্ব দিছিল উপেন বৰ্মন, ভূপেনশ্বৰ পাটোৱাৰী, তৰুণ চন্দ্ৰ মহন্ত আদিয়ে। তদুপৰি তিনিশমান লোকে থানা আক্ৰমণৰ লক্ষ্য লৈছিল। বিহামপুৰত গড়কাপ্তানী পথৰ ওপৰত থকা কাঠৰ দলং জ্বলাই দিয়া হৈছিল। কৈঠালকুছি হাইস্কুলৰ প্ৰাংগণত ভাৰত ত্যাগ আন্দোলনৰ প্ৰস্তাৱনা সম্পূৰ্ণ কৰিবৰ বাবে এখন বিৰাট ৰাজহুৱা সভাৰ আয়োজন কৰা হৈছিল। এই সভাখন অনুষ্ঠিত কৰাৰ বাবে গৌৰীকান্ত তালুকদাৰ, জয়চন্দ্ৰ চৌধুৰী, দিপৰু তালুকদাৰ প্ৰভৃতিয়ে গ্ৰেপ্তাৰ হ'বলগীয়াত পৰিছিল। আন্দোলনৰ মাজতে বহুতে বন্দুকো সংগ্ৰহ কৰিছিল। বিপ্লৱী একাংশই কৈঠালকুছিৰ ৰেল লাইন উঠাই দি ষ্টেচনৰ নথি পত্ৰ নষ্ট কৰি পেলাইছিল। ৪২ চনৰ স্বাধীনতা আন্দোলনত জঁপিয়াই পৰি পৰি ব্ৰিটিছৰ বিৰুদ্ধে 'ভাৰত ত্যাগ' দাবী তীব্ৰভাৱে ৰূপায়ণ কৰাৰ বাবে ধৰ্মপুৰৰ কেইগৰাকীমান সংগ্ৰামী ব্যক্তিৰ নাম এই ছেগতে ইয়াত সন্নিবিষ্ট কৰা হওক। প্ৰণিধানযোগ্য যে এই সংগ্ৰামীসকলক গ্ৰেপ্তাৰ কৰি শাস্তি বিহিছিল, কিছুমান ব্ৰিটিছ চিপাহীয়ে গ্ৰেপ্তাৰ কৰি শাস্তি বিহিছিল আৰু কিছু সংখ্যক আত্মগোপন কৰি আন্দোলনৰ কাৰ্যসূচী চলাই গৈছিল। সংগ্ৰামীসকলৰ ভিতৰত বেলশৰৰ উপেন বৰ্মন, শ্ৰীকান্ত চৌধুৰী, মুক্তা মালাকৰ, ভাৰতসেন ডেকা, নৰোৰাম বৰ্মন (ওজা), সুৰেণ মালাকৰ, নবীন মেধি, তৰুন সেন ডেকা, সন্ধিসেন ডেকা, মদন ডেকা, নৰকান্ত বৰ্মন, চণ্ডীমেনা, হেমন্ত বৰ্মন, নৰেল হালৈ, সূৰ্য মজুমদাৰ, কণ্ঠিৰাম বৰ্মন, শ্ৰীধৰ বৰ্মন, মহেন্দ্ৰ বৰ্মন, খগেন সেন ডেকা, মুকুণ্ড বায়ন, ধীৰেশ্বৰ মেনা, উপেন পাটোৱাৰী, কৃপা শইকীয়া, উদয় বৰ্মন, হৰেণ ডেকা, ৰজত বৰ্মন, সমিন মেধি, ৰামেশ্বৰ বৰ্মন, ফেচাৰাম বৰ্মন, কন্দো শইকীয়া, বসন্ত পাটোৱাৰী, হৰিশ্চন্দ্ৰ বৰকটকী, বুধৰাম মেনা ইত্যাদি। চামতাৰী গৌৰীকান্ত তালুকদাৰ, গংগাধৰ চৌধুৰী, সুৰেন শৰ্মা, ধৰ্মেশ্বৰ বৰ্মন, প্ৰতাপ তালুকদাৰ, বৰুণ তালুকদাৰ, ৰামচৰণ হুজুৰী, পুষ্পধৰ বৰ্মন, লক্ষী বৰ্মন, সমিন দৰ্জি, আদি। গন্ধিয়াৰ কালিন্দ্ৰ শৰ্মা, পৰমানন্দ শৰ্মা, ককয়াৰ প্ৰভাত শৰ্মা, কৈঠালকুছিৰ পয়োধৰ গোস্বামী, প্ৰাণেশ্বৰ তালুকদাৰ, গৌৰীধৰ গোস্বামী, উদয় মিশ্ৰ, প্ৰাণেশ্বৰ পাঠক, চক্ৰ মিশ্ৰ, আদি গামাৰিমুৰীৰ অলিত বৰ্মন, দিপৰু তালুকদাৰ, ৰাজনাথ বৰকটকী, ৰজনী ভাগৱতী, অম্বিকাচৰণ বৰুৱা, নদলাৰ কামিনী পাটোৱাৰী, সাহপুৰৰ উত্তম গোস্বামী, ধৰ্মেশ্বৰ তালুকদাৰ, দিপৰু তালুকদাৰ, বেচিমাৰীৰ জালিৰাম দাস, ডিম্বেশ্বৰ বৰ্মন, জোৱাৰ্দিৰ যোগেশ্বৰ কাকতি, পাহিৰাম কাকতি, ৰামেশ্বৰ বৰ্মন, শিমলীয়াৰ ৰসোধৰ ভূঞা, লোহিত ভূঞা, বিহামপুৰৰ ৰাখাল চন্দ্ৰ তহবিলদাৰ, বৃহস্পতি বৈশ্য, মুক্তাৰাম বৰ্মন, নলিনা কান্ত গোস্বামী, পশ্চিম চামতাৰ গংগা চৌধুৰী, ভৰত বৰ্মন, যতীন বৰুৱা, আদিত বৰ্মন, পঞ্চানন শৰ্মা, সন্ধেলীৰ সত্য ডেকা, বৰভাগৰ উত্তম চৌধুৰীকে ধৰি শতাধিক লোকে আন্দোলনৰ সমৰ্থনত সক্ৰিয়ভাৱে কাম কৰিছিল।

এই ছেগতে উল্লেখ কৰি থোৱা ভাল হ'ব যে মহাত্ম গান্ধীৰ সত্যাগ্ৰহত সেই সময়ত নবীন মেধি, তৰুণ সেন ডেকা প্ৰভৃতি কেইগৰাকীমান মাৰ্ক্সবাদী আৰু লেনিনবাদী আদৰ্শৰ সংগ্ৰামী যুৱকৰ বিশ্বাস নাছিল। সেই সময়ত একক সত্যাগ্ৰহৰ বিমুক্ত দেশৰ বিভিন্ন অঞ্চলত স্বাধীনতাৰ সহস্ৰ আন্দোলন বিক্ষিপ্তভাৱে আৰম্ভ হৈছিল। ১৯৪২ চনৰ আৰম্ভণিতে বিল্বেশ্বৰ মন্দিৰৰ সন্মুখত গৌৰীকান্ত তালুকদাৰৰ সভাপতিত্বত সত্যাগ্ৰহ কৰিবৰ বাবে এখন সভা অনুষ্ঠিত হৈছিল। প্ৰায় পাঁচহেজাৰ শ্ৰোতাদৰ্শকৰ সন্মুখত এই সভাখনত তৰুণ সেন ডেকাই কংগ্ৰেছ দলৰ বিপ্লৱ বিৰোধী নীতিৰ তীব্ৰ সমালোচনা কৰাত সভাপতিয়ে বক্তৃতা বন্ধ কৰিবলৈ কয়। কিন্তু সভাপতিৰ নিৰ্দেশটোৰ বিৰুদ্ধে নবীন মেধি, মদন ডেকা, মহেন্দ্ৰ বৰ্মন, হেমন্ত বৰ্মন, খগেন সেন ডেকা আদিয়ে সৰব ভূমিকা লোৱাত পুনৰ বক্তৃতা দিয়াৰ বাবে তৰুণ সেন ডেকাই অনুমতি লাভ কৰে। ডেকাই বিপ্লৱী কমিউনিষ্ট দলৰ নীতি আৰু কৰ্মপন্থাৰ সমৰ্থনত বক্তৃতা ৰাখে। ডেকাৰ বক্তৃতাৰ প্ৰতি আকৰ্ষিত হৈ তেতিয়াই কেবাগৰাকী লোকে কমিউনিষ্ট দলত যোগদান কৰে। এনেদৰে বেলশৰ গাঁওখন কমিউনিষ্ট দলৰ ঘাণ্টী হৈ পৰে। ফলস্বৰূপে অসমৰ বিভিন্ন প্ৰান্তৰ কমিউনিষ্ট নেতাৰ বেলশৰলৈ আগমন হ'বলৈ ধৰিলে। আমাৰে সৌভাগ্য, নেতা সকলৰ ভিতৰত আমি পোৱা কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভাদেৱে বেলশৰ আৰু ধৰ্মপুৰ মৌজাৰ অঞ্চল বিশেষে আন্দোলনৰ সমৰ্থনত কাম-কাজ কৰিবলৈ আৰম্ভ কৰি দিলে। আন্দোলনত নবীন মেধিৰ কন্যা কনকলতা মেধি, ভতিজা কন্যা কমলা মেধি, ভুতুনী বৰ্মন, বিমলা সেন ডেকা আদি মহিলাসকলেও বিশেষ ভূমিকা পালন কৰিছিল। পিছত বিষ্ণুৰাভাই কনকলতা মেধিক সহধৰ্মিনী কৰি লৈছিল। কমলা মেধিৰো বিবাহ হৈছিল স্বৰাজ আন্দোলনৰ সক্ৰিয় সদস্য উপেন বৰ্মনৰ লগত। উল্লেখনীয় যে কনকলতা মেধি, কমলা মেধিয়ে সেই সময়ত কাৰাবাসো খাটিবলগীয়াত পৰিছিল।

১৯৪৭ চনৰ ১৫ আগষ্ট। ভাযতবৰ্ষই যেতিয়া স্বাধীনতাৰ সোৱাদ লাভ কৰে তেতিয়া কিন্তু কমিউনিষ্ট কৰ্মীসকলক উৎফুল্লিত হোৱা নাছিল। দেশৰ অন্য অঞ্চলৰ লগতে বেলশৰকে ধৰি ধৰ্মপুৰৰ কমিউনিষ্ট কৰ্মীসকলে এই স্বাধীনতা মিছা বুলি ত্ৰিৰংগা পতাকাৰ সলনি ক'লা পতাকা উৰুৱাই প্ৰতিবাদ সাব্যস্ত কৰিছিল। যাহঁওক স্বাধীনতা আন্দোলনত ধৰ্মপুৰ মৌজাৰ অৱদান যে অনস্বীকাৰ্য সেয়া বিনাদ্বিধাই কব পাৰি। অৱশ্যে আমাৰ আলোচনাটিত এটা সাধাৰণ আভাসহে ইয়াত আগবঢ়াইছো। আন্দোলনৰ সকলো দিশ সামৰি সকলো ব্যক্তি ইয়াৰ মাজলৈ টানি আনিব নোৱাৰাটো স্বাভাৱিক বুলি ধৰি ল'ব লাগিব। এই ক্ষেত্ৰত কোনোবা মহান ব্যক্তিক ইয়াত চিনাকি কৰি দিব নোৱাৰাটোৰ বাবে ক্ষমা বিচাৰিছো।

**সংবাদ জগতলৈ ধৰ্মপুৰ মৌজাৰ অৱদান ঃ** অসমৰ সংবাদ জগতলৈ ধৰ্মপুৰ মৌজাৰ অৱদান অপৰিসীম। প্ৰায় চাৰিদশক আগতে ধৰ্মপুৰত আৰম্ভ হৈছিল সংবাদ জগতৰ ইতিহাস। ১৯৭১ চনত বৰ্তমান সংবাদ জগতৰ পুৰোধা ব্যক্তি বেলশৰৰ সু-সন্তান কনক সেন ডেকাদেৱে সম্পাদনা কৰিছিল



পযেকীয়া অগ্ৰদূত কাকত। এইজনা ব্যক্তিয়ে 'পযেকীয়া অগ্ৰদূত'খনৰ বাবে নিজেই অতি কষ্টেৰে প্ৰেছ খুলিছিল, লেখা সংগ্ৰহ কৰিছিল, প্ৰুফ চাইছিল, আনকি নিজেই পেকেট কৰি বাতৰি বিলাই ফুৰিছিল। পৰৱৰ্তী সময়ত এই কাকতখন 'তিনিদিনীয়া' অগ্ৰদূতলৈ ৰূপান্তৰিত কৰা হৈছিল। সম্প্ৰতি ডেকাদেৱে অসমৰ আগশাৰীৰ বাতৰি কাকত 'দৈনিক অগ্ৰদূত'খনৰো সম্পাদনা কৰি আছে। ধৰ্মপুৰৰ লগতে নলবাৰী জিলাৰে গৌৰৱৰ বিষয় যে কনক সেন ডেকাদেৱে সংবাদ জগতলৈ যি অৱদান আগবঢ়ালে তাৰ বাবে তেওঁক 'ৰাষ্ট্ৰীয় বঁটা প্ৰাপ্ত নাগৰিক', 'সংবাদসূৰ্য' বঁটাৰে বিভূষিত কৰিছে। বেলশৰৰ আন এগৰাকী জ্যেষ্ঠ সাবোসিক হ'ল 'দৈনিক জনমভূমি' কাকতৰ সম্পাদক হেমন্ত বৰ্মন। তদুপৰি অসমৰ শিক্ষা ভাগতত এক বিশেষ ভূমিকা পালন কৰি অহা শৈক্ষিক বাৰ্তালোচনী 'জিজ্ঞাস' কাকতখনৰ প্ৰতিষ্ঠাপক সম্পাদক প্ৰদীপ কুমাৰ মেধিও ধৰ্মপুৰ মৌজাৰ বেলশৰ গাঁৱৰে বাসিন্দা। ইয়াৰ লগতে উল্লেখনীয় যে ধৰ্মপুৰ মৌজাৰ এনে কেবাগৰাকীয়ো সংবাসেৱী আছে যিসকলে ইতিমধ্যে অসমৰ বাতৰি কাকতসমূহৰ একাংশত গধুৰ দায়িত্ব পালন কৰি আছে। তাৰ ভিতৰত উল্লেখযোগ্যসকল হ'ল— 'নতুন সময়' আৰু 'নতুন দৈনিক' জ্যেষ্ঠ সাঃ বাদিক সৌণেশ্বৰ অচ্যুৎ পাটোৱাৰী, 'অসমীয়া প্ৰতিদিন'ৰ বাৰ্ত্ত, সম্পাদক, পাটোৱাৰী, ষ্টাফ ৰিপ'টাৰ ৰাজতিলক বৰ্মন, 'আমাৰ অসম'ৰ উপসম্পাদক নৱজিত ভাগৱতী, 'দৈনিক জনমভূমি'ত উৎপল জাগৰতী, 'অসমীয়া খবৰ'ৰ পৰিচালনা সঞ্চালক ময়ুৰ তালুকদাৰ আৰু 'আজি' কাকতৰ পৰিচালন সঞ্চালকৰূপে কাম কৰি থকা ৰাজীৱ বৰ্মন। সাংস্কৃতিক বাতৰি পৰিবেশনেৰে অসমত পৰিচিত হৈছে কৈঠালকুছিৰ কমল কুমাৰ ভাগৱতী, বেলশৰৰ উৎপল মেনা আৰু ৰূপীয়া বাথানৰ দিগন্ত চৌধুৰী। আনহাতে চামতাৰ বীৰেন্দ্ৰ নাথ বৰ্মনে নলবাৰী সদৰৰ পৰা 'দৈনিক অগ্ৰদূত' কাকতত আৰু বেলশৰৰ ৰমনী বৰ্মনে একেই সদৰৰ পৰা 'আমাৰ অসম' কাততলৈ সেৱা আগবঢ়াই আছে। বেলশৰৰ প্ৰকাশ মুদিয়াৰে দুই-এখন অসমৰ বাতৰি কাকতত মাজে সময়ে লিখা-মেলা কৰাৰ উপৰি সম্প্ৰতি কলকাতাত থাকি সাহিত্য চৰ্চা কৰি আছে। বেলশৰৰ ৰমেন বৰ্মন আৰু আদিত বৰ্মনে 'আমাৰ অসম' কাকতত কাম কৰি আছে।

ধৰ্মপুৰ মৌজাখনৰ বাতৰি কাকতৰ স্থানীয় সংবাদসেৱীৰো সংখ্যা যথেষ্ট। মৌজাখনত স্থানীয় সংবাদসেৱী কিছুমানৰ দ্বাৰা 'পশ্চিম নলবাৰী প্ৰেছ ক্লাব' আৰু 'পশ্চিম নলবাৰী প্ৰেছ গীল্ড' নামৰ দুটা সুকীয়া অনুষ্ঠান গঢ় লৈ উঠিছে। এই দুয়োটা অনুষ্ঠানৰ সদস্য-সদস্যাসমূহৰ লগতে অন্য স্থানীয় সংবাদদাতাসকলে অহৰহ কষ্ট কৰি বৃহত্তৰ ধৰ্মপুৰ অঞ্চলৰ বাতৰিসমূহ নিয়মীয়াকৈ বাতৰি কাকতলৈ যোগান ধৰি আহিছে। ইয়াত আমি ধৰ্মপুৰ মৌজাৰ অন্তৰ্গত সংবাদসেৱীসকল নাম উল্লেখ কৰিলো। তেওঁলোক হ'ল— প্ৰবীণ সাংবাদিক যাদৱ সেন ডেকা (আজিৰ অসম), দেৱ প্ৰসাদ মিশ্ৰ (দি নৰ্থ ইষ্ট টাইম) অৰূপ ৰঞ্জন বৰ্মন আৰু বসন্ত দাস (অসমীয়া খবৰ), ৰাজেন বৈশ্য (দৈনিক বাতৰি), বুবুল শৰ্মা, আলতাফ হুছেইন (দৈনিক জনসাধাৰণ), অজিত শৰ্মা (দৈনিক অগ্ৰদূত), চন্দন তালুকদাৰ (দৈনিক জনমভূমি), গণেশ বৰ্মন (দৈনিক অসম), ৰাজমোহন তালুকদাৰ আৰু ৰাজীৱ দত্ত (আমাৰ অসম), আব্দুল মজিদ, প্ৰদীপ বৰ্মন আৰু উদ্ধৱ ঠাকুৰীয়া (আজি)। গন্ধিয়াৰ মৃগেন শৰ্মাই লোককলা আদিৰ ওপৰত বিভিন্ন তথ্য সমৃদ্ধ লেখাৰে সংবাদজগতত সোমাই পৰিছে। ফ্ৰি লেনচ্ হিচাপে কাম কৰি আছিল প্ৰকাশ মেধিয়ে। লগতে আন কেইগৰাকীমান ন-পুৰণি সংবাদ প্ৰেৰণ কাৰীৰ ভিতৰত— ফটিক বৰ্মন (কৈঠালকুছি), দেবব্ৰত শৰ্মা (গন্ধিয়া), ৰীণা কুমাৰী দাস (চামতা), ৰতন শৰ্মা (সাহপুৰ), হিৰণ্য কলিতা (কৈঠালকুছি), সুভাষ শৰ্মা (বালিজাৰ), দ্বিপেন মেনা, (বেলশৰ), দীপ্তিৰাণী তালুকদাৰ (বিহামপুৰ), ৰাণা পাটোৱাৰী (বেলশৰ), ফটো সাংবাদিক তৰণী বৰ্মন, ক্ৰীড়া সাংবাদিক বিপুল বৰ্মন (কৈঠালকুছি) অন্যতম। গতিকে সংবাদ জগতত ধৰ্মপুৰ মৌজাৰ অৱদান অনস্বীকাৰ্য।

**ধৰ্মপুৰৰ উৎসৱ-পাৰ্বন ঃ** ধৰ্মপুৰ! যাৰ নামতেই নিহিত হৈ আছে ইয়াৰ অৰ্থৰ ব্যাপকতা। ধৰ্মপুৰৰ মানুহবোৰ অতীতৰে পৰা ধৰ্মীয় চেতনাৰে উদ্বুদ্ধ। সেই হেতুকে ইয়াৰ জনসাধাৰণে গোটেই বছৰটোতে বিভিন্ন উৎসৱ পালন কৰি আহিছে। উৎসৱবোৰ উদ্‌যাপনৰ যোগেদি সামাজিক বান্ধোনৰ দিশটো নিকপকপীয়া হোৱা দেখা যায়। যাহওক ধৰ্মপুৰৰ জনসাধাৰণে পালন কৰি অহা বিভিন্ন ধৰ্মীয় উৎসৱ, দিৱস আদিৰ বিষয়ে তলত চমুকৈ আলোচনা কৰা হ'ল—

অসমৰ জাতীয় উৎসৱ হ'ল বিহু। এই বিহু , যাক আমি অসমীয়া সংস্কৃতিৰ আপুৰুগীয়া অনন্য সম্পদ ৰূপে গণ্য কৰো সেয়া ধৰ্মপুৰৰ ৰাইজে অতি জাকজমকতাৰে উদ্‌যাপন কৰি আহিছে। বসন্ত কালত হোৱা ৰঙালী বিহুৰ সময়ত ধৰ্মপুৰৰ গাঁওসমূহৰ আকাশ-বতাহ ঢোল-পেঁপা-গগণাৰ মাতত ৰজন জনাই থাকে। ধৰ্মীয় চেতনাৰে সকলোৱে পালন কৰে গৰু বিহু, মানুহ বিহু। বিহুৰ কেইদিন মঞ্চসাজি বেলশৰ, চামতা, কৈঠালকুছি, ককয়া, সাহপুৰ, মূলাৰকুছি, গন্ধিয়া, জোৱাৰ্দি, আদি অঞ্চলসমূহত বিভিন্ন সাংস্কৃতিক কাৰ্যসূচীৰ লগতে বিহু হুঁচৰি প্ৰদৰ্শন কৰা হয়। আহিন-কাতি মাহিৰ সংক্ৰান্তিত পালন কৰা হয় কাতিবিহু। শস্যৰ মংগল কামনাৰ্থে কাতিবিহুৰ দিনাখন ধৰ্মপুৰৰ কৃষক ৰাইজে তুলসীৰ গুৰিত চাকি দিয়া, পথাৰত চাকি দিয়া, মানুহৰ ঘৰে ঘৰে গৈ বুট প্ৰসাদ খোৱা আদি পৰম্পৰাগতভাৱে পালন কৰি আহিছে। মাঘ বিহুত ইয়াত পালন কৰা হয় মেজি জ্বলোৱা উৎসৱ। মেজিৰ গুৰিত ভোজ-ভাত খোৱাৰ পৰম্পৰাও ইয়াত বিদ্যমান। মধুপুৰৰ ৰাইজে শাৰদীয় দুৰ্গা পূজা অতি উলহ মালহৰে উদ্‌যাপন কৰে। বিশেষকৈ চামতা, সাহপুৰ, বেলশৰ, ককয়া, কৈঠালকুছিত দুৰ্গোৎসৱ অতিকে চকুত লগা বিধৰ। দুৰ্গাপূজাৰ দৰে ধৰ্মপুৰত লক্ষ্মীপূজা, শ্যামাপূজা, বিশ্বকৰ্মাপূজা জন্মাষ্টমী আদি বৰ উলাহ মালহেৰে পালন কৰা দেখা যায়। লক্ষ্মীপূজাৰ সময়ত নাগাৰানাম প্ৰদৰ্শন, নাট প্ৰদৰ্শন আদিৰে ধৰ্মপুৰবাসীয়ে আনন্দ কৰা পৰিলক্ষিত হয়। ধৰ্মপুৰত শিৱৰাত্ৰি পূজাৰ পৰম্পৰা অতি প্ৰাচীন। কুলবিল ঘাট ৰাজহুৱা শিৱালয়ত পাঁচদিনিয়াকৈ শিৱৰাত্ৰি মেলা চলে। বিল্বেশ্বৰ দেৱালয়, সাৰ্বজনীন শিৱালয় আদিতো ডাঙৰকৈ শিৱৰাত্ৰি পূজা অনুষ্ঠিত হোৱা দেখা যায়। বিদ্যাৰ অধিষ্ঠাত্ৰীদেৱী আই সৰস্বতীক মাঘ মাহৰ শুক্লা পঞ্চমীৰ দিনাখন এপাহ ফুল অৰ্পন কৰাৰ ক্ষেত্ৰত প্ৰতিখন বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীয়ে জাতি-ধৰ্ম নিৰ্বিশেষ অংশগ্ৰহণ কৰি অহাটো আদৰণীয়। গো-পূজা

হিন্দুসকলৰ পবিত্ৰ অনুষ্ঠান। প্ৰতিবছৰে পশ্চিম চামতাত ৪/৫ দিনীয়াকৈ গো-পূজা উৎসৱ পালন কৰি অহা হৈছে। ধৰ্মপুৰৰ ৰাইজে সম্প্ৰতি পালন কৰি অহা এটি উৎসৱ হ'ল মহোৎসৱ উদ্‌যাপন কৰা হয়। উৎসৱৰ লগত সংগতি ৰাখি গোঁসাইফুৰোৱা, আৰতি দিয়া, হোমযজ্ঞ পাঠ আদি কাৰ্যসূচী ৰূপায়ন কৰা দেখা যায়। গন্ধিয়াৰ কান্দেনী আইৰ মন্দিৰতো প্ৰতিবছৰে এই সভা মহোৎসৱ চলে। গন্ধিয়া গাঁৱৰ আন এটি ধৰ্মানুষ্ঠান হ'ল আল্লিবাৰী সত্ৰ। ইয়াত প্ৰতিবছৰে অনন্তব্ৰত পৰ্ব উৎসৱ ৰূপে পালন কৰি অহা দেখা যায়। মহাপুৰুষ শ্ৰীমন্ত শংকদেৱৰ অসমৰ সৃষ্টি 'পালনাম' ঠায়ে ঠায়ে পালন কৰা হয়। গন্ধিয়াৰ নৱগ্ৰহ মন্দিৰত চাৰিদিনীয়াকৈ মহাধুমধামেৰে আয়োজন কৰা হয় নৱগ্ৰহ মহাযজ্ঞ। এই উৎসৱত অগণন ভক্ত প্ৰাণ লোকৰ সমাগম হোৱা দেখা যায়। নামনিত অসমৰ প্ৰসিদ্ধ লোক উৎসৱ 'ভঠেলীৰ পৰম্পৰা ধৰ্মপুৰত অতি প্ৰাচীন। ধৰ্মপুৰৰ প্ৰায়বোৰ গাওঁতে 'ভঠেলী' উৎসৱ মুখ্য আকৰ্ষণ বাঁহগছৰে সজোৱা পাৰ চাবলৈ অজস্ৰ মানুহৰ সমাগম হয়। বিল্বশ্বৰ দেৱালয়ৰ 'কুৰিদিনীয়া ভঠেলি' সৰ্বজন বিদিত। আঘোণ মাহৰ পূৰ্ণিমা তিথিৰ দিনাখন গধুলি গাঁৱৰ ডেকা-ল'ৰাবোৰে মহখেদা উৎসৱ মহো-হো পালন কৰা পৰম্পৰা অতি প্ৰাচীন। আহাৰ মাহত পালন কৰা আন এটা লোক উৎসৱ হ'ল অম্বুবাচী বা আমতি। ইয়াৰ সৈতে জড়িত বৰাত পূজাই ধৰ্মপুৰ জনপ্ৰিয়তা অৰ্জন কৰিছে। সাবিত্ৰী সত্যবানৰ কাহিনী বিজড়িত এই পূজা কুমাৰী ছোৱালীবোৰে সক্ৰিয়ভাৱে পালন কৰে। বসন্ত কালত পালন কৰা আন এটা মনোৰঞ্জন ধৰ্মী উৎসৱ হ'ল দৌলউৎসৱ বা ফাকুৱা। ককয়াৰ চৈতন্য থান, কৈঠালকুছিৰ কলীয়া গোসাই মন্দিৰত দৌলউৎসৱ পালন কৰে। জেঠ মাহৰ প্ৰতি সোমবাৰে বিল্বেশ্বৰ দেৱালয়ত অনুষ্ঠিত হয় জেঠুৱা নাম। গন্ধিয়া আৰু কৈঠালকুছিত মনসা পূজাৰ প্ৰচলন আছে। দুৰ্গোৎসৱৰ লেখীয়া আন এটা পূজা হ'ল বাসন্তী পূজা। বিল্বেশ্বৰ দেৱালয়, কৈঠালকুছিৰ ব্ৰাহ্মণসমাজৰ মাজত বাসন্তী পূজাৰ প্ৰচলন আছে, য'ত ব'হাগ মাহত কৈঠালকুছিৰ কেচাইখাইতী থানত চৌ-পূজা অনুষ্ঠান হয়। কোৱা বাহুল্য যে ধৰ্মপুৰৰ ৰাইজে অতি বিশ্বাসেৰে আৰু আত্মীয়তাৰে আন কেতবোৰ বিশেষ উৎসৱ পালন কৰি আহিছে। এইবোৰৰ ভিতৰত নামকৰণ, চূড়াকৰণ, উপনয়ণ, তোলনী বিয়া, আইনাম, ঘৰৰখুটা পোতা, মাৰৈ পূজা, সত্যনাৰায়ণ পূজা, ঘৰলোৱা, পচতি নাম আদি। লগতে ধানখেতিৰ লগত জড়িত উৎসৱ গছা দিয়া, ন-খোৱা আদি পৰম্পৰাগতভাৱে পালন কৰি আহিছে। ধৰ্মপুৰৰ মুছলমানসকলেও তেওঁলোকৰ ধৰ্মীয় উৎসৱবোৰ নিয়মিতভাৱে পালন কৰি তেওঁলোক থকা ঠাইসমূহত যেনে— বেলশৰ, চামতা, মূলাৰকুছি, মধুপুৰ, পহলংপাৰা আদিত অতি ধুমধামেৰে ঈদ-উল-ফিটৰ আৰু জোহা উৎসৱ দুটি পালন কৰে। ধৰ্মপুৰত থকা মুষ্টিমেয় বড়ো সম্প্ৰদায়ৰ লোকসকলেও তেওঁলোকৰ পৰম্পৰাগত খেৰাই পূজা, বাম্বোলপিতা, বাথৌ পূজা, আদি উদ্‌যাপন কৰি আহিছে। ধৰ্মীয় বা সংস্কৃতিমূলক উৎসৱবোৰৰ উপৰি ধৰ্মপুৰৰ ৰাইজে বছৰটোত বিভিন্ন দিৱস উদ্‌যাপন কৰা দেখা যায়। সেইবোৰৰ ভিতৰত শিল্পী দিৱস, বিষ্ণু ৰাভা দিৱস, গান্ধী, জয়ন্তী, স্বাধীনতা দিৱস, শিশু দিৱস, শিক্ষক দিৱস, শ্ৰমিক দিৱস, বিভিন্ন জন্ম তিথি আদিয়েই প্ৰধান। গতিকে দেখা যায় যে ধৰ্মপুৰৰ উৎসৱ-পৰ্বনৰ ইতিহাস বহু আগৰ। অৱশ্যে অদূৰ ভৱিষ্যতে ইয়াৰ ৰেহ-ৰূপ কেনে হয় তাক নদি কব নোৱাৰি।

**ধৰ্মপুৰৰ উল্লেখযোগ্য ধৰ্মানুষ্ঠানসমূহৰ বিষয়ে যৎকিঞ্চিৎ ঃ**

ধৰ্মানুষ্ঠানবোৰ হ'ল একোটা অঞ্চলৰ শান্তি, সম্প্ৰতী তথা একতাৰ প্ৰতীক স্বৰূপ। এটা ধৰ্ম অনুষ্ঠানে এখন নিৰ্দিষ্ট সমাজৰ অৰ্থনৈতিক, সামাজিক, তথা ধৰ্মীয় দিশত ব্যাপক প্ৰভাৱ পেলোৱা পৰিলক্ষিত হয়। ধৰ্মপুৰ মৌজাৰ এনে বহুত ঐতিহাসিক ধৰ্মানুষ্ঠান আছে যিবোৰ হয়তো এটা নিৰ্দিষ্ট অঞ্চলৰ বা জনগোষ্ঠীৰ সম্পদ ৰূপে পৰিগণিত হৈ পৰিছে। ধৰ্মপুৰৰ এনে কিছুমান ধৰ্ম অনুষ্ঠানৰ বিষয়ে তলত চমুকৈ আলোচনা কৰা হওক।

**ক) শ্ৰীশ্ৰী বিল্বেশ্বৰ দেৱালয় ঃ** ই হৈছে বেলশৰ গাঁৱৰ ঐতিহাসিক ধৰ্মানুষ্ঠান। ষষ্ঠ শতিকাৰ মাজভাগত নাগাক্ষ ৰজাই এই মন্দিৰটো সজাইছিল। ইয়াৰ সৃষ্টিৰ আঁৰত ৰূপনাথ ভট্টাচাৰ্য নামৰ এগৰাকী ব্ৰাহ্মণৰ স'তে এজনী কপিলী গাইগৰু আৰু এজোপা বিৰিণাগছ জড়িত থকাটো সৰ্বজন বিদিত। যদিওবা বিল্বেশ্বৰ দেৱালয়টো প্ৰকৃততে এটা শিৱমন্দিৰ তথাপিতো বছৰি ভিন্ ভিন্ উৎসৱ পালন কৰা দেখা যায়। তাৰ ভিতৰত দুৰ্গাপূজা, বাসন্তী পূজা, দৌলোৎসৱ, শিৱৰাত্ৰি, ভঠেলি, বৰাতৰ নাম, জন্মাষ্টমী আদিৰ উপৰি দৈনন্দিন পূজা অৰ্চনা ও নাম প্ৰসংগ গোৱা দেখা যায়।

**খ) কুলবিল ঘাট ৰাজৰা শিৱালয় ঃ** ধৰ্মপুৰ মৌজাৰ সোঁমাজেৰে বৈ যোৱা চামতাৰ সমীপৱৰ্তী বুঢ়াদিয়া নৈৰ পাৰত হৈ অৱস্থিত। ১৯৩১ চনত কুলবিল নিবাসী প্ৰয়াত পদ্ম চন্দ্ৰ গোস্বামীৰ পৃষ্ঠপোষকতাত ইয়াক স্থাপন কৰা হৈছিল। মন্দিৰটোৰ শিৱবিগ্ৰহটো ঐশ্বৰিক ভাৱে বৰ্তমান কামৰূপ জিলাৰ কহঁৰা গাঁৱৰ বিল এখনৰ পৰা উদ্ধাৰ কৰা হয় বুলি জনশ্ৰুতি চলি আহিছে। প্ৰতিবছৰে ইয়াত মহাধুমধামেৰে পাঁচদিনীয়াকৈ শিৱৰাত্ৰি পূজা পালন কৰা হয়। ইয়াত দৈনন্দিন ভক্তৰ সমাগম হোৱা দেখা যায়।

**গ) শ্ৰীশ্ৰী চৈতন্য দেৱ ধাম বা বৌমাৰী থান ঃ** ধৰ্মপুৰ মৌজাৰ একেবাৰে দক্ষিণ কোণত থকা ককয়া গাঁৱত অৱস্থিত ইতিহাস বিজড়িত এই থান। ১৫৮৪ চনত শ্ৰীশ্ৰীচৈনত্য দেৱৰ শ্ৰীশ্ৰী চিন্তামণি গোস্বামীদেৱে এই ধাম বা থানখন স্থাপন কৰিছিল বুলি মানুহে বিশ্বাস কৰি আহিছে। এই থানখনে অঞ্চলটোৰ হিন্দু, মুছলমান লোকসকলক একতাৰ দোলেৰে বান্ধি ৰাখিছে। প্ৰতিবছৰে ফাগুন মাহৰ পূৰ্ণিমা তিথিত ইয়াত মহাপয়োভৰেৰে মহোৎসৱ পালন কৰা হয়।

**ঘ) শ্ৰীশ্ৰীকান্দেৰী আইৰ মন্দিৰ ঃ** এই মন্দিৰটো গন্ধিয়া গাঁৱত অৱস্থিত। যোড়শ শতিকাত এই মন্দিৰটো স্থাপন কৰা হৈছিল। গন্ধিয়াৰ ৰাইজৰ বংগদেশৰ বীৰভূম জিলাৰ শ্ৰীশ্ৰীচিন্তামণি গোস্বামীদেৱৰ সহধৰ্মিনী ধৰ্মেশ্বৰ দেৱীৰ স্মৃতি ৰক্ষাৰ্থে এই মন্দিৰটো নিৰ্মাণ কৰা বুলি লোক প্ৰবাদ চলি আহিছে। ইয়াত নিতৌ পূজা পাতাল, নাম প্ৰসংগ আদি অনুষ্ঠিত হয়। ধৰ্মেশ্বৰ দেৱী অৰ্থাৎ কান্দেৰী আইৰ মৃত্যু তিথিত মাঘ মাহৰ কৃষ্ণ পঞ্চমীত দুদিনীয়াকৈ সভা মহোৎসৱ পালন কৰা পৰিলক্ষিত হয়।



**ঙ) শ্ৰীশ্ৰী বাৰ গোপাল থান ঃ** ধৰ্মপুৰ মৌজাৰ পূৱ দিশত থকা ফুলগুৰি গাঁৱত প্ৰায় দুশ বছৰ পূৰ্বে এই বাৰগোপাল থান প্ৰতিষ্ঠা কৰা হৈছিল। ইয়াৰ জন্ম বৃত্তান্তৰ স'তে দৈৱ কাহিনী জড়িত হৈ আছে। ইয়াৰ মহিমাও অপাৰ। হিন্দু মুছলমানৰ একতাৰ মিলনভূমি এই থানখনত বছৰি ডাঙৰকৈ সভা মহোৎসৱ উদ্‌যাপন কৰা দেখা যায়।

**চ) কালভৈৰৱী লিংগৰাজ মন্দিৰ ঃ এই মন্দিৰটো বিহামপুৰ গাঁৱৰ খাৰশিঠাত অৱস্থিত। দক্ষিণ ভাৰতৰ মন্দিৰসমূহৰ আৰ্হিত নিৰ্মিত এই মন্দিৰটোৱে ভক্ত বৃন্দক বাৰুকৈয়ে আকৰ্ষন কৰি আহিছে।**

**ছ) কলীয়া গোসাঁই মন্দিৰ ঃ** ধৰ্মপুৰৰ কৈঠালকুছিত অৱস্থিত এই কলীয়া গোসাঁই বা কয়লাগহয় মন্দিৰ। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে পাটবাউসীত সত্ৰ স্থাপন কৰা সময়ত কৈঠালকুছিত জোৱাৰ্দি সত্ৰ নামেৰে এখন সত্ৰ স্থাপন১৯৮৮ কৰিছিল। সত্ৰত থকা বিগ্ৰহটো শ্যাম বৰণীয়া বাবে ইয়াক কলীয়া গোসাঁই নাম দিয়া হৈছে। মন্দিৰত নিত্য পূজাৰ লগত দৌল উৎসৱ পালন কৰা হয়।

**জ) শ্ৰীশ্ৰী নৱগ্ৰহ মন্দিৰ ঃ** ১৯৮৮ চনত পোন প্ৰথম বাৰৰ বাবে গন্ধিয়াৰ শ্ৰীশ্ৰী নৱগ্ৰহ মন্দিৰত সদৌ অসম ব্ৰাহ্মণ মহাসভাৰ প্ৰথম বাৰ্ষিক অধিবেশনৰ লগতে নৱগ্ৰহ মহাযজ্ঞৰ আয়োজন কৰা হৈছিল। তাৰ পিছত ১৯৯৩ চনৰ পৰা বৰ্তমানলৈকে ফাগুন মাহৰ শুক্লা দশমীৰ পৰা ত্ৰয়োদশীলৈ মহাযজ্ঞৰ আয়োজন কৰি আহিছে। নৱগ্ৰহ মহাযজ্ঞৰ দিনাখন পূৰ্ণাহুতিত হেজাৰ হেজাৰ লোকে সমবেত হয়।

**ঝ) জামৰতল পাঠকপাৰা নামঘৰ ঃ** প্ৰায় দুশ বছৰ আগতে চামতাৰ এই মন্দিৰটো স্থাপন কৰা হৈছিল। মাঘ মাহত এই মন্দিৰত ডাঙৰকৈ সভা মহোৎসৱ চলে। লগতে দৈনন্দিন নাম-কীৰ্তন, ভাগৱত পাঠ আদি কাৰ্যসূচীসমূহ ইয়াত সততে দেখা যায়।

**ঞ) বড় মছজিদ ঃ** এই মছজিদটো চামতাত অৱস্থিত। পশ্চিম নলবাৰীৰ ভিতৰতে এইটো এটা পুৰণি আৰু ডাঙৰ ধৰ্ম অনুষ্ঠান। মুছলমানসকলে ইয়াত নিতৌ নামাজ পঢ়ে। ইয়াৰ গাতে লাগি আছে ধৰ্মপুৰ আৰু ক্ষেত্ৰীধৰ্মপুৰ মৌজাৰ মিলিত ঈদগাহ মদিান।

**ট) সাৰ্বজনীন শিৱালয় ঃ** ৰূপীয়াবাথান গাঁৱত অৱস্থিত। প্ৰতিবছৰে ইয়াত ডাঙৰকৈ শিৱ ৰাত্ৰি মেলা চলে।

**ঠ) আতাৰ থান ঃ** এই থান বহুবছৰ পুৰণি আৰু অতিকে জনপ্ৰিয়। কৈঠালকুছিত অৱস্থিত। এই আতাৰ থানৰ মাহাত্ম্য অতি বেছি। ৰোগ নিৰাময়, হেৰোৱা দ্ৰব্য উদ্ধাৰ, সতি-সন্ততি লাভ আদিৰ বাবে এই থানলৈ অজস্ৰ দৰ্শণাৰ্থী আহে। ইয়াত শিৱৰাত্ৰি উৎসৱ বছৰি পালন কৰা হয়।

ওপৰোক্ত ধৰ্মানুষ্ঠানবোৰৰ উপৰি আমি ইয়াত ধৰ্মপুৰ মৌজাৰ কেইটিমান অনুস্থানৰ নাম উল্লেখ কৰিছো যি কেইটাত বছৰটোৰ কোনোবা এটা সময়ত কিবা নহয় কিবা উৎসৱ উদ্‌যাপন কৰা হয়। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল— আল্লিবাড়ী সত্ৰ, গন্ধিয়া, প্ৰাচীন ধৰ্মপুৰ গো-পূজা সমিতি, পশ্চিম চামতা; শ্ৰীশ্ৰীদূৰ্গা মন্দিৰ, ককয়া, কেচাখাইতী থান-কৈঠালকুছি; গোপাল ঘৰ-কৈঠালকুছি; মা-মনসা মন্দিৰ কৈঠালকুছি; মধুপুৰ মছজিদ; শ্ৰীশ্ৰী দুৰ্গা মন্দিৰ- বিহামপুৰ; কালী মন্দিৰ, শিমলীয়া; বেজবৰাবীৰ আশ্ৰম- চামতা; হৰিদেৱৰ সত্ৰ- কুলবিল; দামোদৰ সত্ৰ- বিহামপুৰ; দুৰ্গামন্দিৰ- সাহপুৰ; শ্ৰীশ্ৰী মূৰ্ত্তি দেৱালয়- কৈঠালকুছি; লগতে অন্যান্য সৰু সুৰা শিৱ মন্দিৰ, লক্ষী মন্দিৰ, নামঘৰ ইত্যাদি।

**সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠান ঃ** সমাজ গঠনত ধৰ্মপুৰৰ জনগণ আগৰণুৱা। যিকোনো অনুষ্ঠান-প্ৰতিষ্ঠানৰ যোগেদি ইয়াৰ মানুহে মানৱ সম্পদ সৃষ্টিত গুৰুত্ব প্ৰদান কৰি আহিছে। সেই মৰ্মে গাঁৱে গাঁৱে গঢ়ি তোলা। বিভিন্ন স্বেচ্ছাসেৱী সামাজিক অনুষ্ঠানৰ সংখ্যা ইমানেই বেছি যে আটাইবোৰক ইয়াত আলোচনাৰ মাজলৈ টানি অনাটো কিছু কঠিন আৰু নিষ্প্ৰেয়োজন। অৱশ্যে আগশাৰীৰ আৰু পুৰণি কেইটামান স্বেচ্ছাসেৱী অনুষ্ঠানক আমি তলত চিনাকি কৰি দিবলৈ প্ৰয়াস কৰিছো।

**(১) ধৰ্মপুৰ জ্ঞানদায়িনী নাট্য সমাজ ঃ** নাট, কলা-সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ ধৰ্মপুৰ জ্ঞানদায়িনী নাট্য সমাজ' নামৰ অনুষ্ঠানটো ১৯১৯ চনত সাহপুৰত গঠন কৰা হৈছিল। ইয়াৰ সভ্যসকলে সুদীৰ্ঘ কাল ধৰি বহু ঘাত-প্ৰতিঘাতকো নেওচি অসমৰ-বিভিন্ন ঠাইৰ লগতে কলিকতা, নতুনদিল্লী আদিতো নাট প্ৰদৰ্শন কৰি সগৌৰৱে উভতি আহিছে। এক কথাত ক'বলৈ হ'লে নাট্য চৰ্চাৰ এই ধ্বজাবাহী অনুষ্ঠানটোৱে সমগ্ৰ পশ্চিম নলবাৰীতে এটা নাট্য আন্দোলনৰ সৃষ্টি কৰি থৈ গৈছে।

**(২) মিলন শিল্পী সংঘ, বেলশৰ ঃ** ১৯৫৭ চনত কলা-সংস্কৃতিৰ মন্দিৰ, নাট্য চৰ্চাৰ অন্য এক ধুমুহাৰ বাৰ্তা বহনকাৰী এই সংঘটি বেলশৰত স্থাপন কৰা হৈছিল। বেলশৰৰ নাট্য পৰম্পৰাৰ ইতিহাসত এই সংঘটিৰ অৱদান অতুলনীয়। ইয়াৰ যোগেদি বিভিন্ন সামাজিক কামো পৰিচালিত হৈ আহিছে।

**(৩) ৰূপকোঁৱৰ কলা পৰিষদ, চামতা ঃ** এই অনুষ্ঠানটো হ'ল কলা-সংস্কৃতি, সাহিত্য তথা সমাজ গঠনৰ প্ৰাণকেন্দ্ৰ। ১৯৬১ চনত ইয়াক স্থাপন কৰিছিল। সম্প্ৰতি এই অনুষ্ঠানটোৰ মাধ্যমেদি বিভিন্ন কাৰ্যসূচী ৰূপায়ণ কৰি থকা হৈছে। তাৰ ভিতৰত প্ৰতিবছৰে শিল্পী দিৱসৰ লগত সংগতি ৰাখি সদৌ অসম ভিত্তিত জন্মেজয় বৰ্মন সোঁৱৰণী নাট প্ৰতিযোগিতা এখন অনুষ্ঠিত হোৱাটো উল্লেখযোগ্য। তদুপৰি ইয়াৰ অধীনত এটা শিক্ষা কেন্দ্ৰ, এখন সংগীত বিদ্যালয় আৰু চিত্ৰকলা প্ৰশিক্ষণ কেন্দ্ৰ আছে। জনস্বাস্থ্যৰ উন্নীতকৰণৰ প্ৰতি লক্ষ্য ৰাখি ইয়াত ইউনিচেফৰ অধীনত এটা চেনিটাৰী আৰ্ট চলাই থকা হৈছে। মনোৰঞ্জনৰ প্ৰতি লক্ষ্য ৰাখি কলা পৰিষদৰ পৰিচালনাত ইয়াত এটা প্ৰেক্ষাগৃহ সজাই নিয়মিত ভাৱে কথাছবি প্ৰদৰ্শন কৰি আহোটো ৰাইজৰ বাবে সু-খবৰ।

**(৪) বেলশৰ কেন্দ্ৰীয় সমাজকল্যাণ সমিতি ঃ** ১৯৬১ চনত বেলশৰৰ কেইগৰাকীমান স্বনামধন্য ব্যক্তিয়ে এই অনুষ্ঠানটো গঢ়ি তুলিছিল। সমাজ সংগঠন, সাহিত্য, সংস্কৃতি আদি দিশবোৰত গুৰুত্ব আৰোপ কৰা এই অনুষ্ঠানটোৱে বেলশৰৰ ৰাইজৰ যথেষ্ট উন্নতি সাধিছে। অনুষ্ঠানটোৰ অধীনত এটা গ্ৰাম্য পুথিভঁৰাল চলাই থকাৰ উপৰি শেহতীয়াকৈ এটা শিক্ষাকেন্দ্ৰ গঢ়ি তোলা হৈছে।

**(৫) গন্ধিয়া যুৱক সন্মিলনী পুথিভঁৰাল ঃ** ১৯০৮ চনত গন্ধিয়া গাঁৱত এই পুথিভঁৰালটো স্থাপন কৰা হৈছিল। পুথিভঁৰালটোত অজস্ৰ মহামূল্যৱান গ্ৰন্থ সংগৃহীত হৈছে। ইয়াৰ

অধীনত এখন প্ৰাচীন পত্ৰিকা প্ৰকাশ পাই আহিছে লগতে চিত্ৰাংকণ, নৃত্য আদিৰ প্ৰশিক্ষণৰ দায়িত্বও এই অনুষ্ঠানটোৱে মাজে সময়ে গ্ৰহণ কৰি অহা দেখা যায়। গৌৰৱৰ বিষয় যে UNESCO ৰ এটা দলে এই পুথিভঁৰালটো পৰিদৰ্শন কৰি গৈছে।

**(৬) চামতা আঞ্চলিক ক্ৰীড়া সংঘ ঃ** নলবাৰী জিলাৰ অগ্ৰণী ক্ৰীড়ানুষ্ঠান চামতা আঞ্চলিক ক্ৰীড়া সংঘটি ১৯৬৬ চনত স্থাপন কৰা হৈছিল। ক্ৰীড়াৰ ক্ষেত্ৰত এই অনুষ্ঠানটোৰ অৱদান অপৰিসীম। অনুষ্ঠানটোৰ উদ্যোগত চলি থকা নৱোৰাম বৰ্মন সোঁৱৰণী ফুটবল প্ৰতিযোগিতা-খনিয়ে এইবাৰ ২৭ বছৰত ভৰি দিলে। তদুপৰি ক্ৰীড়া-সংঘটিৰ কেইবাগৰাকী সদস্যই ইতিমধ্যে অসমৰ ক্ৰীড়া জগতত সুনাম অৰ্জন কৰিবলৈ সক্ষম হৈছে। বৰ্তমান অনুষ্ঠানটিৰ অধীনত এখন ষ্টেডিয়াম নিৰ্মীয়মান অৱস্থাত আছে। উল্লেখযোগ্য যে এই অনুষ্ঠানটি যদিও মূলতঃ এটা ক্ৰীড়ানুষ্ঠান তথাপিতো চামতা আঞ্চলিক ক্ৰীড়া সংঘ বিহু হুঁচৰি দলটিয়ে সাংস্কৃতিক ক্ষেত্ৰত অঞ্চলটোত যথেষ্ট প্ৰভাৱ পেলাবলৈ সক্ষম হৈছে।

**(৭) সুৰভি সংঘ, ককয়া ঃ** এইটো ককয়া গাঁৱৰ এটি অন্যতম সামাজিক অনুষ্ঠান। ১৯৫৮ চনত ইয়াক স্থাপন কৰিছিল। এই অনুষ্ঠাটিৰ যোগেদি নাট প্ৰদৰ্শন, সংগীত প্ৰতিযোগিতাৰ আয়োজন, সমাজসেৱা আদি গঠনমূলক কাম কিছুমান সমাধা হৈ আহিছে। ইয়াৰ এটা উল্লেখযোগ্য অৱদান হ'ল ককয়াত চিকিৎসালয় স্থাপনৰ সিদ্ধান্ত গ্ৰহণ আৰু দাবী উত্থাপন, যিটো কাৰ্যকৰী হোৱাৰ পিচত অনুষ্ঠানটোৱে স্বাস্থ্য বিভাগক আঠ বিঘা মাটি দান কৰিছিল।

**(৮) বেলশৰৰ আঞ্চলিক ক্ৰীড়া সংঘ ঃ** এইটো বেলশৰৰ এটা আগশাৰীৰ অনুষ্ঠান। ১৯৭৭ চনত বিশ্বেশ্বৰ দেৱালয়ৰ সমীপত ইয়াক স্থাপন কৰা হৈছিল। ইয়াৰ উদ্যোগত গৌৰীসেন ডেকা সোঁৱৰণী ফুটবল প্ৰতিযোগিতাখন অনুষ্ঠিত হৈ আহিছে। প্ৰায় দহ বছৰ ধৰি চলিছিল কবি ডেকা সোঁৱৰণী ক্ৰিকেট প্ৰতিযোগিতা। অনুষ্ঠানটিৰ উদ্যোগত ইতিমধ্যে কেবাবাৰো সদৌ অসম ভিত্তিত আন্তঃজিলা ভলীবল আৰু কাবাডী খেল অনুষ্ঠিত হৈ গৈছে। ইয়াৰ অধীনত এটা বিহু হুঁচৰি দলো গঠন কৰা হৈছিল। তদুপৰি কুষ্ঠৰোগ সজাগতা সৃষ্টি, এইড্ছ নিয়ন্ত্ৰণ, চকু চিকিৎসা শিবিৰ আদি সময়ে সময়ে অনুষ্ঠানটোৱে আয়োজন কৰি আহিছে।

**(৯) উত্তৰ ধৰ্মপুৰ আঞ্চলিক ক্ৰীড়া সংঘ ঃ** ১৯৭৭ চনত কৈঠালকুছিত এই অনুষ্ঠানটো গঢ়ি উঠিছিল। ইয়াৰ উদ্যোগত ছহীদ স্মৃতি সোঁৱৰণী ফুটবল প্ৰতিযোগিতা এখন অনুষ্ঠিত হৈ আহিছে। সম্প্ৰতি ইয়াৰ পৰিচালনাত এটা নিজাববীয়াকৈ ফুটবল দল গঠন কৰি সুনাম অৰ্জন কৰিছে।

**(১০) প্ৰগতি সংঘ- পশ্চিম চামতা ঃ** ১৯৭৭ চনত স্থাপিত পশ্চিম চামতাৰ এটা আগশাৰীৰ সাংস্কৃতিক অনুষ্ঠান। প্ৰগতি সংঘৰ বিহু হুঁচৰি দল বুলি কলে সমগ্ৰ অসমতে নাম জনা মানুহ ওলাব। এই সংঘটিৰ বিহু হুঁচৰি দলটোৱে ইতিমধ্যে উৰিষ্যা, আন্দামান নিকোবৰ দ্বীপপুঞ্জ, ৰুৰকেল্লা, পঞ্জাব, ছিমলা আদি ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তত বিহু প্ৰদৰ্শন কৰি আমালৈ গৌৰৱ কঢ়িয়াই আনিছে। এই দলটোৰ এগৰাকী নাচনী বৰ্ণালীয়ে বিহু কুঁৱৰী প্ৰতিযোগিতাত সমগ্ৰ অসমতে অজস্ৰ বঁটা লাভ কৰিবলৈ সক্ষম হৈছে। তদুপৰি নাট্য চৰ্চাতো প্ৰগতি সংঘৰ অৱদান কম নহয়।

**(১১) ত্ৰিশূল সংঘ, পশ্চিম চামতা ঃ** স্থাপিত চন ১৯৮০। এইটো হ'ল পশ্চিম চামতাৰ অন্য এটা সাংস্কৃতিক তথা ক্ৰীড়ানুষ্ঠান। ত্ৰিশূল সংঘৰ বিহু হুঁচৰি দলটোৰ নামো সমগ্ৰ অসমতে বিখ্যাত হৈ আছে। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ বিহু গাই এই সঘটিয়ে সুনাম অৰ্জন কৰি আহিছে। এই সংঘটিৰ আন এটা অৱদান হ'ল ইয়াৰ ক্ৰীড়া ধাৰা। গৌৰৱৰ বিষয় ত্ৰিশূল সংঘৰ ভলীবল খেলুৱৈৰ কেবাজনে ইতিমধ্যে অসমৰ ৰাজ্যিক দলত প্ৰতিনিধিত্ব কৰিবলৈ সক্ষম হৈছে। সংঘটিয়ে পশ্চিম চামতাৰ বিভিন্ন অনুষ্ঠানত আগভাগ লোৱা দেখা যায়।

**(১২) শ্ৰীমন্ত কলা নিকেতন, চামতা ঃ** নাট্যকলাৰ চিত্ৰাচৰ্চাৰে পশ্চিম নলবাৰী অঞ্চলৰ সুদীৰ্ঘ নাট পৰম্পৰা ও সাংস্কৃতিক ক্ষেত্ৰখনত এক নতুন ধাৰা সংযোগত দিকদৰ্শী ভূমিকা পালন কৰা মহান অনুষ্ঠান হ'ল শ্ৰীমন্ত কলা নিকেতন। 'জীৱনৰ বাবে কলা' এই লক্ষ্যৰে ১৯৯১ চনত এচাম শিল্পীৰ দ্বাৰা সৃষ্টি হৈছিল এই কলা নিকেতন। ইয়াৰ অধীনত গণশিল্পী ড° ভূপেন হাজৰিকা সাংস্কৃতিক প্ৰকল্পৰ কাম চলি আছে। আনহাতে এই প্ৰকল্পটোৰ অধীনত উত্তৰ-পূৰ্বাঞ্চলৰ পৰম্পৰাগত আৰু সমসাময়িক সংগীতৰ বিভিন্ন ধাৰাৰ ওপৰত গৱেষণা আৰু চৰ্চাৰ বাবে সাংস্কৃতিক প্ৰকল্পৰ ভূমিদাতা অম্বিকাচৰণ বৰ্মনৰ সোঁৱৰণত অম্বিকাচৰণ সংগীত বিদ্যালয় এখনো স্থাপন কৰাৰ লক্ষ্য স্থিৰ কৰা হৈছে। ২০০4 চনত কলা নিকেতনৰ পূৰ্ণ সহযোগত আৰু অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয় তথা পূৰ্বাঞ্চল সাংস্কৃতিক কেন্দ্ৰ (কলকাতা)ৰ যৌথ উদ্যোগত চামতাত অনুষ্ঠিত কৰা হৈছিল ৰাষ্ট্ৰীয় সাংস্কৃতিক যুৱ মহোৎসৱ ফল্গু উৎসৱ। এই অনুষ্ঠানটোত অসমৰ প্ৰায়বোৰ স্বনামধন্য শিল্পী উপস্থিত থকাৰ উপৰি উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন সাংস্কৃতিক দলে তেওঁলোকৰ কৃষ্টি সংস্কৃতি উজাৰি দিছিল।

**(১৩) ইয়ং ব্ৰাইট স্পৰ্টিচ ক্লাব ঃ** শেহতীয়াভাৱে ১৯৯১ চনত চামতাৰ উদ্যোগী যুৱকৰ দ্বাৰা এই অনুষ্ঠানটিৰ গঢ়ি তোলা হৈছিল। বৰ্তমান ইয়াৰ অধীনত চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয় খেল পথাৰত সমিন দাস সোঁৱৰণী ফুটবল প্ৰতিযোগিতা এখনৰ লগতে পূৰ্ণিমা বৰ্মন সোঁৱৰণী কেৰম প্ৰতিযোগিতা এখনো অনুষ্ঠিত হৈ আছে।

যাহওঁক ধৰ্মপুৰত যে অকল ওপৰত উল্লেখ কৰা অনুষ্ঠান কেইটাই আছে এনে নহয়, বৰং ইয়াত শতাধিক সৰুসুৰা অনুষ্ঠান-প্ৰতিষ্ঠান আছে যিবোৰ ধৰ্মপুৰ মৌজাৰ ক্ৰীড়া, সাহিত্য, সংস্কৃতি, বা সমাজ গঠনত এক সবৰ ভূমিকা পালন কৰি আহিছে। এনেবোৰ অনুষ্ঠান-প্ৰতিষ্ঠানৰ গুৰুত্বও আমাৰ বাবে কম নহয়।

**ধৰ্মপুৰৰ চৰকাৰী অনুষ্ঠান-প্ৰতিষ্ঠান ঃ** স্বাধীনতাৰ আগৰে পৰা আজিলৈকে ধৰ্মপত মৌজাৰ বহুতো চৰকাৰী অফিচ গঢ় লৈ উঠিছে। শিক্ষানুষ্ঠানসমূহক বাদ দি আমি ইয়াত এনে চৰকাৰী অফিচবোৰৰ যথাসম্ভৱ নামবোৰ দিবলৈ প্ৰয়াস কৰো হ'ক। তাৰ ভিতৰত উল্লেখযোগ্য অফিচসমূহ হ'ল— ধৰ্মপুৰ মৌজাদাৰ মৌজাদাৰৰ কাৰ্যালয়, পশ্চিম চামতা; বেলশৰ আৰক্ষী থানা; শিঙিমাৰী আৰক্ষী চকী; উত্তৰ ধৰ্মপুৰ বহুমুখী সমবায় সমিতি, কৈঠালকুছি; দক্ষিণ ধৰ্মপুৰ বহুমুখী সমবায় সমিতি; বেলশৰ; পশ্চিম নলবাৰী ৰাজহ চক্ৰ বিষয়াৰ কাৰ্য্যালয়, চামতা; অসমৰৰাজ্যিক বিদ্যুৎপৰিষদৰ সহকাৰী কাৰ্যবাহী অভিযন্তাৰ কাৰ্যালয়, চামতা; চামতা খণ্ড প্ৰাথমিক শিক্ষা বিষয়াৰ কাৰ্য্যালয়, ৰূপীয়াবাথান; পশ্চিম নলবাৰী জ্যেষ্ঠ খণ্ড উন্নয়ন বিষয়াৰ কাৰ্য্যালয়, চামতা; চামতা খণ্ড প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰ; উত্তৰ ধৰ্মপুৰ ৰাজ্যিক চিকিৎসালয়, জোৱাৰ্দি; ৩০ খন বিচনাযুক্ত ককয়া গ্ৰামীন চিকিৎসালয়, ককয়া; মিলন ৰাজ্যিক চিকিৎসালয়, বেলশৰ; মধুপুৰ উপ স্বাস্থ্যকেন্দ্ৰ; গন্ধিয়া উপস্বাস্থ্য কেন্দ্ৰ; বালিজাৰ উপস্বাস্থ্য কেন্দ্ৰ; বালিজাৰউপস্বাস্থ্য কেন্দ্ৰ; মধুপুৰ খণ্ড উন্নয়ন বিষয়াৰ কাৰ্যালয়, কৈঠালকুছি ৰেল ষ্টেচন; উপ পঞ্জীয়কৰ কাৰ্যালয় বেলশৰ; জনস্বাস্থ্য কাৰিকৰী বিভাগৰ মাণ্ডলিক কাৰ্যালয়, বেলশৰ; হস্ততাত বস্ত্ৰ উদ্যোগ প্ৰশিক্ষণ কেন্দ্ৰ, চামতা; জনসিঞ্চনৰ কাৰ্যবাহী অভিযন্তাৰ কাৰ্যালয়, বেলশৰ; অগ্নি নিৰ্বাপক বাহিনী, বেলশৰ; প্ৰাগজ্যোতিষ গাঁৱলীয়া বেংক, কৈঠালকুছি; চেন্ট্ৰেল বেংক অফ ইণ্ডিয়া, বেলশৰ প্ৰাগজ্যোতিষ গাঁৱলীয়া বেংক, চামতা শাখা; টেলিফোন এক্সচেঞ্জ, চামতা টেলিফোন এক্সচেঞ্জ, বেলশৰ; হেণ্ডলুম ইণ্ডাষ্ট্ৰী, বেলশৰ; উপকোষাগাৰ কাৰ্যালয়, বেলশৰ; সংহত শিশু গ্ৰাম্য বিকাশ প্ৰকল্পৰ কাৰ্যালয়, মধুপুৰ; সংহত শিশু বিকাশ প্ৰকল্পৰ কাৰ্যালয়, চামতা; গড়কাপ্তানি উপ সংমণ্ডল কাৰ্যালয়, চামতা; জনস্বাস্থ্য কাৰিকৰী বিভাগৰ কনিষ্ঠ অভিযন্তাৰ কাৰ্যালয়, চামতা; ধৰ্মপুৰ ৰাজ্যিক পশু চিকিৎসালয়, সাহপুৰ; কৃত্ৰিম গো-প্ৰজনন কেন্দ্ৰ, বেলশৰ; ৰাজ্যিক পশু চিকিৎসালয় আৰু কৃত্ৰিম গো-প্ৰজনন কেন্দ্ৰ, বিহামপুৰ; বয়ন সম্প্ৰসাৰণ সেৱা কেন্দ্ৰ, কৈঠালকুছি; বাঁহ-বেত উদ্যোগ, ককয়া; স্বাস্থ্য কাৰিকৰী বিভাগৰ উপকেন্দ্ৰ, বৰভিঠা; বাব চাহেব আম্বেদকাৰ হস্তশিল্প বিকাশ যোজনাৰ সামূহিক সেৱা কেন্দ্ৰ, বেলশৰ; অসম সৰ্বশিক্ষা অভিযান মিচন কাৰ্যালয়, চামতা; উপ-ডাকঘৰ; বেলশৰ, উপ-ডাকঘৰ, চামতা ইয়াৰ উপৰি প্ৰতিখন গাঁৱতে একোটাকৈ বিদ্যুৎ অভিযান কক্ষ স্থাপন কৰা হৈছে।

**ধৰ্মপুৰৰ মৌজা আৰু ৰাজনীতি ঃ** আমাৰ আলোচনাটিত আগতেই উল্লেখ কৰি অহা হৈছে যে স্বাধীনতা আন্দোলনত ধৰ্মপুৰ মৌজাৰ অৱদান আছিল অতিকৈ উচ্চখাপৰ। তাহানিৰে পৰাই ৰাজনীতিৰ পথাৰখনত ধৰ্মপুৰবাইজে সক্ৰিয় ভূমিকা পালন কৰি আহিছে। মৌজাখনত প্ৰতিটো আগশাৰীৰ ৰাজনৈতিক দলৰে নিষ্ঠাৱান কৰ্মী থকাটো লক্ষণীয়। মধুপুৰ বিধাসভা সমষ্টিৰ ৰাজনৈতিক উত্থান পতনৰ ক্ষেত্ৰত ধৰ্মপুৰ মৌজাৰ ভূমিকাই আটাইতকৈ বেছি। এক কথাত কবলৈ গ'লে মৌজাখনৰ জনসাধাৰণ হৈছে সমষ্টিটোৰ ৰাজনৈতিক দলৰ মূল ছাবি-কাঠি। আনহাতে মৌজাখনত এনে কিছুসংখ্যক মহান ৰাজনীতিবিদৰ জন্ম হৈছে যিসকলে অসমৰ ৰাজনীতিতো ভোটাতৰা ৰূপে পৰিগণিত হ'ব পাৰিছে। এই সকল হ'ল- বেলশৰৰ তৰুণ সেন ডেকা, ডাঃ ভূমিধৰ বৰ্মন, নীলমণি সেন ডেকা, ধৰ্মপুৰ সমষ্টিৰ প্ৰাক্তন বিধায়ক ৰমণী বৰ্মন, চন্দ্ৰ মোহন পাটোৱাৰীৰ ঘৰ মৌজাখনত নহয় যদিও তেওঁলোকৰ ৰাজনৈতিক জীৱনত মৌজাখনৰ অৱদান বাৰুকৈয়ে সাঙুৰ খাই আছে। আকৌ সংসদীয় হিচাবে ধৰ্মপুৰ মৌজালৈ গৌৰৱ কঢ়িয়াই অনা মহান ৰাজনীতিবিদ পশ্চিম চামতা নিবাসী প্ৰয়াত তাৰাচৰণ মজুমদাৰ আৰু দ্বিজেন শৰ্মাৰ নাম আমি লবই লাগিব। এই আটাইকেইজন ৰাজনীতিবিদৰ সদিচ্ছাতে ধৰ্মপুৰ মৌজাখন আজি জাকত জিলিকা হৈ উঠিছে।

**অসম আন্দোলনৰ ছহিদ ঃ** ছবছৰীয়া অসম আন্দোলনৰ সময়তো বৃহত্তৰ বেলশৰ অঞ্চলৰ ৰাইজৰ অংশগ্ৰহণ আছিল উল্লেখনীয়। ১৯৮৩ চনৰ ৮ ফেব্ৰুৱাৰীত বেলশৰত উলিওৱা কৃষক সমদলৰ ওপৰত আৰক্ষীৰ গুলীচালনাত পিপলীবাৰীৰ বীৰেন্দ্ৰ নাৰায়ণ দাস, মহেশ তালুকদাৰ, প্ৰতাপ বৰ্মন, বড়ীৰ শ্ৰীকান্ত বৰ্মন আৰু বৰ্ণিবাৰীৰ কাঞ্চাৰাম দাস নিহত হয়। এই পঞ্চ ছহিদৰ স্মৃতি বেলশৰবাসীৰ মনত আজিও সজীৱ হৈ আছে। বেলশৰ অঞ্চলৰ আন কেইগৰাকীমান ছহিদ হ'ল ভুৱন গোস্বামী, ৰমেশ বৰ্মন, পানীগাঁৱৰ পৰশুৰাম হালৈ, বাটসৰৰ সুভাষ শৰ্মা আৰু ককয়াৰ গৌৰীকান্ত হালৈ।

# লোকজীৱনত ওজাপালি আৰু বেলশৰ অঞ্চলত ইয়াৰ প্ৰসাৰ

বিপিন চন্দ্ৰ ডেকা

### লোকজীৱনত আমাৰ ওজাপালি

অজ্ঞানতাৰ এন্ধাৰ ফালি মানুহে যেতিয়া সভ্যতাৰ জখলাৰে বগাবলৈ ধৰিলে, তেতিয়াৰে পৰা উদ্ভৱ হ'ব, ধৰিলে ন ন উৎসৱ-পাৰ্বণৰ। উৎসৱ-পাৰ্বণেৰে ধৰ্মীয়, সাংস্কৃতিক বা সামাজিক পৰম্পৰা ৰক্ষা কৰি অতীতৰ পৰা অবিৰতভাৱে লোকসমাজক বিমল আনন্দ দি আছে। এই উৎসৱবোৰক দুভাগত বিভক্ত কৰিব পাৰি। এবিধ ব্যক্তিগত আৰু আনবিধ ৰাজহুৱা বা সমূদীয়া। ব্যক্তিগত উৎসৱ-পাৰ্বণবোৰ একোটা পৰিয়ালৰ উদ্যোগত পালন কৰা হয়। ৰাজহুৱা উৎসৱবোৰ কোনো ৰাজহুৱা স্থান, যেনে মঠ-মন্দিৰ, দেৱালয়, সত্ৰ, নামঘৰ আদিত উদ্‌যাপিত হয় সংশ্লিষ্ট ৰাইজৰ পূৰ্ণ-সহযোগত। প্ৰকৃততে চাবলৈ গ'লে এইবোৰ আমাৰ অকল ধৰ্মীয় স্থানেই নহয়। এইবোৰ অসমৰ বাৰে-ৰহণীয়া কৃষ্টি-সংস্কৃতিৰ কঠিয়াতলী। উৎসৱ-পাৰ্বণবোৰ উদ্‌যাপন কৰোতে অসমৰ অন্যতম প্ৰাচীন কলাশৈলী ওজাপালিও অনুষ্ঠিত হয়। উল্লেখযোগ্য যে দুৰ্গাপূজা, কালীপূজা আদিত ওজাপালি এক অপৰিহাৰ্য অংগ।

আমাৰ লোকজীৱনক বিমল আনন্দ দিব পৰা ওজাপালি এবিধ অতি আকৰ্ষণীয় পৰিৱেশ্য কলা। ইয়াৰ লগত ধৰ্মীয় সাংস্কৃতিক, আৰু সামাজিক দিশ জড়িত হৈ থকা বাবে অতীজৰে পৰা লোকজীৱনৰ লগত ওজাপালিৰ এক নিবিড় সম্পৰ্ক আছে। পিছে অসমত কেতিয়াৰ পৰা ওজাপালিৰ উদ্ভৱ হ'ল, সঠিকভাৱে তাক ঠাৱৰ কৰিব নোৱাৰিলেও কিছুমান তথ্যৰ ওপৰত নিৰ্ভৰ কৰি ইয়াৰ প্ৰাচীনত্বৰ উমান পাব পাৰি। বনমালী দেৱৰ (খ্ৰীঃ ৯ম শতিকা) তাম্ৰলিপিত ওজাপালিৰ প্ৰচলন থকাটোৰ আভাস পোৱা যায়। আনহাতে প্ৰাচীন কামৰূপৰ বিশিষ্ট পণ্ডিত বেদাচাৰ্যই ( খ্ৰীঃ ১৩শতিকা) ৰচনা কৰা 'স্মৃতি ৰত্নাকৰ' গ্ৰন্থয়ো ওজাপালিৰ প্ৰচলনৰ বিষয়ে কিছু তথ্য যোগায়। আনহে নালাগে, শ্ৰীমন্ত শংকৰদেৱৰ শ্ৰাদ্ধানুষ্ঠানত ওজাপালি অনুষ্ঠিত হোৱা কথাটো প্ৰসিদ্ধ গৱেষক উপেন্দ্ৰ চন্দ্ৰ লেখাৰু সম্পাদিত 'কথাগুৰু চৰিত'ত উল্লেখ আছে। অসমৰ চাৰিজনা বৈষ্ণৱ গুৰুৰ অন্যতম দামোদৰদেৱৰ আদ্যশ্ৰাদ্ধতো ব্যাসৰ ওজাপালি অনুষ্ঠিত হোৱাৰ কথা ৰামৰায়ৰ 'গুৰুলীলা' ত পোৱা যায়। এইবোৰ দৃষ্টান্তৰ পৰা ওজাপালি অনুষ্ঠানে যে লোকসমাজত অতীজৰে পৰা বিশেষ স্থান পাই আহিছে, তাক সহজে ঠাৱৰ পৰিব পাৰি।

ধৰ্মীয় ধ্যান-ধাৰণা আৰু মনোৰঞ্জনৰ এক পৰিপুষ্ট আহিলা হিচাপে লোকসমাজত ইয়াৰ প্ৰচলন আছিল অতি ব্যাপক। ঘাইকৈ গোৱালপাৰা, অবিভক্ত কামৰূপ আৰু দৰং জিলাত বিভিন্ন উৎসৱ-অনুস্থানত ওজাপালিৰ গীত-পদ সভক্তিৰে ৰাইজ তথা দৰ্শকৰ সন্মুখত পৰিৱেশিত হৈছিল।

বিষয়বস্তুৰ ফালৰপৰা ফহিয়াই চালে ওজাপালি অনুষ্ঠানক ঘাইকৈ দুভাগত ভগাব পাৰি। এবিধ বিয়াহ গোৱা ওজাপালি বা বিয়াহৰ ওজাপালি আৰু আনবিধ



সুকনান্নী ওজাপালি। প্ৰথমবিধত ৰামায়ণ, মহাভাৰত আৰু পুৰাণৰ মনোৰঞ্জক কাহিনীক আশ্ৰয় কৰি গীত-পদ পৰিৱেশন কৰা হয়, অৰ্থাৎ এইবোৰ মহাকাব্য-আশ্ৰয়ী। বিয়াহৰ ওজাপালিত প্ৰধানকৈ বিষ্ণু বা কৃষ্ণৰ মহিমা প্ৰকাশ কৰা হয়। দ্বিতীয়বিধ ওজাপালিত প্ৰধানকৈ মনসা বা পদ্মা বা বিষহৰী পূজাৰ লগত জড়িত গীত-পদ পৰিৱেশন কৰা হয়। সুকবি নাৰায়ণদেৱে ৰচনা কৰা পদ্মাপুৰাণৰ গীত পৰিৱেশন কৰা হেতুকে এই শ্ৰেণীৰ ওজাপালিক সুকনান্নী ওজাপালি আখ্যা দিয়া হৈছে। এই শ্ৰেণীৰ ওজাপালিয়ে যিহেতু মহাকাব্যৰ কোনো কাহিনী গীত-পদত পৰিৱেশন নকৰে। সেয়েহে ইয়াক মহাকাব্য-অনাশ্ৰয়ী ওজাপালি বুলিবও পাৰি।

ওজাপালি অনুষ্ঠানত ঘাই ভূমিকা লোৱা শিল্পীজনক ওজা আৰু বাকীবোৰক পালি বোলা হয়। পালি দুই প্ৰকাৰৰ— (১) দাইনা পালি আৰু (২) সাধাৰণ পালি। ওজাই পদ লগাই দিয়ে আৰু পালিসকলে সেই পদ নিৰ্দিষ্ট সুৰত একেলগে গায়। ওজাপালিয়ে গীত, নৃত্য, বাদ্য, ৰাগ, লয় আৰু মুদ্ৰাৰ সু-সমন্বয়ত গীত-পদ পৰিৱেশন কৰা বাবে ইয়ে লোকসমাজক সহজে আকৰ্ষণ কৰে।

একোজন ওজাই পদৰ অৰ্থ প্ৰকাশক কিছুমান মুদ্ৰাও ব্যৱহাৰ কৰে। সেইবোৰৰ কেইটামান হ'ল— হংসিনী, অৰ্ধচন্দ্ৰ, বীণা, ধনু, অঞ্জলি, চক্ৰ, গদা, শংখ, কেশবন্ধন, পক্ষী, ছত্ৰ, আলিংগন। ওজাপালি অনুষ্ঠানত অকল মুদ্ৰাৰেই যে আৱশ্যকতা আছে, এনে নহয়; ৰাগ-ৰাগিণীৰো ব্যৱহাৰ হয়। ভাৰতীয় মাৰ্গীয় সংগীত পৰম্পৰাৰ আৰ্হিত ওজাপালিৰ জন্ম হোৱা বাবে ৰাগ-ৰাগিণীৰ প্ৰভাৱ অতি স্পষ্ট। ৰাগ-ৰাগিণীৰ সংখ্যাৰ ক্ষেত্ৰত পণ্ডিতসকলৰ মাজত কিছু গড়-মিল থাকিলেও সৰহসংখ্যক পণ্ডিতৰ মতে ৰাগৰ সংখ্যা ছয় আৰু ৰাগিণীৰ সংখ্যা ছত্ৰিশ। কিন্তু বৰ্তমান সময়ত সম্পূৰ্ণ ৰাগ-ৰাগিণীৰ ব্যৱহাৰ কৰিব পৰা ওজাৰ সংখ্যা তেনেই তাকৰ। এতিয়া সেই ছয় ৰাগ (ভৈৰৱ, সাৰাংগ, মালৱ, হিন্দোল, দীপক আৰু মেঘ) ৰ ভিতৰত সাৰংগ ৰাগ আৰু কেইটামান ৰাগিণীহে ওজাপালিয়ে গাব পাৰে। সংগীত বিশেষজ্ঞসকলৰ মতে পুৰুষানুক্ৰমে মুখ বাগৰি আহোঁতে আহোঁতে মূল ৰাগৰ অনেক তাৰতম্য ঘটাটো অতি স্বাভাৱিক।

সেইবোৰ যিয়েই নহওক, উল্লিখিত দৰং, অবিভক্ত কামৰূপ, গোৱালপাৰা জিলাত ওজাপালি অনুষ্ঠানৰ প্ৰচলন আজিও বিদ্যমান। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ বহুল প্ৰচলন নোহোৱা লোকসমাজত লোক পৰম্পৰা অনুসৰি বিভিন্ন উৎসৱ-পাৰ্বণত ওজাপালিয়ে (বিয়াহৰেই হওক বা সুকনান্নীয়েই হওক) গঞা ৰাইজৰ ধৰ্মীয়, সাংস্কৃতিক আৰু সামাজিক তাগিদা পূৰ কৰি আছে। দৰ্শক ৰাইজৰ দৃষ্টি ওজাপালি দলটোৰ আপাদমস্তক বিয়পে। দৰ্শক ৰাইজে অতি আগ্ৰহেৰে ওজাপালি দলটোৰ মুদ্ৰা-গীত-পদ প্ৰক্ষেপণলৈ অনিমেষ নেত্ৰে চকু দিয়ে। তেওঁলোকৰ মনত সেইজন ওজা ভাল, যিয়ে

'হাতে মুদ্ৰা, মুখে পদ, পাৱে ধৰে তাল।
ময়ূৰ সদৃশ নাচে, সেহি ওজা ভাল।।"

ওজাজনে দাইনাপালিৰ সহায়ত গীতৰ বিষয়বস্তু সহজ-সৰলভাৱে বুজাই দিয়ে। মাজে-সময়ে দাইনা পালিয়ে প্ৰাসংগিকভাৱে সমজুৱাক হঁহুৱাবলৈ হাস্যৰসৰো উদ্ৰেক কৰে। শ্ৰদ্ধেয় কালিৰাম মেধি ডাঙৰীয়াই ভাওনাৰ স্থান নিৰ্ণয় কৰোতে কৰা উক্তিষাৰ 'ভাওনাৰ স্থান লোক সংগ্ৰহ, লোকস্থিতি আৰু লোকৰঞ্জন' ওজাপালিৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিব পাৰি।

সেইহেতুকে কোনো লোকে নিজৰ ল'ৰা-ছোৱালীৰ জন্মদিনত, পৰিয়ালৰ মৃত ব্যক্তিৰ আদ্যশ্ৰাদ্ধ আদিত ওজাপালি দলক আমন্ত্ৰণ কৰি সবাহ পাতে। উল্লিখিত ৰাজহুৱা উৎসৱ-পাৰ্বণৰতো কথাই সুকীয়া। মুঠৰ ওপৰত অসমৰ বাৰে-ৰহণীয়া কৃষ্টিৰ পথাৰখনত ওজাপালিৰ প্ৰাসংগিকতা কোনেও নুই কৰিব নোৱাৰে। আজি আমাৰ নৱপ্ৰজন্মই লোকগীত, পুতলা নাচ, ওজাপালি আদিৰ প্ৰতি অনীহা প্ৰকাশ কৰাৰ এটি অবাঞ্ছিত বাতাৱৰণে সমাজখনক ছানি ধৰিলেও অসমৰ সংস্কৃতিবান ব্যক্তিৰ উদ্যোগত সেই অনীহা অদূৰ ভৱিষ্যতে নাইকীয়া হোৱাটো আশা কৰিব পাৰি।

এতিয়া আগবঢ়াইছোঁ এটি চমু আলোচনা, আমাৰ ওজাপালি দলবিলাকৰ বিষয়ে। বিশেষকৈ বেলশৰ অঞ্চলত ওজাপালিৰ গীত-পদ প্ৰদৰ্শন কৰি ৰাইজৰ চেনেহ বুটলিবলৈ সক্ষম হোৱা কেইটামান দলৰ বিষয়ে।

পঞ্চাশৰ দশকত আমি যেতিয়া পঢ়াশলীয়া ছাত্ৰ আছিলোঁ, তেতিয়া ৰাষ্ট্ৰীয় বঁটাপ্ৰাপ্ত বৰেণ্য ঢুলীয়া মোহন ভাৱৰীয়াৰ জন্ম গাঁও কৈহাটীৰ সুকনান্নী ওজা নৰো বৰ্মনৰ ওজাপালি অনুষ্ঠান প্ৰত্যক্ষ কৰাৰ সুযোগ পাইছিলোঁ আমাৰ নিজ গাঁও জাগাৰাত। সেই সময়ত আমাৰ এই অঞ্চলত মনসা পূজাৰ বহুল প্ৰচলন আছিল। সেইবাবেই এই ওজাপালি দলৰ অনুষ্ঠান কেবাবাৰো দেখাৰ সৌভাগ্য ঘটিছিল। নৰো ওজা আছিল অতি নিপুণ। গীত, নৃত্য, মুদ্ৰা আদিয়ে লোকসমাজক অতিকৈ আকৰ্ষণ কৰিছিল। জাগাৰাৰ ধনীৰাম ৰাজবংশী (ধইনা দাইনাপালি) য়ে তেওঁৰ লগত ৰজিতা খুৱাই দাইনাপালিৰ সঠিক ভাও দিছিল। ধইনা-দাইনা পালিৰ অংশগ্ৰহণে নৰো ওজাৰ দলটিক সোণত সুৱগা চৰাইছিল। নৰো ওজাতকৈ কিছু চুটি-চাপৰ ধাতু ওজায়ো (কৈহাটী গাঁৱৰ) ৰাইজক সমানে আপ্লুত কৰিব পাৰিছিল। তেওঁৰ লগত দাইনাপালি হিচাপে ভাও দিছিল বিষ্টুৰাম দাইনাপালিয়ে। কৈহাটীৰ ওজাপালিৰ ধাৰাটোক এতিয়াও সজীৱ কৰি ৰাখিছে মদন ওজাই।

উল্লেখ্য যে বেলশৰত জন্মগ্ৰহণ কৰা নৰো ওজাই অকল সুকনান্নীৰ পদকে পৰিৱেশন কৰা নাছিল— তেওঁ গান্ধীবাদ আৰু মাৰ্ক্সবাদৰ কথাবোৰো সহজ-সৰল গীত-পদ যোগে ৰাইজক শুনাইছিল। আমি ছাত্ৰ অৱস্থাত তেনে এজন গুণীজ্ঞানী ওজাৰ পদ শুনি সঁচাকৈয়ে ধন্য মানিছিলো। তেওঁৰ লগত পদ সংগত কৰা ৰঙো দাইনা পালিৰ অভিনয়, কথনভংগীও আছিল অতুলনীয়। বৰ্তমান বেলশৰ (বিল্বেশ্বৰ)ৰ ৰমোহন ওজা আৰু বিচিত্ৰ ওজাই ওজাপালিৰ দুটা দলক নেতৃত্ব দি আছে।

বেলশৰৰ নাতিদূৰত অৱস্থিত হৰিদেৱী সত্ৰ সংস্কৃতিৰে সমৃদ্ধ জাগাৰা ওজাপালিৰ ক্ষেত্ৰত অতি আগবঢ়া বুলিব পাৰি। ইয়াত বিয়াহৰ ওজাপালি আৰু সুকনান্নী ওজাপালিৰ কেইবাটাও দল থকা বাবেই নেকি জাগাৰাৰ বিয়াহৰ ওজাপালি (ভাৰৱীয়া) ৰ এটি বিশেষ সুনাম আছে। ভাৰৱীয়া দলৰ প্ৰথম বাটকটীয়া আছিল বগাৰাম ভাইৰা আৰু ঠেঙলা শীল আৰু গুণেশ্বৰ বৈশ্যৰ সহযোগিতাই ভাৰৱীয়া দলটিক সৰ্বাংগসুন্দৰ কৰি তুলিছিল। বিশৰ দশকত বিখ্যাত হৈ পৰা কিঙ্কিতৰাম শীল আৰু গন্ধোৰাম শীল (ভাতৃদ্বয়) ৰ দ্বাৰা পৰিচালিত ভাৰৱীয়া দলে লোকসংস্কৃতিৰ

বৰপথাৰখন জীপাল কৰি তুলিছিল। এওঁলোক দুয়োজনাৰ আদৰ্শ গ্ৰহণ কৰি জাগাৰাৰ হৰিদাস বৈশ্য (ওজা) আৰু দুৰ্গেশ্বৰ বৈশ্য (দাইনাপালি) য়ে নিজ নৈপুণ্য প্ৰকাশ কৰিবলৈ সক্ষম হৈছিল। বৰ্তমান জাগাৰাত ব্যাসৰ ওজাপালি হিচাপে সত্য বেজবৰুৱা (ওজা), প্ৰতাপ বেজবৰুৱা (দাইনাপালি), শম্ভুৰাম বৈশ্য (দাইনাপালি) নীৰেন বৈশ্য (ওজা) আদিয়ে নতুনচামক লৈ ভাৱৰীয়া ওজাপালিৰ ধাৰাবাহিকতা অটুট ৰাখিবলৈ সমৰ্থ হৈছে।

আনহাতে সুকনান্নী ওজাপালিৰ ক্ষেত্ৰতো জাগাৰা আগবঢ়া। অসমৰ বিভিন্ন স্থানত ওজাপালি প্ৰদৰ্শন কৰি সুনাম কঢ়িয়াই অনা ওজা দেৰেন বৈশ্য আৰু দাইনাপালি ধনীৰাম ৰাজবংশী আছিল এটি মুদ্ৰাৰ ইপিঠি-সিপিঠি। দুয়োৰে কথনভংগী, নৃত্যশৈলী আছিল অপূৰ্ব। আজিও জনমানসত দুয়োৰে স্মৃতি সজীৱ হৈ আছে। বৰ্তমান জীৱিতসকলৰ ভিতৰত সনাৰাম বৈশ্য, চন্দ্ৰ বৈশ্য (ভাতৃদ্বয়), ই ওজা হিচাপে, আৰু দেৰেন ডেকাই দাইনাপালি হিচাপে ৰাইজৰ মাজত প্ৰীতিভাজন হ'ব পাৰিছে। ককয়া গাঁৱৰ কেশৱ ডেকাৰ ওজাপালি দলটিও ক্ৰমে জনপ্ৰিয় হৈ উঠিছে। উল্লিখিত গাঁওবোৰৰ উপৰি পশ্চিম নলবাৰী অঞ্চলৰ আনকেবাটাও সুকনান্নী ওজাপালি দলে বৰ্তমান গীত-পদ প্ৰদৰ্শন কৰি আহিছে। ১৯৭৯ চনত ফুলগুৰিৰ সৰ্বেশ্বৰ বৰ্মনৰ নেতৃত্বত এটি ওজাপালি দলৰ জন্ম হয়। এওঁৰ দাইনাপালি হ'ল ৰমনী বৰ্মন। বাউসীপাৰাত ২০০০ চনত মহানন্দ ৰাজবংশী (ওজা), সৰিয়হতলীত ১৯৭০ চনত ৰত্নেশ্বৰ কলিতা (ওজা), ধনতলাত ১৯৯৫ চনত বিনয় ৰাজবংশী (ওজা) ৰ নেতৃত্বত ওজাপালিৰ দল গঠিত হৈছে।

উল্লেখযোগ্য যে সত্তৰৰ দশকত মুকালমুৱাৰ নাতিদূৰত কালদি গাঁৱত দেৱযানী ৰাজবংশীৰ (ওজা) নেতৃত্বত এটি ওজাপালি দলৰ জন্ম হৈছে। দেৱযানী ৰাজবংশীক প্ৰশিক্ষণ দিছিল তেওঁৰ স্বামী ধনীৰাম ৰাজবংশী (দাইনাপালি)য়ে। এই দলটিয়ে এতিয়া বিভিন্ন উৎসৱ-পাৰ্বণত গীত-পদ পৰিৱেশন কৰি সুকনান্নী ওজাপালি ধাৰাটোক এটি সুকীয়া মৰ্যাদা দান কৰিছে।

বিশেষজ্ঞৰ দৃষ্টিৰে নহয়, সাধাৰণভাৱে হ'লেও ক'ব পাৰি যে ওজাপালি অনুষ্ঠান এক পৰম্পৰা। এই পৰম্পৰাত পৰিৱৰ্তন অহাটো একো অস্বাভাৱিক নহয়। ইয়াৰ মৌলিকতাত কোনো ক্ষতিকাৰক আঁচোৰ নপৰাকৈ পৰিৱৰ্তন বা পৰিবৰ্দ্ধন হ'লেও লোক-সংস্কৃতি ৰুদ্ধ হৈ নাযায়। তথাপি আমাৰ পৰম্পৰাগত ওজাপালি অনুষ্ঠানটিক সজাই-পৰাই 'জগত অনুষ্ঠান' লৈ নিয়াৰ প্ৰতিশ্ৰুতিৰে প্ৰস্তুতি চলাওঁ আহক।


*প্ৰসংগপুথি—*

*(১) অসমীয়া সাহিত্যৰ ৰূপৰেখা— ড° মহেশ্বৰ নেওগ।*

*(২) অসমৰ ওজাপালি— ড° নবীন চন্দ্ৰ শৰ্মা।*

*(৩) কথাগুৰু চৰিত— উপেন্দ্ৰ চন্দ্ৰ লেখাৰু (সম্পাঃ)*

*(৪) অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা— মনোৰঞ্জন শাস্ত্ৰী।*


## অসম সাহিত্য সভাৰ প্ৰথম

প্ৰতিষ্ঠা ঃ ১৯১৭ চন, পঞ্জীয়ন ঃ ১৯২৪ চন
কেন্দ্ৰীয় কাৰ্যালয় ঃ চন্দ্ৰকান্ত সন্দিকৈ ভৱন, মুকলি ১৯২৪ চন।
গুৱাহাটী কাৰ্যালয় ভগৱতী প্ৰসাদ বৰুৱা ভৱন, মুকলি ১৯৬৫ চন।
আঞ্চলিক কাৰ্যালয় ঃ ডিফুৰ ৰাংছিনা ভৱন মুকলি ১৯৮৪ চন।
সংগীতাচাৰ্য লক্ষ্মীৰাম বৰুৱা সদন, মুকলি ১৯৮৪ চন।
ধুবুৰী আঞ্চলিক কাৰ্যালয়, মুকলি ১৯৯৮ চন।
প্ৰথমগৰাকী সভাপতি ঃ সাহিত্য কাণ্ডাৰী পদ্মনাথ গোহাঞি বৰুৱা।
প্ৰথমগৰাকী প্ৰধান সম্পাদক ঃ শৰৎ চন্দ্ৰ গোস্বামী।
প্ৰথমগৰাকী অভ্যৰ্থনা সমিতিৰ সভাপতি ঃ গুঞ্জানন বৰুৱা।
প্ৰথম বুৰঞ্জী সন্মিলনৰ সভাপতি ঃ হিতেশ্বৰ বৰবৰুৱা, ১৯২৫, নগাঁও।
প্ৰথম সংগীত শাখাৰ সভাপতি ঃ ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, ডিব্ৰুগড়, ১৯২৪।
প্ৰথম দৰ্শন শাখাৰ সভাপতি ঃ ষড়ানন তৰ্কতীৰ্থ, ধুবুৰী, ১৯৬২ চন
প্ৰথম অৰ্থনীতি শাখাৰ সভাপতি ঃ উমাকান্ত গোস্বামী, গুৱাহাটী, ১৯৩৭ চন।
প্ৰথম পুথিভঁৰাল শাখাৰ সভাপতি ঃ বামেশ্বৰ বৰুৱা, গুৱাহাটী, ১৯৩৭ চন।
প্ৰথম প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰোঁতা ঃ ছাৰ চৈয়দ চাদুল্লা, শিৱসাগৰ, ১৯৪৪ চন।
প্ৰথম বিজ্ঞান শাখাৰ সভাপতি ঃ জীৱন ৰাম ফুকন, ডিব্ৰুগড়, ১৯৪৭ চন।
প্ৰথম সংবাদ সাহিত্য সন্মিলনৰ সভাপতি ঃ বেণুধৰ শৰ্মা, ডিব্ৰুগড়, ১৯৬৭ চন।
প্ৰথম আলোচনাচক্ৰৰ সভাপতি ঃ হলীৰাম ডেকা, তিনিচুকীয়া, ১৯৫৮ চন।
প্ৰথম কবি সন্মিলনৰ উদ্যোক্তা ঃ আনন্দ চন্দ্ৰ বৰুৱা, যোৰহাট, ১৯৫৫ চন।
প্ৰথম কবি সন্মিলনৰ সভাপতি ঃ যজ্ঞেশ্বৰ শৰ্মা, নগাঁও, ১৯৫৯ চন।
প্ৰথম স্মাৰক বক্তৃতাৰ বক্তা ঃ ড° সুনীতি কুমাৰ চট্টোপাধ্যায়, যোৰহাট, ১৯৪৮ (প্ৰতিভাদেৱী স্মাৰক বক্তৃতা)
প্ৰথম লেখক শিবিৰ ঃ গুৱাহাটী, ১৯৭৩ চন
প্ৰথম শিশু সাহিত্য কৰ্মশালা ঃ ডিগবৈ ১৯৭৮ চন
প্ৰথম নাট্য কৰ্মশালা ঃ ডিব্ৰুগড়, ১৯৮২ চন
অসম সাহিত্য সভাৰ প্ৰতীকৰ চানেকি অংকন কৰোঁতা ঃ যুগল দাস।



# নলবাৰী জিলাৰ উত্তৰ অঞ্চলৰ জনজীৱনৰ এটি অৱলোকন

**বদ্ৰী গুৰাগাঞী**




নলবাৰী জিলাৰ উত্তৰ অঞ্চল বুলিলে বৰ্তমান বি টি এ ডিৰ অন্তৰ্গত বা' জিলাৰ ভাৰত-ভূটান সীমান্ত অঞ্চলকে বুজা হয়। পূবে নাগ্ৰিজুলি গুৰাবাৰীৰ পৰা পশ্চিমে মুছলপুৰ-ডুমুনী-নিকাছিলৈ প্ৰায় ২০-২৫ কিলোমিটাৰ পটি এটাৰ দৰে অঞ্চলত বিভিন্ন ভাষা-ভাষী, ধৰ্মীয় মতাদৰ্শৰ খিলঞ্জীয়া লোক বাস কৰে। নেপালী, বড়ো, চাওতাল, মুণ্ডা, ওৰাং, আদিবাসী, ৰাভা, বঙালী, বিহাৰী সম্প্ৰদায়ৰ লোকে অসমীয়াভাষী মানুহৰ সৈতে মিলাপ্ৰীতিৰে যুগ যুগ ধৰি বসবাস কৰি আহিছে। এই অঞ্চলসমূহলৈ নলবাৰী সদৰৰ পৰা বিভিন্ন পথেৰে নিতৌ কেবাখনো যাত্ৰীবাহী বাহন (বাছ, ছুম', টেঁা) চলাচল কৰে যদিও সেইবোৰ ঠাইলৈ যোৱা বাট-পথৰ অৱস্থা একেবাৰে শোচনীয়। এই ঠাইবোৰৰ দূৰত্ব নলবাৰী চহৰৰ পৰা ৩০-৫০ কিলোমিটাৰৰ ভিতৰত। কিন্তু গন্তব্য স্থান পাবলৈ যাত্ৰীবাহী বাছবোৰে দুই-আঢ়ৈ ঘণ্টা সময় লয়েই। যাতায়াতৰ এনে দুৰ্যোগৰ বাবে অঞ্চলটো প্ৰাকৃতিক সম্পদত চহকী যদিও অঞ্চলটোৰ লোকে আৰ্থিক স্বাৱলম্বনৰ বাবে কঠোৰ শাৰীৰিক শ্ৰম কৰিও সফল হ'বগৈ পৰা নাই। ভাৰত-ভূটান আন্তঃৰাষ্ট্ৰীয় সীমান্ত সংলগ্ন এই অঞ্চলক বাস্কা বুলি আদিতে লোকে অৱহেলাৰ দৃষ্টিৰে চাইছিল। বি টি এ ডি গঠনৰ পিছত অঞ্চলটো বা' জিলাৰ অধীনলৈ আহে। বিশেষভাৱে নেপালী, মদাহী, বড়ো, আদিবাসী আদি লোকে বিভিন্ন ঠাইত গাঁও পাতি বসবাস কৰিআহিছে। নেপালী আৰু মদাহী লোকৰ সৰহভাগেই হিন্দুধৰ্মীয় লোক। বড়ো আৰু আদিবাসী লোকৰ হিন্দু আৰু খ্ৰীষ্টান উভয় ধৰ্মৰ লোকে য'তে ত'তে বসবাস কৰি আছে। তাৰোপৰি অঞ্চলটোত হিন্দু বঙালী আৰু অসমীয়াভাষী মুছলমান লোকৰ সংখ্যাও একেবাৰে কম নহয়। অঞ্চলটোৰ বিভিন্ন গাঁওত বসবাস কৰি থকা অসমীয়াভাষী লোকসকলেও এক গুৰুত্বপূৰ্ণ উপাদান হিচাপে বসবাস কৰি আহিছে। বিভিন্ন জনগোষ্ঠীয় লোকে অসমীয়াভাষাৰ মাধ্যমেৰে ভাৱৰ আদান প্ৰদান কৰে। অঞ্চলত অনুষ্ঠিত সভা-সমিতি, মেল-মিটিং, নাটক-ভাওনা আদিত অসমীয়া ভাষাৰ প্ৰাধান্য বেছি। এই অঞ্চলত অসমীয়া আৰু বড়ো মাধ্যমৰ প্ৰাদেশীকৃত আৰু ভেঞ্চাৰ স্কুল আছে। তাৰোপৰি ব্যক্তিগত খণ্ডত গঢ়ি উঠা কেবাখনো ইংৰাজী মাধ্যমৰ বিদ্যালয়ো চলি আছে।

ৰঙালী বিহু আৰু ৰংজালী বৈশাগুৰ মহত্ত্ব আৰু গুৰুত্ব এই অঞ্চলৰ সকলো লোকেই উপলব্ধি কৰে। ব'হাগত বসন্তৰ বা লাগি সকলো জনগোষ্ঠীয়ে আনন্দত আত্মহাৰা হয়। ব'হাগ মাহত শাৰী শাৰী বিহুৱা ডেকা-গাভৰুৱে আগে-পিচে খাম, চেৰ্জা, চিফুং বজাই বজাই বড়ো যুৱক-যুৱতীয়েও বতৰৰ উৎসৱ পালন কৰে। আদিবাসী ডেকা-ডেকেৰীৰ দলেও ঝুমইৰ তালে তালে মাদলৰ শব্দত আত্মহাৰা হৈ থাকে ব'হাগ মাহত। ইয়াৰ উপৰি অঞ্চলটোৰ লোকে বসন্ত

উৎসৱ, ভানু জয়ন্তী, শংকৰ জয়ন্তী, দুৰ্গাপূজা, শ্যামা পূজা, ৰাস, ছট পূজা, কৰম পূজা আদি উৎসৱসমূহো উপভোগ কৰে, উদ্‌যাপন কৰে। এইসমূহ উৎসৱৰ মাজত কেতিয়াবা জনগোষ্ঠীয় সংগঠনসমূহৰ অধিৱেশন, বছৰেকীয়া সন্মিলন আদিয়েও উৎসৱমুখৰ পৰিৱেশ সৃষ্টিত অৰিহণা যোগাই আহিছে।

**নেপালী জনগোষ্ঠী ঃ** নলবাৰী জিলাৰ উত্তৰ অঞ্চলৰ ভূটান সীমান্তৱৰ্তী গাঁওসমূহতে গৰিষ্ঠসংখ্যক নেপালী জনগোষ্ঠীৰ লোকৰ বসতি। নেপালীভাষী লোকক গোৰ্খা বুলি জনা যায়। তেওঁলোকৰ প্ৰধান উৎসৱ হ'ল শৰতকালত দুৰ্গা পূজাৰ সৈতে পালন কৰা 'বড়া দচঁই'। বড়া দচঁই হ'ল নেপালী লোকৰ আৱেগ-অনুভূতি জড়িত লোকউৎসৱ। এই উৎসৱত ভালেখিনি টকা-পইচা খৰচ কৰে। আৰ্থিকভাৱে দুৰ্বল লোকেও বড়া দচঁইৰ সময়ত খৰচ কৰিব লাগে বুলি নাখাই-নবৈ সাঁচি ৰাখে। পৰিয়ালৰ সকলো লগ হৈ এসাঁজ তৃপ্তিৰে খোৱা, নতুন কাপোৰ এযোৰ লোৱা, বয়সস্থ আত্মীয় লোকৰ পৰা বছৰটোৰ মংগলৰ বাবে আশীৰ্বাদ লোৱা আদি সকলো আশা নেপালী বড়াদচঁই উৎসৱে কঢ়িয়াই আনে। সেইকেইদিন নেপালী আঢ্যৱন্ত লোকৰ ঘৰ জী-জোঁৱাই, ভাগিন-ভতিজা আদি সম্পৰ্কীয় লোকেৰে ৰজনজনাই থাকে। পৰিয়ালৰ মুখীয়াল লোকে বিজয়া দশমীৰ দিনা সকলোকে বহুৱাই লৈ প্ৰত্যেকৰে কপালত দৈ-সনা চাউলত গোলাপী ৰং মিহলাই ফোঁট দি আশীৰ্বাদ দিয়ে। দ্ৰোণাচাৰ্যৰ পুত্ৰৰ দৰে তোমাৰ আয়ুস হওক, দশৰথৰ দৰে তোমাৰ শ্ৰীবৃদ্ধি হওক, ৰাঘৱৰ দৰে তোমাৰো শত্ৰু নিপাত যাওক, নহুচ ৰজাৰ দৰে তোমাৰ ঐশ্চৰ্য চাৰিওফালে বিয়পি পৰক ইত্যাদি আশীৰ্বাদ শ্লোক মাতি জ্যেষ্ঠই কনিষ্ঠক ফোঁট দিয়ে।

'আয়ু দ্ৰোণ সুতে শ্ৰীয়ম দশৰথে শত্ৰু ক্ষয়ম ৰাঘৱে
ঐশ্চৰ্যম নহুচে গতিশ্চ পৱনে মানন চ দুৰ্যোধনে।
দানম সূৰ্য সুতে বলম হলধৰে সত্যন চ কুন্তী সুতে
বিজ্ঞানী বিদূৰে ভৱতি ভৱতাম কৃতিশ্চ নাৰায়ণে।' ইত্যাদি...।

নেপালী লোকে পালন কৰা আন এটি উল্লেখ্য সামাজিক উৎসৱ হ'ল তিহাৰ। শৰতৰ লক্ষ্মী পূৰ্ণিমাৰ পিচত ত্ৰয়োদশী তিথিৰ পৰা দ্বিতীয়ালৈ পাঁচদিন ধৰি এই উৎসৱ পালিত হয়। প্ৰথম দিনটোক কাগ (কাউৰী) তিহাৰ বোলা হয়। কাগ তিহাৰৰ দিনা কাউৰীক খাদ্য আদি ছটিয়াই দিয়া হয়, যাতে ই সদায় মংগল বাৰ্তা দিয়ে। দ্বিতীয় দিনটো হ'ল কুকুৰ তিহাৰ। কুকুৰ তিহাৰৰ দিনাখন প্ৰভুভক্ত কুকুৰক ফুলৰ মালা পিন্ধাই দি ভাল খাদ্যবস্তু খাবলৈ দিয়া হয়। অমাৱস্যাৰ দিনটোক নেপালী লোকে গাই তিহাৰে অঁউসী (আউসী) বুলি নামকৰণ কৰিছে। ৰাতিপুৱাই নেপালী লোকে গা-পা ধুই গোহালিৰ গাই আৰু দামুৰীৰ গাত আৰু শিঙত তেল ঘহি-পিহি নাৰ্জিফুলৰ মালা পিন্ধায়। চাউল গুড়ি কৰি নানা ৰং মিহলাই গাইৰ শৰীৰত ফুট ফুট ফোঁট দি খাদ্য আগবঢ়ায়। ৰাতি ধন-ধান্যৰ প্ৰাচুৰ্যৰ আশা কৰি প্ৰতিঘৰ নেপালী লোকে তেলৰ চাকিৰে ঘৰ পোহৰাই লক্ষ্মীপূজা কৰে। চতুৰ্থ দিনটো হ'ল গোৰু তিহাৰ। গোৰু তিহাৰৰ দিনা হালোৱা গৰু আৰু হাল বোৱা মানুহক পূজা কৰে। পঞ্চম আৰু অন্তিম দিনটো হ'ল ভাই তিহাৰ। ভাই তিহাৰত ভগ্নীয়ে ভাতৃক পূজা কৰি তিলক পিন্ধায়। ভাতৃ আৰু ভগ্নীৰ অপূৰ্ব প্ৰেম আৰু স্নেহবন্ধনৰ আৱেগ-বিজড়িত অনুভূতিৰ বাবে নেপালী সমাজত ভাতৃ দ্বিতীয়া অৰ্থাৎ ভাই তিহাৰৰ মহত্ত্ব অতি গুৰুত্বপূৰ্ব। ভগ্নীসকলে ভাতৃৰ মংগলৰ বাবে সিদিনা ভগৱানক প্ৰাৰ্থনা জনায়। ভাতৃৰ শৰীৰত যাতে কোনোৱে আঘাত কৰিব নোৱাৰে, তাৰ বাবে ভগ্নীসকলে তেল-পানী মিহলি কৰি ভাতৃক আসনত বহুৱাই তিনিবাৰ প্ৰদক্ষিণ কৰি ঘটিৰে পানীৰ ঘেৰ দি লয়। ভগ্নীয়ে ভাতৃৰ কপালত উজ্জ্বল হোৱাকৈ দীঘলকৈ ফোঁট আঁকি দিয়ে। তাৰ পিচতে পৰস্পৰৰ উপহাৰ বিনিময় হয়। ভাই তিহাৰৰ দিনা পৰাপক্ষত নেপালী লোকে নিজৰ ঘৰৰ খাদ্য গ্ৰহণ নকৰে। ভনীয়েকসকলে যিমানে পাৰে সুস্বাদু ব্যঞ্জনেৰে আহাৰ যাচে। নেপালী তিহাৰৰ শেষৰ তিনি দিনত গাঁৱৰ যুৱক-যুৱতী আৰু বয়সীয়াল লোকে নিজৰ সমবয়স্ক দল একোটা গঠন কৰি ঘৰে ঘৰে এক বিশেষ নাম ধৰি ঘূৰি ফুৰে। এই নাম ধৰা পৰম্পৰাক 'দেউচী' বোলা হয়। দেউচী দলত অহা লোকৰ এজনে প্ৰাচীন পুৰাণ অথবা শাস্ত্ৰত থকা মনোৰম কাহিনী বৰ্ণনা কৰি যায় আৰু বাকীবোৰে সমস্বৰে প্ৰতি শব্দৰ পিচতে সংগীতৰ সুৰেৰে 'দেউচিৰে' অথবা 'দেউচিৰে ৰাম' বুলি গাই যায়। কাহিনী বৰ্ণনাৰ শেষত দলবোৰে পৰিয়ালটিৰ শান্তি-সমৃদ্ধিৰ বাবে আশীৰ্বাদ কৰি যায়। গৃহস্থয়ো নিজৰ সাধ্য অনুসৰি ধান, চাউল, চেল ৰোটি (নেপালী খাৰু পিঠা), টকা-পইচা আগবঢ়াই আদৰণি জনায়। বহুতে আকৌ নাচ-গান আদিৰ দ্বাৰাও দেউচীৰ পৰম্পৰা পালন কৰে।

পৰম্পৰাগতভাৱে নলবাৰী জিলাৰ উত্তৰ সীমাত বসবাস কৰি থকা নেপালী লোকে তেওঁলোকৰ প্ৰিয় উৎসৱ দচঁই আৰু তিহাৰ পালন কৰি থকাৰ উপৰি লোক-সংস্কৃতিৰ অন্তৰ্গত নাচ-গানসমূহো তেওঁলোকৰ মাজত প্ৰচলিত। ঝ্যাউৰে, মাৰুনী, ডম্ফু, ধাননাচ, বালন, তীজেগীত, দোহোৰী গীত আদি নেপালী লোক-সংস্কৃতিৰ অন্তৰ্গত মুখ্য নৃত্য-গীত। এই নৃত্য-গীতসমূহৰ যোগেদি অঞ্চলটোত নেপালী লোকসকলে নিজৰ কৃষ্টি জীয়াই ৰখাৰ প্ৰয়াস কৰিছে। বিভিন্ন সভা-সমিতি, উৎসৱ, পৰ্ব আৰু মাংগলিক অনুষ্ঠানসমূহত নেপালী ডেকা-গাভৰুৱে এই নৃত্য-গীতৰ পোহাৰ মেলে। আজিকালি শিক্ষিত যুৱক-যুৱতীসকলে মঞ্চত লোক-সংস্কৃতিৰ অন্তৰ্গত গীত-নাচসমূহৰ প্ৰতিযোগিতামূলক অনুষ্ঠান পাতি ইয়াৰ চৰ্চা অব্যাহত ৰাখিছে।

সাহিত্য-সংস্কৃতিৰ দিশতো এই অঞ্চলৰ নেপালী লোকে এখোজ আগুৱাই যাবলৈ প্ৰয়াস কৰিছে। ভালেমান নেপালী লেখক-কবি-সাহিত্যিকে সাহিত্য চৰ্চাত মনোনিবেশ কৰি নেপালী সাহিত্যক চহকী কৰি তোলাৰ প্ৰচেষ্টাত লাগিছে। বিশেষভাৱে '৫০ ৰ দশকৰ আগত ৰচিত নেপালী গ্ৰন্থ এই অঞ্চলত পাবলৈ নাই। সেয়ে এই অঞ্চলত আধুনিক যুগৰ নেপালী সাহিত্যহে পোৱা যায়। নেপালী উপন্যাস ৰচনাৰ ক্ষেত্ৰত এই অঞ্চলত কোনো নেপালী ঔপন্যাসিকে আত্মপ্ৰকাশ কৰা নাই যদিও নাটক, কবিতা, খণ্ডকাব্য, প্ৰবন্ধপুথি, ঐতিহাসিক গ্ৰন্থ, সাহিত্য আলোচনী, স্মৃতিগ্ৰন্থ আদি যথেষ্টসংখ্যক সাহিত্যকৃতি প্ৰকাশত অঞ্চলটোৰ লোক উৎসাহেৰে আগবাঢ়িছে। ভোলাঝাৰ, নাগ্ৰীজুলি, কুমাৰীকাটা, নবস্তি আৰু নিকাৰ্ছিৰ কবি-লেখকসকলে নেপালী সাহিত্যৰ গতি ত্বৰান্বিত কৰিবলৈ ভালেমান পুথি প্ৰকাশ কৰিছে। প্ৰয়াত পণ্ডিত শিৱৰাজ বৰালদেৱে একক প্ৰচেষ্টাৰে কবিতা সাধনা কৰিছে যদিও তেওঁৰ পিচৰ লেখকসকলে আলোচনীত প্ৰথমে আত্মপ্ৰকাশ কৰি সাহিত্যকৃতি প্ৰকাশত অনুপ্ৰেৰণা লাভ কৰিছে। তয়া চাপাগাঞী, কেদাৰকল্প লম্‌চাল,



জানকী উপাধ্যায়, নাৰদ ভট্টৰাই, গোপাল খৰ্কা, নেত্ৰভূষণ খৰ্কা, ছবিলাল দাহাল, ইন্দ্ৰপ্ৰসাদ ওঝা, বদ্ৰী গুৰাগাঞী আদি লেখকসকলে সাহিত্যৰ নানা বিষয়ক অৱলম্বন কৰি সাহিত্য চৰ্চা কৰিছে। উল্লেখযোগ্য কথাটো হ'ল— এই লেখকসকলে কম-বেছি পৰিমাণে অসমীয়া সাহিত্যও চৰ্চা কৰে। এওঁলোকৰ বহুতেই অসমীয়া ভাষাত কবিতা চৰ্চা, আলোচনী সম্পাদন, স্মৃতিগ্ৰন্থ সম্পাদন, কবিতা তথা গল্প সংকলন সম্পাদন আদি বিষয়তো মনোনিবেশ কৰি সমন্বয়ৰ বাতাৱৰণ সৃষ্টিৰ প্ৰয়াস কৰা দেখা গৈছে। বৰ্তমান সময়ত অসমীয়া ভাষাৰ উপৰি বহু লোকে বড়োভাষাও চৰ্চা কৰা দেখা যায়। এইদৰে নেপালী লোকে ভাষা-সাহিত্য-সংস্কৃতিৰ মাধ্যমেৰে উত্তৰ অঞ্চলত সমন্বয়ৰ প্ৰচেষ্টাক আদৰণি জনাইছে। আদিতে এই অঞ্চলত বসবাস কৰি অহা নেপালী লোকৰ মুখ্য জীৱিকা পশুপালন আছিল যদিও সময়ৰ পৰিৱৰ্তনৰ লগে লগে খেতিবাতি আৰু ব্যৱসায়-বাণিজ্যৰ দিশতো তেওঁলোকে মনোনিৱেশ কৰিছে। বহু লোকে চাকৰিৰ জৰিয়তেও জীৱিকা চলাই আছে। নেপালী লোক অত্যন্ত পৰিশ্ৰমী। ইয়াৰ মাজেদিয়ে তেওঁলোকে সাহিত্য-সংস্কৃতি চৰ্চা কৰি, সামাজিক দায়িত্বসমূহ নিষ্ঠাৰে পালন কৰি দেশৰ আৰু দহৰ বাবে চিন্তা কৰি গুৰুত্বপূৰ্ণ উপাদান হিচাপে ভাৰতীয় জনগণৰ লগত মিলিব পাৰিছে।

**আদিবাসী সম্প্ৰদায় ঃ** আদিবাসী সম্প্ৰদায় বুলিলে বাগানত কাম কৰা আৰু বাগানৰ বাহিৰৰ চাওতাল, মুণ্ডা তথা চাদ্ৰী ভাষা-ভাষী লোকক বুজা যায়। বহুতে এওঁলোকক চাহ মজদুৰ অথবা চাহ জনজাতি লোক বুলিও অভিহিত কৰিছে। নলবাৰী জিলাৰ ভাৰত-ভূটান সীমা সংলগ্ন অঞ্চলত আৰু চাহ বাগানবোৰত এই জনগোষ্ঠীৰ লোকে সমবাস কৰে। নলবাৰী জিলাৰ উত্তৰ অংশৰ নাগ্ৰীজুলি আৰু ডুমুনীস্থিত দুখন চাহ বাগিচাৰ সৰহভাগ কৰ্মচাৰীয়ে আদিবাসী জনগোষ্ঠীৰ। এওঁলোকে কঠোৰ শাৰীৰিক পৰিশ্ৰম কৰি জীৱন-জীৱিকা চলায়। পুৰুষ-তিৰোতা সকলোৱে কামত অংশগ্ৰহণ কৰি পৰিয়ালৰ পোহপাল দিয়ে। চাওতালসকলৰ ভাষা ভিন্ন যদিও চাদ্ৰীভাষা কোৱা লোকৰ সংখ্যাই সৰহ। এওঁলোকৰ মাজত বহুতো উৎসৱ-পাৰ্বণ সকাম-নিকাম অনুষ্ঠিত হোৱা দেখা যায়। এই উৎসৱবোৰত বাগিচাৰ কৰ্মচাৰী তথা আন আন লোকে একেলগে অংশগ্ৰহণ কৰে। আদিবাসী সম্প্ৰদায়ৰ বহুতেই খ্ৰীষ্টধৰ্ম গ্ৰহণ কৰিছে যদিও হিন্দু ধৰ্মাৱলম্বী লোকৰ সংখ্যাও কম নহয়।

ঝুমুৰ নৃত্য আদিবাসী সম্প্ৰদায়ৰ প্ৰধান কৃষ্টি। মাদলৰ তালে তালে আদিবাসী যুৱক-যুৱতীয়ে ঝুমুৰ নাচি তেওঁলোকো যে কৃষ্টি-সংস্কৃতিত চহকী, তাকে প্ৰতিপন্ন কৰে। জাতি-ধৰ্ম-ভাষা নিৰ্বিশেষে ঝুমুৰ নাচ আদিবাসী জনগোষ্ঠীৰ সমূহীয়া কৃষ্টি। এই কৃষ্টিয়ে যুগে যুগে আদিবাসী জনগোষ্ঠীক এক সমন্বিত পথত অগ্ৰসৰ হোৱাৰ দিশত প্ৰেৰণা যোগাই আহিছে। তদুপৰি আদিবাসী সম্প্ৰদায়ৰ আন এটি সমূহীয়া উৎসৱ হ'ল কৰম উৎসৱ। ভাদ মাহৰ একাদশীৰ দিনা আদিবাসীসকলে কৰম উৎসৱ পালন কৰে। পৰিয়ালে পৰিয়ালে সাতদিন পৰ্যন্ত উপবাসে থাকি একাদশীৰ দিনা কৰম উৎসৱ পালন কৰাৰ নিয়ম। নলবাৰী জিলা বুলি নহয়, কৰম উৎসৱ সকলো আদিবাসী জনগোষ্ঠীয়ে উৎসাহেৰে পালন কৰে। কৰম উৎসৱে আদিবাসী জনগোষ্ঠীৰ একতাৰ চানেকী দাঙি ধৰিবলৈ সক্ষম হৈছে। কৰম উৎসৱ আজিকালি ৰাজহুৱাভাৱেও উদ্‌যাপিত হ'বলৈ ধৰিছে। আদিবাসী সমাজৰ বিভিন্ন সামাজিক-সাংস্কৃতিক সংগঠনসমূহেও কৰম উৎসৱ পালন কৰাৰ বাবে প্ৰেৰণা দি আহিছে। ধৰ্ম অথবা ভাষাৰ ভেদাভেদ পাহৰি কৰম উৎসৱত সকলো একত্ৰিত হয়। মূলতঃ প্ৰকৃতিৰ সৈতে একাত্ম হৈ স্বাভাৱিক জীৱন যাপনৰ শিক্ষাগ্ৰহণেই হ'ল কৰম উৎসৱৰ মূল তাৎপৰ্য। 'যিহেতু প্ৰকৃতিয়ে মানুহ হিচাপে জীয়াই থাকিবলৈ আমাক সকলোবোৰ প্ৰদান কৰিছে, সেয়ে প্ৰকৃতিৰ প্ৰতি আমি সদায় কৃতজ্ঞ হৈ থাকিব লাগে।'— কৰম উৎসৱে এই মহামন্ত্ৰ বিলাই আদিবাসীসমূহক একত্ৰিত কৰিব পাৰিছে।

জন্মমৃত্যু আৰু বিবাহত নানা মাংগলিত কাৰ্য, বেমাৰ আদি হ'লে বেজালি কাৰ্য, খেতি লগোৱা আৰু চপোৱাৰ সময়ৰ নাচ-গান, দুৰ্গা পূজা, কালীপূজা, গণেশ পূজা, বিশ্বকৰ্মা পূজা, ফাকুৱা বা হোলী উৎসৱৰ সময়ত ঘৰে ঘৰে কৰা লাঠিনৃত্য, দেৱালী বা চহৰাই পৰবত লক্ষ্মীপূজা, গাই-গৰুক চুমাল কৰা আদি নানা কাৰ্য আদিবাসীসকলে পৰম্পৰাগত নিয়মেৰে পালন কৰি আহিছে এই অঞ্চলত।

**বাঙালী সম্প্ৰদায় ঃ** নলবাৰী জিলাৰ উত্তৰ অংশত (বৰ্তমান বাঁ জিলা) অসমীয়াভাষী মদাহী, শৰণীয়া কছাৰী, ৰাভা, নেপালী, বড়ো, চাওতাল, আদিবাসী, ধৰ্মীয় সংখ্যালঘু আদি জনগোষ্ঠীৰ সৈতে বঙালীভাষী লোকেও বিভিন্ন ঠাইত বসবাস কৰে। এওঁলোকৰ কিছুমানে ব্যৱসায়-বাণিজ্যৰ দ্বাৰা আৰু কিছুমানে খেতি-বাতিৰে অঞ্চলটোৰ বিভিন্ন ঠাইত বসবাস কৰিছে। অঞ্চলটোৰ বিভিন্ন ভাষা-ভাষী লোকৰ সৈতে সমিলমিলেৰে এই জনগোষ্ঠীৰ লোকসকলেও বসবাস কৰি আহিছে। এওঁলোকেও আন আন লোকৰ দৰে কঠোৰ পৰিশ্ৰমেৰে জীৱন-জীৱিকা চলাই আহিছে। বিশেষভাৱে ব্যৱসায়-বাণিজ্যত বঙালী লোক পাকৈত বুলি এওঁলোকৰ সুনাম আছে। এই অঞ্চলত বসবাস কৰা হিন্দু সম্প্ৰদায়ৰ বঙালী লোকে দুৰ্গাপূজা আৰু শ্যামা (কালীপূজা) পূজা উলহ-মালহেৰে উদ্‌যাপন কৰে। ৰাজহুৱা স্থানত সমূহীয়াভাৱে এই উৎসৱ-পৰ্ব পালন কৰাৰ উপৰি ব্যক্তিগতভাৱেও পৰিয়ালে পৰিয়ালে দুৰ্গাপূজা, কালীপূজা বঙালী লোকে উদ্‌যাপন কৰে। এই অঞ্চলৰ বঙালী লোকে পালন কৰা আন এক উল্লেখনীয় উৎসৱ হ'ল ভাই ফোটা। ভাই ফোটা পালন কৰা হয় শ্যামাপূজাৰ ঠিক পিচৰ ভাতৃ দ্বিতীয়াৰ দিনা। বায়েক বা ভনীয়েকে ভাই-ককাইৰ কপালত তিলক পিন্ধাই ভাইফোটা উৎসৱ উদ্‌যাপন কৰাৰ পৰম্পৰা চলি আহিছে। ভায়েক-ককায়েকে ভনীক উপহাৰৰ টোপোলা যাচি আশীৰ্বাদ দিয়ে। আন আন উৎসৱ- পৰ্বৰ ভিতৰত ৰাখীবন্ধন, জন্মাষ্টমী, নাগ পঞ্চমী, দেৱালী, হোলী, বৈশাখী আদি উৎসৱসমূহো এই জনগোষ্ঠীৰ ভিতৰত কম-বেছি পৰিমাণে প্ৰচলিত। বঙালী লোক বসবাস কৰা ঠাইবোৰত নাম- সংকীৰ্তনৰ একোটা দল থাকে। তেওঁলোকে তাল-খোল-মৃদংগ বজাই ঘৰে ঘৰে নাম-কীৰ্তন কৰে। তদুপৰি বহুতে অষ্টমপ্ৰহৰ নাম-সংকীৰ্তন লগায়। পৰম্পৰাগতৰূপে চলি অহা এই পৰ্বসমূহে অঞ্চলটোত বঙালী লোকৰ একতা মজবুত কৰাৰ উপৰি তেওঁলোকৰ স্বকীয়তা অক্ষুণ্ণ হৈ ৰোৱাত সহায়ক হ'ব পাৰিছে।

# নলবাৰী অঞ্চলৰ কেইগৰাকীমান সংস্কৃত কবি

ড° দীপক কুমাৰ শৰ্মা

মহাপ্ৰভু চৈতন্যদেৱৰ পবিত্ৰভূমি হিচাপে প্ৰখ্যাত বংগদেশৰ নৱদ্বীপ অঞ্চল ন্যায়-বেদান্ত-মীমাংসা আদি দৰ্শনৰ চৰ্চাৰ থলী। পূৰ্বোত্তৰ ভাৰতৰ অসম ৰাজ্যৰ ভিতৰত বৌদ্ধিক দিশত অন্যতম অগ্ৰণী বৃহত্তৰ নলবাৰী অঞ্চলক 'অসমৰ নৱদ্বীপ' বুলি বিদ্বৎসমাজে মান্যতা দি আহিছে। কেইবা শতিকাৰে পৰা নলবাৰী অঞ্চলৰ বুজন সংখ্যক পণ্ডিতে বেদ-ব্যাকৰণ-দৰ্শন-কাব্য চৰ্চাৰ জৰিয়তে সংস্কৃত সাধনাত আত্মনিয়োগ কৰি আহিছে। বিশাল সংস্কৃত বাঙ্ময়ৰ বিভিন্ন বিভাগৰ মহা মূল্যৱান গ্ৰন্থসমূহৰ পঠন-পাঠনত সদা ব্যাপৃত এই পণ্ডিতসকলে বিভিন্ন কালজয়ী গ্ৰন্থৰ টীকা-ভাষ্য প্ৰণয়ন কৰিছিল। আলংকাৰিক দণ্ডীৰ *কাব্যাদৰ্শৰ* টীকা প্ৰণয়ন কৰা শৌৰিশৰ্মা নামৰ আচাৰ্যগৰাকী নলবাৰী অঞ্চলৰ লোক আছিল বুলি গৱেষকসকলে অনুমান কৰে। অৱশ্যে পিতৃৰ নাম উল্লেখ কৰাত বাদে পণ্ডিতগৰাকীয়ে জন্ম স্থানৰ বিষয়ে স্পষ্ট উল্লেখ কৰা নাই। পৰোক্ষ প্ৰমাণৰ ভিত্তিতহে গৱেষকসকলে এনে ধৰণে ক'ব বিচাৰে। ইয়াত বাদেও, সংস্কৃত ভাষাৰ মাধ্যমেৰে কাব্য- নাটক আদি সৃজনাত্মক ৰচনাত আত্মনিয়োজিত কেইবাগৰাকীও সংস্কৃতজ্ঞ লোকৰ ৰচনাৰাশি পোৱা যায়। সংস্কৃত ভাষাত লিখা *ধৰ্মোদয়* নামৰ ৰূপকধৰ্মী নাট্য গ্ৰন্থৰ ৰচয়িতা ধৰ্মদেৱ গোস্বামী আছিল কৈহাটী সত্ৰৰ বলভদ্ৰ গোস্বামীৰ পুত্ৰ। স্বৰ্গদেৱ লক্ষ্মীসিংহৰ দিনৰ মোৱামৰীয়া বিদ্ৰোহৰ পটভূমিত এই নাটকখনত অধৰ্মৰ পৰাজয় আৰু ধৰ্মৰ জয়ৰ বিষয়ে প্ৰতীকধৰ্মিতাৰে উপস্থাপন কৰা হৈছে। উল্লেখ কৰা যুগুত হ'ব যে নলবাৰী অঞ্চলৰ পণ্ডিতে ৰচনা কৰা বুলি অনুমান কৰা আন দুই-এখন পুথি হাতে লিখা অৱস্থাত পোৱা গৈছে যদিও সিবিলাক সম্পাদিত ৰূপত প্ৰকাশ পোৱা নাই। এই চুটি লেখাটিত নলবাৰী অঞ্চলৰ কেইগৰাকীমান সংস্কৃত কবি আৰু তেওঁলোকৰ সাহিত্যিক কৰ্মসমূহৰ বিষয়ে আলচ কৰিবলৈ প্ৰয়াস কৰা হৈছে। উল্লেখ কৰা ভাল হ'ব যে যিসকল কবি-পণ্ডিতৰ পুথিসমূহ প্ৰকাশিত হৈছে সেইসকলৰ কথাহে ইয়াত উল্লেখ কৰা হৈছে।

ঊনবিংশ শতিকাৰ মাজভাগত নলবাৰী জিলাৰ প্ৰসিদ্ধ আঠঘৰীয়া গাঁৱত মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্যৰ জন্ম হয়। এই তীক্ষ্ণধী, বিৰল প্ৰতিভাধৰ পণ্ডিতগৰাকী (১৮৫১-১৯৩৭) *কবিৰত্ন* উপাধিৰে বিভূষিত। আচাৰ্যগৰাকীয়ে ৰচনা কৰা *বৃত্তমঞ্জৰী* নামৰ অতি মূল্যৱান ছন্দঃশাস্ত্ৰখন অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সৌজন্যত ১৯৬১ চনত প্ৰকাশিত হয়। তদানীন্তন কেইবাখনো প্ৰসিদ্ধ টোলত অধ্যয়ন কৰি ধীৰেশ্বৰাচাৰ্যই নৱদ্বীপ, ঢাকা, কলকাতা আদি ঠাইৰ পণ্ডিতসকলৰ সৈতে শাস্ত্ৰজ্ঞান বিনিময় কৰে। তেখেতৰ বাগ্মিতা সৰ্বজনবিদিত আছিল। কলিকতাৰ সংস্কৃত পৰিষদৰ সভাত তেখেতে মাথোন *ভুজঙ্গপ্ৰয়াত* নামৰ ছন্দ প্ৰয়োগ কৰি কবিতাৰেই ভাষণ দিছিল। পণ্ডিতগৰাকীৰ ভাষাত—

অমুষ্যাং সভায়াং মমৈষা প্ৰতিজ্ঞা
ভুজঙ্গপ্ৰয়াতং ৱিনা ৱাগং ন ৱাচ্যা।।



আউনীআটী সত্ৰৰ অধিকাৰী দত্তদেৱ গোস্বামীৰ পৰামৰ্শ অনুসৰি আচাৰ্যগৰাকীয়ে *বৃত্তমঞ্জৰী* ৰচনা কৰিছিল। স্তৱক নামৰ আঠটা অধ্যায়ত বিভক্ত পুথিখনত লেখকগৰাকীয়ে কালিদাসৰ *শ্ৰুতবোধ* , কেদাৰভট্টৰ *বৃত্তৰত্নাকৰ*, গংগাদাসৰ *ছন্দোমঞ্জৰী* প্ৰভৃতি পুথিত আলোচিত সংস্কৃত কবিতাৰ ছন্দসমূহৰ লক্ষণাৱলী আলোচনা কৰাত বাদেও সিবিলাকৰ দোষসমূহ আঙুলিয়াই দিছে। আচাৰ্যগৰাকীয়ে দেখুৱাই দিছে যে পুৰাতন লেখকসকলৰ ছন্দগ্ৰন্থসমূহত সকলোবোৰ ছন্দৰ বিষয়ে আলোচনা কৰা হোৱা নাই। তেনেকুৱা ছন্দসমূহৰ নামকৰণ কৰি কবিৰত্নগৰাকীয়ে সিবিলাকৰ লক্ষণাদি নিৰ্দিষ্ট কৰিছে। উল্লেখনীয় যে সমগ্ৰ পুথিখন শ্লোকৰূপত ৰচিত। ছন্দৰ লক্ষণাৱলী শ্লোকৰূপত পোৱাত বাদেও আন শ্লোকেৰে সেই সেই ছন্দৰ উদাহৰণ দিয়া হৈছে। সন্দেহ নাই, *বৃত্তমঞ্জৰী* নামৰ পুথিখন মুখ্যত ঃ এখন *শাস্ত্ৰ* হ'লেও, কাব্যধৰ্মিতাও উচ্চমানৰ। *বৃত্তমঞ্জৰীত* বাদেও আচাৰ্যগৰাকীয়ে *স্তোত্ৰমঞ্জৰী* , *ৰাজপ্ৰশস্তি*, *আনন্দসংগীতম্*, *ৰাধাকলংকভঞ্জনকাব্য*, *শোকহৰ্ষপ্ৰকাশ* নামৰ প্ৰশস্তি তথা খণ্ড কাব্য ৰচনা কৰিছিল। অসমীয়া সাহিত্যৰ প্ৰসিদ্ধ *কাণখোৱা* পুথিকে আচাৰ্যগৰাকীয়ে সংস্কৃতত অনুবাদ কৰিছিল। পৰিতাপৰ কথা এই পুথিসমূহ সম্প্ৰতি দুষ্প্ৰাপ্য হৈ পৰিছে।

নলবাৰী চহৰৰ নাতিদূৰৱৰ্তী বনগাঁৱত ১৮৮১ চনত (জন্মদিন জনা নাযায়) বিশিষ্ট সংস্কৃত পণ্ডিত বটুনাথ চক্ৰৱৰ্তীৰ জন্ম। ১৯৬০ চনত দেহান্তৰ হোৱা চক্ৰৱৰ্তীদেৱৰ কাব্যপ্ৰতিভা প্ৰশংসনীয় আছিল। ১৯৪৪ চনত তেখেতৰ *পদকল্পতৰু* নামৰ এখন পুথি প্ৰকাশ পায়। গীতিধৰ্মী এই পুথিখন প্ৰকাশ পোৱাৰ পিছত তদানীন্তন বিদ্বৎসমাজৰ দ্বাৰা তেখেত *কবিভূষণ* উপাধিৰে সন্মানিত হয়। চক্ৰৱৰ্তীদেৱৰ আনখন উল্লেখযোগ্য পুথি হ'ল *কবিকৌতূহলম্* । এই পুথিখনত এশ তিনিটা *প্ৰহেলিকা* (সাঁথৰ) সন্নিৱিষ্ট হৈছে। নিপুণ কাব্যশৈলীৰ পৰিচয় প্ৰদান কৰি কবিভূষণ চক্ৰৱৰ্তীয়ে ইয়াত পাঠকৰ হৃদয়ত হেন্দোলনি তোলা একোটাহঁত প্ৰশ্ন কবিতাৰে উত্থাপন কৰিছে। *শাব্দী* আৰু *আৰ্থী* এই দুই ধৰণৰ প্ৰহেলিকাই পুথিখনত স্থান পাইছে। সংস্কৃত ভাষা ভালদৰে বুজি নোপোৱা পাঠকৰ অৱবোধনৰ বাবে প্ৰতিটো শ্লোকৰেই অসমীয়া পদ্য ভাঙনিও সংযোজন কৰা হৈছে। বিশিষ্ট পণ্ডিত ভৱদেৱ ভাগৱতী আৰু ড০ যোগীৰাজ বসুদেৱে *কবিকৌতূহলম্*ৰ একোটাহঁত পাতনি লিখিছে আৰু কবি চক্ৰৱৰ্তীৰ কবিত্বশক্তিৰ প্ৰশংসা কৰিছে।

বনগাঁৱতেই জন্ম গ্ৰহণ কৰা আন এগৰাকী প্ৰসিদ্ধ কবি হৈছে পণ্ডিত বৈকুণ্ঠনাথ চক্ৰৱৰ্তী (১৯ অক্টোবৰ ১৯০০- ২০ ফেব্ৰুৱাৰী ১৯৭৬) । ব্যাকৰণ তথা ন্যায় শাস্ত্ৰৰ বিদগ্ধ পণ্ডিত চক্ৰৱৰ্তীদেৱ অসামান্য কাব্য প্ৰতিভাৰ অধিকাৰী আছিল। অসমীয়া ভাষাতো বহুতো মূল্যৱান প্ৰবন্ধ তথা কবিতা ৰচনা কৰা পণ্ডিত চক্ৰৱৰ্তীদেৱ অসম সাহিত্য সভাৰ ধুবুৰী অধিৱেশনৰ (১৯৭২) কবি সন্মিলনৰ সভাপতি আছিল। চক্ৰৱৰ্তীদেৱৰ কবি প্ৰতিভাৰ নিদৰ্শন হ'ল তেখেতৰ *শ্ৰীকৃষ্ণলীলামৃতম্* নামৰ সংস্কৃত মহাকাব্যখন। ১৯৬১ চনত অসম প্ৰকাশন পৰিষদৰ অৰ্থ সাহায্যত কাব্যখন প্ৰকাশিত হয় । *প্ৰৱাহ* নামৰ নটা সৰ্গত বিভক্ত কাব্যখনত ভগৱান শ্ৰীকৃষ্ণৰ জন্মবৃত্তান্তৰ পৰা আৰম্ভ কৰি ৰাসক্ৰীড়া পৰ্যন্ত বৃত্তান্তসমূহ কাব্যিক ৰূপত উপস্থাপন কৰা হৈছে। কাব্যখনৰ আধাৰগ্ৰন্থ হ'ল শ্ৰীমদ্ভাগৱতপুৰাণৰ দশম স্কন্ধ। কাব্যখনৰ মূল অংশ *তোটক* নামৰ ছন্দত ৰচিত আৰু ইয়াত মুঠতে ৫৯৮ টা শ্লোক আছে। প্ৰথম তিনিটা সৰ্গৰ সংস্কৃত শ্লোকসমূহৰ ব্যাখ্যাত্মক অসমীয়া গদ্য অনুবাদ আৰু পৰৱৰ্তী সৰ্গসমূহৰ পদ্য অনুবাদ সংস্কৃত গদ্য অনুধাৱন কৰিব নোৱাৰা পাঠকৰ বাবে সহায়ক হৈছে। ভাগৱতাশ্ৰিত কাব্য হ'লেও উপস্থাপন ৰীতিত কবিজনাই মৌলিকতা প্ৰদৰ্শন কৰিবলৈ সক্ষম হৈছে।

১৯০২ চনৰ ২৭ জানুৱাৰীত কৈঠালকুছি গাঁৱত জন্মলাভ কৰা পণ্ডিত ভৱদেৱ ভাগৱতী হ'ল আন এগৰাকী প্ৰসিদ্ধ লেখক। বেদ-ব্যাকৰণ- পুৰাণ- বেদান্ত- ন্যায় শাস্ত্ৰৰ নিষ্ণাত পণ্ডিত ভাগৱতীদেৱ অতুলনীয় কবিত্ব শক্তিৰো অধিকাৰী আছিল। চামতা উচ্চ মাধ্যমিক বিদ্যালয়ত শিক্ষকতা কৰা পণ্ডিত ভাগৱতীদেৱ সংস্কৃত ভাষাৰ প্ৰাবীণ্যৰ বাবে ভাৰতবৰ্ষৰ ৰাষ্ট্ৰপতিৰ দ্বাৰা সন্মানিত হৈছিল। ১৯৮৮ চনৰ ১৯ জুলাই তাৰিখে ইহলীলা সম্বৰণ কৰা ভাগৱতীদেৱে *লীলা* নামৰ এখন অসমীয়া উপন্যাস আৰু *ভেকোভাওনা* আৰু *সুখৰ সপোন* নামৰ দুখন ব্যংগ পুথি ৰচনা কৰিছিল। ভাগৱতীদেৱে ৰচনা কৰা *সতী জয়মতী* নামৰ সংস্কৃত *খণ্ডবাক্য* খন ১৯৩৩ চনতেই প্ৰকাশ পাইছিল। *প্ৰৱাহ* নামৰ তিনিটা সৰ্গত বিভক্ত এই কাব্যখনত মুঠ এশটা শ্লোক আছে। আহোম ৰমণী জয়মতীয়ে পতি গদাপাণিৰ বাবে কৰা আত্মৎসৰ্গই কাব্যখনৰ বৰ্ণিত বিষয়। তিনিটা সৰ্গত যথাক্ৰমে *মালিনী*, *মন্দাক্ৰান্তা* আৰু *বংশস্থবিল* ছন্দ ব্যৱহৃত হ'লেও প্ৰতিটো সৰ্গৰ সামৰণিত ক্ৰমে *স্ৰগ্ধৰা* *শাৰ্দূলবিক্ৰীড়িত* আৰু *লীলাখেল* ছন্দত একোটিকৈ শ্লোক ৰচনা কৰা হৈছে। ১৯৫৭ চনত ভাগৱতীদেৱৰ *শ্লোকমালা* নামৰ আন এখন কবিতা সংকলন প্ৰকাশ পায়। পুথিখনৰ মূল অংশত ২২০ টা শ্লোক আৰু আৰম্ভণিৰ ভাগত ২৯ টা শ্লোক আছে। মহাত্মা গান্ধী, বিজয়লক্ষ্মী পণ্ডিত, ৰাধাকৃষ্ণণ প্ৰভৃতি গুণীসকলৰ গুণানুকীৰ্তন কৰি ভাগৱতীয়ে এই সংকলনত কেইবাটাও কবিতা লিখিছে। আনহাতে ধৰ্মপুৰ অঞ্চল, চামতা বিদ্যালয় তথা অসমৰ আন প্ৰসিদ্ধ ঠাইৰ বিষয়েও কেইটামান কবিতা ৰচনা কৰা হৈছে। ব্যাকৰণৰ সূত্ৰ ব্যাখ্যা কৰাৰ বাবেও ভাগৱতীয়ে কবিতাৰ আশ্ৰয় লোৱা এই পুথিখনত পৰিলক্ষিত হয়। গান্ধীজীৰ প্ৰতি অনুৰক্ত ভাগৱতীদেৱৰ এই শ্লোকলৈ লক্ষ্য কৰা যাওক—

গান্ধীৱাদে পৰা ভক্তিৰ্যস্য তু জায়তে হৃদি।
হিংসাভাৱৱিনিৰ্মুক্তঃ সত্যেন ৰাজতে ভুৱি।।

ভাগৱতীদেৱে ৰচনা কৰা *নূতনং নাটকম্* নামৰ নাটিকাখন ১৯৮২ চনত প্ৰকাশিত হয়। নাটিকাখনক দ্বিভাষিক বুলি ক'ব পাৰি, কিয়নো সংস্কৃতৰ উপৰি অসমীয়া ভাষাও সমান্তৰালভাৱে ইয়াত ব্যৱহাৰ কৰা হৈছে। নাটিকাখনত মাথোন দুটা চৰিত্ৰহে আছে আৰু দুয়োৰে কথোপকথনৰ জৰিয়তে তথাকথিত সভ্য-শিক্ষিত লোকসকলৰ ভণ্ডামি তথা মিথ্যাচাৰ উদঙাই দিয়াৰ প্ৰয়াস কৰিছে। তীক্ষ্ণ ব্যংগ হ'ল নাটিকাখনৰ মূল উপজীৱ্য।

১৯০৯ চনত নলবাৰী সত্ৰত জন্ম গ্ৰহণ কৰা পণ্ডিত বিপিন চন্দ্ৰ গোস্বামীদেৱ বিশেষতঃ বেদ তথা ব্যাকৰণৰ নিগূঢ় জ্ঞানৰ অধিকাৰী। ১৯৮৭ চনত দেহান্তৰ হোৱা গোস্বামীদেৱে গুৱাহাটীৰ মণিকুলাশ্ৰম বিদ্যালয়ৰ অধ্যক্ষ হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। সংস্কৃত ভাষাৰ বাগ্মিতাৰে লোকক আকৰ্ষণ কৰা গোস্বামীদেৱে মৌলিক সাহিত্যকৰ্ম ৰচনাত ব্যাপৃত হৈছিল বুলি ক'ব পৰা নাযায়। বিহগী কবি ৰঘুনাথ চৌধাৰীদেৱৰ *নৱমল্লিকা* নামৰ কথা কবিতাখনৰ গোস্বামীদেৱে কৰা সংস্কৃত অনুবাদে সংস্কৃতপ্ৰেমী পাঠকসকলৰ সমাদৰ লাভ কৰিছিল। অসমীয়া তৎসম শব্দবোৰৰ সংস্কৃত ৰূপ দিয়াত গোস্বামীদেৱে পাৰদৰ্শিতা প্ৰদৰ্শন কৰিছে। বিহগী কবিৰ মূল পুথিখন ১৯৫৮ চনত প্ৰকাশিত হৈছিল। আনহাতে গোস্বামীদেৱৰ সংস্কৃত *নৱমল্লিকাখন* ১৯৬৮ চনত প্ৰকাশ পায়।

কেবাখনো তত্ত্বগধুৰ গ্ৰন্থৰ ৰচয়িতা আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীদেৱ নলবাৰী অঞ্চলৰ আন এগৰাকী বিশিষ্ট সংস্কৃত পণ্ডিত। নলবাৰী সংস্কৃত কলেজৰ অধ্যাপক হিচাপে কাৰ্যনিৰ্বাহ কৰা শাস্ত্ৰীদেৱৰ (১৯১১-১৯৮৮) ন্যায়, মীমাংসা, বেদান্ত ব্যাকৰণ প্ৰভৃতি শাস্ত্ৰৰ বৈদগ্ধ্য সুধীসমাজত সুবিদিত। কেইবাখনো সংস্কৃত পুথি ৰচনা কৰি শাস্ত্ৰীদেৱে তেখেতৰ কবি প্ৰতিভাৰ পটন্তৰ ৰাখিছে। আচাৰ্যগৰাকীয়ে ৰচনা কৰা *পতাকান্বয়* নামৰ কাব্যখন ১৯৬৬ চনত অসম চৰকাৰৰ আৰ্থিক সাহায্যত প্ৰকাশিত হয়। এই কাব্যখনত ভাৰতৰ ৰাষ্ট্ৰীয় প্ৰতীক আৰু ৰাষ্ট্ৰীয় পতাকাৰ দাৰ্শনিক তাৎপৰ্য কাব্যিকভাৱে উপস্থাপন কৰা হৈছে। *পূৰ্বাৰ্দ্ধ* আৰু *উত্তৰাৰ্দ্ধ* নামৰ দুটা ভাগত কাব্যখনৰ প্ৰথমভাগত এশটা শ্লোক আছে আৰু ইয়াত ৰাষ্ট্ৰীয় প্ৰতীকৰ বিভিন্ন দাৰ্শনিক মতৰ দৃষ্টিৰে তাৎপৰ্য ব্যাখ্যা কৰা হৈছে। দ্বিতীয় ভাগত এসত্তৰটা শ্লোক আছে আৰু ইয়াত জাতীয় পতাকা তথা ৰাষ্ট্ৰপতি, সেনাধ্যক্ষ প্ৰভৃতি বিশিষ্ট ব্যক্তিৰ পতাকাৰ তাৎপৰ্য আলোচনা কৰা হৈছে। এই কাব্যখন কবি শাস্ত্ৰীদেৱৰ বেদ, উপনিষদ, পুৰাণ, তন্ত্ৰ প্ৰভৃতি শাস্ত্ৰৰ গভীৰ পাণ্ডিত্যৰ পৰিচায়ক। কাব্যখনৰ মুখ্যতঃ *অনুষ্টুভ্* ছন্দত ৰচিত হ'লেও *স্ৰগ্ধৰা, ইন্দ্ৰবজ্ৰা, উপজাতি, শাৰ্দূলবিক্ৰীড়িত* প্ৰভৃতি ছন্দৰো প্ৰয়োগ কৰা হৈছে। কাব্যখনত কবিৰ স্ব-ৰচিত *জনমনোৰঞ্জনী* নামৰ টীকাই অৰ্থানুধাৱনত পাঠকক সহায় কৰিছে। বিশিষ্ট সংস্কৃতজ্ঞ পণ্ডিত ড° ভি ৰাঘৱনে কাব্যখনৰ পাতনিত লেখকৰ পাণ্ডিত্য তথা কবিত্বৰ প্ৰশংসা কৰিছে। ১৯৯০ চনত অসম সংস্কৃত সমিতিৰ দ্বাৰা শাস্ত্ৰীদেৱ বিৰচিত *প্ৰজাকামৰূপম্* নামৰ কাব্যখন প্ৰকাশিত হয়। এই কাব্যখনক মহাকাব্য শ্ৰেণীৰ অন্তৰ্ভুক্ত বুলি ক'ব পাৰি। *উচ্ছ্বাস* নামৰ নটা সৰ্গত বিভক্ত এই কাব্যখনত কবি শাস্ত্ৰীদেৱে তাহানিৰ কামৰূপ অৰ্থাৎ সাম্প্ৰতিক কালৰ পূৰ্বোত্তৰ ভাৰতৰ যশোৰাশি কাব্যিকভাৱে উপস্থাপন কৰিছে। ঐতিহাসিক, সামাজিক তথা ৰাজনৈতিক তথ্যৰ প্ৰাচুৰ্য থকা এই কাব্যখনৰ কাব্যগুণ প্ৰশংসনীয়। কেইবাবিধো ছন্দৰ প্ৰয়োগ ঘটাই কবিয়ে বিভিন্ন ছন্দৰ সাৱলীল প্ৰয়োগৰ দক্ষতা প্ৰতিপন্ন কৰিছে। বিভিন্ন *শব্দালংকাৰ, অৰ্থলংকাৰ,* তথা *কবিসময়ৰ* সাৰ্থক প্ৰয়োগে কাব্যখনৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে। উল্লেখযোগ্য, কাব্যখনত কালিদাস, ভাৰবি প্ৰভৃতি কবিসকলৰ তথা *যোগিনীতন্ত্ৰ, কালিকাপুৰাণ* প্ৰভৃতি গ্ৰন্থৰ প্ৰভাৱ পৰিলক্ষিত হয়। শাস্ত্ৰীদেৱে ৰচনা কৰা *উতঙ্কভৈক্ষ্যম্* নামৰ একাংক নাটকখন ১৯৭০ চনত অসম চৰকাৰী সংস্কৃত মহাবিদ্যালয়ৰ পত্ৰিকাত প্ৰকাশ পায়। *মহাভাৰত*ত (১.৩) বৰ্ণিত ঋষি বেদৰ শিষ্য উতঙ্কৰ (উত্তঙ্ক) গুৰুভক্তিৰ পৰাকাষ্ঠা প্ৰদৰ্শনেই এই ক্ষুদ্ৰ নাটকখনিৰ বিষয়বস্তু। পিছে, ক্ষুদ্ৰ কলেৱৰৰ এই নাট্যকৰ্মখনিত ওঠৰটা পুৰুষ চৰিত্ৰ আৰু চাৰিটা নাৰীচৰিত্ৰৰ সমাবেশ মন কৰিবলগীয়া। মহাভাৰতাশ্ৰিত নাট্যকৃতি হ'লে সুৰুঙা চাই লেখকে নিজৰ উদ্ভাৱনী শক্তিৰ প্ৰয়োগ ঘটাইছে। যেনে— আৰম্ভণিত নাট্যকাৰে বিদুষক আৰু নটীৰ কথোপকথনত বিহুগীতৰ কথাও উল্লেখ কৰিছে। অনুবাদ কৰ্মতো আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীয়ে স্বকীয় প্ৰতিভা প্ৰদৰ্শন কৰিছে। ১৯১৫ চনত প্ৰকাশিত বিহগী কবি ৰঘুনাথ চৌধাৰী *কেতেকী* কাব্যৰ শাস্ত্ৰীদেৱে প্ৰণয়ন কৰা সংস্কৃত ভাঙনি ১৯৬৪ চনত প্ৰকাশ পায়। মূল কাব্যখনৰ দৰেই অনূদিত ৰূপো *তৰংগ* নামৰ পাঁচটা সৰ্গত বিভক্ত। শাস্ত্ৰীদেৱৰ অনুবাদ সাৱলীল আৰু ৰসঘন, পিছে সৰ্বতোপ্ৰকাৰে মূলানুগ। সৰল ৰচনাভংগী আৰু শব্দচয়নৰ চমৎকাৰিতাৰ বাবে অনূদিত *কেতেকী* কাব্যই (অসমীয়া 'কেতেকী') পাঠকক মূল কাব্যখনৰ লেখীয়াকৈ ৰসাপ্লুত কৰিবলৈ সক্ষম।

নলবাৰী চহৰৰ সমীপৱৰ্তী বাঁহজানী মৌজাৰ এলেংগিদল (বামুন্দী) নিবাসী গৌৰীদত্ত শৰ্মা শাস্ত্ৰী (জন্ম ৭ নৱেম্বৰ, ১৯২১) আন এগৰাকী বিশিষ্ট সংস্কৃত পণ্ডিত। পৰম্পৰাগত পদ্ধতিৰে সংস্কৃত অধ্যয়ন কৰা এইগৰাকী অশীতিপৰ পণ্ডিত বিভিন্ন শাস্ত্ৰৰ জ্ঞানৰ অধিকাৰী। *দেৱীভাগৱত, শ্ৰীমদ্ভাগৱদগীতা, মেঘদূত* প্ৰভৃতি গ্ৰন্থৰ অসমীয়া অনুবাদ এইগৰাকী পণ্ডিত লেখকৰ উল্লেখযোগ্য কৃতি। আনহাতে সংস্কৃত ভাষালৈ বাংলা আৰু অসমীয়া পুথিৰ অনুবাদ প্ৰণয়ন কৰি তেওঁ সংস্কৃত ভাষাৰ দক্ষতা প্ৰতিপন্ন কৰিছে। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ অমৰ ৰচনা *গীতাঞ্জলিৰ* শাস্ত্ৰীদেৱে কৰা সংস্কৃত অনুবাদ ২০০২ চনত প্ৰকাশ পায়। গুৰুদেৱ ঠাকুৰৰ ১৫৭ টা গীতৰ সংস্কৃত ভাঙনি এই পুথিখনত সন্নিৱিষ্ট হৈছে। উল্লেখ কৰিব পাৰি— শাস্ত্ৰীদেৱৰ অনুবাদ গ্ৰন্থখনৰ পাতনি হিচাপে সন্নিৱিষ্ট লেখাটিত লেখকে প্ৰিয়তমা পত্নীৰ বিয়োগে তেওঁৰ মনত সৃষ্টি কৰা ৰিক্ততাৰ কথা দাৰ্শনিক দৃষ্টিভংগীৰে উপস্থাপন কৰিছে। ৰবীন্দ্ৰনাথৰ *গীতাঞ্জলিৰ* প্ৰথম কবিতাটো গৌৰীদত্ত শৰ্মাদেৱে কৰা সংস্কৃত ৰূপলৈ এই সন্দৰ্ভত আঙুলিয়াব পাৰি।

**তৱ পাদৰজঃ মম মূৰ্দ্ধি গতং**
**মম শীৰ্ষ নতং কুৰু পাদতলে**
**অভিমান চয়ং মম চিত্তগতং**
**কুৰু নিমজ্জিতং তৱ নেত্ৰজলে।**

শাস্ত্ৰীদেৱৰ অনুবাদ মূলানুগ হোৱাৰ উপৰি ইয়াত *প্ৰসাদ* গুণৰ সমাবেশ মন কৰিবলগীয়া। অসমীয়া সাহিত্যৰ অন্যতম প্ৰসিদ্ধ লেখক ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ *অন্তৰীপ* নামৰ উপন্যাসৰ সংস্কৃত অনুবাদ শাস্ত্ৰীদেৱৰ অন্যতম কৃতি। স্বতন্ত্ৰ পুথি হিচাপে এই অনুবাদ এতিয়াও প্ৰকাশ পোৱা নাই। পিচে গুৱাহাটীৰ পৰা প্ৰকাশিত *পঞ্চকন্যা* নামৰ সংস্কৃত পত্ৰিকাত এই অনুবাদ ধাৰাবাহিকভাৱে প্ৰকাশিত হৈ আহিছে। আশা কৰা যায়, সম্পূৰ্ণৰূপে পুথিৰ আকাৰত প্ৰকাশিত হ'লে এই অনুবাদকৰ্ময়ো সংস্কৃতপ্ৰেমীসকলৰ সমাদৰ লাভ কৰিব।

দেখা যায় যে অসমৰ 'নৱদ্বীপ' নলবাৰীৰ সংস্কৃত পণ্ডিতসকলে সৃজনীমূলক ৰচনাৰ প্ৰতিও গুৰুত্ব দি আহিছে। বৃহত্তৰ নলবাৰী অঞ্চলত কেইবাখনো চতুষ্পাঠী আছে আৰু তাহানিৰে পৰা ইবিলাকত বিশাল সংস্কৃত বাঙ্ময়ৰ বিভিন্ন শাখা-প্ৰশাখাৰ পঠন-পাঠন চলি আহিছে। অধ্যয়ন-অধ্যাপনাত সততে নিৰত এই সংস্কৃতজ্ঞসকলৰ মনত শাস্ত্ৰইহে প্ৰাধান্য বা গুৰুত্ব পোৱা পৰিলক্ষিত হয়। এনে সংস্কৃতজ্ঞসকলে বহুতো তত্ত্বগধুৰ মূল্যৱান গ্ৰন্থ প্ৰণয়ন কৰি আহিছে। পিচে, কাব্য ৰচনাৰ প্ৰতিও তেওঁলোকে গুৰুত্ব দি আহিছে। এই নিবন্ধত উল্লিখিত পণ্ডিতসকল তথা তেওঁলোকৰ ৰচনাৰাশিয়ে তাৰেই ইংগিত দিয়ে। পিচে উল্লেখ কৰা যুগুত হ'ব বহু তেনে ৰচনা অধুনাপৰ্যন্ত প্ৰকাশিত হোৱা নাই। পূৰ্ব প্ৰকাশিত বহুতো কাব্যনাটকাদি সম্প্ৰতি দুষ্প্ৰাপ্য। বিনম্ৰতাৰে নিবেদন কৰো যে সময়ে সময়ে তেনে সম্ভাব্য পুথিৰ সন্ধেদ ল'বলৈ গৈ আমি সফল হোৱা নাই। সৰলভাৱে ব্যক্ত কৰো যে এই নিবন্ধত আলোচ্য বিষয়ৰ সন্দৰ্ভত প্ৰয়োজনীয় তথ্য সম্পূৰ্ণ হোৱা নাই। বহুতো লেখকৰ মূল্যৱান ৰচনাৰ বিষয়ে হয়তো ইয়াত উল্লেখ কৰা হোৱা নাই। তথাপি ক'ব পৰা যায় যে নলবাৰী অঞ্চলৰ কেইবাগৰাকীও সংস্কৃতজ্ঞই স্বীয় স্বীয় কাব্য সম্ভাৰেৰে সংস্কৃত সাহিত্যৰ ভাণ্ডাৰলৈ স্বল্প পৰিমাণৰ হ'লেও মূল্যৱান অৱদান আগবঢ়াই আহিছে।



# সামগ্ৰিকভাৱে নলবাৰী জিলাখনৰ চমু ইতিবৃত্ত

দীপক কুমাৰ ডেকা

অসম তথা ভাৰতবৰ্ষতে প্ৰাচীন কালৰে পৰা সংস্কৃত চৰ্চা, কলা-কৃষ্টি চৰ্চাৰ অন্যতম অঞ্চল ৰূপে নলবাৰীৰ এক ঐতিহ্যপূৰ্ণ সোণোৱালী স্মৰণ আজিও একমুখে সৰ্বজনে স্বীকাৰ কৰে। অসম প্ৰদেশৰ পুৰণি কামৰূপ জিলাৰ নলবাৰী আছিল অন্যতম মহকুমা। কামৰূপ জিলাৰ ভিতৰত সাহিত্য-সংস্কৃতিৰ প্ৰগতিশীল বাহকৰূপে নলবাৰৰ সুনাম কোনেও নুই কৰিব নোৱাৰে। সেয়ে অবিভক্ত কামৰূপ জিলা নলবাৰীৰ বাবে এক সোঁৱৰণী সোণালী।

১৯৬৭ চনৰ ১ এপ্ৰিলত অসম চৰকাৰে নলবাৰীক মহকুমাৰূপে প্ৰশাসনিক দায়িত্ব প্ৰদান কৰে। নলবাৰীক জিলা ঘোষণা কৰে ১৯৮৫ চনৰ ১৪ আগষ্টৰ পৰা। মহকুমাৰ সদৰ কাৰ্যালয় ভৱনটোৱে জিলাৰ উপায়ুক্তৰ কাৰ্যালয়লৈ ৰূপান্তৰিত কৰি সম্প্ৰতি প্ৰশাসনিক কাৰ্য চলি আছে। একেলগে আছে জিলা ছেছন্স ন্যায়াধিশৰ কাৰ্যালয় ভৱন।

সম্প্ৰতি বি টি এ ডি (বড়োলেণ্ড টেৰিটৰিয়েল এৰিয়াজ ডিষ্ট্ৰি")ৰ অন্তৰ্ভুক্তিৰে নলবাৰী জিলাৰ উত্তৰ অঞ্চলক লৈ বা'ী জিলা গঠন কৰা হৈছে। ইতিমধ্যে প্ৰশাসনিক কাম-কাজো আৰম্ভ হৈছে। তথাপি অবিভক্ত জিলাখনৰ সাময়ীক চিন্তা, ঐক্য-সংহতিৰ মিলনভূমি ৰূপ আমাৰ সকলোৰে মনত যি ঐতিহ্য বিৰাজমান চিৰদিন উজলি থাকিব।

২০০১ চনৰ পিয়লমতে নলবাৰী জিলাৰ সৰ্বমুঠ জনসংখ্যা ১১,৩৮,১৮৪ । তাৰ ভিতৰত সাক্ষৰ লোকৰ সংখ্যা ৬,৬৪,৮৮৬। সাক্ষৰতাৰ শতকৰা হাৰ ৬৮.০৮। চহৰ অঞ্চলত শিক্ষিতৰ হাৰ ৮০.৬২ শতাংশ । জিলাখনৰ ২,২৫৭ বৰ্গ কিলোমিটাৰ মুঠ মাটিকালি। জনবসতিৰ ঘনত্বৰ হাৰ প্ৰতি বৰ্গকিলোমিটাৰত ৫০৪ জন। এই হাৰ ৰাজ্যখনৰ অন্য জিলাৰ তুলনাত অতি বেছি পৰিমাণৰ হাৰ।

নলবাৰী জিলাৰ মাজেৰে ৩১ নং ৰাষ্ট্ৰীয় পথটোৱে যাতায়াতৰ ক্ষেত্ৰত দেশৰ সকলে প্ৰান্তলৈ যোৱাৰ প্ৰধান পথ। চহৰখনৰ মাজেদি ৰে'লপথ অন্যতম যাতায়াত ব্যৱস্থা যদিও সকলোবোৰ ৰে'ল আজিও ষ্টেচনত ৰখোৱা ব্যৱস্থা কৰা হোৱা নাই।

নলবাৰীৰ প্ৰাণকেন্দ্ৰ পাগলাদিয়া নৈখন এখন অতি পলসুৱা মাটি-বালিৰে ভৰা নৈ। প্ৰতি বৰ্ষতে বানপানীয়ে ত্ৰাসৰ সৃষ্টি কৰিলেও পাগলাদিয়া নদীখন নলবাৰীৰ জীৱনী শক্তিস্বৰূপ। ইয়াৰ লগতে উপ-নদীসমূহ জিলাখনেৰে বৈ গৈ আছে বুঢ়াদিয়া, বৰলীয়া, বৰনদী, মটঙা, টিহু, মৰাপাগলাদিয়া, আদি নদীসমূহ মহাবাহু ব্ৰহ্মপুত্ৰ নদীত পৰিছে জিলাখনৰ দক্ষিণ অঞ্চল সামৰি।

কৃষিপ্ৰধান জিলাখনৰ চাৰিওফালে নানাধৰণৰ কৃষিকাৰ্য কৰাৰ বাবে উপযুক্ত খেতিপথাৰেৰে পৰিপূৰ্ণ হৈ আছে। সেই অনুপাতে বৈজ্ঞানিক ভিত্তিত খেতি-বাতি কৰা পথাৰৰ সংখ্যা অতি তাকৰ। পিয়ল অনুসৰি জিলাখনত কৃষি উপযোগী ভূমি ১২,০০৫ হে"ৰ। সাধাৰণ কৃষিভূমিৰ পৰিমাণ ১৫,১১,১৩৪ হে"ৰ মাত্ৰ। ইয়াৰে বানত ক্ষতিসাধন হয় বছৰি ১০ হেজাৰ হে'ৰ খেতিমাটি। উত্তৰ অঞ্চলৰ প্ৰায় অংশ বৰ্তমান বা'ী জিলাৰ অন্তৰ্ভুক্ত হৈছে। এই অঞ্চলত ধান, চাহ আৰু ৰবি শস্য প্ৰচুৰ পৰিমাণে হয়। ইয়াৰ উপৰি মূল্যৱান গছ-গছনি আৰু শিল-বালি ভূটান সীমান্তলৈ বিয়পি আছে। এই অঞ্চলটোত অন্যান্যসকলৰ ভিতৰত বড়ো, কছাৰী, ৰাভা, আদিবাসী, চাওতাল, চাহ বনুৱা, নেপালী, বঙালী, বিহাৰী, সোণোৱাল আদি নানা জাতিৰ নানা ধৰ্মৰ ঐক্যৰ বাসভূমি। সমন্বয়ৰ

এনাজৰীৰে এই অঞ্চলত আছে সকলোৰে জাতীয় কৃষ্টিৰ লোক-সংস্কৃতিৰ চৰ্চাৰ কেন্দ্ৰ।

বিশাল ব্ৰহ্মপুত্ৰৰ বুকুত শ্ৰমজীৱী চৰবাসী। এই অঞ্চলৰ এক বৃহৎ অঞ্চল ব্ৰহ্মপুত্ৰ নৈয়ে উৰ্বৰা খেতিমাটি উৎপাদনৰ উপযোগী। ধান, মৰাপাটৰ লগতে বিভিন্ন জাতীয় শাক-পাচলি, সৰিয়হৰ খেতি যথেষ্ট পৰিমাণে হয়। ইয়াৰে কিছু অঞ্চলত গৰু-ম'হৰ খুঁটি আছে। তথাপি পিয়ল মতে জিলাখনত ৪৯,৫৫২ জন কৃষিকৰ্মী প্ৰত্যক্ষভাৱে নিয়োগ হৈ আছে।

উদ্যোগৰ ক্ষেত্ৰত নলবাৰী জিলা আটাইতকৈ পিচপৰা। বৃহৎ উদ্যোগ নথকাত নিবনুৱা সমস্যাই জৰ্জৰিত কৰা এক প্ৰধান সমস্যা। উত্তৰ অঞ্চলত তিনিখন চাহবাগিচা আছে যদিও নিবনুৱা সমস্যাৰ ক্ষেত্ৰত ডুমুনী, মেনকাই, নাগ্ৰীজুলি চাহবাগিচাকেইখনে যথাযথ ভূমিকা ল'ব পৰা নাই। পুৰণি কালৰে পৰা ক্ষুদ্ৰ আৰু কুটীৰ শিল্পৰ উৎপাদন নলবাৰীত অন্যান্য জিলাৰ তুলনাত যথেষ্ট পৰিমাণে হয়। বাঁহৰ ফুলাম জাপি, হালোৱা জাপি, বিচনী আদি তৈয়াৰ কৰা হয়। নলবাৰীৰ গ্ৰামাঞ্চলত বাঁহ-বেতৰ পৰা ঘৰুৱা আঁচবাবৰ লগতে আধুনিকধৰণৰ ছোফা-ছেট, আকৰ্ষণীয়ভাৱে পৈণত বনুৱাই নিৰ্মাণ কৰিব পৰাটো উল্লেখযোগ্য। মাটিৰ কলহ, চাকি, চৰু আদিৰ লগতে দা-কুঠাৰ আদি তৈয়াৰ কৰা, সোণ-ৰূপৰ অলংকাৰ তৈয়াৰ কৰা পৈণত নিবনুৱা শিল্পী নলবাৰী জিলাত আছে। মহিলাসকলে গাঁৱে গাঁৱে পৰিয়ালৰ বাবে আন ব্যৱসায়ভিত্তিত গামোচা, পাট-মুগাৰ মেখেলা-চাদৰ তৈয়াৰ কৰাৰ শিপিনী আছে। পিয়ল মতে ক্ষুদ্ৰ আৰু কুটীৰ শিল্পত উৎপাদন কাৰ্যত প্ৰত্যক্ষভাৱে ১২,৩৫০ জন কৰ্মী নিয়োগ হৈ আছে। নগৰ অঞ্চলত ব্যৱসায়-বাণিজ্যৰে সংস্থাপন লাভ কৰি আছে। নগৰ আৰু গ্ৰামাঞ্চলত প্ৰত্যক্ষৰূপত প্ৰায় ১৭,৬৫৯ জন লোক বাণিজ্যৰ দিশ সামৰি আছে।

সমস্যাৰ ক্ষেত্ৰত প্ৰধানতঃ নিবনুৱা সমস্যা আৰু বানপানীৰ সমস্যা, বাট-পথৰ সমস্যাই প্ৰধান। শিক্ষাৰ ক্ষেত্ৰত জিলাখনৰ এক সুকীয়া স্থান আছে। তথ্যমতে ১৪৪ খন উচ্চ মাধ্যমিক বিদ্যালয়, ২৮ খন উচ্চতৰ মাধ্যমিক বিদ্যালয়ত শিক্ষাগ্ৰহণৰ সাধাৰণ সুবিধাখিনি আছে। ইয়াৰ উপৰি ১৩ খন বুনিয়াদী বিদ্যালয় আছে। ৰাজ্যখনৰ ভিতৰতে এখন সংস্কৃত কলেজ আছে। সংস্কৃত ভাষাৰ উপৰি হিন্দী, বড়ো মাধ্যমৰ স্কুল, মাদ্ৰাছা স্কুলত জিলাখনত শিক্ষাগ্ৰহণৰ সুবিধা আছে। লগতে প্ৰাইভেট বিদ্যালয় যথেষ্ট পৰিমাণে চলি আছে। নলবাৰীৰ পৰা শিক্ষাগ্ৰহণ কৰা ভালেমান ছাত্ৰ-ছাত্ৰীয়ে বিদেশত উচ্চশিক্ষা গ্ৰহণ, গৱেষণা আদিত ব্যৱস্থা গ্ৰহণ কৰি আছে। মানৱ সম্পদ গঢ়া জিলাখনৰ সামগ্ৰিকভাৱে অৰ্থনৈতিক প্ৰগতিত স্থবিৰতাই ৰাজনৈতিক আৰু বৌদ্ধিক মহলক নিশ্চয় ভাবিবলৈ বাধ্য কৰিব।

ভাষাৰ মাধ্যম আন্দোলনত নলবৰীয়া ছাত্ৰই সদৌ অসম ছাত্ৰ সন্থাক সবল নেতৃত্ব বহন কৰিছে। মাধ্যম আন্দোলনৰ কৰ্ণধাৰ প্ৰয়াত প্ৰসন্ন নাৰায়ণ চৌধুৰী ৰ দূৰদৰ্শিতাৰ ভূমিকা চিৰস্মৰণীয়।

অসম আন্দোলনত অকালতে জীৱন-যৌৱন আহুতি দিয়া ৩৭ গৰাকী ছহিদৰ স্বীকৃতিয়ে ত্যাগ আৰু বীৰত্বৰ স্বাক্ষৰ সদায়ে বহন কৰি থাকিব।

'৪২ৰ গণ আন্দোলনটো আছিল অদম্য আৰু অতি ব্যাপক ৰূপত প্ৰসাৰিত এটা স্বতঃস্ফূৰ্ত আন্দোলন। ভাৰতৰ মুক্তি সংগ্ৰামৰ বীৰ ছহিদ মুকুন্দ কাকতি নলবাৰীৰ অন্তৰ্গত বৰভাগ মৌজাৰ সোণকানি গাঁৱৰ। ছহিদ মুকুন্দ কাকতিৰ কৰ্মস্থলী আছিল দৰং জিলা। 'মৰিলে স্বৰ্গ তৰিলে দেশ' স্বাধীনতাৰ মূলমন্ত্ৰৰে কনকলতাৰ লগতে জীৱন বলিদান দি যোৱা গৌৰৱ অংশীদাৰ নলবাৰী জিলাকো প্ৰদান কৰিলে। বৰ্তমান ছহিদগৰাকীৰ নামেৰে নলবাৰী চহৰৰ অসামৰিক চিকিৎসালয়খন নামকৰণ কৰা হৈছে।

নলবাৰী জিলাখন ১১ টা ৰাজহ চক্ৰৰে অন্তৰ্ভুক্ত কৰা ৮২৭ খন গাঁও। টিহু আৰু নলবাৰী সদৰ দুখন নগৰী। ৯খন থানা। ১২ টা উন্নয়ন খণ্ডৰে গঠিত ১২ খন আঞ্চলিক পঞ্চায়তৰ লগত সাঙোৰ খাই আছে ১১০ খন গাঁও পঞ্চায়ত। ৬ টা বিধানসভা সমষ্টিৰ ভিতৰত ৪ টা লোকসভাৰ সমষ্টিয়ে জিলাখনক সামৰি আছে।

নলবাৰীক অসমৰ নৱদ্বীপ আখ্যা দিয়া হয়। বংগৰ সংস্কৃত চৰ্চাৰ কেন্দ্ৰবিন্দু নৱদ্বীপ আৰু সেই ৰূপে মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য সংস্কৃত সাহিত্যৰ বিদগ্ধ পণ্ডিত। পুৰণা কামৰূপীয়া কালিদাস নামে তেওঁ নলবাৰীৰ এক উজ্জ্বল ভোটাতৰা। তেওঁৰ উপৰি সহস্ৰগৰাকী সংস্কৃত পণ্ডিত নলবাৰী জিলাক সমৃদ্ধি প্ৰদান কৰি সম্প্ৰতি সময়তো সংস্কৃত ভাষা-সাহিত্য চৰ্চা অব্যাহত আছে।

সাংস্কৃতিক জগতত অতি প্ৰাচীন কালৰে পৰা নলবাৰী জিলাই গৌৰৱময় ঐতিহ্য বহন কৰি আছে। লোকগীত, লোক-নৃত্য, ওজাপালি, ঢুলীয়া আৰু নাগাৰা নামৰ সৃষ্টি চৰ্চাৰ প্ৰাণকেন্দ্ৰ। ৰাষ্ট্ৰীয়ভাৱে স্বীকৃতিপ্ৰাপ্ত ঢুলীয়াশিল্পী মোহন ভাইৰা, কৈহাটীৰ ঢুলীয়া দল আৰু জাগ্ৰাৰ ওজাপালি মানুহৰ মুখে মুখে আজিও প্ৰচাৰিত। নলবাৰীত ভ্ৰাম্যমাণ নাট্যদল আৰু যাত্ৰাদল নাট্য আন্দোলনত জিলাখন জাকতজিলিকা। ওজাপালি আৰু ঢুলীয়া দলৰ লগতে ভাগ্যদেৱী, বৰদৈচিলা, মাধৱদেৱ, শকুন্তলা থিয়েটাৰৰ জন্মই সাংস্কৃততিক জগতত নাট্যচৰ্চাৰে ভালেমান কলা-কুশলীৰ জীৱন নিৰ্বাহৰ পথ হৈ আছে।

শিল্পকলা জগতত জীৱনশিল্পী আদ্য শৰ্মাৰ লগতে বহু শিল্পীয়ে কলাৰ লগত মনোনিবেশ কৰি আছে। অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰা নলবৰীয়া লাউপাৰা গাঁৱত জন্মগ্ৰহণ কৰা বিহগী কবি ৰঘুনাথ চৌধাৰী, ককয়া গাঁৱত জন্মগ্ৰহণ কৰা পণ্ডিত গিৰিধৰ শৰ্মা, নলবাৰী সত্ৰগাঁৱত জন্মগ্ৰহণ কৰা নন্দনতাত্ত্বিক ত্ৰৈলোক্যনাথ গোস্বামী আৰু বেলশৰ গাঁৱত জন্মগ্ৰহণ কৰা বৰ্তমানৰ সভাপতি সংবাদসূৰ্য কনকসেন ডেকা, অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাপক প্ৰধান সম্পাদক শৰৎচন্দ্ৰ গোস্বামী, সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱা, হেমন্ত কুমাৰ শৰ্মা আদি বৰেণ্য ব্যক্তিসকলে সভাক গুৰুত্বপূৰ্ণ অৰিহণা আগবঢ়াই গৈছে। সাহিত্য জগতত সম্প্ৰতিকাললৈ সহস্ৰজন সুসাহিত্যিকে ভাষা-জননীৰ সেৱাত ব্ৰতী হৈ নলবাৰীৰ গৌৰৱ অক্ষুণ্ণ ৰাখিছে।

পৱিত্ৰ তীৰ্থভূমিৰে নলবাৰী জিলা ঐতিহ্যমণ্ডিত। আহোম যুগৰে পৰা বালিলেচাত অৱস্থিত শ্ৰীশ্ৰী কালী গোসাঁনী দেৱীৰ মন্দিৰলৈ দূৰ-দূৰণিৰ পৰা তীৰ্থযাত্ৰীয়ে প্ৰতিদিন দৰ্শন কৰে। যজ্ঞ পূজাৰ আৰাধ্যভূমি আৰজাৰাৰ আশ্ৰম ভক্তপ্ৰাণসকলৰ সদা দৰ্শনে পূজা-অৰ্চনা হয়। মহাতীৰ্থ শ্ৰীশ্ৰী বিল্বেশ্বৰ দেৱালয় হিন্দুধৰ্মৰ এখন ইতিহাস প্ৰসিদ্ধ তীৰ্থস্থান। ইয়াত মহা পয়োভৰে শ্ৰীশ্ৰী দুৰ্গা পূজা প্ৰচলিত হৈ আছে। জিলাখনৰ প্ৰতিটো অঞ্চলতে ইতিহাস প্ৰসিদ্ধ দেৱ-দেৱীৰ মান্দিৰ, নামঘৰ, মচজিদ অলেখ আছে। চহৰৰ মাজ মজিয়াত মুছলমান ধৰ্মাৱলম্বী পৱিত্ৰ বড়মচজিদ আটক ধুনীয়াকৈ নিৰ্মাণ কৰা হৈছে। জৈনসকলৰ পৱিত্ৰ জৈন মন্দিৰ চহৰতে অৱস্থিত। নলবাৰী তথা উত্তৰ-পূৱ ভাৰতৰে পবিত্ৰ শ্ৰীশ্ৰী হৰিমন্দিৰ সনাতন ধৰ্ম-সংস্কৃতিৰ পুণ্যতীৰ্থ স্থান। ঐতিহ্যমণ্ডিত ৰাস মহোৎসৱত প্ৰতি বছৰে শৰৎকালত জনসমুদ্ৰৰ সোঁতত বিলীন হয় নলবাৰী চহৰ। এই ৰাস মহোৎসৱতে জাতি-বৰ্ণ-ভাষা নিৰ্বিশেষে সমন্বয়ৰ জাতীয় ঐক্য বহন কৰি নলবাৰীক গৌৰৱান্বিত কৰি আছে।

অসম সাহিত্য সভাৰ ইতিহাসত নলবাৰীত ১৯৬৪ চনত নলবাৰী অধিৱেশন আৰু ১৯৭৬ চনত টিহু অধিৱেশনৰ পিচতে বেলশৰ বিশেষ বাৰ্ষিক অধিৱেশনে জাতীয় জীৱনত নিশ্চয়কৈ সংহতিৰ পূৰ্ণ ৰূপ সঞ্চালিত হ'ব।



# ঐতিহ্যপূৰ্ণ বেলশৰৰ শিক্ষা সমাজ আৰু সংস্কৃতিৰ ডুখৰীয়া ছবি

শ্বেইখ্ চমছেৰ আলি






দিন যায়। কথা থাকে। মানুহ মৰে, স্মৃতি থাকে। অসম সাহিত্য সভাৰ শতাব্দীজোৰা ইতিহাসৰ প্ৰাঞ্জল ধাৰাটোৰ শেহতীয়াভাৱে অংশীদাৰ হ'বলৈ ওলাইছে বুৰঞ্জী প্ৰসিদ্ধ বেলশৰৰ ৰাইজ। নলবাৰী জিলা সাহিত্য সভাৰ বিভিন্ন শাখা, ৰাজনীতিবিদ, শিক্ষাবিদ, বুদ্ধিজীৱী, সাহিত্যিক, সাংবাদিক সমন্বিতে সাহিত্য-সংস্কৃতিক ভালপোৱা লোকৰ উৎসাহ-উদ্দীপনাও এইক্ষেত্ৰত বিশেষ উল্লেখনীয়। সকলো পথ যেন আজি বেলশৰলৈ পোনাইছে।

আমিও বেলশৰৰ ঐতিহ্যৰে ভৰা প্ৰাকৃতিক পৰিৱেশ, বোকা মাটিৰ সৈতে প্ৰায় ৭ বছৰৰো অধিক কাল উমলি-জামলি কটাইছিলো। শিক্ষা-জগতৰ কমাৰশাল স্বৰূপ বেলশৰ হাইস্কুলত নিজকে দহন-পীড়ন-পদাঙ্ক অনুসৰণ পূৰ্বক জীৱন-গঢ়াৰ পথ প্ৰশস্ত কৰিছিলো। অন্যাৰ্থত বেলশৰক কেন্দ্ৰ কৰি আমাৰ জীৱনৰ ৰথৰ চকৰি ঘূৰিছিল। ইয়াৰ পৰা দৃষ্টি নিক্ষেপ কৰি বাহিৰৰ জগতখনৰ সতে নিৰিবিলি সম্পৰ্ক গঢ়ি তোলাৰো অৱকাশ পাইছিলো। সেয়া ১৯৫১ চনৰ কথা।

বৰনৰ্দ্দী এম ভি স্কুলৰ শিক্ষান্ত পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ বেলশৰ হাইস্কুলৰ এম ই শাখাত ভৰ্ত্তি হোৱাৰ মুহূৰ্তটো আজিও আমাৰ মনত ভাহে। সুদূৰ বাটশৰ-বৰ্ণি-আদেহা-দেউৰীপাৰা হৈ বিল্বেশ্বৰ দেৱালয়ৰ কাষেৰে, কিছু আগবাঢ়ি গৈ, আমি আমাৰ হেঁপাহৰ বিদ্যালয়খনত প্ৰৱেশ কৰিছিলো। শিক্ষক-ছাত্ৰ-ছাত্ৰীৰ মাজত চা-চিনাকি হৈছিলো। কি যে অনাবিল আনন্দৰ ঢৌ তেতিয়া বাগৰি গৈছিল ভাবিলে আজিও ৰোমাঞ্চিত হৈ পৰো। পিছে কেইদিনমান পিছতেই ইংৰাজী ক্লাছত চণ্ডী মেনা ছাৰৰ প্ৰশ্ন এটাৰ উত্তৰ দিবলৈ অপাৰগ হোৱাত যি এটা পূৰ্ণহতীয়া চৰ খাইছিলো, সেইটোৰে গালত যেন আজিও চৰচৰণি তোলে। এই ঘটনাৰ পিছত ইংৰাজী বিষয়টো আয়ত্তাধীন কৰিবলৈ মই অহোপুৰুষাৰ্থ কৰিছিলো আৰু তাৰ ফলো পাইছিলো আশা কৰা ধৰণে।

হাইস্কুলীয়া পাঠ্যক্ৰমত 'ক্লাছ এইট'ত আমাক ইংৰাজী শিকাইছিল নবীন বৰ্মন চাৰে। তাতো 'Psalm of Life' কবিতাটোৰ শিৰোনামাৰ শব্দটো— 'পাচ্লাম অৱ লাইফ্' উচ্চাৰণ কৰা বাবে ছাৰৰ ককৰ্থনা শুনিছিলো। সেয়া আছিল ১৯৫৫ চনৰ এটি অন্যতম মুহূৰ্ত। পিছত চাৰে আমালৈ উক্ত কবিতাটোৰ 'Substance' বোৰ্ডত লিখি দিছিল— According to the poet Longfellow life is not merely a meaningless dream. Life is something serious. Death should not be the our goal of life. Only our physical body may be perishable. But the soul is immortal. Enjoyment and

sorrow should not be the aim of life. The aim of life should be action. We should act in such a way that we may go a step further everyday. We must not be like driven cattle. We must go forward like heroes. We must not rely upon future and the past should forgot on. So, we must lead an active life.' এইখিনি কথা আজিও মই মোৰ হৃদয়ৰ মণিকোঠাত সহৃদয়েৰে সাঁচি ৰাখিছো।

আমাৰ পূজনীয় শিক্ষাগুৰু সকলৰ অকৃত্রিম মৰম, পাঠদানৰ সাবলীলতা, ব্যক্তিত্ব আৰু অধ্যয়নপুষ্ট মনৰ ধাৰাবাহিকতাই আমাক কাবু কৰি ৰাখিছিল। সৰ্বশ্ৰী অক্ষয় কুমাৰ বৰ্মন, আহমদ আলি, বংশী বৰ্মন, মুকুন্দ বায়ন, উপেন্দ্ৰ নাথ পাটোৱাৰী, উগ্ৰ গোস্বামী, পদ্ম শৰ্মা, পূৰ্ণ শৰ্মা আৰু আদ্যনাথ ভট্টাচাৰ্য সমন্বিতে শ্ৰদ্ধাৰ ছাৰসকলে প্ৰদৰ্শন কৰা পিতৃসুলভ আচাৰ-ব্যৱহাৰ আৰু সদুপদেশ আমাৰ বাবে পাথেয় হৈ ৰৈ গৈছে। তেনেদৰে জ্যেষ্ঠ সহপাঠীসকলো আছিল আমাৰ প্ৰেৰণাস্বৰূপ। কনিষ্ঠ ভাতৃৰ দৰে তেওঁলোকেও আমাক উপদেশ দিছিল। এই ক্ষেত্ৰত শ্ৰীযুত কনকসেন ডেকা, নৱেন বৰ্মন, প্ৰসন্ন শৰ্মা, বিচিত্ৰ মেধি, কামিনী শৰ্মা, নন্দ শৰ্মা, পৱন কুমাৰ পাটোৱাৰী, বসন্ত শৰ্মা, ফাইজুদ্দিন আহমেদ, মদন মেনা, জ্যোতিষ শৰ্মা, বসন্ত সেন ডেকা, ফৰিদ আহমেদ, পদ্মৰাম শৰ্মা, ৰুস্তম আলী, ভূপেন চক্ৰৱৰ্তী আদি ছিনিয়ৰ 'কলিগ'সকলৰ সাহচৰ্যৰ কথা আজিও মচ খাই যোৱা নাই। আটাইকেইজনেই আছিল-- 'লম্বু' অৰ্থাৎ ওখ-পাখ বিধৰ। আমাৰ মাজৰ কেইজনমান আছিল 'লিলিপুট', অৰ্থাৎ কটীয়া ঠাকৰা দিয়া বিধৰ। অৱশ্যে মধ্যম পন্থীৰ সংখ্যাও কম নাছিল। আমাৰ ক্লাছৰ হৰেন্দ্ৰ নাথ শৰ্মা, অৰুণ বৰ্মন, ৰমণী শৰ্মা, নবাবুদ্দিন আহমেদ, বীৰেন মেনা, ভোগী বৰ্মন, যাদৱ সেন ডেকা, গিৰীশ শৰ্মা, অজিত শৰ্মা, চান্দ মহম্মদ হুছেইন, মকিবৰ ৰহমান, মহিবৰ ৰহমান, জগত আহমেদ, কৰুণা মিশ্ৰ, প্ৰদীপ শৰ্মা, ৰোজ, দময়ন্তী, ফুলজান, লালবান, তাহৰুন, সৰলা সেন ডেকা আৰু পিছৰ চামৰ উগ্ৰ মেনা, প্ৰদীপ পাটোৱাৰী, আকবৰ আলী, আচিৰ উদ্দিন আহমেদ, আতোৱাৰ ৰহমান, সোণেশ্বৰ পাটোৱাৰী, হেমন্ত বৰ্মন, পংকজ মুদিয়াৰ, অচ্যুত পাটোৱাৰী আদি ছাত্ৰ-ছাত্ৰীসকল আছিল প্ৰায়েই স্বকীয় মেধাৰে বিধৌত আৰু প্ৰচুৰ সম্ভাৱনাৰ অধিকাৰী।

মোৰ শিক্ষা জীৱনৰ প্ৰেৰণাৰ অন্যতম উৎস খগেন্দ্ৰ নাথ বৈশ্যৰ যদিও 'ডাইৰেক্ট-ষ্টুডেণ্ট' নাছিলো, তেখেতে ১০ বছৰৰ (১৯৪৭-৫৭) মেট্ৰিক পৰীক্ষাৰ কেইবাটিও বিষয়ৰ প্ৰশ্নোত্তৰ যুগুত কৰি দি মোৰ মহৎ উপকাৰ সাধন কৰিছিল। মই ভালপোৱা কিতাপখনো (আজিৰ মানুহ ঃ হিতেশ ডেকা) তেখেতে বাছনি কৰি দিছিল। এই ৰচনাখন লিখি টেষ্ট পৰীক্ষাত মই ২০ৰ ভিতৰত ১৬ নম্বৰ পাইছিলো। মেট্ৰিকৰ ফাইনেল পৰীক্ষাতো সেইখন ৰচনাই মই লিখিছিলো। নেপথ্যত থাকি প্ৰেৰণা যোগোৱা অইন এগৰাকী প্ৰেৰণাদায়ক ব্যক্তি আছিল আজীৱন শিক্ষাব্ৰতী ইব্ৰাহিম আলী তালুকদাৰ ছাৰ। এনেবোৰ বহুতো সৰু-বৰ স্মৃতিয়ে আজিও মোৰ মনত দোলা দি যায়।

অকল শিক্ষাৰ ক্ষেত্ৰতেই নহয়, সংস্কৃতি আৰু ক্ৰীড়াৰ ক্ষেত্ৰতো এক যাউতিযুগীয়া কীৰ্তি বেলশৰ হাইস্কুলত পঢ়ি থকা কালতে আমি ৰাখি থৈ আহিছো। তেতিয়াৰ স্কুলৰ বাৰ্ষিক অধিৱেশনবোৰ আছিল গৱেষণাধৰ্মী, নিপোটল আৰু প্ৰাণ ঢালি পৰিৱেশন কৰা বিধৰ। বাৰে বৰণীয়া অসমীয়া সংস্কৃতিৰ এক অপূৰ্ব সংযোগ স্থলী এই অধিৱেশনৰ মঞ্চত সমূহীয়া কোৰাছ, বনগীত, বৰগীত, জিকিৰ, গজল, ভজন, আবৃত্তি, নাটকীয় দৃশ্যবোৰ আছিল তেনেই মন-পৰশা বিধৰ। সৰ্বশ্ৰী কামিনী শৰ্মা, ভোগী বৰ্মন, ভূপেন চক্ৰৱৰ্তী, অৰুণ বৰ্মন, নন্দ শৰ্মাৰ অভিনয়, বসন্ত সেন ডেকাৰ আবৃত্তি, প্ৰতিভা বৰ্মনৰ আধুনিক গীত, মতলেব চমছেৰ ভাতৃদ্বয়ৰ জিকিৰ, গজল আৰু অন্যান্য শিল্পীসকলৰ কামৰূপী লোকগীত, বৰগীত, ভজন আদি পৰিৱেশনৰ সজল-স্মৃতি আজিও মনত ভাহে। তেতিয়াৰ দিনত আজিৰ দৰে একাঙ্কিকা নাটৰ পয়োভৰ নাছিল; বৰং লাচিত বৰফুকন, মণিৰাম দেৱান, মেৰাৰ-সন্ধা, মৰ্জিয়ানা, শিৰাজী, কালাপাহাৰ, শ্বাহজাহান আদি পূৰ্ণাঙ্গ নাটৰ একো একোটি দৃশ্য হুবহু ৰূপত প্ৰতিফলিত কৰা হৈছিল আৰু জনপ্ৰিয়তাৰ শীৰ্ষত আৰোহণ কৰিছিল শিল্পীসকলে। সহ-অভিনয়ৰ প্ৰয়োগো ঠায়ে ঠায়ে দেখা গৈছিল। এই ক্ষেত্ৰত অতুল চন্দ্ৰ হাজৰিকাৰ 'ৰংমহল' নামৰ নাট্য-সংকলনটিয়ে প্ৰভূত বৰঙণি যোগাইছিল। হিতেশ ডেকাৰ 'আজিৰ মানুহ' উপন্যাসখনৰ পৰা কাটি অনা অভিনয় উপযোগী দৃশ্য দুটামানত আমিও অংশ গ্ৰহণ কৰিছিলো। তেনেদৰে একক অভিনয়ৰ বাটকটীয়াৰূপত আৱিৰ্ভাৱ ঘটিছিল বলোৱাৰ কামিনী শৰ্মাৰ। তেওঁ ৰজা জয়চাঁদৰ ৰূপত নাটকৰ 'সপ্তসুৰ' সৃষ্টি কৰি দৰ্শকক মুগ্ধ কৰিছিল। সুদৰ্শন অভিনেতা কামিনী শৰ্মা, মহানন্দ শৰ্মাৰ দৰে নাট্যশিল্পী বিচাৰি পোৱা কঠিন। নন্দ শৰ্মাই স্কুলীয়া জীৱনত অভিনয়ৰ পাতনি মেলি পিচলৈ 'যাত্ৰাপাৰ্টি'ত মহিলাৰ ভাও লৈছিল ভালেমান বছৰ ধৰি। আমি নিজেও কামিনী শৰ্মাৰ পদাঙ্ক অনুসৰণ কৰি কটন কলেজৰ সাংস্কৃতিক মঞ্চত, ৰাজকীয় বেশেৰে, ৰজা জয়চাঁদৰ সেই মঞ্চ সফল দৃশ্যটি ৰূপায়িত কৰিছিলো।

আমাৰ স্কুলৰ অনুষ্ঠিত অধিবেশনবোৰত বিশিষ্ট ৰাজনীতিবিদ, শিক্ষাবিদ, সাহিত্যিক, বুদ্ধিজীৱীক আমন্ত্ৰণ জনোৱা হৈছিল। তাত সদলবলে যোগদান কৰিছিলহি চামতা, বনগাঁও, গৰ্ডন, জাগাৰা, ককয়া আদি হাইস্কুলৰ শিক্ষকৰ নেতৃত্বত ছাত্ৰ-ছাত্ৰীসকলে। ঠিক তেনেদৰে আমিও আমাৰ স্কুলৰ পৰা সেই শিক্ষানুষ্ঠানসমূহলৈ বাটকুৰি বাই প্ৰায়েই গৈছিলো। নকৈ নোৱাৰো যে এনে এখন অধিৱেশনতেই অধ্যাপক আশ্ৰফ্ আলী ছাৰে গজল প্ৰতিযোগী হিচাপে মোলৈ আগবঢ়াইছিল দণ্ডীৰাম দত্তৰ 'নিমাতী কন্যা' পুথিখন। স্বয়ং দত্ত ডাঙৰীয়াও সেইখন সভাত উপস্থিত আছিল। দেশ-বন্দনা শীৰ্ষক স্বকীয় আবৃত্তিমূলক কাৰ্যসূচীত মই মৌলানা আবুল কালাম আজাদৰ ভাও লৈছিলো। ইংৰাজ শাসকৰ সন্মুখত শিৰ নত কৰাৰ 'ৰেওৱাজ' নাছিল তেতিয়াৰ স্বাধীনতা সংগ্ৰামী বীৰ-বীৰাঙ্গণাসকলৰ। মৌলানা আজাদৰ কণ্ঠৰে নিগৰি অহা সেই সংলাপটি মোৰ নিজৰ কণ্ঠত ভাহি আহিছিল 'আমাৰ জীৱন, আমাৰ মৃত্যু, আমাৰ প্ৰাৰ্থনা, কেৱল নিৰঞ্জন-নিৰাকাৰ একমাত্ৰ আল্লাহৰ ওৱাস্তে উৎসৰ্গিত। আপোনালোকে মোক ফাঁচীকাঠত ওলমাব পাৰে, সেইবুলি বগা



বঙালৰ ওচৰত কেতিয়াও শিৰ নত নকৰো।' প্ৰসঙ্গতঃ কৈ থোৱা ভাল যে আমিও মহাত্মা গান্ধীৰ সেই অমোঘ বাণী— 'মৰিম মৰিম, প্ৰাণ বলি দিম, বোলা সবে আওৱাই', শ্লোগানটি কৈশোৰ বয়সতে গাই গাই স্বেচ্ছাসেৱকসকলৰ পিচে পিচে দৌৰিছিলো।

আমাৰ শৈশৱ, আমাৰ কৈশোৰ আছিল সমস্যাৰে ভৰা। বিশ্বযুদ্ধৰ বিভীষিকাই আমাৰ চৌদিশ সন্ত্ৰাসিত কৰি ৰাখিছিল। জাপান-জাৰ্মান যুদ্ধৰ যুদ্ধ-জাহাজৰ দৃশ্য আমিও প্ৰত্যক্ষ কৰিছিলো। পেৰাচুটেৰে মানুহ নমা দৃশ্য চাই অপাৰ আনন্দ লভিছিলো। মহাত্মা গান্ধীৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই আমাৰ অঞ্চলৰ পুৰুষ-মহিলাই বিদেশী বস্ত্ৰ বৰ্জন কৰিছিল। নিজৰ সা-সম্পদ, গহনা-গাথৰি হেলাৰঙে উচৰ্গা কৰিছিল। সৰ্বভাৰতীয় বহুতো সংগ্ৰামী নেতা-নেত্ৰী দেখাৰ সৌভাগ্য ঘটিছিল। আমাৰ এই অঞ্চলটি কমিউনিষ্ট আন্দোলনৰো অন্যতম কেন্দ্ৰ আছিল। দেশাত্মবোধৰ উত্তাল তৰঙ্গত সকলো যেন উটি-ভাহি গৈছিল। সেই ক্ষণবোৰ সুঁৱৰি আমাৰ ডেকাসকলে মণিৰাম দেৱানৰ ভাষাৰে উচ্চস্বৰে ঘোষণা কৰিছিল— 'এয়ে নেকি ইংৰাজ জাতিৰ সুসভ্যতা যে ভোজ খাবলৈ আহি পাটি পাৰি বহা? সপোনতো ভাবিব পৰা নাছিলো যে গোজেই শেষত গৈ গজালি হৈ দেখা দিব।' ইত্যাদি। ভাৰত বিভাজনৰ ফলত অখণ্ড ভাৰত দ্বিখণ্ডিত হোৱা কথাটো (তাকো ধৰ্মৰ নামত) ভাৰতীয় জনসাধাৰণে সহজভাৱে লোৱা নাছিল। সেই সময়ত গৰুৰ পালৰ দৰে মিঞা সম্প্ৰদায়ৰ লোক খেদি খেদি লৈ যোৱাৰ দৃশ্য দেখি আমিও মৰ্মাহত হৈ পৰিছিলো। ক্ষোভো জাগিছিল; কিন্তু ১৯৫০ চনৰ প্ৰলয়ংকৰী ভূমিকম্পই সকলো উলট-পালট কৰি দিছিল। নিয়তিৰ কঠোৰ দণ্ডই সকলোকে ম্ৰিয়মাণ কৰি তুলিছিল। সেইবোৰ অন্য এক পাহৰিব নোৱাৰা ঘটনাৰ সমষ্টি।

স্কুলীয়া জীৱনৰ তিতা-কেঁহা ভাল লগা বহুত কথা-কাহিনী আজিও আমাৰ কাণত ৰৈ ৰৈ বাজে। আমি খেতিয়কৰ ঘৰৰ ল'ৰা যদিও খেতি কৰিবলৈ আমাৰ পৰ্যাপ্ত পৰিমাণৰ মাটি নাছিল। আমাৰ মানুহবোৰৰ বেছিভাগেই 'পাম' ধৰিছিল। কিছুমান গৈছিল বৰী-টাপা; আন কিছুমানে চুৰোবাৰী-লচিমা, কালাকুছি-মুইভেনী আৰু আমাৰ মামাহঁতৰ পৰিয়ালৰ লগত সাঙোৰ খাই আমাৰ বাপীয়ে বালিজাৰ- বাউসীয়াপাৰাত 'পাম' ধৰিছিল প্ৰায় ১৬ বছৰ ধৰি। বয়োবৃদ্ধ আদ্য ভট্ট আছিল আমাৰ মহাজন। সেইসূত্ৰে ড° বসন্ত কুমাৰ ভট্টাচাৰ্যৰ লগত আমাৰ সম্পৰ্ক আজিও নিবিড়। আমাৰ গাঁৱৰ ড° পৰীক্ষিত হাজৰিকা, গল্পকাৰ ৰিজু হাজৰিকা, কবি পশুপতি হাজৰিকা ভাতৃত্ৰয়ৰ লগতো আমাৰ আত্মিক সম্পৰ্ক আছে। তেওঁলোকৰ স্বকীয় আদৰ্শই আমাকো সাহিত্য জগতত প্ৰৱেশ কৰাৰ পথ সুচল কৰি দিয়া বুলি ক'ব পাৰি।

প্ৰকৃতাৰ্থত আমি গাঁৱৰ ল'ৰা। গাঁৱৰ মাটি-পানী, নৈ-খাল-বিল আদিৰ লগত আমাৰ নিগূঢ় সম্পৰ্ক। সেই সূত্ৰে বাথাৰ বিলৰ পুঠি-দৰিকণা, ঘেইছলা বিলৰ শিঙি-মাগুৰ, বেটকাটা বিলৰ বৌ-বৰালি, চুৰচুৰী বিলৰ শিঙৰা-গৰৈ, কাৱৈ, মণেৰী বিলৰ শ'ল-চেনাৰ, বুঢ়াদিয়া নদীৰ কুৰৰ শেলুৱৈ গজা শাল মাছৰ সোৱাদ স্বকীয় বুদ্ধিমত্তা তথা জাল, জাকৈ, পল আদিৰ সহায়ত ল'বলৈ সক্ষম হৈছিলো। বৰশী বোৱাটো মোৰ আছিল আকৌ অন্য এক নিচা। এইক্ষেত্ৰত বহুতো মুখৰোচক কাহিনীও আছে। আমাৰ এই অঞ্চলটোৰ ৰাইজো আছিল জীয়াই থকাৰ তাড়নাত মহাভাৰ কঢ়িয়াই অনাৰ একো একোগৰাকী সৈনিক। বিভিন্ন কৰ্মক্ষেত্ৰৰ কৰ্মপটু সবল-সুঠাম দেহৰ গৰাকী। বাথাৰ বিলক আগুৰি আছে, চৌদিশৰ পৰা নানা জাতি, উপজাতি, বৰ্ণ-ধৰ্মৰ লোকে। পথাৰ কিন্তু এখনেই, বাথাৰ বিল আৰু ইয়াৰ চৌপাশ। বজাৰো এখনেই, নন্দী বজাৰ। ইয়াতো বেচা-কিনা চলে। হৃদয় বিনিময় হয়। শান্তি, ঐক্য, সম্প্ৰীতি, ভাতৃত্ব-সংহতিৰ যেন এক মিলনস্থলী। এনে সামাজিক পৰিৱেশ আৰু সমাজ পাবলৈ বিৰল। নাতিদূৰত আছে বেলশৰ, বনগাঁও, চামতা, বলোৱা, কুমাৰীকাটা, নলবাৰী আদি ঠাইৰ শৈক্ষিক, ঐতিহাসিক আৰু সামাজিক ঐক্যৰ শতিকা জোৰা বেপাৰ-বাণিজ্যৰ কেন্দ্ৰসমূহ। ভাবিলে বিস্ময় মানিব লাগে। এনে এটি পটভূমিক সাৰথি কৰি উদীয়মান সাংবাদিক-সাহিত্যিক হেমন্ত বৰ্মনৰ সহযোগত এই অভাজনে ৰচনা কৰিছিল এখনি মনপৰশা উপন্যাস— 'ন-আশাৰ ৰেঙণি'। ১৯৭৯-৮০ চনত ভাৰত চৰকাৰৰ শিক্ষা আৰু সাংস্কৃতিক মন্ত্ৰনালয়ে আয়োজন কৰা আঞ্চলিক ভাষাৰ উপন্যাস প্ৰতিযোগিতাত এই উপন্যাসখনে প্ৰথম স্থান লভিবলৈ সক্ষম হৈছিল। তেনেদৰে সৌ সিদিনা ভাৰতীয় আন্তৰ্জাতিক চলচ্চিত্ৰ সমাৰোহত কৈহাটীৰ 'মোহন ভাইৰাৰ'ৰ বিষয়ে যুগুতাই উলিওৱা চুটি ছবিখন প্ৰদৰ্শনৰ সুযোগ পোৱাটোও সমানেই আশাব্যঞ্জক বাতৰি। আমাৰ মাজৰে বিশিষ্ট সাংবাদিক, সাহিত্যিক, চিন্তাবিদ মাননীয় কনক সেন ডেকাই অসম সাহিত্য সভাৰ লেখীয়া জাতীয় অনুষ্ঠানটিৰ সভাপতিৰ আসন শুৱনি কৰাটোও সমানেই প্ৰেৰণাদায়ক আৰু আদৰ্শনীয় উদাহৰণ। এনেদৰে অসমৰ ভাষা-সাহিত্য-সংস্কৃতি, প্ৰশাসনিক শিক্ষা-ৰাজনীতিৰ ক্ষেত্ৰত কতজনে অঞ্চলটোৰ পৰা বৰঙণি যোগাই আহিছে তাৰ লেখ-জোখ নাই। আমাৰ স্মৃতিয়ে ঢুকি নোপোৱা অৱস্থা। সদৌটিলৈ ক্ষমা প্ৰাৰ্থনাৰে।

মূলতঃ বেলশৰ-কেন্দ্ৰিক শিক্ষা-সমাজ-সংস্কৃতিৰ বহল পথাৰখনৰ কথা লিখি শেষ কৰিব নোৱাৰি। অসমৰ নাট, লোক উৎসৱ, ভাওনা, লোকগীত, লোক-নাট্য, লোক-সংস্কৃতি, ৰাজনীতি, সমাজনীতি আদিৰ ক্ষেত্ৰত যে এই অঞ্চলটোৱে এক নিৰ্ণায়ক ভূমিকা পালন কৰি আহিছে এই কথা অনস্বীকাৰ্য। বেলশৰ এতিয়া প্ৰগতিৰ পথত। চৌদিশে জয়জয়, ময়ময় অৱস্থা। সেই দৃশ্য উপভোগ কৰিবহে পাৰি, প্ৰকাশৰ ভাষা বিচাৰি পোৱা কঠিন। জয়তু অসম সাহিত্য সভাৰ বিশেষ বেলশৰ অধিৱেশন।। জয় আই অসম।

# অসমৰ সাংস্কৃতিক পৰম্পৰা আৰু নলবাৰীৰ লোক জীৱন

ড° বসন্ত কুমাৰ ভট্টাচাৰ্য

অসমীয়া ‘পৰম্পৰা’ পদটো ইংৰাজী ‘tradition’ পদৰ প্ৰতিপদ স্বৰূপে প্ৰয়োগ কৰা হয়। লেটিন ‘traditio’ পদৰ পৰা ইংৰাজী “tradition ” পদৰ উৎপত্তি হৈছে। ইয়াৰ অৰ্থ হ’ল— কোনো লোকৰ পৰা আন এজনলৈ বা কোনো এটা পুৰুষৰ পৰা আন এটা পুৰুষলৈ “হস্তান্তৰ কৰণ”। ৰবাৰ্ট ৰেড্‌ফিল্ডৰ মতে, ‘পৰম্পৰা’ বা ‘tradition’ পদে ‘হস্তান্তৰকৰণ প্ৰক্ৰিয়া আৰু হস্তান্তৰিত সমল’ উভয়কে সামৰি লয়। পৰম্পৰা সমাজৰ ক্ৰমবৰ্ধমান সামাজিক উত্তৰাধিকাৰ বা ঐতিহ্য। কোনো কোনো পণ্ডিতৰ মতে, ঐতিহ্য বা পৰম্পৰা হৈছে কোনো এখন সমাজত পুৰুষানুক্ৰমে চলি থকা আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, অনুষ্ঠান-প্ৰতিষ্ঠান, জীৱন ধাৰণ প্ৰণালী আদি। আনহাতে ‘সংস্কৃতি পদৰ অৰ্থ অতি ব্যাপক। সমাজ বিজ্ঞানী আৰু নৃতত্ত্ববিদ পণ্ডিতসকলে যুগে যুগে ইয়াৰ ভিন ভিন সূত্ৰ দাঙি ধৰা দেখা যায়। কোনো কোনো পণ্ডিতৰ মতে “সংস্কৃতি” সামাজিক সৌন্দৰ্য আৰু বৌদ্ধিক পৰমোৎকৰ্ষ (Intelectual excellence)। ই এক প্ৰকাৰ শোধন প্ৰক্ৰিয়া। “সমাজৰ অংগীভুক্ত সদস্যৰূপে মানৱে আহৰণ কৰা জ্ঞান, বিশ্বাস, কলা, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, উৎসৱ-অনুষ্ঠান, আইন-কানুন, নৈতিকতা, অভ্যাস আৰু অন্যান্য সামাজিক সামৰ্থৰ যৌগিক ৰূপেই সংস্কৃতি। সংক্ষেপে ক’বলৈ গ’লে সংস্কৃতি মানৱৰ দ্বাৰা নিৰ্মিত সামাজিক আচৰণ। ই কিছুমান নিয়ম-নীতিৰ সমাহাৰ। পৰম্পৰা আৰু সংস্কৃতিৰ সম্পৰ্ক অতি ঘনিষ্ঠ আৰু এই দুয়োটাই সমাজৰ পৰিপূৰক। কোনো এটা জাতি বা কোনো এখন সমাজৰ স্বকীয়তা প্ৰকাশ পায় সেই জাতি বা সমাজৰ মাজত পুৰুষ পৰম্পৰা প্ৰৱহমান সাংস্কৃতিক সমলসমূহৰ মাজেদি। সেয়েহে কোনো এটা জাতি বা কোনো এখন সমাজৰ সাংস্কৃতিক পৰম্পৰাক সেই জাতি বা সমাজৰ বৈশিষ্ট্যৰ মাপ-কাঠি ৰূপে গণ্য কৰা হয়।

অসমীয়া সংস্কৃতিৰ আধাৰ হ’ল অসম ৰাজ্য। ইয়াৰ ভৌগোলিক পৰিৱেশ, ৰাজনৈতিক অৱস্থা আৰু জলবায়ুৰ বৈচিত্ৰ্য মন কৰিবলগীয়া। অতি প্ৰাচীন কালৰে পৰা এই ৰাজ্যত আৰ্য-অনাৰ্য আদি বিবিধ জাতি-গোষ্ঠীৰ লোকে বসবাস কৰি আহিছে। অসমৰ অধিবাসীসকলক অজনজাতীয় আৰু জনজাতীয় এই দুই ভাগত ভগাব পাৰি, যদিও এই ৰাজ্যৰ প্ৰাকৃতিক, ঐতিহাসিক আৰু কিংবদন্তিমূলক প্ৰৱাহে তেওঁলোকৰ মাজত ঐক্য স্থাপন কৰা হেতু, ‘স্বৰূপাৰ্থত ইয়াত অজনজাতি আৰু জনজাতিৰ মাজত পাৰ্থক্য নাই। ধৰ্মীয় দিশৰ পৰা এই ৰাজ্যত হিন্দুস্থানী লোকৰ বাহিৰেও ইছলাম, বৌদ্ধ, জৈন, আৰু শিখ ধৰ্মাৱলম্বী লোকো কম-বেছি পৰিমাণে আছে’।

অসমীয়া সংস্কৃতিৰ সংযুতিত ইয়াৰ বসবাস কৰা সমুদায় জনগোষ্ঠীৰ সমল নিহিত হৈ আছে। গতিকে অসমৰ সাংস্কৃতিক জীৱনত এফালে যিদৰে



ঐক্য বা সমন্বয়ৰ প্ৰৱণতা স্পষ্ট, আনফালে তেনেদৰে বিভিন্ন জনগোষ্ঠীৰ সাংস্কৃতিক জীৱনত বৈচিত্ৰ্যৰ প্ৰকাশো সুস্পষ্ট।

অসমত বসবাস কৰা লোকসকলৰ ভিতৰত সৰহ ভাগেই কৃষিজীৱী আৰু গাঁওবাসী। কৃষি কৰ্ম আৰু গ্ৰাম্যজীৱন পদ্ধতিৰ লগত তেওঁলোকৰ সম্বন্ধ নিবিড়। তেওঁলোকৰ আচাৰ-নীতি, ভাৱ-অনুভূতি, বিশ্বাস-অবিশ্বাস পৰম্পৰা আশ্ৰয়ী। অসমীয়া সংস্কৃতিৰ পৰিপুষ্টিত এই লোক জীৱনৰ সংস্কৃতিৰ প্ৰভাৱ গভীৰ। অসমীয়া সংস্কৃতিৰ দৰে লোক সংস্কৃতিও সমন্বয় প্ৰক্ৰিয়াৰ আধাৰত সৃষ্টি হৈছে। জনজাতীয়, অজনজাতীয়, ইছলামীয় আদি বিবিধ সংস্কৃতিৰ প্ৰভাৱ, অসমীয়া লোক সংস্কৃতিত স্পষ্ট। মুঠতে অসমীয়া লোক সংস্কৃতিৰ পৰিসৰ বিস্তৃত আৰু ই বৈচিত্ৰ্যপূৰ্ণ আৰু প্ৰভাৱশালী। সেয়েহে অসমীয়া সাংস্কৃতিক পৰম্পৰাৰ স্বৰূপ প্ৰকাশৰ ক্ষেত্ৰত, অসমীয়া লোক-সংস্কৃতিৰ ভূমিকা তাৎপৰ্যপূৰ্ণ আৰু সেই কাৰণেই অসমীয়া সাংস্কৃতিক পৰম্পৰাৰ সম্যক আলোচনাৰ প্ৰসংগত লোক সংস্কৃতিয়ে মুখ্য স্থান লাভ কৰে।

অসমীয়া ‘লোক সংস্কৃতি’ পদটো ইংৰাজী ‘folk lore’ পদক বুজাবলৈ ব্যৱহাৰ কৰা হয়। ‘লোক-জ্ঞান’ আৰু ‘লোক অভিজ্ঞতা’ক বুজাবলৈ ব্যৱহৃত পুৰণি ‘Popular antiquities’ বাক্যাংশৰ সলনি ‘folk lore’ পদটো পোনতে খ্ৰীঃ ১৯৪৬ চনত ইংলেণ্ডৰ পুৰাতত্ত্ববিদ উইলিয়াম জন্ থমছে প্ৰয়োগ কৰে।’ ইংৰাজী ‘folk lore’ অক বুজাবলৈ ‘লোক-বিদ্যা’ পদটো প্ৰয়োগ কৰাহে সমীচীন যেন লাগে যদিও এই প্ৰসংগত ‘লোক সংস্কৃতি’ পদটোৰ প্ৰতিহে অধিক আকৰ্ষণ দেখা যায়। কিয়নো ‘সংস্কৃতি’ পদটোৱে ‘lore’ পদে ব্যঞ্জিত কৰা প্ৰায় সকলো অৰ্থকে সামৰি লয়।

লোক-সংস্কৃতিৰ উদ্ভৱ আৰু বিকাশৰ পটভূমি সাধাৰণতে লোক সমাজ। লোক সংস্কৃতিয়ে মানুহৰ বিভিন্নতাৰ মাজতো ঐক্যৰ প্ৰতিফলন ঘটায় আৰু পাৰস্পৰিক সহানুভূতিশীলতাৰ পৰিচয় দাঙি ধৰে। লোক সংস্কৃতিৰ বৈচিত্ৰ্য, ব্যাপকতা, গভীৰতা আৰু বৈশিষ্ট্যলৈ লক্ষ্য কৰি লোক-সংস্কৃতিবিদসকলে তাক চাৰিটা শ্ৰেণীত বিভাগ কৰিছে। যেনেঃ

(ক) মৌখিক লোক বিদ্যা বা লোক-সংস্কৃতি (Verbal art)

(খ) সামাজিক লোক প্ৰথা বা লোকাচাৰ (Social folk customs)

(গ) ভৌতিক সংস্কৃতি (Material folk culture)

(ঘ) লোক-পৰিবেশ্য কলা (folk-performing art)।

মৌখিক লোকবিদ্যা বা লোক সংস্কৃতিক ‘বাচিক কলা’ আখ্যা দিবও পাৰি । মৌখিক সাহিত্য, লোক সাহিত্য, অলিখিত সাহিত্য জন সাহিত্য, আদিম সাহিত্য আদি নামেৰেও এইবিধ কলা পৰিচিত। ই জনসাধাৰণৰ মুখে মুখে প্ৰচলিত আৰু পৰম্পৰা-আশ্ৰিত। ই সমাজৰ উমৈহতীয়া সৃষ্টি। কবিতা আৰু কথা উভয় ৰূপেতই ইয়াৰ প্ৰচলন লক্ষ্য কৰা যায়। অসমীয়া বিয়ানাম, বিহু নাম, আইনাম, ধাইনাম, গৰখীয়া গীত, লখিমী সবাহৰ গীত, অপেচৰা গীত, বাম্বোলপিতা গীত, শ্ৰম লাঘৱৰ নানা গীত, মন্ত্ৰ সাহিত্য, ফকৰা যোজনা, প্ৰৱচন আদি মৌখিক লোক বিদ্যাই সামৰি লয়। ইয়াৰ জৰিয়তে সমাজ জীৱনৰ স্বৰূপ আৱৰণহীন আৰু অকৃত্ৰিম ৰূপত প্ৰকাশ পায়। অসমীয়া মৌখিক লোকবিদ্যা বা মৌখিক সাহিত্যৰ এক বুজন অংশ দখল কৰি আছে লোককথা বা সাধুকথাই।

কোনো জনসমষ্টিয়ে পৰম্পৰাগতভাৱে পালন কৰি অহা আচাৰ-নীতি আৰু ক্ৰিয়া-কলাপক লোকাচাৰ বোলে। লোক জীৱনৰ লগত এইবোৰ গভীৰভাৱে সংযুক্ত। লোকাচাৰসমূহ প্ৰধানকৈ লোক বিশ্বাসৰ আধাৰত গঢ় লৈ উঠে। জনজীৱনক শৃংখলাৱদ্ধতা, নৈতিকতা আৰু কৰ্তব্যবোধৰ শিক্ষাদানৰ ক্ষেত্ৰত লোকাচাৰৰ ভূমিকা তাৎপৰ্যপূৰ্ণ।

সামাজিক লোক প্ৰথা বা লোকাচাৰৰ পৰিসীমাত উৎসৱ-অনুষ্ঠান, খেল-ধেমালি, লোক-ঔষধ আৰু লোক ধৰ্ম পৰে । অসমত অতীজৰে পৰা বসবাস কৰি অহা অ-জনজাতীয় আৰু জনজাতীয় লোকসকলে বছৰৰ বিভিন্ন সময়ত বিভিন্ন উৎসৱ অনুষ্ঠান পালন কৰে। অসমীয়াত বিহু, বৈশাগু, পচতি, দেউল, দুদুম পূজা, ভেকুলী বিয়া, ফৰকানটি আদি উৎসৱ অনুষ্ঠানৰ লগত উৰ্বৰতা যাদু সংযুক্ত।

সাধাৰণতে উৎসৱ অনুষ্ঠানসমূহ ধৰ্মীয় আৰু ধৰ্মনিৰপেক্ষ ঐতিহ্যৰ ওপৰত প্ৰতিষ্ঠিত। ধৰ্ম বা সমাজ যিহৰ লগতেই এইবোৰ সংযুক্ত নহওক কিয়, ইবোৰে যে গাঁৱৰ গতানুগতিক জীৱনক আনন্দমুখৰ কৰি তোলে তাত সন্দেহৰ থল নাই। নলবাৰী জিলাৰ লোক সমাজৰ মাজত প্ৰচলিত ধৰ্মীয় আৰু নিৰপেক্ষ নানান উৎসৱ অনুষ্ঠানে ইয়াৰ লোক জীৱনক অপাৰ আনন্দৰ খোৰাক যোগাই আহিছে। এনে এক প্ৰকাশ অনুষ্ঠান হ’ল ‘ভঠেলি’ উৎসৱ। ব’হাগ মাহত অনুষ্ঠিত এই উৎসৱৰ লগত উৰ্বৰতা যাদু সংযুক্ত। ই এক প্ৰকাৰ বসন্তোৎসৱ। সেইদৰে মাঘ মাহত অনুষ্ঠিত সভা মহোৎসৱসমূহেও, লোক সমাজক আনন্দ দান কৰাত প্ৰভূত বৰঙণি যোগাই আহিছে। ইয়াৰ বাহিৰেও অসমৰ অন্যান্য ঠাইত উদ্‌যাপন কৰা বিবিধ উৎসৱ-অনুষ্ঠান নলবাৰী জিলাতো উদ্‌যাপিত হয় জাক-জমকতাৰে। এই ক্ষেত্ৰত নলবাৰী চহৰত উদ্‌যাপিত কৰা ৰাস মহোৎসৱৰ জনপ্ৰিয়তা তুলনাবিহীন। জাগাৰা, মাখিবাহা, বালিকৰিয়াৰ বাসুদেৱ সত্ৰ আদিত উদ্‌যাপন কৰা সভা মহোৎসৱৰ আকৰ্ষণীয়তাও নিঃসন্দেহে মন কৰিবলগীয়া।

লোক জীৱনৰ লগত খেল-ধেমালিৰ সম্পৰ্কও অতি নিবিড়। ই আমোদপূৰ্ণ সামাজিক ব্যৱস্থা । পৰম্পৰাগতভাৱে প্ৰচলিত খেল-ধেমালিবোৰ জনসাধাৰণৰ বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত। কোনো এটা জাতিৰ শক্তি, সাহস, বিশ্বাস, অন্ধবিশ্বাস, আমোদপ্ৰিয়তা আদিৰ পৰিচয়, সেই জাতিৰ মাজত প্ৰচলিত খেল-ধেমালিবোৰৰ জৰিয়তে পাব পাৰি। নলবাৰী অঞ্চলত, অজীতৰে পৰা হাউখেল, ঢোপখেল, কড়িখেল, লুকা-লুকি, বাঘ-ভোল, কুকুৰ যুঁজ, টাংগুটি, ভাণ্টা খেল আদি প্ৰচলিত হৈ আহিছে। অৱশ্যে সময়ৰ পৰিৱৰ্তিত পটভূমিত এইবোৰৰ প্ৰতি নতুন পুৰুষৰ আকৰ্ষণ হ্ৰাস পাই আহিছে। এয়া পাশ্চাত্যকৰণ প্ৰক্ৰিয়াৰ পৰিণতিৰ বাহিৰে আন একো নহয়।

লোক ঔষধৰ ব্যৱহাৰ, প্ৰাচীন কালৰে পৰা পৰম্পৰাগতভাৱে লোক জীৱনত চলি আহিছে। গাঁৱলীয়া বেজে ৰোগৰ প্ৰকৃতি অনুসৰি বিবিধ বনৌষধি ব্যৱহাৰ কৰে। বনৌষধিৰ ভিতৰত কিছুমান খাবৰ বাবে আৰু কিছুমান ঘঁহিবৰ বাবে দিয়া হয়। নলবাৰী অঞ্চলত গাঁৱলীয়া বেজে, অজীতৰে পৰা বিভিন্ন

প্ৰকাৰৰ ৰোগ নিৰাময়ৰ বাবে জীৱ-জন্তুৰ ছাল-মূৰ, হাড় আদি ব্যৱহাৰ কৰা দেখা যায়। লোক বিশ্বাসৰ আধাৰতে এইবোৰ বৰ্তি আছে। সেইদৰে পৰ্বত-পাহাৰ, শিল, গছ আদিৰ পূজাও লোক বিশ্বাসৰ পটভূমিতেই গঢ় লৈ উঠিছে।

লোক সমাজে প্ৰাত্যহিক জীৱন-জীৱিকা নিৰ্বাহৰ প্ৰয়োজনত ব্যৱহাৰ কৰা ভৌতিক বস্তুবোৰক ভৌতিক সংস্কৃতিৰ অন্তৰ্ভুক্ত কৰিব পাৰি। ভৌতিক সংস্কৃতিয়ে, কোনো এক ভৌগোলিক পৰিৱেষ্টনৰ কোনো এটা জাতিৰ শৈল্পিক নিপুণতা, নান্দনিক চেতনা আৰু জীৱন ধাৰণ প্ৰণালীৰ বিশিষ্টতাৰ প্ৰকাশ ঘটায়। কোনো এটা জাতিৰ ভৌতিক সংস্কৃতিৰ ওপৰত ভৌগোলিক প্ৰভাৱ আৰু ব্যৱহাৰিক প্ৰয়োজন অস্বীকাৰ কৰিব নোৱাৰি। জাতি বিশেষৰ সামাজিক আৰু পাৰিবাৰিক জীৱনৰ লগতো ইয়াৰ ওতপ্ৰোত সম্বন্ধ। সেয়েহে, জাতিভেদে ভৌতিক সংস্কৃতিৰ উপাদানসমূহৰ মাজত ভিন্নতা পৰিলক্ষিত হয়।

অসম ভৌতিক সংস্কৃতিৰ দিশত সমৃদ্ধিশালী। অতীজৰে পৰা অসমীয়া পুৰুষ-নাৰীয়ে শিল্পকলা, স্থাপত্যবিদ্যা, সাজ-পাৰ, আ-অলংকাৰ, ৰন্ধা-বঢ়া আদিৰ ক্ষেত্ৰত স্বকীয়তাৰ পৰিচয় দিবলৈ যত্ন কৰি আহিছে। নলবাৰী অঞ্চলত বাঁহ শিল্প, মৃৎশিল্প, সোণ-ৰূপ শিল্প, লৌহ শিল্পৰ গুৰুত্ব মন কৰিবলগীয়া। নলবৰীয়া লোক সমাজত এনেবোৰ শিল্পকৰ্মত আত্মনিয়োজন কৰি জীৱন নিৰ্বাহ কৰা লোকৰ সংখ্যা আজিও হ্ৰাস পোৱা নাই। নলবৰীয়া বাঁহ শিল্পৰ উৎকৃষ্ট নিদৰ্শন 'জাপি'ৰ আদৰ সমগ্ৰ ভাৰতীয় লোকৰ মাজত আজিও অম্লান হৈ আছে। বয়ন শিল্পতো নলবৰীয়া লোকসমাজ আগবঢ়া। বয়নশিল্পত নিপুণা জীয়াৰীৰ আদৰ লোক সমাজত আজিও অটুট আছে।

লোক পৰিৱেশ্য কলা, লোক সংস্কৃতিৰ অন্যতম গুৰুত্বপূৰ্ণ উপবিভাগ। লোক সংগীত, লোকনৃত্য আৰু লোক নাট্যই হ'ল পৰিৱেশ্য কলাৰ প্ৰধান উপজীব্য। জাতীয় জীৱনৰ লগত জাতীয় পৰিৱেশ্য কলা ৰীতিৰ সম্বন্ধ অতি ঘনিষ্ঠ। জাতি বিশেষৰ সাংস্কৃতিক চেতনা, শিল্পবোধ, আশা-আকাংক্ষা, সামূহিক জীৱন যাত্ৰা আদিৰ স্বতঃস্ফূৰ্ত প্ৰকাশ ঘটে সেই জাতিটোৰ মাজত পৰম্পৰাগতভাৱে চলি অহা নৃত্য, গীত আৰু নাট্যৰ জৰিয়তে। সেয়েহে কোনো এটা জাতিৰ সামূহিক মানসিকতা তথা জীৱনযাত্ৰা সম্পৰ্কে সম্যক অৱগতিৰ বাবে, সেই জাতিটোৰ মাজত প্ৰচলিত লোক পৰিৱেশ্য কলা-ৰীতিৰ চিন্তা-চৰ্চা অপৰিহাৰ্য। কেৱল অৱসৰ বিনোদনৰ কাৰণেই নহয়, জাতিৰ সাংস্কৃতিক জীৱনৰ উৎসৱ-অনুষ্ঠান, পূজা-পাৰ্বন আদি সকলোৰে লগত পৰিৱেশ্য কলা ৰীতি নিবিড়ভাৱে সংযুক্ত ।

লোক পৰিৱেশ্য কলাৰ অন্তৰ্ভুক্ত নৃত্য আৰু গীতৰ সম্বন্ধ অংগাংগী আৰু এই দুয়োবিধ কলাৰ আধাৰতে লোক নাট্যৰ জন্ম। আদিম সমাজৰ উৎসৱ অনুষ্ঠানত পৰিৱেশিত নৃত্য-গীতৰ লগত নাটকীয় উপাদানৰ মিশ্ৰণ ঘটাই লোক নাট্যৰ জন্ম দিয়া হয়। Shiply ৰ দ্বাৰা ৰচিত 'Dictionary of World Literature' গ্ৰন্থত লোক নাট্যৰ উদ্ভৱৰ বিষয়ে এইদৰে উল্লেখ কৰা হৈছে, 'Folk drama began in primitive pragam rites and magic ceremonies of song and dance' ইয়াৰ পৰা সহজে অনুমান কৰিব পাৰি যে লোক সংগীত, লোক নৃত্য আৰু লোক নাট্য- এই তিনি প্ৰকাৰ কলাৰ ভিতৰত লোক নাট্য অৰ্বাচীন আৰু লোক সংগীত আৰু লোক নৃত্য প্ৰাচীন।

অতি প্ৰাচীন কালৰে পৰা লোক পৰিৱেশ্য কলা-ৰীতিৰ বৈবিধ্য আৰু বৈচিত্ৰ্যই অসমৰ সাংস্কৃতিক পৰম্পৰাক বিশিষ্ট মৰ্যাদা প্ৰদান কৰি আহিছে। ওজাপালি, পুতলানাচ, ঢুলীয়া ভাওনা, আপী ওজা, দেওধনী নৃত্য, দেৱদাসী নৃত্য, কুশান গান, ভাৰীগান, ফাৰ্কান্টি, খেৰাই নৃত্য, বাগৰুম্বা আদি অসমত সণ্চালনিভাৱে প্ৰচলিত আৰু জনপ্ৰিয় লোক পৰিৱেশ্য কলা। এইবোৰৰ কোনোটোত নাটকীয়, কোনোটোত সংগীত আৰু ওজাপালি অনুষ্ঠানত নাটকীয় উপাদানৰ প্ৰাচুৰ্য যিদৰে লক্ষ্য কৰিব পাৰি, দেওধনি অথবা দেৱদাসী নৃত্যত সেইদৰে লক্ষ্য কৰিব পাৰি নৃত্যৰ প্ৰাচুৰ্য।

নলবাৰী অঞ্চলত প্ৰচলিত লোক পৰিৱেশ্য কলাসমূহৰ ভিতৰত 'পুতলা নাচ', 'ওজাপালি নৃত্য', 'ঢুলীয়া নাচ', 'আপী ওজা', 'খুলীয়া নৃত্য', 'খেৰাই নৃত্য', 'বৈশাগু নৃত্য' আদি উল্লেখযোগ্য।

নলবাৰী অঞ্চলত 'পুতলা নাচ'ৰ পৰম্পৰা অতিকৈ প্ৰাচীন। মূলতঃ ধৰ্মীয় অনুষ্ঠানৰ সৈতে জড়িত যদিও ধৰ্ম নিৰপেক্ষ অনুষ্ঠানতো ইয়াৰ পৰিৱেশন কৰা হয়। এসময়ত 'পুতলা নাচ'ৰ জৰিয়তে এচাম নলবৰীয়া শিল্পীয়ে জীৱন নিৰ্বাহ কৰিছিল যদিও সম্প্ৰতি ইয়াৰ প্ৰচলন হ্ৰাস পাই আহিছে। ই নিশ্চিতভাৱে যুগৰ প্ৰভাৱ।

'পুতলা নাচ'ৰ পিচতেই নলবাৰী অঞ্চলত প্ৰচলিত আন এটি লোক পৰিৱেশ্য কলাৰ অনুষ্ঠান হ'ল 'ওজাপালি'। গ্ৰীক কোৰাছৰ লগত কিছু কিছু ক্ষেত্ৰত সাদৃশ্য থকা 'ওজাপালি'ক 'পুতলানাচ'ৰ ক্ৰমবিকাশৰ ফচল বুলিব পাৰি। প্ৰধানতঃ ধৰ্মীয় অনুষ্ঠানেৰে সৈতে জড়িত হ'লেও ধৰ্ম নিৰপেক্ষ অনুষ্ঠানতো 'ওজাপালি' পৰিৱেশিত হোৱা দেখা যায়।

'ঢুলীয়া নৃত্য' নলবাৰী অঞ্চলত প্ৰচলিত অন্যতম জনপ্ৰিয় লোক পৰিৱেশ্য কলা। নৃত্য আৰু অভিনয় এই দুয়োটা কলাৰ সুন্দৰ সমাৱেশত 'ঢুলীয়া নৃত্য' গঢ় লৈ উঠে। ধৰ্মীয় আৰু ধৰ্মনিৰপেক্ষ-উভয়বিধ অনুষ্ঠানত 'ঢুলীয়া নৃত্য' পৰিৱেশিত হয়। 'আপী ওজা' নাৰীৰ দ্বাৰা পৰিৱেশিত অন্যতম লোক পৰিৱেশ্য কলা। লোকৰঞ্জন আৰু চিত্ৰ বিনোদনৰ অৰ্থে নলবাৰী অঞ্চলত এসময়ত খুলীয়া অনুষ্ঠানে জনপ্ৰিয়তা লাভ কৰিছিল। অংকীয়া ভাওনাৰ কলা-কৌশল খটুৱাই প্ৰদৰ্শন কৰা খুলীয়া দলৰ নাট্যাভিনয়ত পৌৰাণিক আখ্যানে অগ্ৰাধিকাৰ লাভ কৰিছিল। অৱশ্যে এই দলে শুদ্ধ ভাষাত ৰচিত নাটকৰ অভিনয় প্ৰদৰ্শন কৰা নাছিল। আৰু ভাওৰীয়াসকল আছিল নিৰক্ষৰ। সম্প্ৰতি এই অনুষ্ঠান বিস্মৃতিৰ গৰ্ভত। 'খেৰাই নৃত্য' 'বাগৰুম্বা' আদি অঞ্চলটোৰ বড়ো জনজাতীয় লোকৰ মাজত প্ৰচলিত অনুষ্ঠান।

ওপৰৰ আলোচনাৰ পৰা ঠাৱৰ কৰিব পাৰি, নলবাৰী অঞ্চল সাংস্কৃতিক পৰম্পৰাৰ ধাৰক আৰু বাহক স্বৰূপে বিশেষভাৱে কৃতিত্ব লাভৰ যোগ্য। এই অঞ্চলৰ লোকসমাজৰ নান্দনিক চেতনা আৰু আনন্দাভিলাষৰ স্বৰূপ প্ৰকাশ কৰি অহা বিবিধ সাংস্কৃতিক সম্পদৰ মূল্য আজিও অনতিক্ৰম্য।



# নলবাৰী অঞ্চলৰ শিক্ষা-দীক্ষা
## এটি অৱলোকন

ৰমানাথ বৰুৱা




'Education is the key of the National prosperity, Welfare, integrity and unity.'

ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পিচত গঠিত শিক্ষা আয়োগসমূহৰ প্ৰকৃত অৰ্থত প্ৰয়োগ নোহোৱাত আজিপৰ্যন্ত আমাৰ ৰাজ্যখনত শিক্ষা অৰ্থপূৰ্ণ আৰু ফলপ্ৰসূ হৈ উঠা নাই। ১৯৮৬ চনৰ ৰাষ্ট্ৰীয় শিক্ষা নীতি প্ৰয়োগৰ জৰিয়তে অসম মাধ্যমিক শিক্ষা পৰিষদে শিক্ষাৰ্থীসকলক দেশৰ সম্পদ হিচাপে গঢ়াৰ প্ৰচেষ্টা হাতত হৈছে; আৰু সেয়ে পাঠ্যক্ৰমত বিদ্যায়তনিক (Scholastic) বিষয়সমূহৰ উপৰি অবিদ্যায়তনিক (Non-scholastic) বিষয় সন্নিৱিষ্ট কৰিছে। সি যিয়েই নহওক আমাৰ এই আলোচনাটিত নলবাৰী অঞ্চলৰ বিদ্যায়তনিক শিক্ষা-দীক্ষাৰ এটি অৱলোকন আগবঢ়াবলৈ প্ৰয়াস কৰিছো।

১৮৫৪ চনৰ 'উডৰ প্ৰেৰণ পত্ৰ' (Woods Despatch) ৰ পৰামৰ্শমৰ্মে ভাৰতবৰ্ষৰ প্ৰাথমিক আৰু মাধ্যমিক শিক্ষাৰ অগ্ৰগতিৰ বিষয়ে অনুসন্ধান কৰিবলৈ ১৮৮২ চনত উদাৰ-পন্থী ভাইচ্ৰয় লৰ্ড ৰিপনে উইলিয়ম হান্টাৰৰ অধীনত এখন শিক্ষা আয়োগ গঠন কৰি দিয়ে। আয়োগে অনুসন্ধান সমাপ্ত কৰি শিক্ষা বিস্তাৰৰ বাবে কিছুমান পৰামৰ্শ আগবঢ়ায়। উক্ত পৰামৰ্শসমূহ কাৰ্যকৰী কৰাৰ বাবে চৰকাৰে অনুমোদন জনায়। সেই কালছোৱাতে বৰ্তমানৰ নলবাৰী চহৰৰ আশে-পাশে তিনিখন প্ৰাথমিক বিদ্যালয়ে প্ৰতিষ্ঠা লাভ কৰা বুলি জনা যায়। বিদ্যালয়কেইখন (১) বৰকটলাকুছি প্ৰাথমিক বিদ্যালয় (২) মালিকুছি প্ৰাথমিক বিদ্যালয়, (৩) নলবাৰী সত্ৰ প্ৰাথমিক বিদ্যালয়, বৰকটলাকুছিৰ বিদ্যালয় স্থাপনত আগভাগ লৈছিল ক্ষুদীয়া সত্ৰৰ সত্ৰাধিকাৰসকলে। মালিকুছি আৰু নলবাৰী সত্ৰত প্ৰাথমিক বিদ্যালয় স্থাপনত নেতৃত্ব লৈছিল যথাক্ৰমে ৰজৎ নাৰায়ণ চৌধুৰী আৰু লোলিত চন্দ্ৰ গোস্বামীয়ে। এই অনুষ্ঠানসমূহ লোকেল বোৰ্ডৰ দ্বাৰা নিয়ন্ত্ৰিত হৈছিল আৰু শিক্ষকসকলে সামান্য বেতনেৰে সেৱা কাৰ্যত ব্ৰতী হৈছিল।

লাহে লাহে বিভিন্ন অঞ্চলত প্ৰাথমিক বিদ্যালয় প্ৰতিষ্ঠা লাভ কৰিবলৈ লয়। হাচান মহাজনৰ বদান্যত গঢ়ি উঠে খাটাবাৰী মোক্তাব বিদ্যালয়খন। কুছিয়া গাঁও নিবাসী লক্ষ্মী নাথ শৰ্মাই প্ৰধান শিক্ষকৰ দায়িত্ব গ্ৰহণ কৰে তামুলপুৰত সৰ্ব প্ৰথমতে গঢ়ি উঠা মজলীয়া বিদ্যালয়খনত।

১৮৮৭ চনত নলবাৰী খাটাবাৰী খণ্ডৰ চৌধুৰী বংশৰ প্ৰদীপ প্ৰখ্যাত পুষ্প নাৰায়ণ চৌধুৰীৰ নেতৃত্বত নলবাৰী মাইনৰ স্কুলখন গঢ় লৈ উঠে। তেৰেচিয়াৰ সেনাপতি দত্ত, চান্দকুছিৰ ভবানী মল্ল বুজৰবৰুৱা আৰু বলাকুছিৰ চন্দ্ৰসেন বৰকাকতীয়ে তেখেতৰ লগত পূৰ্ণ সহযোগিতা আগবঢ়াইছিল। লোকেল বোৰ্ডৰ দ্বাৰা সেই সময়ৰ শিক্ষানুষ্ঠানসমূহ নিয়ন্ত্ৰিত হৈছিল।

১৯১৭ চনত নলবাৰী মাইনৰ স্কুলখন ৰায় চাহাব প্ৰতাপ নাৰায়ণ চৌধুৰীৰ নেতৃত্বত হাইস্কুললৈ ৰূপান্তৰিত হয়। নিজ অৰ্থ-সাহায্যৰে তেখেতে বিদ্যালয়ৰ

সমুদায় নির্মাণ কার্য সমাপন কৰে। পণ্ডিত প্ৰবৰ প্ৰতাপ চন্দ্ৰ গোস্বামী, শিক্ষাবিদ শৰৎ চন্দ্ৰ গোস্বামী, নীলা মহাজন, দেহজুৰ আলী মহাজন, দণ্ডিৰাম মহাজন, শ্ৰীকান্ত চৌধুৰী প্ৰমুখ্যে বিশিষ্ট ব্যক্তিসকলে তেখেতৰ লগত সহযোগ কৰে। বিদ্যালয়খনত মহেশ চন্দ্ৰ পাটোৱাৰী, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, মণিৰাম দাস, জয়দেৱ শৰ্মা, প্ৰভৃতি বিদ্যালয় প্ৰধানসকলে নিষ্ঠাসহকাৰে সেৱা কাৰ্যত ব্ৰতী হৈছিল। অসম উপত্যকাৰ কমিছ্নাৰ পি আৰ টি গৰ্ডনৰ নাম অনুসৰি বিদ্যালয়খন গৰ্ডন হাইস্কুল হিচাপে খ্যাত হৈ পৰে। বিদ্যালয়খনৰ উন্নত ফলাফলৰ বাবে গোটেই ৰাজ্যখনতে এক বিশিষ্ট স্থান অধিকাৰ কৰিবলৈ সমৰ্থ হয়। কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত উক্ত বিদ্যালয়খনৰ ছাত্ৰ ড° কৈলাস চন্দ্ৰ ভট্টাচাৰ্য আৰু দীনেশ চন্দ্ৰ মিশ্ৰই যথাক্ৰমে প্ৰথম আৰু চতুৰ্থ স্থান অধিকাৰ কৰিবলৈ সমৰ্থ হৈছিল। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে ১৯০২ চনত ভাৰতবৰ্ষৰ প্ৰাক্তন ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰ প্ৰসাদে উক্ত বিশ্ববিদ্যালয়খনৰ অধীনত প্ৰৱেশিকা পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰিছিল। এই সময়ছোৱাত নলবাৰীৰ বিভিন্ন প্ৰান্তত গঢ়ি উঠা মজলীয়া বিদ্যালয়ৰ চোকা ছাত্ৰসকলে গৰ্ডন হাইস্কুলত ভৰ্তি হৈ অনুষ্ঠানটিৰ সুনাম কঢ়িয়াই অনাৰ লগতে নিজৰ নিজৰ জীৱনো ধন্য কৰিছিল। শিক্ষাগুৰুসকলো আছিল একোগৰাকী পণ্ডিত লোক।

১৯২৭ চনত প্ৰাক্তন বিধায়ক, মুক্তিযোদ্ধা গৌৰীকান্ত তালুকদাৰ, এড্‌ভোকেট কালীৰাম বৰ্মন, মৌজাদাৰ ৰণীধৰ চৌধুৰী প্ৰমুখ্যে প্ৰখ্যাত ব্যক্তিসকলৰ ত্যাগ আৰু একনিষ্ঠ সেৱাৰ ফলত চামতা মাইনৰ স্কুলখন হাইস্কুল হিচাপে প্ৰতিষ্ঠা লাভ কৰে। নগেন্দ্ৰ নাৰায়ণ চৌধুৰী, হোমেশ্বৰ শৰ্মা, জয়দেৱ শৰ্মা প্ৰভৃতি খ্যাতনামা শিক্ষাব্ৰতীসকলে প্ৰধান শিক্ষকৰ দায়িত্ব বহন কৰি গোটেই অঞ্চলটোতে এটি শৈক্ষিক বাতাবৰণ সৃষ্টি কৰিবলৈ সমৰ্থ হয়।

১৯২৮ চনত টিহু মাইনৰ স্কুলখন হাইস্কুললৈ উন্নীত হয়। নামবৰভাগ মৌজাৰ প্ৰথমগৰাকী স্নাতক ডিগ্ৰীধাৰী ব্যক্তি ৰমনী কান্ত শৰ্মাই প্ৰধান শিক্ষকৰ দায়িত্ব গ্ৰহণ কৰে।

১৯২৩ চনত পাগলাদিয়া নদীৰ পূব পাৰত গঢ় লৈ উঠিছিল বৰভাগ মাইনৰ স্কুল। এই বিদ্যালয়খনে ১৯৩৬ চনত বৰভাগ কালগ হাইস্কুললৈ উন্নীত হয়। ললিত চন্দ্ৰ দাস প্ৰভৃতি ব্যক্তিয়ে ইয়াত প্ৰধান শিক্ষকৰ দায়িত্ব বহন কৰে।

১৯১২ চনত ধীৰদত্ত বুজৰবৰুৱাৰ বদান্যত জন্ম লাভ কৰে বৰখলা মজলীয়া বিদ্যালয়খনে। ১৯৩৭ চনত কৃষ্ণদত্ত বুজৰবৰুৱাই পিতৃৰ স্মৃতি যুগমীয়া কৰাৰ মানসেৰে বিদ্যালয়খন পশ্চিম বড়িগোগ ধীৰ দত্ত হাইস্কুল নামে নামকৰণ কৰি হাইস্কুললৈ ৰূপান্তৰ কৰে। এই মহৎ অনুষ্ঠানটিত ৰজৎ শৰ্মা, প্ৰসন্ন চক্ৰৱৰ্তী, শৰৎ চন্দ্ৰ শৰ্মা, ৰাধানাথ শৰ্মা প্ৰভৃতি প্ৰখ্যাত বিদ্যালয় প্ৰধানসকলে নিষ্ঠাৰে সেৱা আগবঢ়াই খ্যাতি অৰ্জন কৰি গৈছে। ১৯৩৭ চনতে পাগলাদিয়া নদীৰ পশ্চিম প্ৰান্তৰ গৌৰীপুৰ নিবাসী তাৰানাথ গোস্বামীৰ প্ৰচেষ্টাত গংগাপুখুৰী হাইস্কুলখন প্ৰতিষ্ঠা হয়। মুক্তিযুঁজাৰু, প্ৰবীণ সাংবাদিক সতীশ চন্দ্ৰ কাকতীয়ে প্ৰধান শিক্ষকৰ দায়িত্বভাৰ গ্ৰহণ কৰে। বিদ্যালয়খনৰ নিৰ্মাণৰ স্থান লৈ হোৱা বিবাদৰ বাবে ১৯৪০ চনত বিদ্যালয়খনৰ বিভাজন ঘটে। কিন্তু সৌভাগ্যৰ কথা এয়ে যে তেতিয়াৰ বিদ্যালয় পৰিদৰ্শক শৰৎ চন্দ্ৰ গোস্বামীৰ সুপৰামৰ্শ আৰু তৎপৰতাত বিবাদৰ শাম কাটে আৰু সকলো একত্ৰিত হৈ গংগাপুখুৰী বৰকুৰিহা হাইস্কুল নামে অনুষ্ঠানটিৰ নামকৰণ কৰা হয়। প্ৰধান শিক্ষক হিচাপে দায়িত্বভাৰ গ্ৰহণ কৰে কৃষ্ণনাথ বৰুৱা, যতীন্দ্ৰ নাথ কলিতা প্ৰমুখ্যে অনেক উৎসাহী আৰু সমাজকৰ্মীয়ে। ১৯৪৪ চনত জাগ্ৰা জাগাৰা হাইস্কুল প্ৰতিষ্ঠা হয়। জাগ্ৰা হাইস্কুলৰ প্ৰধান শিক্ষকৰ দায়িত্ব লয় ত্ৰৈলোক্যনাথ গোস্বামীয়ে। ১৯৪৫ চনত বৰমা হাইস্কুলত প্ৰতিষ্ঠাপক বিদ্যালয় প্ৰধান হিচাপে নিযুক্ত হয় ৰমণী শৰ্মা। বি কে ভাণ্ডাৰী, সুৰেন্দ্ৰনাথ দাস, ডাঃ শৰৎ চন্দ্ৰ ভাগৱতী, জিৰু মিএগ, চানাৰাম কলিতা, পুৱাৰাম মহাজন আৰু লোহিত চন্দ্ৰ ডেকা প্ৰভৃতি সমাজ সেৱকসকলে প্ৰতিষ্ঠাৰ ক্ষেত্ৰত আগভাগ লয়। একে বছৰতে নলবাৰী মাইনৰ ছোৱালী স্কুলখন হাইস্কুললৈ উন্নীত কৰা হয়। এইখনেই নলবাৰী জিলাৰ প্ৰাচীনতম ছোৱালী হাইস্কুল। ৰজনীকান্ত গোস্বামী, মণিৰাম দাস, শশীভূষণ চৌধুৰী, ৰমনীকান্ত শৰ্মা প্ৰমুখ্যে ভালেমান বিদ্যালয় প্ৰধানে বিদ্যালয়খনৰ প্ৰধান শিক্ষকৰ দায়িত্ব পালন কৰে।

১৯৪৭ চনত ভাৰতবৰ্ষ স্বাধীন হ'ল। শিক্ষাৰ আমূল পৰিবৰ্তনৰ সূচনা হ'ল। জনসাধাৰণৰ মাজত সজাগতা কিছু বৃদ্ধি পালে। বিভিন্ন স্থানত বিদ্যালয় প্ৰতিষ্ঠাৰ প্ৰতিযোগিতা চলিল। প্ৰায় প্ৰতিখন উন্নত গাঁৱতে একোখন হাইস্কুল স্থাপনৰ যো-জা চলিল। প্ৰাথমিক আৰু মাইনৰ স্কুলৰ সংখ্যা যথেষ্ট বৃদ্ধি পালে।

১৯৪৯ চনত ধমধমা হাইস্কুল প্ৰতিষ্ঠা হয়। ১৯৫০ চনৰ দুই ফেব্ৰুৱাৰীত পুণ্যশ্লোক সাহিত্য ৰত্ন হৰিনাৰায়ণ দত্তবৰুৱাই তেখেতৰ পিতৃৰ নামত ১৯৪৫ চনত প্ৰতিষ্ঠিত মাইনৰ স্কুলখন হাইস্কুললৈ ৰূপান্তৰিত কৰিলে। শশীভূষণ চৌধুৰীৰ হাতত প্ৰধান শিক্ষকৰ দায়িত্ব অৰ্পণ কৰা হ'ল। লোকসেৱক প্ৰভাত নাৰায়ণ চৌধুৰী, ডাঃ বাণীকান্ত গোস্বামী, ডাঃ হৰেকৃষ্ণ গোস্বামী, অংগদসেন বৰকাকতী, শিক্ষাসেৱক মহেন্দ্ৰ নাৰায়ণ চৌধুৰী, মৌজাদাৰ ৰবীন্দ্ৰ নাৰায়ণ চৌধুৰী প্ৰমুখ্যে বিশিষ্ট ব্যক্তিসকলে দত্তবৰুৱাৰ লগত সহযোগ কৰিলে। এই অনুষ্ঠানটিক তেখেতে মহাবিদ্যালয়লৈ উন্নীত কৰাৰ পৰিকল্পনা হাতত লৈছিল। কিন্তু তেখেতৰ অকাল বিয়োগত পৰিকল্পনা বাস্তৱত ৰূপায়িত নহ'ল। এই সময়ছোৱাত তামুলপুৰ, মুছলপুৰ, বেলশৰ, ককয়া, মুকালমুৱা, চান্দকুছি, গোপালথান, ঘগ্ৰাপাৰ, মাখিবাহা, হাৰিভাঙ্গা, দীগেলি, কোৰিয়া, কৈঠালকুছি, ৰামপুৰ প্ৰভৃতি ভালেমান ঠাইত নতুন নতুন মাধ্যমিক বিদ্যালয়ে জন্ম লাভ কৰিলে। ৰামদাস বসুমতাৰী, খগেন্দ্ৰ নাথ শৰ্মা, প্ৰফুল্ল গোস্বামী, জগদীশ চন্দ্ৰ ভাগৱতী, মলিন চন্দ্ৰ শৰ্মা, মাণিক চন্দ্ৰ দাস, ভৱদেৱ শৰ্মা, চিদানন্দ শৰ্মা প্ৰভৃতি বিশিষ্ট বিদ্যালয় প্ৰধানসকলে শিক্ষাজগতলৈ অশেষ বৰঙণি যোগালে। তদুপৰি নলবাৰী অঞ্চলত স্ত্ৰী শিক্ষাৰ জাগৰণ আৰম্ভ হ'ল। বিভিন্ন স্থানত ছোৱালী হাইস্কুল প্ৰতিষ্ঠিত হ'ল। এনে অনুষ্ঠানসমূহৰ অন্যতম নলবাৰী চহৰত অৱস্থিত এম এন চি বালিকা বিদ্যাপীঠ। শিক্ষাসেৱক মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ ধন আৰু শ্ৰমেৰে অনুষ্ঠানটি গঢ় লৈ উঠে। উন্নত ফলাফলে বিদ্যাপীঠখনক জাকত জিলিকা অনুষ্ঠানলৈ ৰূপান্তৰিত কৰিলে, ফলত ছাত্ৰী ভৰ্তিৰ বাবে ৰাইজৰ আগ্ৰহ বৃদ্ধি পোৱাটো পৰিলক্ষিত হ'ল।

শিক্ষাৰ অগ্ৰগতি আৰু শৈক্ষিক পৰিবেশ সৃষ্টি কৰিবলৈ ব্যক্তিগত খণ্ডত যথেষ্টসংখ্যক বিদ্যালয় (ইংৰাজী আৰু অসমীয়া উভয় মাধ্যমত) অতি কম দিনৰ ভিতৰতে গঢ় লৈ উঠা দেখা যায়। ইতিমধ্যে, চৰকাৰী খণ্ডত ৩৪৬ খন মাধ্যমিক বিদ্যালয় প্ৰতিষ্ঠিত হৈছে। ইয়াৰে ত্ৰিশখন উচ্চতৰ মাধ্যমিক বিদ্যালয় (আটাইবোৰ চৰকাৰী স্বীকৃতিপ্ৰাপ্ত নহয়) আৰু দহখন হাইমাদ্ৰাছা। তদুপৰি চৰকাৰী আৰু বেচৰকাৰীভাৱে অনেক জুনিয়ৰ কলেজ



বিভিন্ন অঞ্চলত গঢ়ি উঠিছে। নলবাৰী চহৰৰ আশে-পাশে ইয়াৰ সংখ্যা সৰ্বাধিক। এনে অনুষ্ঠানসমূহে শিক্ষাৰ অগ্ৰগতিত অৰিহণা যোগোৱাৰ লগতে শৈক্ষিক পৰিবেশ গঠনত সহায়ক হৈছে। লগতে উচ্চ শিক্ষিত অনেক যুৱকে সংস্থানৰ সুযোগ লাভ কৰিছে।

নলবাৰী চহৰৰ গাতে লাগি থকা জাপাৰকুছি গাঁৱত ১৯৪৫ চনত নলবাৰী কলেজে প্ৰতিষ্ঠা লাভ কৰে। প্ৰভাত চন্দ্ৰ গোস্বামী, হৰিচৰণ পাঠক, ডাঃ হৰেকৃষ্ণ গোস্বামী, প্ৰভাত নাৰায়ণ চৌধুৰী প্ৰমুখ্যে বিশিষ্ট ব্যক্তিসকলৰ দূৰদৃষ্টি আৰু বিভিন্নজনৰ ত্যাগৰ বিনিময়ত কলেজখন গঢ়ি উঠে। বিশিষ্ট সাহিত্যিক-সমালোচক নন্দনতাত্ত্বিক ত্ৰৈলোক্যনাথ গোস্বামীয়ে প্ৰতিষ্ঠাপক অধ্যক্ষৰ সন্মান লাভ কৰে। সেই সময়ৰ উচ্চ শিক্ষাৰ একমাত্ৰ কলেজ হিচাপে ইয়াৰ স্থান, মৰ্যাদা আৰু বৰঙণি তুলনাবিহীন। বৰ্তমান সময়ত জিলাখনৰ বিভিন্ন স্থানত কেইবাখনো ডিগ্ৰী কলেজ প্ৰতিষ্ঠা হৈছে। এই কলেজসমূহে প্ৰতি বছৰে যথেষ্টসংখ্যক স্নাতক ডিগ্ৰীধাৰী যুৱক সৃষ্টি কৰিবলৈ সমৰ্থ হৈছে। অৱশ্যে অধিকসংখ্যকে কলা স্নাতক (Arts Graduate) । বিজ্ঞান আৰু বাণিজ্যৰ স্নাতক সৃষ্টি যে হোৱা নাই এনে নহয়। এনেদৰে স্থাপিত হোৱা (১৯৭৯ চনত) কলেজসমূহৰ অন্যতম মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়। দাতা মহেন্দ্ৰ নাৰায়ণ চৌধুৰী আৰু তেখেতৰ জ্যেষ্ঠ পুত্ৰ শ্ৰীমুনীন্দ্ৰ নাৰায়ণ চৌধুৰীৰ প্ৰচেষ্টাত অনুষ্ঠানটি গঢ় লৈ উঠে। উৎকৃষ্ট ফলাফলৰ বাবে শিক্ষানুষ্ঠানখনে অসমৰ ভিতৰত এক বিশেষ স্থান অধিকাৰ কৰিবলৈ সমৰ্থ হৈছে। নাকৰ বিচাৰত মহাবিদ্যালয়খনে B + + ৰ গ্ৰেড (প্ৰাপ্তাংশ ৮২.৭৫) পাবলৈ সমৰ্থ হৈছে।

আইন মহাবিদ্যালয় আৰু বাণিজ্য মহাবিদ্যালয় দুখন গঢ়ি উঠাত আইন আৰু বাণিজ্যৰ ডিগ্ৰীধাৰী স্নাতক সকলৰ স্বনিয়োজনৰ ব্যৱস্থাৰে আত্মনিৰ্ভৰশীল হ'বলৈ যোগ্যতা অৰ্জন কৰাটো সঁচাকৈ শুভলক্ষণ আৰু আনন্দৰ কথা। শিক্ষকসকলৰ প্ৰশিক্ষণৰ বাবে গঢ়ি উঠা বি এড কলেজখনৰ অকাল মৃত্যু শিক্ষাজগতৰ বাবে অতি দুখজনক। DIET, নৱোদয়, অসম একাডেমী, Little Flower School আৰু বিবেকানন্দ কেন্দ্ৰীয় বিদ্যালয় স্থাপনে জনসাধাৰণৰ মাজত আশাৰ সঞ্চাৰ কৰাৰ লগতে উৎসাহ উদ্দীপনা পৰিলক্ষিত হৈছে।

নলবাৰীক সংস্কৃত শিক্ষাৰ নৱদ্বীপ বোলা হয়। বালাবন গাঁওত লক্ষ্মীকান্ত পঞ্চতীৰ্থই সন্ধা কৈৰাৰাত সৰ্বপ্ৰথমতে টোল স্থাপন কৰি অধ্যক্ষৰ দায়িত্ব গ্ৰহণ কৰে। নাগাৰকুছি, গুৱাকুছি, কৈঠালকুছি, গমাৰিমূৰি, বেলশৰৰ বৰভিঠা, বৰনৰ্দ্দী, বৰমূৰীকোনা, বৰখালা, বনগাঁও আদি প্ৰভৃতি স্থানত টোল স্থাপনৰ জৰিয়তে সংস্কৃত সাহিত্য আৰু ব্যাকৰণৰ চৰ্চা হৈছিল। ৰত্নকান্ত শৰ্মা, ৰঘুনাথ শিৰোমণি, চন্দ্ৰকান্ত বিদ্যালংকাৰ, দুগাকান্ত শৰ্মাদলৈ, কৃষ্ণ দত্ত বুজৰবৰুৱা, ভৱদেৱ ভাগৱতী, শ্ৰীগংগানাথ শাস্ত্ৰী প্ৰমুখ্যে অনেক পণ্ডিত লোকে টোলসমূহৰ অধ্যক্ষৰ দায়িত্ব গ্ৰহণ কৰি নিষ্ঠাসহকাৰে কৰ্তব্য পালন কৰি গৈছে। ১৯৩৮ চনত নলবাৰী সঞ্জীৱনী সভাৰ নেতৃত্ব আৰু প্ৰচেষ্টাত নলবাৰী সংস্কৃত কলেজৰ জন্ম হয়। মহামহোপধ্যায় ধীৰেশ্বৰাচাৰ্য, লক্ষ্মীকান্ত পঞ্চতীৰ্থ, প্ৰতাপ চন্দ্ৰ গোস্বামী, মণিৰাম দাস প্ৰভৃতি বিশিষ্ট ব্যক্তিসকলৰ প্ৰচেষ্টা লেখত ল'বলগীয়া। আচাৰ্য মনোৰঞ্জন শাস্ত্ৰী আছিল প্ৰতিষ্ঠাপক অধ্যক্ষ।

নলবাৰী জিলাৰ বিদ্যালয় পৰিদৰ্শক, জিলা শিক্ষা বিষয়া, উপ-পৰিদৰ্শক প্ৰমুখ্যে শিক্ষা বিষয়াসকলে শিক্ষানুষ্ঠাসমূহৰ প্ৰশাসনীয় দায়িত্ব পালন কৰি আহিছে। অধিবিদ্যা পৰিষদ, শিক্ষক সন্থাসমূহে শৈক্ষিক পৰিবেশ গঠনত বলিষ্ঠ পদক্ষেপ গ্ৰহণ কৰিছে। আনকি অৱসৰপ্ৰাপ্ত বিদ্যালয় প্ৰধান আৰু ৰাষ্ট্ৰীয় আৰু ৰাজ্যিক বঁটাপ্ৰাপ্ত শিক্ষক সন্মিলনে একাডেমীক পৰিদৰ্শকৰ দায়িত্বভাৰ গ্ৰহণ কৰি নিষ্ঠাসহকাৰে নিজ কৰ্তব্য পালন কৰি আহিছে আৰু শৈক্ষিক পৰিবেশ গঠনত বিশেষ অৰিহণা যোগাইছে।

বিভিন্ন শিক্ষানুষ্ঠানে অতি উলহ-মালহেৰে সোণালী জয়ন্তী আৰু ৰূপালী জয়ন্তী উদ্‌যাপন কৰি অহা দেখা যায়, যদিও আমাৰ শিক্ষা ব্যৱস্থাই সামাজিক আৰু অৰ্থনৈতিক দিশত উৎসাহজনক ভূমিকা পালন কৰিবলৈ সমৰ্থ হোৱা নাই। উচ্চ শিক্ষাৰ বহল সম্প্ৰসাৰণৰ বাবে নিবনুৱা সমস্যা গা কৰি উঠিছে। লগতে দুৰ্নীতিয়ে সমাজত ব্যাধিৰূপে দেখা দিছে। চৰকাৰী সাহায্যত Vocational আৰু Technical অনুষ্ঠান প্ৰতিষ্ঠিত হ'লে হয়তো কিছুসংখ্যক নিবনুৱাই সংস্থানৰ সুযোগ লাভ কৰিব আৰু সুস্থ সামাজিক বাতাবৰণ গঢ়ি উঠাত সহায়ক হ'ব।

কোৱা অপ্ৰাসংগিক বোধহয় নহ'ব যে শিক্ষক নিযুক্তিৰ ক্ষেত্ৰত যোগ্যতাই মাফকাঠী হোৱা উচিত। যোগ্যতাসম্পন্ন শিক্ষকেহে উপযুক্ত মানৱ সম্পদ সৃষ্টি কৰিব পাৰে। আৱশ্যকতাৰ ভিত্তিত প্ৰতিখন বিদ্যালয়ত শিক্ষক নিযুক্ত হোৱাটো সকলোৰে কাম্য। এইক্ষেত্ৰত চৰকাৰৰ শিক্ষা বিভাগে বিশেষ নজৰ ৰখা উচিত।

মহাবিদ্যালয়সমূহত অংশকালীন (part time) ব্যৱস্থাৰে প্ৰবক্তা নিযুক্তি আৰু উচ্চ -উচ্চতৰ মাধ্যমিক বিদ্যালয়ত তত্ত্বাৱধায়ক বিদ্যালয় প্ৰধানৰ প্ৰাৰ্দুভাৱে শিক্ষাৰ বাতাবৰণ দূষিত কৰিছে বুলি বিজ্ঞ লোকে অভিমত ডাঙি ধৰিছে। গৃহ শিক্ষকৰ টোকা মুখস্থ কৰি অধিক নম্বৰ লাভৰ প্ৰৱণতাই শিক্ষাৰ্থীৰ মূল্যবোধ শিক্ষাৰ প্ৰতি আগ্ৰহ নাইকিয়া কৰিছে। কিছুসংখ্যক অভিভাৱকৰ মাজত আত্মকেন্দ্ৰিক মনোভাব অধিকভাৱে প্ৰকট হৈ উঠাও পৰিলক্ষিত হৈছে। আনহাতে একাংশ অভিভাৱকৰ উদাসীনতাই শিক্ষাৰ উন্নয়নত বাধাৰ প্ৰাচীৰৰূপে থিয় দিছে। কোনো বিদ্যালয়ত অতিৰিক্তভাৱে নিযুক্ত শিক্ষকক কমসংখ্যক শিক্ষক থকা বিদ্যালয়লৈ বদলি কৰিলে দুয়োটা অনুষ্ঠানৰ কল্যাণ সাধিত হ'ব। উচ্চতৰ মাধ্যমিক বিদ্যালয়ত একাধিক বছৰ কোনো বিশেষ বিষয়ৰ শিক্ষাৰ্থী নাথাকিলে তেনে বিষয় শিক্ষকক আন বিদ্যালয়লৈ বদলিকৰণ নিয়মত পৰিণত হোৱা উচিত। ব্যক্তিগত খণ্ডত গঢ়ি উঠা শিক্ষানুষ্ঠানত চৰকাৰৰ নিয়ন্ত্ৰণ অপৰিহাৰ্য বুলি বিবেচিত হোৱা উচিত। জিলা বিষয়াসকলে বিদ্যালয় পৰিদৰ্শণ কাৰ্যত তৎপৰ আৰু সক্ৰিয় হ'লে ছাত্ৰ-ছাত্ৰীৰ মাজত সজাগতা বৃদ্ধি পাব আৰু শৈক্ষিক পৰিবেশ মধুৰ আৰু আনন্দদায়ক হ'ব।

শিক্ষকৰ সততা, সামাজিক দায়বদ্ধতা আৰু অৰ্হতা বৃদ্ধিৰ বাবে নিৰৱচ্ছিন্ন প্ৰচেষ্টা আৰু অভিভাৱকসকলৰ সক্ৰিয় সহযোগ আৰু সজাগতাই শিক্ষাৰ মান উন্নত কৰাৰ লগতে এখন সুস্থ-সবল সমাজ গঠনত অৰিহণা যোগাব পাৰে। এক কথাত ক'ব পাৰি যে সজাগতাই উন্নতিৰ মূল। "Eternal Vigilance is the price of liberty and Democracy".

*বিঃদ্ৰঃ- এই প্ৰবন্ধটো প্ৰস্তুত কৰোঁতে অধ্যক্ষ জগন্নাথ চক্ৰবৰ্তী দেৱৰ মৌখিক সাহায্য লোৱা হৈছে। ভুল-ত্ৰুটিৰ বাবে মাৰ্জনা বিছাৰিছোঁ।*

# সাহিত্য-সংস্কৃতি আৰু সামাজিক দিশত নলবাৰীৰ মহিলাৰ ভূমিকা

অনুপমা দেৱী

অসমৰ শিক্ষা-সংস্কৃতি তথা প্ৰাচীন সংস্কৃত শিক্ষাৰ নৱদ্বীপ স্বৰূপ নলবাৰী। সুজলা সুফলা শস্য শ্যামলা অসমী আইৰ বুকুত মহাবাহু লুইতৰ উত্তৰপাৰে অৱস্থিত এইখন নলবাৰী। প্ৰকৃতিয়ে অকৃপণ হাতেৰে সজাই তোলা নলবাৰীখন প্ৰাকৃতিক দুৰ্যোগ, প্ৰলয়ংকাৰী বানৰ তাণ্ডৱ নৃত্যৰ পিছতো অতীতৰ ঐতিহ্য ম্লান নকৰাকৈ সগৌৰৱে তিষ্ঠি আছে। নলবাৰী বীৰ প্ৰসৱিনী, বাণীৰ বৰপুত্ৰ-পুত্ৰীসকলৰ জন্মদাত্ৰী। কালৰ কুটিল গতিত পাশ্চাত্য শিক্ষাৰ প্ৰভাৱত আজি বেদ, ব্যাকৰণ বেদান্ত, দৰ্শন, স্মৃতি, জ্যোতিষ, আয়ুৰ্বেদ আদি বিভিন্ন শাস্ত্ৰ অধ্যয়নৰ প্ৰতি মানুহৰ আগ্ৰহ কমি যোৱা পৰিলক্ষিত হৈছে। কিন্তু আজি প্ৰায় এশ বছৰ আগলৈকে দেৱভাষা সংস্কৃত শিক্ষাৰ প্ৰতি নলবাৰীৰ আগ্ৰহ লক্ষণী আছিল। যাৰ ফলত মানুহৰ মন সংস্কৃতিসম্পন্ন আছিল আৰু নলবাৰীয়ে বহুতো বিদগ্ধ পণ্ডিত, বিদুষী মহিলাৰো জন্ম দিছিল। অৰুণোদয় যুগৰ সমসাময়িক লেখক খুদিয়া সত্ৰৰ গোপাল মিশ্ৰ, জাগাৱা সত্ৰৰ গোবিন্দ মিশ্ৰ, ধৰ্মদেৱ গোস্বামী, লক্ষ্মীকান্ত দ্বিজৰ উপৰি ৰমাকান্ত চৌধুৰী, লঘণু চৌধুৰী, লক্ষ্মীনাথ শৰ্মা, আদ্যনাথ শৰ্মা, ৰঘুনাথ চৌধুৰী, দৈৱচন্দ্ৰ তালুকদাৰ, শৰৎ চন্দ্ৰ গোস্বামী, হৰিনাৰায়ণ দত্ত বৰুৱা আৰু বহুতো নলবাৰীৰ সুসন্তান আছিল। পিচৰ কালছোৱাতো এই অঞ্চলৰ অনেক ন-পুৰণি লেখক-লেখিকাই অসমীয়া সাহিত্যৰ ভৰাল চহকী কৰি আহিছে।

সমুজ্বল অতীতেৰে গৌৰৱান্বিত ঠাইখনৰ পুৰুষ-মহিলা উভয়ে সমানে সাক্ষৰ নহ'লেও মহিলাসকল বিভিন্ন জ্ঞানৰ ভঁৰাল। তেওঁলোক লোক-সংস্কৃতিসম্পন্ন, কিংবদন্তিৰ, লোক- কাহিনীৰ ভঁৰাল। সমূহীয়া নামঘৰ, মঠ-মন্দিৰ-সত্ৰত নিয়মিত শাস্ত্ৰ আলোচনা, নাম-প্ৰসংগই মানুহক ভগৱদ্ভক্তিসম্পন্ন, ধৰ্ম ভীৰু আৰু উদাৰ মনোভাবাপন্ন কৰিছিল। অসম আকাশৰ উজ্জ্বল নক্ষত্ৰ মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্যদেৱৰ বৰ জীয়ৰী সৰস্বতী দেৱী এগৰাকী বিদুষী সংস্কৃত পণ্ডিত আছিল। জীৱনত কোনো স্কুল-কলেজ বা টোলৰ মজিয়াত খোজ নিদিয়াকৈ পণ্ডিত পিতৃৰ সান্নিধ্যত তেওঁ শৈশৱৰে পৰা পিতৃৰ মুখে-মুখে সংস্কৃত শিক্ষা লাভ কৰিছিল। বিবাহৰ পিছতো সুযোগ্য স্বামী তাৰানাথ গোস্বামীৰ সান্নিধ্যত জীৱনৰ শেষ দিনলৈকে সংস্কৃত চৰ্চা কৰিবলৈ সুযোগ পাইছিল। পাণিনি ব্যাকৰণ কণ্ঠস্থ কৰি লৈছিল— যেন আই বীণাপাণিয়ে জিহ্বাগ্ৰত থিতাপি লৈ পিতৃপ্ৰদত্ত সৰস্বতী নাম সাৰ্থক কৰিছিল। স্বামীয়ে ৰগৰ কৰি তেওঁক পাণিনি নামেৰে মাতিছিল। ১৮৪৭ শকাব্দত নলবাৰীৰ ওচৰৰ ইতিহাসপ্ৰসিদ্ধ গংগাপুখুৰী পাৰত সাত দিন জুৰি হোৱা মহাবিষ্ণুযজ্ঞত এইগৰাকী বিদুষী মহিলাই ভাগৱত ব্যাখ্যা কৰি শুনাই উপস্থিত সকলোকে স্তম্ভিত কৰিছিল। তেওঁৰ পাণ্ডিত্যত মুগ্ধ হৈ বংগদেশৰ পৰা অহা লক্ষ্মণ শাস্ত্ৰী প্ৰমুখ্যে বিদ্বান পণ্ডিতসকলে যজ্ঞস্থলীতে তেওঁক 'ভাগৱত ভাৰতী' উপাধি প্ৰদান কৰিছিল।

এইগৰাকী স্বনামধন্য মহিলাৰ সমসাময়িক আন এগৰাকী মহিলা কুলবিল সত্ৰৰ উত্তম সুন্দৰী দেৱী। তেৰোঁ 'বিদ্যাভাৰতী' উপাধিৰে ভূষিত হৈছিল। আয়ুৰ্বেদ শাস্ত্ৰত পাৰ্গত এইগৰাকী মহিলাক আজিও মানুহে শ্ৰদ্ধাৰে স্মৰণ কৰে। তেওঁৰ নামেৰে এখন



বিদ্যালয় আজিও চলি আছে। বৰ্তমান মাইনৰ স্কুললৈ উন্নীত হোৱা 'উত্তম সুন্দৰী বালিকা বিদ্যালয়'ৰ পৰা অলেখ ছাত্ৰীয়ে বিদ্যা লাভ কৰিবলৈ সুযোগ পাইছে।

পাশ্চাত্য শিক্ষাৰ প্ৰভাৱত গাঁৱে-ভূঞে যথেষ্টসংখ্যক স্কুল-কলেজ গঢ়ি উঠা বাবে আজি কেইবছৰমানৰ ভিতৰত স্কুল-কলেজৰ আলোচনীৰ যোগেদি বহুসংখ্যক লেখিকাৰ সৃষ্টি হৈছে। সমাজৰ বাবে ই নিঃসন্দেহে শুভ লক্ষণ। এইক্ষেত্ৰত স্থানীয় সংবাদ পত্ৰৰ ভূমিকাও অন্যতম। ন ন লেখিকাই সাহিত্য সেৱাত ব্ৰতী হ'বলৈ সুযোগ পাইছে নলবাৰী লেখিকা সমাজৰ পাঠচক্ৰসমূহৰ জৰিয়তে। প্ৰতি মাহে নিয়মীয়াকৈ পাঠচক্ৰ পাতি লেখিকা সমাজে ন-পুৰণি সদস্যাসকলক স্বৰচিত লিখনী পাঠ কৰিবলৈ দিয়ে আৰু বিভিন্ন পৰ্যালোচকে লেখা সমূহ পৰ্যালোচনা কৰি ভুল-ত্ৰুটিবোৰ আঙুলিয়াই দিয়ে। ২০০১ চনত 'গৰীয়সী' নামেৰে এখনি গল্প সংকলন লেখিকা সমাজে প্ৰকাশ কৰি উলিয়ায়। আকাশবাণী গুৱাহাটী কেন্দ্ৰ যোগে সদস্যাসকলে দুখন বিচিত্ৰানুষ্ঠান পৰিবেশন কৰে। 'নিৰ্মালি' আৰু 'অন্তৰ্দাহ' নামেৰে দুখন একাংকিকা নাটকো পৰিবেশন কৰে আকাশবাণীৰ জৰিয়তে সদস্যাসকলে। বিভা বুজৰবৰুৱা আৰু নীতি বৰুৱাই নাটক দুখন ৰচনা কৰে। সমাজৰ ৰূপালী জয়ন্তী উপলক্ষে ২০০৪ চনত আন এখনি উচ্চমানৰ স্মৰণিকা প্ৰকাশ কৰে। বৰ্তমানেও 'সুদৰ্শনা' নামেৰে আন এখনি 'মুখপত্ৰ' প্ৰকাশৰ যো-জা চলি আছে।

তুলনামূলকভাৱে স্ত্ৰী শিক্ষাত পিছ পৰা বুলি আজি কিছু বছৰ আগলৈকে নলবাৰীৰ এটা বদনাম আছিল। কিন্তু আজিৰ নলবাৰী সেই বদনামৰ পৰা মুক্ত। সাম্প্ৰতিক কালত বৰ অসমৰ বুকুত স্বমহিমাৰে মহিমামণ্ডিত হৈ উঠিছে স্ত্ৰী শিক্ষাৰ প্ৰাণকেন্দ্ৰস্বৰূপ মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয় আৰু মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠ। উচ্চতৰ মাধ্যমিক পৰীক্ষাত কেইবাবাৰো শীৰ্ষস্থান দখল কৰি নলবাৰীলৈ সুনাম কঢ়িয়াই আনিছে। তিনিবছৰীয়া স্নাতক পাঠ্যক্ৰমৰ পৰীক্ষাতো প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ সন্মান লাভ কৰিবলৈ সক্ষম হৈছে এই মহাবিদ্যালয়ৰ ছাত্ৰী। একেদৰে বিদ্যাপীঠৰ ছাত্ৰীয়েও উচ্চ মাধ্যমিক পৰীক্ষাত শীৰ্ষস্থান লাভ কৰিবলৈ সক্ষম হৈছে। বিদ্যাপীঠৰ প্ৰধান শিক্ষয়িত্ৰী নিৰদা চৌধুৰী বৰুৱাই যোৱা বছৰ ৰাষ্ট্ৰীয় বঁটাৰে সন্মানিত হৈছে। বৰনৰ্দ্দী গাঁৱৰ মীৰা ডেকা আৰু গন্ধিয়াৰ নীহাৰিকা গোস্বামীয়েও এই সন্মান লাভ কৰে।

সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত কুৰি শতিকাৰ ত্ৰিশৰ দশকত নলবাৰীৰ দুগৰাকী লেখিকাৰ নাম আমি পাওঁ। তেওঁলোক দুয়োগৰাকী বাই-ভনী— শিক্ষাবিদ শৰৎ চন্দ্ৰ গোস্বামীৰ সুযোগ্যা স্বৰ্গীয় কন্যা প্ৰতিভা গোস্বামী আৰু সুপ্ৰভা গোস্বামী। তাৰ পিছত পঞ্চাদশৰ দশকৰ পৰা আজিলৈকে নলাবাৰীৰ অনেক লেখিকাই আত্মপ্ৰকাশ কৰিছে। তেখেতসকলৰ ভিতৰত স্বৰ্গীয় মনোৰমা ভট্টাচাৰ্য্য, নলিনী বালা গোস্বামী, নিৰুপমা (তামুলী) বৰগোহাঞি, স্বৰ্গীয় জ্ঞানদা গোস্বামী, স্বৰ্গীয় পাৰ্বতী দত্তবৰুৱা, মনোৰমা দত্তবৰুৱা, সাবিত্ৰী দত্তবৰুৱা, নলিনী ৰায়বৰুৱা, ক্ষীৰদা বুজৰবৰুৱা, দীপালী দেৱী, বিমলা দেৱী, ড লীনা ডেকা, বিভা দাস, বিভা বুজৰবৰুৱা, নীতি বৰুৱা, অনুপমা দেৱী, নিৰুপমা মিশ্ৰ, ৰেণু বৰ্মন, দিব্য প্ৰভা দেৱী আদি। থাউকতে এই নামকেইটাহে মনলৈ আহিছে। সামগ্ৰিকভাৱে কবলৈ গ'লে সাহিত্য, শিল্পকলা, সংগীত, খেল-ধেমালি, সমাজ সেৱা সকলো ক্ষেত্ৰতে নলবাৰীৰ মহিলাই বলিষ্ঠ পদক্ষেপ লৈছে। সাহিত্যৰ জৰিয়তে একোটা যুগ, সামাজিক জীৱনধাৰা সৰ্বকালৰ বাবে পৰিচিত হয়। প্ৰগতিশীল চিন্তাধাৰাৰে নতুন প্ৰজন্মই জীৱনধৰ্মী সৃষ্টিশীল সাহিত্য সৃষ্টিৰ প্ৰেৰণা লাভ কৰক।

সাহিত্যৰ লগতে সংস্কৃতিৰ বৰপথাৰতো নলবাৰীৰ মহিলাসকলে বহুমূলীয়া বৰঙণি যোগাই আহিছে। সুকুমাৰ কলাৰ এটা ঐতিহ্য লৈ নলবাৰীত জন্মগ্ৰহণ কৰা এচাম মহিলা শিল্পীয়ে সমাজৰ ৰক্ষণশীলতাৰ বেহ ভাঙি ওলাই আহিছিল কলা-সংস্কৃতিৰ সেৱা কৰিবলৈ। সেইসকলৰ ভিতৰত পোনতেই নাম ল'ব লাগিব চাৰু তালুকদাৰ আৰু মীৰা বিশ্বাসৰ। শ্ৰীমতী তালুকদাৰে একাধাৰে ভাস্কৰ্য শিল্পী, চিত্ৰশিল্পী আৰু নাট্যশিল্পী হিচাপে সৰ্বভাৰতীয় স্বীকৃতি পাইছে আৰু বিভিন্ন বঁটা-বাহনেৰে সমাদৃত হৈছে। শ্ৰীমতী বিশ্বাসেও মঞ্চ আৰু চলচ্চিত্ৰত অভিনয় কৰি কৃতিত্ব আৰ্জিছিল। তদুপৰি তেওঁৰ জীয়ৰী সীমা বিশ্বাসে 'বেণ্ডিত কুইন' চলচ্চিত্ৰত সুদক্ষ অভিনয় কৰাৰ উপৰি মুম্বাইৰ ছবিজগত আৰু দূৰদৰ্শন প্ৰতিষ্ঠিত অভিনেত্ৰী।

ৰুমী গোস্বামী, মৰমী মেধি, ৰীতা ভাগৱতী আৰু আঙুৰলতা আদিয়ে চলচ্চিত্ৰত অভিনয় কৰি নিজৰ নিজৰ কৃতিত্বৰ স্বাক্ষৰ ৰাখিছে। অভিনয় আৰু সংগীত শিল্পী হিচাপে তমসা দেৱী, চন্দমা মেধি, ইলা চৌধুৰী, প্ৰীতি দেৱী, বৰ্ণালী মেধি, অণিমা মহন্ত , লুটুমণি বৰুৱা, পাৰুল শৰ্মা, জয়শ্ৰী বুজৰবৰুৱা, গীতা বুজৰবৰুৱা আৰু বহুতো শিল্পী আছে যিসকলৰ নাম এই মুহূৰ্তত মনলৈ অহা নাই। বন্দনা দত্ত, নিৰু ডেকা, অণিমা ডেকা, মৃণালিনী বৰুৱা, নিৰুপমা বৰুৱা, সৰুমণি বৰুৱা, ইন্দ্ৰাণী কলিতা, কুইন তালুকদাৰ, আচপিয়াৰা, সংগীতা চক্ৰৱৰ্তী আদিয়ে শাস্ত্ৰীয় সংগীতত বিশেষ পাৰদৰ্শিতা দেখুৱাইছে। এইসকল ছাত্ৰীৰ লগতে বহুতো ছাত্ৰক সংগীত জগতত প্ৰতিষ্ঠা কৰাত আগভাগ লৈছিল একনিষ্ঠ সাধক শিল্পী আদ্যনাথ শৰ্মা, মৰহুম জমিৰুদ্দিন আহমেদ, নন্দেশ্বৰ শইকীয়া, গোবিন্দ চৌধুৰী, ৰুমী নায়ক আদিয়ে। নলবাৰীৰ নৃত্য পটীয়সী মৰমী মেধিয়ে ৰাজ্যিক সংগীত মহাবিদ্যালয়ত অধ্যাপনা কৰাৰ লগতে বেচৰকাৰীভাৱেও বহু শিক্ষাৰ্থীক কথক নৃত্যৰ পদ্ধতিগত অনুশীলনৰ শিক্ষা দি সুনাম আৰ্জিছে। কথকৰ আন এগৰাকী নলবৰীয়া কৃতী নৃত্যাংগনা হ'ল অলিগুঞ্জন কলিতা মুদিয়াৰ। সাংস্কৃতিক সত্তা উজ্জীৱিত কৰি বিভিন্ন ক্ষেত্ৰত নিজকে সফল ৰূপত প্ৰতিষ্ঠা কৰা অগণন মহিলা নলবাৰীত আছে। গাঁৱে-গাঁৱে ন ন শিল্পী প্ৰতিভাই জন্ম লৈ নলবাৰীক সমৃদ্ধ কৰিছে। এই ক্ষুদ্ৰ লেখাত তেওঁ লোক আটাইকে সামৰিব নোৱাৰা অক্ষমতাৰ দোষ নতশিৰে মানি লৈছো। সত্য-শিৱ-সুন্দৰৰ সাধনাত যুগে যুগে ব্ৰতী হৈ আহিছে নলবাৰীৰ পুৰুষ-মহিলা শিল্পীসকল। কেইবাটিও সংগীত অনুষ্ঠান, চিত্ৰকলা অনুষ্ঠানৰ উপৰি পুতলা নাচ, হাজোৰ টী নাচ, আপী ওজা, দেওধনী নৃত্য, লোকগীত, দেহবিচাৰৰ গীত, ভাটিয়ালী, কীৰ্ত্তন ঘোষাৰ পদ, জিকিৰ, খেৰাই, বিয়ানাম, আইনাম, গোপিনী সবাহ, পচতি, নাম আদি মনোৰঞ্জক অনুষ্ঠান উত্তৰ কামৰূপৰ আপুৰুগীয়া সম্পত্তি। লোক-সংস্কৃতি চহকী নলবাৰীয়ে অনাগত দিনবোৰত লুইতৰ দুয়োপাৰ জিলিকাই তোলক সুৰৰ বন্তিৰে, সেই বন্তিৰ পোহৰে নাশিব অপ-সংস্কৃতিৰ তমসা।

কুৰি শতিকাৰ প্ৰথমাৰ্ধৰ নলবাৰী চহৰৰ জনসংখ্যা কম আছিল। চহৰত পানী যোগান, বিজুলী চাকিৰ ব্যৱস্থা নাছিল। চহৰৰ কেইগৰাকীমান নমস্য ব্যক্তিৰ আশাশুধীয়া চেষ্টাত ১৯৩৭ চনত স্থাপিত হয় স্ত্ৰী শিক্ষাৰ একমাত্ৰ অনুষ্ঠান নলবাৰী ছোৱালী মাইনৰ স্কুল। ১৯৪৫ চনত এইখন স্কুলকে হাইস্কুললৈ উন্নীত কৰা হয়। কিন্তু ছাত্ৰীৰ সংখ্যা তেনেই নগণ্য। ৰক্ষণশীল সমাজখনত সেই সময়ত বিয়া আৰু মাতৃত্বই আছিল ছোৱালীৰ জীৱনৰ গতিপথ। ছোৱালীয়ে পাশ্চাত্য শিক্ষা গ্ৰহণ কৰিলে সমাজ কলুষিত হ'ব

বুলি অভিভাৱকে ভয় কৰিছিল। ১৯৫৪ চনতহে প্ৰথমবাৰৰ কাৰণে হাইস্কুল শিক্ষান্ত পৰীক্ষাত এই স্কুলৰ পৰা উত্তীৰ্ণ হয়। তাৰ পিছত আৰু বিৰতি নাই। হেজাৰ হেজাৰ ছাত্ৰীয়ে শিক্ষা গ্ৰহণ কৰি স্কুল-কলেজ, অফিচ, আদালত, বীমা বিভাগ , চিকিৎসা বিভাগ আদিত সেৱা আগবঢ়াই নিজকে প্ৰতিষ্ঠা কৰিছে। গৌৰৱৰ কথা যে এই বিদ্যালয়ৰে ছাত্ৰী মিতালী বৰ্মনে দিল্লী বিশ্ববিদ্যালয়ৰ অধ্যাপিকা, সুলেখিকা মামণি ৰয়ছম গোস্বামীয়ে অৱসৰ পোৱা হেতুকে সেই পদত অধিষ্ঠিত হোৱা খবৰ পঢ়িবলৈ পাইছো।

মাতৃসকল সমাজৰ এক অপৰিহাৰ্য অংগ। অকল স্কুলৰ শিক্ষাৰে এখন সমাজৰ উন্নতি সধা সম্ভৱ নহয়। সকলো স্তৰৰে মহিলাক নিজৰ অধিকাৰ সম্বন্ধে সচেতন কৰিবলৈ; উন্নত কৰি এখন উন্নত সমাজ গঠন কৰাৰ মানসেৰে ১৯৪২-৪৩ চনতে অসম প্ৰাদেশিক মহিলা সমিতিৰ ছত্ৰছায়াত নলবাৰীত এখন মহিলা সমিতি গঠন হৈছিল। সমিতিৰ সভানেত্ৰীৰ দায়িত্বত আছিল স্বৰ্গীয় গিৰিজা সুন্দৰী চৌধুৰী আৰু সম্পাদিকা স্বৰ্গীয় সাবিত্ৰী দত্তবৰুৱা। এওঁলোক অনাখৰি মহিলাক স্বাক্ষৰ কৰা, সূতা কটা, তাঁত বোৱা আদিৰ জৰিয়তে মহিলাসকলক স্বাৱলম্বী কৰিবলৈ যত্ন কৰিছিল। আনকি সমবায়ৰ যোগেদি এটি মহিলা বেংক স্থাপন কৰি মহিলাসকলক সঞ্চয় সম্পৰ্কেৰে সজাগ কৰিছিল। কিন্তু পুৰুষশাসিত সমাজখনৰ বেষ্টনীৰ পৰা মহিলাসকল ঘৰৰ চাৰিবেৰৰ মাজৰ পৰা ওলাই যাব পৰা নাছিল। ফলত সমিতিখনে গা কৰি উঠিব নোৱাৰিলে।

১৯৬২ চনৰ চীনা আক্ৰমণৰ সময়ত নলবাৰীৰ মহিলা সকল একত্ৰিত হৈ উলৰ ছুৱেটাৰ, টুপী, মোজা আদি তৈয়াৰ কৰি, গাঁও-ভূঁইত ফুৰি খোৱাখাদ্য, টকা-পইচা,সংগ্ৰহ কৰি ভাৰতীয় জোৱানসকললৈ পঠাইছিল। আনকি কেইগৰাকী মান মহিলাই নিজৰ হাতৰ-কাণৰ সোণৰ অলংকাৰ খুলিও প্ৰতিৰক্ষা পুঁজিত জমা দিছিল। একেদৰে পাকিস্তানৰ আক্ৰমণৰ সময়তো সৰ্বোদয় পাত্ৰৰ জৰিয়তে ধন সংগ্ৰহ কৰি জোৱান সকলক সাহায্য কৰিছিল। সৰ্বোদয় পাত্ৰৰ জৰিয়তে আৰু প্ৰতি দেওবাৰে হোৱা আইসকলৰ নাম-প্ৰসংগত প্ৰণামীযোগে সংগৃহীত ধনেৰে হৰিমন্দিৰৰ এক তোৰণ নিৰ্মাণ কৰে আৰু মূল মন্দিৰ নিৰ্মাণতো কিছু ধন আগবঢ়ায়।

১৯৬৭ চনত চুফিয়া বেগম, নিৰদা চৌধুৰী, আফিয়া বেগম, স্বৰ্গীয় সুভাষিনী দে, পুণ্যময়ী বৰকাকতী আদি কেই গৰাকীমান উৎসাহী জীয়াৰী-বোৱাৰীৰ দ্বাৰা নলবাৰী মহিলা সমিতি নামেৰে এখন মহিলা সমিতি গঠন হয়। সদাশয় ভদ্ৰলোক কেইজনমান ডাঃ হৰেকৃষ্ণ গোস্বামী, প্ৰভাত নাৰায়ণ চৌধুৰী, জয়দেৱ শৰ্মা, উপেন দত্ত আৰু অনেকজনে এই ক্ষেত্ৰত অনুপ্ৰেৰণা যোগাইছিল। ১৯৬৭ চনৰ পৰা ১৯৭২ চনলৈ সমিতিৰ সভানেত্ৰী হিচাপে ক্ষীৰদা বুজৰবৰুৱা, সম্পাদিকা সাবিত্ৰী দত্তবৰুৱা, মীৰা বিশ্বাস, বাগেদ্ৰী চৌধুৰী, উপ-সভানেত্ৰী সৰস্বতী তালুকদাৰ, বিজয়লক্ষ্মী ৰাজকোঁৱৰ আৰু কোষাধ্যক্ষা ভাৰতী চৌদুৰী আদিয়ে দায়িত্ব লৈ সমিতিৰ কাম-কাজ সুচাৰুৰূপে পৰিচালনা কৰিছিল। ৫০-৬০ গৰাকী সক্ৰিয় সদস্যাই তেওঁলোকক সহযোগ আগবঢ়াইছিল। নলবাৰীৰ ৰাস মহোৎসৱত সমিতিৰ দ্বাৰা উৎপাদিত হস্তশিল্পৰ বিপণী দি সমিতিৰ পুঁজি টনকিয়াল কৰিছিল এই সদস্যাসকলে।

নলবাৰী মহিলা সমিতিৰ কাম-কাজে অসম প্ৰাদেশিক মহিলা সমিতিক আকৃষ্ট কৰে আৰু ১৯৭২ চনত তেওঁলোকে জিলা ভিত্তিত এখন কমিটী গঠন কৰিবলৈ পৰামৰ্শ দিয়ে। সেইমৰ্মে ক্ষীৰদা বুজৰবৰুৱাক সভানেত্ৰী আৰু বাগেদ্ৰী চৌধুৰীক সম্পাদিকা হিচাবে লৈ নলবাৰী জিলা মহিলা সমিতি গঠন কৰা হয়। পূৰ্বৰ নলবাৰী মহিলা সমিতিখন জিলাখনৰ শাখা হিচাপে হৰবালা দত্তক সভানেত্ৰী আৰু অনুপমা দেৱীক সম্পাদিকা হিচাবে লৈ কাৰ্যনিৰ্বাহ কৰি আছে। জিলা সমিতি গঠন হোৱাৰ দুমাহ পিছতে কমিটীৰ লগত মতৰ অমিল হোৱাত বাগেদ্ৰী চৌধুৰীক সম্পাদিকা পদৰ পৰা অব্যাহতি দি পুণ্যময়ী বৰকাকতীক উক্ত পদত অধিষ্ঠিত কৰা হয়। এই কমিটীখনে চৰকাৰৰ বিভিন্ন আঁচনিৰ জৰিয়তে জিলাখনৰ মহিলাসকলৰ শিক্ষা, কাৰিকৰী শিক্ষা, আইনৰ সহায়, স্বাস্থ্যৰ উন্নতি সাধন কৰাৰ উপৰি সমাজৰ পৰা অপশক্তি ধ্বংস সাধনৰ ব্ৰতত ব্ৰতী হৈ আছে। গাঁৱে-ভূঞে বৰ্তমানৰ জিলা মহিলা সমিতিৰ প্ৰায় ৯০০ শ খন শাখা গঠন হৈছে। আত্মসহায়ক গোটৰ জৰিয়তে বিভিন্ন শাখাই বিভিন্ন কাম হাতত লৈ স্বাৱলম্বী হৈছে। এইক্ষেত্ৰত চৰকাৰী বিভাগ সমূহ, বেঙ্গে যথেষ্ট সহায় আগবঢ়াইছে। জিলাসমিতিৰ নিজ কাৰ্যলয়ত অৰ্হতা সম্পন্ন শিক্ষয়িত্ৰীৰ দ্বাৰা উলগোঠা, এমব্ৰইদাৰী আৰু কাৰ্টিঙৰ প্ৰশিক্ষণ দি থকা হয়।

১৯৭২ চনত নলবাৰী জিলা সমাজ কল্যাণ মহিলা সমিতি নামেৰে বাগেদ্ৰী চৌধুৰীৰ নেতৃত্বত আন এখন মহিলা সমিতি গঠন হয়। সমাজ কল্যাণ পৰিষদৰ সাহায্যত বয়সস্থ মহিলাৰ সংক্ষিপ্ত পাঠ্যক্ৰম, ডায়েৰী-ফাৰ্ম আদি আঁচনিৰ জৰিয়তে মহিলাৰ আৰ্থ সামাজিক উন্নয়নৰ প্ৰচেষ্টা এই সমিতিখনে কৰিছে।

১৯৮২ চনৰ পৰা নলবাৰী জিলা গণতান্ত্ৰিক মহিলা সমিতি নামেৰে আন এটা অনুষ্ঠানেও নলবাৰীৰ আশে-পাশে কাম কৰি আছে। এই অনুষ্ঠানৰ ১৬০০ বো অধিক সক্ৰিয় কৰ্মীয়ে আন্তৰ্জাতিক নাৰী দিৱস, শিশু দিৱস পালন কৰি আহিছে। নিচাজাতীয় দ্ৰব্যৰ ব্যৱহাৰৰ বিৰুদ্ধে অহৰহ সংগ্ৰাম কৰি আছে। প্ৰশাসনৰ সহায়ত নাৰী নিৰ্যাতনকাৰীসকলক উপযুক্ত শাস্তিৰ ব্যৱস্থা কৰিছে। লিলি কলিতা, ৰেণু বৰ্মন, দীপালী মজুমদাৰ আদি কেইবাগৰাকী মহিলাই এই অনুষ্ঠান পৰিচালনা কৰি আছে।

১৯৯৭ চনৰ পৰা লায়নেছ ক্লাবে (মহিলাৰ আন্তৰ্জাতিক সংস্থা) বহুত জনহিতকৰ কাম কৰি ৰাইজৰ প্ৰশংসাৰ পাত্ৰ হৈছে। ডাঃ ৰেণুকা ডেকা, ডাঃ জয়ন্তী বৰুৱা, অঞ্জলি শৰ্মা, বিভা বুজৰবৰুৱা, ৰেণুকা শৰ্মা, পুষ্পা জৈন, পুষ্পা দেৱী ৰাউকা আদিয়ে এই অনুষ্ঠানৰ গুৰি ধৰি আহিছে। নলবাৰী চহৰৰ ছোৱালী হাইস্কুলৰ ওচৰত বাছযাত্ৰীৰ জিৰণি চ'ৰা এটি সজাই ৰাইজক ক্ষন্তেক জিৰোৱাৰ বাবে সুযোগ দিছে। বানপীড়িত অঞ্চলত ৰাইজক খাদ্য-সামগ্ৰী আৰু কানি-কাপোৰ দিয়াৰ উপৰি চিকিৎসৰ সহায়ত বিনামূলীয়া চিকিৎসা সেৱা আগবঢ়াই বিনামূলীয়াকৈ দৰবো দিছে।

লেখিকা সৃষ্টিত নলবাৰী লেখিকা সমাজৰ বৰঙণিৰ কথা আগতেই উল্লেখ কৰা হৈছে। নলবাৰী মহিলা বয়ন সমবায় লিমিটেড নামেৰে আন এখন সমিতিয়ে বোৱা-কটাৰ জৰিয়তে গাঁৱলীয়া অৰ্থনিতিকভাৱে দুৰ্বল মহিলাসকলৰ আৰ্থিক উন্নতিৰ হকে কাম কৰি আছে। অণু বৰ্মন, ইন্দিৰা মজুমদাৰ, ভাৰতীয় পাটাগিৰি ডেকা, নলিনী ৰায় বৰুৱা, কমলা শৰ্মা, কানন লহকৰ আদি উদ্যোক্তসকলে এই সমিতিখন পৰিচালনা কৰি আছে।

এই আটাইকেইটা সামাজিক অনুষ্ঠানৰ জৰিয়তে নলবাৰীৰ মহিলাই সামাজিক ক্ষেত্ৰত সবল পদক্ষেপ লৈছে। বিশেষকৈ মহিলা আৰু শিশুৰ উন্নতিৰ ক্ষেত্ৰত নিস্বাৰ্থভাৱে কাম কৰি আহিছে। তথাপি মহিলা সমাজৰ শোষণৰ বলি হৈয়েই আছে। বাস্তৱ কাৰ্যসূচী গ্ৰহণ কৰি সুসংগঠিত হৈ সামূহিক প্ৰচেষ্টাৰে অনুষ্ঠানসমূহ আগবাঢ়িলে অদূৰ ভৱিষ্যতত হয়তো আমাৰ দুৰ্ভগীয়া মাতৃ, ভনীসকল সুৰক্ষিত হ'ব।



# নলবাৰী জিলাৰ মঠ, মন্দিৰ, সত্ৰ আৰু দেৱালয়

ড° ৰেবা গোস্বামী

মন্দিৰ, নামঘৰ, দেৱালয় আদি একো-একোখন সমাজ বা একো-একোটা জাতিৰ দাপোণ স্বৰূপ। ইয়াৰ মাজেৰে জাতীয় জীৱনৰ কেইবাটাও দিশ প্ৰতিবিম্বিত হয়। অতীজৰে পৰা অসমৰ জন-জীৱনত মঠ-মন্দিৰ, সত্ৰ, নামঘৰ, দেৱালয় আদিয়ে এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আছে। এই অনুষ্ঠানসমূহ অসমীয়া জন-জীৱনৰ কাৰণে একোটা ধৰ্মীয় অনুষ্ঠানেই নহয়, একোটা সাংস্কৃতিক অনুষ্ঠানো। এইবোৰে মানুহক নৈতিক শিক্ষা দিয়াৰ উপৰি সমাজিক, সাংস্কৃতিক, সৌন্দৰ্যবোধ সম্পকীয় আদি বিভিন্ন দিশত শিক্ষা দি আহিছে। সেয়ে মন্দিৰ, সত্ৰ, নামঘৰ আদি একোটা জাতি নাইবা একো-একোখন সমাজৰ সভ্যতা-সংস্কৃতিৰ নিদৰ্শন। আমাৰ সাংস্কৃতিক ছবি এখন পাবলৈ হ'লে পবিত্ৰ স্থান আৰু মঠ-মন্দিৰবোৰৰ লগত জড়িত লোককথা আৰু লোকগীতসমূহৰ অতি প্ৰয়োজন। লোককথা ইতিহাস নহ'ব পাৰে, কিন্তু ই জাতীয় চৰিত্ৰৰ কিছুমান বিশেষ দিশ নিৰ্ণয় কৰিব পাৰে। নলবাৰী জিলাৰ মঠ-মন্দিৰ, সত্ৰ-নামঘৰ আদিৰ বুৰঞ্জীৰ লগত অনেক লোককথা জড়িত হৈ আছে। আনহাতে এই অনুষ্ঠানসমূহ পাৰস্পৰিক মিলা-প্ৰীতি, ঐক্য-সংহতি সুদৃঢ় কৰাৰ উপযুক্ত ঠাই। পবিত্ৰ আদৰ্শৰ প্ৰচাৰ কাৰ্যত এই অনুষ্ঠানসমূহে বিশেষ ভূমিকা গ্ৰহণ কৰে। হিন্দু সমাজত বিভিন্ন মঠ-মন্দিৰ আৰু অন্যান্য ধৰ্মীয় অনুষ্ঠানসমূহত ধৰ্মীয় উৎসৱ পৰ্ব আদি প্ৰগাঢ় বিশ্বাস আৰু আস্থা সহকাৰে উলহ-মালহেৰে উদ্‌যাপন কৰা হয়।

নলবাৰী জিলাত শাক্ত, শৈৱ আৰু বৈষ্ণৱ এই তিনিওটা শাখা বা সম্প্ৰদায়ৰ অনেক মঠ, মন্দিৰ, সত্ৰ, দেৱালয় আদি আছে। এই প্ৰসংগত তিনিওটা সম্প্ৰদায় আৰু সেই সম্প্ৰদায়ৰ ধৰ্মীয় অনুষ্ঠানসমূহৰ সম্যক আভাস দিবলৈ প্ৰয়াস কৰা হওকঃ

**শৈৱ ধৰ্ম আৰু নলবাৰী জিলাৰ শৈৱ অনুষ্ঠানসমূহ ঃ**

প্ৰাগজ্যোতিষ কামৰূপ অসমত শৈৱ সাধনাই পূজা-উপাসনা, ক্ৰিয়াকাণ্ড আদি বিষয়ত অন্যান্য মাৰ্গ বা সম্প্ৰদায়ৰ তুলনাত সৰ্বাধিক লোকপ্ৰিয়তা আৰু প্ৰসাৰতা অৰ্জন কৰিবলৈ সক্ষম হৈছে।'

ভাৰতীয় সংস্কৃতিৰ বিশেষজ্ঞসকলৰ মতে শিৱ পূজা ভাৰতত অতি প্ৰাচীন কালৰ পৰাই অনাৰ্যসকলৰ মাজত চলি আহিছে। ঋকবেদতো দুঠাইত শিশ্নদেৱসকলৰ উল্লেখ আছে।' শৈৱ ধৰ্মৰ উত্থান প্ৰাগ ঐতিহাসিক হৰপ্পা সভ্যতাৰ পৰা পোৱা যায়, হৰপ্পা আৰু মহেঞ্জোদাৰোত পশুপতি শিৱৰ অনুৰূপ দেৱতা আৰু লিংগপূজাৰ পৰিচয় পোৱা যায়। কামৰূপত শিৱৰ পূজা অতি প্ৰাচীন বুলি অনুমান হয়। কালিকাপুৰাণৰ মতে নৰকে কামৰূপত ৰাজত্ব কৰাৰ আগৰে পৰাই শিৱই এই দেশত প্ৰতিষ্ঠা লাভ কৰিছিল। কালিকাপুৰাণৰ বৰ্ণনাৰ পৰা অনুমান

কৰিব পাৰি শাক্ত ধৰ্ম প্ৰচাৰৰ আগতে ইয়াত শৈৱ ধৰ্মৰ প্ৰভাৱ বিস্তৃতভাৱে আছিল।

অসমত নৱবৈষ্ণৱ ধৰ্মৰ অভ্যুদয়ৰ সময়তো শিৱৰ স্থিতি ভালকৈয়ে অনুভৱ কৰিব পাৰি। স্বয়ং শংকৰদেৱেই হেনো শিঙৰিৰ গোপেশ্বৰ শিৱৰ বৰত উপজি শংকৰৰ নাম পাইছিল।' সেয়ে শাক্ত পদ্ধতিৰ বিৰুদ্ধে শংকৰদেৱ আৰু তেওঁৰ শিষ্যসকলে যি ধৰণে উষ্মা প্ৰদৰ্শন কৰিছে, শিৱৰ বিষ্ণুৰ সৈতে অভিন্ন কৰাৰহে চেষ্টা শংকৰদেৱৰ ৰচনাৱলীত দেখা যায়। কীৰ্ত্তনৰ নামোপৰাধ খণ্ডত তেওঁ কৈছে —

গুণ নাম যিটো বিষ্ণুৰ শিৱৰ
তাক ভিন্ন বুদ্ধি কৰে যি নৰ
নামৰ সিয়ো মহা অপৰাধী
নৰকত পৰে দৈৱে নবাধি

কীৰ্ত্তন আৰু ভাগৱততো কৃষ্ণৰ মুখে তেওঁ শিৱক কোৱাইছে —

তাত নকৰিবা খেদ নাহিকে কিঞ্চিতো ভেদ
তোমাৰ আমাৰ একে কায়া —

ৰামানুজৰ আগলৈকে দক্ষিণ ভাৰতৰ বৈষ্ণৱ মন্দিৰ ৱেংকটেশ্বৰত শিৱ আৰু বিষ্ণু দুয়োকে সমানে পূজা কৰা হৈছিল। আহোম ৰজাৰ আমোলত শৈৱ ধৰ্মই বিশেষ সমাদৰ পাইছিল। প্ৰতাপ সিংহ স্বৰ্গদেৱে দেৰগাঁও নেঘেৰীটিঙত আগৰ ভগা শিৱ মন্দিৰৰ পৰিবৰ্তে নতুন শিৱদ'ল নিৰ্মাণ কৰিছিল। পৰৱৰ্তী কালত গদাধৰ সিংহ, ৰুদ্ৰসিংহ, শিৱসিংহ, প্ৰমত্ত সিংহ,ৰাজেশ্বৰ সিংহ আদি আহোম ৰজাই অসমত অসংখ্য শিৱ মন্দিৰ প্ৰতিষ্ঠা কৰে।

শিৱ মন্দিৰৰ বাহিৰেও বুঢ়া গোসাঁইৰ থানো অসমৰ প্ৰায় সকলো ঠাইতে আছে। এইবোৰ যেন কালিকাপুৰাণত ইংগিত দিয়া শিৱৰ অজ্ঞাতবাসৰ ঠাই। এনেদৰে দেখা যায় অসমত যদিও এটি শৈৱ সম্প্ৰদায় নাই তথাপি শিৱ দেৱতা, শিৱ মন্দিৰে এক বিশেষ গুৰুত্ব লাভ কৰি আহিছে।

নলবাৰী জিলাৰ যিবোৰ শিৱ মন্দিৰে ঐতিহ্য বহন কৰি আহিছে তাৰ ভিতৰত বিল্বেশ্বৰ দেৱালয়, বেলশৰ; জয়পাল দেৱালয়, ডিংডিঙি; নদলা শিৱ মন্দিৰ, নদলা; দিহজাৰী শিৱ মন্দিৰ, দিহজাৰী; ফুলবতল শিৱ মন্দিৰ, সন্ধ্যা; বৰবৰী থান, বৰবৰী; বুঢ়াগোসাঁইৰ থান, কৰ্দ্দৈতোলা; বুঢ়াগোসাঁইৰ থান, বৰখলা; ধমধমা শিৱৰ থান, ধমধমা; খাৰজাৰ শিৱৰ থান, খাৰজাৰা; ভাঙাৰা গোসাঁইৰ থান, সোণকুৰিহা; শিৱলিংগৰ থান, চতমা; গোপাল গোসাঁইৰ থান, বুদ্ৰুকুছি; থেতা গোসাঁইৰ থান, ডোকোহা; বাবা গোপালথান, সোণকানি; মহাৰুদ্ৰ বুঢ়াগোসাঁই দেৱালয়, আৱাংগমৌ; কুলবিলঘাট ৰাজহুৱা শিৱালয়, কুলবিল; নাথকুছি শিৱমন্দিৰ, টিহু; শিৱ মন্দিৰ (প্ৰভু ৰ থান), উলাবৰী; খাৰজাৰা শিৱ মন্দিৰ, নলবাৰী আদি উল্লেখযোগ্য।

**বিল্বেশ্বৰ দেৱালয় ঃ** এই মন্দিৰটো বেলশৰ গাঁৱত অৱস্থিত। বিৰিণা গছ এজোপাৰ গুৰি খান্দোতে ব্ৰাহ্মণ এজনে এটা শিলৰ শিৱ দেখা পায়। কিন্তু বহুত চেষ্টা কৰিও কোনেও মূৰ্তিটো খান্দি উলিয়াব নোৱাৰি আচৰিত হৈ শিৱ পূজা কৰিব ধৰিলে।

যষ্ঠ শতিকাৰ মাজভাগত কামৰূপত ৰাজত্ব কৰা নাগাক্ষ ৰজাই শিৱ মূৰ্তিৰ মহিমাৰ কথা গম পাই এটি মন্দিৰ সজাই তাত পূজাৰ ব্যৱস্থা কৰি দিয়ে। এই দেৱালয়ৰ এখন শিলালিপি আৰু এখন পেৰাকাকত আছে। শিলালিপিত ৰজা লক্ষ্মীসিংহৰ নাম খোদিত আছে।

এই দেৱালয়ত নিত্যপূজাৰ বাহিৰেও শিৱৰাত্ৰি, দুৰ্গা পূজা, লক্ষ্মী পূজা, শ্যামা পূজা, দৌলোৎসৱ আদি বিশেষভাৱে পালন কৰা হয়। বলিবিধান কালিকাপুৰাণৰ মতে কৰা হয়। এই দেৱালয়ত ম'হ বলি দিয়া হয়।

**জয়পাল দেৱালয় ঃ** ডিংডিঙিত অৱস্থিত এই মন্দিৰটো বহু পুৰণি। জনশ্ৰুতি অনুসৰি আজিৰ পৰা ৪০০ মান বছৰৰ আগতে ডিংডিঙি গাঁৱৰ জয়দেৱ শৰ্মা নামৰ এজন ব্ৰাহ্মণে তেওঁৰ গাইজনীয়ে এজোপা বিৰিণাৰ ওপৰত গাখীৰ দি থকা দেখা যায়। লগে লগে তেওঁ বিৰিণাজোপা খান্দি চোৱাত এটি শিৱলিংগ আবিষ্কৃত হয়। গাঁৱৰ ৰাইজৰ সহযোগত তাত দেৱালয়ৰ ভেটি প্ৰতিষ্ঠা কৰি তেওঁ পূজা আৰম্ভ কৰে। জয়দেৱ শৰ্মাৰ নাম অনুসৰিয়েই এই দেৱালয়খনৰ নাম জয়পাল দেৱালয় হয় বুলি শুনা যায়।

ইয়াত শিৱ পূজা কৰা হয়। শিৱৰাত্ৰি উৎসৱৰ উপলক্ষে ধৰ্মালোচন সভা, আইসকলৰ নাম, ওজাপালিৰ বন্দনা, নাগাৰনাম আদি পতা হয়।

**বৰবৰী থান ঃ** খাতা মৌজাৰ দক্ষিণ প্ৰান্তত ধমধমা গাঁৱত অৱস্থিত। অটব্য হাবি-বননিৰে ভৰা ঠাইখিনিত জানকী নামৰ এজনী তিৰোতাই পাকৰী গছ এজোপাৰ তলত সদায় চাকি, ধূপ-ধুনা জ্বলাই সেৱা কৰিবলৈ লয়। জানকীৰ ভক্তি আৰু আস্থাত মুগ্ধ হৈ স্থানীয় দুই-চাৰিগৰাকী মহিলায়ো তাত নাম-কীৰ্ত্তন কৰিবলৈ লয়। পিছত ধমধমা গাঁৱৰ কেইঘৰমান মানুহে তাত এখন শিৱৰ থান স্থাপন কৰি শিৱপূজা কৰিবলৈ লয়।

শিৱপূজাৰ উপৰি এই থানখনত দুৰ্গাপূজা আৰু বাসন্তী পূজা বৈদিক ৰীতি-নীতিমতে চাৰিদিনীয়াকৈ উদ্‌যাপন কৰা হয়।

**ধমধমা শিৱৰ থান ঃ** নলবাৰী জিলাৰ উত্তৰ অংশত, নলবাৰীৰ পৰা প্ৰায় ১৩ কিলোমিটাৰ দূৰত ধমধমা নামৰ ঠাইত এই থানখন অৱস্থিত। বংশীৰাম দাস নামৰ এজন লোকে সংগীবৃন্দৰ সৈতে এখন খেৰৰ চালিৰে মন্দিৰ সাজে। তাত কবি শৰ্মাই এটি শালগ্ৰামৰ মূৰ্তি স্থাপন কৰি শিৱ পূজাৰ আয়োজন কৰে। কিন্তু পূজাৰ দিনাই ধুমুহা বতাহত চালিখন ভাঙি যায়। বংশীৰাম দাস আৰু কালাৰাম দাসক ৰাতি সপোনত শালগ্ৰাম মূৰ্তি আঁতৰাই শিৱ-পাৰ্বতীৰ মূৰ্তি স্থাপন কৰি শিৱৰ থান স্থাপন কৰিবলৈ কয়। সেইমতে তাত তেওঁলোকে শিৱৰ থান সাজিবলৈ লয়। জনশ্ৰুতিমতে তাত হেনো ফেঙুৱা ৰজাৰ দিনত ৰজাৰ শিৱমন্দিৰ আছিল।

এই থানখনত শিৱৰাত্ৰি উৎসৱ ধুমধামেৰে উদ্‌যাপন কৰা হয়।

**বৰশালাৰ বুঢ়াগোসাঁইৰ থান ঃ** নলবাৰী চহৰৰ পৰা প্ৰায় ১৮-২০ কিঃ মিঃ দক্ষিণ-পুৱে থকা বৰশলা গাঁৱত এই থানখন অৱস্থিত। এই থানখন প্ৰায় ১৬ শতিকাৰ শেষভাগত বৰশালাৰ আচাৰ্য জয় ভাৰতী নামৰ এজন বিদ্বান আৰু মাধৱসদৃশ ব্ৰাহ্মণে স্থাপন কৰিছিল। কথিত আছে এটি ভোকোলা বেঙে সাপ এডাল খোৱা দেখি সেই ঠাইখিনিৰ



কিবা মাহাত্ম্য আছে বুলি বিশ্বাস কৰি তেওঁ তাতেই শিৱৰ থান প্ৰতিষ্ঠা কৰিছিল।

ইয়াত শিৱপূজা আৰু দুৰ্গাপূজা মহাসমাৰোহেৰে পালন কৰা হয়। থানখনৰ লগতে এখন ডাঙৰ যজ্ঞৰ শালা বা খলা আছে। বছৰি তাত ডাঙৰকৈ যজ্ঞ পতা হয়।

**কুলবিলঘাট ৰাজহুৱা শিৱালয় ঃ** নলবাৰী জিলাৰ ধৰ্মপুৰ মৌজাৰ অন্তৰ্গত খাটা ৰূপীয়াবাথান গাঁৱৰ কুলবিল নামৰ ঠাইত এই মন্দিৰটো অৱস্থিত। ১৯৩০ চনত কুলবিল গাঁৱৰ পদ্মধৰ গোস্বামীয়ে কঁহৰা গাঁৱৰ এখন ডাঙৰ বিলৰ পৰা এটা শিৱৰ বিগ্ৰহ উদ্ধাৰ কৰে। বিগ্ৰহটো স্থানীয় লোকৰ সহযোগত কুলবিলত স্থাপন কৰা হয়। বৰ্তমান এই মন্দিৰত পাঁচদিনীয়াকৈ শিৱ পূজা পতা হয়। তদুপৰি ইয়াত প্ৰতিবছৰে ব'হাগ মাহৰ অশোকাষ্টমীত অষ্ট প্ৰহৰত নাম-প্ৰসংগ আৰু জেঠ মাহৰ পূৰ্ণিমা তিথিত অখণ্ড পালনাম অনুষ্ঠিত হয়।

**ভাঙৰা গোসাঁইৰ থান ঃ** এই থানখন সোণকুৰিহা গাঁৱত অৱস্থিত। শিৱপূজাৰ দিনা উৎসৱ হয়। সকলো ধৰণৰ নাম-প্ৰসংগ, পূজা-পাতল আদিও হয়।

**মহাৰুদ্ৰ বুঢ়াগোসাঁইৰ দেৱালয় ঃ** এই দেৱালয়খন আৱাংগমৌ নামৰ গাঁৱত অৱস্থিত। ইয়াত শিৱৰাত্ৰি উৎসৱ পালন কৰা হয়।

**বুঢ়াগোসাঁইৰ থান ঃ** এই থানখন কৰ্দ্দৈতোলা গাঁৱত অৱস্থিত। ইয়াত মাজে সময়ে মাংগলিক উৎসৱ আদি হৈ থাকে। ইয়াত দুটা প্ৰকাণ্ড সাপ আছে। ৰঙা কাপোৰ পিন্ধি এই থানলৈ গ'লে অমংগল ঘটে বুলি শুনা যায়।

**শাক্ত ধৰ্ম আৰু নলবাৰী জিলাৰ শাক্ত অনষ্ঠানসমূহ ঃ** অতি প্ৰাচীন কালৰে পৰা প্ৰাগজ্যোতিষ কামৰূপত দেৱী সাধনাই পূজা-উপাসনা, ক্ৰিয়াকাণ্ড আদিৰ প্ৰসংগত অন্য মাৰ্গ বা সম্প্ৰদায়ৰ সমানে লোকপ্ৰিয়তা আৰু প্ৰসাৰতা অৰ্জন কৰিবলৈ সক্ষম হৈছে। একাদশ শতিকাত ৰচিত কালিকা পুৰাণত উল্লেখ আছে বিষ্ণুৱে নৰকক প্ৰাগজ্যোতিষপুৰত ৰাজ্যাভিষিক্ত কৰি কামাখ্যা দেৱীৰ শ্ৰেষ্ঠত্ব দেখুৱাই পূজা কৰিবলৈ কৈ উপদেশ দিছিল —

অত্ৰ দেৱী মহামায়া যোগনিদ্ৰা জগৎ প্ৰসূঃ।
কামাখ্যাৰূপমা স্থায় সদা তিষ্ঠতি শোভনা।।
অত্ৰাস্তি নদৰাজোহয়ং লৌহিত্যো ব্ৰহ্মণং সুতঃ।
অত্ৰৈৱ দশদিশপালাঃ স্বে স্বে পীঠে ব্যৱস্থিতাঃ।।

এই ঠাইৰ মহামায়া জগৎ প্ৰসৱিনী যোগনিদ্ৰাই কামাখ্যাৰ ৰূপ ধাৰণ কৰি সদায়েই বিৰাজ কৰিছে আৰু ব্ৰহ্মপুত্ৰ নামৰ নদো আছে। দশোদিশপাল সকলো নিজ নিজ স্থানত আছে। বৃহৎ ধৰ্ম পুৰাণ বা কালিকাপুৰাণৰ আখ্যানমতে সতীৰ যোনিমণ্ডল কুব্জিকা পীঠ নামৰ পাহাৰত পৰে আৰু মহামায়াও সেই যোনিত বিলীন হৈ থাকে। সতীৰ যোনিমণ্ডল নীলাচল পাহাৰত পৰাত সি শিলাখণ্ডত পৰিণত হয়। আৰু সেই প্ৰস্তৰময় যোনিত কামাখ্যা দেৱীয়ে অৱস্থান কৰে। বুজা যায় শক্তি পূজাৰ পৰম্পৰা নৰকৰো আগৰে পৰা প্ৰচলন হৈ আছিল। কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰত আছে কামৰূপৰ নিচিনা আৰু কোনো ঠাই নাই যি ঠাই দেৱী আবাসস্থানৰ কাৰণে বেছি উপযুক্ত। অন্য ঠাইত যি দেৱী দুৰ্লভা, সেই দেৱী কামৰূপৰ গৃহে গৃহে বিৰাজিতা। কোচ ৰজা মহাৰাজ নৰনাৰায়ণৰ নীলাচলৰ কামাখ্যা মন্দিৰৰ শিলৰ ফলিখনে অসমত দুৰ্গা পূজা প্ৰচলনৰ তথ্য দাঙি ধৰে। দৰং ৰাজবংশাৱলীত মহাৰাজ নৰনাৰায়ণৰ পিতৃ বিশ্বসিংহই দুৰ্গা পূজা কৰিছিল বুলি উল্লেখ আছে। আহোম স্বৰ্গদেৱ ৰুদ্ৰসিংহ, তেওঁৰ পুত্ৰ শিৱসিংহ আৰু পিছৰ বংশধৰসকলে শাক্ত ধৰ্মত দীক্ষিত হৈ অসমত দুৰ্গা পূজাৰ প্ৰচলন কৰিছিল।

নলবাৰীৰ লোক-জীৱনত শাক্ত ধৰ্মই বিশেষ গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। ১৯৭ চনত নলবাৰীৰ ককয়া গাঁৱৰ এটা পুখুৰীৰ পৰা মহিষাসুৰ মৰ্দিনী দুৰ্গাৰ এখন প্ৰতিমা উদ্ধাৰ হয়। ইয়াৰ পৰা প্ৰমাণ হয় ইয়াত দুৰ্গা পূজাৰ প্ৰচলন প্ৰাচীন কালৰে পৰা চলি আহিছে। দেৱী দুৰ্গাক ইয়াত কুমাৰী, শীতলা, অন্নপূৰ্ণা, সুৱচনী , মনসা, ডাকিনী, যোগিনী, বুঢ়ী গোসানী আদি ৰূপত পূজা কৰা হয়। নলবাৰী জিলাৰ শাক্ত মন্দিৰসমূহৰ ভিতৰত — বাঘেশ্বৰী মন্দিৰ, আদাবাৰী; বালিলেচাৰ কালী মন্দিৰ, কামাখ্যা থান, হাৰিভাঙ্গা; আদাট্ৰাৰী দুৰ্গা মন্দিৰ, আজৱাৰ কালী মন্দিৰ, বৰকুৰিহাৰ কালী মন্দিৰ, গোবৰাদলৰ কালী মন্দিৰ, কামাখ্যা মন্দিৰ, নলিচা; শ্ৰীশ্ৰীকালী দেৱালয়; মাজু শিৱালৰ কামাখ্যা মন্দিৰ, বগুৰিহাটীৰ বাসন্তী মন্দিৰ, বাটসৰৰ কালী মন্দিৰ, সাহপুৰৰ দুৰ্গা মন্দিৰ, জোৰাৰ্দ্দিৰ বাসন্তী মন্দিৰ, দেহাৰকুছিৰ মনসা পীঠ, বগলছবোড, চান্দকুছি , জাগাৰা, গোপালবজাৰ, বৰনৰ্দ্দী, নৰ্দ্দী, খখৰিশাল ধমধমা, কুমাৰীকাটা, খাগ্ৰাবাৰী, বৰমা, বৰাজল, কৈঠালকুছি, চান্দকুছি দুৰ্গা মন্দিৰ আদি উল্লেখযোগ্য।

**বাঘেশ্বৰী মন্দিৰ ঃ** পূব বৰক্ষেত্ৰী মৌজাৰ আদাবাৰী গাঁওত অৱস্থিত এই প্ৰাচীন মন্দিৰটোকৈ 'দেওবাঁহগুৰি দেৱালয়' বুলিও জনা যায়। মন্দিৰটো বৰ্তমান যি ঠাইত আছে তাৰ পৰা প্ৰায় আধা কি. মি. দক্ষিণ-পূব কোণত— এসময়ত গৰখীয়া ল'ৰাবোৰে ফৰিং খেল পাতিছিল। জনশ্ৰুতিমতে বিৰিণাৰ মাজৰ পৰা ধৰি আনি বিৰিণাৰ পাতেৰে ফৰিং বলি দিয়াৰ প্ৰথা আছিল। এদিন এজন গৰখীয়া ল'ৰাই ফৰিং ধৰিব নোৱাৰাত বৰগৰখীয়াৰ নিৰ্দেশত বাঁহৰ কেঁচা জেঙৰ দুডাল এছাৰিৰে থেকা কৰি তাৰ গ'লটো তাত থৈ হৰিধ্বনি কৰি বিৰিণাৰ পাতেৰে ভিডিত বেপ দিলে। লগে লগে ল'ৰাজনৰ গলটো দ্বিখণ্ডিত হৈ মাটিত পৰি ৰ'ল। দুৰ্ভগীয়া পৰিয়ালটোত কান্দোনৰ ৰোল উঠিল। ৰাতি শোকাকুল পিতৃক দেৱীয়ে সপোনত দেখা দি তেজেৰে ৰাঙলী হোৱা ঠাইখিনিৰ তলত পোত গৈ থকা দুৰ্গাৰ শিলা বিগ্ৰহটো খান্দি উলিয়াই মন্দিৰ সজাই পূজা-অৰ্চনা কৰিবলৈ নিৰ্দেশ দি দেৱী অন্তৰ্ধান হ'ল। সেইমতে সেই ঠাইত এটি মন্দিৰ সজাই পূজা-অৰ্চনা কৰাৰ ব্যৱস্থা কৰা হ'ল। আনুমানিক এই শতিকাৰ দ্বিতীয় দশকৰ মাজভাগত পূৰ্বৰ মন্দিৰটো গৰাখহনীয়াই উটাই নিয়াত এই মন্দিৰটো বৰ্তমানৰ স্থানত স্থাপন কৰা হয়।

প্ৰতি বছৰে এই মন্দিৰত শাৰদীয় দুৰ্গোৎসৱ পালন কৰা হয়।

**বালিলেচাৰ কালী মন্দিৰ ঃ** নলবাৰী চহৰৰ ৩ মাইল দক্ষিণ -পুৱে বালিলেচা গাঁৱত এই মন্দিৰটো অৱস্থিত। জনশ্ৰুতিমতে আহোম ৰাজবিষয়া কালীচৰণ চৌধুৰীয়ে ব্ৰহ্মপুত্ৰৰ মাছমৰীয়াৰ জালত পোৱা কালী দেৱীৰ বিগ্ৰহটি আহোম ৰাজ্যৰ ধৰ্মীয় গুৰু শাক্ত পণ্ডিত পৰ্বতীয়া গোহাঁইখ্যাত ন্যায়বাগীশ

কৃষ্ণকান্ত ভট্টাচাৰ্যদেৱৰ নিৰ্দেশত আৰু আহোম ৰজাৰ পৃষ্ঠপোষকতাত বালিলেচাত কালীমন্দিৰ প্ৰতিষ্ঠা কৰে। প্ৰত্নতাত্ত্বিক পণ্ডিত বেণুধৰ শৰ্মাদেৱে কালীমন্দিৰ দেৱালয়ৰ ভাস্কৰ্য আৰু অন্যান্য কাৰুকাৰ্য নিৰীক্ষণ কৰি এই মন্দিৰটো স্বৰ্গদেউ শিৱসিংহৰ দিনত নিৰ্মাণ কৰা বুলি মন্দিৰ টোকাবহীত ১৯৬৫ চনত লিখি থৈ যায়।

দৈনন্দিন পূজা-অৰ্চ্চনাৰ বাহিৰেও এই মন্দিৰৰ কালীপূজা প্ৰসিদ্ধ। মাঘৰ ১ তাৰিখে সভা হয়। দুৰ্গাপূজা ধুমধামেৰে পতা হয়। তদুপৰি লক্ষ্মীপূজা, সৰস্বতী পূজাও হয়। সাত ব'হাগৰ দিনা ভঠেলি উৎসৱ হয়।

**কামাখ্যা থান-হাৰিভাঙ্গা ঃ** হাৰিভাঙ্গা গাঁৱৰ পশ্চিম সীমাৰে বৈ যোৱা হোকাখোৱা জানৰ প্ৰায় আধামাইলমান পূবত এই থানখন অৱস্থিত। জনা যায় যে গুৱাহাটী কামাখ্যা মন্দিৰ নিৰ্মাণ হোৱাৰ কিছুবছৰ পিছত এই গাঁৱৰ মানুহে মন্দিৰটো নিৰ্মাণ কৰিছিল। কামৰূপৰ ৰজা ভগদত্তই কামাখ্যাদেৱীৰ নামত কামৰূপৰ ঠায়ে ঠায়ে বহুতো মাটি দান দিছিল। সেই মাটিৰ কোনো খাজনা আদি নাছিল। মাত্ৰ তাৰ এটা অংশ গুৱাহাটীৰ কামাখ্যা গোসাঁনীৰ পূজাত খৰচ কৰিব লাগিছিল। হাৰিভাঙ্গা গাঁৱৰ পশ্চিম অংশতো ২২০০ বিঘা তেনেকুৱা মাটি দেৱীৰ পূজা চলাবলৈ ৰজা ভগদত্তই দিছিল। ইয়াক 'কামাখ্যা ভোগধনী' মহল বোলা হয়। ইয়াৰ খেতিয়কসকলে নিৰ্দিষ্ট সময়ত বহুতো পূজাৰ সামগ্ৰী লৈ কামাখ্যালৈ গৈ পূজা চলাইছিল। তাৰ কিছুবছৰ পিছত বিঘাই পতি বাৰ পইচাকৈ খাজনা পাণ্ডাসকলক জমা দিয়াৰ সিদ্ধান্ত হ'ল আৰু কামাখ্যা ভোগধনী মহলৰ হকে পাণ্ডাসকলক পূজা চলাব কোৱা হ'ল। এনেদৰে কিছুবছৰ যোৱাৰ পিছত হাৰিভাঙ্গাতেই এটি মন্দিৰ সাজি গাঁৱৰ মানুহে কামাখ্যা দেৱীৰ পূজাৰ প্ৰচলন কৰিলে।

**আদাট্টাৰী দুৰ্গা মন্দিৰ ঃ** নলবাৰী চহৰৰ পৰা ২৩ কি. মি. দক্ষিণ প্ৰান্তত আদাট্টাৰী দুৰ্গা মন্দিৰ অৱস্থিত। এই মন্দিৰ নিৰ্মাণৰ প্ৰচেষ্টা ১৯৬৬ চনৰ পৰা আৰম্ভ হয় আৰু তাৰ কিছুবছৰ পিছত ১৯৮৫ চনত মন্দিৰৰ কাম সম্পূৰ্ণ হয়।

এই মন্দিৰ ১৯৬৭ চনৰ পৰা নিত্যানন্দ ব্ৰহ্মচাৰী নামৰ এজন লোকৰ সৌজন্যত আৰু স্থানীয় ৰাইজৰ সহায় সহযোগিতাত নৱৰাত্ৰি দুৰ্গা পূজা আৰম্ভ কৰা হয়। তদুপৰি এই মন্দিৰত লক্ষ্মীপূজা, সৰস্বতী পূজা, শিৱপূজা, দৌল, জন্মাষ্টমী আদিও অনুষ্ঠিত হয়।

**কামাখ্যা মন্দিৰ , নলিচা ঃ** নলবাৰী জিলাৰ পশ্চিম প্ৰান্তৰ নলিচা নামৰ গাঁৱত অৱস্থিত। এই মন্দিৰটো প্ৰায় ডেৰশ বছৰ আগতেই স্থাপন হৈছিল বুলি শুনা যায়। জনশ্ৰুতিমতে, এজনী বুঢ়ীয়ে গছৰ পৰা এথোক কল কাটি আনি ঘৰত থৈ দিছিল। ৰাতি সপোনত কামাখ্যা গোসাঁনীয়ে বুঢ়ীক কলৰ ভাগ খুজিলে। সাৰ পাই কলথোক চাবলৈ গৈ বুঢ়ীয়ে দেখে যে কলথোক পকি আছে। পিছদিনা বুঢ়ীয়ে কলৰ বাৰীতেই এখনি নৈবেদ্য দিলে। সেইদিনাৰ পৰা সেই ঠাইত নাম-প্ৰসংগ চলিবলৈ ধৰিলে। পিছত স্থানীয় ৰাইজে সেই ঠাইত মন্দিৰ সাজি পূজা-অৰ্চনাৰ ব্যৱস্থা কৰি দিয়ে।

**আজৰাৰ কালী মন্দিৰ ঃ** নলবাৰী চহৰৰ পৰা দুমাইল দূৰত দক্ষিণ-পশ্চিমে থকা আজৰা নামৰ গাঁৱত দক্ষিণা-কালীৰ এটা মন্দিৰ আছে। আজৰা গাঁৱৰ ভট্টাচাৰ্য বংশীয় লোকসকলৰ পূৰ্বপুৰুষজনাই আহোম ৰজা শিৱসিংহৰ দিনত এক ৰহস্যজনক পৰিস্থিতিৰ মাজত দক্ষিণা-কালীৰ এটা মূৰ্তি পোৱা যায় বুলি জনা যায়। শিৱসিংহই এই কথা জানি দেৱী মূৰ্ত্তিৰ যথোচিত পূজা-পাতল চলোৱাৰ কাৰণে উক্ত ব্ৰাহ্মণক ভালেখিনি মাটি দান কৰে। লগতে ৰজাই ব্ৰাহ্মণক পূজা চলোৱাৰ কাৰণে এখন বিধি আৰু বলি কাটিবৰ কাৰণে এখন খড়গও দিয়ে। শুনা মতে, সেই বিধি আৰু খড়গ পূজা-প্ৰসংগত এতিয়াও ব্যৱহৃত হৈ আছে।

**শ্ৰীশ্ৰী মা কালী দেৱালয় ঃ** পূব নামবৰভাগ অঞ্চলৰ গোৰবাদলৰ পদ্মপাৰা চুবুৰিত শ্ৰীশ্ৰী মা কালী দেৱালয় নামৰ এখন কালীপূজা কৰা থান আছে। গোৰবাদল গাঁৱত হেনো ১৯৩৯ চনত মহামাৰী ৰোগত আক্ৰান্ত হৈ বহু লোকৰ মৃত্যু হয়। ইয়াৰে পৰা ৰক্ষা পাবলৈ গাঁৱৰ ৰাইজে সমাবেত হৈ শক্তিপূজা কৰাৰ মানসেৰে শ্ৰীশ্ৰী মা কালীৰ পাদপদ্মত ফুল-বেলপাতেৰে ১৫ দিনৰ ভিতৰত পূজা-অৰ্চনা কৰাৰ মানস কৰিলে। সিদিনাৰ পৰা গাঁওখনত মহামাৰীৰ অৱসান ঘটে। তেতিয়াৰ পৰাই প্ৰতি বছৰৰ আঘোণ মাহৰ অমাৱস্যা তিথিত এই থানখনত কালীপূজা উদ্‌যাপন কৰা হয়।

**নলবাৰী জিলাৰ বৈষ্ণৱ ধৰ্মক্ষেত্ৰসমূহ ঃ**

অসমৰ ধৰ্মীয় পৰম্পৰাত বৈষ্ণৱ ধৰ্মই এক বিশিষ্ট স্থান অধিকাৰ কৰি আহিছে। বৈষ্ণৱ ধৰ্ম বিষ্ণু দেৱতাক কেন্দ্ৰ কৰিয়েই উদ্ভৱ হৈছে। এই ধৰ্মৰ ইতিহাসো প্ৰাচীন। ঋকবেদত বিষ্ণুৰ একাধিক নাম পোৱা যায়। মহাভাৰতত তেওঁক মানুহৰ ৰক্ষাকাৰী দেৱতা বুলি উল্লেখ কৰিছে। 'শতপথ ব্ৰাহ্মণ' আৰু 'তৈত্তিৰীয় আৰণ্যক'ত বিষ্ণুক সৰ্বশ্ৰেষ্ঠ দেৱতা বুলি কোৱা হৈছে। 'কঠোপনিষদত' বিষ্ণুৰ উল্লেখ আছে। বিষ্ণু, নাৰায়ণ, কৃষ্ণ অভিন্ন বুলি ভবা হয়। তৈত্তিৰীয় আৰণ্যকত ইয়াৰ উল্লেখ আছে।

অসমৰ ধৰ্মীয় পৰম্পৰালৈ লক্ষ্য কৰিলে দেখা যায় যে তাম্ৰশাসনৰ যুগৰ ৰজাসকল যদিও শৈৱধৰ্মী আছিল তথাপি তেওঁলোকৰ বংশ বৰাহৰূপী বিষ্ণু আৰু ধৰিত্ৰী দেৱীৰ পৰা উদ্ভৱ হোৱা বুলি ঘোষণা কৰিছে। ৰজা ধৰ্মপাল বৈষ্ণৱ আছিল। কামৰূপৰ তামৰ ফলিবোৰত বৰাহ, নৰসিংহ, জামদগ্ন, ৰাম, দাশৰথি ৰামৰ উল্লেখ আছে। ফলিবোৰৰ যোগেদি যিবোৰ মাটি লাভ কৰিছিল সেই ব্ৰাহ্মণসকলৰ নামবোৰ আছিল — কেশৱ, জনাৰ্দন, মাধৱ, মধুসূদন ইত্যাদি। তামৰ ফলিৰ যুগৰ ভাস্কৰ্যসমূহেও বৈষ্ণৱ ধৰ্মৰ বীজৰ অস্তিত্বৰ প্ৰমাণ দিয়ে। গোলাঘাটৰ দেওপানীৰ ওচৰত বিষ্ণুমূৰ্তি আৰু ডিব্ৰুগড়ৰ ওচৰৰ পুৰণি মন্দিৰ এটিত পোৱা পিতলৰ বিষ্ণুমূৰ্তি একাদশ শতিকাৰ বুলি কাশীনাথ দিক্ষিতে থিৰাং কৰিছে। উত্তৰ গুৱাহাটীৰ অশ্বক্লান্ত মন্দিৰৰ বিষ্ণুমূৰ্তিটো কনকলাল বৰুৱাদেৱে দ্বাদশ শতিকাৰ বুলি থিৰাং কৰিছে। নগাঁৱৰ ডবকা অঞ্চলত কেইবাটাও বিষ্ণুমূৰ্তি উদ্ধাৰ হৈছে। এই মূৰ্তিকেইটাও প্ৰায় একে যুগৰ বুলি নেওগদেৱে অনুমান কৰে। গতিকে প্ৰাচীন কালৰে পৰা বিষ্ণু পূজা বা বিষ্ণু মন্দিৰৰ অস্তিত্ব অনুমান কৰিব পাৰি।

মহাপুৰুষ শংকৰদেৱে ১৫ শতিকামানৰ পৰাই অসমত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰে। এই ধৰ্মই অসমৰ সামাজিক জীৱনক ব্যাপকভাৱে আলোড়িত কৰিছে। এনে আলোড়নৰ ফলস্বৰূপে

■ শেষাংশ ৩৬৯ পৃষ্ঠাত



# উত্তৰ-পূব ভাৰতৰ সাংস্কৃতিক অনুষ্ঠান নলবাৰীৰ পূৰ্বভাৰতী

অনুপম বৰ্মা মজুমদাৰ




কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ বিশ্বভাৰতীৰ আৰ্হিত ১৯৭২ চনত নলবাৰী সাহিত্য সমাজৰ উদ্যোগত নলবাৰীত পূৰ্বভাৰতী সাংস্কৃতিক বিশ্ববিদ্যালয়ৰ প্ৰকল্পৰ ভেটি প্ৰস্তুত কৰা হৈছিল। পূৰ্বভাৰতী বিশ্ববিদ্যালয়ৰ প্ৰকল্প প্ৰতিষ্ঠাৰ এক দীঘলীয়া ইতিহাস আছে। যোৱা বিংশ শতিকাৰ মধ্যভাগত প্ৰতিষ্ঠিত নলবাৰী সাহিত্য সমাজে স্বাধীনোত্তৰ কালছোৱাৰ নলবাৰীৰ সমাজ সাহিত্য আৰু সংস্কৃতিৰ নেতৃত্ব দিয়াই নহয় এক ঐতিহ্যময় পৰিৱেশ গঢ়ি তোলাৰ লগতে বহু চিন্তাশীল লেখক আৰু পাঠকো সৃষ্টি কৰে।

বিভিন্ন জনগোষ্ঠীৰ সন্মিলিত আৰু বিকশিত শক্তিৰ প্ৰতিষ্ঠাৰ আধাৰত বৰ অসমৰ সাহিত্য-সংস্কৃতি বিকশিত হৈ উঠিব। এনে এক প্ৰেক্ষাপটতে আধুনিক শিক্ষা-সংস্কৃতিৰ পোহৰত ব্যক্তিজীৱন সমাজ জীৱনক প্ৰতিভাত কৰাৰ সংকল্প সিখা হৃদয়ত প্ৰজ্বলিত কৰা একশ্ৰেণী লোকে আৰম্ভ কৰিছিল জোনাকীৰ পোহৰৰ আধাৰত অসম সাহিত্য সভা। সেয়ে সাতভনীৰ সন্মিলিত শক্তিৰ আধাৰত অসম সাহিত্য সভাৰ প্ৰথম পৰ্যায়ৰ পৰিকল্পনা আৰম্ভ হৈছিল। বিভিন্ন জনগোষ্ঠীৰ বিকাশ আৰু বৌদ্ধিক প্ৰতিভাক ত্বৰান্বিত কৰাক পূৰ্বস্বৰ্তৰূপে সমগ্ৰ অসমতে অসম সাহিত্য সভাই জাতীয় চৈতন্য উদ্দীপ্ত কৰাৰ বাবে কলা-সাহিত্যৰ কাম-কাজ আৰম্ভ কৰিছিল। নলবাৰীৰ সুসন্তান শৰৎচন্দ্ৰ গোস্বামীদেৱ অসমৰ এই প্ৰোজ্বল গতিধাৰাক ত্বৰান্বিত কৰাসকলৰ অন্যতম কাণ্ডাৰী। গোস্বামীৰ উপযুক্ত উত্তৰাধিকাৰ তথা নলবাৰীৰ অন্যতম সন্তান সাহিত্য ৰত্ন হৰিনাৰায়ণ দত্তবৰুৱাও সাহিত্য সভাৰ অন্যতম কাণ্ডাৰী আছিল।

১৯৪৫ চনত প্ৰতিষ্ঠিত নলবাৰী কলেজক কেন্দ্ৰ কৰি নলবাৰীত এক বৌদ্ধিক পৰিমণ্ডল গঢ়ি উঠিছিল। নলবাৰী কলেজৰ অধ্যক্ষ, বিশিষ্ট গল্পকাৰ ত্ৰৈলোক্যনাথ গোস্বামীৰনেতৃত্বত নলবাৰীত এক বৌদ্ধিক তথা শৈক্ষিক পৰিৱেশ ৰচিত হয়। ১৯৪৫ চনত প্ৰতিষ্ঠিত নলবাৰী সাহিত্য সমাজৰ সভাপতি আছিল ত্ৰৈলোক্যনাথ গোস্বামী আৰু সম্পাদক আছিল বিশিষ্ট সাহিত্যিক নলবাৰী কলেজৰ অধ্যাপক বা নন্দ দত্ত দেৱ। নলবাৰী সাহিত্যত সমাজ প্ৰতিষ্ঠাৰ এক দশক পিছত সাহিত্য সমাজৰ এক অন্তৰঙ্গ অনুষ্ঠান নলবাৰী লেখক সংঘ প্ৰতিষ্ঠিত হয়। লেখক সংঘ আৰু সাহিত্য সমাজেই প্ৰকৃততে আধুনিক নলবাৰীৰ সাহিত্য-সংস্কৃতিৰ বুনিয়াদ প্ৰতিষ্ঠাতা।

১৯৬৮ চনৰ লক্ষ্মীনাথ বেজবৰুৱা শতবাৰ্ষিকী উৎসৱৰ ৰাহি ধনেৰে প্ৰতিষ্ঠিত হৈছিল বেজবৰুৱা পুথিভঁৰাল। এই পুথিভঁৰালৰ ভেটিতে প্ৰতিষ্ঠিত হৈছিল এক ক্ষুদ্ৰ সংগ্ৰহালয় আৰু লোক-সংস্কৃতি গৱেষণা অনুষ্ঠান। ১৯৭২ চনৰ নলবাৰী সাহিত্য সমাজৰ বাৰ্ষিক অধিৱেশনৰ প্ৰস্তাৱমৰ্মে ১৯৭৩ চনৰ ১০ জানুৱাৰীত পূৰ্বভাৰতী সাংস্কৃতিক সংগ্ৰহালয়ৰ দ্বাৰ মুকলি কৰা হৈছিল। নলবাৰী সাহিত্য সমাজ ভৱন (ৰাজেন্দ্ৰ চৌধুৰী ভৱন) ৰ বেজবৰুৱা পুথিভঁৰালত। অধিৱেশনৰ প্ৰস্তাৱমৰ্মে সংগ্ৰহালয় উপ-সমিতিয়ে প্ৰস্তুত কৰা পূৰ্বভাৰতী বিশ্ববিদ্যালয়ৰ পূৰ্ণাংগ প্ৰকল্প বিশিষ্ট সাহিত্যিক ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য দেৱৰ পূৰ্ণাংগ সহযোগ আৰু পৰামৰ্শত ১৯৭৪ চনৰ ২৮ এপ্ৰিলৰ সাধাৰণ সভাত গ্ৰহণ কৰা হয়। সেই সময়তে সমগ্ৰ অসমত পূৰ্বভাৰতীৰ

আদৰ্শ, লক্ষ্য, প্ৰচাৰ আৰু সম্পদ সংগ্ৰহ তথা দান-বৰঙণি সংগ্ৰহৰ উদ্দেশে এটা চাৰিজনীয়া দল এমাহকাল শদিয়াৰ পৰা ধুবুৰীলৈ পৰিভ্ৰমণ কৰে। পূৰ্বভাৰতীৰ সচিব অধ্যাপক শশী শৰ্মা, বিশিষ্ট গান্ধীবাদী কনক চন্দ্ৰ বৰ্মা, অধ্যাপক হৰেন্দ্ৰ নাথ শৰ্মা আৰু শিক্ষাবিদ শশীভূষণ চৌধুৰীদেৱে পূৰ্বভাৰতীৰ কামত পৰিভ্ৰমণ কৰিছিল। পূৰ্বভাৰতীৰ প্ৰকল্প প্ৰস্তুতিৰ সময়ত ভাৰতবৰ্ষৰ ৰাজনৈতিক প্ৰেক্ষাপটত সমাজতান্ত্ৰিক মতবাদে বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। অসমতো তেল শোধানাগাৰ আন্দোলন আদিৰ দ্বাৰা এক সমাজতান্ত্ৰিক পৰিবেশ গঢ়ি উঠিছিল। নলবাৰী লেখক সংঘ আৰু সাহিত্য সমাজৰ নেতৃবৃন্দৰো সৰহসংখ্যক এনে আদৰ্শৰ লোক আছিল। বিশেষভাৱে নন্দনতত্ত্ববিদ ত্ৰৈলোক্যনাথ গোস্বামী, চিন্তাবিদ উমাকান্ত শৰ্মা, শিল্পী প্ৰভাত গোস্বামী, ড° গিৰীশ চৌধুৰী, ড° বাণী কিংকৰ গোস্বামী, অধ্যাপক শশী শৰ্মা, জীৱন শিল্পী আদ্য শৰ্মা, জননেতা নৰেন্দ্ৰ নাথ দত্ত আদি নলবাৰীৰ সমাজ জীৱনক নেতৃত্ব দিয়া অধিকাংশ লোক সমাজতান্ত্ৰিক আদৰ্শৰ লোক আছিল।

সমাজতান্ত্ৰিক আদৰ্শৰ লোকসকলে বিশ্বাস কৰে যে ৰাজনৈতিক মতাদৰ্শৰ লগত সাংস্কৃতিক স্বৰূপেহে সমাজ পৰিবৰ্তনত মুখ্য ভূমিকা গ্ৰহণ কৰিব পাৰে । বিংশ শতিকাৰ মধ্যভাগত সমাজতান্ত্ৰিক বিপ্লৱৰ সফলতাই বিশ্বত এনে এক বাস্তৱ পটভূমি সৃষ্টি কৰিছিল। এনে প্ৰেক্ষাপটতে পূৰ্বভাৰতীৰ প্ৰকল্প গ্ৰহণ কৰা হৈছিল। নলবাৰী সাহিত্য সমাজৰ ছত্ৰছায়াত জন্ম লভা পূৰ্বভাৰতীৰ জন্মদাতাও মুখ্যতঃ সমকালীন সমাজৰ নেতৃবৃন্দ আছিল। প্ৰতিষ্ঠাকালৰ পূৰ্বভাৰতীৰ কাৰ্যনিৰ্বাহক সদস্যসকল আছিল ঃ সভাপতি-সাহিত্য সমাজৰ সভাপতি ত্ৰৈলোক্যনাথ গোস্বামী, সচিব আছিল সাহিত্য সমাজৰ সম্পাদক অধ্যাপক শশী শৰ্মা। অইন সদস্য সকল আছিল ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, দেবেন্দ্ৰ ভট্টাচাৰ্য, আচাৰ্য মনোৰঞ্জন শাস্ত্ৰী, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ড° হৰিনাথ শৰ্মাদলৈ, উমাকান্ত শৰ্মা, নৰেন্দ্ৰনাথ দত্ত, ড° কৈলাস শৰ্মা, হৰেন্দ্ৰ নাথ শৰ্মা, শশীভূষণ চৌধুৰী, কনক চন্দ্ৰ বৰ্মা, হৰিচৰণ পাঠক, মহেন্দ্ৰ নাৰায়ণ চৌধুৰী, জগন্নাথ চক্ৰৱৰ্তী, হৰিদত্ত শৰ্মা, অধ্যাপক কৰুণাকান্ত শৰ্মা, কবি চন্দ্ৰ বৰ্মন, বলদেৱ শৰ্মা, জীৱন শিল্পী আদ্য শৰ্মা, ধুপাৰাম বসুমতাৰী, ধৰম চন্দ জৈন, ৰত্নেশ্বৰ মেধি, শান্ত বৰ্মন, প্ৰমোদ চন্দ্ৰ চক্ৰৱৰ্তী প্ৰফুল্ল শৰ্মা, গোপীকান্ত গোস্বামী, প্ৰমথ নাথ, বদন চন্দ্ৰ তালুকদাৰ, লোহিত দাস, পুলকেশ বৰুৱা, চিৰঞ্জীৱ জৈন, জয়দেৱ জালান, মহানন্দ চক্ৰৱৰ্ত্তী, ভুটান চক্ৰৱৰ্তী, নলিনী চক্ৰৱৰ্তী বনমালী বৰ্মন আদি।

পূৰ্বভাৰতী প্ৰকল্পৰ মূল লক্ষ্য আছিল উত্তৰ-পূব ভাৰতৰ বিভিন্ন নৃগোষ্ঠীয় সাংস্কৃতিক সম্পদৰ সংৰক্ষণ আৰু বিকাশৰ অৰ্থে অধ্যয়ন, অধ্যাপনা, অনুশীলন আৰু গৱেষণাৰ সুব্যৱস্থা প্ৰৱৰ্তন কৰি স্বাৱলম্বনৰ ভেটিত জনগণৰ কাৰণে এক মমতাপূৰ্ণ সমাজ গঢ়াৰ। জন্মৰ সময়ত পূৰ্বভাৰতীয়ে বিশ্বভাৰতীৰ আৰ্হিত এক স্বায়ত্তশাসিত আবাসিক বিশ্ববিদ্যালয় গঢ়ি তোলাৰ আদৰ্শ আগত ৰাখি পূৰ্ণ পৰ্যায়ৰ বিশ্ববিদ্যালয় গঢ়াৰ সময়লৈকে নটা বিভাগেৰে লক্ষ্যত ধাৱমান হোৱাৰ পৰিকল্পনা গ্ৰহণ কৰিছিল। বালভৱন, ভাষা শিক্ষা বিভাগ, লোকশিক্ষা বিভাগ, কলা বিভাগ, নাট্য কলা বিভাগ, সংগীত বিভাগ, মানৱ বিদ্যা বিভাগ, গ্ৰন্থাগাৰ বিভাগ আৰু সংগ্ৰহালয় বিভাগ প্ৰতিষ্ঠা কৰি ইয়াৰ বিদ্যায়তনিক আৰু ব্যৱহাৰিক এনেদৰে দুটা বিভাগ কৰি নিজ কাৰ্যসূচীৰে এইবোৰৰ বিকাশৰ ব্যৱস্থা কৰা হৈছিল।

১৯৭৪ চনৰ ২৮ এপ্ৰিল তাৰিখৰ ৰাজহুৱা সভাৰ প্ৰস্তাৱ মৰ্মে (সভাৰ প্ৰস্তাৱক আছিল হৰিচৰণ পাঠক, সমৰ্থক উমাকান্ত শৰ্মা) নলবাৰী ৰাজহুৱা পুথিভঁৰালটি অসম চৰকাৰে অধিগ্ৰহণ কৰাৰ পিছত ৰাজহুৱা পুথিভঁৰালটি স্থানান্তৰিত হোৱাত পুৰণি গৃহটি আচবাবসহ সেই সময়ৰ নলবাৰীৰ মহকুমাধিপতিৰ পৰা পূৰ্বভাৰতীয়ে লাভ কৰি তাত পূৰ্বভাৰতীৰ সংগ্ৰহালয়, গ্ৰন্থাগাৰ আৰু কাৰ্যালয় প্ৰতিষ্ঠা কৰা হৈছিল। ১৯৭৫ চনৰ ৮ জানুৱাৰী তাৰিখে সেই সময়ৰ অসমৰ শিক্ষামন্ত্ৰী হৰেন্দ্ৰ নাথ তালুকদাৰদেৱে পূৰ্বভাৰতীৰ দুৱাৰ মুকলি কৰে। ইতিমধ্যে সেই সময়তে হৰিচৰণ পাঠক আৰু কেইজনমান বিশিষ্ট ব্যক্তিৰ সৌজন্যত নলবাৰী খাৰঝাৰা আশ্ৰমৰ অধ্যক্ষ হৰিহৰ নন্দ ব্ৰহ্মচাৰীয়ে আশ্ৰমৰ অধীনৰ খাৰঝাৰা আৰু সৰিয়হতলীৰ থকা গোশালাসহ মুঠ ৯১ বিঘা মাটি উইল কৰি পূৰ্বভাৰতীক দান কৰে। পূৰ্বভাৰতীয়ে সাংস্কৃতিক বিশ্ববিদ্যালয়ৰ লক্ষ্য আৰু আদৰ্শ আগত ৰাখি সৰিয়হতলীত আৰু খাৰমাৰাত বিভিন্ন আঁচনি কাৰ্য্যকৰী কৰিবলৈ আগবাঢ়ে। থকা গোশালাৰ উন্নয়নৰ লগতে পূৰ্বভাৰতীয়ে কৃষি পামৰ ব্যৱস্থা কৰে। সৰিয়হতলীত ৰাইজে প্ৰতিষ্ঠা কৰা হাইস্কুলখন পূৰ্বভাৰতীক কৰ্তৃত্ব প্ৰদান কৰাত পূৰ্বভাৰতীয়ে বালভৱন হাইস্কুল প্ৰতিষ্ঠা কৰি অসম মাধ্যমিক শিক্ষা পৰিষদৰ উপৰি সাংস্কৃতিক পাঠ্যক্ৰমৰো সংযোজনৰ প্ৰচেষ্টা লয়।

১৯৮১ চনত অসম চৰকাৰৰ সমাজ কল্যাণ বিভাগৰ দ্বাৰা নিছলা ভৱনৰ গৃহ নিৰ্মাণৰ অনুদান লাভ কৰি নিচলা ভৱন (বালভৱন) প্ৰতিষ্ঠা কৰা হয়। ১৯৮২ চনত সমাজ কল্যাণ বিভাগৰ Children care and need pratection আঁচনি অনুসৰি সেই বালভৱনত সমাজৰ অতি দুখীয়া, নিছলা ৫০ জন ল'ৰা-ছোৱালীক ৰাখি থকা-খোৱা পঢ়া-শুনাৰ সুব্যৱস্থা কৰা হয়। এই আঁচনিৰ বাহি ধনেৰে পূৰ্বভাৰতীৰ অইন শাখাবোৰৰ বিকাশৰ প্ৰচেষ্টা হাতত লোৱা হৈছিল। ১৯৭৮ চনৰ পৰাই চৰকাৰী গৰ্ডন স্কুলত আবেলি ভাষা শিক্ষা শ্ৰেণী বিশেষকৈ বড়ো ভাষা আৰু উড়িয়া ভাষাৰ শিক্ষক নিয়োগ কৰি চলোৱা হয়। সেই সময়তে পূৰ্বভাৰতীৰ উদ্যোগত জাতীয় সংহতি শিবিৰ পাতি উৰিষ্যা ভাষা কেন্দ্ৰৰ অধীনত প্ৰায় ১০০ জন লোকৰ মাহৰ শিবিৰত সংস্কৃতি বিনিময় কৰা হয়। ১৯৮৪ চনত ভাৰত চৰকাৰৰ পৰা সংগ্ৰহালয় ভৱন নিৰ্মাণৰ ৯০ শতাংশ অনুদানৰ এক আঁচনি পূৰ্বভাৰতীয়ে লাভ কৰে। পূৰ্বভাৰতীয়ে পৰিকল্পনা অনুসৰি খাৰঝাৰাত সংগ্ৰহালয় ভৱন প্ৰতিষ্ঠাৰ আঁচনি যুগুত কৰে। সংগ্ৰহালয় ভৱনৰ আধাৰশিলা প্ৰতিষ্ঠাৰ ব্যৱস্থা কৰা হয়। কিন্তু কিছুমান লোকৰ প্ৰৰোচনাত খাৰঝাৰা আশ্ৰমৰ অধ্যক্ষ পূৰ্বভাৰতীৰ ভূমিদাতা হৰিহৰানন্দ ব্ৰহ্মচাৰীয়ে আধাৰশিলা অনুষ্ঠান এক গোচৰ তৰি বন্ধ কৰি দিয়ে আৰু লগতে খাৰঝাৰাৰ ভূমি পূৰ্বভাৰতীক দিবলৈ অস্বীকাৰ কৰে। (প্ৰকাশ থাকে যে অসম চৰকাৰৰ ৰাজহ ব'ৰ্ডে সেই ভূমি পুনৰ পূৰ্বভাৰতীক প্ৰদান কৰে।) ফলত সংগ্ৰহালয় ভৱনৰ অনুদান নাকচ হয়।

ইতিমধ্যে বালভৱন হাইস্কুল অসম চৰকাৰে প্ৰাদেশিকীৰণৰ প্ৰক্ৰিয়া কৰাক লৈ স্থানীয় ৰাইজে বালভৱন হাইস্কুল পূৰ্বভাৰতীৰ পৰা নি নিজা পৰিচালনা সমিতি গঠন কৰি চৰকাৰীকৰণৰ দিশত আগবাঢ়ে। ১৯৮৬ চনত অসম চৰকাৰৰ সৌজন্যত পূৰ্বভাৰতী লোকশিক্ষা বিদ্যালয়ৰ বাবে জিলা গ্ৰামীণ বিকাশ অভিযোজনাৰ এক অনুদান লাভ কৰে। পূৰ্বভাৰতীৰ ৪০ জন ছাত্ৰ-ছাত্ৰীৰ প্ৰশিক্ষণৰ আবাসিক বিদ্যালয় ভৱন নিৰ্মাণ কৰে।

নলবাৰী জিলা গ্ৰামীন বিকাশ অভিযোজনাৰ অধীনত উল গুঁঠা, চিলাই ৰাজমিস্ত্ৰী, কাঠমিস্ত্ৰী, কিতাপ বন্ধোৱা, ঘড়ী



মেৰামতিৰ ৬ টা বিভাগত প্ৰতি বিভাগত ২০ জনকৈ ছাত্ৰ-ছাত্ৰীক প্ৰশিক্ষণৰ ব্যৱস্থা কৰা হয়। এনেদৰে পূৰ্বভাৰতীয়ে নটা বিভাগৰ বিকাশৰ ব্যৱস্থা কৰিছিল। ১৯৮৫ চনলৈ পূৰ্বভাৰতীৰ ভাষা শিক্ষা বিভাগত বড়োভাষা আৰু উড়িয়া ভাষাৰ প্ৰশিক্ষণৰ ব্যৱস্থা কৰা হৈছিল। কিন্তু পৰৱৰ্তী সময়ত চৰকাৰৰ ওচৰত বিভিন্ন আঁচনি পঠাই কোনো অনুদান নোপোৱাত ইয়াক বন্ধ কৰি দিব লগা হয়। ১৯৮৯ চনত গ্ৰামীণ বিকাশ অভিযোজনাৰ অনুদান বন্ধ হয়। ফলত ১৯৯১ চনত পূৰ্বভাৰতী লোকশিক্ষা বিদ্যালয় বন্ধ কৰি দিব লগা হয়। ১৯৯১ চনত অসম চৰকাৰৰ সমাজ কল্যাণ বিভাগৰ আঁচনি বন্ধ হোৱাত বালভৱনত সংকট আহি পৰে। পৰৱৰ্তী সমত অসম চৰকাৰে জনায় যে এই আঁচনি কেন্দ্ৰীয় চৰকাৰে ১৫ বছৰলৈ দিছিল। পূৰ্বভাৰতী কমিটীয়ে ১৯৯১ চনৰ পৰা ১৯৯৭ চনলৈ কমসংখ্যক ছাত্ৰ-ছাত্ৰীক বালভৱনত ৰাখি নিজৰ উৎসৰ পৰা পুনৰ আঁচনি মুকলিৰ আশাত বালভৱন চলাই ৰাখে যদিও ১৯৯৭ চনত বানভৱন সম্পূৰ্ণ বন্ধ কৰি দি কৰ্মচাৰী আৰু ছাত্ৰ-ছাত্ৰীসকলক অনিচ্ছাকৃতভাৱে বিদায় দিব লগা হয়। ১৯৭২ চনতে প্ৰতিষ্ঠা কৰা পূৰ্বভাৰতী সংগ্ৰহালয়টি উত্তৰ-পূব ভাৰতে নহয় ভাৰতবৰ্ষ আৰু বিশ্বৰ সম্পদেৰে ই এক চহকী সংগ্ৰহালয়। সংগ্ৰহালয়ৰ পঞ্জীয়ন কৰা সম্পদৰ সংখ্যা হ'ল ২০০০। ১৪ টা বিভাগৰ সম্পদেৰে সমৃদ্ধ ই এক চহকী সংগ্ৰহালয়। ইয়াৰ বিশেষভাৱে জনজাতীয় শাখা আৰু সাঁচিপতীয়া পুথিৰ শাখা দুটা অতি চহকী। ইয়াত অসম তথা ভাৰতবৰ্ষৰ গ্ৰামীণ মুদ্ৰাৰ পৰা আৰম্ভ কৰি বিভিন্ন মহাৰাণীৰ মুদ্ৰা, ভাৰতবৰ্ষৰ প্ৰাচীন প্ৰাচীন ৰজাবোৰৰ মুদ্ৰা তথা সমকালীন বিশ্বৰ ইংলেণ্ড, ডেনমাৰ্ক, জাৰ্মান আদিৰ মুদ্ৰা সংৰক্ষিত হৈছে। অসমৰ কেইবাখনো প্ৰাচীন তামৰফলি ইয়াত সংৰক্ষিত হৈছে। ৰাণী ফুলেশ্বৰীৰ তামৰফলি, ভৃগেংশ্বৰ দেৱালয়ৰ শিৱ সিংহৰ তামৰফলি, গদাধৰ সিংহৰ তামৰ ফলি সংৰক্ষিত হৈছে। এই ফলিবোৰৰ ইতিমধ্যে পাঠোদ্ধাৰ কৰা হৈছে আৰু ইয়ে অসমীয়া সাংস্কৃতিক ঐতিহ্য প্ৰতিষ্ঠাত অৰিহণা যাচিছে। পূৰ্বভাৰতী সংগ্ৰহালয়ৰ অতি চহকী শাখা হ'ল হাতেলিখা সাঁচিপতীয়া পুথি। সংগ্ৰহালয়ৰ পঞ্জীয়ন পূৰ্ণাঙ্গ সাঁচিপতীয়া পুথি হ'ল ৪৫৯ খন । ভাগৱত, গীতা, ৰামায়ণ, মহাভাৰত, চিত্ৰ ভাগৱতৰ পৰা আৰম্ভ কৰি অতি প্ৰাচীন দুষ্প্ৰাপ্য মন্ত্ৰপুথিলৈকে ইয়াত সংগৃহীত আৰু সংৰক্ষিত হৈছে। পূৰ্বভাৰতী সংগ্ৰহালয়ৰ সাঁচিপতীয়া পুথি গৱেষণা কৰি বহু লোক উপকৃত হৈছে। সংগ্ৰহালয়ৰ সংগৃহীত কথাভাগৱতখন পাঠোদ্ধাৰ কৰি প্ৰকাশ কৰা হৈছে। মাধৱ কন্দলিৰ দেৱজিৎ কাব্যখন ড° শৈলেন ভৰালীদেৱে পাঠোদ্ধাৰ কৰি সম্পাদিত কৰি প্ৰকাশ কৰিছে। সংগ্ৰহালয়ত অতি প্ৰাচীন ৰত্নমালা ব্যাকৰণ আৰু গোপালপুৰ সত্ৰৰ দামোদৰ বাপুৰ বিয়াৰ হিচাপখন প্ৰায় ২০০ বছৰ মানৰ মূল কপিটি পূৰ্বভাৰতীত সংৰক্ষিত হৈ আছে। আকৌ নামনি অসমৰ বিভিন্ন মন্ত্ৰপুথি, কৰতি মন্ত্ৰ আদি ইয়াত সংৰক্ষিত হৈছে। পূৰ্বভাৰতীৰ সাঁচিপতীয়া পুথিৰ গঢ় গড়গঞা কাইথেলিতকৈ বামুণীয়া শৈলীৰ পুথিৰ সংখ্যা বেছি। কীৰ্তন নামঘোষা আৰু ভাগৱতৰ সম্পূৰ্ণ খণ্ডবোৰ ইয়াত ৰক্ষিত হৈছে। পূৰ্বভাৰতী সংগ্ৰহালয়ত এটি জনজাতীয় শাখা গঠন কৰি জনজাতীয় সম্পদ সংগ্ৰহ আৰু সংৰক্ষণৰ ব্যৱস্থা কৰা হৈছে। জনজাতীয় বিশেষভাৱে বড়ো আৰু ৰাভা সংস্কৃতিৰ সম্পদ সংৰক্ষণ কৰা হৈছে। তদুপৰি মানৱ সভ্যতাৰ বিভিন্ন দিশ চিত্ৰকলাৰ জৰিয়তে অংকন কৰি ৰখা হৈছে। নলবাৰী তথা অসমৰ বিশিষ্ট ব্যক্তিসকলৰ ছবি অংকন কৰি সংগ্ৰহালয়ত ৰখা হৈছে। ইয়াত সংৰক্ষিত হৈছে বড়োসকলৰ খেগাচোন, পেঁপা, বাঁহী, ৰজাদিনীয়া বৰমানুহৰ দোলা, বৰকাপোৰ, পাগ, চামুণ্ডাৰ মূৰ্তি, বাণিলেক্সাত খননত পোৱা সূৰ্য মূৰ্তি তথা পুৰাতত্ত্ব আৰু নৃতত্ত্বৰ প্ৰাচীন কীৰ্তিচিহ্ন আদি সংৰক্ষিত হৈছে। প্ৰাক্ ঐতিহাসিক যুগৰ অস্ত্ৰ-শস্ত্ৰৰ সংৰক্ষণ কৰা হৈছে। কিন্তু উপযুক্তভাৱে ভৱন গঢ়ি নুঠাত আৰু অৰ্থভাৱত পূৰ্বভাৰতী সংগ্ৰহালয় বিকাশত বাধা আহিছে। ইয়াৰ সোণ-ৰূপৰ দুষ্প্ৰাপ্য অলংকাৰ নিৰাপত্তাৰ বাবে বেংকৰ লকাৰত থোৱা হৈছে। ১৯৮৯ চনত অসম ৰাজ্যিক সংগ্ৰহালয়ৰ তদানীন্তন সঞ্চালক ড° ৰবীন দেৱচৌধুৰীদেৱে অসমৰ সকলো জিলা সদৰত প্ৰতিষ্ঠা কৰা জিলা সংগ্ৰহালয় আৰ্হিত নলবাৰীত পূৰ্বভাৰতী সংগ্ৰহালয়ক চৰকাৰীকৰণৰ পৰামৰ্শ কৰাত পূৰ্বভাৰতীয়ে পৰৱৰ্তী সাধাৰণ সভাত ১৯৯০ চনত পূৰ্বভাৰতী সংগ্ৰহালয় চৰকাৰক প্ৰদান কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰে। সঞ্চালকগৰাকীয়ে পূৰ্বভাৰতীৰ ৬ জন কৰ্মচাৰীসহ সংগ্ৰহালয়টি চৰকাৰীকৰণৰ ব্যৱস্থা কৰি ১৯৯২ চনৰ বিত্তীয় বৰ্ষত অনুদান শাখাৰ পৰা পূৰ্বভাৰতীৰ ৬ গৰাকী কৰ্মচাৰীৰ সম্পূৰ্ণ চৰকাৰী দৰমহা প্ৰদান কৰে। সঞ্চালক চৌধুৰীৰ অশেষ চেষ্টাৰ ফলতো মূৰকত ৰাজনৈতিক মেৰপেঁচত পূৰ্বভাৰতী সংগ্ৰহালয় চৰকাৰীকৰণ নহ'ল।

পূৰ্বভাৰতী পুথিভঁৰালটি অতি চহকী। ব্ৰিটেইনিকা, লেংগুৱেজ ছাৰ্ভেপৰ ইণ্ডিয়া, ফকলোৰ অৱ ইণ্ডিয়া , পেংগুইন ছিৰিজ, বেদ উপনিষদ, পুৰাণ, সংস্কৃত সাহিত্য সম্ভাৰ আদি ইংৰাজী, বাঙালী, সংস্কৃত, হিন্দী আৰু অসমীয়া ভাষাৰ দুষ্প্ৰাপ্য প্ৰায় ৪৮০০ খন গ্ৰন্থেৰে ই সমৃদ্ধ।

১৯৮৫ চনত ভাৰত চৰকাৰৰ মানৱ সম্পদ বিভাগৰ অনুদানেৰে অসমৰ প্ৰথম গদ্য সাহিত্যৰ চানেকী বৈকুণ্ঠনাথ ভট্টাচাৰ্যৰ পূৰ্বভাৰতী সংগ্ৰহালয়ত সংৰক্ষিত সাঁচিপতীয়া কথা ভাগৱতখন পাঠোদ্ধাৰ কৰি সম্পাদিত কৰি প্ৰকাশ কৰা হয়। তদুপৰি সাংস্কৃতিক সম্পদৰ বিৱৰণমূলক তালিকাখন ইংৰাজী- অসমীয়া ভাষাত পূৰ্বভাৰতী সংগ্ৰহালয়ৰ সংগৃহীত সম্পদৰ ভেটিত প্ৰস্তুত কৰি প্ৰকাশ কৰা হয়। ১৯৯৭ চনত কামৰূপ অনুসন্ধান সমিতিৰ সৈতে নলবাৰী অঞ্চলৰ ঐতিহাসিক আৰু সাংস্কৃতিক অধ্যয়ন শীৰ্ষক আলোচনা চক্ৰৰ সংকলন প্ৰকাশ কৰা হয়।

১৯৯৯ চনত সেই সময়ৰ ৰাজ্যসভাৰ সাংসদ তাৰাচৰণ মজুমদাৰৰ সাংসদ এলেকা উন্নয়ন পুঁজিৰ পৰা তেখেতে পূৰ্বভাৰতী সংগ্ৰহালয় ভৱন নিৰ্মাণৰ বাবে ৫ লাখ টকাৰ অনুদান আগবঢ়ায়। পূৰ্বভাৰতী গৃহৰ ভূমি তদানীন্তন মন্ত্ৰী নগেন শৰ্মাৰ সৌজন্যত নিজাকৈ পাবলৈ সক্ষম হয়। পূৰ্বভাৰতীৰ যাৱতীয় খৰচ বিশেষভাৱে কৰ্মচাৰী ৬ জনৰ সামান্য মাননিৰ বাবে নতুন ভৱনৰ তলৰ মহল বিপণীক ভাড়া দিয়া হৈছে। পূৰ্বভাৰতী কৰ্ম পৰিষদে বিভিন্ন আঁচনিৰ জৰিয়তে পূৰ্বভাৰতীৰ আদৰ্শ আৰু লক্ষ্যক সমৃদ্ধ কৰিব চেষ্টা কৰা সত্বেও মূৰকত সি সম্ভৱ নহ'ল। সাম্প্ৰতিক সামাজিক-ৰাজনৈতিক অৱস্থাৰ পৰিপ্ৰেক্ষিতত পূৰ্বভাৰতীৰ প্ৰগতি স্তব্ধ হৈ পৰিছে। সম্প্ৰতি অসম চৰকাৰৰ অনুমতি লাভ কৰি পুৰণি ডি. আই. কাৰ্যালয় গৃহটি পূৰ্বভাৰতী সংগ্ৰহালয় পুথিভঁৰাল চলি আছে। উত্তৰ-পূব ভাৰতৰ নৃ-গোষ্ঠীৰ সাংস্কৃতিক সম্পদ উদ্ধাৰ, সংৰক্ষণ আৰু বিকাশৰ আঁচনি ইতিমধ্যে অসম চৰকাৰ, ভাৰত চৰকাৰক প্ৰদান কৰা হৈছে। কিন্তু সাম্প্ৰতিক সময়লৈকে কোনো আঁচনি পূৰ্বভাৰতীয়ে লাভ কৰিব পৰা নাই। তথাপি আশা কৰা হৈছে জনসাধাৰণ আৰু চৰকাৰৰ সহযোগত পূৰ্বভাৰতী বিশ্ববিদ্যালয়ে নিজ আদৰ্শ আৰু লক্ষ্যত উপনীত হ'ব পাৰিব।

# নলবাৰী অঞ্চলৰ স্ত্ৰীশিক্ষা এটি অৱলোকন

ড° দীপ্তি চৌধুৰী



স্বামী বিবেকানন্দৰ উপলব্ধিত স্ত্ৰী আৰু পুৰুষ চৰাই এটিৰ ডেউকা দুখনিৰ দৰে। মনীষীগৰাকীৰ ভাষাত— 'যেনেকৈ চৰাই এটিয়ে এখন ডেউকাৰে উৰিব নোৱাৰে, তেনেকৈ মহিলাসকলক পিছত থৈ এটা জাতিয়ে কেতিয়াও উন্নতিৰ পথত আগবাঢ়িব নোৱাৰে।' এখন দেশ বা এটা জাতিৰ উন্নতিত মহিলাসকলৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। মানৱ সম্পদসমূহৰ বিকাশ, সমাজৰ সংৰক্ষণ, জাতিৰ সমৃদ্ধি এই সকলোবিলাকেই প্ৰধানকৈ নিৰ্ভৰ কৰে মহিলাসকলে পালন কৰা ভূমিকাৰ ওপৰত। এগৰাকী মহিলাই নিজৰ ভূমিকা নিপুণতাৰে আৰু সম্পূৰ্ণকৈ পালন কৰিব পাৰে তেতিয়াহে যদি তেওঁ শিক্ষিত হয়। মহিলাসকলৰ শিক্ষাৰ অবিহনে দেশ বা সমাজৰ সামগ্ৰিক বিকাশ সম্ভৱ নহয়। মহিলাসকলৰ শিক্ষাৰ গুৰুত্ব উপলব্ধি কৰি পণ্ডিত জৱাহৰলাল নেহৰুৱে কৈছিল— 'Education of a boy is the education of one person, but education of a girl is the education of the entire family.' একেই অনুভৱেৰে ৰাধাকৃষ্ণন আয়োগেও (১৯৪৮-৪৯) কৈছিল যে নাৰীসকলৰ পুৰুষৰ সমানে শিক্ষা লাভ আৰু বিকাশৰ পূৰ্ণ অধিকাৰ আছে। এখন সমাজৰ সাংস্কৃতিক আৰু আধ্যাত্মিক স্বৰূপ ঘাইকৈ নাৰীৰ মৰ্যাদাৰ ওপৰতে নিৰ্ভৰশীল। যেনেকৈ আকৌ কৈছিল বিশ্ববিখ্যাত বীৰ নেপোলিয়ন বোনাপাৰ্টে— 'Give me a good mother, I will give a good nation.' এনেবোৰ উপলব্ধিৰে স্বৰাজোত্তৰ ভাৰতবৰ্ষত সৰ্বাধিক গুৰুত্ব দিয়া হৈছে স্ত্ৰীশিক্ষাৰ ক্ষেত্ৰত। সংবিধানৰ যোগেদি স্ত্ৰী-পুৰুষক সমমৰ্যাদা প্ৰদান কৰি লিংগ বৈষম্য দূৰীকৰণৰ প্ৰধান আহিলা হিচাপে গণ্য কৰা হৈছে শিক্ষাক। এনে প্ৰচেষ্টাৰ ফলতেই অসমত শিক্ষিতা মহিলাৰ শতকৰা হাৰ ১৯০১ চনৰ ০.৬ শতাংশৰ পৰা ২০০১ চনত ই ৫৬.০৩ শতাংশলৈ বৃদ্ধি পাইছে।

অসমৰ 'নৱদ্বীপ'ৰূপে খ্যাত নলবাৰী অসমৰ 'Intellectual Zone' ৰূপেও পৰিগণিত। স্ত্ৰীশিক্ষাৰ ক্ষেত্ৰতো ইয়াৰ অগ্ৰগতি লক্ষণীয়। জিলাখনত মহিলাৰ সাক্ষৰতাৰ হাৰ হৈছে ৫৮.৪০ শতাংশ। নলবাৰী জিলাত প্ৰথমখন ছোৱালী স্কুল স্থাপন হৈছিল ১৯৩৫ চনত। অৱশ্যে ইয়াৰ পূৰ্বেও আনুষ্ঠানিক শিক্ষা লাভৰ সুযোগ নাপালেও ঘৰতে কষ্ট কৰি শিক্ষা লাভ কৰা মহিলাৰ উদাহৰণো নথকা নহয়। এইক্ষেত্ৰত মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্যৰ জীয়ৰী সৰস্বতী গোস্বামী আৰু উত্তম সুন্দৰী দেৱীৰ নাম উল্লেখযোগ্য। বিবাহৰ পিছত উত্তম সুন্দৰী দেৱীয়ে কেইগৰাকীমান শিক্ষানুৰাগী ব্যক্তিৰ সহযোগত কুলবিল এল পি স্কুল স্থাপন কৰে। ১৯৪০ চনত স্কুলখন এম ভি স্কুললৈ উন্নীত কৰি ইয়াৰ নাম কুলবিল উত্তম সুন্দৰী বালিকা বিদ্যালয় ৰখা হয়।

স্ত্ৰীশিক্ষা বিস্তাৰৰ বাবে ভাৰতবৰ্ষত খ্ৰীষ্টিয়ান মিছনেৰীসকলে চলোৱা



আশাশুধীয়া প্ৰচেষ্টা, মহাত্মা গান্ধীৰ স্বদেশী আন্দোলনে জাগ্ৰত কৰা নৱজাগৰণৰ চেতনা, সাৰদা আইনৰ প্ৰৱৰ্তন আদিৰ প্ৰভাৱতে নলবাৰী জিলাতো কেইগৰাকীমান বিদ্যোৎসাহী লোকৰ প্ৰচেষ্টাত ১৯৩৫ চনৰ ৮ মাৰ্চ তাৰিখে নলবাৰী নাট্যমন্দিৰত ছোৱালীৰ মজলীয়া স্কুল আৰম্ভ হয়। শিক্ষাধিকাৰ জি এল স্মল চাহাবৰ নিৰ্দেশক্ৰমে ১৯৪৩ চনত এই স্কুলে সপ্তম শ্ৰেণী খোলাৰ অনুমতি পায় আৰু ১৯৪৫ চনত স্কুলখনে হাইস্কুলৰূপে পৰিপূৰ্ণতা লাভ কৰে। ১৯৪৮ চনত কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত অনুষ্ঠিত মেট্ৰিক পৰীক্ষাত বিদ্যালয়খনৰ দুগৰাকী ছাত্ৰী ক্ৰমে অনুপমা দাস আৰু সৰুবালা দাস উত্তীৰ্ণ হৈ অঞ্চলটোলৈ গৌৰৱ কঢ়িয়াই আনে। ১৯৬২ চনত অলকা ডেকাই প্ৰথমবাৰলৈ প্ৰথম বিভাগত উত্তীৰ্ণ হোৱাৰে পৰা স্কুলখনে বছৰি ৬৫ শতাংশৰ পৰা ৮৫ শতাংশলৈ ফলাফল দেখুৱাই আহিছে। ১৯৯৫ চনত স্কুলখনে অসমীয়া বিষয়ত সৰ্বোচ্চ নম্বৰ লাভ কৰাৰ গৌৰৱ অৰ্জন কৰে। ১৯৯৬ চনত প্ৰথমবাৰৰ বাবে 'ষ্টাৰ' নম্বৰ লাভ কৰে। ধাৰাবাহিকভাৱে নহ'লেও সেই গৌৰৱ অদ্যাপি অটুট আছে। পঢ়া-শুনাৰ উপৰি খেলা-ধূলা, নৃত্য-সংগীত, অভিনয় আদিতো এই স্কুলৰ ছাত্ৰীয়ে সৰ্বভাৰতীয় খ্যাতি কঢ়িয়াবলৈ সক্ষম হৈছে। শ্ৰেষ্ঠা অভিনেত্ৰীৰ ৰাষ্ট্ৰীয় বঁটা প্ৰাপক, বোলছবি 'বেণ্ডিট কুইন' খ্যাত সীমা বিশ্বাস, সৰ্বভাৰতীয় নাট প্ৰতিযোগিতাৰ শ্ৰেষ্ঠা পৰিচালিকা আৰু শ্ৰেষ্ঠা অভিনেত্ৰীৰ সন্মান অৰ্জা চিত্ৰশিল্পী চাৰু তালুকদাৰ, তৰ্ক, নৃত্য আৰু সংগীতৰ ক্ষেত্ৰত কথাছবি, দূৰদৰ্শন আৰু অনাতাঁৰযোগে সন্মান বোটলা ডাঃ পদ্মিনী কলিতা, মৰমী বৈশ্য, অণিমা ডেকা, কুইন তালুকদাৰ, শান্তা উজীৰ, ছায়া পোদ্দাৰ, অৰুন্ধতী চক্ৰৱৰ্তী— এইসকল বিদ্যালয়ৰ গৌৰৱ মালাধাৰৰ একো একোটা মণি যেন।

পৰৱৰ্তী কালত স্ত্ৰীশিক্ষাৰ প্ৰসাৰৰ প্ৰয়োজন পূৰণাৰ্থে নলবাৰী জিলাৰ বিভিন্ন ঠাইত ছোৱালী হাইস্কুল স্থাপন হয়। ৰক্ষণশীল মনোভাব তথা মাধ্যমিক স্তৰত সহশিক্ষাক সমৰ্থন নকৰা হেতুকে ছোৱালী হাইস্কুলৰ সংখ্যা দ্ৰুতগতিত বৃদ্ধি পোৱাটো পৰিলক্ষিত হয়। সহশিক্ষাৰ অনুষ্ঠানসমূহতো ছাত্ৰীৰ সংখ্যা ল'ৰাৰ সংখ্যাৰ প্ৰায় সমানেই হয়।

১৯৪৯ চনত এম.ভি. স্কুলৰূপে স্থাপন হোৱা মাখিবাহা ছোৱালী উচ্চ মাধ্যমিক স্কুলখনে ১৯৯৭ চনত এম.ই. স্কুলৰ স্বীকৃতি লাভ কৰে। তাৰ পিছৰ বছৰত হাইস্কুললৈ উন্নীত হোৱাৰ পিছৰে পৰাই স্কুলখনে অঞ্চলটোৰ শিক্ষা ক্ষেত্ৰখন চহকী কৰিবলৈ সক্ষম হৈছে। স্কুলখনত অধ্যয়নৰত ছাত্ৰীৰ সংখ্যা চাৰিশ পঞ্চাশগৰাকী। এই স্কুলৰ কেইবাগৰাকী ছাত্ৰীয়ে বৰ্তমান শিক্ষকতা বৃত্তিত জড়িত হৈ শিক্ষাৰ পোহৰ বিলাইছে। চিকিৎসা, ডাকসেৱা, ধাত্ৰীবিদ্যা আদি বৃত্তিসমূহতো জড়িত হৈ ছাত্ৰীসকলে পাৰদৰ্শিতা দেখুৱাবলৈ সক্ষম হৈছে। ২০০৪ আৰু ২০০৫ চনত হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণৰ হাৰ আছিল যথাক্ৰমে ৯০ শতাংশ আৰু ৮৯ শতাংশ। ১৯৭৬ চনৰ পৰা ১৯৯৭ চনলৈ স্কুলখনে একেৰাহে ২২ বছৰ মজলীয়া বৃত্তি লাভ কৰি ছাত্ৰীসকলৰ শৈক্ষিক উন্নতিৰ নিদৰ্শন দাঙি ধৰে।

১৯৬১ চনত টিহু অঞ্চলৰ ৰাইজে দ্ৰুতগতিত বৃদ্ধি পোৱা শিক্ষাৰ্থীৰ সংখ্যালৈ লক্ষ্য ৰাখি ছোৱালীৰ বাবে এখন সুকীয়া স্কুল স্থাপন কৰে। স্কুলখনৰ নাম টিহু ছোৱালী হাইস্কুল। একেটি বছৰতে নলবাৰী জিলাৰ নামবৰভাগ মৌজাৰ ভোজকুছি গাঁৱত স্থাপন কৰা হয় 'ভোজকুছি বালিকা বিদ্যালয়' আৰু ১৯৭৫ চনত হাৰিভাংগাত 'হাৰিভাংগা ছোৱালী উচ্চ মাধ্যমিক বিদ্যালয়' স্থাপন হয়। সামগ্ৰিকভাৱে শিক্ষাগত দিশত কিছু অনুন্নত ক্ষেত্ৰী ধৰ্মপুৰ মৌজাৰ অন্তৰ্গত দাহুদী গাঁৱত 'দাহুদী ছোৱালী উচ্চ আৰু মধ্য ইংৰাজী স্কুল'খন স্থাপন হয় ১৯৭৯ চনত।

বৈচিত্ৰ্যময় সাংস্কৃতিক বৈশিষ্ট্যৰে পুষ্ট নলবাৰী জিলাৰ পশ্চিম অঞ্চলৰ বৰমাত ১৯৬১ চনত স্থাপিত হোৱা বৰমা ছোৱালী হাইস্কুলে অঞ্চলটোৰ স্ত্ৰীশিক্ষাৰ প্ৰসাৰত যথেষ্ট অৱদান যোগাবলৈ সক্ষম হৈছে। এই স্কুলৰ ছাত্ৰী মঞ্জু দত্ত, কল্যাণী ভাগৱতী, গীতিকা কলিতা, কমলা দেৱী, বন্তি ৰামচিয়াৰী, জ্যোৎস্না বসুমতাৰী, দীপিকা দত্ত, হিৰণ পাঠক আদিৰ লগতে আৰু বহুজনে বিভিন্ন পৰ্যায়ৰ শিক্ষানুষ্ঠানত দক্ষতাৰে শিক্ষকতা কৰি বিদ্যালয়খনক ধন্য কৰিছে। মেডিকেল, পশু চিকিৎসা আদি ক্ষেত্ৰসমূহতো নিযুক্ত হৈ নিজ যোগ্যতাৰ পৰিচয় দিছে। স্কুলখনত ছাত্ৰীৰ সংখ্যা বৰ্তমান চাৰিশ।

বৰ্তমানে তিনিশগৰাকী ছাত্ৰীয়ে অধ্যয়ন কৰি থকা ১৯৬২ চনত স্থাপিত পূব বাঁহজানী গোপালথান বালিকা মন্দিৰ স্কুলে বিগত পাঁচ বছৰ শিক্ষান্ত পৰীক্ষাত ৮৪ শতাংশৰ পৰা ৯২ শতাংশ ছাত্ৰী উত্তীৰ্ণ হোৱাৰ গৌৰৱ অৰ্জন কৰি আছে। এই স্কুলত শিক্ষা সম্পূৰ্ণ কৰা বিভিন্ন ছাত্ৰীয়ে শিক্ষা, কৰ, প্ৰশাসন, স্বাস্থ্য আদি বিভিন্ন বিভাগত প্ৰতিষ্ঠিত হৈ নিজৰ শৈক্ষিক যোগ্যতাৰ প্ৰমাণ দিছে।

হিন্দু-মুছলমানৰ ঐক্য আৰু সংহতিৰ প্ৰতীক মুকালমুৱা অঞ্চলত স্ত্ৰীশিক্ষাৰ ক্ষেত্ৰত অৱদান যোগোৱা এগৰাকী ব্যক্তি হ'ল অভিযন্তা বৰদাচৰণ মেধি। তেখেতৰ বদান্যতাৰ গুণতেই গঢ় লোৱা চণ্ডী মেধি বালিকা বিদ্যালয়ে অঞ্চলটোত স্ত্ৰীশিক্ষাৰ সম্প্ৰসাৰণত অৰিহণা যোগাই আহিছে।

শিক্ষা বিস্তাৰত লেখত ল'বলগীয়া অৱদান আগবঢ়োৱা ধৰ্মপুৰ মৌজাৰ অন্তৰ্গত চামতা স্ত্ৰীশিক্ষাৰ ক্ষেত্ৰতো আগবঢ়া। চামতা ছোৱালী হাইস্কুলে শিক্ষান্ত পৰীক্ষাত 'ষ্টাৰ' নম্বৰ পোৱাৰ যোগ্যতা অৰ্জনৰ লগতে ইয়াত পঢ়া ছাত্ৰীয়ে পিছলৈ বিশ্ববিদ্যালয়ৰ পৰীক্ষাতো প্ৰথম শ্ৰেণী পোৱাৰ গৌৰৱ অৰ্জন কৰিছে। এই অঞ্চলৰে নন্দিতা চৌধুৰীয়ে লণ্ডনলৈ গৈ নেফ্ৰোলজী বিভাগত গৱেষণা কৰি ডক্টৰেট ডিগ্ৰী লাভ কৰিছে। সেইদৰে বেলশৰ ছোৱালী হাইস্কুলেও ঘন জনবসতিপূৰ্ণ অঞ্চলটোৰ মহিলাসকলক শিক্ষাক্ষেত্ৰত আগবাঢ়ি যোৱাৰ সুযোগ দিছে। মৌজাখনৰ অন্য এখন স্ত্ৰীশিক্ষাৰ অনুষ্ঠান হ'ল উত্তৰ ধৰ্মপুৰ বালিকা উচ্চতৰ মাধ্যমিক বিদ্যালয়। ১৯৯৩ চনত উচ্চতৰ মাধ্যমিকলৈ উন্নীত হোৱা স্কুলখনত বৰ্তমান কলা শাখাত ১২০ গৰাকী ছাত্ৰীয়ে অধ্যয়ন কৰি আছে। ঘাইকৈ কৃষিজীৱী পৰিয়ালৰ পৰা অহা ছাত্ৰীসকলে বিভিন্ন বিষয়ত 'লেটাৰ মাৰ্ক' লাভ কৰি উত্তীৰ্ণ হোৱাটো মন কৰিবলগীয়া। একেদৰে পকোৱা মৌজাৰ বৰনৰ্দ্দী ছোৱালী হাইস্কুল, দক্ষিণ পকোৱা ছোৱালী হাইস্কুল, আদৰ্শ বালিকা বিদ্যাপীঠ, বনগাঁও উত্তৰ পকোৱা কন্যা মহাবিদ্যালয় আদি শিক্ষানুষ্ঠানসমূহেও স্ত্ৰীশিক্ষাৰ ক্ষেত্ৰত উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰি আছে।

স্ত্ৰীশিক্ষাৰ বিকাশত অন্যতম অৱদান যোগোৱা অন্য এখন শিক্ষানুষ্ঠান হৈছে নলবাৰী চহৰৰ মাজমজিয়াত অৱস্থিত 'মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠ'। দানবীৰ, শিক্ষাসেৱক মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ কষ্টোপাৰ্জিত ধনৰ বৰঙণিৰে গঠিত এই বিদ্যালয়ৰ নাম আৰম্ভণিতে 'বালিকা বিদ্যাপীঠ' আছিল। ১৯৭৫ চনৰ ২ ফেব্ৰুৱাৰী তাৰিখে অনুষ্ঠিত সাধাৰণ সভাত গৃহীত প্ৰস্তাৱমৰ্মে বিদ্যালয়খনৰ নামকৰণ দাতাগৰাকীৰ নামেৰে কৰা হয়। মাত্ৰ ১২ গৰাকী ছাত্ৰীৰে আৰম্ভ কৰা বহু কৃতী ছাত্ৰীৰ জন্মদাতা এই স্কুলখনৰ বৰ্তমান ছাত্ৰীৰ সংখ্যা সাতশ পঞ্চাশ গৰাকী। ১৯৮৫ চনত প্ৰাদেশিকীকৰণ হোৱা স্কুলখনত ১৯৮৭ চনত অঞ্জনা ভট্টাচাৰ্যই পোন প্ৰথমবাৰৰ বাবে 'ষ্টাৰ' নম্বৰ লাভ কৰি যেন কৃতিত্বৰ দুৱাৰখনহে মুকলি কৰিলে। ১৯৯২ চনত নিজৰা ভট্টাচাৰ্যই 'সংস্কৃত' বিষয়ত সৰ্বোচ্চ নম্বৰ লাভ কৰে। ১৯৯৫ চনৰ পৰা ১৯৯৭ চনলৈ একেৰাহে তিনি বছৰ ধৰি এই স্কুলৰ তিনিগৰাকী ছাত্ৰীয়ে স্থান দখল কৰে। তাৰ পৰৱৰ্তী বৰ্ষসমূহতো আৰু তিনিগৰাকী ছাত্ৰীয়ে স্থান দখল কৰি স্কুলৰ যশ বঢ়ায়। শিক্ষান্ত পৰীক্ষাত প্ৰায় এশ শতাংশই উত্তীৰ্ণ হোৱা স্কুলখনৰ 'ষ্টাৰ' পোৱা ছাত্ৰীৰ সংখ্যাও বহুৰি বৃদ্ধি পাই আছে। ২০০৫ চনত এনে ছাত্ৰীৰ সংখ্যা আছিল ১১ গৰাকী। অধ্যয়নৰত ছাত্ৰীসকলৰ এটি অন্যতম বৈশিষ্ট্য হৈছে তেওঁলোকৰ অধিকাংশই বিজ্ঞান বিষয়ৰ প্ৰতি আগ্ৰহী আৰু তাৰে কিছু সংখ্যক ইতিমধ্যে জিলা আৰু ৰাজ্যিক ভিত্তিত অনুষ্ঠিত প্ৰতিযোগিতাসমূহত পুৰস্কাৰপ্ৰাপ্ত। ক্ৰীড়া ক্ষেত্ৰতো স্কুলখনে গৌৰৱ অৰ্জন কৰিছে। জিলা আৰু ৰাজ্যিক পৰ্যায়ৰ ক্ৰীড়া প্ৰতিযোগিতাত অংশগ্ৰহণেৰে প্ৰতিভামূলক বৃত্তি লাভ কৰাসকলৰ ভিতৰত বীতামণি দেৱী, কণিকা দত্তবৰুৱা, অনুপমা দত্তবৰুৱা, অনামিকা চৌধুৰী, চুইমী চৌধুৰী আদিৰ নাম উল্লেখযোগ্য। এই বিদ্যালয়ৰে স্থানপ্ৰাপ্ত ছাত্ৰী অংশুমী শৰ্মাই ইঞ্জিনীয়াৰিং কলেজৰ প্ৰৱক্তা পদত অধিষ্ঠিত হৈছে। চিকিৎসাবৃত্তিত প্ৰতিষ্ঠিত আন দুগৰাকী ছাত্ৰী হ'ল ক্ৰমে নতুন দিল্লীত কৰ্মৰত ডাঃ লোপামুদ্ৰা ডেকা আৰু টিহুত কৰ্মৰত ডাঃ দীপ্তি চৌধুৰী। স্থানপ্ৰাপ্ত আন দুগৰাকী ছাত্ৰী কলেজৰ প্ৰৱক্তা পদত নিয়োজিত হৈছে আৰু বহুকেইগৰাকী ছাত্ৰী শিক্ষকতাকে ধৰি অন্যান্য বৃত্তিসমূহ গ্ৰহণ কৰি স্বনিৰ্ভৰশীল হৈছে। ১৯৭৭ চনৰ পৰা স্কুলখনত মজলীয়া বৃত্তি পোৱা ছাত্ৰীৰ সংখ্যাও বহুৰি বৃদ্ধি পাই আছে। দাতা মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ কন্যা কৰ্মৰত প্ৰধান শিক্ষয়িত্ৰী নিৰদা চৌধুৰী বৰুৱাই ভাৰতৰ মাননীয় ৰাষ্ট্ৰপতিগৰাকীয়ে প্ৰদান কৰা ২০০৩ চনৰ কৃতী শিক্ষকৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰি বিদ্যালয়খনৰ সুনাম দুগুণে বৃদ্ধি কৰিছে। একেই বঁটা লাভ কৰি স্ত্ৰীশিক্ষাৰ জয়ধ্বজা উৰুওৱা আন দুগৰাকী শিক্ষয়িত্ৰী হ'ল গন্ধিয়া নিবাসী নীহাৰিকা গোস্বামী আৰু চুৰচুবীৰ মীৰা ডেকা।

স্ত্ৰীশিক্ষাৰ উৎকৰ্ষসাধন আৰু সম্প্ৰসাৰণত প্ৰভূত বৰঙণি যোগাবলৈ সক্ষম হোৱা জিলাখনৰ উচ্চ শিক্ষাৰ অনুষ্ঠানখন হ'ল মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়। স্ত্ৰীশিক্ষাৰ উপাসক, দানবীৰ মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ দানৰ ফলতেই গঢ় লৈ উঠা কলেজখনে ৰূপালী বৰ্ষ সদ্য অতিক্ৰম কৰিছে। দানবীৰগৰাকীৰ শিক্ষানুৰাগী সহধৰ্মিণী উত্তৰা চৌধুৰীয়েও নিজৰ জীৱন বীমাৰ ধন কলেজৰ প্ৰেক্ষাগৃহ নিৰ্মাণৰ কামত খটুৱাইছিল। দাতাগৰাকীয়ে স্ত্ৰীশিক্ষাৰ ক্ষেত্ৰত সেই সময়ৰ অনগ্ৰসৰ অঞ্চলটোত স্ত্ৰীশিক্ষাৰ সম্প্ৰসাৰণৰ যি সপোন দেখিছিল তাক সাকাৰ ৰূপ দিয়াত অহোপুৰুষাৰ্থ কৰি আহিছে দাতাগৰাকীৰ বৰপুত্ৰ প্ৰতিষ্ঠাপক অধ্যক্ষ মুনীন্দ্ৰ নাৰায়ণ চৌধুৰী, শশীভূষণ চৌধুৰী, মুৰাৰি মোহন দত্ত আৰু বৰ্তমানৰ অধ্যক্ষ চিৰঞ্জীৱ জৈনে। ১৯৭৯ চনৰ ১ আগষ্টত মাত্ৰ ২২ গৰাকী ছাত্ৰীৰে আৰম্ভ কৰা কলেজখনৰ ছাত্ৰীৰ সংখ্যা বৰ্তমান আঢ়ৈ হেজাৰৰো অধিক। কলেজখনৰ কৃতিত্বৰ সোণালী দুৱাৰ উন্মোচিত হৈছিল ১৯৯৬ চনত অনুৰাধা শৰ্মাৰ অসমীয়া মেজৰ বিষয়ত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান প্ৰাপ্তিৰে। তাৰ পিছত আৰু থমকিব লগা হোৱা নাই। অনুৰাধা শৰ্মা বৰ্তমান ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধ্যাপিকা। একেদৰে ২০০১ চনত অসমীয়াত প্ৰথম শ্ৰেণীৰ তৃতীয় স্থান পাওতা মিতালী বৰ্মন এতিয়া দিল্লী বিশ্ববিদ্যালয়ৰ অধ্যাপিকা। ২০০৫ চনতো পাঁচগৰাকী ছাত্ৰীয়ে বিভিন্ন বিষয়ত প্ৰথম শ্ৰেণী লাভ কৰিছে। এতিয়ালৈ মুঠ ১৬ গৰাকীয়ে প্ৰথম শ্ৰেণী পাবলৈ সক্ষম হৈছে। তাৰ ভিতৰত অসমীয়া বিষয়ত পাঁচবাৰকৈ প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি কলেজৰ গৌৰৱ বন্তি উজলাই তুলিছে। একেদৰে উচ্চতৰ মাধ্যমিকৰ কলা শাখাৰ পৰীক্ষাত তিনিবাৰকৈ প্ৰথম স্থান দখল কৰাৰ উপৰি বিভিন্ন বৰ্ষত এতিয়ালৈ মুঠ ৯ গৰাকীয়ে স্থান লাভ কৰি অভিলেখ স্থাপন কৰিছে। এই কলেজত শিক্ষা সাং কৰি বহুত ছাত্ৰীয়ে ৰাজ্যৰ বাহিৰৰ শিক্ষানুষ্ঠানত আসন লাভ কৰি শিক্ষা ল'বলৈ সক্ষম হৈছে। বিভিন্নজনে বিভিন্ন বৃত্তিত নিয়োজিত হৈ আত্মনিৰ্ভৰশীল হৈছে। সাধাৰণ শিক্ষা বিষয়সমূহৰ লগতে কলেজখনত প্ৰৱৰ্তন কৰা ভিন্ন ধৰণৰ বৃত্তিমুখী শিক্ষাই জীৱিকা নিৰ্বাহৰ পথ দেখুৱাইছে। শিক্ষা ক্ষেত্ৰত দেখুওৱা কৃতিত্বৰ উপৰি চমকপ্ৰদ নৃত্যশৈলীৰ প্ৰদৰ্শন, অভিনয় দক্ষতা, সংগীত, তৰ্ক, আবৃত্তি আদিৰ জৰিয়তেও এই কলেজৰ ছাত্ৰীয়ে ৰাজ্যৰ বিভিন্ন ঠাইত সন্মান লাভ কৰাৰ লগতে অনাতাঁৰ, দূৰদৰ্শন, বোলছবি আদিতো সুযোগ লাভ কৰিছে। ইয়াত কৰ্মৰত কেইবাগৰাকী মহিলা প্ৰৱক্তাই কেইবাখনো ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ৰ সন্মিলনত ভাগ লৈ ছাত্ৰীসকলৰ আদৰ্শ আৰু অনুপ্ৰেৰণাৰ উৎস হৈ পৰিছে। ৰাষ্ট্ৰীয় পৰ্যায়ৰ জাৰ্ণেল আদিত নিজৰ লেখা প্ৰকাশৰ মাধ্যমেৰে কলেজখনক ৰাষ্ট্ৰীয় পৰ্যায়ত পৰিচয় কৰাই দিবলৈও সক্ষম হৈছে। সুদূৰ ছাইপ্ৰাছত 'ছেমিনাৰ পেপাৰ' প্ৰদান কৰাৰ বাবেও আমন্ত্ৰণ পাইছে এই কলেজৰ মহিলা প্ৰৱক্তাই। ২০০৪ চনত ৰাষ্ট্ৰীয় মূল্যায়ন আৰু প্ৰত্যায়ন পৰিষদে (NAAC) পৰিদৰ্শন কৰি (B++) (৮২.৭৫%) গ্ৰেড প্ৰদান কৰা এই অনুষ্ঠানখনে যে উত্তৰ-পূব ভাৰতৰ ভিতৰত স্ত্ৰীশিক্ষাৰ এখন অন্যতম অনুষ্ঠানৰূপে স্বীকৃতি লাভ কৰি স্ত্ৰীশিক্ষাৰ ক্ষেত্ৰত এক নৱজাগৰণৰ সৃষ্টি কৰিছে সেইকথা সহজে উপলব্ধি কৰিব পাৰি।

সাধাৰণ শিক্ষাৰ উপৰি নলবাৰী অঞ্চলৰ মহিলা সমাজে চিকিৎসা শাস্ত্ৰ, অভিযান্ত্ৰিক, কাৰিকৰী, আইন আদি শিক্ষা বিষয়তো পটুতা দেখুৱাইছে। নলবাৰী আইন মহাবিদ্যালয়, আই.টি.আই. আদিত অধ্যয়ন কৰা ছাত্ৰীৰ সংখ্যাই ইয়াৰ মহিলাসকলৰ স্বনিৰ্ভৰশীল মানসিকতাৰ উমান দিয়ে। এই লেখাত নাম উল্লেখ নকৰা জিলাখনৰ দুকুৰিৰো অধিক ছোৱালী হাইস্কুল আৰু অন্যান্য শিক্ষানুষ্ঠানত প্ৰতিবছৰে হেজাৰে হেজাৰে



ছাত্ৰীয়ে নামভৰ্তি কৰা আৰু শিক্ষা সমাপ্ত কৰি ওলাই অহা ঘটনাই এই অঞ্চলৰ মহিলাসকলৰ শিক্ষাৰ প্ৰতি থকা ধাউতিৰ কথাকে সূচায়।

সাহিত্য, সংস্কৃতি, খেলা-ধূলা আদিৰ ক্ষেত্ৰতো নলবাৰীৰ মহিলা পিছপৰি ৰোৱা নাই। ১৯৮৮ চনত ছিউলত অনুষ্ঠিত অলিম্পিক টেষ্টলৈ আমন্ত্ৰিত হোৱা বীতা দেৱী আৰু ৰাষ্ট্ৰীয় টাইকোৱানডোত শ্ৰেষ্ঠ যুঁজাৰুৰ সন্মান লাভ কৰা অনামিকা চৌধুৰীৰ নাম বিশেষভাৱে উল্লেখযোগ্য। লেখাৰ মাধ্যমেৰে সমাজক গঢ় দিয়াৰ প্ৰয়াসত ১৯৭৮ চনত গঢ় উঠিছে 'নলবাৰী লেখিকা সমাজ'। পাঁচিশ বছৰ অতিক্ৰম কৰা এই অনুষ্ঠানটোৱে 'গৰীয়সী' নামৰ এখন গল্প সংকলন পুথি প্ৰকাশৰো গৌৰৱ অৰ্জন কৰিছে। লেখিকা সমাজৰ মুখপত্ৰ 'সুদৰ্শনা'ই এইবেলি বঙিয়াত অনুষ্ঠিত সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ আলোচনী প্ৰতিযোগিতাত তৃতীয় পুৰস্কাৰ লভিবলৈ সক্ষম হৈছে। সংগীত নিপুণা আৰু নৃত্য নিপুণা মহিলাসকলৰ উদ্যোগত জিলাখনত গঢ় লৈ উঠিছে 'গীতশ্ৰী সংগীত বিদ্যালয়' আৰু 'বৰ্ণালী ডেন্স একাডেমী'ৰ লেখিয়া কেইবাখনো সংগীত আৰু নৃত্যৰ শিক্ষানুষ্ঠান।

আনুষ্ঠানিক শিক্ষা লাভ কৰা মহিলাসকলৰ উপৰি জিলাখনৰ নিৰক্ষৰ প্ৰাপ্তবয়স্কা মহিলাসকলো শিক্ষাৰ প্ৰতি আগ্ৰহী। প্ৰাপ্তবয়স্ক শিক্ষা কেন্দ্ৰযোগে প্ৰদান কৰা পাঠ্যসূচীত আৰু স্বেচ্ছাসেৱী অনুষ্ঠান বা মহাবিদ্যালয়সমূহৰ 'প্ৰাপ্তবয়স্ক শিক্ষা আঁচনি'যোগে প্ৰদান কৰা পাঠ্যসূচীত অংশ ল'বলৈ অহা মহিলাৰ সংখ্যাধিক্যই এই কথাৰ প্ৰমাণ দিয়ে।

সময়ৰ সোঁতত জনসাধাৰণৰ শৈক্ষিক প্ৰয়োজনত তথা আৰ্থ-সামাজিক উন্নতিৰ প্ৰয়োজনৰ পৰিপ্ৰেক্ষিতত নলবাৰী অঞ্চলত স্ত্ৰীশিক্ষাৰ সুকীয়া অনুষ্ঠানকে ধৰি বিভিন্ন শিক্ষানুষ্ঠান গঢ়ি উঠিছে। কম-বেছি পৰিমাণে এই সকলোবোৰ অনুষ্ঠানে মহিলাসকলৰ শিক্ষাত বৰঙণি যোগাইছে।

নলবাৰী অঞ্চলৰ স্ত্ৰীশিক্ষাৰ এটি লক্ষণীয় দিশ হ'ল জিলাখনৰ মহিলা সাক্ষৰতাৰ হাৰ (৫৮.৪০%), মহিলাৰ ৰাষ্ট্ৰীয় সাক্ষৰতাৰ হাৰ (৫৪.১৬%) তকৈ অধিক হ'লেও ই সন্তুষ্টিৰ কাৰণ হ'ব নোৱাৰে, যিহেতু জিলাখনৰ পুৰুষৰ সাক্ষৰতাৰ হাৰ (৭৭.১২%) তুলনামূলকভাৱে মহিলাৰ সাক্ষৰতাৰ হাৰতকৈ উচ্চ। একবিংশ শতিকাত মহিলাৰ সবলীকৰণৰ ওপৰত গুৰুত্ব দিয়া হৈছে, যিটো কেৱল সম্ভৱ শিক্ষাৰ মাধ্যমেৰে। ভৱিষ্যতৰ এখন উন্নত সমাজ গঢ়াৰ ক্ষেত্ৰত পুৰুষ আৰু মহিলাৰ সমান দায়িত্ব আছে। তদুপৰি শিশু এটিয়ে প্ৰকৃত মানুহ হোৱাৰ শিক্ষা যিহেতু মাতৃৰ পৰাই প্ৰধানকৈ লাভ কৰে, সেয়ে মহিলাসকলৰ শিক্ষাৰ বিষয়টো আৰু অধিক বিবেচনাপূৰ্ণ। শেষত কোঠাৰী আয়োগ (১৯৬৪-৬৬) ৰ ভাষাৰে ক'ব পাৰি— 'For full development of human resources, the improvement of homes and for moulding the character of children during the most impressionable years of infancy, the education of women is of even greater importance than that of man.'

**বিঃদ্ৰঃ**— সীমিত পৰিসৰৰ বাবে সকলো শিক্ষানুষ্ঠানৰ বিষয়ে ইয়াত বহলাই লিখা সম্ভৱ নহ'ল। সকলো তথ্য সংগ্ৰহ সম্ভৱ নোহোৱাৰ বাবে আৰু যিসকল ব্যক্তি আৰু অনুষ্ঠানৰ নাম ইয়াত অনিচ্ছাকৃতভাৱে সন্নিবিষ্ট নহ'ল, তাৰ বাবে লেখিকা ক্ষমাপ্ৰাৰ্থী।

## স্মৃতিৰ দলিচাত

### অসম সাহিত্য সভাৰ প্ৰথমখন কাৰ্যনিৰ্বাহক সমিতি

সভাপতি- পদ্মনাথ গোহাঞিঃ বৰুৱা, প্ৰধান সম্পাদক- শৰৎ চন্দ্ৰ গোস্বামী, সহঃ প্ৰধান সম্পাদক- দেৱেশ্বৰ শৰ্মা।

*সদস্যসকল—*

**ডিব্ৰুগড়**- নীলমণি ফুকন, মফিজুদ্দিন আহমেদ হাজৰিকা। **শিৱসাগৰ**- গুঞ্জানন বৰুৱা, লক্ষ্মীকান্ত বৰুৱা, সিদ্ধেশ্বৰ গোহাঞিঃ, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, কালিৰাম দত্ত। **যোৰহাট**- পূৰ্ণানন্দ শৰ্মা পাঠক, দেৱেশ্বৰ চলিহা, জেহিৰুদ্দিন আহমেদ, জনাৰ্দন বেজবৰুৱা, চন্দ্ৰধৰ বৰুৱা, সীতানাথ বৰুৱা, কমলাকান্ত বৰুৱা, দুৰ্গেশ্বৰ শৰ্মা, কীৰ্তিনাথ শৰ্মা বৰদলৈ। **গুৱাহাটী**- সত্যনাথ বৰা, চন্দ্ৰনাথ শৰ্মা, সিংহদত্ত দেৱ অধিকাৰী, আজিজুৰ ৰহমান, কমলাকান্ত দাস, চফিয়ুৰ ৰহমান, হৰেকৃষ্ণ দাস, অম্বিকাগিৰী ৰায়চৌধুৰী। **নলবাৰীৰ**- তাৰানাথ চক্ৰৱৰ্তী। **বৰপেটাৰ**- গিৰীশ চন্দ্ৰ ৰায়চৌধুৰী, মোদল ৰাম দাস। **নগাঁৱৰ**- ৰত্নকান্ত বৰকাকতী, মোছলেহউদ্দিন আহমেদ। **দৰঙৰ**- মহাদেৱ শৰ্মা, ৰজনীকান্ত বৰুৱা। **মঙলদৈৰ**- অমৃত ভূষণ অধিকাৰী, পীতাম্বৰ চক্ৰৱৰ্তী। **গোৱালপাৰাৰ**- ৰমনীকান্ত বৰুৱা। **উত্তৰ-লক্ষীমপুৰৰ**- ৰোহিতাশ্চ দত্ত, ডম্বৰুধৰ গগৈ। কলিকতাৰ- লক্ষ্মীনাথ বেজবৰুৱা, লোহিত চন্দ্ৰ নায়ক।

(সাহিত্যাচাৰ্য অতুল চন্দ্ৰ হাজৰিকাই তেখেতৰ 'অসম সাহিত্য সভাৰ ৰূপৰেখা' গ্ৰন্থত এইদৰে উল্লেখ কৰিছে- 'উল্লেখযোগ্য যে যোৰহাটৰ বাহিৰৰ সদস্যসকলক কাৰ্যনিৰ্বাহকৰ অলংকাৰ স্বৰূপেহে অন্তৰ্ভুক্ত কৰা হৈছিল। সেইসকলৰ ভালেকেইজন অধিৱেশনত উপস্থিত নাছিল।')

# নামনি অসমৰ লোক-উৎসৱ 'সভা' ঃ এটি আলোচনা

হেমেন ৰাজবংশী

অসমত অনুষ্ঠিত হৈ অহা লোক-উৎসৱ বিভিন্ন ধৰণৰ। কামৰূপৰ 'ভঠেলি', দৰঙৰ 'দেউল', গোৱালপাৰাৰ 'হুদুম পূজা'ৰ পৰা বাক্সা (বাগছা) অঞ্চলৰ 'বাম্বোলপিটা', মহৌ-হোলৈকে অথবা 'কাণ বিন্ধনী'ৰ পৰা জগদ্ধাত্ৰী পূজা, অম্বুবাচী, গোচলোৱা, ভেকুলীবিয়াৰ পৰা শ্ৰীশংকৰ জন্মোৎসৱ, গান্ধী জয়ন্তী আদিলৈকে বিভিন্ন ধৰণৰ উৎসৱ অসমৰ লোক-সমাজত উদ্‌যাপন কৰা দেখা যায়। এই ভিন্ন ধৰণৰ উৎসৱ অনুষ্ঠানৰ অন্তৰালত আদিম মানৱে অনুষ্ঠিত কৰা নানা ঐন্দ্ৰজালিক ক্ৰিয়া-কাণ্ডৰ ফলত সৃষ্টি হোৱা বিশ্বাস, উৰ্বৰতা বৃদ্ধি, কৃষি প্ৰাচুৰ্যৰ কামনা, ঐতিহ্য-পৰম্পৰাৰ প্ৰতি আনুগত্য, সু-পুৰুষৰ প্ৰতি শ্ৰদ্ধা-ভক্তি, ধাৰণা, চিন্তাধাৰা, সংস্কৃতি আদিয়েই নিহিত হৈ আছে।

উৎসৱ কি— বুলি প্ৰশ্ন কৰিলে পোনতেই আঙুলিয়াব পাৰি আৰ জে স্মিথৰ সেইষাৰ কথালৈ— 'বিশেষ ধৰণৰ তাৎপৰ্যবিশিষ্ট সময়ত আয়োজিত অনুষ্ঠানৰ পৌনঃপুনিকতাই উৎসৱ।' লোক-উৎসৱক সামাজিক আচৰণৰ অন্যতম উদাহৰণ বুলি আঙুলিয়াব পাৰি। যিয়েই নহওক, এই দৃষ্টিৰে চালে কামৰূপ তথা অসমৰ প্ৰায়বোৰ উৎসৱ অনুষ্ঠান অনুষ্ঠিত কৰাৰ গুৰিতে যে উৰ্বৰতা বৃদ্ধি, কৃষিৰ ফচলৰ প্ৰাচুৰ্য কামনা অ'... ঐন্দ্ৰজালিকতা সম্পাদন সেই কথা ক'ব পৰা যায়। কাৰণ ভঠেলি, দেউল, বাম্বোলপিটা, পাউৰা তোলা আদি উৎসৱৰ অন্তৰালত নিহিত থকা বিশ্বাস, উৎসৱত সাধন কৰা প্ৰতীকাত্মক নৃত্য আদিত উৰ্বৰতা বিশ্বাসৰ ধাৰণাই মূৰ্ত হৈ আছে।

নামনি অসমৰ অৰ্থাৎ পুৰণি কামৰূপৰ নলবাৰী, উত্তৰ কামৰূপ, বৰপেটা আদিৰ ভিন্ন ঠাইত অনুষ্ঠিত হৈ অহা 'সভা' উৎসৱ এক উল্লেখযোগ্য লোক-উৎসৱ। পুৰণি কালৰে পৰা অনুষ্ঠিত হৈ অহা এই 'সভা' উৎসৱবোৰে সংশ্লিষ্ট ঠাইসমূহৰ মানুহৰ পাৰস্পৰিক বুজাপৰা, সদ্ভাৱ, বিনিময় আদি সামাজিক প্ৰকাৰ্য সাধন কৰাৰ দিশতো অপৰিসীম প্ৰভাৱ পেলাই আহিছে। অৰ্থনৈতিক ক্ষেত্ৰখনতো ইয়াৰ প্ৰভাৱ অনস্বীকাৰ্য।

বিশিষ্ট পণ্ডিত ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যদেৱে 'অসমৰ লোক-উৎসৱ' গ্ৰন্থৰ পটভূমিকাত 'আঞ্চলিক লোক-উৎসৱ' শিতানত এই উৎসৱৰ উল্লেখ কৰিছে এইদৰে— 'মাঘৰ মাহত উত্তৰ কামৰূপৰ বালিলেছা, মাখিবাহা, সৰ্থেবাৰী আদিত দোকান-পোহাৰ, অভিনয় আদিৰে সভা আৰু গোন্ধ পালন কৰা হয়।' আচলতে এই উৎসৱৰ যথাযথ অধ্যয়ন আৰু আলোচনা হোৱা বুলি ক'ব নোৱাৰি। সামাজিক-সাংস্কৃতিক প্ৰকাৰ্য সাধন কৰি সভা উৎসৱে লোক-উৎসৱৰ লক্ষণ বৈশিষ্ট্য সাঙুৰি লোৱাটো মন কৰিবলগীয়া কথা। একেদৰে ইয়াৰ আধ্যাত্মিক দিশটোৰ অন্তৰালতো নিহিত হৈ আছে জনসাধাৰণৰ কল্যাণ কামনা। সেয়েহে লোক-উৎসৱ হিচাপে সভা উৎসৱৰ অধ্যয়ন আৰু বিশ্লেষণ কৰাটো লোক-সাংস্কৃতিক দৃষ্টিভংগীৰ পৰাই অত্যন্ত গুৰুত্বপূৰ্ণ আৰু তাৎপৰ্যপূৰ্ণ কথা।

'সভা' শব্দটোৰ প্ৰয়োগৰ কথাটো এই ক্ষেত্ৰত এটি মন কৰিবলগীয়া বিষয়। ই আভিধানিক অৰ্থতেই সীমাবদ্ধ হৈ থকা নাই। মেল, মিটিং এনে অৰ্থক তুলি নধৰি শব্দটো 'সবাহ', 'উৎসৱ' অৰ্থতহে ব্যৱহাৰ হয়। সভা অনুষ্ঠিত হোৱা অঞ্চলবোৰৰ মানুহে 'সভা' শব্দটোৰে সেই ঠাইত অনুষ্ঠিত হোম-যজ্ঞৰ পৰা দোকান-পোহাৰ-মেলা, ঢুলীয়াৰ চং, হাঁহি-তামাচা, থিয়েটাৰ, বজাৰ-সমাৰ গোটেইখিনিকেই বুজায়। জনসমাগম অৰ্থটোও তাতেই সোমাই থাকে। তেওঁলোকৰ ধাৰণা আৰু বোধত শব্দটোৱে সেই উৎসৱৰ সামগ্ৰিক ভাব এটা দাঙি ধৰে।

পুৰণি কামৰূপৰ বিভিন্ন ঠাইত অতীজৰে পৰা সভা উৎসৱ অনুষ্ঠিত হৈ আহিছে। এই উৎসৱসমূহত সংশ্লিষ্ট ঠাইৰ লগতে বহু দূৰ-দূৰণিৰ মানুহৰ সমাগম ঘটে। অতি উলহ-মালহেৰে মানুহে সভা উৎসৱত অংশ গ্ৰহণ কৰে। জনসাধাৰণৰ মাজত ভাবৰ আদান-প্ৰদান ঘটে, বজাৰ-সমাৰ হয়; মুঠতে জনসমাজে সভাৰ ৰং-ৰহইচ অতি আন্তৰিকতাৰে আঁকোৱালি লয়। উত্তৰ কামৰূপৰ বালিলেছা— বালিকুছিৰ সভা, বৰপেটাৰ সৰ্থেবাৰীৰ সভা, নলবাৰীৰ মাখিবাহাৰ সভা, শিয়ালমাৰীত অনুষ্ঠিত কৰা শ্ৰীশ্ৰীবিষ্ণুমিলন সভা, কনিমাৰাৰ সভা, ভোজকুছিৰ সভা, নাকেৰবাৰীৰ সভা আদি বহুতো সভা উৎসৱৰ কথা উল্লেখ কৰিব পাৰি, য'ত লোকসমাজে মুকলি মনেৰে অংশ গ্ৰহণ কৰে। পৰিবৰ্তিত সময়ৰ বতাহেও সভা উৎসৱৰ চৰিত্ৰক ম্লান কৰিব পৰা নাই। বৰং ইয়াত জাক-জমকতা, উদুলি-মুদুলি পৰিবেশে সভাক অধিক জনপ্ৰিয়তা আনি দিয়া বুলিহে ক'ব পাৰি।

সাধাৰণতে দেখা যায় যে উক্ত সভা উৎসৱসমূহত অধিবাস বা গোন্ধ কৰা হয়, হোম-যজ্ঞ কৰা হয়। ইয়ে উৎসৱ অনুষ্ঠানখনিৰ আধ্যাত্মিক দিশটোৰ বতৰা দিয়ে। বহুতো সভা কোনো পুণ্যৱান মানুহ একোজনৰ তিথিত অনুষ্ঠিত হৈ অহা বুলি মত প্ৰচলিত হৈ আহিছে। একেদৰে কোনোবাই ব্যক্তিগতভাৱে আৰম্ভ কৰা হোম-যজ্ঞ সেৱাই পৰৱৰ্তী সময়ত ৰাজহুৱা উৎসৱলৈ পৰ্যবসিত হৈছে। মাঘ মাহৰ পুণ্য তিথিত অনুষ্ঠিত হোৱাৰ দৰে কাতি মাহতো সভা অনুষ্ঠিত হোৱা দেখা যায়। ঠাইবিশেষে সত্ৰৰ গোসাঁইৰ আগমন আৰু গমন লৈও সভাৰ মূল অধিবাস বা গোন্ধ আৰু যজ্ঞ অনুষ্ঠিত হয়। সভাত দেৱতা বিষ্ণুৰ উদ্দেশে হোম কৰা হয়। তাৰ বাবে সংশ্লিষ্ট ঠাইত ব্ৰত-উপবাসে থাকি হোম-যজ্ঞত ভক্তসকলে নিজকে নিয়োজিত কৰে। নাম-কীৰ্তনো সভাৰ অন্যতম দিশ; যিয়ে সভাৰ আধ্যাত্মিক দিশটোকেই প্ৰকাশ কৰে।

সভা উৎসৱক মহোৎসৱ বুলিও ঠাইবিশেষে কোৱা হয়। মহোৎসৱ শব্দটোৱে এই উৎসৱৰ আধ্যাত্মিক প্ৰকাৰ্যৰ কথাকে দাঙি ধৰা বুলি ক'ব পাৰি। হোম-যজ্ঞ, শান্তি নিৰ্মালিৰে জনগণৰ, সৃষ্টিৰ কুশল কামনাৰ দৰে মহৎ কাৰ্য এই সভাৰ জৰিয়তে কৰা হয়। তেনে অৰ্থতো সেয়া মহৎ উৎসৱ হৈ পৰে। আনহাতে জনসমাগম, মানুহৰ উখল-মাখল, হেন্দোলনিয়ে সভা উৎসৱক বৃহৎ মহোৎসৱ কৰি তোলে।

এইখিনিতে এটি কথা উল্লেখ কৰিব পৰা যায়। দৰং আৰু কামৰূপৰ কেতবোৰ অঞ্চলত আঘোণ বা ফাগুন মাহত ৰাইজ মিলি ৰাজহুৱা গোসাঁইঘৰ 'গোন্ধ চৌপৰী সভা' অনুষ্ঠিত কৰে। জেঠ মাহতো তেনেদৰে 'ৰাইজৰ সভা' পাতে— যাৰ উদ্দেশ্য মাৰি-মৰকৰ পৰা ৰক্ষা পোৱা আৰু কৃষি-কাৰ্য সুকলমে পাৰ হোৱাৰ কামনা কৰা, ঈশ্বৰত খাটা। এই গোন্ধ চৌপৰী সভা বা ৰাইজৰ সভাত হোম-যজ্ঞ কৰি ৰাইজৰ কুশল কামনা কৰা হয়। অৱশ্যে তাত মেলা বা দোকান-পোহাৰৰ কোনো সমাগম নঘটে। দৰঙৰ সেই 'গোন্ধ চৌপৰী' সভা আৰু 'ৰাইজৰ সভা'ৰ উদ্দেশ্যৰ লগত নলবাৰী, বৰপেটাৰ এই 'সভা উৎসৱ'ৰো উদ্দেশ্যৰ মিল থকা দেখা যায়। কাৰণ হোম-যজ্ঞৰে সভা উৎসৱতো ৰাইজৰ কুশল কামনা, মাৰি-মৰকৰ পৰা ৰক্ষা পোৱাৰ বাবে ঈশ্বৰৰ প্ৰতি কৰা প্ৰাৰ্থনাই লুকাই থাকে।

সভা উৎসৱ পূৰ্বানুক্ৰমে পালিত হৈ আহিছে আৰু লগে লগে ইয়াৰ আকাৰো বৃদ্ধি পাই আহিছে। দোকান-পোহাৰ, ব্যৱসায় আদিৰ লগতে ঢুলীয়া প্ৰদৰ্শন, ওজাপালি প্ৰদৰ্শন, থিয়েটাৰ প্ৰদৰ্শন আদিয়েও সভাৰ সাংস্কৃতিক, সামাজিক, অৰ্থনৈতিক দিশটো প্ৰকট কৰি তুলিছে।

সামাজিক দৃষ্টিভংগীৰে এই সভা সমূহলৈ দৃষ্টি দিলে ক'ব পৰা যায় যে সভাই কৃষিজীৱী সমাজখনৰ অৱসৰৰ সময়ৰ অন্যতম আনন্দৰ উৎস। খেতি-খোলা সামৰি লোক-সমাজে এই ধৰণৰ অনুষ্ঠানৰ মাজেদি দূৰ-সুদূৰৰ গাঁওবাসীৰ লগত, ইষ্ট-কুটুম্বৰ লগত ভাব বিনিময় কৰিছিল, খা-খবৰ লৈছিল, খেতি-খোলাৰ দিহা-পোহা লৈছিল, বিয়া-বাৰুৰ কথা-বতৰা চলাইছিল, ছোৱালী চাইছিল আৰু প্ৰয়োজনীয় সা-সামগ্ৰী ক্ৰয়-বিক্ৰয় কৰিছিল বা কৰিবলৈ সুবিধা পাইছিল। অৱসৰৰ প্ৰয়োজনীয় কথা-বতৰা পতা সুচল হোৱাৰ বাবেই, খেতি সামৰা দেহাক অকণ মনৰ খবৰেৰে জুৰ পেলোৱাৰ বাবেই এই সভা উৎসৱ জনগণৰ আনন্দৰ থলী হৈ পৰিছিল। যিয়ে সভাৰ ক্ৰম-পৰম্পৰাক অধিক সবল ৰূপত গঢ়ি তুলিলে।

সময়ৰ বিৱৰ্তনত এই সভা উৎসৱসমূহ ব্যৱসায়-বাণিজ্যৰো অন্যতম ক্ষেত্ৰ হৈ পৰিল। ৰং-ৰহইচৰ মেলা হোৱাৰ দৰে ই সাংস্কৃতিক প্ৰতিভা বিকাশৰো থলী হৈ পৰিল। শেহতীয়াভাৱে সভা উৎসৱত খেল-ধেমালিৰ প্ৰতিযোগিতা, সাহিত্য প্ৰতিযোগিতা, গীত-মাত প্ৰতিযোগিতা ইত্যাদিয়ে তাকেই ইংগিত কৰে।

সাংস্কৃতিক এনাজৰী গঢ়াৰ ক্ষেত্ৰত উৎসৱ-অনুষ্ঠানে সদায়েই মুখ্য ভূমিকা গ্ৰহণ কৰি আহিছে। ক'ব পাৰি উৎসৱ-অনুষ্ঠান সংস্কৃতিৰ অপৰিহাৰ্য অংগ। পুৰণি সময়ছোৱাত সভা খলাত যেনেকৈ ঢুলীয়া নৃত্য প্ৰদৰ্শন কৰি, ওজাপালি প্ৰদৰ্শন কৰি সভাসমূহ লোক-সংস্কৃতিৰ অনুষ্ঠানবোৰৰ প্ৰতিপালনৰ বাহক হৈ আছিল, সম্প্ৰতি একেদৰে থিয়েটাৰ প্ৰদৰ্শন, নাট প্ৰদৰ্শন, গীত-মাত প্ৰতিযোগিতায়ো তাকেই কৰি আছে। লোক-নাট্য আদি পৰিবেশ্য কলাসমূহক ধৰি ৰখাৰ ক্ষেত্ৰত সভা উৎসৱৰ দৰে অনুষ্ঠানেই মুখ্য ভূমিকা গ্ৰহণ কৰি আহিছে। ই জাতিৰ সংস্কৃতিৰ এক বিশেষ আৰু শুভ লক্ষণ।

এই সাধাৰণ আলোচনাৰ আঁত ধৰি ক'ব পৰা যায় যে পুৰণি কামৰূপৰ সভা উৎসৱ বা সভা মহোৎসৱ এটি বিশিষ্ট লোক-উৎসৱ। যিয়ে উৎসৱ-অনুষ্ঠানৰ সকলো সংযুক্তি স্বীকাৰ কৰি জনসমাজত বহলভাৱে প্ৰচলিত হৈ আছে। আধ্যাত্মিক প্ৰভাৱৰ লগতে সাংস্কৃতিক-সামাজিক দিশতো এই সভা মহোৎসৱৰ প্ৰভাৱ অনস্বীকাৰ্য। উল্লেখ কৰি থোৱা ভাল হ'ব যে লোক-সংস্কৃতিৰ পণ্ডিত সমাজে লোক-উৎসৱক যি চাৰিটা ভাগত ভাগ কৰিছে তাৰ ভিতৰত সভা উৎসৱ প্ৰথম শ্ৰেণীত অৰ্থাৎ 'ঋতুকালীন উৎসৱ' শিতানতে পৰিব বুলি ক'ব পাৰি। (ঋতুকালীন, পঞ্জিকা-আশ্ৰয়ী, সীমিন অংশগ্ৰহণ কৰা, সংস্কাৰমূলক বা ঘৰুৱা উৎসৱ অনুষ্ঠান) অৱশ্যে তিথি অনুসৰি অনুষ্ঠিত দুই-এখন সভাক পঞ্জিকা-আশ্ৰয়ী উৎসৱ বোলাৰো থল নথকা নহয়।

'সভা' উৎসৱে জনসমাজত প্ৰেম-প্ৰীতি, ঐক্য-সম্প্ৰীতিৰ ভাব বজাই ৰখাত অৰিহণা যোগাই আহিছে। অৱশ্যে এইটো কথাও উল্লেখ কৰিব লাগিব যে উৎসৱৰ গইনা লৈ দুষ্ট লোকে দুই-একোটা দুষ্কাৰ্য কৰি উৎসৱৰ আনন্দক মাটি কৰি দিব খোজাৰ লগতে উৎসৱৰ উদ্দেশ্য আৰু সৌন্দৰ্যক নষ্ট কৰে। এনে ক্ষেত্ৰত সংশ্লিষ্ট ৰাইজৰ সচেতনতাই পুলি-পোখা উভালিব পাৰে। ব্যৱসায়-বাণিজ্যৰ যোগেদি বহু অৰ্থৰ লেন-দেন ঘটিলেও দাৰিদ্ৰ্যপীড়িত জনসমাজক অথবা নিম্ন মধ্যবিত্তক সভাৰ মেলামুখিতাই কিছু বিপাঙত পেলোৱাটোও সঁচা কথা। তথাপি জনসমাজৰ পাৰস্পৰিক সৌহাৰ্দ্য, ভাব-বিনিময় আৰু ৰং-ৰহইচৰ উৎস হিচাপে সভা উৎসৱ ৰাইজৰ অতি আদৰৰ আৰু হেঁপাহৰ উৎসৱ; ই মানুহৰ মহামিলনৰ মহোৎসৱ।

*সহায়ক গ্ৰন্থ ঃ*


- অসমীয়া লোক-সংস্কৃতিৰ আভাস— ড° নবীন চন্দ্ৰ শৰ্মা
- মিলন— স্মৃতিগ্ৰন্থ, পাতিদৰং মিঃসেঃসঃসংঘ/পুথিভঁৰাল
- অনুৰণন— মুখপত্ৰ, (প্ৰস্তাৱনা সংখ্যা), জিলিঙনি সাহিত্য-সাংস্কৃতিক গোষ্ঠী
- অসমৰ লোক-উৎসৱ— ড° প্ৰমোদ ভট্টাচাৰ্য

# অসমীয়া আলোচনী সাহিত্যলৈ নলবাৰীৰ বৰঙণি

অশ্বিনী কুমাৰ শৰ্মা

আগৰ তুলনাত আজিকালি সাহিত্যৰ অন্যান্য অংগৰ দৰে অসমীয়া ভাষাতো বিভিন্ন ৰুচিৰ আলোচনীৰ প্ৰকাশ মন কৰিবলগীয়া। সাহিত্য, সংস্কৃতি, ভৌতিক, ৰহস্যধৰ্মী, প্ৰগতিশীল, কথাছবি, খেল, কৃষি, হাস্য-ব্যংগ, জ্যোতিষ, কাব্য-কবিতা, সংগীত, শিল্প, গণিত, ভূগোল, শিক্ষা, বিজ্ঞান, চিত্ৰ, স্বাস্থ্য, শিশু-কিশোৰ, অৰ্থনীতি আদি বিভিন্ন বিষয়ক আলোচনীয়ে অসমীয়া সাহিত্য-জগতত তোলপাৰ লগাইছে। কিন্তু কথা হ'ল, এইবোৰ সৰহভাগৰে আয়ুস-কাল তেনেই চুটি। পৰ্যাপ্ত পঢ়ুৱৈৰ অভাৱ, সম্পাদনাৰ খুটি-নাটি, একঘেয়েমি, গতানুগতিকতা, প্ৰকাশৰ বেমেজালি, অৰ্থৰ নাটনি, কাগজৰ দুষ্প্ৰাপ্যতা (মাজে-সময়ে), বজাৰৰ অব্যৱস্থা, সবল-সুস্থ মৌলিক লেখাৰ চাহিদা অনুপাতে স্বল্পপ্ৰাপ্তি, ব্যৱসায়িক কৌশল অৱলম্বনত অপাৰগতা, ব্যৱসায়িক বা ব্যৱস্থাপক গোষ্ঠী আৰু আলোচনী-বাতৰি কাকতৰ সম্পাদক তথা কৰ্মীবৃন্দৰ মাজৰ কেতিয়াবা আদৰ্শগত সংঘাত, অৰ্থৰ অনৰ্থ-ঘটন, মূল্যবৃদ্ধি, কেতিয়াবা চৰকাৰী হেঁচা আদিয়েই অসমীয়া আলোচনী-বাতৰি কাকত অল্পায়ু হোৱাৰ কাৰণ। দক্ষ সম্পাদনাৰ অভাৱেও কেতিয়াবা ইয়াৰ অকাল মৃত্যু নঘটোৱা নহয়। অসমৰ চুকে-কোণে আজিকালি বিভিন্ন আলোচনী জন্ম পায় আৰু আঁঠু কাঢ়িব নৌ-জানোতেই, কোনোৱে থিয় দণ্ডা দিব পৰা হওঁতেই মৃত্যুমুখত পৰে। কেতিয়াবা কোনোৱে আকৌ গৰ্ভতেই মৃত্যুক সাৱটিব লগা হয়। কেতিয়াবা বিজ্ঞাপনতেই তাৰ জন্মৰ উক্‌মুকনিৰ ইতি পৰে। এনেবোৰ প্ৰতিকূলতাৰ ঊৰ্ধ্বলৈ গৈ যিবোৰ বাতৰি কাকত বা আলোচনী টিকি আছে, সেইবোৰে সাহিত্য-জগতত এটা অৱস্থান লাভ কৰিছে আৰু সমাজৰ দায়বদ্ধতাও পালন কৰিছে।

পুৰণি কালত চাৰিওফালে নল-খাগৰিয়ে আগুৰি থকা বাবে হোৱা নাম নলবাৰী অসমৰ ভিতৰতে সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত এখন উন্নত ঠাই। কথাতেই কোৱা হয়— 'যাৰ নাই ঘৰ-বাৰী, সি যায় নলবাৰী।' অৰ্থাৎ ঘৰ-বাৰী নোহোৱাজনেও নলবাৰীলৈ এপাক মাৰিলে মনত অলপ হ'লেও শান্তি পায়। শিক্ষা-সাহিত্য, সংস্কৃতি-ঐতিহ্য আদিৰ ফালৰ পৰা নলবাৰীক 'অসমৰ নৱদ্বীপ' বুলিও কোৱা হয়। এনেহেন খ্যাতিসম্পন্ন অঞ্চলৰ পৰা সাহিত্য-সংস্কৃতিৰ আৰু শিশু-কিশোৰৰ কেবাখনো আলোচনী আৰু বাতৰি কাকত ভিন ভিন সময়ত প্ৰকাশ লাভ কৰি অসমীয়া আলোচনী জগতলৈ কিঞ্চিৎ হ'লেও বৰঙণি যোগোৱাটো আৰু সৰু-বৰ বহু লেখক-লেখিকাক সাহিত্য-চৰ্চাৰ বাবে উৎসাহ-উদগনি যোগোৱাটো বিশেষভাৱে মন কৰিবলগীয়া। কোনো যুগ সৃষ্টি কৰিব নোৱাৰিলেও নলবাৰী অঞ্চলৰ পৰা প্ৰকাশ পোৱা সৰু-বৰ আলোচনী আৰু বাতৰি কাকত কেইখনে কেইগৰাকীমান সাহিত্যিক যে সৃষ্টি কৰিছে, সি ধ্ৰুপ।

স্কুল-কলেজ বা অন্যান্য অনুষ্ঠান-প্ৰতিষ্ঠান, সংঘ-সংস্থা আদিয়ে প্ৰকাশ কৰা বাৰ্ষিক বা সাময়িক পত্ৰিকা, ছপা বা হাতে লিখা আলোচনী, প্ৰাচীৰ পত্ৰিকা, অনুষ্ঠানবোৰৰ ৰূপালী, সোণালী, হীৰক, প্লেটিনাম, শতবৰ্ষ আদি জয়ন্তী বৰ্ষ উপলক্ষে প্ৰকাশ কৰা পত্ৰিকা বা স্মৃতিগ্ৰন্থবোৰ, বিভিন্ন ধৰ্মীয় আৰু সামাজিক-সাংস্কৃতিক অনুষ্ঠানবোৰৰ (যেনে— ৰাসযাত্ৰা, দুৰ্গাপূজা, যজ্ঞানুষ্ঠান, শিল্পানুষ্ঠান, নাট্য সন্মিলন, শিশু সমাৰোহ,



ভ্ৰাম্যমাণ থিয়েটাৰ, কলা-সংস্কৃতিৰ আন আন অনুষ্ঠানবোৰ) বাৰ্ষিক পত্ৰিকাবোৰেও বৃহত্তৰ নলবাৰী অঞ্চলৰ সাহিত্য-সংস্কৃতি চৰ্চাৰ ঐতিহ্য বহন কৰি আহিছে।

মন কৰিবলগীয়া কথা যে, অসমৰ বিদ্যালয়সমূহত আলোচনী প্ৰকাশ কৰাৰ প্ৰথম উদ্যোক্তা আছিল নলবাৰীৰেই এগৰাকী সুযোগ্য সন্তান, অসম সাহিত্য সভাৰ প্ৰথমগৰাকী সম্পাদক, বিশিষ্ট গল্পকাৰ, শিক্ষাবিদ শৰৎ চন্দ্ৰ গোস্বামীদেৱ। তেওঁ যোৰহাট নৰ্মাল স্কুলত প্ৰতিষ্ঠা কৰা 'প্ৰভাত' (যিটো নাম তেওঁৰ অকালতে মৃত্যু হোৱা একমাত্ৰ পুত্ৰ প্ৰভাতৰ স্মৃতিত ৰখা হৈছিল) নামৰ আলোচনীখনেই হ'ল অসমৰ বিদ্যালয়সমূহৰ ভিতৰত প্ৰকাশ পোৱা সৰ্বপ্ৰথম আলোচনী। আনহাতে গুৱাহাটী বিশ্ববিদ্যালয়ৰো প্ৰথম বছৰ, প্ৰথম সংখ্যা আলোচনীৰ সম্পাদক আছিল অসমৰ লোক-সংস্কৃতিৰ গৱেষক, ভাষাবিদ নলবৰীয়া ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যদেৱ। বৰ্তমানে নলবাৰী আৰু ইয়াৰ উপকণ্ঠ অঞ্চলৰ সৰহসংখ্যক বিদ্যালয়, মহাবিদ্যালয় বা আন শিক্ষানুষ্ঠানবোৰৰ পৰা নিয়মিতভাৱে বাৰ্ষিক মুখপত্ৰ আদি প্ৰকাশ পাই আহিছে। নলবাৰী কলেজ, মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়, নলবাৰী বাণিজ্য মহাবিদ্যালয়, আইন মহাবিদ্যালয়, দক্ষিণ নলবাৰী মহাবিদ্যালয়, শংকৰদেৱ একাডেমি, বৰভাগ মহাবিদ্যালয়, টিহু মহাবিদ্যালয়, বৰমা মহাবিদ্যালয়, কামৰূপ মহাবিদ্যালয় (চামতা) আদিৰ উপৰি ঐতিহ্যপূৰ্ণ নলবাৰী গৰ্ডন উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বাৰ্ষিক মুখপত্ৰ 'নৈবেদ্য', নলবাৰী ছোৱালী উচ্চতৰ মাধ্যমিকৰ 'নীলাকাশ', মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠৰ 'বৰ্ত্তি', দেৱীৰাম পাঠশালা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ 'আৰতি', কামৰূপ বিদ্যাপীঠ, মুগকুছিৰ 'অংকিতা', চান্দকুছি পাব্লিক হাইস্কুলৰ 'মিনতি', বনগাঁও উচ্চতৰ মাধ্যমিকৰ 'বীণা', পূববাঁহজানী গোপালথান বালিকা বিদ্যামন্দিৰৰ 'ৰেঙণি', গোপালথান পলিটেক্‌নিকেল ইনষ্টিটিউচনৰ 'কামনা', গংগাপুখুৰী বৰকুৰিহা উচ্চতৰ মাধ্যমিকৰ 'অঞ্জলি', মৰোৱা আনন্দৰাম উচ্চতৰ মাধ্যমিকৰ 'নৱজ্যোতি', ৰঘুনাথ চৌধুৰী উচ্চতৰ মাধ্যমিকৰ 'সেৰিকা', বালি বিদ্যাপীঠৰ 'উদ্যোগ', কুমাৰীকাটা উচ্চতৰ মাধ্যমিকৰ 'অৰুণোদয়', ককয়া উচ্চতৰ মাধ্যমিকৰ 'উষা', চামতা উচ্চতৰ মাধ্যমিকৰ 'ভাৰতী', শোলমাৰা উচ্চতৰ মাধ্যমিকৰ 'জ্যোৎস্না', আঁৰিকুছি উচ্চ মাধ্যমিকৰ 'মিলন-জ্যোতি', পানীগাঁও মিলন হাইস্কুলৰ 'পষ্পাঞ্জলি', বেলশৰ উচ্চতৰ মাধ্যমিকৰ 'নৱযুগ' আদিৰ উপৰি বৰ্তমানে 'বড়ো টেৰিট'ৰিয়েল অটোন'মাছ ডিষ্ট্ৰি''ৰ অন্তৰ্ভুক্ত, সিদিনালৈকে নলবাৰী জিলাত থকা আঠিয়াবাৰী বিদ্যামন্দিৰ (উচ্চতৰ মাধ্যমিক)ৰ 'মঞ্জৰী', থমনা-বীণাপাণি উচ্চ মাধ্যমিকৰ 'প্ৰদীপ', মুছলপুৰ উচ্চতৰ মাধ্যমিকৰ 'অৰণি' আদি আলোচনীয়ে নলবাৰী অঞ্চলৰ ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰীবৃন্দৰ সাহিত্য-চৰ্চাৰ বাহন হিচাপে কাম কৰি আহিছে। এইবোৰৰ বাহিৰেও নলবাৰী এলেকাৰ আন বহুতো বিদ্যালয়-মহাবিদ্যালয়ৰ বাৰ্ষিক মুখপত্ৰসমূহৰ ভূমিকা নিঃসন্দেহে প্ৰশংসনীয়, যিবোৰৰ নাম আমাৰ অজ্ঞাতে ৰৈ গৈছে।

ব্যৱসায়িক ভিত্তিত নলবাৰী অঞ্চলৰ পৰা প্ৰকাশ পোৱা প্ৰথমখন আলোচনী আছিল 'জেউতি'। ইং ১৯৫১ চনত প্ৰকাশ লাভ কৰা এই আলোচনীখনৰ উদ্যোক্তা আছিল ঈশ্বৰ চন্দ্ৰ বৰুৱা, ধৰ্মদাস চৌধুৰী আৰু কালীন্দ্ৰ নাথ কলিতা। এসময়ত কবি জমিৰুদ্দিনৰ সম্পাদনাত 'মিনাৰ' আৰু 'নূৰে ইছলাম' নামৰ আন দুখন আলোচনীও নলবাৰীৰ পৰাই প্ৰকাশ লাভ কৰিছিল। মাহেকীয়া আলোচনী 'ওচমান', 'সহযাত্ৰী', 'নিৰ্মালি', 'মিছিল' আদিয়েও এসময়ত নলবৰীয়া বিদ্বৎ সমাজৰ মাজত প্ৰকাশ লাভ কৰি জনপ্ৰিয়তা অৰ্জন কৰিছিল। ৰঞ্জন চক্ৰৱৰ্তী আৰু দিপীকা পৰদেশীৰ সম্পাদনাত 'অধিকাৰ', শ্যামল দত্তৰ সম্পাদনাত 'জুই', জিতেন দাস আৰু আব্দুল মজিদৰ সম্পাদনাত 'মুখা', উপেন হালৈৰ সম্পাদনাত 'সুবাস' (কবিতা আলোচনী) আদি আলোচনীয়ে সাময়িকভাৱে দেখা দি মুখ লুকুৱালেও সিবোৰে দি যোৱা অৱদান অঞ্চলভিত্তিত নগণ্য নহয়।

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, অসমীয়া সমালোচনা সাহিত্যত সৰ্বপ্ৰথম সাহিত্য অকাডেমী বঁটা বিজেতা গল্পকাৰ-সমালোচক, নলবাৰীৰ গৌৰৱ ত্ৰৈলোক্য নাথ গোস্বামীদেৱেও আশীৰ দশকত সাহিত্য-সংস্কৃতিমূলক তত্ত্বগধূৰ আলোচনী 'মন্দাকিনী' সম্পাদনা কৰিছিল। অৱশ্যে ই সৰহ দিন টিকি নাথাকিল। ইং ১৯৭২ চনত অশ্বিনী কুমাৰ শৰ্মা আৰু ৰুচিনাথ শৰ্মাৰ যুটীয়া সম্পাদনাত দুমহীয়া শিশু আলোচনী 'কাকলি'য়ে প্ৰকাশ লাভ কৰি সমগ্ৰ অসমতে জনপ্ৰিয় হৈ উঠিছিল। 'কাকলি'য়ে সুদূৰ অৰুণাচল, মেঘালয় আদিতো প্ৰচাৰ লাভ কৰি শিশু-চেমনীয়াহঁতৰ হিয়াৰ আমঠু হৈ উঠিছিল। 'কাকলি'ৰে সমসাময়িকভাৱে ড° হৰিদত্ত শৰ্মাৰ সম্পাদনাত 'বিস্ফোৰণ' নামেৰে আন এখন সাহিত্যালোচনী প্ৰকাশ পাইছিল। নব্বৈৰ দশকত পুনৰ অশ্বিনী কুমাৰ শৰ্মাৰ মুখ্য সম্পাদনাত অসম সাহিত্য সভাৰ অন্তৰ্গত শাখা সাহিত্য সভা নলবাৰীৰ 'সূৰুয সাহিত্য সমাজ'ৰ উদ্যোগত এখনি তিনিমহীয়া শিশু-কিশোৰ আলোচনী প্ৰকাশ পাইছিল, যিখনৰ নাম আছিল 'সূৰুয'। শাখা সাহিত্য সভাৰ পৰা প্ৰকাশ লাভ কৰা বোধহয় এইখনেই অসমৰ সৰ্বপ্ৰথম শিশু আলোচনী। 'কাকলি' আছিল নলবাৰীৰ পৰা প্ৰকাশিত প্ৰথম শিশু আলোচনী।

ইয়াৰ বাহিৰেও নলবাৰী জিলাৰ বিভিন্ন শাখা সাহিত্য সভাৰ পৰা বিভিন্ন আলোচনীয়ে বাৰ্ষিক প্ৰকাশ হিচাপে মুখ দেখুৱাই আহিছে। সেইবোৰৰ ভিতৰত উল্লেখযোগ্য হ'ল নলবাৰী জিলা সাহিত্য সভাৰ 'নলশ্ৰী', সেউজী সাহিত্য কাননৰ 'সেউজ সৌৰভ', টিহু শাখা সাহিত্য সভাৰ 'লখিমী', নলবাৰী সাহিত্য সমাজৰ বাৰ্ষিক মুখপত্ৰ, অনুৰাগ সাহিত্য সমাজৰ 'অনুৰাগ', আৰ্য সাহিত্য সভাৰ 'আৰ্যশ্ৰী', বৰভাগ শাখা সাহিত্য সভাৰ 'সমুদ্ৰ শংখ', কমাৰকুছি শাখা সাহিত্য সভাৰ 'পাগলাদিয়া', নলবাৰী জিলা লেখক সভাৰ 'লেখনি', বাস্কা আঞ্চলিক সাহিত্য সভাৰ 'মৌচুমী', বিষ্ণুজ্যোতি শাখা সাহিত্য সভাৰ 'বৰ্ণালি' আদি উল্লেখযোগ্য। এইবোৰৰ উপৰি নলবাৰীৰ বিভিন্ন অঞ্চলৰ শাখা আৰু স্বীকৃত সাহিত্য সভাসমূহৰ পৰা বিভিন্ন সাময়িকী, পত্ৰিকা আদি প্ৰকাশ হৈ আছে।

এসময়ত নলবাৰীৰ পৰা ড° পৰাগ কুমাৰ ভট্টাচাৰ্যৰ সম্পাদনাত 'আংগিক', 'নতুন দিগন্ত', নবীন ডেকাৰ সম্পাদনাত 'অগ্নিগৰ্ভা' (১৯৭৭ চনত প্ৰথমে বাতৰি কাকতৰূপে প্ৰকাশ), দীন কলিতাৰ সম্পাদনাত 'বিবৰ্তন', গদা বৰ্মন পিছলৈ তৰুণ বৰ্মন আৰু গোবিন্দ বৰ্মনৰ সম্পাদনাত 'ভূমুকি', খৰ্গধৰ ডেকাৰ সম্পাদনাত 'জ্যোৎস্না', পদ্মধৰ কলিতাৰ সম্পাদনাত 'সাম্প্ৰতিকী', চবিন বৰ্মনৰ সম্পাদনাত 'বিকিৰণ', অশ্বিনী কুমাৰ শৰ্মাৰ সম্পাদনাত 'সাহিত্যৰ চিন্তা-চৰ্চা', ধৰণীধৰ দাসৰ সম্পাদনাত 'প্ৰভাত', দিলীপ শৰ্মাৰ সম্পাদনাত 'জ্যোতি', কামালুদ্দিন জমিৰৰ সম্পাদনাত 'অগ্নিবাণ', জ্ঞানেন্দ্ৰ কলিতাৰ সম্পাদনাত 'ৰেঙণি', পাৰ্থপ্ৰতিম শৰ্মাৰ সম্পাদনাত আন এখন 'ৰেঙণি', ভৈৰৱ দাসৰ সম্পাদনাত 'সমীক্ষা', ৰোহিণী মেধিৰ সম্পাদনাত 'পূৰ্বালি', শশী শৰ্মাৰ সম্পাদনাত 'গণ-সাহিত্য', উপেন হালৈ আৰু কমল কুমাৰ শৰ্মাৰ মুখ্য সম্পাদনা আৰু প্ৰেমানন্দ তালুকদাৰৰ সম্পাদনাত 'বিশ্বদূত', খগেন ডেকাৰ সম্পাদনাত 'কাব্যতীৰ্থ', ধনেশ্বৰ হুজুৰীৰ সম্পাদনাত 'সংকল্প', গোপাল বৰ্মনৰ সম্পাদনাত 'অনুৰণন', দণ্ডীৰাম দাসৰ সম্পাদনাত 'পৰাগ' আদি

আলোচনীয়ে প্ৰকাশ লাভ কৰি এচাম সাহিত্যিক সৃষ্টি কৰাত অৰিহণা যোগাইছিল। 'নৱধাৰা' (সম্পাদক— প্ৰফুল্ল গোস্বামী), 'উঁহ' (সম্পাদক— ব্ৰজেন দাস), 'শূন্য' (সম্পাদক— নৃপেন চক্ৰৱৰ্তী), 'সম্প্ৰীতি' (মুখ্য সম্পাদক— জেহিৰুল হক), 'নতুন কবিতা' (সম্পাদক— নৰেশ কলিতা), 'পোহৰ' (যুটীয়া সম্পাদক— মুকুল শৰ্মা আৰু নীল কমল), 'প্ৰান্তৰ' (সম্পাদক— ওৱাহিদ্দুজ জামান), 'পাউৰা' (সম্পাদক— পংকজ বেজবৰুৱা), 'যুগবাণী' (সম্পাদক— ৰত্নেশ্বৰ মেধি), 'প্ৰতিশ্ৰুতি' (মুখ্য সম্পাদক— অশ্বিনী কুমাৰ শৰ্মা; সম্পাদক— দীনেশ চন্দ্ৰ বেজবৰুৱা), 'পৰাধীন দেশ মুকুতিৰ গান' (সম্পাদক— শান্তনু শৰ্মা), 'শব্দিতা' (সম্পাদক— দিলীপ বৰ্মন), 'সৌৰভ' (সম্পাদক— ভবেশ চৌধুৰী), 'পূৰ্ণিমা' (সম্পাদক— শ্বেখ মফিজুৰ ৰহমান) আদি আলোচনীয়েও এসময়ত নলবৰীয়া সাহিত্যিক আৰু সাহিত্যপ্ৰেমীৰ মাজত জনপ্ৰিয়তা লাভ কৰিছিল। এইবোৰৰ ভিতৰত 'উঁহ' আৰু 'শূন্য' আছিল মিনি আলোচনী আৰু 'নতুন কবিতা', 'পৰাধীন দেশ মুকুতিৰ গান', 'প্ৰতিশ্ৰুতি', 'শব্দিতা' আদি আছিল কবিতা আলোচনী। আন এখন লেখত ল'বলগীয়া কবিতা আলোচনী হ'ল— তৰুণ বৰ্মন, পুলক বৰ্মনৰ সম্পাদনাত প্ৰকাশিত 'সেউজী সেউজী'।

এসময়ত ৰত্নেশ্বৰ মেধিয়ে 'গণ-সাহিত্য', অশ্বিনী কুমাৰ শৰ্মাই কবিতা আলোচনী 'অংকুৰণ', 'সেউজী পথাৰৰ সোণালী শইচ', হৰেকৃষ্ণ দাস আৰু কমল শৰ্মাই শিশু আলোচনী 'নিৰ্মালি' সম্পাদনা কৰি উলিয়াইছিল। 'মহাৰথী' (মুখ্য সম্পাদক— যাদৱ সেন ডেকা), 'নৱউৰ্মি' (সম্পাদক— যাদৱ সেন ডেকা), 'গল্পাঞ্জলি' (সম্পাদক— ড° বসন্ত কুমাৰ ভট্টাচাৰ্য, অশ্বিনী কুমাৰ শৰ্মা), 'প্ৰতিবিম্ব' (সম্পাদক— সুকুমাৰ পাঠক), 'সমীৰ' (সম্পাদক— গোলোক চন্দ্ৰ কলিতা), 'প্ৰভাতী' (সম্পাদক— যোগেন্দ্ৰ নাথ কলিতা), 'আলোড়ন' (সম্পাদক— দীপক কুমাৰ ডেকা), 'লেজাৰ' ('L.A.S.E.R.' সম্পাদক— 'কবিন শালৈ' ছদ্মনামত প্ৰবীণ শালৈ), 'পল্লৱ' (সম্পাদক— ধীৰেন্দ্ৰ নাথ শৰ্মা), 'ভাওনা' (সম্পাদক— গোকুল বৰপূজাৰী) আদিৰ উপৰি 'কল্পতৰু', 'উদ্‌গীৰণ', 'দাপোণ', 'পূৰবী' আদি আলোচনীয়েও নলবাৰীত জনপ্ৰিয়তা লাভ কৰিছিল। অৰূপ কুমাৰ শৰ্মাই সম্পাদনা কৰা 'চিত্ৰাঞ্জলি' (মুখ্য সম্পাদক— ভবেন বৰুৱা), ঘগ্ৰাপাৰৰ পৰা এসময়ত গিয়াছুদ্দিন আহমদ আৰু আন এবাৰ ৰামেশ্বৰ কলিতাৰ সম্পাদনাত প্ৰকাশ পোৱা ভিন ভিন দুখন আলোচনী প্ৰকাশ লাভ কৰিছিল। পংকজ গোবিন্দ মেধিৰ সম্পাদনাৰ 'অসমীয়া পত্ৰিকা', দিগন্ত বৰ্মনৰ মুখ্য সম্পাদনাৰ 'সুহৃৰি', দীপক মিশ্ৰৰ সম্পাদনাৰ 'যুৱ স্পন্দন', ক্ষিতীশ তালুকদাৰৰ সম্পাদনাৰ 'নতুন সৃষ্টি', অশ্বিনী কুমাৰ শৰ্মাৰ মুখ্য সম্পাদনা আৰু পংকজ শৰ্মাৰ সম্পাদনাৰ শিশু আলোচনী 'কৰ্ণিকা', সঞ্জীৱ কুমাৰ দাসৰ সম্পাদনাৰ শিশু আলোচনী 'দূবৰি', প্ৰণৱ কুমাৰ বৰ্মনৰ সম্পাদনাৰ 'প্ৰতিকাল' আদিও অসমীয়া ভিন্নসুৰী আলোচনী জগতলৈ বিশেষ সংযোজন। এসময়ত 'ঈগল', 'কংকণ', 'দিগন্ত', 'যুগহংস', 'কালান্তৰ', 'আভা', 'সাঁকো' আদি আলোচনীয়েও নলবাৰীত প্ৰকাশ লাভ কৰি সাহিত্যপ্ৰেমীৰ জনপ্ৰিয়তা লাভ কৰিছিল। 'প্ৰত্যয', 'কবিতা গধূলি' আদি আলোচনী যেনেদৰে নলবাৰীৰ উপকণ্ঠ যথাক্ৰমে বগল'চ্ চ'ক, বৰমা আদি ঠাইৰ পৰা প্ৰকাশ পাই সেই সেই অঞ্চলৰ সাহিত্য-প্ৰীতিৰ নিদৰ্শন দেখুৱাইছে, তেনেদৰে বালা মুগকুছি চ'ক, যাঠিকুছি, ধম্‌ধমা, বালিলেছা, টিহু, মুকালমুৱা, বৰভাগ, মৰোৱা, থমনা মহলপুৰ, নিকাচি, তামুলপুৰ, বাগানপাৰা, চামতা, পানীগাঁও, শোলমাৰা, অময়াপুৰ, মদন মোহন সখোৱা বানামূৰ, চ'ক বজাৰ, বৰনৰ্দ্দী, বাঁহজানী আদি ঠাইৰ পৰাও ভিন ভিন আলোচনী প্ৰকাশ পাই সাহিত্য ক্ষেত্ৰত কিঞ্চিৎ নহয় কিঞ্চিৎ অৱদান আগবঢ়াইছে। বৰক্ষেত্ৰীৰ পৰা নীলকান্ত কলিতাৰ সম্পাদনাত প্ৰকাশ পোৱা 'বৰক্ষেত্ৰী সংবাদে' নলবাৰী অঞ্চলৰ চুকে-কোণে সোমাই এটি সাহিত্যিক বাতাবৰণ সৃষ্টি কৰিছিল। সাহপুৰৰ পৰা গণেশ বৰ্মনে 'ৰ'দালি', টিহুৰ পৰা নিৰঞ্জন দত্তই 'মৌচুমী', গোপাল বজাৰৰ পৰা গোকুল চন্দ্ৰ ডেকাই তিনিমহীয়া 'আনন্দম্' আলোচনী সম্পাদনা কৰি সাহিত্য চৰ্চাৰ পৰিবেশ এটি সৃষ্টি কৰিছিল। ড° বসন্ত কুমাৰ ভট্টাচাৰ্যৰ মুখ্য সম্পাদনাত প্ৰকাশিত 'আমাৰ সৃষ্টি' আৰু 'অখণ্ড জ্যোতি' বেলশৰৰ প্ৰদীপ মেনাৰ সম্পাদনাৰ 'ন-বোৱাৰী'ও উল্লেখ্য।

নলবাৰী শিশু মহোৎসৱৰ বাৰ্ষিক পত্ৰিকা 'বেলিফুল', ৰাস মহোৎসৱৰ বছৰেকীয়া 'প্ৰকাশ', নলবাৰী জিলা ছাত্ৰ সন্থাৰ 'জনমত আৰু ছাত্ৰ সন্থা', বাঁহজানী আঞ্চলিক ছাত্ৰ সন্থাৰ মুখপত্ৰ 'বাঁহজানী', অসম বিজ্ঞান সমিতিৰ অন্তৰ্গত নলবাৰী শাখা বিজ্ঞান সমিতিৰ মুখপত্ৰ 'বিজ্ঞান পত্ৰ', ছাত্ৰ বিজ্ঞান সমিতিৰ 'বিজ্ঞান প্ৰবাহ', মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়ৰ শিক্ষা বিভাগৰ পত্ৰিকা 'প্ৰজ্ঞা', 'উইমেনচ্ ফ'ৰাম'ৰ মুখপত্ৰ 'অৰ্দ্ধ আকাশ', আন্তঃ মহাবিদ্যালয় (নলবাৰী) মাহেকীয়া আলোচনী 'মাহেকীয়া কলেজ', নলবাৰী জিলা অধিবিদ্যা পৰিষদৰ বাৰ্ষিক প্ৰকাশ,'বিদ্যাশ্ৰী' নলবাৰী জিলা কৰ্মচাৰী পৰিষদৰ বাৰ্ষিক মুখপত্ৰ, গুণমণি বৰ্মনৰ সম্পাদনাত প্ৰকাশিত শিক্ষামূলক আলোচনী 'প্ৰজ্ঞান', নলবাৰী 'থিওচ'ফিকেল ল'জ'ৰ মুখপত্ৰ আদিও মন কৰিবলগীয়া।

আলোচনীৰ উপৰি নলবাৰীৰ পৰা সময়ে সময়ে বিভিন্ন বাতৰি কাকতো প্ৰকাশ পাই আহিছে। এসময়ত নলবাৰী সদৰৰ পৰা 'অসমী' নামেৰে এখন সাপ্তাহিক বাতৰি কাকতে প্ৰকাশ লাভ কৰিছিল। মুকুল শৰ্মাৰ সম্পাদনাত প্ৰকাশ পোৱা 'জাগ্ৰত প্ৰহৰী'য়ে নলবাৰী আৰু নলবাৰীৰ বাহিৰতো জনপ্ৰিয় হৈ উঠিছিল। অনিল মজুমদাৰৰ সম্পাদনাত 'নিচান' নামেৰে আন এখন সাপ্তাহিক বাতৰি কাকত প্ৰকাশ পাইছিল যদিও সি স্থায়ী নহ'ল। মজুমদাৰ 'নতুন দিন' দৈনিক বাতৰি কাকতখনৰ সম্পাদনা কাৰ্যত জড়িত। অৰূপ কুমাৰ শৰ্মাই 'সমন্বয় সংবাদ' আৰু 'চিত্ৰবাণী' বুলি যথাক্ৰমে সাহিত্য-সংস্কৃতিমূলক আৰু কথাছবি বিষয়ক দুখন বাৰ্তালোচনী সম্পাদনা কৰিছিল। পিছে, ইয়াৰো আয়ুস তেনেই চুটি আছিল। এসময়ত প্ৰহাস কুমাৰ ভট্টাচাৰ্যই সম্পাদনা কৰিছিল 'জাতীয় কৃষ্টি মৰ্চা'ৰ সাপ্তাহিক বাতৰি কাকত 'যুগকণ্ঠ'। বিহামপুৰৰ পৰাই হৰজিৎ নাৰায়ণ দত্তৰ সম্পাদনাৰ 'সংগ্ৰাম', বৰভাগৰ পৰা প্ৰকাশিত 'নৱ-প্ৰভাত', 'বৰভাগ সংবাদ', মৰোৱাৰ পৰা পৰমানন্দ মেধিৰ সম্পাদনাৰ 'জন বাতৰি', শোলমাৰাৰ পৰা বীৰেন্দ্ৰ বৰ্মনৰ সম্পাদনাৰ পষেকীয়া 'আমাৰ গাঁও', নলবাৰীৰ পৰা এম. মহিবুৰ ৰহমান, দিলীপ হালৈ আদিৰ সম্পাদনাৰ 'নতুন বাতৰি', ১৯৯৩ চনত নৱ কুমাৰ বৰ্মনৰ সম্পাদনাৰ 'আজিৰ নলবাৰী' আদিৰ আয়ুস কাল বেছি নাছিল যদিও ই এটি সৎ প্ৰচেষ্টা আছিল। ১৯৯৬ চনত ৰোহিণী মেধিৰ সম্পাদনাত 'আমাৰ নলবাৰী' নামেৰে যিখন বাতৰি কাকতে জন্ম লাভ কৰিছিল, সিয়ে সাপ্তাহিক ৰূপত আজিও ওৱাহিদুজ জামানৰ সম্পাদনাত প্ৰকাশ হৈ আছে। নলবাৰীৰ পৰা বৰ্তমানেও চলি থকা আন এখন জনপ্ৰিয় সাপ্তাহিক বাতৰি কাকত হ'ল 'লুইত জ্যোতি', যিখনৰ মুখ্য সম্পাদক অৰূপ কুমাৰ শৰ্মা।

বিভিন্নজনৰ সম্পাদনা আৰু প্ৰকাশনাত নলবাৰীৰ পৰা প্ৰকাশ পোৱা এই আলোচনী আৰু বাতৰি কাকতসমূহৰ উপৰি নলবাৰীৰ বাহিৰত থাকি নলবৰীয়া বহুকেইগৰাকী গুণী-জ্ঞানী ব্যক্তিয়ে বিভিন্ন আলোচনী আৰু বাতৰি কাকত সম্পাদনা কৰিছিল আৰু কৰি আছে।



নলবাৰীৰ পৰা প্ৰকাশিত নহ'লেও সেই আলোচনী আৰু বাতৰি কাকতসমূহত জড়িত নলবৰীয়া সাহিত্য শক্তি কেতিয়াও উলাই কৰিব নোৱাৰি।

নলবাৰী জিলাৰ লাউপাৰা গাঁৱত জন্মা বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে বিংশ শতিকাৰ প্ৰথমাৰ্ধতে শিশু আলোচনী 'মইনা' (১৯২৫) ৰ উপৰি 'জয়ন্তী' (১৯৩২) আৰু 'সুৰভি' আলোচনী গুৱাহাটীৰ পৰা সম্পাদনা কৰি নলবাৰীলৈ গৌৰৱ কঢ়িয়াই আনিছিল। তেওঁ পিছলৈ যুগান্তকাৰী আলোচনী 'জোনাকী'ৰো সহকাৰী সম্পাদকৰ পদত কাৰ্যনিৰ্বাহ কৰিছিল। ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত 'আসাম বান্ধৱ' আলোচনীখনৰো সম্পাদক আছিল নলবাৰীৰেই (বনগাঁৱৰ) তাৰানাথ চক্ৰৱৰ্তী, 'কাব্য বিনোদ' দেৱ বৰভাগৰ সতীশ চন্দ্ৰ কাকতীয়ে 'দি আছাম ট্ৰিবিউন', 'অসম বাণী' আদি কাকত সম্পাদনা কৰি কৃতিত্বৰ পৰিচয় দিছিল। নলবাৰীৰ মুনীন্দ্ৰ নাৰায়ণ দত্তবৰুৱাই গুৱাহাটীৰ পৰা 'সাপ্তাহিক নীলাচল', ৰমেন্দ্ৰ নাৰায়ণ দত্তবৰুৱাই ইংৰাজী 'নিউজষ্টাৰ' আৰু অসমীয়া আলোচনী 'মনোৰঞ্জন', ড° চন্দ্ৰমোহন শৰ্মাই সাপ্তাহিক 'জনজীৱন', মাহেকীয়া 'বিজ্ঞান জেউতি' (আলোচনী), 'সঁফুৰা', গিৰিধৰ শৰ্মাই 'নৱদূত' (আলোচনী), গৌৰীকান্ত তালুকদাৰে 'দীপক' (শিশু আলোচনী), নিৰুপমা বৰগোহাঞিয়ে 'সাপ্তাহিক জনজীৱন', 'সাঁচিপাত', পষেকীয়া 'চিত্ৰাংগদা', যোগেশ চৌধুৰীয়ে দিল্লীৰ পৰা প্ৰকাশিত 'টাইমচ্ছ্ অব্ ইণ্ডিয়া', গিৰীশ চন্দ্ৰ শৰ্মাই 'নৰ্থ ইষ্ট অব্‌জাৰভাৰ', ড° সোণেশ্বৰ শৰ্মাই 'বিজ্ঞান জেউতি', ড° অৱনী কুমাৰ ভাগৱতীয়ে 'ভৌগোলিকা' (ভূগোল বিষয়ক প্ৰথম অসমীয়া আলোচনী), হেমন্ত বৰ্মনে 'শ্ৰীময়ী'ৰ সম্পাদক হোৱাৰ পূৰ্বে নতুন দৈনিক, দি ছেন্টিনেল আদি কাকত-আলোচনীৰ সম্পাদনাৰ স'তে জড়িত হৈ সেৱা আগবঢ়াইছিল। বৰ্মন বৰ্তমান 'দৈনিক জনমভূমি'ৰ সম্পাদক। নিৰুপমা বৰগোহাঞি এসময়ত সাপ্তাহিক 'নীলাচল'ৰো উপ-সম্পাদিকা আছিল। দীঘেলীৰ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য আছিল 'নতুন অসমীয়া' বাতৰি কাকতখনৰ উপ-সম্পাদক। এসময়ৰ দৰং আৰু বৰ্তমানৰ শোণিতপুৰ জিলাৰ পৰা প্ৰকাশিত 'মহাজাতি' আৰু গুৱাহাটীৰ পৰা প্ৰকাশিত 'নতুন অসমীয়া'ৰ কলবাৰীৰ (শোণিতপুৰ) সংবাদদাতা নলবাৰীৰ (বৰ আজাৰা-বানামূৰৰ) অশ্বিনী কুমাৰ শৰ্মাই কলাবাৰীৰ পৰা 'সৃষ্টি' নামেৰে এখন বাৰ্তালোচনীৰো সম্পাদনা কৰিছিল। নলবাৰীৰ ভাগ্য কলিতা আৰু বেলশৰত জন্মগ্ৰহণ কৰা ময়ূৰ তালুকদাৰে ক্ৰমে 'দৈনিক বাতৰি' আৰু 'অসমীয়া খবৰ' কাকত প্ৰকাশ কৰিছে। ককয়া-ধকুৱাবন্ধাৰ প্ৰতাপ চন্দ্ৰ ভাগৱতী এসময়ত 'নৱযুগ' আলোচনীৰ সহকাৰী সম্পাদক আছিল। এইগাঁৱত জন্ম লাভ কৰা ভূপেন্দ্ৰনাথ ভট্টাচাৰ্যই বিভিন্ন কাকত আলোচনীৰ সম্পাদনাৰ স'তে জড়িত হৈ দৈনিক বাতৰিৰ কাৰ্যবাহী সম্পাদক ৰূপে কাৰ্যনিবাহ কৰি আছে। জানিগোগ কৰেবাৰীৰ কামিনী কুমাৰ শৰ্মাই 'প্ৰাক্‌জ্যোতি' নামৰ জ্যোতিষ আলোচনী এখন সম্পাদনা কৰিছিল গুৱাহাটীৰ পৰাই। অগ্ৰদূত কাকতৰ জৰিয়তে দীৰ্ঘদিন ধৰি সাংবাদিকতাৰ সেৱা আগবঢ়োৱা বেলশৰৰ সোণেশ্বৰ পাটোৱাৰীয়ে 'ইস্তাহাৰ' নামৰ কাকতখন সম্পাদনা কৰাৰ লগতে ভালেমান কাকত সম্পাদনাৰ স'তে জড়িত হৈ আহিছে। ধকুৱাবন্ধাৰ ৰাতুল ভাগৱতীয়ে গুৱাহাটীৰ পৰা সম্পাদনা কৰা সংগীত শিল্পৰ আলোচনী 'তপোবন'খনো উল্লেখযোগ্য। সত্যেন্দ্ৰ প্ৰসাদ ডেকাৰ সম্পাদনাৰ 'সাপ্তাহিক অগ্ৰগামী', মেজৰ সত্যব্ৰত লহকৰৰ 'নাম নাই' আৰু 'নাম আছে'ৰ সম্পাদনাও মন কৰিবলগীয়া। নলবাৰীৰ নিৰুদ্দিষ্ট কবি অৱনী চক্ৰৱৰ্তীয়ে গুৱাহাটীৰ পৰা সম্পাদনা কৰিছিল 'চিৰন্তন' আৰু পৰমেশীয়ে সম্পাদনা কৰিছিল 'জিঞ্জিৰি'। দুয়োখনেই আছিল কবিতা আলোচনী। গিৰীশ শৰ্মা (টিহু) আছিল 'নতুন দৈনিক' বাতৰি কাকতৰ এসময়ৰ কাৰ্যবাহী সম্পাদক। চালেহ উদ্দিন চৌধুৰীয়ে (সানেকুছি) 'অসম সংবাদ' আৰু 'নাগৰিক', অনিল মজুমদাৰে 'জনমত', 'নতুন দিন' আদি সম্পাদনা কৰিছিল। নৱজিৎ ভাগৱতীয়ে 'আমাৰ অসম' বাতৰি কাকতৰ উপ-সম্পাদক পদত কাৰ্যনিৰ্বাহ কৰিছিল। একালত অগ্নিশালাৰ কৰুণাকান্ত শৰ্মা, মঙলদৈৰ পৰা প্ৰকাশিত 'সুৰভি', বুৰনৰ্দ্দীৰ ৰিজু হাজৰিকা 'অসমী', 'ক'মা', 'বলয়' আদি আলোচনীৰ সম্পাদক আৰু ড° সতীশ চন্দ্ৰ ভট্টাচাৰ্য 'কামধেনু'ৰ মুখ্য সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। তদুপৰি উৎপল দত্ত আছিল 'বিস্ময়'ৰ উপ-সম্পাদক। খগেন তালুকদাৰ 'প্ৰাসংগিক' আলোচনীৰ (তেজপুৰৰ পৰা প্ৰকাশিত), অৱবাৰ প্ৰমোদ বৰ্মন 'পদুম কলি'ৰ (সোণাৰিৰ পৰা প্ৰকাশিত), মৰোৱাৰ ডাঃ বিষ্ণুৰাম বৈশ্য শিলচৰ শাখা সাহিত্য সভাৰ বাৰ্ষিক মুখপত্ৰৰ, মদন মোহন সখোৱাৰ শিৱনাথ শৰ্মা গুৱাহাটীৰ পৰা প্ৰকাশিত 'ইস্তাহাৰ', অৰূপ কুমাৰ শৰ্মা 'সাপ্তাহিক অগ্ৰগতি' আদি কাকতৰ সম্পাদনা কাৰ্যত জড়িত আছিল। গোপাল বৰ্মনে এসময়ত কামৰূপ জিলা সাহিত্য সভাৰ পত্ৰিকা সম্পাদনা কৰিছিল। কুলদীপ মজুমদাৰে সম্পাদনা কৰিছিল গুৱাহাটীৰ পৰা প্ৰকাশিত 'জনশিক্ষা' আলোচনী। কবি দিনেশ গোস্বামী, দিবাকৰ মেধি ('আজিৰ অসম', 'অসমীয়া প্ৰতিদিন'ৰ উপ-সম্পাদক)নৰেশ কলিতা (সান্ধ্য বাতৰি দৈনিক অগ্ৰদূত), নৱ মিশ্ৰ (সান্ধ্য বাতৰি), অচ্যুত কুমাৰ পাটোৱাৰী, গোপী ঠাকুৰীয়া, মনোজ অগস্তি, বিভা দাস, আনোৱাৰ হুছেইন, ৰাজতিলক বৰ্মন, নয়নজ্যোতি ভূঞা (অসমীয়া প্ৰতিদিন), লীলা দেৱী ( পূবালী), ভবানী প্ৰসাদ অধিকাৰী, জ্যোতিষ ভট্টাচাৰ্য, নুৰুল আমিন (সাপ্তাহিক প্ৰবাহ), চন্দনা ডেকা (আপোন), ৰীতা চৌধুৰী (আধাৰশিলা), ড° ৰাণী মুদিয়াৰ ডেকা (ভৱিষ্যৎ), প্ৰমোদ কলিতা (বিস্ময়), উৎপল মেনা (আজি), ৰাজীৱ বৰ্মন (আজিৰ প্ৰকাশক), বলেন্দ্ৰ মোহন চক্ৰৱৰ্তী (ক্ৰীড়া আলোচনী 'অভিৰুচি') ৰঞ্জন চক্ৰৱৰ্তী(আমাৰ অসম) কুলপ্ৰদীপ ভাগৱতী (নতুন দৈনিক) আদি গুৱাহাটীৰ পৰা প্ৰকাশিত বিভিন্ন বাতৰি কাকত আৰু আলোচনীৰ সম্পাদনা কাৰ্যত জড়িত আছিল আৰু আছে। একালত সুদূৰ বাংলাদেশত থাকি বিশ্ববাৰ্তা নামৰ আলোচনী সম্পাদনা কাৰ্যত জড়িত থকা নলবৰীয়া কালীচৰণ বৰ্মনৰ নামো স্মৰ্তব্য।

অসমীয়া ' প্ৰতিদিন' কাকতৰ সম্পাদক হাইদৰ হুছেইন (গুৱাকুছিৰ), আগতে 'সাদিন', 'অসমবাণী'ৰ সম্পাদক দিলীপ চন্দন (শৰ্মা), দৈনিক আৰু তিনিদিনীয়া 'অগ্ৰদূত'ৰ সম্পাদক কনকসেন ডেকা ( বেলশৰৰ), 'শ্ৰীময়ী'ৰ সম্পাদক মনোজ কুমাৰ ভট্টাচাৰ্য (কৈঠালকুছিৰ), 'বাৰ্তা পথিলী', 'প্ৰান্তশ্ৰী' আদি আলোচনীৰ সম্পাদনা কাৰ্যত জড়িত ব্ৰজেন ডেকা, 'নতুন খবৰ'ৰ সম্পাদনা কাৰ্যত সংশ্লিষ্ট জিৎমণি শৰ্মা, 'দৈনিক অগ্ৰদূত'ৰ সহকাৰী সম্পাদক প্ৰাঞ্জল সেন ডেকা, 'অসমীয়া খবৰ'ৰ উপ-সম্পাদক দীপমণি শৰ্মা , এসময়ৰ 'চিত্ৰ সংবাদ' সাপ্তাহিকৰ জ্যেষ্ঠ উপ-সম্পাদক কমল কুমাৰ ভাগৱতী আদিৰ নামো উল্লেখযোগ্য। ছাত্ৰ-ছাত্ৰী সমাজৰ জনপ্ৰিয় 'জিজ্ঞাস' বাৰ্তালোচনীখনৰ প্ৰতিষ্ঠাপক সম্পাদকগৰাকীও নলবাৰীৰে বেলশৰৰ প্ৰদীপ কুমাৰ মেধি। টিহুৰ ৰোহিণী মেধিয়ে ১৯৮৪ চনৰ পৰা ১৯৯৮ চনলৈ সদৌ অসম হাইস্কুল শিক্ষক সন্থাৰ মুখপত্ৰখন একেৰাহে সম্পাদনা কৰাটোও মন কৰিবলগীয়া। আশা কৰা যায়, অদূৰ ভৱিষ্যতে নলবাৰীৰ বহুতো সু-সন্তানে সম্পাদনা, সাংবাদিকতা, সাহিত্য চৰ্চা আদি দিশত চৰ্চা অব্যাহত ৰাখি অসম মাতৃলৈ নিঃস্বাৰ্থ সেৱা আগবঢ়াব।

# ১৯৪৭ চনৰ ১৫ আগষ্ট আৰু বেলশৰ

অনন্ত মেধি

ভাৰতৰ স্বাধীনতা সংগ্ৰাম ইতিহাসৰ পাতত এক বৰ্ণাঢ্য অধ্যায়। বৃটিছ শাসনৰ ওৰ পেলাই স্বৰাজ প্ৰতিষ্ঠাৰ ক্ষেত্ৰত এই আন্দোলনৰ পৰিক্ৰমা আছিল অতি কষ্টকৰ আৰু যথেষ্ট কষ্টকৰ। অজস্ৰ ঘাত-প্ৰতিঘাত, হত্যা-লুণ্ঠন, অত্যাচাৰ উৎপীড়ন আদিৰে সমৃদ্ধ বৃটিছ শাসনৰ বিৰুদ্ধে দেশখনৰ জনগণে অসীম ত্যাগ স্বীকাৰ কৰি থৈ গ'ল সেয়া নিঃসন্দেহে বুৰঞ্জীয়ে চিৰকাল আওৰাই থাকিব।

১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতবৰ্ষই বৃটিছ শাসকসকলৰ পৰা আনুষ্ঠানিকভাৱে শাসনৰ বাঘজৰীডাল হাতত তুলি লৈছিল। লক্ষণীয় যে স্বাধনীতা লাভৰ দিনাখন দেশখনৰ জনগণে যি আনন্দ উৎসৱ উদ্‌যাপন কৰিছিল তাৰ পৰিবৰ্তে এচাম লোকে সেই উৎসৱ বৰ্জন কৰিছিল। অনুৰূপ প্ৰতিক্ৰিয়া হৈছিল নলবাৰী জিলাৰ ঐতিহ্যমণ্ডিত বেলশৰ গাঁৱতো। কোৱা বাহুল্য যে ভাৰতৰ স্বাধীনতা সংগ্ৰামত বেলশৰীয়া ৰাইজৰ যি সহায়-সহযোগ তথা অৱদান সেয়া ভৌগোলিকভাৱে তেনেকুৱা কম পৰিসৰৰ অঞ্চলত পাবলৈ বিৰল। বেলশৰ আছিল স্বাধীনতা সংগ্ৰামৰ অন্যতম প্ৰাণকেন্দ্ৰ, বেলশৰীয়াসকল আগৰণুৱা। সেই সময়ত কংগ্ৰেছ আৰু কমিউনিষ্টৰ সমৰ্থনত দ্বি-বিভক্ত বেলশৰৰ জনগণে ভিন্ন আদৰ্শ গ্ৰহণ কৰিলেও বৃটিছৰ বিৰুদ্ধে কিন্তু তেওঁলোক একগোট আছিল। অৱশ্যে সশস্ত্ৰ সংগ্ৰামত বিশ্বাসী কমিউনিষ্টৰ সমৰ্থনত থিয় দিছিল গৰিষ্ঠসংখ্যক লোক। হালোৱা হজুৱা, শ্ৰমিক, কৃষক মেহনতী জনতাৰ এই আন্দোলনত যি স্বতঃস্ফূৰ্ত সমৰ্থন সি সঁচাকৈয়ে আদৰণীয় আছিল। তদুপৰি আন্দোলনত মহিলাসকলৰ পূৰ্ণ সহযোগ আৰু যোগদানে সাধাৰণ ৰাইজক বাৰুকৈয়ে উৎসাহিত কৰাৰ উপৰি বৃটিছৰ চকু কপালত উঠাইছিল। আন্দোলনকাৰীসকলে ৰূপায়ণ কৰিছিল কেইবাটাও স্পৰ্শকাতৰ কাৰ্যসূচী। তাৰ ভিতৰত বিশ্বেশ্বৰ মন্দিৰৰ প্ৰকাণ্ড আঁহত গছ এজোপাৰ গুৰিত বিদেশী বস্ত্ৰ দাহ কৰা, বিদেশী বস্ত্ৰৰ সলনি স্বদেশী বস্ত্ৰ পৰিধান কৰা, স্কুল-কলেজ বৰ্জন কৰা, বৃটিছৰ খাদ্য নোহোৱা কৰিবৰ বাবে অজস্ৰ ছাগলী, হাঁহ, কুকুৰা জীয়াই জীয়াই মাটিত পুতি থোৱা, যাতায়াত বন্ধ কৰাৰ স্বাৰ্থত দলং জ্বলাই দিয়া আদি উল্লেখযোগ্য। এইবোৰ বৃটিছ বিৰোধী কাৰ্যসূচীৰ বাবে আন্দোলনকাৰী বহুতে কাৰাবাস খাটিব লগীয়া হৈছিল, বহুতে শাৰীৰিকভাৱে নিৰ্যাতন লভিছিল।

যাহওক এটি দীঘলীয়া আৰু বৰ্ণাঢ্য পৰিক্ৰমাৰ অন্ত পেলাই ভাৰতবৰ্ষৰ পৰা ইংৰাজ শাসনৰ কলামেঘ আঁতৰা দিনটো আহি সমাগত হ'ল। কিন্তু আচৰিত কথা যে সেই দিনটো বেলশৰৰ এচাম সচেতন ব্যক্তিয়ে সহজভাৱে নল'লে। লোৱা নাছিল স্বাধীনতাৰ সোৱাদৰ আৱেগভৰা ৰস। সেয়ে ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনটো বেলশৰৰ জনগণৰ বাবে চিৰস্মৰণীয় হৈ ৰ'ব আৰু সাম্প্ৰতিক সময়ত ১৫ আগষ্টৰ দিনটোৰ যি তাৎপৰ্যতা তাহানিতে বেলশৰে কৰা সেই তাৎপৰ্যতা যেন একেটা মুদ্ৰাৰ ইপিঠি-সিপিঠিহে।

দিনটো আছিল ১৯৪৭ চনৰ ১৪ আগষ্ট। সময় আবেলি প্ৰায় তিনি বাজিছিল। বৃটিছ শাসনৰ পৰা মুক্ত হ'বলৈ মাজত আৰু মাথোঁ ৯ ঘণ্টাহে বাকী। দেশৰ জনগণ সেই সময়ত আনন্দ উল্লাসত মত্ত। কিন্তু ব্যতিক্ৰম আছিল কমিউনিষ্টসকল যিসকলে স্বাধীনতা লাভৰ আশাৰ আনন্দাশ্ৰু টোকা নাছিল। তদ্ৰূপ পৰিবেশ হৈছিল বেলশৰতো। বেলশৰৰ কমিউনিষ্ট আন্দোলনৰ অন্যতম গুৰি ধৰোতা নবীন মেধিয়ে ১৫ আগষ্টৰ দিনাখন যে ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰিব সেয়া বিশ্বাস কৰা নাছিল। তাৰ পৰিৱৰ্তে স্বাধীনতাৰ দিনাখন বৃটিছ শোষণকাৰীয়ে ভাৰতীয় শোষক শ্ৰেণীক ভাৰতৰ মেহনতী জনতাক শোষণ কৰাৰ দায়িত্ব অৰ্পণ কৰিব বুলি মত পোষণ কৰিছিল। নবীন মেধিৰ এনে মন্তব্য বেলশৰৰে কমিউনিষ্ট সমৰ্থক অৰুণ চন্দ্ৰ বৰ্মনে শুনাৰ লগে লগে আৱেগতে তেখেতে কৈ উঠিছিল — 'এই স্বাধীনতা আমাৰ স্বাধীনতা নহয়, কৃষক শ্ৰমিকৰ স্বাধীনতা নহয়। ই ভাৰতীয় শোষক শ্ৰেণীৰ স্বাধীনতা। গতিকে এই স্বাধীনতা মিছা আমি তাৰ প্ৰতিবাদ কৰিব লাগিব।' তেনে এক ক্ষণতে তাত উপস্থিত হৈছিল বেলশৰৰ কমিউনিষ্টৰ অন্যতম হোতা হেমন্ত বৰ্মন, হেমন্ত পাটোৱাৰীকে ধৰি কেইবাজনো। আটায়ে মিলি পৰিকল্পনা কৰিলে যে অহাকালি অৰ্থাৎ ১৫ আগষ্টৰ দিনাখন তেওঁলোকে হাতে হাতে ক'লা পতাকা লৈ প্ৰতিবাদ শোভাযাত্ৰাৰে ভুৱা স্বাধীনতাক তিৰস্কাৰ কৰিব।

কথাবোৰ কামলৈ ৰূপান্তৰ কৰাৰ পৰিকল্পনা চলিল। কমিউনিষ্টৰ সদস্য সমীন মেধিয়ে নবীন মেধিৰ ঘৰৰ পৰা এটা থালী উলিয়াই আনিলে আৰু কেইজনমানে এখন বগা ফটা ধুতীত থালীৰ ছাই আৰু কেহৰাজি লগাই কেইখনমান ক'লা পতাকা তৈয়াৰ কৰিলে। তেনেদৰে ১৫ আগষ্টৰ প্ৰতিবাদী শোভাযাত্ৰাৰ প্ৰস্তুতি সম্পূৰ্ণ হ'ল।

১৯৪৭ চনৰ ১৫ আগষ্ট। পুবাকাশত সূৰ্যোদয় হোৱাৰ লগে লগে সমগ্ৰ দেশখনৰে চুকে-কোণে আনন্দৰ জোৱাৰ উঠিল। হাতে হাতে ত্ৰিৰংগ পতাকা। কণ্ঠত নিৰ্গত হ'ল 'বন্দে মাতৰম' ধ্বনি। তৎসত্ত্বেও এনে এক স্পৰ্শকাতৰ সময়ত কমিউনিষ্টসকলে স্বাধীনতাৰ আনন্দ পৰিহাৰ কৰি সেয়া বৰ্জন কৰিছিল কাৰণ তেওঁলোকে বিশ্বাস কৰিছিল যে স্বাধীনতা লাভৰ আৱৰণত দেশখনক বিভাজন কৰা হ'ল আৰু ভাৰতৰ বুৰ্জোৱা শ্ৰেণীয়ে চক্ৰান্তমূলকভাৱে ক্ষমতা হাতত তুলি ল'লে। বেলশৰৰ কমিউনিষ্ট সদস্যসকলেও বিশ্বাস কৰিলে যে ক্ষমতাৰ হস্তান্তৰৰ ফলত গৰিব শ্ৰেণীৰ ওপৰত শোষণ দমন আৰু নিৰ্যাতন পুৱামাত্ৰাই চলি থাকিব কিয়নো বগা হাতীৰ সলনি ক'লা হাতীৰ আৱিৰ্ভাৱ হ'ল অৰ্থাৎ শাসক শ্ৰেণীহে বদলিব শোষণ একেই থাকিব।

মাৰ্ক্স আৰু লেলিনবাদত বিশ্বাসী বেলশৰৰ কমিউনিষ্টসকলে প্ৰতিবাদৰ বাবে সাজু হ'ল। হেমন্ত বৰ্মন, হেমন্ত পাটোৱাৰী, সমীন মেধি, মহেন্দ্ৰ (মহাজন), আজেৰ আলী, ভূতুনি বৰ্মন (আবু), নৰেন তালুকদাৰ, কমলা মেধি, সন্ধিসেন ডেকা, মদন ডেকা (দৰ্জি), হৰিচৰণ ববকটকী আদিকে ধৰি কেইবাগৰাকী কমিউনিষ্ট সদস্য প্ৰতিবাদ সমদলৰ বাবে সাজু হ'ল। সেই সমদলৰ নেতৃত্বত থাকিল নবীন মেধি, অৰুণ চন্দ্ৰ বৰ্মন আৰু হেমন্ত বৰ্মন। শোভাযাত্ৰাত অংশ লোৱা প্ৰতিবাদীসকলে হাতে হাতে ক'লা পতাকা লৈ বেলশৰৰ পৰা পশ্চিম দিশেৰে শোলমাৰা অভিমুখে যাত্ৰা কৰিলে। 'ইয়ে আজাদী যুঠা হ্যায়' ধ্বনিৰে বেলশৰৰ আকাশ কঁপি উঠিল। কিন্তু হঠাতে ঘটিল অঘটনটো। প্ৰতিবাদী সমদলটো বৈহাগৰ-গছৰ তল (বৰ্তমানৰ ভকত মহাজন পুখুৰীপাৰ) পোৱা মাত্ৰকে স্বাধীনতাৰ আনন্দ উৎসৱত মতলীয়া এচাম লোকৰ সৈতে মুখামুখি হ'ল আৰু আক্ৰমণৰ বলি হ'ল। পিপলীবাৰী গাঁৱৰ ফালৰ পৰা অহা সেইসকল লোকৰ নিৰ্মমতাত নবীন মেধি আৰু কেইবাজনো আহত হয়, কেইবাজনো চিকিৎসালয়ত ভৰ্তি হ'বলগীয়াত পৰে। কিন্তু সৌভাগ্যৰ কথা এয়ে যে সেই সময়ত পথাৰত কাম কৰি থকা কমিউনিষ্ট দলৰ সমৰ্থক লক্ষ্মী বৰ্মন, লংকেশ্বৰ বৰ্মন, ফেচাৰাম বৰ্মন প্ৰভৃতি কৃষকসকলে নবীন মেধি আৰু লগৰীয়াহঁতৰ পক্ষত থিয় দিয়াত পৰিস্থিতিৰ বিশেষ অৱনতি ঘটা নাছিল।

যাহওক তেতিয়াৰ সেই বৃহৎ গণ উল্লাসৰ মাজত কমিউনিষ্টৰ সেই প্ৰতিবাদৰ মূল্যায়ন কৰা সহজ নাছিল কিন্তু আজি পৰিবৰ্তিত পটভূমিত সেই প্ৰতিবাদ শোভাযাত্ৰাৰ মূল্যায়ন মানুহে কৰিবলগীয়া হৈছে।

অৰ্থনৈতিক স্বাধীনতা অবিহনে ৰাজনৈতিক স্বাধীনতাৰ যে অৰ্থ নাই সেই কথা আজি হাড়ে হিমজুৱে প্ৰতিপন্ন হৈছে আৰু গৌৰৱৰ কথা এয়ে যে বেলশৰৰ এচাম সচেতন লোকে (যিসকলৰ প্ৰায় ভাগেই এতিয়া মৃত) ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ দিনাখনেই সমগ্ৰ দেশবাসীক সেয়া বুজাবলৈ চেষ্টা কৰিছিল। নবীন মেধিহঁতৰ ক'লা পতাকা উত্তোলনৰ তাৎপৰ্য ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনাখন তেতিয়াৰ মানুহে উছৱৰ আতিশয্যাত হয়তো অনুভৱ কৰিব পৰা নাছিল কিন্তু আজি প্ৰতিটো ১৫ আগষ্টতে অসমবাসীৰ আৱেগ-অনুভূতিয়ে এটা প্ৰশ্নৰ উত্তৰ বিচাৰি হাহাকাৰ কৰি উঠে। সেয়া হ'ল — এই চৰকাৰ কাৰ চৰকাৰ?

> পশ্চিমৰ পৰা অহা লোকসকলৰ আছিল বিষয় বুদ্ধিসম্পন্ন, চতুৰ আৰু কথাচহকী। আনকি আহোম ৰজাৰ ৰাজদূতৰ দৰে গুৰুত্বপূৰ্ণ পদত এইসকল লোককে নিয়োগ কৰা হৈছিল। অৱশ্যে থলুৱা আৰু পুৰগিনৰ পৰা অহা জনগোষ্ঠীৰ সংস্পৰ্শত এইসকলেও কালক্ৰমত দূৰদৃষ্টি আৰু মুখৰ মাত হেৰুৱালে।
>
> — মেদিনী চৌধুৰী

# কমাৰ শিল্পৰ আঢ়ৈশ বছৰীয়া ইতিহাসে গৰকা বেলশৰ

ৰাজমোহন তালুকদাৰ

বৈদিক কিম্বা ঐতিহাসিক দুই যুগসন্ধিৰ অতন্দ্ৰ প্ৰহৰী ৰূপে সুবিশাল গ্ৰাম্যপ্ৰে নদীমাতৃক কৃষ্টি আৰু অৰ্থনৈতিক ইতিহাস বুকুত লৈ চিৰজাগ্ৰত বৰ্তমান থিয় দি আছে অসমৰ দ্বিতীয় বৃহৎ গাঁও বেলশৰৰ ভাবকেন্দ্ৰস্বৰূপ পবি শক্তিপীঠ 'শ্ৰীশ্ৰী বিল্বেশ্বৰ দেৱালয়'। এই আধ্যাত্মিক দেৱালয়খনৰ উৰ্বৰ বুকুত 'বেলশৰ' শব্দৰ জন্ম যাক কেন্দ্ৰ কৰি গঢ়ি উঠিছিল গাঁওখনৰ বিভিন্ন চুবু বৃহত্তৰ গ্ৰাম্য কৃষ্টি আৰু স্বচ্ছল অৰ্থনৈতিক জীৱন-যাপনৰ নানা পথ। আজি দেৱালয়খনত থকা তাম্ৰফলিয়ে স্পষ্টকৈ জানিবলৈ দিয়ে যে বৈদিক তথ জনশ্ৰুতি যুগৰ দেৱালয়খনকে আৰিমত্ত ৰজাৰ বংশধৰ আৰু আহোম ৰজা শিৱসিংহৰ তলতীয়া ৰজা নাগশংকৰে ১৫২১ খৃষ্টাব্দত নিৰ্মাণ কৰি দিছিল হয়তো দেৱালয়খনৰ পৰিসৰৰ প্ৰয়োজনতে ৰজাৰ নিৰ্দেশত এই পবিত্ৰ ভূমিলৈ আগমন ঘটিছিল বিভিন্ন বৃত্তিধাৰী লোক ক্ৰমে সোণাৰী-কুমাৰ-কমাৰসকলৰ যিয়েই নহওক, শ্ৰীশ্ৰী বিল্বেশ্বৰ দেৱালয়খনে যে সেই সময়ৰ গাঁওবাসীৰ অৰ্থনৈতিক বিকাশত গুৰু ভূমিকা পালন কৰি আহিছিল তাৰ স্পষ্ট নিদৰ্শ আজিও লুপ্ত হোৱা নাই। এনে অৰ্থনৈতিকভাৱে স্বাৱলম্বী জীৱন-যাপন কৰ তাহানি বেলশৰৰ ঐতিহ্যপূৰ্ণ শিল্প কলা আছিল কমাৰ শিল্প। বেলশৰৰ কমাৰ শিল্পৰ আৰম্ভণি কিম্বা ইয়াৰ বিশাল ইতিহাস লিখিতভাৱে পোৱা নাযায়। মাত্ৰ এই শিল্পৰ স'তে জড়িত একাংশ জীৱিত শিল্পী আৰু শ্ৰীশ্ৰী বিল্বেশ্বৰ দেৱালয়ৰ ইতিহাসৰ স'তে জড়িত গাঁওবাসীৰ ধূসৰ প্ৰতিচ্ছবিৰ পৰাহে কিছু সমল লাভ কৰিব পাৰি। কিন্তু এই কথা স্পষ্ট যে বেলশৰৰ কমাৰ শিল্প ইতিহাসে ঢুকি পোৱা মতে ডেৰশ বছৰীয়া আৰু জনশ্ৰুতিৰ মতে এই ইতিহাস আঢ়ৈশ বছৰীয়া। লগে লগে আন এক উল্লেখনীয় বিষয় এয়ে যে বেলশৰেই নামনি অসমৰ একমাত্ৰ গাঁও য'ত আজিৰ পৰা ২৫০ বছৰ পূৰ্বে খিলঞ্জীয়া গ্ৰাম্য অসমীয়াই আৰম্ভ কৰিছিল লৌহ শিল্পৰ স্বাধীন ব্যৱসায় আৰু দেশবাসীক দেখুৱাইছিল স্বাৱলম্বী জীৱনৰ স্বচ্ছল পথ। আমি ক'ব নিবিছাৰো যে সামসাময়িকভাৱে যে সেই সময়ত অসমত ক'তো এই শিল্পৰ ক্ৰমবিকাশ হোৱা নাছিল। আমি মাত্ৰ কৈছো যে অসমীয়া মানুহ হিচাপে নামনি অসমত বেলশৰতেই প্ৰথম কমাৰ শিল্পৰ ক্ৰমবিকাশ ঘটে। এতিয়া সাধাৰণতে প্ৰশ্ন উদয় হয় যে সেই প্ৰবাদ পুৰুষগৰাকী কোন আছিল বাৰু যিয়ে নিজৰ ধমনীতে নব্য সভ্যতাৰ বীজ কঢ়িয়াও লৈ এক জানিব নোৱাৰা আৱৰ্তনতে হয়তো এই গাঁৱলৈ আহি এক নতুন ইতিহাসৰ জন্ম দিলে। এই কথা জানিবলৈ আমি গৈছিলো নলবাৰী জিলাৰ বিভিন্ন ঠাই ক্ৰমে পূব ককয়াৰ কমাৰপাৰা, মধ্য নলিচা, ঢকুৱাবান্ধাৰ হুজুৰীপাৰা, পানীগাঁৱৰ কলবাৰী, জাগাবাৰ দুই নং নপ্তিপাৰা, শগুণা-বৰগাছালৈ।



বেলশৰস্থ শ্ৰীশ্ৰী বিল্বেশ্বৰ দেৱালয়খনৰ আধা কিলোমিটাৰ পশ্চিমে থকা বেলশৰৰ কমাৰপাৰা চুবুৰিতে এই শিল্পৰ জন্ম, যাৰ বাবে চুবুৰিটোৰ নাম কমাৰপাৰা। কমাৰপাৰা আজিও অক্ষতভাৱে আছে যদিও কমাৰ শিল্প কিম্বা শিল্পী ক্ষয় হৈ আহিছে। একমাত্ৰ কমাৰশাল এখনৰ গৰাকী কণ্ঠিৰাম বৰ্মন আৰু প্ৰায় সমসাময়িক লোক ক্ৰমে উমেশ বৰ্মন, অমূল্য বৰ্মনে আমাক জানিবলৈ দিছিল বেলশৰৰ ঐতিহ্যপূৰ্ণ কমাৰ শিল্পৰ বিক্ষিপ্ত ইতিহাস। তেওঁলোকৰ মতে এই শিল্পৰ বেলশৰীয়া ইতিহাসৰ শেষজন শিল্পী পূব ককয়াৰ কমাৰপাৰাৰ উত্তম চন্দ্ৰ বৰ্মন। জীৱনৰ বিয়লি বেলাত জৰা-দাৰিদ্ৰ্যৰে ভাৰাক্ৰান্ত উত্তম চন্দ্ৰ বৰ্মনক লগ কৰোতে তেওঁ ৮২ বছৰীয়া জীৱনত শুনা-দেখা ধৰণে ব্যাখ্যা কৰিছিল এই শিল্পৰ অতীত সম্পৰ্কে। তেওঁ বেলশৰৰ কমাৰ শিল্পৰ ইতিহাস ডেড়শ বছৰ আগলৈ ক'ব পাৰে কাৰণ কমাৰ শিল্পীসকলৰ পুৰুষনামা, নিজ পিতৃয়ে বৰ্ণনা দিয়া চাৰি পুৰুষলৈ তেওঁ অনুসন্ধান কৰিবলৈ সক্ষম হৈছিল। সেইমতে বৰ্মনে বেলশৰৰ কমাৰপাৰা চুবুৰিৰ কমাৰ শিল্পীসকলৰ ক্ৰমবিকাশৰ ধাৰা চাৰিটা ভাগত ভাগ কৰে। উত্তম চন্দ্ৰ বৰ্মনে উক্ত ধাৰাক ব্যাখ্যা কৰি জানিবলৈ দিয়ে যে প্ৰায় বিল্বেশ্বৰ দেৱালয় পুনৰ নিৰ্মাণৰ সমসাময়িক কোনো শুভ মুহূৰ্তত শ্ৰীপতি কমাৰ নামে এগৰাকী লোকে এই ঠাইলৈ আহি বসতি কৰে। সেইগৰাকী লোকেই আছিল আজিৰ বেলশৰ গাঁৱৰ কমাৰপাৰা চুবুৰিৰ প্ৰবাদ পুৰুষ তথা কমাৰ শিল্পক বেলশৰত জন্ম দিওঁতা। কিয়নো প্ৰবাদ আছে যে শ্ৰীপতিয়ে এই অঞ্চলত আহি বংশ বিস্তাৰ কৰি কোনোবা মাঘ মাহৰ এক তাৰিখে তেওঁ বেলশৰৰ পবিত্ৰ ভূমিতে বিলীন হৈ পৰিছিল। যাৰ বাবে তেওঁৰ শিল্পৰ নামেৰে চুবুৰিটোৰ নাম ৰখা হৈছিল কমাৰপাৰা। আনহাতে শ্ৰীপতিয়ে বিল্বেশ্বৰ দেৱালয়ৰ প্ৰয়োজনীয় লৌহ সামগ্ৰীসমূহ যোগান ধৰিছিল বুলি উত্তম চন্দ্ৰই জানিবলৈ দিয়ে। আনহাতে শ্ৰীপতিৰ পিচৰ বংশধৰসকলে কমাৰপাৰাত এটা মন্দিৰ সজাই দিয়ে আৰু প্ৰতি মাঘ মাহৰ এক তাৰিখে এই মন্দিৰত তেওঁলোকে পূৰ্বপুৰুষ শ্ৰীপতিৰ সোঁৱৰণত পালন কৰি আহিছে 'হোম-নাম'। এই অনুষ্ঠান আজিও চলি আছে। আচৰিতভাৱে শ্ৰীপতিৰ পিচৰ প্ৰায় ৭৫ বছৰ ধৰি কমাৰ শিল্পীসকলৰ নাম অপ্ৰকাশ্য। কিয়নো শ্ৰীপতিৰ মৃত্যুৰ পিচত প্ৰায় ৭৫ বছৰ ধৰি কোনো শিল্পীৰ নাম বা তেওঁলোকৰ বুৰঞ্জীৰ প্ৰকৃত তথ্য জনাৰ কোনো সুবিধা নাই। একে বিসংগতিৰ কাৰণ ব্যাখ্যা কৰি সম্প্ৰতি উমেশ বৰ্মন, গোপাল বৰ্মন, অমূল্য বৰ্মন আদিয়ে উত্তম চন্দ্ৰ বৰ্মনৰ সুৰতে স্বীকাৰ কৰে যে তেওঁলোকৰ প্ৰবাদ পুৰুষজনাৰ পৰা ভেবল কমাৰলৈ বিস্তৃত ৭৫ বছৰ কালত অসমত সৰু বৰ বহুকেইটা ভূমিকম্প, বৰ বান ইত্যাদিয়ে তেওঁলোকৰ সাত পুৰুষনামাৰ পূৰ্বসূৰীয়া তিনি পুৰুষৰ ইতিহাস নষ্ট কৰে। মাত্ৰ ভেবল কমাৰৰ পৰা আজিলৈ এক সুস্থিৰ বুৰঞ্জী পোৱা যায়। ভেবল কমাৰৰ পুত্ৰ আছিল মোহন কমাৰ। মোহন কমাৰৰ পুত্ৰ আছিল ভন্দু কমাৰ। ভন্দু কমাৰৰ পুত্ৰ আছিল অমৃত চন্দ্ৰ কমাৰ। আৰু সেই অমৃত চন্দ্ৰ কমাৰৰ পুত্ৰ ৮২ বছৰীয়া উত্তম চন্দ্ৰ বৰ্মন আজিও বুকুত কমাৰ শিল্পীসকলৰ অপভ্ৰংশ ইতিহাস লৈ জীয়াই আছে। নিঃসন্দেহে ক'ব পাৰি যে কমাৰ শিল্পীৰ উল্লিখিত ইতিহাসৰ প্ৰথম ধাৰাটো শ্ৰীপতি আৰু তেওঁৰ বংশধৰসকলক সামৰি লোৱা হৈছে। দ্বিতীয় ধাৰা হিচাপে ধৰি ল'ব পাৰি বৰ কমাৰ শিল্পীসকলৰ যুগটোকেই। এই সময়ৰ শিল্পীসকল আছিল ক্ৰমে পিতৃ ভন্দলু কমাৰ আৰু তেওঁৰ পুত্ৰ অমৃত চন্দ্ৰ বৰ্মন, ভন্দু কমাৰ আৰু তেওঁৰ পুত্ৰ অমৃত বৰ্মন, তেওঁলোকৰ বংশধৰ ছায়া বৰ্মন, আলোহা বৰ্মন, ৰজত বৰ্মন আদি। উল্লেখ্য যে দ্বিতীয় ধাৰাৰ কমাৰ শিল্পী আলোহা কমাৰে গঢ়া বৰ্তমানৰ বিল্বেশ্বৰ দেৱালয়ত থকা লো-বৰ বন্তি গছাই প্ৰমাণ কৰে আজিৰ পৰা ১০০ বছৰ আগত বেলশৰ কমাৰপাৰাত ক্ৰমবিকাশ ঘটিছিল কমাৰ শিল্পৰ উত্তম মানৰ কাৰুকাৰ্যৰ। আনহাতে একে ধাৰাৰ প্ৰথম শ্ৰেণীৰ কমাৰ অমৃত বৰ্মনে গঢ়া বলি কটা বৰ দা খন আজিও অক্ষত হৈ বেলশৰবাসীক সোঁৱৰাই আহিছে সিহঁতৰ মহান অতীত। তিনিফুট এক জোলে দীৰ্ঘৰ পিতলৰ পাটি খতুৱাই গঢ়া এই বৰ দাখনেৰে ঐতিহ্যপূৰ্ণ বিল্বেশ্বৰ দেৱালয়ত উদ্‌যাপিত হৈ অহা দুৰ্গাদেৱীৰ পূজাত আগবঢ়োৱা ম'হ বলিৰ বাবে ব্যৱহৃত হৈ আহিছে। উল্লেখ্য যে এই দাখন গুৱাহাটী বিশ্ববিদ্যালয়ে সংগ্ৰহ কৰি নিছিল যদিও সম্প্ৰতি দাখন পশ্চিম চামতাত আছে। কমাৰ শিল্পীসকলৰ তৃতীয় ধাৰাৰ অন্তৰ্ভুক্ত শিল্পীসকল আছিল ক্ৰমে উমা বৰ্মন, ৰণু বৰ্মন, প্ৰাণনাথ বৰ্মন, ভৰত বৰ্মন, শ্ৰীৰাম বৰ্মন, পানোৰাম বৰ্মন, চেনিৰাম বৰ্মন, ভুবনেশ্বৰ বৰ্মন, কণ্ঠিৰাম বৰ্মন (এওঁ জীৱিত), কৃষ্ণ বৰ্মন, উদয় বৰ্মন, কাশী বৰ্মন, ভূমিধৰ বৰ্মন, হৰেন্দ্ৰ বৰ্মন, ৰাজেন্দ্ৰ বৰ্মন, লংকেশ্বৰ বৰ্মন, যোগেন বৰ্মন, উত্তম চন্দ্ৰ বৰ্মন (জীৱিত)। উল্লেখ্য যে বেলশৰৰ কমাৰ শিল্পৰ সোণালী যুগ হিচাপে চিহ্নিত হোৱা ধাৰাটোৱেই আছিল তৃতীয় ধাৰাটো। এই ধাৰাৰ সমগ্ৰ ঘটনা পৰিঘটনাই বিস্তৃত ধৰণে পোৱা গৈছে কিয়নো এই ধাৰাটোৰ আৰম্ভণি হৈছিল উনৈশ শতিকাৰ শেষ ভাগত আৰু সমাপ্তি ঘটে ২০ শতিকাৰ মাজভাগত (১৮৮০-১৯৭০)। এই সময়ৰে ১৯৫৫ চনত কমাৰপাৰাৰ কমাৰ শিল্পীসকলে একত্ৰিত হৈ 'বেলশৰ লৌহ শিল্প সমবায় সমিতি' নামৰ এক অনুষ্ঠানৰ জন্ম দিয়ে যাৰ নেতৃত্ব দিছিল সেই সময়ৰ তজ্‌বজীয়া যুৱক হেমন্ত বৰ্মনে। উক্ত অনুষ্ঠানৰ উপদেষ্টা হিচাপে বেলশৰৰ শিক্ষাবিদ, মাণিক বৰ্মন, গোপাল পাটোৱাৰীহঁতক জনা গৈছে। কোৱা হৈছিল যে উক্ত সময়ত আজিৰ কমাৰ পাৰা চুবুৰিৰ প্ৰায় পৰিয়ালতে এখনকৈ কমাৰশাল আছিল যাৰ উপৰি সমবায় সমিতিত দিনে ৰাতি সমানে লো-গলাই হাতুৰী মাৰি মাৰি গঢ়িছিল অসমীয়া মানুহৰ দৈনন্দিন লো-সামগ্ৰীসমূহ। চুবুৰিত থকা প্ৰায় বিশখন কমাৰশাল আৰু সমবায় সমিতিৰ অধীনত কাম কৰা ৮ গৰাকী কমাৰ শিল্পীৰ ভাতীৰ ধোঁৱা আৰু হাতুৰীৰ শব্দই বেলশৰক লণ্ডনৰ বাৰ্মিংহাম নগৰীলৈ ৰূপান্তৰিত কৰিছিল। আনকি বেলশৰ লৌহ শিল্প সমবায় সমিতিয়ে সেই সময়তে অসম চৰকাৰৰ মন্ত্ৰী ৰূপনাথ ব্ৰহ্মাৰ কৰুণা দৃষ্টি লাভ কৰি পঞ্চাশ হেজাৰ টকাৰ এক চৰকাৰী অনুদান লাভ কৰে। সমিতি উৎপাদিত বিভিন্ন সঁজুলি সমূহৰ বজাৰ ঠিক কৰিছিল অমৃত কমাৰৰ সৰু পুত্ৰ বাণীকান্ত বৰ্মনে। সমিতিৰ অধীনত কাম কৰা কমাৰ শিল্পীসকল আছিল বাণীকান্ত বৰ্মন, উত্তম চন্দ্ৰ বৰ্মন, লক্ষেশ্বৰ বৰ্মন, হৰেন্দ্ৰ বৰ্মন, উদয় বৰ্মন, কণ্ঠিৰাম বৰ্মন, যোগেন বৰ্মন, কৃষ্ণ বৰ্মন যাক প্ৰতিমাহে বেতন হিচাপে সমিতিয়ে ৮০ টকাকৈ দিছিল। চৰকাৰী অনুদানৰ সহায়ক সমিতিয়ে কমাৰ শিল্পীৰ প্ৰয়োজনীয় মেচিন, কাৰ্যালয়ৰ প্ৰয়োজনীয় এটা টাইপ মেচিন, মাৰ্কেটিঙৰ প্ৰয়োজনীয় এখন চাইকেল আৰু এটা ৰেডিঅ' ক্ৰয় কৰিছিল। সময় বাগৰি যোৱাৰ লগে লগে শিল্পীসকলৰ পৰিসৰ আৰু জনসম্পদ বৃদ্ধি হ'বলৈ ধৰে। ফলত সমিতিত উৎপাদিত

সামগ্ৰীসমূহৰ মাৰ্কেটিং ব্যৱস্থাত এলাহৰ জন্ম হ'বলৈ আৰম্ভ হ'ল। তথাপি বেলশৰ লৌহ শিল্প সমবায় সমিতিত উৎপাদিত লো-সামগ্ৰীসমূহে গুৱাহাটীৰ জালুকবাৰীত অনুষ্ঠিত কংগ্ৰেছ মহাসভাত প্ৰদৰ্শনী পাতি দেশৰ প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৰ প্ৰশংসা বুটলিবলৈ সক্ষম হৈছিল। এনে সময়তে সমিতিৰ সম্পাদক হেমন্ত বৰ্মনে মধ্যপ্ৰদেশৰ কণিবিলাসপুৰলৈ প্ৰযুক্তি বিদ্যা শিকিবলৈ গুচি যায়। আনহাতে মাৰ্কেটিঙৰ দায়িত্ব লোৱা কমাৰ শিল্পী বাণীকান্তৰ মৃত্যু হয়। চৰকাৰী অনুদানৰ সৰহ ধনখিনি মাহেকীয়া বেতনতে খৰচ হোৱা দেখুওৱা হৈছে। কমাৰ শিল্পীৰ এই সোণালী ধাৰাটোৰ মাজ ভাগতেই একাংশ শিল্পীয়ে পৰিয়ালৰ তাড়নাত উৰ্বৰা ঠাই বিচাৰি বেলশৰ কমাৰপাৰা চুবুৰিৰ পৰা নলবাৰী জিলাৰ বিভিন্ন ঠাইলৈ পাম ধৰিলৈ গুচি যায়। এই প্ৰক্ৰিয়া আৰম্ভ হৈছিল ১৯৩৫ চন মানৰ পৰা। জানিব পৰা মতে ১৯৫০ চনৰ বহু আগতেই সৰু-বৰ ভূমিকম্পসমূহৰ ফলত শ্ৰীশ্ৰী বিল্বেশ্বৰ দেৱালয়ৰ মূল মন্দিৰৰ চূড়াটো খহি পৰাৰ সময়তে বেলশৰ কমাৰপাৰাৰ বহুতো পৰিয়ালে বেলশৰ ত্যাগ কৰে। বেলশৰৰ উত্তৰ পূবে থকা বিহামপুৰ গাঁৱৰ গাতে লাগি থকা বান্ধা বিলৰ কাষেৰে বৈ অহা এখনি মৰা নৈৰ সোঁত এটা বেলশৰ মন্দিৰৰ কাষেৰে বৈ আহি গুদি গুৰৰ কাষেৰে নলিচা-ককয়াৰ মাজেৰে আহি জাগাৰা অতিক্ৰম কৰি বৈৰা হৈ চালিখা সোঁতত লগ হৈ ব্ৰহ্মপুত্ৰত পৰে। এই মৰা নৈৰ তীৰত বিল্বেশ্বৰ দেৱালয়ৰ পৰা ডেৰ কিলোমিটাৰ দক্ষিণে থকা ককয়া গাঁৱৰ পূব ভাগত গৈ বেলশৰ কমাৰপাৰাৰ একাংশ কমাৰ শিল্পীয়ে খেতি পাম স্থাপন কৰি বসতি আৰম্ভ কৰিছিল। সেই ঠাইলৈ উঠি যোৱা শিল্পীসকল আছিল ভন্দু কমাৰ, নন্দী বৰ্মন, যজ্ঞু বৰ্মন, মাণিক বৰ্মন, অমৃত বৰ্মন যাৰ গজালি মেলি আজিৰ ককয়া-কমাৰপাৰা চুবুৰিৰ জন্ম দিছিল। একে কাৰণে বেলশৰ কমাৰপাৰাৰ পৰা ঘনা কমাৰৰ বংশ উঠি আহি বেলশৰৰ পাঁচ কিলোমিটাৰ পূবে থকা পানীগাঁৱৰ কলবাৰী অঞ্চলত বসতি কৰে। একে ধৰণে বেলশৰৰ পৰা দুখোৰামৰ পৰিয়াল গুচি আহিছিল দক্ষিণে থকা জাগাৰাৰ দুই নং নপ্তিপাৰালৈ। বৰগাছা-শগুণালৈ গুচি আহিছিল কমাৰ শিল্পী কৃষ্ণ বৰ্মনৰ পৰিয়াল। কৈঠালকুছি-জোৱাৰ্দিলৈ উঠি আহিছিল বালি কমাৰৰ পৰিয়াল। মধ্য নলিচালৈ গুচি আহে জন্তী আৰু চানা কমাৰৰ পৰিয়াল।

এনেকৈ মূল কমাৰ শিল্পীসকলৰ জন্মস্থান বেলশৰ-কমাৰপাৰাৰ পৰা শিল্পীসকল গুচি যোৱাৰ পিচতো এটা ধাৰা দেখা যায় যাক ডেৰ্শ বছৰীয়া কমাৰ শিল্পৰ হয়তো অন্তিম ধাৰা বুলি ক'ব পাৰি। এই ধাৰাৰ আৰম্ভণি বিগত কুৰি শতিকাৰ শেষ ভাগ অৰ্থাৎ ১৯৭০ চনৰ পৰা আজিলৈ ধৰি লোৱা হৈছে। উল্লেখ্য যে তৃতীয় ধাৰাৰ দুই এক কমাৰ শিল্পী আজিও জীয়াই থাকি চতুৰ্থ ধাৰাৰ দুই-এক গৰাকী কমাৰ শিল্পীক প্ৰেৰণা দিয়া দেখা যায়। এনে চতুৰ্থ ধাৰাৰ পূৰ্ব সূৰীয়া শিল্পী হ'ল জিউৰাম আৰু দুখোৰামৰ পিচৰ পিড়ি জন্মি বৰ্মন, শৰৎ বৰ্মন, উত্তম, কণ্ঠিৰামৰ দুই পুত্ৰ ক্ৰমে কৈলাস বৰ্মন আৰু ৰত্নেশ্বৰ বৰ্মন। আজি একৈশ শতিকাৰ আৰম্ভণিত তাহানিৰ কমাৰ শিল্পৰ বাৰ্মিংহাম নগৰীস্বৰূপ বেলশৰ কমাৰপাৰা চুবুৰিত দুখজনকভাৱে জীয়াই আছে মাত্ৰ এখন কমাৰশাল যাৰ শিল্পী হ'ল কণ্ঠিৰামৰ জ্যেষ্ঠ পুত্ৰ কৈলাস বৰ্মন। অলপতে কণ্ঠি কমাৰৰ সৰু পুত্ৰ ৰত্নেশ্বৰ বৰ্মনেও বেলশৰ শিঙিমাৰা চ'ক বজাৰত আনখন কমাৰশাল আৰম্ভ কৰে। প্ৰবাদপুৰুষ শ্ৰীপতিৰ পৰা আজিৰ ৰত্নেশ্বৰ কমাৰলৈ বিস্তৃত বেলশৰৰ ঐতিহ্যমণ্ডিত কমাৰ শিল্পৰ আঢ়ৈশবছৰীয়া বুৰঞ্জীয়ে নিজৰ পতনৰ কাৰণ হিচাপে সম্প্ৰতি গাঁওখনৰ শিক্ষিত যুৱক চামে চৰকাৰী চাকৰি লাভৰ দৌৰত নমা কথাটোক আঙুলিয়াই দিয়ে। ৰাজ্যখনৰ বিভিন্ন ঠাইত গঢ়ি উঠা ঔদ্যোগিক প্ৰতিষ্ঠানসমূহত থকা ব্লেক-স্মিথ (কমাৰ ট্ৰেড) বিভাগত প্ৰশিক্ষণ লোৱাৰ মানসিকতা প্ৰস্তুত কৰিবলৈ প্ৰেৰণা দিয়া অভিভাৱকৰ অভাৱেও এই শিল্পৰ পতন ঘটাইছে। আজিৰ বুৰ্জোৱা সমাজ ব্যৱস্থাই বেলশৰীয়া যুৱকক নিজৰ ঐতিহ্যপূৰ্ণ অতীতক সোঁৱৰাই নিদিয়ে। অতি কম মূলধনেৰে মাত্ৰ কেইঘণ্টামান পৰিশ্ৰম কৰি পৰিয়াল চলাব পৰা এই মহান শিল্প সম্প্ৰতি অতীতৰ গৰাহত নিঃশেষ হৈ গ'ল। কমাৰপাৰা আজিও আছে। তাত তাহানিৰ ভাতীৰ ধোঁৱা কিম্বা হাতুৰীৰ কোব নাই — নাই কমাৰ শিল্পী। আমি আশা কৰো এদিন পুনৰ কমাৰপাৰাত ঘৰে ঘৰে জ্বলিব কমাৰশালৰ জুই। জ্বলা এঙাৰৰ মাজৰ পৰা শিল্পীৰ হাতৰ চেপনিৰে ৰঙা লো উলিয়াই হাতুৰীৰে গলাই পিটাই গঢ়িব তেওঁলোকৰ অনাগত দিনবোৰ।





# ইছলাম আৰু পশ্চিম নলবাৰীৰ মুছলিম সমাজ

আলহাজ মঃ আদাৰ আলী




ইছলাম শব্দটো আৰাবী শব্দ, ইয়াৰ অৰ্থ হ'ল শান্তি। ইয়াৰ ব্যুৎপত্তিগত শব্দটো 'ছলম'। এই ছলম শব্দটোৰ পৰা ইছলাম আৰু তাৰে পৰাই উৎপত্তি হৈছে মুছলিম। আৰাবী শব্দটোৰ কাৰণে সৰ্বসাধাৰণভাৱে এই ধৰ্মটো হৈছে এটা নিৰ্দিষ্ট সম্প্ৰদায়ৰ বাবেহে। কিন্তু চিন্তাশীল ব্যক্তিয়ে যেতিয়া ইয়াৰ বুৰঞ্জী অধ্যয়ন কৰিব তেতিয়া তেখেতসকলে বুজিব পাৰিব যে প্ৰকৃতাৰ্থত সৰ্বসাধাৰণে ভবাৰ দৰে নহয়। যেতিয়া তুলনামূলক অধ্যয়ন কৰিব তেতিয়াহে আমি মনে ভবা ধৰণটোৰ সত্যাসত্য ওলাই পৰিব।

ঠিক তেনেকৈ খৃষ্টানসকলৰ ধৰ্মপুথি বাইবেলখন ইংৰাজী ভাষাত থকা কাৰণে ই কেৱল এটা জনগোষ্ঠীৰ বাবেহে, গীতা ভাগৱত সংস্কৃত ভাষাত লিখা কাৰণে বহুতো হিন্দু ভায়ে ভায়ে ক'ব খোজে ই কেৱল হিন্দুসকলৰ বাবেহে। এনেকুৱা ভ্ৰান্ত ধাৰণা থকাটো একো অস্বাভাৱিক নহয়। গীতা, বাইবেল, কোৰান এইবোৰ ঐশ্বৰিক গ্ৰন্থ। সাধাৰণ কবি সাহিত্যিকৰ ৰচনা নহয়। ইবোৰ মানৱৰ কাৰণে সিদ্ধ পুৰুষৰ জৰিয়তে সুশৃংখল জীৱন-যাপন কৰাৰ বাবে সৰগীয় অমৃত বাণী।

বাইবেলৰ গড়, গীতাৰ বিষ্ণু বা কৃষ্ণ আৰু কোৰানৰ 'আল্লা' সমাৰ্থক। সেইবাবে কোৱা হয় ঈশ্বৰ, আল্লা তেৰা নাম, সবকো সদগতি দে ভগৱান। 'ঈশ্বৰ' 'আল্লা', 'গড়' ই এটা শক্তিৰ নামহে। সেয়েহে কোৱা হয় — ই নিৰঞ্জন, নিৰাকাৰ, অদ্বিতীয়। এক মেবং দ্বিতীয়ম — এই চিৰশাশ্বত নিগূঢ় সত্যটো তিনিওখন ধৰ্মগ্ৰন্থৰে মূল আধাৰ। এতিয়া সাধাৰণতে প্ৰশ্ন হয় যদি সত্যৰে উৎস তেনেহ'লে ই কিয় বেলেগ বেলেগ ভাষাৰ মাধ্যমেৰে প্ৰকাশিত হ'ল। তাৰ উত্তৰত গীতাত কৈছে —

'যদা, যদাহি ধৰ্মস্য গ্লানিৰ্ভৱতি ভাৰতে
অভুত্থানম ধৰ্মস্য তদাত্মানাং সৃজাম্যহম্
পৰিত্ৰাণায় সাধুনাম্ বিনাশায়চ দুষ্কৃতাম্
ধৰ্ম সংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে।'

যেতিয়া ধৰ্মত গ্লানি আহে, অধৰ্মৰ প্ৰাদুৰ্ভাৱ বাঢ়ে তেতিয়া সাধুসকলৰ পৰিত্ৰাণ আৰু দুষ্কৃতিকাৰীসকলৰ বিনাশ সাধন কৰি ধৰ্ম সংস্থাপন কৰিবলৈ মই যুগে যুগে অৱতাৰ ধৰো — এইখিনি ভগৱান কৃষ্ণৰ বাণী। ইয়াক প্ৰকাশ কৰিছে শ্ৰীকৃষ্ণৰ মুখেৰে। এই ক্ষেত্ৰত আমি ক'ব খোজো — কৃষ্ণ বা বিষ্ণু স্বয়ং নিকাৰ আৰু দৈৱকী নন্দন শ্ৰীকৃষ্ণ হ'ল মানৱদেহী মহাপুৰুষ। তেনেকৈ 'যীশু' মহাপুৰুষ আৰু বাইবেলৰ সকলো কথা তেওঁৰ মাধ্যমেৰে জগতত প্ৰকাশ পাইছে। হজৰত মহম্মদ (দঃ) এজন মহাপুৰুষ দেৱদূতৰ সহায়ত হজৰতৰ জৰিয়তে ঐশ্বৰিক সত্য লাভ কৰি তাৰ বাণী মানৱৰ হিতৰ কাৰণে

প্ৰকাশ কৰিছে এয়ে হ'ল পবিত্ৰ কোৰান।

ওপৰত আটাইবোৰ গ্ৰন্থ একে সময়তে ৰচিতও নহয়। মানৱৰ জনসংখ্যা যেতিয়া বিস্ফোৰিত হৈ পৃথিৱীৰ বিভিন্ন ঠাইত থাকি জীৱন-যাপন কৰিবলৈ ল'লে তেতিয়া প্ৰায় সমাজবোৰত অধৰ্ম, অন্যায়, অবিচাৰে গা-কৰি উঠিবলৈ ল'লে তেতিয়া ঈশ্বৰ বা আল্লাই শ্ৰেষ্ঠজীৱক শুদ্ধপথ দেখুৱাবলৈ মহাপুৰুষ সকলক ধৰাৰ বুকুত অৱতৰণ কৰালে। সেয়েহে এই ধৰ্মগ্ৰন্থসমূহে মানুহৰ আধ্যাত্মিক আৰু পাৰ্থিব দিশত শিক্ষা দি সংস্কাৰ হোৱাৰ সুবিধা প্ৰদান কৰিলে।

সকলো জীৱে হৈছে এজনৰে সৃষ্টি। ধৰ্মশাস্ত্ৰবোৰৰ বাণীয়ে মানৱ মনৰ কলুষতা দূৰ কৰি মানুহক আধ্যাত্মিক দিশত বলীয়ান কৰে; মনৰ কুসংস্কাৰ দূৰ কৰে। সেয়েহে কোৱা হয় চাবোনে যেনেকৈ গাৰ মলি কাপোৰৰ মলি দূৰ কৰি নিকা বা শুদ্ধ কৰে তেনেকৈ শাস্ত্ৰৰ বাণীবোৰেও মানুহৰ মনৰ মলিনতা দূৰ কৰে। দেহ মন পবিত্ৰ হ'লে মানুহে পূৰ্ণ পৰ্যায়ৰ শিখৰত উপনীত হ'ব পাৰে।

অন্ধবিশ্বাসৰ কাৰণে হওক বা অইন কিবা কাৰণতে হওক কোনো সম্প্ৰদায়ৰ মানুহে আন ধৰ্মৰ ধৰ্মগ্ৰন্থ অধ্যয়ন কৰিব খোজা নাছিল। এতিয়া কিন্তু এই ভাব বহু পৰিমাণে দূৰ হ'বলৈ ধৰিছে। সেই বাবেই হ'বলা জাতীয় হিংসা, দ্বেষ বহু পৰিমাণে কমিবলৈ লৈছে। আধ্যাত্মিক চিন্তা চৰ্চাই মানৱ মনৰ সংকীৰ্ণতা কমাই দি মানুহক সাম্যবাদলৈ আনে। এতিয়া আমি যদি অলপ গভীৰ ভাবে চিন্তা কৰিবলৈ লও তেতিয়া এইটো লক্ষ্যত পৰে যে আজিৰ পৰা ২০-৩০ বছৰ আগৰ সমাজবোৰৰ মাজত যিবোৰ সংকীৰ্ণতাই বিৰাজ কৰি আছিল আজি কিন্তু সেইবোৰ প্ৰায় কমা যেন পৰিলক্ষিত হৈছে। খোৰা-বোৱা, পিন্ধন উৰণে সেই সময়ত জাতীয় বা ধৰ্মীয় বিদ্বেষভাবে সমাজত ক্ৰিয়া কৰি আছিল। ইয়াৰ উপৰি উক্ত সংস্কৃতিয়ে বেলেগ বেলেগ জাতীয় ভাব বহন কৰিছিল। কিন্তু এতিয়া সেইবোৰ প্ৰায় লুপ্ত হোৱাৰ দুৱাৰ মুকলি কৰি মানুহক প্ৰকৃত মানৱতাৰ ফালে ঠেলি লৈ যোৱাৰ নিচিনা হৈছে আৰু কিছুবছৰ পিচত হয়তো মানৱতাবাদে সকলোকে আপ্লুত কৰিব। এইটোৱে হৈছে ইছলামৰ মূল সূত্ৰ।

সমালোচক সকলৰ মতে 'Islam is not a religion but a way of life". শুদ্ধ, সত্য পথ অৱলম্বন কৰি সৎ বা শান্তিৰ জীৱন-যাপন কৰাই হৈছে কোৰানৰ মূল শিকনি। একত বিশ্বাস কৰি নিৰঞ্জন নিৰাকাৰত আত্মবিশ্বাস স্থাপন কৰাই হৈছে কোৰানৰ প্ৰকৃত শিকনি। যুগ পৰিবৰ্তন শীল আৰু কোৰানখন হৈছে গীতা ভাগৱত আৰু বাইবেলৰ যুগৰ পিচত ৰচিত হোৱা। সেইবাবে কোৰানে সাম্যবাদ প্ৰচাৰ কৰাও মুখ্য ভূমিকা ল'ব পাৰিব বুলি বিশ্বাস।

ইছলামৰ মতে মানৱ ধৰ্ম এডাল বৃক্ষ সদৃশ আৰু পৃথিৱীৰ বিভিন্ন প্ৰান্তত গঢ় লৈ উঠা বিভিন্ন জাতিসমূহ এই মানৱৰূপী গছজোপাৰ বিভিন্ন ঠাল ঠেঙুলি। বিভিন্ন ডাল-পাতে যেনেকৈ গছৰ সৌন্দৰ্য বঢ়ায় তেনেকৈ বিভিন্ন জাতি উপ-জাতিয়ে মানৱক একতাৰ এনাজৰীৰে বান্ধ খুৱাব। সত্য যুগৰ আকৌ আগমন হ'ব বুলি কোৰানে সাক্ষী দিয়ে। এইভাৱে যেতিয়া মানৱৰ অন্তৰত বিৰাজ কৰিব তেতিয়াহে মানুহে উপলব্ধি কৰিব যে আদিতে মানুহ এক পিতৃ-মাতৃৰ সন্তান। ভাৰতীয় দৰ্শনমতে পুৰুষ, প্ৰকৃতি বাইবেল আৰু কোৰানৰ মতে আদম আৰু ইভে হৈছে মানৱ জাতিৰ আদি পিতৃ-মাতৃ স্বৰূপ। এই শিকনি কোৰানৰ। এই বাণী বাইবেল আৰু ভাগৱততো।

মুছলিমৰ ঘৰত জন্ম গ্ৰহণ কৰিলে এজন প্ৰকৃত মুছলমানৰ দাবীদাৰ হ'ব নোৱাৰে। প্ৰকৃত মুছলমানক সেই বাবে কোৰানত 'ইমানদাৰ মুছলমান' বুলি কোৱা হয়। আল্লাহ, ৰছুল, ফিৰিস্তা, মহাপুৰুষ সকলক বিশ্বাসেৰে মানি আল্লাহৰ পূজা অৰ্চনা কৰাই হৈছে প্ৰকৃত মুছলমানৰ চিনাকি। জন্মগত চৰ্তত প্ৰকৃত মুছলমানৰ দাবীদাৰ হ'ব নোৱাৰে। আনহাতে বিষ্ণুৰ গুণবাজি যাৰ গাত বিদ্যমান তেওঁহে প্ৰকৃত বৈষ্ণৱ তেওঁ যি গোষ্ঠীৰে নহওক কিয়।

এনেকৈ তুলনা কৰি শাস্ত্ৰসমূহ যদি অধ্যয়ন কৰিবলৈ লোৱা হয় তেতিয়া হ'লে জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে উপলব্ধি কৰিব পাৰিব যে মানৱ ধৰ্মহে মূল। আৰু তেতিয়া হিংসা, দ্বেষ, কপততা আদি দোষসমূহ প্ৰায় বিলুপ্তিৰ পথেৰে অগ্ৰসৰ হ'ব।

এতিয়ালৈকে তুলনামূলক ছবি এটাহে আঁকা হ'ল। এতিয়া ইছলাম সংস্কৃতিৰ ওপৰত আলোকপাত কৰিব বিচাৰিলো। ইছলামিক সংস্কৃতি মছজিদকেন্দ্ৰিক। অৰ্থাৎ একত বিশ্বাস স্থাপন কৰিবলৈ হ'লে সেই এজনক পূজা অৰ্চনা কৰিব লাগিব। তাৰ কাৰণে গঢ়ি উঠিছে মোক্তব মাদ্ৰাছাসমূহ। এই মোক্তব মাদ্ৰাছাসমূহত ৰোজা, নামাজ, হজ, জাকাত আদিৰ জ্ঞান দিয়া হয়। এই জ্ঞানৰ পৰিপুষ্টি লাভ কৰিহে মছজিদত প্ৰবেশ কৰিব পৰা যায়। সেই বুলি এইটো নহয় যে অকল ৰোজা নামাজে মানুহক প্ৰকৃত মানুহ কৰি তুলিব পাৰিব। মোক্তব মাদ্ৰাছাৰ শিক্ষাই আধ্যাত্মিক ধৰণৰ জ্ঞান দিয়ে। ইয়াৰ সহায়ত সি সৎ মানুহ হ'বলৈ শিকিব পাৰিব। এই জ্ঞান কৰি সংসাৰত সৎ জীৱন-যাপনৰ বাবে জ্ঞান অৰ্জন কৰিবলৈ সি অন্য শিক্ষাও ল'ব লাগিব। কৰ্মইহে ধৰ্ম। বিভিন্ন কৰ্মৰ মাজেদি এজন মানুহৰ প্ৰকৃত পৰিচয় প্ৰস্ফুটিত হয়। দীনৰ (ধৰ্মৰ) আৰু দুনীয়াৰ উভয় দিশৰ শিক্ষাই জৰুৰী। দুনীয়াৰ শিক্ষাৰ জৰিয়তে সি ডাক্তৰ, ইঞ্জিনীয়াৰ, শিক্ষক, বেপাৰী, খেতিয়ক ইত্যাদি ব্যৱসায়ত বা কৰ্মত ব্ৰতী হ'ব পাৰিব। সকলো সৎকৰ্মই ধৰ্মৰ অন্তৰ্ভুক্ত আৰু অসৎ কৰ্মসমূহ পাপৰ বোজা। সৎ কৰ্ম কৰি সৎ জীৱন-যাপন কৰাই হৈছে কোৰানৰ প্ৰকৃত শিকনি। সি ইহ জগততো সুনামৰ অধিকাৰী হ'ব আৰু পৰজগততো সি আল্লাহৰ কৰুণা লাভ কৰিব পাৰিব। এইটোৱে হৈছে ধৰ্মৰ শিকনি। দুনীয়াত এজনে লাহ বিলাসত দিন কটাই যদি আল্লাহৰ কৃতজ্ঞতা স্বীকাৰ নকৰে তেতিয়া সি পৰজীৱন কেতিয়াও বেহেস্তত স্থান নাপাব বুলি কোৰানে সাক্ষী দিয়ে। অৱতাৰবাদ ইছলাম ধৰ্মৰ পৰিপন্থী। যিসকল মহাপুৰুষ ধৰাৰ বুকুলৈ অৱতৰণ কৰিছে সেইসকলে নানা অলৌকিক শক্তিৰে শক্তিমান কৰি সত্য ধৰ্ম প্ৰচাৰৰ সুব্যৱস্থা কৰিছে। ঈশ্বৰ বা আল্লা যিহেতু নিৰঞ্জন নিৰাকাৰ, সৰ্বশক্তিমান সেইজনাই জন্ম, মৃত্যু নিয়ন্ত্ৰণ কৰে, সেইজনাৰ আদেশতে সকলো কাৰ্য সমাপন হয় তেনেজনে লোকচক্ষুৰ অন্তৰত থাকি মহাপুৰুষৰ জৰিয়তে ভগৱানৰ সকলো শক্তিৰ বিষয়ে লোক সমাজত প্ৰচাৰ কৰাই থাকে। সেইবাবে অৱতাৰবাদ ইছলাম ধৰ্মৰ নীতিবিৰুদ্ধ। সেইবুলি অৱতাৰৰূপী মহাপুৰুষসকলৰ স্বৰ্গীয় সত্যসমূহ ইছলাম ধৰ্মাৱলম্বীসকলেও অনুকৰণ নকৰা নহয়। প্ৰকৃত সত্য সকলো ধৰ্মৰে একে।

এতিয়া চমুকৈ হ'লেও পশ্চিম নলবাৰী মুছলিম সমাজৰ এটা খতিয়ান দাঙি ধৰিব খুজিছো। চাৰিখন মৌজাৰে পৰিবেষ্টিত পশ্চিম নলবাৰী অঞ্চল। ধৰ্মপুৰ, ক্ষেত্ৰী-ধৰ্মপুৰ, নতুনদেহৰ আৰু পকোৱা। ইয়াৰ পুবে নলবাৰী, পশ্চিমে সৰ্থেবাৰী, উত্তৰে বৰমা আৰু দক্ষিণে মুকালমুৱা। ইয়াতে বসতি কৰা ইছলাম ধৰ্মাৱলম্বী লোকৰ সংখ্যা নগণ্য নহয়। অসমৰ প্ৰায়ভাগ লোক মূলত অইন ধৰ্মৰ পৰা অহা বুলি বুৰঞ্জীয়ে সাক্ষী দিয়ে। সেয়ে ধৰ্মৰ লেবেলখন বেলেগ হ'লেও মূলতঃ যিহেতু একে জনগোষ্ঠীৰ সেই বাবে বহু সংস্কৃতি উভয়ৰে একে। সেইবাবে ঐক্য সংহতিৰ ক্ষেত্ৰত মিল থকা বাবে কোনো ধৰণৰ সাম্প্ৰদায়িক সংঘৰ্ষ হোৱা দেখা নাযায় আৰু নহয়ো।

আৰ্থিক দিশত ইয়াত বসতি কৰা মুছলমানসকল আন সম্প্ৰদায়ৰ তুলনাত কিছু পিচপৰা। দিন হাজিৰা কৰা আৰু খেতি কৰি জীৱন নিৰ্বাহ কৰা লোকৰ সংখ্যাই বেছি। অৱশ্যে এতিয়া শিক্ষা-দীক্ষাত আগৰ তুলনাত বহুতো উন্নতি হৈছে। কেইবাজনো ডাক্তৰ, কবিৰাজ, ইঞ্জিনীয়াৰ, শিক্ষক, হাকিম আৰু উচ্চ পদস্থ কৰ্মচাৰী এই অঞ্চলত দেখিবলৈ পোৱা যায়। স্ত্ৰী শিক্ষাৰ ক্ষেত্ৰতো আগতকৈ এতিয়া বহুতো উন্নত হৈছে।

ইছলাম ধৰ্মৰ সংস্কৃতি প্ৰধানততো মছজিদকেন্দ্ৰিক। ঈদ, মহৰম, ফাতেহা দোৱাজ দহম আদি পৰ্ব সমজুৱাভাৱে পালন কৰে। ইয়াৰ বহুতো ক্ষেত্ৰত অইন সম্প্ৰদায়ৰ লোকেও অংশগ্ৰহণ কৰি সংহতিৰ আদৰ্শ দাঙি ধৰিছে। এই অঞ্চলত ধৰ্মৰ গোড়ামি একেবাৰে নাই বুলি ক'লেও ভুল কোৱা নহয়।

আমি জনাৰ সময়ৰ পৰা এই অঞ্চলৰ দুজন অতি নিষ্ঠাবান ধৰ্মগুৰুৰ প্ৰভাৱ অতি লক্ষণীয়। তাৰে এজন হ'ল স্বৰ্গীয় আলহাজ মৌলনা মঃ চাফাৰুদ্দিন আহমেদ। তেখেত বনগাঁও নিবাসী। আনজন হ'ল চামতাৰ আলহাজ মৌঃ মহম্মদ স্বৰ্গীয় কুদ্ৰাত উল্লাহ চাহেব। আল্লাই তেখেতসকলক বেহেস্তত স্থান দিয়ক। তেখেতসকলৰ অনুকৰণীয় এতিয়া বহুতো ধৰ্মগুৰুৰ আৱিৰ্ভাৱ হৈছে। ধৰ্মই যিহেতু সকলো সংস্কৃতিৰ মূল আৰু ধৰ্মগুৰুসকল যিহেতু ধৰ্মৰ কাণ্ডাৰী — সেই বাবে এই অঞ্চলৰ ৰাইজে মোক্তাব মাদ্ৰাছাৰ জৰিয়তে ধৰ্মীয় শিক্ষা লাভ কৰি অইন শিক্ষা-দীক্ষাত অগ্ৰসৰ হোৱা পৰিলক্ষিত হয়।

## ধৰ্মীয় অনুষ্ঠানৰ এটা চমু খতিয়ন

পশ্চিম নলবাৰীৰ অন্তৰ্ভুক্ত অঞ্চলৰ মুছলিম বসতি অঞ্চলৰ মছজিদৰ সংখ্যা এতিয়ালৈ ৬০। ঈদগাহ ময়দান বনগাঁওখন অতিপুৰণি ১৯২৬ চনতে প্ৰতিষ্ঠিত। ইয়াৰ বাহিৰেও বেছিকৈ উল্লেখযোগ্য ঈদগাহৰ সংখ্যা ১২ খন। প্ৰাদেশীকৃত এম ই মাদ্ৰাছা তিনিখন, ভেনচাৰ মাদ্ৰাছা ছখন। হাফিজীয়া মাদ্ৰাছা চাৰিখন — ইয়াৰ ভিতৰত দুখন অপ্ৰাদেশীকৃত হাইমাদ্ৰাছাও আছে। তুলনামূলকভাৱে এম ই আৰু হাইমাদ্ৰাছাত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা কিছু তাকৰ। কাৰণ বহুতো ল'ৰা-ছোৱালীয়ে মোক্তাব মাদ্ৰাছাৰ অনুষ্ঠানত শিক্ষা গ্ৰহণ নকৰি অইন শিক্ষানুষ্ঠানৰ জৰিয়তে শিক্ষা গ্ৰহণ কৰে।

সদৌ শেষত মানৱতাবাদ সকলোৰে অন্তৰত স্থায়ী হওক তাকে ভগৱান বা আল্লাহৰ প্ৰতি প্ৰাৰ্থনা জনাই সামৰণি মাৰিলো।

# বাক্সা অঞ্চলৰ জনসংস্কৃতি ইয়াৰ পৰম্পৰা

ধনেশ্বৰ হুজুৰী

অসমীয়াৰ প্ৰাণ প্ৰতিষ্ঠাকাৰী অথবা অসমীয়াৰ অস্তিত্ব বহনকাৰী জাতীয় উৎসৱ বিহু। এই বিহু হৈছে জনসংস্কৃতি। এই জনসংস্কৃতি বিহু বিভিন্ন জনগোষ্ঠীৰ লোকে ভিন ভিন ৰূপত পালন কৰা দেখা যায়।

বিভিন্ন জনগোষ্ঠীৰ লোকে কৃষি সম্বন্ধীয় উৎসৱসমূহ বিভিন্ন ৰূপত পালন কৰি অহাৰ লগতে নিজস্ব বৈশিষ্ট্য অক্ষুণ্ণ ৰাখিছে।

অসমৰ অন্যান্য ঠাইৰ লগতে ভূটান পাহাৰৰ পাদদেশৰ আমাৰ বাক্‌চা বা বাগছা অঞ্চলতো জনসংস্কৃতিৰ উন্নয়নৰ ধাৰাটো অতি প্ৰাঞ্জলভাৱে অক্ষুণ্ণ ৰাখিছে। জাতিটো জনগোষ্ঠীৰ জাতীয় জীৱনৰ কোঁহে কোঁহে অনুৰণিত হৈ থকা উৎসৱসমূহে বিভিন্ন জাতি-জনজাতিৰ মাজত এক সমন্বয়ৰ সেতু ৰচনা কৰি নিজ নিজ জাতি সত্তাৰ মৌলিক সংস্কৃতিৰ গতিধাৰাক ত্বৰান্বিত কৰি আহিছে।

এই বৃহত্তৰ বাগছা হৈছে ভাৰতবৰ্ষৰ ক্ষুদ্ৰ সংস্কৰণ — ইয়াত আছে বড়ো, কছাৰী, কোচ, কলিতা শৰণীয়া, ৰাভা, আদিবাসী, চাহ বনুৱা, নেপালী, কেওট, কৈবৰ্তৰ মিলনভূমি। অনৈক্যৰ মাজতো ঐক্যৰ সেতু বান্ধি এই বৃহৎ অঞ্চলটোৰ আৰ্থিক সামাজিক সাংস্কৃতিক দিশৰ উন্নতি সাধন কৰি আহিছে।

সভ্যতা সংস্কৃতি এটা জাতিৰ বা সমাজৰ অভিব্যক্তি বুলি ক'ব পাৰি। সংস্কৃতি হৈছে জীৱন কলাৰ মূৰ্ত প্ৰকাশ। নদীৰ পানীয়ে যেনেদৰে উপকূল ভাগত স্তৰে স্তৰে পলস পেলাই উৰ্বৰ কৰি তোলে সেই লেখীয়াকৈ বিভিন্ন জাতিৰ সমাজ জীৱনৰ চিন্তা-চৰ্চাৰ পদ্ধতিয়ে জনসংস্কৃতিৰ বৰ পথাৰখন সুমহান কৰি গঢ়ি তুলিছে।

বিভিন্ন জাতিৰ খোৱা-বোৱা, পিন্ধন-উৰণ, আচাৰ-ব্যৱহাৰ লোকাচাৰ ধৰ্মীয় ৰীতি-নীতি, গীত-নৃত্য, উৎসৱ-পাৰ্বণ ব্যঞ্জন-সাজপাৰ-অলংকাৰ আদিৰ সমাহাৰতে জনসংস্কৃতিৰ উত্তৰণ ঘটিছে। এইবোৰ হ'ল জনসংস্কৃতিৰ প্ৰধান ধাৰক আৰু বাহক বুলি ক'ব পাৰি। পাহাৰ ভৈয়ামৰ জনজাতিসকলৰ জন জীৱনৰ বিচিত্ৰময় কৃষ্টি সংস্কৃতি সমন্বয়ৰ ভেটি বাক্সা অঞ্চলৰ জনজীৱনৰ ৰন্ধ্ৰে ৰন্ধ্ৰে বিকশিত জন সংস্কৃতিৰ গতি ধাৰা। জনজাতিসকলৰ ভিতৰত বড়ো কছাৰীসকলৰ ধৰ্মমতৰ কৈৰতাজ বা কৌলিক বুলিব পাৰি। তেওঁবিলাকৰ লোক বিশ্বাসমতে পৃথিৱীৰ বতাহ-বৰষুণ হয় বা পৃথিৱী শস্য-শ্যামলা হয় বৰদৈচিলা 'বাৰদৈচিখলা' পৃথিৱীলৈ আহে ব'হাগৰূপী চিখলা (গাভৰু) হৈ আৰু ৰং-ধেমালি আনন্দ উলাহেৰে মন গহন ওপচাই তোলে।

এনেদৰে বড়ো কছাৰীসকলৰ 'আহাম' গুৰুৰ পৰাই হ'ল বুঢ়া বাথৌ। ভূত-প্ৰেত আৰু নৰ-মনিচ সকলো 'আহাম'ৰ পৰাই সৃষ্টি হোৱা বুলি বিশ্বাস কৰে। বড়ো কছাৰীসকলৰ খেৰাই বাথৌ মাৰৈ বেচাগু দমাহি গাৰ্জা বাটৰ পূজা পুতলী হাবা আদি লোক উৎসৱসমূহ পালন কৰি আহিছে। বাথৌ উৎসৱ এটা ধৰ্মীয় তাৎপৰ্যপূৰ্ণ লোক উৎসৱ। এই লোক উৎসৱসমূহে আমাৰ সমাজখনক সমন্বয়ৰ এনাজৰীৰে বান্ধ খুৱাই ভাতৃত্ববোধ আৰু পাৰস্পৰিক বুজাবুজি গঢ়ি তোলে।

শৰণীয়া কছাৰীসকলে ব'হাগ মাহত বাঁহ গোঁসাই ফুৰোৱা উৎসৱ পালন কৰে। এই বাঁহ গোঁসাই নানা ধৰণৰ নতুন কাপোৰেৰে বাঁহত সজাই — নামঘৰৰ পৰা তাল খোল বজাই উলিয়াই আনে। মানুহৰ ঘৰে ঘৰে এই গোঁসাইক লৈ যায়। গৃহস্থই পবিত্ৰভাৱে সেৱা জনাই আশীৰ্বাদ বিচাৰে। ই লোক বিশ্বাস আৰু লোক পৰম্পৰাৰ আধাৰত চলি অহা এটা ৰীতি। শৰণীয়া লোকসকলে অতি ভক্তি আৰু নিষ্ঠাৰে ব'হাগ মাহৰ এক তাৰিখৰ পৰা সাত তাৰিখলৈ অতি উলহ-মালহেৰে পালন কৰা দেখা যায়। বাঁহ এডালত চোৱাৰ আৰু নতুন কাপোৰ মেৰিয়াই অতি সুন্দৰভাৱে সজাই লৈ ফুৰায়। গাঁৱৰ ল'ৰাহঁতে গা-পা ধুই ঢোল-তাল-শংখ-ঘণ্টা আদি বজাই বাঁহ গোঁসাই লৈ ফুৰায়।

এই বাঁহ গোঁসাইক সন্মান জনাই গৃহস্থৰ নঙলামুখত নতুন কাপোৰ পাৰি দি চাকি বন্তি জ্বলাই দি সাৰি মচি থোৱা ঠাইত বৰপীৰা পাৰি দি তাত বাঁহ গোঁসাই থিয় কৰায়। বাঁহ গোঁসাই নিয়া ডেকাহঁতে গায় —

'ধূলা ধান পেলালো  
বতাহ গোৱা হ'ল  
বতাহ গোৱা হ'ল  
ব'হাগ মাহ পৰিল আমাৰ  
ব'হাগ মাহ পৰিল  
গোঁসাই ফুৰাবৰ হ'ল.....।'

এনেদৰে বাগছা অঞ্চলত ব'হাগ বিহুত শৰণীয়া লোকসকলে অতি নিষ্ঠা আৰু ভক্তিভাৱে ধৰ্মীয় ৰীতি-নীতিৰে বাঁহ গোঁসাই ফুৰাই এই উৎসৱ তামোলপুৰ, কচুবাৰী, গেৰুৱা, টুপলীয়া, নিচলামাৰী, উজিৰখাট আদিত পালন কৰা দেখা যায়।

ইয়াৰ বাগছা অঞ্চলত বসবাস কৰা চাওতাল লোকসকলে পালন কৰা উৎসৱসমূহৰ ভিতৰত 'চহৰাই' উল্লেখযোগ্য লোক উৎসৱ। পথাৰৰ শস্য যেতিয়ালৈ গাঁৱৰ সকলোৱে চপাই নলয় তেতিয়ালৈকে পালন কৰে। এই চহৰাই উৎসৱ ছয় দিনলৈ পালন কৰে। 'খুন্টাওৰ' দিনা গৰু-ম'হক খুৱাই শিঙত তেল সানি ৰাতি ডেকাসকলে মাদাল বাঁহী বজাই ঈশ্বৰক প্ৰাৰ্থনা কৰে। চোতালৰ পৰা ঘৰলৈ সোমাওতে গৃহিণীৰ অনুমতি ল'ব লাগে। সেয়েহে গায় —

'বাচা খনডো গড়া তোদা  
চলো পাচোৱাংকা মেচে মাইৰীৰে....।'

চাওতাল জনগোষ্ঠীৰ লোকে আকৌ জনৰথ, কৰম পূজা, চহৰায়, বাপলা দং, নাগৰে ডাষ্টা দুৰু মজা, দান্ধাই আদি উৎসৱসমূহ হৈছে লোক উৎসৱ। জনসংস্কৃতি বিকাশ প্ৰক্ৰিয়াৰ প্ৰধান।

আনহাতে বাক্সা অঞ্চলত বসবাস কৰা নেপালী সম্প্ৰদায়ৰ প্ৰধান লোক উৎসৱসমূহ হ'ল। নেপালীসকলৰ নৃত্য-গীত কলা আদিয়ে সংস্কৃতিৰ প্ৰবহমান ধাৰাটোক অধিক সমুজ্বল কৰি তুলিছে। নেপালী লোক উৎসৱৰ ভিতৰত তিহাৰ উৎসৱ প্ৰধান। তিহাৰ উৎসৱত গৰুৰ ঠেঙত তেল ঘহি পূজা অৰ্চনা কৰে। গধূলি গোহালি ঘৰত বন্তি মমবাতি জ্বলাই পূৰ্ণিমা ৰাতিৰ দৰে উজ্বল কৰি তোলে। নিশা ল'ৰা-ছোৱালীবোৰে গীত গায়।

'ভৈলেনী আহিও আগন বাঢ়ৰি  
কুঢ়াবী ৰামণ  
আউসীবাৰ গাই তিহাৰ ভেলী  
হাৰিয়া গোবৰলে লিগেও  
কি মাইলি ৰুচি পূজেও কি?  
আউসীগাই তিহাৰ ভৈলী ইত্যাদি।

ইয়াৰ অসমীয়া ভাবাৰ্থ হ'ল — আমি ভৈলী খেলাৰ বাবে আহিছো চাফ্-চিকুণকৈ ঘৰখনক ৰাখক। তিহাৰ উৎসৱত নাৰী জাতিক প্ৰকৃত মৰ্যাদা দিয়া হয় বং তামচা কৰি উৎসৱ পালন কৰে।

ইয়াৰ উপৰি নেপালী জনগোষ্ঠীৰ মাজত কিছুমান পৰম্পৰাগতভাৱে চলি অহা লোক উৎসৱ বা লোক নৃত্য আছে সেইবোৰৰ ভিতৰত ডেউটী মাকনী ভৈলী জন্ম আদিয়ে প্ৰধান। আমি প্ৰত্যেক জাতি গোষ্ঠী পৰম্পৰাগতভাৱে বৈশিষ্ট্য অটুট ৰাখি জনসংস্কৃতিৰ উৎকৰ্ষ সাধন কৰা উচিত। ৰাভাসকলৰ সংস্কৃতি বৃহৎ মংগোলীয় গোষ্ঠীৰ এক অংশ। ৰাভাসকল দেৱ-দেৱীৰ প্ৰতি অতি বিশ্বাসী। এওঁলোকৰ প্ৰধান উপাসক দেৱতা হ'ল ঋষিদেও বা চাৰপাক। গ্ৰিমবুদা বুদাবা হাছং দাৰমাং তুৰা, বাগুৰু উল্লেখযোগ্য দেৱতা। খেতি-বাতি, ঘৰলোৱা, পথাৰৰ শস্য ৰোৱা, গৰ্ভধাৰণ যাত্ৰা আদি লোক বিশ্বাসৰ আধাৰ।

বায়ুখু উৎসৱ হৈছে ৰাভাসকলৰ জাতীয় উৎসৱ। ইয়াৰ উপৰি হাছাং পূজা, মাৰৈ পূজা, তুকুৰবাদেও পূজা, শাৰদীয় উৎসৱ গ্ৰিমবুদা বছৰৰ বিভিন্ন ঋতুত পালন কৰে।

ৰাভাসকলৰ লোক গীত, তুকুৰীয়া গীত, মাৰাং মাঠাং গীত, হু'ৰছায় গীত প্ৰেম প্ৰীতি, আদি চিত্ৰসমূহ ৰূপায়িত কৰে।

তদুপৰি ৰাভাসকলৰ শ্ৰমজীৱনৰ স্বাক্ষৰ এই গীতবোৰে বহন কৰে। ৰাভাসকলৰ নীতি-নিয়ম জবাফুকা তন্ত্ৰ-মন্ত্ৰ যাদু বিদ্যা দেওভূত লোৱা বিশ্বাসৰ আধাৰত প্ৰচলিত হৈ আছে। বিভিন্ন জাতি গোষ্ঠীৰ পৰাম্পৰাগত লোকাচাৰ লোককলা লোককৃষ্টি সমাৰোহণ ঘটি অসমত বৰ্ণাঢ্য অসমীয়া সংস্কৃতি গঢ় লোৱাত জনজাতিসকলৰ অৱদান উল্লেখনীয়। সেয়েহে অসমৰ জনসংস্কৃতিৰ সমাৰোহণ আৰু সংশ্লেষণাত্মকধৰ্মী বুলি পণ্ডিতসকলে কৈছে — যুগ বাগৰি অহাৰ লগে লগে বিভিন্ন সমমূলীয় আৰু বিষমমূলীয় সংস্কৃতিৰ উপাদানৰ সৈতে মিশ্ৰণ আৰু মিলনেৰে স্ব-মহিমামণ্ডিত হৈ ই পূৰ্ণতা লাভ কৰিছে। সেইসমূহ সাংস্কৃতিক বৈশিষ্ট্যকে উমৈহতীয়া উপাদান বা ঐতিহ্য বুলি ক'ব পাৰি। বিভিন্ন জনগোষ্ঠী বা অন্যান্য জনগোষ্ঠীসমূহৰ সাংস্কৃতিক উপাদানসমূহে বৰ্তমান গাইগুটীয়া সংস্কৃতিৰ ৰূপধাৰণ কৰা দেখা যায়। প্ৰকৃত পক্ষে। সংস্কৃতি মাত্ৰেই কিন্তু গাইগুটীয়াভাৱে থকাতকৈ ই সাংস্কৃতিক সংমিশ্ৰণৰ (Cultural tasion) মাজেদিহে প্ৰচলিত হয়।

সংস্কৃতি দিয়া লোৱা, মিলোৱা আৰু মিলা আদি সমন্বয়ৰ দ্বাৰা পৰিপুষ্ট হৈ ৰূপান্তৰেৰে যুগোপযোগী হয়। সেয়েহে লোক-সংস্কৃতিয়ে বা জন-সংস্কৃতিয়ে অপসংস্কৃতি কু-সংস্কৃতি কু-সংস্কাৰ আঁতৰ কৰি এক সু-সংস্কৃতিৰে জনগণৰ মাজত এক আলোকৰ সন্ধান দিব পাৰে।

অষ্ট্ৰিক সংস্কৃতিৰ অন্যতম বৈশিষ্ট্য যি উৰ্বৰতা সৃষ্টিৰ লোক বিশ্বাসৰ আধাৰত অবাধ যৌন মিলনৰ দ্বাৰা অধিক শস্য উৎপাদনৰ যাদু ধৰ্মীয় লোক বিশ্বাস নিবিড়ভাৱে সন্নিৱিষ্ট হৈ আছে। কুকুৰা, কুকুৰা কণী, তামোল পাণ অষ্ট্ৰিক সভ্যতাৰ উপাদান। কৈৰাতজ ধৰ্মৰ লগত জড়িত লোকাচাৰসমূহ তেওঁ লোকৰ উপদান মংগোলীয় লোক সভ্যতা, চীনা সভ্যতা সংস্কৃতিৰ লগত জড়িত। ইয়াক বাঁহ সভ্যতা বুলিও ক'ব পাৰি। বিশেষকৈ বাঁহেৰে নিৰ্মিত

দৈনন্দিন ব্যৱহাৰ্য সামগ্ৰী — বাঁহেৰে নিৰ্মিত জাপি, জপা, পাচি, খৰাহী, কুলা-ডলা, চেপা পল জাকৈ খালৈ পেঁপা, বাঁহী, টকা, গগনা ইত্যাদি। খৃষ্টীয় সপ্তম শতিকাত কুমাৰ ভাস্কৰ বৰ্মাৰ সম্ৰাট হৰ্ষবৰ্ধনে পঠোৱা উপঢৌকনৰ তালিকা লৈ চালে দেখা যায় যে কামৰূপীয়া মংগোলীয়া লোকৰ বাঁহ-বেতৰ কামত থকা দখল আৰু লোক কলা উৎকৃষ্ট নিদৰ্শন।

সেইদৰে কৃষিৰ লগত জড়িত লোকাচাৰসমূহ (গছা লোৱা কাতি বিহু, আগঅনা, নখোৱা, মাঘ বিহু, ব'হাগ বিহু) ইত্যাদি বিভিন্ন জনজাতিৰ পাৰস্পৰিক প্ৰভাৱ বিৰাজমান হৈ আহিছে। নতুন বছৰক আদৰি লোৱা পূৰ্ব পুৰুষৰ স্মৃতি ৰোমন্থন কৰা, ডাঙৰলৈ শ্ৰদ্ধা ভক্তি সৰুলৈ মৰম চেনেহ যচা প্ৰিয়জনলৈ বিহুৱান যচা, বিবাহোপযুক্ত ডেকা-ডেকেৰী পৰস্পৰে প্ৰেম প্ৰীতি বিনিময় কৰাই হৈছে উৰ্বৰা বিশ্বাসৰ ধ্বজাবাহক।

মুঠতে খেতিবাতি আৰু ইয়াৰ লগত জড়িত উছৱ পাৰ্বণ আৰু লোকাচাৰ হ'ল জনজাতীয় সংস্কৃতিৰ মুখ্য উপাদান। ই হৈছে বিভিন্ন সংস্কৃতিৰ সমাৰোহণ বা সংশ্লেষণৰ ফল।

এই জনসংস্কৃতি হৈছে বিভিন্ন লোকাচাৰ, লোকনীতি লোক কলা, লোক পৰম্পৰা আদিৰ সংমিশ্ৰণৰ (Cultural tasion) দ্বাৰাহে বৰ্ণাঢ্য সংস্কৃতিৰ ভেটি নিৰ্মাণ হৈছে।

অষ্ট্ৰিক সংস্কৃতিৰ ভিতৰত — কলপটুৱাৰ খোলা (দোনা), কলপাতৰ টোপোলা, সাগৰীয়া কড়ি, শংখৰে নিৰ্মিত খাৰু মালা আৰু অন্যান্য পৰিধান অলংকাৰ, হাতী দাঁত বা হৰিণৰ শিঙৰ ডবুৱা কটাৰী, শিঙৰ শিঙা বাদ্য, মাটিৰে নিৰ্মিত চৰু, পুতুলী বাঁহী, চিলিম, হোকা, এই আদিম সংগ্ৰহজীৱী নেগ্ৰিট সভ্যতাৰ অৱদান বুলি পণ্ডিতসকলে কয়। পুৰণি মুদ্ৰা আঙঠি তামোল-পাণৰ হাঁচটি ডিঙিত বা কঁকালত পিন্ধা মণি মুকুতা অলংকাৰ ইত্যাদি।

জনজাতীয় সংস্কৃতিক ঐতিহ্য সৃষ্টিতত্ত্ব (Cosmoloy) সপোন, শুভাশুভ লোক বিশ্বাস, যাদুধৰ্মীয় লোক বিশ্বাস, লোক সাধু ইত্যাদি বিভিন্ন জনগোষ্ঠীৰ উপাদানসমূহে আমাৰ এই জনসংস্কৃতিক সুমহান কৰি তুলিছে।

ইয়াৰ মাৰৈ পূজা, ওজাপালী, ঢুলীয়া-খুলীয়া, গায়ন-বায়ন আদিয়ে আমাৰ জনসংস্কৃতিৰ বিকাশ সাধন কৰিছে। বড়ো কছাৰী জনজাতিৰ লোকসকল তিব্বতী মংগোলীয়সকলৰ এটা অংশ। তিব্বতীসকলে নিজকে ব'ড বুলি কয়। ব'ডৰ পৰা ৰূপান্তৰিত হৈ বড়ো হৈছে।

বড়োসকলৰ পাঁচটা মূল মন্ত্ৰ হ'ল —
'বাথৌনি বান্ধীয়া বান্ধীবা
ছিজৌন গীৰঙা গীৰংবা
টাইগীৰণি বিখৌঙা খীংবা
বড়োনী ফৌঙা ফীংবা'

বড়ো কছাৰীসকলে বাথৌৰ প্ৰতীকৰূপে চিজৌক মানে চি আদি গজৌ ওখবা থিয়। এই চিজৌ হৈছে সৃজনী শক্তি সম্পন্ন বাথৌ অনন্ত অসীম। চিজৌ গছত পাঁচটা শিৰৰ দৰে পাঁচোটা পঞ্চতত্ত্বৰ খাল থাকে। এই পাঁচটা পঞ্চভূত — ক্ষিতি, তপ, তেজ, মৰুৎ, ব্যোমৰ সৃষ্টি।

বড়োসকলৰ বাথৌৰ পৰাই খেৰাই মহোৎসৱ। বড়ো জনজাতিৰ ধৰ্মীয় সামাজিক সাংস্কৃতিক নামে হৈছে খেৰাই। খেৰাই হৈছে নৃত্যৰ জন্ম।

গতিকে ভাষা-সাহিত্য কৃষ্টি সংস্কৃতিৰ উন্নতি সাধন কৰে শিল্পী সাহিত্যিকসকলৰ সৃজনী প্ৰতিভা শক্তিয়ে। বড়ো নৃত্য কৃষ্টি সংস্কৃতিয়ে জনজীৱনৰ কোঁহে কোঁহে বিৰাজমান হৈ আহিছে।

কিয়নো সামাজিক জীৱন-যাপনৰ একো প্ৰকাৰ আচাৰ নীতিৰ সম্পৰ্কত পদ্ধতি আৰু জাতীয় জীৱনৰ চেতনাই গৈছে সংস্কাৰ বা সংস্কৃতি। উঁইয়ে নিজৰ হাফলু নিজে গঢ়ি লোৱাৰ দৰে মানুহেই স্বকীয় কৃষ্টি সংস্কৃতি আৰু উন্নতিৰ সাধক। মনত আনন্দ উপভোগ কৰিবলৈ নাচ-গান, কলা-কৌশল সুৰ বাদ্য যন্ত্ৰৰ দ্বাৰা মনোৰঞ্জন কৰা হয়।

স্বাস্থ্যৰ উন্নতিৰ বাবে যিদৰে সুষম আহাৰৰ প্ৰয়োজন সেই লেখীয়াকৈ মানসিক পৰিপুষ্টি সাধনৰ বাবে নাচ-গান নাট্যাভিনয় আদিৰ অতীৱ প্ৰয়োজন। আৰু সেইসমূহে আমাৰ জাতীয় জীৱনৰ উন্নতি সাধন প্ৰক্ৰিয়াৰ বাবে কৃষ্টি সংস্কৃতিৰ নিতান্তই প্ৰয়োজন। মানুহৰ সংস্পৰ্শই হৈছে শ্ৰেষ্ঠতম কিছুমানে হৈছে সংস্কৃতি জ্যোতিপ্ৰসাদে কৈছিল যে সাধাৰণতে সংস্কৃতি বুলিলে সুকুমাৰ কলা যদিও কিন্তু দৰাচলতে সংস্কৃতিয়ে সকলো মানুহৰ চিন্তা আৰু কাৰ্যক সামৰি ধৰিছে। মানুহৰ বা সমাজৰ সংস্কৃতিৰ আৰু তাৰ ক্ৰমিক আৰু বৈপ্লৱিক ৰূপান্তৰৰ বুৰঞ্জী। ইয়াৰ উপৰি বাক্সা অঞ্চলত শাক্ত ধৰ্মৰ লোকৰ উপৰি শংকৰদেৱ একশৰণ নামধৰ্মত দীক্ষা লৈ এক দেৱ এক সেৱ কৃষ্ণ সংস্কৃতি সেৱক সেৱিকাও আছে। একশৰণ নাম ধৰ্মত দীক্ষিত হৈ বৈষ্ণৱ ধৰ্মত 'হৰি নাম ৰসে প্ৰেম অমৃতৰ নদী' ভকতিত আপ্লুত হৈ নামধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰ কৰি আছে। কলি যুগত হৰি নাম সাৰ কৰি ভাগৱত তত্ত্ব জ্ঞান আহৰণত আত্মনিয়োগ কৰা দেখা যায়। গতিকে নলবাৰীৰ কৃষ্টি সংস্কৃতিৰ বৰ পথাৰত বিভিন্ন জাতি জনজাতি পৰম্পৰাগত বৈশিষ্ট্য আৰু ৰীতি-নীতি আদিৰ মণি কাঞ্চন বুলি ক'ব পাৰি।

বৰ্তমান প্ৰত্যেকে জনগোষ্ঠীৰ পৰম্পৰাগতভাৱে নিজ নিজ কৃষ্টি-সংস্কৃতিৰ বৈশিষ্ট্য অটুট ৰাখি কৃষ্টি সংস্কৃতিৰ উৎকৰ্ষ সাধন কৰিব লাগিব।

আমাৰ এই অঞ্চলত আছে ইছলামধৰ্মী মুছলমান লোক। তেওঁলোকে মহৰম ইদ্ আদি ধৰ্মীয় উৎসৱসমূহেৰে আমাৰ বহুৰঙী সংস্কৃতিৰ পথাৰখন সমুজ্বল কৰি তুলিছে। পয়গম্বৰ হজৰত মহম্মদৰ কনিষ্ঠা কন্যা হজৰত ফাতেমা আৰু জোঁৱাই হজৰত আদিৰ প্ৰিয় পুত্ৰদ্বয় হাচান আৰু হোচেনৰ মৃত্যু কাহিনী মহৰম পৰ্বত মুছলমান সম্প্ৰদায়ৰ লোকসকলে এই উৎসৱ পালন কৰে।

আমাৰ অতীত আৰু বৰ্তমানৰ চিন্তা চৰ্চাৰ সমন্বয়ৰ দ্বাৰা আমাৰ জাতীয় শিক্ষা সংস্কৃতিৰ সমৃদ্ধ সাধন কৰি ঐক্য সংস্কৃতিৰ মাধ্যমেৰে অসমীয়া সমাজখনক আগুৱাই নিয়াৰ চেষ্টা কৰিব লাগিব। অসমীয়া জাতিৰ এই যুগ সন্ধিক্ষণত গ্ৰাম্য জনসাধাৰণৰ আমাৰ জন কৃষ্টিসমূহ জীয়াই ৰাখিব লাগিব। আজি যাৰ অন্তৰত জেতুকা পাতৰ দৰে ৰঙা বোল সোমাই আছে, যাৰ হিয়াৰ আমঠু সদায় নিষ্পেষিত নিপীড়িত সেই কৃষক বনুৱা খাটি খোৱা লোকৰ জীৱনৰ উৎকৰ্ষ সাধন কৰিব লাগিব।

আজি পৰস্পৰে হিংসা বিদ্বেষ আঁতৰ কৰি জাতি সত্তাৰ মৌলিক চিন্তা-চৰ্চাৰ মাজেৰে প্ৰত্যেকে প্ৰত্যেকৰ কৃষ্টি সংস্কৃতি, আচাৰ ব্যৱহাৰ, ভাৱ ভাষাৰ প্ৰতি শ্ৰদ্ধা জনাব লাগিব। আটায়ে মিলি এক পূৰ্ণ জাতি সত্তা গঢ়িবলৈ একত্ৰিত প্ৰচেষ্টা ল'ব লাগিব। মনৰ ভেদভাৱ আক্ৰোশ আদি দূৰ কৰি প্ৰত্যেকে প্ৰত্যেকক সংকট মুহূৰ্তত নিজ কৃষ্টি সংস্কৃতিৰ বিকাশ কৰিব লাগিব। আমাৰ কৃষ্টি সংস্কৃতি সমন্বয়ৰ মাজেৰে গণমুখী কৰি তোলাটো নিতান্ত প্ৰয়োজন।



# অসম সাহিত্য সভাৰ নলবাৰীৰ সভাপতিসকল

স্মৃতিৰেখা শৰ্মা






১৯১৭ চনতে অসমৰ ভাষা সাহিত্য, সংস্কৃতিৰ সংৰক্ষণ, উন্নয়ন, প্ৰসাৰণ, শ্ৰীবৃদ্ধি সাধন আদি দিশৰ প্ৰতি লক্ষ্য ৰাখি, জাতীয় চেতনাক নাড়ী-স্পন্দন কৰি লৈ জন্ম লাভ কৰা 'অসম সাহিত্য সভা' আজি অসমৰ এক বিখ্যাত অনুষ্ঠানেই নহয়, ই অসম তথা অসমৰ চুবুৰীয়া দেশসমূহৰ লগতো ভাষা-সাহিত্য-সংস্কৃতি সংৰক্ষণ, সম্প্ৰীতি বৰ্ধন, সাংস্কৃতিক বিনিময় আৰু কেতিয়াবা জাতীয় স্বাৰ্থৰ হকে ৰাজনৈতিক কৰ্মৰ ক্ষেত্ৰতো হক মাত মাতোতাৰ ভূমিকা গ্ৰহণ কৰা এক সুবৃহৎ জাতীয় অনুষ্ঠান। এই অনুষ্ঠানে অসমৰ ভাষা আন্দোলন, মাধ্যম আন্দোলনকে ধৰি অসম-অসমীয়াৰ বিভিন্ন সংকট অৱস্থাত জোৰদাৰ ভূমিকা লৈ ইয়াৰ সবল স্থিতি প্ৰদৰ্শন কৰি আহিছে। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ উক্ত সভাৰ সভাপতি, সম্পাদক, হিতৈষী সদস্য, কাৰ্যনিৰ্বাহক সদস্য, আজীৱন সদস্যকে ধৰি বিভিন্ন বিষয়ববীয়া আৰু কৰ্মচাৰীয়ে কাৰ্য নিৰ্বাহ কৰি আছে আৰু ভাষা-সাহিত্যৰ পূজাৰ বেদীতো বিভিন্ন ধৰণৰ ফুল-বেলপাত অৰ্পণ কৰি আহিছে।

নলবাৰী আৰু ইয়াৰ উপকণ্ঠ অঞ্চলৰ পৰাও অসম সাহিত্য সভালৈ আগবঢ়োৱা বিভিন্ন পুৰোধাৰ বৰঙণি লেখত ল'বলগীয়া। অসম সাহিত্য সভাৰ সভাপতিৰ দৰে মৰ্যাদাসম্পন্ন আসনখন এসময়ত নলবাৰীৰ পৰা তিনিগৰাকী সাহিত্য জগতৰ ভোটা তৰাই উজ্বলিত কৰিছিল। সেই তিনিগৰাকী হ'ল বিহগী কবি ৰঘুনাথ চৌধাৰী, নন্দনতাত্ত্বিক ত্ৰৈলোক্যনাথ গোস্বামী আৰু 'ছেল্‌ফ্-মেড ম্যান' বুলি পৰিচিত বিশাল ব্যক্তিত্বৰ অধিকাৰী গিৰিধৰ শৰ্মাই। যোৱা ২০০৫ চনত নলবাৰীৰেই বেলশৰৰ কনক সেন ডেকাই পুনৰ এই আসন অলংকৃত কৰি নলবাৰীলৈ গৌৰৱ কঢ়িয়াই আনিলে।

কিন্তু এইসকল প্ৰমুখ সাহিত্যিকৰ পৰিচয় দিয়াৰ আগতেই আমি নলবাৰীৰেই এগৰাকী সু-সন্তান, যিগৰাকী আছিল অসম সাহিত্য সভাৰ জন্ম-লগ্নৰে পৰা জড়িত, তেওঁক পাহৰিলে অকৃতজ্ঞতাৰ দোষে চুব। সেইগৰাকী স্বনামধন্য প্ৰাতঃস্মৰণীয় ব্যক্তিয়েই হ'ল — অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সম্পাদক নলবাৰী সত্ৰ নিবাসী শৰৎ চন্দ্ৰ গোস্বামী দেৱ। ১৯৭১ চনতে অসম সাহিত্য সভাৰ প্ৰথমগৰাকী সভাপতি পদ্মনাথ গোঁহাই বৰুৱাৰ লগত নিষ্ঠা আৰু অহোপুৰুষাৰ্থৰে ভাষা-সাহিত্যৰ বাবে অক্লান্ত পৰিশ্ৰম কৰি সভাক জীয়াই ৰখাত যি অৰিহণা যোগালে তেনে দৃষ্টান্ত বিৰল। গোস্বামীদেৱৰ জন্ম হৈছিল ১৮০৯ শকৰ ব'হাগ মাহত নলবাৰী সত্ৰ নিবাসী পণ্ডিত ললিত চন্দ্ৰ গোস্বামীৰ ঔৰসত আৰু মাতৃ মুকুন্দ প্ৰিয়া দেৱীৰ গৰ্ভত। পিতৃ-মাতৃৰ এইগৰাকী দ্বিতীয় সন্তানে নলবাৰী আৰু গুৱাহাটীত শিক্ষা গ্ৰহণ কৰি কলিকতাৰ পৰাই স্নাতক হৈ শিক্ষা বিভাগৰ পৰিদৰ্শকৰ চাকৰিত নিযুক্ত হয়। নামনি অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ স্কুলসমূহৰ পৰিদৰ্শকৰ উপৰি তেওঁ যোৰহাট নৰ্মাল স্কুলৰ অধীক্ষকো আছিল।



শেষত তেওঁ শিক্ষা বিভাগৰেই উচ্চতম বিষয়া হিচাপে ১৯৪৩ চনত অৱসৰ গ্ৰহণ কৰে। এক দায়িত্বশীল বিষয়াৰ পদত কাৰ্যনিৰ্বাহ কৰিও তেওঁ উজনি-নামনি ঘূৰি সাহিত্য সভাৰ সংগঠনৰ কামত ব্ৰতী হৈছিল আৰু এগৰাকী সফল শিক্ষক তথা শিক্ষাবিদ হিচাপে পৰিচয় দিয়াৰ উপৰি এগৰাকী গল্পকাৰ, নাট্যকাৰ, ঔপন্যাসিক আৰু প্ৰবন্ধ লেখক হিচাপেও প্ৰতিষ্ঠা লাভ কৰিছিল। তেওঁৰ ৰচিত চুটিগল্প সংকলন কেইখন হ'ল — 'গল্পাঞ্জলি', 'মইনা', 'বাজিকৰ' আৰু 'পৰিদৰ্শন'। 'পানিপথ' তেওঁৰ এখন উপন্যাস। ৰূপচন্দ্ৰ ভাগৱতী ছদ্মনামত তেওঁ এখন নাটকো (পৰীক্ষা) ৰচনা কৰিছিল অমিত্ৰাক্ষৰ ছন্দত। তেওঁৰ আন এখন গদ্যগ্ৰন্থ হ'ল 'মহাসমৰ'। নলবাৰীৰ হৰি নাৰায়ণ দত্তবৰুৱাই প্ৰাচীন পুথিসমূহ সংগ্ৰহ, সংৰক্ষণ আৰু মুদ্ৰণ কৰি এক জাতীয় মহান কৰ্ম সাধন কৰাৰ দৰে গোস্বামীদেৱেও প্ৰাচীন পুথি সংৰক্ষণ আৰু সম্পাদনা কাৰ্যত ব্ৰতী হৈছিল। বাগীশৰ 'নীতি লতাংকুৰ' আৰু নীলকণ্ঠ দাসৰ 'দামোদৰ চৰিত'খন তেওঁ সম্পাদনা কৰি উলিয়াইছিল। ইয়াৰ উপৰি তেওঁ ছাত্ৰ-ছাত্ৰীৰ উপযোগীকৈ 'অতুল পাঠমালা' আৰু 'অসমীয়া সাধুকথা', শিক্ষক-প্ৰশিক্ষাৰ্থীৰ কামত অহাকৈ 'শিক্ষা বিচাৰ', 'বহু শ্ৰেণীৰ শিক্ষা প্ৰণালী' আদি শিক্ষামূলক গ্ৰন্থ ৰচনা কৰিছিল। 'জোনাকী', 'ঊষা', 'আলোচনী', 'ডেকা অসম' আদি সম-সাময়িক পত্ৰিকাৰ তেওঁ আছিল নিয়মীয়া লিখক। তেওঁৰ প্ৰতিভা আৰু কাৰ্যত মুগ্ধ হৈ বৃটিছ চৰকাৰে তেওঁক অৰ্পণ কৰিছিল 'আই অ' এছ' উপাধি আৰু কামৰূপীয় পণ্ডিত সমাজে আখ্যায়িত কৰিছিল 'বিদ্যানিধি' অলংকাৰেৰে। ইংৰাজী আৰু অসমীয়া ভাষাত ৰচিত তেওঁৰ শিক্ষা আৰু ধৰ্মমূলক আলোচনাবোৰৰো এক সুকীয়া মূল্য আছে। 'কামৰূপীয় শব্দকোষ' তেওঁৰ এখন অসম্পূৰ্ণ ৰচনা। তেঁৱেই আছিল স্কুলীয়া আলোচনীৰো জন্মদাতা।

নলবাৰীৰেই মুকালমুৱা অঞ্চলৰ লাউপাৰা গাঁৱত জন্ম গ্ৰহণ কৰা 'বিহগী কবি' বুলি খ্যাত ৰঘুনাথ চৌধাৰীয়ে ১৯৩৬ চনত তেজপুৰত বহা অসম সাহিত্য সভাৰ সভাপতিৰ পদ অলংকৃত কৰিছিল। তেওঁৰ জন্ম হৈছিল ১৮৭৯ খ্ৰীষ্টাব্দত। সোমনাথ যদিও তেওঁৰ ৰাশ্যাশ্ৰিত নাম আছিল আৰু দেউতাকে ঘননাথ নাম হ'ব বুলি ভাবিছিল, কালক্ৰমত তেওঁৰ কুল-পুৰোহিত বিজয় চন্দ্ৰ চক্ৰৱৰ্তীৰ মুখেৰে ওলাই অহা 'ৰঘুনাথ' নামেৰেহে তেওঁ জনাজাত হ'ল আৰু বাকীবোৰ নাম তল পৰি গ'ল। সাঁচকৈয়ে পিতৃ ভোলানাথ চৌধুৰীৰ কনিষ্ঠতম সন্তান ৰঘুনাথে পিৰালিৰ পৰা পৰি, মাত্ৰ অষ্টম শ্ৰেণীলৈহে পঢ়ি ওচৰ চুবুৰীয়াৰ নানান অসহনীয় যাতনা ভুগি, শাৰীৰিক ভাবেও পংগু হৈ ৰঘুনাথে ৰামচন্দ্ৰৰ দৰেই নিকাৰ ভুঞ্জিব লগা হৈছিল আৰু প্ৰকৃতি জগতৰ নিঃস্বাৰ্থপৰতাৰ মাজত নিজকে বিলীন কৰি দিব বিচাৰিছিল। প্ৰকৃতিৰ সুন্দৰ উপাদান চৰাই, ফুল আদি বিষয়ক কবিতাবোৰত তাৰেই সুৰ প্ৰতিধ্বনিত হৈছিল। চৰাইক লৈ সুন্দৰ সুন্দৰ কবিতা ৰচনা কৰা বাবেই সুসাহিত্যিক হলিৰাম ডেকাই তেওঁক আখ্যায়িত কৰিছিল 'বিহগী কবি' বুলি। তেওঁৰ ৰচিত কবিতা পুথিবোৰ হ'ল সাদৰী, কেতেকী, কাৰবালা, দহিকতৰা, নৱমল্লিকা (কথা কবিতা) আৰু গদ্য পুথি হ'ল 'পচতিয়া'। কবিগৰাকীৰ মৃত্যুৰ পিচত 'মনাই বৰাগী' নামেৰে আন এখন কবিতাপুথি প্ৰকাশ হৈ ওলাইছে। 'কৰণি' তেওঁৰ অপ্ৰকাশিত গল্প পুথি। ইয়াৰ উপৰি তেওঁ শিশু আলোচনী 'মইনা' (১৯২৫) আৰু ডাঙৰৰ আলোচনী 'জয়ন্তী' (১৯৩২), 'সুৰভি' আদিও সম্পাদনা কৰিছিল। 'জোনাকী'ৰো তেওঁ সহকাৰী সম্পাদক আছিল। আনুষ্ঠানিক উচ্চ শিক্ষা বা বিশ্ববিদ্যালয়ৰ কোনো ডিগ্ৰী নাথাকিলেও তেওঁ ঘৰতেই ইংৰাজী, বঙলা, সংস্কৃত আদি পঢ়ি জ্ঞান-পুষ্ট হৈ উঠিছিল আৰু মাধ্যমিক বিদ্যালয়ৰ শিক্ষক পদতো কাৰ্যনিৰ্বাহ কৰিছিল। অৱশ্যে অতি কম দিনৰ বাবে। সদা শান্তিকামী এইগৰাকী ব্যক্তিয়েই আপোন ব্যক্তিত্ব আৰু গুণৰ বলত নিৰ্বাচিত হৈছিল ১৯৫২ চনত কলিকতাত বহা 'নিখিল ভাৰত বিশ্বশান্তি সমিতি'ৰ সভাপতি হিচাপে।

সাহিত্যিক-সাংস্কৃতিক বিভিন্ন অনুষ্ঠানৰ লগত তেওঁ আছিল জড়িত। নিজেই তেওঁ গুৱাহাটীত ১৯৫৩ চনত সাহিত্যানুষ্ঠান 'সবিতা সভা', সামাজিক অনুষ্ঠান 'প্ৰগতি সংঘ' আদি স্থাপন কৰিছিল। প্ৰায় চাৰিকুৰি দহ বছৰত ১৯৬৮ চনত মৃত্যু বৰণ কৰা এইগৰাকী সুনাম ধন্য সাহিত্যিকৰ মৃত্যু অসমীয়া সাহিত্য জগতৰ এক পূৰাব নোৱাৰা ক্ষতি। কবিতাৰ মাজেৰেই চিৰজ্যোতিষ্মান হৈ ৰোৱা এই পুৰোধা সাহিত্যিকগৰাকীৰ সভাপতিৰ অভিভাষণখনিও সাহিত্যৰ এক অমূল্য সম্পদ।

এক বুজন সংখ্যক সাহিত্য কৰ্মেৰে অসমীয়া সাহিত্যৰ ভঁৰাল টনকিয়াল কৰা, নলবাৰী সত্ৰত ১৯০৬ চনত পিতৃ সিদ্ধেশ্বৰ আৰু মাতৃ পদ্মপ্ৰিয়াৰ গৰ্ভত জন্ম গ্ৰহণ কৰা ত্ৰৈলোক্য নাথ গোস্বামী আছিল সমগ্ৰ নলবাৰী অঞ্চলৰেই গৌৰৱৰ থলী। অসম প্ৰকাশন পৰিষদৰ বঁটা, সাহিত্য অকাডেমিৰ বঁটা আদি লাভ কৰা গোস্বামীদেৱ আছিল ১৯৬০ চনত অসম সাহিত্য সভাৰ পলাশবাৰী অধিৱেশনৰ সভাপতি। ১৯৬১ চনত গোৱালপাৰা অধিৱেশনৰো (বিশেষ) তেওঁ সভাপতিত্ব কৰিছিল। নলবাৰী মাইনৰ স্কুল, গৰ্ডন হাইস্কুল (বৰ্তমান উচ্চতৰ), কটন মহাবিদ্যালয়, কলিকতা আদি ঠাইত শিক্ষা গ্ৰহণ কৰা গোস্বামীদেৱ আছিল ইংৰাজী সাহিত্যৰ স্নাতকোত্তৰ কিন্তু অসমীয়া, সংস্কৃত, ইংৰাজী তিনিওটা বিষয়তে তেওঁৰ আছিল সমান দখল। অক্সফোৰ্ড ইউনিভাৰ্ছিটি প্ৰেছত ছপাশালৰ কৰ্মী হিচাপে চাকৰি জীৱনৰ পাতনি মেলা গোস্বামীদেৱে পিচলৈ নলবাৰী, উত্তৰ গুৱাহাটী, ধুবুৰী আদি বিভিন্ন ঠাইত শিক্ষকতা কৰি শ্ৰীহট্টৰ মুৰাৰিচাঁদ কলেজত ইংৰাজীৰ অধ্যাপক হিচাপে নিযুক্ত হৈছিল যদিও ১৯৪৫ চনত নলবাৰী কলেজ স্থাপন হোৱাত ইয়াৰ প্ৰথমগৰাকী অধ্যক্ষ হিচাপে নিযুক্তি পাই ইয়ালৈ গুচি আহে। যথেষ্ট কষ্ট আৰু ত্যাগ স্বীকাৰ কৰি তেওঁ এই অনুষ্ঠানটোক জাকত জিলিকা কৰি তোলে। অকল সিমানেই নহয়, নলবাৰীত সাহিত্য সমাজ, লেখক সংঘ, পূৰ্বভাৰতী স্নাতকোত্তৰ শ্ৰেণী (অসমীয়া বিষয়ত) আদি গঢ় দি তেওঁ সাহিত্য



সংস্কৃতি, শিক্ষা আদিৰ ক্ষেত্ৰতো সুদৃঢ় পদক্ষেপ আগবঢ়াইছিল। এক সমাজবাদী চিন্তাধাৰাৰে পৰিচালিত এইগৰাকী ব্যক্তিত্বশালী পুৰুষৰ কলমো আছিল চোকা। সংহত লেখাৰে তেওঁ সৃষ্টি কৰিছিল ভালেমান অমূল্য গ্ৰন্থ। 'অৰুণা', 'মৰীচিকা', 'শিল্পীৰ জন্ম', 'জীৱনৰ জীয়া জুই' তেওঁৰ চুটি গল্প সংকলন আৰু 'জীয়া মানুহ' এখনি ব্যংগ উপন্যাস। এসময়ত তেওঁ 'ব্যোমকেশ' ছদ্মনামেৰে দুই-এটা কবিতা আৰু 'ধনঞ্জয় ভট্টাচাৰ্য' ছদ্ম নামেৰে চুটিগল্প ৰচনা কৰিছিল। তেওঁৰ সমালোচনামূলক গ্ৰন্থসমূহ হ'ল — 'সাহিত্য আলোচনা', 'আধুনিক গল্প-সাহিত্য', 'সমুদ্ৰ মন্থন', 'ইংৰাজী সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত ইয়াৰ প্ৰভাৱ', 'সাহিত্য কলা আৰু তাৰ বিচাৰ', 'সাহিত্য সমীক্ষণ', 'প্ৰবন্ধ মঞ্জৰি', 'চিন্তা তৰংগ' ইত্যাদি। 'মন্দাকিনী' নামৰ এখন সাহিত্য-সংস্কৃতিমূলক আলোচনীৰো তেওঁ সম্পাদনা কৰিছিল আৰু এসময়ৰ 'প্ৰকাশ' আলোচনীখনৰো সম্পাদনা সমিতিত জড়িত হৈ আছিল। এগৰাকী বিদগ্ধ সাহিত্য-সমালোচক হিচাপে তেওঁৰ খ্যাতি বৈ যোৱা। তাৰেই স্বীকৃতি স্বৰূপে তেওঁ লাভ কৰিছিল ১৯৬৭ চনত সাহিত্য অকাডেমি বঁটা 'আধুনিক গল্প সাহিত্য' নামৰ গ্ৰন্থখনৰ বাবে। ১৯৮০ চনত তেওঁ লাভ কৰিছিল 'নন্দনতত্ত্ব ঃ প্ৰাচ্য আৰু পাশ্চাত্য' গ্ৰন্থৰ বাবে অসম প্ৰকাশন পৰিষদৰ বঁটা। মন কৰিবলগীয়া যে সমালোচনা সাহিত্যত অকাডেমি বঁটা অৰ্জন কৰা তেঁৱেই প্ৰথম অসমীয়া সাহিত্যিক। 'অসমীয়া গল্প-সাহিত্য'খনে ১৯৬১ চনৰ পৰা ১৯৬৫ চনৰ ভিতৰত সৃষ্টি হোৱা মৌলিক সাহিত্য হিচাপে 'অসম সাহিত্য সভা'ৰো পুৰস্কাৰ লাভ কৰিছিল। ১৯৬০ চনৰ ২৮ আৰু ২৯ অক্টোবৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ অষ্টবিংশতিতম পলাশবাৰী অধিৱেশনৰ সভাপতি হিচাপে তেওঁ দিয়া অভিভাষণখনিৰ এক বিশেষ সাহিত্যিক মৰ্যাদা আছে। ১৯৬৫ চনত নলবাৰীত বহা অসম সাহিত্য সভাৰ দ্বাত্ৰিংশতম অধিৱেশনৰ তেওঁ আছিল অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু ১৯৭৮ চনত গোলাঘাটত বহা পঞ্চচত্বাৰিংশ অসম সাহিত্য সভাৰ উদ্বোধক। তাৰোপৰি ১৯৮৭ চনত পাঠশালাত বহা অসম সাহিত্য সভাৰ ৫৩ তম অধিৱেশনৰ দ্বিতীয় দিনাৰ মুকলি অধিৱেশনৰ প্ৰথমগৰাকী বক্তা। 'প্ৰবন্ধ চয়ন', 'অসমীয়া গল্প সংকলন' আদি উল্লেখযোগ্য গ্ৰন্থ সম্পাদনা কৰিও তেওঁ সাহিত্য প্ৰতিভাৰ, সাংগঠনিক কৃতিত্বৰ আৰু নিজ অধ্যয়নপুষ্টতাৰ নিদৰ্শন দাঙি ধৰিছিল।

গহীন-গম্ভীৰ কথা-বতৰা আৰু খোজ-কাটল, উচ্চ চিন্তা-চৰ্চা আৰু লেখা, সৰ্বোপৰি অসমীয়া ভাষা-সাহিত্য আৰু স্বদেশপ্ৰীতি তেওঁৰ চৰিত্ৰৰ অন্যতম বৈশিষ্ট্য। এইগৰাকী সাহিত্য কাণ্ডাৰীৰ জীৱনাৱসান ঘটে ১৯৮৮ চনৰ ফেব্ৰুৱাৰী মাহৰ ২২ তাৰিখে অসম সাহিত্য সভাৰ হাইলাকান্দি অধিৱেশন চলি থকা সময়তে। নন্দনতাত্ত্বিক গোস্বামীদেৱৰ অপ্ৰকাশিত ৰচনাৰাজি পৰিয়াল, অসম সাহিত্য সভা অথবা আন কোনো প্ৰকাশন প্ৰতিষ্ঠানে পোহৰৰ বাটলৈ আনিলে জাতিৰ এক পৰম উপকাৰ সাধন কৰা হ'ব।

অসমীয়া ভাষা-সাহিত্যৰ আন এগৰাকী অক্লান্ত পূজাৰী, যাক সকলোৱে 'ছেল্ফ-মেড ম্যান' বুলিয়েই জানে, তেঁৱো অসম সাহিত্য সভাৰ সভাপতিৰ আসন শুৱাই নলবাৰীয়া ৰাইজলৈ গৌৰৱ কঢ়িয়াই আনিছিল। নলবাৰীৰ ককয়া গাঁৱত ১৯১২ চনৰ ত্ৰিশ জুলাইত এটি দুখীয়া ব্ৰাহ্মণ পৰিয়ালত জন্ম গ্ৰহণ কৰা এইগৰাকী বিদগ্ধ পণ্ডিত সাহিত্যিক আছিল স্বনামধন্য গিৰিধৰ শৰ্মাদেৱ। তেওঁৰ পিতৃ আছিল ৰাধানাথ শৰ্মা আৰু মাতৃ দশমপ্ৰিয়া দেৱী। দেউতাকৰ যাজনিক বৃত্তিৰে কোনোমতে পেটে-ভাতে খাই জীয়াই থকা পৰিয়ালটিৰ জ্যেষ্ঠপুত্ৰ হিচাপে তেওঁ যথেষ্ট কষ্টও কৰিবলগীয়া হৈছিল। তাৰ মাজতে শিক্ষা তৎপৰ তেওঁৰ মাতৃৰ প্ৰচেষ্টা আৰু আপোন অধ্যৱসায়ৰ বলত তেওঁ ককয়া আৰু চামতাত প্ৰাথমিক আৰু মাধ্যমিক শিক্ষা গ্ৰহণ কৰি সংস্কৃত টোলৰ পৰা 'ব্যাকৰণ শাস্ত্ৰী' উপাধি লৈ ১৯৩৭ চনত তেওঁ নৰ্মাল শিক্ষাও গ্ৰহণ কৰে। তাৰ পিচতেই আৰম্ভ হয় তেওঁৰ চাকৰি জীৱন। শিৱসাগৰ, ধুবুৰী, উত্তৰ লখিমপুৰ, গুৱাহাটী আদি ঠাইত শিক্ষক হিচাপে কাৰ্যনিৰ্বাহ কৰি থকা সময়তেই তেওঁ 'প্ৰাইভেট'কৈ আই এ, বি এ আনকি অসমীয়া বিষয়ত এম এও পাছ কৰে। স্নাতকোত্তৰ পৰ্যায়ত তেওঁ দ্বিতীয় শ্ৰেণীৰ প্ৰথম হৈ উত্তীৰ্ণ হোৱাৰ গৌৰৱ অৰ্জন কৰিছিল। ইয়াৰ পিচতেই তেওঁ গুৱাহাটীৰ সন্দিকৈ কলেজ (১৯৫০ ৰ পৰা), কটন কলেজ আৰু শেষত আৰ্যবিদ্যাপীঠ কলেজত (১৯৬২ ৰ পৰা) প্ৰতিষ্ঠাপক অধ্যক্ষ হিচাপে থাকি তাৰ পৰায়েই চাকৰি জীৱনৰ ইতি পেলায়। পিছলৈ গুৱাহাটীতে থাকিবলৈ লোৱা শৰ্মাদেৱে আজীৱন শিক্ষা, সাহিত্য, সমাজ আৰু সাংগঠনিক কামতেই লাগি থাকি অপূৰ্ব কৰ্মদক্ষতাৰ পৰিচয় দিছিল। তেওঁৰ পাণ্ডিত্যৰ বাবেই তেওঁ আছিল ছাত্ৰ সমাজৰ মাজত অধিক জনপ্ৰিয়। ছাত্ৰ-ছাত্ৰী সমাজৰ কামত অহাকৈ বিদ্যায়তনিক দিশত তেওঁ ৰচনা কৰিছিল ভালেকেইখন মূল্যৱান গ্ৰন্থ। তাৰ ভিতৰত — 'প্ৰৱেশিকা ৰচনা শিক্ষা', 'Sanskrit Grammar and Translation', 'Sarma's Anglo Assamese Dictionary' আদিয়েই প্ৰধান। 'অসমীয়া অভিধান', 'শুৱলা পাঠ'ৰ তিনিটা খণ্ড, সংস্কৃত ব্যাকৰণ চন্দ্ৰিকা' আদি পুথিয়েও তেওঁৰ অসমীয়া আৰু সংস্কৃত ভাষাত থকা সমান দখলকে সূচাইছে। ইয়াৰ উপৰি তেওঁ 'দেৱী চৌধুৰাণী' আৰু 'গল্প গুচ্ছ' বুলি দুখন অনুবাদ গ্ৰন্থও অসমীয়া ভাষা-সাহিত্যৰ বেদীত অৰ্পণ কৰে। এইগৰাকী সাহিত্যপ্ৰাণ ব্যক্তিকেই অসম সাহিত্য সভাই ১৯৭৩ চনত ইয়াৰ ৪০ তম ৰঙিয়া অধিৱেশনত সভাপতিৰ আসনত বহুৱাই তেওঁৰ প্ৰাপ্য সন্মান যাচিছিল। ইয়াৰ আগৰে পৰাই শিক্ষা আৰু সমাজ সেৱাৰ ভাবেৰে উদ্দীপিত শৰ্মাদেৱ গুৱাহাটীৰ বিভিন্ন সাংগঠনিক কামত নিয়োজিত হৈ আছিল। কামৰূপ সাহিত্য সমাজ, অসমীয়া ভাষাক ৰাজ্য ভাষা হিচাপে মৰ্যাদা প্ৰদান, মাধ্যম আন্দোলন, ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘ আদি বিভিন্ন দিশত তেওঁ যোগোৱা অৰিহণা আছিল সাঁচকৈয়ে স্মৰণ কৰিবলগীয়া। এগৰাকী সাঁচা শিক্ষক, দক্ষ প্ৰশাসক, নিপুণ শিক্ষাবিদ আৰু নিষ্ঠাৱান সাহিত্যিক শৰ্মাদেৱৰ কৰ্মবহুল জীৱনৰ ইতি পৰে ১৯৭৮ চনৰ ১০ মে' তাৰিখে গুৱাহাটী বিহাবাৰীৰ নিজ বাস গৃহ 'ৰাধা কুটীৰ'ত। শৰ্মাদেৱৰ সমূহ গ্ৰন্থৰাজিৰ লগতে সভাপতি হিচাপে ৰঙিয়াত হোৱা অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণখনি আৰু



১৯৭৮ চনত গোলাঘাটত বহা অসম সাহিত্য সভাৰ পঞ্চচত্বাৰিংশ অধিৱেশনৰ স্মৃতিগ্ৰন্থ উন্মোচনী ভাষণখন অসমীয়া ভাষা-সাহিত্যৰ একো একোটি অমূল্য সম্পদ।

বিংশ শতিকাৰ সংবাদ আৰু সাহিত্য জগতত প্ৰখ্যাত অসমৰ এগৰাকী সু-প্ৰতিষ্ঠিত ব্যক্তি হ'ল কনকসেন ডেকা। ৰাজনৈতিক ভাৱে সচেতন, সামাজিক-সাংগঠনিক দিশত শ্ৰেষ্ঠ, সংবাদ সেৱনত নিপুণ আৰু সাহিত্য ক্ষেত্ৰত দায়বদ্ধ ডেকা এগৰাকী বিভিন্ন দিশত প্ৰতিভা থকা নিষ্ঠাবান নাগৰিক। শিক্ষকতাৰ চৰকাৰী চাকৰি এৰি দি স্বাৱলম্বিতাকে জীৱনৰ বৃত্তি হিচাপে লৈ প্ৰথমে মঙগলদৈ, তাৰ পিচত গুৱাহাটীত বাতৰি কাকত এখন প্ৰতিষ্ঠা কৰি তাৰ পৰিচালনা আৰু সম্পাদনা কৰি, সময়ত তাক পযেকীয়াৰ পৰা সাদিনীয়া, তিনিদিনীয়া আৰু সৰ্বশেষত এদিনীয়াকৈ প্ৰকাশ কৰিবলৈ সমৰ্থ হোৱা ডেকাদেৱৰ অক্লান্ত কৰ্মপ্ৰেৰণা এক আদৰ্শৰ বস্তু। বৰ্তমানেও তেওঁ 'তিনিদিনীয়া অগ্ৰদূত' আৰু 'দৈনিক অগ্ৰদূত'ৰ সম্পাদনা কাৰ্যত জড়িত। 'Action' নামৰ আন এখন কাকতো (ইংৰাজী) তেওঁ এসময়ত সম্পাদনা কৰিছিল। 'অগ্ৰদূত' প্ৰতিষ্ঠানৰ পৰা প্ৰকাশ পোৱা 'চিচিংফাঁক', 'শ্ৰীময়ী' আদিৰ জন্মৰ গুৰিতো ডেকা দেৱৰেই প্ৰচেষ্টা অন্তৰ্নিহিত হৈ আছে। সাহিত্য জগতলৈ তেওঁ আগবঢ়োৱা বিভিন্ন কৰ্মৰ ভিতৰত উল্লেখযোগ্য গ্ৰন্থৰাজি হ'ল — 'জুলাই', 'নতুন পুৰুষে যুক্তিৰ আধাৰত নতুন সমাজ গঢ়ক', 'অসমৰ যুৱ সমাজ বিশ্ব বিজয় কৰিবলৈ ওলাই আহক', 'অসমৰ গোষ্ঠীবদ্ধ আৰু সামাজিক বিৱৰ্তনৰ ধাৰা', 'মূল্যবোধৰ অৱক্ষয় আৰু সাম্প্ৰতিক সংকট', 'আলফাৰ স্বাধীন অসম', 'দুশ বছৰীয়া হীনমন্যতাৰ অৱসান হওক', 'সাহিত্য আৰু জীৱন' আদি সুচিন্তিত ৰচনা। এই সংবাদ সাহিত্যধৰ্মী ৰচনাসমূহৰ উপৰি তেওঁৰ সম্পাদিত 'একবিংশ শতিকাৰ অসম', 'এশগৰাকী মহৎ ব্যক্তি' আদিয়েও অসমীয়া ভাষা-সাহিত্যৰ যথেষ্ট শ্ৰীবৃদ্ধি সাধন কৰিছে। ডেকাদেৱ গল্পকাৰ আৰু উপন্যাস ৰচক হিচাপেও অসমীয়া সাহিত্য জগতত সুপৰিচিতা 'ৰঙীণ পৰ্দা', 'পাঁচ ছেপ্তেম্বৰৰ ৰাতিপুৱা', 'স্বপ্নভংগ' আদি গল্প সংকলনৰ উপৰি 'লুইতক ভেটিব সিহঁতে', 'সূৰ্য পুৱত নুঠে', 'টেমছ আৰু লুইত', 'সোণৰ পালেঙে নুশুৱায়' তেওঁৰ সুন্দৰ উপন্যাস। পাঁচখন একাংকিকাৰ সংকলন 'একাংক পঞ্চমা' আৰু 'হাড়চনৰ পৰা লোহিত গংগা' (ভ্ৰমণ কাহিনী) তেওঁৰ উৎকৃষ্ট ৰচনা। ইংৰাজী ভাষাত ৰচিত তেওঁৰ 'Youth in Termoil : Assam', 'Assam's Crisis : Myth and Reality', বাংলা ভাষাত প্ৰণীত 'আসামেৰ বিক্ষুব্ধ সমাজ', হিন্দীত ৰচিত 'আসামকা বিক্ষুব্ধ সমাজ', বড়ো ভাষাৰ 'গৌদান জালৈফৌৱা ৱানবুং থাইনি ৰহজা সমাজ দাথোঁ' আদিও তেওঁৰ উল্লেখযোগ্য সৃষ্টি।

এইগৰাকী সমাজ সচেতন দায়বদ্ধ সাহিত্যিককে অসম সাহিত্য সভাই বহুবালে ইং ২০০৫ চনত ছিপাঝাৰত ইয়াৰ মৰ্যাদা সম্পন্ন সভাপতিৰ আসনত। অসম সাহিত্য সভাৰ সভাপতিৰ আসনৰ পৰা তেওঁ পাঠ কৰা অভিভাষণখনো তেওঁৰ অসমৰ সমাজ, সাহিত্য আৰু ভাষা-সংস্কৃতিৰ দিশলৈ এক অগতানুগতিক মহৎ অৱদান। শিক্ষা, সাহিত্য, ধৰ্ম-সংস্কৃতি, স্বাৱলম্বিতা, যুৱ মানসিকতা, উত্তৰ পুৰুষৰ উদ্‌গতি আদিৰ পথ দেখুৱাওতা এই অভিভাষণখনিয়ে নিজৰ বৌদ্ধিক চিন্তাধাৰক প্ৰকাশ কৰাৰ উপৰি এখন সুখী সমাজ আৰু সুন্দৰ দেশ গঢ়াৰ আভাস দাঙি ধৰিছে। সাহিত্য সভাৰ সভাপতি হিচাপে জাতি, বৰ্ণ, ধৰ্ম, সম্প্ৰদায় নিৰ্বিশেষে তেওঁ ঐক্য, সম্প্ৰীতি আৰু সংহতি নিৰ্মাণ কৰিবলৈ লোৱা প্ৰযত্ন সঁচাকৈয়ে উল্লেখনীয়। সকলো জাতি জনজাতিক সামৰি এখন উমৈহতীয়া সাহিত্য মঞ্চ গঠন কৰাটোও তেওঁৰ কাৰ্যকালৰ মহৎ কীৰ্তি।

১৯৩৩ চনত নলবাৰীৰ বেলশৰৰ গৌৰীসেন ডেকা আৰু তাৰা সেন ডেকাৰ সুসন্তান ডেকাদেৱে বেলশৰ, নলবাৰী, গুৱাহাটী আদি বিভিন্ন ঠাইত শিক্ষা লাভ কৰি ৰাজনীতি বিজ্ঞানৰ স্নাতকোত্তৰ ডিগ্ৰী লৈছিল যদিও, কমিউনিষ্ট আদৰ্শত দীক্ষিত হৈছিল যদিও, তেওঁ সক্ৰিয় ৰাজনীতি নকৰি সাহিত্য-সমাজনীতিৰহে গুৰি ব'ঠা ধৰিলে। তেওঁৰ জীৱন কালত জাতি, দেশ আৰু পৃথিৱীয়ে বহুতো নতুন চিন্তাৰে চিন্তিত হোৱাৰ প্ৰগতি আৰু উত্তৰণৰ নৱ নৱ দিশ উন্মোচিত কৰি তাৰ সঠিক গতি নিৰ্ণীত হোৱাৰ আশা নিশ্চয় কৰিব পাৰে।

নলবাৰী অঞ্চলত জন্ম পূৰ্বোল্লিখিত অসম সাহিত্য সভাৰ সভাপতি গিৰিধৰ শৰ্মাৰেই সহোদৰ ভাতৃ উমাকান্ত শৰ্মা (১৯১৮-২০০৫) যি অসমীয়া সাহিত্য জগতত 'পশুপতি ভৰদ্বাজ' নামেৰেই বিখ্যাত, যিয়ে শিক্ষা বিভাগত সফলতাৰে কাৰ্যনিৰ্বাহ কৰি নিকা ভাবমূৰ্তি অক্ষুণ্ণ ৰাখিছিল, যিগৰাকী অসম মাতৃৰ সু-সন্তানে অসম সাহিত্য সভাৰ বিষ্ণুপ্ৰসাদ ৰাভা বঁটা, অসম প্ৰকাশন পৰিষদৰ বঁটা (১৯৮৬) আৰু ১৯৮৮ চনত 'এজাক মানুহ এখন অৰণ্য' উপন্যাসখনৰ বাবে 'সাহিত্য অকাডেমি'ৰো বঁটা লাভ কৰিছিল, তেওঁ অসম সাহিত্য সভাৰ সভাপতি নোহোৱাকৈয়ে মহাপ্ৰস্থানৰ বাটত গতি কৰিলে। কেৱল এগৰাকী শিক্ষাবিদেই নহয়, এগৰাকী প্ৰসিদ্ধ গল্পকাৰ আৰু ঔপন্যাসিক হিচাপেও তেওঁৰ অৱদান লেখত ল'বলগীয়া। 'ৰামধেনু' যুগৰ তেওঁ আছিল এগৰাকী উল্লেখযোগ্য লেখক। 'শেষ পতাকা' (নাটক), 'উৰন্ত মেঘৰ ছাঁ', 'ছিমছাঙৰ দুটি পাৰ', 'এজাক মানুহ, এখন অৰণ্য', 'ভকুণ্ড পখীৰ জাক', 'কাজলীৰ ৰোগ' আদি উপন্যাস, 'ঘূৰণীয়া পৃথিৱীৰ বেঁকা পথ', 'উকা এটি মন' আদি গল্প সংকলন তেওঁৰ অনুপম সৃষ্টি। 'আৱাহন' যুগৰ শেষৰ ফালে গল্পকাৰ হিচাপে দেখা দিয়া এইগৰাকী সাহিত্যিক কেৱল নলবাৰীৰ নহয়, সমগ্ৰ অসমৰেই গৌৰৱ।

ইতিমধ্যে নলবাৰীৰ জীয়াৰী নিৰুপমা বৰগোহাঞি — যিয়ে 'অভিযাত্ৰী' উপন্যাসেৰে সাহিত্য অকাডেমি বঁটা (১৯৯৬) পোৱাৰ গৌৰৱ বহন কৰিছে, যিগৰাকী বহুতো উল্লেখযোগ্য গল্প উপন্যাসৰ জন্মদাত্ৰী, ড° হৰিনাথ শৰ্মাদলৈ, যিগৰাকীৰ পাণ্ডিত্য আৰু ব্যক্তিত্ব অতুলনীয় আৰু যিগৰাকীৰ মহামূল্যবান দুৰ্মূল্য গ্ৰন্থৰাজিয়ে অসমীয়া সাহিত্যৰ ভঁৰাল টনকিয়াল কৰাত যথেষ্ট অৰিহণা যোগাইছে, অজিত বৰুৱা, যিগৰাকী কবি-সাহিত্যিকে 'ব্ৰহ্মপুত্ৰ ইত্যাদি পদ্য' কবিতা গ্ৰন্থেৰে সাহিত্য অকাডেমি বঁটা লাভ কৰিছে (১৯৯১ চনতে), ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, যিগৰাকী অসমীয়া সাহিত্যিকে সৰ্বপ্ৰথমেই বড়ো ভাষা-সাহিত্যৰ ওপৰত গৱেষণা কৰি সেইদিশৰ বাটকটীয়া হৈ এক জাতীয় আদৰ্শ হৈছে। এইসকল কৃতবিদ্য পুৰুষ-নাৰীৰো সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰাৰ যোগ্যতা নিশ্চয় আছে। সমগ্ৰ অসমৰ বিভিন্ন বৰেণ্য সাহিত্যিকসকলৰ তুলনাত এইসকল সাহিত্যিকৰ অৰিহণাও কম নহয়। আমি আশা কৰো, অসমৰ বিদ্বান, বুদ্ধিজীৱী সমাজে বয়স, অভিজ্ঞতা, অৱদান আদিৰ প্ৰতি দৃষ্টি ৰাখি প্ৰাপ্যজনক উপযুক্ত আসন আৰু সন্মান যাছি ভৱিষ্যতে প্ৰকৃত কৰ্তব্য সাধন কৰি দেশমাতৃৰ সেৱাত নিজৰ সবল আৰু সফল অস্তিত্ব প্ৰতিপন্ন কৰিব।



# অসম সাহিত্য সভাৰ নলবৰীয়া প্ৰধান সম্পাদকসকল

গোবিন্দ কলিতা

## *অনন্য কথাশিল্পী শৰৎ চন্দ্ৰ গোস্বামী*

প্ৰয়াত শৰৎ চন্দ্ৰ গোস্বামী অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সম্পাদক। ১৯১৭ চনৰ ২৬ আৰু ২৭ ডিচেম্বৰত শিৱসাগৰত অনুষ্ঠিত হোৱা প্ৰথম অসম সাহিত্য সভাৰ অধিৱেশনত তেওঁ সম্পাদক হিচাপে এই মহান জাতীয় অনুষ্ঠানটোৰ দায়িত্ব গ্ৰহণ কৰে। ১৮৮৭ চনৰ ১২ মে'ত নলবাৰী চহৰত বিখ্যাত নলবাৰী সত্ৰত নাৰায়ণ দেৱগোস্বামীৰ খ্যাত নাৰায়ণপুৰ সত্ৰত শৰৎ চন্দ্ৰ গোস্বামীৰ জন্ম হৈছিল। তেওঁৰ পিতৃ আছিল অসমীয়া পদপুথি 'কেলি ৰহস্য' ৰচয়িতা পণ্ডিত ললিত চন্দ্ৰ গোস্বামী আৰু মাতৃ আছিল মুকুন্দপ্ৰিয়া গোস্বামী। মাক-দেউতাকৰ দুগৰাকী কন্যা আৰু তিনিগৰাকী পুত্ৰ সন্তানৰ ভিতৰত শৰৎ চন্দ্ৰ গোস্বামী আছিল কনিষ্ঠ।

শৰৎ চন্দ্ৰ গোস্বামীয়ে অসমীয়া ভাষা-সাহিত্যলৈ বহুখিনি অৱদান দি গৈছে। অসম সাহিত্য সভাৰ প্ৰধান গুৰিয়াল শৰৎ চন্দ্ৰ গোস্বামীয়ে সাহিত্য সভাৰ প্ৰতি আগবঢ়োৱা সেৱাৰ কথা ভাবিলে দৰাচলতে বিস্ময়াভিভূত হ'ব লাগে। অসম সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্যালয় 'চন্দ্ৰকান্ত সন্দিকৈ ভৱন' নৰদেৱ ন্যাস পুঁজি আৰু কমলা দেৱী ন্যাস পুঁজি গঠন সম্পৰ্কত গোস্বামীদেৱৰ সাংগঠনিক দক্ষতা প্ৰকাশ পাইছিল। তেওঁ এগৰাকী দক্ষ সংগঠক আছিল। চিৰ চেনেহী অসমীয়া ভাষা জননীৰ চৰণ যুগলত পাদ্যাৰ্ঘ নিবেদন কৰি সঁচাকৈয়ে শৰৎ চন্দ্ৰ গোস্বামী নতুন প্ৰজন্মৰ বাবে আদৰ্শ আৰু নমস্য ব্যক্তি হৈ পৰিছে।

গোস্বামীদেৱৰ অসমীয়া ভাষা-সাহিত্যৰ চিন্তা, শিক্ষা আদিৰ প্ৰতি আছিল অসীম আগ্ৰহ আৰু নিৰৱচ্ছিন্ন সাধনা। তেওঁৰ সাহিত্য সৃষ্টিৰ মৌলিক চিন্তা প্ৰবাহৰ ফলশ্ৰুতি হিচাপে বাজিকৰ, পানীপথ, উপন্যাস, পৰীক্ষা, নাটক গল্পাঞ্জলি, মইনা, পৰিদৰ্শক, অসমীয়া সাধুকথা আদি লেখাসমূহ অসমীয় পাঠকসকলক উপহাৰ দিছিল।

তেওঁৰ কৰ্মদক্ষতা আছিল প্ৰচুৰ। ১৯০৮ চনত তেওঁ বিদ্যালয় উপ-পৰিদৰ্শক পদত অধিষ্ঠিত হৈ প্ৰাথমিক শিক্ষাৰ প্ৰসাৰ কৰে। ১৯১৫ চনত যোৰহাট নৰ্মালৰ অধীক্ষক পদত নিয়োজিত হয়। ইয়াৰ পিচত ১৯১৮ চনত বিদ্যালয় পৰিদৰ্শক পদত নিযুক্তি লাভ কৰি তেওঁ অসমৰ শিক্ষাজগতৰ বহুল উন্নতি কল্পে আত্মনিয়োগ কৰে। স্থায়ীভাৱে এই পদত নিযুক্তি পোৱা এঁৱেই প্ৰথমগৰাকী অসমীয়া। বিশিষ্ট শিক্ষাবিদ হিচাপে গোস্বামীৰ সুনাম আৰু যশ সমগ্ৰ পূৰ্বাঞ্চলতে ছাটিফুটি গৈছিল।

১৯১৭-১৮ চনৰ আৰম্ভণিৰ পৰা প্ৰায় ৭ বছৰ কাল ধৰি অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হিচাপে গুৰি ব'ঠা ধৰিছিল। তেওঁ ভাষাজননীৰ

সেৱাত ব্ৰতী হৈ এই মহান অনুষ্ঠানটোক বিশ্বৰ দৰবাৰত পৰিচয় দিবলৈ সক্ষম হৈছিল। শিক্ষাৰ প্ৰভূত উন্নতিৰ উপৰি এগৰাকী অসমীয়া সাহিত্যৰ সৃজনাত্মক সাহিত্যৰচক হিচাপে তেওঁ সুনাম অৰ্জন কৰি গৈছে। ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ পিচতে অসমীয়া সাহিত্যলৈ চুটিগল্পৰ বৰঙণি লেখত ল'বলগীয়া। চুটিগল্পৰ প্ৰতিষ্ঠাত তেওঁৰ অৱদান অবিস্মৰণীয় হৈ থাকিব। গোস্বামীয়ে গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ ক্ষেত্ৰতো অগ্ৰণী ভূমিকা লৈছিল। অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জী, সাংস্কৃতি, ঐতিহ্যৰ ৰক্ষণ আৰু প্ৰচাৰ গৱেষণা বিকাশ উদ্ধাৰৰ বাবে এই উচ্চ শিক্ষাৰ অনুষ্ঠানটো গঢ়ি তোলাত মনে প্ৰাণে আগভাগ লৈছিল। গোস্বামীৰ লেখনিসমূহ আছিল সহজ-সৰল। তেওঁৰ গল্পত অনুভূতিৰ গভীৰতা পৰিস্ফূত হোৱা নাই। তেওঁৰ চুটিগল্পবোৰত নানান অলৌকিক অতি প্ৰাকৃত ঘটনাৰো সংমিশ্ৰণ ঘটাইছে। গুৱাহাটীৰ পৰা প্ৰকাশিত জোনাকীত তেওঁৰ বহু চুটিগল্প সিঁচৰতি হৈ আছে। কামৰূপ সংস্কৃতি সঞ্জীৱনী সভা আৰু নলবাৰী সাংস্কৃত কলেজ প্ৰতিষ্ঠা আৰু উন্নতিত গোস্বামীৰ অৱদান আছিল অপৰিসীম।

গোস্বামী আছিল বহুমুখী প্ৰতিষ্ঠা আৰু কৃতিত্বৰ অধিকাৰী। ১৯৪৪ চনৰ ১৯ ডিচেম্বৰত এইগৰাকী মহান কৰ্মযোগী স্বৰ্গগামী হয়। গোস্বামী আমাৰ উত্তৰপুৰুষৰ বাবে এখন বহুল ক্ষেত্ৰ আৰু কৰ্মপ্ৰেৰণা। অসমীয়া জাতিটোক দি যোৱা অবিহণাৰ বাবে আমি তেওঁৰ ওচৰত চিৰঋণী।

---

## *নীৰৱ সাহিত্য সাধক ড° হেমন্ত কুমাৰ শৰ্মা*

অসমৰ সাহিত্য-সংস্কৃতি, শিক্ষা জগতত ড° হেমন্ত কুমাৰ শৰ্মা এটা পৰিচিত নাম। ড° শৰ্মা কুৰি শতিকাৰ সত্তৰ দশকৰ পৰা আশীৰ দশকৰ- ভিতৰত অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ চিন্তা-চৰ্চা, গৱেষণা কৰা অন্যতম বিশিষ্ট পণ্ডিত আছিল। নলবাৰী জিলাৰ পিপলিবাৰী গাঁৱত ১৯২৯ চনৰ ১৫ ছেপ্টেম্বৰত জন্মগ্ৰহণ কৰা শৰ্মা আছিল নাট্যকাৰ প্ৰয়াত ধনেশ্বৰ শৰ্মা আৰু প্ৰয়াত অন্নপূৰ্ণা দেৱীৰ দ্বিতীয় পুত্ৰ। সোঁৱৰণী মতে তেওঁৰ নাম আছিল 'হোমেশ্বৰ'হে, নামটো ভাল নলগাত হেনো প্ৰৱেশিকা পৰীক্ষাৰ সময়ত তেওঁ নিজেই 'হেমন্ত কুমাৰ' কৰি সলাই লৈছিল।

ড° শৰ্মাই শিক্ষাৰম্ভ কৰিছিল পিপলিবাৰী প্ৰাথমিক বিদ্যালয়ত আৰু তাৰে পৰা বৃত্তিসহ পৰীক্ষাত উত্তীৰ্ণ হৈ ককয়া মধ্য ইংৰাজী স্কুলত দুবছৰ পঢ়ি গৰ্ডন হাইস্কুললৈ গৈ তাৰ পৰা বৃত্তি লৈ প্ৰৱেশিকা পৰীক্ষা পাছ কৰিছিল। ১৯৫১ চনত নলবাৰী কলেজৰ পৰা আই এ আৰু ১৯৫৫ চনত কটন কলেজৰ পৰা অসমীয়া বিষয়ত অনাৰ্ছ সহ বি এ পাছ কৰিছিল। ১৯৫৭ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত এম এ উপাধিৰ লগতে পৰীক্ষাত দ্বিতীয় শ্ৰেণীৰ প্ৰথম (প্ৰথম শ্ৰেণীৰ কোনো নাছিলঃ হোৱা বাবে বাণীকান্ত কাকতি 'বঁটা' লাভ কৰিছিল। তেওঁ ভাষা-বিজ্ঞানৰ প্ৰশিক্ষণপ্ৰাপ্ত লোক আছিল। ১৯৭৪ চনত পি এইচ ডি উপাধি লাভ কৰিছিল।

ড° হেমন্ত কুমাৰ শৰ্মাৰ ঘৰুৱা আৰ্থিক অৱস্থা বৰ ভাল নাছিল। ছাত্ৰ কালতে পোনপ্ৰথমে পাণপজাৰ বালক প্ৰাথমিক বিদ্যালয়ত শিক্ষকতা কৰিবলৈ লৈছিল। তাৰ পিচত নলবাৰী গৰ্ডন হাইস্কুল আৰু দমদমা হাইস্কুলতো কিছু বছৰ শিক্ষকতা কৰিছিল। বি এ পাছ কৰাৰ পিচত তিনি বছৰ গুৱাহাটীত গ্ৰন্থাগাৰিক হোৱাৰ পিচত ১৯৫৮ চনৰ পৰা শেষ জীৱনলৈ কটন কলেজত অধ্যাপনা কৰিছিল। মন কৰিবলগীয়া কথা যে শৰ্মাৰ পৰিয়ালটোৱেই শিক্ষক পৰিয়াল। তেওঁৰ পিতৃ, ভাতৃ, ভাইবোৱাৰী আদি প্ৰায় সকলোৰে কৰ্ম শিক্ষকতা। ড° শৰ্মা এগৰাকী অধ্যয়নশীল, নিষ্ঠাৱান কৃতী শিক্ষক আছিল।

প্ৰফুল্লিত মনৰ সদাহাস্য, ৰসাল কথা-বতৰাৰে ড° শৰ্মা আছিল উদ্যমী, উদ্যোগী আৰু প্ৰেৰণাৰ অফুৰন্ত উৎসস্বৰূপ। ১৯৬০ চনত তেওঁ ইন্দিৰা দেৱীৰ লগত বিবাহপাশত আবদ্ধ হৈছিল।

ড° শৰ্মাৰ মন আছিল সমাজপ্ৰিয়— সাহিত্য প্ৰেমী। পিপলিবাৰী জ্ঞানদায়িনী পুথিভঁৰাল, পিপলিবাৰী মিলন সমাজ, নলবাৰী ছাত্ৰ সভা, অসম সাহিত্য সভা, কামৰূপ সাহিত্য সভা, গুৱাহাটীৰ কেইবাখনো সাহিত্য সভা, অসমৰ জনকৃষ্টি সমাজ, অসম ভাষা বিজ্ঞান সমিতি, অসম লেখক সমবায়, পুৰীস্থ শ্ৰীমন্ত সংঘ প্ৰভৃতি অনুষ্ঠান-প্ৰতিষ্ঠানৰ কোনো কোনোটোৰ উন্নয়ন, গঠন আৰু নেতৃত্বৰ ভূমিকা বহন কৰি তেওঁ এগৰাকী সামাজিক, সংগঠক ব্যক্তিৰূপে প্ৰতীয়মান হৈছিল। শৰ্মা অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য, পত্ৰিকা সম্পাদক, সহকাৰী সম্পাদক, প্ৰধান সম্পাদক আৰু উপ-সভাপতিও আছিল। কামৰূপ জিলা সাহিত্য পৰিষদৰো সভাপতিৰ আসন অলংকৃত কৰিছিল।

অধ্যাপনাৰ উপৰি অধ্যয়ন আৰু সাহিত্য চৰ্চাই আছিল ড° শৰ্মাৰ মুখ্য কৰ্ম। চুটিগল্প, উপন্যাস, জীৱনী, ভ্ৰমণ কাহিনী, লোক-সংস্কৃতি, সাহিত্যৰ বুৰঞ্জী আদি বিষয়ক ভালেমান পুথি তেওঁ ৰচনা কৰি গৈছে। তদুপৰি ভালেকেইখন সম্পাদিত পুথিও তেওঁৰ আছে। সাহিত্যৰ ৰেঙণি, সাহিত্যৰ জেউতি, সাহিত্য বিচিত্ৰা, অসমীয়া সাহিত্যত দৃষ্টিপাত, স্মৃতিৰ পলাশ, সেই মালাধাৰী, সন্ধ্যাৰাগ প্ৰভৃতি প্ৰকাশিত পুথিৰ উপৰি অপ্ৰকাশিত পুথি, সম্পাদিত পুথি আদি অসমীয়া সাহিত্যলৈ উল্লেখযোগ্য অৱদান। Socio-Religion life of the Assamese Hindus (A study of Fasts and Festivals of Kamrup) তেওঁৰ গৱেষণা গ্ৰন্থ।

ড° হেমন্ত কুমাৰ শৰ্মাক প্ৰায় তিনিকুৰি তিনি বছৰীয়া জীৱন কালৰ শেষৰফালে পুত্ৰৰ অসুস্থতা আৰু বিয়োগৰ অসহনীয় যন্ত্ৰণাই অতিষ্ঠ কৰি তুলিছিল যদিও হাঁহিৰে তাক জয় কৰিবলৈ চেষ্টা কৰি জীৱন বাটত অগ্ৰসৰ হ'বলৈ পৰিযত্ন কৰিছিল সঁচা, কিন্তু কালে তেওঁক নেৰিলে। ১৯৯২ চনৰ ১৮ জানুৱাৰীৰ দিনা হঠাতে গৱেষক-পণ্ডিত-সাহিত্যিক ড° হেমন্ত কুমাৰ শৰ্মা ইহজগতৰ পৰা আঁতৰি গ'ল।

■ হৰেন্দ্ৰ নাথ শৰ্মা



# নলবাৰী অঞ্চলত সাহিত্য চৰ্চা

(সংক্ষিপ্ত আলোচনা)

**জগন্নাথ চক্ৰৱৰ্তী**




নলবাৰী অঞ্চলৰ সাহিত্য চৰ্চাৰ বিষয়ে আলোচনা কৰাৰ পূৰ্বে পুৰণি নলবাৰী অঞ্চলৰ বিষয়ে নাউমান ক'ব বিচাৰিছো। আজিৰ পৰা ১২৫ বছৰ আগতে নলবাৰী এখনি সৰু গাঁও। ইয়াত মানুহৰ বসতিও কম। অধিকাংশ ঠাই জাপাৰকুছি বিলখনে আগুৰি আছিল। নলবাৰীৰ মাজেদি নদ-নদী বৈ আছিল। নদীপাৰত কেইঘৰমান নমঃশূদ্ৰ লোকৰ বসতি। খাটাবাৰীৰ চৌধুৰী সকলে মালিকুছিৰ পৰা উঠি আহি বৰ্তমানৰ ৰে'লপথৰ উত্তৰে বিৰাট চৌহদত বাস কৰে। দক্ষিণ ফালে কেইঘৰমান মুছলমান মানুহ। আব্দুল আলী, দেহজুৰ আলী, হুছান মহাজন আদি। চহৰখনৰ মাটি বেছিভাগ খাটাবাৰীৰ চৌধুৰী আৰু চান্দকুছিৰ বৰুৱাসকলৰ। দুই-চাৰি ঘৰ ৰাজস্থানী লোক। আচল নলবাৰীখন দূৰত। এইখন নলবাৰী সত্ৰ। বৰ্তমান খাটাবাৰী এটা চুবা। তেতিয়া নলবাৰীত প্ৰাথমিক স্কুলো নাছিল। এখন স্কুল আছিল কটলাবৰকুছিত, আনখন নলবাৰী সত্ৰত। তাতে সত্ৰৰ পৰা আৰু আন দুই-চাৰিজনে পঢ়িছিল। চৌধুৰীসকলৰ ল'ৰাই কতলাবৰকুছিত পঢ়িছিল। সত্ৰ স্কুলত প্ৰতাপ চন্দ্ৰ গোস্বামীয়ে পঢ়িছিল। পিছত মালিকুছিত এখন বিদ্যালয় হয়। নলবাৰীৰ প্ৰবীণ শিক্ষক লক্ষ্মীনাথ শৰ্মা। তেখেতে প্ৰথমতে তামুলপুৰত শিক্ষকতা কৰিছিল। তেখেতে পুণ্যাশ্ৰমত ঘৰ বান্ধি পুণ্যাশ্ৰম নাম দিছিল। পুণ্যাশ্ৰমৰ চিন মোকাম এতিয়া নাই। পিছত তেখেতে নলবাৰী মাইনৰ স্কুলত শিক্ষক হয়। তেখেতৰ ছাত্ৰ প্ৰতাপ গোস্বামী, শৰৎ গোস্বামী, মণিৰাম দাস, প্ৰতাপ নাঃ চৌধুৰী, হৰিনাৰায়ণ দত্ত বৰুৱা আদি। তেতিয়া গাঁও অঞ্চলতো প্ৰাথমিক স্কুল বেছি নাছিল। ১৮৮০ চনত কমাৰকুছি আৰু কৰ্দৈতোলাত প্ৰাথমিক স্কুল আছিল। তেতিয়া নলবাৰী অঞ্চলত সংস্কৃত টোল আছিল। টোলবোৰত বৰ্ণমালাৰ পৰা ব্যাকৰণ, স্মৃতি, কাব্য, বেদ আদি পঢ়োৱা হৈছিল। নলবাৰীৰ পূবে কৈৱাৰাত এখন পুৰণি টোল আছিল, ইয়াৰ অধ্যাপক বালা বনগাঁৱৰ লক্ষ্মীকান্ত দেউ। তাতে প্ৰতাপ গোস্বামীয়ে পঢ়িছিল।

খাটাবাৰীৰ পুষ্প নাৰায়ণ চৌধুৰীয়ে চৰকাৰী কাম এৰি দি তহচিলদাৰ হয় আৰু লোকেল ব'ৰ্ডৰ মেম্বৰ হয়। তেখেতৰ যত্নত ১৮৮৭ খৃঃত নলবাৰী মাইনৰ স্কুল, চক্ৰবিষয়াৰ কাৰ্যালয়, থানা, ডাকঘৰ আৰু ডাক্তৰখানা হয়। তেতিয়া বঙালী ডাক্তৰ বিনোদ বিহাৰী ঘোষ। তেতিয়াৰ পৰা নলবাৰীয়ে উন্নতিৰ জখলাত উঠে। ১৯১১ খৃঃত ৰে'লপথ আমিনগাঁৱলৈ যোৱাত ৰাজস্থানী লোকৰ আগমন হয়। ১৯১৭ চনত গৰ্ডন স্কুল আৰু ১৯৪৫ চনত কলেজ হয়।

নলবাৰীত ১৯৩৮ চনত টাউন কমিটি, ১৯৫৩ চনত পৌৰ সভা, ১৯৬৭ চনত মহকুমাৰ সদৰ আৰু ১৯৮৪ খৃঃত জিলাৰ সদৰ হয়। নলবাৰী

বুলি ক'লে এতিয়া জিলাখনকে ধৰিব লাগিব। ইয়াত ভাগ ৩ টা। উত্তৰ অঞ্চল ভূটানলৈকে এতিয়া বাগছা নামৰ নতুন জিলা। মধ্য অঞ্চল বৰভাগ। দক্ষিণ অঞ্চল ক্ষেত্ৰী ব্ৰহ্মপুত্ৰলৈকে।

শ্ৰীগুৰু শংকৰ-মাধৱৰ যুগত নলবাৰীত কোনো লেখক নাই। সপ্তদশ শতিকাত হে প্ৰথম নলবাৰী অঞ্চলত সাহিত্য চৰ্চা আৰম্ভ হয়। খুদিয়া সত্ৰৰ প্ৰতিষ্ঠাতা গোপাল মিশ্ৰই 'ঘোষা ৰত্ন' পুঁথি ৰচনা কৰে। এই পুথিখন প্ৰকাশ হৈছে। আনহাতে লিখা পুথি এতিয়াও সত্ৰতে সংৰক্ষিত হৈ আছে। তেতিয়াও অসমত সাহিত্যৰ আধুনিক যুগ আৰম্ভ হোৱা নাই। গোপাল মিশ্ৰ ভট্টদেৱৰ সখি আছিল। তেওঁলোক উৰিষ্যাৰ। ১৮৪৬ খৃঃত পাঞ্জাবী চুবেদাৰ কানু সিঙৰ বংশত বহাগগিলাত ৰমাকান্ত চৌধুৰীৰ জন্ম হয়। তেখেতে গুৱাহাটীৰ ইংৰাজী স্কুলত পঢ়ি এন্ট্ৰেঞ্চ পাচ কৰি তাতে চাকৰি কৰে। তেখেতে 'অভিমন্যু বধ কাব্য' ৰচনা কৰে। তেখেতে 'ৰাৱণ বধ' আৰু 'সীতাহৰণ' নাটকো ৰচনা কৰিছিল। এই নাট প্ৰকাশ হোৱা নাই। তেখেতৰ পিছত বতাহচিলাৰ গাংগাৰাম তহচিলদাৰে প্ৰথমে 'বৈদ্য অমৰ' গদ্যত ৰচনা কৰি প্ৰকাশ কৰে। তেখেতেও গুৱাহাটীত ইংৰাজী পঢ়িছিল। ১৮৯৮ খৃ.ত তেখেতে ইংৰাজীত লিখি উপাযুক্ত চাহাবক স্মাৰকপত্ৰ দিছিল। এই স্মাৰকপত্ৰখন পোৱা নাই। সেই সময়ত ১৮৪৫ খৃঃত আঠঘৰীয়াত কবিপ্ৰৱৰ মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্যৰ জন্ম হয়। তেখেতে ১৯১২ চনত দিল্লীৰ দৰবাৰত সন্মানিত হয় আৰু মহামহোপাধ্যায় খিতাপ লাভ কৰে। তেখেতে সংস্কৃত ভাষাত 'বৃত্তমঞ্জৰী' ৰচনা কৰে। কৰ্ণ খাদক তেখেতৰ অনূদিত পুথি। সেই একে সময়তে প্ৰতাপ গোস্বামীৰ পিতৃ ললিত চন্দ্ৰ গোস্বামীয়ে 'কেলি ৰহস্য' আৰু পণ্ডিত লক্ষ্মীনাথ শৰ্মাই 'পচতি' পদ পুথি ৰচনা কৰে। ১৮৬১ চনত বাঁহজানী মৌজাৰ অৰবাত জন্মা লঘনু চৌধুৰীয়ে 'ফকৰা যোজনা' নাম দি এখন গৱেষণামূলক পুথি ৰচনা কৰি প্ৰকাশ কৰে। তেখেত পাতুৰী মৌজাৰ মৌজাদাৰ আছিল। তেখেত দাতা আছিল। ৰঙিয়া মাইনৰ স্কুলৰ প্ৰতিষ্ঠাতা।

লাউপাৰাৰাত জন্মা বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে কেতেকী আদি কৰি ভালেমান কাব্য ৰচনা কৰিছিল। তেখেত অসম সাহিত্য সভাৰ সভাপতি হৈছিল। চিৰকুমাৰ কবিজনাই পিছত গুৱাহাটীত বাস কৰিছিল ভতিজা উমেশ চৌধুৰীৰ লগত।

১৮৮০ খৃঃত নলবাৰী সত্ৰত জন্ম প্ৰতাপ চন্দ্ৰ গোস্বামী বিদ্যাবিশাৰদ ধৰ্মভূষণ দেৱ এজন গুণী পণ্ডিত আৰু সমাজকৰ্মী আছিল। তেখেতে দ্বাদশ প্ৰবন্ধ আদি কৰি কেইবাখনো গ্ৰন্থ লিখিছিল। তেখেতৰ আত্মজীৱনী বহু তথ্যপূৰ্ণ মহৎ পুথি। তেখেত নলবাৰী সঞ্জীৱনী সভা আৰু সংস্কৃত কলেজৰ প্ৰতিষ্ঠাপক সভাপতি। সেই সময়তে বনগাঁৱৰ তাৰানাথ কাব্য বিনোদ দেৱে দহখন গ্ৰন্থ লিখে। তেখেত আসাম বান্ধৱৰ মুখ্য সম্পাদক আছিল। তেখেত সমাজকৰ্মী। শৰৎ চন্দ্ৰ গোস্বামী অসম বিখ্যাত সাহিত্যিক। তেখেতৰ স্থান বেজবৰুৱাৰ তলতে। তেখেত অসম সাহিত্য সভাৰ প্ৰথম সম্পাদক। তেখেতে ময়না, গল্পাঞ্জলি, বাজিকৰ, পৰিদৰ্শন আদি গল্প পুথিৰ উপৰি পাণিপথ নাটক ৰচনা কৰে। বহুমুখী প্ৰতিভাসম্পন্ন লেখকজনে আমাৰ সাহিত্য ভঁড়াললৈ বহুত বৰঙণি দি গৈছে। পুণ্যাশ্ৰমৰ আদ্যনাথ শৰ্মাই জীৱনৰ তিনি অধ্যায় নামৰ এখন উপন্যাস লিখিছে। নলবাৰীৰ সাহিত্য ৰত্ন হৰিনাৰায়ণ দত্ত বৰুৱা দানবীৰ। তেখেতে মহাভাৰতকে ধৰি বহুতো বৈষ্ণৱ সাহিত্য প্ৰকাশ কৰাৰ উপৰি প্ৰাচীন কায়স্থ জাতিৰ ইতিবৃত্ত, উপন্যাস, ভ্ৰমণ কাহিনী আৰু পাঠ্যপুথি ৰচনা কৰি সাহিত্যৰ ভঁড়াল টনকিয়াল কৰিছিল। তেখেত অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক আৰু শৰৎ চন্দ্ৰ গোস্বামীৰ সোঁহাতস্বৰূপ আছিল। বৈষ্ণৱ সাহিত্যৰ অদ্বিতীয় সম্পাদক আৰু প্ৰকাশক।

আঠঘৰীয়াৰ ১৮৭৫ চনত জন্মা নবীন চন্দ্ৰ ভট্টাচাৰ্যই 'চন্দ্ৰপ্ৰভা' উপন্যাস ৰচনা কৰি প্ৰকাশ কৰিছিল। সেই গাঁৱৰে শিক্ষাবিদ দেৱেন্দ্ৰ নাথ ভট্টাচাৰ্যই উপন্যাসকে ধৰি ভালেমান পুথি প্ৰণয়ন কৰি প্ৰকাশ কৰিছে। দতবাৰ শিৱনাথ বুজৰবৰুৱা, কমাৰকুছিৰ প্ৰফুল্ল বৰুৱা আৰু প্ৰকাশ বৰুৱাই বহু পুথি ৰচনা কৰিছিল। প্ৰসন্ন বৰুৱা এজন প্ৰকাশক। খাটাবাৰীৰ বিচিত্ৰ নাৰায়ণ দত্ত বৰুৱা, বিষ্ণুপ্ৰিয়া দত্ত বৰুৱানীয়ে গ্ৰন্থ ৰচনা কৰি প্ৰকাশ কৰিছে। লবমাৰ শৰৎ চন্দ্ৰ শৰ্মা প্ৰাচ্যবিদ দেৱে ভালেমান গ্ৰন্থ ৰচনা কৰি প্ৰসিদ্ধি লাভ কৰিছে। নামদোঙাৰ হেমচন্দ্ৰ মজুমদাৰ, ভুনকুছিৰ হেমচন্দ্ৰ দত্ত, দিঘেলীৰ চক্ৰেশ্বৰ ভট্টাচাৰ্যই শক্তি তত্ত্ব ৰচনা কৰি মহৎ কাম কৰিছে।

গামাৰিমুৰীৰ পণ্ডিত ভৱদেৱ ভাগৱতী বিশিষ্ট সংস্কৃত পণ্ডিত। তেখেতে ভালেমান হাস্যৰসপূৰ্ণ গ্ৰন্থ ৰচনা কৰিছে। উলাবৰীৰ দৈৱচন্দ্ৰ তালুকদাৰে ১৫০ খনমান পুথি ৰচনা কৰিছে। ইয়াৰে ৫০ খনমান প্ৰকাশ হৈছে। আচাৰ্য মনোৰঞ্জনশাস্ত্ৰী বিদগ্ধ পণ্ডিত আছিল। তেখেতে বৈষ্ণৱ সাহিত্যৰ ৰূপৰেখা, আচাৰ্য ধৰ্মকীৰ্তি, ভট্টপাদকে ধৰি ১০ খনমান গৱেষণা গ্ৰন্থ লিখিছে। তেখেত সৰ্বভাৰতীয় পণ্ডিত।

১৯০৬ চনত নলবাৰী সত্ৰত জন্ম বিশিষ্ট শিক্ষাবিদ নন্দন তাত্ত্বিক, নলবাৰী কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামীয়ে গল্প পুথি আৰু বহুতো সমালোচনা গ্ৰন্থ লিখি অক্ষয় কীৰ্তি ৰাখি থৈ গৈছে। তেখেতৰ নন্দনতত্ত্ব প্ৰাচ্য আৰু পাশ্চাত্য গৱেষণা গ্ৰন্থ। তেখেতে অসম সাহিত্য সভাৰ দুবাৰ সভাপতি হৈছিল। তেখেতে অসমীয়া সাহিত্যৰ ভঁড়াললৈ মেতমৰা বৰঙণি দি ভাৰত বিখ্যাত লেখক হিচাপে বঁটা বাহনো লাভ কৰিছিল। নলবাৰী জিলাৰ লেখকসকলৰ বাবে প্ৰেৰণাৰ স্থল। নলবাৰী সংস্কৃত কলেজৰ অধ্যাপক পণ্ডিত ভগৱান গোস্বামীয়ে দশকুমাৰ চৰিত্ৰকে ধৰি কেইবাখনো সংস্কৃত পুথি তৰ্জমা কৰি প্ৰকাশ কৰিছে। ককয়াৰ পণ্ডিত গিৰিধৰ শৰ্মা আৰ্যবিদ্যাপীঠ কলেজৰ অধ্যক্ষ আৰু অসম সাহিত্য সভাৰ সভাপতি আছিল। তেখেত প্ৰসিদ্ধ লেখক। তেখেতৰ ভাতৃ অসম আৰু মেঘালয়ৰ শিক্ষাধিকাৰ উমাকান্ত শৰ্মা বিশিষ্ট লেখক। ঘূৰণীয়া পৃথিৱীৰ বেঁকা পথকে ধৰি ভালেমান গ্ৰন্থ তেখেতে লিখিছে। অসমৰ এজন লেখত ল'বলগীয়া সাহিত্যিক শৰ্মাদেৱ। বঁটা-বাহনো বহুত পাইছে। কটন কলেজৰ প্ৰাক্তন অধ্যক্ষ তাৰিণীকান্ত ভট্টাচাৰ্যই সমাল্যেচনামূলক গ্ৰন্থ কেইবাখনো লিখিছে। নলবাৰীৰ ৰবকুৰাৰ কনক চন্দ্ৰ বৰ্মা এজন সুলেখক। গন্ধিয়াৰ পুৰুযোত্তম ভট্টাচাৰ্যই নলবাৰী সংস্কৃত কলেজৰ প্ৰাক্তন অধ্যক্ষ। কেইবাখনো গ্ৰন্থ লিখে। তেখেত প্ৰখ্যাত জ্যোতিষী আছিল। বেলশৰ দণ্ডীৰাম দত্ত কাইথেলী অংক শাস্ত্ৰৰ প্ৰণেতা। নলবাৰীৰ ওচৰৰ কুমাৰ কিশোৰে প্ৰায় ৩০ খনমান উপন্যাস



লিখিছে। উপন্যাস ৰচক হিচাপে গোটেই অসমতে কুমাৰ কিশোৰে প্ৰসিদ্ধি লাভ কৰিছে। তেখেতৰ অকাল মৃত্যু হৈছে। সেই গাঁৱৰে দীনেশ শৰ্মা আৰু দেৱেন্দ্ৰ নাথ শৰ্মাই বহুতো পুথি ৰচনা কৰি প্ৰকাশ কৰিছে। নলবাৰীৰ (পিপলিবাৰী) ড হেমন্ত কুমাৰ শৰ্মা কটন কলেজৰ অধ্যাপক আছিল। তেখেতে ভালেমান বিখ্যাত গ্ৰন্থ লিখি প্ৰকাশ কৰিছে। তেখেতৰো অকাল মৃত্যু হৈছে। তেখেতৰ ভাতৃ প্ৰয়াত মনোজ কুমাৰ শৰ্মা ভাল লেখক আছিল। হৰিনাৰায়ণ দত্ত বৰুৱাৰ পুত্ৰ ভবেন্দ্ৰ নাৰায়ণ দত্ত বৰুৱা, নন্দগাঁৱৰ ড° হৰিদত্ত শৰ্মা ভাল লেখক। এই প্ৰতিভাৱান লেখক তথা শিক্ষাবিদজনৰ অকাল মৃত্যু হৈছে। মাজদিয়াৰ হৰেন্দ্ৰ মোহন গোস্বামী, ড° কালীনাথ শৰ্মা আৰু পকোৱাৰে জমিৰুদ্দিন আহমেদ প্ৰখ্যাত কবি। জমিৰুদ্দিন চাহাব সাংবাদিকো আছিল। নলবাৰীত ডাঙৰ হোৱা মেদিনী চৌধুৰী বিখ্যাত লেখক। বাগানপাৰাৰ ৰামদাস বড়ো অসম বিখ্যাত লেখক। তেখেতে অসমীয়া আৰু বড়ো দুয়োটা ভাষাতে গ্ৰন্থ লিখি সুনাম অৰ্জন কৰিছে। যশস্বী শিল্পী ভবেন বৰুৱাই কেইবাখনো নাট লিখে। তেওঁ অভিনেতা আৰু পৰিচালক আছিল। নলবাৰীৰ বিদ্যাপুৰৰ মহেন্দ্ৰ নাথ বুজৰ বৰুৱাই দুখন উপন্যাস প্ৰকাশ কৰে।

নলবাৰী কলেজৰ অধ্যক্ষ প্ৰভাত চন্দ্ৰ গোস্বামী আৰু ঈশ্বৰ চন্দ্ৰ বৰুৱা দুয়ো গৰ্ডন হাইস্কুলৰ শিক্ষক হৈ থাকোতে 'পৰিণাম' আৰু 'অভিশপ্ত' নামে দুখন নাটক ৰচনা কৰি অভিনয়ো কৰিছিল। 'পৰিণাম' নাটকখন প্ৰকাশ হৈছিল। ড° হৰেকৃষ্ণ গোস্বামী আৰু শ্ৰীভুবন চন্দ্ৰ চন্দ্ৰ গোস্বামীয়ে পুথি প্ৰকাশ কৰিছে।

বৰ্তমানে নলবাৰীত ৪০ বছৰ বয়সৰ ডেকাৰ পৰা ৯২ বছৰীয়া প্ৰবীণ লোকেও সাহিত্য কৰ্মত লাগি আছে। ৯২ বছৰীয়া নলবাৰী সত্ৰত জন্মা প্ৰতাপ চন্দ্ৰ গোস্বামীৰ ২য় পুত্ৰ মঙলদৈ কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ প্ৰবোধ গোস্বামীদেৱে এতিয়াও হাতত কলম লৈ আছে। ডেকা বয়সত তেখেতে গল্প লিখিছিল। 'বকুল যেতিয়া সৰে' তেখেতৰ গল্প পুথি আৰু সমাদৃত গ্ৰন্থ। এতিয়াও তেখেতে বিবিধ মূল্যৱান প্ৰবন্ধ লিখে। তেখেতৰ 'ফিৰিঙতি' নামৰ কবিতা পুথি প্ৰকাশ হৈছে।

চান্দকুছিত জন্মা প্ৰশাসনীয় বিষয়া অজিত মল্ল বৰুৱা উচ্চস্তৰৰ কবি। তেখেতে বঁটা-বাহনো পাইছে। নলবাৰী জিলাৰ আন এজন কবি এসময়ৰ প্ৰশাসনীয় বিষয়া মাজদিয়াৰ কবি দিনেশ গোস্বামী। তেওঁ এতিয়াও কবিতা লিখে। ৰাজস্থানী-বংশ সম্ভূত মহেন্দ্ৰ নাথ চৌধুৰী কলেজৰ অধ্যক্ষ শিক্ষাবিদ শ্ৰীচিৰঞ্জীৱ জৈন এজন উচ্চস্তৰৰ কবি। নলবাৰীৰ যুৱক কমলকুমাৰ জৈনে ভাল কবিতা লিখে। কবিতা পুথি প্ৰকাশ হৈছে। পৰমেশ শীল, ড° কৈলাস শৰ্মা, গোলোক পাঠক, চন্দ্ৰকান্ত ডেকা, পংকজ গোবিন্দ মেধি আদি নবীনসকলে ভাল কবিতা লিখি প্ৰকাশ কৰিছে। তদুপৰি ভানুকুছিত জন্মা ড° পূৰ্ণ ভট্টাচাৰ্যও উচ্চ খাপৰ কবি।

গল্প ৰচনাৰ ক্ষেত্ৰত নলবাৰীৰ স্থান বহু ওপৰত। ত্ৰৈলোক্য নাথ গোস্বামীৰ পৰা আৰম্ভ কৰি বহুজনে আজিও ভাল গল্প লিখে। চুৰচুৰীৰ ৰিজু হাজৰিকাই হেজাৰতকৈও অধিক মনতু লগা গল্প লিখি আজি অসম বিখ্যাত হৈছে। নলবাৰীৰ ড বসন্ত ভট্টাচাৰ্য, ৰত্নেশ্বৰ মেধি, ভূপেন্দ্ৰ ভট্টাচাৰ্য, ড পৰাগ ভট্টাচাৰ্য, প্ৰণৱপ্ৰসন্ন ভট্টাচাৰ্য আদি ভাল গল্প লেখক। বৰভাগ মৌজাৰ সোণকুৰিহাৰ দিনেশ শৰ্মাই বহু গল্প লিখি প্ৰকাশ কৰিছে। 'লোকা পাগলা', 'ঘৰাপাক'কে ধৰি ভালেমান গল্প পুথি উচ্চমান বিশিষ্ট। ইয়াৰ বাহিৰেও আন ভালেমান গল্পকাৰ আছে যদিও উচ্চ পৰ্যায় পোৱা নাই।

অশীতি উৰ্ধ্বত উপবিষ্ট দীঘেলীত জন্মা বিঃবৰুৱা কলেজৰ প্ৰাক্তন অধ্যক্ষ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যই বহু সাহিত্য কৰ্ম কৰি বঁটা-বাহন পাইছে। তেখেত সাহিত্য সমালোচক আৰু বড়ো ভাষাৰ আধুনিক পিতৃ। তেখেতে বড়ো ভাষাত গৱেষণা কৰিও বিখ্যাত হৈছে। তেখেতে বিদেশলৈ গৈ সাহিত্য আলোচনাত যোগ দিছিল। তেখেতে এতিয়াও লিখি আছে।

বেলশৰৰ 'অগ্ৰদূত' কাকতৰ সম্পাদক-সাংবাদিক-অসম সাহিত্য সভাৰ সভাপতি কনক সেন ডেকা এজন বিশিষ্ট চিন্তা জাগৰুক লেখক। তেখেতে ২০ খনমান মূল্যৱান গ্ৰন্থ লিখি প্ৰকাশ কৰি সাহিত্য কৰ্মত লাগি আছে। নলবাৰী কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ শল্য শৰ্মা এজন বিশিষ্ট লেখক আৰু সাহিত্য সমালোচক। তেখেত মেমি গৰ্কী লিখি নেহৰু বঁটা পাইছে। তদুপৰি তেখেতে ভালেমান গ্ৰন্থ লিখি বঁটা-বাহন আৰু সন্মান পাইছে। তেখেতে এতিয়া ব্যস্ত লেখক।

খাতা মৌজাৰ বৰমুৰিকোনাত জন্মা বৰপেটা মাধৱ চৌধুৰী কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যাপক ড° হৰিনাথ শৰ্মা দলৈ ৩০ খনতকৈও অধিক মূল্যৱান গ্ৰন্থ লিখিছে। তেখেতৰ 'ভাৰত কোষ' প্ৰসিদ্ধ গ্ৰন্থ। তেখেতৰ অসমীয়াৰ সাহিত্যৰ সম্পূৰ্ণ বুৰঞ্জী এখন প্ৰামাণ্য গ্ৰন্থ। এতিয়াও লিখি আছে। প্ৰতি বছৰে এখন-দুখন গ্ৰন্থ প্ৰকাশ কৰে। দীগেশ্বৰ ভট্টাচাৰ্যৰ কবিতাৰ সমালোচনা, কমলেশ্বৰ শৰ্মাই বিহগী কবি ৰঘুনাথ চৌধাৰীৰ কবিতাৰ ওপৰত উপাদেয় সমালোচনা গ্ৰন্থ লিখি প্ৰকাশ কৰিছে। এতিয়া তেওঁৰ কলম স্তব্ধ।

বৰভাগ মৌজাৰ বৰভাগ কলেজৰ প্ৰাক্তন অধ্যাপক চানাৰাম কলিতাই বিভিন্ন পুথি ৰচনা কৰি সাহিত্য কৰ্মত লাগি আছে। বৰভাগৰ ড° শৈলেন্দ্ৰ ভড়ালী, টিহুৰ ড° গোবিন্দ প্ৰসাদ শৰ্মা, নন্দিপাৰাৰ ড° সত্যেন্দ্ৰ গোস্বামী, নলবাৰীৰ ড° উপেন্দ্ৰ নাথ গোস্বামী, অধ্যাপক উপেন্দ্ৰ নাথ শৰ্মা, চুৰচুৰীৰ পৰীক্ষিত হাজৰিকা বিশিষ্ট লেখক আৰু সাহিত্য সমালোচক। এখেতসকলৰ সাহিত্যিক অৱদান অতি বেছি আৰু মূল্যৱান। নলবাৰীৰ ড° বসন্ত কুমাৰ ভট্টাচাৰ্য- গল্পকাৰ, নাট্যকাৰ, প্ৰবন্ধকাৰ আৰু সাহিত্য সমালোচক। তেখেতে বহু গ্ৰন্থ প্ৰকাশ কৰি সাহিত্য কৰ্মত লাগি আছে। তদুপৰি ড° বসন্ত কুমাৰ গোস্বামী আৰু ড° নৃপেন্দ্ৰ নাথ শৰ্মা প্ৰবন্ধকাৰ। দুয়ো গ্ৰন্থ প্ৰকাশ কৰি সমাদৃত হৈছে। নলবাৰীৰ কুমুদ চন্দ্ৰ শৰ্মা, ড শান্ত বৰ্মনে পুথি প্ৰকাশ কৰিছে।

নলবাৰীৰ সন্তান ( এতিয়া গুৱাহাটী) হিৰণ্য কুমাৰ ভট্টাচাৰ্য চোকা ছাত্ৰ। তেওঁ পুলিচৰ (IPS) উচ্চপদস্থ বিষয়া। ৰাজনীতিত জড়িত হ'লেও এতিয়া এজন আগশাৰীৰ ঔপন্যাসিক। দহখনমান বৃহদ আকাৰৰ উপন্যাস প্ৰকাশ কৰি খ্যাতিমান হৈছে। তেওঁ চিন্তাগধুৰ প্ৰবন্ধ ৰচক। প্ৰয়াত মনোজ কুমাৰ শৰ্মায়ো উপন্যাস ৰচনা কৰিছিল। টিহুৰ ড° অমৰেন্দ্ৰ কলিতা বিশিষ্ট লেখক। নলবাৰীৰ বিশিষ্ট শিক্ষক প্ৰফুল্ল কুমাৰ শৰ্মাই ৫০ খনৰো অধিক গ্ৰন্থ লিখি প্ৰকাশ কৰিছে। পৰাগ পাৰাৰ ৰামদাস

বড়ো ভাল লেখক। সেই গাঁৱৰে ধনেশ্বৰ হুজুৰী এজন ভাল সাহিত্য কৰ্মী। বেলশৰৰ যাদৱ সেন ডেকা আৰু উগ্ৰ মেনা ভাল লেখক। ভুনকুছিৰ গোলোক দত্ত, দেবীৰাম পাঠশালাৰ অৱসৰ প্ৰাপ্ত অধ্যাপক ৰমানাথ বৰুৱা আদি লোকে একাধিক গ্ৰন্থ প্ৰকাশ কৰি সাহিত্য কৰ্মত লাগি আছে। জগন্নাথ চক্ৰৱৰ্তীয়ে 'সাহিত্য আৰু সাহিত্যিক' গ্ৰন্থকে ধৰি ৫ খন গ্ৰন্থ প্ৰকাশ কৰে। দুখন জীৱনীগ্ৰন্থ। বৰ আজৰাৰ অশ্বিনী কুমাৰ শৰ্মা, নলবাৰীৰ গৌৰী আগৰবালা, শ্যাম সুন্দৰ জালান আদি ভাল লেখক। অশ্বিনী শৰ্মাই ভালেমান সাধুকথাৰ পুথি প্ৰকাশ কৰিছে। গৌৰী তামুলী আৰু অনিৰুদ্ধ শৰ্মাই পুথি প্ৰকাশ কৰিছে। প্ৰাক্তন জিলা সাহিত্য সভাৰ সভাপতি কামাখ্যা চৰণ ভাগৱতী আৰু ফণীন্দ্ৰ কলিতাই পুথি প্ৰকাশ কৰিছে। সম্প্ৰতি নলবাৰী জিলা সাহিত্য সভাৰ সভাপতি ৰোহিণী মেধি সাহিত্য চৰ্চাত একাণপতীয়াভাৱে লাগিছে। ইতিমধ্যে তেওঁ কেইবাখনো পুথি প্ৰকাশ কৰিছে। কেইবাখনো অভিনন্দন গ্ৰন্থ আৰু স্মৃতিগ্ৰন্থ সম্পাদনা কৰি যথেষ্ট প্ৰশংসা লাভ কৰিছে। ঘগ্ৰাপাৰৰ ভবেন কলিতা বৰ্তমানে নলবাৰীত থাকে। তেওঁ সাংবাদিক। নলবাৰীৰ যাত্ৰা অভিনয়কে ধৰি কেইবাখনো গ্ৰন্থ প্ৰকাশ কৰিছে। তেওঁ সাহিত্য কৰ্মত লাগি আছে।

সন্ধেলিৰ দিলীপ শৰ্মা কটন কলেজৰ অধ্যাপক। তেওঁ এজন ভাল লেখক। তেওঁৰ অনুজ ড° দীপক শৰ্মা, আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° ৰাজেন্দ্ৰ নাথ শৰ্মা আৰু ড° থানেশ্বৰ শৰ্মাই কেইবাখনো গ্ৰন্থ প্ৰকাশ কৰিছে। দেবীৰাম হাইস্কুলৰ প্ৰাক্তন অধ্যক্ষ বিপিন চন্দ্ৰ শৰ্মাই দুখন উপন্যাস প্ৰকাশ কৰিছে। তেখেতে গল্পও লিখে। গিৰীশ দত্ত বৰুৱাই গল্পৰ পুথি প্ৰকাশ কৰিছে। প্ৰয়াত নলিনী চক্ৰৱৰ্তীয়ে কেইবাখনো পুথি প্ৰকাশ কৰিছিল। শশীভূষণ চৌধুৰী আৰু ড° নৰনাৰায়ণ শৰ্মাই পুথি প্ৰকাশ কৰিছে। নলবাৰী কলেজৰ প্ৰাক্তন অধ্যক্ষ উমাকান্ত শৰ্মা, সেই কলেজৰে অসমীয়া বিভাগৰ অধ্যাপক হৰেন্দ্ৰ শৰ্মা বিশিষ্ট লেখক। পুথি প্ৰকাশ কৰিছে। জানিগোগ কাৰবাৰী গাঁৱৰ গুণেশ্বৰ শৰ্মাই কেইবাখনো গ্ৰন্থ প্ৰকাশ কৰিছে। গৰ্ডন স্কুলৰ প্ৰাক্তন অধ্যক্ষ বলদেৱ শৰ্মাই কালিদাসৰ 'মেঘদূতম' অনুবাদ কৰি প্ৰকাশ কৰিছিল। নলবাৰী কমাৰ্চ কলেজৰ প্ৰৱক্তা ৰমেশ গোস্বামী, খাৰঝাৰাৰ কামিনী শৰ্মা আৰু চ'ক বজাৰৰ ৰাজেন্দ্ৰ কলিতায়ো পুথি প্ৰকাশ কৰিছে। ড° পৰেশ নাথ শৰ্মা, ড° সতীশ চন্দ্ৰ ভট্টাচাৰ্য, ড° নলিনী শৰ্মা আদি বিশিষ্ট লেখক। তেওঁলোকে পুথি প্ৰকাশ কৰিছে। লৰমাৰ শৰৎ চন্দ্ৰ শৰ্মাৰ বৰপুত্ৰ কনক চন্দ্ৰ শৰ্মাই উপায়ুক্ত হিচাপে অৱসৰ পাই এতিয়া সাহিত্য চৰ্চাত ভালদৰে লাগিছে। 'তেজপুৰ নামে ইটো নগৰপ্ৰধান' তেওঁৰ এখন অনুপম গ্ৰন্থ। তেওঁ প্ৰবন্ধকাৰ। সাহিত্য চৰ্চা তেওঁৰ এতিয়া প্ৰধান কাম। অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক সতীশ চন্দ্ৰ ৰায়ে পুথি প্ৰকাশ কৰিছে। ঘগ্ৰাপাৰৰ জগৎ ডেকাই এখন কবিতা পুথি প্ৰকাশ কৰিছিল। এতিয়া নতুন লিখনি নাই। লৰমাৰ ডাঃ হেমচন্দ্ৰ শৰ্মা আৰু টিহুৰ মহেশ শৰ্মা ভাল লেখক। চানকুছিৰ প্ৰয়াত প্ৰবীৰ বৰুৱা নাট্যকাৰ। ঘগ্ৰাপাৰাৰ পুৰমানন্দ মজুমদাৰ এগৰাকী চিন্তাশীল লেখক। তেখেতৰ জ্যেষ্ঠ ভাতৃ অতুল মজুমদাৰেও নাটক তথা সংস্কৃতি বিষয়ক একাধিক গ্ৰন্থ প্ৰণয়ন কৰিছে। আনহাতে টিহু অঞ্চলৰ উদীয়মান লেখক দীপমণি শৰ্মাই 'নলবাৰীৰ জিলিঙনি' নামৰ গ্ৰন্থখন সম্পাদনা কৰিছে।

নলবাৰীত নাৰীশিক্ষা প্ৰচলন বহু পলমকৈ আৰম্ভ হয়। ১৯৪৫ চনতে ছোৱালী হাইস্কুল হোৱা সত্ত্বেও ১৯৫৮ চনলৈ নলবাৰী কলেজত ছাত্ৰী নাছিল। ৬০ৰ দশকৰ পৰাহে ছোৱালী কলেজলৈ আহিবলৈ ধৰে। এতিয়া নলবাৰীত ল'ৰা-ছোৱালী সমানে আগবাঢ়ি গৈছে। মহেন্দ্ৰ নাৰায়ণ ছোৱালী কলেজত ২০০০ ছোৱালীয়ে পঢ়ে। সেইবাবে ১৯৭০ ৰ পাছতহে মহিলা লেখিকা ওলাবলৈ ধৰে। বৰ্তমানে ক্ষীৰদা বুজৰবৰুৱা আৰু অনুপমা দেৱী দুয়ো প্ৰবীণা। দুয়ো সাহিত্য চৰ্চা কৰি গ্ৰন্থ প্ৰকাশ কৰিছে। ড° লীনা ডেকা আৰু ৰেণু বৰ্মন দুয়ো উচ্চস্তৰৰ কবি। নলিনীবায় বৰুৱা, বিমলা দেৱী বুজৰবৰুৱাই আৰু বহুতে এতিয়া সাহিত্যত লাগি আছে আৰু পুথিও প্ৰকাশ কৰিছে।

নলবাৰী জিলাখনত প্ৰায় ৬০০ জন লেখকৰ তথ্য আমাৰ হাতত আছে। বহুত উচ্চ পৰ্যায়ৰ লেখক আজি নাই। বৰ্তমানে প্ৰায় ৫০ জন লেখকে সাহিত্য চৰ্চা কৰি ব্ৰতী হৈ আছে। বাকী বহুতে লিখা-মেলা কৰা দেখা নাই।





# অসমীয়া ছবি জগতত নলবাৰী অঞ্চলৰ অংশগ্ৰহণ

উৎপল দত্ত

তিনিকুৰি দহ বছৰীয়া অসমীয়া চিনেমাৰ ইতিহাসত নলবাৰী অঞ্চলৰ সংযোজন খুব বেছি বুলি ক'ব নোৱাৰি। কিন্তু যিখিনি সীমিত বৰঙণি আছে সেইখিনি বিভিন্ন দিশৰ পৰাই গুৰুত্বপূৰ্ণ। চিনেমা কলাৰ দিশৰ পৰাও গুৰুত্বপূৰ্ণ, চিনেমা ইণ্ডাষ্ট্ৰিৰ দিশৰ পৰাও। এই কথাখিনি আলোচনা কৰাৰ আগতে চোৱা যাওক এই বৰঙণিৰ পৰিমাণ কিয় কম!

নলবাৰী অঞ্চলৰ সাংস্কৃতিক ঐতিহ্য খুব পুৰণি। লোককলাৰ দিশৰ পৰা চহকী নলবাৰী অঞ্চলত নাট্য পৰম্পৰা বিশেষভাৱে উল্লেখযোগ্য। ভ্ৰাম্যমাণ থিয়েটাৰৰ জন্মৰ বহু বছৰৰ আগৰ পৰাই নলবাৰী অঞ্চলত অপেছাদাৰী আৰু আংশিক পেছাদাৰী দুয়োধৰণৰ নাট্য অভিনয়ৰ প্ৰচলন আছিল। অকল অসমত বুলিয়েই নহয়, প্ৰায় সকলো ঠাইতে চিনেমাৰ আদি কালছোৱাত নাটকৰ জগতৰ মানুহেই প্ৰথমে চিনেমা নিৰ্মাণৰ বাবে আগবাঢ়ি আহিছিল। কিন্তু নলবাৰী আছিল ইয়াৰ ব্যতিক্ৰম। থিয়েটাৰৰ মানুহ চিনেমালৈ আগবাঢ়ি যোৱা নাছিল।

ইয়াৰ কাৰণ এইটো নহয় যে নলবাৰীত চিনেমাৰ দৰে আধুনিক কলাৰ প্ৰতি আগ্ৰহী মানুহ নাছিল। আছিল, কিন্তু চিনেমাৰ দৰে ব্যয়বহুল শিল্প চৰ্চাৰ পিনে যাবলৈ সাহস কৰা মানুহৰ সংখ্যাহে কম আছিল। চিনেমা মানে অকল অৰ্থ বিনিয়োগেই নহয়, ই হ'ল এক প্ৰকাৰৰ জুৱা। এই জুৱা খেলৰ মানসিকতাৰ মানুহ নলবাৰী অঞ্চলত কম হোৱাৰ কাৰণ হ'ল সমগ্ৰ অঞ্চলটিৰ অৰ্থনৈতিক অনগ্ৰসৰতা। বানপানীয়ে প্ৰতি বছৰে বিস্তীৰ্ণ অঞ্চল বিধ্বস্ত কৰি দিয়ে, সেই অঞ্চলবোৰৰ মানুহৰ প্ৰধান কাম হ'ল বানে শূন্য কৰি দিয়া জীৱনটো পুনৰ আৰম্ভ কৰা। তেওঁলোকৰ অন্য বিলাসিতা কৰাৰ সময় নাথাকে, মানসিকতা নাথাকে, জুৱা খেলা বহু দূৰৰ কথা। তেওঁলোকৰ প্ৰথম কাম জীৱনটোক আগবঢ়াই নিয়াহে। সমগ্ৰ নলবাৰী অঞ্চলটো বান বিধ্বস্ত নহয়, কিন্তু যিখিনি অঞ্চল বানে ধুই দিয়ে সেইঅঞ্চলটোৰ অৰ্থনৈতিক অৱস্থাই সমগ্ৰ নলবাৰী অঞ্চলটিকে নানান ধৰণে প্ৰভাৱিত কৰে।

কিন্তু সেই দুৰ্বল অথনৈতিক অৱস্থাৰ মাজতো যে শিল্পচৰ্চা নহ'ব তেনে কথা নহয়। কিন্তু তাৰ বাবে প্ৰয়োজন হয় আগ্ৰহী কিছু লোকক সংঘবদ্ধ কৰা কাম। সন্দেহ নাই এই কামটো জটিল আৰু কষ্টসাধ্য। তথাপিতো সেই কামটোক সফল কৰি তুলিছিল প্ৰবীণ শিক্ষাবিদ শশীভূষণ চৌধুৰী, তেতিয়াৰ চৰকাৰী চাকৰিয়াল ধৰণী চৌধুৰী আদিৰ নেতৃত্বত নলবাৰীৰ সাংস্কৃতিক জগতৰ কেইগৰাকীমান অগ্ৰণী ব্যক্তিয়ে। নিৰ্মাণ হৈছিল নলবাৰীৰ পৰা প্ৰযোজিত প্ৰথমখন ছবি নৰকাসুৰ। এয়া যাঠিৰ দশকৰ প্ৰথমভাগৰ কথা। এটা সমবায় সমিতিৰ যোগে ছবিখনৰ প্ৰযোজনা কৰা হৈছিল। এটা কথা মনত ৰাখিব লাগিব যে সেই সময়ত সমবায়ৰ ধাৰণাটিয়ে অসমত ভালদৰে বিকাশ লাভ কৰা

নাছিল। সেই পৰিবেশৰ মাজতে সমবায়ৰ ধাৰণাটিৰ আশ্ৰয় লোৱা লোকসকলৰ দূৰদৃষ্টি যে শলাগিবলগীয়া আছিল তাত কোনো সন্দেহ নাই।

অসমীয়া ছবিৰ ইতিহাস আৰম্ভ হৈছিল বিগ বাজেটৰ ছবিৰে। জ্যোতিপ্ৰসাদৰ জয়মতী আছিল সকলো দিশৰ পৰাই বিগ বাজেটৰ ছবি। চিনেমা মানেই যে বিগ বাজেট হ'বলৈ বাধ্য সেই কথাটো নৰকাসুৰৰ প্ৰযোজকসকলে বুজি পাইছিল। ৰূপালী পৰ্দাত জিলিকাই তোলা দৃশ্যবোৰ সকলো দিশৰ পৰাই জীৱনতকৈ ডাঙৰ হ'ব লাগিব, দৰ্শকক আৱেগপূৰ্ণভাৱে বান্ধি ৰাখিব লাগিব সেই কথাৰ প্ৰতি মনযোগ দিয়েই বিচাৰি লোৱা হৈছিল শক্তিৰ দেৱীকো প্ৰত্যাহ্বান জনাব পৰা সৰ্বশক্তিমান নৰকাসুৰৰ কাহিনী।

ভাৰতৰ স্বাধীনতা লাভৰ পিচতেই বিভিন্ন কলা মাধ্যমত ভাৰতৰ গৌৰৱোজ্জ্বল ইতিহাসক পুনৰ তুলি ধৰাৰ এটি প্ৰয়াস চলি আছিল। ইমানদিনে গোলামিৰ চাদৰৰ তলত সোমাই থকা জাতি এটাৰ প্ৰাণস্পন্দন জাগ্ৰত কৰি তোলাৰ বাবে সমাজ সচেতন শিল্পীসকলৰ প্ৰয়াস ভাৰতৰ সকলোতে দেখা গৈছিল। নৰকাসুৰৰ সৃষ্টিৰ নেপথ্যতো নিশ্চিতভাৱে সেই আদৰ্শই কাম কৰিছিল। এয়া আছিল নলবাৰীৰ পৰা প্ৰযোজিত প্ৰথমখন ছবি। ইয়াৰ আগতে নলবাৰীৰ কোনো শিল্পীয়ে চিনেমাত ভালদৰে জড়িত হোৱাৰ সুযোগ পোৱা নাছিল। সেইবাবেই ছবিৰ মূল দিশবোৰ পৰিচালনা কৰাৰ বাবে বাহিৰৰ পৰা লোক নিৰ্বাচন কৰিব লাগিছিল। আৰু কোৱা বাহুল্য সেই লোকসকল আছিল গুৱাহাটী আৰু কলিকতাৰ। নলবাৰীৰ কিছুসংখ্যক লোকে অপেক্ষাকৃতভাৱে কম গুৰুত্বপূৰ্ণ চৰিত্ৰত অভিনয় কৰিছিল আৰু অন্য দিশত সহায় কৰিছিল। তেনে এজন লোক আছিল প্ৰয়াত সংগীতজ্ঞ জমিৰুদ্দিন আহমেদ। এই ছবিত তেখেত আছিল সহকাৰী সংগীত পৰিচালক।

অভিনয়ৰ দিশত নলবাৰীৰ যিসকল লোকে অংশগ্ৰহণ কৰিছিল তেওঁলোকে এই ছবিৰ যোগে তেতিয়াৰ অসমীয়া ছবিৰ গুণী ব্যক্তি কেইগৰাকীমানৰ ওচৰ চাপিবলৈ সুযোগ পাইছিল আৰু সেই সুযোগে তেওঁলোকলৈ কঢ়িয়াই আনিছিল অইন ছবিত জড়িত হোৱাৰ সুবিধা। কিন্তু এটা কথা ঠিক যে তেতিয়াও কলিকতাই আছিল অসমীয়া ছবি নিৰ্মাণৰ মূল ঠাই আৰু নলবাৰীৰ পৰা কলিকতালৈ গৈ অপেক্ষাকৃতভাৱে সৰু চৰিত্ৰত অভিনয় কৰা সকলোৰে বাবে সম্ভৱ হোৱা নাছিল।

নৰকাসুৰ পেছাদাৰীভাৱে নিৰ্মাণ হোৱা নাছিল। সমবায় সমিতি এখন খুলি তাৰ বেনাৰতেই ছবিখন প্ৰযোজনা কৰা হৈছিল। অৱশ্যে তেতিয়াৰ কোনো ছবিতেই সেই পেছাদাৰী ভাব অহা নাছিল। ছবিৰ বাজেট আছিল বিশাল, সেই তুলনাত ছবিৰ পৰিবেশন আছিল সীমিত। ছবিৰ পৰা উভতি অহা ধনৰ পৰিমাণ ইমানেই কম আছিল যে প্ৰযোজকসকলে দ্বিতীয়খন ছবিৰ কথা ভাবিবলৈ সাহস নকৰিলে। আনপিনে এইটোও ঠিক যে এই ছবিৰ প্ৰযোজক সকল আছিল বেলেগ বেলেগ ক্ষেত্ৰৰ লোক, তেওঁলোকে ছবিখনৰ ব্যৱসায়ৰ পিনে চোৱাৰ ধাৰাবাহিকতা ৰক্ষা কৰিব নোৱাৰিলে।

নৰকাসুৰৰ বহু দিনৰ পিচত নলবাৰীৰ ওচৰৰে পাঠশালৰ পৰা নিৰ্মাণ হৈছিল আন এখন দুঃসাহসী চিনেমা 'ব্লেকমানি'। ভ্ৰাম্যমাণ থিয়েটাৰৰ জনক অচ্যুত লহকৰে নিৰ্মাণ কৰিছিল তেওঁৰ নটৰাজ থিয়েটাৰৰ মঞ্চসফল নাটক 'ব্লেকমানি'ৰ চিত্ৰৰূপ। জ্যোতিপ্ৰসাদৰ আদৰ্শ আগত ৰাখি পাঠশালাতে ষ্টুডিঅ' সাজি নিৰ্মাণ কৰা এই ছবিৰ কলা নিৰ্দেশক আছিল নলবাৰীৰ আদ্য শৰ্মা আৰু অভিনেতা মহানন্দ শৰ্মা। ছবিখনৰ নামেই ইংগিত দিয়ে যে ছবিখন আছিল সমকালীন বিষয়বস্তুৰ আধাৰত নিৰ্মিত।

তাৰ কিছু বছৰ পিচত বৰপেটাৰ পৰা নিৰ্মাণ হোৱা 'অপৰাজেয়' ছবিৰ অন্যতম পৰিচালক আছিল নলবাৰীৰ গৌৰী বৰ্মন। ছবিৰ অন্যতম মুখ্য ভূমিকাত অভিনয় কৰিছিল ৰমণী বৰ্মনে। সেই ছবিত কৰা অভিনয়ৰ বাবে ৰমণী বৰ্মন উচ্চ প্ৰশংসিত হৈছিল। কিন্তু অধ্যাপনা আৰু ৰাজনীতিত ব্যস্ত থকা ৰমণী বৰ্মনে ছবিৰ অভিনয়ৰ ধাৰাবাহিকতা ৰক্ষাত বিশেষ মনোযোগ নিদিলে। পৰৱৰ্তী কালত তেওঁ গৌৰী বৰ্মনৰে 'হৃদয়ৰ প্ৰয়োজন' ছবিৰ এটি জটিল চৰিত্ৰত অভিনয় কৰি অভিনয় জগতৰ পৰা বিদায় গ্ৰহণ কৰিলে।



আশীৰ দশকৰ আৰম্ভণিতে নলবাৰীৰ পৰা আৰু এখন ছবি নিৰ্মাণ হ'ল। ছবিৰ নাম উপগ্ৰহ। অসমৰ পৰা গৈ কলিকতাত থকা পৰিচালক ভবেন দাসৰ পৰিচালনাত নিৰ্মাণ হোৱা এই ছবিখন প্ৰযোজনা কৰিছিল নলবাৰীৰ কেইগৰাকীমান উৎসাহী ব্যক্তিয়ে। সেই ব্যক্তিসকলক একত্ৰিত কৰাৰ কষ্ট কৰিছিল সেই সময়ত নলবাৰীত থকা চৰকাৰী বিষয়া অভয় ডেকাই। অভয় ডেকা আছিল সাহিত্য অনুৰাগী, নাট্যকাৰ আৰু মঞ্চৰ লগত ওতপ্ৰোতভাৱে জড়িত।

উপগ্ৰহ আছিল বিগ বাজেটৰ ছবি, মাল্টিষ্টাৰাৰ ছবি। অসমীয়া ছবিৰ ইতিহাসৰ অন্যতম মাল্টিষ্টাৰাৰ ছবি। এই ছবিৰ মুখ্য চৰিত্ৰত অভিনয় কৰিছিল তচদ্দুক ইউচুফ, বিজয় শংকৰ, বিজু ফুকন, কমল নাৰায়ণ চৌধুৰী আদিয়ে। সংগীত পৰিচালনা কৰিছিল জিতু তপনে। সেই ছবিত নায়িকাৰ চৰিত্ৰত অভিনয় কৰিছিল পূৰ্ণিমা শইকীয়াই। সহ নায়িকাৰ চৰিত্ৰত অভিনয় কৰা জেইবা মমতাজে পৰৱৰ্তী কালত আব্দুল মজিদৰ 'বনজুই' ছবিৰ নায়িকাৰ চৰিত্ৰত অভিনয় কৰিছিল। নলবাৰীৰ কোনো স্থানীয় অভিনেতা অভিনেত্ৰীয়ে এই ছবিৰ গুৰুত্বপূৰ্ণ চৰিত্ৰত অভিনয় কৰা নাছিল। ছবিৰ এটি গীতত কণ্ঠদান কৰিছিল নলবাৰীৰ এসময়ৰ বিখ্যাত গায়িকা অণিমা ডেকাই। অসমীয়া চিনেমাৰ ইতিহাসত এই ছবিখন এখন উজ্জ্বল ছবি হিচাপে চিহ্নিত হ'লেও ই নলবাৰীত একো স্থায়ী প্ৰভাৱ পেলাব নোৱাৰিলে। ছবিখনৰ কাহিনী আৰু সংলাপ লিখিছিল অভয় ডেকাই। পৰৱৰ্তী কালত তেখেতকো চিনেমা জগতৰ লগত জড়িত হোৱা দেখা নগ'ল।

প্ৰায় সেই সময়তে নলবাৰীৰ পৰা আন এখন ছবিৰ কাম আৰম্ভ হৈছিল। ছবিখনৰ নাম আছিল জীৱন জেউতি। পৰিচালক আছিল গৌৰী বৰ্মন। ভাৰতৰ স্বাধীনতা আন্দোলনক



পৃষ্ঠভূমি হিচাপে লৈ নিৰ্মাণ কৰা এই ছবিখনত নলবাৰী অঞ্চলৰ কেবাজনো শিল্পীয়ে সৰু সৰু চৰিত্ৰত অভিনয় কৰিছিল। ছবিখন সম্পূৰ্ণ হওতে বহু বছৰ লাগিছিল, শেষত কাহিনীৰ কিছু সালসলনি ঘটাই অসম আন্দোলনক কাহিনীৰ মাজলৈ টানি আনি 'যুগে যুগে সংগ্ৰাম' নামেৰে ছবিখনক মুক্তি দিয়া হৈছিল। ছবিখনে কোনো প্ৰভাৱ পেলাব নোৱাৰিলে।

আনহাতে চিত্ৰশিল্পীৰূপে পৰিচিত গৌৰী বৰ্মনে পৰিচালনা কৰা 'অকণ' আছিল শিশুৰ বাবে ছবি নিৰ্মাণ কৰাৰ প্ৰথম প্ৰয়াস।

এই শতিকাৰ আৰম্ভণিতে নলবাৰীৰ পৰা ৰজনী বৰ্মনৰ পৰিচালনাত 'সোণৰ খাৰু নেলাগে মোক' নামৰ ছবি এখনে মুক্তি লাভ কৰে। ছবিখনে দৰ্শক সমালোচকৰ মাজত বিশেষ একো প্ৰভাৱ পেলাব নোৱাৰিলে যদিও এই ছবিখনেৰে আত্মপ্ৰকাশ কৰা অভিনেত্ৰী আংগুৰে পিচত আন ছবিতো অভিনয় কৰাৰ সুযোগ পাইছে। পৰিচালক বৰ্মনে তেওঁৰ দ্বিতীয়খন ছবিৰ কামো আৰম্ভ কৰিছে।



নলবাৰীৰ যুৱক বিপুল কলিতাই 'প্ৰেম জনমে জনমে' আৰু 'হৃদয়ৰ আঁৰে আঁৰে' নামৰ দুখন ছবি প্ৰযোজনা কৰিছিল, ছবি দুখনৰ পৰিচালনা আছিল যাদৱ দাসৰ। যদিও প্ৰযোজক নলবাৰীৰ আছিল, ছবি দুখনৰ দৃশ্য গ্ৰহণ বা অইন একো কামৰ লগত নলবাৰীৰ সম্বন্ধ নাছিল।

নলবাৰীৰ প্ৰাক্তন ছাত্ৰনেতা চক্ৰধৰ ডেকাই অসমীয়া ছবিজগতত প্ৰৱেশ কৰে প্ৰযোজক হিচাপে, প্ৰযোজনা কৰিছিল 'বন্ধন' নামৰ ছবিখন। পিচত তেওঁ পৰিচালকৰ দায়িত্বও লয় 'সৰু বোৱাৰী' নামৰ ছবিৰে। এই ছবিতে নলবাৰীৰ বোৱাৰী বিজয়লক্ষ্মীয়ে সংগীত পৰিচালক হিচাপে আত্মপ্ৰকাশ কৰে।

অসমীয়া ছবিত নলবাৰীৰ অভিনেতা অভিনেত্ৰীৰ সংখ্যা তেনেই কম। নলবাৰীৰ পৰা প্ৰযোজনা কৰা ছবিকেইখনত সৰু সুৰা চৰিত্ৰত অভিনয় কৰা কিছুসংখ্যক অভিনেতা অভিনেত্ৰী নলবাৰীত আছে, কিন্তু অসমৰ পটভূমিত সেইসকলৰ উপস্থিতি খুব ছিৰিয়াছভাৱে ল'ব নোৱাৰি। নলবাৰীৰে যুৱক হিৰণ্য ডেকাই অসমীয়া ছবিজগতত অভিনেতা হিচাপে প্ৰতিষ্ঠা লাভ কৰিছে, কিন্তু তেওঁৰ অভিনয়ৰ লগত নলবাৰীৰ বিশেষ একো সম্বন্ধ নাই। ছাত্ৰাৱস্থাৰ পৰাই তেওঁ গুৱাহাটীৰ মঞ্চৰ লগত জড়িত আৰু সেই সূত্ৰেই তেওঁৰ চিনেমাত প্ৰৱেশ। তেনেদৰে বহু দিনৰ আগতে নলবাৰীৰ বাহিৰৰ ছবিত অভিনয়ৰ সুযোগ পাইছিল মীৰা বিশ্বাসে। তচদ্দুক ইউচুফৰ বিপৰীতে তেওঁ অভিনয় কৰিছিল আনোৱাৰ হুছেইনৰ 'সৰাপাত' ছবিত। শেহতীয়াভাৱে তেওঁ আন্তৰ্জাতিক খ্যাতি থকা পৰিচালক মীৰা নায়াৰৰ হিন্দী - ইংৰাজী ছবিতো অভিনয় কৰিছে। তেওঁৰে কন্যা সীমা বিশ্বাসে অসমীয়া ছবিত অভিনয় কৰা নাই।তেওঁ অভিনয়ৰ বাবেই তেওঁ আজি সৰ্বভাৰতীয় স্তৰৰ শিল্পী, অসমীয়া ছবিজগতৰ গৌৰৱ।

নলবাৰীৰে তৰুণী ৰুমী গোস্বামীয়ে অভিনয় কৰিছে 'কনকলতা' আৰু 'আপোনজন' ছবিত। তেওঁৰ অভিনয় দক্ষতাই বহুতৰে দৃষ্টি আকৰ্ষণ কৰিছিল যদিও ছবিজগতত তেওঁক স্থায়ী ৰূপত দেখা পোৱা নগ'ল। নলবাৰীৰ পৰা ওলাই অসমীয়া ছবি নিৰ্মাণৰ কেন্দ্ৰ ঠাই গুৱাহাটী নোপোৱাৰ বাবেই তেওঁ অসমীয়া ছবিজগতত খোপনি পুতিব নোৱাৰিলে।

অসমীয়া ছবিৰ এগৰাকী চিনাকি অভিনেত্ৰী বন্দনা শৰ্মাও নলবাৰীৰে বোৱাৰী, কিন্তু গুৱাহাটীৰে বাসিন্দা। তেওঁৰ পুত্ৰ ৰবি শৰ্মা আজি প্ৰতিষ্ঠিত অভিনেতা। নলবাৰীত শিপা থকা আৰু এগৰাকী অভিনেত্ৰী হ'ল মণিকংকণা দত্তবৰুৱা। তেওঁ হৰিনাৰায়ণ দত্তবৰুৱাৰ নাতিনী।

নলবাৰীৰ নিৰুপমা বৰুৱা আৰু নিবেদিতা বৰুৱায়ো অসমীয়া ছবিত প্ৰৱেশ কৰিছিল যদিও দুয়ো ছবিজগতৰ পৰা বিদায় মাগিলে। নৃত্যশিল্পী মৰমী মেধিয়ে 'সোণমইনা', 'প্ৰিয়জন', 'ব'হাগৰ দুপৰীয়া', 'ৰি'ৱালা' আদি কেইখনমান ছবিত অভিনয় কৰিছিল যদিও তেওঁ এতিয়া নৃত্যৰ লগতহে জড়িত। এখন ছবিৰ নৃত্য পৰিচালনাতো তেওঁ অংশগ্ৰহণ কৰিছে।

পৰিচালনাৰ দিশত সীমিত হ'লেও কিন্তু ছবিৰ লেখক হিচাপে নলবাৰীৰ কেইবাজনেও অংশগ্ৰহণ কৰিছে। অভয় ডেকাৰ কথা পূৰ্বতে কোৱা হৈছে। আন কেইগৰাকীমান লেখক হ'ল ভবেন বৰুৱা, জিতেন শৰ্মা আৰু এই প্ৰবন্ধৰ লেখক। ভবেন বৰুৱাই লেখিছিল 'নিয়তি' ছবিৰ সংলাপ। জিতেন শৰ্মাই 'বাঘ মানুহৰ খেলা' নামৰ কাহিনী চিত্ৰনাট্য ৰচনা কৰিছিল। এই প্ৰবন্ধৰ লেখকে আনোৱাৰ হুছেইনৰ 'অগ্নিকন্যা' নামৰ ছবিৰ আংশিক সংলাপ আৰু নিৰ্মীয়মাণ 'চিনাকি অচিনাকি' নামৰ ছবিৰ চিত্ৰনাট্য সংলাপ ৰচনা কৰিছে। চিত্ৰ সাংবাদিকতা আৰু চিত্ৰ সমালোচনাৰ দিশতো জিতেন শৰ্মা, প্ৰমোদ কলিতা, অচ্যুত পাটোৱাৰী, কমল কুমাৰ ভাগৱতী উৎপল মেলা আদিয়ে চকুত পৰা বৰঙণি আগবঢ়াই আহিছে। এই তালিকাত এই প্ৰবন্ধ লেখকৰ নামো সংযোগ কৰিব পাৰি। এই প্ৰবন্ধৰ লেখকে সম্পাদনা কৰিছে চলচ্চিত্ৰ বিষয়ক প্ৰথম অসমীয়া গ্ৰন্থ 'চলচ্চিত্ৰ কথা'।

এই প্ৰবন্ধই অসমীয়া চিনেমালৈ বৰঙণি যোগোৱা বা অসমীয়া ছবিত অংশগ্ৰহণ কৰা আটাইবোৰ কলা-কুশলীৰে নাম সামৰি লোৱা নাই। অসমীয়া চিনেমাৰ তথ্য থাউকতে পোৱাৰ সুবিধা নথকা বাবেও কিছুমান নাম নিশ্চয় বাদ পৰি গৈছে। সেই অসম্পূৰ্ণতাৰ বাবে ক্ষমা বিচাৰিছোঁ।

# অসম সাহিত্য সভাৰ দ্বাত্ৰিংশতম নলবাৰী অধিৱেশনৰ ৰেঙণি

**শশী শৰ্মা**



একচল্লিশ বছৰৰ আগৰ কথা। ১৯৬৫ চনৰ ১৭ জানুৱাৰীৰ পৰা ১৯ জানুৱাৰীলৈ তিনিদিনীয়া কাৰ্যসূচীৰে অসম সাহিত্য সভাৰ দ্বাত্ৰিংশতম অধিৱেশন অনুষ্ঠিত হৈছিল নলবাৰীত। মূল সভাৰ সভাপতি আছিল ডিম্বেশ্বৰ নেওগ আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল ত্ৰৈলোক্যনাথ গোস্বামী।

তেতিয়া নলবাৰী চহৰখন বৰ সৰু আছিল। নলবাৰী আছিল এটা ৰাজহ চক্ৰহে। ধনী মহাজন, ব্যৱসায়ী, ঠিকাদাৰৰ সংখ্যাও আছিল নিচেই তাকৰীয়া। কিন্তু আছিল এটা সাহিত্যিক পৰিবেশ। ১৯৬৪ চনৰ এপ্ৰিলত সাহিত্য সভাৰ একত্ৰিংশ অধিৱেশন অনুষ্ঠিত হৈছিল তেলনগৰী ডিগবৈত। নলবাৰী সাহিত্য সমাজৰ সভাত নলবাৰীলৈ সাহিত্য সভাৰ অধিৱেশনক নিমন্ত্ৰণ জনাবলৈ সিদ্ধান্ত কৰা হ'ল। অনুমান কৰা হৈছিল যে অধিৱেশন সম্পন্ন কৰিবলৈ প্ৰায় চল্লিশ হেজাৰ টকাৰ আৱশ্যক হ'ব। ব্যয়ৰ পৰিমাণৰ কথা শুনি কলেজৰ প্ৰবক্তা এজন দাং খাই উঠিল— 'ইমান টকা ক'ৰ পৰা হ'ব? আমি কৈছিলো যে পৰিবেশ গঢ়ি তুলিব পাৰিলে আৱশ্যকীয় ধন নলবাৰী চহৰতে পোৱা যাব। তেওঁ আকৌ চিঞৰি উঠিছিল— 'উটোপীয়া।' সমিধানত জানিব দিছিলো যে সমাজ সম্পৰ্কহীনৰ মানত 'উটোপীয়া' ৰূপে বিবেচিত হোৱাই স্বাভাৱিক।

ডিগবৈ অধিৱেশনৰ বিষয় বাছনি সভাত নিয়ন্ত্ৰণ জনোৱা হ'ল আৰু প্ৰতিনিধিসকলে সৰ্বসন্মতভাৱে নিমন্ত্ৰণ গ্ৰহণো কৰিলে। ডিগবৈ অধিৱেশনত অসমৰ ভিন ভিন ঠাইৰ পৰা গৈ যোগদান কৰা নলবৰীয়াসকলে আনন্দ-উলাহত তত নপোৱা অৱস্থাৰ সৃষ্টি কৰিলে। সভালৈ লয়াৰ্ছ বুক ষ্টলৰ বিচিত্ৰ নাৰায়ণ দত্তবৰুৱা আৰু দত্তবৰুৱা কোম্পানীৰ মুনীন্দ্ৰ নাৰায়ণ দত্তবৰুৱাও গৈছিল। কবি দেৱকান্ত বৰুৱাৰ সভাপতিত্বত অনুষ্ঠিত হ'বলগা আলোচনাচক্ৰৰ সভাত যোগ দিবলৈ আগবাঢ়িছোহে, বিচিত্ৰ নাৰায়ণ দত্তবৰুৱা আৰু মুনীন্দ্ৰ দত্তবৰুৱা ওচৰা-উচৰিকৈ বহি আছিল। দেখা পোৱাৰ লগে লগে বিচিত্ৰ নাৰায়ণ দত্তবৰুৱা আসনৰ পৰা উঠি আহি সাবট মাৰি ধৰি ক'লে —

'ভাল কাম কৰিলে শৰ্মা, ভাল কাম কৰিলে। মই এহেজাৰ দিম, মুনীনেও এহেজাৰ দিব।'

লগে লগে মুনীন্দ্ৰ দত্তবৰুৱা উঠি আহি জনালে, 'এহেজাৰ নহয়, লাগিলে আৰু দিম, যি কৰিব দিয়া তাকো কৰিম, মাত্ৰ পৰিকল্পনা ভালকৈ কৰিবা।' লগ পোৱা অন্যান্য নলবাৰীয়ায়ো সহযোগিতাৰ আশ্বাস দিলে। ধাৰণা হ'ল যে সেই আশ্বাস কামত লগোৱা হ'ব। টান কাম, কিন্তু কামত লগাব পাৰিলে নলবাৰী অধিৱেশন সফল কৰি তোলা হ'ব সহজসাধ্য।

নলবাৰীলৈ ঘূৰি আহি সাহিত্য সমাজৰ সভাত সকলো কথা বিতংভাৱে আলোচনা কৰা হ'ল। আগধৰি অভ্যৰ্থনা সমিতিৰ বিষয়ববীয়া নিৰ্ণয় কৰা হ'ল আৰু অভ্যৰ্থনা সমিতি গঠনৰ বাবে ৰাজহুৱা সভাও আহ্বান কৰা হ'ল। আগধৰি সিদ্ধান্ত কৰা হ'ল যে ৰাজনৈতিক পুৰুষৰ সহযোগিতা বিচৰা হ'ব, কিন্তু কোনো ক্ষেত্ৰতেই নেতৃত্ব দিয়া নহ'ব। আৱশ্যকীয় ধন সংগ্ৰহ কৰিব লাগিব ৰাইজৰ পৰা আৰু বিশেষকৈ



নলবাৰীকে ধৰি সমগ্ৰ অসমত সিঁচৰতি হৈ থকা নলবাৰীয়াসকলৰ পৰা। সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ত্ৰৈলোক্যনাথ গোস্বামীক সভাপতি আৰু দুই বিশিষ্ট চিকিৎসক ডাঃ হৰেকৃষ্ণ গোস্বামী আৰু ডাঃ নৃপেন্দ্ৰমল্ল বৰুৱাক যুটীয়া সাধাৰণ সম্পাদক হিচাপে লৈ এটা এৰৈকশজনীয়া অভ্যৰ্থনা সমিতি আৰু প্ৰদৰ্শনী, স্মৃতিগ্ৰন্থ, ৰভা, থকা-মেলা (ব্যৱস্থাপনা), খাদ্য, পানী যোগান, প্ৰাথমিক চিকিৎসা, মঞ্চ আৰু তোৰণ, সংগীত, বুৰঞ্জী আৰু আলোচনাচক্ৰ, কবি সন্মিলন, প্ৰচাৰ, পোহৰ যোগান, স্বেচ্ছাসেৱক, কাৰ্যালয় অনুসন্ধান, সভাপতিৰ শোভাযাত্ৰা আৰু আসন ব্যৱস্থাকে ধৰি মুঠ ওঠৰটা শাখা সমিতিও গঠন হ'ল। নহ'ল কিন্তু বিত্ত সমিতি বোলা এটা বিশেষ সমিতি। সিদ্ধান্ত লোৱা হৈছিল যে প্ৰধান সম্পাদকে যাকেই বিচাৰে সিয়েই বৰঙণি সংগ্ৰহত সহায় কৰিব। স্থান নিৰ্ণয় কৰা হৈছিল নলবাৰী কলেজৰ খেলপথাৰ আৰু প্ৰতিনিধি শিবিৰ নলবাৰী কলেজ আৰু বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ। সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল যে মূল সভাৰ উপৰি অন্যসভা হ'ব বুৰঞ্জী, সংগীত, কবি আৰু আলোচনাচক্ৰ। বুৰঞ্জীত সভাপতি সৰ্বেশ্বৰ বৰুৱা, সংগীতত সভাপতি মুক্তিনাথ বৰদলৈ আৰু উদ্বোধক তেতিয়াৰ গুৱাহাটী উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ সংগীতজ্ঞ গোপালজী মেহৰোট্ৰা, কবি সন্মিলনৰ সভাপতি দৈৱ চন্দ্ৰ তালুকদাৰ, আলোচনাচক্ৰৰ সভাপতি হেম বৰুৱা আৰু প্ৰদৰ্শনীৰ দ্বাৰ উন্মোচক প্ৰমথ নাথ চক্ৰৱৰ্তী। সেই ৰাজহুৱা সভাত দুটামান কথাত বিশেষভাৱে গুৰুত্ব আৰোপ কৰিবলৈ অনুৰোধ জনোৱা হৈছিল — ৰাইজৰ বৰঙণিৰ প্ৰতিটো পইচাৰে যেন সদ্ব্যৱহাৰ হয়, বিলাসিতাৰ নাম গোন্ধ যাতে নাথাকে আৰু যেন সাহিত্য বিনে মেলাৰ ব্যৱস্থা কৰা নহয়। অভ্যৰ্থনা সমিতিৰ একাংশই নানা বয়-বস্তুৰ মেলাৰ আয়োজনত গুৰুত্ব নিদিয়াকৈ থকা নাছিল, আমি কিন্তু তীব্ৰ বিৰোধিতা কৰিছিলো আৰু আনকি সংবাদ পত্ৰৰো আশ্ৰয় ল'বলৈ বাধ্য হৈছিলো। প্ৰদৰ্শনী মণ্ডপত মেলা বাহিছিল গ্ৰন্থৰ-পুথিৰ। তাৰ ফলত অভিলেখ সংখ্যক পুথি বেচা গৈছিল বুলি জানিব পৰা গৈছিল। বিলাসী বয়-বস্তুৰ মেলা নথকাই, দশোদিশৰ পৰা হিলদ'ল ভাঙি অহা ৰাইজে সাহিত্যৰ বক্তৃতাবোৰ মনযোগেৰে শুনিবলৈ বাধ্য হৈছিল। গাঁৱৰ ৰাইজৰ উপৰি চহৰৰ দোকানী-পোহাৰীয়েও অধিৱেশনৰ অন্তত আৰু আনকি অধিৱেশন চলি থকা কালতো অনুৰোধ জনাইছিল যাতে ৰাস উৎসৱৰ দৰে প্ৰতিবছৰে সাহিত্য সভাৰো আয়োজন কৰা হয়। সিয়ে আমাক অনুভৱ কৰিবলৈ দিছিল যে সাহিত্য সভাৰ আয়োজন সফল হৈছিল। আমাৰ চেষ্টা শ্ৰম বিফলে যোৱা নাছিল। দুদিনীয়াকৈ অনুষ্ঠিত মূল সভাখন প্ৰথম দিনা উদ্বোধন কৰিছিল বয়সস্থ সাহিত্যিক মহাদেৱ শৰ্মাই আৰু দ্বিতীয় দিনা মুখ্য অতিথিৰূপে ভাষণ দিছিল উৰিষ্যাৰ সু-সাহিত্যিক হৰেকৃষ্ণ মহতাবে। মহতাবে উৰীয়া ভাষাত দিয়া ভাষণ হেজাৰ হেজাৰ ৰাইজে মন্ত্ৰমুগ্ধৰ দৰে শুনিছিল। মূল সভাপতি নেওগৰ অভিভাষণো প্ৰায় দুঘণ্টা জুৰি ৰাইজে নীৰৱে শুনিছিল, প্ৰধান সম্পাদক ড° মহেশ্বৰ নেওগৰ সুদীৰ্ঘ সম্পাদকীয় প্ৰতিবেদনো নীৰৱেই শুনিছিল। প্ৰতিনিধি সকলেই হওক বা দৰ্শক ৰাইজেই হওক, আটায়ে ৰক্ষা কৰিছিল শৃংখলা আৰু নীৰৱতা। প্ৰতিটো বক্তৃতাই পাঁচৰ পৰা দহহেজাৰলৈ দৰ্শক ৰাইজে শুনিছিল। প্ৰতিনিধিসকলে মুক্তকণ্ঠে স্বীকাৰ কৰিছিল যে সাহিত্য সভাৰ বুৰঞ্জীত সি আছিল অভূতপূৰ্ব।

প্ৰদৰ্শনী মণ্ডপত 'এইখন নলবাৰী' বোলা এখন প্ৰদৰ্শনীৰো আয়োজন কৰা হৈছিল। তাত তেতিয়াৰ নলবাৰী ৰাজহ চক্ৰটোৰ সাহিত্য, সংস্কৃতি, শিক্ষা, বিভূতি প্ৰদৰ্শন কৰা হৈছিল। সি হৈ পৰিছিল নলবাৰী বিষয়ক এক বিশিষ্ট শিক্ষাৰ অনুষ্ঠান। অৱশ্যে দত্তবৰুৱা কোম্পানীৰ সৌজন্যত নলবাৰী আৰু সাহিত্য-সংস্কৃতি বোলা পুথি এখনো প্ৰকাশ নোহোৱাকৈ থকা নাছিল, যিখনৰ চাহিদাও আছিল ব্যাপকেই। কিন্তু তথাপি এইখন নলবাৰীত দৰ্শকৰ ভিৰ আছিল অভিলেখ সংখ্যক। প্ৰদৰ্শনীত সোমাবলৈ দৰ্শনীৰ প্ৰয়োজন নাছিল, আনকি গুৱাহাটী-ডিব্ৰুগড় বিশ্ববিদ্যালয় বা দূৰৰ মহাবিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীয়ে বিচাৰিলে বিনামূলীয়াকৈ চাহ-ভাত খুওৱাৰ ব্যৱস্থাও কৰা হৈছিল। অতিথিসকলক শুশ্ৰূষা কৰা হৈছিল সম্পূৰ্ণৰূপে অসমীয়া জুতিৰে। অতিথি শুশ্ৰূষা বিনে আন কামত ব্যয় কৰা হৈছিল হাত টান কৰি। ক'তো নাছিল জাক-জমকতাৰ স্থান। সভাপতি শোভাযাত্ৰা বাদ দিয়া নাছিল, কিন্তু তাতো নাছিল ব্যয়বহুল জাক-জমকতাৰ স্থান। তোৰণ সজোৱা হৈছিল মাথোঁ চাৰিখন, (১) মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য তোৰণ, (২) হৰিনাৰায়ণ দত্তবৰুৱা তোৰণ, (৩) শৰৎ চন্দ্ৰ গোস্বামী তোৰণ আৰু (৪) ৰমাকান্ত চৌধুৰী তোৰণ। মণ্ডপৰ নামকৰণ কিন্তু কৰা হোৱা নাছিল।

মূল অধিৱেশনৰ নিমন্ত্ৰণী চিঠি ভিন্ন আন কোনো চিঠি ছপোৱা হোৱা নাছিল। আন সকলো চিঠি হাতে লেখি পঠোৱা হৈছিল। ছপোৱা হৈছিল স্মৃতিগ্ৰন্থ 'প্ৰবন্ধ চয়ন'খন মূল সভাৰ সভাপতিৰ অভিভাষণ, অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ আৰু বুৰঞ্জী, সংগীত, কবি সন্মিলনৰ সভাপতিৰ অভিভাষণসমূহ। স্মৃতিগ্ৰন্থখন আছিল অসমীয়া ভিন ভিন দিশৰ আধুনিক সাহিত্যৰ আলোচনামূলক, অৱশ্যে তাৰ আগে আগে বিয়োগ ঘটা বিশিষ্ট সাহিত্যিককেইজনৰ প্ৰতিভাৰ কথাও আলোচনাত সংযোগ কৰা হৈছিল। সেইখনে এনে মান্যতাপূৰ্ণ স্বীকৃতি পাইছিল যে বিশ্ববিদ্যালয়ে স্নাতক আৰু স্নাতকোত্তৰ মহলাৰ অসমীয়াৰ হাত পুথি ৰূপেও স্বীকৃতি নিদিয়াকৈ থাকিব নোৱাৰিলে। জাক-জমকতাহীন সাহিত্য সভাৰ দ্বাত্ৰিংশতম অধিৱেশনে ৰভা, মঞ্চ বা আসন ব্যৱস্থাতো বিশেষ ধৰণে ধন ব্যয় কৰা নাছিল। ত্ৰুটিহীন যে হৈছিল তাক কোৱাৰ ধৃষ্টতা আমাৰ নাই।

অধিৱেশন সম্পন্ন হ'ল। ধনৰ অভাৱ নহ'ল। অভাৱ হৈছিল আন্তৰিকতাপূৰ্ণ শ্ৰম আৰু সেৱাৰ। ধন চল্লিশ হেজাৰ নহয়, আশী হেজাৰৰো ওপৰত সংগ্ৰহ হৈছিল আৰু ব্যয় হৈছিল প্ৰায় পঞ্চাশ হেজাৰ। উদ্বৃত্ত ধন সাহিত্য সমাজৰ হিচাবলৈ গৈছিল। অৱশ্যে 'মন্দাকিনী' নামৰ তিনিমহীয়া আলোচনীখন প্ৰকাশ কৰিবলৈ লৈ কেইবাহেজাৰো টকা অপব্যয় নকৰাকৈ থকা নাছিল। একছল্লিশ বছৰ পিচত নলবাৰীৰ বেলশৰত পুনৰ সাহিত্য সভাৰ অধিবেশন অনুষ্ঠিত হৈছে। প্ৰতিনিধিৰ উপৰি দৰ্শক আৰু উদ্যোক্তাসকলে বৰ্তমানৰ পটভূমিত পূৰ্বৰ অধিৱেশনৰ কথাও বিবেচনা কৰি চাওক। অসম তথা ভাৰতো ক্ৰমে বেছিকৈ সংঘাত সংঘৰ্ষত জৰ্জৰিত হ'ব ধৰিছে। এনে অৱস্থাত অসমৰ সৰ্ববৃহৎ সাহিত্য সংস্কৃতিৰ সংগঠন সাহিত্য সভাই মন কৰিলে সমস্যা সমাধানৰ অনুকূলে কৰ্মপন্থা গ্ৰহণ কৰিব পাৰে, বিভাজনেৰে নহয়, সমগ্ৰ অসমক আন্তৰিকতাৰে আঁকোৱালি লৈহে। ই উপৰুৱা কথা নহয়। সম্পূৰ্ণৰূপে সকলো প্ৰকাৰৰ উগ্ৰতা পৰিহাৰ কৰি সমগ্ৰ অসমৰ জাতি গোষ্ঠী নিৰ্বিশেষে সকলোকে আন্তৰিকতাৰে আপোন কৰি লৈ শান্তিপূৰ্ণ গণতান্ত্ৰিক সহ-অৱস্থানৰ পৰিবেশ সৃষ্টি কৰিবলৈ সমৰ্থ হ'লেহে সি সম্ভৱপৰ হ'ব। ই আজিৰ দিনৰ দাবী। অধিৱেশনৰ উদ্যোক্তা আৰু সভাৰ প্ৰতিনিধিসকলকে ধৰি নেতৃত্বই নিশ্চয় এই বিষয়ে চিন্তা কৰিব।

# নলবাৰীৰ বিশিষ্ট স্বাধীনতা সংগ্ৰামী গান্ধীবাদী নেতা গৌৰীকান্ত তালুকদাৰ

নগেন চৌধুৰী

ভাৰতৰ ব্ৰিটিছ চৰকাৰৰ সাম্ৰাজ্যবাদী শাসনৰ অৱসান ঘটোৱাৰ হকে ভাৰতৰ স্বাধীনতা আন্দোলনত যিসকল মহান মুক্তি যুঁজাৰুৱে মহাত্মা গান্ধীৰ অহিংসা নীতিৰ প্ৰতি আকৰ্ষিত হৈ স্বাধীনতা সংগ্ৰামত জঁপিয়াই পৰিছিল সেই ব্যক্তিসকলৰ ভিতৰত গৌৰীকান্ত তালুকদাৰ আছিল এজন আগশাৰীৰ বিশিষ্ট স্বাধীনতা সংগ্ৰামী। তেওঁ আছিল একাধাৰে নিভাঁজ দেশপ্ৰেমিক, সমাজসেৱী, সমাজ সংস্কাৰক, বিদ্যোৎসাহী, সুবক্তা, সাংবাদিক, সু-সাহিত্যিক আৰু এজন ত্যাগী পুৰুষ।

পূৰ্বৰ অবিভক্ত কামৰূপ জিলাৰ (বৰ্তমানৰ নলবাৰী জিলাৰ) ধৰ্মপুৰ মৌজাৰ চামতা গাঁৱত ইং ১৮৮৫ চনৰ এক নৰেম্বৰত গৌৰীকান্ত তালুকদাৰৰ জন্ম হয়। তেওঁৰ জন্মৰ সাত বছৰ পুৰ নৌহওঁতেই দেউতাক বীৰদত্ত তালুকদাৰ আৰু মাক গান্ধাৰী দেৱীৰ মৃত্যু হোৱাত ককায়েক স্বৰ্গীয় অতিৰাম তালুকদাৰৰ তত্ত্বাৱধানত ডাঙৰ-দীঘল হয়। তেওঁ সৰু কালৰ পৰা অতি মেধাৱী, স্বাধীনচিতীয়া আৰু নিৰ্ভীক আছিল। চামতাতেই প্ৰাথমিক পৰ্যায়ৰ শিক্ষা লাভ কৰি পিচত ১৯০২ চনত নলবাৰীৰ পৰা বৃত্তি সহকাৰে ছাত্ৰবৃত্তি পৰীক্ষা পাছ কৰি গুৱাহাটীৰ চৰকাৰী কটন কলেজিয়েট স্কুলত পঢ়িবলৈ লয় আৰু ১৯০৬ চনত বৃত্তি লাভ কৰি এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰাৰ পিচত গুৱাহাটীৰ কটন কলেজত এফ এ পঢ়িবলৈ লয়। ১৯০৮ চনত এফ এ পৰীক্ষাত বৃত্তি লাভ কৰাত কলিকতালৈ গৈ তেতিয়াৰ মেট্ৰোপলিটান কলেজৰ পৰা বি এ পাছ কৰাৰ পিচতে ১৯১৩ চনত সুখ্যাতিৰে প্ৰথম বিভাগত বি এল পাছ কৰি গুৱাহাটীলৈ উভতি আহি ওকালতি আৰম্ভ কৰে আৰু তাতেই নিগাজিভাৱে থাকিবলৈ লয়। ১৯০৮ চনত এফ এ পঢ়ি থাকোতেই গুৱাহাটীৰ স্বৰ্গীয় ৰাধাকান্ত চৌধুৰীৰ কন্যা লাৱণ্য প্ৰভাক বিয়া কৰায়। পিচলৈ পত্নীৰ নামেৰেই লাৱণ্য প্ৰেছ খুলি স্বাধীন ব্যৱসায় কৰিছিল। আইনজীৱী তালুকদাৰ আছিল এজন অতি সৰল আৰু দয়ালু প্ৰকৃতিৰ লোক। কোনো কোনো সময়ত দুখীয়া শ্ৰেণীৰ লোকৰ মোকৰ্দমা বিনা পাৰিশ্ৰমিকেৰে চলাই দি উপকাৰ কৰিছিল। ন্যায় আৰু সত্যক তেওঁ সদায় অগ্ৰাধিকাৰ দিছিল।

সেই সময়ত সাম্ৰাজ্যবাদী ব্ৰিটিছ চৰকাৰে দেশৰ বৰ বৰ মানুহক আৰু আইনজীৱীসকলক বশ কৰাৰ উপায়েৰে ৰায় বাহাদুৰ, ৰায় চাহেব আদি উপাধি প্ৰদান কৰি ব্ৰিটিছৰ বহতীয়া কৰি লৈছিল। অসমৰো বহুতো লোকক তেনে উপাধি প্ৰদান কৰি ইংৰাজৰ ফলীয়া কৰি ৰাখিবলৈ সক্ষম হৈছিল। সুচতুৰ ইংৰাজ ডেপুটি কমিছনাৰ মিঃ এ বেন্টিক চাহাবে তালুকদাৰক তেতিয়াৰ গুৱাহাটী লোকেল ব'ৰ্ডৰ লোভনীয় উচ্চ পদৱী প্ৰদান কৰিছিল



যদিও তালুকদাৰে সেই পদ তৎকালেই প্ৰত্যাখ্যান কৰি স্বাধীন মনৰ পৰিচয় দিছিল। ১৯০৬ চনত তেওঁ স্বৰাজ আন্দোলনত যোগদান কৰিছিল। ১৯১১ চনত কলিকতাত বহা ভাৰতীয় জাতীয় কংগ্ৰেছ মহা সভাত অসমৰ পৰা স্বেচ্ছাসেৱীৰ দল এটাৰ অধিনায়ক হিচাপে যোগদান কৰিছিল। ১৯২১ চনত অসহযোগ আন্দোলন আৰম্ভ হোৱাত মহাত্মা গান্ধীৰ উদাত্ত আহ্বানত ভাৰতৰ প্ৰতিখন ৰাজ্যত এচাম উচ্চ শিক্ষিত যুৱক ওলাই আহিছিল ব্ৰিটিছ চৰকাৰৰ বিৰুদ্ধে অসহযোগ আন্দোলনত অংশ ল'বলৈ। তাৰেই প্ৰভাৱ পৰিছিল আমাৰ অসমৰ বুকুতো। ওকালতি বৰ্জন কৰি অসমতো নবীন চন্দ্ৰ বৰদলৈ, তৰুণ ৰাম ফুকন, গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, মহেন্দ্ৰ মোহন চৌধুৰী, ৰোহিণী কুমাৰ চৌধুৰী, গৌৰীকান্ত তালুকদাৰ, কালীৰাম বৰ্মন, সিদ্ধিনাথ শৰ্মা, ফখৰুদ্দিন আলী আহমদ আদিৰ দৰে বৰেণ্য ব্যক্তিসকলে নিজৰ ঘৰ-গৃহস্থালি পৰিত্যাগ কৰি সকলো সুখ জলাঞ্জলি দি ভাৰত মাতাৰ স্বাধীনতা আন্দোলনত জঁপিয়াই পৰিছিল। প্ৰথম পৰ্যায়ত তেওঁলোকে অসমৰ গাঁৱে-ভূঞে স্বাধীনতা যুদ্ধৰ প্ৰচাৰ, অসহযোগ আন্দোলনৰ ব্যাখ্যা, বিদেশী সামগ্ৰী বৰ্জন, মাদকদ্ৰব্য বৰ্জন কৰা আদিৰ ওপৰতো ৰাইজৰ মাজত প্ৰচাৰ কৰাৰ কামত ব্যস্ত হোৱাৰ লগতে কংগ্ৰেছৰ সভ্য ভৰ্তিৰ কামো দ্ৰুত গতিত কৰিবলৈ লৈছিল। এনেভাৱে তালুকদাৰে প্ৰতিটো স্তৰতে সক্ৰিয়ভাৱে অংশ লোৱাত ইয়াৰ পৰিণতিস্বৰূপে ব্ৰিটিছ চৰকাৰৰ ৰোষত পৰি ১৯২১ চনৰ সাত ডিচেম্বৰ তেওঁ গ্ৰেপ্তাৰবৰণ কৰি ন-মাহ কাল কাৰাদণ্ড ভোগ কৰে। এই সময়ত গুৱাহাটীৰ জেলৰ পৰা তেজপুৰ জে'ললৈ বদলি কৰোতে হাতত হাতকেৰেয়া লগাই গৰু বন্ধা পঘাৰে তেওঁৰ লগৰ পাঁচগৰাকী সতীৰ্থক মহঃ তৈয়বুল্লা, ৰোহিণী কুমাৰ চৌধুৰী, ধনীৰাম তালুকদাৰ, দেবেন্দ্ৰনাথ উজীৰ আৰু হৰিপ্ৰসাদ ব্ৰহ্মচাৰীক একেলগে সাঙুৰি নিছিল।

১৯৩০ চনত সমগ্ৰ ভাৰতবৰ্ষ জুৰি আৰম্ভ হয় আইন অমান্য আন্দোলন। কোনো স্কুলীয়া ছাত্ৰ-ছাত্ৰী যাতে আন্দোলনত অংশগ্ৰহণ কৰিব নোৱাৰে সেই উদ্দেশ্য আগত ৰাখি কুখ্যাত কানিংহাম্ চাৰ্কুলাৰৰ বিৰুদ্ধে আৰম্ভ হয় এক অভূতপূৰ্ব বিক্ষোভ প্ৰতিবাদ। গৌৰীকান্ত তালুকদাৰে সেই আন্দোলনত আগৰণুৱা হৈ গুৱাহাটীৰ মাজ মজিয়াত গোপীনাথ বৰদলৈ আৰু গোলাপ চন্দ্ৰ চৌধুৰী আদি বিশিষ্ট ব্যক্তিৰ সহযোগত দেহে-কেহে লাগি গঢ়ি তুলিছিল জাতীয় স্কুল কামৰূপ একাডেমী। আনকি তেখেতৰ নিজ পুত্ৰ কৰুণা তালুকদাৰ, বিনয় তালুকদাৰ আৰু সুবোধ তালুকদাৰকো চৰকাৰী কলেজিয়েট স্কুলৰ পৰা নাম কটাই আনি কামৰূপ একাডেমীত সৰ্ব প্ৰথম নামভৰ্তি কৰি এক আদৰ্শ দাঙি ধৰিছিল। কামৰূপ একাডেমীৰ উপৰি নিজ জন্মভূমি চামতা গাঁৱত চামতা হাইস্কুল, চামতা ছোৱালী হাইস্কুল, চামতাৰ কামৰূপ কলেজ, নলবাৰী কলেজ, নলবাৰী ছোৱালী হাইস্কুল, গুৱাহাটীৰ সন্দিকৈ ছোৱালী কলেজ, বি বৰুৱা কলেজ, গুৱাহাটী বিশ্ববিদ্যালয় আদি গঢ়ি তোলাত তেখেতে উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছিল।

১৯৩৫ চনৰ আইন অনুসৰি ১৯৩৭ চনত সৰ্বপ্ৰথম অসম বিধানসভা গঠিত হয়। ভাৰতৰ মুক্তি আন্দোলনৰ প্ৰচণ্ড ৰূপ দেখি ব্ৰিটিছ চৰকাৰে গণতান্ত্ৰিক পদ্ধতিৰে নিৰ্বাচনৰ জৰিয়তে নিৰ্বাচিত প্ৰতিনিধিৰে বিধানসভা গঠন কৰা ব্যৱস্থা প্ৰৱৰ্তিত কৰিবলৈ বাধ্য হৈছিল আৰু তাৰ বাবে অসমত প্ৰথম ভোটাৰ তালিকা প্ৰস্তুত কৰিছিল। সেই ভোটাৰ তালিকাত বছৰেকীয়া মাটিৰ খাজনা পাঁচ টকা বা ততোধিক দিয়া প্ৰাপ্তবয়স্ক লোকৰ নাম আৰু কেৱল মজলীয়া মাইনৰ আৰু ছাত্ৰ বৃত্তি স্কুল পাছ কৰা লোকৰহে নাম আছিল। বৰ্তমানৰ বৰভাগ, নলবাৰী আৰু ধৰ্মপুৰ তিনিওটা সমষ্টিৰ এলেকাত তেতিয়া মাত্ৰ এটা সমষ্টিহে আছিল। সমষ্টিটোৰ নাম আছিল নলবাৰী সমষ্টি। ইং ১৯৩৭ চনত বৃহৎ নলবাৰী সমষ্টিৰ বিধানসভাৰ নিৰ্বাচনত পাঁচ কোণীয়া তুমুল প্ৰতিদ্বন্দ্বিতাত কংগ্ৰেছ দলৰ প্ৰাৰ্থী গৌৰীকান্ত তালুকদাৰ বিপুল ভোটত জয়যুক্ত হৈছিল।

১৯৪০ চনত মহাত্মা গান্ধীৰ নিৰ্দেশত সমগ্ৰ দেশত ব্যক্তিগত সত্যাগ্ৰহ আৰম্ভ হয়। সেই সময়তো গৌৰীকান্ত



তালুকদাৰে নলবাৰীত ব্যক্তিগত সত্যাগ্ৰহ কৰি গ্ৰেপ্তাৰ বৰণ কৰিছিল। আৰু যোৰহাট জে'লত চাৰিমাহ কাৰাবাস খাটিহে মুক্তি লাভ কৰিছিল। আকৌ ১৯৪২ চনত ভাৰত ত্যাগ আন্দোলনত কৈঠালকুছি হাইস্কুল প্ৰাংগণত এখন বিশাল ৰাজহুৱা সভাত তেজস্বী বক্তৃতা দি থকা অৱস্থাতে ব্ৰিটিছ চৰকাৰৰ পুলিচ বাহিনীয়ে তেওঁক গ্ৰেপ্তাৰ কৰি নি প্ৰথমতে গুৱাহাটী জে'লত পিচত চিলেটৰ জে'লত আৰু তেজপুৰ জে'লত বন্দী কৰি ৰাখি ১৯৪৫ চনৰ ১৫ জানুৱাৰীতহে মুক্তি দিয়ে। ১৯৪৬ চনৰ বিধানসভা নিৰ্বাচনতো তালুকদাৰে বিনা প্ৰতিদ্বন্দ্বিতাই একেৰাহে দ্বিতীয়বাৰৰ বাবে নলবাৰী সমষ্টিৰ পৰা বিধায়ক হিচাপে নিৰ্বাচিত হৈছিল। সেই সময়ত নলবাৰী সমষ্টিত তথা সমগ্ৰ উত্তৰ কামৰূপতেই তেওঁৰ প্ৰভূত

জনপ্ৰিয়তা আছিল।

একেবাৰে দুবাৰ নলবাৰী বিধানসভা সমষ্টিৰ বিধায়ক হৈ সমগ্ৰ অসমৰ লগতে নলবাৰী অঞ্চলৰ বহু জনহিতকৰ কাম কৰি বিশেষকৈ শিক্ষা প্ৰচাৰৰ ক্ষেত্ৰত অমৰত্ব লাভ কৰি গৈছে। নলবাৰীত মহকুমাৰ সদৰ কাৰ্যালয় স্থাপনৰ অৰ্থে নলবাৰী মহকুমা গঠন সমিতি নামে কমিটী গঠন কৰি চৰকাৰৰ ওচৰত সৰ্ব প্ৰথম দাবী উত্থাপন কৰা প্ৰথমগৰাকী ব্যক্তি আছিল গৌৰীকান্ত তালুকদাৰ। তেওঁৰ আন এক উল্লেখযোগ্য কাম আছিল নলবাৰীত ৰেজিষ্ট্ৰাৰ অফিচ স্থাপন কৰাটো। তদুপৰি কেৰ্কেটুৱাই তামোল, নাৰিকল আদি খাই দুখীয়া গাঁৱলীয়া খেতিয়ক ৰাইজক অৰ্থনৈতিকভাৱে জুৰুলা কৰাত কেৰ্কেটুৱা নিধনৰ বাবে এক অভিযান চলোৱাৰ হকে তেওঁ বিধানসভাৰ মজিয়াত সকলোৰে দৃষ্টি আকৰ্ষণ কৰি এক প্ৰস্তাৱ উত্থাপন কৰিছিল। কিন্তু তেতিয়া সেই প্ৰস্তাৱ গ্ৰহণ কৰা নহ'ল যদিও পৰৱৰ্তী সময়ত বিষয়টোৰ গুৰুত্ব বুজি চৰকাৰে কেৰ্কেটুৱা নিধন আইন গ্ৰহণ কৰিছিল। যান-বাহন তথা প্ৰেক্ষাগৃহ আদিত ধূমপান নিষেধ আইনখনো তেওঁ বিধানসভাত গ্ৰহণ কৰাইছিল। মাদক দ্ৰব্যই যে সমাজক ধ্বংসৰ মুখলৈ ঠেলি দিয়ে সেই কথা উপলব্ধি কৰি তেওঁ বাস্তৱ দৃষ্টিভংগীৰে পদক্ষেপ গ্ৰহণ কৰি বিভিন্ন গাঁৱলৈ গৈ সভা-সমিতিৰ জৰিয়তে সৰ্বসাধাৰণ ৰাইজক বুজনি দিছিল আৰু তেওঁৰ নিজা সমষ্টি নলবাৰীৰ সকলো মাদক দ্ৰব্যৰ দোকানসমূহ বন্ধ কৰিবলৈ সক্ষম হৈছিল।

তেওঁ জাতিভেদ নামানিছিল। তেওঁৰ মনত হিন্দু হিন্দুৱেই আছিল। তাত কোনো উচ্চ-নীচৰ ভেদাভেদ থকাটো পছন্দ নকৰিছিল। গুৱাহাটী হৰিজন সেৱক সংঘৰো তেওঁ আছিল সভাপতি। কিন্তু দেশ স্বাধীন হোৱাৰ লগে লগে যেতিয়া ৰাজনৈতিক নেতাসকলৰ বেছিভাগেই একমাত্ৰ লক্ষ্য হ'ল ক্ষমতাৰ গাদীত আৰোহণ কৰা আৰু তাক সফল কৰাৰ অৰ্থে যিকোনো নিকৃষ্ট বা অগণতান্ত্ৰিক কামত জড়িত হ'বলৈ সংকোচ নকৰা হ'ল তেতিয়া তালুকদাৰদেৱে সংসদী ৰাজনীতিৰ পৰা আঁতৰত থাকি সাহিত্য সেৱা আৰু সাংবাদিকতা কৰি সামাজিক কাম-কাজৰ সেৱা কৰিবলৈ একান্তভাৱে আত্মনিয়োগ কৰিবলৈ লয়। ইং ১৯৫৪ চনৰ পৰা মৃত্যুৰ আগলৈকে গুৱাহাটীৰ উজান বজাৰৰ নিজ গৃহত নিজাকৈ প্ৰতিষ্ঠা কৰা লাৱণ্য প্ৰেছৰ পৰা কমবয়সীয়া স্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ বাবে 'দীপক' নামৰ মাহেকীয়া শিশু আলোচনী প্ৰকাশ কৰি নিজেই সম্পাদক হৈ অতি সুখ্যাতিৰে আলোচনীখন পৰিচালিত কৰি সমগ্ৰ অসমতেই জনপ্ৰিয়তা অৰ্জন কৰিবলৈ সক্ষম হৈছিল। যাৰ ফলত ছাত্ৰ-ছাত্ৰীসকলৰ মাজত সাহিত্য চৰ্চাৰ লগতে জ্ঞানৰ জেউতিৰে একতাৰ মৌচাক গঢ়িবলৈ সুযোগ দি সকলোৰে মৰমৰ আৰু শ্ৰদ্ধাৰ ককা হৈ পৰিছিল। ইয়াৰ উপৰি তেওঁ নিজে ৰচনা কৰা মূল্যবান গ্ৰন্থসমূহৰ ভিতৰত আছিল ব্ৰহ্মচাৰ্য, জাতি সমস্যা, হিন্দুৰ দৃষ্টিত জীৱনৰ লক্ষ্য, পুৰণি কামৰূপৰ ক্ষত্ৰিয় জাতি, বৰ্তমান হিন্দু সমাজ, অস্পৃশ্যতা বৰ্জন, অসমীয়া খেতিয়কক লাগে কি? হিন্দু ধৰ্মানুষ্ঠান পদ্ধতি। আকৌ ১৯৫৭ চনত গীতা শাস্ত্ৰক অসমীয়ালৈ অনুবাদ কৰি সৰ্বসাধাৰণৰ বোধগম্য হোৱাকৈ তালুকদাৰে সম্পাদনা কৰিলে অসমীয়া শ্ৰীমদ্ভাগৱদ গীতা। ই হ'ল অসমীয়া ৰাইজলৈ তেওঁৰ এক উল্লেখযোগ্য অৱদান।

অসমৰ বেংক উদ্যোগীকৰণতো আগভাগ লৈ গুৱাহাটী বেংকৰ এজন উদ্যোক্তা হোৱাৰ উপৰি ১৯২৬ চনৰ পৰা বিধায়ক হোৱাৰ সময়লৈকে ১৯৩৭ চনলৈ এই বেংকৰ মেনেজিং ডিৰেক্টৰ পদত অধিষ্ঠিত হৈ আছিল। এটা সময়ত তেওঁ ৰে'লৰে বৰ্ডৰো এজন সদস্য আছিল।

এইজনা বিশিষ্ট স্বাধীনতা সংগ্ৰামী সভা শুৱনি কৰ্মযোগী পুৰুষে ৮১ বছৰ বয়সত ১৯৬৬ চনৰ ২১ অক্টোবৰত শাৰদীয় দুৰ্গাপূজাৰ মহাষ্টমী তিথিৰ দিনা গুৱাহাটীৰ উজান বজাৰৰ নিজ বাসভৱনত ইহলীয়া সম্বৰণ কৰে। তেওঁৰ মৃত্যুত অসমে এজন নিৰ্ভীক স্বাধীনতা সংগ্ৰামী আৰু প্ৰকৃত গান্ধীবাদী নেতা এজনক হেৰুৱালে। এইটো চিৰসত্য যে পৃথিৱীত কোনো মানুহেই মৃত্যুৰ হাত সাৰিব নোৱাৰে। কিন্তু সেই মৃত লোকজনৰ গুণ-গৰিমা-প্ৰতিভা আৰু কাৰ্যসমূহ মানৰ সমাজত সদায় অমৰ হৈ থাকে। চামতা, নলবাৰী তথা অসমবাসীৰ মাজত তেওঁৰ গুণ-গৰিমাৰে আজিও অমৰ হৈ আছে। গুৱাহাটী মহানগৰীৰ দীঘলীপুখুৰীৰ পূব পাৰৰ প্ৰসিদ্ধ সভাকক্ষ গৌৰী সদন তেওঁৰ স্মৃতিতেই স্থাপিত হৈছে। চামতা অঞ্চলবাসীক সৰ্বপ্ৰথম শিক্ষা তথা জ্ঞানৰ সঁফুৰা বিতৰণ কৰা এইজনা মহান পুৰুষৰ প্ৰতি শ্ৰদ্ধা জনাই তেওঁৰ স্মৃতি ৰক্ষাৰ্থে গুণমুগ্ধ ৰাইজৰ উদ্যোগত চামতাৰ বুকুত গৌৰীকান্ত তালুকদাৰ ৰাজহুৱা পুথিভঁৰাল স্থাপিত হৈছে।





# ইতিহাসপ্ৰসিদ্ধ গোসাঁইকমল আলি ফেঙুৱাগড় আৰু ৰজাদিনীয়া পুখুৰী

**অৰুণ দাস**



বুৰঞ্জী সাহিত্যত অসম অতি আগবঢ়া। বিভিন্ন সময়ত ঘটা ঘটনাৱলী বুৰঞ্জীত ঠাই পায়। উত্তৰ পুৰুষে সেইবোৰ অধ্যয়ন কৰি জাতি এটাৰ শৌৰ্য-বীৰ্য অনুধাৱন কৰিব পাৰে। অৱশ্যে আহোমসকলৰ আগমনৰ পিচতহে অসমৰ লিখিত বুৰঞ্জী পোৱা যায়। গতিকে আগৰ কালছোৱাৰ ঘটনাৰ উমান ল'ব লাগিলে আমি বিদেশী পৰিব্ৰাজকৰ টোকা, শিলালিপি, প্ৰাচীন ভাস্কৰ্য আদিৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হয়। তদুপৰি পুৰাণ শাস্ত্ৰ সমূহতো বুৰঞ্জীমূলক তথ্য পোৱা যায়। জনশ্ৰুতি, কিংবদন্তিসমূহেও এইক্ষেত্ৰত চিন্তাৰ যথেষ্ট অৱকাশ প্ৰদান কৰিছে। এইবোৰৰ আধাৰতে গোঁসাইকমল আলি, ফেঙুৱাগড় আৰু ফেঙুৱাগড়ৰ আশে-পাশে থকা ৰজাদিনীয়া কেইটিমান পুখুৰীৰ কথা এই ক্ষুদ্ৰ নিবন্ধটিৰ জৰিয়তে দাঙি ধৰাৰ প্ৰয়াস কৰা হ'ল।

গোঁসাইকমল আলি ঃ— কোচৰজা নৰনাৰায়ণৰ ৰাজত্বৰ কালছোৱা অসমৰ ইতিহাসত এক সোণালী অধ্যায় বুলিয়ে ক'ব লাগিব। কিয়নো কোচৰজা নৰনাৰায়ণে অসমীয়া ভাষা সংস্কৃতিৰ জনক শ্ৰীমন্ত শংকৰদেৱ গুৰুজনাক আশ্ৰয় দিছিল বাবেহে তেৰাৰ কাপৰ পৰা অমূল্য সম্পদৰাজি পাবলৈ সমৰ্থ হৈছোহক। নৰনাৰায়ণৰ ভাতৃ গোঁসাইকমলে কোচবিহাৰত থকা ৰজাৰ ৰাজধানীৰ পৰা উত্তৰ লক্ষীমপুৰৰ নাৰায়ণপুৰলৈ ৩৫০ মাইল দীঘল এটি পথ নিৰ্মাণ কৰিছিল। গোঁসাইকমলে আলি বন্ধা কামত তদাৰক কৰিছিল বাবে পৰৱৰ্তী সময়ত আলিটোৰ নাম গোসাইকমল আলি হিচাপে জনাজাত হয়। এই আলিটোৰ নিৰ্মাণ কাৰ্য ১৫৪৭ খৃঃত সম্পূৰ্ণ হয়। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেৰে এই আলি নিৰ্মাণ কৰা হৈছিল। আলিটো নিৰ্মাণৰ পূৰ্বে কোচ ৰজা নৰনাৰায়ণৰ আহোমৰ সৈতে বিবাদ লাগিছিল। এই বিবাদৰ নিশ্চিত কাৰণ ঠাৱৰ কৰিব পৰা হোৱা নাই। ১৫৮৬ খৃঃত শুক্লধ্বজে ডিক্ৰাইলৈকে এক অভিযান চলাইছিল। এই অভিযানত আহোমসকলৰ যথেষ্ট ক্ষতি সাধন হয় আৰু পৰাস্ত বৰণ কৰে। আলিৰ নিৰ্মাণ কাৰ্য সমাপ্ত হোৱাৰ পিচত কোচসকলে নাৰায়ণপুৰত এটি দুৰ্গ সাজিছিল। আজিও গোঁসাইকমল আলিৰ ভগ্নাৱশেষ বিদ্যমান। চৰকাৰে এই আলিটোৰ প্ৰতি গুৰুত্ব প্ৰদান কৰাহেঁতেন কোচবিহাৰৰ পৰা লক্ষীমপুৰলৈ যাতায়াতৰ এটি সুন্দৰ ব্যৱস্থা হ'লহেঁতেন। তদুপৰি পশ্চিমে পশ্চিমবংগ আৰু পুবে অৰুণাচল আদি ৰাজ্যৰ সৈতে যোগাযোগ সুচল হোৱাৰ যথেষ্ট সুবিধা আছিল। পুবৰ দেশসমূহৰ সৈতে বাণিজ্যিক ব্যৱস্থা

মুকলি কৰাৰ স্বাৰ্থত যি সময়ত 'ষ্টিলৱেল' পথ নিৰ্মাণৰ কথা গুণাগঁথা চলছে, সেইসময়ত ইতিহাসপ্ৰসিদ্ধ পথ এটিৰ ওপৰতো অধিক গুৰুত্ব প্ৰদান কৰিব বুলি ৰাইজে আশাপালি আছে। অন্যথা চৰকাৰৰ অৱহেলাৰ ফলশ্ৰুতিত ইতিহাসপ্ৰসিদ্ধ পথ এটিৰ অৱশিষ্ট অংশখিনিও এদিন কালৰ বুকুত হেৰাই যাব। ঐতিহাসিক তথ্যমতে এই আলি এসময়ত ভুটীয়া ৰাজ্যৰ দক্ষিণ সীমা আছিল। সম্প্ৰতি নলবাৰী জিলাৰ উত্তৰাংশত ই ইতিহাসৰ সাক্ষী হৈ আছে।

ফেঙুৱাগড় ঃ নলবাৰী জিলাৰ উত্তৰে অৱস্থিত ধমধমাৰ নিকটৱৰ্তী গড়ভিতৰৰ গাঁৱত ফেঙুৱা গড় বিদ্যমান। ৰজা ফেঙুৱা সন্দৰ্ভত এই অঞ্চলত বহুতো জনশ্ৰুতি প্ৰচলিত হৈ আছে। এক আখ্যান মতে ফেঙুৱা আছিল দুৰ্লভেন্দ্ৰ ৰজাৰ ভতিজাক। ফেঙুৱাই পৰৱৰ্তী কালত খুড়াকক হত্যা কৰি ৰাজপাট দখল কৰে। ৰজা হোৱাৰ পিচত তেওঁ ধমধমাৰ ওচৰত থকা গড়ভিতৰ গাঁৱত ৰাজধানী পাতে। আনহাতে আৰিমত্ত ৰজাৰ ৰাজধানী আছিল কামৰূপৰ বেতনাৰ ওচৰৰ বৈদ্যগড়ত। এইজন ৰজায়ো ভুটীয়াসকলৰ উপদ্ৰৱৰ পৰা ৰক্ষা পাবলৈ ধমধমাৰ ওচৰত এখন উপৰাজধানী পতা বুলি জনা যায়। ফেঙুৱা ৰজাই আৰিমত্তক বলে নোৱাৰি কৌশলেৰে বশ কৰাৰ পন্থা অৱলম্বন কৰে। বহুলভাৱে প্ৰচাৰিত জনশ্ৰুতি অনুসৰি আৰিমত্ত ৰজাৰ ৰাণী ৰত্নমালা আৰু ফেঙুৱাৰ মাজত গুপ্ত প্ৰণয় আছিল। ৰজা আৰিমত্তই এই কথাৰ উমান পাই ফেঙুৱা ৰজাৰ ওপৰত ক্ৰোধান্বিত হৈছিল আৰু ফেঙুৱাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিছিল। এই ৰণত ফেঙুৱা পৰাজিত হ'বলগীয়া হয়। ফেঙুৱাই ৰত্নমালাৰ সৈতে ষড়যন্ত্ৰ কৰি পিচত ৰজা আৰিমত্তক বধ কৰে। অৱশ্যে কোনো কোনোৰ মতে আৰিমত্তৰ হাতত ফেঙুৱা নিধন হোৱা বুলিহে জনা যায়। ফেঙুৱা আৰু আৰিমত্তৰ মাজত ধুমধামেৰে হোৱা যুদ্ধৰ ফলশ্ৰুতিতে 'ধমধমা' নামৰ উৎপত্তি হয় বুলি এই অঞ্চলৰ ৰাইজৰ মাজত দৃঢ় বিশ্বাস জড়িত হৈ আছে। ছাৰ এডৱাৰ্ড গেইটৰ 'অসম বুৰঞ্জী' অনুসৰি আৰিমত্তৰ পুত্ৰ ৰত্নসিংহই ফেঙুৱাক বধ কৰি পিতৃ হত্যাৰ পোটক তোলা বুলিহে উল্লেখ কৰিছে। আৰিমত্তৰ মৃত্যুৰ পিচৰ সময়ছোৱাৰ বহু ঐতিহাসিক কাহিনী জনসমাজত প্ৰচলিত হৈ আছে। ফেঙুৱা ৰজাই ৰাণী ৰত্নমালাৰ সৈতে লগলাগি আৰিমত্তক বধ কৰিলে যদিও ফেঙুৱাৰ মনত এক আশংকাই গা কৰি উঠিল। যি নাৰীয়ে নিজ স্বামীক বধ কৰাৰ বাবে কুণ্ঠাবোধ নকৰিলে, সেই নাৰীয়ে যে ফেঙুৱাৰো অনিষ্ট সাধন নকৰিব তাৰ কি নিশ্চয়তা আছে। ৰত্নমালাৰ হাতত ফেঙুৱাৰ জীৱন নিৰাপদ নহয় বুলি ভাবিয়ে খোলা তৰোৱাল লৈ ৰাণীক বধ কৰিবলৈ খেদি গ'ল। খেদি খেদি গৈ যি ঠাইত প্ৰথম ঘাপত ৰাণীৰ খোপা কটা গ'ল সেই ঠাইখন পিচলৈ 'খোপাকটা' নামেৰে জনাজাত হ'ল। ৰজাই পুনৰ খেদি গৈ ৰাণীক যিঠাইত কাটিলে সেই ঠাইখনে হ'ল 'কুৰবীকটা' বা 'কুমাৰীকাটা'। ৰাণীক কটাৰ পিচত ফেঙুৱা পুনৰ ৰাজধানীলৈ উভতি আহিল। উভতি আহোতে ভাগৰত ক্লান্ত হৈ যি ঠাইত ৰজাৰ ঘোঁৰাটো মৰিল সেই ঠাইখন আজিও ঘোঁৰামৰা বা ঘোঁৰামাৰা হিচাপে জনাজাত হৈ আছে। ফেঙুৱা ৰজা তথা ৰাজ পৰিয়াল কালৰ বুকুত চিৰদিনৰ বাবে হেৰাই গ'ল যদিও ৰজাই স্থাপন কৰা কীৰ্তিবোৰে আজিও ফেঙুৱাৰ অস্তিত্ব সোঁৱৰাই আছে। গড় ভিতৰৰ ওচৰতে থকা গাঁওখন হ'ল উজীৰখাট। ইয়াতে ৰজাই উজীৰসকলক স্থাপন কৰিছিল বাবে ঠাইখনৰ নাম হ'ল উজীৰখাট। আনহাতে গড়ভিতৰৰ ওচৰতে থকা ঠাকুৰ চুবাত ৰজাই ঠাকুৰসকলক সংস্থাপন কৰিছিল বাবে সেই ঠাইখন আজিও ঠাকুৰ চুবা নামেৰে জনাজাত হৈ আছে। আৰিমত্ত আৰু ফেঙুৱা ৰজাৰ মাজত হোৱা যুদ্ধত বহুতো সৈন্য নিধন হোৱা বুলি জনা যায়। বহুত সৈন্য ভয়তে পলাই যায়। ফেঙুৱা পুত্ৰ বসন্ত নাৰায়ণো ভয়তে পলাই শান্তিপুৰ আৰু মহিনা গাঁৱৰ সীমান্তৱৰ্তী ঠাই এখনত উপস্থিত হৈছিলগৈ। ৰাজপুত্ৰই ৰণত ক্লান্ত হৈ ভাগৰি-জুগুৰি খোৱাপানীৰ অনুসন্ধান কৰিছিল। ৰখীয়াবোৰে নিৰুপায় হৈ সেই ঠাইত থকা বোকা পানীৰে ভৰি থকা ঠাই এখন পৰিষ্কাৰ কৰি ৰাজপুত্ৰক পানী খুৱাই তৃষ্ণা নিবাৰণ কৰিছিল। বস্ত নাৰায়ণৰ স্মৃতি বিজড়িত সেই পুখুৰীটো 'বসন্ত পুখুৰী' হিচাপে আজিও জনাজাত হৈ আছে।

ৰজাদিনীয়া পুখুৰী ঃ— ৰজাদিনীয়া পুখুৰী বুলি কওঁতে ইয়াত মাথোঁ ফেঙুৱা ৰজাই খন্দা পুখুৰী কেইটাৰ কথাহে উল্লেখ কৰা হ'ল। ৰজাই নিৰ্মাণ কৰা ৰাজধানীৰ আশে-পাশে কেইবাটাও পুখুৰী খন্দাইছিল। সেই পুখুৰীবোৰ আজিও দেখিবলৈ পোৱা যায়। ৰজাই পুখুৰীবোৰৰ বিধে বিধে নাম দিছিল। এইবোৰত ব্যৱহাৰিক দিশ আৰু বিশেষ মাছ ভৰি থকা কথাৰ উমান পোৱা যায়। পুখুৰীবোৰ হ'ল চিতল পুখুৰী, ন পুখুৰী, মাদৈ গা ধোৱা পুখুৰী, কুৰিহামাৰী, কাৰৈমাৰী, ঘেঁৰাধোৱা পুখুৰী। এই কীৰ্তিচিহ্নবোৰ যত্ন পালিত অৱস্থাত থকা বুলি ক'ব পৰা নাযায়। শিক্ষা-দীক্ষা, যাতায়াত আদিত অনগ্ৰসৰ হৈ থকা অঞ্চলটিৰ ৰজাদিনীয়া কীৰ্তিবোৰৰ যথোপযুক্ত সংৰক্ষণ কৰি লগতে আকৰ্ষণীয় ৰূপত গঢ়ি তুলিব পাৰিলে এই অঞ্চললৈ বিভিন্ন প্ৰান্তৰ পৰা মানুহ ঢাপলি মেলিব। সেই আপাহতে পৰ্যটন কেন্দ্ৰ এটি স্থাপন হ'লে নিবনুৱা সমস্যাৰ সমাধানৰ দিশতো অৰিহণা যোগাব। কিয়নো ইয়াৰ জৰিয়তে ব্যৱসায়িক দিশবোৰ উন্মোচিত হ'ব। ভাবৰ আদান-প্ৰদান হ'ব। পুৰণি কীৰ্তিচিহ্ন সু-সংহত ৰূপত বিকশাই তুলিব পাৰিলে আমাৰ মাজত থকা সম্প্ৰীতি গাঢ় হ'ব। সামাজিক চৈতন্যই ন ৰূপ পৰিগ্ৰহণ কৰিব। লগতে হৃদয়ৰ দুৱাৰবোৰ মুকলি হৈ সাম্য মৈত্ৰীৰ জয়গানেৰে চৌদিশ মুখৰিত হৈ পৰিব।



# নলবাৰী জিলাৰ কাব্য চৰ্চা আৰু কাব্য সাধনা

ড° পৰেশ নাথ শৰ্মা



আধুনিক অসমীয়া কবিতাৰ বিকাশ আৰু বৈভৱৰ কাল আৰম্ভ হয় জোনাকী যুগৰ পৰা। দৰাচলতে চন্দ্ৰকুমাৰ আগৰৱালাৰ অৰ্থসাহায্যত সৃষ্টি হোৱা জোনাকী কাকতেই আছিল তদানীন্তন সাহিত্যিকসকলৰ সাহিত্য সাধনাৰ বিকিৰণ কেন্দ্ৰ। কিন্তু তাৰ আগতো যে অসমীয়া কাব্য সাহিত্যৰ বৰপথাৰখন নিস্তব্ধ আছিল, তাক ক'ব নোৱাৰি। গতানুগতিক নিয়ম-শৃংখলাৰে আড়ষ্ট প্ৰাচীন কবিসকলৰ পৈণত সিদ্ধিৰ সাৰ্থকতাই আধুনিক কবি মনকো জোকাৰি গৈছিল। কিন্তু প্ৰকাশ-সাৰ্থক আলোচনী বা প্ৰকাশৰ সা-সুবিধাৰ দীনতাই আধুনিক কবি-কণ্ঠক কিছু পৰিমাণে হ'লেও স্তব্ধ কৰি ৰাখিছিল। অৰুণোদয়ত খ্ৰীষ্টান তথা অনাখ্ৰীষ্টান লেখকসকলৰ কাব্য সৃষ্টিৰ যি গৰ্ভ-যন্ত্ৰণা আৰম্ভ হ'ল, জোনাকী যুগত কবিতাই পাৰ ভাঙি লুইত, কাবেৰী, গংগা, ভল্গা পৰ্যন্ত দুয়োকূল ওপচালে। নতুন কবিসকলৰ কাব্যপ্ৰকাশে বাট বিচাৰি পালে, সৃষ্টি হ'ল যুদ্ধোত্তৰ যুগৰ নতুন কবিতাৰ। ড° মহেন্দ্ৰ বৰাৰ ভাষাত 'জয়ন্তীৰ বুকুত যুগৰ পেঁপা বাজি উঠিল, মাৰ্ক্সীয় নন্দনতত্ত্বৰ পানীয়ুঁৰলিত ভৱানন্দ দত্তৰ কবিতাই বাস্তৱৰ বোকা গছকিলেহি। ৰোমাণ্টিক কবিতাৰ মোহভংগ ঘটিল।

চল্লিশৰ দশকত আধুনিক আখ্যা দিব পৰা সাহিত্যকৰ্ম বৰ বেছি ৰচিত হোৱা নাই সঁচা, কিন্তু এই দশকতেই অসমীয়া সাহিত্যই ইয়াৰ পূৰ্বৰ ৰোমাণ্টিক ৰূপ সলাই আধুনিক ৰূপ পৰিগ্ৰহ কৰিবৰ কাৰণে প্ৰয়োজনীয় প্ৰস্তুতি সম্পূৰ্ণ কৰিলে। দ্বিতীয় মহাযুদ্ধৰ ৰাজনৈতিক বাতাৱৰণ আৰু তাৰ দ্বাৰা প্ৰভাৱিত ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক পৰিস্থিতি সাহিত্যৰ এনে অৱস্থাৰ এটা প্ৰধান কাৰণ আছিল। বিশ্বজোৱা দ্বিতীয় মহাসমৰে অসমক প্ৰত্যক্ষভাৱে পীড়িত কৰিছিল। তেতিয়া অবিভক্ত অসম আৰু সিপিনে মণিপুৰ যুদ্ধক্ষেত্ৰত পৰিণত হৈ পৰাত অসমীয়াৰ মানসত ধ্বংসৰ এটা ছাপ দ-কৈ পৰিছিল। এফালে যুদ্ধই সৃষ্টি কৰা অৰ্থনৈতিক সংকট, আনফালে মানৱ সভ্যতাৰ মৃত্যুৰ বিভীষিকা এনে পটভূমিত অসমীয়া মন হতাশাগ্ৰস্ত হৈ পৰিল। পূৰ্বৰ শান্তিছায়াত থকা পৰম্পৰাগত অসমীয়া সমাজখন য'ত আছিল পৰম্পৰাৰ আশ্বাস, পুৰণি সামাজিক প্ৰমূল্যবোধৰ ওপৰত আস্থা— সকলো ধূলিসাৎ হৈ গ'ল।

এই দশকতে স্বাধীনতা আন্দোলনে শীৰ্ষ বিন্দু পাইছিলগৈ আৰু তাৰ পৰিণতি হৈছিল এই দশকৰ শেষপিনে স্বাধীনতা লাভ। স্বাধীনতা যুদ্ধৰ এই দশকৰ ভাৰত ত্যাগ আন্দোলনৰ সময়ৰ যি অগ্নিময় অৱস্থা, সিও

অসমীয়া মানসলৈ আনিছিল এক উদ্বিগ্নতা, অস্থিৰতা আৰু আশাৰ মাজতো হতাশা। স্বাধীনতা লাভৰ লগে লগে পঞ্চাশৰ দশকত আন এটা আশাৰ ৰেঙণিয়ে দেখা দিলে। এফালে মহাযুদ্ধৰ সামৰণি, আনফালে এক সুদীৰ্ঘ সংগ্ৰাম আৰু প্ৰত্যাশাৰ পিচত স্থাপিত এক বিদেশী চৰকাৰ। এনে অৱস্থাত চল্লিশৰ দশকত অসমীয়া সাহিত্যই যি নতুন ৰূপ গ্ৰহণ কৰাৰ উপক্ৰম কৰিছিল, পঞ্চাশৰ দশকত সেই ৰূপ স্পষ্ট হ'ল আৰু সি এক ভাৱসাম্য লাভ কৰিলে। অন্যকথাত অসমীয়া সাহিত্যত এটি নতুন যুগ 'পঞ্চাশৰ দশকত গঢ়ি উঠিছিল। সাহিত্যৰ এই নতুন ৰূপ কবিতা, চুটিগল্প আৰু উপন্যাসত লক্ষ্য কৰিব পাৰি।[২]

স্বৰাজোত্তৰ কালত অসমৰ বিভিন্ন প্ৰান্ত-উপপ্ৰান্তৰ কবিকণ্ঠই যি চিনাকি-অচিনাকি মাত মাতিব ধৰিলে, তেনেকৈ নলবাৰীৰ কবিকণ্ঠও স্তব্ধ হৈ থকা নাছিল। আন কথাত নলবাৰীত কাব্য সৃষ্টিত অনুপ্ৰেৰণাদায়ক উৎস নাইবা পৃষ্ঠভূমি নথকাও নহয়। কিয়নো সপ্তদশ শতিকাৰ পৰাই নলবাৰীৰ কবি-সাহিত্যিকসকলে কাব্য সৃষ্টিৰ যি সাৰুৱা ভূমি তৈয়াৰ কৰি থৈ গ'ল, পৰৱৰ্তী কালৰ কবি-সাহিত্যিকসকলেও সেই ঐতিহ্য ৰক্ষা কৰি আহিছে।

আধুনিক কাব্য সৃষ্টিৰ ক্ষেত্ৰত নলবাৰীৰ দুৱাৰ মুকলি কৰে ৰমাকান্ত চৌধুৰীয়ে। অমিত্ৰাক্ষৰ ছন্দৰ মাজেৰে চৌধুৰীয়ে বীৰত্বব্যঞ্জক 'অভিমন্যু বধ' কাব্যত যি ৰণ হুংকাৰ মাৰিলে, সেই হুংকাৰত অনেক ৰথী-মহাৰথী ওলাই আহিল। ৰোমাণ্টিক পৰিমণ্ডলৰ মাজত কাব্য সৃষ্টি আৰম্ভ কৰিলেও চৰাইৰ কবি ৰঘুনাথ চৌধাৰীৰ হাতৰ পৰা ছন্দে-ৰসে-উপমাই-যমকে এমুঠি হীৰাবুলীয়া কবিতা ওলাই আহিল সাদৰীৰ অন্তৰ্গত এমুঠি কবিতাত। তাৰো তৰংগ শীৰ্ষত 'কেতেকী'ৰ ৰসস্নিগ্ধ মধুৰ কল্পনাত আৰু তাৰ নিক্ৰান্তি দহিকতৰাৰ করুণ ৰসস্নিগ্ধ অনন্তৰ মূৰ্ছনাত। ক'বলৈ হ'লে এইগৰাকী কবিৰ হাততে চৰাই আৰু ফুলৰ সুবাসে অসমীয়া কাব্য সাহিত্যত এক মধুৰ খেলিমেলিৰ সৃষ্টি কৰি থৈ গ'ল। জমিৰুদ্দিন আহমেদেও 'বিপ্লৱৰ বীণেৰে বিপ্লৱৰ হুংকাৰ তুলিলেও 'বুকুৰ জুই'ৰে 'শতাব্দীৰ পৰিহাস'ৰ মালিতা গালে। ভিখাৰী, 'মৰমী'ৰ এইজনা কবিয়ে 'বেথাৰ দান' আৰু 'মানসী'ত জীৱনৰ সমগ্ৰ কাব্যকৃতিৰ মধুৰ ঝংকাৰ তুলি ৰোমাণ্টিক বাৰ্তা আৰু অতীন্দ্ৰিয় সুৰৰ বাহক এই কবিজনাই জীৱনৰ অপৰাহ্ন পৰত বাস্তৱৰো বোকা গচকিলে।

ইয়াৰ পিচৰে পৰা নলবাৰীটো কাব্য জগতত গৰ্ভ যন্ত্ৰণা আৰম্ভ হয় স্বৰাজোত্তৰ যুগৰ নতুন কবিতাত। কবিতাৰ বিষয়বস্তু, শব্দচয়ন, ভাব-ভাষা, ছন্দ, সকলোতে পূৰ্বৰ আঁৰ-বেৰ ভাঙি নতুন আংগিকেৰে কবিতা সৃষ্টি কৰাৰ প্ৰয়াস চলিবলৈ ধৰে। এই প্ৰয়াস পৰেশমল্ল বুজৰবৰুৱা, দীনেশ গোস্বামী, চিৰঞ্জীৱ জৈন, ৰত্নেশ্বৰ মেধি আদি অগ্ৰজ কবিসকলৰ কবিতাতে লক্ষণীয় বৈশিষ্ট্য হিচাপে ধৰা দিয়ে। প্ৰায় সমসাময়িক প্ৰমথ নাথ, দ্বিজেন্দ্ৰ মোহন দত্ত, শ্যামসুন্দৰ জালান, চালেহউদ্দিন চৌধুৰী, অম্বৰীশ বৈশ্য আদি কবিসকলৰ কবিতাই আধুনিক কবিসকলৰ বতৰা সম্পূৰ্ণৰূপে কঢ়িয়াই আনিলে।

মুক্তক ছন্দৰ সমান্তৰালৰূপে ছন্দোবদ্ধ কবিতাৰ দ্বাৰাও নিজৰ কাব্যিক হৃদয় উন্মোচন কৰাৰ অন্যতম মাধ্যমৰূপে কবিতা সৃষ্টি কৰা কবিৰ সংখ্যাও নলবাৰীত কম নহয়। লক্ষণীয় বিষয় এয়ে যে এনে কবিতা ৰচনা কৰা বেছিভাগ কবিয়ে বয়োজ্যেষ্ঠ। প্ৰয়াত সঞ্জীৱ বৰুৱা, প্ৰতাপ তালুকদাৰ, হৰেন গোস্বামী, প্ৰফুল্ল শৰ্মা, প্ৰফুল্ল বৰুৱা, ড° কৈলাস শৰ্মা, ভগৱান ভট্ট, ডাঃ সত্য দাস, মহেন্দ্ৰ বুজৰবৰুৱা এই শ্ৰেণীৰ কবি।

সত্তৰৰ শেষ আৰু আশীৰ দশকৰ আৰম্ভণিৰ পৰা নলবাৰীত এক স্বাস্থ্যকৰ কাব্যিক পৰিবেশৰ সৃষ্টি হয়। এই সময়ত বিদেশী বহিষ্কাৰ আন্দোলনৰ সৈতে জড়িত ভালেকেইজন কবিয়ে কাব্য ৰচনা কৰে। বিষয়বস্তু আৰু আংগিকত দুই-চাৰিজন কবিৰ কবিতাত নতুনত্ব বিশেষ নাথাকিলেও তেওঁলোকৰ কাব্য সৃষ্টিৰ মূল প্ৰেৰণা আছিল স্বদেশপ্ৰেম আৰু তীব্ৰ জাতীয়তাবোধ।

আশী-নব্বৈৰ দশকত নলবাৰীত বহুতো নতুন কবিৰ জন্ম হয়। ভালেসংখ্যক কবিৰ মনৰ দিগন্তও সুদূৰপ্ৰসাৰী। দেশৰ পৰিসীমা অতিক্ৰম কৰি মহাদেশীয় বা চুবুৰীয়া দেশৰ কবিৰ কবিতাৰো প্ৰভাৱ এইসকল কবিৰ কবিতাৰ লক্ষণীয় দিশ। প্ৰতীক আৰু চিত্ৰকল্পৰে সমৃদ্ধ এই সময়ৰ ভালেকেইজন কবিৰ ভিতৰত অগ্ৰজ দীনেশ গোস্বামী, চিৰঞ্জীৱ জৈন আদিৰ কবিতা বিশ্বৰ কবিতাৰ লগত ফেৰ মাৰিব পৰা বিধৰ। অৱনী চক্ৰৱৰ্তী, নলিনী চক্ৰৱৰ্তী, প্ৰমথ নাথ, ভুৱনেশ্বৰ ডেকা, জন পিংকু, প্ৰণৱ, কমল কুমাৰ জৈন, শান্তনু শৰ্মা, পংকজ গোবিন্দ মেধি, নাজমা বেগম, ফণীধৰ বৰ্মন, মণিমা চৌধুৰী, লীনা ডেকা, কেশৱ মোহন কলিতা, বিপুল দত্ত, প্ৰণৱ শৰ্মা, ৰেণু বৰ্মন, বনজিৎ বৰ্মন, গুণেন্দ্ৰ শৰ্মা, ৰাজেন শৰ্মা, মেগন কছাৰী প্ৰমুখ্যে নলবাৰীৰ প্ৰতিভাসম্পন্ন কবি।

এই কবিসকলৰ বাহিৰেও অজিতমল্ল বৰুৱা, কুমাৰ কিশোৰ, মোচেৰ আলী, সদানন্দ ডেকা, ৰৌচান আলী, করুণাকান্ত ভট্টাচাৰ্য, ধীৰেন মিশ্ৰ, উমেশ বৈশ্য, কামিনী শৰ্মা, পৰেশ চক্ৰৱৰ্তী, গোপাল চন্দ্ৰ শৰ্মা, অচ্যুত ডেকা, বীৰেন্দ্ৰ কলিতা, জগন্নাথ গোস্বামী, করুণাকান্ত চৌধুৰী, সৰ্বেশ্বৰ মজুমদাৰ প্ৰমুখ্যে বহুতো কবিয়ে নলবাৰীত কাব্যচৰ্চা কৰি আছে।

স্বাৰাজোত্তৰ অসমীয়া কাব্য সাহিত্যত নলবাৰীৰ এজন শ্ৰেষ্ঠ কবিৰ কথা ক'বলৈ যাওঁতে একে উশাহতে ক'ব পৰা কবিজনা নিঃসন্দেহে দীনেশ গোস্বামী। দুখন কাব্য গ্ৰন্থৰে প্ৰতিষ্ঠা লাভ কৰা গোস্বামীৰ শেহতীয়া কবিতা সংকলন 'সময় সেতুপথ', প্ৰকাশকাল ১৯৯৩। কবিন ফুকনৰ ভাষাত— গোস্বামীদেৱৰ কবিতাত ঘাইকৈ চকুত পৰে মন-মগজুৰ ভিতৰৰ আৰু বস্তুজাগতিক সমাজ জীৱনৰে 'ত্ৰাস' আৰু 'তমসা'ৰ সৃষ্টি আৰু লগতে সেই তমসাৰ মাজত পোহৰ বিচৰাৰ হাহাকাৰ। কবিয়ে প্ৰতীকধৰ্মিতাৰ মাত্ৰাধিক আঁৰ-বেৰ নোহোৱাকৈ আৰু স্পষ্টকৈয়ে দাঙি ধৰে এই ঘন ত্ৰাস তমসাৰ কাব্যৰূপ উদাহৰণস্বৰূপে আন্ধাৰ আৰু পোহৰৰ সৈতে কবিৰ মন-মগজুৰ হাট-বাট প্ৰতীক আৰু উক্তি উভয়ে ৰূপায়িত হৈছে অগ্নিসুক্ত নামৰ কবিতাটোত—

অন্ধকাৰ মঞ্চ যদি আলোকিত হৈ উঠে
কোনো এক মায়াৱী যাদুত
তেতিয়া হয়তো শব্দবোৰ পুনৰ্বাৰ উঠিব উজলি
আজি বৰ অন্ধকাৰ
আৰু ইয়ে ঈঙ্গিত শব্দৰাজি
কৰবাত যেন অন্তৰ্হিত

ৰমন্যাসিক অনুভূতিৰ এন্ধাৰ দিশ তেওঁৰ কল্পনাৰ বিশিষ্ট উপজীব্য। 'পূৰ্বৰাগ' কবিতাত প্ৰেয়সীৰ সান্নিধ্যত চেতনাৰ জাগৰণ, 'দলিল' কবিতাত স্বপ্নাৱিষ্ট আবৰ্জনাময় নগৰে জৈৱিক আত্মিক প্ৰাণশক্তি হেয় কৰাৰ কথা প্ৰতিভাত হৈছে। ৰুগ্নতম শিহৰণৰ প্ৰকাশত হাত থকা এইজন কবিৰ 'হত্যাকাণ্ড' কবিতাত যন্ত্ৰণাক 'বহুজন সংগিনী' ৰূপত সজাই আৰু সংগমোত্তৰ কালত হত্যা কৰি কবি প্ৰায় নিঃসংশয় মনেৰে আন এটি দিশলৈ প্ৰস্তুত হৈছে—

এতিয়া শোৱাৰ সময়
ৰাতিপুৱাৰ কাৰণে প্ৰস্তুত হোৱা সময়— এনেধৰণৰ চাঞ্চল্য দীনেশ গোস্বামীয়ে দিয়া এটা বিশিষ্ট জুতি।

কাব্যৰ সংখ্যাত তাকৰীয়া হ'লেও দীনেশ গোস্বামীৰ বয়োকনিষ্ঠ প্ৰায় সমসাময়িক কবি চিৰঞ্জীৱ জৈন (জন্ম ১৯৪৮) এজন চিত্ৰকল্পবাদী কবি। প্ৰতীক আৰু চিত্ৰকল্পৰে সুসমৃদ্ধ জৈনৰ কবিতাৰ শাব্দিক কৌশল আৰু সংস্থাপনৰ গতি বিচিত্ৰ। শব্দৰ পৰিমিতাচাৰ আৰু মনোৰম প্ৰতীকযুক্ত জাপানী কবিতাৰ গঠনৰ আৰ্হিৰ কবিতাবোৰ অধিক ব্যঞ্জনাক্ষম

দিক্ সলোৱা
অশ্বাৰোহীবোৰ
নাতিদূৰত
অতল খাৱৈ

পাশ্চাত্য সাহিত্যৰ প্ৰবক্তা এই কবিজনাৰ কবিতাত পাশ্চাত্যৰ অনেক কবিৰ কবিতাত প্ৰকাশিত আত্মিক বিষাদ আৰু নিঃসংগ চেতনা মূৰ্ত হৈ উঠিছে। সমাজ চেতনাৰে সমৃদ্ধ 'কুঁৱলী বৰফৰ নৈ' কাব্যগ্ৰন্থত দেশৰ বুকুত গঢ় লোৱা অনৈক্য, শোষিত জনতাৰ বেদনা, মানৱ জাতিৰ অভ্যুদয়ৰ বুকুত জ্বলি থকা দাবানল, জীৱন যাত্ৰাৰ নিঃসংগ বেদনা প্ৰভৃতি বাস্তৱমুখী চিন্তাধাৰাৰ ভেটিত গঢ় লোৱা। গ্ৰন্থ প্ৰকাশনৰ ফালৰ পৰা জৈনৰ কবিতাত সাময়িক স্তব্ধতা আহিলেও তেখেত নিৰলস কাব্য সাধনাত ব্ৰতী। দৃষ্টি আৰু সৃষ্টিত কোনো জড়তা নাই। কবিৰ ভাষাত 'স্পন্দিত শব্দবোৰ এতিয়া আমাৰ বাবে দুৰ্ভেদ্য দুৰ্গ, হ'লেও কবিৰ 'স্তিমিত চেতনাত এতিয়া পল্লৱিত হৈ আছে' বিস্মিতভাৱে অলস গোলাপ। আত্মিক চেতনাৰে আশাবাদী কবিয়ে ক'ব পাৰিছে—

লহপহকৈ গজিব আকৌ
কঠিন মাটিতো সিক্ত সেউজ ঘাঁহ

দীনেশ গোস্বামীৰ ভাষাৰে— কেৱল প্ৰতীকৰ বাবেই প্ৰতীকৰ ব্যৱহাৰ কৰি তেওঁ নিজৰ সৃষ্টিক অযথা কষ্টকৰ দুৰ্বোধ্যতাৰ মাজলৈ ঠেলি পঠোৱা নাই আৰু এই বৈশিষ্ট্যৰ বাবেই পাঠকক কবিতাসমূহে স্বাভাৱিকভাৱে আকৰ্ষণ কৰিছে। ক'বলৈ গ'লে অসমীয়া কবিতাত প্ৰতীকবাদ আৰু চিত্ৰকল্পবাদৰ স্বাভাৱিকীকৰণক বহু দূৰলৈ আগুৱাই নি নান্দনিক মহিমা দান কৰাৰ ক্ষেত্ৰত জৈনৰ সিদ্ধি অতুলনীয় আৰু সাৰ্থক বুলিব পাৰি।

জৈনে অসমীয়া কাব্য সাধনাত এইধৰণে বিশেষ এটা ধাৰাক বহুদূৰ আগুৱাই নিলে। নলবাৰীত জৈনৰ সমানেই শক্তিশালী আৰু সাৰ্থক প্ৰতীকবাদী কাব্যকথন পোৱা টান।

সত্তৰ দশকতে কাব্যচৰ্চা কৰিবলৈ লৈ নিৰন্তৰ কাব্য সাধনা কৰি থকা প্ৰমথ চন্দ্ৰ (১৩৪৩) নলবাৰীৰ কবি। দৰ্পণ ('৭১) ৰঙা নদীত সূৰ্যোদয় ('৮১) কুঁৱলী ধোঁৱা আৰু ছাই (৯১) আৰু সভ্যতাৰ যীশু (৯৬) আৰু কেইখনো কাব্যগ্ৰন্থ প্ৰকাশ পাইছে। নাথৰ অনুভূতি লহপহাইছিল গাঁৱলীয়া জীৱনৰ মধুৰ কল্পনাত। কিন্তু জীৱনৰ জীজ্ঞাসাই নগৰলৈ টানিলে। সমাজত এক বৈপ্লৱিক পৰিৱৰ্তনৰ প্ৰতি উষ্মাভাৱ তেওঁৰ কবিতাৰ কেন্দ্ৰস্থ ভাব। অসমীয়া লোক-সাহিত্যৰ ভাষা আৰু ধ্বনিয়েও নাথৰ কবিতাত ঠাই পাইছে। তেওঁ আপোনপ্ৰাণ বৈভৱৰ কবি। ভাৰতীয় জীৱনবোধৰ স্বাক্ষৰো তেওঁৰ কবিতাত আছে। কিছুমান কবিতাত মোহভংগৰ হতাশা বেদনাই তলসোঁত ওপৰসোঁত হৈ নাথৰ কবিতাত এটা আনুভূতিক প্ৰবাহৰ সৃষ্টি কৰে। কবিতাৰ ভাব-অনুভূতি কেতিয়াবা অনন্য তন্ময়তাৰে অনুভূত—

মোৰ চকুৰ লুণীয়া পানী
আজি সৰে
বৰষাৰ মূষলধাৰে
একুৰা জুই মোৰ অন্তৰৰ
জ্বলি যি আছে—
তুহৰ জুইৰ দৰে উমি উমি।

কাব্যিক বিচাৰেৰে নাথৰ পৰৱৰ্তী কবিতাত শব্দ চয়ন আৰু শব্দ ধ্বনিত এক উত্থানমুখীতা দেখা যায়। 'ধোঁৱা আছন্ন চিমনি' আদি নাথৰ সাৰ্থক চিত্ৰকল্প—

সাহিত্য সাধনা আৰু সাহিত্য চৰ্চাকে মূলধন হিচাপে লৈ কাব্যচৰ্চা কৰা নলিনী চক্ৰৱৰ্তীৰ আশীৰ দশকত প্ৰকাশিথ 'এজন সৈনিকৰ চিঠি' কাব্য গ্ৰন্থৰে কবিৰূপে আত্মপ্ৰকাশ কৰে। সমাহাৰৰ কৱলত পৰি বিধ্বস্ত হোৱা সমকালৰ আঁচোৰ এওঁৰ ভালেকেইটা কবিতাত আছে। বৰ্তমান সময়ত জীৱনৰ মালিন্যৰ দ্বাৰাই সুন্দৰ আৰু কল্যাণ— ধাৰাশায়ী। জীৱন বৈচিত্ৰ্যৰে মূৰ্ত কৰিব খোজে এওঁৰ কবিতাই। মাজে মাজে এওঁৰ কবিতাত ব্যংগ, কেতিয়াবা আত্ম কদৰ্থনা হয়। ভাৰতীয় ঐতিহ্য কবিৰ মন মুকুৰত। বৰ্তমানৰ তেজাল যুৱকেও তেজাল খাদ্য খাই জীয়াই থাকিব লগা হোৱাত কবিৰ মন বিষাদগ্ৰস্ত হৈ উঠিছে। লাহে লাহে নিঃশেষ হ'ব খোজা জাতিৰ অৱস্থা দেখি কবি চিঞৰি উঠিছে—

আমাৰ কংকালবোৰ হ'ব কোনোবা এদিন
প্ৰত্নতাত্বিকৰ মগজু আৰু বিদ্যা অপচয়ৰ স্তূপীকৃত নমুনা
(স্বাক্ষৰ)

কবিতা বা কাব্য সাধনাৰ জীৱন তথা সমাজৰ বাবে নাইবা সমাজ পৰিৱৰ্তনৰ অন্যতম আহিলা হিচাপে বিচাৰ কৰা সত্তৰৰ দশকৰ কবি অৱণী চক্ৰৱৰ্তী। ব্যগ বক্ৰাঘাট এওঁৰ কবিতাৰ অন্যতম সিদ্ধি। দীঘল আংগিক কাব্যৰীতিৰ নিৰ্মাণ কৌশল

চক্ৰৱৰ্তীৰ কাব্যগ্ৰন্থ 'দেহা ৰমে ৰমায় মোৰ ('৭০), শ্লোগান ('৮০), কবিকণ্ঠ ('৮৭) ইয়াৰ উপৰি বিভিন্ন আলোচনীৰ পাতত অনেক কবিতা সিঁচৰতি হৈ আছে। সমকালীন সমাজৰ ৰক্ষখ ভক্ষকৰ জাল জুৱাচুৰি শোষণ, নিপীড়নৰ বিভিন্ন আদৱ কায়দা, তথাকথিত মানৱতা সৌন্দৰ্যতত্ত্ব— এইবোৰক উচ্চ ব্যংগ বিদ্ৰূপ বানেৰে বিধৃত কৰি তাৰ নগ্নৰূপটো কবিতাৰে পাঠকৰ আগত ডাঙি ধৰিব পৰাটোৱে চক্ৰৱৰ্তীৰ অন্যতম কবিতাৰ সাৰ্থকতা।

কাকস্য পৰি বেদনা
ফুলৰ পাপৰি সোণমুৰাহঁত
ভেনামাখিৰ গাঁলৈ উৎসৰ্গিত

এওঁৰ কবিতা অমসীয়া লোক-সাহিত্যৰ সমলেৰে সু-সমৃদ্ধ।

ভুৱনেশ্বৰ ডেকা সত্তৰৰ দশকৰ এগৰাকী প্ৰতিভাশালী কবি। 'ৰামধেনুৰ ৰং' আৰু 'দেৱদাসীৰ সময়' এই দুখন কাব্য গ্ৰন্থেৰে কবি প্ৰসিদ্ধ। বৰ্তমান সময়ৰ চৌদিশে বিষবাষ্পই ধূসৰিত কৰি দেখা বিপন্ন সময় দেখি কবিৰ অন্তৰ্দাহ 'দেৱদাসীৰ সময়'ত তাৰেই প্ৰতিচ্ছবি ঝংকাৰিত হৈছে। বৰ্তমান সময়ক বাস্তৱ সংকতে বিপৰ্যস্ত কৰিছে। দাৰিদ্ৰ, বৈষম্য, নীতিহীনতা, মানৱীয় প্ৰমুখ্যত আস্থাহীনতা আৰু যুদ্ধৰ পৰিবেশে কেনেদৰে ছিন্নভিন্ন কৰিছে তাৰ বিষাদময় চিত্ৰ প্ৰায়বোৰ কবিতাতে প্ৰকাশিত হৈছে। কবিৰ অন্তৰত পুঞ্জীভূত ক্ষোভ আছে। সঁচা কিন্তু তাৰ সমাধান দিব পৰাকৈ তেওঁৰ শক্তি নাই। সমগ্ৰ সত্তা— ক্লীৱতাৰ গ্লানিয়ে জথৰ কৰি ৰখা কবিয়ে কৈ উঠিছে—

ক্লীৱতাৰ গ্লানিয়ে— ছানি ধৰে ছৌপাশে
মোৰ সমস্ত সত্তা— কৰায়ত্ত কৰি
বজ্ৰকণ্ঠে বাজি উঠে তাৰ গানৰ দীপক ৰাগ।

কবিয়ে অমল প্ৰেমৰ সুবাসেৰে প্ৰকৃত মানুহ গঢ় দিয়াৰ পৰিবেশ সৃষ্টি কৰিব বিচাৰে। কিন্তু কবিয়ে লক্ষ্য কৰিছে— প্ৰেমৰ নদীতো এতিয়া শুকান বালিচৰ। যি ভগীৰথে মৰ্ত্যলৈ প্ৰেমৰ গংগা বোৱাই আনিছিল, সি ভূলুণ্ঠিত—

বালিয়ে বলাৎকাৰ কৰা
সেই নদীৰ ঘোলা পানীত
ওপঙি আছে মাথোঁ এতিয়া
তেওঁৰ মুখৰ সেই শংখৰ ভৰা খোলা।

জাগ্ৰত স্বদেশপ্ৰেম আৰু গভীৰ আশাবাদী প্ৰত্যয়— এই মূল দুই সুৰে তেওঁৰ কবিতাক নান্দনিক মহিমা দান কৰিছে।

কমল কুমাৰ জৈনৰ কাব্যগ্ৰন্থ দুখন 'আলোড়িত অভীপ্সা' ('৮৮ চন) আৰু 'গৰখীয়া প্ৰতীতি' ('৯৭ চন) নাতিদীৰ্ঘ এই কাব্য গ্ৰন্থৰ চুটি চুটি কবিতাবোৰত হৃদয়ৰ পৰা উৎসাৰিত স্বগত ভাষণৰ দৰে এনেবোৰ কবিতাৰ অন্তৰালত থকা আত্মিক বিষাদঘন মুহূৰ্তবোৰে সহজতে পাঠকৰ অন্তৰ চুই যায়। কম শব্দত শিল্পীসুলভ তুলিকাৰে মনোৰমকৈ আঁকা চিত্ৰকল্পবোৰৰ মাজত কবিৰ সৌন্দৰ্য সন্ধানী আৰু আশাবাদী মনৰ সম্ভেদ পাব পাৰি। ড° বসন্ত কুমাৰ ভট্টাচাৰ্যৰ ভাষাৰে— 'শ্ৰীজৈনৰ কবিতাত এটা নামহীন, আলফুলীয়া বিষাদ ক'তো বাধাগ্ৰস্ত নোহোৱাকৈ প্ৰবাহিত হৈছে। ৰঙা ডাৱৰৰ শুকুলা টুকুৰা অশ্ৰুসিক্ত এজাক ৰ'দ আদিৰ দৰে মৌখিক প্ৰতীকী ব্যঞ্জনাৰে কবিতা সংবেদনশীল আৰু মহিমামণ্ডিত কৰিবলৈ নিয়ত চৰ্চা কৰক।

তৰুণ কবি গুণেন্দ্ৰ কুমাৰ শৰ্মাৰ 'ছহিদৰ চিতাত শিলৰ স্তৱক' ('৯৭ চন) কবিতাৰে কাব্যিক জীৱনৰ পাতনি মেলা কৰি। কবিৰ ভাষাৰে— 'বাস্তৱ জীৱনৰ জটিল সামাজিক সমস্যা, সন্ত্ৰাসবাদ আৰু মৃত্যুৰ উৎসৰে প্ৰেমৰ লগত সানমিহলি হৈ মোক কবিতালৈ প্ৰত্যাৱৰ্তন কৰিবলৈ শিকালে।' গতিকে সাম্প্ৰতিক সময়ৰ মানুহৰ মনত উদয় হোৱা অনিশ্চয়তা, সংশয় আদিয়ে কবিৰ কাব্যৰ মূলধন—

মোৰ নিজান আকাশ, মোৰ নিজস্ব প্ৰেম
মোৰ নিজস্ব সত্তা
সকলো নিলাম হ'ল
নৈঃশব্দ যাত্ৰাৰ কৰ্দমাক্ত পিছল পথ
অতিক্ৰমি আমি গৈ আছো
হেডিচৰ প্ৰাসাদলৈ

মেগন কছাৰীৰ কবিতাই সাম্প্ৰতিক কালত এক বিশেষ জনপ্ৰিয়তা অৰ্জন কৰি আছে। নৱৈৰ দশকত প্ৰকাশিত 'মেম চাহাব পৃথিৱী' য়ে এক বৈপ্লৱিক জীৱনৰ স্বাক্ষৰ বহন কৰিছে। নৈসৰ্গিক চেতনাৰে সু-সমৃদ্ধ মেগন কছাৰীৰ কবিতাত এক বৈপ্লৱিক মানৱতন্ত্ৰ প্ৰতিষ্ঠাৰ সোপান আছে। কিন্তু বিপ্লৱৰ পথ কুসুম কানন নহয়, এই কথা কবিয়ে উপলব্ধি কৰিছে—

প্ৰতিটো খোজ এতিয়া আগ্নেয়গিৰি
অদৃশ্য আকাশ ক'লা সেউজীয়া
জুই ধোঁৱা আৰু ছাইৰ মাজত
এতিয়া মুহূৰ্তে মোৰ
জালাময়ী করুণ আৱিষ্কাৰ।

কবি আশাবাদী, সেয়ে কৈছে—

শীত হৈ যাওঁ আহা
জেঠৰ মৰুভূমিত
বালিয়ে বালিয়ে গজি উঠক বৃক্ষ
বৃক্ষই বৃক্ষই ধ্বনিত হওক
পখীৰ গান।

শব্দ-শৃংখলত কছাৰী সিদ্ধহস্ত। প্ৰতিটো শব্দতে মিতব্যয়িতা অৱলম্বন কৰা ভালেমান কবিতাৰ শব্দ অৰ্থৱহ আৰু অধিক ব্যঞ্জনাময় হৈ কাণত বাজে। কিছুমান চিত্ৰকল্প পাঠকৰ মনত সদায়ে সাৰে থাকে যদিও অন্তৰ্নিহিত অৰ্থ উপলব্ধিৰ পিচত মন সেমেকি যায়—

অৰণ্যৰ আন্ধাৰ অভ্যন্তৰত মই ক্ৰমাৎ মৃত্যুমুখী
আজি অহাকালি বা পৰহি মোৰ মৃত্যু হ'ব পাৰে
আকাশহীন মৃত্যু, ই বৰফৰ দৰে চেঁচা
আৰু সদ্যস্নাতা গাভৰুৰ স্তনৰ দৰে
করুণ আৰু যন্ত্ৰণাদায়ক
গভীৰ অৰণ্যত আন্ধাৰ আকাশত
আকাশ নাথাকে



কবিৰ বিপ্লৱ ভাববাদী নহয়। বিপ্লৱৰ পৃষ্ঠভূমি সম্বন্ধে কোনো দ্বিধাবোধ নকৰাকৈ তেওঁ কৈছে যে সমাজত তথাকথিত সভ্য, ভণ্ড ব্যক্তিৰ দুমুখীয়া ব্যক্তিত্বৰ বিপৰীত কবি বিপ্লৱী। নহ'লেনো ক'ব পাৰেনে—

আচলতে মই যুদ্ধ ভাল নাপাওঁ কিম্বা বন্দুকৰ শব্দ
কাৰণ মই ভাল পাওঁ বাৰুদৰ ধোঁৱাহীন ক্ৰমে উদ্ভাসিত
উজ্জ্বল দোকমোকালি।
সেয়ে আশাবাদী মন লৈ বৈ আছে
'এই বাটেৰে নামি আহিব এদিন শান্তি আৰু সুখৰ উৎসৱ।'

পংকজ গোবিন্দ মেধিৰ কবিতা বিভিন্ন আলোচনীত ইতিমধ্যে প্ৰকাশিত হৈছে। ১৯৯৫ চনত প্ৰকাশিত 'অনুভৱৰ সময়' মেধিৰ প্ৰকাশিত এখন কাব্যগ্ৰন্থ। কবিতাসমূহৰ মাজেৰে কবিৰ সমাজ চেতনা প্ৰকাশিত হৈছে। চিকিৎসা বিজ্ঞানৰ এই স্নাতকগৰাকীয়ে সাম্প্ৰতিক সময়ত দেখা হিংসাৰ ৰাক্ষসী মায়াৰ সলনি গতিশীল জীৱনৰ প্ৰতিভূ হ'ব বিচাৰিছে। আৰু তাৰ বাবে পৰম্পৰাগত প্ৰতিক্ৰিয়াশীলতাৰ বাধা অতিক্ৰম কৰিবলৈ সাজু। সেয়ে উদাত্ত কণ্ঠেৰে ক'ব পাৰিছে—

এখন উদ্যত ছুৰী বিকল্পত
মই তেজাল ধোঁৱা হ'ম
ডিঙিত ওলোমাই ল'ব নিসিদ্ধ তাবিজ।

মেধিৰ অনুভৱৰ সময়ৰ পাচত বিভিন্ন কাকতত প্ৰকাশিত কবিতাৰ আংগিক ভাব, চিত্ৰকল্পলৈ লক্ষ্য কৰিলে ক'ব পাৰি যে নিয়ত চৰ্চা কৰি থাকিলে নলবাৰীৰ এক উজ্জ্বল কবি হ'ব।

শান্তনু শৰ্মা বয়সত তৰুণ হ'লেও ইতিমধ্যে অসমৰ আধুনিক কবিচামৰ মাজত প্ৰতিষ্ঠা লাভ কৰিব পাৰিছে। কাব্যগ্ৰন্থ 'নদীৰ সোঁতত বৃক্ষৰ ছায়াত' আৰু 'খেতিয়কৰ দেশত' কাব্যগ্ৰন্থৰ মাজেৰে সমাজ জীৱনত আমূল পৰিৱৰ্তন আনিবৰ কাৰণে যে কবিতাও বলিষ্ঠ আহিলা হ'ব পাৰে, এই কথা কবিয়ে গভীৰ আত্মপ্ৰত্যয়েৰে ক'ব পাৰিছে—

তোমাৰ হাততেই সলনি হ'ব পাৰে দিনবোৰ
বঙ্গ দেশৰ বিপ্লৱ আৰু সংগ্ৰামৰ ইতিহাস তাৰ সাক্ষী
তুমি নদীত সাঁতুৰিব পাৰা।
নদী হৈ বৈ যাব পাৰা।
বৃক্ষৰ দৰে ছায়াহীন আৰু আকাশৰ দৰে সুবিশাল হ'ব পাৰা।
চৰাইৰ দৰে আনিব পাৰা ঋতুৰ সংবাদ

শৰ্মা অনুভূতিপ্ৰৱণ ব্যক্তি। গভীৰ অৰ্থৱহ শব্দবোৰৰ মাজতো যেন এক কোমল, মিঠা সুবাস বিচাৰি পোৱা যায়। অধিক সংবেদনশীলতাই তেওঁৰ কবিতাক পাঠকৰ বেছি ওচৰ চপাই আনিব পাৰে—

কবি ক্লান্ত হ'লে আধালিখা হ'ব শ্ৰেণী সংঘৰ্ষৰ ইতিহাস
আৰু কোনেও নাজানিব
শীতৰ নিপীড়নৰ পিচত উজ্জ্বল বসন্তৰ সংবাদ।

শান্তনু শৰ্মা কবি, মাটিৰ মানুহক ভাল পাব পৰা কবি। শ্ৰমজীৱী জনগণেই তেওঁৰ প্ৰাণ, তেওঁৰ সত্তা—

তোমালোক যিসকলে এতিয়াও
ঘামৰ গোন্ধ লাগি থকা মাটিৰ গান শুনা
মই তোমালোকৰ
চিৰকাল তোমালোকৰ

'সূৰ্য উঠা দেশ' নৱৈৰ দশকত সেউজী প্ৰকাশনে প্ৰকাশ কৰা লীনা ডেকাৰ কবিতাপুথি। প্ৰায় অৰ্ধশত কবিতাৰে সমৃদ্ধ কাব্যগ্ৰন্থখনত কবিৰ বিভিন্ন সময়ৰ অনুভূতিবোৰ মনোৰমভাৱে ব্যক্ত কৰিব পাৰিছে। হেজাৰ হেজাৰ জনতাৰ মুক্তিৰ স্বপ্ন লৈ কবিতা লিখা শ্ৰীমতী ডেকা সময়ে সময়ে বিপ্লৱী, প্ৰতিবাদী, সন্ত্ৰাসবাদী— 'মই বিপ্লৱী মই প্ৰতিবাদী মই সন্ত্ৰাসবাদী' আৰু ক্লিষ্ট জনতাৰ সঞ্জীৱনী আৰু মনে-প্ৰাণে স্বদেশ, স্বজাতিক ভাল পাব পৰা উদাৰ হৃদয়ৰ অধিকাৰী। 'পৃথিৱীক ভাল পোৱা জানো অপৰাধ'। কবিৰ সমগ্ৰ কবিসত্তাই বিশ্বাস কৰে— 'সূৰ্যক ভেটা দি ৰাখিব নোৱাৰি' আৰু সেয়ে তেওঁ স্বদেশ-স্বজাতিৰ বাবে মৃত্যুকো তুচ্ছ জ্ঞান কৰি হুংকাৰি উঠে—

'ইয়াতেই এৰি যাম মোৰ শেষ স্মৃতি'— কবিৰ স্বদেশানুৰাগমূলক কবিতাৰ মাজত জ্যোতিপ্ৰসাদ, হীৰেন ভট্টাচাৰ্যৰ অনুৰণন অনুভূত হয়। ভট্টাচাৰ্যৰ দৰে ডেকাৰ কবিতাতো এক ৰোমান্টিক আবেশে লুকাভাকু খেলিছে। এনে কবিতাত ৰোমান্টিক প্ৰেমৰ স্নিগ্ধতা আছে যদিও সি দেহাতীত নহয়—

সুদীৰ্ঘ সময়ত নিৰ্জনতাত
সাৰ পাই উঠিছিল মোৰ বিপ্ৰলব্ধ অন্তৰৰ অযুত ঈপ্সা
চৰম ক্ষণৰ ক্ষুদ্ৰ ব্যৱধানত
জাগ্ৰত হৈছিল গোপন অভিসাৰৰ
অমিত ইচ্ছা।

গ্ৰন্থখনৰ শেষৰ পিনে চুটি চুটি স্তৱকৰ মাজত প্ৰকাশিত চিত্ৰকল্প অতি মনোৰম। কবিৰ জীৱনবীক্ষা এনে স্তৱকত মূৰ্ত হৈ উঠিছে—

উদাস তোমাৰ দৃষ্টিত
মূল্যহীন উদাত্ত স্বপ্নবোৰ
তোমাৰেই চকুৰ ক'লামণিত
মোৰ নিপোটল স্তনৰ ক'লা প্ৰতিবিম্ব।

** ** **

প্ৰতিনিশা তুমি মোৰ হোৱা।
ৰাতিটো পুৱালেই দূৰলৈ যোৱা।

নলবাৰীৰ এই কবিগৰাকীৰ কাব্য সাধনা জীৱন দৃষ্টিৰে পূৰ্ণ অধিক স্পষ্ট আৰু উজ্জ্বলতাৰ বিকাশৰ প্ৰতীক্ষাত। ডেকাৰ শেহতীয়া কাব্যগ্ৰন্থ 'বহুদিন বকুলৰ গোন্ধ পোৱা নাই'।

নৱৈৰ দশকত ৰংমন প্ৰকাশনে প্ৰকাশ কৰা নাজমা বেগমৰ 'আলফুলে মই' এক মনোৰম সুখপাঠ্য কাব্যগ্ৰন্থ। কবিতাবোৰৰ ভাষা আৰু নোমল অনুভূতিবোৰে প্ৰতিজন পাঠকৰে হৃদয় স্পৰ্শ কৰি যায়। সুদীৰ্ঘ দিন আৰু ঋতুত আহত সময়ৰ সৈতে সংগ্ৰাম, সংঘৰ্ষ আদিৰ মাজতেই লেটি লৈ থাকিও, শেষত পুনৰ প্ৰভাতী পখীৰ গান শুনিব— এনে এক দৃঢ় প্ৰত্যয় গ্ৰন্থখনত বাংময় হৈ উঠিছে। কবিৰ কণ্ঠ বলিষ্ঠ—

এতিয়া সময় নহয় শীত অহাৰ
জড়তাৰ সমস্ত শৃংখল ছিঙি

তুমি মুক্ত হোৱা এবাৰ
তোমাৰ আঙুলিত এতিয়াও উদয় হ'ব পাৰে
দুখৰ দিনৰ কাংক্ষিত সূৰ্য।

'তুমিতো নাজানা' কবিতাত কবিৰ সংগ্ৰামী সত্তা সুন্দৰকৈ প্ৰকাশ হোৱাৰ লগে লগে গভীৰ আশাবাদী মনৰো প্ৰকাশ ঘটিছে—

তুমিতো নাজানা
কোনো ফুল আৰু ঋতুৰ নাম
যে তোমাক মই ফুলৰ কথা ক'ম।
অৱশ্যে তোমাক এটা কথা খোলাকৈ ক'ব পাৰি
এই বাটেৰেই আহিব শেষ যুদ্ধৰ সেনাপতি।

নিপুণ ৰমনীয় শব্দ সংযোজনাৰে ৰচিত বেগমৰ সাৰ্থক কবিতাবোৰে এক সাংগীতিক মূৰ্চনা আনি দিয়ে। বিগত দুটা দশকৰ কবিতাৰ ভিতৰত বেগমৰ কবিতা অন্যতম স্মৰণীয় সিদ্ধি।

নবীন কবি বিপুল কুমাৰ দত্তৰ 'আহত সময়ৰ গান' অসমীয়া কাব্য সাহিত্যত সাৰ্থক নিৰ্মিতি হিচাপে দাবী কৰিব পাৰি। মানুহক ভাল পোৱা, মানুহৰ মাজত জীয়াই থাকিব বিচৰা কবিৰ স্বদেশপ্ৰীতিও অত্যন্ত গভীৰ—

ভাল পাওঁ গছৰ দৰে মানুহ
নিৰন্নৰ ওপৰত নিৰন্ত্ৰ বিশ্বাস
আকাশ পৃথিৱীৰ সৈতে প্ৰেম নিবিড়
মোৰ নিঃস্বাৰ্থত কেঁচা মাটিৰ সুবাস
খোজত বিশ্বাস।

পাগলাদিয়া পাৰৰ নবীন কবি সমীন্দ্ৰ নাথ মহন্তৰ 'জোনাক নিশাৰ ডাৱৰ' অসমীয়া কাব্য সাহিত্যৰ ভঁৰাললৈ এক অনবদ্য সংযোজন। সমসাময়িক প্ৰণৱ শৰ্মা, ৰেণু বৰ্মন, পদ্ম ৰাজবংশী, ফণীধৰ বৰ্মন, প্ৰতিভাশালী কবি।

ওপৰত উল্লেখ কৰা কবিসকলৰ বাহিৰেও নলবাৰীত নিতৌ নতুন নতুন কাব্যগ্ৰন্থ প্ৰকাশ হৈয়ে আছে। কবিসকলৰ নিৰন্তৰ কাব্য সাধনাই নলবাৰীত এক বিৰাট কাব্যিক পৰিমণ্ডলৰ সৃষ্টি কৰা বুলি নিঃসন্দেহে ক'ব পাৰি। উল্লেখযোগ্য যে নলবাৰীত তৰুণ কবিসকলে কাব্য সৃষ্টিৰ বাবে যেনেদৰে আগবাঢ়ি আহিছে প্ৰবীণ বা প্ৰথিতযশা দুই-এগৰাকী সাহিত্যিকেও শেহতীয়াভাৱে কাব্যসৃষ্টিৰ বাবে আগবাঢ়ি আহিব লাগিছে। ই নিঃসন্দেহে নলবাৰীৰ গৌৰৱৰ অধ্যায়। একে উশাহতে নাম ল'ব পৰা তৰুণ কবি নিপজ্যোতি মেধি আৰু প্ৰবীণ সাহিত্যিক ড° বসন্ত কুমাৰ ভট্টাচাৰ্য, শশী শৰ্মা, হৰেন শৰ্মা আদি। সাধাৰণতে যি সময়ত মানুহে কাব্য সৃষ্টিৰ পৰা আঁতৰি আহি সমালোচনা বা অন্যান্য সৃষ্টিধৰ্মী ৰচনাত হাত দিয়ে, সেই সময়তে এই কবিসকলে কাব্য সৃষ্টিত সজ্ঞানে লাগিছে। ড° ভট্টাচাৰ্য জন্মসূত্ৰে কবি। নাটক, উপন্যাস, কিম্বা চুটিগল্প যিয়েই নিলিখক কিয়, তেওঁৰ গদ্যভংগীত এক কবিসুলভ মনোভাব দীঘে-পথালিয়ে ৰুৰুৱাই থাকে। তাৰেই সাৰ্থক প্ৰকাশ 'তোমাৰ হৃদয়ৰ উমেৰে'। আধুনিক যুগৰ কবি হোৱা হেতুকে কবিতাৰ বিষয়বস্তুত অ ৰোমাণ্টিক থকা সত্ত্বেও তাত যেন ৰোমাণ্টিক মনোভংগী বৰ্তমান। অন্তৰৰ নিভৃত কোণৰ পৰা ওলাই অহা অনুভূতিবোৰক তেওঁ কাব্যিক অভিব্যঞ্জনাৰে সিক্ত কৰিছে এনেদৰে—

মোৰতো এতিয়া নিজৰ বুলিবলৈ
একোৱেই নাই
আছে মাথোন স্মৃতি
ধূসৰ আৰু ধূসৰ

নলবাৰী জিলাৰ কবিসকলৰ কাব্য সাধনাৰ সাৰ্থক আলোচনা কৰাৰ যথেষ্ট অৱকাশ থকা সত্ত্বেও প্ৰবন্ধৰ কলেবৰৰ প্ৰতি লক্ষ্য ৰাখি আৰু কেইগৰাকীমান কবিৰ ককমাত্ৰ উল্লেখ কৰিব বিচাৰিছো। আমি হাতেঢুকি পোৱা হ'ল অধ্যাপক শশী শৰ্মাৰ 'গান আৰু কবিতা', দীনেশ বৰ্মনৰ 'নতুন ঈশ্বৰৰ সন্ধানত', দিলীপ বেজবৰুৱাৰ 'প্ৰহৰী', অৰ্জুনসেন ডেকাৰ 'কল্পতৰু', চোলেমান আলীৰ 'আশাৰ ৰেঙণি', সতীশ শৰ্মাৰ 'শুকান ডালৰ কুঁহিপাত', প্ৰেমদা ভূঞাৰ 'চন্দ্ৰমল্লিকা', মানসজ্যোতি শৰ্মাৰ 'যিবোৰ কোনেও বিচৰা নাছিল', প্ৰণৱ কুমাৰ বৰ্মনৰ 'তুমি সাগৰিকা বৰদলৈ', 'যি হ'ব মোৰ প্ৰেয়সী', ধনেশ্বৰ হুজুৰীৰ 'ঘামে য'ত পলস পেলায়', সবলাশীল কলিতাৰ 'শইচে গোন্ধোৱা বাটেদি', ৰাজেন কলিতাৰ 'স্বপচাৰিতাৰ পদাৱলী' মনোজ শৰ্মাৰ 'শস্য সূৰ্য মাটিৰ মালঞ্চ', চন্দ্ৰকান্ত ডেকাৰ 'কোমল গান্ধাৰ, সুগন্ধি পথাৰ মানুহ, পূৰ্ণ ভট্টাচাৰ্যৰ 'গৰখীয়া', চালেহা জিন্নাতৰ 'চম্পাৱতী নদীৰ ঘাট', হৰেন্দ্ৰ নাথ শৰ্মাৰ 'গীত আৰু কবিতা', প্ৰদীপ বৰ্মনৰ 'তোমাৰ নিশ্চিত উপস্থিতিত', অনুপমা কলিতাৰ 'আশাৰ ডাৱৰ', অমূল্য প্ৰসাদ দাসৰ 'অনুভৱ', গীতাঞ্জলি দাসৰ 'আলোড়িত সাঁকো', তাৰাপ্ৰসন্ন মেধিৰ 'টোকোৰা চৰাই দুখ', দীপক কুমাৰ ডেকাৰ 'মোৰ বুকুত মোৰ তেজত', ভূমিধৰ পাঠকৰ 'সন্ধান', পাৰুল হুজুৰীৰ 'অনুভৱৰ স্তৱক', শ্যামসুন্দৰ জালানৰ 'নিশাই উচুপে', মালতী বৈশ্যৰ 'জোনাক' আৰু নিপজ্যোতি মেধিৰ 'গৰখীয়াৰ বাঁহীৰ মাত' আদি। ওপৰত নলবাৰীৰ কেইবাজনো কবিৰ সাধনা আৰু সিদ্ধিত ঐতিহাসিক আৰু নান্দনিক কেইটামান বিশিষ্ট দিশৰ লক্ষণ আঙুলিয়াই দিবলৈ চেষ্টা কৰা হ'ল। লেখকৰ নিজা দৃষ্টিভংগী আৰু বিশ্লেষণত ভুল-চুকবোৰৰ উপৰি প্ৰণালীবদ্ধ অধ্যয়নৰ অভাৱ আৰু ব্যক্তিগত গ্ৰন্থাগাৰৰ সংগ্ৰহৰ অসম্পূৰ্ণতাই এই আলোচনাক হীন কৰি যোৱা কথাটো সন্দেহাতীত।

আলোচনাটি সামৰিবলৈ লৈ স্পষ্টকৈ ক'বলগীয়া এটা কথা এই যে নলবাৰীৰ অসমীয়া কবিতাৰ জগতখন বৈচিত্ৰ্যহীন আৰু অনুৰ্বৰ বুলিবৰ যুক্তি নাই। প্ৰতিভাৰ স্ফুৰণ আৰু স্ফুটন, সাধনা আৰু সিদ্ধিৰ প্ৰতিফলন নলবাৰীৰ অসমীয়া কবিতাত উল্লেখযোগ্য।



# নলবাৰী জিলাৰ স্বাস্থ্যসেৱাৰ আলেখলেখ

ডাঃ চাবান আলী আহমেদ




নলবাৰী জিলাখন অসমৰ এখন ঘন বসতিপূৰ্ণ জিলা। জনসংখ্যা প্ৰায় ১৩ লাখ। ১৯৮৫ চনত অবিভক্ত কামৰূপ জিলাৰ নলবাৰী মহকুমাক নলবাৰী জিলালৈ উন্নীত কৰা হৈছে। এই জিলাৰ মাটিকালি ২২৫৯ বৰ্গকিলোমিটাৰ। ২০০৩ৰ সমীক্ষা মতে এই জিলাত ১,৮৫,৮০০ পৰিয়াল বসবাস কৰে। এই জিলাত হিন্দু, মুছলমান, খ্ৰীষ্টীয়ান, জৈন আৰু বুদ্ধ ধৰ্মৰ মানুহ আছে। নলবাৰী জিলাৰ উত্তৰে ভূটান, দক্ষিণে ব্ৰহ্মপুত্ৰ নদী আৰু কামৰূপ জিলা, পুবে কামৰূপ জিলা আৰু পশ্চিমে বৰপেটা জিলা। অসমৰ ৰাজধানী দিশপুৰৰ পৰা নলবাৰী চহৰৰ দূৰত্ব প্ৰায় সত্তৰ কিলোমিটাৰ। এইখন জিলাত সমভূমি, চৰ অঞ্চল আৰু ভূটানৰ পাদদেশ আছে।

নলবাৰী জিলাৰ দক্ষিণ ফালেদি ব্ৰহ্মপুত্ৰ নৈ বৈ গৈছে আৰু পাগলাদিয়া, নোনা, বুঢ়াদিয়া আৰু টিহু নদী উত্তৰৰ পৰা দক্ষিণলৈ একাবেঁকাকৈ বৈ গৈছে। প্ৰায় প্ৰতি বছৰে এইবোৰ নদীৰ পানীয়ে বানপানীৰ সময়ত বৰক্ষেত্ৰী ব্লক, বৰভাগ ব্লক আৰু বৰিগোগ বনভাগ ব্লক আদি প্লাৱিত কৰি পেলায়।

অবিভক্ত নলবাৰী জিলাত ৫৬৮৮.২৯ হেক্টৰ মাটিত হাবি আছে, ২৩৬৪.১৮ হেক্টৰ মাটিত ডুমনী, মেনোকা আৰু নাগ্ৰীজুলি নামৰ তিনিখন চাহ বাগিচা আছে আৰু তাৰ ১৬৯৮.৩৭ হেক্টৰ মাটিত চাহখেতি কৰা হৈছে। মটৰ গাড়ী, নাও আৰু ৰে'লেৰে এই জিলাৰ যাতায়াত প্ৰায় সুচল হৈ পৰিছে।

নলবাৰী জিলাত ৯ খন প্ৰি-প্ৰাইমাৰী স্কুল, ১৫৯৯ প্ৰাইমাৰী স্কুল, ৩৮৬ খন মধ্য ইংৰাজী স্কুল, ২৪৯ খন হাইস্কুল, ২৮খন উচ্চতৰ মাধ্যমিক স্কুল, ১১ খন জুনিয়ৰ কলেজ, ৬ খন কলেজ, ১খন কমাৰ্চ কলেজ, ১খন আইন মহাবিদ্যালয়, ১ খন বি এড কলেজ আৰু এখন সংস্কৃত কলেজ আছে।

নলবাৰী জিলাৰ শিক্ষিতৰ হাৰ ৬৮.০৮ শতাংশ। ইয়াৰে পুৰুষ ৭৭.১২ শতাংশ আৰু মহিলা ৫৮.৪০ শতাংশ। পুৰুষ আৰু মহিলাৰ অনুপাত হ'ল ১.০৮ঃ১। জনসংখ্যাৰ ঘনত্ব হ'ল প্ৰতি বৰ্গকিলোমিটাৰত ৫৭৬। এই জিলাত ২০০৩ ৰ সমীক্ষা মতে ১০,২৬১গৰাকী শাৰীৰিক অক্ষম মানুহ আছে। এইখন জিলাত ল'ৰা-ছোৱালী জন্ম দিব পৰা দম্পতীৰ সংখ্যা ২,০০,২১৪ (২০০৩ ৰ সমীক্ষাত)। ইয়াত ১২ টা উন্নয়ন খণ্ড আৰু ১২ টা আই চি ডি এছ ব্লক আছে। এইখন অবিভক্ত জিলাত ৮৩৭ ৰাজহগাঁও আৰু ১১০ খন গাঁও পঞ্চায়ত আছে। নলবাৰী আৰু টিহু— এই দুখন হ'ল এই জিলাৰ চহৰ। ১৯৯১ চনৰ লোকপিয়ল মতে নলবাৰী জিলাত ৫০০ তকৈ কম জনসংখ্যাৰ গাঁও হ'ল ১৭৯ খন, ৫০০ ৰ পৰা ১৯৯১ জনসংখ্যাৰ গাঁও হ'ল ৪৯৯ খন, ২০০২-৪৯৯৯ জনসংখ্যাৰ গাঁও হ'ল ১৪২ টা, ৫০০০ৰ

পৰা ৯৯৯৯ জনসংখ্যাৰ গাঁও হ'ল ১৩ খন আৰু ১,০০,০০১ৰ ওপৰত জনসংখ্যাৰ গাঁও হ'ল ৪ খন।

নলবাৰী জিলাৰ স্বাস্থ্য বিভাগৰ আৰ চি এইচ সমীক্ষা মতে চাৰি বছৰ বয়সলৈ জনসংখ্যা হ'ল ১,৬৭,০৬১ জন, ৫ৰ পৰা ১৪ বছৰ বয়সলৈ জনসংখ্যা হ'ল ২,৭১,৬০৮। ১৫ ৰ পৰা ১৮ বছৰ বয়সলৈ জনসংখ্যা হ'ল ৯৪,৭৯৬। ১৯ ৰ পৰা ৪৫ বছৰ বয়সলৈ জনসংখ্যা হ'ল ৩,৫৬,৩০০ আৰু ৪৫ বছৰৰ ওপৰত জনসংখ্যা হ'ল ২,৪৮,৪১৯।

নলবাৰী জিলাৰ ৪২৫খন গাঁৱৰ যাতায়াত ভাল (গাড়ী মটৰ চলে) আৰু ১৭৭ খন গাঁৱত পকী ৰাস্তা আছে। সকলোবোৰ গাঁৱত খোৱাপানীৰ ব্যৱস্থা আছে আৰু ৪৩৮৪ টা পৰিয়ালত চেনিটাৰী পায়খানা আছে।

২০০৩ ৰ সমীক্ষা মতে নলবাৰী জিলাত ১,৪১,৫৮৬ জন খেতিয়ক আৰু ৫৬,১৫৮ জন জন খেতিপথাৰত কাম কৰা শ্ৰমিক আছে। এই জিলাত ৩,৮৩,৫৯৪ জন মানুহে কঠোৰ পৰিশ্ৰম কৰি খায় আৰু ২,৮৭,৬১৮ জন মানুহে সাধাৰণ কাম কৰি খায় আৰু ৭,৫৪,৫৯০ জন মানুহে বিশেষ একো উপাৰ্জন কৰিব নোৱাৰে।

অবিভক্ত নলবাৰী জিলাৰ ব্লককেইটাৰ নাম হ'ল— পূব নলবাৰী, বৰক্ষেত্ৰী, পশ্চিম নলবাৰী, ধৰ্মপুৰ, বৰভাগ, বৰিগোগ-বনভাগ, টিহু-বৰমা, তামুলপুৰ, বাক্সা, ধমধমা আৰু নাগ্ৰীজুলি।

অবিভক্ত নলবাৰী জিলাত চৰকাৰী স্বাস্থ্য অনুষ্ঠানবোৰৰ খতিয়ান তলত দিয়া হ'ল—

জিলা পৰ্যায়ৰ হাস্পতাল ঃ ছহিদ মুকুন্দ কাকতি অসামৰিক চিকিৎসালয়।

মহকুমা পৰ্যায়ৰ হাস্পতাল ঃ নাই (যিহেতু নলবাৰীত মহকুমা হোৱা নাই)

ফাৰ্ষ্ট ৰিফাৰেল ইউনিট দুটা— মুকালমুৱা আৰু টিহু। মুকালমুৱা গ্ৰামীণ চিকিৎসালয় আৰু টিহু গ্ৰামীণ চিকিৎসক উন্নীত কৰি এই এফ আৰ ইউ দুটা কৰা হৈছে।

প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰ ৭ টা ঃ মুকালমুৱা, কমাৰকুছি, ঘগ্ৰাপাৰ, বৰমা, চামতা, তামুলপুৰ আৰু মুছলপুৰ।

৩০ খন বিছনাযুক্ত গ্ৰামীণ চিকিৎসালয় ৮ টা ঃ কালাগ, বৰনদ্দী, ককয়া, তামুলপুৰ আৰু মুছলপুৰ চামতা বৰমা আৰু ভাঙোনমাৰী চৰ (অব্যৱহৃত)

মিনি প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰ ৩৪টা ঃ (ক) মুকালমুৱা প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰৰ অন্তৰ্গত বৰতলা, দৌলাশাল, নাৰুৱা, লাউতোলা, বৰ্নীবাৰী, কুৰিহামাৰী আৰু আদাবাৰী।

(খ) কমাৰকুছি প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰৰ অন্তৰ্গত কৰিয়া, বিজুলীঘাট, মৰোৱা, বানেকুছি আৰু বুঢ়ীনগৰ।

(গ) তামুলপুৰ প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰৰ অন্তৰ্গত গান্ধীবাৰী, কচুকাটা।

(ঘ) মুছলপুৰ প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰৰ অন্তৰ্গত ধমধমা, আণ্ডাৰধোৱা, টুপলীয়া-বাগানপাৰা, বৰবৰী, থমনা, দীঘলদোঙা।

(ঙ) বৰমা প্ৰাথমিক স্বাস্থকেন্দ্ৰৰ অন্তৰ্গত গোবৰাদল-বাঠিকুছি, ঝলখানা, মাখিবাহা আৰু শিয়ালমাৰী।

(চ) ঘগ্ৰাপাৰ প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰৰ অন্তৰ্গত শিলপোতাবৰী, বালিতাৰা আৰু আল্লিয়া।

(ছ) চামতা প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰৰ অন্তৰ্গত উত্তৰ ধৰ্মপুৰ, শোলমাৰা, বৰতলা, পিপলীবাৰী- বেলশৰ, মিলন, নিজ-বাঁহজানী, ভদ্ৰা, অবৰা আৰু বৰিটপা।

বৰখালা আৰু নাথকুছিত নতুনকৈ দুটা মিনি প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰ মুকলি কৰা হ'ব।

ৰাজ্যিক চিকিৎসালয় (১৫ খন) ঃ হাটী-নমাটি, খাতাৰবাৰী, কুমাৰীকাটা, সুৰনখাটা, নিকাছি, অদালবাৰী, কাৰেমুৰা, আঠিয়াবাৰী, বৰিমাখা, দেৱচৰা, হাবিভাংগা, দীঘেলী, দক্ষিণগাঁও, সানেকুছি, নীলপুৰ।

এছ এইচ চি (Sub-sidised Health Centre) (৫ টা) ঃ নাংকৰভাইৰা, পমুৱা পথাৰ, নিজ-নমাটি, বলোৱা আৰু চান্দকুছি।

স্বাস্থ্য উপকেন্দ্ৰ ঃ মুঠ ১৯৯ টা।

অতিৰিক্ত মুখ্য চিকিৎসা তথা স্বাস্থ্য বিষয়া (পৰিয়াল কল্যাণ), নলবাৰীৰ অধীনত ১৮৫ টা আৰু সাধাৰণ স্বাস্থ্য বিভাগ অৰ্থাৎ যুটীয়া স্বাস্থ্য সেৱা সঞ্চালকৰ অধীনত ১৪ টা। ১৯৯ টা স্বাস্থ্য উপকেন্দ্ৰৰ ৪৫ টা অসম কচৰকাৰৰ পি ডব্লিউ ডি বিভাগে নিৰ্মাণ কৰা, ৩৩ কটা IPP-iv অৰ্থাৎ Indian Population Policy-ix ৰ দ্বাৰা নিৰ্মিত আৰু বাকী ১২১ টা উপকেন্দ্ৰ এতিয়াও ভাৰা ঘৰত চলাই থকা হৈছে। ১২১ টা ভাৰাঘৰত চলোৱা স্বাস্থ্য উপকেন্দ্ৰৰ মুকালমুৱা প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰৰ অন্তৰ্গত ১১ টা, কমাৰকুছিৰ অন্তৰ্গত ১৮ টা, চামতাৰ অন্তৰ্গত ২১ টা, বৰমাৰ অন্তৰ্গত ১২ টা, ঘগ্ৰাপাৰৰ অন্তৰ্গত ১২ টা, তামুলপুৰৰ অন্তৰ্গত ২৭ টা আৰু মুছলপুৰৰ অন্তৰ্গত ১৮ টা।

পঞ্চায়ত অনুযায়ী ১৯৯ টা স্বাস্থ্য উপকেন্দ্ৰৰ নাম তলত উল্লেখ কৰা হ'ল।

কমাৰকুছি প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰৰ অধীনত ঃ ১ নং পূব নলবাৰী আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ১ টা খাতা গাঁও পঞ্চায়তৰ অধীনত কটৰা, কেন্দুকুছি, জাজিয়াবাৰী আৰু নানকাৰ ভয়ৰা স্বাস্থ্য উপকেন্দ্ৰ। ২ নং খাতা গাঁও পঞ্চায়তৰ অধীনত তন্দ্ৰ শংকৰা, বৰমুৰিকোণা আৰু পাজিপাৰ স্বাস্থ্য উপকেন্দ্ৰ। ৩ নং খাতা গাঁও পঞ্চায়তৰ অধীনত ৰাজকদমতল আৰু পোৰাকুছি স্বাস্থ্য উপকেন্দ্ৰ, ৪ নং খাতা গাঁও পঞ্চায়তৰ অধীনত দীঘেলী স্বাস্থ্য উপকেন্দ্ৰ। ৫ নং পূব বতাহগিলা গাঁও পঞ্চায়তৰ অধীনত বৰআগ্ৰা, চেংনৈ আৰু নিজ-বতাহগিলা স্বাস্থ্যকেন্দ্ৰ। ৬ নং পশ্চিম বতাহগিলা গাঁও পঞ্চায়তৰ অধীনত সৰিয়হতলী আৰু বালিকৰিয়া স্বাস্থ্য উপকেন্দ্ৰ। ১১ নং বৰভাগ আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ৯১ নং উপৰ বৰভাগ গাঁও পঞ্চায়তৰ অধীনত বাউসী উদয়পুৰ আৰু বৰকুলহাটী স্বাস্থ্য উপকেন্দ্ৰ। ২ নং বৰিগোগ-বনভাগ আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ১৩ নং ঘগ্ৰাপাৰ গাঁও পঞ্চায়তৰ অধীনত ভানুকুছি স্বাস্থ্যকেন্দ্ৰ। ১১ নং বৰভাগ আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ৯২ নং উপৰ বৰভাগ গাঁও পঞ্চায়তৰ অধীনত দামোদৰ ধাম আৰু কটালকুছি স্বাস্থ্য উপকেন্দ্ৰ, ১০ নং বৰভাগ আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ৯৩ নং উপৰ বৰভাগ গাঁও পঞ্চায়তৰ অধীনত আৰংগমৌ আৰু দোকোহা। ৯৪ নং উপৰ বৰভাগ গাঁও পঞ্চায়তৰ অধীনত এছ বি ডেকা (ভবানীপুৰ) আৰু বালা। ৯৬ নং উপৰ বৰভাগ গাঁও পঞ্চায়তৰ অধীনত



গংগাপুখুৰী, সোণকুৰিহা আৰু বৰকুৰিহা আৰু ১০৯ নং সানেকুছি গাঁও পঞ্চায়তৰ অধীনত বৰবুকিয়া স্বাস্থ্য উপকেন্দ্ৰ।

১১ নং বৰক্ষেত্ৰী আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ১০৫ নং কান্দৰাৰী দাগাপাৱা গাঁও পঞ্চায়তৰ অধীনত বালিকুছি স্বাস্থ্য উপকেন্দ্ৰ। মাধাপুৰ আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ৩৯ নং দক্ষিণ নতুন দেহৰ গাঁও পঞ্চায়তৰ অধীনত বানেকুছি আৰু ডাংগুৱাপাৱা স্বাস্থ্য উপকেন্দ্ৰ।

## মুকালমুৱা প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰৰ অধীনত

১১ নং বৰক্ষেত্ৰী আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ১০৪ নং মুকালমুৱা, নাৰায়ণপুৰ গাঁও পঞ্চায়ত আৰু ১০৫ নং কান্দৰাৰী দাগাপাৱা গাঁও পঞ্চায়তৰ অধীনত সাপকাটা, শনিৰোড, মেৰুৱাট্টাৰী, দৰংগীপাৰা আৰু বৰধাপ স্বাস্থ্য উপকেন্দ্ৰ। ১০৬ নং ঘোগাগাঁও পঞ্চায়তৰ অধীনত মাদলীৰাৰী আৰু চটেবাৰী স্বাস্থ্য উপকেন্দ্ৰ।

১০৭ নং লোহৰকাঠা-আদাবাৰী গাঁও পঞ্চায়তৰ অধীনত গলদীঘলা আৰু চকিৰঘাট স্বাস্থ্য উপকেন্দ্ৰ।

৯৭ নং কেকানকুছি-কাপলাবাৰী গাঁও পঞ্চায়তৰ অধীনত কপলাবাৰী আৰু কালদী স্বাস্থ্য উপকেন্দ্ৰ।

৯৮ নং বৰ্নিবাৰী নপ্তিপাৰা গাঁও পঞ্চায়তৰ অধীনত বনমাজা আৰু নপ্তিপাৰা স্বাস্থ্য উপকেন্দ্ৰ।

৯৯ নং মুগদী-ৰামপুৰ গাঁও পঞ্চায়তৰ অধীনত মুগদী, লচিমা আৰু ৰামপুৰ স্বাস্থ্য উপকেন্দ্ৰ।

১০০ নং দৌলাশাল-লাৰকুছি গাঁও পঞ্চায়তৰ অধীনত লাৰকুছি স্বাস্থ্য উপ স্বাস্থ্যকেন্দ্ৰ।

১০৩ নং জয়সাগৰ গাঁও পঞ্চায়তৰ অধীনত জয়সাগৰ স্বাস্থ্য উপকেন্দ্ৰ।

১০১ নং কালৰচৰ গাঁও পঞ্চায়তৰ অধীনত কালাৰচৰ স্বাস্থ্য উপকেন্দ্ৰ।

১০২ নং ভাংনামাৰী গাঁও পঞ্চায়তৰ অধীনত ভাংনামাৰী স্বাস্থ্য উপকেন্দ্ৰ।

১০৮ নং কুৰিহামাৰী বৰছুলীয়া গাঁও পঞ্চায়তৰ অধীনত শিয়ালমাৰী আৰু কুৰিহামাৰী স্বাস্থ্য উপকেন্দ্ৰ।

**চামতা প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰৰ অধীনত ঃ**

পশ্চিম নলবাৰী আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত

২১ নং উত্তৰক্ষেত্ৰী ধৰ্মপুৰ গাঁও পঞ্চায়তৰ অধীনত আমনি, পখুৰা আৰু লখোপাৰা স্বাস্থ্য উপকেন্দ্ৰ।

২২ নং দক্ষিণ ক্ষেত্ৰী ধৰ্মপুৰ গাঁও পঞ্চায়তৰ অধীনত উলুবাৰী স্বাস্থ্য উপকেন্দ্ৰ।

২৩ নং পশ্চিম ক্ষেত্ৰী ধৰ্মপুৰ গাঁও পঞ্চায়তৰ অধীনত হেলচা আৰু বদেশীলা স্বাস্থ্য উপকেন্দ্ৰ।

২৮ নং দক্ষিণ-মধ্য ধৰ্মপুৰ গাঁও পঞ্চায়তৰ অধীনত পশ্চিম চামতা, গন্ধিয়া আৰু বালিপাৰা স্বাস্থ্য উপকেন্দ্ৰ।

৩২ নং বনগাঁও গাঁও পঞ্চায়তৰ অধীনত পূব বনগাঁও, বিহামপুৰ আৰু শিমলীয়া স্বাস্থ্য উপকেন্দ্ৰ।

৩৩ নং পানীগাঁও গাঁও পঞ্চায়তৰ অধীনত সন্ধেলী, নিজ পকোৱা, মিলন-পানীগাঁও আৰু শনিবোড-পানীগাঁও স্বাস্থ্য উপকেন্দ্ৰ।

২৯ নং বৰনদ্দী গাঁও পঞ্চায়তৰ অধীনত চুৰচুৰী স্বাস্থ্য উপকেন্দ্ৰ।

২৪ নং দক্ষিণ পকোৱা গাঁও পঞ্চায়তৰ অধীনত বৰক্ষেত্ৰী-বৰ্ণি আৰু নলিচা স্বাস্থ্য উপকেন্দ্ৰ।

২৬ নং (ক) দক্ষিণ পকোৱা ৩ নং গাঁও পঞ্চায়তৰ অধীনত গোৱালপাৰা, খখ্ৰিশাল আৰু গংগাপুৰ স্বাস্থ্য উপকেন্দ্ৰ।

২৬ নং(খ) পকোৱা ৩ নং গাঁও পঞ্চায়তৰ অধীনত বগুৰিহাটী আৰু বাটসৰ স্বাস্থ্য উপকেন্দ্ৰ।

২৫ নং দক্ষিণ পকোৱা ৩ নং গাঁও পঞ্চায়তৰ অধীনত জাগাৰা আৰু দক্ষিণ জাগাৰা স্বাস্থ্য উপকেন্দ্ৰ।

**মাধাপুৰ আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ঃ**

৩৪ নং পশ্চিম ধৰ্মপুৰ গাঁও পঞ্চায়তৰ অধীনত পশ্চিম সন্ধেলী আৰু নাকেলবাৰী স্বাস্থ্য উপকেন্দ্ৰ।

৩৫ নং পূব ধৰ্মপুৰ গাঁও পঞ্চায়তৰ অধীনত খাটনিয়াৰপাৰা, পূব ধৰ্মপুৰ আৰু সাহপুৰ স্বাস্থ্য উপকেন্দ্ৰ।

৩৬ নং উত্তৰ পূব ধৰ্মপুৰ গাঁও পঞ্চায়তৰ অধীনত মধুপুৰ, বালিজাৰ, বিহামপুৰ আৰু মূলাৰকুছি স্বাস্থ্য উপকেন্দ্ৰ।

**পূব নলবাৰী আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ঃ**

৭ নং পূব বাঁহজানী গাঁও পঞ্চায়তৰ অধীনত এলেংগীদল আৰু মুগকুছি স্বাস্থ্য উপকেন্দ্ৰ।

৯ নং মধ্য বাঁহজানী গাঁও পঞ্চায়তৰ অধীনত বুদ্ৰকুছি স্বাস্থ্য উপকেন্দ্ৰ।

১০ নং দক্ষিণ বাঁহজানী গাঁও পঞ্চায়তৰ অধীনত পূব কালাকুছি, মাধাপুৰ আৰু কমাৰকুছি স্বাস্থ্য উপকেন্দ্ৰ।

**ঘগ্ৰাপাৰ প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰৰ অধীনত ঃ**

২ নং বৰিগোগ-বনভাগ আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ঃ

১১ নং দেহৰকুছি গাঁও পঞ্চায়তৰ অধীনত বৰখালা আৰু বৰনামখোলা স্বাস্থ্য উপকেন্দ্ৰ।

১২ নং দতৰা গাঁও পঞ্চায়তৰ অধীনত কঠোৰ স্বাস্থ্য উপকেন্দ্ৰ।

১৩ নং ঘগ্ৰাপাৰ গাঁও পঞ্চায়তৰ অধীনত বুৰবুৰী, নিমুৱা, লটিমা, পাট্‌কাটা আৰু বিলপাৰ স্বাস্থ্য উপকেন্দ্ৰ।

১৪ নং পূব বনগাঁও পঞ্চায়তৰ অধীনত বৰাজোল আৰু ডলুৱা স্বাস্থ্য উপকেন্দ্ৰ।

১৫ নং দিহজাৰী গাঁও পঞ্চায়তৰ অধীনত দিহজাৰী আৰু সাগৰকুছি স্বাস্থ্য উপকেন্দ্ৰ।

১৬ নং খাটকুছি গাঁও পঞ্চায়তৰ অধীনত খাটিকুছি আৰু পানী মাজকুছি স্বাস্থ্য উপকেন্দ্ৰ।

১৭ নং আল্লিয়া গাঁও পঞ্চায়তৰ অধীনত বৰালকুছি স্বাস্থ্য উপকেন্দ্ৰ।

১৮ নং বালিতাৰা গাঁও পঞ্চায়তৰ অধীনত হাহদলী স্বাস্থ্য উপকেন্দ্ৰ।

১৯ নং চটাইবাৰী গাঁও পঞ্চায়তৰ অধীনত মাজু শিৰাল,

চটাইবাৰী আৰু ৰাঙাফালি স্বাস্থ্য উপকেন্দ্ৰ।

১৪ নং পুব বনগাঁও গাঁও পঞ্চায়তৰ অধীনত জাপজাপকুছি স্বাস্থ্য উপকেন্দ্ৰ।

১০ নং বৰভাগ আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ঃ

১০৯ নং সানেকুছি গাঁও পঞ্চায়তৰ অধীনত বৰগাছা স্বাস্থ্য উপকেন্দ্ৰ।

## বৰমা প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰৰ অধীনত

**১২ নং টিহু আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ঃ**

৪৩ নং মাখিবাহা গাঁও পঞ্চায়তৰ অধীনত মাখিবাহা স্বাস্থ্য উপকেন্দ্ৰ।

৪৩ নং জলখানা-ভঠুৰাখানা গাঁও পঞ্চায়তৰ অধীনত নিজখানা স্বাস্থ্য উপকেন্দ্ৰ।

৪৪ নং মথুৰাপুৰ গাঁও পঞ্চায়তৰ অধীনত মথুৰাপুৰ, ৰতনপুৰ আৰু বৰগাচা স্বাস্থ্য উপকেন্দ্ৰ।

**৫ নং টিহু-বৰমা আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ঃ**

৬৯ নং আনন্দপুৰ গাঁও পঞ্চায়তৰ অধীনত শিয়ালখুটি আৰু আনন্দপুৰ স্বাস্থ্য উপকেন্দ্ৰ।

৬৮ নং কদমতোলা গাঁও পঞ্চায়তৰ অধীনত বাদুলীপাৰা আৰু দলবাৰী স্বাস্থ্য উপকেন্দ্ৰ।

৪৭ নং বৰমা গাঁও পঞ্চায়তৰ অধীনত ববঝাৰ স্বাস্থ্য উপকেন্দ্ৰ।

**টিহু আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ঃ**

৪১ নং পুব নামবৰভাগ গাঁও পঞ্চায়তৰ অধীনত বৰভাগঝাৰী আৰু সুবাদী স্বাস্থ্য উপকেন্দ্ৰ।

৪০ নং পশ্চিম নামবৰভাগ গাঁও পঞ্চায়তৰ অধীনত ভোজকুছি, বালি আৰু শিয়ালমাৰী স্বাস্থ্য উপকেন্দ্ৰ।

**৫ নং টিহু-বৰমা আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ঃ**

৪৮ নং কালঝাৰ গাঁও পঞ্চায়তৰ অধীনত আলেকঝাৰ আৰু খাৰুৱাজান স্বাস্থ্য উপকেন্দ্ৰ।

**৫ নং টিহু আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ঃ**

৪৬ নং নাথকুছি গাঁও পঞ্চায়তৰ অধীনত ঠাইকাবকুছি আৰু নাথকুছি স্বাস্থ্য উপকেন্দ্ৰ।

**টিহু-বৰমা আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ঃ**

৪৫ নং নমাটি গাঁও পঞ্চায়তৰ অধীনত বনগাঁও স্বাস্থ্য উপকেন্দ্ৰ।

৪৯ নং মাধাপুৰ গাঁও পঞ্চায়তৰ অধীনত মুৰমেলা, মাধাপুৰ আৰু দীঘেলী স্বাস্থ্য উপকেন্দ্ৰ।

**৫ নং টিহু-বৰমা আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ঃ**

৬৭ নং বৰশিমলীগুৰি গাঁও পঞ্চায়তৰ অধীনত বৰশিমলীগুৰি,গেল্লেজাৰ আৰু জাবিয়াপাৰা স্বাস্থ্য উপকেন্দ্ৰ।

## তামুলপুৰ প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰৰ অধীনত

তামুলপুৰ আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ঃ

৭০ নং ১ পশ্চিম কুমাৰিকাটা গাঁও পঞ্চায়তৰ অধীনত পাহাবপুৰ, সুকানজলী আৰু দৰঙামেলা স্বাস্থ্য উপকেন্দ্ৰ।

৭১ নং ২ পশ্চিম কুমাৰিকাটা গাঁও পঞ্চায়তৰ অধীনত বেলখুটি স্বাস্থ্য উপকেন্দ্ৰ।

৭২ নং ৩ পশ্চিম কুমাৰিকাটা গাঁও পঞ্চায়তৰ অধীনত খৈৰাণী আৰু চেঁচাপানী স্বাস্থ্য উপকেন্দ্ৰ।

৭৪ নং ১ নং তামুলপুৰ গাঁও পঞ্চায়তৰ অধীনত দংপাৰ আৰু হাউলী স্বাস্থ্য উপকেন্দ্ৰ।

৭৬ নং ৩ নং তামুলপুৰ গাঁও পঞ্চায়তৰ অধীনত বৰখাটা আৰু বইটামাৰী স্বাস্থ্য উপকেন্দ্ৰ।

৭৭ নং ১ নং দক্ষিণ কুমাৰিকাটা গাঁও পঞ্চায়তৰ অধীনত পাক্ৰীবাৰী আৰু লতিবাৰী স্বাস্থ্য উপকেন্দ্ৰ।

৭৯ নং ১ নং পশ্চিম তামুলপুৰ গাঁও পঞ্চায়তৰ অধীনত মাজদিয়া আৰু মাদাৰবাৰী স্বাস্থ্য উপকেন্দ্ৰ।

৮০ নং ২ নং পশ্চিম তামুলপুৰ গাঁও পঞ্চায়তৰ অধীনত ভকতপাৰা স্বাস্থ্য উপকেন্দ্ৰ।

৮১ নং পশ্চিম তামুলপুৰ গাঁও পঞ্চায়তৰ অধীনত কালাকুছি, ঘোগাপাৰ আৰু গুৱাকুছি স্বাস্থ্য উপকেন্দ্ৰ।

## নাগ্ৰীজুলি আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত

৮২ নং ১ নং পুব কুমাৰীকাটা গাঁও পঞ্চায়তৰ অধীনত মেছগুৰি, আমবাৰী, কালীপুৰ আৰু যোগেশপুৰ স্বাস্থ্য উপকেন্দ্ৰ।

৮৩ নং ৪ নং পশ্চিম ডেফেলী গাঁও পঞ্চায়তৰ অধীনত বগুৰীখুটি স্বাস্থ্য উপকেন্দ্ৰ।

৮৪ নং গান্ধীপাৰী গাঁও পঞ্চায়তৰ অধীনত পূব কচুকাটা স্বাস্থ্য উপকেন্দ্ৰ।

৮৮ নং নিজ-ডেফেলী গাঁও পঞ্চায়তৰ পঞ্চায়তৰ অধীনত জোকমাৰী স্বাস্থ্য উপকেন্দ্ৰ।

৯০ নং ৩ নং পুব-কমাৰিকাটা গাঁও পঞ্চায়তৰ অধীনত কাউলী স্বাস্থ্য উপকেন্দ্ৰ।

৮৪ নং ২ নং পশ্চিম ডেফেলী গাঁও পঞ্চায়তৰ অধীনত লাওপাৰা আৰু ভোলাঝাৰ স্বাস্থ্য উপকেন্দ্ৰ।

৮৫ নং ৩ নং পশ্চিম ডেফেলী গাঁও পঞ্চায়তৰ অধীনত হস্তিনাপুৰ আৰু গুৱাবাৰী স্বাস্থ্য উপকেন্দ্ৰ।

**মুছলপুৰ প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰৰ অধীনত ঃ**

**৭ নং ধমধমা আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ঃ**

৫৯ নং নয়াবস্তি গাঁও পঞ্চায়তৰ অধীনত নয়াবস্তি স্বাস্থ্য উপকেন্দ্ৰ।

৬০ নং চাউলকাৰা গাঁও পঞ্চায়তৰ অধীনত জাপাদং স্বাস্থ্য উপকেন্দ্ৰ।

৬১ নং সুৰনখাটা গাঁও পঞ্চায়তৰ অধীনত উত্তৰকুছি স্বাস্থ্য উপকেন্দ্ৰ।

৬৩ নং টুপলীয়া গাঁও পঞ্চায়তৰ অধীনত টুপুলীয়া, গেৰুৱা আশ্ৰম, ঠালকুছি আৰু কদমতোলা স্বাস্থ্য উপকেন্দ্ৰ।

৬৪ নং বগুলামাৰী গাঁও পঞ্চায়তৰ অধীনত বগুলামাৰী স্বাস্থ্য উপকেন্দ্ৰ।



৬৬ নং শান্তিপুৰ গাঁও পঞ্চায়তৰ অধীনত আঙাৰধোৱা আৰু শান্তিপুৰ স্বাস্থ্য উপকেন্দ্ৰ।

**৪ নং টিহু-বৰমা আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ঃ**

৬৯ নং আনন্দপুৰ গাঁও পঞ্চায়তৰ অধীনত বৰিমাখা স্বাস্থ্য উপকেন্দ্ৰ।

৮৪ নং কালজাৰ গাঁও পঞ্চায়তৰ অধীনত ভোগপুৰ স্বাস্থ্য উপকেন্দ্ৰ।

**৬ নং বাক্সা আঞ্চলিক পঞ্চায়তৰ অন্তৰ্গত ঃ**

৫০ নং ধনশ্ৰী গাঁও পঞ্চায়তৰ অধীনত ভূটানখুটি আৰু অনিবিল স্বাস্থ্য উপকেন্দ্ৰ।

৫১ নং নাবায়ণপুৰ গাঁও পঞ্চায়তৰ অধীনত সোণাপুৰ, পলাশগুৰি আৰু মতিপুৰ স্বাস্থ্য উপকেন্দ্ৰ।

৫২ নং সুৰনশ্ৰী গাঁও পঞ্চায়তৰ অধীনত সুৰনশ্ৰী স্বাস্থ্য উপকেন্দ্ৰ।

৫৩ নং থমনা গাঁও পঞ্চায়তৰ অধীনত নাউচালী, উলুবাৰী আৰু চৰাইমাৰী স্বাস্থ্য উপকেন্দ্ৰ।

৫৪ নং আমবাৰী গাঁও পঞ্চায়তৰ অধীনত কাটলিগাঁও স্বাস্থ্য উপকেন্দ্ৰ।

৫৫ নং ছৈবাৰী গাঁও পঞ্চায়তৰ অধীনত দীঘলদোঙা স্বাস্থ্য উপকেন্দ্ৰ।

৫৬ নং অদালবাৰী গাঁও পঞ্চায়তৰ অধীনত বেন্নাবাৰী স্বাস্থ্য উপকেন্দ্ৰ।

২০০১ চনৰ পৰা ২০০৫ চনলৈ নলবাৰী জিলা স্বাস্থ্য আৰু পৰিয়াল কল্যাণ বিভাগত অসমৰ স্বাস্থ্য আৰু পৰিয়াল কল্যাণ মন্ত্ৰী ডাঃ ভূমিধৰ বৰ্মনৰ তৎপৰতাত যথেষ্ট সাফল্য হোৱা পৰিলক্ষিত হৈছে। এই সাফল্যৰ খতিয়ান এনেধৰণৰ

(১) ছহিদ মুকুন্দ কাকতি অসামৰিক চিকিৎসালয়ৰ সাফল্যৰ খতিয়ান—

* ৰাজ্যসভাৰ প্ৰাক্তন সাংসদ তাৰাচৰণ মজুমদাৰৰ সাংসদ পুঁজিৰ দ্বাৰা পূৰ্ণাংগ ব্লাড বেংক স্থাপন।
* জল-পৰিশোধন আঁচনি সম্পূৰ্ণ সম্পাদন।
* সকলোধৰণৰ অস্ত্ৰোপচাৰ কক্ষ স্থাপন।
* বাতানুকুল অস্ত্ৰোপ্ৰচাৰ কক্ষ স্থাপন।
* নিচাসিক্ত নিৰাময়ৰ বাবে নিৰাময় কেন্দ্ৰ স্থাপন।
* অস্ত্ৰোপচাৰ কৰা ৰোগীৰ বাবে আছুতীয়া কোঠা নিৰ্মাণ।
* শিশু আৰু মহিলা ৰোগীৰ বাবে আছুতীয়া কোঠা নিৰ্মাণ।
* এইডছ ৰোগ নিৰ্ণয়ৰ বাবে স্বেচ্ছামূলক গোপন পৰামৰ্শ দান আৰু তেজ পৰীক্ষা কেন্দ্ৰ স্থাপন।
* ৰাজ্যসভাৰ সাংসদ দ্বীজেন নাথ শৰ্মাৰ সাংসদ পুঁজিৰ দ্বাৰা ৰোগীৰ পৰিচাৰ্যাকাৰীৰ বাবে জিৰণিগৃহ নিৰ্মাণ।
* আকস্মিক দুৰ্ঘটনাগ্ৰস্ত ৰোগীৰ বাবে 'ট্ৰমা চেন্টাৰ' স্থাপন আৰু ২০-৬-০৫ তাৰিখে ছহিদ মুকুন্দ কাকতি অসামৰিক চিকিৎসালয়ৰ ১০০ বিছনাযুক্ত নৱনিৰ্মিত আন্তঃবিভাগ আৰু স্থায়ী তোৰণ উন্মোচন। ইয়াৰ দ্বাৰা অসামৰিক চিকিৎসালয়ৰ বিছনাৰ সংখ্যা ৩০০ খনলৈ বৃদ্ধি।
* মুকালমুৱা আৰু টিহুত গ্ৰাম্য চিকিৎসালয় এফ আৰ ইউ কেন্দ্ৰ সংযোজন।
* নলবাৰী জিলা যক্ষ্মা নিয়ন্ত্ৰণ সমিতিৰ স্থায়ী ভৱন নিৰ্মাণ সম্পূৰ্ণ আৰু এই সমিতিৰ অধীনত পোদ্দৰটা স্থায়ী কফ পৰীক্ষা কেন্দ্ৰ স্থাপন।
* ভাংনামাৰী চৰত ত্ৰিশখন বিছনাযুক্ত চিকিৎসালয়খনৰ বহিঃবিভাগ তথা চিকিৎসক তথা অন্যান্য কৰ্মচাৰীৰ আবাসৰ কাম সম্পূৰ্ণ।
* আদাবাৰী, শিয়ালমাৰী আৰু দীঘলদোঙাত মিনি প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰ স্থাপন।

## প্ৰাইভেট চিকিৎসা সেৱা

নলবাৰী চহৰত কেইবাখনো নাৰ্ছিং হোমে বহু বছৰ ধৰি ৰাইকে স্বাস্থ্যসেৱা আগবঢ়াই আছে। সেইবোৰ হ'ল নলবাৰী মেটাৰনিটি হাস্পতাল, বিকল্প পথ, নলবাৰী, ডাঃ নৃপেন্দ্ৰমল্ল বৰুৱা নাৰ্ছিং হোম, বৰুৱা ৰোড, নলবাৰী, প্ৰগতি নাৰ্ছিং হোম, হাজো ৰোড, নলবাৰী, নলবাৰী চকু চিকিৎসা কেন্দ্ৰ, কলেজ ৰোজ, নলবাৰী, মেডিকিউৰ হোম, ধমধমা ৰোড, নলবাৰী আৰু ইউনাইটেড হাস্পতাল, আৰ্ৰত ভৱন ৰোড, নলবাৰী। উত্তৰ অঞ্চলত পাৰ্কিজুলী খ্ৰীষ্টীয়ান হাস্পতাল নামৰ এটা অনুষ্ঠানে বহু বছৰ ধৰি ৰাইজক সেৱা আগবঢ়াই আহিছে। নতুনকৈ নলবাৰী চহৰৰ বৰমা ৰোডত মেডিনোভা নাৰ্ছিং হোম মুকলি কৰাৰ পথত। মেডিকেয়াৰ চেন্টাৰ নামেৰে হাজো ৰোডত থকা প্ৰতিষ্ঠানত এক্স-ৰে, আলট্ৰাছাউণ্ডোগ্ৰাফী আৰু লেব'ৰেটৰীৰ সুবিধা আছে। এই প্ৰতিষ্ঠানত অন্যান্য ৰোগীৰ লগতে যক্ষ্মাৰোগীৰ বিশেষ সেৱা আগবঢ়ায়। নলবাৰী চহৰত ক্লিনিকেল লেব'ৰেটৰীৰ জৰিয়তে বহু প্ৰতিষ্ঠানে স্বাস্থ্যক সেৱা আগবঢ়াই আছে। ককজিলাখনত চৰকাৰী-বেচৰকাৰী সহ প্ৰায় ২০০ এলোপেথিক চিকিৎসক, ত্ৰিশজন আয়ুৰ্বেদিক চিকিৎসক, আঠজন ডেণ্টেল ছাৰ্জন, ২০ জনৰো অধিক হোমিঅ' চিকিৎসকে স্বাস্থ্য সেৱা আগবঢ়াই আছে। ৰেডক্ৰছ হাস্পতাল, গোপাল বজাৰ, নলবাৰীয়েও মানৱ সেৱা আগবঢ়াই আছে। ডুমনী, মেনোকা আৰু নাগ্ৰীজুলিৰ চাহ বাগিচাত প্ৰত্যেকৰে নিজা হাস্পতাল আছে। সেইবিলাকে চাহ বাগিচাৰ বাসিন্দাক স্বাস্থ্যসেৱা আগবঢ়াই আছে।

# থোৰতে বেলশৰ অঞ্চলৰ প্ৰাচীন আৰু আধুনিক চিকিৎসা

ডাঃ অৰুণ বৰ্মন

লেটিন ভাষাত এযাৰি কথা পোৱা যায় “Mens Sana is Corpore Sano” ইয়াৰ অৰ্থ হ'ল সুস্থ শৰীৰত সুস্থ মন। সুস্থ শৰীৰ সুস্বাস্থ্যৰ এটা কাৰক। বিশ্বস্বাস্থ্য সন্থাৰ মতে স্বাস্থ্য হ'ল এজন লোকৰ শাৰীৰিক, মানসিক, সামাজিক আৰু আৰ্থিক উৎকৰ্ষ সাধন। চিকিৎসা হ'ল ইয়াৰ কাৰক আৰু প্ৰতিৰোধক। বৰ্তমান যুগ হ'ল বিজ্ঞানৰ যুগ বিজ্ঞানৰ অগ্ৰগতিৰ লগে লগে আমাৰ স্বাস্থ্য সম্পৰ্কীয় জীৱন-যাপন তেনেই সহজ হৈ আহিছে।

প্ৰকৃতিৰ নিয়ম বিশ্বাস আৰু কৰ্ম, সামাজিক ব্যৱস্থা, অৰ্থনৈতিক অৱস্থা, প্ৰচলিত আইন, ঋতু আৰু বয়স ভেদে চিকিৎসা পদ্ধতিৰ বিৱৰ্তন পৃথিৱীৰ সকলোতে বিদ্যমান। বৰ্তমানৰ আধুনিক চিকিৎসাৰ দৰে পুৰণি কালত বেলশৰত আধুনিক চিকিৎসাৰ ব্যৱস্থা নাছিল। কিছুমান বিশ্বাস আৰু পৰম্পৰাৰ লগতে কিছুমানে অলৌকিক আৰু মনৰ সান্ত্বনা দিয়া চিকিৎসা পদ্ধতিৰ কাহিনী শুনা যায়। উদাহৰণ স্বৰূপে পানী জৰা, আদা জৰা, ভেল জৰা, উধানৰ মাটি জৰা, মাদলি দিয়া, জাপ পৰিধান কৰা, চেনী গামোচা জৰা, পকা পাণ ছাগলীৰ লাড মিহলাই খুওৱা, হাত চালান দিয়াকে ধৰি বিভিন্ন পদ্ধতিৰ মানুহবিলাকে চিকিৎসা কৰিছিল। আগৰ দিনত ব্যাধি, ফোঁহৰা আদি কাটিবৰ বাবে কৰি যাজ 'নন্নি' চোকা অস্ত্ৰৰ সহায়ত চিকিৎসা চলাইছিল। সেইবিলাক শুকাবলৈ গছৰ পাত শিপা আদিৰ ব্যৱস্থা কৰিছিল। বৰ্তমান সময়ৰ দৰে ঘা আদি শুকাবলৈ মলম বা বেজিৰ ব্যৱস্থা নাছিল। বেছি ভাগেই আছিল অবৈজ্ঞানিক-অন্ধ বিশ্বাসৰ ব্যৱস্থা। কিন্তু কিছুমানৰ বৈজ্ঞানিক ভিত্তিও নথকা নহয়। বেলশৰৰ ˚ ভুৱনেশ্বৰ পাটোৱাৰী, ˚ মাধৱ গোস্বামী, ˚ হৰেন্দ্ৰ সেন ডেকা, ˚ বিষ্টুসেন ডেকা, ˚ জয়চন্দ্ৰ গোস্বামী, ˚ প্ৰতাপ গোস্বামী, ˚ মাধৱ বৰ্মন, ˚ ৰতিকান্ত মিশ্ৰ, ˚ খগেনসেন ডেকা, ˚ ৰবিহনা বেজ আদিয়ে ৰাইজৰ মাজত কবিৰাজ অথবা বেজ হিচাপে খ্যাতি লভিছিল। বেলশৰ অঞ্চলত 'গুটিৰ বড়ি'ৰ বিশেষ প্ৰচলন আৰু গুৰুত্ব আছিল। প্ৰাকৃতিকভাৱে নিৰ্মিত এইবিধ বড়ি মৌ আৰু তুলসী পাতৰ লগত মিহলাই খুৱালে জ্বৰ, কাঁহ, বসন্ত ৰোগ নিৰাময় হৈছিল। বেলশৰৰ মাতাপাৰাৰ গুটিৰ বড়ি আৰু বিহামপুৰৰ বুলি ওজাৰ গুটিৰ বড়ি অঞ্চলটোৰ অতি প্ৰচলিত আৰু বিশ্বাসী ঔষধ হিচাবে পৰিগণিত হৈছিল। ই এবিধ নামনি অসমৰ অতি প্ৰাচীন ঔষধ বুলি ক'লেও ভুল নহ'ব। পুৰণিকালত বহুতেই মন্ত্ৰত বহুখিনি চিকিৎসা নিৰ্ভৰ কৰাৰ কথা গম পোৱা যায়। মন্ত্ৰৰ ওজা হিচাপে ˚ বিষ্টুসেন ডেকা, ˚ হলিৰাম মেধি, ˚ চন্দ্ৰ বৰ্মন (বাৱ্ৰী) আদিৰ নাম ল'ব পাৰি। ˚ বৈৰ্হনা ওজাই বিভিন্ন জন্তুৰ হাড়, মূৰ, পাখি, ঠেং আদিৰে চিকিৎসা কৰি বিখ্যাত হৈ পৰিছিল। প্ৰসৱকালীন অৱস্থাত প্ৰসূতিৰ হাত-ভৰি কচোৱা, বিয়াৰ সময়ত দৰা-কইনা মূৰ্ছা যোৱা, বিভিন্ন কাৰণত ভ্ৰম বকা আদি, বিড়া উঠা বা ভূত-পিশাচ অপদেৱতাই লম্ভা বুলি ধাৰণা কৰিছিল। বাৱ্ৰী ওজা, আব্ৰা গোঁসাই ওজাই বিভিন্ন ধৰণৰ আসুৰিক চিকিৎসা কৰি প্ৰাচীন কালত যথেষ্ট খ্যাতি আহিছিল। নগোঁসাইহঁতৰ অৰুণ গোস্বামী বিখ্যাত ওজা আছিল। বহুজনে আসুৰিক আৰু আয়ুৰ্বেদিক দুয়োটা পদ্ধতিৰে চিকিৎসা কৰিছিল। আয়ুৰ্বেদিক চিকিৎসকসকলৰ ভিতৰত বেলশৰৰ ৰাধা মিশ্ৰ, শংখা ওজা, দ্বাৰিকা মিশ্ৰ, ৰতিকান্ত মিশ্ৰ, মাধৱ গোস্বামী, জয় গোস্বামী, কৈহাটীৰ ৰজত গোস্বামী, বিহামপুৰৰ ধূলি ওজা আদিৰ নাম উল্লেখনীয়। শৰীৰৰ বিভিন্ন অংগ ভঙা-ছিঙা বা মোচকা খোৱা, বিষ বেমাৰত ˚ মুকুণ্ড বৰ্মন (বায়ন), ˚ ৰামো বৰ্মন (পিয়ন), ভৈৰৱ বৰ্মন, বিষ্টু সেন, হৰেন সেন আদিয়ে তেল জাৰি দিয়া, মালিচ কৰি দিয়া মন্ত্ৰৰ ব্যৱস্থা দিছিল।

চিকিৎসা বিজ্ঞানৰ অগ্ৰগতিৰ লগে হোমিওপ্যাথিক চিকিৎসাই বেলশৰত জনপ্ৰিয়তা অৰ্জন কৰিছিল। প্ৰসূতি আৰু শিশুৰ ক্ষেত্ৰত হোমিওপ্যাথিক চিকিৎসা আগবঢ়োৱা চিকিৎসকসকলৰ ভিতৰত ˚ খগেন সেন ডেকা, ˚ ভূমিধৰ ভৰালী, ˚ কান্তি ভৰালী, ˚ ললীত বৰ্মন, ˚ কালিচৰণ তালুকদাৰ, ˚ বিলাত বৈশ্য, ˚ জালিৰাম বড়া, ˚ খগেন ডেকা, চামতাৰ ˚ গংগা চৌধুৰী, ককয়াৰ মাধৱ ভাগৱতী, গন্ধিয়াৰ ˚ ভৰত শৰ্মা, ˚ ভৈৰৱ শৰ্মা আদিৰ নাম উল্লেখযোগ্য। বৰ্তমানেও বসন্ত পাটোৱাৰী, যাদৱসেন ডেকা, হৰেকৃষ্ণ বৰ্মন আদিয়ে হোমিওপ্যাথিক সেৱা আগবঢ়াই আছে। আধুনিক আয়ুৰ্বৈদিক চিকিৎসক হিচাপে ককয়াৰ বাসুদেৱ শৰ্মা অন্যতম।

বেলশৰ অঞ্চলৰ এলোপেথিক চিকিৎসক হিচাপে অতি জনপ্ৰিয় চিকিৎসক ধকুৱাবন্ধাৰ ডাঃ প্ৰতাপ শৰ্মা। আনজন বৰভিঠাৰ ডাঃ বাসু শৰ্মা। আধুনিক এলোপেথিক চিকিৎসাৰ বাটকটীয়া ঢাকাৰ পৰা পাছি কৰি অহা ডাঃ নৃপেন্দ্ৰ নাথ চক্ৰৱতী, তেখেত Licentiat Medical Practisioner আছিল। কিন্তু বেলশৰ গাঁৱৰ পৰা আধুনিক এলোপেথিক MBBS চিকিৎসক ডাঃ ভূমিধৰ বৰ্মন প্ৰথম জন চিকিৎসক। ডাঃ নৃপেন্দ্ৰ নাথ চক্ৰৱতীয়ে বেলশৰত চাকৰিসূত্ৰে আৰু ডাঃ ভূমিধৰ বৰ্মনে শোলমাৰাত প্ৰথম চাকৰি জীৱন আৰম্ভ কৰি, জন্ম গাঁৱৰ বেলশৰত চিকিৎসা সেৱা আৰম্ভ কৰিছিল। বেলশৰৰ ৰাইজে তেখেতসকলৰ সেৱাৰ কথা সদায় ৰোমন্থন কৰে। ডাঃ ভূমিধৰ বৰ্মনে গাত হাত দিলেই বেমাৰ আৰোগ্য হয় বুলিয়ে ৰাইজে বিশ্বাস কৰে। তাৰোপৰি নলবাৰীৰ পৰা গিৰিশ চৌধুৰী, বৰমাৰ পৰা আহি ডাঃ শৰৎ ভাগৱতীয়েও চিকিৎসা সেৱা আগবঢ়াইছিল। ডাঃ নৰেন্দ্ৰ নাথ বৰ্মন, ডাঃ নৰেন মেধি, ডাঃ জিতেন্দ্ৰ নাথ পাটোৱাৰী আদি গুৱাহাটীৰ পৰা আহি চিকিৎসা সেৱা আগবঢ়াইছিল। বেলশৰ গাঁৱৰ পৰা ডাঃ ভূমিধৰ বৰ্মন, ডাঃ নৰেন্দ্ৰ নাথ বৰ্মন, ডাঃ নৰেন মেধি, ডাঃ জিতেন্দ্ৰ নাথ পাটোৱাৰী, ডাঃ আচিৰুদ্দিন আহমেদ, ডাঃ পৰমেশ মিশ্ৰ, ডাঃ মিশিৰ মুদিয়াৰ, ডাঃ শিৱনাথ বৰ্মন, ডাঃ অৰুণ বৰ্মন, ডাঃ হিৰণ্য ডেকা, ডাঃ পৰীক্ষিত বৰ্মন, ডাঃ ভানু শৰ্মা, ডাঃ লাৱণ্য শৰ্মা, ডাঃ বিনোদ ভঁৰালী আদি ডাঃ ভূমিধৰ বৰ্মনে ৰাজ্যৰ স্বাস্থ্যমন্ত্ৰী ৰূপেও সেৱা আগবঢ়াই আহিছে। ডাঃ নৰেন বৰ্মনে গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ অধ্যক্ষ পদো অলংকৃত কৰিছিল। চিকিৎসা বিষয়া হিচাপে কৃতকাৰ্য হৈছে। ডাঃ খগেন্দ্ৰ নাথ দাস, ডাঃ অৰুণ বৰ্মন, ডাঃ নলিনী কান্ত বৰ্মন, ডাঃ প্ৰভাত শৰ্মা, ডাঃ শৰৎ গোস্বামী, ডাঃ কুমাৰিল শৰ্মা, ডাঃ বিজুলী গোস্বামী, ডাঃ অতুল দাস, ডাঃ ধৰ্মেশ্বৰ বৰ্মন আদি চিকিৎসকে বেলশৰ ৰাইজক চিকিৎসা সেৱা আগবঢ়াইছে।

তাদুপৰি গোলোক ভাগৱতী ধুকুৱাবন্ধা পশুপতি শৰ্মা (বিল্বেশ্বৰ), ˚ প্ৰকাশ গোস্বামী (গন্দিয়া), জ্যোতিষ বৰ্মন (বেলশৰ), ˚ পৰীক্ষিত শৰ্মা (গন্ধিয়া) আদি ফাৰ্মাচিষ্টসকলৰ চিকিৎসা সেৱাই বেলশৰ ৰাইজক উপকৃত কৰিছে। আয়ুৰ্বেদিক চিকিৎসাৰ ক্ষেত্ৰত ডাঃ মৃণাল বৰ্মন, ডাঃ কমল সেন আদিয়ে সেৱা আগবঢ়াই আহিছে। উপযুক্ত তথ্যৰ অভাৱত কাৰোবাৰ নাম বাদ পৰিলে এই লেখ তাৰ বাবে ক্ষমাপ্ৰাৰ্থী। পশু চিকিৎসাৰ ক্ষেত্ৰতো বেলশৰৰ কেইবাগৰাকী চিকিৎসকে কৃতিত্বৰে সেৱা আগবঢ়াইছে। তেওঁলোকৰ ভিতৰত ডাঃ নগেন বৰ্মনে গৱেষণাৰ বাবে ডক্টৰেট ডিগ্ৰীও লাভ কৰিছে। অন্যান্যসকলৰ ভিতৰত আছে ডাঃ অনিল শইকীয়া, ডাঃ সুনীল হালৈ আদি।

আধুনিক চিকিৎসাৰ চিকিৎসা কেন্দ্ৰ 'বেলশৰ মিলন ৰাজ্যিক চিকিৎসালয়' যাঠিৰ দশকত (আনুমানিক ১৯৫৬ চন) বৰ্তমানৰ বেলশৰ উচ্চতৰ মাধ্যমিক বিদ্যালয় আৰু বিল্বেশ্বৰ দেৱালয় পূজা খোলাৰ মাজৰ 'দৌলৰ ঢাপ'ত বিভিন্ন জাতি, ধৰ্ম, বৰ্ণ, লোকে ঢাপ ঘহাই তেতিয়াৰ বেলশৰ হাইস্কুলৰ দূৰদৰ্শী শিক্ষক আৰু ছাত্ৰই আৰম্ভ কৰিছিল। উদ্বোধক আছিল বিধায়ক প্ৰভাত নাৰায়ণ চৌধুৰী দেৱ। প্ৰথম চিকিৎসক আছিল ডাঃ নৃপেন্দ্ৰ নাথ চক্ৰৱতী। পৰৱতী কালত তেতিয়াৰ বিধায়ক ডাঃ ভূমিধৰ বৰ্মনৰ সৌজন্যত স্বাস্থ্যমন্ত্ৰী ডাঃ গিৰীন বৰুৱাই বৰ্তমানৰ স্থান বেলশৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ কাষলৈ বেলশৰ মিলন ৰাজ্যিক চিকিৎসালয় স্থানান্তৰ কৰে।

# পশ্চিম নলবাৰীৰ স্থানীয় উপভাষা ঃ এটি চমু আলোচনা

ড° প্ৰমোদ হালৈ

পশ্চিম নলবাৰীৰ বিৱৰণ ঃ পশ্চিম নলবাৰী বুলিলে বৰ্তমান নলবাৰী জিলাৰ নলবাৰী মহকুমাৰ অবিভক্ত পশ্চিম নলবাৰী ৰাজহ চক্ৰৰ অন্তৰ্গত পকোৱা, ধৰ্মপুৰ আৰু ক্ষেত্ৰী-ধৰ্মপুৰ মৌজাক লৈ গঠিত এটা অঞ্চলক বুজায়। এই অঞ্চলটো নলবাৰী জিলাৰ একেবাৰে পশ্চিম প্ৰান্তত অৱস্থিত গাওঁপ্ৰধান ঠাই। অঞ্চলটোৰ উত্তৰ ফালেদি উত্তৰ-পূৰ্ব সীমান্ত ৰে'লৱেৰ ৰেলপথটো গৈছে। গোটেই অঞ্চলটোৰ সোঁমাজেৰে গুৱাহাটীৰ পৰা হাজো-নলবাৰী হৈ নলবাৰী, পল্লা গড়কাপ্তানি পথটো বৰপেটালৈ গতি কৰিছে। বুঢ়াদিয়া, কলাইখুন্দা আৰু মৰা-পাগলাদিয়া এই নদী তিনিখন অঞ্চলটোৰ মাজেৰে উত্তৰৰ পৰা দক্ষিণলৈ বৈ আহি পশ্চিমলৈ গতি কৰি মহাবাহু ব্ৰহ্মপুত্ৰত মিলিছে।

চাৰিসীমা ঃ উত্তৰে - টিহু ৰাজহ চক্ৰৰ নামবৰভাগ মৌজা আৰু নলবাৰী ৰাজহ চক্ৰৰ নতুন দেহৰ মৌজা।

পূবে ঃ নলবাৰী ৰাজহ চক্ৰৰ বতাহগিলা মৌজা।

দক্ষিণে ঃ বৰক্ষেত্ৰী ৰাজহ চক্ৰৰ উত্তৰ বৰক্ষেত্ৰী মৌজা।

পশ্চিমে ঃ বৰপেটা জিলাৰ সৰ্থেবাৰী ৰাজহ চক্ৰৰ সৰুক্ষেত্ৰী মৌজা।

মাটিকালি ঃ পশ্চিম নলবাৰী অঞ্চলটোৰ মুঠ মাটিকালি ১,২৭,৬২৮//১৬।। লেচা। গোটেই অঞ্চলটোৰ আয়তন ৬৫.৯১ বৰ্গ মাইল অৰ্থাৎ ১০৭.৩৭ বৰ্গ কিলোমিটাৰ।

গাঁও ঃ পশ্চিম নলবাৰী অঞ্চলৰ পকোৱা মৌজাত শিমলীয়া, বিহামপুৰ, বনগাঁও, পানীগাঁও, সন্ধেলি, নিজপকোৱা, বৰনৰ্দ্দি, চুৰচুৰি, বৰক্ষেত্ৰীবৰ্ণি, ক্ষুদ্ৰক্ষেত্ৰীবৰ্ণি, বিল্বেশ্বৰ, বাটসৰ, মোহখলি, নলিচা, জাগাৰা, গোৱালপাৰা, বগুৰিহাটী, দেহৰ বলোৱা, খখৰিশাল, কুট্নিকুছি, ভৰৰাঘোল, লাৰাকুছি, গদিৰা, গংগাপুৰ, মোহবিয়েনী, ডাওৰদি— এই ২৬ খন; ধৰ্মপুৰ মৌজাত ককয়া, বেলশৰ, গন্ধিয়া, নিজ চামতা, ৰূপীয়াবাথান, খাতাৰূপীয়াবাথান, পহলংপাৰা, গামাৰিমুৰী, নদলা, কৈঠালকুছি, সেন্ধেলি, বেচিমাৰী, মধুপুৰ, খাৰশিঠা, বালিজাৰ, বাউসীয়াপাৰা, ফুলগুৰি, নিজমূলাবকুছি, বিহামপুৰ, খাটানামবৰভাগ, জোৱাদি এই ২১ খন আৰু ক্ষেত্ৰী ধৰ্মপুৰ মৌজাত আমনি, কঠলা, পখুৰা, লখোপুৰ, কেন্দুবাৰী, খেনুৱা, বৰহেলচা, ঘিলাজাৰি, শুকেকুছি, গাহুদি, কৈহাটী, শোলমাৰী, পিপালিবাৰী, ঠুটিকাটা, বৰী, নিজতাপা এই ১৬ খন, তিনিওখন মৌজাত সৰ্বমুঠ ৬৩ ৰাজহ গাঁও আছে।

পৰিয়াল আৰু জনসংখ্যা ঃ ১৯৯১ চনৰ লোকপিয়ল মতে অঞ্চলটোৰ মুঠ পৰিয়ালৰ সংখ্যা ১৯,২৯৭ টা। মুঠ জনসংখ্যা ১,২২,৪৪৩ জন। পুৰুষ



৬৩,২০৮২১, মহিলা ৫৯,২৩৫ জন। সৰ্বমুঠ জনসংখ্যাৰ শিক্ষিত ৭৫,৮৫২ জন। পুৰুষ শিক্ষিত ৪৪,১৫২ জন। মহিলা শিক্ষিত ৩১,৭০০ জনী।

সম্প্ৰদায় ঃ পশ্চিম নলবাৰী অঞ্চল আৰ্য আৰু অনাৰ্য গোষ্ঠী লোকৰ বাসভূমি। আৰ্যগোষ্ঠীৰ ভিতৰত হিন্দু আৰু মুছলমান উভয় জাতি তথা ধৰ্মৰ লোক আছে। হিন্দুৰ ভিতৰত আকৌ গোসাঁই, ব্ৰাহ্মণ, গণক (জ্যোতিষ গণনাকাৰী), কায়স্থ, কলিতা, কেওট, বৈশ্য, কৈৱৰ্ত, হিচা, মুখি, নাপিত, যোগী (নাথ), কুণাৰ, শালৈ, মুচী আদি উপ-সম্প্ৰদায় আছে। মুছলমানসকলৰ ভিতৰত দুটা ভাগ। খিলঞ্জীয়া মুছলমান আৰু মিঞা বা পমুৱা বাংলাদেশী মুছলমান। অনাৰ্যগোষ্ঠীৰ ভিতৰত কোচ, বড়ো-কছাৰী আৰু দুই-এঘৰ আহোম সম্প্ৰদায়ৰ লোক আছে।

ভাষা ঃ পশ্চিম নলবাৰী অঞ্চলৰ জনসাধাৰণৰ মূল ভাষা অসমীয়া। অসমীয়া ভাষাৰ নামনি তথা পশ্চিম অসমৰ উপভাষাতে সৰ্বসাধাৰণ ৰাইজে নিজৰ মনৰ ভাব আদান-প্ৰদান কৰে। কিন্তু সূক্ষ্মভাৱে সমাজতাত্ত্বিক দৃষ্টিকোণেৰে লক্ষ্য কৰিলে সম্প্ৰদায়ভেদে ভাষাটোৰ ভিন্নতা পৰিলক্ষিত হয়। এই দিশেৰে চালে অঞ্চলটোত বাস কৰা বড়ো-কছাৰী, মিঞা-মুচী লোকসকল দ্বি-ভাষী। এওঁলোকে বাহিৰত অসমীয়াভাষী মানুহৰ লগত অসমীয়াতে কথা-বতৰা পাতে যদিও নিজ পৰিয়ালৰ মাজত বড়ো-কছাৰীসকলে বড়ো ভাষাত, মিঞাসকলে বঙালী ভাষাত আৰু মুচীসকলে অসমীয়া মিশ্ৰিত হিন্দী ভাষাত মনৰ ভাব বিনিময় কৰে। মুছলমানসকলেও অৱশ্যে একেবাৰে ঘৰুৱা পৰিবেশত হিন্দুসকলে ব্যৱহাৰ নকৰা আৰবী-ফাৰ্চী ভাষাৰ শব্দ কিছুমান তেওঁলোকৰ মাজত ব্যৱহাৰ কৰে।

এই লেখাত পশ্চিম নলবাৰীৰ ভাষাটোৰ সমাজতাত্ত্বিক দিশৰ ওপৰত আলোচনা নকৰি, মূল অসমীয়া ভাষাটোৰহে এটি আভাস দিয়াৰ প্ৰয়াস কৰা হৈছে। পশ্চিম নলবাৰীৰ ভাষাটো অসমীয়া ভাষাৰ এটি স্থানীয় উপভাষা। ইয়াৰ এটী সুকীয়া বৈশিষ্ট্য আছে। অবিভক্ত কামৰূপ জিলাৰ নলবাৰী আৰু বৰপেটা দুটা সুকীয়া উল্লেখযোগ্য অঞ্চল আৰু সম্প্ৰতি অধুনাগঠিত দুখন সুকীয়া জিলা। দুয়োটা অঞ্চল বা জিলাৰ ভাষাৰ ভিন্নতাও আছে। পশ্চিম নলবাৰী অঞ্চলটো নলবাৰী জিলাৰ একেবাৰে পশ্চিম আৰু বৰপেটা জিলাৰ একেবাৰে পূব প্ৰান্তত অৱস্থিত অঞ্চল হেতুকে দুয়োটা অঞ্চলৰ উপভাষাৰে প্ৰভাৱ পশ্চিম নলবাৰীৰ ভাষাৰ ওপৰত পৰাটো পৰিলক্ষিত হয়। পশ্চিম নলবাৰীৰ পূব অংশত নলবাৰী ভাষাৰ প্ৰভাৱ আৰু পশ্চিম অংশত বৰপেটাৰ ভাষাৰ প্ৰভাৱ দেখা যায়। এই ফালৰ পৰা ভাষাতাত্ত্বিক বৈশিষ্ট্যৰ ওপৰত ভিত্তি কৰি পশ্চিম নলবাৰীৰ স্থানীয় উপভাষাটোক তিনিটা উপভাগত ভগাব পাৰি। (১) পূব বা পকোৱা অঞ্চলৰ ভাষা। পকোৱা আৰু ধৰ্মপুৰ মৌজাৰ বাউসীয়াপাৰা, বালিজাৰ, ফুলগুৰি, মূলাৰকুছি, খাৰশিঠা আদি গাঁৱৰ প্ৰায়ক্ষেত্ৰতে নলবাৰীৰ লগত যোগাযোগ থকা বাবে এই অঞ্চলৰ ভাষাত নলবাৰী উপভাষাৰ প্ৰভাৱ পৰিলক্ষিত হয়। (২) মধ্য বা চামতা অঞ্চলৰ ভাষা। চামতা, বেলশৰ অঞ্চলক কেন্দ্ৰ কৰি ধৰ্মপুৰ মৌজাৰ বাকীবোৰ গাঁও আৰু ক্ষেত্ৰীধৰ্মপুৰ মৌজাৰ পূব অংশৰ আমনি পিপলিবাৰী, শোলমাৰী, ঠুটিকাটা আদিৰ ভাষাৰ এটি সুকীয়া ৰূপ আছে। (৩) পশ্চিম বা শোলমাৰা অঞ্চলৰ ভাষা। পশ্চিম নলবাৰী অঞ্চলত শোলমাৰা বুলি কোনো ৰাজহ গাঁও নাই যদিও ক্ষেত্ৰীধৰ্মপুৰ মৌজাৰ শোলমাৰা বাছ আস্থানটোক কেন্দ্ৰ কৰিয়েই মৌজাখনৰ পশ্চিম অঞ্চলটোৰ শিক্ষা-সংস্কৃতি, বাণিজ্য আদিৰ বিভিন্ন অনুষ্ঠান গঢ়ি উঠিছে আৰু অঞ্চলটোক বিকাশ কৰিছে বাবে শোলমাৰা নামেৰে অঞ্চলটো পৰিচিত হৈছে। মৌজাখনৰ পশ্চিম অংশৰ নিজতাপা, বৰী, দাহুদি, ঘিলাজাৰি, বৰহেলচা, খেলুৱা, লখোপুৰ, কেন্দুবাৰী, আদি গাঁওবোৰ বৰপেটা জিলাৰ ওচৰ পাঁজৰৰ গাঁও। এই অঞ্চলৰ ভাষাটোত বৰপেটা উপভাষা বৈশিষ্ট্য পৰিলক্ষিত হয়। এই অঞ্চলত মৎসজীৱী সম্প্ৰদায়ৰ ভাষাৰ ভেটিতে পশ্চিম বা শোলমাৰা উপৰূপটো গঠিত হৈছে। এই তিনিওটা উপৰূপতে ধ্বনি, ৰূপ, শব্দ আদি সকলো ক্ষেত্ৰতে পাৰ্থক্য লক্ষ্য কৰিব পাৰি। মধ্য বা চামতা অঞ্চলৰ উপৰূপটোক মূল হিচাপে লৈ বোকী অঞ্চল দুটাৰ উপৰূপ দুটাৰ লগত ধ্বনি, ৰূপ আৰু শব্দৰ ক্ষেত্ৰত থকা পাৰ্থক্যসমূহৰ পৃথক পৃথককৈ তলত এটি চমু আভাস দাঙি ধৰা হ'ল।

(১) ধ্বনিতাত্ত্বিক পাৰ্থক্য ঃ

মধ্য বা চামতা অঞ্চলৰ উপৰূপ আৰু পূব বা পকোৱা অঞ্চলৰ উপৰূপণৰ মাজত ধ্বনিৰ ক্ষেত্ৰত থকা পাৰ্থক্য তলত দিয়া ধৰণৰ

(ক) স্বৰধ্বনিৰ ক্ষেত্ৰত থকা পাৰ্থক্য ঃ

মধ্য বা চামতা অঞ্চল বা পূব পকোৱা অঞ্চল মান্যৰূপ বা অৰ্থ

| | | | |
|---|---|---|---|
| আঃ অ | কাট্ৰী | কটৰী | কটাৰী |
| | ভাঠ্লী | ভঠ্লী | ভঠালী |
| আঅঃ অআ | চাৰ | চৰা | ওখ |
| | পালশ | পলাশ | পলাশ |
| আআঃ | অআ | কামাৰ | কমাৰ |
| | কমাৰ | | |
| | চাক্লা | চক্লা | চকলা |
| | পাখ্ৰা | পখ্ৰা | পখৰা |
| | পাঠা | পঠা | পঠা |
| আআঃ আঅ | আলা | আল | আৰৈ(চাউল) |
| | পাৰা | পাৰ | পাৰ(চৰাই) |
| আঃ আইআ | বাক্ | বায়াক(বাইআক) | বায়েক |
| | ভাক | ভায়াক | ভায়েক |
| | মাক | মায়াক | মায়েক |
| আএঃ আউএ | গাএ | গাউএ | গায় |
| | চাএ | চাউএ | চায় |
| | পাএ | পাউএ | পায় |
| উঃ অ | কুৰাঁল | কৰাঁল/কঙ্লা | কোমল/অপূৰঠ |
| | খুত্তে | খত্তে | খুৰা |
| | গুৰ | গৰ | গুৰি/গছৰ মূল |
| উঃ ও | উঁঠ | ওঁঠ | ওঁঠ |
| | কুক্ | কোক | খালৈ |
| | চুঁচ | চোঁচ | আঁহ |
| | ঠুঁঠ্ | ঠোঁঠ্ | ঠোঁট্ |

(খ) বঞ্জনধ্বনিৰ ক্ষেত্ৰত থকা পাৰ্থক্য

মধ্য বা চামতা অঞ্চল     পূব বা পকোৱা অঞ্চল মান্যৰূপ
বা অৰ্থ
ক>প     কুক্‌তি     কুপ্‌তি     কপৌ
ঙ>ন     গুৱালেঙি     গাউনি     জিঁয়া
জ>দ,ত>চ     কাজিহাট     কাদিহাচ্‌     উদঙীয়া গৰু-
ছাগলী আবদ্ধ কৰি ৰখা গড়াল
দ>ল     হাদ্‌গিল্লা     হালগিল্লা     টোকোলা চৰাই
ন>ম     হোইন্‌নাহ হুইম্‌নাহ     হমুনিয়াহ
ৰ>ল     কুঁৰি     কুঁলি/কুঁৰেলি     কুঁৰলি
খাদ্‌ৰি     খাদ্‌লি     খেজুৰ
ল>ন     আপেইল্‌লেইতা     আপেইন্‌তা
কোমল, অপূৰঠ
লাঙাল     নাঙাল     নাঙল
লেচ্‌ৰা     নেচ্‌ৰা     লেচেৰা মাহ
ল>ৰ     উচুঙলা     উচুৰ্‌ঙা/উচিৰ্‌ঙা উইঁ চিৰিঙা
কৰবিল     কৰবিৰ     কৰবীৰ
দুলুমফুল     দুৰুমফুল     দোৰোণ ফুল
লখোমালা ৰখোমালা     ৰঘুমলা
সাউঙলা     সাঁউৰা     শাওঁৰা

মধ্য বা চামতা অঞ্চলৰ উপৰূপ আৰু পশ্চিম বা শোলমাৰা অঞ্চলৰ উপৰূপৰ ধ্বনিৰ মাজত থকা পাৰ্থক্য।

(ক) স্বৰধ্বনিৰ মাজত থকা পাৰ্থক্য
মধ্য বা চামতা অঞ্চল     পশ্চিম বা শোলমাৰা অঞ্চল
মান্যৰূপবা অৰ্থ
অআঃ অঅ     কঠাল     কঠল     কঁঠাল
কদাল     কদল     কোদাল
জকাৰ     জকৰ     উৰুলি
অআঃ আআ     কঁকাল     কাঁকাল     কঁকাল
কপাল     কাপাল     কপাল
পতান     পাতান     পতান
পথাৰ     পাথাৰ     পথাৰ
বন্ধা     বান্ধা     চাকৰ
অঃ উ     জল্‌পে     জুল্‌পে     জলফাই
বন্দা     বুন্দা
বোন্দা/মতামেকুৰী
ভখ্‌     ভুখ্‌     ভোক
লহা     লুআ     লো/লোহা
আঃ আআ     গা     গাঅ     গা/শৰীৰ
ধা     ধাঅ     ধা/ঘাপ/আঘাত
তা     তাঅ     তাৱা
বা     ঘাঅ     দা/অস্ত্ৰ
মধ্য বা চামতা অঞ্চল     পশ্চিম বা শোলমাৰা অঞ্চল
মান্যৰূপ বা     অৰ্থ
আঃআআ     খাপৰ     খাপাৰ     খাপৰ/এবিধ
ডাঙৰ যাঁঠি
চাদৰ     চাদাৰ     চাদৰ/চেলেং
চাপৰ     চাপাৰ     চুটি/চাপৰ
দাখৰ     দাখাৰ     বলিকটা দা
বাচন     বাচান     বাচন/পাত্ৰ

আঅঃ আউআ চাৰ     চাউৰা     ওখ
আআঃ আউআ পাৰা     পাউৰা     পাৰ চৰাই
উঃও     চুত     চোত     চোট/ভৰিৰে
বহল     ওপৰলৈ মৰা/গৰুৰ পিঠিৰ ওখ অংশ
পুখ্‌ৰী     পোখ্‌ৰী     পুখুৰী
এএঃ এউএ     চেলে     চেউলে     বেণী
এইএঃ ইএ     কেইতে     কিতে     কেতিয়া
যেইতে     যিতে     যেতিয়া
তেইতে     তিতে     তেতিয়া
ওঃ উ     কোচ     কুচ কোঁচ/আঁচল/অসমৰ এটা
হিন্দু জাতি
গোঁফ     গুঁফ     গোঁফ
জোক     জুক     জোক, পানীত
থকা     কীট
জোচ     জুচ     মাংসৰ আঞ্জা
ভোল     ভুল     ভোল/পাচলি
ভোজ     ভুজ     ভোজ
ওঃ ওই     বোনী     বোইনী     ভনী
অন্ত্য উঃ ই     এটু     এটি     এইটো
সেটু     সেটি     সেইটো
অন্ত্যএঃই     আছে     আছি     আছে

মধ্য বা চামতা অঞ্চলৰ উপৰূপটোৰ শব্দত নোহোৱা স্বৰ আৰু ব্যঞ্জনধ্বনি পশ্চিম বা শোলমাৰা অঞ্চলৰ উপৰূপৰ শব্দত আগম হৈ উচ্চাৰণ হোৱা দেখা যায়। যেনে

স্বৰাগম ঃ     চাইন্‌     চাইনা     ৰভা
ঠানি     ঠাইনা     ডাল/ঠালঠেঙুলি
ব্যঞ্জনাগম ঃ     আতেফল     আতেৰফল     আতচল
যা-তা     যাহা তাহা     যেই সেই
বেঞ্চি     বেৰেঞ্চি     বেঞ্চ
সাধুকথা     সাজোৰকথা     সাধুকথা

তেনেকৈ মধ্য বা চামতা অঞ্চলৰ উপৰূপৰ মাজত থকা কোনো ধ্বনি পশ্চিম বা শোলমাৰা অঞ্চলৰ উপৰূপত লোপ হোৱা দেখা যায়। যেনে

মধ্য বা চামতা অঞ্চল     পশ্চিম বা শোলমাৰা অঞ্চল
মধ্যৰূপ বা অৰ্থ
কম্‌ভাই     কভাই     কোনোবা ফালে
পিহাচেনী     পিয়াচেনী     পিশাচনী
সান্দাহ     সান্‌হা     সান্দহ

অপিনিহিতিলোপ ঃ চামতা অঞ্চলৰ উপৰূত মান্যভাষাৰ অপিনিহিতি ঘটি ব্যৱহাৰ হোৱা শব্দবোৰ শোলমাৰা অঞ্চলৰ উপৰূপটোত অপিনিহিতি লোপ হৈ উচ্চাৰণ হোৱা দেখা যায়। যেনে

আইন্‌ছা     আন্‌ছা     আনিছা
কাইট্‌পা     কাট্‌পা     কাটিবা
কাইম্‌ৰে     কাম্‌ৰে     কামুৰি
পাইৰ্‌বা     পাৰ্‌বা     পাৰিবা
মাইল্‌লক     মাল্‌লাক     মাৰিলে

ধ্বনি বিপৰ্যয় ঃ চামতা অঞ্চলৰ উপৰূপটোৰ কোনো শব্দৰ কোনো ধ্বনিৰ স্থানৰ পাস্পৰিক পৰিৱৰ্তন ঘটি শোলমাৰা



অঞ্চলৰ উপৰূটোত প্ৰয়োগ হোৱা দেখা যায়। যেনে
আফিৰ     আফ্‌ৰি     অলপ
আলাহ্‌     আলহা     এলাহ/ঘৃণা
উৰাহ্‌     উৰ্‌হা     উঁৰহ
কলাহ্‌     কল্‌হা     কলহ
তিয়াঁহ্‌     তিহাঁ     তিয়ঁহ
বৰাহ্‌     বৰ্‌হা     বৰশী

অল্পপ্ৰাণ ঃ মহাপ্ৰাণ ঃ চামতা অঞ্চলৰ উপৰূটোৰ শব্দত থকা কোনো অল্পপ্ৰাণ ধ্বনিৰ ঠাইত শোলমাৰা অঞ্চলৰ উপৰূপত মহাপ্ৰাণ ধ্বনিৰ প্ৰয়োগ হয়। আনকি মূলত নথকা সত্ত্বেও কোনো কোনো শব্দত মহাপ্ৰাণ 'হ' ধ্বনিৰ উচ্চাৰণ বিশেষভাবে মনকৰিবলগীয়া।
যেনে
আগে     আঘে     আগেয়ে
কাৰা     কাৰ্‌হা     কঢ়া
কিবা     কিভা     কিবা
কুৰা     কুৰহা     কুৰুৱা(চৰাই)
গান     গাহান     গান/গীত
ডাঙাৰ     ডাহাৰ     ডাঙৰ
দূৰে     দূৰ্‌হে     দূৰৈ
বিৰাট     বিৰহাট     বিৰাট

মহাপ্ৰাণ ঃ অল্পপ্ৰাণ ঃ চামতা অপৰূপ আন কোনো শব্দত থকা মহাপ্ৰাণ ধ্বনি শোলমাৰা উপৰূপত অল্পপ্ৰাণ ধ্বনি হিচাপে হোৱা দেখা যায়। যেনে
আঢেলা     আদোইলা এঢলীয়া/পানীপোতা, চালৰ
পানী পৰা ঠাই জিভা     জিবা
জিভা শাইল্‌খা     শাল্‌কা     শালিকা

আন কিছুমান শব্দত থকা ব্যঞ্জন ধ্বনিৰ পাৰ্থক্য তলত দিয়া ধৰণৰ যেনে
মধ্য বা চামতা অঞ্চল     পশ্চিম বা শোলমাৰা অঞ্চল
মান্যৰূপ বা অৰ্থ
সঘোষ >অঘোষ লাজ     লাচ     লাজ
ক >প     কুক্‌তি     কুপ্‌তি     কপৌ
খ >হ     গোখোনী গোহোনী     প্ৰতিমা
ঙ >ম     গাঙ্‌বুৰা     গাম্‌বুৰা     গাঁওবুঢ়া
ন >ল     আন্‌ধু     আল্‌ধু     এলান্ধু
হ >ৰ     হাইহাল     হাইৰাল     আখল/
ভাত ৰন্ধা ঠাই

(২) ৰূপতাত্ত্বিক পাৰ্থক্য ঃ মধ্য বা চামতা অঞ্চলৰ উপৰূপটোৰ পূব বা পকোৱা অঞ্চলৰ উপৰূপটোৰ লগত থকা ৰূপতাত্ত্বিক পাৰ্থক্য তলত দিয়া ধৰণৰ। যেনে
মধ্য বা চামতা অঞ্চল     পূব বা পকোৱা অঞ্চল মান্যৰূপ
বা অৰ্থ
বহুবচনৰ প্ৰভাৰ ঃ কাকাআহুন কাকাহানা
ককাইদেউহঁত
দাদাআহুন     দাদাহানা     ককাইদেউহঁত/খুৰাহঁত
মামাআহুন     মামাহানা     মোমাইদেউহঁত
পুৰুষবাচক সৰ্বনাম ঃ তুহাত/তুহুন্‌/তুহুন্‌তে     তন্‌থে/তুন্‌থে
তহঁত/তহঁতে

তুহুন     তুহ্‌না/তুন্‌হা     তোমালোক
তাহাত/তাহাতে/তাহুন্‌তে
তান্‌থে/তেন্‌থে/সেন্‌থে
সিহঁত/সিহঁতে
এহুন্‌/আহুন্‌ এহ্‌না/এন্‌হা/আহ্‌না/আন্‌হা
এওঁলোক
তাদুন     তেহ্‌না/তেন্‌হা/তাহ্‌না/তান্‌হা
তেওঁলোক
কাৰক বাচক পৰামৰ্গ ঃ কোৰপে/পা     কোৰপাই
ক'ৰপৰা
ক্ৰিয়াবাচক পৰাসৰ্গ     আহ্‌যাই     আহ্‌গে     আহগৈ
কথাই     কগে     কৰগৈ
খাযাই     খাগে     খাৱগৈ
খ যাওঁ     খগে     খোৱাগৈ
ক্ৰিয়া বিভক্তি ঃ প্ৰথম পুৰুষ কঙ্‌     কঁউ কওঁ
বৰ্তমান কালৰ নিৰ্দেশক ভাব
খাঙ     খাঁউ     খাওঁ
প্ৰথম পুৰুষ     দেঙ     দেঁউ     দিওঁ
বৰ্তমান কালৰ নিৰ্দেশক ভাবৰ
নঞাৰ্থক ৰূপ ঃ তৃতীয় পুৰুষ
নকোই     নকে     নকয়
নাখোই     নাখে     নাখায়
নাযোই     নাযে     নাযায়
নুধোই     নুধে     নোধোৱে

মধ্য বা চামতা অঞ্চলৰ উপৰূপটোৰ পশ্চিম বা শোলমাৰা উপৰূপটোৰ লগত থকা ৰূপতাত্ত্বিক পাৰ্থক্য তলত দিয়া ধৰণৰ।
যেনে
মধ্য বা চামতা অঞ্চল     পশ্চিম বা শোলমাৰা অঞ্চল
মান্যৰূপ বা অৰ্থ
বহুবচনৰ প্ৰত্যয় ঃএগ্‌লা/এগ্‌লাখান     ইগিলাখান এইবোৰ
সেগ্‌লা/সেগ্‌লাখান     সিগিলাখান     সেইবোৰ
নিৰ্দিষ্টতাবাচক প্ৰত্যয় ঃ     কলথোক     কলথক
কলখোক     জোকথোৰ জুকখৰ     জোকডাল
মধ্য বা চামতা অঞ্চল     পশ্চিম বা শোলমাৰ অঞ্চল
মান্যৰূপ বা অৰ্থ
অপাদান কাৰকৰ পৰাসৰ্গ কোৰপে/পা
কোৰপেৰা/পেৰাই/ফেৰে/ফেৰাই     ক'ৰপৰা
সৰ্বনাম ঃ     তুহুন     তুমি আহুন     তোমালোক
তাক     সিক/সিপাক/তাক তাক
তাৰ     সিৰ/সিআৰ/সিহাৰ/তাৰ
তাৰ
ক্ৰিয়াবিশেষণ ঃ ইচান/ইথান ইথেন     এতিয়া
ইঙকে     এন্‌কে     এনেকৈ
কেইতাবাই কুম্‌ভাতিতে     কেতিয়াবাই

(৩) শব্দৰ ক্ষেত্ৰত থকা পাৰ্থক্য ঃ মধ্য বা চামতা অঞ্চলৰ শব্দৰ লগত পূব বা পকোৱা অঞ্চলৰ শব্দৰ ক্ষেত্ৰত থকা পাৰ্থক্যৰ উদাহৰণ তলত দিয়া হ'ল। যেনে
মধ্য বা চামতা অঞ্চল     পূব বা পকোৱা অঞ্চল মান্যৰূপ

বা অর্থ
শৰীৰৰ অংগ-প্ৰত্যংগ কন্থো কন্থি
ঘটিকা/বাকযন্ত্ৰ
পিল্লি পিলেখি/পিল্লে পিৰিকটি/পিকটি
বাহু বাউচা বাহু
বাচন-বৰ্তন কৰেহি লহ্ৰা/কৰেহা কেঁৰাহী
থালি লহৰা লোৰ ডাঙৰ কেৰাহী
বঁটা কন্‌টি/বটা বঁটা/শৰাই
গছ-গছনি ঃ গন্ধপাত ম'হপাত তেজপাত
জাতিবাঁহ ঘৰাবাঁহ বেছিডাঁল
থকা এবিধ গছমাকাল বাঁহ জাতিবাঁহ
বেছিডাল নথকা এবিধ বহু
মকাল বাঁহ
ফল, ফুল পাচলি আদি ঃ
কলদিল কলফুল কলফুল
ঘাথা তিল তিল
লেচ্‌ৰা নেচ্‌ৰা লেচেৰা মাহ
শাইল্‌খাকন্থো ফুল কুন্দু
শালিকা কণ্ঠ ফুল
জীৱ-জন্তু, চৰাই-চিৰিকতি ঃ
কীট-প্ৰতংগ আদি
চকা গুৱাটাকা. টোকোৰা চৰাই
পোইৰেনী পাৰি গুৱাটক্‌ৰা মাইকী পাৰ চৰাই
হাঁহা মাতা হাঁহ মতা হাঁহ
হাহ্‌নী মাতী হাঁহ মাইকী হাঁহ
মাছ ঃ পাতেমুত্‌ৰা পাইনমত্‌ৰা
পানীমুতুৰা/এবিধমাছ সথ্‌লি
ভেহৰি/ঘুমেখাইতী কাঞ্চনমতী
বিবিধ ঃ খহা ভেক্‌লীচকুভেক্‌লী ঘৰৰ চুকত
থকা এবিধ ভেকুলী
গাঙতি কখ্‌ভিৰেলি কাযলটিত
ওলোৰা ব্যাধি
চাইন চাইমাৰা/চাইনামাৰা ৰঙা

ধানকাৰা ৰকনা/হলা থালিৰ পৰা উখুৰা
ধান কড়া কাঠৰ হেতা
ঢাপ টিফা ঢাপ/ভেটি
পৌযে উঘা উঘা

সৰমালা চালিমালা পদুলিমুখত
কলপুলি পুতি দিয়া চাকিৰ মালা

মধ্য বা চামতা অঞ্চলৰ উপৰূপটোৰ লগত পশ্চিম বা শোলমাৰা অঞ্চলৰ উপৰূটোৰ শব্দৰ ক্ষেত্ৰত থকা পাৰ্থক্য। যেনে

মধ্য বা চামতা অঞ্চল পশ্চিম বা শোলমাৰা অঞ্চল
মান্যৰূপ বা অৰ্থ
শৰীৰৰ অংগ-প্ৰত্যংগ কাইথুলি কাইখুতি
কাযলটি বাহু বাউচা বাহু
কাপোৰকানি মুক্‌চা
তেলাচ
গামোচা/মুখ মোচা কাপোৰ
বাচন বৰ্তন ঃ কব্‌কা লাউকৰা
কোৰোঙা/নাৰিকলৰ টানখোলা
ঘাই পাইলা মলা
চৰাই, চিৰিকটি আদি ঃ
চকা বুনচৌকা টোকোৰা
চৰাই
হাদ্‌গিল্‌লা ধদঙ্‌ টোকোলা চৰাই
মাছ ঃ বামি গোছি
বামি/এবিধ মাছ
সথ্‌লি
ঘেগ্‌চি/ভেথ্‌খেলি কাঞ্চনমতী
বিবিধ ঃ উক্‌ৰা জুঙ্‌তি জুমুঠি
গাঙ্‌তি কাহপিল্‌লা কাযলটিত
ওলোৰা ব্যাধি ঘাথা
তিল তিল
চাঁচিবাতাহ বানাহ/চাঁচি ধুমুহা
চাতি গেচ চাকি
তেলভোউকা কাপুৰ কাটা
পইতাচোৰা
দিস্তান সাঁন্তাব সাঁথৰ/দিস্তান
পেক পতা বোকা
ফৰপাত্‌ দাফি/দোফি ফ মূটি
ফৰিং চিত্‌কা ফৰিং
ভিঠা ধিফা ভেটি/ঢাপ

এনেদৰে পশ্চিম নলবাৰীৰ স্থানীয় উপ ভাষাটো থকা সুকীয়া বৈশিষ্ট্য দেখুৱাব পাৰি।



# নলবাৰীৰ অসমীয়া মাৰোৱাৰী সমাজ
## এক বিহংগম দৃষ্টি

ধৰমচন্দ জৈন






১৮২৬ চনত আহোম ৰজা চন্দ্ৰকান্ত আৰু ব্ৰিটিছৰ মাজত সম্পাদিত ইয়াণ্ডাবু সন্ধিমৰ্মে অসমত ব্ৰিটিছ শাসন প্ৰৱৰ্তন হোৱাৰ পূৰ্বেই ১৮১৮ চনমানৰ পৰা অসমলৈ মাৰোৱাৰীসকলৰ আগমন আৰম্ভ হৈছিল। পিচে বিশিষ্ট কবি-নাট্যকাৰ প্ৰসন্নলাল চৌধুৰীৰ পূৰ্বপুৰুষসকল ষষ্ঠদশ শতিকাতে অসমলৈ অহাৰ দৰে কিছু মাৰোৱাৰী লোক ১৮১৮ চনৰ বহু পূৰ্বেই অসমলৈ অহাৰ আভাস পোৱা যায়। এই লোকসকলে কেইবামাহজোৰা এক অতিশয় যন্ত্ৰণাময় যাত্ৰাৰ শেষতহে অসমভূমিত পদাৰ্পণ কৰিছিল। তেওঁলোকে কৰা এনেধৰণৰ অসীম কষ্টপূৰ্ণ সাহসিক যাত্ৰাৰ লেখীয়া যাত্ৰাৰ কথা বৰ্তমান অকল্পনীয়। এনে কোনো কোনো লোকৰ যাত্ৰাপথতে মৃত্যু হৈছিল। মৃতকৰ পৰিয়ালৰ লোকে তেওঁৰ মৃত্যুৰ খবৰ কেইবামাহ আৰু কেতিয়াবা কেইবাবছৰ পিচতহে পাইছিল। অসম আহি পোৱা লোকসকলেও আহি পোৱাৰ পিচতো ইয়াত বৰ দুৰূহ জীৱনযাপন কৰিবলগীয়া হৈছিল। এই লোকসকলে কিন্তু বিপৰীত পৰিস্থিতিতো নিজৰ সততা, নিষ্ঠা, কঠিন শ্ৰম আৰু অধ্যৱসায়ৰ বলত ইয়াৰ স্থানীয় লোকসকলৰ লগত মধুৰ সম্পৰ্ক গঢ়ি তুলিছিল আৰু ব্যৱসায়-বাণিজ্যত কৃতকাৰ্য হৈ প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হৈছিল। ব্যৱসায় বাণিজ্যই নহয়, সময়ে সময়ে এওঁলোকৰ এচামে বিভিন্ন দিশ আৰু ক্ষেত্ৰত উল্লেখযোগ্য অৰিহণা যোগাই সুনাম অৰ্জন কৰাৰ অনেক উদাহৰণ আছে।

অসম নতুবা পূৰ্বাঞ্চলৰ বিভিন্ন ৰাজ্যত বসবাস কৰা যিসকল লোকক মাৰোৱাৰী বুলি ধৰা বা কোৱা হয়, তেওঁলোক আটায়ে ৰাজস্থানৰ পৰা আহি ইয়াত বসতি কৰা বুলি স্থানীয় লোকসকলৰ মাজত এটা উমৈহতীয়া ধাৰণা পোৱা যায়। এই কথা সত্য যে বেছিভাগ মাৰোৱাৰীয়ে ৰাজস্থানৰ পৰাই ইয়ালৈ আহিছে; কিন্তু আটাইখিনিয়েই যে ৰাজস্থানৰ পৰা আহিছে। এই ধাৰণা সত্য নহয়। কিয়নো পূৰ্বৰ পঞ্জাব প্ৰান্তৰ এটা অঞ্চল, যাক আমি বৰ্তমানৰ 'হাৰিয়ানা' নামেৰে জানো, আৰু বৰ্তমানৰ মধ্যপ্ৰদেশৰ 'মালৱা' অঞ্চলৰ পৰা আহি ইয়াত বসতি কৰা লোককো 'মাৰোৱাৰী' শব্দ বা সংজ্ঞাই সামৰি লয়।

অসমলৈ তাহানিতে অহা মাৰোৱাৰীসকলৰ পৰিয়ালসমূহে অসমৰ বায়ু, পানী সাৰোগত কৰি ইয়াতেই নিগাজিকৈ বসতি কৰিছে। নিজৰ পূৰ্বপুৰুষসকলৰ ঠাইখিনিৰ লগত তেওঁলোকৰ বেছিভাগৰে কোনো সম্পৰ্ক নাই। ইয়াৰে প্ৰায় আটাইখিনিৰ বাবে অসমখন নিজৰ কৰ্মভূমিয়েই নহয়, মাতৃভূমিও। সেয়েহে তেওঁলোকক মাত্ৰ মাৰোৱাৰী বুলি কোৱাটো সমীচীন নহয় বুলিয়েই মই ভাবো। তেওঁলোকক 'অসমীয়া মাৰোৱাৰী' নতুবা তেনেধৰণৰে কিবা এটা সংজ্ঞা দিয়াটোৱে যুক্তিযুক্ত হ'ব। আমি এই প্ৰবন্ধত পঢ়ুৱৈসকলৰ সুবিধাৰ্থেহে

... 'মাৰোৱাৰী' শব্দৰ প্ৰয়োগ কৰিছো।

...মি উল্লেখ কৰা অঞ্চলৰ পৰা অসমলৈ আহি ...তেই স্থায়ীৰূপে বসবাস কৰিবলৈ লোৱা ...ৱাৰীসকলৰ ইতিহাস দুই শতিকাৰো ... যদিও আমি বৰ্তমানে যিখিনি অঞ্চলক নলবাৰী হিচাপে ধৰো, তালৈ মাৰোৱাৰী লোকৰ আগমন আনুমানিক ১৬০ বছৰ পূৰ্বেহে হৈছিল। আমি বৰ্তমানলৈ জনা তথ্যমতে ইং ১৮৪৫ চনত পোনপ্ৰথমে অক্ষয়ৰাম বাজাজ নলবাৰীলৈ আহিছিল আৰু সম্ভৱ তেৰেঁই নলবাৰীলৈ অহা প্ৰথমজন মাৰোৱাৰী লোক আছিল। তেখেতৰ কিছু পিচত প্ৰয়াত বিঞ্জৰাম ভাৰতীয়াৰ নলবাৰীলৈ আগমন হৈছিল। এনেদৰে আৰম্ভ হোৱা এই প্ৰক্ৰিয়া সময়ৰ সোঁতত অব্যাহতভাৱে চলি থাকিল। তাৰ পিচত একাদিক্ৰমে প্ৰয়াত শিৱনাৰায়ণ মস্কৰা, প্ৰয়াত কিছনদয়াল জালান, প্ৰয়াত জয়নাৰায়ণ জালান, প্ৰয়াত ৰংগলাল বাজাজ, প্ৰয়াত ওংকাৰমল শৰ্মা, জুহাৰমল শৰ্মা, জোধৰাজ খেমকা আদি লোকসকলে ১৯ শতিকাতে আহি নলবাৰীত বসতি কৰিছিল। ঠাকুৰসীদাস চিমনীৰাম, বালুৰাম বংশীধৰ, হনুমান বক্স চিৰঞ্জীলাল, জেচৰাজ বদ্ৰীনাৰায়ণ আদি ব্যৱসায়িক প্ৰতিষ্ঠানসমূহো ১৯ শতিকাতে নলবাৰীলৈ অহা পুৰণি মাৰোৱাৰীসকলৰ দ্বাৰা প্ৰতিষ্ঠিত। ইয়াৰে কেইবাজনৰো পূৰ্বপুৰুষে কেইবাবছৰ পূৰ্বে অসমলৈ আহি অন্যান্য ঠাইত বসতি কৰিছিল, কিন্তু পিচলৈ তেওঁলোকে নলবাৰীলৈ আহি ইয়াতেই নিগাজিকৈ থিতাপি লৈছিল। এই কথা অনস্বীকাৰ্য যে একমাত্ৰ আজীৱিকাৰ সন্ধানতে তেওঁলোকে সহস্ৰাধিক কিলোমিটাৰ পথ অতিক্ৰমি যাত্ৰাপথৰ অশেষ কষ্টক নেওচা দিও ইয়ালৈ আহি কঠোৰ পৰিশ্ৰম, অধ্যৱসায় আৰু ব্যৱসায়িক নৈতিকাৰ বলত অকল্পনীয় সফলতা লাভ কৰিছিল।

অক্ষয়ৰাম বাজাজৰ নাতি প্ৰয়াত ৰামদেও বাজাজৰ দ্বাৰা স্থাপিত লালচান্দ ৰামদেও ৰাইচ মিল (এল আৰ ৰাইচ মিল)ক আজিও অঞ্চলটোৰ উল্লেখযোগ্য উদ্যোগ হিচাপে নলবাৰীৰ ঔদ্যোগিক ঐতিহ্যৰ বাহক বুলি গণ্য কৰা হয়। প্ৰয়াত ৰামদেও বাজাজৰ পুত্ৰ প্ৰয়াত কেদাৰমল বাজাজ এগৰাকী সফল ব্যৱসায়ীয়েই নহয়, এগৰাকী মানৱ দৰদী সমাজসেৱীও আছিল। ইং ১৯৪৫ চনতে নলবাৰী মহাবিদ্যালয়ক তেওঁৰ পৰিয়ালবৰ্গই তেওঁৰ স্মৃতিত প্ৰদান কৰা ১০ হেজাৰ টকাৰে এটা ডাঙৰ সভাগৃহ নিৰ্মাণ কৰা হৈছিল। নলবাৰী মহাবিদ্যালয়ৰ কেদাৰমল বাজাজ হলটোৱে আজিও তেখেতৰ স্মৃতি জীৱন্ত কৰি ৰাখিছে।

শিক্ষানুষ্ঠান প্ৰতিষ্ঠা কৰি শিক্ষাৰ প্ৰচাৰ-প্ৰসাৰৰ লগতে সমাজ কল্যাণমূলক বিভিন্ন কাৰ্যসূচী ৰূপায়ণৰ বাবে দান-বৰঙণি দিয়াৰ ক্ষেত্ৰত নলবাৰীবাসী লোকৰ এক বিশেষ সুনাম আছে। এইক্ষেত্ৰত নলবাৰীৰ মাৰোৱাৰী সমাজৰ বিশেষ অৰিহণাৰ কথা কাৰো অবিদিত নহয়। নিজৰ পূৰ্বপুৰুষসকলৰ এই পৰম্পৰা অব্যাহত ৰখাত নলবাৰীৰ মাৰোৱাৰী বন্ধুসকল কাহানিও পিচ হোঁহকা নাই। নলবাৰী মহাবিদ্যালয়ৰ কেদাৰমল বাজাজ হ'ল এই মহাবিদ্যালয়ৰে ছাত্ৰাবাস 'বিলাস ভৱন', নলবাৰী অসামৰিক চিকিৎসালয়ৰ 'পুৰুষ ৱাৰ্ড' আৰু 'প্ৰসূতি গৃহ'ই তাৰেই স্বাক্ষৰ বহন কৰিছে।

প্ৰয়াত বিঞ্জৰাজ ভাৰতীয়াৰ পৰিয়াল আৰু প্ৰয়াত জয়নাৰায়ণ জালানেও ক্ৰমে 'ভাৰতীয়া ৰাইচ এণ্ড অইল মিল' আৰু 'জে জি ৰাইচ এণ্ড অইল মিল' নামেৰে দুটাকৈ উদ্যোগ প্ৰতিষ্ঠা কৰি নলবাৰীক উদ্যোগক দিশত আগুৱাই নিয়াত যথেষ্ট অৰিহণা যোগাইছিল। এই দুয়োটা উদ্যোগেই এতিয়া বন্ধ হৈছে যদিও অবিভক্ত কামৰূপ জিলাৰ উল্লেখযোগ্য উদ্যোগ হিচাপে বহু বছৰলৈ নলবাৰীৰ শ্ৰীবৃদ্ধিত যোগোৱা অৰিহণাক নুই কৰিব নোৱাৰি। এক কথাত ক'বলৈ হ'লে— বাজাজ, ভাৰতীয়া আৰু জালান পৰিয়ালে প্ৰতিষ্ঠা কৰা উদ্যোগ তিনিটাই এসময়ত সমগ্ৰ অসম বিশেষকৈ অবিভক্ত কামৰূপ জিলাৰ উদ্যোগক মানচিত্ৰত নলবাৰীয়ে এক গুৰুত্বপূৰ্ণ স্থান দখল কৰাত অবিস্মৰণীয় ভূমিকা গ্ৰহণ কৰিছিল। বাজাজ পৰিয়ালে টিহু আৰু ওদালগুৰিতো ৰাইচ মিল বহুৱাইছিল। ইয়াৰে টিহুৰ মিল বন্ধ হৈছে যদিও ওদালগুৰিৰ মিল এতিয়াও চলি আছে।

ডাগা গোষ্ঠীটোৰ টিহুস্থ ৰাইচ এণ্ড অইল মিল নলবাৰী জিলাৰে নহয়, অসমৰ এক বৃহৎ ৰাইচ এণ্ড অইল মিল হিচাপে বিবেচিত হৈছিল। অসমৰ অস্বাভাৱিক অৱস্থাকে ধৰি বিভিন্ন কাৰণত এই মিল এতিয়া বন্ধ হৈছে। কিছনদয়াল জালানৰ পৰিয়ালৰ লোকে মহাৰাষ্ট্ৰৰ গোন্দিয়াত বিড়ী ফেক্টৰী খুলি ব্যৱসায়ৰ ক্ষেত্ৰত নতুনত্বৰ পৰিচয় দিছিল।

শিক্ষানুষ্ঠান প্ৰতিষ্ঠা কৰি শিক্ষাৰ প্ৰচাৰ-প্ৰসাৰৰ লগতে সমাজ কল্যাণমূলক বিভিন্ন কাৰ্যসূচী ৰূপায়ণৰ বাবে দান-বৰঙণি দিয়াৰ ক্ষেত্ৰত নলবাৰীবাসী লোকৰ এক বিশেষ সুনাম আছে। এইক্ষেত্ৰত নলবাৰীৰ মাৰোৱাৰী সমাজৰ বিশেষ অৰিহণাৰ কথা কাৰো অবিদিত নহয়। নিজৰ পূৰ্বপুৰুষসকলৰ এই পৰম্পৰা অব্যাহত ৰখাত নলবাৰীৰ মাৰোৱাৰী বন্ধুসকল কাহানিও পিচ হোঁহকা নাই। নলবাৰী মহাবিদ্যালয়ৰ কেদাৰমল বাজাজ হ'ল এই মহাবিদ্যালয়ৰে ছাত্ৰাবাস 'বিলাস ভৱন', নলবাৰী অসামৰিক চিকিৎসালয়ৰ 'পুৰুষ ৱাৰ্ড' আৰু 'প্ৰসূতি গৃহ'ই তাৰেই স্বাক্ষৰ বহন কৰিছে।

ছাত্ৰাবাসৰ বাবে নিৰ্মিত 'বিলাস ভৱন'ৰ নিৰ্মাণ বিঞ্জৰাজ ভাৰতীয়াৰ নাতি প্ৰয়াত বিলাসৰায় ভাৰতীয়াই কৰাৱাইছিল। স্থানীয়



চিকিৎসালয়ৰ প্ৰসূতিগৃহৰ নিৰ্মাণ কৰোৱা প্ৰয়াত গোবৰ্ধনদাস ভাৰতীয়াও এই একে ভাৰতীয়া পৰিয়ালৰে লোক আছিল। বিঞ্জৰাজ ভাৰতীয়াৰ নাতি আৰু বিলাসৰায় ভাৰতীয়াৰ ভতিজাক গোবৰ্ধনদাস ভাৰতীয়া কেইবাবাৰো নলবাৰী পৌৰসভাৰ সদস্য নিৰ্বাচিত হৈছিল। এবাৰ তেখেতে পৌৰসভাৰ উপ-সভাপতি ৰূপেও কাৰ্যনিৰ্বাহ কৰিছিল। নলবাৰী মণ্ডল আৰু জিলা কংগ্ৰেছৰ সক্ৰিয় কৰ্মী আৰু কংগ্ৰেছৰ কেইবাটাও গুৰুত্বপূৰ্ণ পদত কাৰ্যনিৰ্বাহ কৰা গোবৰ্ধনদাস ভাৰতীয়াই নিজ খৰচত নলবাৰী জিলা কংগ্ৰেছৰ কাৰ্যালয় ভৱন নিৰ্মাণ কৰাই দলৰ প্ৰতি নিজৰ আন্তৰিক নিষ্ঠাৰ পৰিচয় দিছিল। জিলাই নহয়, ৰাজ্যৰ কেইবাগৰাকী বিশিষ্ট কংগ্ৰেছ নেতাৰ লগত তেখেতৰ মধুৰ সম্পৰ্ক আছিল। বিলাসৰায় ভাৰতীয়াৰ জ্যেষ্ঠ পুত্ৰ 'মংগতুলাল ভাৰতীয়াও এবাৰ নলবাৰী পৌৰসভাৰ সদস্য নিৰ্বাচিত হৈছিল।

১৯৪৮ চনত স্থানীয় চিকিৎসালয়ৰ পুৰুষ ৱাৰ্ডৰ দাতা প্ৰয়াত শিৱনাৰায়ণ মস্কাৰৰ কনিষ্ঠ পুত্ৰ প্ৰয়াত ৰামেশ্বৰলাল মস্কৰাই অবৈতনিক দণ্ডাধীশ হিচাপে কাৰ্যনিৰ্বাহ কৰাৰ সুযোগ লাভ কৰিছিল। তেখেতে নলবাৰী পৌৰসভাৰ উপ-সভাপতি হিচাপে নগৰখনৰ সামগ্ৰিক বিকাশত যথেষ্ট অৰিহণা যোগাইছিল। 'ৰায়সাহেব' উপাধিৰে অলংকৃত প্ৰয়াত মস্কৰাই কৃষিকাৰ্যৰ দিশতো মনোযোগ দিছিল আৰু নিজৰ পিতৃ শিৱনাৰায়ণ মস্কৰাৰ দৰেই এজন সফল খেতিয়ক হিচাপে সুনাম অৰ্জন কৰিছিল। এই কৃতিত্বৰ বাবে তেখেতক কেইবাবাৰো পুৰস্কৃত আৰু সন্মানিত কৰা হৈছিল।

জয়নাৰায়ণ জালানৰ নাতি শ্ৰীজয়দয়াল জালান সামাজিক আৰু অৰ্থনৈতিকভাৱে পিচপৰা সোণাপুৰৰ বাসিন্দাসকলৰ সক্ৰিয় সহযোগত কেইবাবাৰো পৌৰসভাৰ সদস্য নিৰ্বাচিত হৈছিল আৰু এবাৰ কেইমাহমানৰ বাবে পৌৰসভাৰ সভাপতি পদতো অধিষ্ঠিত হৈছিল।

জয়দয়াল জালানৰ কনিষ্ঠ ভাতৃ শ্যামসুন্দৰ জালানে ইটাভাতাৰ ব্যৱসায়ত মনোনিবেশৰ লগতে অসমীয়া ভাষাত কবিতা লিখি কাব্যানুৰাগীসকলৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে।

উদ্যোগ প্ৰতিষ্ঠাৰ ক্ষেত্ৰত নতুনত্ব বিচৰাসকলৰ ভিতৰত প্ৰয়াত গোপীৰাম জোধানীৰ নাম উল্লেখযোগ্য। অসমত পোন প্ৰথমে চকলেট উদ্যোগ (কেণ্ডি ফেক্টৰী) তেখেতেই প্ৰতিষ্ঠা কৰিছিল আৰু নিজৰ ব্যৱসায়িক কৌশল খটুৱাই সাফল্যও লাভ কৰিছিল।

গোপীৰাম জোধানীৰ পুত্ৰ দামোদৰ জোধানীৰ অনুবাদ সাহিত্যত যথেষ্ট অৰিহণা আছে। বৰ্তমান গুৱাহাটীত স্থায়ীভাৱে বসতি কৰা জোধানীৰ অসমীয়া, হিন্দী আৰু ইংৰাজী তিনিওটা ভাষাতে অনুবাদ আৰু মৌলিক ৰচনা প্ৰকাশ হৈছে।

ৰাজস্থানৰ পৰা নলবাৰীলৈ অহা পুৰণি মাৰোৱাৰী ব্ৰাহ্মণ পৰিয়ালৰ দুগৰাকী উল্লেখযোগ্য ব্যক্তি হ'ল প্ৰয়াত পণ্ডিত ওংকাৰমল শৰ্মা আৰু প্ৰয়াত পণ্ডিত জুহাৰমল শৰ্মা। সংস্কৃত ভাষা আৰু শাস্ত্ৰাদিত ব্যুৎপত্তিৰে সুনাম অৰ্জন কৰা ওংকাৰমল শৰ্মাৰ সুযোগ্য সন্তান বাসুদেৱ শৰ্মায়ো এক সুপণ্ডিত হিচাপে জনপ্ৰিয়তা অৰ্জন কৰিছিল। তেখেতে নলবাৰীত 'আলোক প্ৰেছ' স্থাপন কৰি ছপাশালাৰ ব্যৱসায়ত প্ৰৱেশ কৰা প্ৰথমজন মাৰোৱাৰী লোক হিচাপে সুনাম কৰিছিল। গ্ৰন্থ প্ৰকাশক হিচাপে তেখেতে প্ৰতিষ্ঠা কৰা 'আলোক প্ৰকাশন'ৰ পৰা অসমৰ আগশাৰীৰ কেইবাগৰাকী লেখক, সাহিত্যিকৰ গ্ৰন্থ প্ৰকাশ কৰি অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছিল। তেখেতে যিকেইগৰাকী বিশিষ্ট সাহিত্যিকৰ গ্ৰন্থ প্ৰকাশ কৰিছিল, তেখেতসকলৰ ভিতৰত প্ৰখ্যাত সাহিত্যিক আৰু সমালোচক, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি সাহিত্য একাডেমী পুৰস্কাৰপ্ৰাপ্ত ত্ৰৈলোক্যনাথ গোস্বামী, সংস্কৃত পণ্ডিত সৰ্বভাৰতীয় খ্যাতিপ্ৰাপ্ত পণ্ডিত মনোৰঞ্জন শাস্ত্ৰী আৰু ঔপন্যাসিক হিচাপে ছাত্ৰাৱস্থাৰ পৰাই জনপ্ৰিয় হোৱা হিতেশ ডেকাৰ নাম বিশেষভাৱে উল্লেখযোগ্য। সাহিত্যিক, ৰাজনৈতিক আৰু সামাজিক ক্ষেত্ৰৰ নেতৃস্থানীয় লোকসকলৰ সৈতে নিকট সম্পৰ্ক থকা বাসুদেৱ শৰ্মা সঁচা অৰ্থত এজন সমাজ সচেতন সংস্কৃতিৱান ব্যক্তি আছিল। বাসুদেৱ শৰ্মাৰ সুপুত্ৰ বিজয় কুমাৰ শৰ্মাই নিষ্ঠাৱান সমাজকৰ্মীৰূপে জনপ্ৰিয়তা অৰ্জন কৰিছে। সুদক্ষ ঠিকাদাৰ ৰামদেৱ শৰ্মাৰ একমাত্ৰ পুত্ৰ দীনদয়াল শৰ্মা আৰু কনিষ্ঠ ভাতৃ বিশ্বনাথ শৰ্মা অসমৰ কৰ্মনিপুণ ঠিকাদাৰ হিচাপে সুপৰিচিত। ৰামদেৱ শৰ্মাৰ ভতিজা সুনীল শৰ্মা আৰু প্ৰকাশ শৰ্মায়ো সামাজিক কাম-কাজত বিশেষ ৰুচি লোৱা পৰিলক্ষিত হৈছে।

ঊনবিংশ শতিকাৰ শেষ আৰু কুৰি শতিকাৰ আৰম্ভণিৰ বছৰকেইটাত নলবাৰীলৈ কেইবাজনো জৈন ধৰ্মাৱলম্বী লোকৰ আগমন ঘটিছিল। ইয়াৰ ভিতৰত মোতীলাল জৈন, সন্তলাল জৈন, শিৱচন্দৰায় জৈন, চম্পালাল জৈন, চোথমল মোডীলাল জৈন, হৰিবক্স জৈন, হীৰালাল জৈন আদি কেইটামান উল্লেখযোগ্য নাম। এই প্ৰবন্ধৰ লেখক সামাজিক কামত আগৰণুৱা চোথমল জৈনৰ পুত্ৰ। চোথমল জৈনৰ কনিষ্ঠ পুত্ৰ কমল কুমাৰ জৈন অসমীয়া ভাষাৰ কবি হিচাপে সুপৰিচিত চোথমল জৈনৰ ভাগিন আৰু মহেন্দ্ৰ নাৰায়ণ চৌধুৰী ছোৱালী মহাবিদ্যালয়ৰ অধ্যক্ষ চিৰঞ্জীৱ জৈন অসমীয়া ভাষাৰ বিশিষ্ট কবিয়ে নহয়, এগৰাকী সুবক্তা আৰু সুদক্ষ অধ্যাপকো।

মানৱ সেৱাৰ ক্ষেত্ৰত উল্লেখযোগ্য অৱদান আগবঢ়োৱা নলবাৰীৰ বিশিষ্ট ব্যৱসায়ী মুলচান্দ জৈনৰদ্বাৰা স্থাপিত অহিংসা কেমিকেল্‌ছ' নলবাৰীৰ এক উল্লেখযোগ্য উদ্যোগ হিচাপে পৰিগণিত হৈছে। তেখেতৰ পুত্ৰ প্ৰদীপ কুমাৰ জৈনে সমাজ সেৱাৰ ক্ষেত্ৰত কেইটামান উল্লেখযোগ্য কাৰ্যৰে সমাজত এক সুকীয়া স্থান লাভ কৰিবলৈ সক্ষম হৈছে। সমাতহৈতিষী নলবাৰী জৈন সমাজৰ প্ৰাক্তন সভাপতি মোহনলাল জৈনৰ জ্যেষ্ঠ পুত্ৰ পদমচন্দ জৈন, তুলনামূলকভাৱে কিছু পলমকৈ নলবাৰীলৈ অহা কৈলাস চান্দ জৈনৰ পুত্ৰ পদমকুমাৰ জৈন সামাজিক কাম-কাজৰ প্ৰতি আগ্ৰহী সুপৰিচিত লোক। পদমকুমাৰ জৈনৰ দ্বাৰা ৰচিত 'মাথোঁ এটি হাঁহিৰ বাবে' শীৰ্ষক এখনি অসমীয়া হাস্য-ব্যংগৰ পুথিও প্ৰকাশিত হৈছে। নলবাৰী জৈন উচ্চ বিদ্যালয়ৰ অধ্যক্ষ জিতেন্দ্ৰ কুমাৰ জৈন এগৰাকী নিষ্ঠাৱান সমাজকৰ্মীৰূপে ৰাজহুৱা কামত সহযোগ আগবঢ়োৱা সৰবৰহী যুৱক। তেওঁ লেখন কাৰ্যতো মনোনিবেশ কৰিছে।

বিভিন্ন সামাজিক কামেৰে নলবাৰীৰ সমাজ জীৱনলৈ অৰিহণা যোগোৱা আন কেইগৰাকীমান উল্লেখযোগ্য ব্যক্তি হ'ল— কিচান কুমাৰ জালেৱাল, গৌৰীশংকৰ আগৰৱালা, সন্দীপ চমৰীয়া, ৰামগোপাল বাজাজ, সন্তোষ কুমাৰ ভাৰতীয়া, সুৰেশ কুমাৰ সুৰেকা, পৱন কুমাৰ শৰ্মা, সন্তোষ শৰ্মা আদি।

ইয়াৰ ভিতৰত কিচান জালেৱালে ৰাষ্ট্ৰভাষাৰ প্ৰচাৰ কাৰ্যত এক উল্লেখযোগ্য ভূমিকা লৈছে।

আলোকচিত্ৰৰ ব্যৱসায়ত জড়িত গৌৰীশংকৰ আগৰৱালা এজন ভাল বক্তা আৰু লেখক হিচাপেও পৰিচিত। যুৱ সমাজসেৱী সন্দীপ চমৰীয়া ওকালতিৰ ব্যৱসায়ত আত্মনিয়োগ কৰা একমাত্ৰ মাৰোৱাৰী যুৱক। পৱন শৰ্মা শৈক্ষিক আৰু সাংস্কৃতিক গতিবিধিত বিশেষভাৱে জড়িত হৈ আছে। মাণিক চান্দ ভাৰতীয়াৰ জ্যেষ্ঠ পুত্ৰ সন্তোষ ভাৰতীয়াই ঔদ্যোগিক ক্ষেত্ৰত প্ৰৱেশ কৰি কৃতকাৰ্য হোৱা উদীয়মান যুৱ উদ্যমী। এম কম, এল এল বি ডিগ্ৰী লাভ কৰা ভাৰতীয়াৰ নেতৃত্বতে 'নলবাৰী ফুট প্ৰচেছিং প্ৰাইভেট লিমিটেড' নামেৰে এখনি ৰ'লাৰ ফ্লাৱাৰ মিল প্ৰতিষ্ঠা কৰা হৈছে। সামাজিক আৰু ৰাজনৈতিক চেতনাসম্পন্ন উদ্যমী ৰামগোপাল বাজাজো এটা চিৰা মিল স্থাপনেৰে নলবাৰীক ঔদ্যোগিক ক্ষেত্ৰত আগুৱাই নিয়াত সহায়ক হৈছে। নলবাৰীত প্ৰথম চিৰা মিল স্থাপন কৰি উদ্যোগৰ ক্ষেত্ৰত নিজৰ বিশিষ্ট স্থান সুৰক্ষিত কৰি গৈছে গোবীৰাম জোধানীয়ে। দ্বিতীয়টো চিৰা মিল স্থাপন কৰিছিল দুৰ্গাপ্ৰসাদ সিংহানিয়াই। এল আৰ ৰাইচ মিলৰ পৰিসৰতে এটি চিৰা মিল স্থাপন কৰি কেদাৰমল বাজাজৰ পৰিয়ালে চিৰা ব্যৱসায়তো প্ৰবৃত্ত হৈছে।

মাৰোৱাৰী যুৱ মঞ্চই মাৰোৱাৰী যুৱকসকলৰ মনত মানৱ সেৱা আৰু সমাজ কল্যাণমূলক কাৰ্যত আত্মনিয়োগ কৰাৰ মানসিকতা জগাই তোলাত এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। মাৰোৱাৰী যুৱ মঞ্চৰ নলবাৰী শাখাৰো এইক্ষেত্ৰত বিশেষ তৎপৰতাৰ কোনোদিন অভাৱ ঘটা নাই। সমাজ সেৱাৰ ক্ষেত্ৰত মাৰোৱাৰী যুৱ মঞ্চৰ নলবাৰী শাখাই ৰূপায়ণ কৰা বিভিন্ন কাৰ্যসূচী এইক্ষেত্ৰত প্ৰণিধানযোগ্য।

এই প্ৰবন্ধত আমি এতিয়া এনে এজন ব্যক্তিৰ কথা উল্লেখ কৰিব বিচাৰিছো, যিগৰাকীক লৈ প্ৰতিজন নলবৰীয়াই গৌৰৱবোধ কৰে। সেইজন হ'ল ৰংগলাল বাজাজৰ সুযোগ্য সন্তান দুৰ্গাপ্ৰসাদ বাজাজ। তেখেতৰ দৈনন্দিন জীৱন সচৰাচৰ মাৰোৱাৰীসকলে যাপন কৰা জীৱনতকৈ সম্পূৰ্ণ পৃথক আছিল। সমাজবাদী ভাবধাৰাত বিশ্বাসী দুৰ্গাপ্ৰসাদ বাজাজে সাহিত্য সংস্কৃতিমূলক কাৰ্যকলাপৰ প্ৰতি যথেষ্ট আগ্ৰহান্বিত আছিল। তেখেতে বৃহত্তৰ অসমীয়া সমাজ আৰু সেই সমাজৰ স্বাৰ্থৰ লগত নিজকে এনেদৰে একাত্ম কৰি তুলিছিল যে নিজৰ পৰিয়াল আৰু পাৰিবাৰিক ব্যৱসায়ৰ বিষয়ে চিন্তা কৰাৰ অৱকাশ পোৱা নাছিল। সমাজৰ প্ৰতি তেখেতে আগবঢ়োৱা সেৱা অনুকৰণীয় আৰু অনুপ্ৰেৰণীয় আছিল। কবি সাহিত্যিক চিৰঞ্জীৱ জৈন, লেখক অনুবাদক দামোদৰ জোধানী আৰু এই প্ৰবন্ধৰ লেখকৰ জীৱনপথ নিৰ্ধাৰণ আৰু তেওঁলোকৰ চিন্তাশক্তিক সমাজৰ বৃহত্তৰ স্বাৰ্থত নিয়োজিত কৰাৰ ক্ষেত্ৰত তেখেতৰ অবিস্মৰণীয় ভূমিকাৰ কথা উল্লেখ কৰাটো অতিশয় প্ৰয়োজনীয় বুলি অনুভৱ কৰিছো। অসমত তেল শোধনাগাৰ স্থাপনৰ দাবীত ১৯৫৭ চনত গঢ়ি উঠা ব্যাপক গণ আন্দোলনত প্ৰজা সমাজবাদী দলৰ সক্ৰিয় কৰ্মী হিচাপে সত্যাগ্ৰহত অংশগ্ৰহণ কৰি ৪ মাহ ১৫ দিনৰ বাবে বাজাজে কাৰাবাৰণ কৰিব লগা হৈছিল। তেখেতৰ লগত গ্ৰেপ্তাৰ বৰণ কৰাসকলৰ ভিতৰত বিশিষ্ট সাহিত্যিক, সমালোচক আৰু চিন্তাবিদ শশী শৰ্মাৰ নামো বিশেষভাৱে উল্লেখযোগ্য। সমাজৰ মংগলৰ বাবে কাৰাবাস খাটিব লগা হোৱা এই ঘটনা দুৰ্গাপ্ৰসাদ বাজাজৰ জীৱনৰ এক অবিস্মৰণীয় ঘটনা বুলিয়েই বিবেচিত হ'ব। ২০০০ চনৰ দীপান্বিতাৰ দিনা বাজাজৰ অনুজদ্বয় লক্ষ্মীনাৰায়ণ বাজাজ আৰু বিশ্বনাথ বাজাজে উগ্ৰপন্থীৰ হাতত প্ৰাণ হেৰুৱায়। লক্ষ্মীনাৰায়ণ বাজাজ আছিল চাইকেল ব্যৱসায় আৰম্ভ কৰা প্ৰথম মাৰোৱাৰী ব্যৱসায়।

লক্ষ্মীনাৰায়ণ বাজাজৰ জ্যেষ্ঠ পুত্ৰ ডাঃ মাধৱ বাজাজ নলবাৰীৰ মাৰোৱাৰী সমাজৰ ভিতৰত চিকিৎসা বৃত্তি গ্ৰহণ কৰা প্ৰথমজনা ব্যক্তি। তেখেতে বৰ্তমান গুৱাহাটীত স্থায়ীভাৱে বসবাস কৰা শিশুৰোগ বিশেষজ্ঞ হিচাপে সেৱা আগবঢ়াই আছে। উগ্ৰপন্থীৰ গুলীত নিজৰ জ্যেষ্ঠ ভাতৃ লক্ষ্মীনাৰায়ণ বাজাজৰ সৈতে একেলগে প্ৰাণ হেৰুওৱা বিশ্বনাথ বাজাজেও সমাজসেৱাৰ ক্ষেত্ৰত যথেষ্ট অৱদান আগবঢ়াইছিল। তেখেতে দান হিচাপে আগবঢ়োৱা ধনেৰে নলবাৰী আৰু অন্যান্য ঠাইত কেইবাটাও সামাজিক অনুষ্ঠান গঢ়ি উঠিছে।

সচৰাচৰ মাৰোৱাৰীসকলক ব্যৱসায়-বাণিজ্যতে আবদ্ধ থকা বুলি মানুহে ভাৱে যদিও আজিৰ মাৰোৱাৰী যুৱকসকলে মাথোঁ ব্যৱসায়-বাণিজ্যিতে সীমাবদ্ধ নাথাকি সময়ৰ সৈতে খোজ মিলাই অইন বহু বৃত্তিত নিয়োজিত হ'বলৈ নিঃসংকোচে আগবাঢ়ি আহিছে। বৰ্তমান নলবাৰীৰ মাৰোৱাৰী সমাজৰ লোকসকলৰ মাজৰে কিছুমানে অধ্যাপক হিচাপে, কিছুমানে অধিবক্তা হিচাপে, কিছুমানে চিকিৎসক হিচাপে, কিছুমানে অভিযন্তা হিচাপে, কিছুমানে চৰকাৰী বিষয়া হিচাপে, কিছুমানে আৰক্ষী বিষয়া হিচাপে, কিছুমানে বেংক মেনেজাৰ হিচাপে, কিছুমানে চাৰ্টাৰ্ড একাউণ্টেণ্ট হিচাপে নিজ নিজ কৰ্মক্ষেত্ৰত সক্ৰিয় হৈ আছে। আন কিছুমানে সাংবাদিক, কবি, লেখক, সাহিত্যিক হিচাপে আত্মপ্ৰকাশ কৰাই নহয়, প্ৰতিষ্ঠাও লাভ কৰিছে।

নলবাৰী মাৰোৱাৰী সমাজৰ এজন হিচাপে এই প্ৰবন্ধৰ লেখকে স্বনামধন্য সাহিত্যিক-সাংবাদিক-সমাজসেৱী ছগনলাল জৈনৰ দ্বাৰা সম্পাদিক 'সাপ্তাহিক পূৰ্বজ্যোতি'ৰ জৰিয়তে সাংবাদিকতাৰ ক্ষেত্ৰখনত পোন প্ৰথমে প্ৰৱেশ কৰিছিল। পিচলৈ তেওঁ নিউজ ষ্টাৰ, দি চেণ্টিনেল, পূৰ্বাঞ্চল প্ৰহৰী, দি আছাম ট্ৰিবুনৰ সংবাদদাতা হিচাপেও কেইবাবছৰলৈ সেৱা আগবঢাইছে। বজৰংগ খেমকাই সাংবাদিকতাৰ ক্ষেত্ৰত এক সুকীয়া স্থান দখল কৰিবলৈ সক্ষম হৈছে। অসমীয়া আৰু হিন্দী উভয় ভাষাতে প্ৰবন্ধপাতি লিখা খেমকাই অনুবাদ কাৰ্যতো নিজৰ ক্ষমতা প্ৰদৰ্শন কৰিছে। তেখেতৰ ফটোগ্ৰাফিতো যথেষ্ট ৰাপ আছে। তেখেতে তোলা ছবি কেইবাবাৰো প্ৰদৰ্শনীযোগে প্ৰদৰ্শন কৰা হৈছে। খেমকাই নলবাৰী হিন্দী বিদ্যালয়ত শিক্ষক হিচাপেও কেইবাবছৰলৈ সেৱা আগবঢ়াইছিল।

অধ্যাপনাক বৃত্তি হিচাপে লোৱা মাৰোৱাৰী লোকসকলৰ ভিতৰত কবি-সাহিত্যিক চিৰঞ্জীৱ জৈন আৰু লেখক, সাংবাদিক ধৰমচন্দ জৈন মুখ্য। কামৰূপ মহাবিদ্যালয় আৰু পিচলৈ টিহু মহাবিদ্যালয়ৰ প্ৰবক্তা হিচাপে শিক্ষক জীৱনৰ পাতনি মেলা চিৰঞ্জীৱ জৈন বৰ্তমান নলবাৰীৰ মহেন্দ্ৰ নাৰায়ণ চৌধুৰী ছোৱালী মহাবিদ্যালয়ৰ অধ্যক্ষ হিচাপে কৰ্মৰত। লেখক, অনুবাদক দামোদৰ জোধানীয়ে কিছুকাল এইক্ষেত্ৰত নিজৰ সেৱা আগবঢ়াইছিল। শিক্ষাদানত জড়িত থকাসকলৰ ভিতৰত বৰমা মহাবিদ্যালয়ত কৰ্মৰত অনিল জৈন (ছাব্ৰা), ঋষভ দিগম্বৰ জৈন উচ্চ বিদ্যালয়ৰ অধ্যক্ষ জিতেন্দ্ৰ জৈন (পাটনী) আৰু



লিটিল ফ্লাৱাৰ স্কুলত কৰ্মৰত মুকেশ কুমাৰ জৈন (পাটনী)ও অন্যতম।

বৰ্তমান নলবাৰীৰ পাঁচগৰাকী মাৰোৱাৰী যুৱকে অসম চিলিভ ছাৰ্ভিচ (এ চি এছ)ৰ বাবে নিৰ্বাচিত হৈছে। সৰ্বপ্ৰথম ৰমেশ চান্দ জৈনে এইক্ষেত্ৰত সফলতা লাভ কৰে। তেওঁ অসম ৰাজ্যিক পৰিবহণ নিগমৰ সঞ্চালক হিচাপে যথেষ্ট দক্ষতাৰ পৰিচয় দি সুনাম অৰ্জন কৰিছে। এসময়ত মাহে কেইবাকোটি টকা ঘাটিত ককৰকাই থকা পৰিবহণ নিগমক মৃত্যুমুখৰ পৰা উলিয়াই আনি বৰ্তমানৰ সুচল অৱস্থালৈ অনাৰ ক্ষেত্ৰত ভূমিকাক সকলোৱে ভূয়সী প্ৰসংসা কৰিছে। ইয়াৰ পূৰ্বেও অসম চৰকাৰৰ বিভিন্ন পদত কাৰ্যনিৰ্বাহ কৰোতে সুনাম অৰ্জন কৰা পৰিলক্ষিত হৈছিল। পিতৃ শ্ৰীসোহনলাল জৈনেও নলবাৰী জৈন সমাজৰ সামাজিক আৰু ধৰ্মীয় কাম-কাজত নেতৃস্থানীয় ভূমিকা গ্ৰহণ কৰি আহিছে। ধৰমচান্দ যোশী (শৰ্মা)ৰ সুযোগ্য সন্তান বাবুলাল শৰ্মাই ৰাজহ চক্ৰ বিষয়া হিচাপে চৰকাৰী সেৱাত যোগ দিছিল। বৰ্তমান তেখেতে ৰহাত এই পদতে সুকলমে কাৰ্যনিৰ্বাহ কৰি আছে। বিক্ৰীকৰ বিষয়া হিচাপে ৰাকেশ আগৰৱালা (খেমকা)ই বিশেষ প্ৰতিভা আৰু পাৰদৰ্শিতাৰ পৰিচয় দিছে। বিক্ৰীকৰ বিষয়ৰ তেখেতে লিখা দুখনে পুথিও ইতিমধ্যে প্ৰকাশিত হৈছে। পুথি দুখনে জনসাধাৰণৰ লগতে চৰকাৰী বিষয়াসকলৰ বাবে যথেষ্ট গুৰুত্বপূৰ্ণ বুলি বিবেচিত হৈছে। ৰাকেশ আগৰৱালা (খেমকা)ৰ পিতা লক্ষ্মীনাৰায়ণ আগৰৱালা (খেমকা) মহাবিদ্যালয় পৰ্যায়ৰ শিক্ষা লাভ কৰা নলবাৰীৰ মাৰোৱাৰী সমাজৰ প্ৰথম ব্যক্তি। তিলক চন্দ্ৰ শৰ্মাৰ পুত্ৰ মনোজ কুমাৰ শৰ্মাই বিক্ৰীকৰ অধীক্ষক হিচাপে নিযুক্তি লাভ কৰি নিচেই কম সময়তে দক্ষতা প্ৰদৰ্শনত সফল হৈছে। বিক্ৰীকৰ অধীক্ষকৰ পদত নিযুক্তি লাভ কৰা নলবাৰীৰে আন এজন যুৱক অনিল কুমাৰ জৈন (ছাব্ৰা)ই নিজৰ প্ৰতিভাৰ পৰিচয় দি এই পদত আজিও সুকলমে কাৰ্যনিৰ্বাহ কৰি আছে। জৈনৰ পিতৃ স্বৰ্গীয় কুন্দনমল জৈন (ছাব্ৰা) এগৰাকী সক্ৰিয় সমাজসেৱী আছিল। তেখেতে নলবাৰী পৌৰসভাৰ সদস্য হিচাপেও সেৱা আগবঢ়াইছিল। সমাজ সচেতন মহাবীৰ প্ৰসাদ শৰ্মাৰ পুত্ৰ অনিল শৰ্মা অসম পুলিচ ছাৰ্ভিচ (এ পি এছ)লৈ নিৰ্বাচিত নলবাৰীৰ একমাত্ৰ মাৰোৱাৰী যুৱক। বৰ্তমান তেখেতে উপ-আৰক্ষী অধীক্ষক হিচাপে কামৰূপ জিলাত কাৰ্যনিৰ্বাহ কৰি আছে।

লক্ষ্মীনাৰায়ণ বাজাজৰ পুত্ৰ মাধৱ প্ৰসাদ বাজাজ এম বি বি এছ আৰু এম ডি ডিগ্ৰী লাভ কৰা চিকিৎসা বৃত্তিত প্ৰৱেশ কৰা প্ৰথমগৰাকী মাৰোৱাৰী ব্যক্তি। তেওঁৰ বিষয়ে আমি প্ৰবন্ধত পূৰ্বেও চৰ্চা কৰিছো। কৈলাস চান্দ জৈন (ৰাওকাৰ)ৰ পুত্ৰ ৰাকেশ জৈন (ৰাওকা) আৰু নলবাৰী জৈন সমাজৰ প্ৰাক্তন উপ-সভাপতি কিছনলাল জৈন (সেঠী)ৰ পুত্ৰ ৰাজকুমাৰ জৈন (সেঠী)য়েও এম বি বি এছ ডিগ্ৰী লাভ কৰি চিকিৎসা বৃত্তিত মনোনিবেশ কৰিছে।

নলবাৰীৰ ৭ জন মাৰোৱাৰী যুৱকে বৰ্তমানলৈ চাৰ্টাৰ্ড একাউণ্টেণ্টৰ বৃত্তি গ্ৰহণ কৰিছে। পোনপ্ৰথমে অশোক কুমাৰ জালানে এই বৃত্তিত প্ৰৱেশ কৰিছিল। গোবৰ্দ্ধনদাস জালানৰ পুত্ৰ অশোক কুমাৰ জালানে বৰ্তমান গুৱাহাটীতে থাকি এই বৃত্তিত কাৰ্যনিৰ্বাহ কৰি আছে। সত্যনাৰায়ণ বাজাজৰ পুত্ৰ দীপক কুমাৰ বাজাজেও এই বৃত্তিত সোমাই বৰ্তমান নলবাৰীতে কৰ্মৰত হৈ আছে। ইয়াৰ উপৰি নলবাৰী জৈন সমাজৰ সভাপতি কাপুৰচান্দ ৰাওকাৰ পুত্ৰ ৰাজেশ ৰাওকা আৰু সোহনলাল ৰাওকাৰ পুত্ৰ মনোজ ৰাওকাই চি এৰ ডিগ্ৰী লাভ কৰি এই বৃত্তিত নিয়োজিত হৈছে। যোৱাবছৰ সুভাষ জৈন আৰু মিত আগৰৱালায়ো চি এ পৰীক্ষাত উত্তীৰ্ণ হৈছে। সুভাষ জৈনৰ পিতৃ নাথুলাল জৈন নিজেও এগৰাকী কোষ্ট একাউণ্টেণ্ট আৰু নলবাৰীত আয়কৰ পৰামৰ্শদাতাৰ বৃত্তি লোৱা প্ৰথম ব্যক্তি। নাথুলাল জৈনৰ জ্যেষ্ঠ পুত্ৰ আৰু সুভাষ জৈনৰ ককায়েক ভানুপ্ৰকাশ জৈনেও নিজৰ পিতৃৰ খোজত খোজ মিলাই একে বৃত্তিকে সফলতাৰে আঁকোৱালি হৈছে। সুভাষ জৈনৰ নৱবিবাহিতা পত্নী মনীষা জৈনেও চি এ ডিগ্ৰী লাভ কৰা নিজ স্বামীক তেওঁৰ বৃত্তিগত কাৰ্য সম্পাদন কৰাত সক্ৰিয়ভাৱে সহযোগ কৰিবলৈ লৈছে। বি কম, এল এল বিৰ পিচত চি এ ডিগ্ৰী লাভ কৰা অমিত আগৰৱালাই যুৱ সমাজকৰ্মীৰূপে ইতিমধ্যে বিশেষ স্বীকৃতি লাভ কৰিছে। মাৰোৱাৰী যুৱ মঞ্চৰ নলবাৰী শাখাক সৰ্বভাৰতীয় পৰ্যায়ত এক উল্লেখযোগ্য শাখাৰূপে প্ৰতিষ্ঠা কৰাত তেওঁ প্ৰভূত অৰিহণা যোগাইছে। অমিত নলবাৰীৰ মাখনলাল আগৰৱালা (জীৱৰাজকা)ৰ ল'ৰা।

এটা কথা মই পঢুৱৈসকলৰ জ্ঞাতাৰ্থে বিশেষভাৱে ক'ব খোজো যে অসমলৈ প্ৰব্ৰজন ঘটা মাৰোৱাৰীসকলৰ অধিকাংশই আগৰৱালা, জৈন আৰু ব্ৰাহ্মণ লোক। ৰাজপুত, জাট, মালী, নাপিত, সোণাৰি আদি জাতিৰ কিছু লোকো ইয়ালৈ নহা নহয়, কিন্তু তেওঁলোকৰ সংখ্যা তেনেই সামান্য। আগৰৱালা আৰু জৈন সমাজৰ অধিকাংশ লোকেই হ'ল ব্যৱসায়ী। অসমলৈ আহি ইয়াতেই নিগাজিকৈ বসতি কৰা এই দুয়োটা জাতিৰ অধিকাংশ লোকে ব্যৱসায়-বাণিজ্যকে নিজৰ আজীৱিকাৰ মাধ্যম হিচাপে বাছি লৈছিল। ইয়াৰে বহুতে পোন প্ৰথমে কোনো মাৰোৱাৰী ব্যৱসায়িক প্ৰতিষ্ঠানত চাকৰি কৰিছিল আৰু এনেকৈ কিছু অভিজ্ঞতা লাভ কৰি পিচলৈ নিজৰ স্বতন্ত্ৰ ব্যৱসায় আৰম্ভ কৰি নিজকে সফল ব্যৱসায়ীৰূপে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছে। এই প্ৰক্ৰিয়া আজিও চলি আছে।

ব্ৰাহ্মণ জাতিৰ লোকসকলে পুৰোহিত-পূজাৰী হিচাপে প্ৰতিষ্ঠা লাভ কৰিছে। কিছু লোকে মাৰোৱাৰী ব্যৱসায়ীসকলৰ ঘৰত ৰান্ধনী হিচাপে আৰু আন কিছুমানে ব্যৱসায় প্ৰতিষ্ঠানসমূহত মুনীম (হিচাপৰক্ষক) হিচাপে কামত যোগ দি পিচলৈ নিজাকৈ ব্যৱসায় খুলি নিজকে সফল ব্যৱসায়ীৰ ৰূপত প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছে।

নলবাৰী চহৰত তিনিশতকৈও অধিক মাৰোৱাৰী পৰিয়ালে বসবাস কৰি আছে। নলবাৰী জিলাৰ টিহু, তামুলপুৰ, মুকালমুৱা, বৰমা, ৰামপুৰ আদি ঠাইসমূহত বসবাস কৰা মাৰোৱাৰী পৰিয়ালৰ সংখ্যা যোগ দিলে এই সংখ্যা চাৰিশৰ ওচৰা-উচৰি হ'ব।

# ধৰ্মীয় ঐতিহ্য-পৰম্পৰাৰ সাক্ষী বিল্বেশ্বৰ দেৱালয়

## অৰূপ ৰঞ্জন বৰ্মন

'তেজৰে কমলাপতি/ পৰভাতে নিন্দ....।' এনেদৰে ভক্তিৰসৰ অমিয়া সুৰ ভাঁহি আহে। পুৱতি নিশা মছজিদত আজানৰ সুৰ ভাঁহি অহাৰ সময়তে মহাপুৰুষ শংকৰদেৱৰ বিৰচিত বৰগীত কিম্বা শিৱ মহিমা, লোকগীত আদিৰ সুৰে বতাহত মিলি চৌদিশ ৰজনজনাই তোলে। প্ৰতিটো পুৱা-গধূলিত নাম প্ৰসংগ, ডবাৰ শব্দই প্ৰতিজন লোকৰ কাণত স্পৰ্শ কৰে। এইখনেই নলবাৰী জিলাৰ বেলশৰ গাঁৱত অৱস্থিত অসমৰ এখন অন্যতম জাকত জিলিকা শক্তিপীঠ, মহামিলনৰ পূৰ্ণ তীৰ্থ ঈশ্বৰ শ্ৰীশ্ৰীবিল্বেশ্বৰ দেৱালয়। বিশাল জনপূৰ্ণ বেলশৰ গাঁৱৰ এই দেৱালয়খনে শিশুৰ পৰা আবাল বৃদ্ধ-বনিতালৈকে প্ৰতিজনকে আকৰ্ষিত কৰি আছে। কিম্বদন্তীৰ টোপোলা খুলি চালে ইয়াৰ জন্ম বৃত্তান্তৰ বিষয়ে ওলাই পৰে। ইয়াৰ ধৰ্মীয় ঐতিহ্যৰ নিদৰ্শন বিস্তৃত। এই দেৱালয়খনিৰ পাতনিৰ বিষয়ে জানিবলৈ আজিও বহু মানুহে উদগ্ৰীৱ হৈ আছে। অতীজৰে পৰা ইয়াৰ কাহিনী জনসমাজত জনশ্ৰুতি হৈ চলি আছে।

কামৰূপ বুৰঞ্জী অনুসৰি ১৫২১ খ্ৰীষ্টাব্দত নাগাক্ষ ৰজাই নিৰ্মাণ কৰা বিল্বেশ্বৰ দেৱালয় নামটো কেনেকৈ হ'ল এই সন্দৰ্ভত মতভেদ নথকা নহয়। 'বিল্বেশ্বৰ' আৰু 'বেলশৰ' যে এটা মুদ্ৰাৰ ইপিঠি-সিপিঠি ইয়াৰ ব্যাখ্যাত তাকেই ওলাই পৰে। বিৰিণাৰ চোপৰ তলৰ পৰা শিৱ লিংগ ওলোৱা বাবে ইয়াৰ নাম হ'ল বিন্নেশ্বৰ (বিনা + ঈশ্বৰ)। আকৌ কোনো কোনোৰ মতে বিল্বশ্ৰী পাহাৰ (য'ত বৰ্তমান দেৱালয়খন আছে) ত যথেষ্ট বেলগছ আছিল। সেয়েহে, ইয়াৰ নাম বিল্ব-ঈশ্বৰ— বিল্বেশ্বৰ হ'ল। পিছত ইয়াৰ পৰিবৰ্তিত শব্দ 'বেলশৰ'। বিল্বশ্ৰী পাহাৰত যথেষ্ট বেল সৰি থকা বাবে হয়তো 'বেলশৰ' হ'ল। যোগিনী তন্ত্ৰত বিল্বশ্ৰী নামৰ এখন পাহাৰ আছিল। আন এচামে আকৌ বৰ্তমান দেৱালয়ৰ সমীপত এখন হেনো বিল আছিল আৰু এই বিলৰ পৰা 'বিল্বেশ্বৰ' নামটো হ'ল বুলি বিশ্বাস কৰে। মুঠৰ ওপৰত 'বিল্বেশ্বৰ' নামটোৰ যথেষ্ট মতভেদ থকা দেখা যায়।

বিল্বেশ্বৰ দেৱালয়ৰ গভীৰ তাৎপৰ্যৰ দিশ হ'ল আধ্যাত্মিক, সমাজতান্ত্ৰিক চেতনা আৰু গণ সম্প্ৰীতি। ধৰ্মতকৈয়ো এই দিশকেইটা অধিক তাৎপৰ্যপূৰ্ণ। হিন্দু-মুছলমান সম্প্ৰদায়ৰ মিলন ভূমি। অতীজৰে পৰা চলি অহা ধৰ্মীয় ব্যৱস্থাই মানুহৰ মাজত একতা আৰু ভাতৃত্বভাব সুদৃঢ় কৰাত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। হিন্দু-মুছলমান সম্প্ৰদায়ৰ লোকে দেৱালয়খনক কেন্দ্ৰ কৰিয়ে আজিও একতাৰ এনাজৰীৰে বান্ধ খাই আছে। ইছলাম ধৰ্মাৱলম্বী লোকসকল এই দেৱালয়ৰ পাইক আছিল বুলি জনা যায়। তেওঁলোকে নিতৌ সন্ধিয়া সময়ত দেৱালয়খনত জিকিৰ পৰিবেশন কৰিছিল। মুছলমান পাইকসকলৰ বাবেও ভোগৰ এসাঁজ থাল আছিল। ইয়েই দেৱালয়খনৰ এক সুকীয়া বৈশিষ্ট্য বহন কৰি আহিছে। ইয়াৰ গাম্ভীৰ্য পৰিৱেশে পুৰণি ঐতিহ্য ৰক্ষা কৰি আহিছে। বিল্বেশ্বৰ দেৱালয়ক কেন্দ্ৰ কৰি বেলশৰ গাঁৱৰ চুবুৰীৰ নামকৰণ আৰু চুবুৰীবাসীৰ উপাধি নিৰ্ধাৰণ কৰা হৈছে।

বৃহত্তৰ বেলশৰ গাঁওখনৰ এতিয়া ৪৭ টা চুবুৰীয়ে দেৱালয়খনলৈ সেৱা আগবঢ়াই আহিছে। বেলশৰ ওজাপালি দলৰ বিখ্যাত ডাইনাপালি প্ৰভাত চন্দ্ৰ হালৈয়ে তেওঁৰ 'বিল্বেশ্বৰ দেৱালয়ৰ আদি কথা' নামৰ গ্ৰন্থখনত ওজাৰ পদত চুবুৰীৰ নামকৰণ কৰিছে এনেদৰে— "পূজা আৰু ভোগৰ হয়ব যোগাৰী; যাচিলা তেওঁক ৰজাই উপাধি; সেই সবৰ চুবুৰীৰ নাম 'দেউৰীপাৰা' নাম।' 'পূজা সেৱাৰ অগ্ৰভাগ তেওঁলোকৰ কাম; পূজাৰ বাবে লাগে যত ফুল আৰু মালা; সেই মালি সবৰ চুবা হ'ল 'মালি পাৰা'।" "পূজা সেৱাই সেইজনে ফুৰিবেক মাতি; মাতাসাবাৰ নামে দিলা 'মাতাপাৰা' পাতি।" "চান্দোৱা কাপোৰ যত পূজা সেৱাই লাগে; 'চান্দপাৰা' নাম হ'ল তেওঁলোকৰ ভাগে।" "সেইজনে ভঁড়ালৰ সৰ্বকাম লৈলা; 'ভড়ালীপাৰা' তেওঁৰ চুবাৰ নাম থৈলা।" "শিকদাৰ, মুদিয়াৰ বিচাৰকদ্বয়; শিকদাৰ 'মুদিয়াৰথেৰ' সেই নাম হয়।" "লাগে যত মান যিয়ে দিব আনি; 'খৈৰাথেৰ' চুবা বুলি তেওঁলোকক জানি।" "বীৰ ডেকাসবক দিলা স্বেচ্ছাসেৱাৰ কাম; 'বীৰাথেৰ', 'ডেকাথেৰ' সেই ভাগে নাম।" "ওজালি-বেজালি যিবা কৰিব ইস্থানে, সৰ্বজন বিদিত 'ওজাপাৰা' নামে। "শিকদাৰ, মুদিয়াৰৰ তলত মেধি একজন; 'মেধিপাৰা' তেওঁৰ চুবা জানে সৰ্বজন।" "মেলেকি একজন হৈলা মেধিৰ তলত; আগম নিগম যত বৰ্ণাইব মেলত; তেওঁৰ নামে চুবুৰীৰ নামে 'মেলেকি পাৰা'।" —— "পূজা সেৱাই শুক্ল বস্ত্ৰ য'ত মান লাগে; 'শুকাপাৰা' নাম হ'ল তেওঁলোকৰ ভাগে।" "দোনা-পাত যত লাগে যিয়ে দিব আনি; 'পাটকোপাৰা' তেওঁৰ চুবা সৰ্বলোকে জানি।" "সৰ্বকালৰ নিৰীক্ষক যাহাক পাতিলা; তেওঁৰ নামে তেওঁৰ চুবা 'মেনাপাৰা' হৈলা।" "ঠাকুৰ হৈ কৰিব যি ৰন্ধনৰ কাম; 'ঠাকুৰীয়াপাৰা' চুবা তেওঁলোকৰ নাম। "আৰু কত উপাধি ৰজাই যাঁচিলা; প্ৰমাণ তাৰ উপাধি চুবুৰীয়ে মিলা।" "বিৰিণাৰ তলে প্ৰভু হৈলা অৱতাৰ; সেই হেতু পাইলা নাম প্ৰভু বিল্বেশ্বৰ।" "বেল বৃক্ষ আছিল বহু বিল্ব পাহাৰত; বেলশৰ নাম দিলা নোৱাৰ পশ্চিম পাৰত।" "বেলশৰ-বিল্বেশ্বৰ মাথো দুটি নাম; দুই গাঁৱে মিলি কৰে পূজা-সেৱাৰ কাম।" "ৰজাই দিয়া এই সব উপাধি সবাৰে; আজিও চলিছে সি নীতি অনুসাৰে।" ইত্যাদি। ঠিক তেনেদৰে, দেৱালয়ত বলিৰ বাবে জৰী বা ৰচী দিয়া বাবে 'জৰিয়াপাৰা', শিঙা বা শংখধ্বনি বজোৱা বাবে 'শিঙিমাৰা', পূজাত মেৰঘৰ সজোৱা বা বলি আদিক জৰীৰে মেৰিওৱা বাবে 'মেৰপাক'; দলি বাস কৰা ঠাইখিনিক 'দলৈপাৰা', নোৱা নৈৰ পাৰত বাস কৰা বাবে 'নদীৰ পাৰ', দেৱালয়ৰ চৌহদ চাফাই কৰা মানুহখিনিৰ বাসস্থানক 'নশিকাকুছি', দলবান্ধি 'ঔজান' দি কাম কৰা লোকৰ চুবুৰীক 'উজনীয়া পাৰা', ঢোলৰ মাটিৰ খাটৰ আলমত 'বৰাখাট'। আকৌ, দেৱালয়ৰ প্ৰথম পূজাৰী ৰূপ নাৰায়ণ ভট্টাচাৰ্য্যৰ পিছত জয়নাৰায়ণ পূজাৰী হয়। জয়নাৰায়ণ পূজাৰীয়ে বিধি পাঠ কৰাৰ বাবে বৰদা মিশ্ৰক মিথিলাৰ পৰা লৈ আহে। এওঁক দেৱালয়ৰ পশ্চিম প্ৰান্তত থকা নৈৰ পাৰৰ ওখ ঢিপ এটাত নিগাজিকৈ থাকিবলৈ সুবিধা কৰি দিয়ে। তেতিয়াৰে পৰা এই চুবুৰীটোৰ নাম 'বৰভিঠা'। বৰ্তমান তাত ব্ৰাহ্মণ সম্প্ৰদায়ৰ লোকেৰে ভৰপূৰ। ঠাই সাৰা আৰু ভোগৰ থাল পোৱা চুবুৰী 'মুছলিমপাৰা', 'চাকি-বন্তি, দা-কটাৰী তৈয়াৰ কৰা বাবে তাৰ নাম 'কমাৰপাৰা', ৰজাৰ মালি, পালোৱান আদি থকা ঠাইক 'শালো পাৰা'। তদুপৰি কেতবোৰ চুবুৰীৰ নাম যেনে— ২নং শিঙিমাৰা, শান্তিপুৰ, নটুৱাপাৰা, শইকীয়া পাৰা, খেদলাপাৰা, নাজিৰপাৰা, মিলনপুৰ, মেনাপাৰা, মধ্য মেনাপাৰা, ভেণ্ডাপাৰা, শইকীয়া পাৰা, ন-পাৰা, হুজুৰি পাৰা, বপাৰা, বৈশ্যপাৰা আদি নামবোৰ দেৱালয়ৰ লগত ভিন ভিন কাৰ্যত জড়িত থকা বাবে দিয়া হৈছে। আনহাতে, দেৱালয় নিৰ্মাতা নাগাক্ষ ৰজাই দেৱালয়ৰ উৎসৱ-পাৰ্বণৰ বাবে দিন-বাৰ চাবলৈ গুৱাহাটীৰ শুক্লেশ্বৰ মন্দিৰৰ পৰা ভীমসেন নামৰ ব্ৰাহ্মণ এজনক তিথিকৰ আৰু বৰদেউৰী হিচাপে আনি দেৱালয়ৰ উত্তৰ দিশে থকা গন্ধিয়া গাঁৱত থাকিবলৈ দিয়ে। ঠাইখিনি ফুলৰ গোন্ধত চৌপাশে আমোল-মোলাই থকা বাবে 'গন্ধিয়া' নামকৰণ হ'ল বুলি জনা যায়। বৰ্তমান এই গাঁওখন অসমৰ জ্যোতিষ চৰ্চাৰ প্ৰাচীনতম গাঁও হিচাপে খ্যাত।

যোগিনীতন্ত্ৰত পোৱা মতে— বিল্বেশ্বৰ দেৱালয় এখনি শক্তিপীঠ। দেৱালয়খন শক্তিপীঠ হ'লেও ইয়াত নিত্য পূজা-পাৰ্বণৰ বাহিৰেও পৰম্পৰাগতভাৱে দুৰ্গাপূজা, শিৱৰাত্ৰি, লক্ষ্মীপূজা, দৌলোৎসৱ, শ্যামাপূজা, বাসন্তী পূজা, হোমপাঠ, জেঠুৱা নাম, বৰাতৰ নাম, যাগ-যজ্ঞ আদি সময়মতে পালিত হৈ আছে। দেৱালয়খনত অনুষ্ঠিত হোৱা সাৰ্বজনীন ধৰ্মৰ উৎসৱ পালনৰ ঐতিহ্য সমগ্ৰ ভাৰততে বিৰল। প্ৰধানতঃ এই দেৱালয়ৰ বিগ্ৰহ শিৱলিঙ্গ হ'লেও ইয়াত শাক্ত, শিৱ, বৈষ্ণৱ তিনিওটা ধৰ্মৰে উৎসৱ আদি মহা ধুমধামেৰে পালিত হৈ আছে। আনকি দেৱালয়খনত দৈনিক নাম-কীৰ্ত্তন আদিও হয়। পুৰণি কালৰে পৰা ইয়াত বাৰটা মাহত তেৰটা উৎসৱ পাৰ্বণ কৰি অহা হৈছে। দেৱালয়খনত শিৱলৈ সদায় আমিষ বা নিৰামিষ যিকোনো এবিধ ভোগ আগবঢ়োৱাটো নিয়ম। নিয়মিত কাৰ্য হিচাপে পূজাৰ প্ৰাক্ মুহূৰ্তত পূজাৰীয়ে গাখীৰেৰে মূৰ্ত্তি ধুৱায়।

প্ৰতি বছৰৰ বহাগ মাহৰ সাত আৰু কুৰিদিনৰ দিনা বিল্বেশ্বৰ দেৱালয়ত ভঠেলি উৎসৱ উদ্‌যাপিত হয়। এডাল দীঘল বাঁহত ৰং-বিৰঙৰ বস্ত্ৰ মেৰিয়াই এডাল গছত থিয় কৰাই দিয়া হয়। এই বাঁহডালক 'পাওঁৰা' বোলে। 'পাওঁৰা'ৰ কাষেৰে এটি কলপটুৱাৰ ঘৰ সজা হয়। তাতেই নৈবদ্য দিয়া হয়। 'পাওঁৰা'ৰ গুৰিৰ মাটি নি পাৰ চৰাইৰ বাহত থ'লে পাৰ চৰাইৰ পোৱালি সহজে নমৰে বুলি লোকবিশ্বাস আছে। জেঠ মাহৰ প্ৰথমটো সোমবাৰৰ পৰা আয়তী সকলৰ নাম ধৰা হয়। ইয়াকে 'সোমবৰীয়া নাম' বা 'জেঠুৱা নাম' বুলি কোৱা হয়। 'জেঠুৱা নাম'ৰ শেষত 'বৰাতৰ নাম' ধৰা হয়। 'বৰাতৰ নাম'ৰ শেষৰ দিনা দুপৰীয়া আকৌ আয়তীসকলে এটি শাস্ত্ৰীয় সাধু শুনা দেখা যায়। এই 'বৰাতৰ নাম'বোৰত দেৱালয়খনত আয়তীৰ যথেষ্ট ভিৰ হয়। আহাৰ মাহত 'আমতী' বা 'অম্বুবাচী' বা ব্ৰত পালন কৰা হয়। জেঠ মাহৰ শেষৰ চাৰিদিন আৰু আহাৰ মাহৰ প্ৰথম তিনিদিনকে ধৰি মুঠ এই সাতদিনক আমতীৰ 'সাথ' লগা বুলি কয়। আয়তীৰ 'সাথ' ভগাৰ দিনা ব্ৰত পালনেৰে সামৰণি পৰে। 'আমতী' হিন্দু ধৰ্মৰ এটা পবিত্ৰ ব্ৰত। ড° বিৰিঞ্চি বৰুৱাৰ মতে— অম্বুবাচী মূলতঃ শস্য উৎসৱ। ভাদ মাহত উদ্‌যাপন কৰা হয় কৃষ্ণাষ্টমী। কৃষ্ণাষ্টমীৰ পাঁচদিন পাছত পাচতি উৎসৱ পালন কৰা হয়।

'দুৰ্গে দুৰ্গতি নাশিনী'...

এইবাৰ আহিল শাৰদীয় দুৰ্গাপূজা। আহিন বা কাতি মাহৰ নিৰ্দিষ্ট তিথিমতে পালন কৰা হয় শক্তিৰ অধিষ্ঠাত্ৰী দেৱীৰূপে পৰিণত দুৰ্গোৎসৱ। দেৱালয়ৰ আটাইবোৰ উৎসৱ-পাৰ্বণৰ ভিতৰত দুৰ্গা পূজাখনেই ব্যাপকভাৱে উদ্‌যাপন কৰা হয়। শুক্ল

প্ৰতিপদ তিথিৰ পৰা শুক্ল দশমীলৈ মুঠ দহদিনীয়াকৈ দুৰ্গোৎসৱ পালিত হয়। ইয়াৰ ভিতৰত সপ্তমী, নৱমী আৰু বিজয়া দশমীত যথেষ্ট ভক্ত দৰ্শনাৰ্থীৰ সমাগম হয় পূজাথলীত। বেলশৰৰ দুৰ্গা পূজা অন্যতম আকৰ্ষণীয়। পুৰণি কালত সুষম বজাই চ'ত মাহৰ বসন্ত কালত এই পূজা কৰিছিল। কিন্তু, মহাপ্ৰতাপী ৰাৱণক বধ কৰাৰ বাবে জগত সৃষ্টিকৰ্তা ব্ৰহ্মাৰ নিৰ্দেশনানুসৰি শ্ৰীৰাম চন্দ্ৰই ত্ৰেতা যুগত শৰৎকালত দুৰ্গাই অকাল বোধন কৰিছিল। তেতিয়াৰে পৰা আমাৰ দেশত শাৰদীয় দুৰ্গা পূজা পৰম্পৰাগতভাৱে চলি আহিছে। কিন্তু দেৱালয়খনত এই দুৰ্গাপূজা কেতিয়াৰ পৰা উদ্‌যাপন কৰি অহা হৈছে ইয়াৰ কোনো নিৰ্ধাৰিত সময় পোৱা নাযায়। তথাপি যুগ-যুগান্তৰ ধৰি এই দুৰ্গাপূজা উৎসৱ পৰম্পৰাগতভাৱে উদ্‌যাপন কৰি অহা বুলি ক'লেও ভুল কৰা নহয়। বিল্বেশ্বৰৰ দুৰ্গাপূজা কেইবাটাও দিশত আকৰ্ষণীয় আৰু তাৎপৰ্যপূৰ্ণ। অইন ঠাইৰ নিচিনাকৈ বিল্বেশ্বৰৰ দুৰ্গা পূজাত মূৰ্তি সজোৱা নহয়। ইয়াৰ বিপৰীতে সম্পূৰ্ণ ধৰ্মীয় নিয়ম-নীতিৰে ৰাম কলগছ এডালক বিবিধ বস্ত্ৰ, আ-অলংকাৰ আদি পিন্ধাই সুশোভিত কৰি দেৱী সজাই তোলা হয়। এই দেৱীৰ সন্মুখতে পূজা-অৰ্চনা কৰা হয়। ষষ্ঠী পূজাৰ দিনা বেলবৰণ কৰি আনি পূজা মণ্ডপ সজোৱা হয়। বৰ্তমান ৰাম কলৰ ঠাইত বীমকলৰ গা টুকুৰাতহে দেৱী সজোৱা হয়। সপ্তমী, অষ্টমী আৰু নৱমী পূজাৰ দিনা দেৱী দুৰ্গাৰ ওচৰত সন্ধিয়া সময়ত আৰতী দিয়া দৃশ্য অতি সুন্দৰ। সপ্তমী আৰু নৱমী পূজাৰ দিনা ভক্তসকলে নিজৰ অভীষ্ট সিদ্ধিৰ বাবে জীৱ-জন্তু বলি দিয়ে। কালিকা পুৰাণ মতে— ইয়াত ম'হ, ছাগলি, হাঁহ, পাৰ, কোমোৰা, কুঁহিয়াৰ, কঁচু, মাগুৰ মাছ আদি বলি দিয়া হয়। দুৰ্গা পূজাৰ সময়ত এই শক্তিপীঠস্থানত অজস্ৰ জীৱ-জন্তু বলি দিয়া হয়। বিশেষকৈ নৱমীৰ ম'হ বলিৰ দৃশ্য চাবলৈ বিভিন্ন প্ৰান্তৰ পৰা অজস্ৰ ভক্ত-দৰ্শনাৰ্থী আহি দেৱালয়ত সমৱেত হয়। জনপ্ৰিয়তা অৰ্জন কৰা এই ম'হ বলিয়ে প্ৰতি বছৰে এই দুৰ্গা পূজাক অধিক আকৰ্ষণীয় কৰি আহিছে। লোকে লোকাৰণ্য হৈ পৰে পূজাথলি। য'ত আৰক্ষী পৰ্যন্ত মোতায়েন কৰিবলগীয়া হয়। প্ৰতিবছৰে ১০-১৪ টাকৈ ম'হ বলি দি থকা হৈছে দেৱালয়ত মহানৱমী পূজাত। ইয়াৰ পিছদিনা বিজয়া দশমীত দেৱালয়ৰ পুখুৰীত দেৱী বিসৰ্জন দিয়া দৃশ্য চাবলৈ দৰ্শনাৰ্থীৰ হেতা-ওপৰা চলে।

দুৰ্গাপূজাৰ পিছত দেৱালয় ক্ষেত্ৰ সাময়িকভাৱে নিজম পৰে যদিও তাৰ পিছতেই আহে লক্ষ্মী পূজা। শ্ৰীশ্ৰী লক্ষ্মী পূজা উদ্‌যাপন কৰা হয় দেৱালয়ত। পূজাৰ দিনা হাঁহ বলি দিয়া নিয়ম আছে। দেৱালয়ৰ দ্বিতীয়গৰাকী দলৈ আছিল মৰোৱাৰ ওচৰৰ কটুপুহাৰ লক্ষীপতি শৰ্মা। প্ৰবাদমতে লক্ষীপতি দলৈৰ সময়ত শিৱৰাত্ৰিৰ দিনা দলৈয়ে শুই থাকিল দেৱালয় প্ৰাঙ্গণত। তেতিয়া মহাপ্ৰভু সদাশিৱ আহি দলৈক শোৱাপাটিতে হেঁচামাৰি ধৰে। কাষত ভাণ্ডাৰী কাণ্ডাৰীও শুই আছিল। দলৈয়ে শোৱাপাটিত কিবা চিৎকাৰ কৰি থকা গম পালে ভাণ্ডাৰী-কাণ্ডাৰীসকলে। তেতিয়া ভাণ্ডাৰী-কাণ্ডাৰীসকলে হৰিধ্বনি দিবলৈ ধৰাত দলৈয়ে সাৰ পালে আৰু সপোনত দেখা কথা বিৰবি ক'বলৈ ধৰিলে। সপোনত সদাশিৱে লক্ষ্মীপূজাৰ দিনা হাঁহ বলি দিয়াৰ কথা কোৱাত আৰু এই কথা প্ৰচাৰিত হোৱাত পিছৰ লক্ষ্মী পূজাৰ দিনাৰ পৰা প্ৰতিবছৰে সেইদিনটোত হাঁহ বলি দি থকা হৈছে পৰম্পৰাগতভাৱে। কাতি মাহত কালি পূজা হয় আৰু ইয়াতো চলে বলি বিধান। কাতি বিহুত আকাশ বন্তি লগোৱা হয়। এই আকাশ বন্তি এমাহ ধৰি চলে। সেই মাহৰে একাদশীৰ পৰা পূৰ্ণিমালৈ ৰাস পূজা চলে। পূৰ্ণিমাৰ দিনা পূৰ্ণাহুতি দিয়া হয়। দেৱালয়ত আকৌ আঘোন মাহত নতুন ধানেৰে 'ন' খোৱা প্ৰথা বিৰাজমান। কৃষকে পথাৰৰ পৰা নতুন ধান কাটি আনি ভঁড়ালত থোৱাৰ পূৰ্বে দেৱালয়ত নতুন ধানৰ নৈবেদ্য দিহে নতুন ধানৰ চাউল খায়। পুহ মাহত শ্ৰীশ্ৰী বিল্বেশ্বৰ দেৱালয়ৰ মহাপ্ৰভু বাহিৰলৈ নোলায় বুলি মানুহে বিশ্বাস কৰে। মাঘ মাহটো ধৰ্মীয় দৰ্শনৰ বাবে উত্তম বুলি ধৰা হয়। এই মাহজুৰি প্ৰতিদিনে ভক্ত-দৰ্শনাৰ্থীৰে ভৰি পৰে দেৱালয় চৌহদ। ইয়াৰ দৃশ্যই পৰিৱেশ বজনজনাই কৰি তোলে। বিভিন্ন প্ৰান্তৰ পৰা যাত্ৰী আহি নিজ নিজ মনোবাঞ্ছা পূৰণাৰ্থে সদাশিৱৰ ওচৰত ধূপ, ঘিউৰ চাকি জ্বলাই নৈবেদ্য, বেলপাত দি প্ৰণিপাত জনায়। ফাগুন মাহত মহাসমাৰোহেৰে পালন কৰা হয় শিৱ চতুৰ্দশী। শিৱ চতুৰ্দশীৰ দিনা পুৱাৰে পৰা গোটেই নিশাজুৰি দেৱালয়খনলৈ যাত্ৰীৰ লানি নিচিগা সোঁত হয়। উদুলি-মুদুলি হৈ পৰে দেৱালয় ক্ষেত্ৰ। দেৱালয়ৰ শিৱলিংগত এঁৰা গাখীৰ ঢালিবলৈ যুৱতীসকলে হাতে-হাতে পাত্ৰ লৈ তাঁলৈ ঢাপলি মেলা দেখা যায়। চ'ত মাহত উদ্‌যাপিত হয় 'ফাকুৱা উৎসৱ' বা 'দৌলোৎসৱ'। দৌল পূৰ্ণিমাৰ আগদিনা দেৱালয়ৰ চৌহদৰ টিপটোৰ ওচৰতে এটি কলপাতৰ ঘৰ অৰ্থাৎ ভেলাঘৰৰ নিচিনাকৈ এটি ঘৰ সজোৱা হয়। তাৰ ভিতৰত এটি পঠা ছাগলি বান্ধি লৈ ঘৰটো জ্বলাই দিয়া হয়। ঘৰটোত আধা জুই লগাৰ পিছত ছাগলিটোৱে চিৎকাৰ কৰি উঠে। ইয়াকে 'বহ্নোৎসৱ' বোলা হয়। আকৌ এই প্ৰথাটোক 'মেষ দাহ' বোলে। 'মেষ'ৰ অৰ্থ ছাগলি আৰু 'দাহ'ৰ অৰ্থ জুই জ্বলোৱা। এই প্ৰথাটো পৰম্পৰাগতভাৱে চলি আহিছে। বিধিগত ভাৱে আকৌ স্থানীয় যুৱকসকলে একো একোটা গোটত বিভক্ত হৈ ছাগলিটো টনা-আজোৰা কৰি সেই মাংসৰে ভোজভাত খায়। দৌল পূজাৰ দিনা আবেলি কৃষ্ণ মূৰ্ত্তিক খাটত তুলি লৈ পুৰোহিত সমন্বিতে দেৱালয়ৰ কৰ্ম-কৰ্তাসকলে গোটেই গাঁওখন ঘূৰাবলৈ নিয়ে। পথচাৰীসকলে বৈ বৈ কৃষ্ণক সেৱা জনায়। পিছে পিছে শংখ, ঘণ্টা, কাঁহ আদি বজাই যায়। ইয়াৰে এজনে আকৌ দেৱালয়ৰ বলি কটা এখন দাৰে পথৰ কাষত থকা কলপুলি কাটি থৈ যায়। এনেদৰে কল কাটিলে সেইচোপ কলৰ থোক ভাল হয় বুলি বিশ্বাস। এই মাহতে দেৱালয়ত বাসন্তী পূজাও পালন কৰা হয়। এনেদৰে বছৰৰ ৩৬৫ দিনতে সমন্বয়ৰ মিলন ভূমি বিল্বেশ্বৰ দেৱালয়ত উৎসৱ-পাৰ্বণ অনুষ্ঠিত হয়। আনহাতে, বিল্বেশ্বৰ দেৱালয়ক কেন্দ্ৰ কৰি বেলশৰৰ গাঁৱত ভোজনৰ ক্ষেত্ৰতো এক প্ৰথা আছে। দেৱালয়ত ভোগৰ সময়ত সুস্বাদু মাহৰ দালিৰ স'তে খাহীৰ মাংস দিয়া নিয়ম আছে। প্ৰাচীন কালৰে পৰা বেলশৰৰ গাঁৱত বিয়া উৎসৱ, ভোজকে ধৰি অন্যান্য সমূহীয়া উৎসৱ উদ্‌যাপনত মাহৰ দালিৰ স'তে খাহীৰ মাংস বন্ধা এক প্ৰকাৰৰ পৰম্পৰা বিদ্যমান। গাঁওখনৰ প্ৰায় প্ৰতিঘৰ মানুহৰ ঘৰতে চলে এই সু-স্বাদু খাদ্যসম্ভাৰ। বেলশৰৰ প্ৰায় প্ৰতিগৰাকী লোকৰ প্ৰিয় খাদ্য বুলিলে মাহৰ দালি-খাহীৰ মাংসকে বুজায়। ইয়াৰ জনপ্ৰিয়তা বাহিৰতো বেছ প্ৰচাৰিত। এই সু-স্বাদু খাদ্য সম্ভাৰৰ ঐতিহ্য আছে। বিয়া-ভোজ আদিত আমন্ত্ৰিত ৰাইজে ৰাস্তাৰ দুয়ো কাষে পৰিপাটীকৈ মাটিতে বহি গৃহস্থক সকাহ দি তৃপ্তিৰে কলপাত বা কলৰ দোনাতে এসাজ খোৱা দৃশ্য সঁচায়ে বিৰল। মুঠৰ ওপৰত বিল্বেশ্বৰ দেৱালয়ক কেন্দ্ৰ কৰিয়ে বেলশৰৰ পৰম্পৰা, ঐতিহ্য চলি আছে।



# ইতিহাসৰ জলঙাৰে নলবাৰীৰ চৰ-চাপৰি

যোগেন্দ্ৰনাথ মেধি




কথাতে কয়, "বজাৰ ভঙা-পতা, নৈৰ খন্দা কুৰা।" নদীৰ ভঙা-পতাৰ ফলতেই চৰ-চাপৰিৰ উৎপত্তি। অসমৰ সোৱণশিৰি, বৰাক আদি নদীত কিছুসংখ্যক চৰ-চাপৰি থাকিলেও ব্ৰহ্মপুত্ৰই গঢ়া চৰ-চাপৰিৰ সংখ্যা অধিক। ব্ৰহ্মপুত্ৰৰ চৰ-চাপৰিয়ে অসমৰ অৰ্থনৈতিক, ৰাজনৈতিক, সামাজিক আৰু জনগাঁথনিত ব্যাপক প্ৰভাৱ পেলাইছে। নামনি অসমৰ ধুবুৰী, গোৱালপাৰা, কামৰূপ, বৰপেটা আৰু নলবাৰী জিলাত ব্ৰহ্মপুত্ৰৰ মাজত অসংখ্য চৰ-চাপৰি পুৰণি কালতে গঠিত হৈছে। অন্ততঃ তিনি পুৰুষৰ আগৰ পৰা এই জিলাকেইখনৰ চৰবোৰত মানুহৰ বসতি আৰম্ভ হোৱা বুলি ধৰিব পাৰি।

নলবাৰী জিলাৰ ব্ৰহ্মপুত্ৰৰ চৰ-চাপৰি বুলিলে জিলাখনৰ দক্ষিণ অংশত অৱস্থিত বৰক্ষেত্ৰী ৰাজহ চক্ৰৰ চৰ-চাপৰিবোৰকে বুজায়। নীলাচল পাহাৰৰ পৰা হাতীমূৰা পাহাৰ হৈ ধুবুৰীলৈকে ব্ৰহ্মপুত্ৰৰ গতিপথৰ কাহিনী বৰ দীঘলীয়া। ব্ৰহ্মপুত্ৰ কেৱল এটি নদীয়ে নহয়, অসমৰ জাতীয় আৰু সাংস্কৃতিক জীৱনৰ এটি ডাঙৰ সমল। বামুণীৰ হাতীমূৰা পাহাৰৰ দক্ষিণ দিশেৰে বৈ যোৱা ব্ৰহ্মপুত্ৰৰ গতি সঘনে পৰিবৰ্তন হয় এই পাহাৰখনৰ পশ্চিম অংশৰ পৰা হাজো ৰাজহ চক্ৰৰ শিয়ালমাৰী, পণ্ডিতৰ পাম, গাঁওবুঢ়াৰ পাম আদিবোৰ চৰৰ পৰা একেবাৰে ধুবুৰীলৈকে পশ্চিমে গৈ গৈ শেষ কৰিব নোৱাৰা এক ব্যাপক অঞ্চল অসংখ্য চৰ-চাপৰিৰে পৰিপূৰ্ণ। বিভিন্ন নামৰ এই চৰ-চাপৰিবোৰ আজি এক জনবসতিপূৰ্ণ অঞ্চললৈ পৰিবৰ্তিত হৈছে। হাজো ৰাজহ চক্ৰৰ (কামৰূপ) চৰবোৰৰ ঠিক পশ্চিমৰ পৰাই বৰক্ষেত্ৰী ৰাজহ চক্ৰৰ চৰবোৰ। বৰক্ষেত্ৰী (নলবাৰী)ৰ চৰ-চাপৰি বুলিলে প্ৰধানতঃ তিনিটাৰ নাম উল্লেখনীয়— কুঢ়িয়ামৰী, ভাঙনমাৰী আৰু কালাচৰ। কুঢ়িয়ামাৰী পুব অংশত। ইয়াৰ মাটি ২৮ হাজাৰ বিঘা। মাজৰ অংশত ভাঙনমাৰী আৰু পশ্চিমাংশত কালাচৰ। দুয়োটা চৰৰ মাটি যথাক্ৰমে ৩০ হাজাৰ বিঘা আৰু ৩৫ হাজাৰ বিঘা। তিনিওটা চৰ ক্ৰমে পুব বৰক্ষেত্ৰী, মধ্যম বৰক্ষেত্ৰী আৰু উত্তৰ বৰক্ষেত্ৰী মৌজাৰ অন্তৰ্গত। এই চৰ তিনিটাৰ দক্ষিণ অংশত ছয়গাঁও ৰাজহ চক্ৰৰ চৰ-চাপৰিবোৰ। পশ্চিমে বৰপেটা জিলাৰ চৰ-চাপৰিবোৰ। অন্যান্য চৰবোৰৰ দৰে এই চৰ-চাপৰিবোৰৰ গঠনৰ বিষয়েও সঠিকভাৱে একো ক'ব নোৱাৰি। কেতিয়াৰ পৰা মানুহৰ বসতি আৰম্ভ হ'ল সেইটোও ক'ব নোৱাৰি। পৰাধীনতাৰ কালছোৱাত অধিক শস্য গজোৱা (Grow more food) নামৰ আঁচনি এখন কাৰ্যকৰী কৰিবলৈ বৰ্তমানৰ বাংলাদেশৰ পৰা দুখীয়া আৰু পৰিশ্ৰমী ইছলামধৰ্মী মানুহক এই চৰবোৰলৈ আনি বসতি কৰিবলৈ দিয়া হ'ল। এই কামত অসমৰ সেই সময়ৰ কিছুমান ৰাজনৈতিক নেতায়ো ইংৰাজ চৰকাৰক

উদ্‌গনি দিলে। অসমৰ চৰ-চাপৰিবোৰত জনবসতি আৰম্ভৰ এইটো এটা প্ৰধান কাৰণ। বৰক্ষেত্ৰীৰ চৰ-চাপৰিৰ ক্ষেত্ৰতো সেই কথাই খাটিব।



কূল ল কূল ল, নৈৰ কূশল "এইযাৰৰ" যোজনা অসমীয়া মানুহৰ মুখত আগৰ পৰাই প্ৰচলিত। নদীৰ পাৰ আৰু ইয়াৰ পলসৰ মোহ মানুহৰ আজিৰ নহয়। এইবাবেই হয়তো বৰক্ষেত্ৰীৰ চৰ-চাপৰিত অতীতৰ পৰাই জনবসতি আৰম্ভ হৈছিল। পূৰ্ব বংগীয় (বৰ্তমানৰ বাংলাদেশ) লোকৰ উপৰি খিলঞ্জীয়া লোকৰো এই চৰ অঞ্চলত গাঁও গঢ়ি উঠিছিল। সেইদৰে পাম-খাট আৰু গৰু-ম'হৰ বাথান, খুটি আদিও গঢ়ি উঠিছিল। এই গাওঁখনৰ নাম গন্ধৰ্বদিয়া বুলি জনা যায়। কুঢ়িয়ামাৰী চৰৰ মাজত জয়পুৰ, দুবাধৰা, মৰাশৰ দিয়া আদি সৰু সৰু চৰ। নোৱাপাৰা পাম, তিলাৰদিয়া চুলিয়া, কাউৰেখাইতী এইবোৰ ইয়াৰ ওচৰে-পাঁজৰে থকা চৰ। জয়পুৰতে গন্ধৰ্বদিয়া নামৰ গাঁওখন গঢ়ি উঠিছিল আৰু ইয়াৰ পৰিয়ালৰ সংখ্যা আছিল প্ৰায় চৈধ্যশ। গাঁওখনৰ মানুহৰ সমূহীয়া ধৰ্মীয় আৰু সামাজিক অনুষ্ঠান হ'ল শ্ৰীশ্ৰী শ্যামৰায় নামঘৰ। বহুতে সত্ৰ বুলিও কয়। এই সত্ৰত মাঘ মাহত 'গন্ধ সভা' পাতিছিল— তাকেই "গন্ধৰ দিয়া" বোলা হৈছিল। নদীয়ে পতা ঠাইক দিয়াও বোলা হয়। গন্ধসভা পতা দিয়া সেয়েহে নাম হ'ল গন্ধৰ্বদিয়া— সুখৰ আৰু ভোগৰ ঠাই আছিল গন্ধৰ্বদিয়া। মাছ, গাখীৰ, মাহ, সৰিয়হ, ধান, চাউল, খৰি-খেৰ একোৰেই অভাৱ নাছিল। প্ৰয়াত অধ্যাপক শ্ৰীমান চক্ৰৱৰ্তীৰ এটি প্ৰবন্ধত উল্লেখ কৰা মতে ১৬১৬ খ্ৰীষ্টাব্দত মকৰল খাঁনে হাজো অধিকাৰ কৰি 'কোচ হাজো' শাসন কৰিছিল। বংগৰ নবাবে শ্বেখ ইব্ৰাহীম কাড়াৰী নামৰ এজন আমিনক 'কোচ হাজো' জৰীপ কৰিবলৈ দিছিল। এইজনা আমিনে গন্ধৰ্বদিয়া অঞ্চল মজালি তালুকৰ অন্তৰ্ভুক্ত কৰি খাজনা আদায়ৰ ব্যৱস্থা কৰিছিল। আহোম যুগতো গন্ধৰ্বদিয়াৰ ৰাইজে ৰজাঘৰক কৰ দিছিল। এনেবোৰ তথ্যৰ পৰা বৰ্তমানৰ বৰক্ষেত্ৰী ৰাজহ চক্ৰৰ ব্ৰহ্মপুত্ৰৰ চৰ-চাপৰিৰ গঠন যে অতি পুৰণি ইয়াক ভালদৰে অনুমান কৰিব পাৰি। ১৮৯৭ চনৰ বৰভুঁইকপ আৰু ব্ৰহ্মপুত্ৰৰ প্ৰবল গৰাখহনীয়াৰ বাবে গন্ধৰ্বদিয়া বিলুপ্ত হয়। পৰিয়ালবোৰ বিভিন্ন ঠাইলৈ গৈ ঘৰ-বাৰী সজাবলগীয়া হয়। দক্ষিণা পাৰৰ গুমি, বাংকাকাটা, দুৰামাৰী, আলিকায, কলাপানী, ঢেঁকীট্ৰাৰী, গুঁইমাৰা আদি ঠাইলৈ গৈ বসতি আৰম্ভ কৰে। কিছু অংশ উত্তৰপাৰলৈ আহে। লাউপাৰা, নোৱাপাৰা, ঘুলোৰপাৰ, চান্দা, বড়িগাঁও, সোৱনচাহ, লাহ, বামুন্দী, গোৰাক্ষট্ৰাৰী আদি বৰ্তমানৰ গাঁওবোৰত গন্ধৰ্বদিয়াৰ লোকৰ বংশ-পৰিয়াল বহুত আছে। আজিও বুঢ়া-মেথাৰ মুখত এই গাওঁবোৰৰ লোকক 'গন্ধৰ্বদেশী' বুলি কোৱা শুনা যায়।

বৰক্ষেত্ৰীৰ চৰ-চাপৰিৰ অতীত নানা গৌৰৱেৰে পৰিপূৰ্ণ। লাহে লাহে কিন্তু এই গৌৰৱ হ্ৰাস পাই আহিবলৈ ধৰিলে। এই কাহিনীবোৰ পোহৰলৈ আহিলে বৰ ভাল হয়। পৰাধীনতাৰ সময়ছোৱাত ওপৰত উল্লেখ কৰা কুঢ়িয়ামাৰী ভাঙনমাৰী আৰু কালাচৰ ব্যৱসায়িক গোপাচাৰ ভূমি (professional grazing Reserve - P.G.R.) হিচাপে পৰিগণিত আছিল। এই গোপাচাৰত অসমীয়া হিন্দু মুছলমানৰ গৰু-ম'হ ৰখাৰ ব্যৱস্থাই ঠন ধৰি উঠিছিল। গৰু-ম'হ পুহিবলৈ চৰকাৰে অনুজ্ঞাপত্ৰ দিছিল। গৰু-ম'হৰ সংখ্যানুযায়ী দিয়া এই অনুজ্ঞাপত্ৰৰ জৰিয়তে এক বুজন পৰিমাণৰ ৰাজহ সংগ্ৰহ হৈছিল। এই কামৰ বাবে চৰকাৰে বিষয়া-কৰ্মচাৰী নিয়োগ কৰিছিল। অবিভাজ্য কামৰূপ জিলাৰ শ শ লোকে গৰু-ম'হ পুহি গাখীৰ উৎপাদন কৰিছিল। গৰু-ম'হৰ সংখ্যা ক্ৰমান্বয়ে বৃদ্ধি পাই গৈছিল। আৰ্থিক উন্নতিত ই হৈ পৰিছিল ডাঙৰ সহায়ক। উৎকৃষ্ট ঘাঁহৰ বাবে এই গোপাচাৰ ভূমিৰ অধিক মাখনযুক্ত গাখীৰে বিদেশী বিশেষজ্ঞকো মুগ্ধ কৰিছিল। গৰু ৰখা ঠাইক 'খুঁটি' আৰু ম'হ ৰখা ঠাইক 'বাথান' বুলিছিল। খুঁটিবোৰ একপ্ৰকাৰ পাম-খাট। ইয়াত বিধে বিধে শাক-পাচলি উৎপন্ন হৈছিল। ম'হৰ বাথানত খেতি-বাতি কৰিব পৰা নগৈছিল পানী আৰু ঘাঁহৰ সুবিধাৰ বাবে বাথানবোৰ সঘনে স্থানান্তৰিত কৰিব লগা হৈছিল। কুঢ়িয়ামাৰী, ভাঙনমাৰী আৰু কলাচৰা এই প্ৰধান চৰ তিনিটাৰ মাজে মাজে অসংখ্য বিল-খাল। এইবোৰ মাছ-কাছ আৰু ৰং-বিৰঙৰ নানাবিধ চৰাই-চিৰিকটিৰে ভৰপূৰ। মাছৰ নামেৰে কুঢ়িয়ামাৰী, ভাঙনমাৰী, চিতলমাৰী, নিচিলামাৰী, ৰৌমাৰী, দুবাধৰা (কাছৰ দৰে এবিধ উভয়চৰ প্ৰাণী) আদি নামৰ চৰবোৰৰ নামকৰণ হৈছে। কোন কাহানিবাই কৰেজালি সৰু চুলিয়া, বৰচুলিয়া, বৰবালা, চাপৰাপাৰা আদিবোৰ চৰ ব্ৰহ্মপুত্ৰৰ বুকুত জাহ গ'ল। এই নামৰ চৰবোৰত অসমীয়া হিন্দু-মুছলমানৰ পাম আছিল। অপৰ্যাপ্ত পৰিমাণৰ খেতি উৎপন্ন হৈছিল এই পামবোৰত। এই পামবোৰত কমসংখ্যক গৰু-ছাগলীও ৰাখিছিল। বাঘ আৰু বৰাই পামুৱৈসকলক মাজে-সময়ে বৰ অসুবিধাত পেলাইছিল। বৰাই খেতি অনিষ্ট কৰিছিল। বাঘে গৰু-ম'হ খাইছিল। মানুহে বৰ ভয়ৰ মাজেৰে চলিছিল। টং ঘৰ সাজি (ওখ চাং ঘৰ) তাৰ ওপৰত মানুহ উঠি নানা প্ৰকাৰৰ শব্দ কৰি বৰাৰ মুখৰ পৰা খেতি ৰক্ষা কৰিছিল। বাঁহৰ ধনুপাতি বাঘ নিধনৰ ব্যৱস্থা কৰা হৈছিল। এনে ধৰণৰ বাঘ চিকাৰ কৰা বিদ্যা বৰ কমসংখ্যক মানুহেহে জানিছিল। অবিভাজ্য কামৰূপৰ লাউপাৰা, লাহ আদি গাঁৱত ধনু পাতি বাঘ চিকাৰ কৰা চিকাৰী আছিল। সেই চিকাৰীক বাঘমৰীয়া বুলিছিল। লাউপাৰা গাঁৱৰ জঞ্জাল মেধি, মচল মেধি, দুৰ্গা মেধি হংস মেধি আদি লোকসকলে ধনু পাতি বাঘ চিকাৰ কৰি সুখ্যাতি লাভ কৰিছিল। এইসকল লোকৰ নামৰ পাছত মেধি উপাধিটো ব্যৱহৃত নহৈ 'বাঘমৰীয়া' এই উপাধিটোহে ব্যৱহাৰ হৈছিল।



সময়ৰ সোঁতত কুঢ়িয়ামাৰী, ভাঙনমাৰী আৰু কালাচৰৰ আগৰ চেহেৰাৰ পৰিবৰ্তন হ'বলৈ ধৰিলে। মাটিহীন লোকক আবন্টন আৰু বেদখল এই দুয়োটা প্ৰক্ৰিয়াই এই তিনিওখন গোপাচাৰ ভূমিকে জনবসতিপূৰ্ণ অঞ্চললৈ পৰিবৰ্তিত কৰিলে। ১৯৭৩ চনত ভাঙনমাৰীত বে-আইনীভাৱে মাটি দখল কৰা পৰিয়ালবোৰক উচ্ছেদ কৰি ১৩৯ টা নেপালী পৰিয়ালক মাটি আবন্টন দিয়ে। সেই বছৰৰ ভিতৰতে ভাঙনমাৰী আৰু কালাচৰৰ মাজত ২৫০০ টা পৰিয়ালে মাটি বেদখল কৰে। ১৯৭৩ চনত ভাঙনমাৰীৰ কিছু অংশ আৰু সম্পূৰ্ণৰূপে কালাচৰ ডি-ৰিৰ্জাভ কৰা হয়। ১৯৭৪-৭৫ চনৰ ভিতৰত ভাঙনমাৰীত বৰক্ষেত্ৰী ৰাজহ চক্ৰৰে লাউপাৰা, নোৱাপাৰা আৰু ঘুলোপাৰ গাঁৱৰ গৰাখহনীয়াত আক্ৰান্ত ২৩০ টা পৰিয়ালক মাটি আবন্টন দিয়ে। উক্ত তিনিওটা পি জি পাৰৰ ওচৰে- পাঁজৰে থকা সৰু সৰু চৰবোৰো বেদখলকাৰীৰ হাতলৈ যায়। ১৯৭৯ চনৰ শেষ ভাগত কুঢ়িয়ামাৰীৰ বহুলাংশে বেদখল হয়। এই চৰবোৰৰ বেদখল, বেদখল উচ্ছেদৰ হুকম, সেই হুকুম স্থগিত বা নাকচ আদিৰ কাহিনী বৰ দীঘলীয়া। কোন কোন জড়িত সেইবোৰো বহু কথা। মুঠতে এখন ডাঙৰ গ্ৰন্থৰ সমল ইয়াৰ মাজতে সোমাই আছে। বৈধ বা অবৈধ উপায়েৰে চৰত বসবাস কৰা সকলোবোৰে চৰুৱা বা পমুৱা। চৰত বাস কৰা বাবে চৰুৱা আৰু পাম পাতি বাস কৰা বাবে পমুৱা বোলা হয়।

বৰক্ষেত্ৰীৰ চৰ-চাপৰিবোৰৰ বাসিন্দাসকলক আজি আৰু চৰুৱা, পমুৱা বা ন-অসমীয়া বুলি নকৈ অসমীয়া বুলি কোৱাহে ভাল বুলি ভাবো। এওঁলোকৰ অসমীয়া ভাষাপ্ৰীতি, গীত-মাত আৰু বংশ সংস্কৃতিৰ প্ৰতি থকা মোহ এক উল্লেখনীয় দিশ। অসমীয়া উৎসৱ-পৰ্ব, বিয়া-সবাহ আদি সকলোতে তেওঁলোকৰ আন্তৰিকতা সহযোগ পৰিলক্ষিত হয়। ন-অসমীয়া মুছলমানসকলে অসমীয়া ভাষা সাহিত্যক নিজৰ কৰি লোৱাটো এক তাৎপৰ্যপূৰ্ণ কথা। চৰ-চাপৰিৰ পৰা আজি কেইবাজনো কবি-সাহিত্যিক ওলাইছে। সাহিত্য বিষয়ক সভা- সমিতি চৰ অঞ্চলত অনুষ্ঠিত হৈ আছে। আজি কেইবছৰমান আগতে নলবাৰী জিলা সাহিত্য সভাৰ উদ্যোগত জিলা সাহিত্য সভাৰ সভাপতি অধ্যাপক চানাৰাম কলিতাৰ নেতৃত্বত এটি নজনীয়া প্ৰতিনিধিৰ দলে কুঢ়িয়ামাৰীত গৈ 'কুঢ়িয়ামাৰী আঞ্চলিক সাহিত্য সভা' নামৰ অসম সাহিত্য সভাৰ এটি শাখা গঠন কৰি আহে। শাখা গঠনৰ উদ্দেশে অনুষ্ঠিত ৰাজহুৱা সভাত মানুহৰ উপস্থিতি— 'আগ্ৰহ' চিৰচেনেহী মোৰ ভাষা জননী' শীৰ্ষক আৰম্ভণী গীতৰ পৰিবেশন, সুন্দৰভাৱে সজোৱা তোৰণ আৰু সভাখনৰ অন্যান্য বিষয়ক শৃংখলাবদ্ধতা দেখি জিলা সাহিত্য সভাৰ প্ৰতিনিধিসকল অতিভূত হৈছিল।

বৰক্ষেত্ৰীৰ চৰ-চাপৰিৰ মানুহৰ সমস্যাৰ সীমা নাই। ৰাস্তা-ঘাট, শিক্ষা, চিকিৎসা আদি সকলো দিশতে এই অঞ্চল পিচ পৰা। ইয়াত প্ৰাদেশীকৃত মধ্য ইংৰাজী আৰু মধ্য ইংৰাজী মাদ্ৰাছা ৩ খন। এখন মাত্ৰ প্ৰাদেশীকৃত উচ্চতৰ মাধ্যমিক বিদ্যালয়। প্ৰাদেশীকৃত প্ৰাইমাৰী স্কুল ৩১ খন। বাকীবোৰ অ-প্ৰাদেশীকৃত। দুখন উপস্বাস্থ্য কেন্দ্ৰ আৰু এখন মাত্ৰ স্বাস্থ্য কেন্দ্ৰ আছে যদিও ডাক্তৰ নিয়মীয়াভাৱে নাথাকে।

কঠোৰ পৰিশ্ৰমৰ মাজেৰে খেতি আৰু পশুপালন কৰি জীৱন নিৰ্বাহ কৰা চৰবাসীৰ জীৱন গাঁথা আৰু বৰক্ষেত্ৰীৰ চৰ- চাপৰিৰ অতীত আৰু বৰ্তমান গৱেষণাৰ এটি ডাঙৰ বিষয়।

> ভাষাৰ ক্ষেত্ৰত অসমখন কিমান বিচিত্ৰ আৰু বৈশিষ্ট্যপূৰ্ণ ভাবিলে আচৰিত হ'ব লাগে। এই অসমভূমিৰ চাৰিওপিনে বৰ্তমান গঠিত হোৱা অৰুণাচল, নাগালেণ্ড, মণিপুৰ, ত্ৰিপুৰা, মিজোৰাম আৰু মেঘালয় ৰাজ্য, এই সাতখন ৰাজ্যৰ ভূসমষ্টি আকাৰত ক্ষুদ্ৰ যদিও প্ৰকাৰত ই সমগ্ৰ ভাৰত ভূমিৰ সমতুল্য। সমগ্ৰ ভাৰত উপমহাদেশখনত পৃথিৱীৰ যিমান বৃহৎ ভাষাগোষ্ঠীৰ ভাষাৰ প্ৰচলন আছে, এই উত্তৰ-পূৰ প্ৰান্তৰটোতো সেই সমস্ত ভাষাগোষ্ঠীৰ ভাষাৰ প্ৰচলন আছে। মোৰ বিশ্বাস, সমগ্ৰ পৃথিৱীৰ ভিতৰত উত্তৰ-পূব ভাৰত প্ৰান্তই যথাসম্ভৱ এনে এখন ক্ষুদ্ৰতম ঠাই, য'ত এটা নহয়, দুটা নহয়, পৃথিৱীৰ চাৰিটাকৈ বৃহৎ আৰু প্ৰধান ভাষাগোষ্ঠীৰ ভাষা-উপভাষা-দোৱান মাতৃভাষাৰূপে পোৱা যায়। উত্তৰ-পূৰ ভাৰতত প্ৰচলিত ভাষাগোষ্ঠীবোৰৰ বিচাৰ কৰিবলৈ গ'লে পোন প্ৰথমেই চকুত পৰে পৃথিৱীৰ ভিতৰত প্ৰধান, সুবৃহৎ আৰু অতি উন্নত ভাৰত-ইউৰোপীয় ভাষাগোষ্ঠী, য'ৰ পৰা বিশ্ববিখ্যাত ইংৰাজী, জাৰ্মান, শ্লাভীয় আদি ইউৰোপীয় ভাষাবোৰ আমি পাইছোহঁক। আমাৰ প্ৰান্তত প্ৰচলিত, ভাৰতীয় সংবিধানত স্বীকৃত আঞ্চলিক অসমীয়া ভাষা, আৰু অন্যান্য বঙলা, হিন্দী, উৰীয়া আদি ভাষাবোৰৰে ভাৰত ইউৰোপীয় গোষ্ঠীৰপৰা উদ্ভৱ আৰু বিকাশ ঘটিছে।
>
> – ড° গোলোকচন্দ্ৰ গোস্বামী

# ভ্ৰাম্যমাণ নাট্য জগতলৈ বেলশৰৰ অৱদান

উগ্ৰ মেনা

বেলশৰৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক পথাৰখনৰ ঐতিহাসিক বিপ্লৱৰ ঐতিহ্য পৰম্পৰা আছে। এখন বোৰতী নৈক ঐতিহ্য বোলা হয় আৰু যেতিয়া বহ্নিমান নৈখন শুকান বালিময় হয় তেতিয়া তাক আখ্যা দিয়া হয় ইতিহাস— অৰ্থাৎ স্থবিৰ। তাৰ পৰা এটা অতীত কাহিনী শুনাৰ বাহিৰে নৰকল্লোলিত সলিল প্ৰবাহৰ প্ৰাণময় সংগীত মূৰ্চ্ছনা কৰো অন্তৰত অনুৰণিত নহয়। বুৰঞ্জীৰ সাঁচিপাততে ঢুকি নোপোৱা দূৰ অতীতৰ পৰা গুঞ্জৰিত বেলশৰৰ ঐতিহ্য আজিও ইতিহাসৰ কঠিন লিপিলৈ পৰ্য্যবসিত হৰলৈ দিয়া নাই সুকুমাৰ কলাসমৃদ্ধ বেলশৰীয়াই। সাংস্কৃতিক প্ৰসাৰে সমাজলৈ একতা আনে আৰু ৰাজনৈতিক বিশালতাই সমাজত বিচ্ছিন্নতা আনে। তথাপি দুই মেৰুত অৱস্থান পোৱা এই দুই মেৰুশক্তিৰ অবিৰত সংঘৰ্ষৰ মাজতো বেলশৰৰ নাট্য সংস্কৃতিয়ে নিৰ্ণায়ক খোজ দিবলৈ সমৰ্থ হৈছিল ভ্ৰাম্যমাণ নাট্যজগতত।

শ্ৰীশ্ৰীবিল্বেশ্বৰ দেৱালয় এই অঞ্চলৰ আধ্যাত্মিক প্ৰাণকেন্দ্ৰ। ইয়াত নিয়মিতভাৱে নৃত্যগীত-বাদ্যাদিৰ চৰ্চা হৈছিল আৰু তাৰেই প্ৰতিধ্বনি উঠিছিল বেলশৰৰ ৰংগপ্ৰাঙ্গণত।

বহুপূৰ্বৰ পৰা ইয়াৰ জনসমাজত নাট্যচৰ্চাৰ সপক্ষে বুৰবুৰণি শুনা যায় যদিও প্ৰকৃততে ইং ১৯২৬ চনৰ পৰাহে ভ্ৰাম্যমাণ নাট্যানুষ্ঠানৰ কিছু তথ্য পোৱা যায়। ১৯২৬ চনৰ পৰা ১৯৪০ চনলৈ পোৱা তথ্যৰ ভিত্তিত ভ্ৰাম্যমাণ নাট্যজগতত বেলশৰৰ অৱদান শীৰ্ষক নিবন্ধৰ আধাৰশিলা স্থাপন কৰা হ'ব।

উপৰোক্ত সময়সীমাৰ পৰিধিৰ মাজত গঢ়ি উঠা নাট্যনুষ্ঠানক 'বায়ন পাৰ্টি' আৰু 'ঢোপ পাৰ্টি' ৰূপেহে জনা যায়। এনে নাট্যনুষ্ঠানৰ গুৰি ধৰাজনক মেনেজাৰ বুলিহে জনা যায়। মুখ্য ভূমিকাত অৱতীৰ্ণ দুজন মেনেজাৰৰ নাম পোৱা যায় ঃ (১) সঞ্জয় বায়ন (ডেকা) (২) অথিতা বায়ন (বৰ্মন)। বায়ন পাৰ্টিৰ অভিনয় নৃত্য-গীত-বাদ্যত অংশ গ্ৰহণ কৰা কিছুমান শিল্পীৰ নাম অঞ্চলৰ জ্ঞানবিশিষ্ট বৃদ্ধ প্ৰত্যক্ষদৰ্শীয়ে কোৱা মৰ্মে প্ৰয়াত শিল্পীসকল — (পুৰুষ আৰু নাৰী চৰিত্ৰ ৰূপায়ণ কৰা)

মুক্তাধৰ মালাকৰ, ভূমিধৰ ভৰালী, ৰাধানাথ পাটোৱাৰী, ৰামোপিয়ন (বায়ন), বন্ধু বৰ্মন, বুধি বৰ্মন, ৰামো মজুমদাৰ, ধৰ্ম বৈশ্য, হৰেশ্বৰ বৰ্মন, মাণিক ডেকা (পণ্ডিত), বংশী বৰ্মন (মিস্ত্ৰী), পুৰাৰাম ডেকা (পণ্ডিত) কমলা বৰ্মন (বৈষ্টৰ), মনু তালুকদাৰ, বংশীৰাম দাস (দৰ্জি), সুৰেন তালুকদাৰ, বৃত্তিৰাম বৰ্মন, গঙ্গা বৈশ্য ইত্যাদি।

সংগীত বাদ্যৰ মুখ্যভাগত আছিল যাত্ৰা জগতৰ বিখ্যাত বাদক হংস বায়ন, মাধৱ বৰ্মন, জগত মেনা ইত্যাদি।

সঞ্জয় বায়ন আৰু অথিতা বায়নৰ 'বায়ন পাৰ্টিত অভিনীত কেইখনমান জনপ্ৰিয় নাটকৰ নাম হ'ল— দ্ৰৌপদীৰ বস্ত্ৰহৰণ, অভিমন্যু বধ, কালাপাহাৰ, সীতাহৰণ, বেদ উদ্ধাৰ আদি। এই নাটক সমূহ যে বঙালী নাটকৰ পৰা অনুবাদ কৰা হৈছিল তাত কোনো সন্দেহ নাই।

সংগীতত ব্যৱহাৰ কৰা আহিলাবোৰ এনে ধৰণৰ হাৰমনিয়ম, তবলা, ঢোলক, খোল, কৰ্ণেট, ক্লাৰিঅ'নেট, বাঁহী, ছাইডড্ৰাম, জুৰী, ইত্যাদি। উল্লেখযোগ্য এই সময়ছোৱাত ইংৰাজী আৰু বঙালী শব্দৰ প্ৰভাৱ নাট্যজগতত বাৰুকৈয়ে পৰিছিল। আনকি আজিলৈকে তেনেবোৰ প্ৰভাৱিত শব্দই প্ৰাধান্য বিস্তাৰ কৰি আছে।

**পৰিবেশনৰ পদ্ধতি ঃ** দৰ্শকৰ সোঁমাজত মুকলি মঞ্চ। চাৰিওফালে দৰ্শক। মঞ্চলৈ প্ৰৱেশ-প্ৰস্থানৰ সুবিধাৰ কাৰণে তিনিটা পথ নিৰ্দিষ্টকৈ ৰখা হয়। মঞ্চৰ সোঁফালে নামনিত দৰ্শকৰ লগত বহে সংগীতৰ শিল্পীসকল। মঞ্চৰ লগত সম্পৰ্ক ৰাখি নিৰ্মাণ কৰা হয় ৰূপসজ্জাৰ বাবে গ্ৰীণৰুম। ওপৰত কলপাত, ইকৰাৰে বেৰ দি গ্ৰীণ ৰুম প্ৰস্তুত কৰা হৈছিল। শীতৰ ৰাতিত জুই ধৰি সেক্ লোৱাৰ ব্যৱস্থা আছিল। লাইট, বাঁহৰ জোঁৰ আৰু কোমোৰাৰ বন্তিৰে পোহৰৰ ব্যৱস্থা কৰিছিল। নিশা ৯/১০ বজাত নাটক মেলি পুৱা ৩/৪ বজাতহে সামৰিব লাগিছিল। দূৰ-দূৰণিৰ পৰাও দৰ্শক আহিছিল।

প্ৰথম কাৰ্যসূচীত কনচাৰ্ট (সংগীত) বজোৱা হয়। ইয়াৰ পিছত হাতত লাঠি লৈ 'বৰকান্দাজ' মঞ্চত প্ৰৱেশ কৰে। লগে লগে জোঁৰ আৰু চোঁৰৰ লৈ প্ৰৱেশ কৰে বায়ন (সূত্ৰধাৰ)। খুলীয়াদলে তাল-খোল বজাই নাচি নাচি মঞ্চ মুকলি কৰে। চোঁৰৰ নচুৱাই বায়নেও অংশ গ্ৰহণ কৰে। খুলীয়াদলে প্ৰস্থান কৰাৰ পিছত বায়নে নাটকৰ নাম ঘোষণা কৰে আৰু নাটকৰ মূল কাহিনীভাগ দৰ্শকক জ্ঞাপন কৰে। বায়নৰ প্ৰস্থানৰ পিচত আৰম্ভ হয় নাটকৰ পৰ্ব। ছোক্ৰা দলে ঘূৰি ঘূৰি নাচি নাচি নৃত্যগীত পৰিৱেশন কৰি যোৱাৰ পিচতে আৰম্ভ হয় নাটকৰ প্ৰথম পৰ্ব বা অঙ্ক। মুঠ ৫টা অংকত নাটক সম্পূৰ্ণ হৈছিল।

এই বায়নপাৰ্টিয়ে বেলশৰত নাট্য প্ৰদৰ্শন কৰাৰ উপৰি ওচৰচুবুৰীয়া গাঁৱতো নাট্য প্ৰদৰ্শন কৰিছিল। কোৱা বাহুল্য যে ইয়াৰ বাবে দৰ্শক ৰাইজে ব্যক্তিগত বৰঙণি ভৰিব নালাগিছিল। আহ্বায়ক গিৰীহঁত বা ৰাজহুৱাভাৱে আমন্ত্ৰণ জনোৱা সংশ্লিষ্ট গএগ্ৰাৰাইজে যাৱতীয় খৰছ বহন কৰিছিল। এই সময়ত অংশ গ্ৰহণকাৰী শিল্পীসকলক কোনোধৰণৰ পাৰিশ্ৰামিক দিব নালাগিছিল। অভিনয়ত যোগ্যতাৰে অংশ কৰিবলৈ সুবিধা পোৱাটোকে শিল্পীসকলে সৌভাগ্য বুলি ভাবিছিল।

সত্য-শিৱ-সুন্দৰৰ আৰাধনাত ব্ৰতী বেলশৰ বায়ন পাৰ্টিয়ে এইদৰে ভ্ৰাম্যমাণ নাট্যদলৰ পাতনি মেলিছিল যাৰ ৰেঙণি আজিও উজলি আছে।

সময় আগবাঢ়ে। সমাজত পৰিৱৰ্তনৰ বা লাগে। নাট্যকাৰ জগতখনৰ ওপৰতো ইয়াৰ গঠন পৰিৱেশত, পৰিবৰ্ত্তনৰ ঢৌ বাগৰে। নতুন উদ্যমেৰে আগবাঢ়ি আহে নবীন শিল্পী।

১৯৪৭ চন। ছাত্ৰীপাম। ঘাইকৈ বেলশৰ চামতাৰ কৃষকসকলৰ কৃষিভূমি। ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ উচাহত কেইজনমান শিল্পী মনৰ কৃষক ডেকা ওলাই আহিল এটা ভ্ৰাম্যমাণ যাত্ৰা পাৰ্টি খোলাৰ আগ্ৰহেৰে। মেনেজাৰৰ (প্ৰযোজক) গুৰু দায়িত্ব বহন কৰিলে ধনো মজুমদাৰ, অৰুণ ডেকা, গোবিন্দ ডেকা, অৰবিন্দ বীয়ে যাত্ৰানুষ্ঠানটোৰ নাম দিলে 'ছাত্ৰীৰ পাৰ্টি'। পৰিচালনাৰ দায়িত্ব ল'লে নবীন শৰ্মাই। নাটক ল'লে অশ্বমেধ যজ্ঞ, দশভুজা, প্ৰমিলা আৰু বেথাৰ পূজা।

এই ভ্ৰাম্যমাণ যাত্ৰাদল গঠনত পৰিহাৰ কৰা হ'ল পূৰ্বৰ খুলীয়া দল, বৰকান্দাজ আৰু বায়নৰ ভূমিকা। তাৰ ঠাই অধিকাৰ কৰিলে, নিৰ্বাক নৃত্য নাটিকাই। ধৰ্মীয় আখ্যান ভিত্তিক নৃত্য নাটিকাই দৰ্শকক আমোদ দিছিল, নান্দানিক প্ৰশান্তিৰে মুগ্ধ কৰিছিল। দৰ্শকক মূল নাটকলৈ আকৰ্ষিত কৰাৰ উদ্দেশ্য যে নিৰ্বাক নৃত্য নাটিকাৰ সৃষ্টি কৰিছিল তাত ধনিষ্ঠমানো সন্দেহ নাই।

মঞ্চৰ গঠন-পাতন অৱস্থান আৰু নাট্য পৰিৱেশনৰ ধাৰা পূৰ্বৰ দৰে অক্ষত থাকে। এই পদ্ধতিৰে 'ছাত্ৰীৰ পাৰ্টি' ছাত্ৰীতে দুটা বছৰ অতিক্ৰম কৰে। এই ছাত্ৰীপামৰ ডেকা শিল্পীসকলৰ জীৱন দৰ্শন আছিল দিনত কৰে কৃষিকৰ্ম, ৰাতি কৰে নাট্যকৰ্ম। কৃষি আৰু সুকমাৰ শিল্পত কিযে কলাত্মক সঙ্গম।

আগতেই উল্লেখ কৰা হৈছে যে সংশ্লিষ্ট কৃষকে শিল্পীসকলৰ স্থায়ীঘৰ বেলশৰ-চামতাত । স্বাভাৱিকতে জনসমৰ্থনৰ তাগিদাত 'ছাত্ৰী পাৰ্টি'ৰ কেন্দ্ৰস্থল সলনি হোৱাটো স্বাভাৱিক।

ফলস্বৰূপে ইয়াৰ কেন্দ্ৰস্থল হ'ল বেলশৰৰ গাঁৱৰ ওজাপাৰা চুবুৰিলৈ। মেনেজাৰৰ দায়িত্ব ললে গজেন্দ্ৰ মজুমদাৰ, ৰাধা মজুমদাৰ, বাণেশ্বৰ ডেকা আৰু ৰঘু ডেকাই। নাট্যনুষ্ঠানটোৰ নাম দিয়া হ'ল 'বেলশৰ পাৰ্টি'। আখৰা শিবিৰ পতা হ'ল গজেন্দ্ৰ মজুমদাৰৰ গৃহত।

১৯৫৫ চন। একেকেইজন মেনেজাৰৰ অধীনত বেশৰৰ পাৰ্টিৰ আখৰা শিবিৰ স্থানান্তৰিত হয় নিকটৱৰ্তী ডেকাপাৰা চুবুৰিৰ হৰিকান্ত ডেকাৰ ঘৰলৈ। আহল-বহল ঘৰ, সন্মুখত পুখুৰী— সুন্দৰ সুবিধা।

মঞ্চৰ গঠন-পাতন আৰু পৰিবেশন পদ্ধতি একেদৰে থাকিল যদিও কেইটামান উল্লেখযোগ্য পৰিৱৰ্তন ঘটোৱা হ'ল।

(ক) স্থানীয় শিল্পীৰ উপৰি প্ৰতিভাশালী শিল্পী, নাট্যকাৰ, নাট পৰিচালক, সংগীত পৰিচালক, সংগীত শিল্পী বাহিৰৰ পৰা সংযোজন কৰা হ'ল।

(খ) উচ্চ স্তৰৰ সাংগঠনিক প্ৰস্তুতি, ব্যয়বহুলতা, কাৰ্যক্ষেত্ৰৰ পৰিসৰৰ ব্যাপকতা বিবেচনা কৰি নাট্যনুষ্ঠানটোৰ নামকৰণ কৰা হয় " দি কামৰূপ মিলন পাৰ্টি, বেলশৰ।"

(গ) নাটকৰ অন্তৰ্ভাগত গীত আৰু সংগীতৰ প্ৰাধান্য বিস্তাৰত গুৰুত্ব আৰোপ কৰা হৈছিল।

(ঘ) উল্লেখযোগ্য, প্ৰথমবাৰৰ বাবে এই অনুষ্ঠানতে জড়িত পৰিচালক, শিল্পী, কৰ্মী সকলোৰে বাবে যোগ্যতা অনুসাৰে বেতন নিৰ্ণয় কৰা হৈছিল আৰু আজিও এই নিয়মেৰে ভ্ৰাম্যমাণ নাট্যনুষ্ঠানবোৰ চলি আছে।

এই অনুষ্ঠানটোৱে পৰিকল্পিতভাৱে সম্পূৰ্ণ ব্যৱসায়িক ভিত্তিত ভ্ৰাম্যমাণ নাট্যজগতত স্থিতি মজবুত কৰি লয়। প্ৰাথমিক পৰিৱেশন পদ্ধতিত কিছু পৰিৱৰ্ত্তন সাধন কৰা হয়। দৰ্শকৰ মাজত পঞ্চমাঙ্ক নাটকৰ ছপোৱা 'প্ৰোগ্ৰাম' বিতৰণ কৰা হয়। অবাক নৃত্য নাটিকাত ধৰ্মীয় আখ্যান উপস্থাপন কৰা হয়। নৰ্তক আৰু নৰ্তকী (ল'ৰাৰ) ৰ সংখ্যা ন্যূনতম আঠজনৰ ৰখা হয়। প্ৰোগ্ৰামত স্পষ্টৰূপত চৰ্ত আৰোপ কৰা হয় "এনিশাত দুখন নাটক অভিনয় কৰা নহব।" নৰ্তক/নৰ্তকীসকলে নৃত্যৰ লগতে প্ৰত্যেক গীতত কণ্ঠদান কৰিব লাগিছিল। গতিকে স্বৰগ্ৰাম সাধনাত গুৰুত্ব দিয়া হৈছিল। শিক্ষাৰ্থীসকলক কণ্ঠস্বৰ ভেদে এডিঙি/এবুকু পানীত নমাই স্বৰগ্ৰাম টানিবলৈ গানমাষ্টৰে বাধ্য কৰাইছিল। একেটা স্বৰতে সকলোৰে কণ্ঠস্বৰ মিলি অপূৰ্ব সুৰৰ লহৰ তুলিছিল।

'দি কামৰূপ মিলন অপেৰা'ৰ মঞ্চত সুখ্যাতিৰে অভিনীত নাটকেইখন হ'ল— পৰশমণি, আকাশৰ দেশ (প্ৰথম সামাজিক নাট) দেৱতাৰ গ্ৰাস, বন্দীৰ সন্তান। ইয়াৰ ভিতৰত পৰশমণি নাটৰ সুদক্ষ অভিনয়ে উত্তৰ-দক্ষিণ অবিভক্ত কামৰূপৰ সীমাৰেখাৰ বাহিৰত সমগ্ৰ নামনি অসমত আলোড়নৰ সৃষ্টি কৰিছিল। আনকি ভ্ৰাম্যমাণ বঙালী যাত্ৰাদলসমূহেও অসমীয়াৰ প্ৰতিভাক নম্ৰভাৱে স্বীকাৰ কৰি লৈছিল আৰু 'দি কামৰূপ মিলন অপেৰা' নামটোৰ সাৰ্থক প্ৰতিফলন হোৱা বুলি অভিমত প্ৰকাশ কৰিছিল। এক কথাত ক'বলৈ গ'লে এই অধ্যায় আছিল ভ্ৰাম্যমাণ নাট্যজগতত বেলশৰৰ স্বৰ্ণযুগ।

এই স্বৰ্ণযুগৰ বৰ্ণময় শিল্পীসকল আছিল ঃ (প্ৰয়াত) ৰজনী ভট্ট (ওস্তাদ), উদয় ভাগৱতী (ওস্তাদ), কমলা চক্ৰৱৰ্তী (বৈষ্টৱ), ধৰ্মশৰ্মা (দৰ্জি), নগেন ভট্ট, পুষ্প মিশ্ৰ, প্ৰসন্ন শৰ্মা, কৃষ্ণ হাজৰিকা, মকুন্দ হাজৰিকা, কালিচৰণ শৰ্মা, ৰামমোহন হালৈ, গোপাল মিশ্ৰ, কুমুদ ভট্ট, ৰজনী তালকদাৰ, ৰামেশ্বৰ বৰ্মন আদি। এইসকল স্বনামধন্য শিল্পীৰ মাজৰে আজিও জীয়াই আছে বসন্ত পাঠক, অক্ষয় তালুকদাৰ, ভুবনেশ্বৰ তালুকদাৰ, বসন্ত পাটোৱাৰী, শশধৰ ভাগৱতী (সংগীতজ্ঞ)।

সংগীত-বাদ্য-নৃত্য বিভাগৰ মুখ্য ভূমিকাত আছিল উদয় ভাগৱতী, হৰেন শৰ্মা, সনাতন হাজৰিকা, শশীধৰ ভাগৱতী, বশিষ্ঠ মজুমদাৰ, পৰশু বৰ্মন, কান্তেশ্বৰ দাস আদি। নৃত্যাংশত ভূমিকা লৈছিল অক্ষয় তালুকদাৰ (ওস্তাদ) সূৰ্য বৈশ্য, ভুৱনেশ্বৰ তালুকদাৰ আদিয়ে আৰু বাদ্যাংশত আছিল বিখ্যাত বায়ন হংস বায়ন, মাণিক শীল.....।

নাৰীৰ চৰিত্ৰ ৰূপায়নৰ মুখ্য ভূমিকাত অভিনয় কৰিছিল গদা দাস (চিনাদি), ভবেন দাস, প্ৰসন্ন শীল, গোপেশ্বৰ হালৈ আদিয়ে।

১৯৫৫/৫৬ নাট্যবৰ্ষত দি কামৰূপ মিলন অপেৰা স্থানান্তৰিত হৈছিল বেলশৰস্থ জবীয়াপাৰা চুবুৰিলৈ। বিশেষ পৰিৱৰ্তন নকৰাকৈ গতানুগতিক শৈলীৰে নাট্যনুষ্ঠানটোৰ মেনেজাৰৰ দায়িত্ব গ্ৰহণ কৰিছিল শ্ৰীকান্ত চৌধুৰীদেৱে। পৰৱৰ্তী সময়তো নাট্য সংস্কৃতিৰ অনুষ্ঠান-প্ৰতিষ্ঠানলৈ এই গৰাকী শিল্পীপ্ৰাণ ব্যক্তিৰ অৱদান সদায় স্বীকাৰ্য।

ৰজনী ভট্টৰ নেতৃত্বত পূৰ্ববৰ্ণিত প্ৰায়সকল প্ৰতিভাশালী শিল্পীৰ মধুৰ সৃষ্টিশীল সমাৱেশ ঘটিছিল প্ৰসিদ্ধ নাট্যদলটোত। নাটক আছিল ঃ সীতাৰ পতি, দাসীপুত্ৰ, নাস্তিক।

বেলশৰৰ ভ্ৰাম্যমাণ নাট্যজগতখনে কেইটামান বছৰৰ বিৰতিৰ অন্তত পুনৰ আত্মপ্ৰকাশ কৰে ১৯৬৬/৬৭ নাট্যবৰ্ষত। ওস্তাদ উদয় ভাগৱতীৰ নেতৃত্বত ককয়াত জন্ম গ্ৰহণ কৰা "কামৰূপ নাট্যকলা কেন্দ্ৰৰ মেনেজাৰৰ দায়িত্ব যুটীয়াভাৱে গ্ৰহণ কৰে মহী পাটোৱাৰী আৰু প্ৰতাপ ভৰালীয়ে। বেলশৰ দেৱালয়ৰ দীঘলী পুখুৰী পাৰত কাশী ভৰালীৰ মাটিত অস্থায়ী গৃহ নিৰ্মাণ কৰি আখৰা শিবিৰ পতা হৈছিল।

নাটককেইখন আছিল— চিতোৰলক্ষ্মী, ৰক্ত নদীৰ ঢৌ, পৰিণাম। সৰ্বাত্মক পৰিচালনাৰ দায়িত্ব অৰ্পণ কৰা হৈছিল উদয় ভাগৱতী ছাৰক। উল্লেখযোগ্য এই নিবন্ধ লেখক আৰু ভৈৰৱ বৰ্মন এই অনুষ্ঠানত জড়িত হৈ পৰিছিল আৰু স্বভাৱতে পৰিৱৰ্তনমুখী নাট্যজগতখনৰ আধুনিক উত্তৰণৰ দিশটো লক্ষ্য কৰি দূৰদৰ্শী উদয় ভাগৱতী ছাৰে, মৌখিক ভাৱে, আমাক দুজনক সহকাৰী নাট্য পৰিচালকৰ দায়িত্ব অৰ্পণ কৰিছিল। ভৈৰৱ বৰ্মনে আমন্ত্ৰিত শিল্পী হিচাপে আমাৰ বিভিন্ন গুৰুত্বপূৰ্ণ স্থানত অভিনয়ো কৰিছিল।

অভিনেতাৰূপে পুষ্প মিশ্ৰ, কৃষ্ণ হাজৰিকা, মকুন্দ হাজৰিকা, উমেশ কাকতি, দুৰ্গা কাকতি, অভি নাথৰ অভিনয়ৰ লগতে অভিনয় জগতখনত অভিষেক ঘটিছিল অখিল বৰ্মনৰ। নৃত্যত অংশ গ্ৰহণ কৰিছিল বিনন্দ বৰ্মনে, এতিয়া নৃত্য প্ৰশিক্ষক। স্ত্ৰী চৰিত্ৰ ৰূপায়ণত গদা দাস (কলবাৰী, ভবানীপুৰ), কমলা দাসৰ নাম অতিকৈ স্মৰণীয়। কামৰূপ নাট্য-কলাকেন্দ্ৰৰ পৰিসৰ সুদূৰ বিশ্বনাথ চাৰিআলিলৈ বৃদ্ধি হৈছিল।

বিশেষ প্ৰণিধানযোগ্য যে এই নিবন্ধকাৰৰ লগতে কামৰূপ নাট্য-কলা কেন্দ্ৰত অভিনেতা হিচাপে ভোগীধৰ বৰ্মনে যোগদান কৰিছিল। কিবা এটা বিষয়ত ( আভ্যন্তৰীণ পৰিচালনা বিষয়ক) প্ৰযোজক অৰ্থাৎ মেনেজাৰ পক্ষৰ লগত মতবিৰোধ হোৱাত চতিয়া নাট্য মন্দিৰত ভোগীধৰ বৰ্মন, উগ্ৰ মেনা, অখিল বৰ্মন, কৃষ্ণ হাজৰিকা আৰু ভুৱনেশ্বৰ তালুকদাৰে আলোচনা কৰি সিদ্ধান্ত গ্ৰহণ কৰে যে আগন্তুক নাট্যবৰ্ষত ভোগীধৰ বৰ্মনৰ নেতৃত্বত এটি উন্নত মানৰ ভ্ৰাম্যমাণ নাট্যদল গঢ়ি তোলা হয়।

১৯৬৭/৬৮ চন। চতিয়াৰ সিদ্ধান্তমৰ্মে "মহাভৈৰৱ নাট্য সংঘ, বেলশৰ" নামেৰে ভোগীধৰ বৰ্মনৰ প্ৰযোজনাত এটি নাট্যদল জন্ম দিয়া হ'ল। পূৰ্বৰ গতানুগতিক ধাৰাৰ পৰিৱৰ্তন সাধি কেইবাটাও গুৰুত্বপূৰ্ণ বিষয়ত লক্ষ্য স্থিৰ কৰা হ'ল ঃ

* চাৰিওফালে মুক্ত মঞ্চপাতনৰ সলনি তিনিফাল মুক্ত মঞ্চ। পিছফাল স্ক্ৰীণেৰে আৱৰা থাকিব। নেপথ্য সংগীত শিল্পীসকলে স্ক্ৰীণৰ আঁৰত থাকি কাৰ্য সম্পাদন কৰিব। ৰূপান্তৰৰ এই পদ্ধতিক 'বাছিয়ান টেক্‌নিক মঞ্চ" আখ্যা দিয়া হয়।

* শব্দ যন্ত্ৰৰ ব্যৱহাৰ।

* সহ অভিনয়ৰ প্ৰৱৰ্তন।

* সবাক গীতি-নৃত্য নাটিকাৰ পৰিৱেশন।

* গীতাংশ আৰু নেপথ্য কণ্ঠত মহিলা কণ্ঠশিল্পীৰ সংযোজন।

* নাট্য পৰিৱেশনৰ সৰ্বোচ্চ সময় তিনিঘণ্টা নিৰ্ধাৰণ।

* গ্ৰীণৰুমৰ আধুনিক সুৰক্ষিত ব্যৱস্থা কৰণ।

* 'মেনেজাৰ' শব্দৰ সলনি প্ৰযোজক শব্দৰ প্ৰয়োগ।

* পঞ্চমাংক নাটকৰ ঠাইত নতুন আঙ্গিকৰ প্ৰৱৰ্তন।

* পঞ্চমাংক নাটকৰ 'বিবেক' চৰিত্ৰৰ বিলোপ সাধন।

সংগঠক হিচাপে নিয়োগ কৰা হ'ল বৰপেটা চহৰৰ ন-হাটীৰ নগেন দাসক। নাট্যকাৰ আৰু সম্পাদকৰ দায়িত্ব ল'লে এই নিবন্ধকাৰে। এই বৰ্ষৰ নাটসমূহ ঃ লালবাঈ, প্ৰথম পানীপথ, আশাৰ সমাধি, নাস্তিক।

সংগীতত ঃ দেবেন ডেকা, নৰ্মদা বড়া।

নৃত্যত ঃ ভুবনেশ্বৰ তালুকদাৰ।

আমন্ত্ৰিত প্ৰশিক্ষক ঃ (নৃত্য আৰু সংগীত) নৰেন দাস, ৰমণী হাজৰিকা।

অভিনয়ত ঃ প্ৰসন্ন শৰ্মা, কৃষ্ণ হাজৰিকা, অখিল বৰ্মন, কলেশ্বৰ পাঠক, কন্দৰ্প কলিতা, দুৰ্গা ডেকা, বিনন্দ মেধি, বিপিন বৰ্মন, লক্ষ্মী মজুমদাৰ, বৰদা মেনা, মনোমতী ভূঞা, বকুলী ভূঞা, দময়ন্তী ডেকা।

১৯৬৮ চন। দ্বিতীয় নাট্য বৰ্ষ।

নিৰ্বাচিত নাট ঃ গোলকুণ্ডা, অষ্টাদশ শতিকাৰ অসম, অগ্নিকন্যা, বান্দী ডকাইত।

অভিনেতা ঃ প্ৰসন্ন শৰ্মা, কুমুদ ভট্ট, অভিনাথ, সৰ্বেশ্বৰ কলিতা, মদন মজুমদাৰ, জিতেন বৰ্মন, ৰমেশ বৰ্মন, শৰৎ মেনা, জয়মতী দাস, গোলাপী ভূঞা, ভাৱতী দেৱী, দেৱযানী দাস।



১৯৬৮/৬৯ চন। ভ্ৰাম্যমাণ নাট্যজগতত আন এটি স্বৰ্ণস্তম্ভ প্ৰতিষ্ঠা কৰা হয়। কৰুণা চৌধুৰীৰ প্ৰযোজনাত জন্ম লাভ কৰা স্মৃতি নাট্যসংঘৰ যোগেদি। নাট্য পৰিৱেশন শৈলী মহাভৈৰৱ নাট্যসংঘত প্ৰৱেশ কৰা ৰীতি অনুসৰণ কৰা হয়। এই অনুষ্ঠানতো সম্পাদকৰ দায়িত্ব পালন কৰাৰ উপৰি নাটক আৰু নাট পৰিচালনাত অংশ লৈছিল এই নিবন্ধকাৰে।

নাট্যসম্ভাৰ ঃ লালহীৰা, দ্বিতীয় পানীপথ, অগ্নিকন্যা, ৰাজলক্ষ্মী।

নাট্যকাৰ ঃ উগ্ৰ মেনা।

নাট পৰিচালনা ঃ ভৈৰৱ বৰ্মন।

সংগীতত ঃ দেবেন ডেকা, নৰ্মদা বড়া।

নৃত্যত ঃ খগেন ভূঞা, ৰেখা বড়া, ৰমণী হাজৰিকা।

অভিনয়ত ঃ অখিল বৰ্মন, হেমেন পাঠক, কন্দৰ্প কলিতা, জীৰেশ্বৰ ডেকা। মিলিক কলিতা, নগেন চক্ৰৱৰ্তী, বিপিন বৰ্মন, কনক শৰ্মা, লক্ষ্মী মজুমদাৰ, আল্পনা হাজৰিকা, নীলিমা কটকী, নিৰু বড়া, ৰঞ্জু হাজৰিকা,বীণা হাজৰিকা উল্লেখ্য। প্ৰতিষ্ঠিত শিল্পী জীৰেশ্বৰ ডেকা, মিলিক কলিতা আৰু নগেন চক্ৰৱৰ্তীৰ ভ্ৰাম্যমাণত এয়াই প্ৰথম প্ৰৱেশ।

বিশেষ কৃতিত্বৰ বিষয়, স্মৃতি নাট্যসংঘৰ অভিনয় কঁপাই সেই সময়ৰ সকলো নাট্যনুষ্ঠানৰ অভিলেখ ভঙ্গ কৰি আলোড়নৰ সৃষ্টি কৰিছিল যদিও অধিক বছৰ স্থায়িত্ব লাভ কৰিব নোৱাৰিলে।

১৯৭৬/৭৭ চন। কেইটামান বছৰ বিৰতিৰ অন্তত অসমৰ ভ্ৰাম্যমাণ নাট্যজগতৰ সময় পৰিক্ৰমাত অঙ্কিত হ'ল এক ঐতিহাসিক সাহসী সংযোজন। শ্ৰীযাদৱ সেন ডেকাৰ অগ্ৰগামী প্ৰযোজনাত গঢ়ি উঠিল অসমৰ সৰ্বপ্ৰথম মহিলা নাট্য দল "কল্পনা মহিলা থিয়েটাৰ"।

উল্লেখনীয় দিশ দুটা হ'ল — নিজস্ব মঞ্চ গঠন আৰু একমাত্ৰ মহিলাৰ দ্বাৰাই পুৰুষ চৰিত্ৰৰো ৰূপায়ণ। অভিনীত নাটককেইখন আছিল ঃ জেৰেঙাৰ সতী, শকুন্তলা, ৰূপ কিয় লাগে, জাল। দুখৰ বিষয় জন্মলগ্নতে এই মাতৃ অনুষ্ঠানটোৱে চমক দিলেও সময়ৰ বলুকাত দীঘলীয়া খোজ দিব নোৱাৰিলে।

১৯৯৪/৯৫ নাট্যবৰ্ষ। ভোগী বৰ্মনৰ প্ৰযোজনাত পুনৰ আত্মপ্ৰকাশ কৰিলে 'মহাভৈৰৱ থিয়েটাৰ'এ। এখন আধুনিক মঞ্চৰ লগত সংযোজিত হ'ল বিদ্যুৎ পোহৰৰ (জেনেৰেটৰ)। অভিনীত নাটক আছিল ঃ দাসীপুত্ৰ, পৰশমণি, মা, মৰম বন্ধন।

অভিনয়ত অংশ গ্ৰহণ কৰিছিল ধীৰু গোস্বামী, যোগেন হালৈ, জিতেন বড়া আদিয়ে।

১৯৯৯/২০০ চন। অসমৰ ভ্ৰাম্যমান নাট্যজগতত বিচৰণ কৰিবলৈ বেলশৰৰ পবিত্ৰ ভূমিত জন্মলাভ কৰিলে পূৰ্ণাঙ্গ থিয়েটাৰ 'ঐনিতম থিয়েটাৰ'। দুখন সু-সজ্জিত আধুনিক মঞ্চ, নিজস্ব পোহৰেৰে উদ্ভাসিত। প্ৰযোজনাত উদীয়মান প্ৰতিভাধৰ শিল্পী ৰঞ্জিত মিশ্ৰ। তেওঁৰ সংকল্প আছিল বেলশৰক অসমৰ ভ্ৰাম্যমাণ নাট্যজগতত্ৰ বলিউড ৰূপান্তৰিত কৰিব; কিন্তু লক্ষ্যত উপনীত হব নোৱাৰিলে।

প্ৰথম বৰ্ষৰ নাট আছিল হেমন্তৰাজৰ যুদ্ধ, মৃত্যু সঙ্গীত। ফণীধৰ পাঠকৰ .......... , পাঠকৰ হেমন্তৰাজ।

২০০০/০১ দ্বিতীয় বৰ্ষৰ নাট আছিল, হেমন্তৰাজৰ যুদ্ধ, বাঘিনী। ভাস্কৰ নাথৰ মেঘ।

পৰিচালনা উগ্ৰ মেনা, হেমন্তৰাজ, ৰণ্‌জিৎ মিশ্ৰ।

সংগীত ঃ জগদীশ বৈশ্য।

নৃত্য ঃ সৰ্বেশ্বৰ কলিতা, গুণময়ী কলিতা।

শেহতীয়াকৈ ২০০৫-২০০৬ নাট্য বৰ্ষত দিলীপ মেনাৰ মুখ্য স্বযোজনা আৰু প্ৰবীন শিল্পী জীৰেশ্বৰ ডেকাৰ উদ্যোগত বেলশৰৰ পৰাই জন্মলাভ কৰে অনুপম থিয়েটাৰ।

এই নিবন্ধত এতিয়ালৈকে বেলশৰত জন্মলাভ কৰা যাত্ৰিক ক্ৰমবিকাশৰ থূল-মূল বিৱৰণ দাঙি ধৰা হ'ল।

সাংস্কৃতিক ধূপ-চন্দনেৰে সুৰভিত বেলশৰৰ উৰ্বৰা ভূমিত সৃষ্ট, বিকশিত, পৰিপুষ্ট কেইগৰাকীমান নাট্য শিল্পীৰ সু-যশৰ বাবেও বেলশৰৰ গাঁওখন অসমত পৰিচিত৷ বেলশৰৰ সাংস্কৃতিক ঐতিহ্যপূৰ্ণ ইতিহাসত এই শিল্পীসকলৰ নাম নিশ্চয় খোদিত হৈ ৰ'ব। কিয়নো এই সকল কীৰ্তি নাট্যকৰ্মীসকলে ত্যাগ আৰু আদৰ্শৰ চানেকিৰে অসমৰ ভ্ৰাম্যমাণে নাট্যজগতৰ অসংখ্য নাট্যনুষ্ঠানত স্বকীয় প্ৰতিভাৰে বেলশৰলৈ সুনাম কঢ়িয়াই আনিছিল, আনিছে, আনি আছে। নাট্যশিল্পীসকলেও বেলশৰৰ সাংস্কৃতিক বেদীত সুগন্ধ ধূপ কাঠী জ্বলোৱা ওজা শিল্পী ° নাৰায়ণ বৰ্মন আৰু ° বিষ্টুৰাম হালৈৰ নাম স্মৰণীয়। স্মৰণীয় হৈ ৰ'ব ৰঙো দাইনাপালি (বৰ্মন)।

সংগীত-নৃত্য নাটকৰ স্মৰণীয় ব্যক্তিসকল হ'ল — (প্ৰয়াত) হংস বায়ন, পুষ্প মিশ্ৰ, পৰশু বৰ্মন।

(সৰ্বশ্ৰী) অক্ষয় তালুকদাৰ, ভোগী বৰ্মন, জীৰেশ্বৰ ডেকা, অখিল বৰ্মন, বিনন্দ বৰ্মন (নৃত্য শিক্ষক) আৰু উগ্ৰ মেনা।

এই প্ৰসঙ্গত উল্লেখ কৰা বাঞ্ছনীয় যে বেলশৰৰ বোৱাৰী মীনা কুমাৰী বৰ্মনে অসমৰ ভ্ৰাম্যমাণ থিয়েটাৰত প্ৰায় দুটা দশক জুৰি একছত্ৰী নায়িকাৰ ভূমিকা পালন কৰি বেলশৰলৈ যশস্যা কঢ়িয়াই আনিছিল। এনেদৰে বেলশৰৰ আন এগৰাকী বোৱাৰী মঞ্জু বৰদলৈয়েও ভালেমান বছৰ সুখ্যাতিৰে অভিনয় কৰি আছে।

প্ৰয়াত পৰশু বৰ্মনে অসম চৰকাৰৰ এককালীন শিল্পী পুৰস্কাৰ ভোগ কৰিছিল। অক্ষয় তালুকদাৰে আজিও শিল্পী পেঞ্চন ভোগ কৰি আছে। ভোগী বৰ্মনে অসম চৰকাৰৰ এককালীন শিল্পী পুৰস্কাৰ গ্ৰহণ কৰিছে। জীৰেশ্বৰ ডেকাই 'নটসূৰ্য বঁটা লাভ কৰাৰ লগতে শ্ৰেষ্ঠ অভিনেতাৰ (ভ্ৰাম্যমাণৰ) স্বীকৃতি স্বৰূপে 'মুন লাইট মিডিয়াৰ' বঁটাও লাভ কৰি বেলশৰৰ নাট্য কলা জগতলৈ সুনাম আৰু সন্মান কঢ়িয়াই আনিছে। বেলশৰৰ আন ভালেকেইগৰাকীমান নবীন-প্ৰবীণ অভিনেতা এতিয়া ভ্ৰাম্যমাণ থিয়েটাৰৰ প্ৰতিষ্ঠিত শিল্পী।

এই নিবন্ধকাৰ উগ্ৰ মেনাই নাট্যকাৰ , নাট পৰিচালক আৰু অভিনেতাৰূপে নিৰৱচ্ছিন্ন সাধনাৰে ভ্ৰাম্যমাণ নাট্যজগতত চাৰি দশক জুৰি সেৱা আগবঢ়াই আহিছে। স্বীকৃতি স্বৰূপে লাভ কৰিছে অসম চৰকাৰৰ এককালীন শিল্পী পুৰস্কাৰ, জীৱন জোৰা সাধনাৰ বাবে মুন লাইট মিডিয়াৰ বঁটা, অসম নাট্য সন্মিলনৰ বঁটা অসম নাট্য সমিতিৰ বিশেষ বঁটাৰেও সম্বৰ্ধিত হৈছে।

অসমৰ নাট্য শিল্প কলাৰ সাম্ৰাজ্যত স্ব-স্ব প্ৰতিভাৰে বিচৰণ কৰা উপৰোক্ত পুৰোধা ব্যক্তিসকলৰ নাম বেলশৰৰ নাট্য সাংস্কৃতিৰ স্মৰণ-দৰ্পণত প্ৰতিফলিত হোৱাটো অঞ্চলটোৰ কলাত্মক বিকাশত যোগাত্মক সূত্ৰৰূপে বিবেচিত হ'ব।

# নলবাৰী জিলাৰ আপুৰুগীয়া লোক-সংস্কৃতিৰ এটি ৰূপৰেখা

সাধিৰাম কলিতা

ড° হৰিনাথ শৰ্মা দলৈয়ে লোক-সংস্কৃতিৰ বিষয়ে এইদৰে মত পোষণ কৰিছে যে 'লোক' মূলতঃ সংস্কৃত শব্দ। ইয়াৰ অন্যতম অৰ্থ জনসাধাৰণ। সেই কাৰণে সহজভাৱে বুজা যায়— লোক-সংস্কৃতি মানে জনসাধাৰণৰ সংস্কৃতি। কোনো ৰাজ্য বা অঞ্চলৰ জনসাধাৰণে লৌকিক আৰু পৰম্পৰাগতভাৱে যি ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ ধৰ্ম বা আন বিষয়ে বিশ্বাসজনিত কৰ্ম আদি পালন কৰে সেইবোৰেই লোক-সংস্কৃতিৰ স্বৰূপ।'

এই মন্তব্যৰ আধাৰতে আমাৰ লেখাক আগবঢ়াই নিয়াৰ যত্ন কৰিম। লোক-সংস্কৃতিৰূপে পৰিগতি হোৱা বিষয় শাস্ত্ৰীয় নিয়ম বা অনুশাসনৰ আঁতৰি আহি লৌকিক পৰম্পৰাৰ মাজেদি যুগ যুগ ধৰি চলি আহিছে।

স্বনামধন্য পণ্ডিত ড° বিৰিঞ্চি কুমাৰ বৰুৱাই কৈছে যে অসমীয়া সংস্কৃতি গাঁৱলীয়া সংস্কৃতি। আমাৰ এই গাঁওবোৰতে প্ৰায় শতকৰা ৮০ ভাগ মানুহ বাস কৰে আৰু গাঁওবোৰতে লোক-সংস্কৃতিৰ জন্ম, বিকাশ আৰু প্ৰকাশ ক্ৰমবৰ্ধমান গতিত হৈয়ে আছে। গাঁৱৰ শিক্ষিত, অৰ্ধশিক্ষিত, অনাখৰী হোজা লোকসকলেই লোক-সংস্কৃতিৰ পিতৃ বা মাতৃ। গাঁৱৰ বিচিত্ৰ পৰিৱেশ মানুহৰ অদম্য সৃষ্টি-স্পৃহা, কলা-সাহিত্যৰ প্ৰতি অনুৰাগ, মানৱীয় অনুভূতি, কল্পনা প্ৰৱণতাৰ তাড়না, ৰূপ-ৰস-গন্ধ স্পৰ্শৰ প্ৰভাৱ আদিৰ ফলস্বৰূপে এই গ্ৰাম্য লোকসকলে বহু বিষয়-বিশিষ্ট লোক-কলাক সৃষ্টি কৰি এহাতে যেনেকৈ নিজেও ধন্য হৈছে, তেনেকৈ আনকো ধন্য কৰিছে। সেই কাৰণেই ই আমাৰ শালত বোৱা ফুলাম গামোচাখনৰ দৰে বৈচিত্ৰ্যপূৰ্ণ। বিচিত্ৰ ফুলেৰে পৰিপূৰ্ণ ফুলনিখনৰ দৰেই বহুৰঙী, বহুপাহিযুক্ত। বাহিৰৰ প্ৰভাৱ পৰি বাৰে বঙলুৱা হোৱা নগৰীয়া সংস্কৃতিৰ লগত গাঁৱৰ সংস্কৃতিৰ ভালেখিনি অমিল আছে।

আমি পুৰণি ঐতিহ্য আৰু পৰম্পৰাক আদৰি লৈ ভিন্ন ধৰ্ম, ভাষা, আচাৰ-নীতি জাতিগোষ্ঠীৰ অনৈক্যৰ মাজতো ঐক্যৰ দুন্দুভি বজাই আছো। আমাৰ পূৰ্বসূৰীসকলৰ বহুৰঙী কৃষ্টি বা লোক-সংস্কৃতিৰ মালাধাৰী পিন্ধিয়ে আমাৰ প্ৰাণৰো প্ৰাণৰ আপুৰুগীয়া সম্পদ লোক-সংস্কৃতিক জীয়াই ৰাখিছো। নলবাৰী জিলাৰ ওজাপালি, ঢুলীয়া-কালিয়া, পুতলা নাচ, নাগাৰা নাম, ঝুনা নাম, আধ্যাত্মিক, পৌৰাণিক, লৌকিক আদি কাহিনী কথন, সাধুকথা, নিচুকণি গীত, লোকগীত (যেনে- কামৰূপীয়া লোকগীত), নানা ভংগীৰ লোকনৃত্য, মহোহো বুলি খ্যাত মহখেদা নৃত্য বা গীত, বোলবাম নৃত্য, বিয়াগীত, দেহবিচাৰ গীত, জিকিৰ-জাৰি গীত, আই নাম, ধাইনাম আদি বিচিত্ৰসুৰীয়া অলেখ গীত, কিংবদন্তি, প্ৰবাদ প্ৰবচন, গাঁথা, নাটকাদিত ব্যৱহাৰ হোৱা নানাধৰণৰ মুখা, বাঁহ-কাঠ আদিৰ নানা বাদ্য, বাঁহ কাঠ খেৰ আদিয়ে



নিৰ্মাণ কৰা ঘৰৰ সাঁজুলি, নানা ভাস্কৰ্য (মূৰ্তি সজা শিল্প), লোকভাষা, উপভাষা, লোক-বিশ্বাস, লোককথা, ভেকুলী বিয়া, গছপূজা, জলদেৱতাৰ পূজা আদিয়ে আমাৰ গ্ৰাম্য লোকৰ চহকী কৃষ্টি বা সংস্কৃতিৰ ৰূপটোকে দাঙি ধৰে। আমাৰ জিলাখনৰ জনজাতি-অজনজাতি উভয় লোক-সমষ্টিৰ জীৱনধাৰাত উক্ত লোক-সংস্কৃতি আজিও বিদ্যমান। এই লোকধাৰাটো ইমানেই জনপ্ৰিয় আৰু শক্তিশালী যে আজিৰ যুগৰ বিজ্ঞানৰ প্ৰবল প্ৰভাৱেও তাক ম্লান কৰিব পৰা নাই। চাৰুকলাসমূহৰ বাহিৰেও গাঁৱৰ পটভূমিত সৃষ্টি হোৱা বাঁহ-বেত, কাঠ-মাটি, কাঁহ-পিতল, সোণ, ৰূপ আদিৰ সাজ-সাঁজুলি, আ-অলংকাৰ, আচবাব-পত্ৰ, বাচন-বৰ্তন, মৰাপাত, নাৰিকল আদিৰ সুন্দৰ সুন্দৰ ব্যৱহাৰ উপযোগী নানা হাতেসজা বস্তু, আৰু কাৰুকাৰ্যখচিত, চালে চকুৰোৱা সুন্দৰ বস্তু শিল্পকে ধৰি কাৰুকলাৰ উৰ্বৰ ক্ষেত্ৰখনো আমাৰ গ্ৰাম্য জগতখনেই। এই বৈচিত্ৰ্যময় শিল্পসমূহ আমাৰ বাপতি সাহন।

মানুহে জন্মতেই সৃষ্টিশক্তিক লৈ জন্মগ্ৰহণ কৰে। গাঁৱত জন্ম লোৱা মানুহে নানা অসুবিধাবশতঃ শিক্ষা-দীক্ষাৰ পৰা বঞ্চিত হৈ আহিছে। স্বাধীনতা লাভ কৰাৰ ৫৮ বছৰ পিচতো সেই বাধা আঁতৰ হোৱা নাই। সেই বুলিয়ে জন্মসূত্ৰে লাভ কৰা মানুহৰ শিল্পপ্ৰাণটো বিকশিত নোহোৱাকৈ নাথাকে। আমাৰ সেউজীয়া প্ৰকৃতি, মনোমোহা জলবায়ু, মানুহৰ সান্নিধ্যৰ পৰশ লাগি প্ৰয়োজনৰ তাগিদাত বসন্তৰ কুঁহিপাতৰ দৰে স্বতঃস্ফূৰ্তভাৱে গাঁৱৰ অনাখৰি মানুহৰ কাব্যিক চেতনা আৰু মেধাশক্তিৰ বিকাশ ঘটে। সেইবাবে আমাৰ গ্ৰাম্য লোকৰ চহা ৰূপটোৰ মাজতো বৰ্তি থকা লোক-সংস্কৃতিৰ নিটোল কলা ৰূপটোৱে গাঁওবাসীক প্ৰাণৱন্ত, শক্তিমন্ত আৰু প্ৰাণচঞ্চল কৰি ৰাখিছে আৰু চহালোকৰ সৌন্দৰ্যজ্ঞানক তুলি ধৰিছে। পূৰ্ব পৰম্পৰাৰ আঁত ধৰি জীয়াই থকা লোককলা, চাৰুকলা, কাৰুকলা, ভাস্কৰ্য আদি যি দিশৰ কথাই কোৱা নহওক কিয়, আমাৰ নলবাৰী জিলাৰ লোক-সংস্কৃতিৰ ক্ষেত্ৰখন কোনো গুণে দুৰ্বল নহয়; বৰং অসমৰ বহু জিলাতকৈ ই সবল, সুন্দৰ, সুষম, জনপ্ৰিয় আৰু বিকাশমান।

এনে চিত্ত চমৎকাৰী ঐতিহ্যৰ আশীৰ্বাদ লৈয়ে ওজাপালি নৃত্য আৰু গীতৰ ঘাই কেন্দ্ৰস্থল বেলশৰ গাঁৱত লোককলাৰ খ্যাতনামা বহু শিল্পীৰ জন্ম হৈছে। সেই স্বনামধন্য শিল্পী প্ৰয়াত নৰোৱাম বৰ্মন, হৰমোহন ৰাজবংশী, বিষ্টু দাইনাপালি, নামতী মিনা বৰা, অভিনেত্ৰী মিনু বৰ্মন, কাইথেলি শিল্পীৰ পণ্ডিত দণ্ডীৰাম দত্ত

মানুহে জন্মতেই
সৃষ্টিশক্তিক লৈ জন্মগ্ৰহণ
কৰে। গাঁৱত জন্ম লোৱা
মানুহে নানা
অসুবিধাবশতঃ শিক্ষা-
দীক্ষাৰ পৰা বঞ্চিত হৈ
আহিছে। স্বাধীনতা লাভ
কৰাৰ ৫৮ বছৰ পিচতো
সেই বাধা আঁতৰ হোৱা
নাই। সেই বুলিয়ে
জন্মসূত্ৰে লাভ কৰা
মানুহৰ শিল্পপ্ৰাণটো
বিকশিত নোহোৱাকৈ
নাথাকে। আমাৰ
সেউজীয়া প্ৰকৃতি,
মনোমোহা জলবায়ু,
মানুহৰ সান্নিধ্যৰ পৰশ
লাগি প্ৰয়োজনৰ
তাগিদাত বসন্তৰ
কুঁহিপাতৰ দৰে
স্বতঃস্ফূৰ্তভাৱে গাঁৱৰ
অনাখৰি মানুহৰ কাব্যিক
চেতনা আৰু মেধাশক্তিৰ
বিকাশ ঘটে। সেইবাবে
আমাৰ গ্ৰাম্য লোকৰ চহা
ৰূপটোৰ মাজতো বৰ্তি
থকা লোক-সংস্কৃতিৰ
নিটোল কলা ৰূপটোৱে
গাঁওবাসীক প্ৰাণৱন্ত,
শক্তিমন্ত আৰু প্ৰাণচঞ্চল
কৰি ৰাখিছে আৰু
চহালোকৰ সৌন্দৰ্যজ্ঞানক
তুলি ধৰিছে।

আদি শিল্পীসকলক আমি সুঁৱৰিছো। নলবাৰী জিলাৰ অন্যান্য অঞ্চলতো অনেক সুদক্ষ কলাকাৰে স্ব-মহিমাৰে উজলি আছে। নাগৰা নামৰ তেনে বৰেণ্য শিল্পী কৈলাস তালুকদাৰ, ৰামচৰণ ভৰালী, উৰ্মিলা তালুকদাৰ, নামতী নিহাৰিকা গোস্বামী, নিৰুপমা দেৱী, দাইনাপালি তাৰিণী ৰাজবংশী, প্ৰভাত হালৈ, ওজা দেৱেন ডেকা, আদিত্য ঠাকুৰীয়া (ঝুনা নামৰ পাঠক) কাৰুশিল্পী দধি পাঠক, ভবেশ শৰ্মা, ঢুলীয়া শিল্পী মোহন ভাৰৰীয়াকে ধৰি কিমান যে সৰু-বৰ লোকশিল্পী নলবাৰী জিলাত আছে তাৰ লেখ দিব নোৱাৰি। এই লোকশিল্পীসকলৰ সুপ্ত প্ৰতিভাই গ্ৰাম্য পৰিৱেশত বিকশিত হৈ স্ব-মহিমাৰে মহিমামণ্ডিত হৈছে। বিশাল লুইতৰ দৰে গতিশীল অসমীয়া সংস্কৃতিৰ মহান বেদীত নিজৰ স্থান দখল কৰি লৈছে। গতিকে বৈজ্ঞানিক চিন্তাৰ আৰু অবৈজ্ঞানিক চিন্তাৰ অনুগামী নগৰীয়া আৰু গাঁৱলীয়া, আধুনিক আৰু পৌৰাণিক আদি সকলো শ্ৰেণীৰ মতাৱলম্বী লোকে ইয়াক আঁকোৱালি লৈছে, স্বীকৃতি দিছে। কাজেই নলবৰীয়া লোকৰ লোক-সংস্কৃতিয়ে শক্তিশালী নাট্যাভিনয়ৰ পৰম্পৰা, গীত-নৃত্যৰ পৰম্পৰা, লোকবিশ্বাস-অন্ধবিশ্বাসৰ পৰম্পৰা, খাদ্যৰ খৰাকৰ পৰম্পৰা, বসন-ভূষণৰ পৰম্পৰা, আচাৰ-ব্যৱহাৰৰ পৰম্পৰা— আদিক লৈ নিজস্ব-স্বাভাৱিক কৃষ্টি-সংস্কৃতিৰে সদম্ভে-সগৌৰৱে জীয়াই আছে। সেয়ে নলবৰীয়া শিল্পীৰ বাঁহৰ জাপিয়ে (ফুলাম) জ্যোতিপ্ৰসাদ আগৰৱালা আৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ হাতত পৰি যেনেকৈ জাপি নৃত্যলৈ উন্নীত হৈছে, তেনেকৈ সুদক্ষ শিল্পী আৰু কলাকাৰৰ হাতত পৰি আমাৰ সুৰীয়া লোক-সংস্কৃতিয়ে কেছেট, ছিৰিয়েল, চিনেমা আদিতো স্থান লাভ কৰিছে। এনেকৈ বহুতো দক্ষ লোকশিল্পীৰ আৰ্থিক উন্নতি ঘটিল, ৰাইজৰ প্ৰশংসাও বুটলিলে। ই কম গৌৰৱৰ কথানে? ভাৰতৰ অন্য প্ৰান্ততো এই পুৰোধা শিল্পীসকলে যশ-মান, বঁটা আদি লৈ নিজেও ধন্য হ'ল আৰু অসম বা পূৰ্বাঞ্চলকো ধন্য কৰিলে আৰু মানৰ মনৰ বহুধা কলানুভূতিক জগত সভালৈ আদৰি আনিলে। উল্লেখ কৰা ভাল হ'ব যে মহাপুৰুষ শংকৰদেৱৰ ভাগৱতী ধৰ্ম আৰু অন্যান্য শাস্ত্ৰীয় বা ধৰ্মীয় প্ৰভাৱৰ হেতু আমাৰ লোক-সংস্কৃতিৰ মাজেৰে মহানুভূতি, সাম্যানুভূতি, আধ্যাত্মিক অনুভূতি আৰু সাত্ত্বিক ভাৱযুক্ত নমনীয় ভাৱৰ প্ৰভাৱ পৰিছে।

*বিঃদ্ৰঃ— প্ৰবন্ধটো যুগুত কৰোতে ড° হৰিনাথ শৰ্মা দলৈৰ 'সাহিত্য প্ৰবেশ' আৰু নলবাৰী জিলা সাহিত্য সভাৰ বেলশৰ অধিৱেশনৰ আমাৰেই ভাষণখনৰ (সভাপতি হিচাপে) সহায় লোৱা হৈছে।*

# ভ্ৰাম্যমাণ থিয়েটাৰৰ নাটকৰ গতিধাৰা

পংকজ মুদিয়াৰ

গ্ৰীচৰ ডাইনিচাচ থিয়েটাৰ পৃথিৱীৰ প্ৰথম নাট্যশালা। এই নাট্যশালাত আৰম্ভণিৰ সময়ছোৱাত 'এথেন্স ডাইনিচিয়া' শীৰ্ষক এক অতি জনপ্ৰিয় প্ৰতিযোগিতামূলক নাট মহোৎসৱ অনুষ্ঠিত হৈছিল। এবাৰ সেই প্ৰতিযোগিতাত এটি মজাৰ ঘটনা ঘটিছিল। খ্ৰীঃপূঃ ৪৯২ ত আয়োজিত সেইবাৰৰ প্ৰতিযোগিতাত ভাগ লোৱা ফ্ৰাইনিচুচ 'দ্য কেপচাৰ অৱ মিলেটাচ' ট্ৰেজেডখনে দৰ্শকক শোকবিহ্বল কৰিছিল; কিছুসংখ্যক দৰ্শক কান্দোনত ভাগি পৰিছিল। দৰ্শকক কন্দুওৱাৰ অপৰাধত নাট্যকাৰক জৰিমনা বিহা হৈছিল। ইয়াৰ কাৰণ আছিল যে 'তৎকালীন নাট্য প্ৰযোজনাৰ প্ৰাক্ চৰ্ত অনুসৰি ট্ৰেজেডিৰ কাহিনী যিমানেই দুখজনক নহওক লাগিলে, নাট্যকাৰৰ নাট ৰচনাৰ পদ্ধতি বা বিষয়বস্তুৰ উপস্থাপন ভংগীয়ে কোনো কাৰণতেই দৰ্শকক কন্দুৱাব নোৱাৰিব। গতিকে নাট্যকাৰৰ নাট ৰচনাৰ ক্ষেত্ৰত আৰোপিত চৰ্ত ভংগই আছিল অপৰাধ।

গ্ৰীকসকলৰ সেই কঠোৰ নিয়মৰ মাজত আজিৰ নাট্যকাৰে নাট ৰচনা কৰিব নালাগে যদিও, উদ্দেশ্যধৰ্মীসৰ্বস্ব নাট প্ৰযোজনাৰ ক্ষেত্ৰত আজিৰ নাট্যকাৰসকলো সম্পূৰ্ণ মুক্ত নহয়। তেওঁলোকৰ ওপৰতো আৰোপিত প্ৰাক্চৰ্তৰ ভাৰ বহুখিনি।

প্ৰথম উদাহৰণ হিচাপে ব্ৰেখটৰ এপিক থিয়েটাৰৰ কথাকে উল্লেখ কৰিব পাৰি। নাট্যগৃহক শিক্ষাৰ শ্ৰেণীকোঠালৈ পৰ্যবসিত কৰিব খোজা এই নাট্যতাত্ত্বিকজনাৰ 'এপিক ভংগী'ৰ মূল প্ৰাক্চৰ্ত আছিল— 'নাটৰ পাণ্ডুলিপি বা প্ৰযোজনাৰ কৌশলে দৰ্শকক প্ৰতি মুহূৰ্ততে সচেতন আৰু আৱেগ নিৰপেক্ষ কৰি ৰাখিব লাগিব।' স্বয়ং শ্বেইক্সপীয়েৰেও তেওঁৰ যুগান্তকাৰী নাটসমূহ ৰচনা কৰোতে তৎকালীন ইংলেণ্ডৰ বিদ্বৎ সমাজৰ লগতে অতি মনোৰঞ্জপ্ৰিয় 'গ্ৰাউণ্ডলিংছ' শ্ৰেণীটোৰ কথাও মনত ৰাখিছিল, যিসকলৰ বাবে তেওঁ কেতিয়াবা 'মেজিক', 'দৈব পৰিহাস', কেতিয়াবা 'ক্লাউন', 'ফুল' আদি চৰিত্ৰৰ সমাবেশ ঘটাইছিল। লগতে 'ঘটনা বৈচিত্ৰ'ৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। এক অসাধাৰণ প্ৰতিভাৰে তেওঁ এই উপাদানবোৰ এনেদৰে প্ৰয়োগ কৰিছিল যে নাটকৰ নান্দনিক সৌন্দৰ্যৰ কোনো হেৰফেৰ হোৱা নাছিল। আমাৰ মহাপুৰুষ জনাৰ নাট ৰচনাৰ প্ৰাক্ চৰ্তই আছিল ভক্তিবাদৰ মাজেৰে ধৰ্মপ্ৰচাৰ। তাৰ বাবে তেওঁ নাট ৰচনাৰ এক সুকীয়া ৰীতি আৱিষ্কাৰ কৰি লৈছিল।

স্তানিশ্লাভস্কিয়ে অভিনয় আৰু নাট্য প্ৰয়োগৰ নান্দনিক, বিজ্ঞানসন্মত আৰু যুক্তি নিৰ্ভৰ পদ্ধতি এটাৰ উদ্ভাৱন কৰি নাট্যকাৰ সকলৰ ওপৰত আৰোপিত প্ৰাক্ চৰ্তৰ বোজা বহুখিনি আঁতৰালে। নাট্যকাৰসকলক বিষয়বস্তুৰ বস্তুনিষ্ঠ আলোচনাৰ বাবে এক মুকলিমুৰীয়া পৰিবেশ প্ৰদান কৰি বাকী প্ৰাক্চৰ্তসমূহ প্ৰযোজনাৰ বিভিন্ন দায়িত্বত থকা পৰিকল্পনা বিশেষজ্ঞ আৰু পৰিচালকৰ হাতত ন্যস্ত কৰা হ'ল। ফলস্বৰূপে নাটক অধিক জীৱনমুখী মহৎ সাহিত্য কৰ্মলৈ উন্নীত হ'ল। তথাপি উদ্দেশ্যধৰ্মী নাট্যকাৰসকল কিন্তু প্ৰাক্চৰ্তৰ কবলৰ পৰা সম্পূৰ্ণভাৱে মুক্ত নহ'ল।

আমাৰ ভ্ৰাম্যমাণ থিয়েটাৰত শিল্প-সাধনা আৰু ব্যৱসায়, এই দুয়োটা দিশৰ প্ৰাক্চৰ্ত আৰোপিত হৈ আছে। ভ্ৰাম্যমাণৰ নাটক এখনে বুজন শতাংশ দৰ্শকক সন্তুষ্ট কৰি প্ৰযোজকক ভাল ব্যৱসায় কৰি দিয়াৰ লগতে বিদ্বৎ সমাজৰ দৰ্শকক চিন্তাৰ খোৰাক দিব পৰা হ'ব লাগিব। বিৰতিবিহীনভাৱে দুখন মঞ্চত দৃশ্য পৰিকল্পনা, বুজন শতাংশ সাধাৰণ দৰ্শকৰ পোনপটীয়া মনোৰঞ্জনৰ সমল, গহীন দৰ্শকৰ চিন্তা উদ্বেগী আমোদ উদ্ৰেককাৰী অথচ বিনোদনধৰ্মী— এই সকলো উপাদানৰ এক সচেতন জোঁট-বিন্যাসৰ ছত্ৰছায়াত বহি ভ্ৰাম্যমাণৰ নাট্যকাৰজনে নাটক লিখিব লাগে। গতিকে জনসাধাৰণৰ সমস্যাৰ প্ৰতি সংবেদনশীল, প্ৰখৰ সৃজনী শক্তিৰ অধিকাৰী দক্ষ নাট্যকাৰ অবিহনে ভ্ৰাম্যমাণৰ সফল নাট ৰচনা কৰাটো সকলোৰে পক্ষে সহজ কথা নহয়। সেইবাবেই হয়তো বিগত চাৰি দশকত ব্যৱসায় আৰু জীৱনমুখী সৃষ্টিৰ দুইকূল ৰক্ষা কৰি সফল হোৱা নাটকৰ সংখ্যা নিতান্তই তাকৰ।

এনে এক পটভূমিত ভ্ৰাম্যমাণ থিয়েটাৰৰ নাটকৰ সফলতা আৰু বিফলতাৰ আলোচনা দাঙি ধৰাটো সমীচীন হ'ব। লগতে এইটোও স্বীকাৰ কৰি ল'ব লাগিব যে ভ্ৰাম্যমাণ থিয়েটাৰ এক সুকীয়া নাট্য মাধ্যম। অপেছাদাৰী গ্ৰুপ থিয়েটাৰৰ লগত ইয়াৰ বহু দিশত পাৰ্থক্য আছে। আন আন নাট্য-মাধ্যমৰ লগত সৰলীকৰণ কৰি ভ্ৰাম্যমাণ নাট্য প্ৰযোজনাৰ ৰসাস্বাদন কৰিব নোৱাৰি। ভ্ৰাম্যমাণ নাটৰ বৈশিষ্ট্যসমূহো চালি-জাৰি চোৱা প্ৰয়োজন। আমি ওপৰত উল্লেখ কৰা প্ৰাক্চৰ্তসমূহৰ মাজত এই নাটৰ সাধাৰণ বৈশিষ্ট্যখিনি চিহ্নিত কৰিব পাৰি। তাৰ লগত সাঙুৰিব পৰা আন এটি বিশেষ বৈশিষ্ট্য হ'ল— ভ্ৰাম্যমাণ নাট বহু বৰ্ণী। নাট্যগৃহৰ কাঠামো এনে এক স্থাপত্যৰ ওপৰত প্ৰতিষ্ঠিত যে, ইয়াত নীৰৱতাৰ মাজত সাত্ত্বিক অভিনয়ৰ সুবিধা ভালেখিনি সীমিত। সেয়েহে বাচিক অভিনয়ে এই নাটত প্ৰাধান্য লাভ কৰে। বিৰতিবিহীনভাৱে দুখন মঞ্চত কথাছবিৰ সুলভ গতিময়তা আৰু গভীৰ মঞ্চমায়াৰ সৃষ্টি এই নাটৰ অন্যতম বৈশিষ্ট্য। অতি নাটকীয়তাৰ প্ৰতিও ভ্ৰাম্যমাণ নাট কিছু পৰিমাণে আগ্ৰহী।

বিগত চাৰিটা দশকত জন্ম হোৱা এশ আশীটামান নাট্যদলৰ ভিতৰত সাতটামান দলে ইতিমধ্যে ৰূপালী জয়ন্তী পালন কৰিছে আৰু কেইটামান দল পঁচিশ বছৰৰ দুৱাৰদলিত উপনীত হৈছে। অৱশ্যে সৰহসংখ্যক দলেই নাতিদীৰ্ঘ জীৱন লৈ বিদায় মাগিছে। হিচাপ কৰিলে দেখা যায়, ভ্ৰাম্যমাণ মঞ্চত এতিয়ালৈকে অভিনীত নাটৰ সংখ্যা প্ৰায় চাৰিহেজাৰৰ ওচৰা-ওচৰি। আমাৰ চমু আলোচনাত ভ্ৰাম্যমাণৰ সবল পৰিক্ৰমাক প্ৰতিনিধিত্ব কৰা কিছু সংখ্যক সবল নাটৰ মাজেৰে ইয়াৰ গতি-প্ৰকৃতিৰ আভাস দাঙি ধৰাৰ প্ৰয়াস কৰা হৈছে।

ভ্ৰাম্যমাণ নাটসমূহক পটভূমিভিত্তিক কেইটামান ভাগত ভগাব পাৰি— মহাকাব্যিক, পৌৰাণিক, বুৰঞ্জীমূলক, আখ্যানমূলক আৰু সামাজিক। প্ৰতিটো ভাগৰে দুটাকৈ উপভাগ হ'ব পাৰে— দেশীয় পটভূমি আৰু বিদেশী পটভূমি। সামাজিক নাটৰ উপভাগ কেইটামান লক্ষ্য কৰা যায়— গহীন মৌলিক সামাজিক নাটক, সমসাময়িক সমস্যাৰ নাটক, জীৱনীমূলক নাটক, উপন্যাস বা কাহিনীৰ নাট্যৰূপ, কথাছবিৰ নাট্যৰূপ ইত্যাদি।

এই নাটসমূহৰ বিকাশৰ ধাৰাসমূহ চিহ্নিত কৰি আলোচনা আগবঢ়োৱাটোও গুৰুত্বপূৰ্ণ কথা। ১৯৬৩ চনৰ পৰা ১৯৬৬ চনলৈ অৰ্থাৎ নটৰাজৰ পৰা পূৰ্বজ্যোতিৰ জন্মলৈ বুৰঞ্জীমূলক নাটৰ স্তৰ এটি প্ৰত্যক্ষ কৰা যায়। পূৰ্বজ্যোতিৰ পৰা ৰূপকোঁৱৰৰ জন্মলৈ পাৰিবাৰিক সমস্যাবহুল নাটৰ স্তৰ এটিৰ আৰম্ভ হয় আৰু ৰূপকোঁৱৰৰ পৰা কহিনুৰৰ জন্মলৈ এই সময়ছোৱাত এই নাটৰ পূৰ্ণ বিকাশ ঘটে। বুৰঞ্জীমূলক পৌৰাণিক তথা মহাকাব্যিক নাটকৰ সুঁতি এই সময়ছোৱাতেই শীৰ্ণ হৈ পৰে।

১৯৭৬ চনত জন্ম লাভ কৰা কহিনুৰ থিয়েটাৰে এক নতুন অধ্যায়ৰ সূচনা কৰে। ইতিমধ্যে প্ৰতিষ্ঠিত হৈ পৰা পাৰিবাৰিক সমস্যাবহুল হাঁহি-কান্দোনেৰে ভৰা নাটৰ আবেষ্টনী ভাঙি নাটকৰ বিষয়বস্তুৰ বিচিত্ৰতা আনে। ১৯৮১ চন ভ্ৰাম্যমাণ নাটৰ এক 'টাৰ্নিং পইণ্ট'। আৱাহন থিয়েটাৰৰ যোগেদি গহীন সামাজিক নাটৰ ধাৰাই জনপ্ৰিয়তা লাভ কৰিবলৈ ধৰে। অৱশ্যে এই ধাৰা নাটৰ পোখা মেলিছিল ৰূপকোঁৱৰ থিয়েটাৰতেই। কহিনুৰৰ পৰা আৱাহনলৈ, এই সময়ছোৱাত জীৱনীনাট, ধ্ৰুপদী সাহিত্য তথা উপন্যাস বা কাহিনীৰ নাট্যৰূপৰ ধাৰাটিও বিকশিত হ'বলৈ ধৰে। ভ্ৰাম্যমাণৰ চাৰিদশকৰ শেষৰ দশকৰ আৰম্ভণিৰ পৰা দেশৰ সাম্প্ৰতিক পটভূমিৰ আৰু সমস্যাৰ ওপৰত নাট ৰচনাৰো প্ৰয়াস চলে।

ভ্ৰাম্যমাণ থিয়েটাৰৰ বুৰঞ্জী আৰম্ভ হৈছে বুৰঞ্জীমূলক নাটকৰ জৰিয়তে। ১৯৬৩ চনত নটৰাজৰ জন্ম বৰ্ষৰ নাট আছিল— ভোগজৰা (ফণী শৰ্মা), জেৰেঙাৰ সতী (উত্তম বৰুৱা), টিকেন্দ্ৰজিৎ (অতুল চন্দ্ৰ হাজৰিকা) আৰু হায়দৰ আলী (মহেন্দ্ৰ গুপ্তৰ মূল বঙালী নাটৰ অনুবাদ)। আটাইকেইখনেই বুৰঞ্জীমূলক। ইয়াৰ ভিতৰত 'হায়দৰ আলী'ৰ জনপ্ৰিয়তা আছিল তুংগত। বঙালীৰ পৰা হুবহু অসমীয়া অনুবাদ কৰি নাট মেলা হৈছিল বাবে ই পূৰ্ণমাত্ৰাই যাত্ৰাগন্ধী আছিল। ইয়াৰ পিছৰ বছৰত পৌৰাণিক নাট 'বেউলা' (অতুল চন্দ্ৰ হাজৰিকা) আৰু 'অংগাৰ' নামৰ অনূদিত সামাজিক নাট দুখন আগৰ দুখন নাটৰ লগত মিলাই নটৰাজে দ্বিতীয় নাট্যবৰ্ষৰ পাতনি মেলে।বেউলা মুদ্ৰিত নাট। অংগাৰ হ'ল উৎপল দত্তৰ একে নামৰ বঙালী নাটৰ অনুবাদ। পশ্চিমবংগৰ ৰাণিগঞ্জ-আচানল অঞ্চলৰ কয়লা খনিৰ শ্ৰমিকসকলৰ জীৱন-সংগ্ৰাম এই নাটৰ উপজীৱ্য বিষয়। এইখনো হুবহু অনুবাদৰ মাজেৰে পৰিবেশিত নাটক। ১৯৬৬ চনত যাত্ৰিক থিয়েটাৰৰ পৰা ভ্ৰাম্যমাণলৈ উন্নীত হোৱা সুৰদেৱী থিয়েটাৰেও আটাইকেইখন বুৰঞ্জীমূলক নাট লৈ যাত্ৰা আৰম্ভ কৰিছিল। সেই একে বছৰতে জন্ম পোৱা পূৰ্বজ্যোতি থিয়েটাৰে আৰম্ভণি বৰ্ষতে ভ্ৰাম্যমাণ নাটক এক নতুন গতিময়তা প্ৰদান কৰে। এমুঠি চাউল (ফণী শৰ্মা), শোণিত কুঁৱৰী (জ্যোতি প্ৰসাদ), কাৰাগাৰ (অনুবাদ) আৰু চাহজাহান (অনুবাদ) নাটেৰে এহাতে বুৰঞ্জীমূলক নাটৰ এক নতুন সোৱাদ দিয়ে লগতে সামাজিক নাটকক অধিক জনপ্ৰিয় কৰি তোলে। ফণী শৰ্মা, ভূপেন হাজৰিকা আছিল এই থিয়েটাৰৰ প্ৰধান ঋত্বিক। ইপিনে সুৰদেৱীৰ শিবিৰত বিষ্ণু ৰাভাই এক নতুন ৰূপত সুৰদেৱীৰ নাট্যসম্ভাৰ প্ৰস্তুত কৰে।

পূৰ্বজ্যোতিত 'শোণিত কুঁৱৰী' যদিও এখন বুৰঞ্জীমূলক নাট আছিল, ইয়াৰ আবেদন আছিল নিতান্তই সামাজিক। এমুঠি চাউলৰ আবেদনো আছিল ইমানেই শক্তিশালী যে লাহে লাহে বুৰঞ্জীমূলক তথা পৌৰাণিক নাটকৰ পূৰ্বৰ জনপ্ৰিয়তা সামাজিক নাটে দখল কৰিবলৈ ধৰে। সুৰদেৱী, ভাগ্যদেৱী আদি থিয়েটাৰে দুই-এখন বুৰঞ্জীমূলক নাট অভিনয় কৰিবলৈ লয় যদিও ৰূপকোঁৱৰৰ সময়লৈ এই ধাৰা নাটৰ জনপ্ৰিয়তা ভালেখিনি কমি যায়। পূৰ্বজ্যোতিৰ ৰায়গড়, টিপু ছুলতান, বভ্ৰুবাহন, দক্ষযজ্ঞ, কহিনুৰ, ৰাম বনবাস আদি সফল জনপ্ৰিয় নাটে বুৰঞ্জীমূলক বা পৌৰাণিক নাটৰ সুঁতি ধৰি ৰাখিব নোৱাৰিলে। পুনৰ প্ৰায় এটি

দশকৰ ব্যৱধানত আৱাহন, কহিনুৰ থিয়েটাৰে বুৰঞ্জীমূলক, পৌৰাণিক আৰু মহাকাব্যিক নাটৰ ধাৰাক এক নতুন মাত্ৰা প্ৰদান কৰে। ১৯৮২ চনত অৰুণ শৰ্মাৰ নাট্যৰূপেৰে অসম বুৰঞ্জীৰ মানৰ দিনৰ পটভূমিত 'মনোমতী' (মূল উপন্যাস ৰজনী কান্ত বৰদলৈৰ) নাট মঞ্চস্থ কৰে আৱাহন থিয়েটাৰে। বুৰঞ্জীমূলক নাটৰ পূৰ্বৰ অতি নাটকীয়তা পৰিহাৰ কৰি মাৰ্জিত ৰুচিৰে প্ৰস্তুত কৰা নাটখনে বুৰঞ্জীমূলক নাটৰ নৱ উন্মেষ ঘটায়। ৮৩ চনত মহেন্দ্ৰ বৰঠাকুৰে ৰচনা কৰে আজান ফকীৰৰ করুণ জীৱন গাথাৰ ওপৰত 'শৰাগুৰি চাপৰি' কহিনুৰৰ বাবে। চুফী দৰ্শন, ৰজাদিনীয়া বিষয়া-আমোলাৰ চতুৰালি আৰু গভীৰ মানৱতাবাদৰ সংবাহক শৰাগুৰি চাপৰি বৰঠাকুৰৰ এক বিৰল নাট্যকৰ্ম হিচাপে চিহ্নিত হয়।

কহিনুৰৰ মঞ্চত ১৯৮৪ চনত হেমন্ত দত্তৰ 'মহাভাৰতে' চাঞ্চল্যৰ সৃষ্টি কৰে। সাৱলীল সংলাপ, শ্বাসৰোধী নাট্যমুহূৰ্তৰ সৃষ্টিৰে নাট্যকাৰ দত্তই মহাকাব্যিক নাটৰ ধাৰাক নৱজন্ম দিয়ে ভ্ৰাম্যমাণৰ মঞ্চত। সেইটোতে পৰৱৰ্তী বছৰবোৰত ৰামায়ণ ('৮৫ হেমন্ত দত্ত, কহিনুৰ), ভগৱান শ্ৰীকৃষ্ণ ('৮৫, লক্ষ্যধৰ চৌধুৰী, আৱাহন), শ্ৰীমদ্ভাগৱত গীতা ('৮৭, হেমন্ত দত্ত, আৱাহন) আদি নাট মঞ্চস্থ হয়। শ্ৰীমদ্ভাগৱত গীতাৰ চৰিত্ৰ সৃষ্টি আৰু সংলাপো আছিল নাট্যকাৰৰ মননশীলতাৰ পৰিচায়ক। পৌৰাণিক নাটৰ ভিতৰত শ্ৰীবৎস চিন্তা ('৮৮, হেমন্ত দত্ত, আৱাহন), হেঙুলৰ মাতৃহন্তা পৰশুৰাম (৯২, মহেন্দ্ৰ বৰঠাকুৰ), দেৱী মা মনসা ('৯৯, হেমন্ত দত্ত, কহিনুৰ), কামৰূপ কামাখ্যাৰ ('৮৮, মহেন্দ্ৰ বৰঠাকুৰ, হেঙুল) নাম বিশেষভাৱে উল্লেখ কৰিব পাৰি। 'মাতৃহন্তা পৰশুৰাম' আৰু 'কামৰূপ কামাখ্যা'ৰ জৰিয়তে নাট্যকাৰ বৰঠাকুৰে আজিৰ সমসাময়িক সমাজখনৰ সমস্যাৰ ইংগিত দাঙি ধৰি পৌৰাণিক নাটকক এক ৰসোমাত্ৰা প্ৰদান কৰিছে। মিছৰৰ ৰাণী ক্লিওপেট্ৰাৰ বৈচিত্ৰ্যপূৰ্ণ জীৱন আধাৰিত নাটক 'ক্লিওপেট্ৰা' পৰিৱেশিত হৈছে কহিনুৰৰ মঞ্চত। বিদেশৰ বুৰঞ্জীৰ আধাৰ এই নাটখন সহজসৰলকৈ সজাই নাট্যকাৰ পদ্ম বৰকটকীয়ে ভ্ৰাম্যমাণৰ দৰ্শকক নতুন সোৱাদ দিছে। বিনোদ ভাগৱতীৰ 'পম্পেয়ীৰ প্ৰলয়ো' এখন উল্লেখ্য নাট। হেমন্ত দত্তৰ 'দাস্তান শ্বহীদ কাৰবালা' এই ধাৰাৰ আন এখন সফল নাট। অতুল বৰদলৈয়ে গ্ৰীক মহাকাব্য 'ইলিয়াড আৰু ওডিছি'ৰ নাট্যৰূপেৰে মহাকাব্যিক নাটকৰ বিচিত্ৰতা আনে। মহেন্দ্ৰ বৰঠাকুৰৰ 'সম্ৰাট আৰু সুন্দৰী' বুৰঞ্জীমূলক নাটৰ এক ব্যতিক্ৰমধৰ্মী প্ৰযোজনা। সম্ৰাট অশোকৰ অত্যাচাৰী জীৱন আৰু পিছলৈ বৌদ্ধধৰ্মত দীক্ষিত হৈ আঁকোৱালি লোৱা জীৱনৰ দ্বন্দ্ব— নাটৰ মূল বিষয়বস্তু। চৰিত্ৰৰ মানসিক বিশ্লেষণ নাটখনিৰ মহৎ দিশ। বিলকিচ বেগম তেওঁৰ আন এখনি উল্লেখ্য নাট। ১৯৮৭ চনত মকুন্দৰ মঞ্চত পৰিৱেশিত উগ্ৰ মেনাৰ 'দাতাকৰ্ণ' আৰু মুনিন বৰুৱাৰ 'সূৰ্য পুত্ৰ কৰ্ণ' ('৯৪, আৱাহন) দুখন মহাকাব্যিক নাট। দুয়োখন নাটতে কৰ্ণৰ জটিল 'অন্তৰ্দ্বন্দ্ব' সহজভাৱে বিবৃত হৈছে। এইদৰে ভ্ৰাম্যমাণ থিয়েটাৰৰ বুৰঞ্জীৰ বিগত দুটি দহকত, বুৰঞ্জীমূলক, মহাকাব্যিক আৰু পৌৰাণিক নাটৰ শীৰ্ণ ধাৰাটোৰ পুনৰুদ্ধাৰ হৈছে। তথাপি সামাজিক নাটৰ সমান্তৰালভাৱে ইয়াৰ গতি অব্যাহত থকা বুলি মন্তব্য দিব নোৱাৰি।

পূৰ্বজ্যোতিয়ে সামাজিক নাটৰ ধাৰাটিক জনপ্ৰিয় কৰি তোলাৰ যি উদ্যোগ লৈছিল, তাত হাত উজান দিছিল মঞ্চৰূপা আৰু অসম ষ্টাৰ থিয়েটাৰে। প্ৰফুল্ল বৰাৰ আগমনে এই প্ৰয়াসক চহকী কৰিছিল। ১৯৬৮ চনৰ পৰা ৰূপকোঁৱৰৰ জন্মৰ সময়লৈ এই তিনিটা নাট্যদলে ভালেমান পাৰিবাৰিক সমস্যাবহুল হাঁহি-কান্দোনৰ নাট মঞ্চস্থ কৰি সামাজিক নাটৰ ধাৰাক গতিশীল কৰি তুলিছিল। এমুঠি চাউলে প্ৰথমটো 'টাৰ্ণিং পইণ্ট' সূচনা কৰাৰ পিছত অনিতা, চিৰাজ, সাঁকো, নৰ্তকী, দেৱযানী, কল্যাণী, বান আৰু ইহঁতো মানুহ আদি উল্লেখ্য নাটকে সামাজিক নাটকৰ ধাৰাক বুৰঞ্জীমূলক নাটকৰ তুলনাত অধিক জনপ্ৰিয় কৰি তুলিছিল। প্ৰফুল্ল বৰাৰ সাঁকোৱে জনচেতনা উন্মেষকাৰী এখন সামাজিক নাট হিচাপে ভ্ৰাম্যমাণক এক নতুন অভিজ্ঞতা দিছিল। ১৯৭৩ চনত ৰূপকোঁৱৰ থিয়েটাৰে চাৰিওখন সামাজিক নাটেৰে বাৰ্ষিক নাট্যপৰিক্ৰমা আৰম্ভ কৰে। ভবেন বৰুৱাই পাৰিবাৰিক সমস্যাবহুল নাটৰ গভীৰ মঞ্চমায়াৰ সৃষ্টি কৰি কেৱল সামাজিক নাটকেৰে ভ্ৰাম্যমাণৰ দৰ্শকক সন্তুষ্ট কৰিব পৰা অৱস্থালৈ এই নাট্যমাধ্যমৰ উত্তৰণ ঘটায়। মল্লিকা, কলংকিনী নায়িকা, মা আদি নাটকে সাধাৰণ দৰ্শকৰ ওপৰত গভীৰ আৱেশ পেলাইছিল। মল্লিকা আৰু কলংকিনী নায়িকাৰ কাহিনী বঙালী আছিল যদিও নাট্যকাৰ বৰুৱাই দুয়োখন নাটকে অসমীয়া সাজত সজাই পৰিৱেশন কৰে। ৰূপকোঁৱৰৰ মঞ্চত অভিনীত ৰত্ন ওজাৰ 'জীয়া জুই' আৰু 'কাঞ্চন জংঘা' দুখন ব্যতিক্ৰমী গহীন সামাজিক নাট। 'জীয়া জুই'ত, গৰিব পৰিয়াল এটিয়ে ভোকৰ তাড়নাত পৰি অসামাজিক কামত লিপ্ত হৈ পৰাৰ এক দুৰ্ভাগ্যজনক ঘটনা ৰূপায়ণ কৰা হৈছে। নাটকখনৰ প্ৰকাশ ভংগীৰ অভিনৱত্ব আছিল। কিন্তু 'জীয়া জুই'ৰ দৰে নাট কিছু বছৰলৈ ভ্ৰাম্যমাণৰ মঞ্চত দেখা নগ'ল।

কহিনুৰে আৱেগ আৰু মঞ্চমায়াৰ আতিশয্যত পৰিৱেশিত একঘেয়েমী পাৰিবাৰিক নাটকৰ বেষ্টনীৰ পৰা আঁতৰি বৈচিত্ৰ্য পূৰ্ণ বিষয়বস্তুৰে সামাজিক নাটক মঞ্চস্থ কৰিবলৈ লয় আৰু আন আন দলো এই প্ৰয়াসৰে প্ৰভাৱিত হয়। আৱাহনৰ শিবিৰলৈ মহেন্দ্ৰ বৰঠাকুৰ আৰু ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ দৰে নাট্যকাৰৰ আগমন হয়। ভ্ৰাম্যমাণ নাটকৰ গতি-প্ৰকৃতিৰ এক বৈপ্লৱিক উত্তৰণৰ প্ৰতিশ্ৰুতিৰে ড° শইকীয়াই আৱাহনৰ মঞ্চত উপহাৰ দিয়ে ৰামধেনু ('৮১) নামৰ এখন নাট। মধ্যবিত্তৰ বিলাসী স্বপ্নৰ ৰাগিত ঐশ্বৰ্য-বিভূতিৰ সাতোৰঙী ৰামধেনুৰ মায়াৰ পিছে পিছে ধাৱিত হোৱা এটি পৰিয়ালৰ কাহিনী বিবৃত হৈছে এই নাটকত। যুগপৎ দৃশ্যৰীতিৰ প্ৰয়োগেৰে নাট্যক্ৰিয়াত এহাতে কথাছবিসুলভ গতিময়তা প্ৰদান, আনহাতে সততে প্ৰত্যক্ষ হোৱা স্থূলতা পৰিহাৰ কৰি 'ৰামধেনু'ৰে গহীন সামাজিক নাটৰ মাইল খুটি স্থাপন কৰে। বিগত দুটা দশকত ড° শইকীয়াই প্ৰায় ২৬ খন এই ধাৰাৰ নাট ৰচনা কৰি ভ্ৰাম্যমাণৰ নাটকক এক নতুন মাত্ৰা প্ৰদান কৰিছে। ড° শইকীয়াই অন্ধকূপ ('৮১), বন্দীশাল ('৮২), নীলকণ্ঠ ('৮৪), অমৃত ('৮৬), জন্মভূমি ('৮৭), দীনবন্ধু ('৮৮), গধূলি ('৯১), পৰমানন্দ ('৯৪), সমুদ্ৰ মন্থন ('৯৫), স্বৰ্ণ জয়ন্তী ('৯৭), শতাব্দী ('৯৯) আদি আৱাহনৰ মঞ্চত আৰু কহিনুৰৰ মঞ্চত গহ্বৰ ('৯১) ৰ দৰে উল্লেখ্য নাট মঞ্চস্থ কৰিছে।

মহেন্দ্ৰ বৰঠাকুৰে ১৯৮১ চনৰ পৰা ভ্ৰাম্যমাণৰ বাবে নাট লিখি গহীন সামাজিক নাটৰ ভঁৰাল চহকী কৰিছে। শিমলু চন্দন ('৮১), প্ৰতীক্ষা ('৯৮), অগ্নিক্ষণ ('৯৫), তেজ লগা বাট ('৯০), প্ৰজাঘৰৰ ৰজা ('৯৭) আদি নাটত শ্ৰেণী চেতনা প্ৰতিফলিত হৈছে। আৰ্থ-সামাজিক সমস্যাৰ ওপৰত নাট্যকাৰ বৰঠাকুৰে তেজাল ঘোঁৰা ('৯০), শিকলি ('৯৭), বলীয়া গোসাই ('৯৬) আদি নাট ৰচনা কৰিছে। গাঁও আৰু নগৰীয়া জীৱনৰ দ্বন্দ্বৰ



ওপৰত ৰচিত 'হে মহানগৰ', 'মহাত্মা ('৮৯) মানুহ' ('৮৯) আদি উল্লেখ্য নাটক। পাৰিবাৰিক নাটকৰ সমস্যাৰ উৎস, গতিবিধি আৰু সমাধানৰ পৰামৰ্শৰে তেওঁ 'বন্দিনী', 'পাগলা চাহাব' ('৮৮), 'মোৰ আই' ('৮৬), 'ছাঁ' ('৯৯), 'বেয়া মানুহ' ('৮৬) ৰচনা কৰি এইধাৰা নাটকক নতুনত্ব প্ৰদান কৰিছে। প্ৰজন্ম ব্যৱধানৰ ওপৰত 'নেদেখা নদীৰ ঘাট' ('৯১), 'পিতামহ' ('৮৯), 'দধিছী ('৮৫), ৰাজনৈতিক ভণ্ডামিৰ ওপৰত 'নৰক বন্দনা' ('৯১) আদি আৰু দেশৰ ভণ্ড ৰাজনীতিৰ দলিল স্বৰূপ 'মুখ্যমন্ত্ৰী' তেওঁৰ বলিষ্ঠ সামাজিক নাট।

সেৱাব্ৰত বৰুৱাৰ বেদখল ('৯২), অহংকাৰ ('৯৩), পৰম সম্পদ ('৯৫), ৰণভূমি ('৯৬), নাস্তিক ('৯৭), বালিঘৰ ('৯৪), গণদেৱতা ('৯২) আদি নাটক পাৰিবাৰিক আৰু সামাজিক সমস্যাৰ বস্তুনিষ্ঠ বিশ্লেষণেৰে পৰিপূৰ্ণ। নাট্যকাৰ বৰুৱাৰ সংলাপ যথেষ্ট সৰল। হেমন্ত দত্তয়ো ভালেকেইখন গধুৰ বক্তব্যৰ নাট উপহাৰ দিছে। তেওঁৰ কাঁইট (৮৯), ঘৃণা (৯৫), দাগ (৯৩), দেৱী সন্ন্যাসিনী (৮১), ৰাজ সন্ন্যাসী (৯৫), আপোন মানুহ আদি এই ধাৰাৰ উল্লেখ্য নাট। মুনিন বৰুৱাই মাৰ্জিত ৰুচিৰে ভালেমান জনপ্ৰিয় সামাজিক নাট ৰচনা কৰিছে। ঘৰ (৮৯), আঘাত (৯০), শেষ ভাওনাৰ ভাৱৰীয়া (৯১), বৈৰী বন্ধু (৯২), কাল শংখ (৯৬), অজাত শত্ৰু (৯৬) আদি ভ্ৰাম্যমাণৰ জনপ্ৰিয় নাটক।

সামাজিক অন্যায়-অত্যাচাৰ, দুৰ্নীতি আদি বিষয়ৰ ওপৰত মহেশ কলিতাই লিখা 'দালাল', ছাত্ৰই ৰাজনীতিত অংশ গ্ৰহণৰ নেতিবাচক দিশৰ ওপৰত ৰচিত 'বাঘজৰী', প্ৰেম বিতৰ্কৰ ওপৰত ৰচিত 'দুৰ্নাম', চাহ জনজাতিৰ পটভূমিত লিখা 'সপোন কন্যা', বিমল মনোৰঞ্জনৰ নাট 'বনৰীয়া ফুল' ভ্ৰাম্যমাণ মঞ্চৰ উপভোগ্য নাট। অৱতাৰ সিঙেও সৰু মানুহৰ সৰলতাৰ সুযোগ লৈ তেওঁলোকৰ ওপৰত জাপি দিয়া নিৰ্যাতনক লৈ 'জীয়া মানুহৰ সমাধি'ৰ দৰে নাট ৰচনা কৰিছে। আমাৰ ন্যায় ব্যৱস্থাৰ অন্যায়ৰ দিশসমূহৰ ওপৰত ৰচিত 'বন্দিনী প্ৰতিমা', ৰাজনীতিকৰ ভণ্ডতাৰ ওপৰত 'অন্ধদেৱতা', লগতে অগ্নিকুণ্ড, যুগ-নায়ক আদি ভালেকেইখন বক্তব্যগধুৰ নাটক নাট্যকাৰ সিঙে উপহাৰ দিছে। মকুন্দৰ জন্মলগ্নৰে পৰা জড়িত উগ্ৰ মেনাই ৰাজনৈতিক নেতাৰ ভণ্ডামিৰ ওপৰত 'আজিও মৰা নাই', প্ৰজন্ম ব্যৱধানৰ ওপৰত 'বিপ্লৱী চেতনা', 'শিলাবৃষ্টি', 'ৰঙানৈৰ চাপৰি' আদি নাটেৰে ভ্ৰাম্যমাণৰ নাট্যভাণ্ডাৰ চহকী কৰিছে। নাটৰ বিষয়বস্তুৰ অধিক গুৰুত্ব দি অতুল বৰদলৈয়ে কেবাখনো সাৰ্থক অনুবাদ নাট মঞ্চস্থ কৰিছে। ৰুদ্ৰ চৌধুৰী, চন্দ্ৰ চৌধুৰী, মহানন্দ শৰ্মায়ো ভালেমান সম্পাদিত জনপ্ৰিয় নাট লিখিছে। 'মমতাময়ী মা', 'প্ৰলয়'ৰ দৰে নাট ৰচনাৰে উমেশ শৰ্মাই তেওঁৰ দক্ষতা সাব্যস্ত কৰিছে।

মহেশ কলিতাই 'মিৰি জীয়াৰী' উপন্যাসৰ নাট্যৰূপ দি ভ্ৰাম্যমাণ নাটকৰ আন এক সুঁতিৰ প্ৰবাহ মুকলি কৰে। একে বছৰতে নাট্যৰূপ দিয়া কাঞ্চন বৰুৱাৰ উপন্যাস 'অসীমত যাৰ হেৰাল সীমা'ই চাঞ্চল্যৰ সৃষ্টি কৰে। ইয়াৰ পিছত অভিনীত হয়— মহাশ্বেতা, কবৰৰ কংকাল, মৃত্যুঞ্জয়, পৃথিৱীৰ প্ৰেম, হালধীয়া চৰায়ে বাওধান খায় আদি উপন্যাসৰ নাট্যৰূপ। বিদেশী উপন্যাস, নাটক, কাহিনীৰ ওপৰত ইন্দ্ৰধনুৰ অথেল', মহেন্দ্ৰ বৰঠাকুৰৰ 'হেমলেট', 'তেজ লগা বাট' (ক্ৰাইম এণ্ড পানিচমেণ্ট), 'বেনহুৰ' ('৯২), সেৱাব্ৰত বৰুৱাৰ ছায়ানুবাদ পবিত্ৰ পাপী ('৯৪, ৰজা ইডিপাছ), গণশত্ৰু (এন এনিমি অৱ দ্য পিপল), পবিত্ৰ কুমাৰ ডেকাৰ ৰাজদ্ৰোহী ('৮৪), ঠিকনা আদি উল্লেখ্য।

ভালেকেইখন জীৱনমূলক নাটো জনপ্ৰিয় হৈছে। মহেশ কলিতাৰ সব্যসাচী বিষ্ণু ৰাভা ('৮৩), কুশল কোঁৱৰ (অনিৰ্বাণৰ মঞ্চত), মহেন্দ্ৰ বৰঠাকুৰৰ বিষ্ণুপ্ৰসাদ ('৯৯), মহাবীৰ চিলাৰায় (২০০১), আইদেউ সন্দিকৈ (হেঙুল), ভবেন বৰুৱাৰ 'কনকলতা' সফলতাৰে অভিনীত হৈছে। গোকুল পাঠকৰ 'সৈনিক শিল্পী ব্ৰজ শৰ্মা' জীৱনীমূলক প্ৰথম নাট।

'কমলা কুঁৱৰী'ৰ করুণ জীৱন-গাঁথাৰ আখ্যানৰ ওপৰত উগ্ৰ মেনাই লিখা 'কমলাকুঁৱৰী' ('৭৯), প্ৰফুল্ল বৰাৰ 'তেজীমলা' ('৭৬) আৰু মনালিছাৰ মঞ্চত অভিনীত 'মহাপ্ৰস্থানৰ হাঁহি' সাৰ্থক আখ্যানমূলক নাটক।

সমকালীন উল্লেখ্য ঘটনা, যেনে— উগ্ৰপন্থীৰ কাৰ্যকলাপ, উচ্ছৃংখল যুৱ মানসিকতা, তথা জনসাধাৰণৰ উৎসুকতা যোগোৱা বিশেষ ঘটনাৰ আলমত ৰচিত নাটবোৰ ভ্ৰাম্যমাণৰ মঞ্চত সমাদৃত হৈছে। সশস্ত্ৰ সংগ্ৰামৰ খুটি-নাতি ফঁহিয়াই জিতেন শৰ্মাই শ্ৰীমন্ত শংকৰদেৱ থিয়েটাৰত মঞ্চস্থ কৰা 'কালধুমুহা' ('৯৩) নাটেৰে জনপ্ৰিয় হৈ পৰিছে। তেওঁৰ 'প্ৰতিঘাত'ত ('৯৪) মধ্যবিত্তৰ শ্ৰেণী চৰিত্ৰ বিশ্লেষণৰ যুগপৎ সশস্ত্ৰ সংগ্ৰামীৰ অন্তৰ্দ্বন্দ্ব, 'মাতাল ঘোঁৰা'ত উন্নাষিক উচ্ছৃংঙ্খল যুৱ সমাজৰ নৈতিক স্খলনক সাহসেৰে দাঙি ধৰিছে। মহেন্দ্ৰ বৰঠাকুৰৰ 'মাজনিশাৰ চিএঞ্চৰ', মহেশ কলিতাৰ 'দেশৰ মাটিৰ জুই' এই বিষয়ৰ বিশ্লেষণধৰ্মী নাট। জিতেন শৰ্মাৰ 'আগ্নেয়গিৰি', উগ্ৰমেনাৰ 'মামৰে ধৰা অলংকাৰ' এই প্ৰসংগত উল্লেখ্য নাট।

জনপ্ৰিয় বোলছবিৰ নাট্যৰূপ যেনে— সাগৰলৈ বহুদূৰ ('৯৬), টাইটানিক ('৯৮), ড° বেজবৰুৱা ('৯৮), আজলী নবৌ ('৯১), সোণমইনা ('৯২), বেণ্ডিট কুইন আদি নাটক দৰ্শকে আগ্ৰহেৰে উপভোগ কৰিছে।

সম্প্ৰতি এই সকলোবোৰ ধাৰাৰ বৈচিত্ৰ্যপূৰ্ণ সমাবেশেৰে ভ্ৰাম্যমাণৰ পৰিক্ৰমা অব্যাহত আছে। কোনো নিৰ্দিষ্ট ধাৰাৰ নাটকে প্ৰাধান্য লাভ কৰা নাই। প্ৰতিনিয়ত নতুন সোৱাদৰ সন্ধানত ভ্ৰাম্যমাণৰ পৰীক্ষা-নিৰীক্ষা উৎসৰ্গিত হৈছে। ডায়েনা, বীৰাপ্পান আদিক লৈও ভ্ৰাম্যমাণত নাটক মঞ্চস্থ হৈছে। ব্যৱসায়ৰ প্ৰাকচৰ্ত পূৰণত সম্পূৰ্ণভাৱে নিমগ্ন হৈ পৰা দলবোৰৰ পৰীক্ষা-নিৰীক্ষা হ'ল সৰ্বসাধাৰণ দৰ্শকৰ ৰুচিক আলোড়িত কৰি নিম্ন ৰুচিৰ মনোৰঞ্জন প্ৰদান। জীৱনমুখী প্ৰযোজনাৰ প্ৰতি তেওঁলোকৰ কোনো আগ্ৰহ নাই। ফলস্বৰূপে ভাল দৰ্শক সৃষ্টিৰ প্ৰক্ৰিয়াই গঢ় লৈ উঠা নাই। সুস্থ ৰুচিৰে নাটক কৰা বা নাটক লিখাসকলৰ এইটোৱে হ'ল ডাঙৰ প্ৰত্যাহ্বান। এনে প্ৰত্যাহ্বানৰ সন্মুখতে ১৯৮৩ চনত কহিনুৰ থিয়েটাৰে মাটিৰ গাড়ী, বাঘজাল, শৰাগুৰি চাপৰিৰে ভ্ৰাম্যমাণৰ বৈপ্লৱিক উত্তৰণৰ অৰ্থে গ্ৰহণ কৰা প্ৰয়াস নতজানু হ'ল। তথাপি এই প্ৰয়াস সীমিতসংখ্যকৰ মাজত হ'লেও অব্যাহত আছে। দ্ৰুতগতিত পৰিবৰ্তন হোৱা সময়ৰ লগে লগে ভ্ৰাম্যমাণৰ দৰ্শকৰো সলনি হ'ব ধৰিছে। নাটক যে বজাৰৰ পণ্য নহয়, এই কথা ভাবিব পৰা দৰ্শকৰ সংখ্যা বাঢ়ি যোৱাটোও পৰিলক্ষিত হৈছে। এনেস্থলত সুস্থ মনোৰঞ্জন আৰু জীৱনমুখী চিন্তাৰ যুগপৎ প্ৰয়োগ ৰীতিৰ নাটকে ভ্ৰাম্যমাণৰ ভাৱীকাল যে নিয়ন্ত্ৰণ কৰিব— এই কথা লাহে লাহে স্পষ্ট হৈ আহিছে। তাৰ বাবে প্ৰয়োজন হ'ব এই দুই প্ৰাক্‌চৰ্ত ৰক্ষা কৰিব পৰা অসাধাৰণ সৃজনী শক্তিৰ সমাজ সচেতন নাট্যকাৰৰ।

# বৃহত্তৰ বেলশৰ অঞ্চলৰ সাহিত্য চৰ্চা

যাদৱ সেন ডেকা

বেলশৰ অঞ্চলৰ সাহিত্যিক তথা সাহিত্য চৰ্চাৰ ক্ষেত্ৰত প্ৰথমেই মনত পৰিল ঁকালীচৰণ পাটোৱাৰীলৈ। সাহিত্যৰ এটি অন্ধকাৰময় যুগত প্ৰাথমিক বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ বাবে কেইখনমান কিতাপ লিখিছিল। ঁআদিত্য ভৰালীয়ে বহল ৰচনাপাঠ, সতী সীতাকে ধৰি ভালেকেইখন ধৰ্মমূলক কিতাপৰ উপৰি শিশুপযোগী পুথি ৰচনা কৰিছিল।

ঁদণ্ডীৰাম দত্তদেৱেও মৃত্যুৰ আগমুহূৰ্তলৈকে এখন বেতৰ আৰামী চকীত বহি চকুৰে মণিব নোৱাৰিলেও মুখেৰে কৈ থাকি আন এজনৰ দ্বাৰাই লিখি থৈ গ'ল সাহিত্যৰ মৌজোল। কেইখনমান প্ৰকাশিত পুথি— ইন্দিৰা গান্ধী পতনৰ পৰিণতি, বিল্বেশ্বৰ দেৱালয়ৰ ইতিবৃত্ত, মহাপ্ৰয়াণত মহাত্মা গান্ধী, কাইথেলি অংক, বত্ৰিশ পুতলা, কৌতুক, ফকৰুদ্দিন আলি আহমেদৰ জীৱনী, গান্ধী হত্যাৰ বিচাৰ ইত্যাদি। বেলশৰৰ প্ৰথম সাহিত্যিক পেঞ্চনাৰ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাচীন পুথিৰ গৱেষণাকাৰী আছিল। ঁউমা কান্ত মিশ্ৰই সংস্কৃত 'মালবিকাগ্নিমিত্ৰ' নামৰ নাটখন অসমীয়ালৈ ৰূপান্তৰিত কৰিছিল।

প্ৰখ্যাত আইনবিদ তথা প্ৰবীণ ৰাজনীতিবিদ তৰুণ সেন ডেকাই কেইখনমান ৰাজনীতি বিষয়ৰ কিতাপ প্ৰণয়ন কৰিছে। সদ্য প্ৰকাশিত বহুমূলীয়া আত্মজীৱনীমূলক 'মুক্তি সংগ্ৰামৰ আধাৰত জীৱন কথা' নামৰ বৃহৎ গ্ৰন্থ এখনি ৰচনা কৰি ৰাজনৈতিক জীৱনকে ধৰি কৰ্মময় জীৱনৰ আভাস সম্বলিত কাহিনী প্ৰকাশ কৰিছে।

ঁভুবনেশ্বৰ বৰ্মনেও চাহ বাগানত চাকৰি কৰি থকা অৱস্থাতে 'কবিতা কুসুম' নামৰ এখনি কবিতাৰ পুথি ৰচনা কৰিছিল। ঁনবোৰাম বৰ্মন ওজাই ওজাৰ পদ আদি ৰচনা কৰে।

কনকসেন ডেকা অসমৰ এগৰাকী আগশাৰীৰ সাহিত্যিক, বুদ্ধিজীৱী আৰু বিশিষ্ট সাংবাদিক। জুলাই, একাংক পঞ্চমা, সূৰ্য পূৱত নুঠে, লুইতক ভেটিব সিহঁতে, টেমচৰ পৰা লুইতলৈ, ৰঙীণ পৰ্দা, নতুন পুৰুষে যুক্তিৰ আধাৰত নতুন সমাজ গঢ়ক, হে বঙালী, হিন্দু বঙালী..., আমাৰ যুৱ সমাজ বিশ্ববিজয় কৰিবলৈ ওলাই আহক, আলফাৰ স্বাধীন অসম, গোষ্ঠীদ্বন্দ্ব আৰু অসমৰ সামাজিক বিৱৰ্তনৰ ধাৰা, মূল্যবোধৰ অৱক্ষয় আৰু সাম্প্ৰতিক সংকট, পাঁচ ছেপ্তেম্বৰৰ ৰাতিপুৱা, দুশ বছৰীয়া হীনমন্যতাৰ অৱসান হওক, আসাম কা বিক্ষুব্ধ সমাজ, স্বপ্ন ভংগ, সাহিত্য আৰু জীৱন আদি ৰচনা কৰাৰ উপৰি Youth in Turmoil Assam, গৌদান জালেফৌৰা বান বুংথাইনি ৰহাজীং সমাজ দাথৌং (বড়ো), Assam's Crisis : Myth & Reality গ্ৰন্থৰ ৰচক। সম্পাদিত হ'ল— একবিংশ শতিকাৰ অসম, এশখন মহৎ গ্ৰন্থ, এশগৰাকী মহান ব্যক্তি।



যাদৱ সেন ডেকাৰ প্ৰকাশিত কিতাপসমূহ হ'ল— জাল, টিপচহী, অদ্ভুত ৰামায়ণৰ সাধু, সোণ-মইনাৰ সাধু, প্ৰাণে প্ৰাণে জীৱন্ত শিল্পী কনক শৰ্মা, নতুন সূৰুয বিষ্ণু ৰাভা, সৰু গছত ডাঙৰ চৰাই, বিয়াৰ কইনা, মন্ত্ৰীৰ বিয়া। 'মহাৰথী' আৰু 'নৱউৰ্মি' যথাক্ৰমে আলোচনী আৰু বাতৰি কাকতৰ সম্পাদক আছিল। বিভিন্ন বাতৰি কাকত আলোচনীত প্ৰবন্ধাদি প্ৰকাশ পাই আছে।

উগ্ৰ মেনা বিশিষ্ট নাট অনুবাদক আৰু নাট্যকাৰ। এগৰাকী প্ৰখ্যাত নাট্য পৰিচালক হিচাপেও খ্যাতি আছে। উৎপল মেনায়ো কবিতা, প্ৰবন্ধ আদি লিখিছে। মহাৰথী আলোচনীৰ সম্পাদক আছিল। ডাঃ অৰুণ বৰ্মনো সাহিত্যপ্ৰেমী। বিভিন্ন বাতৰি কাকত, আলোচনীত স্বাস্থ্য বিষয়ক গধুৰ প্ৰবন্ধ প্ৰকাশ পাই আছে। দেৱ প্ৰসাদ মিশ্ৰ শিক্ষা বিষয়ৰ অসমীয়া আৰু ইংৰাজীত প্ৰৱন্ধ ৰচনা কৰাত সিদ্ধহস্ত বুলিব পাৰি। ঁহেমন্ত কুমাৰ পাটোৱাৰীয়ে হাতে লিখা অৱস্থাত বিভিন্ন কবিতা আদি লিখি থৈ যায়। ধীৰেন মিশ্ৰই 'নতুন গান', 'এখন নাটক লাগে', 'প্ৰহসন' আদি নাট ৰচনা কৰিছে। জ্যোতি কণ্ঠ নামৰ এখনি গীতৰ পুথিও ৰচনা কৰে। সোণেশ্বৰ পাটোৱাৰী, অচ্যুত পাটোৱাৰী, ৰমণী বৰ্মন, ৰাজতিলক বৰ্মনেও গল্প-প্ৰবন্ধ আদি লিখে। বিমল ডেকাই কবিতা আদি লিখে। অমিয় ভৰালীৰ কেবাখনো নাটক হাতে লিখা অৱস্থাতে অভিনীত হৈ যায়। যোগেশ্বৰ পাটোৱাৰী, হেম মিশ্ৰৰ কবিতা আদি প্ৰকাশ পাইছে। দ্বীপেন চন্দ্ৰ মেনাও এজন ভাল গল্পকাৰ। বৰ্তমানে 'আমাৰ সৃষ্টি' নামৰ আলোচনীৰ কাৰ্যকৰী সম্পাদক। প্ৰকাশ মুদিয়াৰ, অৰূপৰঞ্জন বৰ্মন, বসন্ত দাস, প্ৰকাশ মেধি, বুবুল শৰ্মা, প্ৰদীপ বৰ্মন, গণেশ বৰ্মন, আলতাফ হুছেইন আদিয়েও প্ৰবন্ধ আদি লিখে। ডাঃ শিশিৰ মুদিয়াৰৰ 'প্ৰণতি' কবিতা পুথিখনেও জনপ্ৰিয়তা লাভ কৰিছে। ড° কৈলাস শৰ্মাৰ 'কালচৈতন্য' আদি কেবাখনো গ্ৰন্থ প্ৰকাশ পাইছে। ঁগোবিন্দ চন্দ্ৰ শৰ্মাৰ মুক্তাৱলী, সামুদ্ৰিক, ফকৰা যোজনাৰ পুথি প্ৰকাশ পাইছিল। যামিনী শৰ্মাও এগৰাকী প্ৰবন্ধকাৰ। পৰেশ ভট্টয়ো কেবাখনো গ্ৰন্থ প্ৰকাশ কৰিছে। ৰাজমোহন তালুকদাৰ আৰু প্ৰদীপ মেনায়ো সাহিত্য চৰ্চাত মনোনিবেশ কৰি আছে। প্ৰদীপ মেনা ন-বোৱাৰীৰ সম্পাদক। প্ৰভাত বৰ্মনেও সাহিত্য চৰ্চাত লাগি আছে।

ঁভৈৰৱ বৰ্মনে বিভিন্ন গীত ৰচনা আৰু আলোচনী আদিত প্ৰবন্ধ লিখি থৈ যায়। অসমৰ প্ৰথম মহিলা থিয়েটাৰৰ নাট্য পৰিচালক আছিল। হৰিদাস মজুমদাৰে প্ৰাথমিক বিদ্যালয়ৰ

ছাত্ৰ-ছাত্ৰীৰ বাবে নতুন সহজ ধাৰাপাত আৰু আখৰ পৰিচয় পুথি ৰচনা কৰিছে। প্ৰাঞ্জল সেন ডেকায়ো বিভিন্ন সমালোচনামূলক প্ৰবন্ধ লিখিছে। ঁউমা মুদিয়াৰে হাতে লিখা অৱস্থাত কেবাখনো নাটক লিখি থৈ যায়। 'লাচিত বৰফুকন' অন্যতম। মৃগেন শৰ্মাও এগৰাকী উদীয়মান প্ৰবন্ধ লেখক।

ঁগৌৰীকান্ত তালুকদাৰে গীতা শাস্ত্ৰ অসমীয়ালৈ তৰ্জমা কৰে। প্ৰকাশিত পুথি হিন্দুৰ দৃষ্টিত জীৱনৰ লক্ষ্য, ব্ৰহ্মচৰ্য্য, জাতিসমস্যা, কামৰূপৰ ক্ষত্ৰিয় জাতি। ঁদেৱেন্দ্ৰ নাথ ভট্টাচাৰ্যই বাঁহী, আৱাহন, চেতনা, আমাৰ বান্ধৱ আদি আলোচনীত মূল্যবান প্ৰবন্ধ লিখিছিল। ঁতাৰা নাথ চক্ৰৱৰ্তীয়ে আসাম বান্ধৱ কাকতত প্ৰবন্ধ লিখিছিল আৰু সম্পাদনাও কৰিছিল। ঁপদ্মনাথ দেৱগোস্বামীয়ে 'দ্ৰব্যগুণ প্ৰকৰণ' নামৰ পুথি লিখিছিল। ঁমধুনাথ শৰ্মা 'মানৱদেহ শিৱ মন্দিৰ' গ্ৰন্থৰ লেখক আছিল। ঁৰণীধৰ চৌধুৰীয়ে 'আপদ শান্তি' পুথি লিখিছিল। ড° হৰিশ্চন্দ্ৰ ভট্টাচাৰ্যই অসমীয়া নাট্য-সাহিত্যৰ জিলিকনিৰ উপৰি কেবাখনো নাট ৰচনা কৰি থৈ যায়। ঁমাধৱ শৰ্মাই বীণাৰ তান, নৱযুগ আৰু দেৱ মন্দিৰ অপ্ৰকাশিত পুথি এৰি থৈ যায়। ঁকালীৰাম বৈশ্য পাঠ্যপুথি প্ৰণেতা। ঁপ্ৰতাপ তালুকদাৰে কবিতাৰ পুথি এখন ৰচনা কৰিছিল। ৰাজীৱ দত্তও এজন প্ৰবন্ধকাৰ।

ঁভৱদেৱ ভাগৱতী ৰাষ্ট্ৰীয় সন্মানপ্ৰাপ্ত সাহিত্যিক। জয়মতী কাব্য, ভেঁকো ভাওনা, নাটকম্ নুতনম্, কথাকুসুমম্ আদিৰ লেখক। গংগানাথ শাস্ত্ৰীয়ে পূজা-পাতল, শ্ৰাদ্ধৰ কিতাপ লিখিছে। অনুবাদ গ্ৰন্থও কেইখনমান আছে। পোলেন বৰকটকী উল্লেখযোগ্য বিশিষ্ট সাহিত্যিক। ড° বিনোদ শৰ্মা গল্পকাৰ। সুৰেন্দ্ৰ মোহন ঠাকুৰীয়া বিশিষ্ট নিবন্ধকাৰ। কৃপানাথ বৈশ্য জাহানাৰা আৰু বসন্ত প্লাৱন দুখন পুথিৰ ৰচক। কৰুণা বৈশ্যই কেবাখনো নাট ৰচনা কৰিছে। 'কোহে কোহে মৰম' আদিৰ লেখক। ঁতৰুণ আজাদ ডেকা এজন নাট্যকাৰ। যামিনী গোস্বামীয়ে কেবাখনো নাট লিখিছে। ভগৱান শৰ্মাই 'মেৰঘৰ' উপন্যাস লিখিছে। শিৱনাথ বৰ্মন প্ৰসিদ্ধ লব্ধপ্ৰতিষ্ঠ সাহিত্যিক। ড° নৱেন শৰ্মা 'সংস্কৃত সাহিত্য' গ্ৰন্থৰ লেখক। ড° যোগেশ শৰ্মা 'কালিদাস আৰু তপস্যা'ৰ লেখক। ঁনৰেশ্বৰ শৰ্মা সাহিত্যপ্ৰতিভা সম্পন্ন ব্যক্তি। ড° বাণীকান্ত শৰ্মাই তত্ত্বগধুৰ প্ৰবন্ধ আদি লিখি আছে। পৰমেশ শীল 'সোণালী শইচৰ ফচল' কবিতা পুথিৰ লেখক। প্ৰমোদ লাল বৰ্মন 'প্ৰেম আৰু চকুলো'ৰ লেখক। 'অ' বন্ধু সময় পালে আমাৰ পিনে এবাৰ আহি যাবা' লিখিছে। খগেন্দ্ৰ নাথ শাস্ত্ৰীৰ অনুবাদ গ্ৰন্থ আছে। ঁৰজনী ভট্টই 'প্ৰণয় পুষ্প' আৰু 'কৰ্ণাটি কুমাৰী' দুখন মঞ্চ সফল নাটকৰ লেখক।

ৰাজেন্দ্ৰ নাথ চক্ৰৱৰ্তী সাহিত্যপ্ৰেমী। 'নৰহৰি জালোৱা' আদিৰ গ্ৰন্থকাৰ। অধ্যয়নপুষ্ট লোক। যতীন ভট্টই 'মন চাপৰিত সোণগুটি' কবিতা পুথি লিখিছে। ভূপেন শৰ্মাই 'কুবেৰৰ ধন' আৰু 'ছাই'কে ধৰি ছখন একাংকিকা নাট লিখিছে। ঁপ্ৰভাত শৰ্মা 'ভাগৱতৰ সাধু' আদিৰ লেখক। যামিনী কুমাৰে 'সন্ধিয়া কণ্ঠ' লিখিছে। ঁকনক শৰ্মা এগৰাকী প্ৰখ্যাত নাট্যকাৰ, অভিনেতা, সাহিত্যিক। প্ৰায় দুকুৰিমান নাটক লিখিছে। ভুবনেশ্বৰ ডেকাই কেবাখনো কবিতাৰ পুথি লিখিছে। সুশীল গোস্বামীয়ে তত্ত্বগধুৰ প্ৰবন্ধ আদি লিখে। খগেন ডেকাও এগৰাকী জনপ্ৰিয় লেখক। কেবাখনো নাটক, জীৱনী, কবিতা, প্ৰবন্ধপুথি ৰচনা কৰিছে। চন্দন তালুকদাৰ এজন প্ৰবন্ধকাৰ। উদ্ধৱ ঠাকুৰীয়াও প্ৰবন্ধকাৰ, গীতিকাৰ। জোন কুমাৰ হালৈয়ে 'ইগিতাক্ত এপাহ ফুল' উপন্যাস ৰচনা কৰিছে। কামাখ্যা ভাগৱতীয়ে কেবাখনো তত্ত্বগধুৰ গ্ৰন্থ ৰচনা কৰিছে। ভগৱান ডেকাও সাহিত্যপ্ৰেমী। ৰাজীৱ দত্ত, ৰাজেন বৈশ্যয়ো প্ৰবন্ধ আদি লিখে।

প্ৰভাত গোস্বামীয়ে 'পৰিণাম' নাট ৰচনা কৰিছিল। হৰেন্দ্ৰ দেৱ গোস্বামীও এজন নাট্যকাৰ। হাতে লিখা কেবাখনো নাটক আছে। উপেন্দ্ৰ নাৰায়ণ দাস নলবাৰী জিলা সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সভাপতি। দুখনি কবিতাৰ পুথি প্ৰকাশ কৰিছে। প্ৰবন্ধকাৰ ঁড° হেমন্ত কুমাৰ শৰ্মা এগৰাকী লব্ধপ্ৰতিষ্ঠ সু-সাহিত্যিক আছিল। ভালেমান গ্ৰন্থৰ ৰচক শৰ্মা অসম সাহিত্য সভাৰ উপ সভাপতি পদতো অধিষ্ঠিত হৈছিল। ঁমনোজ শৰ্মাও নাট্যকাৰ। কেবাখনো পুথি ৰচনা কৰিছিল। জিতেন্দ্ৰ নাৰায়ণ গোস্বামীয়ে 'আল্লিবাৰী সত্ৰ'ৰ ওপৰত গ্ৰন্থ ৰচনা কৰে। খগেন্দ্ৰ নাৰায়ণ গোস্বামীও এগৰাকী বিশিষ্ট প্ৰবন্ধ লেখক। প্ৰবোধ গোস্বামীও প্ৰবন্ধ লেখক। ঁপুৰুষোত্তম ভট্টাচাৰ্য জ্যোতিষ শাস্ত্ৰৰ বিশিষ্ট পণ্ডিত। মূল্যৱান প্ৰবন্ধ ৰচনা কৰিছিল। ড° পৰাগ কুমাৰ ভট্টাচাৰ্য বিশিষ্ট সাহিত্যিক, যথেষ্টসংখ্যক গ্ৰন্থ প্ৰণেতা। ভূপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য সাহিত্যিক। ৰবীন্দ্ৰ কুমাৰ ভট্টাচাৰ্য জ্যোতিষ শাস্ত্ৰৰ প্ৰখ্যাত প্ৰবন্ধকাৰ। ড° প্ৰমোদ হালৈও এগৰাকী বিশিষ্ট প্ৰবন্ধকাৰ। অৰুণ চন্দ্ৰ দাসেও সাৰ্থক গল্প-উপন্যাস লিখিছিল।

ঁগৌৰীকান্ত শৰ্মা (শাস্ত্ৰী) বিশিষ্ট প্ৰবন্ধকাৰ। নিৰোদ শৰ্মাই 'অঘৰী নাগৰিক' আদি কিতাপ লিখিছে। প্ৰবন্ধকাৰ। অশ্বিনী বেজবৰুৱা এগৰাকী সু-সাহিত্যিক। গল্পকাৰ হিচাপেও খ্যাত। বিপিন ডেকাও এগৰাকী সুলেখক। ঁগিৰিধৰ শৰ্মা, প্ৰভাত শৰ্মা, ঁপ্ৰদীপ নাথ, নাৰায়ণ বৰ্মন আদি প্ৰবন্ধকাৰ, কবি। তপন শৰ্মাও এজন সাহিত্যপ্ৰেমী, প্ৰবন্ধকাৰ। গুণমণি বৰ্মনেও প্ৰবন্ধ আদি লিখি আছে। শেহতীয়াভাৱে নীলমণি সেন ডেকায়ো বাতৰি কাকতত গল্প আদি লিখি আছে। গল্পৰ কিতাপ এখনো প্ৰকাশৰ পথত। এম মহিবৰ ৰহমানে যথেষ্টসংখ্যক কিতাপ ৰচনা কৰিছে। প্ৰবন্ধকাৰ।

সাহিত্যপ্ৰেমী মহিলা মীনা বৰাই নাম পাৰিজাত, বিয়াগীত আদি কেবাখনো পুথি ৰচনা কৰিছে। প্ৰবন্ধাদিও লিখে। চাৰু দেৱীয়েও প্ৰভু ভক্তিৰ বন্দনা আদি পুথি লিখিছে। অৰ্চনা দেৱীও এগৰাকী সু-লেখিকা। কেবাখনো শিশুপযোগী সাধু ৰচনা কৰি জনপ্ৰিয়তা লাভ কৰিছে। দিব্যপ্ৰভা দেৱীও এগৰাকী সৰবৰহী লেখিকা। তেওঁৰ কেবাখনো গ্ৰন্থ প্ৰকাশ পাইছে। সুনীতি দেৱীয়েও যথেষ্টসংখ্যক কিতাপ ৰচনা কৰিছে। প্ৰবন্ধকাৰ, কবিও। সৰলা শীলেও গধুৰ প্ৰবন্ধাদি ৰচনা কৰিছে। মলয়া দেৱীয়েও প্ৰবন্ধ আদি লিখে।

নীহাৰিকা গোস্বামী এগৰাকী সু-লেখিকা। 'কান্দেনী আইৰ মাহাত্ম্য'ৰ কিতাপ ৰচনা কৰিছে। ৰাষ্ট্ৰপতি পুৰস্কাৰপ্ৰাপ্ত কৃতি শিক্ষয়িত্ৰী। 'কবি' হিচাপেও খ্যাতি আছে। জানকী বৰ্মনৰ প্ৰকাশিত 'নিলাজ সমীৰণৰ সুবাস' নামৰ গল্পৰ কিতাপখনেও সমাদৰ লাভ কৰিবলৈ সক্ষম হোৱা দেখা গৈছে। অনীতা দেৱীৰ 'এন্ধাৰৰ বুকুত এমুঠি জোনাক' নামৰ উপন্যাস এখন প্ৰকাশ পাইছে। ৰীণা কুমাৰী দাসেও বিভিন্ন প্ৰবন্ধাদি লিখি আছে। চন্দনা ভাগৱতীয়েও কবিতা ৰচনা কৰা দেখা যায়।



# কৰ্ম-সংগীতৰ উৎকৃষ্ট নিদৰ্শন পাইল মাৰা গীত

হেমন্ত কুমাৰ দাস




বিশ্বৰ অন্যান্য লোকসাহিত্যৰ দৰে অসমীয়া লোকজীৱনত কৰ্ম-সংগীত (Folk Song) সমূহৰ প্ৰভাৱ যথেষ্ট তাৎপৰ্যপূৰ্ণ। লোকসমাজে (Folk Society) ঘাইকৈ দুটা কাৰণত কৰ্ম-সংগীত সৃষ্টি কৰিছিল— শ্ৰম লাঘৱ আৰু আনন্দ লাভ। আমাৰ আজিৰ এই আলোচনাত কৰ্ম-সংগীতৰ এক উল্লেখযোগ্য নিদৰ্শন 'পাইল মাৰা গীত' সম্বন্ধে কিছু কথা ক'ব বিচৰা হৈছে।

'পাইল মাৰা গীত' হ'ল নদীত দলং বা বান্ধ আদি নিৰ্মাণ কৰোঁতে শ্ৰমিকসকলে গোৱা গীত। অৱশ্যে নলবাৰী অঞ্চলৰ কথিত ভাষাত দলঙৰ খুঁটা বুজাবলৈও 'পাইল্', শব্দটো ব্যৱহাৰ কৰা হয়। সি যি কি নহওক, এই গীত গাই বনুৱাসকলে 'মান্‌কী' ৰে ঢেঁকীৰ দৰে ছাব দি দি যথেষ্ট দীঘল কাঠৰ খুঁটাবোৰ অনায়াসে পোতে। এই খুঁটা পোতাৰ সময়ত ওপৰত দুজন লোক থাকে যাক কোৱা হয় 'ৰদ্‌মেন' আৰু 'ছাইডমেন'। আনহাতে তলত থাকে গায়ক আৰু বাইছাল।

এই গীতৰ বিভিন্ন স্তৰ আছে যদিও সেইবোৰ গোৱাৰ আগতে গুৰুবন্দনা গোৱা হয়। এই গুৰুবন্দনাত ক্ৰমে ঈশ্বৰ আৰু গুৰুৰ নাম স্মৰণ কৰা হয়। যেনে—

আল্লাৰ নাম মুখে নিয়া
কৰি দিলাম চুৰু,
অনাথেৰ নাথ গো আল্লা
দয়া কৰো গুৰু।
আল্লাৰ নাম মুখে নিতে
যে কৰিবে হেলা
জবান টুটিয়া যাবে
'মউতে' ৰ বেলা

এই গুৰুবন্দনাৰ পিছতে বালাৰ ডাক, বাইছালৰ ডাক, জামাইৰ ডাক, কালাৰ ডাক, বলিয়াৰ ডাক, কাৰবালাৰ ডাক প্ৰভৃতি গীতটোৰ অন্য স্তৰসমূহ পৰিবেশন কৰা হয়। প্ৰকৃততে এই গীতবোৰৰ বেছিভাগৰে কোনো নিৰ্দিষ্ট আৰু স্থায়ী ৰূপ নাই, বিভিন্ন পৰিস্থিতিত শ্ৰমিকসকলে স্বতঃস্ফূৰ্তভাৱে এই গীত গাই শ্ৰম লাঘৱ আৰু আনন্দ লাভ কৰে। আনহাতে পৰম্পৰাগতভাৱে গাই অহা গীতবোৰৰ বাহিৰেও বিভিন্ন ঠাই ভ্ৰমি ফুৰোঁতে অভিজ্ঞতালব্ধ তথা পৰিস্থিতি সাপেক্ষে ৰচনা কৰা নব্যসৃষ্ট গীত কিছুমানো এওঁলোকে গায়। তাৰ ভিতৰত— মামী আৰু ভাগিনেৰ গীত, কাঁচা প্ৰেম কৈৰনা, ঝামেলা (আইলো ৰে), লাল শাৰী আদি উল্লেখযোগ্য।

গুৰুবন্দনা গাই কাম আৰম্ভ কৰি পাইল্ বা খুঁটাটো পোতাৰ সময়ত

টান মাটি পালে বালাৰ ডাক গোৱা হয়। সেইদৰে কাম কৰি থকা সময়ত গায়ক আৰু বাইছালক উৎসাহ বঢ়াবৰ বাবে বাইছালৰ ডাক গোৱা হয়—

“বাইছাল ভায়াৰে জাৰিয়া বৈতা
মাৰিয়া যাওঁৰে
জাৰিয়া বৈতা মাৰিয়া গেইলে জবাই কৰিম খাচী।'
ভাবাৰ্থ ঃ বাইছাল ভাই, একে সময়তে ছাব দিয়া।
তেতিয়াহে খাহী ছাগলীৰ মঙহ খাবলৈ পাবা।”

আকৌ, কৰ্মী জোৱানসকলৰ উৎসাহ বঢ়াবৰ বাবে গোৱা হয়—

“বোল জোৱান আই— এইবাৰ জোৰ দিবে গংগা মাই
বোল জোৱান আচ্ছা — জোৱান কা জোৰ লাগাও সচ্ছা (সঁচা)
বোল জোৱান উলী — ইন্দ্ৰা (ইন্দিৰা গান্ধী)ৰ বুখে লাগ্‌ছিল' তিন্‌টা গুলী
বোল জোৱান ৰাছিয়া — ইন্দ্ৰা কৰি গেল' খাচীয়া
(ইন্দিৰা গান্ধীয়ে পুৰুষৰ জন্ম নিয়ন্ত্ৰণৰ ওপৰত গুৰুত্ব দিয়াৰ প্ৰসংগ অনা হৈছে।)
বোল জোৱান হেলা — সৱ জোৱান মিল কৰি মাৰো এক ঠেলা।”

কাম কৰি কৰি এটা সময়ত উৎসাহ স্তিমিত হৈ আহে, শ্ৰমিকবোৰ ভাগৰি পৰে। তেতিয়া তেওঁলোকক 'জামাই' সম্বোধন কৰি জামাইৰ ডাক গোৱা হয়—

'জামাই ৰে যোৰ চে লেঙা
তুলিয়া মান্‌কী বাজাও দাংকা
মান্‌কী 'তুলা' (তোলা অৰ্থত)
মান্‌কী তুলিতে ঘাম ওলাই যাম।'

ওপৰত কৈ অহাৰ দৰে ইন্দিৰা গান্ধীৰ মৃত্যুৰ প্ৰসংগই এওঁলোকৰ গীতত ঠাই পোৱাৰ উপৰি কাৰবালাৰ বিখ্যাত কাহিনীৰ নায়ক হাচান-হোচেনৰ কথাও ইজিত (ইজিপ্ত?) ৰ ডাক নামেৰে গোৱা হয়। ইয়াৰ অন্য নাম কাৰবালাৰ গীত। যেনে—

'আহা আহা বলিয়াৰে ভাই
কাৰবালাতে পানী নাই
হাচান-হোচেন দুই ভাই
খালী ঘোঁৰা ফিৰে আইলো
হোচেনতো আইলো না
ঘোঁৰাই কয় আমাৰ দোচ (দোষ) নাই।
কাৰবালাতে আগুন (জুই) লাগ্‌লো
কাউৱা (কাউৰী) ৰ হাতে চিঠি দিলোঁ।'

এই লোক-কবিবোৰৰ কাব্যিক অভিব্যক্তিৰ চৰম উৎকৰ্ষও গীতবোৰত ধ্বনিত হৈছে—

'বাঁশৰ (বাঁহ) ঘৰ বান্ধিলাম
লোহাৰ বাশৰ বান্ধিলাম
উত্তৰে বন্দনা কৰি হিমালয় পৰ্বত
সেই দেশৰ হাৰাই গলে এই জাগাৰ পাথৰ
পূবতে বন্দনা কৰি পূবেৰ ভানু
এক দিগ্‌তে উদয় ভানু চৌদিশে তাৰ আলো
দক্ষিণে বন্দনা কৰি বাইৰ নদীৰ সাগৰ
সেই জাগাতে চালায় ডিংগা চান্দ সদাগৰ
পশ্চিমে বন্দনা কৰি হজ মক্কা শ্বৰীফ
সেই জাগাতে পড়ে নামাজ এই দেশেৰ হাজীগণ।'

সেইদৰে, কালাৰ ডাক যথেষ্ট দীঘল। ভাগৰ লাগিলে উৎসাহ বঢ়াবলৈ এই গীতটো গোৱা হয়। আনহাতে নব্যসৃষ্ট গীতবোৰৰ ভিতৰত 'মামী আৰু ভাগিনেৰ গীত'ত মামী-ভাগিনৰ অবৈধ প্ৰেম আৰু পৰিণতিত ২০ বছৰ জে'ল খটাৰ কাহিনী বৰ্ণিত হৈছে। কাঁচা প্ৰেম (কেঁচা প্ৰেম) গীতটোত প্ৰকৃত প্ৰেমৰ মহত্ত্বৰ কথা কোৱা হৈছে। তেনেদৰে 'লালশাৰী' গীতটোত সাম্প্ৰতিক প্ৰেমৰ ব্যংগাত্মক দৃশ্য ফুটি উঠিছে।

'লালে খৰালিৰ গাল
লাল শাৰীৰে
হাইয়া মাৰিয়া লাম্বা টান
লাম্বা লাম্বা দিবা টান।
আজিকালিৰ ছোৱালীগিলা
ল'ৰা দেখিলে ভাল পাই
কেইদিন মূৰত পইচা চায়
বল্লি (বৰালী) মাছৰ লাম্বা ফিছা
গৰে মাছৰ চখু দুটা
হাইয়া মাৰিয়া লাম্বা টান...'

এই গীতসমূহৰ কিয়দংশত আধুনিক দৃষ্টিত অশ্লীলতাৰ গোন্ধো নোহোৱা নহয়। পটভূমি, পৰিস্থিতি পৃথক হ'লে মঙলদৈ অঞ্চলৰ 'নাঙেলী গীত'ৰ কিয়দংশৰ লগত এই প্ৰসংগত ইয়াৰ এটা ক্ষীণ সংযোগ লক্ষ্য কৰিব পাৰি, কিয়নো এই কৰ্ম-সংগীতত প্ৰায়বোৰ অংশগ্ৰহণকাৰীয়েই অনাক্ষৰী। এই গীতবোৰৰ ভাষা বিশুদ্ধ অসমীয়া নহ'লেও এইবোৰত হিন্দু-মুছলমান উভয়ৰে দেৱ-দেৱী, পৌৰাণিক আখ্যানৰ চৰিত্ৰ তথা সম-সাময়িক ঘটনা প্ৰবাহ প্ৰতিফলিত হৈছে। সেইফালৰ পৰা অসমৰ কৰ্ম-সংগীত হিচাপে ইয়াৰ প্ৰয়োজনীয়তা নুই কৰিব নোৱাৰি।

কৃতজ্ঞতা ঃ দিগন্ত দাস, তপন শৰ্মা
কটলা বৰকুছি, নলবাৰী
(নলবাৰী জিলাৰ উত্তৰে ধনতোলা গাঁৱত পাগলাদিয়া নদীৰ বান্ধ নিৰ্মাণত শ্ৰমিকসকলে গোৱা গীতৰ ক্ষেত্ৰভিত্তিক অধ্যয়নৰ ভিত্তিত লেখাটো যুগুতোৱা হৈছে। সমল দাতা — অহাব আলী, ঠাকুৰানবাৰী, মানকাছাৰ
জামাল আলী, বাঁশবাৰী, মাণিকপুৰ)



# নলবৰীয়া জনজীৱন
# এটি ঐতিহাসিক দৃষ্টিপাত

ড° শান্ত বৰ্মন




ইতিহাস বা বুৰঞ্জী বুলিলে মানুহৰ মনত এনে এটি ধাৰণা আছে যে ই ৰজা-মহাৰজাৰ জীৱনকৃতি, জীৱন স্মৃতি বা গুণাকৃতিৰ বৰ্ণনা। সাম্প্ৰতিক কালত ইতিহাস ৰচনাৰ পৰিসৰ বৃদ্ধি হৈছে আৰু জনজীৱন ইয়াৰ অন্তৰ্ভুক্ত হৈ ই মানুহৰ ইতিহাস হৈছে। স্মৰ্তব্য যে ইতিহাসৰ নিৰপেক্ষতা ৰক্ষা কৰাৰ বাবে শাসক আৰু শাসিত উভয়ৰে বিচাৰ কৰা প্ৰয়োজন। যি কি নহওক আমি নলবৰীয়া জনজীৱনৰ ঐতিহাসিক ৰূপৰেখা প্ৰস্তুত কৰাৰ বাবে তিনিটা প্ৰকৰণৰ ওপৰত গুৰুত্ব আৰোপ কৰিম। ই হ'ল জনগাঁথনি, আৰ্যীয়কৰণ আৰু পশ্চিমীয়া শিক্ষাৰ প্ৰভাৱ তথা আধুনিকতাৰ ক্ৰিয়াকাণ্ড।

নলবাৰীৰ বিষয়ে ঐতিহাসিক কিবা ক'বলৈ হ'লে প্ৰথমতে ঠাইখণ্ডৰ নামটোৰ বিষয়ে কথাই আহে। এই ঠাইখণ্ডৰ নাম কেনেকৈ নলবাৰী হ'ল, তাৰ চন তাৰিখ সমন্বিতে সঠিক তথ্য আমাৰ হাতত নাই। স্থানীয় যিকেইগৰাকী লেখকে এই প্ৰসংগ উত্থাপন কৰিছে তাৰ আটায়ে ক'ব খোজে যে ঠাইখন নল-খাগৰিৰে ভৰপূৰ আছিল বাবে তাৰ নাম নলবাৰী হ'ল। কিন্তু কেতিয়া, কোনে ঠাইখণ্ডৰ নাম নলবাৰী থ'লে, তাৰ সম্ভেদ নাই। চৈতন্য গুৰু বংশাৱলীত উল্লিখিত মতে দৈৰকাজানৰ পশ্চিম ফালে বিতোপন নলখাগৰি, আছিল। তাৰ পাৰত আহোম ৰজা লক্ষীসিংহৰ পৰা কিছু ভূমিদান লৈ নাৰায়ণদেৱে নাৰায়ণপুৰ সত্ৰ পাতে। এই সত্ৰৰ এসময়ৰ সত্ৰাধিকাৰ পণ্ডিত প্ৰতাপচন্দ্ৰ গোস্বামীয়ে মন্তব্য কৰিছিল যে পিছলৈ ঠাইখনৰ নাম অনুসৰি ঠাইখনৰ নাম নলবাৰী সত্ৰ হ'ল । কিন্তু ঠাইখণ্ডৰ নলবাৰী নামটো নাৰায়ণপুৰৰ পূৰ্বৱতী নে পৰৱতী , তাৰ বিষয়ে একো কোৱা নাই। অৱশ্যে উল্লিখিত স্থানীয় লেখকসকলে আঙুলিয়ায়— নলবাৰী নাম বিষয়ৰ গুৰি কথা সন্ধানৰ উৎস চৈতন্য বংশাৱলীত সন্নিৱিষ্ট বিতোপন নলঘুগৰি বুলি ঠাৱৰ কৰিব পাৰি।

আমাৰ ধাৰণা, এই ঠাইখণ্ডৰ নলবাৰী নাম হোৱাৰ গুৰিতে নলখাগৰিৰ সম্পৰ্ক আছে। পিছে সেই সময়ত এই মুলুকত নলখাগৰি নাছিল ক'ত? নলখাগৰিৰ বিশেষ ব্যৱহাৰ প্ৰসংগহে ইয়াৰ লগত জড়িত বুলি ক'ব পাৰি। নলবাৰীৰ সাহিত্যিক-সমালোচক শশী শৰ্মা ডাঙৰীয়াই আমাৰ আগত ব্যক্ত কৰামতে নলবাৰী মাইনৰ স্কুলৰ ১ম বছৰৰ জনৈক লক্ষী শৰ্মাই তেনে এটি কথা লিপিবদ্ধ কৰিছে স্কুলৰ কোনোবা সংখ্যা আলোচনীত। সেইমতে ভূটান যুদ্ধৰ সময়ত (১৮৬৪-১৮৬৬চন) উত্তৰৰ পৰা ভাগি অহা লোকে হেনো নল-খাগৰিৰে চালি বান্ধি থাকিবলৈ লোৱা বাবে ঠাইখণ্ডৰ নাম নলবাৰী হ'ল। ভাগি অহা বুলি ক'লে বড়ো জনজাতীয় বা নেপালী লোক আহিব লাগিছিল। তেনে কথা জনা নাযায় দেখোন। তেওঁলোকৰ বংশ পৰিয়ালৰ

সতি-সন্ততিৰো কোনো চিন-চাব নাই। কামৰূপ জিলাৰ ভূমি ৰাজহ-সম্পৰ্কীয় নথি-পত্ৰ পৰ্যবেক্ষণ কৰোতে আমাৰ নজৰত পৰা কথা এটিৰ বিষয়ে উল্লেখ কৰিব খুজিছো। ১৮৩২-৩৪ চনত ইয়াত বিখ্যাত আবকাৰী থানা আছিল তাৰ নাম আছিল খাটাবাৰী থানা। এতেকে এই সময়ছোৱাত নলবাৰী নামটোৰ উৎপত্তি হোৱা নাছিল বুলি ধাৰণা কৰিব পাৰি।

মানৱ আক্ৰমণৰ সময়ত নলবাৰী সত্ৰৰ সত্ৰাধিকাৰে মানৱ লগত যুঁজ কৰিছিল(?) বুলি পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামীয়ে উল্লেখ কৰিছে। অতত্ৰৱ ১৮২২ চনলৈ নলবাৰী নামটোৰ উৎপত্তি হোৱা নাছিল বুলি ক'ব পাৰি। তদানীন্তন ভূমি ৰাজহ নথি-পত্ৰত কামৰূপ জিলাৰ ১২ খন তহচিলৰ ভিতৰত নলবাৰী তহচিলৰ নামোল্লেখ আছে। উল্লেখনীয় যে ১৮৮৩-৮৪ চনত কামৰূপত তহচিল স্থাপন কৰা হৈছিল। এতেকে উল্লিখিত লক্ষী শৰ্মাৰ ভাষ্যৰ সূত্ৰধৰি আমি ক'ব পাৰো যে ১৮৬৪-৬৬ চনৰ পৰা ১৮৮৩-৮৪ চনৰ ভিতৰত নলবাৰী নামৰ উৎপত্তি হয়।

নলবাৰী শব্দৰূপ প্ৰকৰণৰ বিষয়ে আমি এবাৰ কথা কব খোজো। ঠাইখণ্ডৰ ভৌগোলিক স্থিতি সম্পৰ্কে জনা যায় যে ১৮৯৭ চনৰ বৰভুইকঁপৰ আগতে খাটাবাৰী গাঁৱৰ দক্ষিণফালে দ জলাশয় আছিল বোধহয় উল্লিখিত দৈবকা জানেৰে ইয়াৰ পানী নিৰ্গমন হৈছিল। নলখাগৰি ভৰা পশ্চিম অংশত কিছু বাৰী মাটি আছিল। সেয়ে অংশটোক নলবাৰী বোলা হৈছিল যেন লাগে। উজনি অসমৰ জংঘলৰ মাজৰ এডোখৰ বৰি ঠাইত বাঘে ব'দ লৈছিল বাবে ঠাইখনৰ নাম 'বাঘবৰি' নামে খ্যাত বুলি প্ৰকাশ। তদ্ৰূপ নলখাগৰিৰে ভৰা জলাশয়ৰ পাৰস্থ অংশ নলবৰি বোলা হৈছিল বুলি ক'ব পাৰি। স্মৰ্তব্য যে অঞ্চলটো গৰাবাদী আছিল। সেই সময়ত জংঘল ভাঙি মাটি কৃষিউপযোগী কৰি লোৱাটো স্বাভাৱিক প্ৰক্ৰিয়া আছিল। এই গৰাবাদী ঠাইখণ্ড আবাদী কৰাৰ বাবে তাত ঘৰ-বাৰী স্থাপন কৰা বাবে ইয়াৰ নাম নলবৰিৰ পৰা নলবাৰী হ'ল বুলি কোৱাৰ যুক্তিযুক্ততা আছে। এইদৰে নলবাৰী নামৰ উৎপত্তি হোৱা বুলি আমাৰ বিশ্বাস। সময়ত ইয়াত অৰ্থাৎ নতুনকৈ নামাকৃত ঠাইখনত তহচিল স্থাপন কৰা হ'ল। তহচিলৰ টকা-পইছাৰ লেনদেন হোৱা বাবে তাৰ ৰক্ষণাবেক্ষণাৰ্থে খাটাবাৰী আবকাৰী থানা তালৈ স্থানান্তৰ কৰা হ'ল। এনেকৈয়ে আৰম্ভ হ'ল নলবাৰী চহৰৰ ইতিহাস, নলবাৰী জিলা সদৰৰ ইতিহাস।

১৮৯৫ চনত নলবাৰী জিলাৰ মাটিকালি ২২৫৭ বৰ্গ কিঃ মিঃ। ইয়াৰ ভিতৰত ২২৪৩.১০ বৰ্গ কিঃমিঃ গাঁও অঞ্চল; বাকী ১৩.৯০ বৰ্গ কিঃমিঃ নগৰ অঞ্চল। ১৯৭১ চনৰ লোকপিয়লমতে জিলাখনৰ জনসংখ্যা আছিল ৬,৮০,৯০৪; ১৯৯১ চনৰ লোকপিয়লমতে ১০,১৬,৩৯০ জনবসতি প্ৰতি বৰ্গ কিঃমিঃ ৪৫০ জন। ২০০১ চনৰ লোকপিয়লমতে জিলাখনৰ জনসংখ্যা ১১,৩৮,১৮৪ জন। জনবসতি ৫০৪ জন। এতেকে নলবাৰীৰ জনবসতি ৰাজ্যখনৰ জনবসতিৰ হাৰতকৈ বেছি। বৰ্ধিতৰ হাৰ শতকৰা ৪.২৭।

নলবাৰী জিলা তথ্যকেন্দ্ৰমতে ২০০১ চনত নলবাৰী জিলাৰ বৃত্তি ক্ৰম হ'ল --- বাণিজ্যিক কৰ্মচাৰী ১,৬,১৬০। কেন্দ্ৰীয় কৰ্মচাৰী ১,৪২৩ জন। স্থানীয় নিকায় সমূহত ১৪০। কৃষিজীৱীৰ সংখ্যা ৩,৩৪,০৫৩; কৃষি বনুৱাৰ সংখ্যা ৪৯, ৫৫২। মুঠ বনুৱাৰ সংখ্যা ৩,১৩২; নিবনুৱা ১,৮৭৯০। নগৰবাসী ২৭,৪৭৮ জন। গাঁওবাসী ১১,১৩,৭০৬ জন।

১৯৯১ চনলৈ ধৰ্মানুসৰি জিলাখনৰ জনসংখ্যাৰ হাৰ শতকৰা হিন্দু ৭৮.৪৫ মুছলমান ১৯.৯৪; জৈন ০.১১; খৃঃ ১.০৮ শিখ ০ (মাত্ৰ ৪৩), বুদ্ধ ০.৮ ; আৰু অন্যান্য ১২৯; ১৯৯১ চনৰ লোকপিয়লমতে অনুসূচিতৰ হাৰ ৮.৭৫৮; ভৈয়াম জনজাতিৰ হাৰ ১৭.৬৭; ২০০১ চনৰ পিয়ল অনুসৰি ধৰ্মভিত্তিক জনসংখ্যা হিন্দু ৮৭৩৭৪৯ (৭৬.০৫ শতাংশ); মুছলমান ২৫৩৮৪২ (২২.১০ শতাংশ); শিখ ১১৭ (০.০১ শতাংশ); বুদ্ধধৰ্মী ৮৯৯ (০.৪৮ শতাংশ); জৈন ৯০৭ (০.০৮ শতাংশ)।

জিলাখনৰ শিক্ষিতৰ হাৰ --- পুৰুষ ১৯৭১ চনত ৩৭.৮৮ শতাংশ ; ১৯৯১ চনত ৬৬.৯৫ শতাংশ; মহিলা ১৯৭১ চনত ১৬.২৬ শতাংশ; ১৯৯১ চনত ৪৪.১৯ শতাংশ। ২০০১ চনত শিক্ষিতৰ হাৰ পুৰুষ-মহিলা উভয়ৰ ৬৮.০৮ শতাংশ।

উল্লিখিত পৰিসংখ্যাৰ ভিত্তিত আমি ক'ব পাৰো যে নলবৰীয়া জনগাঁথনি বিভিন্ন জাতি-গোষ্ঠী, প্ৰজাতি আৰু ধৰ্মাৱলম্বী লোকেৰে গঠিত। ই মোটামুটিভাৱে ৰাজ্যখনৰ জনগাঁথনিসদৃশ।

মনকৰিবলগীয়া কথা যে যিকোনো জাতিৰ আদিম অৱস্থা যাযাবৰী। শাসক সৃষ্টি হোৱাৰ লাগে লগেই নিয়ন্ত্ৰণাধীন হয়। শাসক আৰু শাসিতৰ সম্পৰ্কত গঢ় লৈ উঠিছিল জাতিসমূহৰ ইতিহাস। আমি যাযাবৰী কালৰ কথা বাদ দি অসম দেশত দানৱ-অসুৰৰ (মহিৰংগ দানৱৰ পৰা নৰকাসুৰলৈ) শাসনকালত দানৱ-অসুৰৰ শাসনাধীন আছিল (দানৱ-অসুৰৰ অভিধা বিতৰ্কমূলক; ইয়াত তাৰ আলোচনা কৰাৰ পৰা বিৰত থাকিলো।) সেই কালৰ ইতিহাসত জনগণৰ কথা কিমানদূৰ প্ৰতিফলিত হৈছিল অনুসন্ধিৎসু সকলে তাক জানে। সি যি কি নহওক, ৭ম শতিকাত কুমাৰ ভাস্কৰ বৰ্মনৰ ৰাজত্ব কালত চীন পৰিব্ৰাজক হিউৱেনচাঙে কামৰূপ পৰিভ্ৰমণ কৰি যিটো কথা দিছে তাৰ পৰা কিছুমান সভেদ পোৱা যায়। কামৰূপৰ মানুহ সম্পৰ্কে তেওঁ এনেদৰে মন্তব্য দিছে -- "The country of Kamarupa is about 10,000 li in circuit. The capital town is about 30 li. The land lies low, but is rich and is regularely cultivated. They cultivated the panasa fruit and na-lo-kilo (Marikala) fruit. These trees though numerous, are never the less much valued and esteemed. Water led from the river or from bunked up lakes (resorvois) flows round the towns. The climate is soft and temperte. The manners of the people are simple and honest, the men are of small structure and their complexion a dark yellow. Their language differs a little from that of India. Their nature is very impetus and wild; their memories retentive and they are earnest in study....... The king is fond of learning and the people are so like wise in imitation of him men of high talent from about region aspiring



after office visit his dominions.

কিন্তু এই সময়ছোৱাত সামাজিক ইতিহাস বৰ মসৃণ আছিল বুলি ক'ব নোৱাৰি। উল্লেখযোগ্য যে নৰকাসুৰৰ ৰাজত্বলৈকে প্ৰাগজ্যোতিষপুৰ কামৰূপত জনজাতীয় স্তৰীকৰণ আছিল। উৎপাদন সম্পৰ্কও জনজাতীয় উপকৰণৰ ওপৰত নিৰ্ভৰশীল আছিল। নৰকাসুৰ আৰ্য শাসনকৰ্তা হিচাপে প্ৰাগজ্যোতিষত অধিষ্ঠিত হোৱাৰ লগে লগে তেওঁ আৰ্যীয়কৰণ তথা সংস্কৃতায়নধাৰাৰ শাসক বাহক হিচাপে খ্যাত হৈ পৰে। তেওঁ প্ৰাগজ্যোতিষত ব্ৰাহ্মণ পুৰোহিত বহুৱাই আৰ্য দেৱ-দেৱীৰ পূজা সেৱাৰ দিশ উন্মোচন কৰে। উল্লেখনীয় যে স্থানীয় বাসিন্দা (aboriginal) লিংগসেৱী আছিল। তেওঁলোকৰ মাজত অনাৰ্য শিৱৰ স্থান উৰ্দ্ধত আছিল। নিজ ধৰ্মপন্থা মষিমুৰ কৰা বুলি তেওঁলোকৰ আৰ্যীয়কৰণৰ প্ৰবল বিৰোধিতা কৰে। ফলত এটি অৰাজকতাৰ সৃষ্টি হয়। সেই সময়ত কামৰূপত বৌদ্ধধৰ্মৰো প্ৰাদুৰ্ভাৱ আছিল। এতেকে নৰকৰ পিছত ব্ৰাহ্মণ্য ধৰ্মৰ অনুগামী হিন্দু ৰজাসকলে বৌদ্ধ ধৰ্ম বিতাড়নৰ বাবে বিহিত ব্যৱস্থা লৈছিল। বোধহয় বৌদ্ধধৰ্মাৱলম্বী সকলৰ বিৰুদ্ধে কঠোৰ ব্যৱস্থা বা অনুশাসন ব্যৱস্থা লোৱা হৈছিল। তাৰ নাথৰ মতে ভাস্কৰ বৰ্মনৰ ৰাজত্বৰ পূৰ্বে ইয়াত বৌদ্ধ ধৰ্ম চলিছিল। হিউৱেন চাঙৰ ভাষাত "The people .... worshipped devas, did not believe in Buddhism and there had never been a Buddhist monastry in the land and whatever Buddhist there were in it performed their acts of devotion secretly." এই ভাষ্যত অন্তৰ্নিহিত অৰ্থ এয়ে যে বৌদ্ধ ধৰ্ম লুকাই চুৰকৈ চলিছিল। অৰ্থাৎ বৌদ্ধধৰ্মী নিগ্ৰহ চলিছিল। তৎসত্বেও খৃঃ ৯ম শতিকালৈ প্ৰাগজ্যোতিষপুৰত বৌদ্ধ ধৰ্ম চলি আছিল। এই শতিকাতে বৌদ্ধ পণ্ডিত অভিনুৰ গুপ্তক পৰাভূত কৰিবলৈ শংকৰাচাৰ্য ইয়ালৈ আহিছিল। ৰজা সমুদ্ৰ বৰ্মনে মৎস্যান্যায়ৰ অৰ্থাৎ অৰাজকতাৰ অনুমান ঘটাই বুলি নিধানপুৰ ফলিত উল্লেখ আছে। উক্ত অৰাজকতাৰ ক্ষেত্ৰতো আৰ্যীয় কৰণৰ বিৰুদ্ধাচৰণ থাকিব পাৰে।

দেখা যায় যে কুমাৰ ভাস্কৰ বৰ্মনৰ দিনত প্ৰজাই যি সুখ-শান্তি ভোগ কৰিছিল সি দীৰ্ঘদিনীয়া নহ'ল। কেৱা শতিকাজুৰি অৰাজকতাই বিৰাজ কৰিছিল। কোচ ৰজা বিশ্বসিংহই (ষষ্ঠদশ শতিকাত) শক্তিশালী নোহোৱালৈকে বিভিন্ন ফৈদৰ মাজত (জনজাতীয়) ক্ষমতা দখলৰ বাবে খণ্ডযুদ্ধ হৈছিল। কোনো ফৈদে স্থায়ী শাসন প্ৰবৰ্তাই দেশৰ কল্যাণৰ হকে মনোযোগ দিব নোৱাৰিলে। অৱশেষত বিশ্বসিংহই শক্তিশালী হৈ নামনি অসম দখল কৰি সুশাসন প্ৰৱৰ্তনলৈ সক্ষম হয়। তেওঁৰ পুত্ৰ নৰনাৰায়ণে প্ৰজাৰ উন্নতিৰ অৰ্থে কিছু জনহিতকৰ কাম সম্পাদন কৰিছিল। খোৱা পানীৰ বাবে পুখুৰী আৰু যাতায়াত সুচল কৰাৰ বাবে ৰাস্তাঘাট বান্ধিছিল। কিছুদিনৰ বাবে কামৰূপ কমতাত শান্তি বিৰাজ কৰিছিল। কিন্তু প্ৰায় এশ বছৰৰ ভিতৰত কোচ ৰাজ্যত ভাতৃঘাতী যুদ্ধ আৰম্ভ হ'ল। ফলত এই ৰাজ্য মুছলমানৰ অধীন হ'ল (১৬১৫-১৬৬৩ চন)। পশ্চিমৰ পৰা মুছলমানৰ আক্ৰমণ আৰু পূবৰ পৰা আহোম আক্ৰমণৰ ফলত কামৰূপ ৰাজ্য চৰম দুৰ্দশাগ্ৰস্ত হ'ল। ১৬৬৩ চনলৈকে ক্ষমতা বিস্তাৰ কৰি আহোমে কামৰূপ কোচ হাজোত খোপনি পুতিবলৈ সক্ষম হয়। আহোম সকলে হিন্দু ধৰ্মত দীক্ষিত নোহোৱালৈকে ৰাজ্যত সুখ-শান্তি বিৰাজ কৰিছিল। পিছলৈ আহোমসকল অধঃগামী হ'ল। দেশ হিতৈষিতাৰ অন্ত পৰিল। ৰাজ্যত অশান্তিয়ে মূৰ দাঙি উঠিল। উজনিত মায়ামৰীয়া আৰু নামনিত দৰঙীয়া কোচ ৰজাই বিদ্ৰোহ কৰিলে।

এই কথা সঁচা যে আৰ্যীয়কৰণৰ ফলশ্ৰুতিত সামাজিক শ্ৰেণী বিভাজন চলিছিল। দেশখনত সৰ্বত্ৰ স্মৃতিৰ প্ৰভাৱ পৰিছিল। কামৰূপৰ ৰজা সকলোৰে বৰ্ণাশ্ৰম ৰক্ষা কৰাত মনোযোগ দিছিল সি সহজে অনুমেয়। ভূমিদান ফলি লেখনৰ পৰা এই কথা বুজা বুলি ঐতিহাসিক প্ৰতাপ চন্দ্ৰ চৌধুৰীয়ে মন্তব্য দিছে। স্মৰ্তব্য যে ৰজা নৰকাসুৰৰ দিনতে আৰম্ভ হোৱা আৰ্যীয়কৰণ কুৰি শতিকালৈকে চলি আছিল। কছাৰী লোক শৰণীয়া কৰাতো শেহতীয়া আৰ্যীয় কৰণ বুলিব পাৰি। নলবাৰী জিলাত এনে শৰণীয়া লোক কিছু আছে।

আমি ইতিমধ্যে দোহাৰিছোঁ যে প্ৰাক আৰ্যীয়সকলৰ কালত কামৰূপী তথা নলবৰীয়া সমাজৰ শ্ৰেণী বিভাজন নাছিল। আৰ্যীয়কৰণ প্ৰক্ৰিয়াৰ ফলত সামাজিক শ্ৰেণী বিভাজনৰ উপৰি অৰ্থনৈতিক ভিত্তিত শ্ৰেণী গঠনৰ প্ৰক্ৰিয়া আৰম্ভ হয়। আৰ্যধৰ্ম বা ব্ৰাহ্মণ্য ধৰ্মৰ ধাৰাবাহিকতা ৰক্ষাৰ্থে ভূতি বৰ্মনৰ দিনতে দেৱ-দেৱালয় আৰু পূজাৰী ব্ৰাহ্মণৰ নামত যি ভূমিদান ব্যৱস্থা হৈছিল— সি পৰৱৰ্তী ৰজাসকলৰ দিনতো চলি আহিছিল। আহোম ৰজাই দেৱ-দেৱালয় আৰু ধৰ্মীয় অনুষ্ঠান আৰু ধৰ্মীয় সজ্জন আৰু বুদ্ধিমান লোকক ভূমিদান কৰিছিল। এনে ভূমিনিষ্কৰ আছিল। ব্ৰিটিছৰ দিনত এনে ভূমিক লাখেৰাজ বোলা হয়। ফলত ৰাজ্যখনত ভূ-স্বামীৰ সৃষ্টি হ'ল। এওঁলোক ওপৰ শ্ৰেণীৰ লোক। এওঁলোকে নিজে শ্ৰম কৰি মাটি আবাদ কৰা নাছিল। তলতীয়া ৰায়ত বহুৱাই কৃষি কাৰ্য কৰাইছিল। এনে ভূমি ব্যৱস্থাৰ ফলত দুই শ্ৰেণীৰ মাজত এটা মধ্যবিত্ত শ্ৰেণীৰ জন্ম হৈছিল। উল্লেখযোগ্য আহোমে কামৰূপ দখল কৰাৰ আগতে কামৰূপ তথা নলবাৰী মোগল শাসনৰ অধীন আছিল। মোগলে মাটিৰ খাজনা আদায় কৰাৰ বাবে মাটিৰ জোখ-মাখৰ বাবে চৌধুৰী, পাটোৱাৰী আদি নিয়োগ কৰিছিল। মোগলে মাটিৰ খাজনা নগদ টকাৰে পৰিশোধ কৰা নিয়ম প্ৰৱৰ্তন কৰাত নামনি অসম তথা কামৰূপ নলবাৰীৰ কৃষকৰ ওপৰত মাধমাৰ পৰে। কাৰণ, ইয়াৰ আগতে নগদ টকাৰে খাজনা দিয়াৰ নিয়ম নাছিল। সনাতন, পৰশুৰাম, মধুসূদন আদিৰ নেতৃত্বত কামৰূপত মোগলৰ বিৰুদ্ধে কৃষক আন্দোলন সংঘটিত হয়। ব্ৰিটিছৰ দিনত মৌজাদাৰ নিযুক্তি দিয়া হয়। এওঁলোকেও কিছু নিষ্কৰ ভূমি লাভ কৰিছিল আৰু সৰু-সুৰা জমিদাৰত পৰিণত হৈছিল। এওঁলোক কাৰ্যতঃ এটি মধ্যবিত্ত শ্ৰেণীভুক্ত হৈছিল। অৱশ্যে সামন্তীয় পৰিকাঠামোত সৰু বৰ নিষ্কৰ মাটিৰ মালিকবোৰ আছিল সুবিধাভোগী আৰু এওঁলোকৰ মাটি চহাই জীৱিকা নিৰ্বাহ কৰা কৃষক শ্ৰেণী আছিল শ্ৰমজীৱী।

নলবাৰী অন্তৰ্ভুক্ত কামৰূপত ৩৮১ খন সত্ৰ আৰু ৩৭ খন দেৱালয় আছিল। সত্ৰ আৰু দেৱালয়ৰ মাটিত কৃষকে খেতি-বাতি কৰিছিল। দেৱোত্তৰ মাটি খোৱা খেতিয়ক দেৱালয়ৰ পাইক আছিল। আহোম চৰকাৰৰ পালসেৱা দিয়াসকলে ৩ পুৰা খেতিৰ মাটি পাইছিল। এনে কৃষকক পাইক বোলা হৈছিল। নগদ টকাৰে খাজনা দিয়াসকলে অতিৰিক্ত ৩ পুৰা মাটি চহাব

পাৰিছিল। এই খাজনাক জমাধন বুলিছিল।[১৪] ব্ৰিটিছে অসম দখল কৰাৰ সময়ত কামৰূপত ২,২০,৫২০ পুৰা খেতি আবাদী মাটি আছিল। ১,৬,৫২২ জন পাইকৰ ভিতৰত মাত্ৰ অংশ বেপাৰী পাইক আছিল। - অংশ ধৰ্মানুষ্ঠান আৰু সৰু-বৰ জমিদাৰৰ অধীন আছিল।[১৫] সি যি কি- নহওক আহোম ৰজাৰ পাইকেই হওক বা দেৱালয়ৰ পাইকেই হওক, কৃষকে খেতি কৰি দুবেলা দুমুঠি খাব পাৰিছিল। ৰাজ্যখনৰ অন্য ঠাইৰ দৰে নলবৰীয়া কৃষকৰো মূল খাদ্য আছিল ভাত-মাছ। আহু-শালি আৰু বাও— এই তিনিবিধ ধান খেতি কৰিছিল। ঠায়ে ঠায়ে সৰিয়হৰ খেতি কৰা হৈছিল । বনৰীয়া ফল-মূলৰ উপৰি নিজ নিজ বাসভূমিত ফল-মূলৰ গছ ৰুই খাইছিল। লোণৰ বাহিৰে আনবোৰ দ্ৰব্য নিজাববীয়াকৈ উৎপাদন কৰিছিল। লোণৰ অভাৱ পূৰণৰ বাবে কলাখাৰ ব্যৱহাৰ কৰিছিল। লোণৰ দৰে কাপোৰ বোৱা সূতাৰো অভাৱ আছিল। তৎসত্বেও এৰী, মুগা আৰু পাটৰ কাপোৰৰ ব্যৱহাৰ আছিল। অৱশ্যে প্ৰত্যেক পৰিয়ালত এনে বস্ত্ৰ নাছিল। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ব্যৱসায় আৰম্ভ কৰাৰ সময়ত বজাৰত কপাহী সূতাৰ বিক্ৰী আৰম্ভ হয়। নলবৰীয়া সমাজতো তাৰ চাহিদা বৃদ্ধি-পায়। প্ৰায় আটাইবোৰ পৰিয়ালতে হাতে বোৱা তাঁত শালৰ ব্যাপক প্ৰচলন আছিল।

১৮৭৮-৭৯ চনৰ দুৰ্ভিক্ষ আয়োগৰ ছুপাৰিশমৰ্মে অসমৰ জন সমাজৰ খাদ্যা-খাদ্যৰ মান সম্পৰ্কে প্ৰতিবেদন বিচৰা হয়। ব্ৰহ্মপুত্ৰ উপত্যকাৰ আৰ্থিক অৱস্থাৰ বুজ লোৱাৰ বাবে যি প্ৰতিবেদন প্ৰস্তুত কৰা হয় তাত পোৱা হয় যে জনসাধাৰণৰ খাদ্য সাধাৰণ আছিল। মাংস মাজে সময়ে আহাৰৰ অন্তৰ্ভুক্ত হৈছিল। পুৰণি সমাজখনত ঘিউৰ ব্যৱহাৰ একেবাৰে নাছিল বুলি ক'ব পাৰি। প্ৰায় আধা অংশই আনকি গাখীৰো নাখাইছিল। স্মৰ্তব্য যে গাখীৰ আৰু ঘিউ নেখোৱাতো জনজাতীয় মূলৰ বিশেষত্ব। বেছি সংখ্যক জনজাতীয় লোকে হেনো গাখীৰ ঘিণ কৰিবলগীয়া বস্তু বুলি ভাবিছিল; গাখীৰৰ পৰা তৈয়াৰী বাবে এনে দ্ৰব্য ভাল নহয় বুলি ঘিউ খোৱা নাছিল।

তদানীন্তন চৰকাৰী বিষয়া গুণাভিৰাম বৰুৱা বাহাদুৰৰ প্ৰতিবেদন অনুসৰি ব্ৰিটিছে অসম দখল কৰাৰ সময়ত অসমৰ প্ৰজা ধনীও নাছিল, দুখীয়াও নাছিল। নামনিৰ জনসাধাৰণে দুবেলা দুমুঠি খোৱাৰ চিন্তা নাছিল। ২ শতাংশই বছৰি ২ মাহৰ বাবে দুবেলা দুমুঠিৰ যোগাৰ কৰিব পৰা নাছিল। মানৰ দিনত জনসাধাৰণৰ ওপৰত চলা উৎপীড়ন-অত্যাচাৰৰ কথা লোকসাহিত্যত পোৱা যায়। আলু-কচু খাই দুমাহ জীয়াই থাকিবলগীয়া হোৱাটোৰ উল্লেখ নাই জন সাহিত্যত। আজিৰ তুলনাত তেতিয়া মানুহৰ জীৱন ধাৰণৰ পদ্ধতি অতি সহজ-সৰল আছিল। অন্য কথাত নিম্নগামী আছিল। তেনেস্থলত অসমৰ মানুহৰ আৰ্থিক অৱস্থাৰ কথা ক'বলৈ হলে আকালো নাছিল, ভঁৰালো নাছিল বিধৰ আছিল। অৱশ্যে পাহাৰী লোকৰ খাদ্যৰ অভাৱ আছিল। তেনে অৱস্থাত টানত পৰিলে তেওঁলোক অলু-কচু খাই জীৱন নিৰ্বাহ কৰিবলগীয়া হ'ব পাৰে। সি যি কি নহওক, সাধাৰণতে জনগণৰ পিতলৰ গহনা-গাঠৰি বা বাচন-বৰ্তন নাছিল। ধনীলোকে মাজত কাচৰ গহনা-গাঠৰি, যেনে ঃ কাণৰ ৰিং, নেকলেচ বা মণিৰ ব্যৱস্থাৰ আছিল। পাট মুগাৰ কাপোৰ আৰু ধুতী বিয়াৰ সময়ত ব্যৱহাৰ কৰা হৈছিল।[১৮]

বজাৰ অৰ্থনীতিৰ প্ৰৱেশৰ আগতে গা-খাটনি এৰাই চলাৰ বাবে দেৱালয় আৰু সত্ৰীয় পাইক হৈ জীৱন নিৰ্বাহ কৰাৰ প্ৰতি মানুহ আগ্ৰহী আছিল। উল্লেখযোগ্য যে সেই সময়ত নগদ টকাৰ প্ৰচলন সীমিত আছিল। কৃষকৰ হাতত নগদ ধন নাছিল বুলিলেই হয়। এনে অৱস্থাত ব্ৰিটিছৰ প্ৰৱেশে কৃষক সমাজৰ সহজ-সৰল গতি বন্ধ কৰিলে। ব্ৰিটিছ ৰাজে কৃষকৰ ওপৰত মাটিৰ খাজনা নিৰ্দ্ধাৰণ কৰাত কৃষক সমাজে জোকাৰণি খালে। অৱশ্যে উৎপাদিত বস্তুৰ ক্ৰয়-বিক্ৰয় সুচল হোৱাত পৰিশ্ৰমী সকল উদ্বৃত্ত অংশ বিক্ৰি কৰি নগদ ধন অৰ্জাৰ বাটো মুকলি হ'ল। কৃষকৰ কিছু অংশই খাজনা দিয়াৰ পৰিবৰ্তে লাখেৰাজ জমিদাৰৰ তলতীয়া ৰায়ত হ'ল। কেৰাণী, মহৰী, উকিল আদি মধ্যবিত্তসকলে খাজনা দি মাটিৰ মালিক হ'ল। মাটিৰ মালিকানা স্বত্ব হেৰোৱা কৃষক কৃষি বনুৱাত পৰিণত হ'ল। মন কৰিবলগীয়া কথা যে কৃষি বনুৱাক সাধাৰণতে বয়-বস্তু দিয়া হৈছিল। কাৰ্যতঃ এই ব্যৱস্থাই তলতীয়া ৰায়ত সৃষ্টি কৰে।

১। পথাৰত কাম কৰা কৃষি বনুৱাক মজুৰি হিচাপে বয়বস্তু দিয়া হয়। কিছু সময়ত টকা-পইচাও দিয়া হয়। এনে টকা-পইচা লিখিত বা অলিখিত বন্দৱস্ত কৰি দিছিল। ইয়াৰ ফলত বন্ধা ব্যৱস্থাৰ সৃষ্টি হয়। কৃষকে ঋণ লৈ ঘৰুৱা চাকৰ-নাকৰ হিচাপে কাম-বন কৰি দিছিল। সুদৰ হাৰ আছিল এটকাত (ষোল অনাই এটকা) এক অনা। বন্ধা হোৱা বাবদ কৃষকে সৰ্বস্ব মাহে চাৰি অনা সুদ-মূলৰ পৰা ৰেহাই পাইছিল। বন্ধাই মালিকৰ পৰা কানি-কাপোৰ আৰু খোৰাকী ল'লে সুদ-মূলৰ পৰা কোনো ৰেহাই নেপায়; বৰঞ্চ ই সুদত যোগ হৈছিল। ঋণৰ সুদ-মূল পৰিশোধ কৰিলেহে বন্ধা দায়মুক্ত হয়। বন্ধাই কানি-কাপোৰ বা খোৰাকী নল'লে প্ৰাৰম্ভিক ঋণৰ পৰা দুই টকা ৰেহাই পায়। স্মৰ্তব্য যে বন্ধাৰ চৰ্ত তাৰ যোগ্যতাৰ ওপৰত নিৰ্ভৰশীল আছিল । তদানীন্তন হিচাপ অনুসৰি বন্ধাই মাহেকত ৪ টকা ৮ অনাতকৈ বেছি বেতন পোৱা নাছিল।

বন্ধাই ডা-ডাঙৰীয়া সমন্বিতে মধ্যবিত্ত বা উচ্চ শ্ৰেণীৰ ঘৰত গেবাৰী খাটিছিল। ডা-ডাঙৰীয়া আৰু চৌধুৰী-বৰুৱা মিটিৰ কুটুমৰ ঘৰলৈ গ'লে বা খাট-পামলৈ গ'লে দোলাত গৈছিল। তাৰ বাবে দোলাভাৰী বন্ধা আছিল। হাত মেলি পোৱাকৈ মাটি-বাৰী দি ৰখা হয়। এনে লোকৰ ঘো'ৰা (ঘৰুৱা) বুলিছিল। নলবাৰী জিলা অঞ্চলত থকা চৌধুৰী-বৰুৱা আদি মাটি মালিকৰ কম খিতাপ নাছিল। আৱাসী বিয়া দিলে লগত যৌতুকী হিচাপে চাকৰণী দিছিল।

আধিয়াৰ— যি কৃষকে নিজা গৰুৰে মালিকৰ মাটি চহ কৰিছিল আৰু নিজা বীজ ৰোপণ কৰিছিল তেনে কৰণক আধিয়াৰ বোলা হৈছিল। কৃষকসকলে উৎপাদনৰ আধা অংশ পাইছিল।

যি কৃষকে মালিকৰ হালোৱা গৰুৰে দুদিন মালিকৰ ঘৰত আৰু এদিন নিজৰ মাটিত খেতি কৰে, তেনে কৃষকৰ মৰকীয়া বোলা হৈছিল। খেতিৰ সময় যিহেতু মুঠতে তিনিমাহ, মালিকৰ বাবে দুমাহ আৰু নিজৰ বাবে এমাহ পায়। মৰকীয়াই ৰাতি পুৱাৰ বেলা মালিকৰ খেতি পথাৰত মাটি চহালে জলপান দিয়ে। হিচাপ কৰি পোৱা গৈছিল যে এইভাৱে মৰকীয়াই



মাহেকত ৩ টকা ১২ অনাৰ পৰা ৪ টকা উপাৰ্জন কৰিছিল।

মালিকৰ গৰু চৰালে গৰখীয়াই ৯ মাহত গৰু পতি (খেৰালিৰ তিনিমাহ উদং) ৪ অনা পায়। গৰখীয়াই প্ৰতিদিনে প্ৰায় দুকুৰি গৰু চৰাইছিল। সেই হিচাপে গৰখীয়াৰ উপাৰ্জন ৯ মাহত ১০ টকা আছিল। কেতিয়াবা মজুৰি হিচাপে গৰখীয়াক এটি তিনিমহীয়া পোৱালি দিয়া হয়। গৰুৰ খুঁটিত ২০ জনী গাইগৰু আৰু ম'হৰ খুটিত ১৫০-২০০ ম'হ আছিল। মালিকৰ মানুহ বা অন্যই পাল পাতি গৰু-ম'হ চৰাইছিল। কেতিয়াবা মালিকে ২ দিনৰ গাখীৰ আৰু গৰখীয়াই ১ দিনৰ গাখীৰ লাভ কৰিছিল। ম'হ চৰোৱাৰ সময়ত ম'হৰ পোৱালি জ'গিলে কেতিয়াবা কেতিয়াবা ২/৩ মহীয়া ম'হৰ পোৱালি গৰখীয়াক বেতন হিচাপে দিয়া হয়। এই হিচাপত গৰখীয়াৰ মাহিলি আয় ৩ টকা ১২ অনাতকৈ বেছি হোৱা নাছিল।

ৰোৱনী— (শস্য ৰোপণৰ বাবে নিয়োগ কৰা মাইকীক ৰোৱনী বোলে) লগালে ৰোৱনীয়ে বিঘাই পতি উৎপাদনৰ আধাভাগ পায়। ইয়াৰ মূল্য প্ৰায় ৪ টকা আছিল। অৱশ্যে ৰোৱনীয়ে নিজৰ খেতি-পথাৰত উপৰি পাল পাতি বেলেগ বেলেগ মালিকৰ কঠীয়া ৰুইছিল।

ধান কটাৰ বাবে লগোৱা মতা বা মাইকীক দুৱনী বুলিছিল। সাধাৰণতে যি পৰিয়ালৰ অতিৰিক্ত কৰ্মী থাকে নাইবা খেতি কৰিবলৈ যথেষ্ট মাটি নাথাকে, তেনে লোকে এই কাম কৰে। স্মৰ্তব্য যে উপাৰ্জনেৰে দুৱনী পোহ-পাল যোৱা নাছিল।

উল্লেখযোগ্য যে এই হিচাপৰ কিছু তাৰতম্য আছিল। মুঠতে তলতীয়া ৰায়ত ২ প্ৰকাৰৰ বন্দবস্তত মালিকৰ মাটি খাইছিল যেনে ঃ আধি আৰু চুকনীয়া। উৎপাদন আধা অংশ লোৱাকে আধিয়াৰ বোলা হৈছিল। নগদ খাজনাৰ বন্দৱস্তিত মাটি লৈ খেতি কৰা ৰায়তক চুকানি বোলা হৈছিল।

অসমীয়া দুই-চাৰিগৰাকী লোকে বাণিজ্য কৰিলেও ব্ৰিটিছ শাসনৰ পৰাই ইউৰোপীয় বেপাৰী, বাঙালী আৰু মাৰোৱাৰী কেএৱাই নিমখ, সূতা আৰু অন্যান্য খুচৰা বস্তু নগদ টকাত বিক্ৰী কৰিছিল যদিও কৃষকে তাৰ বাবে আগধন দিছিল। সাধাৰণতে এই বস্তুবোৰৰ বিনিময়ত ধান সংগ্ৰহ কৰিছিল। কেএৱাই ফেব্ৰুৱাৰী-মাৰ্চ মাহত ধানৰ দাম কাটি নগদ ধন আগধন হিচাপে দি ধান কটা বা সৰিয়হ চপোৱাৰ সময়ত ধান-সৰিয়হৰ আধি গুদামত মজুত ৰাখে; দাম উঠিলে বিক্ৰী কৰি মুনাফা লাভ কৰে। এইদৰে কৃষক ঠগ খাইছিল বা উৎপাদনৰ মুঠ প্ৰাপ্যৰ পৰা বঞ্চিত হৈছিল।

১৮৯৭ চনৰ বৰভুঁইকঁপৰ আগতে খাটাবাৰী গাঁৱৰ দক্ষিণফালে দ জলাশয় আছিল বোধহয় উল্লিখিত দৈৰকা জানেৰে ইয়াৰ পানী নিৰ্গমন হৈছিল। নলখাগৰি ভৰা পশ্চিম অংশত কিছু বাৰী মাটি আছিল। সেয়ে অংশটোক নলবাৰী বোলা হৈছিল যেন লাগে। উজনি অসমৰ জংঘলৰ মাজৰ এডোখৰ বৰি ঠাইত বাঘে ৰ'দ লৈছিল বাবে ঠাইখনৰ নাম 'বাঘৰবৰি' নামে জ্ঞাত বুলি প্ৰকাশ। তদ্ৰূপ নলখাগৰিৰে ভৰা জলাশয়ৰ পাৰস্থ অংশ নলবৰি বোলা হৈছিল বুলি ক'ব পাৰি। স্মৰ্তব্য যে অঞ্চলটো গৰাবাদী আছিল। সেই সময়ত জংঘল ভাঙি মাটি কৃষিউপযোগী কৰি লোৱাটো স্বাভাৱিক প্ৰক্ৰিয়া আছিল। এই গৰাবাদী ঠাইখণ্ড আবাদী কৰাৰ বাবে তাত ঘৰ-বাৰী স্থাপন কৰা বাবে ইয়াৰ নাম নলবৰিৰ পৰা নলবাৰী হ'ল বুলি কোৱাৰ যুক্তিযুক্ততা আছে। এইদৰে নলবাৰী নামৰ উৎপত্তি হোৱা বুলি আমাৰ বিশ্বাস।

ৰাজ্যখনৰ অন্যান্য ঠাইৰ দৰে নলবাৰী অঞ্চলতো কমাৰ-কুমাৰ-চমাৰ আদি আছিল। আদিৰ কুটিৰ শিল্প, কুটিৰ শিল্পজাত সামগ্ৰী। আহোম চৰকাৰৰ পৃষ্ঠপোষকতাত হস্তগত শিল্প মৃতপ্ৰায় হয়। সস্তা দামত বিদেশী বস্তুৰে বজাৰ ভৰি পাৰত স্থানীয় হস্ত শিল্পজাত বস্তুৰ আদৰ কমে। এটা সময়ত হস্তশিল্পৰ মৃত্যুঘণ্টা বাজে।

আৰ্যীয়কৰণৰ ফলত সমাজ গাঁথনিত সৃষ্টি হোৱা সামাজিক আৰু অৰ্থনৈতিক সম্পৰ্কৰ বিচাৰ কৰাৰ লগতে আমি ব্ৰিটিছ শাসনৰ ফলত তাৰ যি বৰ্ধিত ৰূপ ল'লে তাৰো কথা দোহাৰিলো। এতিয়া আৰ্যীয়কৰণৰ ফলত নলবাৰী অঞ্চলত মানসিক উৎকৰ্ষসাধনৰ যি প্ৰক্ৰিয়া আৰম্ভ হৈছিল তাৰ ওপৰতো চমুকৈ দৃষ্টি নিক্ষেপ কৰিম।

নলবাৰীৰ জন-জীৱনৰ ভাষা কথিত কামৰূপীয়া ভাষা। মাগধী প্ৰাকৃত অপভ্ৰংশকে ধৰি অসমৰ আদিবাসী আৰু জাতি-গোষ্ঠীৰ কথ্য ভাষাৰ মিশ্ৰণত কামৰূপী ভাষাৰ জন্ম হৈছিল বুলি ক'ব পাৰি। আনকি সংস্কৃতায়নৰ প্ৰাক্‌কালত কামৰূপী কথিত ভাষাই এটি পৰিশীলিত ৰূপ পৰিগ্ৰহ কৰা বুলি কোৱাৰ ভিত্তি আছে। কাৰণ, সংস্কৃতায়নৰ পৃষ্ঠপোষক হিন্দু ৰজাসকলে দিয়া ভূমিদান তাম্ৰফলিত ব্যৱহৃত ভাষাৰ লগত কামৰূপী কথিত ভাষা ব্যৱহাৰ কৰা দেখা গৈছে। দোহৰা উচিত যে কামৰূপী বিদ্বত ভাষাও বিশুদ্ধ সংস্কৃতৰ পৰা উদ্ভুত নাছিল। ইয়াৰ এটি নিজস্ব সুকীয়া ঠাঁচ আছিল। সি যি কি নহওক,সংস্কৃতায়নৰ ফলত বিদ্বত ভাষাই যে পৰিমাৰ্জিত ৰূপ গ্ৰহণ কৰিছিল, তাত সন্দেহৰ অৱকাশ নাই। পুৰণি কালত কামৰূপত কামৰূপী আৰু সংস্কৃত উভয়ৰে প্ৰচলন আছিল। খৃঃ ৪/৫ শতিকাতে কামৰূপত ব্ৰাহ্মণসকলক সংস্থাপন দি যি শিক্ষা প্ৰচলন কৰা হৈছিল, সি মূলতঃ ব্ৰাহ্মণ্য শিক্ষা আছিল। কোৱা নিষ্প্ৰয়োজন যে এই শিক্ষাই পুৰণি ভাৰতীয় শিক্ষা। নৈতিক আৰু পাৰমাৰ্থিক চিন্তাৰ ওপৰত গুৰুত্ব দি এনে শিক্ষা দিয়া হৈছিল। প্ৰতাপ চন্দ্ৰ চৌধুৰীয়ে কোৱাৰ দৰে সেই শিক্ষাৰ লক্ষ্য আছিল ব্যক্তিগত জীৱনৰ খ্যাতি আৰু ৰাষ্ট্ৰৰ প্ৰতি আনুগত্যৰে চৰম উৎকৰ্ষ সাধন। অৱশ্যে নলবাৰী অঞ্চলত সংস্কৃত শিক্ষাৰ ভাল চৰ্চা হৈছিল। এওঁলোকৰ মাজত লক্ষণীয়ভাৱে কিছুমান

সংস্কৃত পণ্ডিত ওলাইছিল। ইত্যাদি কাৰণত নলবাৰীক নৱদ্বীপ বোলা হৈছিল বুলি কিছুমানে দাবী কৰে। স্মৰ্তব্য যে যিসকল এনে শিক্ষাব্ৰতী আছিল, তেওঁলোক এক প্ৰকাৰ গণবিছিন্ন আছিল। শিক্ষিত আৰু সৰ্বসাধৰণৰ মাজত এক বিৰাট ব্যৱধান লৈ থাকি গৈছিল।

ব্ৰাহ্মণ্য শিক্ষাৰ কেন্দ্ৰ হিচাপে পিছলৈ অসমৰ বিভিন্ন প্ৰান্তত সংস্কৃত টোলৰ সৃষ্টি হৈছিল। অসমৰ ভিতৰত নলবাৰী জিলাতে সংস্কৃত টোলৰ সংখ্যা অধিক। আঙুলিয়াব পাৰি যে এনে কাৰণতে নলবৰীয়া সমাজ ৰক্ষণশীল আছিল। এতিয়াও তাৰ চোক অন্তৰ্হিত হোৱা নাই। সমাজ আছিল জাত-পাত আশ্ৰয়ী। উনবিংশ শতিকাত বংগ পুনৰ্জাগৰণৰ ফলত বংগত গঢ় লৈ উঠা সংস্কাৰ আন্দোলনৰ ফলত একাত্ম হৈ তাত উচ্চ বৰ্ণৰ অনেকে বিধৱা বিবাহ কৰাই ৰক্ষণশীলতাৰ শিকলি ভঙাৰ কথা পোৱা যায়। নলবৰীয়া সমাজৰ উচ্চবৰ্ণৰ কোনো লোকে এনে সাহসৰ পৰিচয় দিব নোৱাৰিলে। অৱশ্যে নিম্নবৰ্গৰ মাজত এনে বিবাহ সম্পন্ন কৰা হয়। পিছে এনে তিৰোতাৰ সামাজিক মৰ্যদা তলখাপৰ আছিল। এওঁলোকক ধেমনী বোলা হৈছিল। মুঠতে নলবৰীয়া সমাজত বিধৱাৰ স্থান সন্মানজনক নাছিল। বৈধব্যক স্বাভাৱিক পৰিঘটনা বুলি নলৈ তাৰ বাবে বিধৱাক কুলক্ষণীয়া আখ্যা দিয়া হৈছিল। আমিষ আহাৰৰ[22] কথাই নাই, বিধৱাক দুবেলা দুমুঠি খাব দিয়া নহৈছিল। মঙ্গলানুষ্ঠানত আগভাগ ল'ব দিয়া নহৈছিল। বিধৱা দেখিলে যাত্ৰা নাস্তি বুলি ধৰি লৈছিল। কোৱা বাহুল্য যে একবিংশ শতিকাতো নলবৰীয়া সমাজৰ এনে চিন্তাচৰ্চাৰ পৰিসমাপ্তি ঘটা নাই।

অসম দেশ বৃটিছৰ অধীন হোৱাৰ পিছত মূলত চাকৰি-বাকৰিক কেন্দ্ৰ কৰি ৰাজহুৱা শিক্ষা প্ৰৱৰ্তন কৰাৰ পথ মুকলি হয়। ফলত পৰগণাসমূহত Vernicular School স্থাপন কৰি শিক্ষা বিস্তাৰৰ পাতনি মেলা হয়। নানান পৰীক্ষা-নিৰীক্ষাৰ পিছত অষ্টাদশ শতাব্দীৰ দ্বিতীয়াৰ্দ্ধত Vernicular আৰু Minor School ৰ যোগেদি স্থানীয় শিক্ষাৰ বিস্তাৰ হয়। ১৮৩৫ চনত স্থাপন হোৱা গুৱাহাটী স্কুলখনেই আছিল কামৰূপ জিলাৰ ১ম শিক্ষানুষ্ঠান। এই স্কুল স্থাপনৰ বাবে ৰাজহুৱা দান-বৰঙণি বিচৰা হয়। নলবাৰী অঞ্চলৰ জনৈক ধৰ্মপুৰীয়া চৌধুৰীয়ে তাত দান-বৰঙণি দি উচ্চ শিক্ষাৰ প্ৰতি নলবাৰীক[23] লোক যে আগ্ৰহী আছিল তাৰ দৃষ্টান্ত দাঙি দৰিছিল। গুৱাহাটীত স্থাপন হোৱাৰ অৰ্দ্ধশতাব্দী পিছত নলবাৰীত এখন মাইনৰ স্কুল স্থাপন হয় আৰু অঞ্চলটোত ইংৰাজী শিক্ষাৰ পোহৰ আনিবলৈ লয়। পৰৱৰ্তীকালত নলবাৰীত স্থাপন হোৱা গৰ্ডন হাইস্কুল আৰু স্বাধীনোত্তৰ কালত নলবাৰী জিলাৰ বিভিন্ন অঞ্চলত স্থাপন হোৱা স্কুল-কলেজ আদি উচ্চ শিক্ষাৰ অনুষ্ঠান ৰাজহুৱা দান-বৰঙণিৰে স্থাপন কৰা হয়। ইয়ে জিলাখন যে উচ্চ শিক্ষাৰ প্ৰতি আগ্ৰহী, তাকে সূচায়। জিলাত যে শিক্ষিতৰ হাৰ অগ্ৰগামী তাক ইতিমধ্যে দোহৰা হৈছে। স্মৰ্তব্য যে স্থানীয়ভাৱে শিক্ষানুষ্ঠানসমূহ গঢ় লৈ উঠাৰ আগৰণুৱা অঞ্চলটোৰ শিক্ষানুগ্ৰহীসকলে জিলা বা ৰাজ্যৰ বাহিৰলৈ গৈ শিক্ষা লাভ কৰিছিল।

আমি যি শিক্ষা সম্প্ৰসাৰণৰ কথা দোহাৰিছোঁ, সি হ'ল পশ্চিমীয়া শিক্ষা। এনে শিক্ষাৰ পোহৰত অনেকে খিতাপ অৰ্জন কৰিছে, প্ৰতিষ্ঠা লাভ কৰিছে। সমাজত বৰ মানুহ হৈছে। কিন্তু সামাজিক দায়বদ্ধতা কিমান দূৰ আগবাঢ়িছে? শিক্ষাৰ কিবা কেৰোণ আছে নেকি; তাকো বিচাৰ কৰাৰ সময় হৈছে। সি যি কি নহওক, এই কথা ঠিক যে পশ্চিমীয়া শিক্ষাৰ অন্তৰ্গত বিজ্ঞান শিক্ষাৰ পোহৰত অন্ধবিশ্বাস আৰু কুসংস্কাৰ আঁতৰাৰে কথা। কিন্তু সুস্থ বিচাৰত নলবৰীয়া সমাজ অন্ধবিশ্বাস আৰু কুসংস্কাৰৰ পৰা মুক্ত হোৱা যেন লগা নাই। অৱশ্যে ই ৰাজ্যখনৰ সামগ্ৰিক চেহেৰাৰ পৰা বিছিন্ন নহয় বা পশ্চাৎগামী চিন্তাই অকল নলবৰীয়া সমাজতে বৰ্তি থকা নাই। সমগ্ৰ দেশখনৰ লগতে নলবৰীয়া সমাজতো সমাজকল্যাণৰ অন্যতম অন্তৰায় জাত-পাতৰ বিচাৰে এতিয়াও খোপনি এৰা নাই। স্মৰ্তব্য যে নলবৰীয়া জনসমাজৰো কিয়দাংশ অৱতাৰ-বাদত বিশ্বাসী। কুৰি শতিকাৰ পঞ্চাশৰ দশকত নীভৰ্শাৰ পানীয়ে যি দৰে উখলমাখল লগাইছিল সেইদৰে নব্বৈৰ দশকত আইৰ আৱিৰ্ভাৱে চমক সৃষ্টি কৰিছিল। অনেক উচ্চ শিক্ষিত লোকেও আইৰ অনুগ্ৰহপ্ৰাৰ্থী বুলি শুনা যায়। এনেবোৰ ক্ৰিয়াকাণ্ড দেখি ক'ব পাৰি যে নলবাৰী অঞ্চলটোও বিজ্ঞান শিক্ষাৰ সম্প্ৰসাৰণ হৈছে যদিও বৈজ্ঞানিক চিন্তা-চৰ্চাৰ ভেটি প্ৰকৃততে দৃঢ় হোৱা নাই। অৱশ্যে সামাজিক ৰীতি-নীতি আৰু অভিৰুচিৰ কিছু পৰিৱৰ্তন হৈছে।

ইতিমধ্যে উল্লেখ কৰা জনগাঁথনিৰ বিভাজনলৈ মন কৰিলে দেখা যায় যে নলবৰীয়া মূলতঃ কৃষিকেন্দ্ৰিক, কিন্তু কৃষি পদ্ধতি পুৰণিকলীয়া হৈ আছে। প্ৰায়বোৰ কৃষকে কাঠৰ নাঙল ব্যৱহাৰ কৰে। সাম্প্ৰতিক কালতো যন্ত্ৰচালিত নাঙলৰ ব্যৱহাৰ কাচিতহে চকুত পৰে। কৃষক সৰ্বত্ৰ বতৰৰ ওপৰত নিৰ্ভৰশীল।[24] জিলাখনৰ ১০২৫ হে'ৰ মাটিতহে জলসিঞ্চনৰ ব্যৱস্থা আছে। বানপানী আৰু খৰাং বতৰত কৃষকৰ শস্য হানি হয়। বৰ্দ্ধিত জনসংখ্যা কৃষিৰ ওপৰত নিৰ্ভৰ কৰি জীয়াই থাকিব নোৱাৰাত পৰিছে। ব্যক্তিগত বা ৰাজহুৱা খণ্ডত কোনো গধুৰ উদ্যোগ স্থাপন হোৱা নাই। ফলত কৃষিখণ্ডত কৃষি বনুৱা আৰু নিবনুৱাৰ সৃষ্টি হৈছে। উদ্যোগ পাম এখন আছে যদিও ঔদ্যোগিক বাতাৱৰণ সৃষ্টি হোৱা নাই। জিলাখনত ৭৩ খন ক্ষুদ্ৰ উদ্যোগ থকাৰ কথা জনা যায় যদিও ই নিবনুৱা সমস্যা সমাধানত বিশেষ অৰিহণা জগোৱা নাই। ১৯৯৭ চনলৈকে জিলাখনত ১৫০ বাছ, ১৭৫[25] ট্ৰাক, ১৪০ খন মটৰ কাৰ আৰু ৬ খন জীপ গাড়ী চলিছিল। দোকান-পোহাৰ লৈ এনেবোৰ ব্যক্তিগত মালিকানাত ক্ষুদ্ৰ অংশৰহে জীৱিকা নিৰ্বাহ হৈছে। নলবাৰী চহৰতে ধৰি বিভিন্ন অঞ্চলত ঠেলা-ৰিক্সা চলিছে যদিও গৰু গাড়ীৰ বিলোপ সাধন হোৱা নাই। ইবিলাকত কৃষিখণ্ডৰ কিছুলোকে কৰ্মসংস্থানৰ সন্ধান কৰিছে। শিক্ষিত নিবনুৱাৰ কৰ্মসংস্থানৰ সুযোগ সীমিত। ইতিমধ্যে জিলাখন উগ্ৰপন্থী জৰ্জৰ হিচাপে চিহ্নিত হৈছে। কৰ্মসংস্থানৰ অভাৱ ইয়াৰ অন্যতম কাৰক বুলি ক'ব পাৰি।

অৱশ্যে নলবৰীয়া জনসমাজ ৰাজনৈতিকভাৱে সচেতন। বিট্ৰিছ শাসনৰ সমৰ্থক মাটিৰ মালিক জমিদাৰ আদি থকা সত্ত্বেও নলবৰীয়া লোকে ভাৰতৰ স্বাধীনতা আন্দোলনত সক্ৰিয় সমৰ্থন জনায়। ১৯৪২ চনৰ গণ আন্দোলনত অংশগ্ৰহণ কৰি কনকলতাৰ লগত ছহিদ হোৱা অন্যতম দেশপ্ৰেমী মুকুন্দ কাকতি নলবৰীয়া। সৰু পথাৰত ৰেল বগৰোৱা ঘটনাৰ লগত জড়িত বাবে কুশল কোঁৱৰ প্ৰমুখ্যে যি চাৰিজন লোকৰ ওপৰত ফাঁচীৰ হুকুম হৈছিল, তাৰ ভিতৰত নলবৰীয়া ধৰ্মকান্ত ডেকাও আছিল। অৱশ্যে আপীলত তেওঁৰ ফাঁচীৰ হুকুম ৰদ কৰি ১০ বছৰ কাৰাদণ্ড বিহা হয়।[26] মুক্তি যুঁজাৰুৰ সংখ্যালৈ লক্ষ্য কৰিলে ক'ব পাৰি যে ভাৰতৰ স্বাধীনতা আন্দোলনত যোগ দি অনেকজন নেতা-কৰ্মীয়ে দেশৰ সেৱা কৰিছিল।



দেশ স্বাধীন হ'ল যদিও বিট্ৰিছ আশিসধন্য জমিদাৰ-মহাজনৰ ক্ষমতা নগ'ল। মাটি আৰু কৃষকৰ সমস্যাৰ ওপৰত কমিউনিষ্টসকলে স্বাধীনতাৰ প্ৰাক্‌কালতে আন্দোলন গঢ়ি তুলিছিল। ভূমিহীনক মাটি দিয়াৰ দাবীত আৰু জমিদাৰক দিবলগীয়া ধানৰ পৰিমাণ হ্ৰাস কৰাৰ দাবীত। সৰু-বৰ জমিদাৰে কৃষকক নিৰ্বিচাৰে শোষণ কৰিছিল। ঠিকাৰ ধান দিয়াত হেৰফেৰ হ'লেই ৰায়তৰ পৰা মাটিৰ স্বত্ব কাঢ়ি নি অন্যক দিছিল। এতেকে জমিদাৰী প্ৰাধান্য অঞ্চলত এনে আন্দোলনৰ প্ৰভাৱ পৰিছিল। স্বাধীনোত্তৰ কালত তেল শোধনাগাৰ আৰু ভাষা আন্দোলনত নলবৰীয়া লোকৰ সহযোগ লেখৰ আছিল। সংসদীয় ৰাজনীতিতো অঞ্চলটো পিচপৰা নহয়। সংসদীয় ৰাজনীতিত বিৰোধী দলৰ ভূমিকা ইতিবাচক। কেইবাটাও সমষ্টিৰ পৰা কেইবাজনো বাওঁপন্থী তথা বিৰোধী দলৰ নেতাক নিৰ্বাচিত কৰি নলবৰীয়া জনগণে ৰাজনৈতিক বিচক্ষণতাৰ পৰিচয় দিয়াৰ নজিৰ আছে।

সামৰণিত দোহাৰিব পাৰি যে নলবাৰী জিলা অঞ্চল বিভিন্ন জাতি-ধৰ্ম-ভাষা-গোষ্ঠী আদিৰ মিলনভূমি। অতীজৰে পৰা ইয়াৰ জনগণ শান্তি-সম্প্ৰীতিৰে বাস কৰি আহিছে। কাৰো ধৰ্ম-ভাষা-সংস্কৃতিৰ কোনোৰে বাধা আৰোপ কৰা নাই। বড়ো, কছাৰী, চাওতালী সংস্কৃতিয়ে নিজস্ব বিশেষত্ব ৰক্ষা কৰি অসমীয়া বাৰেবৰণীয়া সংস্কৃতিৰ সুঁতি সবল কৰি ৰাখিছে। মঠ, মন্দিৰ, মছজিদত সমূহীয়া উৎসৱ পাতি সাংস্কৃতিক ৰূপৰ জেউতি চৰাই আছে। সামাজিক সম্প্ৰীতি হ'ল জনগণৰ প্ৰাণৰ ভাষা। মৰম-চেনেহ সামাজিক সম্প্ৰীতিৰ লাইখুঁটা। হিন্দুৰ মাৰে পূজাত মুছলমানে বিয়াহ গাই এসময়ত সামাজিক সহযোগিতাৰ যি সেন্দুৰীয়া আলি বান্ধিছিল সি নলবৰীয়া সমাজৰ গৌৰৱময় ইতিহাসৰ স্বাক্ষৰ। ক্ষন্তেকীয়া ৰাজনৈতিক অভিসন্ধিয়ে সামাজিক সম্প্ৰীতি বিনাশ কৰাৰ প্ৰয়াস ললেও তাত জনগণে অনুমোদন দিয়া নাছিল আৰু এতিয়াও নিদিয়ে। স্বাৰ্থান্বেষী ৰাজনৈতিক বা-বতাহৰ প্ৰতি নলবৰীয়া যে সজাগ তাক দোহাৰিবৰ প্ৰয়োজন নাই। আৰ্থিক অনগ্ৰসৰতাত জৰ্জৰিত হ'লেও ইয়াৰ জনগণে সাতামপুৰুষীয়া সম্প্ৰীতিৰ এনাজৰী দৃঢ় কৰি আঞ্চলিক ইতিহাসৰ পাত সোণালী কৰি ৰাখিছিল আৰু ভৱিষ্যতেও ৰাখিব বুলি আমাৰ দৃঢ় বিশ্বাস।

*পাদটীকাঃ*

(১) দ্বিজ ৰেবানাথ প্ৰণীত, 'গুৰু বংশাৱলী; পৃঃ ৪৬ (প্ৰকাশৰ চন-তাৰিখ নাই)

(২) পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী ৰচিত, জীৱন স্মৃতি আৰু কামৰূপী সমাজ, গুৱাহাটী, ১৯৭১ চন পৃঃ ৪

(৩) Report on judicial and Revenue Administration of Assam, File No 298, Bengal, Serial No 1,1835, অসম মহাফেজ খানা দিছপুৰ।

(৪) Mail, D.D. Revenue Administration in Assam, New Delhi, 1985, পৃঃ ৫৮

(৫) Statistical Hand Book of Assam, 1997 Directorate of Economics & Statistics, Govt of Assam, Guwahati.

(৬) Huen Tsang quoted in Gait, E.A, A History of Assam, 7th ed, Guwahati, 1997, পৃঃ২৩

(৭) Kakati, B.K., The Mother Goddess Kamakhya, 3rd, Gau. 1967, পৃঃ ১৬

(৮) Taranath quoted in Barpujari, H.K. and others ed. A comprehensive History of Assam, vol. 1, Guwahati, 1990, পৃঃ ৩৩৪

(৯) Watters quoted in ilid, পৃঃ ৩৩৩

(১০) Rai Bahadur Barua, K.L. Early History of Kamrupa, Second ed. Gau. 1966, পৃঃ ৩৯

(১১) নিধানপুৰ ভূমিদান ফলি, Chaudhury, P.C. The History of the Civilization of the people of Assam to the 20 Century A.P., Gau., 1966, পৃঃ ২৬৮

(১২) ঐ

(১৩) (ক) Barman, S., Jamindari System in Assam during British rule (A case study of Goalpara District), Guwahati, 1994, পৃঃ ৬

(খ) পূৰ্বোত্ত, Report on the Judicial and Revenue Administration.

(১৪) উপৰিউক্ত

(১৫) Bhuyan, S.K. Anglo-Assamese Relations, 1771-1626, seconed ed. Gau. 1974. পৃঃ ৫৩

(১৬) Dara, Hz. Note on the condition of the people of Assam, file No 824/R, 1888, মহাফেজ খানা, দিছপুৰ

(১৭) ঐ

(১৮) Gait, E.A. Note on the Moral and Material Progress of Assam during ten years ending 1899, মহাফেজ খানা, দিছপুৰ

(১৯) Rai Bahadur Barua, Gunabhiram in Dara, H.K. পূৰ্বোক্ত

(২০) Chaudhury P.C.পূৰ্বোক্ত , পৃঃ ৩৬৭

(২১) ঐ

(২২) Dara, H.K. ঐ

(২৩) Barpujari, H.K. Golden Jubilee Vol. Cotton College

(২৪) নলবাৰী জিলা তথ্য কেন্দ্ৰ, নলবাৰী

(২৫) Statistical Hand Book of Assam, 1997

(২৬) ডেকা, তৰুণ সেন, ভাৰতৰ স্বাধীনতা আন্দোলন, ১৮৫৭-১৯৪৭, গুৱাহাটী, ১৯৯৮, পৃঃ ১১৫

# অসমৰ যাত্ৰাদলৰ বিকাশ আৰু বিস্তৃতি নলবাৰী অঞ্চলত ইয়াৰ প্ৰভাৱ

ভবেন কলিতা

সীমিতসংখ্যক লোকৰ মাজত আবদ্ধ হৈ থকা বৈষ্ণৱ ধৰ্মৰ প্ৰসাৰ আৰু প্ৰচাৰত শ্ৰীমন্ত শংকৰদেৱে যি এক বৈপ্লৱিক আঁচনি গ্ৰহণ কৰিছিল সেয়া সৰ্বজনবিদিত। শংকৰদেৱৰ আগতে অসমৰ বৈষ্ণৱ ধৰ্ম এক বিশৃংখল ৰূপত সীমিতসংখ্যক লোকৰ মাজত আবদ্ধ আছিল। আৰু সেই সময়ত শৈৱ আৰু শাক্ত ধৰ্মই অসমত বিশেষ জনপ্ৰিয়তা অৰ্জন কৰিছিল। বৈষ্ণৱ ধৰ্মই প্ৰকৃত গুৰুৰ অভাৱত বিশেষ প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাছিল। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে এই বৈষ্ণৱ ধৰ্মৰে বিভিন্ন প্ৰকাৰৰ সংস্কাৰ সাধন কৰি বেদ, উপনিষদ, গীতা, ভাগৱত ইত্যাদিৰ আদৰ্শ আগত ৰাখি শুদ্ধ ৰূপত এটি ভেটি তৈয়াৰ কৰিছিল, যাৰ পৰা অসমত এক জাগৰণৰ সৃষ্টি হ'ল। বিশেষকৈ সমাজৰ কু-সংস্কাৰ, অন্ধবিশ্বাস ইত্যাদিৰ বিৰুদ্ধে যুঁজ দি জাতি-ধৰ্ম নিৰ্বিশেষে এখন বহল সমাজ গঢ়াত আগবাঢ়িবলৈ অকল ধৰ্মীয় সংস্কাৰেই নহয় সাহিত্য, সংগীত, নাট্য অভিনয়ৰ যোগেদিও অসমৰ ৰাইজক এক সুস্পষ্ট ধাৰণা দিবলৈ সক্ষম হ'ল। সেয়েহে অসমৰ নৱ-বৈষ্ণৱ ভক্তি আন্দোলন কেৱল ধৰ্মীয় গণ্ডিতে আবদ্ধ নাথাকি বৃহত্তৰ অসমীয়া জাতিৰ সামাজিক, সাংস্কৃতিক উন্নয়নতো অৰিহণা যোগাব পাৰিলে। সংগীতৰ ধাৰাক নতুনত্ব প্ৰদান কৰা, নৃত্য-নাটকৰ ধাৰাৰ সৃষ্টি কৰা, হস্ত-শিল্পক উৎসাহ যোগোৱা ইত্যাদি নানান দিশেৰে অসমীয়া জাতিক সমৃদ্ধ কৰি তুলিলে। তাৰ ফলপ্ৰসূ সৃষ্টি অংকীয়া নাট ভাওনা।

শ্ৰীমন্ত শংকৰদেৱে ভক্তি ধৰ্ম প্ৰচাৰৰ বাবে যিমানবোৰ মাধ্যমৰ সহায় লৈছিল তাৰ ভিতৰত উৎকৃষ্ট মাধ্যম হিচাপে পৰিগণিত হৈছে অংকীয়া নাট ভাওনা। কিয়নো ভক্তি ধৰ্মৰ প্ৰতি আস্থাহীন বিৰোধ ভাবাপন্ন লোক, সম্প্ৰদায়ক আকৰ্ষণ কৰাৰ বাবে যেন তেৰাই সৃষ্টি কৰিছিল নৃত্য-গীত আৰু অভিনয়েৰে পূৰ্ণ অংকীয়া ভাওনাৰ। আদি পূৰ্বৰ পৰা চলি অহা ওজাপালি, কুশানগান, ভাৰীগান, ঢুলীয়া, দেওধনী নৃত্য ইত্যাদি নাট্যধৰ্মী অনুষ্ঠানকে উপকৰণ হিচাপে লৈ যি নাট-ভাওনাৰ সৃষ্টি কৰিলে তাৰ আগতে কোনো ধৰ্ম প্ৰচাৰকে ইয়াৰ ব্যৱহাৰ কৰা নাছিল। সাতখন বৈকুণ্ঠৰ পট আঁকি চিহ্নযাত্ৰা অভিনয় কৰা সময়ত শ্ৰীমন্ত শংকৰদেৱে ভাওনাৰ বাবে প্ৰয়োজন হোৱা আহিলা-পাতি নিজেই তৈয়াৰ কৰি লৈছিল। অকল চিহ্নযাত্ৰাই নহয় তাৰ পিছৰ সময়ত কালীয় দমন, জন্মযাত্ৰা, পত্নীপ্ৰসাদ, কেলিগোপাল, ৰুক্মিণী হৰণ, পাৰিজাত হৰণ, ৰাম বিজয় ইত্যাদি নাটৰ জৰিয়তে এচাম লোকক কৰ্মঠ আৰু শিক্ষিত কৰি তোলা বুলিও ক'ব পাৰি। তুলাপাত, সাঁচিপাত তৈয়াৰ কৰিবলৈ শিকা, স্থানীয় শিল্পীসকলে বিভিন্ন সাজ-পোছাক, খোল-তাল আদি বাদ্য নানাধৰণৰ মুখা আদিৰ লগতে অভিনয়ৰ বাবে প্ৰয়োজনীয় বিবিধ সামগ্ৰীও নিৰ্মাণ কৰিবলৈ শিকিলে। আনকি নিজৰ বচন মুখস্থ কৰাৰ নিমিত্তে লিখি লোৱাৰ বাবে শিক্ষাগ্ৰহণ কৰিব লগাও হ'ল। যাৰ দ্বাৰা এই নাট ভাওনাই অসমৰ সামাজিক-সাংস্কৃতিক জীৱনত প্ৰভূত বৰঙণি যোগাব পাৰিলে।





ইতিহাসসমৃদ্ধ নাট্য-পৰম্পৰাৰ লগত অসমৰ নাট্য-সাহিত্যত ইংৰাজসকলৰ প্ৰভাৱ আছিল মন কৰিবলগীয়া। বিশেষকৈ সপ্তম দশকলৈ অসমৰ নাট্যধাৰাৰ বিকাশ আৰু বিস্তৃতি সম্পৰ্কে চকু দিলে দেখা যায় যে উক্ত নাটসমূহত পাশ্চাত্যৰ প্ৰভাৱেই স্পষ্ট। আনহাতে অসম হ'ল বংগৰ সীমামূৰীয়া ৰাজ্য। মধ্যযুগৰ পৰাই এই ৰাজ্যখনৰ লগত অসমৰ এক ঘনিষ্ঠ সম্পৰ্ক আছে। ইংৰাজসকলে যেতিয়া দেশ শাসন কৰে সেই সময়ত অসমত বংগীয় প্ৰভাৱেই আছিল সবাতোকৈ বেছি। আনকি ভালদৰে লক্ষ্য কৰিলে দেখা যায় যে ১৯ শতিকাৰ শেষৰ দশকৰ ফালে আৰু বিংশ শতিকাৰ আদি কালছোৱাত অসম এখন নতুন বংগ ৰাজ্য হিচাপে পৰিগণিত হৈছিল। ভাব-ভাষা, সংস্কৃতি, সাহিত্য আটাইতে বঙলুৱা প্ৰভাৱ আছিল অতি বেছি। এই বঙালীসকলৰ পৰাই অসমত নাট্য-সাহিত্যৰ গতিধাৰাই অন্য ৰূপ ল'বলৈ আৰম্ভ কৰিলে। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ নাট ভাওনাই আকৰ্ষণ কৰিব নোৱাৰা এচামক বঙলুৱা যাত্ৰাদলে বাৰুকৈয়ে আকৰ্ষণ কৰিলে। বিশেষকৈ আধুনিক নৃত্য-গীতৰ পয়োভৰ, বাদ্যযন্ত্ৰৰ ব্যৱহাৰ, ৰঙীণ সাজ-পোছাকে সৰ্বসাধাৰণক অতি কম দিনৰ ভিতৰতে আকৰ্ষিত কৰি তুলিলে।

আনহাতে ১৯ শতিকাত অসমৰ পৰা কলিকতালৈ উচ্চ শিক্ষা লাভৰ বাবে যোৱা অসমীয়া যুৱকসকলেও বংগদেশত গঠিত যাত্ৰাদলবোৰৰ অভিনয় দেখি আকৰ্ষিত হৈ বিভিন্ন নাটকত অভিনয়ো কৰিছিল। আৰু তেওঁলোকেই অসমলৈ উভতি আহি নামঘৰৰ চোতাল, ৰাজহুৱা স্থানত কলিকতাৰ আৰ্হিত নাট প্ৰদৰ্শনৰ চেষ্টা কৰিছিল। ১৯ শতিকাৰ মাজভাগত আনুমানিক ১৮৬০ চনমানৰ পৰা অসমৰ নাট ভাওনাৰ ওপৰত বঙলুৱা হেঁচা পৰিবলৈ ধৰে। লগতে উক্ত সময়ছোৱাতে অসমৰ কিছু কিছু বঙালী অধ্যুষিত এলেকাত বিশেষকৈ ৰঙিয়া, লামডিং, ফৰকাটিং ইত্যাদি ঠাইলৈ কলকাতাৰ পৰা অহা ভ্ৰাম্যমাণ যাত্ৰাদলে দুই-এমাহৰ বাবে আহি বঙালী নাটৰ অভিনয় কৰি পুনৰ গুচি যায়। সময়ত আকৌ আহে। এনেদৰে বছৰৰ একোটা সময়ত এই নাট্যদলবোৰে প্ৰদৰ্শন কৰা নাট্যাভিনয়ৰ কলা-কৌশলৰ প্ৰতিও অসমৰ এচাম দৰ্শক আকৰ্ষিত হয় আৰু তেওঁলোকেও এই নাট্যদলবোৰক অনুকৰণ কৰি নাট্যাভিনয়ৰ চেষ্টা চলায়। সেই সময়তে অসমত অংকীয়া ভাওনাৰ উপৰি পুতলা নাচ, ওজাপালি, ইত্যাদি ঠাইবিশেষে প্ৰদৰ্শিত হৈ থাকিলেও বঙলুৱা নাট্যদলবোৰৰ প্ৰতি ক'ব নোৱাৰাকৈ এচাম আকৰ্ষিত হৈ পৰে আৰু পৰৱৰ্তী সময়ত বঙলুৱা যাত্ৰাদল, পাশ্চাত্যৰ প্ৰভাৱ আৰু অংকীয়া ভাওনাৰ সমন্বয়ত এটি সাংস্কৃতিক অনুষ্ঠানৰ জন্ম হয়। বায়নৰ দল বা খুলীয়া ভাওনা। নটুৱা নৃত্য, সূত্ৰধাৰী নৃত্য, নাটকীয় অভিনয় আদি খুলীয়া দলৰ অবিচ্ছেদ্য অংগ আছিল। অংকীয়া নাটত যেনেদৰে সূত্ৰধাৰে অভিনয় পৰিচালনা কৰে ঠিক তেনেদৰে বায়ন পাৰ্টিত বায়নে নাটখন আগবঢ়াই নিয়াত সহায় কৰে। তাতেই বৰকান্দাজৰ বচনভংগী, নৃত্য ইত্যাদিৰ পয়োভৰৰ লগে লগে ই ৰূপ সলাই গায়ন-বায়নৰ ৰূপ ল'লে। ই ভাওনাও নহ'ল, যাত্ৰা পাৰ্টিতো নপৰিল। বঙলুৱা যাত্ৰাদলৰ বঙলা নাটক, হাৰমনিয়াম, তবলা, বেহেলা ইত্যাদিৰ লগে লগে চোকৰা নচা আনকি পোছাক-পৰিচ্ছদৰ পৰিবৰ্তনো হ'ল। আৰু এটা সময়ত বঙালী নাটকৰ অভিনয়েৰে গঠিত হ'ল একো একোটা যাত্ৰাদলৰ।

নামনি অসমত বিশেষকৈ অবিভক্ত কামৰূপ জিলাত ইয়াৰ প্ৰভাৱ আছিল অতি বেছি। প্ৰথমতে নামঘৰৰ চোতাল, উৎসৱ, সভা ইত্যাদিৰ মুকলি ঠাইডোখৰকে মঞ্চ হিচাপে লৈ অভিনয় কৰা এই যাত্ৰাদলবোৰৰ প্ৰতি ৰাইজ আকৰ্ষিত হৈ পৰিল। বহু দৰ্শকে একেলগে চোৱাৰ সুবিধাৰ বাবেই বোধহয় মাটিৰ ঢাপ, ক'ৰবাত ক'ৰবাত কাঠৰ তক্তাৰে অকণমান ওখ কৰি লোৱা ঠাইটুকুৰাই পৰৱৰ্তী সময়ত মঞ্চৰ ৰূপ ল'লে। একোটা মাটিৰ ঢাপ দীঘল ২০ফুট×২০ফুট জোখাৰে তৈয়াৰ কৰা মঞ্চখনতে সময়ত যাত্ৰাপাৰ্টিয়ে অভিনয় আৰম্ভ কৰিবলৈ ধৰিলে। চাৰিওফালে বাঁহৰ শলখাৰে এনেদৰে বান্ধি থোৱা হয় যাতে বাহিৰৰ দৰ্শক গৈ মঞ্চত উঠিব নোৱাৰে। মঞ্চৰ চাৰিওফালে আগুৰি দৰ্শকে খেৰ, নৰা, ঢাৰি ইত্যাদিত বহি নাট উপভোগ কৰিছিল। মঞ্চলৈ অভিনেতাবোৰ অহা-যোৱাৰ বাবে দুটা কোণত নিৰ্দিষ্টকৈ বাঁহেৰে শলখা বান্ধি ৰাস্তা তৈয়াৰ কৰি

লয়। আনকি দৰ্শক বহা ঠাইখণ্ডত কলপাতেৰে ঘূৰণীয়াকৈ দিয়া চামিয়নাখনবো. এক সুকীয়া সৌন্দৰ্য আছিল। হেঁচাক লাইটৰ পোহৰত মুকলি মঞ্চত অভিনীত নাটবোৰত অভিনয় কৰা অভিনেতাবোৰে চিঞৰি চিঞৰি বচন মাতিব লগা হৈছিল। হেঁচাক লাইটৰ পূৰ্বে আৰিয়াৰ পোহৰত মঞ্চত নাটৰ অভিনয় হৈছিল। নাটকবোৰ প্ৰায়ে বঙালী আছিল, পিছলৈ অসমীয়ালৈ অনুবাদ কৰা হৈছিল। চাৰিওফালে দৰ্শকে আগুৰি থকা মঞ্চখনৰ কাষতে পাশ্চাত্যৰ অনুকৰণত গঢ়ি উঠা অৰ্কেষ্ট্ৰা আৰু স্মাৰক আদি বহিছিল। অলপ দূৰত আছিল ছোঁঘৰ। নৰা অথবা খেৰ অথবা কলপাতেৰে সজোৱা ছোঁঘৰত ভাৱৰীয়াসকলে প্ৰসাধন কৰে, সাজপাৰ কৰে। যাৰ যেতিয়া ভাও থাকে ছোঁঘৰৰ পৰা আহি মঞ্চত ভাও দি আকৌ ছোঁঘৰলৈ প্ৰস্থান কৰে। ছোঁ ঘৰৰ ওচৰতে থাকে একুৰা কাঠৰ জুই। অতিপাত ঠাণ্ডাৰ দিনত ভাৱৰীয়াসকলে এই জুইকুৰাৰ কাষতে বহি অভিনয় কৰিবলৈ ৰৈ থাকে।

সূত্ৰধাৰ অথবা বায়নৰ স্থান নোহোৱা যাত্ৰা পাৰ্টিত আছিল বিবেক নামৰ অন্য এক চৰিত্ৰ। নাটক আৰম্ভ হোৱাৰে পৰা শেষলৈকে বিবেক নামৰ চৰিত্ৰটোৱে নাটখন দৰ্শকৰ আগত উপস্থাপন কৰাত সহজসাধ্য কৰি তোলে। নাটকীয় পৰিবেশ সৃষ্টি কৰা, কোনো নাটকৰ চৰিত্ৰত অন্তৰ্দ্বন্দ্বত ভোগা, ভৱিষ্যৎ হ'ব পৰা বিপদৰ বিষয়ে আগজাননী দি সোঁৱৰণ কৰি দিয়া, দৰ্শকৰ সৈতে যোগসূত্ৰ স্থাপন কৰি প্ৰতিটো চৰিত্ৰকে দৰ্শকৰ আগত দাঙি ধৰাত বিবেকৰ এক সুকীয়া বৈশিষ্ট্য আছিল। নাট আৰম্ভ হোৱাৰ আগতে বিতৰণ কৰা প্ৰগ্ৰেম (ছপা নাট্য নিৰ্দেশিকা) খনৰ ভূমিকাও মন কৰিবলগীয়া। বিভিন্ন চৰিত্ৰৰ আগমনৰ নিৰ্দেশ উক্ত প্ৰগ্ৰেমখনত লিপিবদ্ধ থকাৰ উপৰি দৃশ্যাৱলীৰ নিৰ্দেশনাও দিয়া হয়। চোকৰা নাচ, বিবেকৰ গান, পুৰুষে মহিলাৰ অভিনয় কৰা বঙলুৱা নাটবোৰ এসময়ত অসমৰ চুকে-কোণে সমাদৃত হৈ পৰিছিল। যাৰ ফলত যাত্ৰাদলৰ প্ৰতি এচাম দৰ্শক বাৰুকৈয়ে আকৰ্ষিত হৈছিল। যাত্ৰা পাৰ্টি বুলি ক'লে সততে দিব পৰা উত্তৰটো হ'ল পুতলা নাচ, কামৰূপীয়া ঢুলীয়া, ওজাপালি আৰু অসমৰ কেইপদমান থলুৱা লোক পৰিৱেশ্য কলাৰ লগত বংগদেশৰ যাত্ৰাপাৰ্টিৰ সৈতে অসচেতনভাৱে জন্ম পোৱা বিনোদনৰ অন্য এক মাধ্যম। পুৰণি কামৰূপৰ ভিতৰত নলবাৰী অঞ্চল ইয়াৰ কেন্দ্ৰবিন্দু বুলি ক'লেও অধিক কোৱা নহ'ব।

নলবাৰীৰ যাত্ৰাদলসমূহৰ বিষয়ে আলোচনা কৰিলে দেখা যায় যে ১৯১৭ চনত নলবাৰীৰ মৰোৱা গাঁৱত শংকৰদেৱ অৰুণ নাট্য সমিতি নামেৰে এটি বায়ন পাৰ্টিৰ জন্ম হয়। অৰুণ চন্দ্ৰ বৈশ্য চমুকৈ উৰো বায়ন আছিল দলটোৰ প্ৰতিষ্ঠাতা। ১৯৪১ চনত এই বায়ন পাৰ্টিয়ে যাত্ৰাদল গঠন কৰে। অৰুণ চন্দ্ৰ বৈশ্যৰ মৃত্যুৰ পিছত তেওঁৰ ভায়েক অৰবিন্দ বৈশ্য, ভতিজাক পুষ্পৰাম বৈশ্যই পৰম্পৰাগতভাৱে দলটো পৰিচালনা কৰি আছিল। নলবাৰী জিলাত এই নাট্যদলটোৱে প্ৰথম জন্মলাভ কৰা বুলি ক'ব পৰা যায়। তাৰ পিছত ১৯২০ চনত আনন্দময়ী অপেৰা পাৰ্টি নামৰ আন এটা যাত্ৰাদল গঠন কৰে বন্ধুৰাম কলিতাই। লগত আছিল ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, ৰবিৰাম দাস, আদ্য ভট্ট ইত্যাদিসকল। ১৯২২ চনত কলবাৰীত মহাবিষ্ণু অপেৰা আৰু বলোৱাত কমলা নাট্য সমিতিৰ জন্ম হয়। ১৯২৫ চনত পিপলিবাৰীত পিপলিবাৰী নাট্য সমিতি। ১৯২৭ চনত নলবাৰীৰ ওচৰৰ বৰখালাত পণ্ডিত কৃষ্ণদত্ত বুজৰবৰুৱাৰ ভাতৃ যজ্ঞদত্ত বুজৰবৰুৱাই এটা নাট্যদল গঠন কৰিছিল। তাৰ পিছতে ধুৰকুছিত পণ্ডিত নাট্যকাৰ অম্বিকা নাথ গোস্বামীয়ে জগদম্বা অপেৰা পাৰ্টিৰ জন্ম দিয়ে। ১৯৩০চনত মৰোৱাত বীণাপাণি অপেৰা নামে এটি যাত্ৰাদল গঠন কৰে কাশী মহাজনে। ১৯৩৪ চনতে বড়ী, হলোগাঁও, ঘোলাৰপাৰ আৰু বৰতলত একো একোটি যাত্ৰাদলৰ জন্ম হৈছিল। ১৯৪৩ চনত নিৰ্ভয়া বৈশ্যই তৰমাথাত বায়ন পাৰ্টি আৰম্ভ কৰে। ১৯৪৬-৪৭ চনত হৰপতি মেধি আৰু সত্য শৰ্মাই তৰমথা বায়ন পাৰ্টিৰ সাজ-পোছাকবোৰ আনি জয়গোপাল অপেৰা নামৰ এটি যাত্ৰাদল গঠন কৰে। ১৯৫৩ চনত বেলশৰত চাৰিজন মেনেজাৰ গজেন্দ্ৰ মজুমদাৰ। বেলশৰ যাত্ৰাদল নামৰ এই নাট্যদলটোৰ পৰশমণি আৰু বেথাৰ পূজা নামৰ নাট দুখন পৰিচালনা কৰিছিল ৰজনী ভট্টই। ১৯৫৫-৫৬ চনত নলবাৰী জিলাৰ মুগকুছিত দি কামৰূপ কহিনুৰ অপেৰা পাৰ্টিৰ জন্ম হয়। ১৯৫৭ চনত নলবাৰী জিলাৰ ঘগ্ৰাপাৰৰ বিলপাৰ গাঁৱত বাসুদেৱ অপেৰা নামৰ এটি যাত্ৰাদল গঠন কৰে মৌজাদাৰ যোগেন চৌধুৰীয়ে। ১৯৫৮ চনত গোবিন্দ হালৈয়ে মুগকুছিত মুগকুছি মিলন নাট্য সমিতি, ১৯৬১ চনত ককয়াত উদয় ভাগৱতীৰ চেষ্টাত কামৰূপ নাট্যকলা কেন্দ্ৰ, ১৯৬৫ চনত ধৰণী বৰ্মনৰ প্ৰযোজনাত সুৰদেৱী নাট্য সংঘৰ জন্ম হয়। ১৯৬৭ চনত ককয়াত ভুৱনেশ্বৰ তালুকদাৰ, তাৰিণী তালুকদাৰৰ লগতে ৰমেশ হালৈৰ পৰামৰ্শ মতে নটগুৰু নাট্য সমিতি নামেৰে এটি যাত্ৰাদল গঠন কৰা হয়। ১৯৬৮ চনত শৰৎ মজুমদাৰৰ প্ৰযোজনাত ভাগ্যদেৱী নাট্য সমিতি নামেৰেও এটি যাত্ৰাদল গঠন হৈছিল আৰু পৰৱৰ্তী সময়ত এই দলটোৱে ভ্ৰাম্যমাণ থিয়েটাৰলৈ ৰূপান্তৰ ঘটিল। ইয়াৰ উপৰি ককয়াৰ দক্ষিণ চুবাত পৃথু পণ্ডিতৰ যাত্ৰাদল, টিহুৰ হালধিবাৰীত গুৰুদেৱ অপেৰা-বৰক্ষেত্ৰী মৌজাৰ জয়সাগৰ গাঁৱৰ দীন বৈশ্যৰ যাত্ৰাদল, বেলশৰৰ প্ৰতাপ ভৱালী আৰু মহী পাটোৱাৰীৰ প্ৰযোজনাত কামৰূপ নাট্যকলা কেন্দ্ৰ, চামতাৰ নগেন ভটুৰ যাত্ৰাদল, টিহুৰ নবীন দাসৰ টিহু অপেৰা, নলবাৰীৰ ওচৰৰ সন্ধ্যা গাঁৱৰ নিধিৰাম তালুকদাৰৰ জয়হিন্দ অপেৰা, ককয়াৰ ভদ্ৰেশ্বৰ তালুকদাৰৰ যাত্ৰাদল, নলবাৰীৰ কৃষ্ণ তালুকদাৰৰ নেহৰু স্মৃতি নাট্য সমিতি, মৰোৱাৰ জনক আৰু চনক বৈশ্য, বাচি মেম্বৰৰ যাত্ৰাদল, টিহুৰ কনক বৰ্মনৰ কনক অপেৰা, চামতাৰ জিতেন শৰ্মাৰ অপ্সৰা নাট্যদল, করুণা বৈশ্যৰ ৰাজলক্ষ্মী অপেৰা, নলবাৰীৰ অভয়াপুৰৰ দধি ডেকাৰ অসমী শিল্পী সমাজ, হিৰণ্য চৌধুৰীৰ খাটিকুছি নাট্য সমিতি, দীনবন্ধু ৰায় চৌধুৰীৰ নাগ্ৰীজুলিৰ হস্তিনাপুৰম যাত্ৰা দল। মুগদুছিৰ মঙলু বৈশ্য আৰু লক্ষী বৈশ্যৰ যুটীয়া প্ৰচেষ্টাত কহিনুৰ অপেৰা পাৰ্টি, চ'কবজাৰৰ ৰমানাথ দেৱশৰ্মাৰ দি কহিনুৰ অপেৰা পাৰ্টি, টেঙাবাৰী গাঁৱৰ যাত্ৰাদল, টিহুৰ নটগুৰু যোগেশ শৰ্মাৰ টিহু মনোৰমা থিয়েটাৰ পাৰ্টি, টিহুৰ ভগৱান শৰ্মাৰ গুৰুদেৱ নাট্য সমিতি, বিৰকুছিৰ



জগদম্বা অপেৰা পাৰ্টি, গোৱালপাৰাৰ ভুৱাপাৰা বাৰোৱাৰী যাত্ৰা পাৰ্টি, ডকাইদল বাৰোৱাৰী পাৰ্টি, দহিকটা যাত্ৰাপাৰ্টি, ভোজমলা, লালাবাৰী যাত্ৰাপাৰ্টি, বালিলেছাৰ খৰ্গেশ্বৰ বৈশ্যৰ নাট্যদল, নলবাৰীৰ সন্ধ্যা গাঁৱৰ নিধি মেম্বৰ আৰু মহেন্দ্ৰ ডেকাৰ নাট্যদল, টিহু মেধিপাৰাৰ সৰ্বেশ্বৰ গোস্বামীৰ নাট্যদল,



বলোৰাৰ সেনাপতি শৰ্মাৰ কমলা নাট্য সমিতি, চাদা বৰতোলাৰ যাত্ৰাদল, কৈঠালকুছিৰ ৰমেশ মহন্তৰ যাত্ৰাপাৰ্টি ইত্যাদি অগণন যাত্ৰাদলবোৰেই সমগ্ৰ নলবাৰী জিলাখনতে নাট্য পৰম্পৰা জীয়াই ৰাখিছিল। কিছু কিছু নাট্যদলৰ বয়স বেছি আছিল যদিও বেছিভাগ নাট্যদলেই দুই-এবছৰ অভিনয় কৰি বন্ধ কৰি দিব লগা হৈছিল।

পৰৱৰ্তী সময়ত ১৯৬৩ চনৰ কিছু পূৰ্বৰ পৰা এই যাত্ৰাপাৰ্টিবোৰেই সম্যক ৰূপ সলনি কৰি মঞ্চৰ তিনিফালে খোলা ৰাখি, পিছফালটো বন্ধ ৰাখি বিজুলীবাতি, মাইক্ৰ'ফোন ইত্যাদিৰ ব্যৱহাৰ কৰি নাটকৰ অভিনয় কৰিছিল যদিও এই ভ্ৰাম্যমাণ নাট্যদলবোৰক যাত্ৰাপাৰ্টি হিচাপে নামকৰণ কৰিব নোৱাৰি। ১৯৬৩ চনৰ পৰা নিজস্ব প্ৰেক্ষাগৃহ, শব্দ-পোহৰৰ সঠিক ব্যৱস্থা, নিজস্ব আসন ইত্যাদিৰে পূৰ্ণ দুখন মঞ্চত অভিনয় কৰা, মঞ্চত দৃশ্যপটৰ ব্যৱস্থা কৰা এঠাইৰ পৰা আন ঠাইলৈ ঘূৰি ফুৰা এই নাট্যদলবোৰক নামকৰণ কৰা হ'ল ভ্ৰাম্যমাণ থিয়েটাৰৰূপে। নলবাৰী অঞ্চলতো ভ্ৰাম্যমাণ থিয়েটাৰ দলৰ জনপ্ৰিয়তা কোনোগুণেই কম নহয়। এই অঞ্চলত গঠন হোৱা ভ্ৰাম্যমাণ নাট্যদলবোৰৰ ভিতৰত চামতাৰ সুৰদেৱী থিয়েটাৰ, ৰংঘৰ থিয়েটাৰ, অপ্সৰা থিয়েটাৰ, বিষ্ণুজ্যোতি থিয়েটাৰ, নলবাৰীৰ ৰূপকোঁৱৰ থিয়েটাৰ, বৰদৈচিলা থিয়েটাৰ, বিশ্বজ্যোতি থিয়েটাৰ, শকুন্তলা থিয়েটাৰ, পানীগাঁৱৰ অপৰূপা থিয়েটাৰ, মৰোৱাৰ ভাগ্যদেৱী থিয়েটাৰ, আৰিকুছিৰ অসমজ্যোতি থিয়েটাৰ, টিহু মাখিবাহাৰ জয়জোৱান জয় কিষাণ থিয়েটাৰ, আঠঘৰীয়া বৰভাগৰ মঞ্চজ্যোতি থিয়েটাৰ, বালিতাৰাৰ মাধৱদেৱ থিয়েটাৰ, টিহু বনগাঁৱৰ কল্পতৰু থিয়েটাৰ, মাখিবাহাৰ মুকুন্দ থিয়েটাৰ ইত্যাদিৰ উপৰি মহিলা অভিনীত মুন থিয়েটাৰ, কল্পনা থিয়েটাৰ আৰু নলবাৰী জিলাৰ চাহ জনগোষ্ঠীৰ মাজত গঠিত কল্পতৰু থিয়েটাৰ আদিয়ে জিলাখনৰ নাট্য-আন্দোলনক পৰিচালনা কৰাৰ উপৰি অজস্ৰ অভিনেতা-অভিনেত্ৰী, কলা-কুশলীৰ জন্ম দিব পাৰিছে।

ভ্ৰাম্যমাণ থিয়েটাৰৰ এই উত্তৰণৰ সিংহভাগ কৃতিত্ব ল'ব পাৰে যাত্ৰাপাৰ্টিবোৰে। প্ৰায় অৰ্ধশতিকাজুৰি অসমৰ নাট্য আন্দোলনত ই এক প্ৰভাৱ বিস্তাৰ কৰি আহিছে। এক স্বকীয় ইতিহাস সৃষ্টি কৰিছে। যাত্ৰাপাৰ্টিয়ে সৃষ্টি কৰিছে এচাম নাট্যকাৰ, এচাম কলা-কুশলী আৰু স্বকীয় কৃষ্টি-সংস্কৃতিৰ এচাম সাধকক। যাত্ৰাপাৰ্টিৰ অভিনয় এচামৰ মতে সংস্কৃতিৰ বাবে গ্ৰহণযোগ্য হ'ব নোৱাৰে। যাৰ ফলত যাত্ৰাপাৰ্টিত অভিনয় কৰা অভিনেতা, অভিনেত্ৰীবোৰে চৰম দুৰ্যোগৰ মাজেৰে জীৱন অতিবাহিত কৰিব লগা হৈছিল। এক কষ্টকৰ পৰিবেশত অভিনয় কৰা এই অভিনেতাবোৰ আছিল স্বকীয় প্ৰতিভাৰ গৰাকী। যাত্ৰাপাৰ্টিৰ চোকৰা বুলি, ৰজা, মহাৰজা, মন্ত্ৰী, বিবেক বুলি ঠাট্টা-মস্কৰা শুনিব লগা হোৱা এইচাম লোকৰ ত্যাগৰ ফলতে আজিৰ ভ্ৰাম্যমাণ নাট্যদলবোৰে অভিনয় দিশত এক যুগান্তকাৰী ভূমিকা গ্ৰহণ কৰিব পাৰিছে। অসমত অভিনয়ক পেছা হিচাপে ল'ব পৰা হৈছে। আমি সকলোৱে জানো আধুনিক ভ্ৰাম্যমাণে অসমৰ অৰ্থনীতি, সাংস্কৃতিক দিশত যি অৰিহণা যোগাই ৰাজ্যখনক অন্য এক গতি প্ৰদান কৰিছে আনহাতে বৃহৎসংখ্যক লোকক বিনোদন যোগাব পাৰিছে আন কোনো সাংস্কৃতিক সংগঠনে সেয়া দিব পৰা নাই। কিন্তু এই আটাইবোৰৰ গুৰিতে আছে যাত্ৰাদলত অভিনয় কৰা ব্যক্তিসকলৰ চৰম ত্যাগ। বিভিন্ন নাট্য সংগঠন, নাট্যকৰ্মীবোৰৰ দৃষ্টিতো আজিলৈকে যাত্ৰাপাৰ্টিত অভিনয় কৰা অভিনেতাসকল নপৰিল। এক কষ্টকৰ পৰিবেশৰ মাজেৰে মঞ্চত অভিনয় কৰা অনেক অভিনেতাই দুৰ্যোগৰ মাজেৰে অতিবাহিত কৰি জীৱন যুঁজৰ পৰাই বিদায় ল'লে! বিগত চল্লিশ বছৰে এই অৱহেলিত নাট্যস্তৰটোৰ প্ৰতি কোনেও মনোযোগ নিদিলে। আমি আশা কৰিম— নাট্য আন্দোলনৰ এই অৱহেলিত স্তৰটোৰ বিষয়ে অধিক গৱেষণা হওক। ভৱিষ্যৎ প্ৰজন্মৰ বাবে লগতে অসমৰ নাট্য-সাহিত্যৰ উত্তৰণৰ বাবে সেয়া সাঁচিকৈয়ে জৰুৰী বুলি আটায়ে অনুভৱ কৰক।

# পশ্চিম নলবাৰী অঞ্চলৰ দুটিমান কৃষিভিত্তিক উৎসৱ

হেম মিশ্ৰ

সাতভনীৰ মহামিলনৰ তীৰ্থক্ষেত্ৰ অসম। ৰাজ্যখনৰ নগৰতকৈ গ্ৰাম্য জীৱনৰ চিত্ৰখন অধিক সুন্দৰ আৰু আকৰ্ষণীয়। সহজ-সৰল হোজা মানুহ গাঁওতেই বাস কৰে। বৰ্তমান যান্ত্ৰিক যুগে গ্ৰাম্য অৰ্থনীতিৰ ৰাজহাড় ভাঙি পেলাইছে। নগৰীয়া সভ্যতা আৰু কৃত্ৰিম বাতাৱৰণে যদিও মানুহৰ সৰলতা আৰু জনবিশ্বাসত স্পৰ্শ কৰিছে, তথাপি মানুহৰ প্ৰাণোচ্ছল উৎসৱসমূহ এতিয়াও জনজীৱনত সাঙোৰ খাই আছে। কিয়নো শতকৰা ৭০ ভাগ লোক আজিও কৃষিকৰ্মত জড়িত। সেয়েহে কৃষিভিত্তিক উৎসৱসমূহে আজিও জনজীৱনত সমাদৰ পাই আহিছে। এই উৎসৱসমূহ পালনৰ জৰিয়তে তেওঁলোকৰ সৰল বিশ্বাস আৰু মানৱীয় অনুভুতিৰ নিদৰ্শন প্ৰতিফলিত হোৱা দেখা যায়। পশ্চিম নলবাৰী অঞ্চলত প্ৰাচীন পৰম্পৰা অনুসৰি আজিও কিছুমান উৎসৱ তথা প্ৰথা অনুষ্ঠিত হৈ আছে।

## *গৰখীয়া সেৱা*

গৰখীয়া সেৱা অতি প্ৰাচীন উৎসৱ। কৃষকৰ প্ৰধান আহিলা হ'ল নাঙল আৰু হালৰ গৰুহাল। তদুপৰি খেতিয়কে জীৱন নিৰ্বাহৰ বাবে গাইগৰু পোহে। গৰুৰ প্ৰতিপালনৰ দায়িত্ব গৰখীয়া ল'ৰাবিলাকে লয়।

গৰুক প্ৰতিপালন কৰা ডাঙৰ ধৰ্ম বুলি বিশ্বাস কৰা হয়। সেয়েহে গৰুক মহালক্ষ্মী বুলি কোৱা হয়। হিন্দুধৰ্মত গৰুক লক্ষ্মী দেৱীৰ অৱতাৰ বুলি পূজা কৰা হয়।

কাৰ্ত্তিকে শুক্লপক্ষে তুস্মৃতা গোষ্ঠীষ্টমীবুধৈ ঃ

অৰ্থাৎ

কাতি মাহৰ শুক্ল পক্ষৰ অষ্টমী তিথিত গো-পূজা পালন কৰা হয়।

গোষ্ঠাষ্টম্যাং গবাং পূজাং গোগ্ৰাসং গোপ্ৰদক্ষিনম।
গবানুগমনং কুৰ্য্যাৎ সৰ্ব্বপাপবিমুক্তয়ে।।

গোষ্ঠাষ্টমীত গো-পূজা, গৰুক ঘাঁহ দান আৰু গো প্ৰদক্ষিন আৰু গৰু চাৰিলে সকলো পাপমোচন আৰু পুণ্য হয়। সেয়েহে গৰুক ঘাঁহ খাবলৈ দিয়া হয় আৰু প্ৰণাম কৰা হয়।

ওঁ নমো গোভ্যঃ শ্ৰীমতীভ্যঃ সৌৰভেয়ীভ্য এব চ।
নমো ব্ৰহ্মসূতাভ্যশ্চ পবিত্ৰাভ্যো নমো নমঃ।

অসমৰ বিভিন্ন ঠাইত গোষ্ঠাষ্টমী পূজা বৰ উলহ-মালহেৰে উদ্‌যাপন কৰা হয়। বিশেষকৈ পশ্চিম নলবাৰী অঞ্চলত গোষ্ঠাষ্টমী পূজা ধুমধামেৰে পালন কৰা হয়। উদাহৰণস্বৰূপে পশ্চিম চামতাত দুখনো গো-পূজা অনুষ্ঠিত



হয়। তদুপৰি ককয়াৰ চৈতন্য থান, পিপলিবাৰীৰ গো-বজাৰ থান, নলবাৰীৰ গোপাল বজাৰৰ থান, বাদেশিলা আদিতো গো-পূজা অনুষ্ঠিত হয়।

ভগৱান শ্ৰীকৃষ্ণইয়ো লগৰ ল'ৰাবিলাকৰ সৈতে গৰু চাৰিবলৈ যোৱাৰ চিত্ৰ মাধৱদেৱৰ ৰচিত বৰগীতত উল্লেখ আছে

" তেজৰে কমলাপতি পৰভাত নিন্দ।
তেৰি চান্দ মুখ পেখোঁ উঠৰে গোবিন্দ।।"

গৰু এবিধ মূল্যৱান সম্পদ বুলি ভবা হয়। অসমীয়া ফকৰা যোজনাতো আছে - "যাৰ নাই গৰু সি সবাতকৈ সৰু।"

গৰখীয়া ল'ৰাবিলাকৰ অন্তৰত কোনো কলুষতা নাই। সেয়েহে গৰখীয়া ল'ৰাক পবিত্ৰ জ্ঞান কৰা হয়। গৰখীয়া ল'ৰাক মাতি এসাঁজ ভালকৈ খুৱাব পৰাটো পৰম ধৰ্ম বুলি ভবা হয়. সেয়েহে এই প্ৰথাটোক গৰখীয়া সেৱা বুলি কোৱা হয়। অসমৰ চুকে-কোণে আজিও এই প্ৰথা একেবাৰে বিলুপ্ত হৈ যোৱা নাই।

এই 'গৰখীয়া সেৱা' বৰ পবিত্ৰভাৱে পালন কৰা হয়। বিশেষকৈ যিসকল দম্পতীৰ কোনো সন্তান নাই, তেওঁলোকে গৰখীয়া সেৱা পালনৰ জৰিয়তে সন্তান লাভ কৰে বুলি জনবিশ্বাস আজিও চলি আহিছে। যিসকল লোকে গৰখীয়া সেৱা পাতে তেওঁলোকে সাধ্যানুসাৰে ৫ জন, ৯ জন বা ১২ জন গৰখীয়া ল'ৰাক নিমন্ত্ৰণ কৰে আৰু চোতালত তেওঁলোকক বহিবলৈ দিয়াৰ বাবে বিশেষ আসনৰ ব্যৱস্থা কৰে। প্ৰথমতে গৃহস্থই গৰখীয়া ল'ৰাবোৰৰ চৰণ স্পৰ্শ কৰি তেওঁলোকক হাত-মুখ ধুবলৈ দিয়ে। পিচত তেওঁলোকৰ কাৰণে সজাই থোৱা আসনত বহিবলৈ দি তেওঁলোকক প্ৰত্যেকৰে হাতত একোডাল এচাৰি, মূৰত ফুলৰ মালা, একোখন বস্ত্ৰ আৰু নৈৱেদ্য আগবঢ়োৱা হয়।

তেওঁলোকৰ কাৰণে বিশেষভাৱে মধ্যাহ্ন ভোজনৰ ব্যৱস্থা কৰা হয়। ভোজনৰ শেষত গৰখীয়া ল'ৰাবোৰক গৃহস্থই দান-দক্ষিণা দিয়ে আৰু তেওঁলোকৰ পৰা আশীৰ্বাদ বিচাৰি পৰম সন্তোষ লাভ কৰে।

গৰখীয়া সেৱা পতাৰ কাৰণে গৃহস্থই পণ্ডিতৰ হতুৱাই পঞ্জিকাত শুভ দিন চাই লয় আৰু সেইমতে প্ৰশস্ত দিনত উক্ত মাংগলিক অনুষ্ঠান পতা হয়। গৰখীয়া সেৱালৈ জ্ঞাতি-কুটুম্বকো নিমন্ত্ৰণ জনোৱা হয়। এই সেৱা অতি প্ৰচীন কালৰে পৰা চলি আহিছে।

## *সাউৰী দিয়া*

সাউৰী দিয়া অসমীয়া জনজীৱনৰ লগতে পশ্চিম নলবাৰী অঞ্চলৰ এটা মহামিলনৰ সেতুবন্ধন প্ৰথা। ইয়াৰ জৰিয়তে ভাতৃত্ববোধৰ এনাজৰীডাল অধিক শক্তিশালী হৈ পৰে আৰু ঐক্যৰ সুৰ প্ৰতিফলিত হয়।

আমাৰ কথাতে কয়— "ৰাইজে নখ জোকাৰিলে নৈ বয়"।

অৰ্থাৎ, সমূহীয়া প্ৰচেষ্টাৰে সকলো কাম সিদ্ধ হৈ উঠে। "একতাই পৰম বল।" এজনে অকলে নোৱাৰা কামটো লগে-ভাগে কৰিলে সিদ্ধ হৈ উঠে। অসমীয়া সমাজ জীৱনতো "সাউৰী দিয়া"ৰ জৰিয়তে অৰ্থাৎ সমূহীয়াভাৱে শ্ৰমদানৰ জৰিয়তে বহু কামেই সম্পন্ন হয়।

খেতিয়কৰ যেতিয়া ধান কাটিবৰ হয় তেতিয়া বহু লোকক ধান কটাৰ বাবে আমন্ত্ৰণ জনোৱা হয়— সাউৰী দিয়াৰ বাবে। আমন্ত্ৰিত ব্যক্তিয়ে একে-লগে অতি উৎসাহেৰে ধান কাটি দিয়ে। তেওঁলোকৰ কাৰণে ঘিলা পিঠা, চুঙা পিঠা, ভোকা পিঠা আদিৰে চাহ-জলপানৰ ব্যৱস্থা কৰা হয়। পিচত সমূহীয়াভাৱে শ্ৰমদান কৰা মানুহবিলাকৰ কাৰণে এটা প্ৰীতি ভোজনৰ ব্যৱস্থা কৰা হয়। ইয়াক সাউৰী দিয়া বুলি কয়। অকল ধান কটাই নহয়, কাৰোবাৰ খেৰি ঘৰ চিয়াবলৈ হ'লে এনেদৰে সাউৰী দিয়া প্ৰথাৰ জৰিয়তে ঘৰ চিয়া হয়। অসমীয়া তিৰোতা সমাজত মাঘ বিহুৰ এমাহমান আগতে বহু তিৰোতা লগ হৈ ঢেঁকীত চিৰা সান্দহ খুন্দে। অসমীয়া তিৰোতাই একেলগে গীত পদ গোৱাৰ কথা অসমীয়া ভাষা-সাহিত্যৰ নিদৰ্শনস্বৰূপ চৰ্যাপদত উল্লেখ আছে। অসমীয়া চহা জীৱনৰ অংগে অংগে এনেদৰে সাউৰী দিয়া প্ৰথাই গুৰুত্ব লাভ কৰি থাকিব।

## *ন-খোৱা প্ৰথা*

আঘোণৰ পথাৰৰ সোণোৱালী ধান ঘৰলৈ চপাই আনি মৰণা মাৰি লখিমী ভঁড়ালত যেতিয়া জমা কৰা হয় তেতিয়া কৃষক ৰাইজে শ্ৰমৰ মৰ্যাদা বুজি এক বিমল আনন্দ অনুভৱ কৰে। সন্ধিয়া পৰত গাঁৱৰ আলিবাটত গৰু-ম'হৰ গলধনত আৰি দিয়া টিলিঙাৰ শব্দই কিযে আনন্দ দিয়ে তাক নিজ কাণেৰে নুশুনিলে অনুভৱ কৰা টান হৈ পৰে।

খেতিয়কে নিজ হাতে শ্ৰম কৰি শালিধানৰ লাহী চাউলেৰে এসাঁজ ভালকৈ খোৱাৰ বাবে ন-খোৱা প্ৰথা আজিও গ্ৰাম্য সমাজত প্ৰচলিত আছে। পশ্চিম নলবাৰী অঞ্চলতো ন-খোৱা প্ৰথা আজিও অতি আদৰৰ উৎসৱ বুলি কোৱা হয়। প্ৰথমতে ন-চাউলেৰে আই লখিমী দেৱীলৈ এখন নৈৱেদ্য আগবঢ়োৱা হয়। তাৰ পিচত ন-চাউলৰ ভাত ৰান্ধি খনাৰ ব্যৱস্থা কৰা হয়। ন-খাবলৈ বন্ধু-বান্ধৱক নিমন্ত্ৰণ জনোৱা হয়। গৃহস্থ আৰু আমন্ত্ৰিত অতিথিবৃন্দই একেলগে ন-চাউলৰ ভাত খাই পৰম তৃপ্তি অনুভৱ কৰে। এই আনুষ্ঠানিকতাই হ'ল ন-খোৱা প্ৰথা।

অসমৰ বিভিন্ন ঠাইত ন-খোৱা সৰ্বজনবিদিত যদিও ইয়াৰ পালন বিভিন্ন ঠাইত বিভিন্ন ধৰণে কৰা হয়। বহু ঠাইত সামাজিক ভাৱেও ন-খাই আনন্দ লাভ কৰে। আহোম সমাজত ন-খোৱাত চেৰা দিয়া বৰা চাউলৰ ব্যৱস্থা কৰে। ন-খোৱাৰ দিনা মৃতকৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰা হয়। বহুতে আকৌ মৃত ব্যক্তিলৈও এসাঁজ ভাত আগবঢ়ায়। ন-খোৱা প্ৰথা সাধাৰণতে আঘোণ মাহত পতা হয়। কিবা কাৰণত হয়তো কিছুমানে আঘোণত নাপাতি মাঘ মাহতো পাতে।

মুঠতে ন-খোৱা প্ৰথা অসমীয়া ৰাইজৰ এটা অতি আদৰৰ উৎসৱ। এই উৎসৱৰ জৰিয়তে মিলাপ্ৰীতিৰ ভাব অতি ঘনিষ্ঠ হৈ উঠে। পৰম্পৰাগতভাৱে চলি অহা এই উৎসৱৰ জৰিয়তে অসমীয়া ৰাইজৰ অতিথিপৰায়ণতাৰ ছবিখন অধিক প্ৰস্ফুটিত হৈ উঠে।

# নলবাৰী জিলাৰ পুতলা নাচ আৰু কুঁহিলা শিল্প

সমীন্দ্ৰ নাথ মহন্ত

অসমৰ লোক সমাজৰ জীৱন দৃষ্টিত নিহিত সৌন্দৰ্য প্ৰকাশৰ ক্ষেত্ৰত নিঃসন্দেহে নৱদ্বীপ খ্যাত নলবাৰী জিলাৰ প্ৰচলিত লোক পৰিৱেশ্য কলাসমূহৰ ভিতৰত 'পুতলা নাচে' স্মৰণাতীত কালৰে পৰা বিশিষ্ট ভূমিকা গ্ৰহণ কৰি আহিছে। অন্যতম লোক নাট্যানুষ্ঠান পুতলা নৃত্যৰ পৰম্পৰা নলবাৰী অঞ্চলত অতিকৈ প্ৰাচীন। এই পুৰণি সাংস্কৃতিক অনুষ্ঠানটো মূলতঃ ধৰ্মীয় অনুষ্ঠানৰ সৈতে জড়িত যদিও নলবাৰী অঞ্চলত ধৰ্মনিৰপেক্ষ অনুষ্ঠানতো পৰিৱেশন কৰা দেখা যায়। অন্যান্য শাস্ত্ৰীয় সংগীতানুষ্ঠান সদৃশ পুতলা নাচতো নৃত্য, গীত আৰু নাটকীয় মুদ্ৰাৰ সংমিশ্ৰণ ঘটা বাবে সংগীতজ্ঞসকলে ইয়াক উচ্চাংগ সংগীতানুষ্ঠান হিচাপে অভিহিত কৰিছে।

**পুতলাৰ উৎপত্তি আৰু ক্ৰমবিকাশ ঃ** পুতলা নৃত্য আন্তৰ্জাতিক সাংস্কৃতিক অনুষ্ঠান। ইয়াৰ উৎপত্তিৰ কাল সঠিকভাৱে নিৰূপণ কৰা সম্ভৱ নহয় যদিও প্ৰচলন আৰু মৰ্যাদাৰ দিশৰ পৰা পৃথিৱীৰ প্ৰাচীনতম সাংস্কৃতিক অনুষ্ঠান বুলি অনুমান কৰিব পাৰি। মহাভাৰতৰ বনপৰ্ব আৰু উদ্যোগ পৰ্বৰ উপৰি কথা সৰিৎ সাগৰ, কামসূত্ৰ আদি গ্ৰন্থত বৰ্ণিত পুতলা নৃত্যৰ বৰ্ণনাই ভাৰতত যে অতি প্ৰাচীন কালৰে পৰাই এই অনুষ্ঠানটোৰ প্ৰচলন হৈ আহিছে তাকেই প্ৰমাণ কৰিছে। 'দ্বাত্ৰিংশৎ পুত্তলিকা' গ্ৰন্থখনেও প্ৰাচীনতম অনুষ্ঠানটোৰেই স্বাক্ষৰ বহন কৰি আছে। ভাৰতীয় জনবিশ্বাস মতে পুৰণি ভাৰতীয় ৰাজ্য 'পাঞ্চাল'কেই পুতলাৰ উৎপত্তি স্থান বুলি ধৰা হয়। পণ্ডিত ড° পিশ্চেলৰ মতে ভাৰতীয় সংস্কৃত নাট্য সাহিত্যৰ পিতৃ হ'ল পুতলা নৃত্য।

অসমতো অতি প্ৰাচীন কালৰে পৰা পুতলা নাচৰ প্ৰচলন চলি আছে। অৰ্ধ নাটকীয় এই অনুষ্ঠানটোৰ ভেটিতেই মহাপুৰুষ শংকৰদেৱে জন্ম দিছিল অংকীয়া নাটৰ। পুতলা নাচৰ বিশিষ্ট ভূমিকা গ্ৰহণ কৰা সূত্ৰধাৰ চৰিত্ৰৰ আধাৰতে মহাপুৰুষ জনাই অংকীয়া নাটকত সূত্ৰধাৰ চৰিত্ৰ সংযোজন কৰা বুলি পণ্ডিতসকলে অনুমান কৰিছে।

**পুতলাৰ শ্ৰেণী বিভাগ ঃ** কাঠ পুতলা, হাত পুতলা, মাৰি পুতলা আৰু ছাঁ পুতলা। এই চাৰিটা ভাগত পুতলাক শ্ৰেণীভুক্ত কৰা হয়। সম্প্ৰতি অসমত কেৱল কাঠ পুতলা অৰ্থাৎ মেৰিওনেট পুতলাৰহে প্ৰচলন আছে। অৱশ্যে প্ৰাচীন কালত অসমত ছাঁ পুতলাৰো প্ৰচলন থকাৰ প্ৰমাণ পোৱা যায়। অসমৰ মেৰিওনেট পুতলা কুঁহিলাৰ পৰা তৈয়াৰ কৰা হয়। কুঁহিলাবোৰ কাটি অত্যাধুনিক কাপোৰ, ৰং-বিৰঙৰ কাগজ মেৰিয়াই, আ-অলংকাৰ আৰু ৰং সানি পুতলাবোৰ সজা হয়। পুতলাবোৰ আৱশ্যক অনুসৰি দুই-তিনিফুট পৰ্যন্ত ওখ কৰি সুন্দৰভাৱে নাক-মুখ, চকু-কান সংযোগ কৰি মঞ্চত প্ৰদৰ্শনৰ বাবে উপযুক্ত কৰা হয়।



**পুতলা নাচৰ মঞ্চাভিনয়ৰ কৌশল ঃ** পুতলা নৃত্য নাটকীয় গুণেৰে পৰিপূৰ্ণ এক প্ৰকাৰ নাট্যানুষ্ঠান। পুতলাবিলাক হ'ল ইয়াৰ অভিনেতা-অভিনেত্ৰী। অসমত ৰামায়ণ, মহাভাৰতৰ কাহিনী ভাগক এখন সৰু মঞ্চত সূত্ৰধাৰে পুতলাৰ জৰিয়তে অভিনয় কৰে। সূত্ৰধাৰ মঞ্চৰ আঁৰ কাপোৰৰ আঁৰত থাকে। কলা সূতাৰ বচীৰে পুতলাবোৰৰ অংগ-প্ৰত্যংগবোৰ বান্ধি সূত্ৰধাৰে পুতলাবোৰ নচুৱায়। পুতলাৰ অংগী-ভংগীৰ লগত সংগতি ৰাখি সূত্ৰধাৰে পেঁপাৰে মাত মাতি পুতলাৰ বচন গায়। একোটা পুতলা দলত ছয়-সাতজন মানুহ থাকে। দলটোৰ মুখিয়ালজনক বায়ন বা বাইন বোলে। এওঁ পুতলা অভিনীত আখ্যান ভাগৰ গুৰি ধৰোতাও। বায়নজনেই হ'ল মঞ্চ পৰিচালক, দৰ্শক আৰু অভিনয়ৰ সম্পৰ্করক্ষী। বায়ন নৃত্য-গীত-বাদ্য বিশাৰদো। পুতলা নাচৰ গায়ন-বায়ন-দৰ্শক আৰু মঞ্চৰ মাজত বহি গীতৰ মাধ্যমত পুতলা নাচৰ কাহিনী ভাগৰ বিকাশ ঘটায়। অংকীয়া নাটৰ সদৃশ গীত আৰু কথোপকথনৰ জৰিয়তে কাহিনী ভাগ পৰিসমাপ্তিৰ দিশত গতিও কৰে।

পুতলা নাচৰ অভিনয় প্ৰকৃতাৰ্থত মনোমুগ্ধকৰ। নৃত্য আৰু গীত অংকীয়া নাটৰ দৰে অবিচ্ছেদ্য অংগ। নৃত্য-গীতৰ তালে তালে পুতলাই মঞ্চত প্ৰৱেশ আৰু মঞ্চৰ পৰা প্ৰস্থান কৰে। পুতলা নাচে দৰ্শকক বীৰ, হাস্য, শৃংগাৰ, করুণ আৰু বীভৎস আদি নৱৰসৰ সোৱাদ দিয়ে।

**অন্যান্য কলাৰ ওপৰত প্ৰভাৱ ঃ** পুতলা নাচক ভাৰতীয় নাট্য সাহিত্যৰ পূৰ্ব পুৰুষ বুলি কোৱা হয়। মহাপুৰুষ শংকৰদেৱৰ অমৰ সৃষ্টি অংকীয়া নাট সম্পূৰ্ণৰূপে পুতলা নাচৰ ওপৰতেই প্ৰতিষ্ঠিত। অসমীয়া সমাজত প্ৰচলিত ওজাপালি পুতলা নাচৰ ক্ৰমবিকাশৰ ফচল বুলি মানি লোৱা হৈছে। তদুপৰি পাঁচালী সাহিত্য পুতলা নৃত্যৰ পৰাই সৃষ্টি হোৱা বুলি জনা যায়।

কিছু বছৰ আগলৈকে নলবাৰী অঞ্চত গাঁৱলীয়া বিয়া-সবাহ তথা অন্যান্য উৎসৱ অনুষ্ঠানত পুতলা নাচ প্ৰদৰ্শনৰ পৰম্পৰা আছিল। বিংশ শতিকাৰ ষষ্ঠ দশকলৈ অসমত পুতলা নাচৰ সমাদৰ আছিল অপৰিসীম। কিন্তু পাশ্চাত্যৰ প্ৰভাৱৰ ফলত বিংশ শতিকাৰ শেষৰ ফালে জনগণৰ ৰুচিৰ পৰিৱৰ্তনৰ ফলত পুৰণি সাংস্কৃতিক অনুষ্ঠানবোৰৰ মোহ কমি যোৱা পৰিলক্ষিত হয়।

**নলবাৰী অঞ্চলৰ পুতলা নাচ ঃ** নলবাৰী জিলাৰ ঐতিহ্যমণ্ডিত গাঁও চান্দকুছিত ১৯২৪ চনতে পঞ্জীয়নভুক্ত (পঞ্জীয়ন নং- ১/২৪) 'প্ৰাচীন শংকৰী পুতলা নাচ' নামৰ এটি পুতলা নৃত্য প্ৰয়াত মঙলু মেধিৰ একক প্ৰচেষ্টাত গঠন হৈছিল। বায়ন মঙলু মেধিৰ মৃত্যুৰ পিচত তেওঁৰ পুত্ৰই দলটো পৰিচালনা কৰে। বৰ্তমান মঙলু মেধিৰ নাতি প্ৰসন্ন মেধি দলটোৰ বায়ন আৰু সূত্ৰধাৰ গোবিন্দ তালুকদাৰ। দলটোৱে অসমৰ বিশেষকৈ তেজপুৰ চহৰত এমাহ ধৰি নৃত্য প্ৰদৰ্শন কৰি প্ৰশংসা লভিবলৈ সক্ষম হৈছে। তদুপৰি তিনিবাৰকৈ ৰবীন্দ্ৰ ভৱনত পুতলা নৃত্য প্ৰদৰ্শন কৰি শ্ৰেষ্ঠ সন্মানৰ বঁটাৰে নলবাৰীক ধন্য কৰিছে। আনকি টেলিভিচনতো পুতলা নৃত্য প্ৰদৰ্শন কৰি দলটো অসমৰ চুকে-কোণে পৰিচিত হৈ পৰিছে। চান্দকুছিৰ পুতলা নাচৰ দলটো নলবাৰী জিলাৰ অতি পুৰণি দল বুলি জনা যায়।

বিংশ শতাব্দীৰ সপ্তম দশকৰ আগতে মৃত্যুৰ মুখত পৰা নলবাৰী জিলাৰ আন এটি পুতলা দল হ'ল ইতিহাস প্ৰসিদ্ধ বেলশৰ গাঁৱৰ পশ্চিম ডেকাপাৰাৰ প্ৰয়াত হৰিচৰণ ডেকা, বাইনৰ পুতলা নাচ। এই দলটোৱে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ পুতলা নৃত্য প্ৰদৰ্শন কৰি বেলশৰ লোক-সংস্কৃতি বৰপথাৰখন চিৰ সেউজ কৰি থৈ গৈছে।



নলবাৰী জিলাৰ আন এখন সংস্কৃতিসম্পন্ন গাঁও মোহখলীৰ বাণী বৰ্মনে এটি পুতলা দল গঠন কৰি প্ৰদৰ্শনৰ দিহা কৰিছে। বৰ্মনদেৱে নিজে দলৰ বাইন। মোহখলীৰ পুতলা দলৰ নৃত্য প্ৰদৰ্শনত এক ব্যতিক্ৰম দেখা যায়। অন্যান্য পুতলা দলৰ দৰে সূত্ৰধাৰে পেঁপাৰে পুতলাৰ বচন নকৈ আধুনিক থিয়েটাৰৰ নেপথ্য শিল্পীৰ সদৃশ মুখেৰে বচন গায় পুতলা নচুৱায়। তদুপৰি নলবাৰী জিলাৰ আন আন কেইটামান পুতলা নাচৰ দলে শদিয়াৰ পৰা ধুবুৰীলৈ নাচ প্ৰদৰ্শন কৰি নলবৰীয়া লোক সংস্কৃতিৰ বৰপথাৰখন চহকী কৰি থৈ গৈছে। মোহখলী, আলগা, মাখিবাহা, জানিগোগ, ধনতোলা, বুঢ়ীনগৰ, গন্ধিয়া, মৈৰাদঙা, তিলানা, বৰ আজাৰা, কৈহাটী, গামেৰীমুৰী, জাগাৰা, নলবাৰী চ'কবজাৰ আদি গাঁৱত জন্মগ্ৰহণ কৰি বৰ্তমান বিলুপ্তি ঘটা লোকৰঞ্জক পুতলা দলবোৰ তথা লোক শিল্পীসকল কলাত্মক গুণেৰে আজিও লোক সমাজত মহিয়ান হৈ আছে। উল্লেখযোগ্য যে জাগাৰাৰ বাঞ্চাৰাম শীলে নলবাৰী জিলাত প্ৰথমে পুতলা নাচৰ প্ৰৱৰ্তন কৰে বুলি জনা যায়।

বৰ্তমান পাঠশালা চহৰৰ নিচেই ওচৰৰ বাঘমাৰাৰ এটি পুতলা শিল্পীৰ দলে নলবাৰী অঞ্চলত পুতলা নৃত্য প্ৰদৰ্শন কৰা পৰিলক্ষিত হৈছে। দলটোৰ অভিনয়ে দৰ্শকৰ মৰম-চেনেহ বুটলিবলৈ সক্ষম হৈছে। অসমৰ পুতলা নৃত্য জগতত এক বিশেষ সংযোজন আছিল কল্যাণ দে প্ৰযোজিত 'পাপেট থিয়েটাৰ'। অৱশ্যে কাৰিকৰী আৰু অৰ্থনৈতিক কাৰণত পাপেট থিয়েটাৰে স্থায়িত্ব লাভ কৰিব নোৱাৰিলে।

আজিও অসমীয়া সমাজত পুতলা নাচৰ জনপ্ৰিয়তা কমি যোৱা নাই. অতীতৰ দৰেই দৰ্শকে

পুতলা নাচৰ অভিনয় প্ৰকৃতাৰ্থত মনোমুগ্ধকৰ। নৃত্য আৰু গীত অংকীয়া নাটৰ দৰে অবিচ্ছেদ্য অংগ। নৃত্য-গীতৰ তালে তালে পুতলাই মঞ্চত প্ৰৱেশ আৰু মঞ্চৰ পৰা প্ৰস্থান কৰে। পুতলা নাচে দৰ্শকক বীৰ, হাস্য, শৃংগাৰ, করুণ আৰু বীভৎস আদি নৱৰসৰ সোৱাদ দিয়ে।

পুতলা নৃত্যক সমাদৰ কৰে। পুতলা নৃত্যৰ ওপৰত সঠিক ৰূপত এতিয়ালৈকে গৱেষণা নোহোৱাত ইয়াৰ ব্যৱসায়িক দিশটোৱে অধিক লাভান্বিত হ'ব পৰা নাই। গৱেষকসকলে পুতলা নাচৰ ওপৰত গৱেষণা কৰি আধুনিকতাৰ সংযোগ সাধন কৰি শিল্পীসকলক উৎসাহ, প্ৰেৰণা দিয়া উচিত। ভাৰতবৰ্ষৰ অন্যান্য প্ৰদেশৰ আৰ্হিৰে অথবা বিদেশী ৰাষ্ট্ৰৰ লেখীয়াকৈ অসমতো চৰকাৰী পক্ষৰ দ্বাৰা পুতলা সংগ্ৰহালয় স্থাপন কৰি আমাৰ গৌৰৱময় অতীতক সোঁৱৰাৰ লগতে লোক সংস্কৃতিৰ লগত জড়িত ব্যক্তিসকলক অনুপ্ৰাণিত কৰাৰ ব্যৱস্থা গ্ৰহণ কৰা উচিত।

**কুঁহিলা শিল্প ঃ** বিষহৰী গীত অনুসৰি কুঁহিলা শিল্প মালি বা মালাকাৰসকলৰ জাতিগত বৃত্তি। বৈদিক যুগতো কুঁহিলাৰে দেৱ-দেৱীৰ মূৰ্তি সাজি পূজা কৰিছিল। মালাকাৰসকলে এইবিধ শিল্প যোগান ধৰি ৰজা-মহাৰজাৰ পৰা



ৰাজকীয় সন্মানো পাইছিল। অসমৰ হাজো, নলবাৰী, মঙলদৈ, গোৱালপাৰা, পলাশবাৰী, চান্দকুছি, বৰনৰ্দ্দী, দোকুছি, হাজদাহ, দুধনৈ, ছিপাঝাৰ, মদলাপুৰ, ঢেপঢেপী, মাজুলি, গৌৰীপুৰ, গোলোকগঞ্জ, তেজপুৰ, গুৱাহাটী, শিৱসাগৰ, যোৰহাট, গোলাঘাট, লক্ষীমপুৰ, ছত্ৰশাল আদি মালাকাৰসকলৰ বসতিপ্ৰধান ঠাই। ইয়াৰ ভিতৰত বিশেষকৈ বটদ্ৰবা, ঢেপঢেপী, উচিতা, গোলোকগঞ্জ, আগমণি, কালডোবা, গৌৰীপুৰ, দেৱশুৰ, হাজদাহ, ঝাপুছাবাড়ী, চান্দকুছি, হাজো আদি উন্নতমানৰ কুঁহিলা শিল্পৰ কেন্দ্ৰস্থল।

কুঁহিলা এবিধ প্ৰকৃতিদত্ত, পানীত জন্ম হোৱা উদ্ভিদ। বিল, খাল, নলাত এইবিধ উদ্ভিদ জন্মে। ই চাৰি-পাঁচ ফুট পৰ্যন্ত ওখ হয়। অসমত কুঁহিলাক বিভিন্ন নামেৰে জনা যায়, যেনে- পানী কুঁহিলা, পানীমুল্লা, বোতলা, মানকুল্লা, কানকুল্লা আদি।

(১) বিষহৰি গীত অনুসৰি কুঁহিলা দেৱৰাজ ইন্দ্ৰৰ ৰাজসভাৰ নৰ্তকী আছিল। এদিন নৃত্যৰত অৱস্থাত কামভাৱে বানাসুৰৰ ফালে বাৰে বাৰে চোৱাৰ অপৰাধত কুঁহিলাক দেৱৰাজ ইন্দ্ৰই বৃক্ষ হ'বলৈ অভিশাপ দিয়ে। শেষত অনেক কাকুতি-মিনতিৰ অন্তত ইন্দ্ৰই কুঁহিলাক এইবুলি ক'লে যে বিশ্বকৰ্মাৰ পুত্ৰ মালী নবুসেনৰ স্পৰ্শত তেওঁ মানৱ সমাজৰ চিৰকাল পূজ্য হৈ থাকিব।

(২) ব্ৰহ্মাণ্ড পুৰাণ মতে, কুঁহিলা পূৰ্বজন্মত দেৱ কন্যা আছিল। অসুৰবিলাকে স্বৰ্গৰাজ্য জয় কৰি দেৱকন্যাক হৰণ কৰি নিছিল। তেতিয়া দেৱকন্যাই নিজৰ সতীত্ব ৰক্ষাৰ বাবে পানীত আত্মগোপন কৰি আছিল। কিন্তু অসুৰবিলাকৰ হাতত ধৰা পৰাৰ ভয়ত শেষত কুঁহিলাই গছৰ ৰূপ লৈ জীয়াই থাকিল।

পণ্ডিতসকলৰ মতে হিন্দু ধৰ্মৰ মূৰ্তি পূজাৰ প্ৰচলনৰ সময়ৰ পৰাই, কুঁহিলা শিল্পৰ আৰম্ভ হয়। কুঁহিলা শিল্পৰ ভেটি হ'ল কাৰু শিল্প আৰু চিত্ৰ শিল্প। বৰ্তমান কাৰু শিল্পতেই অধিক গুৰুত্ব দিয়া দেখা যায়। কিন্তু পৌৰাণিক কলাবোৰ চিত্ৰ শিল্পৰ ওপৰত অধিক প্ৰাধান্য দিয়া হৈছিল। বৰ্তমান কুঁহিলা এবিধ জাতীয় শিল্প। অসমৰ কুঁহিলা শিল্পই বিদেশতো সমাদৰ লাভ কৰিছে। আনকি ভাৰতবৰ্ষৰ বিভিন্ন চহৰবোৰত এইবিধ শিল্পৰ চাহিদা দিনক দিনে বাঢ়িছে।

কুঁহিলা দুবিধ। খৰি কুঁহিলা আৰু পানী কুহিলা বা কাঠ কুঁহিলা। কাঠ কুঁহিলাৰ পৰা বিভিন্ন পুতলা, জীৱ-জন্তু, পশু-পক্ষী, ফল-ফুল, গছ-লতা, গহনা-গাঠৰি, মালা, মুখা আ-অলংকাৰ তৈয়াৰ কৰা হয়। কুঁহিলা শিল্পৰ লগত বহু পৰিমাণে লোক কৃষ্টি সন্নিৱিষ্ট হৈ আছে। এইবিধ শিল্প কলাৰ ওপৰত গোৱালপৰীয়া লোককৃষ্টি বহু পৰিমাণে জড়িত। কদমফুল, কালীৰ মুখা, মনসা বা বিষহৰি মণ্ডপ, কানি বিষহৰি পূজা, কাতি পূজা, আইঠল পূজা, মাতৃকা পূজা, ছয়কুি ছয়টা মাসান, শীতলাৰ তেলা ভাসানিৰ হাৰ ফুল, পাঁচ বা সাত ৰঙৰ ফুল, ঘোঁৰা-ঘোঁৰী পূজা আদি নানাবিধ কুঁহিলাৰ সামগ্ৰীয়ে গোৱালপৰীয়া কলা-কৃষ্টিক সজীৱ কৰি ৰাখিছে। ইয়াৰ উপৰি তান্ত্ৰিক মূৰ্তি, হাতী, হাঁহ, সাপ, কালী, গোপাল, নানাবিধ চৰাই কুঁহিলাৰ পৰা তৈয়াৰ কৰা হয়।

নলবাৰী জিলাৰ পুতলা নৃত্যৰ প্ৰযোজকসকলে নিজে কুঁহিলাৰ পৰা পুতলাসমূহ তৈয়াৰ কৰি লয়। তদুপৰি বিয়া-সবাহ, পূজা-পাৰ্বন, ধৰ্মীয় অনুষ্ঠানসমূহত কুঁহিলাৰ তৈয়াৰী সামগ্ৰীৰ ব্যৱহাৰ মনকৰিবলগীয়া। নলবাৰী জিলাৰ প্ৰায়বোৰ অঞ্চলতেই বিশেষকৈ দ' অঞ্চল খাল, বিল, হোলাত কঁহিলা গছ পোৱা যায়। নলবাৰী জিলাত বিজ্ঞান ভিত্তিত কুঁহিলাৰ খেতি কৰিলে অধিক পৰিমাণে কেঁচা সামগ্ৰী উৎপাদনৰ আশা কৰিব পাৰি। যিহেতু নলবাৰী জিলাৰ অধিক অঞ্চল দ' সেয়ে কৃষকসকলে কুঁহিলাৰ খেতি কৰিলে অধিক লাভৱান হোৱাৰ সম্ভাৱনা আছে।

কুঁহিলা শিল্পীসকলৰ প্ৰধান সমস্যা হ'ল কেঁচা সামগ্ৰীৰ অভাৱ, অনুন্নত বিক্ৰী ব্যৱস্থা, উন্নতমানৰ কুঁহিলাৰ অভাৱ আদি। চৰকাৰৰ বন বিভাগে এইবিধ উদ্ভিদৰ সংৰক্ষণৰ ব্যৱস্থা কৰি ব্যৱসায়ীক ভিত্তিত কৃষকৰ দ্বাৰা খেতি কৰিলে কুঁহিলা শিল্পই অগ্ৰগতি লাভ কৰিব।



# বড়ো সাহিত্যৰ বিকাশত অবিভক্ত নলবাৰী জিলাৰ অৱদান

খগেন ৰামছিয়াৰী

কিছু বছৰ আগতে বড়ো সাহিত্য সভাৰ মুখপত্ৰ "The Bodo" ৰ প্ৰাক্তন মুখ্য সম্পাদক শ্ৰীপ্ৰৱণ বৰগয়াৰীয়ে কথা প্ৰসঙ্গত কৈছিল-"মই মোৰ বহুবছৰৰ "The Bodo" আলোচনী সম্পাদনাৰ বাস্তৱ অভিজ্ঞতাৰ পৰা দৃঢ়ভাৱে ক'ব পাৰো যে সাম্প্ৰতিক বড়ো সাহিত্য সৃষ্টিত-বিশেষকৈ বড়ো কবিতা নিৰ্মাণৰ (সৃষ্টিৰ) ক্ষেত্ৰত অবিভক্ত নলবাৰী জিলাৰ অৱদান প্ৰথম স্থানত।" তেখেতে আৰু কৈছিল এই ক্ষেত্ৰত নৱপ্ৰজন্মৰ নবীনসকলেই আগবাঢ়ি আহিছে; তেওঁলোকৰ ৰচনা শৈলী উন্নত পৰ্যায়ৰ আৰু চিন্তা-দৰ্শন গভীৰ।

তেখেতৰ উক্তি শুনি মোৰ হৃদয় নাচি উঠিছিল; যথেষ্ট গৌৰৱ অনুভৱ কৰিছিলোঁ। কথাষাৰৰ সত্যতাৰ অনুসন্ধানত সময় আৰু সুযোগ পালেই নবীন লেখক তথা কবিসকলৰ সৈতে এই বিষয়ে কথা পাতিছিলোঁ। কথাষাৰৰ সত্যতাৰ অনুসন্ধানত সময় আৰু সুযোগ পালেই নবীন লেখক তথা কবিসকলৰ সৈতে এই বিষয়ে কথা পাতিছিলোঁ আৰু সম্পাদক ডাঙৰীয়াৰ কথাষাৰৰ তাৎপৰ্য্য উপলব্ধি কৰিবলৈ চেষ্টা কৰিছিলোঁ। চিন্তা কৰিবলৈ বাধ্য হৈছিলো নলবাৰী (অবিভক্ত) জিলাত বড়ো সাহিত্যৰ আজিৰ এই অৱস্থালৈ উত্তৰণৰ বাস্তৱ ভেটিয়েই বা কি?

(২)

ইয়াৰ ঘাই শিপাডাল বিচাৰিবলৈ গ'লে আমি আজিৰ পৰা প্ৰায় ষাঠি/সত্তৰ বছৰ আগলৈ উভতি চাব লাগিব; অৰ্থাৎ সেই সময়ৰ নলবাৰী জিলাৰ (অবিভক্ত) বড়োসকলৰ আৰ্থ-সামাজিক পৰিস্থিতিক বিশ্লেষণ কৰি চাব লাগিব। ১৯৩৩ চনত যেতিয়া ওস্তাদ দ্বাৰেন্দ্ৰ নাথ বসুমতাৰীয়ে নিজৰ জন্মস্থান 'গোদামাৰী' (ভাৰৱাগুৰি) গাঁও এৰি আহি পুৰণি কামৰূপ সম্প্ৰতি নলবাৰী জিলাৰ (অবিভক্ত) মুছলপুৰ অঞ্চলত বসবাস কৰিবলৈ লয়, তেতিয়া বিশেষকৈ নলবাৰী জিলাৰ (মূলতঃ সম্প্ৰতি বাগ্‌ছা জিলাৰ অন্তৰ্গত) বড়োসকল নিজস্ব ভাষা-সাহিত্য, কৃষ্টি সংস্কৃতি, ইতিহাস আদিৰ প্ৰতি পৰাঙ্মুখ আছিল। আনপিনে তেওঁলোকৰ কিছুমানে নিজস্ব ভাষা, কৃষ্টি, ধৰ্ম, ৰীতি-নীতি পৰিত্যাগ কৰি আনৰ প্ৰতিহে আনুগত্য প্ৰকাশ কৰিছিল; আনকি সম্পূৰ্ণভাৱে আনৰ শৰণাগত হৈছিল। আনপিনে তেওঁলোকৰ বুজন পৰিমানে পিতৃ-পুৰুষৰ আচাৰ, ৰীতি-নীতিত মোহাচ্ছান্ন হৈ ভূতপ্ৰেত, অপদেৱতা আদিক মানি চলা, পূজা কৰা আদি অন্ধ বিশ্বাসত মগ্ন হৈ আছিল। সমাজ সংস্কাৰক সুসাহিত্যিক দ্বাৰেন্দ্ৰ নাথ বসুমতাৰীয়ে মুছলপুৰ অঞ্চললৈ আহি বিভিন্ন গাঁওলৈ গৈ যাত্ৰা-গান দেখুৱাই অনাখৰী বড়ো ৰাইজৰ মাজত সাহিত্যৰ ৰস বিশেষকৈ বড়ো ভাষাত ৰচিত গীত আৰু কবিতাৰ মাজেৰে-

সিঁচি দিবলৈ প্ৰয়াস কৰিছিল। তেনেদৰে সেই সময়ৰ "বড়ো ছাত্ৰ-সন্মিলনী' আৰু "ট্ৰাইবেল লীগ" এ সমাজ সংস্কাৰৰ কাৰ্যসূচীৰে অসমৰ জনজাতিসকলৰ মাজত বিশেষকৈ বড়োসকলৰ মাজত যি জনজাগৰণ আনি দিচিল, তাৰ ফলশ্ৰুতি হিচাবে নলবাৰী জিলাৰ (অবিভক্ত) বড়োসকলক শিক্ষা আৰু নিজস্ব ভাষা-সাহিত্য কৃষ্টিৰ প্ৰতি সচেতন হোৱা পৰিলক্ষিত হৈছিল। দ্বাৰেন্দ্ৰ নাথ বসুমতাৰীৰ সমসাময়িক আনজন সমাজ সংস্কাৰক, ধৰ্ম সংস্কাৰক প্ৰখ্যাত সুসাহিত্যিক স্বৰ্গীয় কালীকুমাৰ লাহাৰীয়ো নিজৰ জন্মঠাই কাজিগাঁও (কমলসিং) ত্যাগ কৰি আহি মুছলপুৰ অঞ্চলত বাসস্থান পাতি স্থায়ীভাৱে থাকিবলৈ লয়। তেখেতেও বড়ো ভাষাত নাটক লিখি মাননীয় বসুমতাৰীৰ দৰে যাত্ৰা-গান প্ৰতিষ্ঠা কৰি বিভিন্ন গাঁওত প্ৰদৰ্শন কৰাইছিল আৰু শিক্ষা, নিজস্ব ভাষা-সাহিত্য-কৃষ্টিৰ বতৰা সৰ্বসাধাৰণ বড়ো ৰাইজৰ মাজত বিয়পাই দিছিল।

(৩)

বড়ো সাহিত্যৰ ভঁৰালত তেখেতসকলৰ অবদানক লেখৰ জোখেৰে নাচাই মানদণ্ডৰ তুলাচনীৰে জুখিলেহে নিশ্চয় উচিত বিচাৰ কৰা হ'ব।

দ্বাৰেন্দ্ৰ নাথ বসুমতাৰী প্ৰধানকৈ নাট্যকাৰ হিচাবে প্ৰখ্যাত যদিও তেখেত মূলতঃ দক্ষ আৰু সফল কবি আছিল। নাট্য সাহিত্যত তেখেতৰ অবদানসমূহ হ'ল-



নীলাম্বৰ, সুখাৰু-দুখাৰু, চিত্ৰাঙ্গদা, বিহাৰী, সোনানি মাইবাং, বিমাবাথুল, জুলি-বিজুলি, ৰাগালু জৌহীলাও, অনাসন-বিনাসন, দানেক ৰাজা ইত্যাদি। তেখেতে অকল নাটক লিখিয়েই ক্ষান্ত থকা নাছিল, এই নাটকসমূহক গাঁৱে-ভূঞে প্ৰদৰ্শন কৰাৰ উদ্দেশ্যে যাত্ৰা-দল গঠন কৰি নিজেই শিল্পীসকলক প্ৰশিক্ষণ দিছিল। এইদৰে কষ্ট স্বীকাৰ কৰি নাট প্ৰদৰ্শন কৰাৰ মূল লক্ষ্য বোধহয় নিজস্ব বড়ো ভাষাক সাহিত্যিক ৰূপ দি বিকশিত কৰা।

তেখেতৰ নাটসমূহত সেই সময়ৰ বাস্তৱ পটভূমি, চৰিত্ৰ, দৰ্শন অনুভূতি আদিৰ সুন্দৰ প্ৰকাশ হোৱাৰ লগতে কাব্যিক ৰস, হাস্য ৰস, ব্যঙ্গ, ক্ৰিয়া- প্ৰতিক্ৰিয়া আৰু নাটকীয় চমক পৰিপূৰ্ণ হৈ থকা দেখা যায়। নাট্যকাৰ দ্বাৰেন্দ্ৰ নাথ বসুমতাৰীৰ নাট্য সাহিত্যৰ ক্ষেত্ৰত থকা সুকীয়া আসনখনত অধিষ্ঠিত হ'ব পৰা দ্বিতীয়জন বড়ো নাট্যকাৰ আজিলৈ ওলাইছে বুলি আমি জানিব পৰা নাই।

নাটকৰ বাবে প্ৰয়োজন হোৱা গীতসমূহ তেখেতে নিজেই ৰচনা কৰি সুৰ দিছিল আৰু গাইছিল; আৰু তেনেকৈয়ে তেখেতে ৰচনা বহু পৰিমাণৰ গীতি-কবিতা (lyrics) সৃষ্টি কৰিছিল এই গীতসমূহৰ মাজত কেইটামান গীত সেই সময়ত অতি জনপ্ৰিয় হৈছিল। উদাহৰণ হিচাপে উল্লেখ কৰিব পাৰি - "জৌহীলাও জালিয়া গথ'স্কৌৰ জৌং" (বীৰ বীৰঙ্গনা শিশু আমি), "মা এসে মৌজাং দিনৈনি হৰালায়" (ইমান ধুনীয়া আজিৰ নিশাটি) ইত্যাদি। উল্লেখিত গীতসমূহ সম্প্ৰতি বড়োসকলৰ মাজত হৃদয়স্পৰ্শী প্ৰেৰণা দায়ক জাতীয় সঙ্গীত হিচাপে পৰিগণিত হৈছে।

স্বৰ্গীয় বসুমতাৰীৰ পিচতে নলবাৰী জিলাৰ বড়ো সাহিত্য কাননত স্বৰ্গীয় কালীকুমাৰ লাহাৰীৰ স্থান। প্ৰথমতে স্বৰ্গীয় প্ৰমোদ চন্দ্ৰ ব্ৰহ্ম সম্পাদিত "অলংকাৰ" আৰু 'হাথৰ্খি হালা' আলোচনীত তেখেতৰ কবিতা, প্ৰবন্ধসমূহ প্ৰকাশ পাইছিল। তেখেতৰ অন্যান্য গ্ৰন্থসমূহ হৈছে- খৌন্দৌনৈ মেথাই বিহুং (১৯৩৫), বাইদি খন্থাই বিহুং (১৯৩৫), খন্থাই বিজাব (১৯৫১), খন্থাই বিহুং (১৯৫২), আগজু বিজাব (১৯৬১), ক্ৰিয়া দৰ্পণ (১৯৬৭) আৰু বৈশাগী চিখ্‌লানি সলোবাথা (১৯৯৬)। তেখেতৰ কবিতাসমূহ মূলতঃ ধ্ৰুপদী ধৰ্মী (Classical)। ৰোমাণ্টিক সুৰো তেখেতৰ কবিতাত প্ৰতিধ্বনিত হোৱা শুনা যায়।

কালীকুমাৰ লাহাৰীয়ে সাহিত্যৰ মাধ্যমেৰে নিজৰ সমাজক সজাগ কৰি তুলিবলৈ প্ৰয়াস কৰিছিল। এনে দৃষ্টিভঙ্গীৰ তেখেতৰ ৰচনা সমূহ যেনে- গীত, কবিতা, প্ৰবন্ধ আদি অধ্যয়ন কৰিলেই পোৱা যায়। তেখেতৰ এনে দৃষ্টিভঙ্গী প্ৰকাশ কৰাৰ শৈলী কিন্তু সুকীয়া আছিল; আৰু সেইয়া আছিল হাস্যৰসৰ মাজেদি তীব্ৰ কটাক্ষ।

ইয়াৰ উৎকৃষ্ট উদাহৰণ হৈছে-

"নাফাম গেচেও, অক্ৰি গেচেও  
হাবা-বেগেং দৈনায় এম্‌ফৌ জেৰজেৰ  
বেফৌৰখৌনী নাংগৌৱা মানসিনি মুলিনী  
বেফৌৰজৌংনী হাদৌংৱা অজায়া জীও লাখিনী  
হীনৱা মানী নাঙা আংনি বিজাবখৌলায়?"

(মূলভাব ঃ গেলি যোৱা 'নাফাম'(খৰিছা),'অক্ৰি'(মেটা) অথবা গেলি পচি যোৱা পুতি গন্ধময় অস্থিয়েই 'অঁজা'ৰ (বজাৰ) দৰবৰ যদি অনুপান হ'ব পাৰে তেনেহলে মোৰ 'বিজাব' এই (গ্ৰন্থই) বা কিয় দৰবত নালাগিব?)

লাহাৰীৰ কবিতাত আৰু এটি মানৱীয় দৰ্শন পৰিস্ফুট হোৱা দেখা যায়। সেইয়া হৈছে আশাবাদী দৰ্শন। জীৱনৰ, মানৱতাৰ আশাবাদ; গোটেই বিশ্বক আপোন কৰিলৈ সুন্দৰ ভৱিষ্যত গঢ়াৰ আশাবাদ-এনে দৰ্শন তেখেতৰ কবিতা সমূহত বিভিন্ন ব্যঞ্জনা আৰু কল্প-চিত্ৰৰ মাজেদি সিচঁৰিত হৈ আছে।

কবি লাহাৰীৰ কাপত সৃষ্ট 'বৈসাগী চিখ্‌লানি সলোবাথা' (বহাগী গাভৰুজনীৰ সাধুকথা) বড়ো ভাষাত ৰচিত পদ্য-



গদ্যৰ (verse-prose) এখন যুগান্তকাৰী গ্ৰন্থ, যিখনক শ্ৰীৰাম দাস বড়োৱে বড়োভাষাত ৰচিত প্ৰথম কাব্য বুলি অভিহিত কৰিছে। এইখন গ্ৰন্থৰ ওপৰত মন্তব্য কৰি স্বৰ্গীয় ৰামদাস বসুমতাৰীয়ে কৈছে- "This book is an allogoral depiction of 'boisumuthi'(Nature)personified a 'Boisugo sikhla' with some referenees here and there (in the prose portion) to popular myths and beliefs of the Bodo." প্ৰকৃতিৰ মোহনীয় সৌন্দৰ্য্যক সুন্দৰী গাভৰুৰ দেহত আৰোপ কৰি 'বৈসাগী চিখ্‌লা' (বহাগী গাভৰু)ৰ মাজেদি মানৱজীৱনৰ আশা-আকাঙ্খা, কামনা-বাসনা, খাৱন-শোৱন- এই সমস্ত মানবীয় প্ৰবৃত্তিক শ্ৰদ্ধেয় লাহাৰীয়ে এই কাব্য গ্ৰন্থত মূৰ্ত কৰি তুলিছে। তেখেতৰ চিৰ চেনেহী বড়ো ভাষা কিমান মধুৰ আৰু শুৱলা - তলত উদ্ধৃত কবিতা ফাঁকি পঢ়িলেই অনুভৱ কৰিব পাৰি-

"আসি মিজি মিজি, হাথাই ৰিজি।  
খানাই গজ্ৰি গজ্ৰি, দৈসা জিজিৰি।  
মৌখাং লাউজিদ্‌ গনথং জনজিদ।  
খানাই ৰুম্‌বাং, ৰিথা ফাং দাং।  
আদৈ খৌমদৌ, গুন্থি বালেং।  
জাঞ্জি সেৰে, গৌদ্‌না ফলেং।  
মেগন বেস্ৰাং, মিনি সৌবাং। (বৈঃ সিঃ সঃ)

(মূঃ ভাঃ- ৰসভঙ্গৰ ভয়ত ভাবানুবাদ দিয়া নহ'ল। ইয়াত 'বৈসাগী চিখ্‌লা'ৰ (ব'হাগী গাভৰু) ৰূপ বৰ্ণনা কৰা হৈছে- অতি সুন্দৰ ব্যঞ্জনা আৰু কল্প-চিত্ৰৰ মাধ্যমেৰে; মিঠা মিঠা অৰ্থবহ শব্দৰ গাঁঠনিৰে)।

(৪)

শ্ৰদ্ধেয় বসুমতাৰী আৰু লাহাৰীয়ে নলবাৰী জিলাত (অবিভক্ত) বড়ো সাহিত্যৰ ভেটি তৈয়াৰ কৰি যি জোপা মহীৰূহ ৰুই থৈ গ'ল তাৰেই ছাঁত অবগাহন কৰি বহু কেইজন অনুজই বড়ো ভাষা-সাহিত্য-সংস্কৃতিৰ বটবৃক্ষত সাৰ-পানী দিবলৈ আগবাঢ়ি অহা আমি দেখিবলৈ পাওঁ।

তেখেত সকলৰ ভিতৰত পোনতে আমি উল্লেখ কৰিব পাৰো 'অৰখি আলাৰি' স্বৰ্গীয় বিষ্ণুজ্যোতি কছাৰীক। স্বৰ্গীয় কছাৰীয়ে বড়ো আৰু অসমীয়া-দুয়োটা ভাষাতে সমান দক্ষতাৰে সাহিত্য সৃষ্টি কৰি বাৰেৰহণীয়া বৰঙণি আগবঢ়াই থৈ গৈছে। অৰখি আলাৰি বিষ্ণুজ্যোতি কছাৰী মুলতঃ কবি আছিল। কছাৰীয়ে মৃত্যুৰ পৰলৈকে মুঠ তিনিখন গীত আৰু কবিতাৰ পুথি প্ৰণয়ন কৰি থৈ গৈছে। সেই কেইখন হৈছে- (১) অৰগেং (১৯৭৩) (২) দাওস্ৰি গৌবা (১৯৯৩) আৰু (৩) অৰখি আলাৰি (১৯৯৮)। মৃত্যুৰ পৰৱতী কালত তেখেতৰ অপ্ৰকাশিত গীত আৰু কবিতা সমূহক সংগ্ৰহ কৰি "দাহানি গৌজা বিবাৰ" কবিতা সংকলনখন প্ৰকাশ কৰা হৈছে।

উচ্চ মানদণ্ড আৰু সাৰ্বজনীন আবেদনৰ বাবে বিষ্ণুজ্যোতি কছাৰীৰ "দাওস্ৰিগৌবা" কবিতা পুথখনলৈ "সমেশ্বৰী বঁটা" ইতিমধ্যে বড়ো সাহিত্য সভাই আগবঢ়াইছে। কছাৰীৰ গীত আৰু কবিতাসমূহত সমাজৰ একেবাৰে নিঃস্ব গৰিব জনগণৰ প্ৰতি ভালপোৱা, সমাজক সজাগ কৰি তোলাৰ বাবে অন্তৰৰ আহ্বান, দেশত প্ৰচলিত শ্ৰেণী-বিভাজন, উচ্চ-নীচ নীতি; ঠিক তেনেদৰে আমাৰ সমাজত পৰম্পাৰাগত ভাবে প্ৰচলিত অন্ধবিশ্বাস, কুসংস্কাৰ আদিৰ বিৰুদ্ধে সংগ্ৰাম গঢ়ি তোলাৰ বাবে আকুল আহ্বান জনোৱাৰ প্ৰতিধ্বনি শুনিবলৈ পোৱা যায়। বিভিন্ন জাতি অথবা জনগোষ্ঠীৰ মাজত চলি থকা সংঘাত আৰু দন্দ্বৰ অবসান ঘটাই সমাজত শান্তি-সম্প্ৰীতিৰ বন্যা বোৱাই এখন সুস্থ আৰু সমৃদ্ধ দেশ গঢ়ি তোলাৰ আবেদন কছাৰীৰ কবিতা সমূহত গ্ৰথিত হৈ আছে।

তলত উদ্ধৃত কবিতা কেইফাঁকি এনে আবেদন প্ৰকাশ পাইছে-

(ক) জৌং নাগিৰনায়া গংসে অখৌৰাং  
গুৱাৰ, বেসেৰা গুৱাৰ........  
...............................  
মানসিনি বেসেন জেৰাও  
বয়বৌ সিনায় মৌনৌ..........(অৰখি আলাৰী) (ভাবাৰ্থাঃ আমি এখন আকাশ বিচাৰোঁ বিশাল, বিস্তৃত য'ত মানুহৰ প্ৰকৃত মূল্য সকলোৱে অবহিত..........)

(খ) জা থান্দৈ/ গৌদান মগানি বহমনি.........(অঃ আঃ)  
(ভাবাৰ্থ ঃ আমি দূত-নতুন যুগৰ; আমি দূত-নতুন পৃথিৱীৰ)

(গ) আহীৰ সৌলায়নায়নি/মৌহ্থৌৰ, বেফৌৰ/মুংখ্‌লংফৌৰনি জৌংখৌল আগান। (খাম্‌ফা, দাওস্ৰিগৌবা)  
(ভাবাৰ্থ ঃ এইয়া বিবৰ্তনৰ মন্ত্ৰ; ছহিদসকলৰ উজ্জ্বল নিদৰ্শন)

(ঘ) থাকিল বুদ্ৰু বুদ্ৰু  
জৌ লৌংনানৈ বিসৌৰ দা  
আনজাৰৈ উন্দুহাবদৌং,  
সাংগ্ৰেমা গৌসৌআ হাংমা সুৰদৌং  
বৌহৈনায়মৌনৱা নৈ বেয়াও  
(জানানৈ) দাহাৰা দৈমা মৌনসে.....। (সাংগ্ৰেমা, দাঃ)  
(ভাবাৰ্থ ঃ সুৰামত্ত সিহঁত মাটিত লেপেটিয়াই লেপেটিয়াই এতিয়া নিদ্ৰামগ্ন....পিছে (মোৰ) জোনাকী মনে হামৰাও কাঢ়ে-বোৱাহেঁতেন নদী হৈ ইয়াতেই (মনৰ) গতিবোৰ......)

বিষ্ণুজ্যোতি কছাৰী বড়োৰ বাহিৰেও অসমীয়া ভাষাত গীত, কবিতা, নাটক আদি লিখাত যথেষ্ট পাৰদৰ্শিতা আছিল। আমি জনাত জীৱনৰ আদি ছোৱাত তেখেতে অসমীয়া ভাষাতহে সাহিত্য ৰচনাৰ অনুশীলন কৰিছিল। 'লুইতেও কথা কয়" আৰু "আৰ্ত্তনাদ"-দুখন কবিতা পুথি আৰু 'ৰক্তজোবা' নামৰ এখন পূৰ্ণাঙ্গ নাটক তেখেতে অসমীয়া ভাষাত ৰচনা কৰি থৈ গৈছে। বড়ো ভাষাতো 'জুজাইনি অৰ নামৰ এখন পূৰ্ণাঙ্গ নাটক তেখেতে ৰচনা কৰিছে। বড়ো সাহিত্যলৈ উচ্চমান বিশিষ্ট আৰু অমূল্য অৱদানৰ বাবে তেখেতক বড়ো সাহিত্য জগতত অৰখি আলাৰি" (অগ্নি বন্তি) নামেৰে অভিহিত কৰি উচিত মূল্যায়ন কৰা হৈছে।

প্ৰখ্যাত আৰু প্ৰতিষ্ঠিত সাহিত্যিক স্বৰ্গীয় ৰামচৰণ ব্ৰহ্মাক আমি প্ৰবন্ধকাৰ হিচাপে জানো; লগতে তেখেত এজন বহল আৰু সংবেদনশীল অন্তৰৰ কবিও আছিল। কিন্তু কবিতাতকৈ প্ৰবন্ধ প্ৰণয়নতহে তেখেতক বেছিকৈ মনোনিবেশ কৰা দেখা যায়। তেখেতে যথেষ্ট সংখ্যক প্ৰবন্ধ ৰচনা কৰি থৈ গৈছে। তেখেতৰ বড়ো আৰু অসমীয়া-দুয়োটা ভাষাতে ৰচনা কৰাৰ পাৰদৰ্শিতা আছিল। স্বৰ্গীয় প্ৰশান্ত কুমাৰ স্বৰ্গীয়াৰীয়ে সম্পাদনা

কৰি প্ৰকাশ কৰা "ৰামচৰণ ব্ৰহ্মাৰ ৰচনাৱলী" (দুটা খণ্ডত) এ ব্ৰহ্মাৰ অসমীয়া ভাষাত লিখাৰ দক্ষতা থকাৰ উৎকৃষ্ট নিদৰ্শন। বড়ো ভাষাত ৰচিত বুজন পৰিমাণৰ প্ৰবন্ধ কবিতা বিভিন্ন আলোচনী আৰু স্মৃতিগ্ৰন্থ আদিত সিচঁৰতি হৈ আছে যদিও সেইবোৰক যুগুতাই গ্ৰন্থৰূপত প্ৰকাশ কৰা আমি এতিয়ালৈ দেখা নাই। বড়ো ভাষাত পোন প্ৰথমবাৰৰ বাবে প্ৰকাশিত "বড়ো-ইংৰাজী-হিন্দী" অভিধান প্ৰকাশত তেখেতৰ অৰিহণা অবিস্মৰণীয়।

সাম্প্ৰতিক উঠি অহা সৃষ্টিশীল বড়ো সাহিত্যিক সকলৰ (অবিভক্ত নলবাৰী জিলা লগতে সমগ্ৰ অসমৰ) নিমিত্তে ব্ৰহ্মাক অফুৰন্ত তথা বিমল প্ৰেৰণাৰ উৎস বুলি কলে বোধহয় বঢ়াই কোৱা নহ'ব। তেখেতৰ ৰচনা সমূহ প্ৰধানকৈ বিশ্লেষণাত্মক, অনুসন্ধানমূলক আৰু ব্যঙ্গাত্মক। ৰচনা সমূহৰ পৰিসৰ বহল আৰু যথেষ্ট গভীৰ।

বড়ো সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু প্ৰখ্যাত বড়ো সাহিত্যিক স্বৰ্গীয় ৰামদাস বসুমতাৰীৰ সংকলিত গ্ৰন্থ "সৌৰজি আৰৌ সানথৌ" সৃষ্টি আৰু দৰ্শন) বড়ো সাহিত্য নন্দনত এখন অতুলনীয় আৰু অপূৰ্ব সৃষ্টি। স্বৰ্গীয় বসুমতাৰীয়ে ব্যস্ততাৰ মাজতো সময়ে সময়ে বিভিন্ন আলোচনী অথবা পত্ৰিকাত প্ৰবন্ধ, কবিতা আদি লিখিছিল যদিও আৰ্থিক অক্ষমতাৰ বাবে তেখেতে সেইবোৰক যুগুতাই গ্ৰন্থ ৰূপত প্ৰকাশ কৰিব পৰা নাছিল। তেখেতৰ মৃত্যুৰ আগে আগে তেখেতৰ দ্বাৰা ৰচিত প্ৰায় ৰচনাসমূহ সংগ্ৰহ কৰি মুছলপুৰ প্ৰাথমিক বড়ো সাহিত্য সভাৰ প্ৰকাশন পৰিষদে "সৌৰজি আৰৌ সানথৌ" নামেৰে প্ৰকাশ কৰে।

ৰামদাস বসুমতাৰীৰ প্ৰবন্ধসমূহৰ ভাষা অতিমধুৰ আৰু অৰ্থবহ, ৰচনাশৈলী নিজস্ব বৈশিষ্টপূৰ্ণ-যাৰ তুলনা আনৰ সৈতে কৰিব নোৱাৰি। তেখেতৰ প্ৰবন্ধসমূহ সমালোচনাত্মক, বিশ্লেষণধৰ্মী আৰু অনুসন্ধানমূলক। প্ৰবন্ধৰ বাহিৰেও তেখেতে সহজ-সৰল, মধুৰ আৰু গভীৰ অৰ্থপূৰ্ণ কবিতাও সৃষ্টি কৰি থৈ গৈছে। তেখেতৰ সৃষ্টিৰ সংখ্যা পৰিমাণত অতি তাকৰ হলেও ৰচনাৰ অভিনৱত্ব আৰু গভীৰ দৰ্শনৰ বাবে বড়ো সাহিত্যৰ ফুলনিত উচ্চ আসন লাভ কৰিবলৈ সক্ষম হৈছে। বড়ো ভাষাৰ বাহিৰেও তেখেতে অসমীয়া আৰু ইংৰাজী ভাষাতো সাহিত্য সৃষ্টি কৰি থৈ গৈছে।

(৫)

উল্লিখিত প্ৰখ্যাত আৰু প্ৰতিষ্ঠিত স্বৰ্গীয় সাহিত্যিক সকলৰ পিচতেই অবিভক্ত নলবাৰী জিলাৰ জীৱিত আৰু কেইজনমান প্ৰতিষ্ঠিত বড়ো সাহিত্যিকক আমি নিশ্চয় আলোচনাৰ মঞ্চলৈ আনিব লাগিব। তেখেতসকলৰ ভিতৰত প্ৰথমে প্ৰবীণ তথা সুসাহিত্যিক শ্ৰীৰামদাস বড়োক বড়ো সাহিত্যৰ বিশিষ্ট কবি হিচাপে আমি উল্লেখ কৰিব পাৰোঁ। তেখেতৰ প্ৰথম প্ৰকাশিত কবিতাৰ পুথি 'ফৈফিন' (পুনৰ আহিবা) (১৯৭৬ চন) ৰ কবিতাসমূহে পঢ়ুৱৈ সমাজৰ মন জয় কৰিব পাৰিছে। ইয়াত থকা কবিতাসমূহৰ সামগ্ৰিক আবেদনে আমাৰ হৃদয়ৰ গভীৰ কোণ চুই যায়। তেখেতৰ আন এখন কবিতাৰ পুথি "বিযুঙ্ৱাভা দাবৌ মুৰু লাঙাখৈ" (বিযুঙ্ৱাভা এতিাও শুৱা নাই) (১৯৯৯ চন)ত থকা কবিতাসমূহৰ গভীৰ দৰ্শন আৰু অনুভূতিয়ে পঢ়ুৱৈ সমাজৰ মন আৰু হৃদয় জোকাৰি যায়। অন্তৰৰ স্পষ্ট অভিব্যক্তি, সুদূৰৰ ৰঙীণ ব্যঞ্জনা, সুন্দৰ কল্প-চিত্ৰ কবিতাৰ এনেবোৰ মৌলিক বৈশিষ্ট্য তেখেতৰ কবিতাত স্পষ্টভাৱে পৰিস্ফুট হোৱা পৰিলক্ষিত হৈছে। যেনে-

১। নৌং ফেবায়বৌলা/ফৈদৌ সোনা,
জিওনি লৈথৌ সেৰাও দাদৌনি
গৌদান বুহুম
যেৰাও জৌংনা থাগৌন
অৱায় সান-হৰ
হাজাৰ সাননি বাথ'গাং সৌৰাং (মৌনাস সৌংথাইঃ টৈফিন)

(ভাবাৰ্থঃ তুমি আহিলা যেতিয়া আহা, জীৱন সাগৰ তীৰত আমি গঢ়ো নতুন পৃথিৱী, য'ত জ্বলি থাকিব অহোৰাত্ৰি সহস্ৰ নক্ষত্ৰৰ অখণ্ড পোহৰ......)

২। লামায়া সানসে গেংফিন থাৰগৌন।
বায়ফ্ৰেগৌন প্ৰাচীৰ। (বিযুঙ্ৱাভা দাবৌ মুৰু লাঙাখৈ)
(ভাবাৰ্থঃ দুৱাৰ এদিন মুকলি হ'বই। খহিব প্ৰাচীৰ।)

শ্ৰীবড়োৰ অসংখ্য কবিতা বিভিন্ন আলোচনী আৰু স্মৰণিকাত প্ৰকাশিত ৰূপত সিচঁৰতি হৈ আছে। কবিতাৰ বাহিৰেও প্ৰবন্ধ লিখাতো তেখেতৰ হাত আছে। উল্লেখ্য যে, বড়োৰ উপৰি অসমীয়া আৰু ইংৰাজী ভাষাতো সাহিত্য সৃষ্টি কৰাত তেখেতৰ পাৰদৰ্শিতা আছে।



'জৌমা' কবিতা পুথিৰ মাজেদি শ্ৰীবৰুণ বড়ো নলবাৰী জিলাৰ বড়ো সাহিত্য জগতত কবি হিচাপে পৰিচিত হৈছে। 'জৌমা'ত সন্নিৱিষ্ট কবিতাসমূহৰ নিজস্ব শৈলীৰ জৰিয়তে শ্ৰীবড়োৱে নিজকে কবি হিচাপে চিনাকি দিব পাৰিছে। কিছুদিন আগতে শ্ৰী জৌংস্ৰাং বসুমতাৰীৰ সৈতে যুটীয়াভাৱে "ৰুগুং ফিচালিনি আবিৰ বিলিৰনানৈ" কবিতা পুথি প্ৰকাশ কৰি শ্ৰী বড়োৱে বড়ো সাহিত্যত নতুন অৰিহণা যোগাইছে। চুটি গল্প সৃষ্টিৰ ক্ষেত্ৰতো শ্ৰী বড়োৱে নিজৰ পৰিপক্কতা প্ৰকাশ কৰিবলৈ সক্ষম হৈছে।

তেখেতসকলৰ পিচত নলবাৰী জিলাত বড়ো ভাষাৰ প্ৰবন্ধকাৰ হিচাবে শ্ৰীখগেন লাহাৰীক আমি উল্লেখ কৰিব পাৰো। ১৯৮০ চনত প্ৰকাশিত তেখেতৰ "দৌৰিলাই" নামৰ গ্ৰন্থখন যদিও ধৰ্মমূলক ৰচনা-ইয়াৰ মাজেদি তেখেতক আমি পূৰঠ হাতৰ প্ৰবন্ধকাৰ হিচাবে দেখিবলৈ পাওঁ। প্ৰবন্ধৰ উপৰি তেখেতক গীত আৰু কবিতা সৃষ্টিত মনোনিবেশ কৰা দেখা যায়।

প্ৰবন্ধকাৰ হিচাবে শ্ৰীমতী ৰেণু বড়োকো আমি বড়ো সাহিত্যৰ পথাৰত বিশেষ আসন লাভ কৰা দেখিবলৈ পাওঁ। তেখেতৰ বহুসংখ্যক প্ৰবন্ধ বিভিন্ন আলোচনী আৰু স্মৃতিগ্ৰন্থত প্ৰকাশ হোৱা আমি দেখিবলৈ পাইছোঁ। 'মাদাৰ তেৰেছা' তেখেতৰ এখন উল্লেখনীয় গ্ৰন্থ।

এইখিনিতে আমাৰ দৃষ্টিৰ পৰা বহুযোজন দূৰত আঁতৰ হৈ থকা এসময়ত বড়ো সাহিত্য জগতত বিশেষকৈ নলবাৰী জিলাত আলোড়ন সৃষ্টি কৰা বড়ো সাহিত্য সভাৰ নিষ্ঠাৱান কৰ্মী আৰু সাহিত্যিক শ্ৰী বিমল ব্ৰহ্মা গয়াৰীক (প্ৰাক্তন বিধায়ক) উল্লেখ নকৰিলে নিশ্চয় নহ'ব। নলবাৰী জিলাৰ বিদ্যালয়সমূহত বড়ো মাধ্যম আৰম্ভ কৰাৰ সময়ত প্ৰয়োজন হোৱা শিশু সাহিত্যৰ অভাৱ পূৰণ কৰিবলৈ তেখেতে শিশু সাহিত্য ৰচনাত বিশেষ মনোনিবেশ কৰিছিল। শ্ৰীখগেন লাহাৰীৰ সৈতে যুটীয়াভাৱে ৰচনা কৰা তেখেতৰ "গৌজৌ যা / গাজৌ থা/বড়োনি থুনলাই যাথা) গীতটি সম্প্ৰতি অবিভক্ত নলবাৰী জিলাত বড়ো সাহিত্যৰ পতাকা উত্তোলনৰ সময়ত গোৱা জাতীয় সঙ্গীত অথবা সাহিত্য-সঙ্গীত হিচাবে স্বীকৃতি লাভ কৰিবলৈ সক্ষম হৈছে।

(৬)

অকল অসমীয়া ভাষাত সাহিত্য-সৃষ্টি কৰি বিখ্যাত হোৱা নলবাৰী জিলাৰ দুজন বড়ো সাহিত্যিকৰ নাম ইয়াত উল্লেখ নকৰিলে নিশ্চয় আমাৰ ৰচনা আধৰুৱা হৈ ৰব। তেখেত সকল হৈছে- স্বৰ্গীয় ধূপাৰাম বসুমতাৰী আৰু স্বৰ্গীয় বীৰেন্দ্ৰ কুমাৰ দাস বড়ো। ধুপাৰাম বসুমতাৰীৰ "বড়ো-কছাৰী সংস্কৃতিৰ কিঞ্চিত আভাস" (১৯৪৫) আৰু বীৰেন্দ্ৰ কুমাৰ দাস বড়োৰ "বড়ো (কছাৰী) জাতিৰ ইতিবৃত্ত" (১৯৪৬ চন) এই গ্ৰন্থ দুখনৰ মাজেদি তেখেতসকলৰ বড়ো জাতিৰ কৃষ্টি-সংস্কৃতি আৰু ইতিহাসৰ ওপৰত থকা গভীৰ অধ্যয়ন আৰু অনুসন্ধানৰ পৰিচয় পোৱা যায়; লগতে প্ৰবন্ধ ৰচনাৰ ওপৰত তেখেত সকলৰ পৈণত হাত থকা পৰিলক্ষিত হয়। ব্যক্তিগত বাস্তৱ জীৱনত তেখেতসকল পূৰামাত্ৰাই বড়ো-অনাবড়োৰ মাজত সমন্বয়ৰ প্ৰতীক আছিল।

(৭)

আলোচিত প্ৰখ্যাত আৰু প্ৰতিষ্ঠিত প্ৰবীণ বড়ো সাহিত্যিকসকলৰ উপৰি সাম্প্ৰতিক কালত অবিভক্ত নলবাৰী জিলাৰ নবীন প্ৰজন্মই নতুন নতু দৃষ্টিভঙ্গী, আদৰ্শ আৰু শৈলীৰে বড়ো সাহিত্য সৃষ্টিত হাত দি আগবাঢ়ি অহা দেখিবলৈ পোৱা গৈছে। ইতিমধ্যে তেখেতসকলৰ বহুতেই বড়ো সাহিত্যৰ পথাৰত সুপৰিচিত হৈছে। কবিতা সৃষ্টিৰ ক্ষেত্ৰত নিম্নলিখিত কবি সকলক উল্লেখ নকৰি আমি থাকিব নোৱাৰোঁ। তেখেতসকল হৈছে- শৰৎ বড়ো, বৈৰৰুব ব্ৰহ্মা, জুনু ব্ৰহ্মা, চম্পক ৰামছিয়াৰী, বিদ্যাসাগৰ ৰামছিয়াৰী, সুনীল কুমাৰ বড়ো, যোগেন ৰামছিয়াৰী, মায়াশ্ৰীন লাহাৰী, সুনীল ফুকন বসুমতাৰী, খনিন নাৰ্জী, চাইলেন বসুমতাৰী, থুলেন্দ্ৰ স্বৰ্গীয়াৰী, কামেশ্বৰ বড়ো, খৌৰৌমদাও খাখ্ৰাৰী, দিলীপশ্বৰ বড়ো, কনক চন্দ্ৰ বড়ো, লগন স্বৰ্গীয়াৰী, কমল উজীৰ, ৰজনী বৰজৌৱাৰী, কাঞ্চনী বড়ো, সুবেনজিৎ ৰামছিগ়ৰী, জৌংচাৰ ৰামছিয়াৰী, হেমন্ত শৰ্মা আদি। উল্লেখনীয় যে অসমীয়া ভাষী হৈও শৰ্মাই বড়ো ভাষাত কবিতা সৃষ্টি কৰি সুপৰিচিত হোৱাৰ উপৰি প্ৰতিষ্ঠিত কবি হিচাপে স্থান লাভ কৰাৰ পথত আগবাঢ়ি আছে।

বীৰেন্দ্ৰ কুমাৰ বসুমতাৰী, গিৰিশ কছাৰী, দেবেন্দ্ৰ বড়ো, হাইনাৰী বসুমতাৰী, দেওবাৰ ৰামছিয়াৰী, ৰনীশ চাংগ্ৰাং ৰামছিয়াৰী আদিয়ে ছুটি গল্প ৰচনাত সম্প্ৰতি নিৰৱচ্ছিন্নভাৱে লাগি আছে। তদুপৰি ৰীনা গয়াৰী, কান্তেশ্বৰ বৰগয়াৰী, দিগন্ত ৰামছিয়াৰী, বদন স্বৰ্গীয়াৰী, লিলি ব্ৰহ্মা, আদিয়ে প্ৰবন্ধ ৰচনাত গভীৰভাৱে মনোনিৱেশ কৰি থকা দেখা গৈছে। অনুবাদ সাহিত্যৰ ক্ষেত্ৰত ধীৰেন বড়োৱে বিশেষ স্থান দখল কৰা পৰিলক্ষিত হৈছে।

পুনশ্চঃ "I do know how we become friends of the human spirit in all its menifestations, regardless of time and place. It is by reading the great books"- M. Adler.

মাৰ্টিমাৰ এড্লাৰ এ কোৱাৰ দৰে আমিও ক'ব খোজো- ৰাজনৈতিক ফান্দৰ পৰা কেনেকৈ ৰক্ষা পাব পাৰি সেইটো নাজানিলেও মহৎ গ্ৰন্থ অধ্যয়নৰ যোগেদি যে স্থান কাল নেওচি গোটেই বিশ্ববাসীৰ বন্ধুত্ব লাভ কৰিব পাৰি তাক ডাঠি ক'ব পাৰো। সাম্প্ৰতিক বড়ো সাহিত্যই বিশ্বভাতৃত্বৰ সাৰ্বজনীন আবেদন অথবা বাণী দিব পাৰিছে নে নাই আমি ক'ব নোৱাৰো; কিন্তু বড়ো সাহিত্যই যে লিখিতৰূপ লাভ কৰাৰ কম দিনৰ ভিতৰতে ভাৰত চৰকাৰৰ সাহিত্য অকাডেমী বঁটা লাভ কৰিবলৈ সক্ষম হৈছে সেইটো আমাৰ বাবে (বড়োসকলৰ বাবে) লগতে অসমবাসীৰ বাবে অতি আনন্দ আৰু গৌৰৱৰ কথা। এই ছেগতে বড়ো সাহিত্যত প্ৰথম সাহিত্য অকাডেমী বঁটা প্ৰাপক ডঃ মঙ্গলসিং হাজোৱাৰী দেৱলৈ আন্তৰিক অভিনন্দন যাচিছোঁ।

সাম্প্ৰতিক কালত অসমবাসীৰ বাবে বড়োৱেই হওক বা অনা বড়োৱেই হওক অতি প্ৰয়োজনীয় আৰু জৰুৰী হৈছে-ঐক্য শান্তি, সম্প্ৰীতি। ই অকল আমাৰ সদিচ্ছাৰ ওপৰত নিৰ্ভৰ নকৰিব; ই বাস্তৱায়িত হ'ব আমাৰ কৰ্মৰ মাজেদি। অবিভক্ত নলবাৰী জিলাত বড়ো সাহিত্য বিকাশৰ কিঞ্চিত আলোকপাত হ'ল। সদাশয় অসমীয়া ভাষী সাহিত্যিক সকলে (যিসকল সক্ষম) বড়ো সাহিত্যক অসমীয়া ভাষালৈ অনুবাদ কৰি অসমীয়া ভাষীক ইয়াৰ আবেদন উপলব্ধি কৰাবলৈ লগতে ৰসাস্বাদন কৰাবলৈ নিশ্চয় সুযোগ কৰি দিব। ঠিক সেইদৰে বড়োভাষী সাহিত্যিক সকলেও অসমীয়া ভাষাৰ বিভিন্ন সাহিত্যসম্ভাৰ বড়ো ভাষালৈ অনুবাদ কৰি অসমীয়া সাহিত্যৰ ৰসাস্বাদন কৰোৱাৰ লগতে ইয়াৰ আবেদন উপলব্ধি কৰাবলৈ বড়োভাষীক নিশ্চয় সুযোগ কৰি দিব। (ইতিমধ্যে) বড়োভাষালৈ বহুতো অসমীয়া সাহিত্য অনুবাদ কৰা হৈছে) এনে কৰ্মৰাজিৰ যোগেদি আমাৰ মাজত আমি বিচৰা শান্তি লগতে ঐক্য সম্প্ৰীতিৰ সাঁকো নিশ্চয় গঢ়িব পৰা যাব। কিম্ অধিকম!

# পশ্চিম নলবাৰী অঞ্চলৰ টোলীয়া শিক্ষা আৰু আধুনিক শিক্ষাৰ বিস্তৃতি

**কামাখ্যা চৰণ ভাগৱতী**




পকোৱা, ধৰ্মপুৰ, ক্ষেত্ৰী ধৰ্মপুৰ, উত্তৰ বৰক্ষেত্ৰী - এই মৌজাসমূহৰ দ্বাৰা পশ্চিম নলবাৰী অঞ্চলটো গঠিত। পশ্চিম নলবাৰী অঞ্চলৰ শিক্ষা-দীক্ষা বিশেষকৈ প্ৰাচীন টোলীয় শিক্ষা আৰু আধুনিক পাশ্চাত্য শিক্ষা কেনেদৰে প্ৰচলিত হ'ল তাৰ এটি চমু বিৱৰণ এই প্ৰবন্ধৰ জৰিয়তে দিবলৈ চেষ্টা কৰা হৈছে।

শিক্ষা শব্দৰ অৰ্থ হ'ল- বিদ্যাভ্যাস, অধ্যয়ন, উপদেশ দান, বিদ্যা, শিকা কাৰ্য। দীক্ষা শব্দৰ অৰ্থ হ'ল- মন্ত্ৰ গ্ৰহণ, শৰণ, মন্ত্ৰ দান, ব্ৰত সাধনত নিয়োগ। শিক্ষা এবিধ কলা। কলাৰ উদ্দেশ্য হ'ল সুন্দৰৰ সৃষ্টি আৰু শিক্ষাৰো উদ্দেশ্য হ'ল বিকাশৰ মাজেদি সুন্দৰতম মানৱ জীৱনৰ সৃষ্টি। অতীতৰে পৰা জ্ঞানমূলক উন্নয়নৰ আদৰ্শই শিক্ষা জগতত স্বীকৃতি পাই আহিছে। জ্ঞানেই হ'ল শক্তি (Knowledge is power)। বুদ্ধি আৰু চিন্তা শক্তিৰ উৎকৰ্ষতাৰ কাৰণেও জ্ঞানৰ প্ৰয়োজন আছে। জ্ঞানৰ দ্বাৰা আমি বহু নজনা কথা জানিবলৈ আৰু নানা বিষয়ত দক্ষতা লাভ কৰিবলৈ সক্ষম হওঁ। "নহি জ্ঞানেন সদৃশং পবিত্ৰমিহ বিদ্যতে।" জ্ঞানৰ সমান পবিত্ৰ অইন একো হ'ব নোৱাৰে। গীতাৰ উক্ত অমোঘ বাণীয়ে, যুগ যুগ ধৰি মানুহক জ্ঞানৰ স্পৃহালৈ আকৰ্ষণ কৰি আনিছে। জ্ঞানামৃতৰ লালসাই মানুহক নানা দুখ-যন্ত্ৰণাৰ মাজেৰেও নিজ নিজ লক্ষ্যত উপনীত কৰাইছে। জ্ঞানৰ দ্বাৰা আমি বহু নজনা কথা জানিবলৈ আৰু নানা বিষয়ত দক্ষতা লাভ কৰিবলৈ সক্ষম হওঁ।

'যস্য সৰ্বে সমাৰম্ভাঃ কাম সংকল্প বৰ্জিতাঃ।
জ্ঞানাগ্নি দগ্ধ কৰ্মানিং তমাহুঃ পণ্ডিতং বুধাঃ।।"

যাৰ সকলো কৰ্ম চেষ্টা, কাম আৰু সংকল্প বৰ্জিত, সেই জ্ঞানৰূপ অগ্নিত কৰ্ম বলিদান কৰাজনক জ্ঞানীসকলে পণ্ডিত বোলে। বৈদিক আৰু উপনিষদ যুগত এনেকুৱা পণ্ডিত আছিল কাৰণে তেওঁলোকে উপযুক্ত শিষ্য-শিষ্যা গঢ়ি তুলিব পাৰিছিল।

পশ্চিম নলবাৰী অঞ্চলৰ পৰম্পৰাগত সংস্কৃত শিক্ষা চৰ্চা বুলিলে এই অঞ্চলৰ দূৰ অতীতৰ পৰা পুৰুষানুক্ৰমে চলি থকা প্ৰাচীন ভাৰতীয় গুৰুকুল আৰ্হিৰ সংস্কৃত শিক্ষা চৰ্চাকে বুজায়। সংস্কৃতি সম্পন্ন নলবাৰীৰ পূব আৰু পশ্চিম অঞ্চলটো অতীজৰে পৰা সংস্কৃত শিক্ষা চৰ্চাৰ ক্ষেত্ৰত অসমৰ নৱদ্বীপ বুলিও বিদিত। কোনো নিৰ্দিষ্ট চন, তাৰিখ ধৰি দিব নোৱাৰিলেও অসমলৈ আৰ্যসকল অহাৰ লগে লগে সংস্কৃত শিক্ষাৰো প্ৰচলন হৈ আহিছে বুলি পণ্ডিতসকলে ধাৰণা কৰে। ইংৰাজসকলে অসমত শাসনভাৰ লোৱাৰ পিচত প্ৰাচীন শিক্ষা ব্যৱস্থাৰ পৰিবৰ্তন আনিলে। ৰাজ আমোলত প্ৰৱৰ্তিত সংস্কৃত আৰু পাঠশালাৰ শিক্ষা ব্যৱস্থা ইংৰাজৰ শাসনকালতো প্ৰচলিত আছিল।



প্ৰাচীন কালৰে পৰা আহোম ৰাজত্বকাললৈকে পশ্চিম নলবাৰী অঞ্চলৰ বাইজৰ শিক্ষাৰ প্ৰতি আগ্ৰহ আছিল। অতীতৰ জ্ঞানমুখী শিক্ষাৰ প্ৰচলনে এই অঞ্চলক সমৃদ্ধ কৰি তুলিছিল। ঊনবিংশ শতিকাৰ পঞ্চম দশকৰ আগলৈ পশ্চিম নলবাৰী অঞ্চলত শিক্ষা ব্যৱস্থা কেনেকুৱা আছিল স্পষ্টকৈ কোৱা টান। ভাৰতবৰ্ষৰ সমগ্ৰ ভাষা-সাহিত্য, সভ্যতা-সংস্কৃতিৰ জননী সংস্কৃত ভাষাৰ টোল, চতুষ্পাঠী কেইখনো অকল পঞ্চাছ বছৰ আগে-পিছে প্ৰতিষ্ঠিত হৈছিল।

সংস্কৃত উচ্চ শিক্ষাৰ অনুষ্ঠান গঢ়ি তোলাৰ স্থান প্ৰথমতে অসমৰ ভিতৰত নলবাৰী চহৰকে বিবেচনা কৰা হয়। ১৯৩৮ চনত নলবাৰী চহৰতে "নলবাৰী সংস্কৃত কলেজ" স্থাপিত হয়। এই কলেজ প্ৰতিষ্ঠাৰ উদ্যোগ লৈছিল ১৯১৩ চনত নলবাৰী চহৰতে স্থাপিত "কামৰূপ সংস্কৃত সঞ্জীৱনী সভাই।" আজিলৈকে এই কলেজখনে সাহিত্য, ব্যাকৰণ, বেদান্ত, মীমাংসা, ন্যায়, সংখ্যা, জ্যোতিষ আদি বিষয়কেইটিতো শিক্ষাদান কাৰ্য চলাই আছে। আজি যি ঠাইত অসম সাহিত্য সভাৰ বিশেষ চতুৰ্থ বাৰ্ষিক বেলশৰ অধিৱেশন অনুষ্ঠিত হৈছে নলবাৰী সংস্কৃত কলেজ স্থাপন প্ৰায় ৫০ বছৰ মান আগতে আনুমানিক ১৯৮৮ চনত এই ঠাইত উচ্চ শিক্ষাৰ মন্দিৰ স্থাপন কৰিবলৈ যত্ন কৰিছিল। পুষ্পনাথন্যায়বগীশ নামেৰে এজন পণ্ডিতে বঙ্গদেশৰ পৰা ধনৰ পুঁজি সংগ্ৰহ কৰি বেলশৰ বিল্বেশ্বৰ দেৱালয়ত এখন সংস্কৃত কলেজ স্থাপন কৰিছিল। চন্দ্ৰ নাথ কটকী, দুৰ্গাৰাম শৰ্মা আৰু সিদ্ধিনাথ সিদ্ধান্ত বাগীশ আদি তাত প্ৰফেচৰ আছিল; ন্যায়বাগীশে নিজে প্ৰিন্সিপাল স্বৰূপে কাম কৰিছিল। সেই কলেজত পৃষ্ঠপোষকতা আৰু মাটি-টকা আদিৰে সহায় কৰা স্থানীয় লোকৰ মাজত ললিত চন্দ্ৰ গোস্বামী, হংসনাথ চৌধুৰী প্ৰমুখ্যে ব্যক্তিসকল আৰু লগতে সেই সময়ৰ বিল্বেশ্বৰ দেৱালয়ৰ দান আদিয়ে প্ৰধান আছিল। ১৮৯৭ চনৰ ভূমিকম্পত সেই কলেজ- ঘৰ-মাটি ধ্বংস হয় আৰু ধন-যত্নৰ অভাৱত কলেজখন লোপ পায়। এই কলেজখন ভাঙি যোৱাৰ পাছৰে পৰা এই অঞ্চলৰ পণ্ডিত মণ্ডলীয়ে কলেজৰ অভাৱ অনুভৱ কৰি আছিল। এওঁলোকৰ কলেজ স্থাপনৰ প্ৰেৰণাত সমসাময়িক আৰু পিচৰচাম পণ্ডিত লোকৰ উদ্যোগত ১৯৩৮ চনত নলবাৰী চহৰত নলবাৰী সংস্কৃত কলেজ স্থাপিত হোৱাত পশ্চিম নলবাৰী অঞ্চলৰ প্ৰয়াত পণ্ডিত মণ্ডলী গৌৰৱৰ পাত্ৰ আছিল বুলি কৰি লাগিব।

প্ৰাচীনতম অসমীয়া পদ-গীতাৰ ৰচক গোবিন্দ মিশ্ৰক জাগাৰা সত্ৰৰ প্ৰতিষ্ঠাপক হৰি মিশ্ৰৰ পুতেক বুলি ধৰা হয়। পদ-গীতাৰ মাজেদি গলে গোবিন্দ মিশ্ৰৰ সংস্কৃতৰ পাণ্ডিত্ব সহজে বুজিব পাৰি। বৈকুণ্ঠ নাথ ভাগৱত ভট্টাচাৰ্যৰ প্ৰিয় সখি খুদীয়া সত্ৰৰ গোপাল মিশ্ৰ বৈষ্ণৱ গ্ৰন্থ "ঘোষা ৰত্ন"ৰ ৰচক সংস্কৃত ভাষাত বিপুল জ্ঞান থকা কাৰণে এওঁ বৈষ্ণৱ ধৰ্ম সম্পৰ্কীয় তাৎপৰ্য শুৱলা পদত "ঘোষা-ৰত্ন" প্ৰকাশ কৰিছে। স্বৰ্গদেউ লক্ষ্মী সিংহৰ দিনত সংঘটিত মোৱামৰীয়া বিদ্ৰোহৰ পটভূমিত ৰচিত পাঁচ অঙ্কীয়া বুৰঞ্জীমূলক সংস্কৃত নাটক "ধৰ্মোদয়"ৰ নাট্যকাৰ ধৰ্মদেৱ গোস্বামী পশ্চিম নলবাৰী অঞ্চলৰ কৈহাটী সত্ৰৰ। এওঁ অষ্টাদশ শতিকাৰ শেষ ভাগৰ লেখক। এওঁৰ সমসাময়িক মহাভাৰতৰ কবি লক্ষ্মীনাথ দ্বিজ পশ্চিম নলবাৰী অঞ্চলৰ হেলচা গাঁওৰ সৰ্বানন্দ দ্বিজৰ নাতি। লক্ষ্মীনাথ দ্বিজে মহাভাৰতৰ শান্তি পৰ্ব্বৰ পদ সহজ সৰল অসমীয়াত ৰচনা কৰি গৈছে। পশ্চিম নলবাৰী অঞ্চলৰ প্ৰাচীন পণ্ডিতসকলৰ ঘৰৰ ধোঁৱা চাঙত সাঁচিপতীয়া বিভিন্ন জ্ঞান-বিজ্ঞানৰ পুথি ঠাহ খাই আছে। এই পুথিবোৰে সুচায় নলবৰীয়া লোকৰ সংস্কৃত ভাষাৰ প্ৰতি থকা অদমনীয় ধাউতিৰ কথা। বেদ, ব্যাকৰণ, বেদান্ত, দৰ্শন, স্মৃতি, জ্যোতিষ আদি বিভিন্ন শাস্ত্ৰ এওঁলোকে অধ্যয়ন কৰিছিল। গণিত শাস্ত্ৰৰো বিশেষভাৱে চৰ্চা কৰা হৈছিল আৰু ইয়াক জ্যোতিষৰ ভিতৰুৱা বুলি বিবেচনা কৰা হৈছিল। ঊনবিংশ শতিকাৰ শেষ ভাগত আৰু বিংশ শতিকাৰ আদি ভাগত পশ্চিম নলবাৰী অঞ্চলত অসংখ্য টোল স্থাপিত হৈছিল।

পশ্চিম নলবাৰীৰ অন্তৰ্গত পকোৱা মৌজাৰ বনগাঁৱত "জ্যোতিৰ্ময় টোল", "প্ৰভাৱতী টোল," "তাৰাপ্ৰিয়া চতুষ্পাঠী", "ৰাঘবাচাৰ্য টোল", বৰনদীত "ৰসানন্দ পাঠশালা", "হয়গ্ৰীৱ মাধৱ টোল", পকোৱাৰ গলিগাঁৱত নৰণাও উপধ্যায়ৰ টোল, সন্ধেলিত ব্ৰহ্মদত্ত অধ্যাপকৰ টোল, পানীগাঁৱত, "আনন্দময়ী টোল", পশ্চিম পানীগাঁৱত (গৰেমাৰা) হৰকুমাৰ অধ্যাপকৰ টোল, মোহখলিৰ বলি পুখুৰী চুবুৰিত প্ৰতিষ্ঠিত টোল, বগুৰীহাটী, বাটসৰত প্ৰতিষ্ঠিত টোলসমূহত সংস্কৃত ভাষাৰ কাব্য, ব্যাকৰণ, ন্যায়, দৰ্শন, স্মৃতি আদি শাস্ত্ৰৰ শিক্ষা দিয়া হৈছিল। ১৯৬৪ চনত বাটসৰ বাণী বিদ্যালয় হয়গ্ৰীৱ মাধৱ টোল আৰু ৰমানন্দ পাঠশালা একত্ৰিত হৈ বৰনদী মহাবিষ্ণু যজ্ঞধামত সংস্কৃত মডেল টোল প্ৰতিষ্ঠা হয়। ১৯৬৭ চনত অসম চৰকাৰে শিক্ষক; অধ্যাপক আৰু অধ্যক্ষক দৰমহা দি এই মডেল টোলৰ উন্নতি সাধন কৰে।

ধৰ্মপুৰ মৌজাৰ কৈঠালকুছিৰ বলভদ্ৰ মিশ্ৰ উপাধ্যায়ে মিশ্ৰতলাত ঊনবিংশ শতিকাৰ মাজভাগত সংস্কৃত টোল পাতি এই অঞ্চলত সৰ্বপ্ৰথমে আনুষ্ঠানিক গুৰুকুল শিক্ষা চৰ্চাৰ পাতনি মেলে। বলভদ্ৰ উপধ্যায় এগৰাকী দূৰদৰ্শী আৰু বিদগ্ধ সংস্কৃত পণ্ডিত আছিল। পণ্ডিত বিদ্যাৰত্ন মিশ্ৰ বিদ্যাভূষণ দেৱেও বামুণতলাত 'বীণাপাণি চুতষ্পাঠী' নামে আন এখন টোল প্ৰতিষ্ঠা কৰি সংস্কৃত শিক্ষা চৰ্চাত আত্মনিয়োগ কৰিছিল। বিংশ শতাব্দীৰ ২য় দশকত কৈঠালকুছিৰ কিছু পশ্চিমে মূৰকুছিত নাৰায়ণ চন্দ্ৰ বিদ্যাভূষণৰ নেতৃত্বত 'মূৰকুছি চন্দ্ৰময়ী টোল' প্ৰতিষ্ঠিত হৈছিল। গামাৰিমূৰীত স্মৃতি শিৰোমণি চন্দ্ৰকান্ত বিদ্যালঙ্কাৰ দেৱৰ (১৮৭০ - ১৯৫২ খ্ৰীঃ) চেষ্টাত 'গামেৰীমুৰী সংস্কৃত টোল' আৰম্ভ হয়। বৰ্তমান এইখন এখন মডেল সংস্কৃত টোললৈ ৰূপান্তৰিত হৈছে। পণ্ডিত গোপাল চন্দ্ৰ তৰ্ক স্মৃতি ব্যাকৰণ তীৰ্থ বেদান্তৰত্ন দেৱে কৈঠালকুছিৰ ভাগৱতীপাৰাত ১৯২২ চনত 'কমলা চতুষ্পাঠী' নামে টোল এখন স্থাপন কৰি অধ্যয়ন আৰু অধ্যাপনা কৰ্মত ৰত হৈছিল।

গন্ধিয়া গাঁৱত বিংশ শতিকাৰ প্ৰথম দশকত কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈয়ে পিতৃ মাধৱ চন্দ্ৰ বৰদলৈৰ স্মৃতিত 'মাধৱী চতুষ্পাঠী' স্থাপন কৰে। ফলিত আৰু গণিত জ্যোতিষৰ অসামান্য পণ্ডিত জয়নাথ অধ্যাপক শ্ৰীতত্ত্ব চিন্তামণিয়ে জ্যোতিষৰ শিক্ষা দি নলবাৰী অঞ্চলৰ গৌৰৱ বঢ়াইছিল। গন্ধিয়াৰ অধ্যাপক বংশৰ ভূতনাথ অধ্যাপকে 'জীৱানন্দ জ্যোতি বিদ্যালয়' স্থাপন কৰে ঊনৈশ শতিকাৰ শেষ দশকত। তেখেতৰ মৃত্যুৰ পিছত ভাতৃ আদ্যনাথ ভট্টাচাৰ্য টোলখনৰ অধ্যাপক হয় আৰু অসমৰ বিভিন্ন প্ৰান্তৰ ছাত্ৰক জ্যোতিষ বিদ্যাৰ শিক্ষাদান কৰে।

তেওঁৰ জ্যেষ্ঠ পুত্ৰ ঁপুৰুষোত্তম ভট্টাচাৰ্যই নলবাৰী সংস্কৃত কলেজৰ অধ্যাপক আৰু পিছত উক্ত কলেজৰ অধ্যক্ষৰ পদ অলংকৃত কৰিছিল। বেলশৰৰ বৰভিঠাত 'গোবিন্দাশ্ৰম টোল'ৰ অধ্যাপনা কাৰ্যত ব্ৰতী আছিল সংস্কৃত পণ্ডিত উমাকান্ত মিশ্ৰ। এইখন টোলত ব্যাকৰণ, স্মৃতি আদি শাস্ত্ৰৰ শিক্ষাদান দিয়া হৈছিল। কৈঠালকুছি নিবাসী সংস্কৃত আৰু অসমীয়া ভাষাৰ কৃতবিদ্য পণ্ডিত, সুলেখক চামতা উচ্চ মাধ্যমিক বিদ্যালয়ৰ সংস্কৃত শিক্ষক ঁভৱদেৱ ভাগৱতীয়ে অৱসৰৰ পিচত গোবিন্দাশ্ৰম টোলত অধ্যাপনা কাৰ্যত ব্ৰতী আছিল আৰু ১৯৮২ চনত ৰাষ্ট্ৰপতি পুৰস্কাৰেৰে সন্মানিত হৈছিল। ককয়া গাঁৱত ঁৰঘুনাথ ভট্টাচাৰ্যদেৱে স্থাপন কৰা টোলখনত অধ্যাপনা কৰি সুনাম অৰ্জন কৰিছিল। তেওঁৰ মৃত্যুৰ পিচত এই টোলখনৰ প্ৰধান অধ্যাপক হয় ঁসুৰেন্দ্ৰ নাথ ভট্টাচাৰ্যদেৱ। উক্ত গাঁৱত বিংশ শতিকাৰ প্ৰথম দশকত 'ললিত চন্দ্ৰ চতুষ্পাঠী' নামৰ আন এখন সংস্কৃত টোল আছিল। গুৱাহাটীৰ আৰ্য বিদ্যাপীঠ কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ নলবাৰী-ৰত্ন সু-সাহিত্যিক অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ঁগিৰিধৰ শৰ্মাই ব্যাকৰণ উপাধি পৰীক্ষাত স্বৰ্ণ পদক লাভ কৰি সুনাম অৰ্জন কৰিছিল।

পশ্চিম নলবাৰী অঞ্চলত কেইবাখনো সত্ৰ আছে। এই সত্ৰসমূহ হ'ল- দামোদৰীসত্ৰ, হৰিদেৱী সত্ৰ, শঙ্কৰী সত্ৰ, চৈতন্যদেৱী সত্ৰ। শ্ৰীহৰিদেৱ আৰু তেওঁৰ শিষ্যৰ দ্বাৰা প্ৰতিষ্ঠিত জাগাৰা, কৈহাটী, নপ্তিপাৰা, কুলবিল আদি এসময়ত বৈশিষ্ট্যপূৰ্ণ হৰিদেৱী সত্ৰ আছিল। বিহামপুৰৰ সত্ৰখন দামোদৰী সত্ৰ। গন্ধিয়া গাঁও চৈতন্য দেৱী সত্ৰখন হ'ল আল্লিবাৰী সত্ৰ। এই সত্ৰখনে আজিলৈকে বৈশিষ্ট্য ৰক্ষা কৰি আছে। হৰিদেৱী সত্ৰৰ ধৰ্মদেৱ গোস্বামীৰ ধৰ্মোদয় নাটকে সংস্কৃত নাট্য সাহিত্যৰ ভঁৰাল চহকী কৰিছে। উল্লিখিত সত্ৰসমূহত এসময়ত সংস্কৃত সাহিত্য ব্যাপকভাৱে চৰ্চা কৰা হৈছিল। সত্ৰসমূহৰ গুৰুসকলৰ প্ৰধান উদ্দেশ্য আছিল শিষ্যসকলক মন্ত্ৰ গ্ৰহণ, শৰণ, মন্ত্ৰদান আৰু ব্ৰত সাধনত নিয়োগ কৰোৱা, যাৰ আভিধানিক অৰ্থ হ'ল দীক্ষা।

সংস্কৃত শিক্ষাৰ ইতিহাসত নলবাৰী জিলাৰ উল্লেখযোগ্য অনুষ্ঠান হ'ল 'কামৰূপ সংস্কৃত সঞ্জীৱনী সভা' আৰু 'নলবাৰী সংস্কৃত কলেজ'। নলবাৰী জিলাত জন্মলাভ কৰা আঠঘৰীয়া ঁধীৰেশ্বৰাচাৰ্য কবিৰত্ন ভাৰতবৰ্ষৰে অন্যতম এগৰাকী সংস্কৃত পণ্ডিত আছিল। ইংৰাজৰ শাসন কালত অসমৰ ভিতৰত ধীৰেশ্বৰাচাৰ্যই 'মহামহোপাধ্যায়' উপাধি লাভ কৰিছিল। 'বৃত্তমঞ্জৰী' তেওঁৰ জীৱনৰ কীৰ্তিস্তম্ভ। 'কামৰূপীয় কালিদাস' বুলি খ্যাত এই পণ্ডিতগৰাকী এজন স্বভাৱ কবি আছিল।

আধুনিক শিক্ষা বিস্তাৰত পশ্চিম নলবাৰী অঞ্চল ঃ

বহুযুগ-বহু শতাব্দী অতিবাহিত কৰি মানৱ জাতি আহি আধুনিক যুগত উপনীত হৈছে। বৈজ্ঞানিক পদ্ধতিৰে আধুনিক যুগৰ মানুহ অপৰিসীম শক্তিৰ অধিকাৰী হৈছে। আধুনিক যুগৰ অভূতপূৰ্ব উন্নতিৰ মূল হ'ল আধুনিক শিক্ষা। এই শিক্ষা আৰম্ভ হৈছিল আজিৰ পৰা দুশ পঞ্চাছ বছৰ পূৰ্বে ইউৰোপৰ দেশসমূহত। ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিসূত্ৰে ইংৰাজে অসম দেশ লোৱাৰ আগলৈ সত্ৰ, টোল আৰু পাঠশালা অনুষ্ঠানৰ জৰিয়তে অসমত শিক্ষা ব্যৱস্থা চলি আছিল। ইংৰাজসকলে অসমৰ শাসনভাৰ লৈয়েই সমাজ ব্যৱস্থাতো কিছু পৰিবৰ্তন কৰিছিল। শিক্ষা-দীক্ষাৰ ক্ষেত্ৰত পুৰণি ৰাজ আমোলত প্ৰৱৰ্তিত সত্ৰ,টোল আৰু পাঠশালাৰ শিক্ষা ব্যৱস্থাৰ ঠাইত স্কুলীয়া শিক্ষা ব্যৱস্থাৰে আধুনিক শিক্ষাৰ প্ৰচলন কৰিছিল। ইয়াৰ ফলত প্ৰাচীন অসমীয়া আৰু সংস্কৃত শিক্ষাৰ পাঠ্যক্ৰম ক্ৰমশঃ কমি আহে আৰু তাৰ ঠাইত ইংৰাজী আৰু বঙলা ভাষাৰ প্ৰচলন হয়। ব্ৰিটিছে অসম দেশ লোৱাৰ পিচতে ন্যস্ত স্বাৰ্থৰ বঙালী লোকৰ কু-প্ৰৰোচনাত ১৮৩৬ চনত অসমৰ পৰা মাতৃভাষা অসমীয়া উঠাই দি বঙলা ভাষাৰ প্ৰচলন কৰে। পিচত স্বনামধন্য আনন্দৰাম ঢেকিয়াল ফুকনৰ যত্নত ১৮৭২ - ৭৩ চনত বঙলা ভাষাৰ ঠাইত অসমীয়া ভাষাক প্ৰতিষ্ঠিত কৰি মাতৃভাষাৰ মৰ্যাদা ঘূৰাই আনে। পশ্চিম নলবাৰী অঞ্চলত জনবসতি ঘন যদিও ঊনৈশ শতিকাৰ আগলৈকে আধুনিক শিক্ষা ব্যৱস্থাৰ অনুষ্ঠান-প্ৰতিষ্ঠান নাছিল। নিজ নিজ ঘৰৰ চ'ৰাঘৰটোকে বিদ্যালয় হিচাপে লৈ ওচৰ-চুবুৰীয়াৰ ল'ৰা-ছোৱালীবিলাকক আখৰ শিকোৱা আৰু পাঠদান কৰাত ব্যস্ত হৈছিল বিনা পাৰিশ্ৰমিকে। এনেধৰণে লোকেল বোৰ্ডৰ অধীনস্থ হৈ আনুষ্ঠানিক বিদ্যালয়লৈ ৰূপান্তৰিত হয়। এনেধৰণে লোকেল বোৰ্ডৰ অধীন হৈ পশ্চিম নলবাৰীৰ কিছুসংখ্যক গাঁৱত প্ৰইমাৰী বিদ্যালয় স্থাপিত হয়। পিচত ঊনৈশ শতিকাৰ শেষ ভাগত এই অঞ্চলৰ প্ৰায়ভাগ গাঁৱতে প্ৰাথমিক বিদ্যালয় গঢ় লৈ উঠে।

১৮৩৫ চনত প্ৰথমে গুৱাহাটীত ইংৰাজী স্কুল স্থাপন হয়। তাৰে প্ৰায় ৫২ বছৰ পাছত ১৮৮৭ চনত নলবাৰীত এখন মাইনৰ স্কুল স্থাপন কৰা হয়। তাৰে ২৫ বছৰ অন্তত পশ্চিম নলবাৰী অঞ্চলৰ চামতাক কেন্দ্ৰ কৰি তাৰ ওচৰ-পাঁজৰৰ ৰাইজে এম,ই স্কুল এখন স্থাপন কৰা মানসেৰে ১৯১২ চনত এখন সভাত মিলিত হয় আৰু সেই সভাতেই ১৯১৩ চনৰ শিক্ষা বছৰতেই চামতাত এখন এম,ই স্কুল খোলাৰ সিদ্ধান্ত লয়। শিক্ষাপ্ৰেমী ৰাইজৰ দান-বৰঙণিৰে ১৯১৩ চনত স্থাপিত চামতা এম,ই স্কুলখনেই হ'ল পশ্চিম নলবাৰী অঞ্চলৰ আধুনিক ইংৰাজী শিক্ষাৰ প্ৰথম স্কুল। শিক্ষা বিস্তাৰৰ কাৰণে ১৯২০ চনত ঁগৌৰীকান্ত তালুকদাৰ আৰু ঁকালীৰাম বৰ্মনৰ নেতৃত্বত ধৰ্মপুৰ শিক্ষা বিস্তাৰ সমিতি গঠন কৰা হয়। এই শিক্ষা বিস্তাৰ সমিতিয়ে ১৯২৯ চনত হাইস্কুল স্থাপন কৰে। ১৯৬৩ চনত ই উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ উন্নীত হয়। বৰ্তমান চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়খন অসমৰ ভিতৰত এখন প্ৰথম শ্ৰেণীৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়।

**পশ্চিম নলবাৰী অঞ্চলৰ হাইস্কুলসমূহ ঃ**

১৯২৯ চনত স্থাপিত ককয়া এম,ই স্কুলক ১৯৪৬ চনত হাইস্কুললৈ উন্নীত কৰা হয়। ৰাইজৰ অক্লান্ত শ্ৰম, দান-বৰঙণি আৰু ভগৱানৰ সু-দৃষ্টিত এই বিদ্যালয়খনে বহুতো কৃতী ছাত্ৰৰ জন্ম দিছে। এইদৰে পশ্চিম নলবাৰী অঞ্চলৰ এম,ই স্কুলবিলাকক ৰাইজৰ প্ৰচেষ্টাত হাইস্কুলৈ উন্নীত কৰা হয়। বেলশৰ এম,ই স্কুল (১৯৩৪, হাইস্কুললৈ উন্নীত ১৯৪৬। বনগাঁও এম,ই স্কুল (১৯৩৮, হাইস্কুললৈ উন্নীত ১৯৫২, বৰ্তমান উচ্চতৰ মাধ্যমিক বিদ্যালয় কৈঠালকুছি এম,ই স্কুল (১৯২৯, হাইস্কুললৈ উন্নীত ১৯৪৬), জাগাৰা এম,ই স্কুল (১৯৪১, হাইস্কুলত ৰূপান্তৰিত ১৯৪৬)। উত্তৰ ধৰ্মপুৰ বালিকা বিদ্যালয় (এম,ই স্কুল ১৯৬১ হাইস্কুললৈ উন্নীত হয় ১৯৬৭)। পশ্চিম চামতা হাইস্কুল ১৯৬৫ চনত এম,ই স্কুল, হাইস্কুললৈ উন্নীত হয় ১৯৬৭), বৰনন্দী



ছোৱালী হাইস্কুল (১৯৫১ চনত এম,ই স্কুল পকোৱা মৌজাৰ ই প্ৰথম এম,ই স্কুল, হাইস্কুললৈ উন্নীত হয় ১৯৬৩ চনত)। চামতা ছোৱালী হাইস্কুল (১৯৬৫), বগুৰিহাটী হাইস্কুল (১৯৬৭), শোলমাৰা হাইস্কুল, 'পিচত উচ্চতৰ মাধ্যমিক বিদ্যালয়'। পকোৱা-বাঁহজানী মিলন হাইস্কুল, কুমাৰীকাটা (১৯৭৭)। ফখৰুদ্দিন আলী হাই মাদ্ৰাছা (১৯৭৬ চনত এম,ই শাখা), বৰ্তমান ইয়াত উচ্চ মাদ্ৰাছা শ্ৰেণী খোলা হৈছে। আমনি জন কল্যাণ হাইস্কুল (এম,ই শাখা ১৯৭৬, হাইস্কুললৈ উন্নীত ১৯৮২)। জনতা হাইস্কুল, বিহামপুৰ (১৯৬৪, চনত এম,ই স্কুল, ১৯৭১ চনত হাইস্কুললৈ উন্নীত)। পিপলিবাৰী হাইস্কুল (১৯৭৬), শঙ্কৰদেৱ হাইস্কুল (১৯৭৯ চনত বৰী-টাপাত স্থাপিত), লখোপুৰ হাইস্কুল (এম,ই ১৯৬৬ চন, হইস্কুল স্থাপিত ১৯৭৯ চন), দাহুদী ছোৱালী হাইস্কুল (এম,ই ১৯৭৯, হাইস্কুললৈ উন্নীত ১৯৮২), বৰ্নিবাৰী হাইস্কুল (১৯৭৯), বৰনন্দী হাইস্কুল (১৯৭৮), গন্ধিয়া হাইস্কুল (১৯৭৬), হেলচা হাইস্কুল (১৯৮৩), দক্ষিণ পকোৱা ছোৱালী হাইস্কুল (১৯৭৭), পকোৱা মৌজাৰ গোৱালপাৰা গাঁৱত স্থাপিত। পকোৱা হাইস্কুল, মিলন হাইস্কুল, পানীগাঁও, আদৰ্শ বালিকা বিদ্যাপীঠ পানীগাঁও।

এম,ই স্কুলসমূহঃ- অঞ্চলটোৰ বহুতো এম,ই স্কুল হাইস্কুললৈ উন্নীত কৰা হ'ল যদিও এতিয়াও আগৰ অৱস্থাতে আছে। সেইবোৰ হৈছে- বৰা এম,ই স্কুল (১৯৫৯), হেলচা এম,ই (১৯৬১), পৰমেশ বিদ্যাপীঠ, বাটসৰ (১৯৬২), উত্তম চন্দ্ৰ বিদ্যাপীঠ এম,ই স্কুল, কুমাৰী কাটা, বৰী বিদ্যাপীঠ (১৯৬৯), বনগাঁও এম,ই মাদ্ৰাছা (১৯৩৯), বিহামপুৰ মধ্য ইংৰাজী বিদ্যালয় (১৯৮১), আদৰ্শ মিলন মধ্য ইংৰাজী বিদ্যালয়,বাটসৰ (১৯৮২), বেলশৰ আঞ্চলিক বয়জ (১৯৮১)কৈহাটী প্ৰভাত চন্দ্ৰ এম,ই স্কুল আদি।

এম,ভি স্কুলসমূহঃ- কুৰি শতিকাৰ দ্বিতীয় দশকত পশ্চিম নলবাৰী অঞ্চলটোত তিনিখন ছাত্ৰবৃত্তি স্কুল স্থাপিত হয়। এইবোৰ লোকেল ৰোৰ্ডৰ দ্বাৰা পৰিচালিত হৈছিল। গন্ধিয়া এম,ভি স্কুল স্থাপন কৰা হৈছিল ১৯১৪ চনত, বৰনন্দী ১৯১৫ চনত আৰু বগুৰি হাটী কুৰি শতিকাৰ ২য় দশকৰ শেষ ভাগত। ১৯৪৫ চনত পিপলিবাৰীত এখন এম, ভি আৰু ১৯৫৪ চনত বিহামপুৰত উচ্চ বুনিয়াদী স্কুল স্থাপিত হয়। ১৯৪০ চনত কুলবিল নিবাসী ঁপদ্ম গোস্বামীৰ সহধৰ্মিণী ঁউত্তমা সুন্দৰী দেৱীয়ে "উত্তমা সুন্দৰী বালিকা বাণী-বিদ্যাপীঠ স্থাপন কৰে ইয়াৰ উপৰি কুৰি শতিকাৰ ৫ম দশকত বৰনন্দী ছোৱালী এম,ভি,স্কুল এখন স্থাপিত হৈছিল।

**মহাবিদ্যালয় ঃ**

কামৰূপ মহাবিদ্যালয়, চামতা ঃ কলেজীয়া শিক্ষাৰ ক্ষেত্ৰতো পশ্চিম নলবাৰীৰ ভিতৰত ১৯৬৬ চনত চামতাতে পোন প্ৰথমে কামৰূপ মহাবিদ্যালয় স্থাপন হয়। মহাবিদ্যালয় স্থাপন হোৱাৰ ফলত পশ্চিম নলবাৰীৰ দুখীয়া পৰিয়ালৰ ল'ৰা-ছোৱালী বিশেষকৈ ছোৱালীবোৰে কলেজীয়া শিক্ষা গ্ৰহণ কৰি নিজৰ জীৱন গঢ়িব পাৰিছে। বৰ্তমান মহাবিদ্যালয়খনত বিজ্ঞান শাখাৰ প্ৰৱৰ্তন কৰা হৈছে। কলা শাখাত ইংৰাজী, অসমীয়া, ৰাজনীতি বিজ্ঞান, অৰ্থনীতি, সংস্কৃত, শিক্ষা দৰ্শন আৰু বুৰঞ্জী বিষয়ত ঐচ্ছিক প্ৰধান বিষয়ৰ পাঠ্যক্ৰমৰ পাঠদানৰ প্ৰৱৰ্তনেৰে ই পশ্চিম নলবাৰীৰ একমাত্ৰ পূৰ্ণ পৰ্যায়ৰ উচ্চ শিক্ষানুষ্ঠান হিচাপে সুপ্ৰতিষ্ঠিত হৈছে। ১৯৯৩ চনৰ পৰা মহাবিদ্যালয়খনত অসমীয়া বিভাগত স্নাতকোত্তৰ শ্ৰেণীও খোলা হৈছে।

জাগাৰাত মহাবিদ্যালয় ঃ স্থানীয় ৰাইজৰ প্ৰচেষ্টাত ১৯৮৪ চনত ইয়াত কলা বিভাগৰ মহাবিদ্যালয় এখন স্থাপন কৰা হৈছে। এইখনেই পকোৱা মৌজাৰ দক্ষিণ অঞ্চলত স্থাপিত প্ৰথম মহাবিদ্যালয়। উক্ত বিদ্যালয়ৰ নাম ৰখা হৈছে উত্তৰ কামপীঠ।

কামপীঠ মহাবিদ্যালয়, কৈঠালকুছি ঃ ১৯৮৭ চনত কৈঠালকুছিত কামপীঠ মহাবিদ্যালয় স্থাপিত হয়। আৰম্ভণিতে এইখন কনিষ্ঠ মহাবিদ্যালয় হিচাপে স্থাপিত হয় যদিও ১৯৯৪-৯৫ চনত ইয়াত স্নাতক কলা শাখাও খোলা হৈছে। ছাত্ৰ-ছাত্ৰীও বাঢ়ি আছে আৰু উচ্চতৰ মাধ্যমিক পৰীক্ষাৰ্থীৰ ফলাফল আশানুৰূপ বুলি ক'ব লাগিব।

পশ্চিম নলবাৰী মহাবিদ্যালয়, বৰনন্দী ঃ পকোৱা মৌজাৰ বৰনন্দী গাঁৱত ১৯৯১ চনত কলা শাখাৰ কনিষ্ঠ মহাবিদ্যালয় স্থাপিত হয়। ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বাঢ়ি আছে। পৰীক্ষাৰ ফলাফল ভাল বুলি ক'ব লাগিব।

কন্যা মহাবিদ্যালয়, বনগাঁও ঃ এই অঞ্চলৰ ছাত্ৰীসকলৰ সুবিধাৰ অৰ্থে ১৯৯৭-৯৮ চনত বনগাঁৱত কন্যা মহাবিদ্যালয় স্থাপিত হৈছে। এই কনিষ্ঠ মহাবিদ্যালয়খন সম্পূৰ্ণ চালুকীয়া অৱস্থাতে আছে। ইয়াৰ উত্তৰোত্তৰ উন্নতিৰ কাৰণে অঞ্চলবাসীৰ কৰণীয় কাম বহুতো আছে।

ছহিদ স্মৃতি মহাবিদ্যালয়, বেলশৰ ঃ ১৯৮৩ চনৰ আন্দোলনত পশ্চিম নলবাৰী অঞ্চলৰ ছহিদ হোৱা ব্যক্তিসকলৰ স্মৃতিত বেলশৰত "ছহিদ স্মৃতি মহাবিদ্যালয়" স্থাপিত হয় ইয়াত উচ্চতৰ মাধ্যমিক কলা শাখা আৰু স্নাতক শ্ৰেণীৰ কলা শাখাৰ ছাত্ৰ-ছাত্ৰীক শিক্ষাদান কৰা হয়। আঞ্চলিক ৰাইজৰ চেষ্টাত মহাবিদ্যালয়খনৰ অগ্ৰগতি হ'ব ধৰিছে। ক্ষেত্ৰী ধৰ্মপুৰ মৌজাত দাহুদি অঞ্চলত এখন কলেজ স্থাপন হৈছে।

উপসংহাৰ ঃ শিক্ষাৰ প্ৰসাৰৰ ক্ষেত্ৰত পশ্চিম নলবাৰী অঞ্চলটোৱে আশানুৰূপভাৱে আগবঢ়া দেখা গৈছে। কিন্তু আধুনিক যুগৰ লগত খাপখোৱাবিধৰ হৈছে বুলি ক'লেও সত্যৰ অপালাপ কৰা হ'ব। শিক্ষাৰ আদৰ্শ আৰু মহান ঐতিহ্যৰ প্ৰতি লক্ষ্য ৰাখি পশ্চিম নলবাৰী অঞ্চলৰ শিক্ষক, শিক্ষাবিদ আৰু শিক্ষাপ্ৰেমী-অভিভাৱক তথা ৰাইজে আমাৰ ভাবী বংশধৰসকলৰ বাবে শিক্ষাৰ ক্ষেত্ৰত পৰিকল্পনা কৰাৰ দিন সমাগত। বিশেষকৈ বিজ্ঞান আৰু কাৰিকৰী শিক্ষাৰ প্ৰতিষ্ঠান স্থাপন কৰি এই অঞ্চলৰ কিছুসংখ্যক ছাত্ৰ-ছাত্ৰীক স্বনিৰ্ভৰশীল কৰি তুলিব নোৱাৰিলে শিক্ষা জগতত অৰাজকতা আৰু অশান্তি অৱশ্যম্ভাৱী। কাৰণ শিক্ষিত নিবনুৱাৰ হতাশাই সমাজ জীৱনলৈ নতুন নতুন সমস্যা বহন কৰি আনিব পাৰে। সুপৰিচালিত একোখন শিক্ষানুষ্ঠানে এটা বিশেষ অঞ্চলত একোটা শৈক্ষিক পৰিবেশ সৃষ্টি কৰি মানুহক শিক্ষাসুখী, শিক্ষাপ্ৰেমী আৰু শেষত সংস্কৃতিৱান কৰি গঢ়ি তোলে। আমি আশা কৰো, পশ্চিম নলবাৰী অঞ্চল শিক্ষা-দীক্ষা আৰু সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ হৈ উঠক।

# অসম সাহিত্য সভাৰ ত্ৰয়োচত্বাৰিংশ টিহু অধিৱেশনৰ স্মৃতি-লেখা আৰু বেলশৰ অধিৱেশনৰ কিছু প্ৰাসংগিক কথা

ক ৰুণাকান্ত কলিতা

অতীতৰ মধুৰ স্মৃতিয়ে মনত কেতিয়াবা কেতিয়াবা আনন্দৰ সঞ্চাৰ কৰে। এই মধুৰ স্মৃতি ৰোমন্থন কৰিয়েই ৰমন্যাসিক কবি যতীন্দ্ৰনাথ দুৱৰাদেৱে 'অতীতক নাযাবা পাহৰি' বুলি কৈছিল। ১৯৭৬ চনৰ ফেব্ৰুৱাৰী মাহৰ মাদকতা ভৰা ১,২ আৰু ৩ তাৰিখৰ কথাকেই অসম সাহিত্য সভাৰ চতুৰ্থ বাৰ্ষিক বেলশৰ বিশেষ অধিৱেশনৰ প্ৰাকমুহূৰ্তত লিখিবলৈ লৈছোঁ। টিহু অঞ্চলৰ অতিথি পৰায়ণ ৰাইজে অসমৰ সাহিত্যপ্ৰেমী সুহৃদসকলক এই তিনিটা দিনত সেৱা কৰিবলৈ পাই আনন্দত মতলীয়া হৈ পৰিছিল। উদ্দেশ্য সাধনৰ হেতু কেইখনমান শাখা-সমিতি গঠন কৰি অধিৱেশন বা সন্মিলনখন সুচাৰুৰূপে সম্পন্ন কৰিবলৈ অভ্যৰ্থনা সমিতিখনে অহোপুৰুষাৰ্থ কৰিছিল। উনুকিয়াব পাৰি যে অভ্যৰ্থনা সমিতিৰ মুখ্য পৃষ্ঠপোষক আছিল ভাৰতৰ মহামান্য ৰাষ্ট্ৰপতি শ্ৰদ্ধেয় ফখৰুদ্দিন আলি আহমেদ। এখেতেই ২ ফেব্ৰুৱাৰী তাৰিখ সোমবাৰে পোন প্ৰথমবাৰৰ বাবে সন্মিলন উদ্বোধন কৰি অসম সাহিত্য সভাৰ বুৰঞ্জীত এক অভিলেখ ৰচনা কৰিলে। সন্মিলন উদ্বোধন কৰি তেখেতে প্ৰদৰ্শনী স্থলীত এভুমুকি মাৰিছিল আৰু অভ্যৰ্থনা সমিতিয়ে জাপিৰ আৰ্হিৰে নিৰ্মিত মণ্ডপত ক্ষন্তেক বিশ্ৰাম লৈ প্ৰদৰ্শনীৰ মণ্ডপত উপস্থিত জনস্ৰোতক শুভাশিসেৰে ধন্য কৰিছিল। তেখেতে ভাষণ প্ৰসঙ্গত সভাত সমবেত হোৱা জন-সমুদ্ৰ দেখি কৈছিল, "মই সুখী হৈছোঁ যে অসম সাহিত্য সভা এটা বিশাল জনসাধাৰণৰ অনুষ্ঠানলৈ ৰূপান্তৰিত হৈছে।" ২ ফেব্ৰুৱাৰী তাৰিখে প্ৰায় আঢ়ৈ লাখ সাহিত্য প্ৰেমীৰ সমাগমে টিহুৰ আকাশ-বতাহ মুখৰিত কৰি তুলিছিল। অসম সাহিত্য সভাৰ টিহু অধিৱেশনৰ মূল-মণ্ডপৰ কাষতেই সজা অস্থায়ী হেলিপেডত মহামান্য ৰাষ্ট্ৰপতি অহা হেলিকপ্টাৰখন নমাৰ লগে লগে অগণন লোকে হেলিপেডৰ কেউদিশে থিয় হৈ ৰাষ্ট্ৰপতিক উষ্ণ-আদৰণি জনাইছিল।

অভ্যৰ্থনা সমিতিৰ মুখ্য পৃষ্ঠাপোষক আছিল যথাক্ৰমে পঞ্জাবৰ ৰাজ্যপাল মাননীয় মহেন্দ্ৰমোহন চৌধুৰীদেৱ আৰু মুখ্যমন্ত্ৰী পৰৱৰ্তী কালৰ মুখ্যমন্ত্ৰী শ্ৰদ্ধেয় হিতেশ্বৰ শইকীয়াদেৱ আছিল মুখ্য উপদেষ্টা। বেলশৰ বিশেষ অধিবেশনৰ আদৰণী সমিতিৰ সভাপতি স্বাস্থ্য আৰু উচ্চ শিক্ষা দপ্তৰৰ মন্ত্ৰী শ্ৰদ্ধেয় ডাঃ ভূমিধৰ বৰ্মনদেৱ টিহু অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰো সভাপতি আছিল। সেই সময়ত তেখেত ৰাজহ বিভাগৰ মন্ত্ৰী আছিল। শ্ৰদ্ধেয় শিক্ষাগুৰু ধনেশ্বৰ গোস্বামী বি, এছ,চি ছাৰ কাৰ্যকৰী সভাপতি হিচাপে কাৰ্য-নিৰ্বাহ কৰিছিল। অভ্যৰ্থনা সমিতিখনৰ মূল সম্পাদক আছিল টিহু মহাবিদ্যালয়ৰ সেই সময়ৰ অধ্যক্ষ শ্ৰদ্ধেয় শ্ৰীশৈলেন্দ্ৰ প্ৰসাদ মেধি ডাঙৰীয়া।

টিহু অধিৱেশনৰ সভাপতিৰ আসন অলঙ্কৃত কৰিছিল প্ৰথিতযশা



সাহিত্যিক শ্ৰদ্ধেয় যজ্ঞেশ্বৰ শৰ্মাদেৱে। তেখেতে তেখেতৰ ভাষণৰ আৰম্ভণিতেই সভাত উপস্থিত অসমীয়া ভাষা-সাহিত্যৰ সেৱকসকললৈ উদাত্ত কণ্ঠে কৈছিল, "ব্যক্তিতকৈ সমাজক আৰু সমাজৰ মন-প্ৰাণ আৰু বিবেকক প্ৰকাশ কৰা সাহিত্যক সন্মান কৰাটোহে কৰ্তব্য; এই কথা যেন আপোনালোকে নাপাহৰে।" অধিৱেশনলৈ মুখ্য অতিথি হিচাপে আমন্ত্ৰিত হৈছিল বংগদেশ তথা ভাৰতৰ লব্ধ-প্ৰতিষ্ঠ প্ৰগতিবাদী কবি সাহিত্যিক সুভাষ মুখোপাধ্যায়দেৱ। মুখোপাধ্যায় ডাঙৰীয়াই অসম সাহিত্য সভাত জন জাগৰণ দেখি বিস্ময়াভিভূত হৈছিল। তেখেতে সাহিত্য সভাৰ অধিৱেশনত এনে জন সমাগম ক'তো নহয় বা দেখা নাই বুলি কৈছিল। মহামান্য ৰাষ্ট্ৰপতিৰ লগত অহা সেই সময়ৰ অসমৰ ৰাজ্যপাল সন্মানিত লালন প্ৰসাদ সিঙেও এনে মন্তব্যকেই কৰিছিল। ত্ৰয়োচত্বাৰিংশ টিহু অধিৱেশন অনুষ্ঠিত হোৱাৰ সময়ত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক পদত আছিল শ্ৰদ্ধেয় ড° নগেন শইকীয়াদেৱ।

এক ফেব্ৰুৱাৰী তাৰিখ দেওবাৰে অসম সাহিত্য সভাৰ ১৯৭৫-৭৬ চনৰ শেষ কাৰ্য-নিৰ্বাহক সমিতিৰ অধিবেশন অনুষ্ঠিত হয় টিহু নগৰৰ শ্ৰীশ্ৰী সত্যনাৰায়ণ মন্দিৰৰ লগত থকা ধৰ্মশালাত। এই অধিবেশনখনত সভাপতিত্ব কৰিছিল বিদায়ী সভাপতি ড° সত্যেন্দ্ৰ নাথ শৰ্মাদেৱে। সেইদিনাই আবেলি ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ পৰিচালনাত বিষয়-বাছনি সভাখন সুচাৰুৰূপে পৰিসমাপ্তি ঘটে। আনহাতে ৰাতিপুৱা টিহু কলেজ প্ৰাঙ্গণত স্থানীয় সমাজসেৱী, মুক্তিযুঁজাৰু জয়চন্দ্ৰ দত্তই প্ৰতিনিধি শিৱিৰ মুকলি কৰে। সেই একেদিনাই গধূলি ছয় বজাত সাংস্কৃতিক সমাৰোহ উদ্বোধন কৰিছিল বৰেণ্য নাট্য শিল্পী সাৰদা বৰদলৈদেৱে।

দুই ফেব্ৰুৱাৰী তাৰিখ সোমবাৰে পুৱা আঠ বজাত পতাকা উত্তোলন কৰিছিল বিদায়ী সভাপতি ড° সত্যেন্দ্ৰ নাথ শৰ্মাই। শ্ৰদ্ধেয় ৰমা দাস ডাঙৰীয়াই স্মৃতিগ্ৰন্থ, পৰাগধৰ চলিহা ডাঙৰীয়াই সাহিত্য সংকলন আৰু সাহিত্য সভাৰ প্ৰকাশন উন্মোচন কৰিছিল। প্ৰদৰ্শনীৰ দ্বাৰ উদ্‌ঘাটন কৰিছিল প্ৰখ্যাত কবি সাহিত্যিক বিনন্দ চন্দ্ৰ বৰুৱা ডাঙৰীয়াই। ঠিক তেনেকৈ কবি সন্মিলন উদ্বোধন কৰিছিল প্ৰখ্যাত কবি নৱকান্ত বৰুৱাদেৱে। কবি সন্মিলনীৰ সভাপতিৰ আসন গ্ৰহণ কৰিছিল প্ৰখ্যাত লেখিকা ড° নিৰ্মলপ্ৰভা বৰদলৈ বাইদেৱে। ত্ৰয়োচত্বাৰিংশ টিহু অধিৱেশনৰ বিশেষ আকৰ্ষণীয় কাৰ্যসূচী আছিল সভাপতিক লৈ কৰা শোভাযাত্ৰা। নাথকুছি চ'কৰ পৰা টিহুলৈ সুদীৰ্ঘ পাঁচ কিলোমিটাৰ ঠাই গায়ন-বায়ন, নানা সম্প্ৰদায়ৰ ৰংচঙীয়া বিভিন্ন দল, জনজাতীয় নৃত্যদল, হুঁচৰি দল আদিয়ে সভাপতিক ময়ূৰপংখী নাও-সদৃশ যানত বহুৱাই আদৰি আনিছিল। ত্ৰয়োচত্বাৰিংশ অধিৱেশনৰ লগত ৰজিতা খুৱাই ৪৩ গৰাকী গাভৰুৱে হাতত মাঙ্গলিক ঘট আৰু পতাকা লৈ আগে আগে আহিছিল। সভাপতিয়ে প্ৰথমে প্ৰদৰ্শনী প্ৰদৰ্শন কৰি মূল সভাৰ মণ্ডপলৈ সোমোৱাৰ লগে লগে প্ৰধান সম্পাদক ড° নগেন শইকীয়া প্ৰমুখ্যে অসম সাহিত্য সভাৰ আৰু অভ্যৰ্থনা সমিতিৰ বিষয়ববীয়া সকলে আদৰণি জনায়। সভাপতি মঞ্চত উপৱিষ্ট হোৱাৰ লগে লগে উদ্বোধক মহামান্য ৰাষ্ট্ৰপতিয়ে মঞ্চত উপস্থিত হৈছিল। ত্ৰয়োচত্বাৰিংশ অধিবেশনৰ আৰম্ভণি ঘোষণা কৰি ড° সত্যেন্দ্ৰ নাথ শৰ্মাই শ্ৰদ্ধেয় ৰাষ্ট্ৰপতিক উদ্বোধনী ভাষণ দিবলৈ অনুৰোধ কৰিছিল। ৰাষ্ট্ৰপতিৰ উদ্বোধনী ভাষণৰ শেষত বিদায়ী সভাপতি ড° শৰ্মাদেৱে চমু ভাষণ সমাপ্ত কৰি সভাপতিৰ আসন গ্ৰহণ কৰিবলৈ যশস্বী সাহিত্যিক সমালোচক যজ্ঞেশ্বৰ শৰ্মাৰ নাম আনুষ্ঠানিকভাৱে প্ৰস্তাৱ কৰে। প্ৰস্তাৱ সমৰ্থন কৰে অভ্যৰ্থনা সমিতিৰ কাৰ্যকৰী সভাপতি ধনেশ্বৰ গোস্বামীদেৱে। সভাপতিয়ে ৪৩ পৃষ্ঠাৰ পাণ্ডিত্যপূৰ্ণ সভাপতিৰ ভাষণ পাঠ কৰি প্ৰথম মুকলি অধিবেশনৰ সামৰণি ঘোষণা কৰে।

তিনি ফেব্ৰুৱাৰী তাৰিখ মঙ্গলবাৰে ৰাতিপুৱা সাহিত্য আলোচনা সভা (অধিৱেশন) উদ্বোধন কৰিছিল টিহু সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সভাপতি অধ্যক্ষ ৰমণীকান্ত শৰ্মাদেৱে। এই অধিবেশনৰ সভাপতি আছিল সুসাহিত্যিক শ্ৰদ্ধেয় চৈয়দ আব্দুল মালিক। শ্ৰদ্ধেয় ড° ভবেন্দ্ৰ নাথ শইকীয়া, যোগেশ দাস, ড° নীলিমা শৰ্মা, মহিম বৰা, ৰামদাস বড়ো আৰু বীৰেন্দ্ৰ কুমাৰ দাস বড়ো ডাঙৰীয়াই আলোচক হিচাপে অংশ গ্ৰহণ কৰিছিল। দ্বিতীয় সামৰণী মুকলি অধিৱেশনত যজ্ঞেশ্বৰ শৰ্মাদেৱে সভাপতিত্ব কৰি আগদিনা ৰৈ যোৱা আৰু নতুন কাৰ্য্যসূচীসমূহ ৰূপায়ণ কৰে। এই দ্বিতীয় দিনৰ মুকলি অধিৱেশনতেই আগতে উল্লেখ কৰা বঙালী কবি, সাহিত্যিক সুভাষ মুখোপাধ্যায়ে মুখ্য অতিথি হিচাপে আসন গ্ৰহণ কৰিছিল। অধিৱেশনত তেতিয়াৰ অসমৰ মাননীয় মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহই বিশিষ্ট অতিথি হিচাপে যোগদান কৰিছিল। অধিৱেশনত কেইবাগৰাকী কবি, সাহিত্যিক, শিল্পীক সম্বৰ্ধনা জ্ঞাপন কৰা হয়। সভাপতিয়ে চমু মন্তব্যৰে অসম সাহিত্য

'প্ৰকাশন' সমিতিয়ে টিহুৰ ইতিবৃত্ত, টিহু অঞ্চলৰ শিক্ষা-সংস্কৃতি, সাহিত্য চৰ্চা, ভাষা-সাহিত্য, বেহা-বেপাৰ, কৃষিশিল্পী, জাতি-বৃত্তি, উৎসৱ পাৰ্বণ, থান-সত্ৰ, পুৰণি স্মৃতি চিহ্ন, মঠ-মন্দিৰ, ফালি আদিৰ পৰিচয়ৰে এখন স্মৃতিগ্ৰন্থ চকুত লগাকৈ প্ৰকাশ কৰি উলিয়াইছিল। ইয়াৰ উপৰি সাহিত্য চিন্তা নামৰ এখন প্ৰবন্ধৰ পুথিও প্ৰকাশ কৰিছিল। উল্লিখিত সমিতিবোৰৰ উপৰিও প্ৰচাৰ, উন্নয়ন আৰু পানীযোগান, যোগাযোগ, যাতায়াত-পৰিবহণ আৰু বিদ্যুৎ সমিতিয়ে সাধ্যানুসাৰে সেৱা আগবঢ়াই আটাইৰে পৰা ভূয়সী প্ৰশংসা লাভ কৰিবলৈ সক্ষম হৈছিল।

সভাৰ ত্ৰয়োচত্বাৰিংশ মুকলি অধিৱেশন সমাপ্তিৰ ঘোষণা কৰে।

অসম সাহিত্য সভাৰ টিহু অধিৱেশন উপলক্ষে অভ্যৰ্থনা সমিতিয়ে কামত আউল নলগাৰ বাবে পোন্ধৰখন শাখা সমিতি গঠন কৰিছিল। প্ৰত্যেকখন শাখা সমিতিয়ে নিয়াৰিকৈ কাম-কাজ কৰাৰ বাবেই টিহু অধিবেশন সফলতাৰে সমাপ্তি হৈছিল। আৱতৰীয়া বৰষুণে লখিমী পথাৰ বোকাময় নকৰাহেঁতেন অধিবেশনত উপস্থিত কোনো এজন বিশিষ্ট অতিথি অথবা প্ৰতিনিধিয়ে অধিবেশনৰ সাফল্য সম্পৰ্কত খুটি-নাটি ধৰিব নোৱাৰিলেহেঁতেন। তথাপি মহান হৃদয়ৰ অতিথিসকলে প্ৰাকৃতিক বিপৰ্যয়ক বাধা দিয়াৰ শক্তি কাৰো নাই বুলি কৈ আমাৰ হতাশাগ্ৰস্ত মনত আনন্দৰ সঞ্চাৰ কৰিছিল। জয় জয়তে বিত্ত সমিতিয়ে বিত্ত সংগ্ৰহত মনে-প্ৰাণে আত্মনিয়োগ কৰাৰ বাবে ধন সংগ্ৰহত সাফল্য লাভ কৰি প্ৰায় তিনি লাখ পঞ্চাশ হাজাৰ টকা সংগ্ৰহ কৰিবলৈ সক্ষম হৈছিল। প্ৰদৰ্শনী সমিতিয়ে প্ৰস্তুত কৰি উলিওৱা প্ৰদৰ্শনী স্থলী আটকধুনীয়া হৈ পৰিছিল। লখিমী পথাৰৰ প্ৰায় ২৫ হাজাৰ বৰ্গফুট এলেকাৰ দুশতকৈয়ো অধিক মণ্ডপেৰে পতা এই প্ৰদৰ্শনীখন অসম সাহিত্য সভাৰ লগত পতা প্ৰদৰ্শনীৰ ভিতৰত সবাতোকৈ ডাঙৰ প্ৰদৰ্শনী বুলি প্ৰবীণ প্ৰতিনিধিসকলে মন্তব্য কৰিছিল। এগৰাকী চৰকাৰী মুখপাত্ৰৰ মতে, "টিহুৰ এই প্ৰদৰ্শনী অসম কিয়, উত্তৰ-পূব ভাৰতৰ ভিতৰতে হোৱা বৃহৎ প্ৰদৰ্শনীৰ ভিতৰতে এখন।" প্ৰদৰ্শনীত পূৰ্বোত্তৰ সীমান্ত ৰেলৱে, ইউনাইটেড কমাৰ্চিয়েল বেংক, অসম চৰকাৰৰ উদ্যোগ, মেডিকেল, জলসিঞ্চন, পশুপালন আৰু পশু চিকিৎসা, জে'ল আদি বিভাগে অংশ গ্ৰহণ কৰি প্ৰদৰ্শনীখন সমৃদ্ধ কৰিছিল। ইয়াৰ উপৰি অৰ্ধচৰকাৰী আৰু বেচৰকাৰী অনুষ্ঠান-প্ৰতিষ্ঠান আদিয়ে প্ৰদৰ্শনীত যোগদান কৰি ইয়াৰ সৌষ্ঠৱ বঢ়াইছিল। আগতে উল্লেখ কৰা সুবৃহৎ অসমীয়া জাপিটো পৃথিৱীৰ ভিতৰতে বৃহৎ জাপি বুলি পৰিগণিত হৈছিল। এই জাপিটোৰ আশে-পাশে টিহু অঞ্চলৰ কৃষিজাত সামগ্ৰীসমূহৰ লগতে বয়নশিল্প, বাঁহেৰে, মাটিৰে আৰু বেতেৰে নিৰ্মিত হস্ত-শিল্পৰ নিদৰ্শন দাঙি ধৰা হৈছিল। প্ৰদৰ্শনী স্থলীতেই গ্ৰন্থমেলাৰো আয়োজন কৰা হৈছিল।

গ্ৰন্থমেলাত বুজন পৰিমাণৰ পুথি-বিক্ৰী হোৱা বুলি বিপণীসমূহৰ মালিকসকলে উৎসাহেৰে কৈছিল। টিহু অধিৱেশনৰ প্ৰদৰ্শনীত ভাগ লোৱা পূৰ্বোত্তৰ সীমান্ত ৰেলৱে প্ৰথম, অসম চৰকাৰৰ জলসিঞ্চন বিভাগ দ্বিতীয়, পশুপালন আৰু পশু চিকিৎসা বিভাগ খানাপাৰা তৃতীয় স্থান পাই পুৰস্কৃত হৈছিল। সাহিত্য সভাৰ অধিবেশন তিনি ফেব্ৰুৱাৰী তাৰিখে সমাপ্তি ঘোষণা কৰিলেও প্ৰদৰ্শনীৰ দ্বাৰ পাঁচ ফেব্ৰুৱাৰীলৈ মুকলি আছিল।

স্বেচ্ছাসেৱা সমিতিৰ স্বেচ্ছাসেৱকসকলৰ আশাশুধীয়া চেষ্টাৰ ফলত ক'তো একো বিঘিনি নঘটাকৈ অধিবেশনৰ কাম পৰিপাটিকৈ সম্পন্ন হৈছিল। শ্ৰদ্ধেয় অমল ৰাজখোৱাদেৱে বসন্ত কুমাৰ শৰ্মাই সম্পাদনা কৰা 'টিহু লখিমী'ৰ 'আজি বন্দো কি ছন্দেৰে' শীৰ্ষক লেখাত কৈছে; "টিহু ৰাইজৰ আদৰ আপ্যায়নত প্ৰতিনিধিসকল যে মুগ্ধ এই কথা বোধকৰো বহলাই নক'লেও হ'ব আৰু এই কথাও বোধকৰো নক'লে আধৰুৱা হ'ব যে দিনে-ৰাতিয়ে নিজৰ কৰ্তব্য পালন কৰি ৫০০ স্বেচ্ছাসেৱক-স্বেচ্ছাসেৱিকাই প্ৰতিনিধিসকলক যেনেদৰে শুশ্ৰূষা কৰিলে তাৰ স্মৃতি প্ৰতিনিধিসকলে কোনো কালেই পাহৰিব নোৱাৰিব।" খাদ্য-সমিতিয়ে এক হাজাৰ প্ৰতিনিধিক একেলগে বহি খোৱাৰ ব্যৱস্থা কৰিছিল। খাদ্য সমিতিৰ সংশ্লিষ্ট মোৰ অতি পূজ্য ব্যক্তিসকলে খোৱা-লোৱাত কোনো এজন ব্যক্তিয়ে যাতে অসুবিধা নাপায় তালৈ সততে দৃষ্টি ৰাখিছিল। আবাস সমিতিয়ে অতি তৎপৰতাৰে কাম কৰি বিশিষ্ট অতিথি আৰু প্ৰতিনিধিসকলৰ আশীৰ্বাদ পাবলৈ সক্ষম হৈছিল। ৰভা আৰু তোৰণ সমিতিয়ে আটোমটোকাৰিকৈ ৰভা আৰু কেইবাখনো তোৰণ নিৰ্মাণ কৰি অতিথিসকলক আদৰিবলৈ সক্ষম হৈছিল। মূল তোৰণখনৰ নামকৰণ কৰা হৈছিল লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ নামত। কথাশিল্পী হলিৰাম ডেকাৰ স্মৃতিত আন এখন তোৰণ দিয়া হৈছিল। ইয়াৰ উপৰি অম্বিকাগিৰি ৰায়চৌধুৰী, বিপ্লৱী শিল্পী ব্ৰজনাথ শৰ্মা আৰু টিহুৰ নমস্য ব্যক্তি সদানন্দ ব্ৰহ্মচাৰীৰ সোঁৱৰণত তিনিখন তোৰণ দিয়া হৈছিল। বৰপেটাৰ দিলীপ চিনেমাই মাটিৰ বাচনেৰে সজা শ্ৰীশ্ৰীশঙ্কৰদেৱৰ তোৰণখনেও আটাইৰে দৃষ্টি আকৰ্ষণ কৰিছিল। পঞ্চাশ হাজাৰ লোক বহিব পৰাকৈ মূল ৰভাখন বাঁহ-খেৰেৰে সাজি উলিওৱা হৈছিল। সাংস্কৃতিক সমিতিয়ে শ্ৰোতা দৰ্শকক অসমৰ খ্যাতনামা শিল্পীসকলৰ গীত-মাত শুনিবলৈ সুবিধা কৰি দিছিল। ড° ভূপেন হাজৰিকাৰ অন্যান্য গীতৰ লগতে গোৱা 'টিহু তোমাক নমস্কাৰ' গীতটোৱে শ্ৰোতা-দৰ্শকক অসীম আনন্দ প্ৰদান কৰিছিল। শ্ৰদ্ধেয় খগেন মহন্ত, অৰ্চনা মহন্ত, ইন্দ্ৰ বণিয়া আদিৰ গীত, কৌতুকে উপস্থিত সংগীত প্ৰেমীসকলক আনন্দ দিছিল।

'প্ৰকাশন' সমিতিয়ে টিহুৰ ইতিবৃত্ত, টিহু অঞ্চলৰ শিক্ষা-সংস্কৃতি, সাহিত্য চৰ্চা, ভাষা-সাহিত্য, বেহা-বেপাৰ, কৃষিশিল্পী, জাতি-বৃত্তি, উৎসৱ পাৰ্বণ, থান-সত্ৰ, পুৰণি স্মৃতি চিহ্ন, মঠ-মন্দিৰ, ফালি আদিৰ পৰিচয়েৰে এখন স্মৃতিগ্ৰন্থ চকুত লগাকৈ প্ৰকাশ কৰি উলিয়াইছিল। ইয়াৰ উপৰি সাহিত্য চিন্তা নামৰ এখন প্ৰবন্ধৰ পুথিও প্ৰকাশ কৰিছিল। উল্লিখিত সমিতিবোৰৰ উপৰিও প্ৰচাৰ, উন্নয়ন আৰু পানীযোগান, যোগাযোগ, যাতায়াত-পৰিবহণ আৰু বিদ্যুৎ সমিতিয়ে সাধ্যানুসাৰে সেৱা আগবঢ়াই আটাইৰে পৰা ভূয়সী প্ৰশংসা লাভ কৰিবলৈ সক্ষম হৈছিল।

অসম সাহিত্য সভাৰ টিহু অধিৱেশন স্থলীৰ নামকৰণ কৰা হৈছিল লখিমী পথাৰ বুলি। অভ্যৰ্থনা সমিতিৰ কাৰ্যালয় টিহু কলেজতেই স্থাপন কৰা হৈছিল। অধিবেশনৰ সকলো কাম-কাজ টিহু কলেজকেন্দ্ৰিক আছিল। অন্যান্য সদস্যসকলৰ লগতে টিহু কলেজৰ প্ৰত্যেকজন প্ৰবক্তা আৰু কৰ্মচাৰীয়ে অধিবেশনৰ কামত আত্মনিয়োগ কৰিছিল। প্ৰতিনিধি সভা আৰু মূল-সভাৰ ৰভা আৰু মণ্ডপ লখিমী পথাৰতেই নিৰ্মিত হৈছিল। নিচেই কাষতে আছিল প্ৰদৰ্শনী আৰু গ্ৰন্থমেলাৰ মণ্ডপ সমূহ। অধিৱেশন সুচাৰুৰূপে সুসম্পন্ন কৰিবলৈ টিহু ৰাইজৰ লগত আৰক্ষী বাহিনী আৰু সেনাবাহিনীৰ জোৱানসকলে সদাসতৰ্ক হৈ আছিল। এই তিনি শক্তিৰ একান্ত চেষ্টাৰ ফলতেই কেউদিশে শান্তি বিৰাজ কৰিছিল। ভাৰত বিখ্যাত ছুপাৰ ক'প পঞ্জাবৰ ভূতপূৰ্ব ডি জি পি কে পি এছ গিল টিহু অধিৱেশনৰ সময়ত কামৰূপ জিলাৰ আৰক্ষী অধীক্ষক আছিল। আন এজন আৰক্ষী অধীক্ষক আছিল মাননীয় প্ৰিয় গোস্বামী ডাঙৰীয়া। এই দুজন আৰক্ষী অধীক্ষকৰ দূৰদৰ্শিতাৰ গুণতেই টিহু নগৰৰ সকলোফালে



শান্তি বিৰাজ কৰিছিল। টিহু অধিৱেশনত ইমান বেছি জনতাৰ আগমন হৈছিল যে ই বৰ্ণনাতীত। টিহু অধিৱেশনৰ পৰাই অসম সাহিত্য সভা জনতামুখী হ'ল। লখিমী পথাৰৰ উপৰি গোটেই টিহু নগৰখনেই সমবেত জনতাই আৱৰি পেলাইছিল। এই বিৰাট জনশ্ৰোতাক আৰক্ষী বাহিনী, সেনা বাহিনী, স্বেচ্ছাসেৱক বাহিনী আৰু টিহুৰ ৰাইজে মৰম চেনেহেৰে আদৰিছিল। উল্লেখযোগ্য যে এই জন-মুখী সাহিত্য সভাৰ টিহু অধিৱেশনত ক'তো অশান্তি হোৱা নাছিল। আৰক্ষী অধীক্ষক শ্ৰদ্ধেয় প্ৰিয় গোস্বামী ডাঙৰীয়াই প্ৰশিক্ষণ দিয়া স্বেচ্ছাসেৱকসকলৰ আন্তৰিক স্বেচ্ছাসেৱাৰ কথা আজিও মনত পৰে। আজিও মনত পৰে টিহু অঞ্চলৰ ৰাইজে অতিথি আদৰাৰ সেই বিমোহন দৃশ্য। আজিও শদিয়াৰপৰা ধুবুৰীলৈ অসমৰ ৰাইজে টিহু অধিৱেশনৰ সফলতাৰ কথা কৈ আমাক কৃতাৰ্থ কৰে। 'টিহু লখিমী'ৰ সম্পাদক বসন্ত কুমাৰ শৰ্মাদেৱে তেখেতৰ লেখাৰ এঠাইত কৈছিল:"অসম সাহিত্য সভাৰ দৰে জাতীয় আনুষ্ঠানটিৰ বাৰ্ষিক অধিৱেশনখন সৰ্বাঙ্গ-সুন্দৰকৈ কৰিব পৰা গৌৰৱ টিহুবাসীৰ প্ৰাপ্য"। ১৯৭৬ চনত অনুষ্ঠিত অসম সাহিত্য সভাৰ ত্ৰয়োচত্বাৰিংশ টিহু অধিৱেশনৰ সফল সমাপ্তিৰ কথা ভাবি আজিও পুলকিত হওঁ।

শেষত কওঁ যে সাহিত্য সভা-উপলক্ষে অসমৰ সকলো বাতৰি কাকতে বিশেষ পৰিপূৰিকা প্ৰকাশ কৰিছিল। আকাশবাণীৰ গুৱাহাটী আৰু ডিব্ৰুগড় কেন্দ্ৰয়ো বিশেষ বাতৰি আৰু কথিকা প্ৰচাৰ কৰি আন্তৰিকতাৰে সহায় কৰিছিল। স্থানীয় সাংবাদিকসকলে বাতৰি সবিস্তাৰে বাতৰি কাকতত প্ৰচাৰ কৰি তেখেতসকলৰ ভাষা-সাহিত্য প্ৰীতিৰ চানেকী দাঙি ধৰিছিল।

এইবেলি টিহুৰ পৰা প্ৰায় দহ কিলোমিটাৰমান আঁতৰত থকা পুণ্য তীৰ্থ বেলশৰত অসম সাহিত্য সভাৰ চতুৰ্থ বাৰ্ষিক বিশেষ অধিৱেশন অনুষ্ঠিত হ'ব। ইতিমধ্যে দুশতকৈয়ো অধিক সদস্যৰে এখন আদৰণী সমিতি গঠন হৈছে। আদৰণী সমিতিৰ সভাপতি হিচাপে সৰ্বসন্মতিক্ৰমে নিৰ্বাচিত হৈছে অসমৰ স্বাস্থ্য আৰু উচ্চ শিক্ষা দপ্তৰৰ মন্ত্ৰী মাননীয় শ্ৰীভূমিধৰ বৰ্মনদেৱ। ১৯৭৬ চনত অনুষ্ঠিত অসম সাহিত্য সভাৰ টিহু অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ তেখেত কাৰ্যক্ষম আৰু সফল সভাপতি আছিল। বেলশৰ বিশেষ, অধিৱেশনৰ কাৰ্যকৰী সভাপতি পদত আছে অসমৰ প্ৰাক্তন মন্ত্ৰী, ধৰ্মপুৰ সমষ্টিৰ বিধায়ক শ্ৰদ্ধেয় শ্ৰীনীলমণি সেন ডেকা ডাঙৰীয়া। অধিবেশনৰ সকলো কাম সুচাৰুৰূপে পৰিচালিত হোৱাৰ বাবে প্ৰাক্তন মন্ত্ৰী, পাটাছাৰকুছি সমষ্টিৰ বিধায়ক শ্ৰীপবিন্দ্ৰ ডেকা, নলবাৰী জিলা সাহিত্য সভাৰ সভাপতি শ্ৰীৰোহিণী মেধি প্ৰমুখ্যে কেইবাগৰাকী গুণী ব্যক্তিক উপ-সভাপতি হিচাপে বাছনি কৰা হৈছে। নলবাৰী জিলা সাহিত্য সভাৰ সম্পাদক লক্ষী পটোৱাৰীক মুখ্য সম্পাদকৰ দায়িত্ব অৰ্পণ কৰা হৈছে। বেলশৰ বিশেষ অধিৱেশনৰ কাম-কাজ নিয়াৰিকৈ চলাৰ বাবে টিহু অধিৱেশনৰ নিচিনাকৈ কেইবাখনো শাখা সমিতিও গঠন কৰা হৈছে। ধন-সংগ্ৰহ আৰু অধিৱেশনৰ বিভিন্ন দিশ চালি-জাৰি চোৱা-চিতাৰ বাবে তিনিখন উপ-সমিতিও গঠিত হৈছে। উপ-সমিতি তিনিখন হৈছে গুৱাহাটী, নলবাৰী আৰু টিহু। ইতিমধ্যে বিল্বেশ্বৰ দেৱালয়ৰ ওচৰৰ গুদিৰগুৰ পথাৰত অসম সাহিত্য সভাৰ বেলশৰ বিশেষ অধিৱেশনৰ বাবে লাইখুঁটা স্থাপন কৰা হৈছে। ২০০৫ চনৰ ১৫ ডিচেম্বৰ তাৰিখে বিশেষ, শুভ-ক্ষণত ১১.৪৫ বজাত আদৰণী সমিতিৰ সভাপতি স্বাস্থ্য আৰু উচ্চ শিক্ষা দপ্তৰৰ মন্ত্ৰী মাননীয় ভূমিধৰ বৰ্মনদেৱে উল্লিখিত লাইখুঁটা স্থাপন কৰি আষাৰচেৰেক কয়। শেহতীয়াভাৱে প্ৰতিনিধিসকলৰ সা-সুবিধালৈ চাই ছহিদ স্মৃতি কলেজৰ কাষৰ নলগুৰি পথাৰতো প্ৰতিনিধি সভা আৰু সাংস্কৃতিক অনুষ্ঠান অনুষ্ঠিত কৰাৰ বাবে ৰভা আৰু তোৰণ নিৰ্মাণৰ কথাও ভবা হৈছে।

"মাউখে উটিলে গুৰি পৰুৱাৰ মৰণ নাই" বুলি কোৱা কথা এষাৰ আছে। ৰাইজে একত্ৰিতভাৱে কাম কৰিলে বেলশৰ অধিৱেশন সাফল্য মণ্ডিত হ'বই। টিহু অধিৱেশনত বেলশৰৰ সাহিত্যপ্ৰেমী সজ্জনসকলে স্বতঃস্ফূৰ্তভাৱে সহায়-সহযোগ আগবঢ়াইছিল। ঠিক তেনেকৈ বেলশৰ বিশেষ অধিৱেশনতো টিহু অঞ্চলৰ ৰাইজে একাণপতীয়াভাৱে সহায়-সহযোগ আগবঢ়াবই। ১৯৬৫ চনত মাননীয় ডিম্বেচৰ নেওগদেৱৰ সভাপতিত্বত অসম সাহিত্য সভাৰ নলবাৰী অধিৱেশন অনুষ্ঠিত হৈছিল। গতিকে নলবাৰী অভিজ্ঞ মহান ব্যক্তিসকলে বেলশৰ বিশেষ অধিৱেশনৰ সফল সমাপ্তিত বেলশৰ অঞ্চলৰ ৰাইজে মৰো-জীওকৈ লগাৰ বাবেহে দুয়োখন অধিৱেশন অতি পৰিকল্পিতভাৱে ওৰ পৰিছিল। আগতে নলবাৰী জিলাৰ নলবাৰী আৰু টিহুত সু-সম্পন্ন হোৱা অধিৱেশন দুখনৰ পৰা সকলো কথা জানি-বুজি লৈ নিষ্ঠাৰে কামত ব্ৰতী হ'লে বেলশৰ বিশেষ অধিৱেশন চিৰস্মৰণীয় হ'বই। আমি আটায়ে হাতত হাত মিলাই কৰ্মতৰত হ'লে বেলশৰ বিশেষ অধিৱেশন সাফল্যমণ্ডিত হ'বই।

গীতাত ফলাফললৈ অপেক্ষা নকৰি কৰ্ম কৰি যোৱাৰ কথা কোৱা হৈছে। ফলাফললৈ অপেক্ষা নকৰিলেও সুকৰ্মৰ শুভফল আছেই। গীতাৰ তৃতীয় অধ্যায়ৰ কৰ্মযোগত উল্লিখিত ৮ নম্বৰ শ্লোকটিত শ্ৰীকৃষ্ণই সখিয়েক অৰ্জুনক কোৱা কথাখিনিৰে সামৰণি মাৰিব বিচাৰিছোঁ।

'নিয়তং কুৰু কৰ্ম্ম ত্বং
কৰ্ম্ম জ্যায়ো হাকৰ্ম্মণঃ।
শৰীৰযাত্ৰাপি চ তে
ন প্ৰসিধ্যেদ কৰ্ম্মণঃ।।"

অৰ্থাৎ 'তোমাৰ ভাগৰ সকলো কৰ্তব্য কৰ্ম মাথোঁ তুমি কৰি যোৱা। অলস জীৱন-যাপন কৰাতকৈ ভাল কৰ্মত ব্যস্ত হৈ থকাটো বেছি ভাল। বাসনাবিহীন কৰ্ম জ্ঞানৰেই সোপান স্বৰূপ। শৰীৰৰ সুস্থতাৰ বাবেও কিছু কাম-বনৰ প্ৰয়োজন আছে।' আমি আমাৰ কৰ্ম-শক্তিৰে বেলশৰ বিশেষ অধিৱেশন সাফল্যমণ্ডিত কৰাৰ সংকল্প গ্ৰহণ কৰোঁহক।

# নলবেৰীয়া কথ্য ভাষাৰ বিচাৰ

ড° জ্যোতিষ চন্দ্ৰ বৰ্মন

আধুনিক ভাষাবিজ্ঞানৰ অগ্ৰগতিত উপভাষাৰ অধ্যয়নে এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে। ভাষা অধ্যয়নৰ ক্ষেত্ৰত ই এক শুভ লক্ষণ বুলি ক’ব পাৰি। জগতৰ উন্নত ভাষাসমূহৰ ফালে চালে দেখা যায় যে সিবোৰ ভাষাৰ আঞ্চলিক ৰূপবোৰৰ বিতং অধ্যয়ন হৈ উঠিছে। ভাষাবিজ্ঞানীসকলে বুজিবলৈ লৈছে যে উপভাষা বা আঞ্চলিক ভাষাৰ অধ্যয়ন অবিহনে কোনো এটা ভাষাৰ সম্পূৰ্ণ অধ্যয়ন হ’ব নোৱাৰে। অসমীয়া ভাষাৰ সম্পূৰ্ণ অধ্যয়ন হ’ব লাগিলে ভাষাটোৰ উপভাষা অথবা আঞ্চলিক ভাষাৰ অধ্যয়ন অপৰিহাৰ্য। অসমীয়া ভাষা বা মান্য ভাষাটোৱে উপভাষাবোৰৰ বিচাৰ কৰি তাৰ কিছু বৈশিষ্ট্য গ্ৰহণ কৰিব পাৰিলে মান্য ভাষাটো অধিক সমৃদ্ধিশালী আৰু জনপ্ৰিয় হোৱাত সুবিধা হয়। আনকি অসমৰ জনগোষ্ঠীয় চাহ জনগোষ্ঠী, আৰু চৰাঞ্চলৰ উপভাষাসমূহৰ বিচাৰ- বিশ্লেষণ কৰি সেইবোৰৰ কেতবোৰ বৈশিষ্ট্য গ্ৰহণ কৰিব পাৰিলে সকলো জনগোষ্ঠীৰে সৈতে ভাষিক সংহতি ৰক্ষাত সুবিধা হ’ব।

উপভাষা অধ্যয়নৰ ক্ষেত্ৰত অসমীয়া ভাষায়ো পিছ পৰি থকা নাই। অসমৰ ভিন ভিন অঞ্চলৰ উপভাষা অথবা আঞ্চলিক ভাষাৰ অধ্যয়ন হোৱাটো লক্ষণীয় হৈছে। এইটোও লক্ষণীয় হৈছে যে জনগোষ্ঠীয় ভাষাসমূহৰো বিচাৰ-বিশ্লেষণ হ’বলৈ ধৰিছে। অসমীয়া ভাষাৰ উপভাষা অধ্যয়নৰ বাটকটীয়া হিচাপে ড° বাণীকান্ত কাকতি আছিল অগ্ৰণী। তাৰ পাছত ড° উপেন্দ্ৰ নাথ গোস্বামীৰ নাম ল’ব পাৰি। ড° গোস্বামীদেৱৰ কামৰূপী ভাষাৰ অধ্যয়ন অসমীয়া উপভাষা অধ্যয়নৰ ক্ষেত্ৰত এক বিজ্ঞানসন্মত গবেষণামূলক অধ্যয়ন। সঁচা কথা ক’বলৈ গ’লে, ড° গোস্বামীদেৱৰ উপভাষা অধ্যয়নৰ আৰ্হিত অসমৰ ভিন ভিন অঞ্চলৰ উপভাষাৰ অধ্যয়ন হৈ আছে। উপভাষা অধ্যয়নৰ ক্ষেত্ৰত নব্য ভাষাবিজ্ঞানীসকলে আগভাগ লোৱা দেখা যায়. তেওঁলোকৰ ভিতৰত দুই-চাৰিগৰাকী নব্য ভাষাবিজ্ঞানীৰ অধ্যয়নত দুই-চাৰি নতুন দিশ উন্মোচিত হৈছে। অসমীয়া ভাষাই সিবোৰ গ্ৰহণ কৰিব পাৰিলে ভাষাটোৰ অধিক শ্ৰীবৃদ্ধি আশা কৰিব পাৰি।

অসমীয়া ভাষাৰ সম্পূৰ্ণ অধ্যয়নৰ প্ৰতি লক্ষ্য ৰাখি আমাৰ ইয়াত নলবাৰী জিলাৰ ‘নলবেৰীয়া কথ্য ভাষাৰ বিচাৰ’ কৰিবলৈ লোৱা হৈছে। আলোচনাৰ সুবিধাৰ্থে আমাৰ এই অধ্যয়নত নলবেৰীয়া কথ্য ভাষাত ব্যৱহাৰ হোৱা বিবিধবিষয়ক শব্দমালা আৰু ৰূপতাত্ত্বিক বৈশিষ্ট্যবোৰৰ উল্লেখনেৰে বিষয়টো স্পষ্ট কৰিবলৈ যত্ন কৰা হ’ব। উল্লিখিত বিষয়ৰ আলোচনাৰ আগতে



নলবাৰী অঞ্চলৰ চমু পৰিচয় এটি দাঙি ধৰা হ’ব।

অসমীয়া ভাষাৰ প্ৰধানকৈ দুটা উপভাষা। এটা হ’ল উজনিৰ উপভাষা আৰু আনটো হ’ল নামনিৰ উপভাষা। নামনিৰ উপভাষা বুলিলে কামৰূপী ভাষাটোকে বুজায়। আহোমসকল অহাৰ আগলৈকে অসমৰ পুৰণি নাম কামৰূপ অথবা প্ৰাগজ্যোতিষপুৰ আছিল। কামৰূপ বা প্ৰাগজ্যোতিষপুৰৰ কথা কালিকাপুৰাণত বিতংভাৱে আছে। কামৰূপ দেশৰ ভাষা আছিল কামৰূপী ভাষা। আহোমসকল অহাৰ পাছত তেওঁলোকৰ নামেৰে কামৰূপ দেশৰ নাম অসম হ’ল। অসমৰ ভাষাটো হ’ল অসমীয়া । নামনি অসমত কামৰূপ আৰু কামৰূপী ভাষাৰ আদৰ আজিও আগৰদৰে চলিয়েই আছে।

উনবিংশ শতিকাৰ আশীৰ দশকলৈ নলবাৰী এখন সৰু গাঁও। বৰ্তমান যিখন নলবাৰী চহৰ তাৰ দুই কিলোমিটাৰ দক্ষিণে য’ত বৰ্তমান নলবাৰী সত্ৰ প্ৰতিষ্ঠা হৈছে সেইখনহে আচল নলবাৰী। তেতিয়া এই অঞ্চলটোক খাতা পৰগণা বুলি কৈছিল। তাৰ পাছত নলবাৰী চক্ৰ গঠন হ’ল। ৰে’ল ষ্টেচনৰ নামো নলবাৰী ৰখা হ’ল। নলবাৰী পৌৰ সভা গঠন হ’ল। তাৰ পাছৰ পৰা নলবাৰী মহকুমা ক্ৰমে বিৱৰ্তন হৈ ১৯৮৪ চনত কামৰূপ জিলাৰ তৃতীয় মহকুমা নলবাৰী জিলাত পৰিণত হয়। উত্তৰে ভূটান পাহাৰৰ পাদদেশৰ পৰা দক্ষিণে ব্ৰহ্মপুত্ৰলৈ বিস্তৃত নলবাৰী জিলা। বৰ্তমানে নলবাৰী জিলাৰ প্ৰধানকৈ উত্তৰাঞ্চলৰ কিছু অংশ বাক্সা জিলাৰ অন্তৰ্গত হোৱাত নলবাৰী জিলাৰ ভৌগোলিক পৰিসীমাৰ কিছু সলনি হ’ল। দক্ষিণ অঞ্চলক বৰক্ষেত্ৰী বুলি কোৱা হয়। মধ্য অঞ্চলৰ ভিতৰত খাতা, বাঁহজানী, ধৰ্মপুৰ, বৰভাগ আৰু বড়িগোগ, পকোৱা আদি অঞ্চল। নলবাৰী জিলাৰ টিহু, বৰমা, নিকাচি, মুছলপুৰ, নাগ্ৰীজুলি, তামুলপুৰ, ঘগ্ৰাপাৰ, ধমধমা, বাগানপাৰা, মুকালমুৱা, জাগাৰা, বেলশৰ, কৈঠালকুছি, চামতা আদি গাঁও চহৰমুখী হৈ বিবৰ্তনৰ ফালে গতি কৰিছে। বৰভাগ অঞ্চল বানপানী আক্ৰান্ত অঞ্চল হ’লেও ই চহৰমুখী হৈ পৰিবৰ্তন হৈছে। এই জিলাখনৰ জনসংখ্যা প্ৰায় ১২ লাখৰো অধিক হ’ব। শিক্ষিতৰ হাৰ প্ৰায় ৭৫ শতাংশ। বৰ্তমান নলবাৰী জিলা অগ্ৰগতিৰ পিনে আগবাঢ়ি আছে। নলবাৰী জিলাত বৰ্তমানে উদ্ধাৰ হোৱা পুৰণি হাতেলিখা সাঁচিপাত আৰু তুলাপাতৰ পুথি-পাঁজিসমূহৰ ফালে চাই ইয়াকো ক’ব পাৰি যে এই অঞ্চল শিক্ষা-দীক্ষাত প্ৰাচীন কালৰে পৰা উন্নত আছিল। আৰু এটা কথা ক’ব লাগিব যে সংস্কৃত চৰ্চাৰ কেন্দ্ৰস্থল আছিল নলবাৰী। ভাষা, সাহিত্য, কলা-সংস্কৃতিৰ ক্ষেত্ৰত নলবাৰী জিলাৰ প্ৰাচীন ঐতিহ্য বহন কৰি আছে। লোককলা আৰু লোকশিল্পৰ ক্ষেত্ৰতো নলবাৰী আগবঢ়া বুলি ক’ব লাগিব।

কামৰূপী ভাষা বা উপভাষাটো বৰ্তমান নলবাৰী জিলাত চিৰ প্ৰৱহমান হৈ আছে। কামৰূপী ভাষা মানেই নলবাৰীৰ ভাষা। কামৰূপী ভাষাৰ শব্দমালাৰ প্ৰাচুৰ্য নলবাৰীৰ ভাষাত আছে। আমাৰ আলোচ্য বিষয় ‘নলবেৰীয়া কথ্য ভাষাৰ বিচাৰ’ৰ চমু আলোচনা এটি তলত দাঙি ধৰা হ’ল।

নলবেৰীয়া কথ্য ভাষাত বিবিধ ধৰণৰ শব্দৰ ব্যৱহাৰ আছে। সেইবোৰক তলত দিয়াধৰণে কিছুমান ভাগত ভাগ কৰি দেখুৱাব পাৰি ঃ

(ক) গছ-গছনি সম্পৰ্কীয় শব্দ ঃ আঙ্‌থা (আঁহত), আম, কদাম, কচ্চা, কৰে, কুঁহিমেলা, গোৰহাৰা, ডেৱা, তেত্‌লি, পমা পাক্‌ৰি, মজ, ভজা, শনলু শাওৰা, শিমেলি ইত্যাদি।

(খ) বাঁহ-বন লতাজাতীয় শব্দ ঃ কঁটাহ বাঁহ, জাতি বাঁহ, নল বাঁহ, ভোস্কা বাঁহ, ঘৰাহ বাঁহ, ইক্‌ৰা, কুঁহ, খাগ্‌ৰা, কান্‌কুল্‌লা, কাঁহি, ৰঘুমালা ইত্যাদি।

(গ) ফল-ফুল বুজোৱা শব্দ ঃ আম, জাম, লেটুক, পৈলাম, তামুল, কঁঠাল, নাইৰ্‌কল, মোইদ্‌ফল, কল, কম্‌লা, বে’ল, ডেৱা, ডালিম, জল্‌পে, হল্‌ফলি, আমলেখু, ভমৰা, শিল্‌খা, সোইফ্‌ৰাম, গ’লাপ, তগাৰ, পাইন্‌পেলি, মাদাৰ, কৰ্‌বিৰ, শাইল্‌খাকান্ত, গেন্ধে, অপৰাজিতা, বকুল, নবাজি, মৌকা, পদ্‌দু, শেলুক ইত্যাদি।

(ঘ) চৰাই-চিৰিকটি সম্পকীয় শব্দ ঃ কাউৰ, কুপতি, শাইল্‌খা, হাঁহ, পাৰা, বোগ্লা, হাড়গিল্‌লা, মাছৰোখা, তিঁয়া, ভাটৌ, ময়না, ঘচ্‌চিকা, বাদ্‌লি, গাছকুল্‌লা, ডাউক, ফেঁচা, ফেহু, চকা, বাজ, হাইত্‌তাল ইত্যাদি।

(ঙ) অঙ্গ-প্ৰত্যঙ্গ বুজোৱা শব্দ ঃ আঁঠু, উৰাত, ককাঁল, কান, গৰা, ভৈৰ্‌পাতা, ভৈৰ্‌তলা, ধুথ্‌ৰি, বুকু, পেট, নাই (নাভি) তাইপ্‌লা, কোইল্‌জা ইত্যাদি।

(চ) জীৱ-জন্তু বুজোৱা শব্দ ঃ হাউলা, বলাধ, গাই, দামৰা, কাল্‌লা, ষাঁড়, ছাগাল, কুকুৰ, মেক্‌ৰী, মুহ্‌ই, ঘঁৰা, বাঘ, ভালুক, বৰা, হাপা, শিয়াল, কৰ্কটা, ফেঙৰা, শহা, জাহামাল্‌লা, ইন্দুৰত দাল্‌শৈলা, নিংনি, চিকা, নেউল ইত্যাদি।

(ছ) আ-অলঙ্কাৰ বুজোৱা শব্দ ঃ আংঠি, আলত্‌া, কাণফুলি, কপালজেঠী, কানপাতা, ৰিং, টপ, শাখা, বালা, গলপাতা, দুগ্‌দুগী, নাকফুলি, ঢোলবিৰি, ঢোল মাদ্‌লি, বেচলেট ইত্যাদি।

(জ) প্ৰসাধন-কাপোৰ কানি বুজোৱা শব্দ ঃ তে’ল, সিন্দূৰ, সনা, পাউডাৰ, মেখ্‌লা, ৰিহা, চাদৰ, চোলা, ধুতি, গেঞ্জি, বইনান, মুক্‌ছা, পচ্‌ৰা, দুমোদদিয়া, তলপাৰা, গাৰু, মহ্‌ৰি, ধছা, কাথা ইত্যাদি।

(ঝ) বিয়া-বাৰু সম্পকীয় শব্দ ঃ বৰ, কোইনা, তেলোৰভাৰ, পাইন তুলা, সুৱাগতুলা, হুম, হুমখৰি, আগদিয়া, জাপ, চাতিমালা, দাপ্‌নি, মুইৰাল, আখে, লগুণ গাঠি, বৰান, ডুনি, দাব্‌ কট্‌ৰি, জকাৰ ইত্যাদি।

(ঞ) বতৰ সম্পকীয় শব্দ ঃ বাইহ্‌ৰা, খল্‌লি, ঠাণ্ডা, গৰাম, বৈৰ্‌হান, বতাৰ, জিলিং, ধুপাল ইত্যাদি।

(ট) সময়বাচক শব্দ ঃ বৰেৰ্‌পুৱা, পুৱা, দিপাৰবেইলা, গ’উধ্‌লা, কাইম সাজলাগা, সাজলাগা, দোভাগ, পুৱাসমাৰাতি, চপাদিন, চপাৰাতি ইত্যাদি।

(ঠ) সংস্কাৰ সম্পকীয় শব্দ ঃ ৰিয়া, পুহান বিয়া, গা বন্ধ হ, গা খালাচ হ পুৱেতী, গনেনী, কাণবিন্ধা, ধুৱেনী, চুৱা হ, জেউৰা, কিৰাত, হৰিচ, ভাতচেনি, লগুণদেনি, লঘান ইত্যাদি।

(ড) বাচন-বৰ্তন বুজোৱা শব্দ ঃ কাঁহী, বাতি, লোটা, ডাবাৰ, বাল্‌টি, কৰেহি, কেট্‌লি, ঢাক্‌নি, কৰাচ, হাথা, কৈথেলি, থালি, চৈৰা, জগ, বাটা, ডালা, কুলা, চাঙ্‌লিত গুৰাচালা, খাৰে, পাচি, ধামা ইত্যাদি।

(ঢ) ঘৰ-বন্ধা-সঁজুলি বুজোৱা শব্দ ঃ কামি, ৰুৱা, মাল্‌লি, খুটা, খে’ৰ, টঙাল, খাওৱা, গেইৰা, কুকুৰ, দুৱাৰ গেইৰা, দুৱাৰ

হাঙাৰ, কাম্‌ৰা ইত্যাদি।

(ণ) কীট-পতঙ্গ বুজোৱা শব্দ ঃ মহ, মাখি, ডাঁহ, কাতামাখি, ভম্‌ৰা, মৌমাখি, বৰাল, বাতাল, উই, উৰাহ, কাইঠ্‌লে, কেৰেন্দা, জাইলমে, পোলু, লেতা, পকা পিপ্‌ৰা ইত্যাদি।

(ত) বেমাৰ -আজাৰ বুজোৱা শব্দ ঃ আঙ্‌থা, তেজ হাগ্‌নি, পুৰেনি, পৰ্‌হুতা, কলেইৰা, আই (বসন্ত) পাইনলাগা, ঘা, ফোহ্‌ৰা, পকেইতা, খৰ, চকুনামা, বিহ, বাতবিহ, মাম্‌ৰেহি, কাঁহিফুলা ইত্যাদি।

(থ) পূজাৰ সা-সামগ্ৰী বুজোৱা শব্দ ঃ ঠগি, গাজি, উপ্‌কৰাণ, ছাতি, ধূপ, ধূনা, গাছা, চৰু, টেক্‌লি, ঘট, আঁৱাসূতা, শিহা, দোনা- পাত, দূবা, তুলসী, বে'লপাত, আখান- আঙঠি, পাণমছলা কৰ্পুৰ, কহা- অৰ্‌ঘা, ঘাণ্টি ইত্যাদি।

(দ) আন শব্দ কিছুমান ঃ চত্‌কা, গুইৰা, গবেইধা, গবাৰ থেইপা, ঘিটমিটা, ঘাৰেমূৰা, ঘেচেইৰা, নাৰপেইনা, ফাহাফুহা, বৈত্‌তাল ইত্যাদি।

নলবেৰীয়া কথ্য ভাষাত ব্যৱহাৰ হোৱা খণ্ডবাক্য কিছুমান এনেধৰণৰ ঃ আগপিছ নাভাবা, আত্‌লোত উঠা, আলা উহাৰ বাচ নাপা, আন্‌জাৰ মাছ ধৰি খাবা নৰা, উকো মুকো কৰা, উল্‌তা উল্‌টি কৰা, কাম্‌ৰি কাৰা, কুক্‌ৰোক লাই দিয়া, গা উঠা, গা ধুৱা, গৰাম কৰা, গৰ ভাঙা, ঘৰ পাতা, ঘৰ খা, ছং উঠা, চোকাচৰে ভাঙা, জাহ্‌ দিয়া জিকাৰ খা, জল-ভদৰা, ঠাক্‌ৰা দি উঠা, লেঠা লাগা, তালাফাল লাগা, বাদ্‌ লাগা, বাখ্‌লা বাখ্‌লি কৰা, সিফাল হ, সেম্না সেম্নি কৰা, মৈব্‌বাৰ থল নাপ, পাইনভোল লাগা, দাই লাগা , কুটোৰ ঘাই ইত্যাদি।

নলবেৰীয়া কথ্য ভাষাত ব্যৱহাৰ হোৱা প্ৰবাদ-বচন কেতবোৰ এনেধৰণৰ ঃ

আখেৰ তপাত। তিৰীৰ শপাত।।
ধান খেৰৰ জুই। নদীপাৰৰ ভূই।।
নদী পেইৰা আহু। নেতানেদা শাহু।।
ডিমা নাপ্‌ৰা হাঁহ। ভমা পৰা মাহ।।
গাখীৰ নহা পাম। কল নহা কাম।।
লাডু নহা নাম। ইয়াত কি কইব্‌বা যাম।।
হাল বাই ৰাতিৰ পৰা। ভাতে নাটে কাতিৰ পৰা।।
বিয়া নকৰা বৰ মতা। কৈব্‌বা নবাৰ বৰ কথা।।

নলবেৰীয়া কথ্য ভাষাৰ প্ৰকৃত স্বৰূপ বুজিবলৈ হ'লে শব্দবোৰৰ পাছত যোগ হোৱা বচন, লিংগ আদি বিষয়ৰ প্ৰত্যয়, শব্দ বিভক্তি, ক্ৰিয়া বিভক্তি, ক্ৰিয়াৰ বিভিন্ন ৰূপ, কৃৎ-তদ্ধিত-প্ৰত্যয়, পূৰ্ব প্ৰত্যয় আদিৰ কথা চাব লাগিব। উল্লিখিত আটাইবোৰ প্ৰত্যয়ৰ কথা আমাৰ এই সীমিত আলোচনাত কৰাটো সম্ভৱ নহয়। নলবেৰীয়া কথ্য ভাষাৰ ৰূপতাত্ত্বিক বৈশিষ্ট্য হিচাপে বহুবচনাত্মক প্ৰত্যয় আৰু নিৰ্দিষ্টতাবাচক প্ৰত্যয় কেতবোৰ তলত দাঙি ধৰা হ'ল।

বহুবচনাত্মক প্ৰত্যয় হিচাপে নলবেৰীয়া কথ্য ভাষাত তলত দিয়া ধৰণৰ প্ৰত্যয়বোৰ পোৱা যায় ঃ

(ক) -আহা ঃ তা-আহা-ৰ, তাহাৰ, মামা-আহাৰ, মামাহাৰ।
(খ) -গিলা ঃ ভাতগিলা, আপাগিলা, আপিগিলা।
(গ) -থে ঃ মামা-থে-ৰ, মামাথেৰ;
(ঘ) -থো ঃ তুন-থো-ৰ, তুনথোৰ;
(ঙ) হাত ঃ আইহাত, বাইহাত
(চ) -হুন ঃ তু-হুন, তুহুন;
(ছ) -হানা ঃ আইহানা, বাইহানা

নিৰ্দিষ্টতাৱাচক প্ৰত্যয় কিছুমান নলবেৰীয়া কথ্য ভাষাত তলত দিয়া ধৰণে পোৱা যায় ঃ

(ক) -কুৰা ঃ জুইকুৰা
(খ) -খান ঃ কিতাপখান, কুলাখান, ধনুখান
(গ) -খানি ঃ আপিখানি,-খেনি ঃ এইখেনি, সেইখেনি
(ঘ) -জেনী ঃ ডাঙৰজেনী
(ঙ) -টু ঃ আপীটু
(চ) -টুক্‌ৰা ঃ মাছটুক্‌ৰা
(ছ) -পাট ঃ ব'ঠাপাত
(জ) -পাহ ঃ ফুলপাহ
(ঝ) -যোৰ ঃ পাৰাযোৰ
(ঞ) -হাল ঃ হাইলাহাল

পুৰুষবাচক নিৰ্দিষ্টতাবাচক প্ৰত্যয় হিচাপে নলবেৰীয়া কথ্য ভাষাত এনেবোৰ প্ৰয়োগ দেখা যায়; যেনে- ভাক, বৈনাক, মাক, বাপাক্‌, পিতাক্‌, বাইপাক্‌ , পেহাক্‌, শাউহাক্‌, ভাইএ, মাইএ, বাইপে আদি।

ওপৰৰ আলোচনাৰ মাজেদি নলবেৰীয়া কথ্য ভাষাৰ এটি চমু পৰিচয় দাঙি ধৰা হৈছে। লগতে উপভাষা অধ্যয়ন প্ৰয়োজনীয়তা, নলবাৰী জিলাৰ চমু পৰিচয়. কথ্য ভাষাটোৰ বিবিধ শব্দমালাৰ পৰিচয় আৰু ৰূপতাত্ত্বিক বৈশিষ্ট্য দুটামান সংক্ষেপে দাঙি ধৰা হৈছে। নলবেৰীয়া কথ্য ভাষাৰ ওপৰত বিতংভাৱে আলোচনা কৰাৰ বাবে যথেষ্ট থল আছে।

*সহায়ক পুথিঃ*

ডঃ উপেন্দ্ৰনাথ গোস্বামী ঃ এ ষ্টাডি অন কামৰূপীঃ এ ডাইলেক্ট অব্‌ এছামিজ ১৯৭০ চন।

ঐ ঃ ভাষাবিজ্ঞান, ১৯৯৫ চন।

জগন্নাথ চক্ৰৱৰ্তী ঃ নলবাৰী জিলাৰ সাহিত্য আৰু সাহিত্যিক, ২০০১ চন।

ডঃ এন, এচ, সাহু ঃ এছপেক্‌ট অব লিংগুইষ্টিকছ্‌, ১৯৮২ চন।

পৃথিৱীৰ সকলো ঠাইৰে মানুহৰ স্বাভাৱিক প্ৰবৃত্তি থাকে। হৃদয়ৰ আশা-আকাংক্ষা শৈশৱ, কৈশোৰ, যৌৱন, বৃদ্ধ অৱস্থাত সাধাৰণভাৱে একে। ভয়-সংশয়, অসহায়তা, প্ৰীতিৰ কামনা' জীয়াই থকাৰ বাসনাও একে। অঞ্চল লৈ লৈ তাৰ প্ৰকাশ এই কাৰণেই বেলেগ হয় যে মানুহৰ সংস্কৃতিৰ ৰূপ বহুখিনি ভৌগোলিক পৰিস্থিতিয়ে তথা পৰিবেশে নিৰ্ণয় কৰে।

— ডঃ নিৰ্মলপ্ৰভা বৰদলৈ



# অবিভক্ত কামৰূপ জিলাৰ সভা এক অৰ্বাচীন লোক উৎসৱ

নৃপেন্দ্ৰ নাৰায়ণ চৌধুৰী

সভা শব্দৰ অৰ্থ হৈছে সমাজ। একেখন ঠাইতে বহু লোকে য'ত শোভা কৰে। য'ত গুণী, জ্ঞানী, বিদ্বান, ভদ্ৰ, শিষ্টলোকৰ সমাগম হয়। য'ত নানা লোকে একগোট হৈ হৰি কীৰ্তন কৰে। য'ত হোম-যজ্ঞ-নৈবেদ্যৰে ভগৱানক উপাসনা কৰা হয়— তাকেই সভা বোলে। যাক অনেকে সবাহ বুলিও কয় আৰু কোৱা হয় মেলা— য'ত বস্তু-বাহানি মেলি অথবা ৰং-ৰহইচ জনসমাজক দেখুওৱা হয়— সেয়াই সভা, সবাহ বা মেলা।

এই সভা উৎসৱবোৰ অবিভক্ত কামৰূপৰ গ্ৰামাঞ্চলবোৰতহে উদ্‌যাপন কৰা দেখা যায়। গাঁও নিবাসী মানুহৰ বাবে ই এটা বিশেষ তাৎপৰ্যপূৰ্ণ মহোৎসৱ। সেয়েহে বৰ্তমান ই যে এটা লোক উৎসৱলৈ পৰ্যবসিত হৈছে তাত সন্দেহ নাই। এই সভা উৎসৱবোৰৰ উৎপত্তিগত আৰু উদ্‌যাপনৰ বৈশিষ্ট্য আটাইৰে একে নহয়। ইয়াৰ প্ৰতিষ্ঠাৰ উদ্দেশ্য ভিন্ন আৰু প্ৰতিষ্ঠাৰ সময়ো অঞ্চলভেদে বেলেগ বেলেগ। ইয়াৰ আৰম্ভণি প্ৰাচীন যদিও সুপ্ৰাচীন কিন্তু নহয় যেন লাগে। কিয়নো, এই সভা মহোৎসৱসমূহ সৰ্বপ্ৰথমে ক'ত, কেনেকৈ, কেতিয়াৰ পৰা আৰু কিয় আৰম্ভ হৈছিল তাৰ সঠিক তথ্য ক'তো পাবলৈ নাই। একোটা বিশেষ আৰু নিৰ্দিষ্ট কাৰণ বা উদ্দেশ্যৰ গইনা লৈ নিৰ্দিষ্ট দিনাংকৰ পৰাই একোখন সভাৰ আৰম্ভণ হোৱা পৰিলক্ষিত হয়। বিশেষকৈ কোনোবা মহাপুৰুষৰ আৱিৰ্ভাৱ অথবা তিৰোভাৱ তিথি উপলক্ষে, অথবা কোনোবা বিশিষ্ট ব্যক্তিৰ জন্ম নাইবা মৃত্যু দিৱস উপলক্ষে অথবা কোনোবা দেৱ-দেৱীৰ পূজা-পাৰ্বণৰ শুভ দিনৰ নিৰ্ঘণ্ট উপলক্ষে এই সভাবোৰ সাধাৰণতে উদ্‌যাপন কৰা দেখা যায়। যেনে— ঐতিহ্যমণ্ডিত মাখিবাহাৰ সভা মহোৎসৱ আৰম্ভ হৈছিল ঊনবিংশ শতিকাৰ চতুৰ্থ দশকৰ শেষত নামবৰভাগ পৰগণাৰ চৌধাৰী প্ৰয়াত লক্ষ্মীনাৰায়ণ চৌধাৰীদেৱৰ স্মৃতিত। তৎপুত্ৰ প্ৰয়াত গৌৰীনাৰায়ণ চৌধাৰীয়ে ১৮৩৮ খ্ৰীষ্টাব্দৰ ১৭ ছেপ্তেম্বৰ তাৰিখে নামবৰভাগ পৰগণাৰ চৌধাৰী পদত অভিষিক্ত হোৱাৰ পাছতে তেওঁৰ পিতৃৰ পুণ্য স্মৃতি উপলক্ষে ফাগুন মাহৰ শুক্লা প্ৰতিপদ তিথিত হোম-যজ্ঞৰে প্ৰথমে এদিনীয়াকৈ পিছত ক্ৰমে তিনিদিনীয়া আৰু পাঁচদিনীয়াকৈ এই সভা মহোৎসৱৰ শুভাৰম্ভ কৰিছিল। অৰ্থাৎ এই সভাৰ আৰম্ভণি ডেৰশ বছৰৰো পূৰ্বৰ। তেনেদৰে সৰ্থেবাৰীৰ সভাৰ শুভাৰম্ভ হৈছিল কলিযুগাদ্যা মাঘী পূৰ্ণিমা তিথিত, যি তিথিত কলি যুগৰ প্ৰৱৰ্তন হৈছিল আৰু যি তিথিৰ পৰা সত্য যুগৰ পুনৰ প্ৰতিষ্ঠা হ'ব বুলি বিশ্বাস কৰা হয়। আনুমানিক ঊনবিংশ শতিকাৰ অষ্টম-নৱম দশকত এটি আৰ্থ-সামাজিক বিদ্ৰোহজনিত কাৰণত ৰুজু কৰা মোকৰ্দমাৰ পৰা ৰাইজে ৰেহাই পাবলৈ কৰা বিপদতাৰিণী ভদ্ৰকালীৰ পূজা-অৰ্চনাৰে এই সভা মহোৎসৱৰ শুভ সূচনা কৰা হৈছিল। বালিসত্ৰৰ প্ৰতিষ্ঠাপক প্ৰয়াত মুৰাৰী মিশ্ৰদেৱৰ পুত্ৰ সন্তভূষণ ওৰফে পুৰুষোত্তম আচাৰ্যদেৱৰ তিৰোভাৱ তিথি উপলক্ষে মাঘ মাহৰ ভৈমী একাদশী তিথিৰ দিনাখনৰ পৰা উদ্‌যাপন কৰা

হয় বালিসত্ৰৰ সভা-মহোৎসৱ। ষোড়শ শতিকাৰ নৱম দশকত নৱদ্বীপৰ শ্ৰীশ্ৰীচৈতন্য মহাপ্ৰভুৰ শিষ্য শ্ৰীশ্ৰীচিন্তামণি মহাপ্ৰভু পত্নীৰে সৈতে কেইজনমান ভক্ত-বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ অৰ্থে গন্ধিয়া গাঁৱত উপস্থিত হৈছিল। চিন্তামণি মহাপ্ৰভুৰ পত্নী শ্ৰীশ্ৰীধৰ্মেশ্বৰী দেৱীক এবাৰ এজন ভক্তৰ তত্ত্বাৱধানত এৰি থৈ তেওঁ নৱদ্বীপলৈ বুলি গৈ পুনৰ ঘূৰি আহিব নোৱাৰিলে। নৱদ্বীপতেই চিন্তামণি মহাপ্ৰভুৰ মহাপ্ৰয়াণ ঘটাত শ্ৰীশ্ৰীধৰ্মেশ্বৰী দেৱী শোকত বিহ্বলা হৈ কান্দি কান্দি মাঘ মাহৰ কৃষ্ণা-পঞ্চমী তিথিৰ দিনা গন্ধিয়া গাঁৱতে পৰলোক গমন কৰে। কান্দি কান্দি ইহলীলা ত্যাগ কৰা বাবে স্বৰ্গীয়া শ্ৰীশ্ৰীধৰ্মেশ্বৰী দেৱীৰ নাম হয় শ্ৰীশ্ৰীকান্দেনী আই আৰু তেওঁৰ নামত স্থাপন কৰা মন্দিৰ প্ৰাংগণত তেওঁৰ পুণ্য স্মৃতিত উদ্‌যাপন কৰা হয় গন্ধিয়াৰ সভা মহোৎসৱ। ফিঙুৱাগড় অঞ্চলত তাহানি কালতে অঞ্চলটোৰ অপায়-অমংগল বিনাশৰ বাবে কৰচ গছ এজোপা ৰুই তাৰ তলত মহাপ্ৰভুৰ থান এখনি স্থাপন কৰে। কালক্ৰমত মাঘী পূৰ্ণিমাৰ দিনাখনৰ পৰা উক্ত থানত উদ্‌যাপন কৰা হয় ফিঙুৱাৰ সভা। জাগাৰা সত্ৰৰ অন্যতম অধিকাৰ গোবিন্দ মিশ্ৰৰ পত্নীৰ স্মৃতিত পুহ মাহৰ শুক্লা দশমীৰ দিনা আৰু পণ্ডিত বলদেৱ গোস্বামীৰ পুণ্য স্মৃতিত মাঘ মাহৰ কৃষ্ণা দ্বিতীয়া তিথিত মুঠ দুবাৰকৈ উদ্‌যাপন কৰা হয় জাগাৰাৰ সভা। মহাপুৰুষ শ্ৰীশ্ৰীদামোদৰদেৱৰ প্ৰধান বাৰজন শিষ্যৰ অন্যতম শিষ্য কঁহৰা সত্ৰৰ প্ৰতিষ্ঠাপক শংকৰ্ষণৰ তিৰোভাৱ তিথিত মাঘ মাহত উদ্‌যাপন কৰা হয় কঁহৰাৰ সভামহোৎসৱ। তেনেদৰে আনুমানিক ১৮৮৪ খ্ৰীষ্টাব্দৰ পৰা মাঘ মাহৰ শুক্লা একাদশী তিথিত স্বৰ্গীয় শ্ৰীশ্ৰীনৰেশ্বৰ ৰণাবুঢ়াৰ স্মৃতিত উদ্‌যাপিত হয় বৰবামাখাটাৰ ৰণাবুঢ়াৰ সভা, মাঘ মাহৰ শুক্লা সপ্তমী তিথিত বজালীৰ উলুৱাত ভোগেশ্বৰ গোসাঁইৰ সভা আৰু সিদিনাৰ পৰাই নলবাৰীৰ কালাগত শ্যামৰাই গোসাঁইৰ সভা, মাঘ মাহৰ শুক্লাষ্টমী তিথিত বৰনগৰৰ মাদুলিঝাৰত শ্ৰীশ্ৰীজগন্নাথ দেৱৰ সভা, ১৮৯৯ খ্ৰীষ্টাব্দৰ পৰা মাঘ মাহৰ কৃষ্ণা একাদশী তিথিত মুগুৰীয়াৰ কালীঘাটত স্বৰ্গীয় শ্ৰীশ্ৰীহৰিদাস কাকতী কায়েথ বুঢ়াৰ সংৰক্ষিণী সভা, ১৯০৪ খ্ৰীষ্টাব্দৰ পৰা মাঘ মাহৰ শুক্লা তৃতীয়া তিথিত স্বৰ্গীয় শ্ৰীশ্ৰীগঙ্গাধৰ তালুকদাৰৰ স্মৃতিত বজালীৰ গাঙাপাৰা সভা, ১৮৮০ খ্ৰীষ্টাব্দৰ পৰা ফাগুন মাহৰ শুক্লা একাদশী তিথিত স্বৰ্গীয় শ্ৰীশ্ৰীউগ্ৰসেন কলিতা মাজিউ বুঢ়াৰ স্মৃতিত বজালীৰ মাজিপাৰা সভা, ফাগুন মাহৰ শুক্লা একাদশী তিথিত কাৰিপাৰাত শ্ৰীশ্ৰীজগন্নাথদেৱৰ সভা আৰু সিদিনাৰ পৰাই আমদহ বৰলাত শ্ৰীশ্ৰীগোপালদেৱৰ সভা, ১৯০১ খ্ৰীষ্টাব্দৰ পৰা মাঘ মাহৰ ভীমাষ্টমী তিথিত পাঠশালাৰ বনগাঁৱত শ্ৰীশ্ৰীজগন্নাথ মহাপ্ৰভুৰ সভা, মাঘ মাহৰ ভীম একাদশী তিথিৰ পৰা বজালীৰ কনিমাৰাত শ্ৰীশ্ৰীগোপালদেৱৰ সভা, চ'ত মাহৰ শুক্লা দ্বিতীয়া তিথিৰ পৰা স্বৰ্গীয় শ্ৰী শ্ৰী ৰামধন দেৱ মিশ্ৰৰ স্মৃতিত বজালীৰ পাটাৰ সভা, শ্ৰীশ্ৰীগোপাল বাবাৰ তিৰোভাৱ তিথি উপলক্ষে নাকেৰবাৰীৰ সভা, মাঘ মাহৰ ভীম একাদশী তিথিৰ পৰা চামতা জামৰতলৰ বুঢ়াগোসাঁই থানৰ সভা, জানুৱাৰী মাহৰ ২৫, ২৬ তাৰিখে অনুষ্ঠিত অৰৰাৰ শ্ৰীশ্ৰীজয়পাল গোসাঁই থানৰ সভা, শ্ৰীশ্ৰীকালগুৰু বাবাৰ থানত ১ লা মাঘৰ পৰা গামাৰিমুৰীৰ কালোপাৰাৰ সভা, ১৯০৮ খ্ৰীষ্টাব্দৰ মাঘ মাহৰ ১৪ তাৰিখৰ পৰা গোৰৱাদল-যাঠিকুছিৰ সভা, ১৯৯৬ খ্ৰীষ্টাব্দৰ মাঘ মাহৰ ৫ তাৰিখৰ পৰা পূব নামবৰভাগৰ সভা মহা সমাৰোহেৰে উদ্‌যাপন কৰা হয়। তেনেদৰে একোটা নিৰ্দিষ্ট পুণ্য তিথিত উদ্‌যাপন কৰা সভা মহোৎসৱবোৰ হ'ল— চেঙা, পাণ্ডুৱা দামোদৰ ধাম, পানাৰা, বালিকুছি, বালিলেচা, বাঘমাৰী, দৌলাশাল, ভোজকুছি, হাৰিভাংগা, কঠালমূৰা, শিয়ালমাৰী, ৰহা, শালদহ, অকয়া, খাৰাধৰা, গড়াবিল, ফুলগুৰি, কচুবাৰী, কমাৰকুছি, হালধা, বালাভিটা, আমৃখোৱা, হালোগাঁও, বৰহৰিদ, বামুন্দী, নাওকাটা, শিলপোতা, পিপলিবাৰী, কাউৰেহাগী, চান্দকুছি, গোপালথান, কৈহাটী, শোলমাৰা, বেলশৰ চিন্তামণি, বালিজাৰ, দোকুছি, গোলিবান্ধা, কালদি, হিদ্‌লাৰটাৰী, খলিহাপাৰা, তাপা, কেকানকুছি, ব্যাসকুছি, ভালুকী, দলুৱা ইত্যাদি।

সভা মহোৎসৱ আৰম্ভ হোৱাৰ আগৰ দিনটোক অঞ্চলভেদে গন্ধ, গোন্ধ বা গণ বুলি কোৱা হয়। যেনেদৰে বিহুৰ আগৰ দিনটোক কোৱা হয় উৰুকা। এই গন্ধ, গোন্ধ বা গণ শব্দটোৰ ব্যুৎপত্তিগত অৰ্থ আৰু এই স্থানত তাৰ প্ৰয়োগৰ তাৎপৰ্যনো কি আজিলৈকে কোনোৱে তাৰ বিশদ বিচাৰ কৰা চকুত পৰা নাই। যদি সেইটোৱে হয় তেনেহ'লে সেয়া আমাৰ বাবে সঁচাকৈয়ে অতি দুৰ্ভাগ্যজনক।

সৰল অৰ্থত গন্ধ মানে ঘ্ৰাণ। গাঁওবাসীক পিছদিনাখনৰ পৰা হ'বলগীয়া সভা উৎসৱৰ গোন্ধ দিবলৈ অৰ্থাৎ সভা উৎসৱ উদ্‌যাপনৰ বাতৰিটো সভাৰ আগদিনাখন সম্প্ৰচাৰিত কৰিবলৈ এই শব্দটোৰ ব্যৱহাৰ কৰা হৈছিল বুলি ভবাৰ থল নথকা নহয়। তাদুপৰি গন্ধ মানে কোনো উৎসৱৰ আৰম্ভণ কাৰ্য। ইয়াৰ আন এটা অৰ্থ অধিবাস। শুভ কাৰ্যৰ আগদিনা গধূলি গন্ধ-পুষ্প-মালা আদিৰে কৰা এটি মাংগলিক অনুষ্ঠান। কিন্তু গন্ধ শব্দটো সভা উৎসৱৰ বাহিৰে আন কোনো উৎসৱ বা মাংগলিক অনুষ্ঠানত ব্যৱহাৰ কৰা সাধাৰণতে দেখা নাযায়। অন্য মাংগলিক অনুষ্ঠানবোৰত ইয়াক অধিবাস বুলিয়েই কোৱা হয়। তদুপৰি গন্ধ মানে সঞ্চালন কৰা অৰ্থাৎ লৰচৰ কৰোৱা কাৰ্য। কিছুমান সভা উৎসৱত দেখা যায় যে সভাৰ আগদিনা আহল-বহল মুকলি পথাৰত সভা অনুষ্ঠিত হোৱা খোলা বা খলাত অস্থায়ীকৈ নিৰ্মাণ কৰা গোসাঁইঘৰ অথবা নামঘৰলৈ গাঁৱৰ স্থায়ী গোসাঁইঘৰৰ বিগ্ৰহ, থাপনা আদি অতি সসন্মানে, মহা পয়োভৰ আৰু জাকজমকতাৰে সভা-উৎসৱৰ সেইকেইদিনৰ বাবে স্থানান্তৰিত কৰা হয়। এই স্থানান্তৰিতকৰণ কাৰ্যৰ বাবেও এই দিনটোক গন্ধ বোলাৰ যুক্তি-যুক্ততা নুই কৰিব নোৱাৰি। তদুপৰি গণ শব্দৰ অৰ্থ হ'ল— সমূহ, জুম, জাক (A crowd) ইত্যাদি। সভা উৎসৱৰ বাবে সিদিনা অৰ্থাৎ গণৰ দিনা নানা ঠাইৰ পৰা লোকগণ অৰ্থাৎ লোকসকল অথবা পূজা-অৰ্চনা, ভাগৱত পাঠ, নাম-প্ৰসংগ আদিত ভাগ ল'বলৈ ভকতগণ আহি সভাস্থলীত গোট খায় বাবে সিদিনাৰ দিনটোক গণ বুলি কোৱা হৈছিল বুলি ভবাৰ থলো নথকা নহয়।

সি যিকি নহওক এই গন্ধ উৎসৱটোও গাঁওবাসীৰ বাবে এটা অতি আনন্দমুখৰ আৰু বাৰেবৰণীয়া উৎসৱ। বৰঢোল, খোল, কালি, ভোৰতাল, শংখ, ঘণ্টা, বৰকাঁহ, বেণু আদি বিভিন্ন বাদ্যযন্ত্ৰ বজাই বজাই, হৰিনামকীৰ্তনেৰে আকাশ-বতাহ মুখৰিত কৰি, আতচবাজীৰ তীব্ৰ পোহৰত আৰু ঐকতানৰ ছন্দে ছন্দে গাঁৱৰ সমূহ জনগণে শোভাযাত্ৰা কৰি বিগ্ৰহ বা থাপনা উলিয়াই তাক স্থানান্তৰিত কৰা এই আড়ম্বৰপূৰ্ণ প্ৰাণস্পৰ্শী উৎসৱটো সভা মহোৎসৱৰ এটা অন্যতম আকৰ্ষণীয় আৰু অবিচ্ছেদ্য অংগ। এই অনুষ্ঠানটোক 'গোসাঁই উলিওৱা' উৎসৱ বুলিও কোৱা হয়।

গন্ধৰ দিনা সন্ধিয়া বৰ্ণাঢ্য শোভাযাত্ৰা কৰি অনা বিগ্ৰহ বা থাপনা নাম-কীৰ্তনেৰে সভাৰ খলাৰ চাৰিও দিশ প্ৰদক্ষিণ



কৰোৱা হয় আৰু তাৰ পাছত ধূপ-ধূনা-বন্তি প্ৰজ্বলনেৰে অস্থায়ী গোসাঁইঘৰত প্ৰতিষ্ঠা কৰা হয়। স্থায়ী গোসাঁইঘৰ থকা সভাসমূহৰ বিগ্ৰহ স্থায়ী গোসাঁইঘৰতে থাকে। তাৰ পাছত সমূহ ৰাইজে স্থায়ী বা অস্থায়ী গোসাঁইঘৰ প্ৰাংগণত নাম-কীৰ্তন, সেৱা-অৰ্চনা কৰি আনুষ্ঠানিকভাৱে সভা মহোৎসৱৰ শুভাৰম্ভ কৰা হয়। সেই উপলক্ষে স্থানীয় বা আমন্ত্ৰিত ওজাপালি, ঢুলীয়া, খুলীয়া আদি দলবোৰে সিদিনা তেওঁলোকৰ অনুষ্টুপীয়া কাৰ্যসূচী উপস্থিত দৰ্শকৰ সমুখত পৰিবেশন কৰি নিজৰ নিজৰ সাংস্কৃতিক অনুষ্ঠানৰ উদ্বোধন কৰে আৰু তাৰ পাছতে সভাৰ প্ৰাৰম্ভিক কাৰ্যসূচী সিদিনাৰ বাবে সামৰা হয়। ইয়াক জাগেনি দিয়া বুলিও কোৱা হয়। অৱশ্যে সিদিনা নিশা কেতিয়াবা আমন্ত্ৰিত যাত্ৰা অথবা স্থানীয় ডেকা-গাভৰুসকলে থিয়েটাৰ পৰিবেশন কৰাও দেখা যায়। সম্প্ৰতি দুই-এজন বিশিষ্ট ব্যক্তিক আমন্ত্ৰণ কৰি আনি এই সভা মহোৎসৱবোৰ আনুষ্ঠানিকভাৱে উদ্বোধন কৰাও পৰিলক্ষিত হৈছে। সিদিনা সন্ধিয়াৰ পৰা সভাৰ আটাইকেইদিন দূৰ-দূৰণিৰ পৰা অহা ধৰ্মপ্ৰাণ যাত্ৰীসকলক চাউল, দাইল, মিঠাতেল, আলু, হালধি, নিমখ, খৰি আৰু অন্যান্য পাচলি আদিৰে সিধা দিয়া হয়। বৰ্তমান এই প্ৰথা ক্ৰমশঃ লোপ পাবলৈ ধৰিছে।

আগতে উল্লেখ কৰি অহা হৈছে যে প্ৰতিখন সভা উদ্‌যাপনৰ বৈশিষ্ট্য একে নহয়। অৰ্থাৎ অঞ্চলভেদে ইয়াৰ নিয়ম বা পৰম্পৰা বেলেগ বেলেগ। বালিসত্ৰ আৰু কঁহৰাৰ সভাত গন্ধৰ দিনা শ শ আৰিয়া বা ভক্তিপ্ৰদীপ প্ৰজ্বলন কৰাৰ নিয়ম— যিটো অইন কোনো সভাত দেখা নাযায়। বালিসত্ৰৰ সভাত একালত সিধাৰ লগত মাছ দিয়াৰো প্ৰথা আছিল যিটো আন সভাবোৰত নাছিল। সৰ্থেবাৰীৰ সভাৰ খলাৰ বৰ গোসাঁইঘৰত প্ৰতি চুবুৰি বা খেলৰ পৰা দহজনামান বিগ্ৰহ বা থাপনা সমবেত কৰা হয়, কিন্তু অন্যান্য সভাবোৰত সাধাৰণতে এজনা গোসাঁইৰহে বিগ্ৰহ বা থাপনা প্ৰতিষ্ঠা কৰা হয়। বৰ্তমান মাখিবাহাৰ সভাত কেবাজনাও বিগ্ৰহ নাইবা থাপনা অনাৰ নিয়ম প্ৰচলন কৰা হৈছে। গন্ধিয়াৰ সভাত গন্ধৰ দিনা সন্ধিয়া স্বৰ্গীয়া শ্ৰীশ্ৰীকান্দেনী আইৰ মন্দিৰৰ চৌদিশে বন্তি প্ৰজ্বলনেৰে আলোকশোভিত কৰি তোলা হয়। চেনি মিশ্ৰিত সুমিষ্ট প্ৰসাদ দিয়াটো সৰ্থেবাৰীৰ সভা মহোৎসৱৰ এক অন্যতম বৈশিষ্ট্য।

সভা উৎসৱ উদ্‌যাপনৰ যিমানবোৰ নিয়ম-প্ৰণালী আছে, অঞ্চলভেদে যিমানবোৰ বৈশিষ্ট্য বা পৰম্পৰা আছে সেইবোৰ থকাৰ উপৰি কিছুমান বিশেষ লক্ষ্য বা উদ্দেশ্য আগত ৰাখিহে ৰাইজে সভা পতাত গুৰুত্ব আৰোপ কৰিছিল। সেয়া আছিল গ্ৰামোন্নয়ন বা সমাজৰ বহুমুখী প্ৰগতিৰ লক্ষ্য। সেয়া আছিল জনগণৰ প্ৰতি সমাজৰ দায়বদ্ধতা। সেয়েহে এই সভাবোৰক গ্ৰামোন্নয়ন সভা মহোৎসৱ বুলিও কোৱা হয়।

সভা উৎসৱৰ এইবোৰ উদ্দেশ্য বা পৰম্পৰাৰ লগতে ভক্তিবাদ অৰ্থাৎ আধ্যাত্মিক ভাবাদৰ্শৰো ওতপ্ৰোত সম্পৰ্ক আছে। এই ভক্তিবাদ বা ধৰ্মীয় পৰম্পৰাৰ জৰিয়তে অৰ্থাৎ ঈশ্বৰৰ প্ৰতি থকা গভীৰ আস্থা আৰু বিশ্বাসৰ মাজেৰে সমাজত পাৰস্পৰিক বিশ্বাস, ঐক্য-সংহতি, প্ৰেম-প্ৰীতি আদি মানৱীয় গুণৰাজিৰ প্ৰভাৱ সজীৱ কৰি ৰখাটোৱেই হৈছে সামগ্ৰিকভাৱে এই সভা মহোৎসৱবোৰৰ অন্যতম মূল লক্ষ্য।

গন্ধৰ পিছদিনা পহিলা সভা আৰু সিদিনাই হৈছে মূল সভা। সেই দিনটোক 'হোম' বুলিও কোৱা হয়। সিদিনাৰ কাৰ্যক্ৰমেই হৈছে সভা উৎসৱৰ প্ৰধান কাৰ্যক্ৰম। অৰ্থাৎ যি উদ্দেশে বহু বছৰৰ পূৰ্বে সভা উৎসৱ প্ৰতিষ্ঠা কৰা হৈছিল, তাৎপৰ্যপূৰ্ণ সেই কাৰণিক অনুষ্ঠানটো পহিলা সভাৰ দিনাখন উদ্‌যাপন কৰা হয়। অন্যান্য অনুষ্ঠানবোৰ তাৰ আনুষংগিক মাথোন। তাৰ ৰূপান্তৰ। তাৰ সংযোজন। ইত্যাদি। এই মূল কাৰণটো প্ৰত্যেকখন সভাৰ যে একে নহয় সেয়া ওপৰত উল্লেখ কৰি অহা হৈছে। পূৰ্বে উল্লেখ কৰা মতে মাখিবাহাৰ সভাৰ উৎস হ'ল নামবৰভাগ পৰগণাৰ চৌধাৰী প্ৰয়াত লক্ষ্মীনাৰায়ণ চৌধাৰীৰ স্মৃতি দিৱস। সেয়েহে পহিলা সভাৰ দিনা তেখেতৰ পুণ্য স্মৃতিত তেখেতৰ পৰিয়ালৰ আৰু ভাগী-গিয়াতিৰ লোকে পৰলোকগামী আত্মাৰ শান্তিৰ বাবে হোম-যজ্ঞ-শ্ৰাদ্ধাদি কৰি শ্ৰদ্ধা তৰ্পণ কৰে আৰু লগতে সভাৰ খলাৰ গোসাঁইঘৰত ৰাইজে চৌধাৰী বংশৰ কুলদেৱতা বাসুদেৱৰ বিগ্ৰহৰ আগত হোম-যজ্ঞাদিৰ আয়োজন কৰি সভাৰ প্ৰধান বা মুখ্য উদ্দেশ্য ৰূপায়ণ কৰে। সৰ্থেবাৰীৰ সভাত প্ৰথমে বলিবিহীন ভদ্ৰকালীৰ পূজা-অৰ্চনা কৰা হৈছিল। কিন্তু বৰ্তমান কালত শ্ৰীশ্ৰীজগন্নাথদেৱৰ বিগ্ৰহৰ আগত হোম-যজ্ঞাদি আৰু বিভিন্ন ধৰ্মগ্ৰন্থ পাঠ কৰা হয়। বালিসত্ৰৰ সভাত বংশী গোপালৰ বিগ্ৰহৰ আগত, বনগাঁৱৰ সভাত শ্ৰীশ্ৰীজগন্নাথ মহাপ্ৰভুৰ আগত, উলুৱাৰ সভাত শ্ৰীশ্ৰীভোগেশ্বৰ গোসাঁইৰ আগত, কালাগৰ সভাত শ্ৰীশ্ৰীশ্যামৰাই গোসাঁইৰ আগত, কনিমাৰাৰ সভাত শ্ৰীশ্ৰীগোপালদেৱ গোসাঁইৰ আগত, বৰনগৰৰ মাদুলীঝাৰ সভাত শ্ৰীশ্ৰীজগন্নাথদেৱৰ আগত, গন্ধিয়াৰ সভাত স্বৰ্গীয়া শ্ৰীশ্ৰীকান্দেনী আইৰ আগত, ফিঙুৱাৰ সভাত শ্ৰীশ্ৰীজগন্নাথ মহাপ্ৰভুৰ আগত, অৰৰাৰ সভাত শ্ৰীশ্ৰীজয়পাল গোসাঁইৰ আগত, চামতা জামৰতলৰ সভাত বুঢ়াগোসাঁইৰ আগত, বৰতলাৰ সভাত শ্ৰীশ্ৰীজগন্নাথদেৱৰ আগত, গোৰৱাদল-যাঠিকুছিৰ সভাত দ্বীপৰ সত্ৰৰ শ্ৰীমূৰ্তি গোসাঁইৰ আগত যথাবিহিত হোম-যজ্ঞ, ভাগৱত পাঠ, চণ্ডী পাঠ, নাম-কীৰ্তন আদি কৰা হয়। অন্যান্য সভাবোৰতো পৰম্পৰাগতভাৱে নিজ নিজ বিগ্ৰহ বা থাপনাৰ সন্মুখত যথাবিহিত হোম-যজ্ঞাদি, কীৰ্তন-ভাগৱত পাঠ, নাম-প্ৰসংগ আদিৰ আয়োজন কৰা হয় আৰু ভক্তবৃন্দক পবিত্ৰ হোমৰ ফোট, নিৰ্মালি আৰু প্ৰসাদ দিয়া হয়। প্ৰত্যহ মধ্যাহ্ন কুল ব্ৰাহ্মণে বিগ্ৰহৰ গা ধুৱাই ফুল, তুলসী, দূৰ্বা আদিৰে পূজা কৰাৰ নিয়ম। তাৰবাবে কুল ব্ৰাহ্মণে দেৱোত্তৰ ভূমিৰ ভোগ দখল পায়।

সভা উৎসৱত হোমৰ দিনাখনৰ পৰা বাকী কেইদিন অৰ্থাৎ শেষৰ দিনাৰ আগৰ দিনলৈকে স্থায়ী বা অস্থায়ী গোসাঁইঘৰ বা নামঘৰ প্ৰাংগণত প্ৰতিদিনে নাম-প্ৰসংগ, কীৰ্তন-ভাগৱত পাঠ আৰু ব্যাখ্যা, চণ্ডী পাঠ, তুলসী পাঠ, দশম, ৰত্নাৱলী ইত্যাদি বিভিন্ন ধৰ্মগ্ৰন্থ পাঠ, বন্তি প্ৰজ্বলন আদি মাংগলিক অনুষ্ঠানবোৰ নিতৌ চলি থাকে লগতে পূৰ্বনিৰ্ধাৰিত কাৰ্যসূচী অনুসাৰে চলি থাকে- ওজাপালি, খুলীয়া, কামৰূপী ঢুলীয়া, ভাৱৰীয়া, পুতলা নাচ ; পৰৱৰ্তী কালৰ যাত্ৰাগান, মেজিক, চাৰ্কাছ, ভ্ৰাম্যমাণ চিৰিয়াখানা আৰু অতি সাম্প্ৰতিক কালৰ ভ্ৰাম্যমাণ থিয়েটাৰ, চেৰেকীঘূৰণ, পুতলা ৰে'লগাড়ী ইত্যাদি আমোদপ্ৰিয় অনুষ্ঠানসমূহ। সভাৰ দ্বিতীয় দিনাখনক দ্বিতীয় সভা, তৃতীয় দিনাৰ সভাক ভৰ সভা বা বৰ সবাহ আৰু চতুৰ্থ দিনৰ সভাক অনেকে চেৰা সভা বুলি কয়। অৰ্থাৎ মূল সভাৰ পিছৰ কেইদিনক চেৰা সভা বোলা হয় যেনেদৰে বিহুৰ শেষৰ কেইদিনক চেৰা বিহু বোলা হয়। শেষৰ দিনটোক কোৱা হয় ভঙা সভা অৰ্থাৎ সিদিনা সভাৰ সামৰণি মৰা হয়।

এটা সময়ত সকলো দিশৰ পৰা অনগ্ৰসৰ বিশেষকৈ যাতায়াত ব্যৱস্থাৰ অতি অনুন্নত গ্ৰামাঞ্চলৰ শ্ৰমজীৱী জনসাধাৰণৰ বাবে এই সভা তথা ইয়াৰ আনুষংগিক অনুষ্ঠানবোৰ বিশেষকৈ

সাংস্কৃতিক আৰু মনোৰঞ্জক অনুষ্ঠানবোৰ আছিল অতি মনোমোহা আৰু তাৎপৰ্যপূৰ্ণ। কিন্তু সময়ৰ পৰিবৰ্তনৰ লগে লগে বৰ্তমান সেইবোৰৰ তাৎপৰ্য বহু পৰিমাণে স্তিমিত হৈ পৰা দেখা গৈছে। এই চুটি নিবন্ধত তাৰ কাৰণ ফঁহিয়াই চোৱাটো সম্ভৱ নহ'ব।

শেষৰ দিনা আবেলি গাঁৱৰ ৰাইজ বিশেষকৈ আইসকল আৰু ভকতসকল (গণ) একগোট হৈ সভাৰ খলাৰ অস্থায়ী গোসাঁইঘৰৰ প্ৰাংগণত চাইন (ৰভা)ৰ তলত কৰা বিশেষ নাম-প্ৰসংগৰে গন্ধৰ দিনাৰ পবিত্ৰ সন্ধিয়াত শুভাৰম্ভ কৰা সভা মহোৎসৱৰ শুভ সামৰণি মৰা হয় আৰু সিদিনা বিয়লি-বেলা গন্ধ উৎসৱৰ পবিত্ৰ সন্ধিয়াত প্ৰতিষ্ঠিত বিগ্ৰহ বা থাপনা পুনৰ শোভাযাত্ৰা কৰি স্থায়ী গোসাঁইঘৰ বা নামঘৰৰ মণিকূটলৈ ওভতাই নিয়া হয়। কিছুমান ঠাইত বিশেষ কাৰণবশতঃ সিদিনাই বিগ্ৰহ বা থাপনা ওভতাই নিনি পাছত নিয়াও দেখা যায়। মাখিবাহাৰ সভাত সভা শেষ হোৱাৰ প্ৰায় এসপ্তাহমানৰ পাছত দৌল উৎসৱতহে বাসুদেৱ গোসাঁইক ওভতাই নিয়াৰ নিয়ম। বিগ্ৰহ ওভটাই নিনিয়ালৈকে স্থায়ী গোসাঁইঘৰৰ দেউৰীয়ে সভাৰ খলাৰ অস্থায়ী গোসাঁইঘৰতো নিতৌ সায়াহ্নত সভা উৎসৱ চলি থকা দিনবোৰৰ দৰে ধূপ-ধূনা, বন্তি প্ৰজ্বলন কৰি থকাৰ নিয়ম আৰু আগতে উল্লেখ কৰাৰ দৰে মধ্যাহ্নত কুল পুৰোহিতে বিগ্ৰহৰ গা ধুওৱাৰ নিয়ম।

অবিভক্ত কামৰূপ তথা অন্যান্য ঠাইৰ গ্ৰাম্য জীৱনত এই সভা মহোৎসৱবোৰৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী। বিশেষকৈ আৰ্থ-সামাজিক আৰু সাংস্কৃতিক দিশত ইয়াৰ প্ৰভাৱ অতি গুৰুত্বপূৰ্ণ। কাহিলি পুৱাৰে পৰা মুনিচুনি পৰলৈকে কঠোৰ শ্ৰম কৰি জীৱন নিৰ্বাহ কৰা গাঁওবাসীৰ আনন্দ-আহ্লাদ উপভোগৰ সেই কালত তেনে কোনো সুবিধা নাছিল। দূৰ-দূৰণিলৈ গৈ এনেবোৰ আনন্দ উৎসৱ উপভোগ কৰিবলৈ একমাত্ৰ জলপথৰ বাহিৰে তেতিয়া কোনো প্ৰশস্ত যাতায়াতী ব্যৱস্থাও নাছিল। বিপদসংকুল বিজন হাবিয়নিৰ বাট-পথবোৰত আছিল বাঘ, ভালুক, অপদেৱতাৰ ভয়। সেয়েহে নিজৰ গাঁওখনতে বা অঞ্চলটোত অনুষ্টুপীয়াকৈ গঢ়ি তুলিবলৈ প্ৰয়াস কৰিছিল বিভিন্ন সাংস্কৃতিক অনুষ্ঠান আৰু নিজ অঞ্চলতে সবাহ বা সভা অথবা মেলা পাতি নিজ অঞ্চলৰ আৰু আন ঠাইৰ আমন্ত্ৰিত মনোৰঞ্জনৰ অনুষ্ঠানসমূহ প্ৰাণভৰি উপভোগ কৰাৰ দিহা কৰিছিল। এনেকৈয়ে শ্ৰমজীৱী মানুহবোৰে পাহৰি যাবলৈ চেষ্টা কৰিছিল দিনটোৰ কঠোৰ শ্ৰমৰ ভাগৰবোৰ। হাড়ভঙা পৰিশ্ৰমৰ অৱসাদবোৰ। বাৰেৰহণীয়া মনোৰঞ্জক এনে অনুষ্ঠানবোৰে তেওঁলোকৰ সৌন্দৰ্যপিয়াসী সুপ্ত হৃদয়ত যোগাইছিল অনাবিল তৃপ্তিৰ অমৃত আহাৰ। সেই প্ৰাণস্পৰ্শী কলা-সংস্কৃতিবোৰৰ পৰাই উত্তৰপুৰুষসকলে আহৰণ কৰিছিল এক সৌন্দৰ্যময়ী কলাসুলভ জীৱনবোধ আৰু মানৱতাবোধ। সেই ভেটিৰ ওপৰতে গঢ় লৈ উঠিছিল পৰৱৰ্তী কালৰ সুস্থ, সুন্দৰ, সুৰুচিপূৰ্ণ, সু-সংস্কৃত আৰু বিদ্বৎ সমাজখন।

অৰ্থনৈতিক দিশতো ইয়াৰ তাৎপৰ্য অতি গুৰুত্বপূৰ্ণ। ঊনবিংশ শতিকাৰ মাজভাগৰ পৰা কুৰি শতিকাৰ মাজভাগলৈ ইতিহাসে স্পষ্ট সাক্ষ্য দিব পৰা এই বিশেষ কালছোৱাৰ সভা উৎসৱবোৰ আছিল গাঁৱৰ শ্ৰমজীৱীসকলৰ বাবে আশীৰ্বাদস্বৰূপ। সভা উৎসৱ উপলক্ষে আয়োজিত মেলাৰ ক্ৰেতাসকলৰ প্ৰায়বোৰেই আছিল দুখীয়া শ্ৰেণীৰ লোক আৰু বিক্ৰেতাসকলৰো বেছিভাগৰে আৰ্থিক অৱস্থা আছিল প্ৰায় সমপৰ্যায়ৰ। সেই সময়ত বহু দূৰ-দূৰণিলৈকে কোনো বজাৰ-সমাৰ নাছিল যে গাঁৱৰ চহা মানুহখিনিয়ে (তেতিয়া কামৰূপত চহৰ-নগৰো বিশেষ নাছিল) প্ৰয়োজনীয় সামগ্ৰীখিনি থাউকতে কিনি ৰাখিব। সেয়েহে তেওঁলোকে একড়ি-দুকড়িকৈ, ফুটা পইচা-পাতি পইচা দুই-এটাকৈ সাঁচি ৰাখিছিল বছৰটোৰ মূৰকত সভা উপলক্ষে আয়োজিত মেলাত তেওঁলোকৰ অতি প্ৰয়োজনীয় সামগ্ৰীসমূহ ক্ৰয়-বিক্ৰয় কৰিবলৈ। সেই সময়ত সতকাই পাবলৈ নোহোৱা বয়-বস্তুবোৰৰ ভিতৰত আছিল— ঢাকা অঞ্চলৰ ব্যৱসায়ীসকলে অনা বিভিন্ন কানি-কাপোৰ, জোতা-চেণ্ডেল ; কোচবিহাৰ, ৰংপুৰ অঞ্চলৰ পৰা অনা বিভিন্ন মনোহাৰী বয়বস্তু, গহনাদি ; আমাৰ অতিকৈ আপোন কুৰ্মালাগা ভুটীয়াসকলে অনা সুমথিৰা, শুকান জলকীয়া, লা, জাব্ৰাং মছলা ইত্যাদি ; সৰ্থেবাৰীৰ পৰা অনা কাঁহৰ বাচন-বৰ্তন ; হাজোৰ পৰা অনা পিতলৰ বাচন-বৰ্তন ; শুৱালকুছিৰ পৰা অনা পাট-মুগাৰ কাপোৰ ; বা'ঁ অঞ্চলৰ পৰা বড়ো ভাই-ভনীসকলে অনা এৰী, এৰী সূতা আৰু এৰীয়া কাপোৰ ; বৰপেটাৰ পৰা অনা হাতীদাঁতৰ আ-অলংকাৰ ; পলাশবাৰী অঞ্চলৰ পৰা অনা এৰীয়া কাপোৰ ; পাঠশালা বামুণকুছি অঞ্চলৰ পৰা অনা বিভিন্ন লৌহ অস্ত্ৰ-পাতি ইত্যাদি।

তদুপৰি স্থানীয় লোকৰ দ্বাৰা উৎপাদিত কুটীৰ শিল্পজাত সামগ্ৰীসমূহ আছিল— বাঁহ-বেতৰ চকী, মেজ, মূঢ়া, বাঁহৰ দুৱাৰ, পানীজাপি, ফুলাম জাপি ; কৃষি কাৰ্যৰ নানান সা-সঁজুলি— নাঙল, যুৱলি, মৈ ; হাত বা তাঁতশালৰ সামগ্ৰী— উঘা, সৰু চেৰেকী, বৰ চেৰেকী, বৈলান দিয়া, বাঁচ বা ৰাহ, কান্নী বা কাঢ়নী, দহটেনী বা দোপতি, গাড়ি বা টোলোঠা, মাকো, যঁতৰ, চেৰী, ব-চুঙা, শৰকাঠী বা শলাকাঠী ইত্যাদি। লোৰ নানান সামগ্ৰী— দা, কটাৰী, কুঠাৰ, কোদাল, ফাল, হাঁকোটা দা, কাঁচি, খন্তি, বঠী, ৰোকনী, হেতা, খাৱনি বা জবকা, কচ বা পঁচা, ত্ৰিশূল ইত্যাদি। তদুপৰি কুলা, ডলা, পাচি, খৰাহি, দোণ, চালনী, গুড়াচলা বা গুড়াচালনী, ডুলি, ধূপকাঁঠী, পইতা আৰু বিবিধ মাটিৰ বাচন-বৰ্তন ইত্যাদি সামগ্ৰীসমূহ এই সভা উৎসৱবোৰত পৰ্যাপ্ত পৰিমাণে বেচা-কিনা কৰা হৈছিল। তদুপৰি নানান শাক-পাচলি, মাছ-কাছ, গাখীৰ-ঘিউ আৰু বিভিন্ন বঙলুৱা মিঠাইৰে উভৈনদী হৈ পৰিছিল প্ৰতিখন সভাৰ বজাৰ। এনেবোৰ বস্তুকে বিকি-মেলি সহজ-সৰল গাঁওবাসীয়ে কিনিবলৈ সক্ষম হৈছিল তেওঁলোকৰ বছৰটোৰ কৰ্মময় জীৱনৰ ব্যৱহাৰ্য সামগ্ৰীসমূহ। হীনডেঢ়ি পৰিমাণে সেইবোৰৰ প্ৰচলন অব্যাহত আছে যদিও গ্ৰন্থ বিপণী আৰু বিভিন্ন কাঠৰ ফাৰ্ণিছাৰৰ আধিক্য অৱশ্যে বাঢ়িছে।

এসময়ৰ গ্ৰাম্য জীৱনৰ অতি মোহনীয় আৰু চিত্তাকৰ্ষক এই সভা মহোৎসৱবোৰৰ মান আৰু জনপ্ৰিয়তা আজি অৱশ্যে সমপৰ্যায়ত ৰৈ থকা নাই। বহুখিনি হ্ৰাস পাইছে তাৰ নান্দনিক আকৰ্ষণ। অৱনমিত হৈছে তাৰ মৌলিক তাৎপৰ্য আৰু অৱক্ষয় হৈছে মানৱীয় মূল্যবোধৰ। তথাপি এটা কথা অনস্বীকাৰ্য যে ক্ৰমশঃ হেৰাই যাবলৈ ধৰা আমাৰ বিশ্বাস, ঐক্য, সংহতি, প্ৰেম-প্ৰীতি আৰু আন মানৱীয় প্ৰমূল্যৰ যিখিনি বিধ্বস্ত সমাজখনত এতিয়াও অৱশিষ্ট আছে তাৰ একমাত্ৰ কাৰণ হ'ল এনেবোৰ ঐতিহ্যমণ্ডিত সভা মহোৎসৱবোৰ আৰু লগতে অন্যান্য লোক-উৎসৱবোৰৰ সংমিশ্ৰিত অৱদান। সেইখিনি সমলকে লৈ বিশ্বাস, ঐক্য-সংহতি, প্ৰেম-প্ৰীতিৰে ভৰা সুন্দৰ সমাজ এখন গঢ়াৰ নতুন প্ৰতিশ্ৰুতিৰে অগ্ৰসৰ হ'লে বৰ্তমানৰ ক্ষয়িষ্ণু সমাজখনৰ বাবে তাতকৈ প্ৰয়োজনীয় কথা আজিৰ দিনত আন একো হ'ব নোৱাৰে।

সেই সোণালী অতীতলৈ আজি আমি উভতি চোৱা উচিত।



# এই সময় আৰু অসম সাহিত্য সভা

নলিনীধৰ ভট্টাচাৰ্য

১৯১৭ চনত শিৱসাগৰত বহা অসম সাহিত্য সভাৰ ৰূপ যেনে আছিল আজি আৰু তেনে ৰূপ নাই যদিও, তেতিয়াৰ কৰ্ম-কৰ্তাসকলৰ অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰতি যি এটা অন্তৰৰ টান আছিল, পৰৱৰ্তী কালতো তেনে আন্তৰিকতা বহুদিনলৈকে দেখা গৈছিল। বেজবৰুৱাই ' অ' মোৰ সুৰীয়া মাত' বুলি অসমীয়া মানুহৰ চেতনাক উদ্বুদ্ধ কৰি তুলিছিল। মিত্ৰদেৱ মহন্তই 'চিৰ চেনেহী মোৰ ভাষা জননী' বুলি অসমীয়া ভাষাৰ লুপ্ত শক্তিক জাগ্ৰত কৰিবলৈ চেষ্টা কৰিছিল। অসমীয়া মাত-কথা শুনিলে, আমাৰ কেনে লাগে? মহন্তৰ ভাষাত এই আপোন মাত শুনিলে, 'চকুত চকুৰ পানী লয় জিৰণি'। জ্যোতিপ্ৰসাদে স্বপ্ন দেখিছিল, 'অসমীয়া ভাষা জগত-সভালৈ যাব'। এইবোৰ উচ্ছ্বাস বুলি আমি উৰাই দিব পাৰো, কিন্তু ভাষা-সাহিত্যৰ উন্নতিৰ বাবে এনে আবেগৰ প্ৰয়োজন আছে। এই আবেগতে ওলাইছিল 'জোনাকী' আৰু তাৰ জোনাকত স্নান কৰি অসমীয়া ভাষাই এটা ঐতিহ্যৰ সৃষ্টি কৰিছিল, সিয়েই পৰৱৰ্তী কালতো আলোক-স্তম্ভ হৈ পৰিছিল। জ্যোতিপ্ৰসাদে এই ঐতিহ্যৰ পোহৰতে ক'ব পাৰিছিল ঃ

বুকুৰ-তেজেৰে লিখা গান মোৰ/ চকুৰ পানীৰে নমচিবি
চকুৰ পানীৰে লিখা গানবোৰ/আলৈ-আথানি নকৰিবি

মোৰ সুৰৰ চুমাত/কোন কোন সাৰ পাৱ?/মোৰ গান শুনি, কোন কোন ভোল যাৱ?/মই কোৱা সেই জোনাকী সাধুটো/নাপাহৰিবি/নাপাহৰিবি/নাপাহৰিবি

এই 'জোনাকী সাধু' কি? এইটোৱেই ৰূপান্তৰৰ সাধু, গায়ত্ৰী মন্ত্ৰ। এই মন্ত্ৰ তেওঁৰ গানৰ ভাষাত মূৰ্ত হৈ উঠিছিল। সেইবাবে তেওঁ আমাক এই ভাষা 'নাপাহৰিবি' বুলি সতৰ্কবাণী শুনাইছিল। ভাষাক লালন কৰে সাধাৰণ মানুহে, এই সাধাৰণ মানুহবোৰক সাধাৰণ (Inferior) বুলি জ্যোতিপ্ৰসাদে ভবা নাছিল। তেওঁবিলাকক সমান বুলিয়েই তেওঁ শ্ৰদ্ধা কৰিছিল, কাৰণ তেওঁবিলাকেই এদিন ৰূপান্তৰৰ বাঁহীটো বজাব। তেওঁৰ আগতে বেজবৰুৱাই আমাক অন্তৰ বহল কৰি তাত সকলোকে ঠাই দিবলৈ ইংগিত দিছিল। তেওঁ শূদ্ৰৰ জাগৰণৰ কথাও কৈছিল। গোহাঞি বৰুৱাই অসম সাহিত্য সভাৰ প্ৰথম অধিৱেশনতে হিন্দু-মুছলমানৰ ঐক্যৰ কথা কওঁতে এইবুলি ইংগিত দিছিল যে ধৰ্মত বাজে আন সকলো কথাতে অসমীয়া হিন্দু আৰু মুছলমান প্ৰায়ে এক, অসমীয়া ভাষাৰ প্ৰতি দুইৰো সমান মৰম, অসমীয়া সাহিত্যৰ উন্নতিলৈ দুইৰো সমান ধাউতি। শংকৰদেৱে তাৰো আগতে এখন গণতান্ত্ৰিক সমাজ গঠনৰ আৰ্হি দেখুৱাই থৈ গৈছে।

অসমত এটা মানৱীয় ঐতিহ্য আছিল বুলি ক'লে বোধকৰো ভুল নহ'ব। নানা বিপৰ্যয় আছিল সঁচা, কিন্তু তাৰ মাজতো মানৱতাবোধৰ ফুল ফুলিছিল। আমাৰ অগ্ৰজ পুৰোধাসকলে সেই ফুলৰ গোন্ধ লৈছিল আৰু মানুহৰ মাজত বিলাবলৈ যত্ন কৰিছিল। সামন্তবাদতো মানুহে মানুহে স্নেহৰ সম্পৰ্ক আছিল। এই সম্পৰ্ক নিঃশেষ হৈছিল ঔপনিৱেশিক পুঁজিবাদী সমাজব্যৱস্থাত। ইংৰাজৰ দিনত দুই-এটা ভাল কাম হৈছিল সঁচা, কিন্তু লাহে লাহে তেওঁলোকে সকলো শোষণ কৰি আমাৰ মনৰ জগতখনো কলুষিত কৰি গুচি গৈছিল।

আমাৰ স্বাধীন চৰকাৰে ইয়াৰ সংশোধনাৰ্থে একোকে নকৰিলে আৰু শাসনৰ ক্ষেত্ৰতো পশ্চিমীয়া আৰ্হিকেই গ্ৰহণ কৰিলে। সম্প্ৰতি বিশ্বায়নৰ যুগত ঔপনিৱেশিকতাৰ সূক্ষ্ম বীজ বিয়পি পৰিছে আৰু আমি ভাল-বেয়া, হিংসা-অহিংসা, সুন্দৰ-অসুন্দৰৰ প্ৰভেদ পাহৰি হৃদয়হীন জীৱনত পৰিণত হৈছো। গান এতিয়া পণ্য, এজন গায়কৰ মতে ই এতিয়া 'business commodity', 'art-form' নহয়। ভাষা, সাহিত্য, বিজ্ঞান, প্ৰযুক্তিও সম্প্ৰতি পণ্য হোৱাৰ পথত, আনকি মানুহৰ লগত মানুহৰ সম্পৰ্ক ধনৰ ওপৰতে নিৰ্ভৰ কৰাৰ উপক্ৰম হৈছে। মুঠতে, আমাৰ কোনো গন্তব্য নাই। এতিয়া আত্মকেন্দ্ৰিকতাৰ যুগ, সংগঠনৰ চিন্তা নাইকিয়া হৈ আহিছে। টকা-পইচা ত্যাগ কৰিও আপুনি এতিয়া ৰক্ষা নাপায়। বাৰ্ণাৰ্ড শ্বই এঠাইত কৈছে, 'Renounce it, and what help is your altmism? Even if you throw it in the gutter some scoundrel with pick it up. Wait till the system is changed.'

কিন্তু সলনি হ'বনে? বাৰ্ণাৰ্ড শ্বয়ো কোনো প্ৰত্যয়যোগ্য উত্তৰ দিব পৰা নাই। সক্ৰিয় সৃষ্টিশীল ভূমিকা যে সাধাৰণ ৰাইজেই এদিন ল'বগৈ, সেই কথা শ্বই নজনা নহয়, কাৰণ তেওঁ জানিছিল যে বুৰ্জোৱা চিন্তাৰ কোনো ভৱিষ্যৎ নাই। এতিয়া শ্বও নাই, তেওঁ কৰা চিন্তাৰ প্ৰবাহো এতিয়া শীৰ্ণ হৈছে। বজাৰ অৰ্থনীতিত সকলো মানৱীয় মূল্যবোধ নিঃশেষ হৈ গৈছে।

এই পৰিস্থিতিত অসম সাহিত্য সভাৰ দৰে ঐতিহ্যপূৰ্ণ অনুষ্ঠানৰ কৰণীয় বহুতেই আছে। এতিয়াতো সাহিত্য সভা বিৰাট জাতীয় অনুষ্ঠান, অধিৱেশনবোৰত নানা সন্মিলনী হয়, আলোচনা-সভা বহে, গ্ৰন্থমেলা হয়। বিচিত্ৰ বিপণীকে ধৰি সকলোতে আদান-প্ৰদানৰ ব্যৱস্থা হয়, সাংস্কৃতিক সন্ধিয়াৰ উদ্বোধন ঘটে, সভাপতিক লৈ দীঘলীয়া শোভাযাত্ৰা হয়, মন্ত্ৰীৰ পৰা সাধাৰণ মানুহলৈকে অজস্ৰ মানুহ আহি সভাথলী উৎসৱমুখৰ কৰি তোলে। এনে ধৰণে অনুষ্ঠিত হোৱাও কিছুদিন হ'ল; মই কৈশোৰ আৰু ডেকা কালত যোৰহাটত দুখন সাহিত্য সভা দেখিছিলো। এখনৰ সভাপতি আছিল ময়িদুল ইছলাম বৰা, আনখনত নলিনীবালা দেৱীয়ে সভাপতিৰ আসন শুৱনি কৰিছিল। দুয়োখন সভা এদিনীয়া, সভা-মণ্ডপো অনাড়ম্বৰ আৰু সাধাৰণ। সাহিত্যৰ লগত জড়িতসকলেই তেতিয়া বেছিকৈ গোট খাইছিল। প্ৰথমখনত দেখিছিলো কৃষ্ণকান্ত সন্দিকৈক আৰু দ্বিতীয়খনত চন্দ্ৰধৰ বৰুৱাক দেখিছিলো। তেখেত তেতিয়া বৃদ্ধ। তথাপি সাহিত্য সভালৈ গৈছিল, আৰু পুতেকে জাৰ পায় বুলি গাত অভাৰকোট এটা পিন্ধাই দিছিল। তাৰ পিছত ডিফুত দেখিছিলো সাহিত্য সভাৰ বিস্তৃত উৎসৱমুখৰ ৰূপ। সাহিত্য সভাৰ এনেবোৰ কেইবাদিনীয়া অধিৱেশনত যথেষ্ট টকা-পইচা খৰচ হয়। এই কথাটোৱে আমাক চিন্তাত পেলায়। এতিয়া সভাৰ পূৰ্ণাংগ অধিৱেশন দুবছৰৰ মূৰত হয়, মাজতে এবছৰৰ মূৰত এখন বিশেষ অধিৱেশন পতা হয়। এই দুয়োটা ব্যৱস্থাই ব্যয়বহুল যেন লাগে। অধিৱেশনবোৰত যে লাখ লাখ টকাৰ বাজেট হয়, সেইটো অমিতব্যয়ী বুলি ধাৰণা হয়। সভাই বহু কাম কৰি আছে আৰু অজস্ৰ কাম কৰাৰ আঁচনিও আছে। সেইবোৰ কাম কৰিবলৈও ভালেমান টকা লাগে। ভাষা আৰু সাহিত্যৰ উন্নতি কৰিবলৈকে সাহিত্য সভাৰ জন্ম, এইবাবে অধিৱেশনবোৰ ব্যয়বহুল নকৰিব পাৰিলে ভাল, এই বিষয়ে কৰ্ম-কৰ্তাসকলে চিন্তা-চৰ্চা কৰা দৰকাৰ। অধিৱেশনবোৰত অসমীয়া ভাষাৰ ৰেহ-ৰূপ আৰু সমকালীন সাহিত্যৰ গতিধাৰা সম্পৰ্কে সাহিত্যপ্ৰেমীসকলৰ এটা মুকলি আলোচনাৰ মঞ্চ থকা উচিত। সভাপতিৰ অভিভাষণত উল্লিখিত সমস্যা সম্পৰ্কেও সেই সভাত আলোচনা কৰিব পাৰি। সাহিত্য সভাই সাহিত্যও সৃষ্টি নকৰে, ভাষাকো গঢ় নিদিয়ে, কিন্তু সভাই সাহিত্যৰ প্ৰসংগ-প্ৰকৰণৰ মান সম্পৰ্কে আলোচনা-বিলোচনা কৰিব পাৰে। এই সভাখন হুলস্থূলীয়া পৰিবেশত হ'ব নালাগে, কিয়নো সাহিত্যিক আৰু সাহিত্যপ্ৰেমীসকলে চিন্তা কৰাৰ এটা থল তাত থাকিব লাগিব। সাহিত্য সভাৰ কৰ্মীসকলক এটা নৈতিক দৃষ্টিকোণৰো প্ৰয়োজন আছে নহ'লে টকা-পইচাই মানুহক পথভ্ৰষ্ট কৰাৰ আশংকা থাকে। টকা মানুহক লাগে সঁচা, সেইবুলি টকাই জীৱনৰ লক্ষ্য হ'ব নোৱাৰে। সাহিত্য-সংস্কৃতিয়ে কিছু সংযম বিচাৰে, ধন আৰু ক্ষমতাৰ লোভ সাহিত্য-সংস্কৃতিয়ে সহ্য কৰিব নোৱাৰে। এইবাবেই কৈছোঁ অধিৱেশনবোৰত কৰ্ম-কৰ্তাসকল মিতব্যয়ী হৈ ৰাহি ধন সাহিত্য-সংস্কৃতিৰ নিৰ্মাণৰ বাবে অনুকূল পৰিবেশ সৃষ্টি কৰিব পাৰিলে সাহিত্য সভা বেছি উপকৃত হ'ব।

অসমৰ বৰ্তমান পৰিস্থিতিত সাহিত্য সভাৰ মানৱীয় ভূমিকাৰ প্ৰয়োজন। অসমত বসবাস কৰা সকলো জাতি-জনগোষ্ঠীৰ মাজত ঐক্যৰ সূচনা কৰাৰ বাবে সাহিত্য সভাই অহোপুৰুষাৰ্থ কৰিব লাগিব, কিয়নো, গোষ্ঠীসমূহৰ মধ্যবিত্ত শ্ৰেণীটোৰ বিবেকক ঐক্যৰ অনুকূলে সাহিত্য সভাই জাগ্ৰত কৰিব লাগিব। তেতিয়াহে অসমীয়া ভাষাৰো উপকাৰ হ'ব। অসমত বসবাস কৰা সকলো মানুহেই অসমীয়া— এই কথা সকলোৱেই উপলব্ধি কৰিব পৰাকৈ সাহিত্য সভাই কাৰ্যসূচী তৈয়াৰ কৰিব লাগিব। আৰু এটা কথা, সাহিত্য সভাৰ শাখা সভাবোৰ সক্ৰিয় নহয়, গতানুগতিকভাৱে চলি থকাৰ এটা প্ৰৱণতাৱে কাম হ'ব বুলি আশা কৰিব নোৱাৰি। তেওঁবিলাকেও চিন্তা কৰিব লাগিব। আমি চিন্তা কৰিবলৈ এৰি দিছোঁ। আমি প্ৰত্যেকেই দেশখনক, ইয়াৰ সেউজীয়া মাটিক, ইয়াৰ সোণসেৰীয়া মানুহক ভাল পাব লাগিব। সকলো কৰ্মৰ ক্ষেত্ৰত ই প্ৰথম চৰ্ত। ইয়াৰ অৰ্থ জাতিদম্ভ নহয়; আমাৰ হৃদয় প্ৰশস্ত হ'লেহে প্ৰকৃতাৰ্থত দেশক ভাল পাব পাৰিম। এই মৌলিক কথাটো পাহৰি স্বাৰ্থপৰায়ণ হৈ ক্ষমতা বা ধনৰ হেঁপাহ কৰা সাহিত্য সভাৰ কৰ্মী গৰিহণাৰ যোগ্য। সাহিত্য সভা অসমৰ ৰাইজৰ অতি মৰমৰ ঐতিহ্যসম্পন্ন মহৎ অনুষ্ঠান। ই যদি আদৰ্শস্থানীয় নহৈ গড্ডলিকা প্ৰবাহত উটি যায়, তেন্তে ৰাইজেই এদিন তাক পৰিত্যাগ কৰিব। সাহিত্য সভাই আমাৰ নতুন প্ৰজন্মকো আঁকোৱালি লোৱাৰ চেষ্টা কৰিব লাগে। তেওঁলোকৰ মাজতো প্ৰতিভা আছে। সেই প্ৰতিভা বিকাশত সাহিত্য সভাই পৰিকল্পিতভাৱে সহায় কৰিব পাৰে। তেওঁবিলাকৰ ওপৰতে অসমীয়া সাহিত্যৰ ভৱিষ্যৎ নিৰ্ভৰশীল। সাহিজ্য জীৱনমুখী (vital) কলা বুলি মই ভাবো। ইয়াত কেৱল ফৰ্মেই জৰুৰী নহয়, ইয়াত এটা কাল্পনিক অন্তৰ্দৃষ্টিৰো প্ৰয়োজন হয়। তৰুণ প্ৰজন্মই আশাভংগৰ ৰাতি শেষ কৰি জিজ্ঞাসাৰ, অবিচ্ছিন্ন আত্মসচেতনতাৰ, সংগঠনৰ প্ৰভাতৰ কথা চিন্তা কৰা দৰকাৰ। প্ৰতিদিনৰ সূৰ্যই আমাক তাকেই শিকাইছে। নগৰ-গাঁৱৰ ধৰ্মাক্ত বেদনাৰ বাস্তৱ জগতখনৰ সংবাদ জনাটো সম্প্ৰতি প্ৰয়োজন হৈছে, কেৱল আত্মন্তৰী নৈঃসংগই শেষ কথা বোধহয় নহয়। সাহিত্য সভাই তৰুণসকলক দেশী-বিদেশী সাহিত্যিক ঐতিহ্য সম্পৰ্কেও সচেতন হ'বলৈ পৰামৰ্শ দিব পাৰে। মানুহৰ লগত মানুহৰ সম্পৰ্কৰ গভীৰতালৈ নগ'লে সাহিত্য-সৃষ্টিৰ তপস্যা পূৰ্ণ নহয়। ভাষাৰ গভীৰ চৰ্চা আৰু তাৰ উপযুক্ত পুনৰ্নিৰ্মাণো আমাৰ লক্ষ্য হোৱা উচিত। তৰুণ প্ৰজন্মই সাহিত্যৰ গতি আৰু ইতিহাসক এটা বিশেষ পৰিণতি দিবলৈ যত্ন কৰিব লাগিব। সাহিত্য সভাৰ কৰ্ম-কৰ্তাসকলে এনেবোৰ কথালৈও চকু দিয়া দৰকাৰ।

সামৰণিত কওঁ, এতিয়া যশ, খ্যাতি, হাত-চাপৰিৰ দিন, আমাৰ স্ৰষ্টাসকলে তাত মোহাৱিষ্ট নহৈ এটা কৰ্মময় জীৱনমুখী দৃষ্টি অৰ্জন কৰিবলৈ চেষ্টা কৰিলে ভাষা সাহিত্যৰ উপকাৰ হ'ব আৰু মানুহৰ চৈতন্যৰো বিকাশ ঘটিব। সাহিত্য সভাই এনে প্ৰত্যয়ৰ বাতাৱৰণ এটা সৃষ্টি কৰিলে ভাল হ'ব।



# অসমৰ জনগোষ্ঠীয় স্বায়ত্তশাসন প্ৰসংগত

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য




অসম ৰাজ্যখনে একৈশ শতিকাৰ প্ৰথম দশকত ভাৰতীয় গণৰাজ্যৰ উত্তৰ-পূব পৰিষদৰ অন্তৰ্গত ৰাজ্যসমূহৰ ভিতৰত এখন খণ্ডিত সৰু ৰাজ্যৰূপে আকাৰত দ্বিতীয় স্থান পাইছে ঃ অসম ৰাজ্যৰ মাটিকালি ২০01 চনৰ পিয়ল মতে ৭৮,৪৩৮ বৰ্গ কিলোমিটাৰ আৰু জনসংখ্যা ২৬,৬৩৮,৪০৭জন আৰু জনবসতিৰ হাৰ প্ৰতি বৰ্গ কিলোমিটাৰত ৩৪০জন। অৰুণাচল ৰাজ্যৰ মাটিকালি ৮৩,৭৪৬ বৰ্গ কিলোমিটাৰ আৰু জনসংখ্যা ১,০৯১,১১৭জন। জনবসতিৰ হাৰ ১৩জন। মণিপুৰৰ মাটিকালি ২২,২৩৭ বৰ্গ কিলোমিটাৰ আৰু জনসংখ্যা ২,৩৮৮,৬৩৪জন আৰু জনবসতিৰ হাৰ ১০৭জন। মিজোৰামৰ মাটিকালি ২১,০৮৭ বৰ্গ কিলোমিটাৰ আৰু জনসংখ্যা ৮৯১,০৫৮জন আৰু জনবসতিৰ হাৰ ৪২জন; নাগালেণ্ডৰ মাটিকালি ১৬,৫৭৯ বৰ্গ কিলোমিটাৰ আৰু জনসংখ্যা ১,৯৮৮,৬৩৬জন আৰু জনবসতিৰ হাৰ ১২০জন; ত্ৰিপুৰা ৰাজ্যৰ মাটিকালি ১০,৪৯১ বৰ্গ কিলোমিটাৰ আৰু জনসংখ্যা ৩,১৯১,১৬৮ জন। জনবসতিৰ হাৰ ৩০৪জন আৰু মেঘালয়ৰ মাটিকালি ২২,৪২৯ বৰ্গ কিলোমিটাৰ আৰু মুঠ জনসংখ্যা ২,৩০৬,০৬৯জন। জনবসতিৰ হাৰ ১০৩জন।

১৯৭১ চনত গঠিত উত্তৰ-পূব পৰিষদৰ সৈতে জড়িত এই সাতখন ৰাজ্যৰ তুলনামূলক অধ্যয়ন কৰিলে দেখা যায় যে অসম ৰাজ্যত জনবসতিৰ হাৰ সৰ্বাধিক, অথচ সম্পদ-সামৰ্থ্যৰ ফালৰ পৰা অসমৰ দুৰৱস্থা আৰু সমস্যা বহুলতা। অষ্টম ৰাজ্যৰূপে ছিকিমকো উত্তৰ-পূব পৰিষদত অন্তৰ্ভুক্ত কৰা হৈছে ঃ এইখন ৰাজ্যৰ মাটিকালি, জনসংখ্যা আদিৰ হাৰ সম্প্ৰতিকৈ পোৱা নাই যদিও এই ক্ষুদ্ৰতম ৰাজ্যখনো অনুৰূপ সমস্যাৱলীৰে সন্মুখীন হ'বলগীয়া হৈছে। ব্ৰিটিছ যুগ আৰু স্বৰাজকালীন অবিভক্ত অসম ৰাজ্যৰ পৰা স্বৰাজোত্তৰ কালত অৰুণাচল (নেফা), নাগালেণ্ড, মণিপুৰ, ত্ৰিপুৰা, মিজোৰাম, মেঘালয় আদি ৰাজ্য সৃষ্টি কৰি ভাৰতীয় গণৰাজ্যৰ কেন্দ্ৰীয় চৰকাৰে ৰাজনৈতিক বিচাৰ-বিবেচনাৰে সাংবিধানিক শাসন চলাইছে— অসমৰ দুখ-বেদনা, জনমতৰ প্ৰতি আগ্ৰহ নাই। উত্তৰ-পূৰ্বাঞ্চল ঘাইকৈ জনগোষ্ঠী বসতিপ্ৰধান ঠাই হিচাপে সাতখন ৰাজ্যই ২,৫৫,০৩৮ বৰ্গ কিলোমিটাৰ এলেকা আগুৰি আছে আৰু ভাৰতীয় গণৰাজ্যৰ শতকৰা ৮ ভাগ ঠাই সামৰিছে। অৰুণাচল, নাগালেণ্ড আৰু মিজোৰামত শতকৰা আশীভাগৰো অধিক লোক জনগোষ্ঠীৰ শাৰীত পৰে। ভাৰতীয় সংবিধানত অনুসূচিত জাতি আৰু জনজাতি বুলি উল্লিখিত অনগ্ৰসৰ জনগোষ্ঠীয় লোকৰ উন্নয়নৰ আৱশ্যকতা স্বীকাৰ কৰিও যোৱা ছটা দশকত নিৰ্ধাৰিত লক্ষ্য পূৰণ হোৱা নাই। উত্তৰ-পূব অঞ্চলৰ জনগোষ্ঠীসমূহ

ভাৰতীয় গণৰাজ্যৰ স্বাধীনতা লাভৰ আঢ়ৈ কুৰি বছৰৰ অধিক কালৰ পিছতো দিল্লী-মুম্বাই-চেন্নাই-কলকাতা আদিৰ তুলনাত ডাক-তাঁৰ, দূৰ-সংযোগ, শিক্ষা, বেহা-বেপাৰ, অন্ন-বস্ত্ৰ-সংস্থান, বাসস্থান, ৰাস্তা-ঘাট, পৰিবহন, জনস্বাস্থ্য, শ্ৰব্য-দৃশ্য প্ৰচাৰ মাধ্যম তথা বিজ্ঞান-প্ৰযুক্তি বিদ্যা আদিৰ ক্ষেত্ৰত জনগোষ্ঠীবোৰ বহুতো পিচপৰি আছে। উত্তৰ-পূব অঞ্চল তথা অসমৰ জনগোষ্ঠীসকলক সাম্প্ৰতিক কালত ভাৰতীয় সংবিধানৰ ষষ্ঠ অনুসূচী তথা অষ্টম অনুসূচী অনুসৰিৰ বিধান অনুসৰি পৰ্যায়ক্ৰমে স্বায়ত্তশাসন তথা স্বীকৃত ভাষাগত অধিকাৰ দানৰ ব্যৱস্থা কৰা হৈছে। অৰুণাচল, মণিপুৰ, নাগালেণ্ড, মিজোৰাম, মেঘালয়, ত্ৰিপুৰা আৰু অসমত বাস কৰা জনগোষ্ঠীবোৰে আঞ্চলিক স্বায়ত্তশাসন প্ৰৱৰ্তনৰ ক্ষেত্ৰত নানাধৰণৰ আন্দোলন কাৰ্যসূচী চলাই আছে। অসম ৰাজ্যত ইতিমধ্যে বড়োলেণ্ড আঞ্চলিক স্বায়ত্তশাসিত পৰিষদ গঠন কৰা হৈছে আৰু কোকৰাঝাৰক মুখ্য কৰি চিৰাং, বাঁ, ওদালগুৰিকে ধৰি চাৰিখন জিলাৰে পৰিষদ গঠিত হৈছে। বড়ো ভাষাক ভাৰতীয় সংবিধানৰ অষ্টম অনুসূচীমতে স্বীকৃত ভাষাৰূপে মৰ্যাদা দিয়া হৈছে। সম্প্ৰতি অসমীয়া, বঙলা, গুজৰাটী, হিন্দী, কানাড়ী, কাশ্মীৰী, মালায়ালম, মাৰাঠী, উৰিয়া, পঞ্জাবী, সংস্কৃত, তামিল, তেলুগু, উৰ্দু, সিন্ধী, নেপালী, মণিপুৰী, কংকনী, বড়ো, চাওতালী, মৈথিলী আৰু ডোগ্ৰীৰে সৈতে বাইশটা ভাষাক ভাৰতীয় গণৰাজ্যত সাংবিধানিক স্বীকৃতি দিয়াৰ ফলত দ্ৰাবিড়ী-অষ্ট্ৰিক আৰু চীন-তিব্বতীয় ভাষা পৰিয়ালৰ সাতোটা ভাষাই ৰাষ্ট্ৰীয় মৰ্যাদা লাভ কৰিছে। বড়ো, মণিপুৰী ভাষাক ভাৰতীয় সাহিত্য অকাডেমীয়ে মান্যতা দিছে। ভাষা, ধৰ্ম, সংস্কৃতি, উমৈহতীয়া বাসস্থান, ঐতিহ্য-পৰম্পৰা আদিয়ে একোটা জনসমষ্টিক স্বকীয় বৈশিষ্ট্য দান কৰে। এনেদৰে জনগোষ্ঠী, জাতি-প্ৰজাতিৰ মাজত আত্মনিয়ন্ত্ৰণৰ আৰু স্বৰাজ লাভৰ আশা-আকাংক্ষা গঢ় দি উঠে। ব্ৰিটিছ ৰাজত্বকালত তথা স্বৰাজোত্তৰ সময়ত ধৰ্মৰ ভেটিত ভাৰত-পাকিস্তান দুখন ৰাষ্ট্ৰৰ প্ৰতিষ্ঠা, ভাষাৰ ভেটিত বাংলাদেশ ৰাষ্ট্ৰৰ সৃষ্টি, ভাৰতীয় গণৰাজ্যত ভাষাৰ ভেটিত ভিন ভিন ৰাজ্য পুনৰ্গঠন, ৰাজ্যভাষা তথা শিক্ষাৰ মাধ্যম আন্দোলন, বিদেশী বহিষ্কাৰ তথা ৰাজনৈতিক ভোটদানৰ পৰা বঞ্চিতকৰণ আদি আন্দোলনৰ পটভূমিত লোৱা কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰৰ ৰাজনৈতিক-প্ৰশাসনিক সিদ্ধান্তবোৰ সম্পূৰ্ণ শুদ্ধ আৰু যুক্তিযুক্ত বুলি ধৰিব নোৱাৰি। উদাহৰণস্বৰূপে ধৰ্মৰ ভেটিত যেতিয়া ভাৰত আৰু পাকিস্তান দুখন ৰাষ্ট্ৰ গঠিত হ'ল তেতিয়া কিছুমান অঞ্চলত ধৰ্মমূলক কাৰণত জনসাধাৰণৰ জীৱনত উৎপীড়ন-অত্যাচাৰ চলিল। বাংলাদেশ সৃষ্টিৰ কাৰণেও ভাৰত-পাক সংগ্ৰাম সংঘটিত হৈছিল। ভাষাৰ ভেটিত ভাৰতীয় গণৰাজ্যত ৰাজ্য পুনৰ্গঠন কৰাৰ সময়তো বহুতো আসোঁৱাহ ৰৈ গ'ল। আচলতে আৰ্থ-সামাজিক দৃষ্টিৰে ৰাজনৈতিক-প্ৰশাসনিক গোট গঠনহে ভাৰতীয় গণৰাজ্যৰ বাবে উপযোগী হ'লহেঁতেন। অবিভক্ত অসম ৰাজ্যৰ পৰা অৰুণাচল, নাগালেণ্ড, মণিপুৰ, মিজোৰাম, মেঘালয়, ত্ৰিপুৰা খণ্ড খণ্ড কৰি সুকীয়া ৰাজ্য গঠনৰ পিছতো সীমা বিবাদ, নাগালিমৰ দাবী, চাক্‌মা জনগোষ্ঠীৰ বিপৰ্যয়, হাজংসকলৰ বিপত্তি আদি সংঘটিত হৈছে।

অসম ৰাজ্যৰ বড়ো জনগোষ্ঠীয়ে বড়োলেণ্ড আঞ্চলিক স্বায়ত্তশাসিত পৰিষদ লাভ কৰাৰ লগতে মিচিং জনগোষ্ঠীৰ আঞ্চলিক পৰিষদ, ৰাভা হাছং পৰিষদ, তিৱা (লালুং) আঞ্চলিক পৰিষদ, সোণোৱাল কছাৰী আঞ্চলিক পৰিষদ, দেউৰী আঞ্চলিক পৰিষদ, ঠেঙাল কছাৰী আঞ্চলিক পৰিষদ গঠনৰ সিদ্ধান্ত অসম চৰকাৰে প্ৰশাসনিকভাৱে ইতিমধ্যে গ্ৰহণ কৰিছে। এয়া ব্ৰিটিছ তথা স্বৰাজোত্তৰ যুগীয় 'বিভাজন আৰু প্ৰশাসন' নীতিৰে ৰূপান্তৰ বুলিব পাৰি। এনেবোৰ ৰাজনৈতিক উদ্দেশ্যপ্ৰণোদিত আৰু অদূৰদৰ্শী সিদ্ধান্তৰ বৈজ্ঞানিক যুক্তি অথবা আৰ্থ-সামাজিক ভেটি নাই বুলিয়ে বিশ্বাস হৈছে। ভাষা, ধৰ্ম আদিৰ ভেটিত আন্দোলনমূলক জনসমষ্টিক সন্তুষ্ট কৰিবলৈ কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰে দলীয় স্বাৰ্থ আৰু ক্ষমতাৰ খাতিৰত ইতিপূৰ্বে কৰা সিদ্ধান্ত গ্ৰহণ কৰাৰ কুফল ৰাষ্ট্ৰ আৰু জনসাধাৰণে ভুগিব লাগিব। স্বকীয় জাতিসত্তাৰ বাবে ৰাভা, মিচিং, বড়ো, দেউৰী, তিৱাসকলৰ মাজত মাতৃভাষা ৰূপে চীন-তিব্বতীয় ভাষা-ভাষী লোক থাকিলেও এওঁলোকৰ বেছিভাগে দ্বিভাষিক। সোণোৱাল কছাৰী আৰু ঠেঙাল কছাৰীসকলে মাতৃভাষাৰূপে অসমীয়া ভাষাকে ব্যৱহাৰ কৰি আছে। অতীজত মৰাণ, চুতীয়া, আহোমসকলে মাতৃভাষা ব্যৱহাৰ কৰিছিল যদিও কালক্ৰমত সাৰ্বজনীন অসমীয়া ভাষাকে গ্ৰহণ কৰি বৃহত্তৰ অসমীয়া জাতীয়তা গঠন কৰি গৈছে। কাৰ্বি আংলং আৰু উত্তৰ কাছাৰত কাৰ্বি (মিকিৰ) আৰু ডিমাচা ভাষাৰ উপৰি নগা, মাৰ, কুকি, বড়ো আদি ভাষা-ভাষী লোক আছে; অকল সুকীয়া ভাষাৰ ভেটিত অথবা হিন্দু, ইছলাম, খ্ৰীষ্টান, কৌলিক আদি ধৰ্মৰ ভেটিত স্বায়ত্তশাসিত অঞ্চল বা পৰিষদ গঠন কৰাটো অযুক্তিকৰ।

ভাৰতীয় গণৰাজ্যৰ সংবিধানে ১৯৬৫ চনৰ ২৬ জানুৱাৰীৰ পৰা হিন্দীক চৰকাৰী ভাষা (কাৰ্যালয়ৰ ভাষা)ৰূপে চৰকাৰী ভাষা আইন- ১৯৬৩ অনুসৰি বিধান দিছে আৰু ইংৰাজীক হিন্দীৰ বাহিৰেও চৰকাৰী ভাষাৰূপে চলি থকাৰ ব্যৱস্থা কৰিছে কেন্দ্ৰ আৰু ৰাজ্যৰ মাজতো হিন্দী-ইংৰাজী যোগাযোগৰ ভাষাৰূপে পৰিস্থিতি সাপেক্ষে গ্ৰহণ কৰিছে। তদুপৰি শিক্ষাৰ মাধ্যমৰ ক্ষেত্ৰত হিন্দী, ইংৰাজী আৰু এক ৰাজ্যিক ভাষাৰ (অসমীয়া, বঙলা, উৰিয়া আদি) সৈতে ত্ৰিভাষা সূত্ৰ গ্ৰহণ কৰিছে। কাৰ্যকৰী ক্ষেত্ৰত দৈনন্দিন জীৱনত এই ত্ৰিভাষা সূত্ৰৰ ঠাইত চতুৰ্ভাষা সূত্ৰ বা পঞ্চভাষা সূত্ৰৰ আৱশ্যক হৈ পৰে। উদাহৰণস্বৰূপে অসম ৰাজ্যত বড়োলেণ্ড আঞ্চলিক স্বায়ত্তশাসিত পৰিষদত মাতৃভাষাৰূপে বড়ো ব্যৱহাৰ কৰা এজন শিক্ষাৰ্থীয়ে ৰাজ্যিক ভাষাৰূপে অসমীয়াক দ্বিতীয় ভাষা, হিন্দীক ৰাষ্ট্ৰভাষা তথা ইংৰাজীক আন্তঃৰাষ্ট্ৰীয় যোগাযোগৰ ভাষাৰূপে শিকিব লাগিব বা জানিব লাগিব। বড়োলেণ্ড পৰিষদত বাস কৰা নেপালী ছাত্ৰ এজনে মাতৃভাষাৰূপে নেপালী, আঞ্চলিক ভাষাৰূপে বড়ো সহযোগী ৰাজ্যিক ভাষা, অসমীয়া ৰাজ্যিক ভাষা, হিন্দী ভাৰতীয় ৰাষ্ট্ৰভাষা আৰু ইংৰাজীক আন্তঃৰাষ্ট্ৰীয় যোগাযোগৰ ভাষাৰূপে পাঁচটা ভাষা শিকিব লাগিব। সাম্প্ৰতিক অসমৰ জনগোষ্ঠীয় স্বায়ত্তশাসনৰ দাবী-আন্দোলনৰ সমাধানৰ ক্ষেত্ৰতো কিছুমান যুক্তিসংগত নীতি-নিৰ্ধাৰণেৰে আগবাঢ়িব লাগিব।



ত্ৰিপুৰা ৰাজ্যৰ তিপ্‌ৰা জনগোষ্ঠী, মিজোৰামৰ মিজো, চাকমা আদি, উত্তৰ কাছাৰত ডিমাচা-মাৰ-কুকি, কাৰ্বি আংলঙত কাৰ্বি- ডিমাচা-মাৰ-নগা-কুকি আদিৰ সুকীয়া জাতিসত্তা তথা আন্তঃজাতিসত্তাগত সংঘৰ্ষ-আন্দোলন চলি আছে।

অসম, উত্তৰ-পূব অঞ্চল তথা ভাৰতীয় গণৰাজ্যত যুগে যুগে বাস কৰা মানুহবোৰক আমি নৃতাত্ত্বিক দৃষ্টিৰে নেগ্ৰিটো, অষ্ট্ৰলয়দ, ভূমধ্যসাগৰীয়, মংগোলয়ড, পশ্চিমীয়া প্ৰশস্ত কপালী, নৰ্দিক— এই ছটা ভাগত ভগাব পাৰোঁ। ভাষাগত দৃষ্টিৰে অষ্ট্ৰিক, দ্ৰাবিড়ী, চীন-তিব্বতীয়, ভাৰতীয় ইউৰোপীয়— এই ঘাই চাৰিটা পৰিয়ালত ভগাব পাৰোঁ। ধৰ্মৰ দৃষ্টিৰে হিন্দু, ইছলাম, বৌদ্ধ, শিখ, জৈন, খ্ৰীষ্টান, কৌলিক (জনগোষ্ঠীজ) ধৰ্মী আদি ভাগত ভগাব পাৰোঁ। স্বৰাজোত্তৰ যুগৰ ভাৰতীয় গণৰাজ্যৰ সংবিধানে সাৰ্বভৌম সমাজবাদী, ধৰ্মনিৰপেক্ষ গণতান্ত্ৰিক সংঘৰাজ্যৰূপে সকলো নাগৰিককে ন্যায় বিচাৰ, স্বাধীনতা, সমতা, ভাতৃত্ব দান কৰিবলৈ ১৯৪৯ চনৰ ২৬ জানুৱাৰীত বিধিবদ্ধ সিদ্ধান্ত গ্ৰহণ কৰে। এনে পটভূমিত ৰাজনৈতিক আশা-আকাংক্ষাৰ বশৱৰ্তী হৈ অনুসূচিত জাতি (সম্প্ৰদায়), অনুসূচিত জনগোষ্ঠী (জনজাতি), বৰ্ণ হিন্দু, ধৰ্মীয় সংখ্যালঘু, ভাষিক সংখ্যালঘু, পিছপৰা সম্প্ৰদায় আদি বিভাজনেৰে যোৱা প্ৰায় তিনিকুৰি বছৰে চলোৱা শাসন-ব্যৱস্থাই সচেতন নাগৰিকসকলৰ জীৱন ধাৰা ব্যতিব্যস্ত কৰি তুলিছে। যিমান সোনকালে সকলো শ্ৰেণীৰ নাগৰিকৰ মাজত সমতা স্থাপিত হয় সেয়া সকলোৰে কাম্য। অনুসূচিত জাতি-জনজাতিৰ নামত প্ৰথমে দহ বছৰ সাংবিধানিক ৰক্ষা কৱচৰ বিধান দি সম্প্ৰতি পঞ্চাশৰো অধিক বছৰতো উন্নয়নৰ লক্ষ্য সাধন নোহোৱাটো ভাৰতীয় গণৰাজ্যৰ বাবে প্ৰশাসনিক পৰাজয়, ব্যৰ্থতা বুলিব লাগিব। বহুতো অনুসূচিত জাতি-জনজাতিৰ উন্নয়নমূলক আঁচনি প্ৰশাসনীয় দুৰ্নীতি, অনিয়ম-অৱহেলাতে আধৰুৱা অথবা পৰিত্যক্ত হৈ পৰে। ভাৰতীয় গণৰাজ্যত ৰাজ্য, অঞ্চল, অধিবাসী নাগৰিক নিৰ্বিশেষে সকলোৰে অন্ন-বস্ত্ৰ, শিক্ষা, বাসস্থান আদিৰ প্ৰাথমিক প্ৰয়োজনীয়তাবোৰ পূৰণ হ'ব লাগিব।

অসমৰ পশ্চিম অঞ্চলত কোঁচ-ৰাজবংশীসকলে জনগোষ্ঠীকৰণ অৰ্থাৎ অনুসূচিত জনজাতিৰ মৰ্যাদা লাভৰ কাৰণে আন্দোলন কৰি আছে। ক্ষুদ্ৰ জনগোষ্ঠী কিছুমানে সুকীয়া জাতিসত্তাৰূপে গৃহভূমিৰ দাবী চলাই আছে।

ভাৰতীয় গণৰাজ্য তথা অসম ৰাজ্যৰ সাম্প্ৰতিক পৰিস্থিতিত আন্তঃৰাষ্ট্ৰীয় তথা বিশ্বায়তনিক ধ্যান-ধাৰণা, আদৰ্শই জনগণক গভীৰভাৱে প্ৰভাৱান্বিত কৰিছে। ৰাজনৈতিক-বাণিজ্যিক তথা বৈষয়িক প্ৰতিযোগিতাই কম-বেছি পৰিমাণে সকলো অধিবাসীকে স্পৰ্শ কৰিছে। তেনেস্থলত সমাজজীৱনত একক আৰু ব্যক্তিগত সুখ-স্বাচ্ছন্দ্যই সমূহীয়া ঐক্য, সংহতি, সমন্বয়ত আঘাত হানিছে। কবিগুৰু ৰবীন্দ্ৰনাথৰ ভাষাৰে 'হেথায় আৰ্য, হেথায় অনাৰ্য, হেথায় দ্ৰাবিড় চীন...' বাণী মুখেৰে আওৰাই আৰু মহাত্মা গান্ধীৰ সত্য-অহিংসা, শান্তি-মুক্তিৰ প্ৰশংসা কৰিয়ে স্বৰাজোত্তৰ কালৰ প্ৰায় ছটা দশক আমি পাৰ কৰিলো। কেন্দ্ৰীয় তথা ৰাজ্যিক চৰকাৰৰ মাজত প্ৰশাসনীয় বিষয়বোৰৰ ক্ষেত্ৰত সামঞ্জস্য আৰু ভাৰসাম্য ৰক্ষা হোৱা নাই। উদাহৰণস্বৰূপে শিক্ষা বিষয়টো কেন্দ্ৰীয় আৰু ৰাজ্যিক উমৈহতীয়া বিষয় হোৱা কাৰণে প্ৰাথমিক পৰ্যায়ৰ পৰা বিশ্ববিদ্যালয় স্তৰলৈকে শিক্ষাৰ পাঠ্যক্ৰম, পদ্ধতি, শিক্ষাদান, শিক্ষাগ্ৰহণ, ফলাফল আদিৰ ক্ষেত্ৰত বহুতো তাৰতম্য ঘটিছে। সকলো নাগৰিকৰ বাবে সাৰ্বজনীন শিক্ষাৰ আঁচনি এতিয়াও সমানে গাঁৱে-ভূঞে, পাহাৰে-ভৈয়ামে প্ৰৱৰ্তিত হোৱা নাই। ইংৰাজ ৰাজত্বৰ সময়ত খ্ৰীষ্টান মিছনেৰীসকলে দুৰ্গম পাহাৰ-কন্দৰত বহুতো জনগোষ্ঠী, উপজাতিৰ মাজত শিক্ষা বিস্তাৰৰ আঁচনি লৈছিল ঃ শিক্ষাৰ পোহৰ পাই এচাম জনগোষ্ঠীৰ লোক ক্ৰমে সচেতন, বিদ্ৰোহী, বিচ্ছিন্নতাবাদী হোৱা লক্ষ্য কৰা যায়। আঞ্চলিক আৰ্থ-সামাজিক বৈষম্য, ৰাজনৈতিক দুৰ্নীতি, প্ৰশাসনীয় ভ্ৰষ্টাচাৰ আদিয়ে সাম্প্ৰতিক কালৰ যুৱক-যুৱতীক অসহিষ্ণু, বিদ্ৰোহী, সন্ত্ৰাসবাদী কৰি তুলিছে। এনে পটভূমিত জনগোষ্ঠীয়-অজনগোষ্ঠীয় নিৰ্বিশেষে সকলো লোকৰ প্ৰতি সমানে দৃষ্টি ৰাখি ৰাষ্ট্ৰীয় উন্নয়ন আঁচনি ল'ব লাগে।

ভাৰতীয় গণৰাজ্যত সম্প্ৰতি নতুনকৈ সৰ্বাংগীণ সমীক্ষা চলাই, সংবিধানৰ আৱশ্যকীয় সংশোধনীৰে জনগোষ্ঠীয় মৰ্যাদা নিৰূপণ কৰাটো আৱশ্যক। যিসকলে গৃহভূমি নিজাকৈ পাইছে তেওঁলোকে অন্যান্য জনগোষ্ঠীক সম অধিকাৰ দিয়া উচিত।

অসম ৰাজ্যৰ জনগোষ্ঠীসকলৰ জাগৃতি তথা স্বায়ত্তশাসনৰ বাবে চলোৱা আন্দোলন ব্ৰিটিছ যুগৰ ৰাজকীয় শাসন-শোষণ তথা স্বৰাজোত্তৰ ভাৰতীয় কেন্দ্ৰীয় চৰকাৰৰ অনাদৰ-অৱহেলা, ভুল-প্ৰমাদৰ ফল বুলিয়ে ক'ব পাৰি। সাংস্কৃতিক, সামাজিক দৃষ্টিৰে অসম তথা উত্তৰ-পূব ভাৰতীয় অঞ্চলত ঐক্য, সংহতি, সমন্বয়ৰ বাবে অসম সাহিত্য সভা, কামৰূপ অনুসন্ধান সমিতি (আছাম ৰিছাৰ্চ ছ'চাইটী), অসম চৰকাৰৰ সংগ্ৰহালয় (যাদুঘৰ), অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়, ডিব্ৰুগড় বিশ্ববিদ্যালয়, অসম চৰকাৰৰ সাংস্কৃতিক পৰিক্ৰমা সঞ্চালকালয়, শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ, ডিমাপুৰত স্থাপিত উত্তৰ-পূব মাণ্ডলিক সাংস্কৃতিক কেন্দ্ৰ, আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি প্ৰতিষ্ঠান, উত্তৰ-পূব পৰিষদ (শ্বিলং) আদি অনুষ্ঠানে অসম ৰাজ্য অঞ্চলৰ ভাষা-সাহিত্য, গীত-বাদ্য, নৃত্য, কলা-কৃষ্টি, ইতিহাস-ভাস্কৰ্য আদিৰ বৈজ্ঞানিক চৰ্চাৰ জৰিয়তে বিদ্যায়তনিক কাৰ্যক্ৰম চলাই আছে যদিও ৰাজনৈতিক আৰু প্ৰশাসনিক ক্ষেত্ৰত ভাৰতীয় গণৰাজ্যৰ কেন্দ্ৰীয় চৰকাৰ তথা অসমৰ ৰাজ্য চৰকাৰে শুদ্ধ, সুচিন্তিত, যুক্তিপূৰ্ণ ভূমিকা ল'ব পৰা নাই বুলি আমাৰ ধাৰণা হৈছে। ভাৰতীয় সংবিধানৰ আৱশ্যকীয় সংশোধন কৰি হ'লেও বিভিন্ন জনগোষ্ঠীৰ (অনুসূচিত জাতি আৰু জনজাতিৰ) নিজস্ব গৃহভূমি আৰু স্বায়ত্তশাসনৰ প্ৰসংগত কিছুমান ৰাষ্ট্ৰীয় সংহতি সম্প্ৰীতি অভিমুখী নীতি নিৰ্ধাৰণ কৰা আৱশ্যক। স্বকীয় জাতিসত্তা আৰু স্বায়ত্তশাসনৰ পদ্ধতি-প্ৰক্ৰিয়া ৰাষ্ট্ৰীয় ঐক্য-সমন্বয়-শান্তি-পৰম্পৰাৰ অনুকূল হ'ব লাগিব।

# অসমীয়া ভাষাৰ আখৰ-জোঁটনি

ড° ৰমেশ পাঠক

অসমীয়া ভাষাৰ বানানৰ সমস্যা আজিৰ নহয়, প্ৰাক্-শংকৰ যুগৰে পৰা চলি আহিছে। এনেদৰে যাদৃচ্ছিক পদ্ধতিত চলি অহা বৰ্ণ-বিন্যাস পদ্ধতিক বেপ্টিষ্ট মিছ্নাৰিসকলে এক বিজ্ঞানসম্মত ৰূপ দিবলৈ চেষ্টা কৰিছিল। সেইবাবে উচ্চাৰণভিত্তিক বানানৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। এই ক্ষেত্ৰত জাদুৰাম ডেকা বৰুআৰ অভিধানখন আছিল বাটকটীয়া। ড° নাথান ব্ৰাউনৰ ভাষাতে ক'বলৈ হ'লে ঃ "It was necessary to make the orthography correspond with the pronunciation. ....The work which made the nearest approach to a regular system was a manu-script Bengalee. Bengalee Dictionary, with Assamese definitions, prepared by Jaduram Deka Barua, a learned Assamese Pundit. The orthography of this work was found to correspond much better with the actual pronunciation then any other that had been met with; the great portion of the redundant letters were discarded, while the general forms of words agreed, for the mostpart with those found in the Buronjis."

১.০১ কিন্তু 'অৰুনোদই'ৰ আখৰ-জোঁটনিৰ ক্ষেত্ৰত আপত্তি হ'বলৈ ধৰিলে। এনে আপত্তিৰ উত্তৰত ড° নাথান ব্ৰাউনে লিখিছে ঃ "কিন্তু আমি কেৱল পণ্ডিতলৈ লিখা ন হই, সকলো মানুহৰ নিমিত্তে লিখিচোঁ। সংস্ক্ৰিত আৰু ভাসা মিহলি কৰিলে, আমি ভাল নে দেখোঁ; সংস্ক্ৰিত হ'লে সুধ সংস্ক্ৰিতেই হ'ব লাগে; ভাসা হ'লে সুদা ভাসা হ'ব লাগে। সংস্ক্ৰিতত প্ৰায় গোট গোট আখৰ। আগৰ কালৰ মানুহৰ মুখত সংস্ক্ৰিতৰ সকলো মাত লিখা দৰে ফুটিছিল; এতিয়া প্ৰাই পণ্ডিতৰ মুখতো নু ফুটে।

"ভাষা লিখোঁতে, আখৰৰ যিমান জাতি, তিমানহে লিখিব লাগে। একে জাতিৰে দুই তিনি প্ৰভেদৰ সকাম নাই। জ, য়, জৰ, এই দুইৰো একে উচ্চাৰণ; এই হেতুকে অন্তঃস্থ যৰ বাহিৰে আন য নি লিখোঁ। শ, ষ, স এই তিনিটাৰে একে মাত; শ্ৰী শ্ৰীৰ একো ভেদ নে দেখোঁ; আমি কেৱল স হে লিখোঁ। ন, ণ আৰু হ্ৰস্ব দিৰ্ঘতো এইদৰে বুজিবা। ভাসাত ৰণ নো বোলে, ৰনহে বোলে পাপীৰ ঠাইত পাপি; কুলৰ ঠাইত কুল; সূৰ্য্যৰ ঠাইত সুৰ্জ বা সুৰুজ। আৰু ৰেফৰ পাচত এটা আখৰ, দুটাকৈ নু ফুটে; পৰ্ব্বত নো বোলে, পৰ্বতহে বোলে; সৰ্ব্ব, ধৰ্ম্ম, কৰ্ম্ম, মৰ্ম্ম মুখত নোলাই; সৰ্ব, কৰ্ম, ধৰ্ম, মৰ্ম নাইবা ধৰম, কৰম, মৰম, এই ৰূপে ওলাই। (শ্লোক লিখিলে সংস্ক্ৰিতৰ ভাৱেৰে অৱশ্যে লিখিব লাগে; ভাষাত হ'লে দাই ন ধৰিবা।"

১.০২ কিন্তু এনে যুক্তিত বহু ব্যক্তি পতিয়ন নগ'ল আৰু 'অৰুনোদই'ৰ বৰ্ণবিন্যাস সলনি কৰিব লাগে বুলি দাবী উঠিবলৈ ধৰিলে। এই আন্দোলনৰ গুৰিতে আছিল হেমচন্দ্ৰ বৰুৱা। হেমচন্দ্ৰ বৰুৱাই আত্মজীৱনীত লিখিছে, ... মই তাৰ বৰ্ণবিন্যাস সংশোধনৰ নিমিত্তে যত্ন কৰিবলৈ ধৰিলোঁ। মোৰ এই চেষ্টাত নিধিলেভি ফেৰাৰওৱেল নামেৰে এটা দেশী খ্ৰীষ্টিয়ানৰপৰা বৰ বাধা পাইছিলোঁ। সি তাৰ গুৰু ব্ৰাউন চাহাবৰ বৰ্ণবিন্যাসৰ প্ৰণালীৰপৰা এক আঙুলো লৰচৰ হোৱাক মহা পাপ যেন ভাবিছিল। পৰিশেষত মোৰ যত্ন সফল হ'ল হয়, তথাপি ৰ আখৰটোৰ ব্যৱহাৰ চলোৱা অসম্ভৱ যেন বোধ হ'ল। তাৰ কথাত নিধিয়ে প্ৰাচীন জনচেবেক ডাঙৰীয়াৰো মত লৈছিল। সেই বিষয়ত ঘাই আপত্তি আছিল এইটো যে, সেই আখৰ আমেৰিকাৰ পৰা চলাই আনিব লাগিব; কিন্তু মিসন সভাই অধিক ব্যয় কৰিবলৈ মান্তি নহয়। মই গুৱাহাটীলৈ অহাৰ পাছত পাদ্ৰী ডক্টৰ কম্ফৰ্ট চাহাবৰ সহায়তাৰ দ্বাৰা এই বিষয়ৰ সকলো আপত্তিৰ খণ্ডন হয় আৰু 'ৰ'ৰ ব্যৱহাৰ চলিল।"

১.০২.১ হেমচন্দ্ৰ বৰুৱাই ব্যাকৰণ আৰু অভিধানেৰে অসমীয়া ভাষাক যি গতি দিলে সেই গতিৰেই আধুনিক অসমীয়া ভাষা গঢ় লৈ উঠিল। 'অৰুনোদই'ৰ বৰ্ণবিন্যাস পদ্ধতিয়েই শুদ্ধ আছিল নে হেমচন্দ্ৰ বৰুৱা প্ৰদৰ্শিত পথেই শুদ্ধ এতিয়া সেই প্ৰশ্ন অপ্ৰাসংগিক। তথাপি অসমীয়া মূল আখৰৰ পৰিৱৰ্তন নকৰিলেও উপ-আখৰ (শু, হু আদি) আৰু যুক্তাক্ষৰ (ঙ, ক্ম, ক্ৰ, ক্ৰ আদি) কিছুমানৰ সৰলীকৰণ সম্ভৱ আৰু এনে সৰলীকৰণ প্ৰক্ৰিয়া চলি আছে।



### *আমি বানান ভুল কৰোঁ কিয়*

**২.০০ (ক) অভিধানবোৰত থকা বৰ্ণবিন্যাসৰ পাৰ্থক্য ঃ**

হেমকোষৰ একাধিপত্য চলি থকালৈকে আখৰ-জোঁটনিত বৰ বেছি খেলিমেলি নাছিল। উদাহৰণস্বৰূপে, বিদেশী ভাষাৰ স, শ আদিৰ লিপ্যন্তৰণ। হেমকোষৰ মতে ঃ "ফাৰ্চী আদি বিদেশী ভাষাৰ শব্দকো আমাৰ উচ্চাৰণৰ দৰে লিখা উচিত; যেনে, চাহাব, বৃটিছ, ৰুচিয়া ইত্যাদি। .... কোনো কোনো অসমীয়া লেখকৰ মতে শ, ষ বা 'স'ৰে লিখা হিন্দী বা বঙ্গালী, S থকা ইংৰাজী বা 'চিন' আখৰযুক্ত ফাৰ্চী শব্দ অসমীয়াত লিখোতে সেই কেইটা আখৰৰ সলনি ছ লিখা বিহিত, কিন্তু এইটো মত যুক্তিসঙ্গত নহয়, কিয়নো ওপৰত কোৱা গৈছে যে আমাৰ ভাষাত চ, ছ দুইৰো একে উচ্চাৰণ, একো প্ৰভেদ নাই, এনে স্থলত 'চ'ক এৰি ছ লিখিবৰ একো কাৰণ নাই। কেৱল মছলমান শব্দ এই নিয়মৰ বাজ।"

হেমকোষৰ প্ৰথম সংস্কৰণত ইংৰাজী শব্দ নাই যদিও "বৰ্ণবিন্যাসৰ নিয়মবিলাকত দিয়া বৃটিছ, ৰুচিয়া উদাহৰণেই বানান নিৰ্ণয়ৰ বাবে যথেষ্ট। এতিয়া অভিধানবোৰত আৰব-পাৰ্চী এই শব্দবোৰৰ আখৰ জোঁটনি চাওক—

| হেমকোষ | শব্দকোষ | চলন্ত অভিধান |
|---|---|---|
| চয়তান | চয়তান | ছয়তান, চয়তান |
| চহৰ | চহৰ | ছহৰ, চহৰ |
| চাহাব | চাহাব | ছাহাব, চাহাব, ছাহেব, চাহেব |
| চন্দুক | চন্দুক | ছন্দুক, চন্দুক |
| চিকাৰ | চিকাৰ | ছিকাৰ, চিকাৰ |
| বেচি | বেছি | বেছি |

২.০১ শব্দকোষে হেমকোষত থকা শব্দবোৰতহে 'চ' দিছে। বাকী ক্ষেত্ৰত ছাইবেন, ছহিদ, ছেকেণ্ড, আদি ৰূপহে দিছে। গতিকে বিদেশী শব্দৰ আখৰ-জোঁটনিৰ ক্ষেত্ৰত স্পষ্ট নীতি এটাৰ অভাব। হেমকোষৰ (প্ৰথম সংস্কৰণত নাই যদিও) মতে এইবোৰ বানান এনে হ'ব—চহিদ, চহিদ, চাফা, চামিল, চুলতান। বাকী দুখনৰ মতে—

| চলন্ত অভিধান | শব্দকোষ |
|---|---|
| চহিদ, ছহিদ | - |
| ছহিদ | ছহিদ |

তলত চমুকৈ অন্য শব্দ কিছুমানৰ তালিকা দিয়া হ'ল

| হেমকোষ | চন্দ্ৰকান্ত | শব্দকোষ | আ. অ. অভিধান |
|---|---|---|---|
| অখালডাঁৰ | অখালদাঁৰ | অখালডাঁৰ | অখালডাঁৰ |
| আকুঁহী | আঁকুহি | আঁকুহী | আঁকুহি |
| হাঁকুটী | হাঁকুটি | হাঁকুটি | হাঁকুটি |
| ওকণী | ওকণি | ওকণী | ওকণি |
| ওজাপালী | ওজাপালি | ওজাপালি | ওজাপালি |
| উপলক্ষ্য | উপলক্ষ, লক্ষ্য | উপলক্ষ, লক্ষ | উপলক্ষ্য, লক্ষ্য |
| পাচ | পাছ | পাচ, পাছ | পাছ |

উদাহৰণ দীঘলীয়া নকৰোঁ, কাৰণ এখন দীঘলীয়া তালিকা বৰপেটা সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত "অসমীয়া ভাষাৰ প্ৰায়োগিক দিশ ঃ ভাষাতাত্ত্বিক অধ্যয়ন" নামৰ গ্ৰন্থত দিছোঁ।

**২.০২ (খ) ধ্বনি আৰু আখৰ ঃ**

অসমীয়া ভাষাত বিশিষ্ট ধ্বনি ২৯ টা আৰু আখৰ পঞ্চাশটাৰো অধিক। যেনে—

(১) বিশিষ্ট স্বৰধ্বনি ৮ টা; আখৰ ১১ টা (মতান্তৰে ১২ টা)। ই, ঈ ৰ বৰ্ণগত বিৰোধ নাই; উ ঊৰো। 'ঋ'ৰ উচ্চাৰণ 'ৰি'; ঐ আৰু ঔ দ্বিস্বৰ ধ্বনিহে।

(২) বিশিষ্ট স্বৰধ্বনি অ' বুজাবলৈ আখৰ নাই, উপ-আখৰ (allograph) বা গৌণ প্ৰতীক (secondary symbol) ' আছে।

বহুতে ইয়াক উৰ্দ্ধ-কমা বুলি কয়। ই ভুল। কমা যতি চিনহে, গতিকে কমা বুলি ক'লে বিৰাম দিব লাগিব। সম্ভৱতঃ

দেখাত কমাৰ দৰে আৰু ওপৰত বহে বাবে উৰ্দ্ধ-কমা বুলি কয়। ই কমা নহয়—অ' কাৰহে।

(৩) অসমীয়াত এ আৰু এ' দুটা বিশিষ্ট স্বৰধ্বনি। যেনে বেল (গছ), বে'ল (ঘণ্টা); এৰা (গছ) এ'ৰা (সম্বোধন, শলাগনি)। এ' বুজাবলৈ আখৰ বা উপ আখৰ নাই।

(৪) ব্যঞ্জন ধ্বনিৰ সংখ্যা ৩৯ (চন্দ্ৰবিন্দুক লৈ ৪০) টা। বিশিষ্ট ধ্বনি বা বৰ্ণ ২১ টা (য় আৰু ৰ ললে ২৩ টা)। যেনে—

| বিশিষ্টধ্বনি | আখৰ |
|---|---|
| /প/ | প |
| /ফ/ | ফ |
| /ব/ | ব |
| /ভ/ | /ভ/ |
| /ত/ | ট, ত, ৎ |
| /থ/ | ঠ, থ |
| /দ/ | ড, দ |
| /ধ/ | ঢ, ধ |
| /ক/ | ক |
| /খ/ | খ |
| /গ/ | গ |
| /ঘ/ | ঘ |
| /ম/ | ম |
| /ন/ | ণ, ন, ঞ |
| /ঙ/ | ঙ, ং |
| /ৰ/ | ড়, ৰ, ৰেফ, ৰ-কাৰ |
| /চ/ | চ, ছ (শ, ষ, স) |
| /জ/ | জ, ঝ, য (য-কাৰ) |
| /ল/ | ল |
| /স/ | ষ, শ, স |
| /হ/ | হ (ঃ) |

ফলত বানান বিভ্ৰাট বাঢ়িছে। হ্ৰস্ব-দীৰ্ঘৰ পাৰ্থক্য নথকা বাবে হ্ৰস্ব-উকাৰ আৰু দীৰ্ঘ-উকাৰ বা হ্ৰস্ব ই-কাৰ আৰু দীৰ্ঘ ঈ-কাৰৰ প্ৰয়োগত ভুল হয়। একে কাৰণতে ত-ট, থ-ঠ, দ-ড, ধ-ঢ, ন-ণ, চ-ছ, জ-য, শ-ষ-স-ৰ প্ৰয়োগত ভুল হয়। তলৰ শব্দবোৰ মন কৰক—

ঞ + ব্যঞ্জন — মঞ্জুৰ — উচ্চাৰণ — মনজুৰ

অঞ্জলি — উচ্চাৰণ— অন্‌জলি

বাঞ্ছিত —উচ্চাৰণ — বানচিত

অঞ্চল — উচ্চাৰণ — অন্‌চল

জ + ঞ = জ্ঞ বিজ্ঞান — উচ্চাৰণ — বিগ্যান

জ্ঞান — উচ্চাৰণ — গ্যান, গিয়ান

ইত্যাদি

**২.০৩ (৩) উপ-আখৰৰ বিকৃত ৰূপ ঃ**

(ক) এ, ত্ৰ, ক্ৰ, ক্ৰ
ক্ৰটি/ক্ৰটীৰ ঠাইত বহুতে ক্ৰটি বা ক্ৰটী লিখে।

(খ) হ্ম (হ + ম নে ম + হ?)
ব্ৰম্‌হপুত্ৰ নে ব্ৰহমপুত্ৰ?

(গ) শু, শ্ৰ, শ্ৰু

(ঘ) ষ্ণ —— ষ + ণ নে ষ + ঞ

(ঙ) হু —— ু নে ৃ?

(চ) ৰ-কাৰ —— দৰ্শন, ক্ৰম, শ্ৰম ( ´, ‚ , ্ৰ)

(ছ) ত্ত —— ত + ত নে ত + উ?
কিন্তু, সত্তৰ — কিন্তু নে কিন্‌ত্ত
সত্তৰ নে সত্তুৰ?

**২.০৪ (৪) অভিধান নোচোৱাৰ দোষ ঃ**

আনৰ কথা বাদেই, অসমীয়া ভাষা-সাহিত্যৰ ছাত্ৰ-ছাত্ৰী, অধ্যাপক-অধ্যাপিকা, লেখক-লেখিকাবো ঘৰত অসমীয়া অভিধান নাই। বিদ্যালয়-মহাবিদ্যালয়ৰ পুথি ভঁৰালত বৰ বেছি এখন অভিধান থাকিব পাৰে—তুলনা কৰিবলৈ একাধিক অভিধান নাথাকে।

**২.০৫ (৫) বানানৰ জ্ঞান থকা শিক্ষকৰ অভাৱ ঃ**

মানুহে বানান শিকে ছাত্ৰাৱস্থাত। কিন্তু বৰ্ণবিন্যাসৰ শুদ্ধ ধাৰণা দিব পৰা শিক্ষক-শিক্ষয়িত্ৰী আছে কেইজন? বি এ মেজৰ প্ৰথম শ্ৰেণী পোৱা আৰু স্নাতকোত্তৰ শ্ৰেণীৰ প্ৰথম দুটা 'চিমেষ্টাৰ'ত প্ৰথম শ্ৰেণী পাই থকা ছাত্ৰ-ছাত্ৰীৰ বানানৰ নমুনা চাওক—

| ছাত্ৰ-ছাত্ৰীৰ বানান | হ'ব লাগে |
|---|---|
| ভৌগলিক/ ভোগলিক | ভৌগোলিক |
| উপন্যাসিক | ঔপন্যাসিক |
| মূখ্য | মুখ্য |
| মূৰব্বী | মুৰব্বী |
| ভৰসা | ভাৰসা |
| পূণ্য | পুণ্য |
| শূণ্য | শূন্য |
| দূৰাৱস্থা | দুৰৱস্থা |
| দূৰ্গা | দুৰ্গা |
| সান্তনা | সান্ত্বনা |



| | |
|---|---|
| তত্ব | তত্ত্ব |
| দূৰ্ণাম | দুৰ্নাম |
| সুলভ মূল্য | সুলভ মূল্য |
| ধূলিস্যাৎ | ধূলিসাৎ |
| আয়তাধীন | আয়ত্ত |
| অঞ্জলী | অঞ্জলি |
| প্ৰতিযোগীতা | প্ৰতিযোগিতা |
| অনুস্থান | অনুষ্ঠান |
| অনুস্থিত | অনুষ্ঠিত |
| প্ৰতিস্থান | প্ৰতিষ্ঠান |
| ঘাট-প্ৰতিঘাট | ঘাত-প্ৰতিঘাত |
| ধিমিক ধামাক | ঢিমিক ঢামাক |
| উজ্জল | উজ্জ্বল |
| ঐক্যতা | ঐক্য বা একতা |
| দৈন্যতা | দৈন্য বা দীনতা |
| শাৰিৰীক | শাৰীৰিক |
| সমিচিন | সমীচীন |

**২.০৬ (৫) পণ্ডিতমন্য ব্যক্তিৰ জেদ ঃ**

প্ৰচলিত বানান এটি ভুল বুলি ভাবি নিজে শুদ্ধ বুলি অনুভৱ কৰা অন্য আখৰ-জোঁটনি প্ৰয়োগ কৰাটো বানান-বিভ্ৰান্তিৰ অন্যতম মাত্ৰা বৃদ্ধিহে কৰিছে। কাউৰি, মেকুৰী আদি বানান এনে উদাহৰণ। 'পাচ' ক 'পাছ' কৰাতে ক্ষান্ত নাথাকি 'পাছ' (মানুহ, জন্তু বা বস্তুৰ, যেনে—মোৰ/ঘৰৰ পাছত) আৰু 'পিছ' ৰ (সময়ৰ, যেনে, অলপ পিছত আহিবা) মাজতো প্ৰয়োগৰ পাৰ্থক্য ৰাখিব লাগে বুলি বুলি উপদেশ দিছে। এঠাইত এনেদৰে কৈ কেই বছৰমান পাচত সম্পাদনা কৰা অভিধানত আকৌ 'পাছ' আৰু 'পিছ'ৰ প্ৰয়োগত অৰ্থৰ পাৰ্থক্য ৰখা নাই। সম্পাদক হিচাপে অভিধানত দিছে ব্ৰিটিছ বানান আৰু 'পাটিগিৰি' শব্দৰ অৰ্থত আছে 'বৃটিছ' বানান। আনহাতে স্নাতক বা স্নাতকোত্তৰ ছাত্ৰ-ছাত্ৰীৰ বাবে লিখা (শিক্ষক-শিক্ষয়িত্ৰীৰ বাবেও) পুথিত আছে ব্ৰিটিংশ বানান।

৩.০০ কিবা এটা সিদ্ধান্ত দিয়াৰ আগতে অভিধানবোৰত থকা কেইটামান পাৰ্থক্য জানি থোৱা ভাল। তলত হেমকোষ আৰু চলন্ত অভিধানৰ পৰা দুটামান উদাহৰণ দিয়া হ'ল—

**৩.০১ পদান্তৰ ই/ঈ ঃ**

| হেমকোষ | চলন্ত |
|---|---|
| কাউৰী | কাউৰি |
| কাকতী | কাকতি, কাকতী |
| কাঠী | কাঠি, কাঠী |
| কুঁৰলী | কুঁৰলি |
| কেৰাহী (ৰন্ধা পাত্ৰ) | কেৰাহি |
| খাহী | খাহি |
| খালী (শূন্য, উদং) | খালি |
| খিড়িকী | খিৰিকী |
| গুলী | গুলি, গুলী ইত্যাদি। |

**৩.০২ চ/ছ ঃ**

বিদেশী শব্দৰ ক্ষেত্ৰত হেমচন্দ্ৰ বৰুৱাই যে চ ব্যৱহাৰ কৰাৰ কথা কৈছিল আৰু চলন্ত অভিধান আদিয়ে যে সেইবোৰত ছ ব্যৱহাৰ কৰিছে সেই কথা আমি কৈ আহিছোঁ। 'চ'ৰ সলনি ছ ব্যৱহাৰ কৰিলে অসমীয়া মানুহে কিবা বেলেগকৈ উচ্চাৰণ কৰিব নেকি? যেনে চিটি বাছ? অথবা পাটচাহ আৰু পাটছাহ? চন আৰু ছন?

যদি এনে কৰাৰ ফলত উচ্চাৰণ মূলৰ উচ্চাৰণৰ ওচৰ চাপে তেনে ভালেই। যদি উচ্চাৰণ একেই থাকে তেনেহ'লে ইমান দিনে চলি অহা বৰ্ণবিন্যাস সলোৱা হ'ল কিয়?

৪.০০ আমি সাধাৰণতে ভুল কৰা কেইটামান শব্দৰ তালিকা দিছোঁ—

| ভুল বানান | শুদ্ধ বানান | ভুল বানান | শুদ্ধ বানান |
|---|---|---|---|
| অত্যাধিক | অত্যধিক | কৌতুহল | কৌতূহল |
| জাত্যাভিমান | জাত্যভিমান | আয়ত্ব | আয়ত্ত |
| অনুসুচীত | অনুসূচিত | তত্ব | তত্ত্ব |
| একেধাৰে | একাধাৰে | উজ্জল | উজ্জ্বল |
| ঠিৱাং | থিৱাং | খুতিনাতি | খুটিনাটি |
| উভতি | উভতি | দুৰবীন | দূৰবীন |
| ডাঙি | দাঙি | বৈশিষ্ট | বৈশিষ্ট্য |
| ভূবন | ভুৱন | মূখ্য | মুখ্য |
| মূৰব্বী | মুৰব্বী | অধক্ষ্য | অধ্যক্ষ |
| সাহার্য্য | সাহায্য | ভ্ৰাম্যমান | ভ্ৰাম্যমাণ |
| পৰিবহন | পৰিৱহণ | আনুসংগিক | আনুষংগিক |

**শব্দৰ ভুল প্ৰয়োগ ঃ**

**সৌজন্য আৰু উদ্যোগ**

নিজে কৰা কামত 'উদ্যোগ' আৰু আনে সেই কামৰ প্ৰশংসাৰে উল্লেখ কৰিলে 'সৌজন্য'। যেনে— মিলিত সংঘই এখন খেলৰ আয়োজন কৰি প্ৰচাৰ পত্ৰিকা ছপাইছে। তাত হ'ব "মিলিত সংঘৰ উদ্যোগত ফুটবল প্ৰতিযোগিতা।" আমি সেই খেল চাই ভাল পাইছোঁ, তাত হ'ব "মিলিত সংঘৰ সৌজন্যত পতা......"।

*এই অসমতে বহু ৰজা আৰু ৰাজ শক্তিৰ পতন হ'ল, কিন্তু শংকৰদেৱৰ আৰু তেওঁৰ সাংস্কৃতিক ৰাজ্যখন আজিও থিয় হৈ আছে আৰু চাৰিশ বছৰ অতীতৰ গৰ্ভত বিলীন হোৱা সত্ত্বেও শংকৰদেৱে অসমীয়া জীৱন জিনি আছে।*

— ড° মহেশ্বৰ নেওগ

# অনাৱশ্যকীয় দ্বিৰুক্তিৰ ভৰত কাহিল অসমীয়াৰ অৱস্থা

দেৱেন দত্ত

অসমীয়াৰ অৱস্থা মানে অসমীয়া ভাষাৰ অৱস্থা। অৰ্থাৎ দ্বিৰুক্তিৰ উৎপীড়নৰ হেঁচাত অসমীয়া ভাষাৰ দুৰৱস্থাৰ কথা ক'ব খুজিছোঁ। এইটো বিষয়ৰ সন্দৰ্ভত ('ওপৰত' নহয়) কলম আগেয়েও পিহিছোঁ। কিন্তু স্থান, কাল, পাত্ৰ আৰু অৱস্থা চাই কেতিয়াবা কেতিয়াবা কিছুমান কথা বাৰম্বাৰ ৰেপি থকাৰ আৱশ্যক হয়। সেয়েহে আকৌ এবাৰ কলম পিহিবলৈ ওলাইছোঁ।

দ্বিৰুক্তি মানে হৈছে একে শব্দ বা একে ভাৱ বা কথাৰে দুবাৰ অথবা ততোধিকবাৰ কৰা উক্তি, অৰ্থাৎ পুনৰুক্তি। দ্বিৰুক্তি যে সদায় অপ্ৰয়োজনীয়, তেনে নহয়। কিছুমান কথাত বিশেষ গুৰুত্ব প্ৰদান কৰাৰ অৰ্থে স্থান-কাল-পাত্ৰভেদে দ্বিৰুক্তিৰ প্ৰয়োজন অৱশ্যেই থাকে। কিন্তু কিছুমান শব্দৰ অৰ্থ নজনাৰ ফলস্বৰূপে, কিছুমান লোকে একান্ত অনাৱশ্যকভাৱে, একেলগে দুটা সমাৰ্থক শব্দ প্ৰয়োগ কৰাৰ ফলত ভাষা ত্ৰুটীপূৰ্ণ আৰু মাধুৰ্যহীন হোৱাৰ উপৰি কওঁতা বা লিখোঁতাও হাঁহিয়াতৰ পাত্ৰ হয়।

সৰুতে মাহী-পেহীৰ মুখত, ওচৰ-পাঁজৰৰ অনাখৰী লোকৰ মুখত শুনিছিলোঁ 'হাত কৰযোৰ কৰি কাকূতি কৰা', 'নিজৰ আত্মজীৱনী' আদি অনেক দ্বিৰুক্তি। গাড়ীৰ চালক, পৰিচালক আৰু 'পোৱালি'হঁতৰ মুখতো শুনিছিলোঁ, 'পিছলৈ বেক্ কৰা' আদি বাইক। নিজে কিছু জনা-বুজা হোৱাৰ পাছত সিবিলাক কথাই আমোদ যোগালেও, সিবিলাক আছিল 'ক'-টোৰ তিনিটা চুক চিনি নোপোৱা মানুহৰ মুখৰ কথা। কিন্তু এতিয়া, অৰ্থাৎ এটা শিলগুটি দলিয়াই পঠালেও সেইটো উফৰি উফৰি গৈ তিনিগৰাকীমান স্নাতক বা স্নাতকোত্তৰ উপাধিধাৰী লোকৰ মূৰত পৰাৰ দিনতো, সিবিলাকৰ মাত্ৰা কমক ছাৰি দেখোন নিতৌ বাঢ়িছেহে; মাত্ৰা পাৰ হৈ আমোদে ক্ৰমাৎ দৌৰাত্ম্যৰ ৰূপ লৈছেহি।

'ৰাইজ' শব্দটো বহুবচনাত্মক। 'ৰাইজ' মানে প্ৰজাসমূহ বা লোকগণ। এতেকে তাৰ লগত 'সকল' যুক্ত কৰাৰ কোনো আৱশ্যক নাই। কিন্তু এতিয়াও আমাৰ বেছিভাগ সভা-সমিতিতে, বেছিভাগ 'শিক্ষিত' লোকেই সমৱেত ৰাইজক 'ৰাইজসকল' বুলিয়েই সম্বোধন কৰে। 'আত্ম' মানে নিজ বা নিজৰ। কিন্তু, মাথোন অনাখৰী লোকেই নহয়, মধ্যমীয়া ভাৱে শিক্ষিত আৰু 'উচ্চ শিক্ষিত' অসংখ্য লোকেও পাইকাৰী হাৰত ব্যৱহাৰ কৰা 'নিজৰ আত্মসন্মানবোধ', 'নিজৰ আত্মবিশ্লেষণ', 'নিজৰ আত্মসমৰ্পণ', 'নিজে আত্মহত্যা কৰা' আদি শব্দসম্ভাৰ শুনিলে তবধ মানিব লাগে।

এতিয়া মানে বৰ্তমান। এতেকে বৰ্তমান মানে এতিয়া। পিচে, অলপ ভালদৰে কাণ পাতিবচোন, আজিকালি চৌদিশে মাথোন 'এতিয়া বৰ্তমান'



হে বৰ্তমান! আকৌ, 'মান' বোলা শব্দটোৰ, সন্মান, সম্ভ্ৰম, স্তেণ্ডাৰ্ড্ ('ষ্টেণ্ডাৰ্ড্' নহয়) আদি অৰ্থৰ উপৰি আন এটা অৰ্থ হৈছে ওচৰা-উচৰি। একেদৰে, 'প্ৰায়' বোলা শব্দটোৰ অৰ্থও হৈছে তুল্য; এতেকে, ভাৱ বা বোধ অনুসাৰে, ওচৰা-উচৰি। অৰ্থাৎ 'প্ৰায়' আৰু 'মান' এই দুয়োটা শব্দৰে অৰ্থ হ'ল 'আনুমানিক'। এতেকে আনুমানিক বিশজন লোক বুজাবলৈ 'প্ৰায় বিশজন' অথবা 'বিশজনমান' বুলিলেই যথেষ্ট; আনুমানিক এহেজাৰ টকা বুজাবলৈ 'প্ৰায় এহেজাৰ টকা' অথবা 'এহেজাৰমান টকা' বুলিলেই যথেষ্ট। তেনে স্থলত, 'প্ৰায় বিশজনমান লোক' আৰু 'প্ৰায় এহেজাৰমান টকা'ৰ অৰ্থ কি? কিন্তু আজিকালিতো কোনেও কাণ পাতিবই নোৱাৰি, চকু ফুৰাবই নোৱাৰি; চাৰিওফালে 'প্ৰায়' আৰু 'মান'ৰ শান্তিপূৰ্ণ সহাৱস্থানৰ পয়োভৰ!

অভিধান মেলি চাবচোন, 'মেধ' বোলা শব্দটোৰ অৰ্থ কি! 'মেধ' মানে যজ্ঞ বা বলি ('বলী' নহয় আকৌ দেই, 'বলী' মানে শক্তিশালীহে)। এতেকে যথা স্থানত নৰমেধ, নৰবলি বা নৰযজ্ঞ তথা অশ্বমেধ বা অশ্বযজ্ঞ, ইবিলাকৰ যিকোনো এটা ব্যৱহাৰ কৰিলেই জানো যথেষ্ট নহয়? তেনে স্থলত, 'নৰমেধ যজ্ঞ' অথবা 'অশ্বমেধ যজ্ঞ' বোলাৰ উদ্দেশ্য কি? মনোবাঞ্ছা অধিক সফল হ'ব নেকি?

'কেৱল' মানে মাথোন বা মাত্ৰ তথা অকল-শৰ। সেয়েহে, বিয়া-বাৰু নকৰোৱা, অকল-শৰীয়া ভকতক বোলা হয় কেৱলীয়া ভকত। এতেকে 'মাত্ৰ' বোলা শব্দটো হ'ল 'কেৱল'ৰ সমাৰ্থক। তেনেহ'লে আজিকালি 'কেৱল-মাত্ৰ' নামৰ শব্দামৃতৰ ব্যাপক প্ৰসাৰৰ লক্ষ্য কি? যাক বা যিসকলক বা যিহক বুজাব খোজা হয়, সিবিলাকৰ বাহিৰে যাতে যথাস্থানত আন কাৰো প্ৰৱেশ ঘটিব নোৱাৰে, সেইফেৰা সুনিশ্চিত কৰিবলৈকে সিবিলাকৰ চাৰিওফালে 'কেৱল মাত্ৰ' ৰ এনে নিৰাপত্তামূলক জেওৰা-জপনা নেকি? 'কেৱল মাত্ৰ'ৰ কোনো আৱশ্যক নাই; 'কেৱল' অথবা 'মাত্ৰ' এই দুটাৰ যিকোনো এটা ব্যৱহাৰ কৰিলেই হ'ল।

'শিৰ' মানে হৈছে মূৰ। (সিৰ' নহয়; 'সিৰ' মানে স্নায়ুহে)। আকৌ 'স্থান' মানে হৈছে ঠাই। এতেকে 'শিৰস্থান' মানে হ'ল মূৰ থোৱা ঠাই। সেই 'শিৰস্থান'ৰ পৰাই হৈছে 'শিতান'। তেনেদৰে 'পদস্থান' মানে হৈছে ভৰি থোৱা ঠাই। তাৰ পৰাই হৈছে 'পথান'। এতেকে বিছনাৰ 'শিতান' আৰু 'পথান' মানে হৈছে বিছনাত, যথাক্ৰমে, মূৰ থোৱা ঠাই আৰু ভৰি থোৱা ঠাই। কিন্তু এই দুটুকুৰা ঠাই বুজাবলৈকে আমাসৱৰ মাজৰ সৰহভাগ লোকেই সিবিলাকক 'শিতান' আৰু 'পথান'ৰ

অসমীয়া মানুহক বাৰু কি বাৰী ভূতে কিলাইছে হয়নে? নিজৰ মাতৃভাষাত কিবা এটা কোৱা বা লিখাৰ আগেয়ে নাওমান ভাবি চাবলৈও তেওঁসৱৰ তিলমানো সময় নাইনে? ইমান ব্যস্ততা কিহৰ? 'পিথিপী'খনক ধ্বংসৰ মুখৰ পৰা এতিয়া খাৰখোৱা মখাইহে বচাবগৈনে?

পৰিৱৰ্তে বোলে 'মূৰৰ শিতান' আৰু 'ভৰিৰ পথান'! ভাগ্য ভাল যে কোনেও এতিয়ালৈকে 'ভৰিৰ শিতান' আৰু 'মূৰৰ পথান' বোলা নাই! পিচে কোনোবাই শিতানৰ ফালে ভৰি আৰু পথানৰ ফালে মূৰ থৈ শয়ন কৰা শেতেলিৰ মূৰ দুটাক সম্ভতঃ কালক্ৰমত তেনে বুলিব পৰাও হ'বগৈ!

'তাণ্ডৱ' মানে হৈছে পৌৰুষপূৰ্ণ, উদ্দাম এক নৃত্য। তাণ্ডৱ লীলা বোলাৰ কথা সুকীয়া। কিন্তু নৃত্য প্ৰপঞ্চটো তাণ্ডৱতে অন্তৰ্ভুক্ত। এতেকে 'তাণ্ডৱ নৃত্য' হৈছে অজ্ঞতাজনিত এক দ্বিৰুক্তি। পিচে, উক্ত নৃত্যবিধ বুজাবলৈ মাথোন 'তাণ্ডৱ' বোলোতা লোকৰ সংখ্যা আঙুলিৰ মূৰত লেখিব পৰা বিধৰহে। পালাত ভৰ 'তাণ্ডৱ নৃত্য' বোলোঁতাসৱৰহে। পালাৰ এফালে যদি দহ কিলোগ্ৰেম ('গ্ৰাম' নহয়), আনফালে এশ গ্ৰেমো হ'বনে নহ'ব, সন্দেহ। 'ল'ৰালি' বোলা শব্দটোৰ এটা অৰ্থ হৈছে ল'ৰামতীয়া স্বভাৱ বা তেনে কাৰ্য। কিন্তু আমাৰ বৰ্তমান কথাৰ বাবে প্ৰাসংগিক অৰ্থটো হৈছে ল'ৰা-কাল, ঠিক যেনেদৰে ডেকা-কাল আৰু বুঢ়া-কাল। কিন্তু এই ল'ৰা-কাল বুজোৱা 'ল'ৰালি' শব্দটোকে আমাৰ অসংখ্য লোকে অধিক ঐশ্বৰ্য্যশালী কৰি তুলিছে, তাৰ লগতো আকৌ 'কাল'টোকো যোগ দি; ফলাফল ঃ 'ল'ৰালি কাল'। হওক, হওক, বেচ মজবুত হৈছে, নহয়নে বাৰু?

ল'ৰালি এৰি থৈ ল'ছালিয়ে লওক ফলি-পুথি। বিদ্যাৰম্ভ কৰক, পঢ়ক, পঢ়ি-শুনি 'ডাঙৰ মানুহ' হওক। পিচে তাকে জানো একেটা জাঁপতে সমাপন কৰিব পাৰিব? খলপা-খলপকৈহে বগাব নালাগিব জানো? বিদ্যা-শিক্ষাৰ জগতত এই খলপা বুজোৱা দুটা শব্দৰ এটা হৈছে 'মান', আনটো হৈছে 'শ্ৰেণী'। দুয়োটাৰে ইংৰাজী প্ৰতিশব্দ দুটা হৈছে যথাক্ৰমে 'স্তেণ্ডাৰ্ড্' আৰু 'ক্লাস্'। এতেকে আনুষ্ঠানিক শিক্ষাৰ এনে যিকোনো একোটা খলপা বুজাবলৈ প্ৰথম মান অথবা প্ৰথম শ্ৰেণী, পঞ্চম মান অথবা পঞ্চম শ্ৰেণী, দশম মান অথবা দশম শ্ৰেণী অৰ্থাৎ দুটাৰ ভিতৰৰ যি কোনো এটা বুলিলেই যথেষ্ট। ইংৰাজীত 'ফাৰ্স্ট্ স্তেণ্ডাৰ্ড্' অথবা 'ক্লাস্ (ক্লাছ্) ৱান্', 'ফিফ্থ স্তেণ্ডাৰ্ড্' অথবা 'ক্লাস্ ফাইভ্' তথা 'টেন্থ্ স্তেণ্ডাৰ্ড্' অথবা 'ক্লাস্ টেন্' অৰ্থাৎ দুটাৰ যিকোনো এটাহে বোলা হয়; 'ফাৰ্স্ট্ স্তেণ্ডাৰ্ড্ ক্লাস্ (ক্লাছ্)', 'ফিফ্থ স্তেণ্ডাৰ্ড্ ক্লাস্' তথা 'টেন্থ্ স্তেণ্ডাৰ্ড্ ক্লাস্' বোলা নহয়। অসমীয়াতনো আকৌ 'প্ৰথম মান শ্ৰেণী', 'পঞ্চম মান শ্ৰেণী', 'দশম মান শ্ৰেণী' আদি কিয়? অলপতে মাতৃভাষা মাধ্যমৰ বিদ্যালয়ৰ নিম্নতৰ শ্ৰেণীত ইংৰাজীৰ পাঠ্যক্ৰম প্ৰৱৰ্তনক কেন্দ্ৰ কৰি হোৱা বিতৰ্কৰ সময়ততো 'ক মান শ্ৰেণী', 'খ মান শ্ৰেণী', 'প্ৰথম মান শ্ৰেণী' আদিৰ দপ্‌দপনিৰ কোবত বাতৰি কাকত মেলিবই নোৱাৰা হৈছিল।

পঢ়ি-শুনি উচ্চ বিদ্যালয়ৰ আনুষ্ঠানিক শিক্ষা সাং বা অন্ত কৰি ছাত্ৰহঁতে দিয়া পৰীক্ষাটোৰ পূৰ্বৰ

নাম আছিল প্ৰৱেশিকা পৰীক্ষা। তাৰে আধুনিক নাম হৈছে উচ্চ বিদ্যালয় শিক্ষান্ত পৰীক্ষা। পিচে, তাকে বাৰু আকৌ 'শেষান্ত' পৰীক্ষা আৰু 'শেহান্ত' পৰীক্ষা কৰা হয় কিয়? শেষ কৰিয়েই হেঁপাহ নপলায়নে? আকৌ অন্ত কৰে কিয়? প্ৰাণে মাৰিলেই যথেষ্ট নহয়নেকি? প্ৰাণে মাৰি উঠি আকৌ হত্যা কৰে কিয়? অসমীয়া মানুহক বাৰু কি বাৰী ভূতে কিলাইছে হয়নে? নিজৰ মাতৃভাষাত কিবা এটা কোৱা বা লিখাৰ আগেয়ে নাওমান ভাবি চাবলৈও তেৰাসবৰ তিলমানো সময় নাইনে? ইমান ব্যস্ততা কিহৰ? 'পিথপী'খনক ধ্বংসৰ মুখৰ পৰা এতিয়া খাৰখোৱা মখাইহে বচাবগৈনে?

যি দেহৰ পৰা প্ৰাণবায়ু উৰি গৈছে, তেনে প্ৰাণহীন দেহক বোলা হয় মৃতদেহ বা শৱ। এই 'শৱ'ৰে সংক্ষিপ্ত ৰূপ হৈছে 'শ'। এইখিনিতে এটি কাহিনী প্ৰণিধানযোগ্য। প্ৰাচীন বিদৰ্ভ ৰাজ্যৰ ৰাজধানী কুণ্ডিল নগৰৰ বৰ্তমান নাম হৈছে শদিয়া। এই নামটোৰ একাধিক জন্মবৃত্তান্তৰ ভিতৰৰ এটা হৈছে এনে ধৰণৰ। এসময়ত গৌড় দেশত গ্ৰহণী ৰোগত পৰি, বিদৰ্ভৰাজ ৰত্নধ্বজৰ এজন কোঁৱৰৰ মৃত্যু হোৱাত তেওঁৰ শটো গৌড়ৰ পৰা আনি যি ঠাইত সংস্কাৰ কৰা হ'ল (অৰ্থাৎ 'শ' দিয়া হ'ল), সেই ঠাইৰ নামেই কালক্ৰমত শদিয়া হ'ল। সি যি কি নহওক, আচল কথা হ'ল, শ মানে হৈছে মৃতদেহ বা মৰা দেহ। তেনেহ'লে, অসংখ্য মানুহে কোৱা আৰু লিখা 'মৰা শ'ৰ অৰ্থ কি? যিটো দেহ মৰি ইতিমধ্যে শ হৈছে, তাকেনো আকৌ কিয় মাৰে বাৰু? ইংৰাজীত 'ক (ৰ) প্‌স্/কৰ্প্‌স্ (CORPSE) মানে হৈছে ডে'ড্ হ্যুমেন্ বডী (DEAD HUMAN BODY)। এতেকে, ইংৰাজীত ডে'ড্ ক(ৰ্) প্‌স্' বুলি কোৱাটো যেনে কথা, অসমীয়াত 'মৰা শ' বুলি কোৱাটোও তেনে কথা।

'জনৈক' মানে হৈছে অনিৰ্দিষ্ট কোনোবা এজন। যি লোকৰ বিষয়ে একো জনা হোৱা নাই, যাৰ লগত পৰিচিতি ঘটা নাই, অথচ যাৰ বিষয়ে কিবা ক'ব বা লিখিবলগীয়া হয়, তেনে লোকৰ প্ৰসংগতে এই 'জনৈক' শব্দটো ব্যৱহাৰ কৰা হয়। উদাহৰণ স্বৰূপে, 'জনৈক ডেবেৰা পিঠাখোৱাই মোক কথাটো ক'লে' আৰু 'তেতিয়া খেতেকেশ্বৰ টেটকুটীয়া নামৰ জনৈক লোক তাত উপস্থিত আছিল', এই দুটা বাক্যৰ অৰ্থ হ'ল, যথাক্ৰমে, (১) ডেবেৰা পিঠাখোৱা নামৰ এনে এজন লোকে মোক কথাটো ক'লে যাক মই চিনি নাপাওঁ, আৰু (২) তেতিয়া খেতেকেশ্বৰ টেটকুটীয়া নামৰ এনে এজন লোক তাত উপস্থিত আছিল যিজনক মই চিনি নাপাইছিলোঁ আৰু যিজনৰ বিষয়ে মই নিৰ্দিষ্টকৈ একো ক'ব নোৱাৰোঁ। 'বৰা উপাধিৰ জনৈক লোক' মানে বৰা উপাধিধাৰী এনে এজন লোক যাৰ বিষয়ে নিৰ্দিষ্ট বা স্পষ্ট বা বিতংকৈ একো ক'ব পৰা নাযায়। মুঠৰ ওপৰত, ব্যক্তিগৰাকী নিৰ্দিষ্ট বা অনিৰ্দিষ্ট যিয়েই নহওক, বৈয়াকৰণিক তথা শব্দগত দিশৰপৰা মূল কথাটো হ'ল, 'জনৈক' শব্দটোৰ ভিতৰতে 'এজন' শব্দটো সোমায়েই আছে। এতেকে কোনো এক ব্যক্তিৰ প্ৰসংগত এটা বাক্যত 'জনৈক' শব্দটো প্ৰয়োগ কৰাৰ পাছত সেই একেটা বাক্যতে একে প্ৰসংগত অৰ্থাৎ সেই ব্যক্তিকে বুজাবলৈ 'এজন' শব্দটোৰো প্ৰয়োগ ঘটিব নোৱাৰে। তেনে প্ৰয়োগ হৈছে এক অনাৱশ্যকীয় দ্বিৰুক্তি; এতেকে সম্পূৰ্ণ ভুল। 'বৰা উপাধিধাৰী জনৈক লোক' বা 'জনৈক বৰা উপাধিধাৰী লোক' বুলিলেই যথেষ্ট। 'জনৈক বৰা উপাধিধাৰী এজন লোক' বুলিলে তাৰ অৰ্থ হ'ব— '(কোনোবা) এজন বৰা উপাধিধাৰী এজন লোক' যদি লিখোঁতাই বা কওঁতাই এই কথাষাৰো হৃদয়ংগম কৰিব নোৱাৰে আৰু 'জনৈক' বোলা শব্দটো ব্যৱহাৰৰ এই কিটিপটোও আয়ত্ত কৰিব নোৱাৰে, তেন্তে ভাষাৰ ফুলজাৰি মৰাৰ লোভ সম্বৰণ কৰি আৰু কচৰৎ বিসৰ্জন দি, এনেবোৰ কথা, সহজভাৱে, মাথোন, 'বৰা উপাধিৰ এজন লোক', 'ডেবেৰা পিঠাখোৱা নামৰ এজন লোকে মোক কথাটো ক'লে' তথা 'তেতিয়া খেতেকেশ্বৰ টেটকুটীয়া নামৰ এজন লোক তাত উপস্থিত আছিল', ইত্যাদি ৰূপত ব্যক্ত কৰাই মংগল।

কথাবোৰ এনেদৰে বেপি থকাৰ দস্তুৰমত কাৰণ আছে। সিদিনা এঠাইত পঢ়িলোঁ— 'জনৈক বেগম উপাধিৰ শিৱসাগৰ আৰু নগাঁৱৰ (নগাঁও-ৰ) এই মহিলা দুগৰাকী'! এফালে 'জনৈক', আকৌ আনফালে 'দুগৰাকী'! কেনে লাগিছে বাৰু? পিচে, মূধচেদি আকাশৰ তৰা গণিব পৰা, বিদ্যালয় নামধাৰী, আমাসৰৰ জালিকটা গোহালিবোৰলৈ অহা-যোৱা কৰা ল'ছা'লিংতক ইবিলাক কথাৰ সম্ভেদ দিয়ে কোনে? ত্ৰিশ/চল্লিশ হেজাৰকৈ টকা ঘোচ দি পণ্ডিতৰ চাকৰি কিনোতা, আমাসৰৰ বাটৈগণ আৰু শিলাকুটীগণে? শিলাকুটী মানে নতুন পুৰুষে কিবা বুজিছেনে বাৰু? মানে, খনিকৰ। স্বৰ্গদেউসকলৰ আমোলত, শিলৰ কাম কৰোঁতা এখেল লোক আছিল। সেইটো খেলৰ লোকসকলক শিলাকুটী বোলা হৈছিল। পিচে, লন ('ল'ন' নহয়) টে'নিস্ (টে'নিছ্) খেল বা ক্ৰিকে'ট্ খেল নহয় আকৌ দেইবা!

*ভাষা আৰু সংস্কৃতি নদীৰ দৰে প্ৰৱহমান। নদী যেনেকৈ সাগৰক উদ্দেশ্য কৰি বৈ যাওঁতে পথৰ নানা জান-জুৰিৰদ্বাৰা সমৃদ্ধ হয়, তেনেকৈ ভাষা আৰু সংস্কৃতিয়েও কালৰ অমোঘ প্ৰবাহৰ গতিত, বিভিন্ন ভাষা-ভাষীৰ আদান-প্ৰদানত, বিভিন্ন সংস্কৃতিগোষ্ঠীৰ পাৰস্পৰিক বিনিময়ত, ধৰ্ম-উৎসৱ, আচাৰ-ব্যৱহাৰৰ লেন-দেনত, জীৱন-চৰ্যাৰ সাধৰ্ম্যত আৰু বহুক্ষেত্ৰত একে শাসনতন্ত্ৰৰ প্ৰভাৱত এক যৌগিক সংস্কৃতি গঢ়ি উঠে।*

— ড° সত্যেন্দ্ৰনাথ শৰ্মা



# কুৰি শতিকাৰ অসমীয়া গল্পৰ ধাৰা

## ড° পৰাগ কুমাৰ ভট্টাচাৰ্য

নৱ শিক্ষাৰ পোহৰে অসমীয়া জাতীয় জীৱন বিধেতি কৰি যোৱাৰ পাছত অসমতো নতুন নতুন সাহিত্যিক ৰূপৰ সৃষ্টি হ'ব ধৰিলে। অসমৰ সাহিত্য জগতলৈ আধুনিক চিন্তাৰ বাটকটীয়া ৰূপে চিহ্নিত কৰিব পাৰি অৰুনোদই কাকতখনক। ইয়াৰ পাত কাহিনী সাহিত্যৰ বিকাশ আৰম্ভ হয়। ড° মহেশ্বৰ নেওগে অৰুনোদইৰ পাতৰ এনেধৰণৰ গল্পবোৰে পৰৱৰ্তী কালত আলোচনীবোৰত প্ৰকাশ পোৱা চুটি গল্পৰ স্থান পূৰাই আছিল বুলি অৰুনোদইৰ পাতনিত লিখিছিল। অৱশ্যে এইবোৰক কোনোপধ্যেই চুটি গল্পৰ শাৰীত থব নোৱাৰি বুলি বিৰিঞ্চি কুমাৰ বৰুৱাই মত প্ৰকাশ কৰি কৈছে, "These note that appeared is the O runodoi gave varied information of life all around us, yet these stories are not short stories."

প্ৰকৃত চুটি গল্পৰ বিকাশ ঘটে ইয়াৰ পৰৱৰ্তী কালৰ জোনাকী যুগৰ লক্ষ্মীনাথ বেজবৰুৱাৰ হাততহে। জোনাকীয়ে সাহিত্যৰ নতুন নতুন ৰূপ আদৰি আনিলে। পশ্চিমীয়া চুটি গল্পৰ অনুকৰণত অসমীয়া সাধুকথা আৰু লোক জীৱনৰ দুই ই এটাকা চিত্ৰ চুটিগল্পৰ সাজ পিন্ধিবলৈ ল'লে। চুটিগল্প বুলি প্ৰথমতে ইয়াক নামকৰণ কৰা হোৱা নাছিল যদিও পাশ্চাত্য চুটিগল্পৰ অন্তৰঙ্গ বৈশিষ্ট্যবোৰ ইয়াৰ মাজতে প্ৰকাশ উঠে। মুহূৰ্তৰ ওপৰত আলোকপাতৰ যোগেদি জীৱনৰ চিত্ৰ সমুজ্জ্বল কৰি তোলা, আকৰ্ষণীয় আৰম্ভণি আৰু অপ্ৰত্যাশিত পৰিসমাপ্তি, সাহ, ঐক্য আৰু নৈৰ্ব্যক্তিক ভঙ্গী আদি চুটি গল্পৰ লক্ষণবোৰ বেজবৰুৱাৰ গল্পত ,সুন্দৰৰূপে প্ৰকাশি উঠিছে। বেজবৰুৱাৰ 'ভদৰী' গল্পত এই লক্ষণবোৰ প্ৰকাশি উঠাত ইয়াক প্ৰকৃতাৰ্থত চুটি গল্প বুলিব পৰা হৈছে। এই প্ৰসঙ্গত ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই কৈছে- বেজবৰুৱাই বিভিন্ন ধৰণৰ গল্প ৰচিছিল যদিও তেওঁৰ তাৎপৰ্যপূৰ্ণ সামাজিক চিত্ৰ 'ভদৰী'হে চুটি গল্পৰ পথ প্ৰদৰ্শক।

বেজবৰুৱাৰ সমাজ চেতনাই তেওঁৰ সকলো প্ৰকাৰ সাহিত্য সৃষ্টিৰ প্ৰেৰণা বুলি স্বীকাৰ কৰিব লাগিব। গল্পসমূহৰ মাজত তেওঁ যি সমাজ চেতনাৰ পৰিচয় দাঙি ধৰিছে তাৰ যোগেদি আৰ্থসামাজিক জীৱন সম্পৰ্কে গভীৰ ধাৰণাৰ কথা উপলব্ধি কৰিব পাৰি তীব্ৰ হাস্যব্যঙ্গৰ মাজতো সেই সমাজ চেতনাই বিশেষভাৱে ক্ৰিয়া কৰিছিল যি ইয়াৰ মাজতে জীৱনৰ সঁচা অনুভূতি, চিৰন্তন, মানৱীয় আবেগ আৰু ব্যক্তি মানুহৰ আশা আকাংক্ষাৰ চিত্ৰ সমৃদ্ধ হৈ উঠিছে।

অসমীয়া গল্প সাহিত্যৰ বৰ বিশেষ ধাৰাৰ লেখক হ'ল শৰৎ চন্দ্ৰ গোস্বামী। তেওঁৰ গল্পৰ পটভূমি সাধাৰণতে নামনি অসমৰ ভিন্ন অঞ্চল।

বৰ্ণাঢ্য বিষয়বস্তুৰ পৰিবৰ্তে তেওঁ সৰ্বসাধাৰণ মানুহৰ দুখ, অনাটন, অভাৱৰ চিত্ৰ আৰু সামাজিক অৱস্থা অতি সবল ৰূপত গল্পবোৰত দাঙি ধৰিছে। হাস্য ব্যঙ্গৰ যোগেদি মানৱীয় দুৰ্বলতাসমূহক তেওঁ উন্মুক্ত কৰি দেখুওৱা নাই নাইবা বিদ্ৰোহাত্মক মনোভাৱৰ আশ্ৰয় লৈ সমাজ শুদ্ধ কৰাৰ পথ গ্ৰহণ কৰা নাই। তেওঁৰ গল্পত বিৰাজ কৰিছে অদৃষ্টৰ লীলাখেলা। গোস্বামীৰ গল্পবোৰ উপাখ্যানধৰ্মী চৰিত্ৰবোৰো সহজ-সৰল। বেজবৰুৱাৰ গল্পৰ চৰিত্ৰত পোৱা মনস্তাত্ত্বিক বিশ্লেষণ তেওঁৰ গল্পৰ চৰিত্ৰত পাবলৈ নাই।

সত্ৰীয়া সমাজৰ আচাৰ ব্যৱহাৰ ৰীতি-নীতি আভাস শৰৎ চন্দ্ৰ গোস্বামীৰ গল্পত পোৱা গলেও তাৰ পূৰ্ণতম প্ৰকাশ দেখিবলৈ পোৱা যায় মিত্ৰদেৱ মহন্তৰ গল্পত। মহন্তৰ গল্পবোৰৰ ৰচনাধৰ্মী বৰ মনোৰম। প্ৰেম-প্ৰণয়ৰ মুহূৰ্তবোৰ প্ৰকাশ কৰাত তেওঁ যেনেকৈ সিদ্ধহস্ত তেনেকৈ কামনা-বাসনাৰ কাহিনীবোৰকো সুন্দৰভাৱে প্ৰকাশ কৰিব পাৰে। চেতনা আৰু সমাজ বাস্তৱতাৰ যুগপৎ প্ৰকাশ তেওঁৰ গল্পৰ অন্যতম বৈশিষ্ট্য।

বাস্তৱবাদিতা আৰু ৰোমাণ্টিক ভঙ্গীৰ সমস্যাত 'আৱাহণ'ৰ গল্পবোৰে এটা নতুন ধাৰা অসমীয়া কথা সাহিত্যলৈ কঢ়িয়াই আনিলে।

এই সময়ছোৱাত অসমত পাশ্চাত্য শিক্ষাৰ প্ৰসাৰ আৰম্ভ হয়। কলিকতাৰ শিক্ষা-সংস্কৃতিৰ বাতাবৰণ অসমতো গা কৰি উঠিল। গুৱাহাটীত কটন কলেজ স্থাপন হোৱাৰ পাচত ইয়াতো পাশ্চাত্য শিক্ষাৰ সম্প্ৰসাৰণ আৰম্ভ হ'ল। ইয়াৰ জৰিয়তে বিভিন্ন ভাবধাৰাৰ আমদানি ঘটিল। বিশ্ব সাহিত্যৰ বিভিন্ন ধাৰা অসমীয়া সাহিত্যতো সোমাল। বিশ্বৰ বিভিন্ন চিন্তাবিদসকলৰ নানাধৰণৰ উদ্ভাৱনে অসমীয়া সাহিত্যতো প্ৰভাৱ পেলালে। বিশষকৈ এই সময়ছোৱাত প্ৰবন্ধ আৰু মাৰ্ক্স চিন্তাৰ সম্প্ৰসাৰণ ঘটিল। এই সময়ত ভাৰতৰ জাতীয় আন্দোলনেও শীৰ্ষৰূপত আত্মপ্ৰকাশ কৰিছিল। লেখকসকল তীব্ৰ এক জাতীয়তাবোধৰ দ্বাৰা উদ্বুদ্ধ হৈ পৰিল আৰু তেওঁলোকৰ সৃষ্টিতো ই ভিন্ন ভিন্ন ৰূপেৰে প্ৰকাশিত হ'বলৈ ধৰিলে।

এই যুগৰ লেখকসকলে নতুন কলা-কৌশলযুক্ত গল্প লেখাৰ প্ৰেৰণা পালে পশ্চিমীয়া লেখকসকলৰ পৰা। বিশেষকৈ মোপচা আৰু চেকভৰ গল্পৰ স'তে এই যুগৰ গল্পকাৰসকলৰ বিশেষ পৰিচয় ঘটিল। চৰিত্ৰৰ সুক্ষ্ম বিশ্লেষণ । মোপাচাৰ গল্পৰ এক উজ্জ্বল বৈশিষ্ট্য আছিল চেকভৰ গল্প কোৱাৰ ভঙ্গীও আছিল অতিশয় মনোৰম। কাহিনী চমৎকাৰিত্বৰ পৰিবৰ্তে চৰিত্ৰৰ সুক্ষ্ম বিশ্লেষণত্বৰ প্ৰতি তেওঁৰ মনোযোগ আছিল বেছি। এই প্ৰখ্যাত গল্পকাৰ দুজনৰ গল্প ৰচনাৰ ধাৰাই এই গল্প লেখকসকলক প্ৰভাৱিত কৰিলে।

এই লেখকসকলৰ ওপৰত সম্পূৰ্ণ নতুন ভাবধাৰাৰ প্ৰভাৱ স্পষ্ট যদিও পূৰ্ববৰ্তী লেখক বিশেষকৈ লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰভাৱ চকুত লগা ধৰণৰ। মহীচন্দ্ৰ বৰাৰ দৰে এই যুগৰ গল্পকাৰে বেজবৰুৱাৰ ভঙ্গী সম্পূৰ্ণভাৱে গ্ৰহণ কৰাৰ প্ৰয়াস কৰা দেখা যায়। সমাজ সমালোচনাৰ ধাৰাটো এই যুগৰ লেখকসকলে পূৰ্বৰ যুগৰ আদৰ্শ ৰূপেই জীৱন্ত কৰি ৰাখিলে। তথাপিও বিষয়বস্তু আঙ্গিক ক্ষেত্ৰত আৱাহন যুগৰ লেখকসকল । জোনাকী যুগতকৈ যে এখোপ আগবাঢ়ি আহিছিল এই কথা স্বীকাৰ কৰিব লাগিব। সমসাময়িক জীৱন চেতনা, অভিজ্ঞতাৰ বিশ্বাসযোগ্য ৰূপায়ণ আৰু নব্যচিন্তাৰ প্ৰকাশেৰে আৱাহন যুগৰ গল্পলৈ অভিনৱত্ব অনা গল্পকাৰসকল হ'ল - হলীৰাম ডেকা, লক্ষ্মীধৰ শৰ্মা, ডাঃ হেম বৰুৱা আদি ফ্ৰয়েদীয় মাৰ্ক্সীয় চিন্তা আদিৰ সুৰবিকাশ এই গল্পকাৰসকলৰ গল্পত প্ৰকাশ পাইছে। প্ৰকৃতিবাদী চিন্তাৰ প্ৰকাশ দেখিবলৈ পোৱা যায়। বিকাশ ৰাধিকা মোহন গোস্বামীৰ গল্পত। নাৰীমুক্তিৰ সবল প্ৰকাশ লক্ষ্মীধৰ শৰ্মাৰ গল্পৰ বিশেষত্ব। বীণা বৰুৱা, ত্ৰৈলোক্য নাথ গোস্বামী হলিৰাম ডেকা আদিৰ গল্পতো এই সুৰটো অতি স্পষ্ট। একো একোটা অঞ্চলৰ ওপৰত ভেটি কৰি মানৱীয় অনুভূতিক সাৰ্বজনীন ৰূপত ফুটাই তোলাত এই যুগৰ লেখক নগেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে অসামান্য প্ৰতিভাৰ পৰিচয় দাঙি ধৰিছে।

আঙ্গিকৰ ক্ষেত্ৰতো এই যুগৰ গল্পই নতুনত্বৰ সন্ধান কৰে। আধুনিক সাহিত্যত নতুনত্বৰ সঞ্চাৰ কৰা চেতনাস্ৰোত ধাৰা এই যুগৰ গল্পতম স্পষ্ট হৈ উঠে দুই এজন গল্পকাৰৰ হাতত লক্ষীধৰ শৰ্মা, হলীৰাম ডেকা, ডাঃ হেম বৰুৱা আদিয়ে এই দিশত সফলতা লাভ কৰে। মুনীন বৰকটকী, প্ৰবোধ গোস্বামী, নলিনী কান্ত বৰুৱা, সদানন্দ দাস আদিয়ে আৱাহন যুগৰ শেষৰ ফালে নব্য.বিষয় আৰু আঙ্গিকৰ সন্ধানেৰে বৰ্ণাঢ্য কৰি তোলাৰ প্ৰয়াস কৰে। বাস্তৱধৰ্মী গল্পকাৰ হিচাপে জমিমুদ্দিন আহমেদে, নিজৰৱ শৈলীৰে এই যুগৰ কথা-সাহিত্যত নিজৰ স্থিতিৰ কথা ঘোষণা কৰে।

যুদ্ধোত্তৰ যুগৰ প্ৰবল ঘূৰ্ণাবৰ্তে মানুহৰ প্ৰচলিত মূল্যবোধেক জোকাৰি যায় আৰু তাৰ প্ৰতিফলন এই কালৰ সাহিত্যই বহন কৰে। অৰ্থনৈতিক সংকট আৰু মানৱীয় নৃশংসতাই মানুহৰ মনত জন্ম দিছে এক প্ৰত্যয়ভংগৰ বেদনা। যুদ্ধৰ পাছত ইতিবাচক কোনো মাত্ৰা সৃষ্টিৰ সন্ধান পোৱাটো দুজহ হৈ উঠিল। বিমুখ বৰ্তমান আৰু শূন্য ভৱিষ্যতৰ ফালে চাই মানুহে অনুভৱ কৰিলে এক অসহায়বোধ। সেয়ে এই সময়ৰ জনসাধাৰণৰ হ'ল মানুহৰ প্ৰতিকৃতি বহন কৰা সাহিত্যত কিছু পৰিমাণে নৈৰাশ্য হতাশা আৰু মানসিক ভাৱৰ সমাবেশ দেখা যায়।

যুদ্ধৰ পৰৱৰ্তী কালৰ সাহিত্যত প্ৰসাৰিত হ'ল এক জটিল দৃষ্টিভংগী। নানাধৰণৰ সামাজিক বৈজ্ঞানিক মতভেদ আৰু বৈজ্ঞানিক আৱিষ্কাৰৰ ফলত শান্ত জীৱন উচ্ছল হৈ উঠিল। প্ৰাচীন ভাবধাৰা মূল্যবোধ আদি অসাৰ বুলি প্ৰতিপন্ন হ'ল। যুদ্ধৰ অব্যবাহিত পৰৱৰ্তী কালত অৰ্থনৈতিক সমতাৰ বাবে যি শ্ৰেণী দ্বন্দ আৰম্ভ হ'ল তাক গতি দিলে মানবীয় চিন্তাৰ বিকাশে। শ্ৰেণীহীন শোষণহীন সমাজৰ সপোন দেখা সাহিত্যিকসকলে মাৰ্ক্সীয় মাৰ্গত ইয়াৰ সন্ধান পালে আৰু তাকেই তেওঁলোকে মানৱ মুক্তিৰ পথৰূপে নিৰ্নয় কৰিলে। ইয়াৰ প্ৰভাৱতে সাহিত্য হৈ পৰিল আশাবাদী আৰু বাস্তবমুখী।

ফ্ৰয়দীয় তত্ত্বই এই সময়ত বিশেষ প্ৰসাৰ লাভ কৰিলে। এই তত্ত্বৰ আলমত মানুহৰ মনৰ নিউওন শুনিলে গৈ লেখকসকলে মানৱ মনৰ ৰহস্য প্ৰত্যক্ষ কৰিলে। ইয়াৰ ফলত মানৱীয় দোষ, ত্ৰূটি, দাকনা, বাসনাৰ প্ৰতি উদাৰ দৃষ্টিভঙ্গী গঢ় লোৱাৰ লগতে পাপবোধ বা নিষিদ্ধ বেদনাকো সহজভাৱে গ্ৰহণ কৰাৰ প্ৰৱণতা পৰিলক্ষিত হ'ল। সাহিত্যৰ কলা কৌশলকো এই তত্ত্বই বিশেষ ধৰণে প্ৰভাৱিত কৰিলে। এইবোৰৰ লগত আন এক প্ৰভাৱ মইল বতিৰ অস্তিত বাদী ঘোষণাৰ পৰা ব্যক্তিমত্ত্বৰ মূল্যবোধক জাগ্ৰত কৰি তোলাই আছিল এই তত্ত্বৰ



মূল লক্ষ্য। ইয়াৰ ফলত সাহিত্যত সকল ব্যক্তিবাদ গঢ়লৈ উঠিল।

যুদ্ধোত্তৰ কালত অসমীয়া জীৱন ধাৰণাৰ আচম্বিত পৰিৱৰ্তন ঘটিল। অসমতো যুদ্ধৰ আশলীকা ঘনীভূত হৈছিল। যুদ্ধৰ ৰহস্যৰ নতুন ধনী, দুখীয়াৰ সৃষ্টি কৰিছিল। যৌথ পৰিবৰ্ত্তনবোৰ ভাঙোনযুগী হ'ব ধৰিলে অৰ্থনৈতিক হেচাত । গণতন্ত্ৰৰ প্ৰতিষ্ঠাৰ লগে লগে গাওঁবোৰতো অৰ্থনৈতিক চিন্তাৰ প্ৰসাৰ ঘটিবলৈ ধৰিলে। সৰ্বসাধাৰণ মানুহৰ জীৱনতো ৰাজনৈতিক সংঘাত অনুভূত হ'ল। শিক্ষিত শ্ৰেণীৰ মাহত মাৰ্ক্সীয় চিন্তাৰ পাঠন আৰম্ভ হোৱাত সমাজ তথা ব্যক্তি জীৱন তেওঁলোকৰ সন্মুখত নতুন ৰূপেৰে ধৰা দিলে। এইবোৰৰ প্ৰভাৱৰ ফলত আগৰ যুগৰ ৰাজনৈতিক কল্পনা আবেগ-অনুভুতি আদি সাহিত্যৰ পৰা অন্তৰ্হিত হবলৈ আৰম্ভ কৰিলে। ভাববোধৰ পৰিৱৰ্তনৰ পৰা মুক্ত হৈ সাহিত্যই সমাজ বাস্তৱতাৰ বাটত খোজ পেলালে। খাটি খোৱা মানুহৰ সুখ-দুখৰ হুমুনিয়াহেৰে সাহিত্যই জনজীৱনত ওচৰ চপাৰ চেষ্টা কৰিলে। ইয়াৰ উপৰি বাহিৰ্ঘটনাক মানসিক অন্তৰ্দ্বন্দ্বৰ আলোকত চালি-জাৰি চাবলৈ লেখক সচেষ্ট হৈ পৰাত মানুহৰ মনোজাগতিক সত্তাৰ আভাস সাহিত্যত স্পষ্ট হৈ উঠিল।

এই সময়ৰ অসমীয়া গল্পত এই ৰূপান্তৰৰ ছাপ স্পষ্ট হৈ পৰিল। বৈজ্ঞানিক যুক্তিৰ্বাদ আৰু সামাজিক চেতনাবোধ এই যুগৰ গল্পত বিশেষভাবে পৰিস্ফুট হৈ উঠে। আগৰ কালৰ গল্পকাৰৰ মনত মানৱতাবাদ তথা আধ্যাত্মিকতাবাদ আদি স্পষ্ট হৈ উঠিছিল কিন্তু এই মানৱতাবাদৰ ধাৰা এই কালৰ একমাত্ৰ উপজীৱ্য নহয়। আধ্যাত্মিকতা উপলব্ধিৰেও এইবোৰ বাস্তৱ নহয়। ইয়াৰ সম্ভৱ পদা লেখক সকলৰ সঞ্চাৰ গা কৰি উঠিছে মানবীয় দৰ্শনৰ আলোকত মানৱমুক্তিৰ চেতনা। অস্তিত্ববাদী চেতনাৰ প্ৰভাৱত ব্যক্তি শ্ৰেণীৰ পোষকতা কৰিবলৈ লোৱা দুই এজন সঞ্চাকাৰোও সমাজ চিন্তাৰেহে বিশেষভাৱে উদ্বুদ্ধ হৈ পৰে।

আঙ্গিকৰ ক্ষেত্ৰত এই যুগৰ গল্পত দুটি ৰীতি দেখিবলৈ পোৱা যায়। এটা ৰীতি হ'ল পৰম্পৰাত (Trditional) আনটো পৰীক্ষামূলক প্ৰথমবিধ গল্পকাৰ সকলে ধাৰণতে এটি সুগঠিত কাহিনী লৈ উৎকণ্ঠা সৃষ্টিৰ যোগেদি সেই কাহিনীৰ সমাপ্তি ঘটায়। আনহাতে পৰীক্ষামুলক পদ্ধতি সহকাৰসকলে সুগঠিতএটা কাহিনী কোৱাৰ পৰিবৰ্তে নানা কৌশলেৰে কোনো এটা পৰিস্থিতিক বা মানসিক অভিভাৱনাক প্ৰকাশ কৰি জীৱনৰ একো একোটা সত্যক দাঙি ধৰাৰ প্ৰয়াস কৰে। এনে আঙ্গিকৰ গল্পসমূহত মানুহৰ ফ্লেচবেক, চেতনাস্ৰোত পদ্ধতিৰ প্ৰয়োগ প্ৰতীক চিত্ৰকল্প আদিৰ সুব্যৱহাৰৰ যোগেদি নতুনত্ব অনাৰ প্ৰয়াস দেখা যায়।

যুদ্ধোত্তৰ যুগৰ গল্প লেখকসকলৰ মুখ্য আলোচনী আছিল ৰামধেনু। কিন্তু এই আলোচনী প্ৰকাশৰ পূৰ্বে গল্পকাৰে নিজৰ গাল্পিক প্ৰতিভাৰ পৰিচয় দাঙি ধৰিছে জয়ন্তী, সাদিনীয়া, বাঁহী আদি কাকতৰ যোগেদি। অৱশ্যে এই সময়ছোৱাত অনুশীলন আৰম্ভ কৰা দুই এজন লেখকে পিছৰ কালৰ ৰামধেনু যুগত নিজৰ গাল্পিক প্ৰতিভাৰ পূৰ্ণ বিকাশ প্ৰদৰ্শন কৰে আৰু তেনে এজন গল্পকাৰ হ'ল চৈয়দ আব্দুল মালিক। এওঁ মূলত ৰোমাণ্টিক ধাৰাৰ লেখক। নতুন যুগৰ বাস্তৱৱাদী চেতনাবোধও উদ্বুদ্ধ হৈছে। বিশেষকৈ সমাজবাদী চিন্তাৰ বিকাশ তেওঁৰ গল্পত সৃষ্ট। গল্পৰ কিছুমান চৰিত্ৰ জটিল কৰি তোলা হৈছে মানসিক বিশ্লেষণৰ যোগেদি। তেওঁৰ গল্পৰ কেইবাটাও চৰিত্ৰৰ ওপৰত আৱাহন যুগৰ গল্পকাৰ ৰমা দাশৰ গল্পৰ চৰিত্ৰৰ প্ৰভাৱ পৰিছে। ৰমা দাশৰ গল্পৰ চৰিত্ৰবোৰৰ দৰে তেওঁৰ গল্পৰ কেইবাটাও চৰিত্ৰই দৈহিক কামনা-বাসনাৰ মাজেদি জীৱনৰ সাৰ্থকতা বিচাৰি ল'ব খুজিছে। অৱশ্যে ৰমা দাশৰ সেই চৰিত্ৰবোৰৰ উদাশতা বা প্ৰাণ চাঞ্চল্য মালিকৰ গল্পৰ চৰিত্ৰত কিছু পৰিমানে ম্লান। অসমীয়া গল্পত এফালে মাৰ্ক্সীয় চিন্তা আৰু আনফালে ফ্ৰয়দীয় তত্ত্বৰ সুক্ষ্মবিযুপৎ প্ৰকাশ কৰাত মালিকৰ গল্পবোৰ অগ্ৰগণ্য। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ গল্পতো এই দুই ভাৱৰ সমবিকাশ লক্ষনীয়। তেওঁৰ গল্পৰ কথাবস্তু আৰু প্ৰকাশ কৌশলৰ অভিনৱতা আৰু উৎকৰ্ষ লক্ষ্য কৰিবলগীয়া অনাড়ম্বৰ বাক্য নৈৰ্বক্তিক বৰ্ণনাবাদী তেওঁৰ গল্পৰ অন্যতম বৈশিষ্ট্য। যোগেশ দাসৰ গল্পত ৰোমাণ্টিক প্ৰেম, আধ্যাত্মিক আদৰ্শ আদিৰ চিত্ৰ থাকিলেও এইবোৰক প্ৰতিষ্ঠা কৰা আধুনিক যুগৰ পৰিপ্ৰেক্ষিতত যুখ সচেতন তেওঁৰ গল্পৰ অন্যতম বৈশিষ্ট্য।

ফ্ৰয়দীয় চেতনাৰ লগতে আধুনিক অৱস্থিতিবাদী চিন্তাধাৰাৰ গল্পই ৰামধেনুৰ গল্পবোৰক স্বকীয়তা প্ৰদান কৰে। অস্তিত্ববাদী বেদনাত জীৱনক পৰম্পৰাগত ৰীতিৰে চোৱাৰ পৰিবৰ্তে যুক্তি আৰু বুদ্ধিৰে বিশ্লেষণ কৰাৰ চেষ্টা কৰা হয়। এই ধাৰাৰ লেখক ৰূপে হোমেন বৰগোহাঞি, সৌৰভ কুমাৰ চলিহা নগেন শইকীয়া আদিৰ গল্পৰ কথা উল্লেখ কৰিব পাৰি। চেতনাস্ৰোত পদ্ধতিৰ এই আটাইকেইজন গল্পকাৰৰ গল্পৰ মাজত লগতে অৱশেষত বিভিন্ন স্তৰ এওঁলোকৰ লগত প্ৰকাশিত হৈছে। এই ক্ষেত্ৰত মহিম বৰা, সৌৰভ কুমাৰ চলিহা, লক্ষ্মীনন্দন বৰা আদিৰ গল্পয়ো বিশেষ বিশেষ দিশৰ সন্ধান কৰিছে।

সত্তৰ দশকৰ পৰা অসমীয়া চুটিগল্পৰ দিশলৈ কেইবাজনো প্ৰতিভাসম্পন্ন গল্পকাৰে বৈশিষ্ট্যমণ্ডিত অৱদান আগবঢ়াবলৈ ধৰে। এই সময়ৰ গল্পত বৰ বিশেষ পৰীক্ষা- নিৰীক্ষা দেখা পোৱা যায় যদিও সেইবোৰ আনৰ যুগৰ গল্পকাৰসকলৰ অনুকৰণৰ সমকালীন সমাজৰ অৱক্ষয়ৰ লগতে ব্যক্তি মনত ভিন্ন ক্ৰিয়া-প্ৰতিক্ৰিয়া আধুনিক আঙ্গিকৰ যোগেদি প্ৰকাশিত হৈছে। এই সময়ৰ এজন বিশেষ উল্লেখযোগ্য গল্পকাৰ হ'ল প্ৰণৱজ্যোতি ডেকা। তেওঁৰ তীব্ৰ ব্যঙ্গ-হাস্যবোধে গল্পবোৰক সুখপাঠী ককৰি তোলাৰ লগতে ব ক্তিকক সমাজ সম্পৰ্কেও সবাধিত কৰে। অপূৰ্ব শৰ্মাই সামাজিক সমস্যাৰ ভেটিত কেইবাটাও সুন্দৰ গল্প ৰচনা কৰিছে। কুমুদ গোস্বামীয়ে সাহিত্যত এক বিশেষ স্থান অধিকাৰ কৰিছে। সমাজ দৃষ্টি তথা কবিসুলভ দৃষ্টিৰ মানৱীয় আবেগ অনুভূতিৰ অৱলোকন তেওঁৰ গল্পত দেখিবলৈ পোৱা যায়। গোবিন্দ প্ৰসাদ শৰ্মা, কেশৱ শইকীয়া, ৰিজু হাজৰিকা, অৰুণ গোস্বামী আদি এই সময়ৰ উল্লেখযোগ্য গল্পকাৰ।

সাম্প্ৰতিক কালত বিশ্ব সাহিত্যৰ বিভিন্ন সাহিত্যিক আন্দোলন উত্তৰ আধুনিকতা, মেজিক, ৰিয়েলিজম আদিৰ ধাৰাও অসমীয়া গল্প সাহিত্যত প্ৰৱেশ কৰিছে। দেৱব্ৰত দাস, মদন শৰ্মা আদিৰ গল্পত এনে অনুশীলন সক্ৰিয় হৈ উঠা দেখিবলৈ পোৱা যায়।

# সাম্প্ৰতিক অসমীয়া কবিতাৰ ধাৰা

ড° পূৰ্ণ ভট্টাচাৰ্য

কবিতা পৃথিৱীৰ মহৎ সৃষ্টিশীল ৰচনা; কবিতা মহৎ শিল্প। কবিতা এবিধ কলা; আৱেগ-অনুভূতিৰ সৈতে সম্পৰ্কিত মননশীল কলা। সাহিত্য অনুভূতিশীল মনৰেই প্ৰকাশ যদিও কবিতাৰ লগত অনুভূতিৰ প্ৰাণময় সম্পৰ্ক। কবিতাই জীৱন আৰু সমাজৰ ভাবগত সত্যক মানৱীয় উপলব্ধিৰে এক সাৰ্বজনীন, শাশ্বত ৰূপ দিবলৈ সদায় প্ৰয়াস কৰে। কবিতাৰ হৃদয়ত অহৰহ প্ৰতিধ্বনিত হয় যুগ আৰু সভ্যতাই সৃষ্টি কৰা সমস্ত অভিজ্ঞতাৰ কলাত্মক ৰূপ-নিৰ্মাণ। তাৰেই আধাৰত নিৰ্মিত হয় কবিতাৰ কায়িক আৰু মানসিক অৱয়ব। সময় আৰু সভ্যতাৰ বাকৰিত জীৱনৰ সমস্ত দুখ-বেদনা, হাঁহি-অশ্ৰু, ছাঁ-পোহৰৰ মৰ্মবাণী প্ৰকাশ কৰি কবিতাই জীৱন আৰু সমাজৰ আত্মাৰ সন্ধান কৰে।

সাম্প্ৰতিক অসমীয়া কবিতাৰ এটি ঐতিহ্যশালী পৰম্পৰা আৰু গাম্ভীৰ্যময় অতীত আছে। এই অতীত ঐতিহ্যৰ সোঁৱৰণীত মিহলি হৈ আছে মাধৱ কন্দলিৰ বৰ্ণনা আৰু ভাষাৰ অনুপম সৌন্দৰ্য সুষমা, কীৰ্তন আৰু নামঘোষাৰ ভাষা আৰু ৰসৰ মাধুৰ্য, জোনাকীৰ জোনাকত উজ্জ্বল হোৱা ভাব আৰু ভাষাৰ কল্পনা মণ্ডিত বিমল স্পৰ্শ। কুৰি শতিকাৰ চল্লিশৰ দশকৰ পৰা একৈশ শতিকাৰ প্ৰথম দশকৰ অৰ্দ্ধকাললৈ কবিতাৰ যি সজীৱ, সতেজ, সাৱলীল ধাৰা, সৃষ্টিৰ যি উদ্যম, বিষয়ৰ যি অভিনৱ সন্ধান, মানৱীয় মূল্যবোধ প্ৰতিষ্ঠা আৰু প্ৰসাৰৰ যি প্ৰয়াস, জীৱন আৰু সভ্যতাৰ যি সূক্ষ্মতম উপলব্ধি, কবিতাৰ আংগিক বা কলাকৌশলৰ যি ৰূপ বৈচিত্ৰ্য তাক একোটা বিশেষ সূত্ৰ বা চিহ্নৰ দ্বাৰা সামৰি লোৱা জটিল কাম।

'সাম্প্ৰতিক' শব্দটো নিৰ্দিষ্ট অৰ্থৰ দ্বাৰা বুজাব পৰা শব্দ নহয়। বহুক্ষেত্ৰত ইয়াৰ বিশেষ সীমা ধৰি লোৱা সীমাহে। সাহিত্যৰ যুগ বিভাজনৰ আধাৰ হিচাপে শব্দটো প্ৰয়োগ কৰিলে নানা দিশ ইয়াৰ সৈতে সম্পৰ্কিত হৈ থাকে। শব্দটোৰ তাত্ত্বিক দিশ আলোচনা নকৰি সাম্প্ৰতিক কবিতাৰ ধাৰা আলোচনা কৰাৰ প্ৰস্তুতি পৰ্বত সাম্প্ৰতিক কবিতাৰ চৰিত্ৰ, বিষয়ৰ পৰিধি আৰু কবিতাই বহন কৰা তাত্ত্বিক আদৰ্শ সন্দৰ্ভত চমুকৈ আলোচনা কৰাৰ প্ৰয়োজনীয়তা আছে। সাম্প্ৰতিক অসমীয়া কবিতাৰ আয়তন বিশাল, চৰিত্ৰ বহুমুখী, বৈশিষ্ট্যও বহুধা বিভক্ত। মানৱীয় সমাজ আৰু সভ্যতাই সৃষ্টি কৰা চিন্তাৰ সংঘাত, জীৱনৰ প্ৰকৃত স্বৰূপ উপলব্ধিৰে মানৱীয় প্ৰেম আৰু সত্যক প্ৰতিষ্ঠিত কৰাৰ আন্তৰিক প্ৰয়াস, সমাজ ব্যৱস্থাৰ প্ৰয়োজন সাপেক্ষে ৰূপান্তৰ কৰি এক নতুন মূল্যবোধ গঢ় দিয়াৰ প্ৰচেষ্টা, জীৱন আৰু সমাজৰ উত্তৰণৰ কাৰ্য কৰণ বিচাৰ, সৌন্দৰ্যৰ সন্ধান, আন্তৰ্জাতিক সহযোগিতা— এই সকলোবোৰৰ অৰ্থবহ প্ৰকাশ-বিকাশ ঘটিছে সাম্প্ৰতিক সময়ৰ আধুনিক অসমীয়া কবিতাত। মানুহক



'মানুহ' কৰাই যিহেতু সকলো কলাৰ লক্ষ্য— কবিতাৰো চৰম লক্ষ্য বা সত্য তাতেই। কবিতাৰ অন্তৰ্মুখী আৰু বহিৰ্মুখী দুয়োটা ৰূপতেই প্ৰকাশিত হৈছে জীৱন আৰু সমাজৰ, কলা আৰু ইতিহাসৰ এক বিমুগ্ধ, পৰিমাৰ্জিত, ভিন্নমুখী গতিপথৰ সন্ধান। আচলতে সাম্প্ৰতিক কবিতাৰ মূল ধৰ্মটোৱে হ'ল জটিল জীৱনৰ সামগ্ৰিক চিন্তা প্ৰবাহ প্ৰকাশ কৰা। তাৰ বাবে কবিতাই তাৰ কাব্য ঘৰৰ সকলো দুৱাৰ-খিৰিকী মেলি থৈছে। কিয়নো— 'জগতৰ উন্মুক্ত বায়ু লগাকৈ সকলো দুৱাৰ-খিৰিকী মুকলি ৰখা সাম্প্ৰতিক কবিতাৰ ধৰ্ম।' (ড° মহেশ্বৰ নেওগ)।

সাম্প্ৰতিক অসমীয়া কবিতাক কোনো এটা বা দুটি বিশেষ ধাৰাত প্ৰবহমান কৰি তাৰ গতিপথৰ একা-বেঁকা সোঁতৰ আলোচনা কৰা জটিল কাম। আচলতে আধুনিক বা সাম্প্ৰতিক জীৱন, সমাজ আৰু সময় এনে পৰস্পৰবিৰোধী জীৱনবোধ আৰু সংঘাতৰ দ্বাৰা আঘাতপ্ৰাপ্ত যে তাক এটা নিৰ্দিষ্ট গতিপথৰ আধাৰত আলোচনা কৰাটো দুৰূহ। বিশিষ্ট কবি বুদ্ধদেৱ বসুৰ এযাৰ মন্তব্যই আমাৰ এই যুক্তি অধিক সবল কৰি তুলিব। তেওঁৰ মতে— আধুনিক কবিতা এনে কোনো পদাৰ্থ নহয় যে কোনো এটা চিনৰ দ্বাৰা তাক চিনাক্ত কৰিব পৰা যায়। ইয়াক বিদ্ৰোহৰ, প্ৰতিবাদৰ, সংশয়ৰ, ক্লান্তিৰ, সন্ধানৰ কবিতা বুলিব পাৰি। এনে কবিতাৰ মাজত প্ৰকাশ পাইছে বিস্ময়ৰ জাগৰণ, জীৱনৰ আনন্দ, বিশ্ব-বিধানত আস্থাৱান চিত্ত বৃত্তি, আশা আৰু নৈৰাশ্য, অন্তৰ্মুখিতা আৰু বহিৰ্মুখিতা, সামাজিক জীৱন সংগ্ৰাম আৰু আত্মিক জীৱনৰ তৃষ্ণা। এই সকলোবোৰ ধাৰাই বিচাৰি পোৱা যায়- বিভিন্ন কবিৰ মাজতেই নহয়, হয়তো একোগৰাকী কবিৰ বিভিন্ন সময়ৰ ৰচনাতো। (আধুনিক বাংলা কবিতা ঃ ভূমিকা)

তথাপি সকলো বিষয়কে এটা পৰিকল্পিত আৰু পৰিমাৰ্জিত ৰূপত প্ৰকাশ কৰাৰ চেষ্টা আলোচনাৰ ধৰ্ম। সাম্প্ৰতিক কবিতাৰ ভিন্নমুখী উপশাখা বা প্ৰকাশ ভঙ্গীৰ বৈচিত্ৰ্য আলোচনাৰ পৰৱৰ্তী স্তৰলৈ ৰাখি সমালোচকসকলে এতিয়ালৈকে আলোচনা কৰা মূল চিন্তাক প্ৰধানতঃ ভাৱৰ দিশৰ পৰা দুটা ধাৰাত ভাগ কৰিবলৈ যত্ন কৰিব পাৰি—

(ক) সামাজিক বাস্তৱতাক প্ৰধানভাৱে লৈ সামাজিক মূল্যবোধক অগ্ৰাধিকাৰ দিয়াৰ ধাৰা আৰু (খ) সামাজিক বাস্তৱতা থাকিলেও তাত ৰোমাণ্টিক চিন্তাধাৰাৰ নতুনত্বৰ সংযোগেৰে সৃষ্টি কৰা নব্য ৰোমাণ্টিক ধাৰা। ইয়াক ভিন্ন নামেৰে আলোচকসকলে বুজাবলৈ চেষ্টা কৰিছে। এই দুটা ধাৰাক জনতাৰ কবিতা আৰু নিৰ্জনতাৰ কবিতা নামেৰেও অভিহিত কৰা হৈছে। সমালোচক ড° নগেন শইকীয়াদেৱে আধুনিক অসমীয়া কবিতাৰ সমগ্ৰ সত্তাৰ গতিপথৰ শৃংখলাৱদ্ধ ৰূপ অনুভৱ কৰি লিখিছে— 'যুদ্ধোত্তৰ অসমীয়া কবিতা দুটা শিবিৰত বিভক্ত হৈ পৰিল, প্ৰগতিশীল শিবিৰ আৰু আধুনিকতাবাদী শিবিৰ। প্ৰথমটোৰ নিয়ন্ত্ৰক হ'ল সমাজতান্ত্ৰিক ৰাজনৈতিক চেতনা আৰু দ্বিতীয়টোৰ নিয়ন্ত্ৰক হ'ল সংশয় আৰু দ্বন্দ্বৰে ভৰা আধুনিকতাবাদী চেতনা। প্ৰথমটো শিবিৰৰ দাৰ্শনিক ভেটি হ'ল মাৰ্ক্সবাদ। দ্বিতীয়টোৰ মাজত দেখা গ'ল ফ্ৰয়ড, নিৎসে, এলিয়ট, পাউণ্ড আদি কবিৰ প্ৰভাৱ।' (নগেন শইকীয়া— অসমীয়া কবিতা আৰু অন্যান্য বিষয়, পৃ ১৭)।

প্ৰথম ধাৰাটো জনতাৰ সৈতে যেন প্ৰত্যক্ষভাৱে জড়িত। জনজীৱনৰ হাই-উৰুমিৰে এই ধাৰাৰ কবিতা মুখৰিত। জনতাৰ বাবে হাতত কলম তুলি লোৱা এই পথৰ কবিসকলে মানুহৰ অস্তিত্ব আৰু সমাজ জীৱনৰ মূল্যায়নৰ ভেটিত এই দুৰ্বিষহ জীৱনক গধুৰ কৰি তোলা মূল সমস্যাৰ প্ৰতি সজাগ-সচেষ্ট হৈ আগন্তুক মুহূৰ্তবোৰৰ বুকুত জনজীৱনৰ সাৰ্থক স্বপ্নৰ উপলব্ধি কৰিছে। নিৰ্জনতা আৰু নিঃসংগতাৰ পৰা ওলাই আহি জনমানসৰ বহল দুৱাৰত এওঁলোকে কাণ পাতে। জনজীৱনৰ দুখ-যন্ত্ৰণাৰ দীঘলীয়া বাটৰ দুখৰ কাহিনী শুনি এওঁলোকে বিচাৰিছে তাৰ পৰা মুক্তিৰ উপায়। সাম্প্ৰতিক কবিতাৰ এই বাটেৰে অগ্ৰসৰ হোৱা কবিসকলে সমাজ-জীৱনৰ ভয়াৱহ ৰূপ, চেতনাক বান্ধি থ'ব পৰা শক্তিৰ চিৎকাৰ, জীৱনৰ ৰক্তাক্ত দিনৰ পাণ্ডুলিপিক কবিতাৰ মাজেৰে প্ৰকাশ কৰিবলৈ বিচাৰে—

"এই কাৰাগাৰত চলি থাকিবনে ৰঙা ৰেল
বনৰীয়া নাহৰ ফুটুকী হ'ব জানো ঘৰচীয়া
প্ৰশ্ন আছে, উত্তৰ নাই
সমস্যা আছে, সমাধান নাই
মই ক্ষুব্ধ নিৰুপায়।"
(কাৰাগাৰ ঃ নলিনীধৰ ভট্টাচাৰ্য)

সমাজ-জীৱনৰ বনুৱা কৃষকৰ অন্তৰৰ বেদনা অনুভৱ কৰি জীৱনৰ সত্য উপলব্ধিৰ বাবে এই দল কবি নিপীড়িত মানুহৰ ওচৰ চাপে। খেতিয়কৰ তেজ আৰু ঘামৰ মাজেৰে স্বদেশ আৰু স্বজাতিৰ আত্মিক জীৱনৰ প্ৰতিফলন ঘটাবলৈ বিচাৰে—

"নাঙলৰ ফাল মোৰ জীৱন
তাৰে মই হৃদয়ৰ চৰ্মভেদ কৰি
সীৰলু তোলো
সীৰলু সীৰলুৱে সোমাওঁ কলিজাৰ তেজলৈ।"
(আৰু ব'লা, আইক বিচাৰোঁ ঃ কেশৱ মহন্ত)

সমাজ-জীৱন দুৰ্বিষহ কৰি তোলাসকলৰ সৈতে এই কবিসকলৰ স্পষ্ট মুখামুখি। অত্যাচাৰৰ টোকা বহী এই কবিসকলৰ অনুভূতিৰ প্ৰতিটো স্তৰত। অত্যাচাৰৰ স্থিতি, পৰিধি আৰু দ'বামৰ উপলব্ধি কৰি এই দল কবিয়ে ক্ষোভ আৰু বেদনাৰ স্পষ্ট উত্তৰ বিচাৰে—

"এই অত্যাচাৰীহঁতক সোধা
এটা মৰাশৰ দাম কিমান
কিমান পুণ্য কৰিলে পায়
বুকুত একোটা বুলেট
এচলু তেজ এখন জিভা
কিমান অনুগত হ'লে পায়"
(সোধা এই অত্যাচাৰীহঁতক ঃ সমীৰ তাঁতী)

এই দল কবিয়ে কবিতাৰ কলা-ধৰ্ম অক্ষুণ্ণ ৰাখিও স্পষ্টভাৱে মানুহৰ সামাজিক, অৰ্থনৈতিক ৰূপান্তৰ বিচাৰিছে আৰু মানৱতাৰ কল্যাণৰ শংখ ফুকুৱাইছে।

আনটো ধাৰাক নব্য ৰোমাণ্টিক ধাৰাৰ কবিতা বোলা হৈছে। কিয়নো এই দল কবিয়ে নব্য ৰোমাণ্টিক ভাবধাৰাকে ভেটি হিচাপে লৈ নতুন দৃষ্টিভংগীৰে আধুনিক কবিতাক সজাই-পৰাই তুলিছে। সমাজ-চেতনা এই কবিসকলৰ কবিতাতো অন্তৰ্নিহিত হৈ আছে যদিও কাব্যিক প্ৰকাশত এক ৰমন্যাসিক ভাবধাৰা, সত্য আৰু সুন্দৰৰ আৰাধনাৰ ভেটিতহে নতুন সমাজ গঢ়াৰ প্ৰয়াস আছে। এই ভাববাদী ধাৰাত আধ্যাত্মিক শুভবুদ্ধি,

কলা-সৰ্বস্বতা, যৌৱনৰ বিষণ্ণতা, দীৰ্ঘশ্বাস, সংশয়, অতৃপ্তি, নিৰাশা-হতাশা, নিষ্ক্ৰিয়, সৌন্দৰ্যবোধৰ অনুভূতি দেখা পোৱা যায়। নলিনীধৰ ভট্টাচাৰ্যৰ ভাষাত— "এই ধাৰাৰ কবিতা বহুলাংশে মিতভাষ, সূক্ষ্ম অনুভূতিৰ পৰিচায়ক আৰু বিস্তৃত মানসিক দিগন্তৰে উজ্জ্বল।" এই ধাৰাৰ কবিসকলো মানুহৰ বেদনা, নিষ্ঠুৰতা, অসহায়তা, কপটতা সম্পৰ্কে সজাগ। তথাপি তেওঁলোকে হৃদয়ৰ পবিত্ৰ কোণৰ পৰা দৃঢ়ভাৱে বিশ্বাস কৰে যে এই বেদনাৰ অন্ত হ'ব—

"গা ধুইছে গৈ নেকি তেওঁলোকে
পানী ৰঙা কৰি কোনোবা নৈৰ
তেওঁলোক ক'লৈ গ'ল
ডেকা-গাভৰুহঁতৰ টোপনি ভঙা ৰাতি দুপৰত
তেওঁলোক ৰণাংগনৰ গান।"
(কাঁইট গোলাপ আৰু কাঁইট সংকলন ঃ নীলমণি ফুকন)

এই ধাৰাৰ কবিসকলৰ সামগ্ৰিক সত্তাটোত নিহিত হৈ আছে এক ৰোমাণ্টিক চিন্তা-চেতনাৰ সুৰ; সমাজ আৰু সত্যক হৃদয়ৰ কোমল অনুভূতিৰে সুকুমাৰ কৰি গঢ়ি তোলা এক মহত্ত্বৰ সুৰ; যি সুৰত সামাজিক চিন্তা-চেতনাতকৈ আধ্যাত্মিক শুভবুদ্ধিৰ অন্তৰ্নিহিত শক্তিৰ গভীৰতা, ব্যঞ্জনা, শব্দ আৰু আনুভূতিক মাধুৰ্য আৰু বিমূৰ্ত মানসিকতাৰ প্ৰভাৱ শক্তিমান বুলিব পাৰি। জীৱন আৰু সমাজৰ মংগলবোধ এই দল কবিয়েও বিচাৰে যদিও এনেধৰণৰ কবিতাৰ চিন্তাজগতত কলাত্মক জীৱনৰ বন্দনাহে অবিৰতভাৱে মুখৰিত। মানুহৰ মূল্যবোধৰ প্ৰশ্নসমূহ আৰু সেইবোৰৰ সাংস্কৃতিক মূল্য, সুস্থ আৰু স্থায়ী কৰি ৰখাৰ এক ব্যঞ্জনামুখৰ মোহনাৰ সৃষ্টি এই ধাৰাত অন্তৰ্লীন। জীৱনৰ দুখ-দৈন্য, সৰ্বস্ব হেৰুওৱাৰ ৰূপক সাৱলীলভাৱে অঁকাৰ পিছতো তেওঁলোকে আশা কৰে হৃদয়ৰ নিজস্ব স্বৰূপ বা মূল্য আছে। হৃদয়েই মানুহৰ সৰ্বশ্ৰেষ্ঠ গ্ৰাহক— প্ৰেম আৰু মানৱতা ওপচাই হৃদয়েই আনিব পাৰে সৰ্বস্ব—

"মাতাল হ'বলৈও পইচা নাই
ইমান কঙাল
কেৱল হৃদয়খন আছে
তাৰে কিনিবলৈ পামনে
প্ৰেম
মাতাল হোৱাকৈ।"
(গ্ৰাহক ঃ নীলিম কুমাৰ)

এই দল কবি মানুহ হিচাপে মানুহৰ ওচৰত দায়বদ্ধ যদিও, কোনো ৰাজনৈতিক ভূগোলত তেওঁলোকৰ আস্থা নাই। সাম্প্ৰদায়িক চেতনাত বিশ্বাস নাই। জাতি-সম্প্ৰদায় আদিৰ পৰিচয় তেওঁলোকৰ বাবে গ্লানিকৰ অভিজ্ঞতা। মানৱ হৃদয়ৰ কবি হৈ থকাটোকেই পৰম সৌভাগ্য বুলি তেওঁলোকে বিবেচনা কৰে। (নৱকান্ত বৰুৱা ঃ আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ ঃ সম্পাদনা ঃ নগেন শইকীয়া)

আশীৰ দশকৰ পৰা অসমীয়া কবিতাৰ সামগ্ৰিক চৰিত্ৰ সলনি হৈছে। পঞ্চাশ আৰু ষাঠিৰ দশকত কাব্য চৰ্চা কৰি এতিয়ালৈ সেই সাধনা অব্যাহত ৰখা কবিসকলৰ হাততো কবিতাৰ বিষয়বস্তু নিৰ্বাচন আৰু তাত প্ৰয়োগ কৰা আংগিকৰ আমূল পৰিবৰ্তন সাধিত হৈছে। কবিসকলে অনুভৱ কৰিছে যে কবিতাৰ বিষয়বস্তু বিশেষ দৃষ্টিভংগীৰ আধাৰত গঢ় লোৱা স্তূপীকৃত চিন্তা নহয়; সেইবোৰ ছিন্ন-ভিন্ন। বিশেষ নিৰ্দ্দিষ্ট দৰ্শনৰ আধাৰত ৰামধেনু আৰু পৰৱৰ্তী কালত গঢ় লৈ উঠা কাব্যধাৰাৰ গতি-প্ৰকৃতি অৰ্থাৎ সামগ্ৰিক প্ৰবাহ সলনি হৈছে। কবিসকলে নিৰ্দিষ্ট চিন্তা-দৰ্শনৰ দ্বাৰা প্ৰভাৱিত নহৈ প্ৰতিটো ক্ষণত উপলব্ধি কৰা অনুভৱক কাব্যিক ৰূপ দিয়াৰ প্ৰয়াস কৰিছে। পূৰ্বৰ কবিসকলৰ চিন্তাধাৰাৰ সু-সংবদ্ধ ৰূপ সাম্প্ৰতিক কবিসকলে গ্ৰহণ কৰা নাই। সেই চিন্তাধাৰাক বিক্ষিপ্ত বুলি নকৈ চিন্তা বৈচিত্ৰ্য বুলি হয়তো ক'ব পাৰি। সাম্প্ৰতিক কবিসকলক প্ৰতিটো ক্ষণৰ ক্ৰিয়া- প্ৰতিক্ৰিয়াই উদ্বেলিত কৰে। পৰৱৰ্তী ধ্যান ধাৰণাৰ পটভূমি যেনেদৰে সলনি হৈছে তেনেদৰে সলনি হৈছে দৃষ্টিভংগী। স্বাধীনতাৰ সংজ্ঞা অথবা স্বাধীনতাৰ ভাবধাৰাৰো আনকি পটভূমি ভিত্তিক পৰিবৰ্তন সাধিত হৈছে। স্বাধীনতাক ভালপোৱা বুলি ভবা এদলক আন এক দল বা গোষ্ঠীয়ে ভাবি লৈছে দেশ বৈৰী বুলি। ষাঠিৰ দশকৰ শেষৰ ফালে 'সমুদ্ৰভীতি'; 'স্বৰবোৰ' আদি কবিতাৰে এটা বিশেষ কাব্যসুঁতিৰ সৃষ্টি কৰা হৰেকৃষ্ণ ডেকাৰ কবিতাত কেনেদৰে নতুন সময়ৰ পাৰস্পৰিক চিন্তাৰ সংঘাত আৰু সেই সংঘাতৰ বাস্তৱ ৰূপায়ণ ঘটিছে তালৈ চালে ওপৰত কৰা মন্তব্যৰ যথাৰ্থতা বুজা যাব —

আমি কিজানি একেখন মানচিত্ৰত
আখৰা কৰিছোঁ
কাৰণ যন্ত্ৰণা-ক্লিষ্ট এখন মুখ
মই দেখিছোঁ। মোৰ টাৰ্গিটিত।
স্তম্ভিত, বিষাদগ্ৰস্ত, অসহায় এখন মুখ।

আইৰ মুখ
মই দেখিছোঁ
সি দেখিছেনে?
(আখৰা)

জীৱনবোধৰ বিচিত্ৰতা সাম্প্ৰতিক কবিতাৰ মূল বৈশিষ্ট্য। প্ৰতিটো বিন্দুত তেওঁলোক থিয় হ'ব জানে, অভিজ্ঞতাৰ বিচিত্ৰতাৰ মাজৰ পৰা কাব্যিক সত্য বিচ্ছিন্ন নকৰাকৈ প্ৰকাশ কৰিব পাৰে নিজৰ অনুভৱ—

এৰাল দি থোৱা আবেলি
কুটি বাছি থ'লে
তাৰে চলি যাব ৰাতিৰ সাঁজ
অতিথি হৈ আহিবা সন্ধিয়া দামোদৰ
কোলাত আন্ধাৰ কেঁচুৱা

শুই থাকা আন্ধাৰ
ৰাতি বহুত হ'ল।
(ৰাজীৱ বৰুৱা ঃ নৈশ ছবি)

সাম্প্ৰতিক কবিয়ে সমাজৰ বাহ্যিক ৰূপৰ খননতকৈ আত্মিক ৰূপৰ খননত অধিক গুৰুত্ব দিয়ে। তেওঁলোকৰ বাবে অন্তৰৰো অন্তৰ্দৃষ্টি আছে। সমাজ-জীৱনৰ ভিতৰৰ ৰূপতো আৰু এখন অন্তৰ্জগত আছে। বাহ্যিক জগতৰ পৰাই তেওঁলোকে কবিতাৰ বিষয়, ভাব আৰু কোৱাৰ ভংগী গ্ৰহণ কৰে যদিও তাৰ মাজতো হৃদয়ৰ গৱেষণালব্ধ সত্যকহে অধিক গুৰুত্ব দিয়ে—

"মোৰ অন্যতম প্ৰিয় বিষয় নাৰী।
জলমগ্ন নৈৰ দৰে নাৰীয়ে



কেতিয়াবা মোক উটুৱাই দিয়ে জীৱনৰ ফালে।
..... ..... .... .....
তথাপি নাৰীৰ স্পৰ্শ পালে মই জী উঠোঁ।
মই জন্ম হওঁ
মানুহৰ পৰা কোনো কৰিলৈ।"
(নাৰী ঃ সনন্ত তাঁতী)

লোক-জীৱনৰ প্ৰাণ-প্ৰাচুৰ্য সাম্প্ৰতিক কাব্যধাৰাৰ সম্পদ; ক'বলৈ গ'লে ইয়াৰ আধাৰতে গঢ় লৈছে সাম্প্ৰতিক কবিতাৰ এক সুঁতি। লোক-জীৱনৰ নানান সমলে কবিক জীয়াই থকাৰ, ঐতিহ্যক ধৰি ৰখাৰ আৰু ভৱিষ্যতৰ সপোন বুটলি লোৱাৰ প্ৰেৰণা দিয়ে—

"তৰুণ কবিতাই যি কোনো মূল্যৰ বিনিময়ত
ভুঁই ৰোৱা ৰোৱণীৰ হাতৰ ছন্দ
ৰক্ষা কৰি চলে
বৈ বৈ যোৱা সোঁতৰ সলনি
গৰখীয়াৰ ওঁঠৰ বাঁহীটোত
সি বনঘোষাৰ বাউল সুৰ তোলে।"
(তৰুণ কবিতা ঃ অনুভৱ তুলসী)

মৈ দিয়া পথাৰখনক লৈ সাম্প্ৰতিক কবিয়ে সময় আৰু জীৱনৰ হিচাপ-নিকাচ কৰে। খেতিয়ক জীৱনৰ অভিজ্ঞতাৰ দিনলিপিক স্বকীয় অনুভূতিৰে প্ৰকাশ কৰি লোক-জীৱনৰ মৰ্মবেদনাও সাম্প্ৰতিক কবিৰ কবিতাত প্ৰকাশিত হয়—

"বান আৰু খৰাঙৰ স'তে আতুৰ সহবাসত
শৰীৰৰ আঁচোৰ পৰিল আ-বতৰীয়া বয়সৰ
নাঙলৰ মুঠিৰ পৰা হাত পিছলাই
কত চকুলোৰ বাৰিষা মচিলোঁ
ছাঁ দিয়া আকাশলৈ চাই গালি পাৰিলোঁ কপালক।"
(মৈ দিয়া পথাৰত ঃ কৌস্তুভ মণি শইকীয়া)

গাঁৱলীয়া জীৱনৰ প্ৰতি মোহ সাম্প্ৰতিক কবিতাত প্ৰবল। আচলতে আশীৰ দশক মানৰ পৰা প্ৰতিগৰাকী কবিয়ে গাঁৱলীয়া জীৱনৰ প্ৰতি থকা এক গভীৰ অথচ কোমল আলসুৱা প্ৰেমক অতি সাৱলীল, মোহনীয় ৰূপত প্ৰকাশ কৰিছে। স্বীকাৰ কৰোঁ, ষাঠিৰ দশকৰ প্ৰথমাৰ্ধতে আধুনিক কবিতাত গাঁৱলীয়া জীৱনৰ প্ৰতি প্ৰাণৰ আকৰ্ষণ বিভিন্ন কবিৰ কবিতাৰ মাজেৰে প্ৰকাশ পাইছিল। কিছু অগা-পিছাকৈ কবি কেশৱ মহন্ত, হোমেন বৰগোহাঞি, হীৰেন ভট্টাচাৰ্য আদি কবিৰ কবিতাত এই সুৰ যেনেদৰে প্ৰবাহিত হৈছে তেনেদৰে প্ৰকাশিত হৈছে অতি সুন্দৰভাৱে কবি হীৰেন্দ্ৰ নাথ দত্তৰ 'সোমধিৰিৰ সৌৰৱণী' আৰু ড° নিৰ্মল প্ৰভা বৰদলৈৰ 'কৰুণতম্' কবিতাত। সোমধিৰিৰ সৌৰৱণীত—

'সোমধিৰি নদীৰ পাৰেদি
লচ্ পচী ঘৰমুৱা দাৱনীৰ দৰে
আহিছিল এজাক বগলী,
সিহঁতক খুজিছিলোঁ
মই আৰু চিকুনীয়ে আহি
'বগা ফোঁট, বগা ফোঁট দিয়া
আৰু সুধিছিলোঁ
সবাহলৈ কেলেনো নগ'লা।"

এই প্ৰীতিৰ গভীৰ ব্যঞ্জনা ড° নিৰ্মলপ্ৰভা বৰদলৈৰ 'কৰুণতম্' কবিতাত —

"আহিনৰ পথাৰৰ গোন্ধ
কেনেবাকে নাকত লাগিলে
মই হেৰা পাওঁ মোৰ দেউতাক।

দোকানৰ জাপ ভঙা
গামোচাৰ সুবাসত
মই হেৰা পাওঁ মোৰ আইক।"

তাৰেই অভিনৱ ৰূপান্তৰ ঘটিছে সাম্প্ৰতিক কবিৰ কবিতাত। উদাহৰণস্বৰূপে কবি জীৱন নৰহৰ কবিতাত—

কেনেবাকৈ সাধুকথাৰ ফুলবোৰ পালা নেকি
তোমাক বৰ ধুনীয়া দেখিছোঁ
............
বহুদিন হ'ল তোমাক নেদেখা
মোৰ ভ্ৰম হৈছে গাঁৱৰ পৰা আঁতৰি থকাৰ দিনৰে পৰা"
(সপোন)

বিচ্ছিন্নতাৰ মাজতো আন্তৰিক যোগসূত্ৰ স্থাপনৰ প্ৰয়াস সাম্প্ৰতিক কবিতাৰ এক মূল ধৰ্ম।

সাম্প্ৰতিক কবিতা জনজীৱনৰ কবিতা; মাটিৰ মানুহৰ আন্তৰিক সূক্ষ্ম অনুভূতিৰ ব্যঞ্জনাময় প্ৰকাশ। কবিতা অভিজ্ঞতাৰেই নিৰ্যাস যদিও সাম্প্ৰতিক কবিয়ে জীৱনৰ খণ্ড-খণ্ড অভিজ্ঞতাক ভাবৰ বৃত্তৰ মাজত ধৰি ৰাখি তাত উজ্জ্বলতা আৰোপ কৰিবলৈ বিচাৰিছে। চেতাৰ, মুখ, বুকুৰ বুটাম, ছাতি, কেলকুলেটৰ, পুতলা, ৰ'দ, পুখুৰী আদি সৰু সৰু বিষয় কবিতাৰ মাজলৈ প্ৰাণস্পৰ্শী ৰূপত আহি পৰিছে। কবিসকলৰ এই কাব্য সাধনাক সৰু-বৰ আলোচনীয়ে ধৰি ৰাখিছে যদিও অসমীয়া সাহিত্যত 'গৰীয়সী' আৰু 'প্ৰান্তিক' আলোচনীয়ে ক্ৰমে তেৰ আৰু একুৰি চাৰি বছৰ অতিক্ৰম কৰি সাম্প্ৰতিক কবিতাক স্বকীয় বিষয় আৰু আংগিকেৰে মহিমা-মণ্ডিত কৰিবলৈ প্ৰয়াস কৰিছে। প্ৰান্তিক আলোচনীয়ে কবিতাৰ বিষয় আৰু ৰূপৰ ক্ষেত্ৰত এটা সুকীয়া ধাৰা সৃষ্টি কৰিবলৈ সচেতনভাৱে আগবঢ়া বুলি মনে ধৰে।

সাম্প্ৰতিক কবিতাৰ ভাবগত আৰু ৰূপগত দুয়োটা দিশৰে গতি-প্ৰকৃতি সলনি হৈছে। বিষয়ৰ লগতে চিত্ৰকল্প, প্ৰতীক, ছন্দৰ সূক্ষ্ম পৰিবৰ্তনো লক্ষ্য কৰা যায়। ইয়াকো সুকীয়াকৈ আলোচনা কৰাৰ প্ৰয়োজনীয়তা আছে যদিও আমাৰ আলোচনাত এই দিশটো সামৰি লোৱা নাই। বিষয়ৰ সৈতে ৰূপৰ যিহেতু এৰাব নোৱাৰা সম্পৰ্ক আৰু কলাৰো এটা চিৰন্তন ধৰ্ম যিহেতু পৰিবৰ্তনৰ মাজেৰে আগবঢ়া— সেয়েহে এনে পৰিবৰ্তন স্বাভাৱিক। আধুনিক বা সাম্প্ৰতিক জীৱনৰ এটা বিশেষ ধৰ্ম হ'ল চিন্তাৰ বহুমুখী ৰূপৰ সৈতে মন আৰু মগজুৰ সংযোগ সাধন। কবিতাৰ বিচৰণ ক্ষেত্ৰত সাম্প্ৰতিক কবিসকলে বিষয় আৰু ৰূপৰ সন্ধানত মগ্ন আৰু তাৰ ফলতেই কবিতাৰ বিভিন্নমুখী চৰিত্ৰৰ সংযোজন। একোজন কবিয়ে নানান পৰীক্ষা-নিৰীক্ষাৰ বাবে সুৰ সলনি কৰি চাইছে, জীৱনক জিভাত লৈ সোৱাদৰ তাৰতম্য জুখিছে। সঁচা অৰ্থত ক'বলৈ হ'লে একোজন কবিয়ে বিচিত্ৰ ধাৰাৰ বাহক। সময় আৰু পৰিস্থিতিয়ে কবিতাৰ ভাব, চিন্তা আৰু ৰূপক সলনি কৰা নিতান্তই স্বাভাৱিক প্ৰক্ৰিয়া।

# অসমীয়া গীতি-সাহিত্য ইয়াৰ বিকাশ আৰু বিৱৰ্তন

ড° সৰলা ভূঞা

জাতি-উপজাতিৰ প্ৰাণ প্ৰবাহৰ সুৰেৰে কল্লোলিত, মুখৰিত, ৰঞ্জিত অসমৰ বিশাল বক্ষত পাহাৰ-ভৈয়ামৰ বিভিন্ন জনগোষ্ঠীৰ বৈচিত্ৰ্যময় সংস্কৃতি অসমে স্বৰূপাৰ্থত বহন কৰি আহিছে। অসমীয়া জাতীয় জীৱনৰ চিৰ শাশ্বত সংস্কৃতিৰ যুগমীয়া সৌধটিৰ সংগীত হৈছে এক সমৃদ্ধিশালী গৌৰৱময় ভেটি। মানৱীয় চিন্তা শক্তি আৰু সূক্ষ্মানুভূতিসমূহৰ বিকাশৰ ক্ষেত্ৰত সংগীতৰ অৱদান গুৰুত্বপূৰ্ণ। সভ্যতাৰ পোহৰ নোপোৱা অনুন্নত অৰণ্যবাসীৰ পৰা আৰম্ভ কৰি আধুনিকতম সভ্যতাৰ পোহৰেৰে উদ্ভাসিত দেশৰ জনগণৰ অন্তৰলৈকে সংগীতে গভীৰ আলোড়নৰ সৃষ্টি কৰি আহিছে। এক কথাত ক'বলৈ হ'লে— সংগীত এটি জাতিৰ সাংস্কৃতিক বিকাশ আৰু ৰুচিবোধৰ চৰম পৰিচায়ক আৰু সেইবাবে এইবিধ সুকুমাৰ কলাক আমাৰ সাংস্কৃতিক জীৱনৰ প্ৰাণৰ স্পন্দন বুলি ক'ব পাৰি।

গীত হৈছে সংগীতৰ অংগ। কাৰণ— 'গীতং, বাদ্যং তথা নৃত্য সংগীত্ মুচ্যতে''— অৰ্থাৎ গীত, বাদ্য আৰু নৃত্যৰ সমন্বয়তহে সৃষ্টি হয় সংগীতৰ। সংগীতত গীতৰ স্থান প্ৰথম। মনৰ ভাবানুভূতি প্ৰকাশ কৰিবলৈ সুৰ, তাল সংযোজিত কিছুমান ছন্দোবদ্ধ শব্দৰ কাব্যিক ৰচনাই হৈছে গীত। গীতৰ অধীন বাদ্য আৰু বাদ্যৰ অধীন নৃত্য— তিনিওটিৰ সন্মিলনত গীতে সংগীতৰূপে স্বীকৃতি পাইছে।

গীতক সাহিত্যৰ অন্তৰ্ভুক্ত কৰা হৈছে। অৱশ্যে গীত আৰু গীতি-সাহিত্য শব্দ দুটাৰ মাজত এক সূক্ষ্ম পাৰ্থক্য দেখা যায় গীতৰ সুৰ আৰু গায়নলৈ মন কৰিলে সি হয় পৰিবেশ্য কলা আৰু তাৰ কথাংশলৈ মন কৰিলে সি হয় সাহিত্য; যদিহে সাহিত্যৰ লক্ষণসমূহ গীতত নিহিত থাকে।

সাহিত্যৰ ভিতৰত কবিতা এনেধৰণৰ সাহিত্য— যিয়ে কল্পনানুভূতিৰ আধিক্য ছন্দোবদ্ধ ৰীতিৰে বিশিষ্ট ৰূপ দি মনৰ ভাব প্ৰকাশ কৰে। গীত আৰু কবিতাৰ মাজত এক নিবিড় সম্পৰ্ক আছে। কবিতাৰ মাজত থাকে গীত আৰু গীতৰ মাজত থাকে কবিতা। সংগীতময়তা হৈছে কবিতাৰ সম্পদ আৰু কাব্যিক আবেদন হৈছে গীতৰ অতিৰিক্ত আকৰ্ষণ। সূক্ষ্ম বিশ্লেষণেৰে কবিতা আৰু গীতৰ মাজত যি এৰাব নোৱাৰা ঘনিষ্ঠ সম্পৰ্ক দেখা যায় তাৰ দ্বাৰাই গীত এবিধ পৰিবেশ্য কলা হ'লেও ইয়াক অসমীয়া সাহিত্যৰ বিশিষ্ট অংগৰূপে পৰিগণিত কৰা হৈছে। এই সাহিত্যই সময়ৰ বিভিন্ন স্তৰে স্তৰে বিভিন্ন ৰূপেৰে বিকশিত, ৰূপান্তৰিত আৰু সম্প্ৰসাৰিত হৈ এক উল্লেখযোগ্য সাহিত্য শাখাৰূপে বৰলুইতৰ দুয়োপাৰ চহকী কৰি ৰাখিছে।

সু-সংগঠিত ভাষা নথকা কালৰে পৰা আদিম মানৱে মনৰ ভাব প্ৰকাশ কৰিবলৈ প্ৰকৃতিৰ বিভিন্ন বস্তু বা ধ্বনিৰ অনুকৰণত অংগ সঞ্চালন কৰিছিল আৰু শব্দ উচ্চাৰণ কৰিছিল। এই শব্দৰ লগত যেতিয়া অৰ্থৰ সুৰ সংযোজিত



হ'ল তেতিয়া ৰূপান্তৰিত হ'ল গীতলৈ। নৃত্য-গীত আৰু বাদ্য হ'ল মানুহৰ আত্মপ্ৰকাশৰ আনন্দদায়ক মাধ্যম। সৃষ্টিৰ পাতনিৰে পৰা মানুহে অন্তৰৰ আৱেগানুভূতি, হৰ্ষ-বিষাদ প্ৰকাশ কৰিবলৈ আশ্ৰয় লৈছিল এইবোৰ মাধ্যমৰ।

প্ৰত্যেক মানুহৰ সুখ-দুখ, হৃদয়-অনুভূতি বেলেগ বেলেগ। সেইবোৰৰ বশৱৰ্তী হৈয়ে কেতিয়াবা কোনো বিশেষ মুহূৰ্তত নিজকে প্ৰকাশ কৰিবলৈ উদ্বাউল হয়। এনে আত্মপ্ৰকাশৰ প্ৰয়াস মানুহে ব্যক্তিগত বা সমূহীয়াভাৱে কৰে। এনে প্ৰবৃত্তিয়ে জন্ম দিছিল কিছুমান মৌখিক গীতৰ। মানুহৰ সৃজনশীল প্ৰতিভা আৰু তীক্ষ্ণ স্মৰণ শক্তিৰ বাবে এই গীতবোৰৰ কিছুমান মুখে মুখে বাগৰি আহি আজিকোপতি জীয়াই আছে। সময় প্ৰবাহে ইয়াৰ অনেক পৰিবৰ্তন ঘটালে। মুখ বাগৰা পৰম্পৰাৰ বাবে গীতসমূহৰ প্ৰকৃত ৰূপ, ইয়াৰ সময়, ৰচক আৰু বিষয়বস্তুৰ বিষয়ে অনুধাৱনৰ সংকটৰ পৰিপ্ৰেক্ষিতত পিছলৈ ইবোৰৰ কিছু অংশ লিপিবদ্ধ হয় আৰু পিছৰ চামে লিখিতৰূপে গীতৰ সৃষ্টি কৰিবলৈ লয়।

লোক-সাহিত্যৰ মাজত গীত এক অবিচ্ছেদ্য অংগ। এইবোৰ গীতে জাতীয় জীৱন আৰু সমাজ-সংস্কৃতিৰ বাহক হিচাপে অতীজৰ পৰা সময়ৰ স্তৰে স্তৰে পৰিচয় কঢ়িয়াই আহিছে। গীতি-সাহিত্য সমাজৰ দাপোণস্বৰূপ। এই দাপোণে যুগে যুগে প্ৰতিফলিত কৰি আহিছে অসমীয়া চহা প্ৰাণৰ সহজ-সৰল অকৃত্ৰিম প্ৰকাশৰ। যিকোনো সাহিত্যৰ উদ্দেশ্য হ'ল মানুহৰ মনত ভিন্ন ৰসৰ সৃষ্টি কৰি পৰিতৃপ্তি দিয়া। গীতি-সাহিত্যৰ মাজতো লয়, তাল, সুৰ আৰু কাব্যিক সৌন্দৰ্য সংযোগেৰে মানুহৰ মানসিক তৃপ্তিৰ উৎস বিচাৰি পোৱা যায়।

অসমীয়া লিখিত গীতি-সাহিত্যৰ নিদৰ্শন ৮ম শতিকাৰ পৰা ১২শ শতিকাৰ ভিতৰৰ কামৰূপৰ চৰ্যা গীতসমূহ। এই গীতসমূহৰ উদ্দেশ্য আছিল বৌদ্ধ ধৰ্ম প্ৰচাৰ আৰু সম্প্ৰসাৰণ কৰা। চৰ্যা গীতৰ পিছতেই ওজাপালি সংগীতানুষ্ঠান অসমীয়া লিখিত সাহিত্যৰ প্ৰাচীন নিদৰ্শন। প্ৰাক্ শংকৰ যুগত মাধৱ কন্দলী ৰামায়ণত লৱ-কুশে গীত পৰিবেশনৰ উল্লেখনেও চতুৰ্দ্দশ শতিকাৰ গীতি-সাহিত্যৰ স্বাক্ষৰ দাঙি ধৰিছে।

পঞ্চদশ, ষোড়শ শতিকাৰ শংকৰদেৱ আৰু মাধৱদেৱ বিৰচিত বৰগীতসমূহ অসমীয়া গীতি-সাহিত্যৰ গৌৰৱময় ঐতিহাসিক স্বাক্ষৰ। নাটৰ গীত আৰু ভটিমা, বৰগীতৰ আৰ্হিত ৰচনা কৰা আন আন গীতসমূহৰ উদ্দেশ্য আৰু বিষয়বস্তু হৈছে একশৰণ বৈষ্ণৱধৰ্ম প্ৰচাৰ আৰু সম্প্ৰসাৰণ কৰা। একেই সময়তে সৃষ্টি হৈছিল মুছলমানসকলৰ 'জিকিৰ' আৰু 'জাৰী' গীতবোৰ। এই গীতসমূহৰ মাজত অন্তৰ্নিহিত হৈ আছে ইছলাম ধৰ্মৰ মূলমন্ত্ৰ এক ঈশ্বৰত বিশ্বাস, জীৱমাত্ৰেই ভগৱান আদি ভাবৰ আধ্যাত্মিকতা বিশ্বশান্তিৰ ভাবনা।

অসমীয়া গীতি-সাহিত্যৰ আন এক বিশিষ্ট ধাৰা ধ্ৰুপদী সংগীতে চৰ্যাগীত, ওজাপালিৰ মাজেৰে প্ৰবাহিত হৈ বৈষ্ণৱ আন্দোলনৰ সময়ত অসমত সু-প্ৰতিষ্ঠিত হয়। প্ৰাক্-শংকৰী কবি মনকৰ, দুৰ্গাবৰ, সু-কবি নাৰায়ণ আৰু পীতাম্বৰৰ ৰচিত ৰাগ-সংগীতসমূহ অসমীয়া গীতি-সাহিত্যৰ উচ্চ মানবিশিষ্ট উপাদান।

'অৰুনোদই' যুগত অসমৰ পুৰণি সাহিত্যৰ লগত নতুনৰ সমন্বয় সাধন হয়। খ্ৰীষ্টান মিছনেৰীসকলে অসমত ধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰৰ উদ্দেশ্য আগত ৰাখি অসমীয়া ভাষাত কিছুমান স্তুতি গীত ৰচনা কৰিছিল। গীতসমূহ কাব্যিক আৰু সাংগীতিক দিশত উৎকৃষ্ট মানৰ নহয় যদিও গীতি-সাহিত্যৰ বুৰঞ্জীত এইবোৰৰ মূল্য আছে। সেয়েহে ক'ব পাৰি ঊনবিংশ শতিকাৰ শেষাৰ্ধ আৰু বিংশ শতিকাৰ আৰম্ভণিৰ যুগটো অসমীয়া গীতি-সাহিত্যৰ বাবে এক উল্লেখযোগ্য সময়। এই কালছোৱাতেই শুভ উদ্বোধন হয় অসমীয়া আধুনিক গীতৰ সৃষ্টি আৰু উত্তৰণৰ।

অসমীয়া আধুনিক গীতি-সাহিত্যৰ বুনিয়াদী স্তৰ লোকগীত নাইবা পূৰ্বকালীন লিখিত গীতসমূহ হ'লেও গ্ৰহণ আৰু বৰ্জনৰ মাধ্যমেৰে ইবোৰৰ ৰূপান্তৰ আৰু প্ৰসাৰ ঘটিছে। এই গীতসমূহৰ বিষয়বস্তু, আগৰ গীতসমূহৰ বিষয়বস্তুৰ পৰা স্বাভাৱিকভাৱেই পৃথক হৈ আহিছে। যি নৈতিক আৰু আধ্যাত্মিক লক্ষ্য, উদ্দেশ্য অথবা স্বতঃস্ফূৰ্ত উলাহ গীতসমূহৰ আভ্যন্তৰীণ দিশ আছিল, আধুনিক কালৰ গীতত তেনে লক্ষ্য আৰু উদ্দেশ্যৰ অপসাৰণ ঘটি নৱ নৱ লক্ষ্য আৰু উদ্দেশ্য সংযোজনাৰে ইয়াৰ বিকাশ আৰু বিৱৰ্তন ঘটি এক উল্লেখযোগ্য সাহিত্যৰূপে স্বীকৃত হৈছে।

১৮৮৯ খ্ৰীষ্টাব্দত 'জোনাকী' যুগ সৃষ্ট 'ৰোমাণ্টিচিজিমে' অসমীয়া সাহিত্যৰ ক্ষেত্ৰত পূৰ্বৰ নীতিগত বন্ধন ছিঙি নব্য সৃষ্টিৰ বাট মুকলি কৰে। এনে সময়তেই বংগদেশৰ লগত অসমীয়াৰ ঘটা সাংস্কৃতিক সম্পৰ্কই অসমীয়া গীতি-সাহিত্যক হাড়ে-হিমজুৱে প্ৰভাৱান্বিত কৰিবলৈ লয়। ফলস্বৰূপে অসমীয়াই বঙলা সংগীতৰ লগত পৰিচিত হয়। আনহাতে সেই সময়ৰ শিক্ষাৰ প্ৰাণকেন্দ্ৰ কলিকতালৈ পঢ়িবলৈ যোৱা প্ৰবাসী অসমীয়া ছাত্ৰসকলে প্ৰথম অৱস্থাত বংগ দেশৰ অনুকৰণতেই সংগীত চৰ্চা কৰিবলৈ লয়। অসমীয়া সমাজৰ সম্ভ্ৰান্ত পৰিয়ালত ৰবীন্দ্ৰ সংগীত চৰ্চা এটি নিত্য নৈমিত্তিক বিষয় হৈ পৰে। অসমলৈ নতুনকৈ আমদানি হোৱা ভাৰ্জি ওস্তাদ, বাইজী, মণিপুৰী নাচনীৰ নৃত্য-গীত আৰু বঙলুৱা খেম্‌টা গানৰ প্ৰতি অসমীয়াৰ আকৰ্ষণ বাঢ়িছিল যদিও, এনে অৱস্থাত অসমৰ জাতীয় চেতনাৰ প্ৰতি সজাগ কেইগৰাকীমান ব্যক্তিয়ে অসমীয়া ভাষাত গীত ৰচনা কৰিবলৈ লয়। তেওঁলোকৰ উদ্দেশ্য আছিল অসমীয়া ভাষাৰ গীতিধৰ্মিতা প্ৰকাশ কৰি, অসমীয়া গীতৰ প্ৰচলন কৰা। এনেকৈয়ে 'জোনাকী' যুগত অসমীয়া গীতি-সাহিত্যৰ অন্ধকাৰৰ অৱসান ঘটে। সাহিত্যৰ ভঁৰাল গীতেৰে টনকিয়াল কৰাৰ মানসেৰে এই সময়ৰ সাহিত্যিকসকলে প্ৰত্যেকেই কম-বেছি পৰিমাণে গীত ৰচনাত প্ৰবৃত্ত হয়। কোনো কোনোৱে গীতকেই তেওঁলোকৰ ভাব-অনুভূতি প্ৰকাশৰ মাধ্যম হিচাপে অৱলম্বন কৰে। এই সময়ৰ প্ৰথম গীতৰ পুথি সত্যনাথ বৰাৰ— 'গীতাৱলী' (১৮৮৮)। এই পুথিৰ পাতনিত বৰাদেৱে লিখিছে— 'আজিকালি আসাম দেশৰ মানুহে গীত গাব লাগিলে বঙলা গীতহে গায়। ইয়াৰ কাৰণ বোধকৰো গীতৰ অভাৱ। অসমীয়া গীত থকাহেঁতেন অসমীয়া মানুহে বঙলা গীতত ইমান প্ৰীতি নেদেখুৱালেহেঁতেন। এতিয়াৰ মানুহৰ বঙলা গীতত ৰতি বহিছে, অসমীয়া গীত সিমান শুনিবলৈ বা গাবলৈ ভাল নাপায়। তথাপি মই এই গীতকেইটা সাহৰ ওপৰত ভৰ দি প্ৰকাশ কৰিলো।' ঊনৈশ শতিকাৰ দশম দশকত সত্যনাথ বৰা ৰচিত গীত এটি ৰায় বাহাদুৰ কৃষ্ণচন্দ্ৰ চৌধুৰীয়ে গুৱাহাটীৰ উজান বজাৰৰ মঞ্চত অংগী-ভংগীৰে পৰিবেশন কৰি দৰ্শকৰ মাজত হাঁহিৰ খলকনি তুলিছিল হেনো। গীতটি—

'আজি মজাছে পেটুৰা পেট ভৰি খা/ পেট ভৰি, পেট ভৰি, পেট ভৰি খা।/ঔ থেকেৰা টেঙা, ৰহৰ কি দাল/আলুভজা, খাব মজা, পকা খৰিচা।'

হাঁহিৰ মাধ্যমেৰে শ্ৰোতাক আকৰ্ষণ কৰি অসমীয়া গীতৰ আদৰ বঢ়াবলৈ সত্যনাথ বৰাই লিখা আন এটি গীত—

শুনচাহ্না আপীগিলা/খাজ্না বাৰেইছি/দিবা নল্লি নিবো ধৰি/পেদা লগাই দি।

কামৰূপী উপভাষাৰ শব্দসম্ভাৰেৰে গীতটিক অধিক হাস্যৰসাত্মক কৰি তুলিছে। ধেমেলীয়া হ'লেও গীতটিৰ অৰ্থযুক্ত বিষয়বস্তু আছে। গীতি-সাহিত্যৰ ক্ষেত্ৰত একেই পথেৰে খোজ দিছিল লক্ষ্মীনাথ বেজবৰুৱায়ো। এইগৰাকী ব্যক্তিৰ সাহিত্যৰ অন্যতম দিশ হ'ল হাস্যৰসাত্মক ৰচনা। ধেমেলীয়া হ'লেও গীতটিৰ অৰ্থযুক্ত বিষয়বস্তু আছে।

গীতি সাহিত্যৰ ক্ষেত্ৰত একেই পথেৰে খোজ দিছিল লক্ষ্মীনাথ বেজবৰুৱায়ো। এই গৰাকী ব্যক্তিৰ সাহিত্যৰ অন্যতম দিশ হ'ল হাস্যৰসাত্মক ৰচনা। ধেমেলীয়া গীতৰ সৃষ্টি তেওঁৰ এক উল্লেখযোগ্য অৱদান। তেনে এটি ৰামপ্ৰসাদী সুৰৰ নিদৰ্শন—

'আয়ে লুকাই পাৰিলে কণী/কাউৰীৰ বাহত মনে মনে/মোৰ আয়ে পাৰিলে কণী।/ফুটিল কণী জগিলোঁ মই/কাউৰী মাহী তুলি লয়।/আপোনাৰ পোৱালি ভাবি/ মুখত দিয়ে টোপ কণী।।'

গীতটি ধেমেলীয়া হ'লেও ইয়াৰ অন্তৰ্নিহিত বিষয়বস্তু গভীৰ। বেজবৰুৱাৰ জন্ম অসমত; কিন্তু তেওঁৰ জাতীয় সাহিত্যৰ চেতনা সঞ্চাৰ হয় কলিকতাত। সাহিত্য চৰ্চাও হয় কলিকতীয়া প্ৰবাস কালতেই। পাশ্চাত্য সাহিত্য সংস্কাৰৰ প্ৰভাৱ আৰু বঙলা সাহিত্যৰ আৰ্হি আছিল তেওঁৰ অনুপ্ৰেৰণা; উদ্দীপনা আহিছিল জন্মভূমি অসমৰ সৰ্বতোপ্ৰকাৰে উন্নত কৰাৰ হাবিয়াহৰ পৰা। এইক্ষেত্ৰত 'কুলি' আৰু 'কাউৰীৰ বাহ' বেজবৰুৱাৰ ব্যংগৰূপৰ প্ৰতিফলন বুলি ক'ব পাৰি। এইগৰাকী গীতিকাৰৰ 'মোৰ দেশ' (জাতীয় সংগীত (১৯১২) গীতটিয়ে প্ৰাক্-স্বাধীনতাৰ কালত তৰুণৰাম ফুকনৰ সভাপতিত্বত বহা অসম সাহিত্য সভাত (১৯২৭) জাতীয় সংগীতৰূপে স্বীকৃতি লাভ কৰে। 'অসম সংগীত' (১৯১৬) বেজবৰুৱাৰ আন এক বিশিষ্ট সংগীত।

এই সময়ৰ আধুনিক সংগীতৰ যুগনায়ক আছিল লক্ষ্মীৰাম বৰুৱা। একাধাৰে গীতিকাৰ, সুৰকাৰ আৰু কণ্ঠশিল্পী বৰুৱাদেৱৰ আধুনিক গীতৰ সংকলিত পুথি 'সংগীত কোষ' (১৯০৯) অসমীয়া গীতি-সাহিত্যৰ অমূল্য ৰত্নভাণ্ডাৰ। আন এখন সংগীত চৰ্চাৰ ব্যাকৰণ পুথি 'সংগীত সাধনা' (১৯১০)। লক্ষ্মীৰাম বৰুৱাৰ নামটিৰ লগত জড়িত হৈ আছে অসমীয়া গীতি-সাহিত্যৰ প্ৰাণ প্ৰতিষ্ঠাতা সংগীতানুৰাগী গৌৰীপুৰৰ ৰায়বাহাদুৰ প্ৰভাত চন্দ্ৰ বৰুৱা। এইগৰাকী প্ৰথিতযশা স্বনামধন্য ব্যক্তিৰ অনুপ্ৰেৰণা আৰু পৃষ্ঠপোষকতাৰ বাবেই লক্ষ্মীৰাম বৰুৱাই সংগীতৰ অনবদ্য সেৱা আগবঢ়াবলৈ সুবিধা পাইছিল।

আধুনিক গীতি-সাহিত্যৰ অৱিহণাৰ ক্ষেত্ৰত আন এগৰাকী গীতিকাৰ— দুৰ্গা প্ৰসাদ দত্ত (মজিন্দাৰ বৰুৱা)। তেওঁৰ ১৯০১ চনত প্ৰকাশিত 'গুৰু দক্ষিণা' নাটত সন্নিৱিষ্ট 'গোটাদিয়েক উপৰুৱা গীত' অসমীয়া গীতি-সাহিত্যৰ অন্য এক সমল। এই সময়তে গীতৰ ভঁৰাল টনকিয়াল কৰিবলৈ বেণুধৰ ৰাজখোৱাই 'অসমীয়া ভাই' (১৯০১), 'দশগীত' (১৮৯৯), 'বাঁহী' (সৰুল'ৰাৰ গান) (১৯০৬) আদি গীতৰ পুথি প্ৰণয়ন কৰে। সেইদৰে ভকতৰাম দত্ত চৌধুৰীৰ— 'প্ৰণয় সংগীত' (১৯০৩), 'বাঁহী' (১৯০৬), দুৰ্লভ চন্দ্ৰ দাসৰ 'দুৰ্লভ প্ৰেম' আদি গীতৰ পুথি এই সময়ৰে ৰচিত। এইসকল গীতিকাৰৰ উপৰি চন্দ্ৰধৰ বৰুৱা, ভদ্ৰসেন বৰা, হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঞি বৰুৱা, কৃষ্ণপ্ৰসাদ আগৰৱালা, দেৱনাথ বৰদলৈ, বিষয়চন্দ্ৰ বিশ্বাসী, কনকলাল বৰুৱা, বেণুধৰ দাস, ৰজনীকান্ত বৰদলৈ, ৰঘুনাথ চৌধাৰী আদিয়ে এই সময়ৰ আলোচনীৰ পাতত সৰহসংখ্যক গীতৰ অৱদান আগবঢ়াইছে। এইসকল গীতিকাৰৰ গীতৰ উদ্দেশ্য আছিল অসমীয়া গীতি-সাহিত্যৰ বহুল প্ৰচাৰ কৰা। এনে ক্ষেত্ৰত বহু গীতিকাৰৰ উদ্ভৱ হ'ল সঁচা। কিন্তু গীতসমূহ এটি পৰিসীমাৰ মাজত আবদ্ধ হৈ থাকিল। গীতসমূহ কেৱল দেশ, ঝিঝিট, খাম্বাজ, ঠুংৰী, ভূপালী, ভৈৰৱী আদি ৰাগসমূহৰ বন্ধনেৰে আবদ্ধ হোৱাত বাহিৰে সুৰ-সঞ্চাৰৰ ফালৰ পৰা নতুনত্ববিহীন হৈ থাকিল। কিছুমান এনে ধৰণৰ গীত ৰচিত হ'ল— য'ত কথা অতি কম; ৰাগ লাপৰ প্ৰাধান্য বেছি। নিৰ্বাচিত সুৰ বা ৰাগ প্ৰকাশৰ বাবে গীতৰ কথা হৈ পৰিল গতানুগতিক আৰু বৈচিত্ৰ্যহীন। ৰাগ প্ৰাধান্যৰ প্ৰবলতাৰ বাবে ৰচনাৰ স্বাধীনতাও সীমাবদ্ধ আছিল। কিন্তু বিংশ শতিকাৰ দ্বিতীয় দশকৰ পৰা গীতি-সাহিত্যলৈ নতুনত্ব আহে। সুৰ, ভাব আৰু ভাষাই প্ৰসাৰতা লাভ কৰে। অৱশেষত আধুনিক অসমীয়া সংগীতৰ সৰ্বকালীন সংকট দূৰ কৰে জ্যোতিপ্ৰসাদ আগৰৱালাই। আধুনিক অসমীয়া গীতত নতুন প্ৰাণ দিয়া আৰু অসমীয়া জাতীয় জীৱনৰ নানা দিশ বলিষ্ঠভাৱে জগাই তোলা সেই সময়ৰ তেওঁ এজন অদ্বিতীয় শিল্পী আছিল।

অসমীয়া গীতি-সাহিত্যত আধুনিক গীতৰ নতুনত্বৰ স্ৰষ্টা আছিল জ্যোতিপ্ৰসাদ আগৰৱালা। এইগৰাকী গীতিকাৰে ১৪ বছৰ বয়সতে লিখা 'শোণিত কুঁৱৰী' নাটকৰ মাজতেই অসমীয়া আধুনিক গীতৰ প্ৰাণ প্ৰতিষ্ঠা কৰে। এই নাটকৰ 'গছে গছে পাতি দিলে ফুলৰে শৰাই' গীতটি অসমীয়া সংগীত জগতৰ যুগান্তকাৰী গীত। আগৰৱালাদেৱে এই গীতটিত পাশ্চাত্য সংগীতৰ বৈশিষ্ট্যৰ লগত অসমীয়া থলুৱা সুৰ আৰু মাৰ্গীয় সংগীতৰ বৈশিষ্ট্য সমন্বিত কৰি অসমীয়া সংগীতক গতি দান কৰিছে। এইগৰাকী যুগ স্ৰষ্টাৰ অসমীয়া লোকগীতৰ লগত আজন্ম সম্পৰ্ক আছিল। লোকগীতৰ সুৰ, ইয়াৰ উন্নত ৰূপান্তৰিত সুৰ, সুৰৰ পৌনঃপুনিকতা, ৰাগৰ প্ৰভাৱ, অসমৰ ধ্ৰুপদী আৰু ভক্তিমূলক গীতৰ সুৰৰ প্ৰকাশ আছিল তেওঁৰ গীতৰ উপাদান। লোকগীতৰ সুৰৰ মাধুৰ্য আৰু বৈচিত্ৰ্য তেওঁৰ সৃষ্টিকামী প্ৰতিভাই আধুনিক গীতলৈ ৰূপায়িত কৰে। ইয়াৰ লগত ভাৰতীয় সংগীত আৰু পাশ্চাত্য সংগীত ধাৰণাই সম্মিলিত হৈ ত্ৰিবেণী সংগমৰ সৃষ্টি কৰিছে। নিভাঁজ অসমীয়া লোকগীতৰ সুৰকে আধুনিক বাদ্যযন্ত্ৰৰ দ্বাৰা ৰূপায়ণ কৰা উল্লিখিত গীতটোৱেই ইয়াৰ নিদৰ্শন। নিভাঁজ অসমীয়া সুৰৰ এই আধুনিক গীতটি গুৱাহাটীত বহা অসম সাহিত্য সভাৰ ৭ম অধিৱেশনত প্ৰথমে শুনোৱা হয় আৰু অধিৱেশনৰ সভাপতি লক্ষ্মীনাথ বেজবৰুৱাই শুনি আনন্দত উৎফুল্লিত হৈ প্ৰশংসা কৰিছিল এই ধৰণে— 'আজিহে মই মোৰ প্ৰাণ স্পৰ্শ কৰিব পৰা গীত শুনিলো। আজি অত দিনে যি গীত শুনিছিলো সি কাণৰ এফালে সোমাই আনফালে ওলাই গৈছিল। কিন্তু আজিৰ গীতে মোক আত্মহাৰা কৰিলে।'

জ্যোতিপ্ৰসাদৰ গীতত সমাজ গঢ়া আৰু সমাজ ৰূপান্তৰৰ প্ৰয়াস দেখা যায়। তেওঁৰ এই ৰূপান্তৰৰ প্ৰয়াস আন্ধাৰৰ পৰা পোহৰলৈ, দুষ্কৃতিৰ পৰা সংস্কৃতিলৈ। প্ৰেম, দেশপ্ৰেম, আশীৰ্বাদ আৰু প্ৰেৰণা দানৰ সুৰেৰে ভৰা তেওঁৰ গীতবোৰৰ মাজেৰে সুন্দৰৰ আৰাধনাৰ ছবিও স্পষ্টভাৱে দেখা যায়।

জ্যোতিপ্ৰসাদে আধুনিক গীতৰ নতুন যুগৰ প্ৰতিষ্ঠাৰ আদি কালত কেইগৰাকীমান প্ৰথিতযশা সংগীতজ্ঞ, গীতিকাৰ তথা সুৰ শিল্পীয়ে তেওঁলোকৰ গীত আৰু সুৰৰ অৱদানেৰে গীতি-



সাহিত্যৰ ভঁৰাল চহকী কৰি গৈছে। সেইসকলৰ ভিতৰত স্বনামধন্য কীৰ্তিনাথ শৰ্মা বৰদলৈৰ নাম ল'বই লাগিব। বৰদলৈদেৱৰ গীতৰ পুথি 'সুৰ পৰিচয়' (১৯৩৭), 'সুৰ বিজয়' (১৯৩০), 'লুইত কোঁৱৰ' (১৯৩০) আৰু 'মেঘাৱলী' (১৯৩৬) তিনিখন গীতি নাটিকা।

অম্বিকাগিৰী ৰায়চৌধুৰী আন এগৰাকী উল্লেখযোগ্য গীতিকাৰ। তেওঁৰ প্ৰথম গীত— 'যায় যাব প্ৰাণ, আন ধৰি আন ফাগুত সুমাই ল' (১৯০৫), 'বন্দিনী ভাৰত' নামৰ দেশপ্ৰেমমূলক নাটখনৰ বাবে লিখি গীতিকাৰ জীৱনৰ যাত্ৰাৰম্ভ কৰে। ৰায়চৌধুৰীদেৱৰ 'বন্দো কি ছন্দেৰে' গীতৰ পুথি ১৯৫৮ চনত প্ৰকাশ হয়। এই পুথিৰ অন্তৰ্গত 'আজি বন্দো কি ছন্দেৰে সমাগত বিৰাট নৰনাৰায়ণ ৰূপ' গীতটি ১৯২৬ চনত পাণ্ডুত বহা ভাৰতীয় জাতীয় কংগ্ৰেছৰ ৪১ তম অধিৱেশনৰ প্ৰথম দিনৰ উদ্বোধনী অনুষ্ঠানত গোৱাৰ বাবে লিখা হৈছিল। ১৯১৭ চনত বৰপেটাত বহা 'অসম এছোচিয়েচন'ৰ বাৰ্ষিক অধিৱেশনৰ বাবে— 'ভাই দিন যে সমূলি নাই' আৰু 'এইটো নহয় হাঁহি ধেমালিৰ ভাগৰ জুৰোৱা গান' দুটি লিখি নিজে সুৰ দি পৰিবেশন কৰে। এইগৰাকী গীতিকাৰৰ গীতৰ পুথি 'চেতনাৰ কণ্ঠ', 'বীণা' (১৯১৮), 'বেণু' আৰু 'বন্দো কি ছন্দেৰে' (১৯৫৮)। তেওঁৰ গীতৰ ঘাই সুৰ-স্বদেশানুৰাগ, আধ্যাত্মিকতা আৰু মানৱ বন্দনা।

মিত্ৰদেৱ মহন্ত আন এগৰাকী গীতিকাৰ। তেওঁৰ গীতৰ পুথি 'গীতি শতদল' (১৯৫৯)। এই পুথিত এশটি গীত সন্নিৱিষ্ট আছে। মহন্তদেৱৰ অসম সাহিত্য সভাৰ বাবে লিখা— 'চিৰ চেনেহী মোৰ ভাষা জননী' সু-প্ৰসিদ্ধ গীতটি স্বদেশ প্ৰেম আৰু মাতৃভাষাৰ প্ৰতি থকা প্ৰবল অনুৰাগৰ উৎকৃষ্ট নিদৰ্শন। সেইদৰে পদ্মধৰ চলিহাদেৱৰ 'ফুলনি' (১৯১৪), 'স্বৰাজ-সংগীত' (১৯২১) আৰু 'গীতি-লহৰী' (১৯২৮) গীতৰ পুথিকেইখনতো তেওঁৰ স্বদেশপ্ৰীতিৰ উপৰি প্ৰকৃতিপ্ৰীতি, আধ্যাত্মিক ভাব আৰু জনজীৱনৰ প্ৰতি সহানুভূতিৰ সুৰ শুনা যায়। নকুল চন্দ্ৰ ভূঞা সেই সময়ৰ আন এগৰাকী গীতিকাৰ। 'বহাগী' তেওঁৰ গীতৰ সংকলিত পুথি। সাতত্ৰিশটি গীতৰ সমাহাৰ 'সঁফুৰা' পুথিৰ ৰচোতা। ডিম্বেশ্বৰ নেওগৰ নামো এইক্ষেত্ৰত ল'বই লাগিব। গীতৰ পুথি 'বাউলী' (১৯৩০) ৰ স্ৰষ্টা কমলানন্দ ভট্টাচাৰ্যৰ নাম এই ক্ষেত্ৰত স্মৰণ নকৰিলে গীতি-সাহিত্যৰ বুৰঞ্জী আধৰুৱা হ'ব। 'বিলত তিৰেবিৰাই পদুমৰ পাহী ঐ, পাতত তিৰেবিৰাই পানী' ভট্টাচাৰ্যদেৱৰ এটি সাৰ্থক গীত। সেইদৰে নলিনীবালা দেৱীৰ— 'সপোনৰ সুৰ' (১৯৩৮) এখনি উল্লেখযোগ্য গীতৰ পুথি। 'প্ৰতিধ্বনি' (১৯৩৯), 'দেৱধ্বনি' (১৯৩৯) আৰু 'মন্দাকিনী' (১৯৪০) গীতৰ পুথি ৰচোতা উমেশ চন্দ্ৰ চৌধুৰী, ওস্তাদ স্বৰ্গেশ্বৰ বায়ন, দেৱেন্দ্ৰনাথ চাংকাকতী আদিয়ে এই সময়ৰ গীতি সাহিত্যলৈ অনবদ্য বৰঙণি আগবঢ়াইছে। এই সময়ৰে আন এগৰাকী গীতিকাৰ ধনচন্দ্ৰ দাস। তেওঁৰ গীতৰ পুথি 'ফুলধনু', 'গীতিমালঞ্চ', 'অনুৰাগ' (১৯৩৭) আৰু 'শ্ৰীৰাগ'। 'ৰেণু (১৯৪৯), 'সুৰৰ কবিতা' (১৯৫৭) আৰু বলাকাৰ ৰেখা যদি' গীতৰ পুথি ৰচোতা মলিন চন্দ্ৰ বৰা, 'বেথাবীণ', 'হিয়াৰ সুৰ' (১৯৪৮) ৰ প্ৰণেতা তাৰিণীচৰণ, 'সংগীত মালা' (১৯৩১), 'নতুন দিনৰ আৱাহন' (১৯৫০) ৰ স্ৰষ্টা উমেশ দত্ত আদি গীতিকাৰ, সুৰকাৰসকলে অসমীয়া গীতি-সাহিত্যৰ বুৰঞ্জীত তেওঁলোকৰ অৱদানেৰে নিজৰ নিজৰ নাম সুপ্ৰতিষ্ঠিত কৰি থৈ গৈছে। তদুপৰি সেই সময়ৰ বিভিন্ন আলোচনীৰ পাতত প্ৰকাশ পোৱা— মাখন প্ৰসাদ দুৱৰাৰ 'মাতিছোঁ তোমাক প্ৰভু হিয়াভৰি', বীণা বৰুৱাৰ 'অ' ফাগুনী কোন বিৰহীৰ বিৰহ বেথাৰে', পুণ্য প্ৰভা দাসৰ 'শান্ত শীতল করুণাৰ কণা বিতৰা প্ৰভু প্ৰাণে', ৰামচন্দ্ৰ দাসৰ 'গধূলি হ'ল অ' গধূলি হ'ল', অম্বৰীশ চেতিয়া ফুকনৰ 'জয় জয় জয় আই অসম', অপূৰ্ব বৰদলৈৰ 'নীল আকাশতে', শিৱপ্ৰসাদ বৰুৱাৰ 'পূজাৰ পূজাৰী আহিছে আমাৰ', পদ্মধৰ সভাপণ্ডিতৰ 'স্বাগত স্বাগত আগত সুধীবৃন্দ', প্ৰসন্নলাল চৌধুৰীৰ 'নাঙলৰ জয় হক' আদি গীত অসমীয়া আধুনিক গীতি-সাহিত্যৰ বিকাশ আৰু বিৱৰ্তনৰ নিদৰ্শন।

অসমীয়া গীতি-সাহিত্যাকাশৰ উজ্জ্বল নক্ষত্ৰ, অসমীয়া জাতিৰ গৌৰৱ, ভাৰতৰ সুযোগ্য সন্তান, আন্তৰ্জাতিক খ্যাতিসম্পন্ন গীতিকাৰ, সুৰকাৰ, সংগীতজ্ঞ আৰু সুধা কণ্ঠশিল্পী ড° ভূপেন হাজৰিকাৰ গীতৰ সৃষ্টিৰ পাতনিৰ সময়ো বিংশ শতিকাৰ চতুৰ্থ দশক। তেওঁৰ প্ৰথম গীত 'কুসুম্বৰৰ পুত্ৰ শংকৰ গুৰু এ' (১৯৩৭) আৰু দ্বিতীয় 'অগ্নিযুগৰ ফিৰিঙতি মই' (১৯৩৯) গীতেৰে বিশাল আধুনিক গীতৰ মহামেলাৰ দ্বাৰ উন্মোচিত হয়। তেওঁৰ গীতৰ পুথি— 'জিলিকাব লুইতৰে পাৰ' (১৯৫২), 'সংগ্ৰাম লগ্নে আজি' (১৯৬২), 'আগলি বাঁহৰে লাহৰি গগনা' (১৯৬৪), 'বহ্নিমান ব্ৰহ্মপুত্ৰ' (১৯৮০) আৰু 'গীতাৱলী' (১৯৯৩)। আধুনিক গীতি-সাহিত্য তথা অসমীয়া সাহিত্য, শিল্পকলা সংস্কৃতিৰ বৰপথাৰখনত গীতিকাৰ, সুৰকাৰ, কণ্ঠশিল্পী তথা গৱেষক বিষ্ণু ৰাভা হৈছে অজৰ-অমৰ বটবৃক্ষ। তেওঁৰ গীতৰ পুথি 'পৰজনমৰ শুভ লগণত' (১৯৩৭), সেইদৰে 'গুণগুণনি' (১৯৫৮), 'লুইতী' (১৯৫৯) আৰু 'শুকুলা ডাৱৰ ঐ কহুৱা ফুল' (১৯৬৩) গীতৰ পুথি ৰচয়িতা পাৰ্বতি প্ৰসাদ বৰুৱা যেন স্নিগ্ধ শৰতৰ সংগীতাকাশৰ এটুকুৰা শুকুলা মেঘ। এই সময়ৰে বনকোঁৱৰ আনন্দি ৰাম দাসকো ক'ব পাৰি অসমীয়া গীতি-সাহিত্যাকাশৰ এটি ভোটা তৰা বুলি। তেওঁৰ গীতৰ পুথি 'বিৰহী' (১৯৩৭), 'সুৰ নিজৰা' (১৯৩৯), 'ৰক্তাঞ্জলি' আৰু 'নন্দন'। এই গীতৰ পুথিসমূহে অসমীয়া গীতি-সাহিত্যৰ বুৰঞ্জীত একো একোটা যুগৰ সৃষ্টি কৰি আজিও জীয়াই আছে। এইসকল গীতিকাৰৰ ৰচনা আৰু সুৰ সংগতিৰ নতুনত্ব, কোমল অথবা তেজাল শব্দৰ প্ৰয়োগ, মানুহৰ চিনাকি অনুভূতিৰ প্ৰকাশ আৰু সমাজ সচেতনতাৰ বাবে গীতসমূহ সৰ্বতোপ্ৰকাৰে মনোগ্ৰাহী আৰু জনপ্ৰিয় হৈ অসমীয়া সমাজত চিৰযুগমীয়া সাংগীতিক ধাৰা প্ৰবাহিত কৰি আনিছে সাম্প্ৰতিক কালৰ আধুনিক গীতি-সাহিত্যৰ স্তৰলৈ।

পঞ্চাশৰ দশকৰ পৰা অসমীয়া গীতি-সাহিত্যৰ সাম্প্ৰতিক যুগ আৰম্ভ হয়। এই কালছোৱা ভূপেন হাজৰিকাৰ যুগ বুলি ক'লে ভুল নহয়। এই সময়ৰ আন কেইবাগৰাকী উল্লেখযোগ্য গীতিকাৰ হৈছে— ফণী তালুকদাৰ, কেশৱ মহন্ত, নিৰ্মলপ্ৰভা বৰদলৈ, পুৰুষোত্তম দাস, নৱকান্ত বৰুৱা, ৰুদ্ৰ বৰুৱা, লক্ষহীৰা দাস, হেমেন হাজৰিকা, তফজ্জুল আলী, লীলা গগৈ ইত্যাদি। তদুপৰি হীৰেন গোহাঁই, হীৰেন ভট্টাচাৰ্য, ৰত্ন ওজা, নগেন বৰা, সতীশ দাস, দ্বিজেন্দ্ৰমোহন শৰ্মা, গীতা হাতীকাকতী, তৰুণ শৰ্মা, ইদ্ৰিছ আলী, গুণমণি বৰা, ভবেশ ঠাকুৰ, শিৱপ্ৰসাদ বৰুৱা, দীনেশ বৈশ্য, বিৰিঞ্চি কুমাৰ মেধি, অমিত সৰকাৰ, আলিমুন্নিচা পিয়াৰ, কীৰ্তিকমল ভূঞা, হেমন্ত দত্ত, পৰাগ ভট্টাচাৰ্য, ভাৰতী বৰুৱা, মৃণাল কুমাৰ চৌধুৰী, অনিল কলিতা, দেৱেন বৰগোহাঞি, বাবুল দাস, লোহিন্দ্ৰ কুমাৰ শইকীয়া, প্ৰদীপ বৰুৱা, এলি আহমেদ, কৰবী ডেকা হাজৰিকা, মনোৰমা বৰগোহাঞি, মুকুট সিংহ ফুকন, গুণীন ৰাজখোৱা আদিৰ গীতি-সম্ভাৰ অসমীয়া গীতি-সাহিত্যৰ মহাসমুদ্ৰৰ অমূল্য মণি-মুকুতাসদৃশ।

পুৰুযোত্তম দাসৰ গীতৰ পুথি— 'সুৰবাণী' (১৯৪৫), 'শ্ৰীময়ী' (১৯৬৩) আৰু 'পোৰা নাই পৰসাদ' আদি গীতৰ পুথি সাম্প্ৰতিক অসমীয়া গীতি-সাহিত্যৰ বুৰঞ্জীৰ অমূল্য অৱদান। তেওঁৰ 'শ্ৰীময়ী অসমীৰ শীতল বুকুত উঠে উছ্বৰ মধু আলোড়ন' অসমীয়াৰ জাতীয় উৎসৱ ৰঙালী বিহুৰ উদ্বোধনী গীত। এই গীতটিয়ে তেওঁক অসমৰ চহৰে-নগৰে, গাঁৱে-ভূঞেও কেউফালে জনসাধাৰণৰ ওচৰ চপাই আনিছে।

কেশৱ মহন্ত নিঃসন্দেহে এগৰাকী সমাজ সচেতন গীতিকাৰ। তেওঁৰ গীতক প্ৰাণৱন্ত কৰি তুলিছে বিশেষকৈ স্বনামধন্য সংগীত শিল্পী খগেন মহন্তই। 'শিপিনী, আজিয়ে শালতে আৰা', 'সুমলাৰ জীয়েকক চাওঁ বুলি সোমালো, সোণাপুৰত কিহবাৰ জুই' আদি এইগৰাকী গীতিকাৰৰ চিৰসেউজ গীতি-সাহিত্য। 'কাউৰী পৰে, কলৰে পাততে কাউৰী পৰে' অন্যতম গীতটি অসমীয়া সংগীত কাননৰ যেন এপাহ অনাদি অনন্তকাল সৌৰভ বিলোৱা সুগন্ধি কুসুম।

পঞ্চাশৰ দশকৰ এগৰাকী সফল গীতিকাৰ ড° নিৰ্মলপ্ৰভা বৰদলৈ। এইগৰাকী গীতিকাৰৰ গীত লিখাৰ প্ৰেৰণাৰ আঁৰত আছিল গীতিকাৰ পুৰুষোত্তম দাস। দাস ডাঙৰীয়াই এই বিষয়ে নিজে মন্তব্য দিছিল এইধৰণে— 'অসমৰ সংগীত জগতত গীত আৰু সুৰ সৃষ্টিক মই এক মিছন হিচাপে লৈছিলোঁ আৰু সেই মিছন কৃতকাৰ্য হৈছিল গীতিকাৰ হিচাপে নিৰ্মলপ্ৰভাক আৱিষ্কাৰ কৰি।' নিৰ্মলপ্ৰভাৰ গীতক প্ৰকৃতিৰ লগত একাত্মৰূপে প্ৰাণৱন্ত কৰি তোলা বিশেষ কণ্ঠশিল্পীগৰাকী আছিল জয়ন্ত হাজৰিকা। 'আগলি বতাহে কঁপালে কলৰে পাত', 'বৰষাৰ ঋতু ভাল পাওঁ মই', 'সাৰ পাম মই পুৱতি নিশা' আদি অসমীয়া সংগীত কাননৰ একোপাহ সুগন্ধি কুসুম হৈ সদায়ে প্ৰস্ফুটিত হৈ ৰ'ব।

এইদৰে বিভিন্ন গৰাকী প্ৰথিতযশা গীতি-সাহিত্যিকৰ আপুৰুগীয়া সৃষ্টিশীলতাই অসমীয়া সংস্কৃতিৰ বৰ পথাৰখন সংগীত শইচেৰে সেউজীয়া কৰি ৰাখিছে।

সাম্প্ৰতিক আধুনিক গীতৰ জগতখন মূলতঃ দুটা ধাৰাত বিভক্ত— এটা ঐতিহ্যৰ প্ৰকাশক সৃষ্টিমূখী আনটো মনোৰঞ্জন অভিলাষী। সৃষ্টিমুখী গীতসমূহ সামাজিক মূল্যৰে সমৃদ্ধ সেইবাবে এইবোৰ জনমুখী। এইবোৰ গীতে মানুহক আশাবাদী, প্ৰগতিবাদী, সংগ্ৰামী তথা গণতান্ত্ৰিক মানৱীয় মূল্যবোধেৰে উদ্বুদ্ধ কৰে। ইয়াত সামাজিক জীৱনৰ আকাংক্ষিত পৰিবৰ্তনৰ ইংগিত নিহিত থাকে। বিশ্ববিখ্যাত পল ৰব্চন, বব্‌ডাইলন, কিউবাৰ গীতিকবি জোচেমাতি, জামাইকাৰ জেনি ক্লেভ, ভাৰতীয় পৰ্যায়ত ভূপেন হাজৰিকাৰ পৰা অসমৰ খগেন মহন্তলৈকে এনে বহু শিল্পী আৰু ভাৰতীয় গণনাট্য সংঘ, জন-সাংস্কৃতিক পৰিষদৰ দৰে সংগঠনৰ শিল্পীসকল সচেতনভাৱে এনে ধাৰাৰ বাহক। আনহাতে মনোৰঞ্জনমূলক গীতবোৰ গুণগত দিশতকৈ ৰূপগত দিশত বেছি চহকী। এইবোৰ গীতৰ বিষয়বস্তু গৌণ। বিভিন্ন সুৰ, লয়, ছন্দেৰে শ্ৰোতাৰ মন আকৰ্ষণ কৰিব পৰাকৈ এনেধৰণৰ গীতবোৰ সজোৱা হয়। সাম্প্ৰতিক গীতি-সাহিত্যৰ যুগত যিসকলে মনোৰঞ্জনৰ দিশত আগবাঢ়িছে তেওঁলোকে সময়ৰ লগত খাপ খোৱাকৈ সুদূৰপ্ৰসাৰী নতুন সুৰৰ অন্বেষণত ব্যস্ত। এইসকল গীতিকাৰ, সুৰকাৰ আৰু কণ্ঠশিল্পী বৰ্তমান পাশ্চাত্য সংগীতমুখী। এনেকৈয়ে শৈলীৰ পৰিৱৰ্তনৰ মাজেৰে গীতিধাৰাৰ প্ৰবাহ নিৰৱিচ্ছিন্নৰূপে গতি কৰি আছে। গীতিশৈলীৰ পৰিবৰ্তনৰ অন্য এক কাৰণ— হিন্দী কথাছবিৰ গীতৰ প্ৰভাৱ। ইয়ো এটা লক্ষণীয় দিশ। অসমীয়া কথাছবিৰ গীতি-ধৰ্মলৈ ভূপেন হাজৰিকাই 'এৰাবাটৰ সুৰ' কথাছবিৰে নতুন প্ৰতিশ্ৰুতি আনে।

বৰ্তমান সময়ৰ গীতসমূহত সুৰ আৰু বাদ্যযন্ত্ৰই হিন্দী বোলছবিক অনুসৰণ কৰা বাবে সুৰ আৰু বাদ্যযন্ত্ৰই প্ৰাধান্য লাভ কৰিছে। আনহাতে গীতৰ মাজত থকা সাহিত্য দুৰ্বল হৈ পৰাও কেতিয়াবা অনুভৱ হয়। কথাছবিৰ পৰিচালকসকলে গীতিকাৰক সাহিত্যিক সৌন্দৰ্যৰ স্বাধীনতাৰ ফালে গুৰুত্ব দিয়াৰ সুবিধা নিদিয়ে বুলি দুই-এগৰাকী গীতিকাৰে মন্তব্যও কৰে। এনে পৰিচালকে কেৱল সুৰৰ জনপ্ৰিয়তাহে বিচাৰে। এনে ব্যৱসায়িক মনোবৃত্তিৰ সীমাবদ্ধতাৰ নিৰ্দেশত গীতৰ সাহিত্যিক সৌন্দৰ্য ৰক্ষা কৰা কঠিন।

আধুনিক গীতি-সাহিত্যৰ প্ৰসাৰৰ ক্ষেত্ৰত গ্ৰামোফোন ৰেকৰ্ডৰ অৱদান উল্লেখনীয়। ১৯২৪ চনত প্ৰথমে গ্ৰামোফোন ৰেকৰ্ডত কণ্ঠদান কৰে প্ৰফুল্ল চন্দ্ৰ বৰুৱাই। সেই সময়ত গ্ৰামোফোন ৰেকৰ্ড আছিল গায়ক আৰু শ্ৰোতাৰ জনপ্ৰিয় মাধ্যম। সেই সময়ৰ গ্ৰামোফোনৰ জনপ্ৰিয় কণ্ঠশিল্পী আছিল কমল নাৰায়ণ চৌধুৰী, পুৰুযোত্তম দাস, আব্ৰাম হুছেইন, ধীৰেন বৰঠাকুৰ, পৰাগ চলিহা, ধীৰেন দাস, বিবেকানন্দ ভট্টাচাৰ্য, দুৰ্গা ভূঞা, ইক্ৰামুল মজিদ, ব্ৰজেন বৰুৱা, তাৱিকউদ্দিন আহমেদ হাজৰিকা, নিৰুপমা হাজৰিকা, প্ৰবোধ চন্দ্ৰ শৰ্মা, আইভী বৰুৱা আদি। অসমত ১৯৪৮ চনত অনাতাঁৰ কেন্দ্ৰ স্থাপন হোৱাৰ পিচতো মুকুল বৰুৱা, লৱংগ দাস, হিৰণময়ী বৰা, দীপালী বৰঠাকুৰ, বীৰেন্দ্ৰ নাথ দত্ত, ৰুদ্ৰ বৰুৱা, জ্ঞানদা কাকতী আদিয়ে গ্ৰামোফোন ৰেকৰ্ডৰ জনপ্ৰিয় শিল্পীৰূপে যশস্যা আৰ্জিবলৈ সক্ষম হৈছিল।

আধুনিক অসমীয়া গীতি-সাহিত্যৰ বহুল প্ৰচাৰ কৰে আন এক মাধ্যম— কেছেটৰ প্ৰচলনে। এইখিনিতে ১৯৮১ চনৰ উদ্যমী ডেকা ভৱেন শইকীয়াৰ নাম ল'বই লাগিব। তেওঁ অত্যাধুনিক বাদ্যযন্ত্ৰৰ সহায়ত 'সাগৰৰ বিশাল বুকুত' নামৰ গ্ৰামোফোন ৰেকৰ্ড এখন উলিয়ায় আৰু 'এই মিঠা নিশাটি' নামৰ গীতটিৰে সৰ্বপ্ৰথম অসমত ডিস্কো গানৰ ধাৰা প্ৰবাহিত কৰে। ইয়াৰ পিচত প্ৰথমে ভৱেন শইকীয়াই আধুনিক গীতৰ কেছেটৰ শুভাৰম্ভ কৰে মুম্বাইৰ বিশিষ্ট গায়িকা প্ৰীতি সাগৰৰ কণ্ঠৰ সহযোগত। এনেকৈয়ে অসমত আজি কেছেটৰ বাবে গীত লিখা গীতিকাৰ, সুৰকাৰ আৰু কণ্ঠশিল্পীৰ হিচাপ আঙুলিৰ মূৰত লিখিব নোৱাৰা পৰিবেশ। এয়া অসমৰ গীতি-সাহিত্যৰ বাবে শুভ লক্ষণ বুলি ক'ব পাৰি যদিও এইবোৰৰ গুণাগুণৰ নিৰ্ণয়ৰ ভাৰ অসমীয়া শ্ৰোতাই ল'বই লাগিব। ইয়াৰ অন্যথা বৰ্তমান অকল জুবিন গাৰ্গৰ সংগীতৰ যুগ বুলি অসমীয়াই গৌৰৱ কৰি হাত সাবটি বহি থাকিলে আমি হয়তো আমাৰ জাতীয় জীৱনৰ চিৰকলীয়া প্ৰাচীন সাংগীতিক ঐতিহ্যক অৱমাননা কৰা হ'ব; নাইবা যি উদ্দেশ্য আৰু লক্ষ্য আগত ৰাখি এসময়ৰ সাহিত্যৰ সচেতন গীতিকাৰসকলে গীত লিখিছিল সেই লক্ষ্য আৰু উদ্দেশ্যক অপসাৰিত কৰা হ'ব। সেয়ে বৰ্তমান অসমৰ সংগীত জগতৰ মধ্যমণিস্বৰূপ, অসমীয়াৰ অতি মৰমৰ, অতি চেনেহৰ জুবিন গাৰ্গৰ কণ্ঠ আৰু গীতি-ধাৰাক মৰমেৰে আঁকোৱালি লৈ নতুন প্ৰজন্মৰ মাজত পুনৰ জ্যোতিপ্ৰসাদ, বিষ্ণু ৰাভা, ভূপেন হাজৰিকাৰ আৱিৰ্ভাৱ হ'লেহে আমাৰ অসমীয়া গীতি-সাহিত্যৰ বিকাশ আৰু বিৱৰ্তনৰ মৰ্যাদা অক্ষুণ্ণ থাকিব; আৰু তেতিয়াহে বিশ্বৰ সংগীত দৰবাৰত আমি নিজস্ব গৌৰৱময় গীতি-সাহিত্য আছে বুলি ঘোষণা কৰিব পাৰিম।

*(প্ৰবন্ধটি যুগুতাওঁতে বিভিন্ন প্ৰসংগ পুথিৰ সহায় লোৱা হৈছে।— লেখিকা)*






# অসমীয়া হাস্য-ব্যংগ সাহিত্য

ৰিজু হাজৰিকা

অসমীয়া সাহিত্যত হাস্য-ব্যংগৰ বিচাৰ-বিশ্লেষণ কৰিবলৈ উপযুক্ত সময় এটা আহিছে। কিয়নো এইবিধ সাহিত্যত অসমীয়া লেখকৰ অৱদান এতিয়া লেখত ল'বলগীয়া। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ, মাধৱদেৱৰ ৰচনাতো হাস্যৰসৰ প্ৰাধান্য তেনেই নুই কৰিবলগীয়া বিধৰ নহয়। শংকৰদেৱে অংকীয়া নাটবোৰত বেদনিধি, নাৰদ, নন্দ-যশোদাৰ কাজিয়া, কৃষ্ণৰ কপটীয়া ৰূপ আদিৰ মাজেৰে হাস্য ৰসৰ অৱতাৰণা কৰি দৰ্শক তথা পাঠকক হঁহুৱাইছিল। ইয়াৰ পিছত হাঁহিৰ খোৰাক যোগাইছিল লক্ষ্মীনাথ বেজবৰুৱাই যাৰ কাৰণে তেওঁ ৰসৰাজৰূপে বিদিত। ত্ৰৈলোক্য নাথ গোস্বামীয়ে কোৱাৰ দৰে হাস্য-ৰস আৰু ব্যংগত বেজবৰুৱাই যি কৃতিত্বৰ পৰিচয় দিছে তাৰ কাষ আজিও কেৱে চাপিব পৰা নাই। সঁচা কথা, তেওঁৰ ৰচনাবোৰ পঢ়ি সহজ-সৰল, অকপট-চিত্তৰ মানুহে হাঁহিবই লাগিব, তেওঁৰ তুচ্ছ-তাচ্ছিল্য, বিদ্ৰূপবাণতো মানুহে হাঁহিব লাগিব, তেওঁ কৰা নিন্দা, গঞ্জনা, ঘৃণাৰ কথাতো হাঁহিব লাগিব। তেওঁ কাটি কাটি কলাখাৰ দিছে— তাতো হাঁহিব লাগিব।

হাস্যৰসৰ নানা সূত্ৰ আছে। যেনে— সৰল হাস্যৰস, বুদ্ধিনিষ্ঠ হাস্যৰস, ব্যংগ হাস্যৰস। ইংৰাজীত এইবোৰ শব্দৰ নাম হিউমাৰ, উইট আৰু ছেটায়াৰ আদি। বেজবৰুৱা এই তিনিওবিধ হাঁহিৰ কাৰণেই বিখ্যাত।

অসমীয়া সাহিত্যত বেজবৰুৱাৰ পিছত সৰল হাস্যৰসতকৈ ব্যংগ সাহিত্যৰ লেখকৰ প্ৰাধান্যহে বেছি দেখা যায়। বেজবৰুৱাৰ অনুগামী ভালেকেইজন লেখকে ব্যংগ ৰচনাত পটুতা প্ৰদৰ্শন কৰিছিল। যুগ অৰ্থাৎ সময়ৰ ঘটনা চক্ৰৰ পৰিবেশতে সাহিত্য সৃষ্টিৰো পৰিৱৰ্তন ঘটে। শংকৰ-মাধৱৰ সময়ত হাস্যৰসৰ বিষয়বস্তু যি আছিল, বেজবৰুৱাৰ দিনত সেই হোৱা নাছিল আৰু বৰ্তমান যুগত সেই দুয়োটাৰে এটাও হ'ব নোৱাৰে। স্থান, কাল, পাত্ৰভেদে হাস্যৰস, ব্যংগ ৰসৰো সৃষ্টি হোৱাটো অতি স্বাভাৱিক।

সংবাদপত্ৰ, আলোচনীবোৰেহে ব্যংগ সাহিত্যক এটা নতুন ৰূপ দিয়াত আৰু জনসাধাৰণৰ মাজত সমাদৰ আনি দিয়াত যথেষ্ট অৰিহণা যোগাইছে। ব্যংগ সাহিত্যই মানুহৰ ভুল, অন্ধবিশ্বাস, দুৰ্বলতাবোৰ আঙুলিয়াই দিয়ে, সমাজৰ পৰিচালক আৰু অধিপতিসকলৰ ত্ৰুটি-বিচ্যুতি আৰু শোষণ-শাসনৰ দুৰ্বলতা আঙুলিয়াই দি সমাজক নিকা কৰে।

ড্ৰাইডেন, আলেকজেণ্ডাৰ পোপ, জনাথন ছুইফ্‌থ, জেইন অষ্টিন, লেম্ব থেকাৰ, অস্কাৰ-ওৱাইল্ড, বাইৰন, চছাৰ, অকলীভ আদি পশ্চিমীয়া সাহিত্যিকসকলৰ দৰে বিশ্ববিখ্যাত ব্যংগ লেখক অসমীয়া, ব্যংগ সাহিত্যত নাই যদিও স্বদেশৰ পাৰিপাৰ্শ্বিকতা, জলবায়ু, আচাৰ-বিচাৰ, ধৰ্ম-সংস্কৃতি,

শোষণ-তোষণ আদি বিষয়ক কেন্দ্ৰ কৰি বৰ্তমানলৈকে যিখিনি ব্যংগ সাহিত্যৰ ৰচনা প্ৰকাশ পাইছে তাৰ মূল্যায়ন আমি উলাই কৰিব পৰা বিধৰ বুলি নাভাবো।

সংবাদপত্ৰক আঁতৰত ৰাখি ব্যংগ সাহিত্যৰ আদি আৰু পূৰ্ণৰূপ এটি পোৱা কেতিয়াও সম্ভৱ নহ'লহেঁতেন। অৰুনোদই, আসাম বিলাসিনী, আসাম দৰ্শন, চন্দ্ৰোদয়, আসাম বন্ধু, মৌ আদি আলোচনীবোৰে নানা তৰহৰ সাহিত্য সম্ভাৰ আগবঢ়ালেও জোনাকী আলোচনী প্ৰকাশৰ পিছৰ পৰাহে ব্যংগ সাহিত্যৰ বহুল প্ৰচাৰ হোৱা বুলি আমি ক'ব পাৰো। ইয়াৰ পিছত বিজুলী, আসাম বন্তি, বাঁহী, ঊষা, আৱাহন আদি কাকতত হাস্য-ব্যংগ সাহিত্যই এটা নতুন ৰূপ লয়।

বিজুলী, বাঁহী, ঊষা, আৱাহন যুগৰ পৰাই বেজবৰুৱা, হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা, লম্বোদৰ বৰা আদিয়ে ক্ৰমে অসমীয়া ব্যংগ সাহিত্যলৈ অৱদান আগবঢ়ায়। হেমচন্দ্ৰ বৰুৱাৰ 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰি', বেজবৰুৱাৰ 'লিটিকাই', 'চিকৰপতি নিকৰপতি', 'নোমল', 'পাচনি', 'কৃপাবৰ বৰবৰুৱাৰ উভতনি', 'কাকতৰ টোপোলা', গুণাভিৰাম বৰুৱাৰ 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা', সত্যনাথ বৰাৰ 'কেন্দ্ৰ সভা', মহীচন্দ্ৰ বৰাৰ 'জন্ম ৰহস্য' ইত্যাদি ব্যংগাত্মক পুথি অসমীয়া সাহিত্যানুৰাগী মাত্ৰেই জনাজাত।

এইসকলৰ পিছতো সংবাদ পত্ৰৰ মাধ্যমেৰে ব্যংগাত্মক ৰচনাত আত্মনিয়োগ কৰা লেখকসকলৰ নাম ল'লে আমি হলীৰাম ডেকা, ত্ৰৈলোক্যনাথ গোস্বামী, কীৰ্তিনাথ হাজৰিকা, ললিত বৰা, নৰকান্ত বৰুৱা, মুনীন বৰকটকী আদিৰ নামো বাদ দিব নোৱাৰো।

মুনীন বৰকটকীৰ 'কনফেকচনছ', হলীৰাম ডেকাৰ 'বিয়া বিভ্ৰাট', ত্ৰৈলোক্যনাথ গোস্বামীৰ 'জীয়া মানুহ', ড° প্ৰফুল্লদত্ত গোস্বামীৰ 'বুলেট', মহীচন্দ্ৰ বৰাৰ 'কেৰাণীৰ কপাল', ৰাধিকা মোহন গোস্বামীৰ 'ষ্টেট ট্ৰেন্সপোৰ্ট', নৰকান্ত বৰুৱাৰ 'ৰমণীয়' আদি চুটিগল্প ব্যংগ সাহিত্যৰ অক্ষয় সম্ভাৰ। লক্ষ্যধৰ চৌধুৰীয়েও সাধাৰণ মানুহৰ সংস্পৰ্শত থাকি অনেক হাস্যৰসৰ সম্ভাৰ আগবঢ়াইছে।

সাহিত্যৰ আন আন অংগৰ লগত ব্যংগ সাহিত্যৰ স্বাভাৱিক পাৰ্থক্য এটা ৰাখি যিসকল লেখকে প্ৰকৃত ব্যংগ সাহিত্য সম্ভাৰ আগবঢ়াইছে সেইসকলৰ ভিতৰত তিলক হাজৰিকাৰ 'আড্ডা', হেম শৰ্মাৰ 'মদাৰ ফুলৰ মালা', ভদ্ৰ বৰাৰ 'অৰ্দ্ধংত্যজতি', কুমাৰ মধুসূদনৰ 'মই যে কৰাম বিয়া', প্ৰেমনাৰায়ণ দত্তৰ 'ৰসমাধুৰী', লীলা গগৈৰ 'কপলিং ছিগা ৰে'ল' আদি সমাদৃত ব্যংগ ৰচনা।

ছদ্মনামতো বহুতো ব্যংগ ৰচনা সংবাদপত্ৰ সমূহত প্ৰকাশ পাই আহিছে। যেনে— কথাচহকী ভলভলীয়া, মেমেৰা মেধিৰ চিঠি, শ্ৰীমধুসুদনৰ ডায়েৰী, চিন্তাহৰণ হাজৰিকা, ৰসেশ্বৰ হাজৰিকাৰ কলম, বৰবৰুৱাৰ বিতচকুৰ তলেদি, মধুকৰ, পীতাম্বৰ ৰাজমেধি, চিকা চোৰাংচোৱা, বেজবৰুৱাৰ জাৰ্ণেল ইত্যাদি সৰ্বজনবিদিত আৰু সমাদৃত ছদ্মনামৰ শিতান।

বৰ্তমান প্ৰকাশ্য নামেৰে ব্যংগ ৰচনা আগবঢ়োৱা লেখকসকলৰ ভিতৰত চৈয়দ আব্দুল মালিক, লীলা গগৈ, হৰেন্দ্ৰদেৱ গোস্বামী, হেম শৰ্মা, মহেন্দ্ৰ বৰঠাকুৰ, ভদ্ৰ বৰা, ক্ষেত্ৰধৰ বৰগোঁহাই, পুণ্য শইকীয়া আদিয়েই প্ৰধান। 'অসম বাণী', 'অগ্ৰদূত', 'জনমভূমি', দৈনিক অসম', 'নতুন দৈনিক', 'আজিৰ অসম', এসময়ৰ 'নতুন অসমীয়া', 'অসম বাতৰি', 'নীলাচল', 'নৱযুগ' আদি কাকতৰ ভূমিকা শলাগিবলগীয়া। এনেবোৰ ৰচনা অবিৰামভাৱে কলম ধৰি আছে, গল্পৰাজ আব্দুল মালিকে 'খিৰিকি' নামেৰে, পুণ্য শইকীয়াই 'নেপথ্যত গুণগুণনি' নামৰ শিতানেৰে; হেম শৰ্মাই 'মদাৰ ফুলৰ মালা', ছদ্মনামেৰে 'কৈ মৰো ছহিদ', প্ৰমোদ ভট্টাচাৰ্যৰ 'চলন্ত বিৱৰণী', দীনেশ দাসৰ 'খলহাস্য', সৰোজ মেধিৰ 'গণপতিৰ সংবাদ', ছদ্মনামেৰে 'হাজৰিকাৰ ফটা কলম', 'পাপাৰাৎজিৰ লেন্সত', 'বিলাসনন্দন চ'ৰা', 'তৌবা তৌবা', 'চেঙা তেল', লীলা গোহাঁইৰ 'লাফিং থেৰাপি' ইত্যাদি শিতানেৰে। এই শিতানবোৰে সৰ্বসাধাৰণ পাঠকক বাৰুকৈয়ে আকৰ্ষণ কৰিছে। এইসকল প্ৰতিভাসম্পন্ন লোকক অসমীয়া সংবাদপত্ৰসমূহে স্থান নিদিয়া হ'লে কেতিয়াও এনে প্ৰতিভা বিকশিত নহ'লহেঁতেন। কিয়নো নিজে ব্যংগ সাহিত্য লিখি প্ৰকাশ কৰি উলিওৱা অতি দুৰূহ কাম।

অসমীয়া ব্যংগ সাহিত্যক কেইবাটাও ভাগত ভাগ কৰিব পাৰি। কবিতা, নাটক, ৰচনা আৰু চুটিগল্প। কবিতা আৰু নাটকৰ ক্ষেত্ৰত ব্যংগ সাহিত্যই তেনে প্ৰাধান্য লাভ কৰিব পৰা নাই। কবিতাৰ ক্ষেত্ৰত যজ্ঞেশ্বৰ শৰ্মা, মেঘৰাম পাঠক, ড° চন্দ্ৰ কটকী, গগন চন্দ্ৰ অধিকাৰী আদিয়ে সংবাদপত্ৰৰ যোগেদি বাৰুকৈয়ে পাঠক সমাজৰ লগত পৰিচিত। স্বৰ্গীয় অতুল চন্দ্ৰ হাজৰিকায়েও ভালেমান ব্যংগ কবিতা সংবাদপত্ৰত প্ৰকাশ কৰি ব্যংগ সাহিত্যৰ ভঁৰাল টনকিয়াল কৰি থৈ গৈছে।

ব্যংগ ৰচনাৰ ক্ষেত্ৰত অসমীয়া সাহিত্য ভালেখিনি আগবঢ়া। যিসকল লেখকে একোটা শিতানৰ নামেৰে ব্যংগ ৰচনা আগবঢ়াই আছে— এইবোৰ অতি জনপ্ৰিয়। এই ধৰণৰ ৰচনাবোৰে ৰাজনীতি, শোষণ, তোষণ, নৈতিক চৰিত্ৰৰ স্খলন ইত্যাদি সমস্ত বিষয়কে সামৰি লৈছে। এইবোৰ ৰচনা সময় সাপেক্ষ। যেনে— মালিকৰ 'খিৰিকি'ৰ কথাকে আমি ক'ব পাৰো। 'খিৰিকি' শিতানত তেখেতে নানা বিষয়ৰ সমস্যাৰ কথা অৱতাৰণা কৰিছে আৰু তীক্ষ্ণ বাণৰ দৰে নিক্ষেপ কৰি পাঠকক অনুভূত কৰাৰ লগে লগে হাস্যৰসৰো সোৱাদ দিছে। এটা উদাহৰণ ঃ পাৰ্লিয়ামেণ্ট বিধানসভাত এম পি, এম এল এ সকলৰ মাজত হোৱা কাজিয়াক তেওঁ এনেদৰে ব্যংগ কৰিছে— 'আজি যদি পাৰ্লিয়ামেণ্ট বিধানসভাৰ মাননীয় সদস্যসকলৰ নিচিনাকৈ মইও কুস্তী-কছৰৎ জানিলোহেঁতেন, মোকো কোনোবাই এম পি, এম এল এ পাতি সেই ঘৰটোৰ ভিতৰত সুমুৱাই বাহিৰৰ পৰা দুৱাৰ মাৰি কুৰুক্ষেত্ৰৰ ৰিহাৰ্ছেল কৰিবলৈ লগাই দিলেহেঁতেন। মোৰ লাংছ, মাচ্‌ল-পাৱাৰ দুয়োটাতে হৰ্ছ পাৱাৰ কম। নহ'লে আজি যে মই ঘৰৰ ভিতৰত নাথাকি দিল্লী, কলিকতা ক'ত থাকিবলগীয়া হ'লহেঁতেন কোনে জানিছে?'

আন এজন জনপ্ৰিয় ব্যংগ লেখক ক্ষেত্ৰধৰ বৰগোঁহাইৰ ব্যংগ ৰচনাৰ এটা উদাহৰণ দিয়া হওক। আমাৰ বাপতি সাহোন সংস্কৃতিৰ চূড়ান্ত উৎসৱ ৰঙালী বিহুটি কেনেভাৱে বিপৰ্যস্ত হৈছে তাক তেওঁ এনেদৰে কৈছে ঃ নামডাঙৰ গাভৰুবোৰৰ খেনোজনী পাঞ্জাবী, খেনো হিন্দুস্তানী আৰু কিবাকিবি, দেখিলে আচৰিত হ'বা। মেখেলা-চাদৰ এৰি চালোৱাৰ-কুৰ্তা। দুপট্টা,



জীন, কাপোৰৰ ট্ৰাউজাৰ, অইন ঠাইৰ পৰা অহা (foreign)। love you, kiss me, love me চাব বনিয়নত ধৰিলে। চেলেংখনীয়া গ'ল, বৰ কাপোৰৰ সবেই মৰিল। ডেকাবোৰ চাহাব হ'ল। খেতি পথাৰত কেৰে নানামে। দুই-এটাই নামিলেও জাপি লৈ হাল নাবায়। ৰেইনকোট, লংপেণ্ট পিন্ধে। গাখীৰৰ কৰিয়াত ফিকা চাহ নাখায়। ফ্লা' লাগে। (বিহুত পপ ছং, পাপা কেহতি হায় বেটা নাম কৰেগা....) বিহু চাঙত টিকা জোকাৰি ইংৰাজী টোকাৰীখন নবজালে বিহু নহ'ব।

আকৌ পুণ্য শইকীয়াৰ 'ধৰ্ম বক্তাৰ যুদ্ধ যাত্ৰা' নামৰ ব্যংগ ৰচনাত পাণ্ডিত্যৰ ভণ্ডামি কৰি সভা-সমিতিত কিছুমান লোকে ইংৰাজী কিতাপ, শব্দ, পুৰণি শাস্ত্ৰ কিছুমানৰ নামৰ ফুলজাৰি মাৰি কেনেকৈ বোম ফুটায় তাক এনেদৰে কৈছে— (বক্তৃতা শিকিবলৈ যোৱা গুৰুৱে শিষ্যক বক্তৃতা শিক্ষা দিছে)..... কোনো কথা সহজকৈ কোৱাৰ থল থাকিলেও তাক জটিল কৰি পেলাবা। ভাষা, সাহিত্য, লালিত্য লগাবা। কোনো শব্দৰ অৰ্থ কৰিবলৈ হ'লে তোমাৰ সুবিধামতে কৰিবা। একোটা অৰ্থ কৰি গহীন গহীন একোটা হাঁহি মাৰিবা। কোনোবাই যদি সেই অৰ্থটো ক'ত আছে বুলি কয়, তুমি কোনো এখন উপনিষদত আছে বুলি জোৰ দি কৈ দিবা। নামঘোষাখনকে ঘেঁহাই পঢ়া অসমীয়া শ্ৰোতাই সংস্কৃত উপনিষদ পঢ়িবলৈ যাবনে? সময়েই বা ক'ত?

ব্যংগ কবিতাৰ ক্ষেত্ৰত আমি গগন অধিকাৰী, পুণ্য শইকীয়াৰ নাম ল'ব পাৰো গগন অধিকাৰীৰ ব্যংগ কবিতা 'তামোলৰ মোল'ৰ দৰে পুণ্য শইকীয়াৰো 'উতনুৱা পদ্য' নামৰ ব্যংগ কবিতাটি অতি ৰসাল। 'উতনুৱা পদ্য'ৰ কেইটামান শাৰী—

সৌখন দেখিছানে আহি আছে ৰাজদূত  
আৰোহী যতীন বৰা সাইলাখ দেৱদূত  
হেলমেট নিপিন্ধাটো শেহতীয়া ষ্টাইল  
পদাতিক কুকুৰক কৰি ফুৰে ঘাইল।।  
দেউকণে ভালেটিহে নাম দিলে যমদূত।  
ৰুটি বেচা দুতিৰামে কিনিব মাৰুতি  
ধুতি পিন্ধি টাই মাৰে মানুহো বাৰুটি।  
ৰুটিৰ লগতে বেচে গাজৰ-পটল  
মাজৰাতি বিক্ৰী কৰে মদৰ বটল।  
দুতিৰাম বৰলোক দেখিছানে সুৰুটি।

— এইটো ভেম-ভণ্ডামিৰ এটা সুন্দৰ ব্যাখ্যা। প্ৰখ্যাত পণ্ডিত যজ্ঞেশ্বৰ শৰ্মা, অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী আদিৰ কলমতো তীক্ষ্ণ ব্যংগ কবিতা ভালেখিনি সংবাদ পত্ৰত প্ৰকাশ পাইছে। ড° নিৰ্মলপ্ৰভা বৰদলৈৰো ভালেকেইটা ব্যংগ কবিতা জনপ্ৰিয়।

অসমীয়া ব্যংগ সাহিত্যৰ আন এটি চহকী অংগ ব্যংগ চুটিগল্প। এইক্ষেত্ৰত অসমীয়া সাহিত্য বাৰুকৈয়ে টনকিয়াল। এনে ব্যংগ গল্প সংবাদপত্ৰৰ যোগেদি অসংখ্য প্ৰকাশ পাইছে। গল্পবোৰৰ যথাযথ বিচাৰ অথবা বিষয়-বস্তুৰ আলোচনা কৰা ইয়াত সম্ভৱ নহয়। অসমীয়া ব্যংগ গল্পকাৰ কেইজনমানৰ নাম আমি বিশেষভাৱে ল'ব পাৰো— লক্ষ্মীনাথ বেজবৰুৱা, মহীচন্দ্ৰ বৰা, হলীৰাম ডেকা, ত্ৰৈলোক্যনাথ গোস্বামী, মহিম বৰা, পদ্ম বৰকটকী, চৈয়দ আব্দুল মালিক, ড° লক্ষ্মীনন্দন বৰা, শীলভদ্ৰ, ৰমা বেজবৰুৱা, মহেন্দ্ৰ বৰঠাকুৰ, ৰিজু হাজৰিকা, অৰুণ গোস্বামী, নলিনী শৰ্মা, পৰাগ ভট্টাচাৰ্য, উদয়াদিত্য ভৰালী, বিজয়শঙ্কৰ শৰ্মা, ভুৱন মোহন দাস, সত্যৰঞ্জন কলিতা, জ্যোতিদেৱ গোস্বামী, ৰবীন বৰুৱা, ভূপেন দাস ইত্যাদি। কিন্তু এটা কথা সত্য যে প্ৰায়বোৰ গল্পকাৰৰে এটা নহয় এটা ব্যংগ গল্প সংবাদপত্ৰসমূহত প্ৰকাশ পাইছেই। যেনে— যোগেশ দাসৰ 'কলপটুৱাৰ মৃত্যু', লক্ষ্মীনন্দন বৰাৰ 'মানুহে মানুহৰ বাবে', মেদিনী চৌধুৰীৰ 'অনন্ত সততা', ৰোহিনী কাকতিৰ 'গাধৰ সাধু', নগেন শইকীয়াৰ 'তললৈ আৰু তললৈ', অৰুণ গোস্বামীৰ 'গুমগুমনি', ভদ্ৰেশ্বৰ ৰাজখোৱাৰ 'আন্ধাৰ', কনকসেন ডেকাৰ 'কোৱালিফিকেচন', কুমুদ চন্দ্ৰ গোস্বামীৰ 'মকৰাজাল', নলিনী শৰ্মাৰ 'পুলিচৌঃ পুলিচ', নিৰোদ চৌধুৰীৰ 'চেঁচা জোন', কৌস্তুভমণি শইকীয়াৰ 'বুমেৰাং', চন্দ্ৰপ্ৰসাদ শইকীয়াৰ 'ঘাতক', দ্বিপেন কাকতিৰ 'পিপাসা', সত্যৰঞ্জন কলিতাৰ 'সৰ্বহাৰাৰ নিৰ্বাচনী ইস্তাহাৰ', কামিনী ফুকনৰ 'নাতিটোক ক'বা', ৰবীন মজুমদাৰৰ 'বেদনা', ৰিজু হাজৰিকাৰ 'মৎস্য নিহত ছেমিনাৰ', দীনেশ শৰ্মাৰ 'হাঁহিৰ ওপৰত আমোদ কৰ', পৰাগ ভট্টাচাৰ্যৰ 'ক্ৰোধ' ইত্যাদি।

সংবাদপত্ৰৰ সম্পাদকীয়, কাঁহুদি, কাৰ্টুন আদিৰ যোগেদি প্ৰকাশ কৰা ব্যংগ সাহিত্যও আমাৰ সাহিত্যৰ সম্পদ। এইবোৰৰ সংৰক্ষণ তথা কিতাপৰ আকাৰত প্ৰকাশ কৰিলে অসমীয়া ব্যংগ সাহিত্যৰ ভঁৰাললৈ এবিধ অমূল্য সম্পদ হ'ব। আকাশবাণীৰ হাস্য-ব্যংগ অনুষ্ঠান, সাহিত্য চ'ৰা আদিতো এইবিধ সাহিত্যৰ প্ৰচাৰ লেখত ল'বলগীয়া। মহেন্দ্ৰ বৰঠাকুৰ, কীৰ্তিকমল ভূঞা আদিয়ে লেখা 'নোকোৱাই ভাল' শিতানত ব্যংগ সাহিত্যৰ প্ৰচাৰ অতি জনপ্ৰিয়।

মহেশ চন্দ্ৰ দেৱগোস্বামীৰ 'বিহলঙনি', ড° হীৰেন গোহাঁইয়ে সম্পাদনা কৰা 'কলাখাৰ' আদি ব্যংগ আলোচনীৰ মৃত্যু হোৱাৰ পিছত যোৱা পাঁচ বছৰ ধৰি প্ৰকাশ হৈ আছে অসমীয়া ব্যংগ -হাস্য আলোচনী 'অবিকল'। 'অবিকলে' ভালেমান ন ন হাস্য-ব্যংগ জন্ম দিছে। হাস্য-ব্যংগৰ ধাৰাটো বৰ্তাই ৰাখিবলৈ এনে আলোচনী অতি প্ৰয়োজনীয়।

আমাৰ সাহিত্যিকসকলে এতিয়ালৈকে হাস্য-ব্যংগ সাহিত্যৰ ওপৰত যিখিনি প্ৰবন্ধ-পাতি লিখিছে সেইখিনি নিচেই তাকৰ। ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ "Humour and Satire in Assamese Literature" গ্ৰন্থৰ বাহিৰে এনে বিষয়ৰ গ্ৰন্থ আমাৰ ভাষাত নাই। এইবিধ সাহিত্যৰ চিন্তা-চৰ্চা কৰিব পৰাকৈ আমাৰ যথেষ্ট সমল আছে। কুমুদ গোস্বামী আৰু ভূপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্যই সম্পাদনা কৰা 'কুৰি শতিকাৰ অসমীয়া ব্যংগ' গল্প সংকলনৰ দৰে অসমীয়া হাস্যৰসৰ গল্পৰ সম্পাদনাৰ ভাৰো কোনোৱে হাতত ল'লে আমাৰ সাহিত্যৰ সম্পদ বাঢ়িব। অসমবাণী আৰু সাদিন কাকত, অগ্ৰদূত কাকতেও মাজে মাজে হাস্য-ব্যংগ সংখ্যা একোটা উলিয়াই এইবিধ সাহিত্যৰ সম্পদ বৃদ্ধি কৰিছে।

# শিশু-সাহিত্য
## সংজ্ঞা আৰু সমস্যা

শ্ৰীগগনচন্দ্ৰ অধিকাৰী

শিশু-সাহিত্যই সুকীয়া ৰূপত স্বীকৃতি লাভ কৰা বৰ বেছি দিন হোৱা বুলি ক'ব নোৱাৰি। আধুনিক স্বৰূপত শিশু সাহিত্যৰ ধাৰণা অষ্টাদশ শতিকাৰপৰাহে আৰম্ভ হোৱা বুলি কোৱা হয়। অসমীয়া ভাষাত 'অসমীয়া সাহিত্যৰ অৰুনোদই কালতে (১৮৪৬) আধুনিক শিশু-সাহিত্যই প্ৰথম পাতনি মেলে' বুলি কোৱা হৈছে যদিও শিশু- মনৰ কুমলীয়া অনুভূতিত ভাকুট - কুটাব পৰা ধাইনাম' নিচুকনি গীত আৰু বান্দৰ- শিয়াল , ৰজা-ৰাণী অথবা বুঢ়া-বুঢ়ীহালক লৈ আৰম্ভ হোৱা সাধুবোৰেৰে মৌখিক সাহিত্যৰ যুগৰ শিশু-সাহিত্যৰ বিচিত্ৰ স্তৰটোৱে অসমীয়া শিশু- সাহিত্যৰ প্ৰাচীন ঐতিহ্যৰ সুকীয়া, যাউতিযুগীয়া ছবি এখন আমাৰ সমুখত তুলি ধৰে।

শিশু-সাহিত্য ৰচনা এক জটিল বিষয়। দৰাচলতে শিশু-সাহিত্যৰ ধাৰণা ( concept) টোৱে এক জটিল বিষয়। ফলত শিশু-সাহিত্যৰ কায়কল্পৰ বিষয়ে বিশদভাৱে ব্যাখ্যা নকৰাকৈ, এক বিশেষ সংজ্ঞাৰে শিশু-সাহিত্যভাগৰ বুজাবপৰাকৈ নিৰ্দিষ্ট সূত্ৰ এটা আজিলৈকে কোনেও আমাক দিব পৰা নাই। এনে এক দোমোজাত পৰিয়েই পাশ্চাত্যৰ শিশু-সাহিত্যৰ ইতিহাস "Children's Literature - An Illustrated History" গ্ৰন্থৰ সংকলন অধ্যাপক পীটাৰ হাণ্ট (Peter Hunt) এ উক্ত গ্ৰন্থৰ পাতনিত লিখিছে - "No body is quite sure what children's literature is." এই প্ৰসংগত তেওঁ ড' জনচন (Dr. Johnson) এ কবিতা সন্দৰ্ভত দিয়া উদ্ধৃতিৰেই শিশু-সাহিত্যৰ বিষয়েও কৈছে - "If we stay for an answer , the answer is that we all know what it is, but is not easy to tell what it is (or what it is not)."

শিশু-সাহিত্যৰ এক নিৰ্দিষ্ট সংজ্ঞা দিয়াৰ উক্ত জটিলতাৰ মূলতে হ'ল সাহিত্যৰ প্ৰকৃত পাঠক শিশুসকল। শৈশৱ মানৱ জীৱনৰ এক বিস্ময়কৰ আৰু বৈচিত্ৰ্যময় কাল। শুক্লপক্ষৰ জোনটিৰ দৰে কলা কলাকৈ বাঢ়ি যোৱা শিশুটিৰ দৈহিক পৰিবৰ্তনৰ লগে লগে মানসিক ৰুচি - তুষ্টিৰো পৰিবৰ্তন ঘটে। শিশু-মনোবিজ্ঞানীসকলৰ মতে The concept of childhood shifts constantly from period to period, place to place, culture to culture- perhaps, even from child to child." সময়ৰ গতিপ্ৰবাহ, স্থান-কাল তথা কৃষ্টি-সংস্কৃতিৰ পটভূমিত শৈশৱৰ গতি-প্ৰকৃতিৰ অবিৰত পৰিবৰ্তন সংঘটিত হয়। আনকি প্ৰতিজন শিশুৰ শৈশৱৰ বৈচিত্ৰ্যৰো ভিন্নতা দেখা যায়।

শিশু- সাহিত্যৰ স্বৰূপ সৃষ্টি আৰু বিকাশৰ গতি-গোত্ৰ বিচাৰত সেয়েহে শৈশৱ- কালীন ক্ৰমবৰ্ধমান শিশুমনস্তত্ত্বৰ বিৱৰ্তিত স্বৰূপ জনাৰো প্ৰয়োজন হৈ পৰে। বিৱৰ্তিত শিশু মনস্তত্ত্ব অধ্যয়নকাৰী পণ্ডিতসকলে শৈশৱকালক চাৰিটা বিশিষ্ট স্তৰত বিভক্ত কৰিছে। প্ৰাচীন ভাৰতীয় মনীষাই তাকেই



শৈশৱকাল, বাল্যকাল, কিশোৰকাল আৰু যৌৱন (প্ৰাৰম্ভিক) কাল বুলি অভিহিত কৰিছে। বৈজ্ঞানিক ৰূপত বোধশক্তিৰ ভিত্তিত বয়সৰ সীমাৰেখাৰে শিশুকালত বিভক্ত কৰা সাম্প্ৰতিক পদ্ধতিটোৱে এই দিশত সম্প্ৰতি অধিক জনপ্ৰিয়তা লাভ কৰা দেখা গৈছে। এই পদ্ধতি অনুসাৰে চৈধ্য বছৰ বয়সলৈ ব্যক্তিৰ শিশুকাল। (কোনো কোনোৱে এই কালছোৱাৰ ব্যাপ্তি ১৯ বছৰলৈ (Teenagers) বুলিও ক'ব খোজে। এই পদ্ধতি অনুসাৰে বিভক্ত শৈশৱৰ স্তৰ চাৰিটা যথাক্ৰমে (১) প্ৰাক প্ৰাথমিক স্তৰ (৩-৫ বছৰলৈ), (২) প্ৰাথমিক স্তৰ (৬-৮ বছৰলৈ), (৩) উত্তৰ প্ৰাথমিক স্তৰ (৯-১২ বছৰলৈ) আৰু মাধ্যমিক স্তৰ (১৩-১৪ বছৰলৈ) অথবা মতান্তৰে, চেমনীয়া কাল (১৩-১৯ বছৰলৈ)।

শিশু মনস্তাত্ত্বিক সকলৰ মতে বয়সৰ স্তৰে স্তৰে শিশুৰ মানসিক অনুভূতিয়ে ক্ৰম বিকাশেৰে উৎকৰ্যতা লাভ কৰিবলৈ ধৰে। নিচেই চালুকীয়া অৱস্থাত নিচুকনি গীতে হৃদয় - মন শাঁত পেলোৱা শিশুটিৰ ক্ৰমবৰ্ধমান মানসিক উৎকৰ্যতাই 'শ্ৰৱণ'ৰ উপৰি 'দৰ্শন- লব্ধ' জ্ঞান আয়ত্ত কৰিবলৈ সক্ষম কৰি তোলে। ফলত চাক্ষুষভাৱে বয়-বস্তুৰ গঢ়- গতিৰ বুজ লৈ শিশুৱে নিজৰ চৌপাশৰ জগতখনৰ লগত পৰিচয় ঘনিষ্ঠ কৰি তুলিব পৰা হয়। এই স্তৰতে শিশুসকলৰ মন মমত্ব বা অহংভাবাপন্ন (egocentric)হৈ মই', 'মোৰ' (যেনে- মোৰ কিতাপ, মোৰ ককা) শব্দ প্ৰয়োগেৰে নিজেই নিজৰ চিনাকি জগতখনৰ কেন্দ্ৰবিন্দু হৈ পৰে। গীত গাই গাই নাচিবাগি ফুৰিবলৈ ভালপোৱা এই স্তৰৰ শিশু জাকক সচিত্ৰ আৰু সঙ্গীতপ্ৰধান ৰচনাই বৰকৈ আকৰ্ষণ কৰে। চিনাকি ছবিৰ জৰিয়তে বৰ্ণমালাৰ লগত পৰিচয় কৰাই দিয়া আৰু 'নাৰ্ছাৰী-ৰাইম' বা 'ওমলা-গীত' অপৰিহাৰ্য বুলি ভবা 'কিণ্ডাৰ গাৰ্টেন' শিক্ষা পদ্ধতিৰ জনপ্ৰিয়তাই শিশুৰ উক্ত মনস্তাত্ত্বিকতাৰ এক জ্বলন্ত নিদৰ্শন।

প্ৰাথমিক স্তৰ (৬-৮ বছৰ) ত মমত্বৰ সলনি শিশু মনৰ সংযোগ ঘটে তেওঁৰে চৌপাশৰ পৃথিৱীখনৰ লগত। নিজৰ পৰিবেশৰ প্ৰতি সদা সচেতন এই কালছোৱাই শিশুৰ মানসিক উৎকৰ্যতা সাধনৰ সময়। নিজস্ব পৰিবেশৰ মাজত শিশুমনে ঢুকি পোৱা সকলো বস্তু, বিভিন্ন জাতৰ জীৱ- জন্তু, পশু-পক্ষী গছ-লতা প্ৰাকৃতিক, নৈসৰ্গিক লৌকিক-অলৌকিক সমস্ত ঘটনাৰ ভেদ ভঙাৰ প্ৰবল স্পৃহাত শিশুমন হৈ পৰে চিৰ উত্ৰাৱল। ভাৰতৰ ৰাষ্ট্ৰপতি এ.পি.জে আব্দুল কালামে কৈছিল- 'শিশুসকলেই পৃথিৱীৰ প্ৰথম বিজ্ঞানী।' বিজ্ঞানীজনৰ দৰেই যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত ৰূপত এই স্তৰৰ প্ৰতিটো শিশুৱেই হৈ পৰে পৰম জিজ্ঞাসু মনৰ। লগতে বিচাৰে নিজস্ব ধ্যান-ধাৰণা (Idea) আৰু আদৰ্শৰ (Ideal) স্বীকৃতি। উপযুক্ত গ্ৰন্থই শিশুমনৰ এনে আকাংক্ষা পুৰণত বিপুল অৰিহণা যোগাব পাৰে। নিতৌ ন-নকৈ চকুৰ আগত ধৰা দিয়া, বুজা- নুবুজা, বাস্তৱ-অবাস্তৱৰ ঘটনাসমূহৰ সাঁথৰ ভঙাত উপযুক্ত কিতাপে তেওঁলোকক বন্ধুৰ দৰে সহায় কৰিব পাৰে। বাস্তৱ-অবাস্তৱৰ মাজত ছেদ-ভেদ নথকা বীৰত্বৰ কাহিনী, অলৌকিক বা অতিলৌকিক বৰ্ণনাৰে সমৃদ্ধ সাধুকথা, কাহিনীবোৰে এই বয়সৰ শিশুক বৰকৈ আকৰ্ষণ কৰে। সেয়ে এই পৰ্যায়ৰ শিশু-সাহিত্যৰ স্বৰূপ হ'ব লাগে। শিশুৰ বুদ্ধিয়ে ঢুকি পোৱাকৈ সৰল আৰু কৌতূহল উদ্দীপক। এনে সাহিত্য বা গ্ৰন্থই হৈ পৰে তেওঁলোকৰ বাবে বিশ্বজগতত প্ৰবেশৰ বাবে উপযুক্ত প্ৰৱেশপত্ৰ; "Books become the Child's ticket to the world."

উত্তৰ প্ৰাথমিক (৮-১২ বছৰ বয়সৰ) স্তৰটো শিশুৰ বাবে অতি জটিল সময়। বাস্তৱবাদী চিন্তাৰে এই কালছোৱাতে শিশুটোৱে নিজৰ অস্তিত্ব উপলব্ধি কৰিব পৰা হয়। আদৰ্শবাদী ভাবধাৰাই মনত বাহ লয়। ফলত তেওঁ নিজকো এই বিশাল ব্ৰহ্মাণ্ডৰ এক অংশ বুলি ভাবিব পৰা হয় আৰু বিশেষভাৱে আত্মসচেতন হৈ পৰে। এই আত্মসচেতনতাই শিশু মনত নিজক প্ৰতিষ্ঠা কৰাৰ প্ৰবৃত্তিত উদ্বুদ্ধ কৰে। অভিভাৱকৰ শাসনগণ্ডীৰ পৰা ওলাই যোৱাৰ প্ৰৱণতা বাঢ়ে আৰু লগ বা দলবদ্ধ হৈ আত্মবিকাশৰ সুযোগ বিচাৰি ফুৰে। পাফু - ছিৰিজ, ৰংমন ছিৰিজৰ দৰে ৰহস্য কাহিনী, কল্পিত বা সঁচা জীৱনৰ কাহিনী, ভ্ৰমণ কাহিনী, নিজৰ কৃষ্টি-সংস্কৃতি মূলক ৰচনা, বিজ্ঞান বিষয়ক গ্ৰন্থ আদিয়ে এইচাম শিশুক তৃপ্তিদায়ক মানসিক খাদ্যৰ যোগান ধৰিব পাৰে।

মাধ্যমিক স্তৰ (১৩-১৪ বছৰ ) বা চেমনীয়া কালছোৱা যৌৱনৰ প্ৰাৰম্ভিক কাল। এই কালছোৱাত বসুধৈব কুটুম্বকম্ ভাবেৰে প্ৰকৃতিৰ প্ৰতিটো বস্তুকে নিজৰ লগত অভিন্ন বুলি ভবা শিশুসুলভ অনুভূতিৰ ব্যাপক সলনি হয় আৰু একে আত্মকেন্দ্ৰিক পৰিসৰত সোমাই পৰাৰ প্ৰৱণতা বাঢ়ে। এই পৰ্যায়ত ৰুচিৰ পৰিবৰ্তন ঘটে। বিজ্ঞান বিষয়ক কাল্পনিক কাহিনী (science fiction), ভ্ৰমণ কাহিনী, জীৱ-জন্তুৰ বৈচিত্ৰ্যৰ বৰ্ণনা আদি যিকোনো বিষয়ক ৰচনাই এই স্তৰৰ শিশুসকলক আকৰ্ষণ কৰে। কিন্তু সতৰ্ক নহ'লে অপ্ৰত্যাশিতভাৱে বিভ্ৰান্তিত নিমজ্জিত হৈ দিগভ্ৰান্ত হোৱাৰো আশংকা থাকে। সেয়ে এই কালছোৱাৰ শিশুসকলৰ নিমিত্তে উপযুক্ত শিশু-সাহিত্য নিৰ্বাচনত সতৰ্ক হোৱাৰ প্ৰয়োজন হয়।

শিশু-শিক্ষাৰ লগত শিশু- সাহিত্যৰ এক ওতপ্ৰোত সম্বন্ধ। নকলেও হ'ব যে শিশু- সাহিত্য ৰচনাতকৈও শিশু-পাঠ্যক্ৰম আৰু শিশু- শিক্ষাৰ উৎকৰ্ষ সাধনৰ নিমিত্তে উক্ত আলোচ্য মনস্তাত্ত্বিক দিশটোৰ প্ৰাসঙ্গিকতা অধিক আৰু অতিশয় গুৰুত্বপূৰ্ণ।

শিশুমনৰ উৰি ফুৰা অসংলগ্ন কল্পনা আৰু অপৰিপক্ক বিচিত্ৰ অনুভূতিৰ আশ্চৰ্য প্ৰকাশেই শিশুৰ চিৰন্তন অবাক জগতখন - 'A big, blooming, buzzing confusion.'এই জগতৰ সাহিত্যৰসিক শিশুসকলৰ বাবে ৰচিত সাহিত্যও বিভিন্ন বৈচিত্ৰ্যৰে ৰহস্যময়। অধ্যাপক পীটাৰ হাণ্টে কোৱাৰ দৰে Of all types of literature children literature is probably the most varied best loved and most subtly influential.' সকলো শ্ৰেণীৰ সাহিত্যৰ ভিতৰত শিশু- সাহিত্যই সৰ্বাধিক বৈচিত্ৰ্যময়, প্ৰিয়তম আৰু অতি সূক্ষ্মভাৱে প্ৰভাৱশীল।

সেয়ে কোনো জটিলতালৈ নগৈ অধিকসংখ্যক শিশু-সাহিত্যৰ সমালোচকে শিশু- সাহিত্যৰ এক সৰল সংজ্ঞা মানি লৈছে এনেদৰে - Children's literature to mean books designed for children as well as books of childhood.' শিশু সাহিত্য শিশুৰ বাবে, তথা শৈশৱক লৈ ৰচিত গ্ৰন্থ। অসমীয়া শিশু-সাহিত্যৰ ক্ষেত্ৰত শীৰ্যস্থান অধিকাৰ কৰি থকা বিশিষ্ট কবি আৰু সু-সাহিত্যিক নৱকান্ত বৰুৱায়ো এই সুত্ৰকে মানি চলাৰ দৃষ্টান্ত আমি দেখিবলৈ পাওঁ তেওঁ সম্পাদনা কৰা অসমীয়া শিশু-কবিতাৰ সংকলন 'মৰুৱা ফুল' গ্ৰন্থত। সংকলনটোত সন্নিৱিষ্ট ৰচনাসমূহ বাছনিৰ সন্দৰ্ভত 'সংকলয়িতাৰ যৎকিঞ্চিত' শীৰ্যক পাতনিত তেওঁ উল্লেখ কৰিছে - 'কবিতাবিলাক শিশুৰ বাবে আৰু/অথবা শিশুৰ বিষয়ে।'

জটিল শিশু- সাহিত্যৰ সকলোবোৰ জটিল সমস্যাৰ কথা একেটা প্ৰবন্ধতে সামৰা বৰ সহজসাধ্য কথা নহয়। এই নিৱন্ধত আমি সম্প্ৰতি সমস্যাসমূহৰ এটি দিশৰ প্ৰতিহে শিশুসাহিত্যপ্ৰেমী পাঠকৰ দৃষ্টি আকৰ্ষণৰ প্ৰয়াস কৰিলো।

অলম্ ইতি বিস্তৰেণ।

# বিজ্ঞান সাহিত্য
# এক চমু আলোচনা

## অভিজিত শৰ্মা বৰুৱা

বিজ্ঞান সাহিত্য বুলিলে এতিয়া সকলোৰে এক সাধাৰণ ধাৰণা কৰিব পাৰে। সাহিত্যৰ এক অবিচ্ছেদ্য অংগ হিচাপে বিজ্ঞান সাহিত্যই প্ৰয়োজনীয় স্বীকৃতি পাইছে। আমি খ্ৰীষ্ট জন্মৰো বহু আগতে, হিপ'ক্ৰেটাছৰ দিনতে বিশ্বত বিজ্ঞান সাহিত্যৰ সৃষ্টি হোৱা বুলি ক'ব খুজিলেও, এইটো কথাও সঁচা যে কুৰি শতিকালৈকে বিশ্ব সাহিত্যত বিজ্ঞান সাহিত্য বোলা কোনো শব্দৰ উল্লেখেই নাছিল। কুৰি শতিকাৰ প্ৰথম ভাগত কল্প বিজ্ঞান (Science fiction) নামৰ সাহিত্যৰ উল্লেখ পোৱা যায়। তাৰ আন এটা অৰ্থ এয়েই যে ১৮১৮ চনত যেতিয়া মেৰী শ্বেলীয়ে 'ফ্ৰেংকেনষ্টাইন' নামৰ ইংৰাজী ভাষাৰ কল্প বিজ্ঞান উপন্যাসখন প্ৰকাশ কৰিছিল, তেতিয়া হয়তো তেওঁ জনাই নাছিল যে তেওঁ কল্প বিজ্ঞান সাহিত্য ৰচনা কৰিছে বা এক মহান গুৰুত্বপূৰ্ণ কাম কৰিছে!

কিন্তু বিজ্ঞান সাহিত্য বুলিলে আমি কি বুজো? আইনষ্টাইনে ১৯০৫ চনত ব্ৰাউনিয়ান গতিৰ ওপৰত যিখন গৱেষণাপত্ৰ প্ৰকাশ কৰিছিল বা পদাৰ্থৰ চতুৰ্থ অৱস্থা প্লাজমাৰ অস্তিত্ব প্ৰকাশ কৰি যি গৱেষণাপত্ৰ প্ৰকাশ হৈছিল— সেইবোৰ বিজ্ঞান সাহিত্যৰ ভিতৰত পৰেনে? ড° দীনেশ চন্দ্ৰ গোস্বামীৰ মুখ্য সম্পাদনাত আৰু অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত বিজ্ঞান বিশ্বকোষত বিজ্ঞান সাহিত্যৰ সংজ্ঞা দিয়া হৈছে— 'বিজ্ঞান, প্ৰযুক্তিবিদ্যাৰ কোনো বিষয়বস্তু লৈ সাধাৰণ পঢ়ুৱৈৰ বোধগম্য হোৱাকৈ সৃষ্টি কৰা সাহিত্য-কৰ্ম।' গতিকে বিষয়বস্তু বিজ্ঞানৰ হ'লেও, যদি সেয়া কেৱল বিজ্ঞানীসমাজক উদ্দেশি লিখা হয় আৰু সাধাৰণ লোকে সেইবোৰ বুজি নাপায়, তেন্তে এই সংজ্ঞাৰ জৰিয়তেই সি বিজ্ঞান সাহিত্যৰ অন্তৰ্ভুক্ত নহ'ব। প্ৰখ্যাত বিজ্ঞানী তথা বিজ্ঞান লেখক ষ্টিফেন হকিঙে এখন প্ৰখ্যাত গ্ৰন্থ ৰচনা কৰাৰ সময়ত তাত বহুত কঠিন বৈজ্ঞানিক শব্দ আৰু সূত্ৰ সন্নিৱিষ্ট কৰিলে। পিছে সম্পাদকে ক'লে— 'নহ'ব', তেওঁ টান শব্দবোৰতো সহজ কৰি দিলেই, তদুপৰি সকলো সূত্ৰ বাদ দিবলৈ ক'লে। কাৰণ তেতিয়াহে সৰ্বসাধাৰণে সেইখন পঢ়িব, বুজি পাব আৰু গ্ৰহণ কৰিব। ষ্টিফেন হকিঙৰ অনুৰোধত পাছত অৱশ্যে সম্পাদকে কেৱল এটা সূত্ৰ (আইনষ্টাইনৰ যুগান্তকাৰী $E = mc^2$ সূত্ৰ) ৰাখিবলৈ অনুমতি দিলে। গতিকে বুজা গ'ল যে বিজ্ঞান সাহিত্যৰ 'যোগ্যতা' অৰ্জন কৰিবলৈ হ'লে বিজ্ঞানমূলক ৰচনায়ো কিছুমান কঠিন ঢাপ অতিক্ৰম কৰি আহিব লাগিব। সেইবাবেই দেখা যায় যে কিছুমান বিজ্ঞানমূলক ৰচনা 'বিজ্ঞান' আৰু 'সাহিত্য' — কোনো এভাগতে নপৰেগৈ।

সাহিত্যৰ যেনেকৈ বিভিন্ন 'ফৰ্ম' বা প্ৰকাৰ থাকে, তেনেদৰে বিজ্ঞান সাহিত্যৰো বিভিন্ন প্ৰকাৰ থাকিব পাৰে। অৰ্থাৎ বিজ্ঞান সাহিত্য মানে কেৱল যে প্ৰবন্ধই হ'ব সেইটো নহয়, বিজ্ঞান সাহিত্যৰ চৰ্তাৱলী পূৰণ কৰিলে গল্প, উপন্যাস, নাটক, কবিতা, কথিকা, সাক্ষাৎকাৰ আদিও বিজ্ঞান সাহিত্য হ'ব পাৰে।

আমি অৱশ্যে এটা কথা ধৰি ল'ব পাৰো যে বিজ্ঞান সাহিত্য বুলি নামকৰণ কৰা নহ'লেও, প্ৰাচীন কালৰে পৰা পৃথিৱীত বিজ্ঞানমূলক ৰচনা বা বিজ্ঞান সাহিত্য ৰচনা কৰা হৈ আহিছিল। এই ক্ষেত্ৰত আমি হিপ'ক্ৰেটাছ, এৰিষ্টট'ল, ইউক্লিড, টলেমী, কনাড, আৰ্যভট্ট, ব্ৰহ্মগুপ্ত আদিৰ ৰচনাৰ কথা উনুকিয়াব পাৰো। বিশ্বৰ বিজ্ঞান সাহিত্যৰ ইতিহাসত তেতিয়াৰ হিপ'ক্ৰেটাছৰ পৰা এতিয়াৰ ফেইলমেনলৈকে বহুকেইজন লেখকে গুৰুত্বপূৰ্ণ ভূমিকা লৈ আহিছে। আমাৰ ভাৰততো খ্ৰীষ্টপূৰ্ব ৬০০ মানতে কনাড মুনিয়ে ৰচনা কৰিছিল— 'বৈশেষিক দৰ্শন'। এই পুথিখনত প্ৰধানকৈ পদাৰ্থ বিজ্ঞান সম্পৰ্কীয় কথা আলোচনা কৰা হৈছিল। প্ৰাচীন ভাৰতীয় বিজ্ঞান সাহিত্যৰ ক্ষেত্ৰত আৰ্যভট্টৰ নাম বিশেষভাৱে উল্লেখযোগ্য। তদুপৰি বৰাহমিহিৰে 'পঞ্চ সিদ্ধান্ত', 'বৃহৎ সংহিতা', 'ব্ৰাহজাতক' ইত্যাদি পুথি, ব্ৰহ্মগুপ্তই 'ব্ৰহ্মস্ফুট সিদ্ধান্ত', ভাস্কৰাচাৰ্যই 'সিদ্ধান্ত শিৰোমণি', সুশ্ৰুতে 'সুশ্ৰুত সংহিতা' আদি মূল্যৱান পুথি ৰচনা কৰি প্ৰাচীন বিজ্ঞান সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ গৈছে। সেই যুগৰ বিজ্ঞান সাহিত্যৰ ক্ষেত্ৰত আন এটা উল্লেখযোগ্য নাম হ'ল নাগাৰ্জুন। আধুনিক যুগৰ ভাৰতীয় বিজ্ঞান সাহিত্যিকৰ ভিতৰত প্ৰফুল্ল চন্দ্ৰ ৰায় ('হিন্দু ৰসায়নৰ ইতিহাস' খ্যাত), জগদীশ চন্দ্ৰ বসু, মেঘনাদ সাহা, শান্তিস্বৰূপ ভাটনাগৰ, জগজিৎ সিং আদিৰ নাম পোনতেই কলমৰ সমুখলৈ আহে।

অসমীয়া ভাষাত প্ৰথম বিজ্ঞান সাহিত্য বুলিলে বকুল কায়স্থই ৰচনা কৰা 'কিতাপত মঞ্জুৰী' (১৪৩৪ খ্ৰীষ্টাব্দ) নামৰ গণিতৰ পুথিখনৰ নাম ল'ব পাৰি। তাৰ তিনিশ বছৰমান পাছত সুকুমাৰ বৰকাইথে ৰচনা কৰে এখন গুৰুত্বপূৰ্ণ পুথি— 'হস্তীবিদ্যাৰ্ণৱ' (১৭৩৪ খ্ৰীষ্টাব্দ)। ১৮৪৬ চনত প্ৰকাশ পায় প্ৰথম অসমীয়া 'সম্বাদ পত্ৰ', 'অৰুনোদই'। 'অৰুনোদই'ত আন প্ৰবন্ধ-পাতিৰ লগতে বিজ্ঞানবিষয়ক যথেষ্ট প্ৰবন্ধ-পাতি প্ৰকাশিত হৈছিল। অৰুনোদই যুগৰ এজন উল্লেখযোগ্য লেখক নিধি লেবাই ফাৰৱেলৰ এখন বিজ্ঞানমূলক অনুবাদ পুথি 'পদাৰ্থ বিদ্যা সাৰ' প্ৰকাশ পায় ১৮৫৫ চনত। ঊনবিংশ শতিকাৰ আন এজন প্ৰখ্যাত সাহিত্যিক হেমচন্দ্ৰ বৰুৱায়ো ১৮৯৭ চনত 'স্বাস্থ্য ৰক্ষা বা গা ভালে ৰাখিবৰ উপায়' নামেৰে এখন অনুবাদ পুথি ৰচনা কৰে (১৮৯৭ চন)। এনেদৰে অসমীয়া ভাষাতো ছেগা -চোৰোকাকৈ কিছুসংখ্যক বিজ্ঞান সাহিত্য-কৰ্ম সৃষ্টি হয়।

বিজ্ঞান প্ৰচাৰৰ ক্ষেত্ৰত অসমৰ আটাইতকৈ গুৰুত্বপূৰ্ণ অনুষ্ঠান 'অসম বিজ্ঞান সমিতি'য়ে ১৯৬১ চনৰ পৰা এতিয়ালৈকে প্ৰকাশ কৰি আছে 'বিজ্ঞান জেউতি' নামৰ বিজ্ঞান আলোচনীখন। অৱশ্যে বিজ্ঞান জেউতি অসমৰ প্ৰথম বিজ্ঞান আলোচনী নহয়। তাৰ আগতেই ১৯২৫ চনত প্ৰকাশ পাইছিল— 'পশুপালন' নামৰ এখন আলোচনী। ডাঃ কনক চন্দ্ৰ শৰ্মাৰ সম্পাদনাত প্ৰকাশ পোৱা এই আলোচনীখনকে অসমীয়া ভাষাৰ প্ৰথম বিজ্ঞান আলোচনী বুলি অভিহিত কৰিব পাৰি। অৱশ্যে ১৯৫২ চনত এই আলোচনীখনৰ প্ৰকাশ বন্ধ হয়। অসমীয়া ভাষাৰ আন দুখন গুৰুত্বপূৰ্ণ বিজ্ঞান আলোচনী হ'ল— ড° দীনেশ চন্দ্ৰ গোস্বামী সম্পাদিত 'দৃষ্টি' আৰু শান্তনু তামুলী সম্পাদিত 'নতুন আৱিষ্কাৰ'। মাজতে ড° পৰমানন্দ মহন্তৰ সম্পাদনাত প্ৰকাশ পাইছিল অসমীয়া ভাষাৰ একমাত্ৰ বিজ্ঞান সংবাদপত্ৰ— 'জনবিজ্ঞান'। অৱশ্যে এইখনৰ প্ৰকাশ বন্ধ হৈ গৈছে।

বৰ্তমান অসমীয়া সাহিত্যত বিজ্ঞান সাহিত্য এক গুৰুত্বপূৰ্ণ শাখা হিচাপে স্বীকৃত হৈছে। যিসকল বৰেণ্য সাহিত্যিকৰ নিৰলস চেষ্টাত অসমীয়া বিজ্ঞান সাহিত্যই এক মৰ্যাদাপূৰ্ণ আসন লাভ কৰিছে, তেওঁলোকৰ ভিতৰত অন্যতম হ'ল— ড° দীনেশ চন্দ্ৰ গোস্বামী, ড° বিজয়কৃষ্ণ দেৱশৰ্মা, ক্ষীৰধৰ বৰুৱা, ড° কুলেন্দু পাঠক, ডিম্বেশ্বৰ চলিহা, ড° সোণেশ্বৰ শৰ্মা, ড° শ্যামাপ্ৰসাদ শৰ্মা, ভুৱন মোহন দাস, শান্তনু তামুলী, বসন্ত ডেকা, ড° দীনেশ বৈশ্য, ৰমেশ গোস্বামী, ড° মথুৰানাথ ভট্টাচাৰ্য, সুৰেন্দ্ৰনাথ মেধি, প্ৰদীপ চলিহা, ড° পবিত্ৰ বৰগোহাঞি, ড° শিৱনাথ বৰ্মন, বন্দিতা ফুকন, ড° বুদ্ধ প্ৰসাদ চেতিয়া আদি। তাৰ পাছতো এই ধাৰা সফলভাৱে আগুৱাই লৈ গৈছে— ভৱেশ মহন্ত, ৰথীন্দ্ৰ নাথ গোস্বামী, ড° অমিয়া ৰাজবংশী, ড° অন্নজ্যোতি গগৈ, অৰ্পণ দত্ত, মহানন্দ শৰ্মা, ধীৰেন শইকীয়া আদি প্ৰতিভাসম্পন্ন বিজ্ঞান লেখকে। তদুপৰি অসমীয়া বিজ্ঞান সাহিত্যৰ বাবেই এইটো সুখবৰ যে নতুন লেখকৰ কিছু অংশও বিজ্ঞান সাহিত্যৰ প্ৰতি বেছ আকৰ্ষিত হৈছে আৰু আটকধুনীয়া প্ৰবন্ধ-পাতি ৰচনা কৰিছে।

অৱশ্যে এইটো কথাও ঠিক যে বিজ্ঞান লেখকসকলে কেৱল প্ৰাপ্ত তথ্য-পাতিৰ আধাৰত প্ৰবন্ধ লিখিলেই নহ'ব। সৰ্বসাধাৰণৰ মাজলৈ বিজ্ঞানক লৈ যোৱা, অনেক ভুল বিশ্বাস (যেনে— গণেশে গাখীৰ খোৱা) দূৰ কৰা আৰু বিজ্ঞানক জনপ্ৰিয় কৰাতো তেওঁলোকে গুৰুত্বপূৰ্ণ ভূমিকা ল'ব লাগিব। তেতিয়াহে প্ৰকৃত অৰ্থত বিজ্ঞান সাহিত্য সমৃদ্ধ হৈ উঠিব।

*সাহিত্য প্ৰসংগত আৰু এটি যন্ত্ৰণাদায়ক সত্যৰ প্ৰতি কোনেও যেন আওকাণ নকৰে যে আমাৰ লেখকশ্ৰেণী বুলি কোনো এটা সুকীয়া শ্ৰেণীয়েই গঢ়ি উঠা নাই। লেখকসকলৰ সৰহ সংখ্যকেই শিক্ষক-কম সংখ্যক আন বৃত্তিজীৱী।*

— মহিম বৰা

# আমাৰ যুৱ প্ৰজন্ম আৰু বুৰঞ্জী শিক্ষাৰ প্ৰাসংগিকতা

উদয়াদিত্য ভৰালী

আমি আজি আলোচনা কৰিব খোজা বিষয়টো হ'ল—"আমাৰ যুৱ প্ৰজন্ম আৰু বুৰঞ্জী শিক্ষাৰ প্ৰাসংগিকতা।" বিষয়টো মই নিজে নিৰ্বাচন কৰি লোৱা বিষয় নহয়। সংশ্লিষ্ট কৰ্তৃপক্ষই বাছি দিয়া বিষয়। বিষয়টো অধিক পোনপটীয়া অৰ্থসম্পন্ন হোৱাহেঁতেন আলোচনাৰ পাতনি মেলিবলৈ অধিক সুবিধাজনক হ'লেহেঁতেন। যি কি নহওক, বিষয়টোৰ পোনপটীয়া অৰ্থ—অসমৰ বৰ্তমানৰ যুৱ প্ৰজন্মৰ বাবে ইতিহাসৰ অধ্যয়ন তথা তাৰ শিক্ষাৰ গুৰুত্ব— এইটোৱেই বুলি নিশ্চয় ধৰি ল'ব পাৰি। আলোচনাৰ বিষয়ত উল্লিখিত "আমাৰ" শব্দটোৱে "ভাৰতৰ" অথবা "বিশ্বৰ" এনে অৰ্থহে বহন কৰিছে বুলি যদি কোনোবাই ধৰি লয়, তেনে ক্ষেত্ৰতো আলোচনাত বিশেষ জটিলতাৰ সৃষ্টি নহয়। কাৰণ "ইতিহাসৰ অধ্যয়ন তথা তাৰ শিক্ষাৰ গুৰুত্ব"— এই বিষয়টোৰ প্ৰাসংগিকতা সাৰ্বজনীন। ই ৰাজ্যিক পৰিধিতেই হওক, আঞ্চলিক পৰিধিতেই হওক, ৰাষ্ট্ৰীয় বা বিশ্ব পৰিধিতেই হওক, আমি বাছি লোৱা অৰ্থত "বুৰঞ্জী" শব্দটোৰ সলনি "ইতিহাস" শব্দটো ব্যৱহাৰ কৰা হৈছে, কাৰণ "বুৰঞ্জী"য়ে ইংৰাজীৰ History শব্দটোৰ সলনি Annals, বা Chronicle শব্দকহে বুজায় বুলি অনেক পণ্ডিতে ক'ব খোজে। Annals অথবা Chronicle ইতিহাস নহয়। ই প্ৰকৃতাৰ্থৰ ইতিহাস গ্ৰন্থ ৰচনাৰ গুৰুত্বপূৰ্ণ সমলহে। ই মূলতঃ ঘটনাপঞ্জীহে। ঘটনাৰ ধাৰাবাহিক টোকা, অথবা বিৱৰণ আৰু প্ৰকৃতাৰ্থৰ ইতিহাস চৰ্চাৰ মাজত অতি গুৰুত্বপূৰ্ণ পাৰ্থক্য আছে। ঘটনা, তাৰ অন্তৰ্নিহিত কাৰণ, তাৰ ফলাফল আৰু এইবোৰে ভৱিষ্যৎ প্ৰজন্মৰ বাবে বহন কৰা শিক্ষা—এইকেইটা সম্পৰ্কীয় সামগ্ৰিক অধ্যয়নহে প্ৰকৃতাৰ্থৰ ইতিহাস অধ্যয়ন।

অতীত সম্পৰ্কীয় অধ্যয়নেই যে ইতিহাস চৰ্চা সেইটো জনা কথা। আনহাতে মানুহ বৰ্তমান আৰু ভৱিষ্যতলৈ অধিক ব্যস্ত। তেনে ক্ষেত্ৰত অতীত সম্পৰ্কীয় চৰ্চাৰ গুৰুত্ব ক'ত নিহিত হৈ আছে? বৰ্তমানৰ অতি ব্যস্ত অত্যাধুনিক যুগত অতীত সম্পৰ্কীয় চৰ্চা প্ৰাসংগিক নে? এনে প্ৰশ্ন কোনোবাই কৰিব পাৰে। কৰিব পাৰে মানে, কৰিছেই। বৰ্তমানে অসমৰ স্কুলীয়া পাঠ্যক্ৰমত ইতিহাস আৰু ভূগোল—এই বিষয় দুটাৰ অধ্যয়ন বাধ্যতামূলক নোহোৱাৰ বাস্তৱেই এই দিশত এটা স্পষ্ট দৃষ্টান্ত দাঙি ধৰিছে। পিচে তেনে মহলবোৰৰ দৃষ্টিভংগী যি কাৰণতেই এনে নহওক কিয়, ইতিহাস অধ্যয়নৰ অপৰিসীম গুৰুত্বক জ্ঞান চৰ্চা সম্পৰ্কে বিজ্ঞানসন্মত দৃষ্টিভংগীসম্পন্ন সকলো মহলেই স্বীকাৰ কৰি লয়। তাৰ কাৰণ হ'ল—ইতিহাস চৰ্চা মাথোন অতীতক জানিবৰ বাবেই কৰা নহয়। প্ৰকৃতাৰ্থৰ ইতিহাস চৰ্চাৰ জৰিয়তে অতীতক বস্তুনিষ্ঠভাৱে জানিব খোজা হয় বৰ্তমানক বস্তুনিষ্ঠভাৱে বুজিবৰ বাবেহে। কাৰণ বৰ্তমান অতীতৰেই সৃষ্টি। যিটোৰ পৰা কিবা এটাৰ সৃষ্টি হয় তাক নাজানিলে সেই সৃষ্টিকো পৰিপূৰ্ণভাৱে বুজিব নোৱাৰি আৰু আধাসিজাভাৱে কিবা এটা বুজিলে সেই সম্পৰ্কীয় জ্ঞান অসম্পূৰ্ণ হোৱাৰ লগতেই তেনে আধাসিজা ব্যুৎপত্তিৰে সেই দিশত ভৱিষ্যতলৈ দিয়া খোজো খেলি-মেলিপূৰ্ণ হোৱাটোৱেই স্বাভাৱিক।

ওপৰত উল্লেখ কৰা কাৰণৰ বাবেই ইতিহাস চৰ্চা সম্পৰ্কে কোৱা হয়—ইতিহাস চৰ্চা হ'ল বৰ্তমানৰ সৈতে সংগতি ৰাখি কৰা অতীত সম্পৰ্কীয় অধ্যয়ন, যিটোৰ জৰিয়তে অতীতৰ বিষয়ে বস্তুনিষ্ঠতাৰে জনাৰ লগতেই বৰ্তমানকো অধিক স্পষ্টতাৰে বুজিব পাৰি



আৰু সেই ব্যুৎপত্তিয়ে ভৱিষ্যৎ সম্পৰ্কেও তেনে ব্যক্তিক আগতীয়াকৈ যথেষ্ট সচেতন হোৱাত সহায় কৰে। ইতিহাস চৰ্চাৰ গুৰুত্ব নিহিত হৈ আছে ইয়াতেই। নক'লেও চলে যে এই গুৰুত্ব চিৰকলীয়া আৰু সাৰ্বজনীন। আমাৰ আজিৰ যুৱ প্ৰজন্মৰ বাবে ইতিহাস অধ্যয়ন আৰু তাৰ পৰা ল'ব লগা শিক্ষা কিমান গুৰুত্বপূৰ্ণ তাৰ উত্তৰো ইয়েই দিয়ে। অৱশ্যে বিষয়টোৱে সামান্য পৰিমাণেৰে হ'লেও কিছু ব্যাখ্যা দাবী কৰে।

অভিজ্ঞতা হ'ল মানুহৰ জীৱনৰ শ্ৰেষ্ঠ শিক্ষক। অভিজ্ঞতাৰ একমাত্ৰ ভঁৰাল হ'ল অতীত। ইতিহাস চৰ্চা হ'ল অতীতৰ অধ্যয়ন, বিশ্লেষণ আৰু ব্যাখ্যা। সেয়ে শ্ৰেষ্ঠ শিক্ষক—অভিজ্ঞতাৰ পৰা শিক্ষা আহৰণৰ একমাত্ৰ উপায় হ'ল ইতিহাস অধ্যয়ন। তদুপৰি যিকোনো বিষয়বস্তুক বস্তুনিষ্ঠভাৱে বুজিবলৈ তাৰ পৃষ্ঠভূমি আৰু আঁতিগুৰি সম্পৰ্কে জানিব লাগিব। সেই নিৰ্দিষ্ট বিষয়ৰ ইতিহাস খোচৰাৰ জৰিয়তে সেই জ্ঞান আহৰণ নকৰিলে তাক আহৰণ কৰাৰ আন পথ নাই। আনহাতেদি যুক্তি বিজ্ঞানৰ এটা বিশেষ শিকনি হ'ল—একেবোৰ কাৰণৰ ফলাফল সদায় একে। ইয়াতেই নিহিত হৈ আছে—ইতিহাসৰ পুনৰাবৃত্তি ঘটে—এয়ে সত্যৰ প্ৰকৃত অৰ্থ। ভৱিষ্যতলৈ কি ঘটিব পাৰে এই অতি গুৰুত্বপূৰ্ণ তথা জটিল প্ৰশ্নৰ উত্তৰ দিয়াটো অসম্ভৱ। কিন্তু সেই বিষয়ে এক ৰূপৰেখা সদৃশ বস্তুনিষ্ঠ ধাৰণা আগতীয়াকৈ যে কৰিব পাৰি সেইটোও সঁচা। এইখিনিতেই আহি পৰে ইতিহাস অধ্যয়নৰ গুৰুত্বৰ সৈতে থকা অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ সম্পৰ্ক বিষয়ক অতি প্ৰাসংগিক প্ৰশ্নটো। ভৱিষ্যতে কি ঘটিব পাৰে—সেই বিষয়ে বস্তুনিষ্ঠ ধাৰণা তেতিয়াহে মোটামুটিভাৱে হ'লেও কৰিব পাৰি যেতিয়া তাক কৰিব খোজাজনে বৰ্তমানক অতি স্পষ্টভাৱে বুজিবলৈ সক্ষম হয়। কিন্তু যি বৰ্তমানক বুজিব খোজা হৈছে সেইটো কেনে অতীতৰ সৃষ্টি আছিল তাক নজনাকৈ বৰ্তমানকো স্পষ্টভাৱে বুজিব নোৱাৰি। আনহাতেদি বৰ্তমানৰ যি ৰেহৰূপ তাৰ ফলাফল কি হ'ব সেই বিষয়ে সঠিক অনুমান কৰাৰ উপায়ো মাত্ৰ এটাই আছে। আৰু সেইটো হ'ল ঃ অতীতত তেনে ঘটনাৰাজিয়ে যদি কৰ'বাত দেখা দিছিল তেন্তে তাৰ ফলাফল কি হ'ল—তাৰ প্ৰতি প্ৰয়োজনীয় তীক্ষ্ণতাৰে চকু দিয়াটো। একেবাৰে কাৰণৰ ফলাফল সদায় একেই—এই সত্যৰ বিশেষ প্ৰাসংগিকতা এইখিনিতেই আহি পৰে আৰু ইয়েই ইতিহাসৰ পুনাৰাবৃত্তি ঘটে—বোলা সত্যৰে প্ৰকৃত অৰ্থ, যিটোৰ মাজতেই নিহিত হৈ আছে ইতিহাস অধ্যয়নৰ অপৰিসীম গুৰুত্বৰ উত্তৰটোও।

আমাৰ আজিৰ যুৱ প্ৰজন্মৰ বাবে—ইতিহাস অধ্যয়নৰ গুৰুত্ব ক'ত নিহিত আৰু তাৰ পৰা ল'ব লগা শিক্ষাৰ গুৰুত্ব কিমান প্ৰাসংগিক— এই প্ৰশ্নৰ উত্তৰ ওপৰৰ কথাখিনিত নিশ্চয় ওলাই পৰিছে। উদাহৰণ স্বৰূপে বৰ্তমানৰ অসমৰ যুৱ প্ৰজন্মই কি বিচাৰিছে, অথবা বিচৰা উচিত? স্বাভাৱিকতেই তেওঁলোকে বিচাৰিছে নিজ নিজ প্ৰতিভাৰ সুস্থ-সবল বিকাশ তথা সুসংস্থান। তাৰ বাবে প্ৰয়োজন এই আশাক বাস্তৱায়িত কৰিব পৰা আৰ্থ-সামাজিক-ৰাজনৈতিক-সাংস্কৃতিক পৰিৱেশ। বৰ্তমানে এই পৰিৱেশ প্ৰয়োজনীয় পৰিমাণেৰে আছে, নে নাই? যদি নাই, তাক অনা যায় কেনেকৈ? সেই দিশৰ সঠিক পথ কেনি? সামাজিক সত্তাৰ প্ৰতি দায়বদ্ধ নোহোৱাকৈয়ে, উচিত আদৰ্শৰে অনুপ্ৰাণিত নোহোৱাকৈয়ে, সজ কৰ্তব্যৰ প্ৰতি অতি নিষ্ঠাবান নোহোৱাকৈয়ে, যি উন্নত লক্ষ্যলৈ যাব খোজা হৈছে তাক নিৰ্ভুল বিবেচনাৰে আগতীয়াকৈ স্থিৰ কৰি সেই লক্ষ্যলৈ যোৱাৰ পথ বাস্তৱসন্মত তথা আদৰ্শনিষ্ঠভাৱে প্ৰথমেই থিৰাং কৰি নোলোৱাকৈয়ে—তেনে প্ৰয়োজনীয় পৰিস্থিতিৰ সৃষ্টি কৰাটো সম্ভৱ নে? যদি পৰিস্থিতিক আওকাণ কৰি যি ফালে যায় যাওক এনে মনোভাবেৰে এৰি দিয়া হয় তেন্তে কি ঘটিব পাৰে? এই প্ৰশ্নবোৰেই যে আমাৰ আজিৰ যুৱ-প্ৰজন্মৰ বাবে অতি গুৰুত্বপূৰ্ণ তাক নক'লেও চলে। তাৰ উত্তৰ পাবলৈ তেওঁলোকে ইতিহাস চৰ্চাৰ সহায় ল'ব লাগিব। মানৱ সভ্যতাৰ অভিজ্ঞতাৰ পৰা শিকিব লাগিব। যিবোৰ সমাজলৈ এনে পৰিৱৰ্তন ইতিমধ্যে আহিল সেইবোৰ কেনেকৈ আহিছিল আৰু তাৰ ফলাফল আজি তেনে সমাজবোৰত কি হৈছে, অথবা আমাৰ আজিৰ সমাজৰ দৰে পৰিস্থিতি অতীততে যদি কৰ'বাত উদ্ভৱ হৈছিল আৰু সেইবোৰক তেনে সমাজত যদি আওকাণ কৰা হৈছিল তেন্তে কি পৰিস্থিতিয়ে দেখা দিছিল—ইত্যাদি গুৰুত্বপূৰ্ণ শিক্ষা ইতিহাসৰ পৰা নল'লৈ তাক গ্ৰহণ কৰাৰ আন কোনো উৎস নাই।

আনহাতে অতীত সম্পৰ্কে জনাৰ ইচ্ছা মানুহৰ বাবে স্বভাৱজাত বুলিবই পাৰি। উদাহৰণস্বৰূপে আজি ইতিহাসৰ অধ্যয়ন "গুৰুত্বহীন' বুলি এচামে প্ৰচাৰ চলাই থকাৰ সময়তো দেখা গৈছে—কাকতে-আলোচনীয়ে অতীত সম্পৰ্কীয় বিভিন্ন আলোচনাৰ পয়োভৰ ঘটিয়েই আছে। তেনে অধ্যয়ন "গুৰুত্বহীন" হোৱাহেঁতেন আজিৰ "মুক্ত বজাৰ অৰ্থনীতি"ৰ বতাহ সজোৰে বলি থকাৰ কালত এনে আলোচনাক প্ৰকাশযোগ্য বুলি বিবেচনাই কৰা নহ'লহেঁতেন। কাৰণ গ্ৰহণযোগ্যতাৰ প্ৰশ্নটো যদিও অতীতৰ পৰাই অতি গুৰুত্বপূৰ্ণ কিন্তু বৰ্তমানৰ যুগত সেইটো পণ্যলৈ পৰিণত হোৱাত প্ৰকাশৰ প্ৰশ্নত ই নিৰ্দয় ৰূপেৰে অপৰিহাৰ্য হৈ পৰিছে। তদুপৰি সমাজ জীৱনক সবল কৰিবলৈ অনুপ্ৰেৰণাৰ ভূমিকাও অতি নিৰ্ণায়ক। অতীতৰ অনুপ্ৰেৰণাদায়ক দৃষ্টান্ত এই দিশৰ বিশেষভাৱে গুৰুত্বপূৰ্ণ উৎস। আনহাতে অতীতৰ ভয়ানক দৃষ্টান্তবোৰৰ পৰা ল'ব লগা শিক্ষাৰ গুৰুত্বও অপৰিসীম। তেনে শিক্ষাৰে সমাজক শিক্ষিত কৰিব পাৰিলে সেই বিপদবোৰৰ পৰা বৰ্তমানৰ তথা ভৱিষ্যতৰ সমাজক ৰক্ষা কৰিব পাৰি। এই দুয়োটা দিশতেই ইতিহাস অধ্যয়নকেই সাৰথি হিচাপে ল'ব লগাত পৰে। আমাৰ আজিৰ যুৱ প্ৰজন্মৰ বাবে ইতিহাসৰ অধ্যয়ন আৰু তাৰ পৰা ল'ব লগা শিক্ষা কিমান গুৰুত্বপূৰ্ণ তাক ওপৰৰ আলোচনাই স্পষ্ট কৰি দিয়ে।

কিন্তু প্ৰশ্ন হ'ল—বৰ্তমানে আমাৰ সমাজ, বিশেষকৈ আমাৰ শিক্ষা ব্যৱস্থা আৰু গৱেষণাৰ ক্ষেত্ৰখনত ইতিহাস চৰ্চাৰ ৰেহ-ৰূপ যেনে সাঁচৰ মূলতঃ হৈ আছে সেই ধাৰা সুস্থ-সবল নে? ইতিহাস চৰ্চাই বৰ্তমানৰ যুগত এই চৰ্চাৰ উন্নত কেন্দ্ৰবোৰত যি সাঁচেৰে গুৰুত্ব লাভ কৰিছে সেই সাঁচৰ সৈতে তাল মিলাই আমাৰ সমাজত প্ৰচলিত মূল ধাৰাটো আগবাঢ়িব পাৰিছেনে? পৰিতাপৰ কথা যে এই দিশৰ চিত্ৰখন বৰ উজ্জ্বল বুলিব নোৱাৰি। আন শৈক্ষিক তথা বৌদ্ধিক শৃংখলাবোৰৰ দৰেই ইতিহাস চৰ্চাৰ ধাৰালৈকো যুগৰ সৈতে খোজ মিলোৱা পৰিৱৰ্তন, পৰিবৰ্ধন, বিশেষায়ন তথা নতুন গভীৰতা আহিছে। অথচ আমাৰ সমাজত প্ৰচলিত ইতিহাস চৰ্চাৰ মূল ধাৰাটোৱে এতিয়াও অতীতৰ যি "ঔপনিৱেশিক ইতিহাস চৰ্চাৰ ধাৰা" সেই গণ্ডীৰ পৰা ওলাই আহিব পৰা নাই। দুই-এজনে গাইগুটীয়াকৈ তেনে প্ৰচেষ্টা যদিও চলাইছে তথাপি সেইবোৰেই মূল ধাৰা এতিয়াও হোৱাগৈ নাই। এই ক্ষেত্ৰত বিশেষভাৱে চকু দিবলগীয়া দিশ কেইটা হ'ল—বহুমুখী পদ্ধতিৰে কৰা ইতিহাস চৰ্চা, বিশেষায়নৰ পদ্ধতিৰে কৰা ইতিহাস চৰ্চা আৰু ইতিহাস চৰ্চাত আন্তঃশৃংখলা অধ্যয়নৰ গুৰুত্ব। বৰ্তমানে শেষত উল্লেখ কৰা দিশটোৰ গুৰুত্ব ইমানেই বেছি হৈ পৰিছে যে সেইটোৰ ওপৰতেই ইতিহাস চৰ্চাৰ শৈক্ষিক তথা বৌদ্ধিক ভৱিষ্যৎ নিৰ্ভৰশীল। ইতিহাস চৰ্চাৰ মূল উদ্দেশ্য যিহেতু অতীতক যিমান স্পষ্টতাৰে পৰা যায় দাঙি ধৰাটো সেয়ে নৃতত্ত্ব, অৰ্থনীতি, ৰাজনীতি বিজ্ঞান, ভাষাতত্ত্ব, সমাজ বিজ্ঞান—ইত্যাদিৰ সহায় লৈ এক তুলনামূলক পদ্ধতিৰে ইতিহাস চৰ্চা নকৰিলে তেনে চৰ্চাক আজিৰ

যুগত বিজ্ঞানসম্মত চৰ্চা বুলিব নোৱাৰি। আন বৌদ্ধিক শৃংখলাবোৰক ইতিহাস চৰ্চাই সমৃদ্ধ কৰিব লাগিব আৰু ক্ষমতাত থকাসকলক লৈ যেনেকৈ চৰ্চা কৰিব লাগিব, ঠিক তেনেকৈয়ে তৃণমূলক লৈও চৰ্চা কৰিব লাগিব। কাৰণ দুয়োটা স্তৰক লৈহে সমাজ। বৰ্তমানে আই. আই. টিৰ দৰে উচ্চখাপৰ বিজ্ঞান-প্ৰযুক্তিৰ শিক্ষানুষ্ঠানত বিজ্ঞানৰ ইতিহাস অধ্যয়ন কৰাটো বাধ্যতামূলক কৰা হৈছে। কাৰণ বিজ্ঞানৰ আৱিষ্কাৰবোৰ কেনেকৈ হৈছিল আৰু সমাজত এইবোৰে কেনে ফলাফলৰ সৃষ্টি কৰিলে তাৰ উত্তৰ বিজ্ঞানত পাবলৈ নাই। সেইবোৰ পোৱা যায় ইতিহাসতহে। অথচ সেইখিনি নাজানিলে বিজ্ঞান-প্ৰযুক্তিৰ সৈতে সমাজৰ যি সম্পৰ্ক তাৰ সামগ্ৰিক চিত্ৰখন পোৱা নাযায়, যিটো অবিহনে বিজ্ঞান-প্ৰযুক্তিৰ উন্নয়নৰ বস্তুনিষ্ঠ মূল্যায়নো কৰিব নোৱাৰি আৰু তাৰ ভৱিষ্যৎ উন্নতিৰ ক্ষেত্ৰত কোন দিশবোৰক অধিক প্ৰাধান্য দিয়া উচিত সেই সম্পৰ্কীয় সঠিক নীতিও গ্ৰহণ কৰিব নোৱাৰি।

বৰ্তমানে ইতিহাস চৰ্চাত নাৰীবাদে বিশেষ গুৰুত্ব লাভ কৰিছে। একবিংশ শতিকাত ই বিশেষ গুৰুত্ব লাভ কৰিব। কাৰণ যি নাৰী সমাজে সমগ্ৰ সমাজখনৰ আধা দখল কৰি আছে তেওঁলোক আজি অতদিনে ইতিহাসত অৱহেলিত হৈ আহিছে। সেই ইতিহাস নজনাকৈ সভ্যতাৰ ইতিহাস পূৰ্ণাংগ অৰ্থত জনাটো সম্ভৱ নহয়। তেনেকৈয়ে বিশেষ গুৰুত্ব লাভ কৰিছে তৃণমূলৰ পৰা কৰা ইতিহাস চৰ্চাই। কাৰণ সমাজৰ অতি বৃহৎ অংশটো তেওঁলোকেৰেই গঠিত। মনস্তত্ত্বৰ দৃষ্টিকোণেৰেও ইতিহাস চৰ্চা এচামে কৰিছে। বিজ্ঞানৰ যি 'টাইম এণ্ড স্পেচ'ৰ তত্ত্ব সেই তত্ত্বই এচাম ইতিহাসবিদকো প্ৰভাৱিত কৰিছে আৰু তেওঁলোকে ঐতিহাসিক প্ৰক্ৰিয়াৰ কাল আৰু পৰিধি নিৰ্ধাৰণত তাক ব্যৱহাৰ কৰিছে।—ইত্যাদি বহু নতুন নতুন ধাৰা অত্যাধুনিক যুগৰ ইতিহাস চৰ্চালৈ আহিছে, যিবোৰৰ প্ৰচলন আমাৰ সমাজত এতিয়াও হয় হোৱাই নাই, নহয় তেনেই সামান্যভাৱেহে হৈছে।

লগতে ইয়াকো পাহৰিলে নচলিব যে আমাৰ শিক্ষা ব্যৱস্থাত ইতিহাস এটা বিষয় হৈ নাথাকিলেও হয়তো ইতিহাস চৰ্চাক কিছু নিষ্ঠাৱান পণ্ডিতে জীয়াই ৰাখিব, কিন্তু ই তজবজীয়া হ'বলৈ হ'লে আমাৰ শিক্ষা ব্যৱস্থাত ইতিহাস চৰ্চা এটা অতি গুৰুত্বপূৰ্ণ শৃংখলা হৈ থকাৰ লগতেই এই গুৰুত্বক ক্ৰমাগতভাৱে বঢ়াই নিব পাৰিব লাগিব। আমাৰ বৰ্তমানৰ শিক্ষা ব্যৱস্থাত ইতিহাস বিষয়টোৰ যি অৱস্থান তাৰ পৰিপ্ৰেক্ষিতত ওপৰৰ কথাখিনি কাৰোবাৰ বাবে অপ্ৰাংসগিক যেন লাগিব পাৰে। পিচে টং কৰিলেই ওলাই পৰে কথাখিনি সম্পূৰ্ণ প্ৰাসংগিক। নহ'লে দেশৰ শৈক্ষিক জীৱনৰ এটা প্ৰধান প্ৰাণকেন্দ্ৰ তথা দেশৰ ৰাজধানী দিল্লীৰ মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়সমূহত স্নাতক সন্মান মহলা আৰু স্নাতকোত্তৰ মহলাত এই বিষয়ত নামভৰ্তি কৰিবলৈ ইমান হেতা-ওপৰা তথা তীব্ৰ প্ৰতিযোগিতা আৱেদনকাৰীৰ মাজত লাগি নাথাকিলহেঁতেন। সমস্যাৰ সৃষ্টি বিষয়টোক লৈ হোৱা নাই। হৈছে পাঠ্যক্ৰমক লৈহে। এটা বিষয়ক ছাত্ৰ-ছাত্ৰীৰ বাবে আকৰ্ষণীয় কৰি ৰখাৰ ক্ষেত্ৰত তিনিটা দিশ অতি গুৰুত্বপূৰ্ণ। এই দিশ কেইটা হ'ল—(১) এই বিষয়টো মুষ্টিমেয় এচামে অধ্যয়ন কৰিব খোজে ভৱিষ্যতলৈ ইতিহাসবিদ হোৱাৰ লক্ষ্যৰেও (২) এচামে এই বিষয়টো অধ্যয়ন কৰিব খোজে তেওঁৰ মূল পছন্দৰ বিষয়টোক অধিক স্পষ্টতাৰে বুজাত সহায়কাৰী বিষয় হিচাপে; (৩) আৰু এচামে এই বিষয়টো অধ্যয়ন কৰিব খোজে সুসংস্থান লাভত সহায়কাৰী বিষয় হিচাপে।

নক'লেও চলে যে ওপৰত উল্লেখ কৰা দিশ তিনিটাৰ তৃতীয় দিশটোৰ ওপৰতেই নিৰ্ভৰ কৰে এটা বিশেষ বিদ্যায়তনিক শৃংখলা ছাত্ৰ-ছাত্ৰীৰ মাজত থকা জনপ্ৰিয়তাৰ। এই দিশটোৰো দুটা দিশ আছে ঃ (১) এই বিষয়টো অধ্যয়ন কৰি পোনে পোনে পাব পৰা সুসংস্থাপন আৰু (২) এই বিষয়টো অধ্যয়ন কৰাৰ বাবে সুসংস্থাপন লাভ কৰাত পোৱা সহায়। প্ৰথম দিশটোৰ ক্ষেত্ৰত ইতিহাসবিদ হিচাপে নিজকে প্ৰতিষ্ঠিত কৰা; বিদ্যালয়, মহাবিদ্যালয় তথা বিশ্ববিদ্যালয়ত বিষয় শিক্ষক হিচাপে পোৱা নিযুক্তি; প্ৰত্নতত্ত্ব তথা পুৰাতত্ত্ব বিভাগ আৰু সংগ্ৰহালয়বোৰত পাব পৰা নিযুক্তি ইত্যাদিয়েই প্ৰধান। এই পৰিসৰ যে যথেষ্ট ঠেক তথা অতি নিৰ্বাচিত আৰু ক্ষেত্ৰবিশেষে অতি বিশেষায়নেৰে নিজকে সমৃদ্ধ কৰাসকলৰ বাবেহে মাথোন এই ক্ষেত্ৰৰ দুৱাৰ যে মুকলি—সেইটো জনা কথা। এই ক্ষেত্ৰত চকু দিবলগীয়া দিশ দ্বিতীয়টোহে। এই বিষয়টোলৈ চকু দিয়াৰ প্ৰশ্ন অহাৰ লগে লগে আন্তঃশৃংখলা অধ্যয়নৰ গুৰুত্বও বিশেষভাৱে প্ৰাসংগিক হৈ পৰে। কাৰণ এই ক্ষেত্ৰবোৰত ইতিহাস চৰ্চাৰ জৰিয়তে ছাত্ৰ-ছাত্ৰীসকলে লাভ কৰা সুচল মূলতঃ জীৱিকাকেন্দ্ৰিক আৰু তাক আন বিষয়ৰ অধ্যয়নৰ সৈতে সংযুক্ত কৰিহে অৰ্জন কৰিব পাৰি। উদাহৰণস্বৰূপে প্ৰশাসনীয় সেৱাৰ পৰীক্ষাসমূহত এটা বিষয় হিচাপে চৰ্চা গুৰুত্বপূৰ্ণ হৈ আছে আৰু ভৱিষ্যতলৈকো থাকিব। কাৰণ ইতিহাসৰ জ্ঞান নোহোৱাকৈ দক্ষ শাসক হ'ব নোৱাৰি। বৈদেশিক সেৱা খণ্ডত ইতিহাসৰ জ্ঞান অতি গুৰুত্বপূৰ্ণ হৈ পৰিছে। সেই সেৱাখণ্ড চৰকাৰী-বেচৰকাৰী এই দুয়োটা ক্ষেত্ৰতে পূৰ্বৰ তুলনাত এতিয়া বহু বিস্তৃত হৈ পৰিছে। বিদেশত তেনে বৃত্তিত যোগদান কৰিব খোজাসকলে কৰ্মস্থলী হিচাপে বাছি লোৱা, অথবা তেওঁলোকৰ ভাগত পৰা, দেশৰ ইতিহাস জনাটো নিজ বৃত্তিৰ বাবেই অতি গুৰুত্বপূৰ্ণ। তদুপৰি তেনে বৃত্তিৰ বাবে নিৰ্বাচিত হ'বলৈকো সেই জ্ঞান বিশেষভাৱে সহায়কাৰী। সংস্কৃতিৰ অধ্যয়ন—সাম্প্ৰতিক কালত এই বিষয়টো উচ্চ শিক্ষাৰ উচ্চতম মহলাত অতি গুৰুত্বপূৰ্ণ হৈ পৰিছে। সেই বিষয়টো এটা বহুমুখী বিষয় আৰু এই আন্তঃশৃংখলাত ইতিহাস চৰ্চাৰ গুৰুত্বই সৰ্বাধিক। বৰ্তমানৰ পেছাৰ জগতত, আনকি বিজ্ঞাপন আৰু ডিজাইনৰ ক্ষেত্ৰতো প্ৰাচীন আৰ্হিসমূহৰ গুৰুত্ব হৈ পৰিছে অপৰিসীম। সম্প্ৰতি দেশত এই পেছাবোৰৰ অভূতপূৰ্ব বিস্তৃতি ঘটিছে। ইত্যাদি সকলোবোৰ এটা কথালৈকে আঙুলিয়াইছে—ইতিহাস চৰ্চাৰ পৰা লাভ কৰিব পৰা শিক্ষাৰ গুৰুত্ব আমাৰ আজিৰ যুৱ প্ৰজন্মৰ বাবে আগৰ তুলনাত সাম্প্ৰতিক কালত অভূতপূৰ্বভাৱে বাঢ়িছে। তাক কিমান প্ৰাসংগিক কৰিব পৰা হ'ব সেইটো মাথোন যুৱ প্ৰজন্মৰ ৰুচিবোধৰ ওপৰতেই নিৰ্ভৰ কৰা নাই। তেওঁলোকৰ ৰুচিবোধ প্ৰকৃতাৰ্থৰ সুস্থ আধুনিক ৰুচিবোধ এই দিশত হোৱাটো যেনেকৈ অপৰিহাৰ্য, ঠিক তেনেকৈয়ে বৰং প্ৰায়োগিক দিশৰ পৰা বিবেচনা কৰিলে অধিক গুৰুত্বপূৰ্ণ আৰু সেয়ে অধিক অপৰিহাৰ্য হৈ পৰিছে যিসকল অগ্ৰজই এই দিশবোৰৰ সৈতে যুৱ প্ৰজন্মক চিনাকি কৰি দিয়াৰ দায়িত্ব বৰ্তমানে আমাৰ সমাজত বহন কৰিছে। তেওঁলোকৰ মানসিকতা সময়ৰ দাবীৰ সৈতে খাপ খোৱা হোৱাটো তাৰবাবে যে পথ প্ৰদৰ্শকসকল বস্তুনিষ্ঠতাৰ ভিত্তিত চলোৱা অতি কষ্টসাধ্য প্ৰচেষ্টাৰ বাটেৰে আগবাঢ়িবলৈ প্ৰস্তুত হোৱাটোহে সৰ্বাধিক গুৰুত্বৰ কথা-সেইটো দেখ-দেখকৈয়ে ওলাই আছে। ইতিহাস চৰ্চাই যুগৰ সৈতে খাপ খোৱা নিত্য-নতুন সাঁচেৰে সমাজক সমৃদ্ধ কৰিবলৈ প্ৰস্তুত। প্ৰশ্ন হ'ল—এই চৰ্চাৰ দায়িত্ববাহীসকলে তাৰ বাবে চলাবলগীয়া কষ্টসাধ্য প্ৰচেষ্টাৰ বাবে প্ৰস্তুত নে? হোৱা উচিত? তাৰ ওপৰতেই নিৰ্ভৰ কৰিছে আমাৰ যুৱ প্ৰজন্মৰ বাবে ইতিহাস চৰ্চা আৰু কিমান অৰ্থপূৰ্ণ হ'ব—সেই বহুমূলীয়া প্ৰশ্নটোৰ উত্তৰ।

*(অসম সাহিত্য সভাৰ তৃতীয় বিশেষ বাৰ্ষিক অধিৱেশনৰ বুৰঞ্জী সন্মিলনৰ সঞ্চালকৰূপে আগবঢ়োৱা ভাষণ।)*



# প্ৰাক্‌যুদ্ধকালীন অসমীয়া প্ৰবন্ধ সাহিত্যত এভুমুকি

ড° বাণীকান্ত শৰ্মা

অসমীয়া প্ৰবন্ধ সাহিত্যৰ আলোচনাত প্ৰবৃত্ত হোৱাৰ পূৰ্বেই প্ৰবন্ধ নো কি সেই বিষয়ে এটি থূলমূল ধাৰণা উপস্থাপন কৰাটো বোধহয় সমীচীন হ'ব। 'প্ৰবন্ধ' শব্দটো সংস্কৃত ভাষাৰ শব্দ। 'প্ৰবন্ধ' শব্দৰ কেইবাটাও অৰ্থৰ ভিতৰত অন্যতম অৰ্থ হ'ল 'কাব্য' আৰু 'ৰচনা'। 'প্ৰবন্ধ' শব্দটোৰ সমাৰ্থক শব্দৰূপে 'নিবন্ধ' শব্দটোৰো ব্যৱহাৰ সংস্কৃত সাহিত্যত পোৱা যায়। 'প্ৰবন্ধ' শব্দটো অসমীয়া ভাষাত সংস্কৃত ভাষাত ব্যৱহৃত অৰ্থত প্ৰয়োগ কৰা নহয়। উপন্যাস আৰু চুটিগল্প যেনেকৈ পাশ্চাত্য সাহিত্যৰ আদৰ্শত অসমীয়া সাহিত্যত গ্ৰহণ কৰা হৈছে ঠিক সেইদৰে 'প্ৰবন্ধ' শব্দটোও আৰু প্ৰবন্ধ ৰচনাৰ আদৰ্শটোও পাশ্চাত্য সাহিত্যৰপৰা ধাৰ কৰা হৈছে। ইংৰাজী ভাষাৰ Essay শব্দৰ প্ৰতিশব্দৰূপে প্ৰবন্ধ শব্দটো গ্ৰহণ কৰা হৈছে যদিও প্ৰবন্ধ শব্দই ইংৰাজী ভাষাৰ Article, paper আদি শব্দৰো প্ৰতিশব্দৰ স্থান অধিকাৰ কৰিছে।

আধুনিক সাহিত্যৰ প্ৰৱৰ্তনৰ সময়ৰে পৰা বিভিন্ন পণ্ডিতে প্ৰবন্ধৰ বিভিন্ন সংজ্ঞা নিৰূপণ কৰিবলৈ যত্ন কৰি আহিছে। ইংৰাজী ভাষাৰ বিখ্যাত অভিধান প্ৰণেতা ড° জনচনে Essay শব্দটোৰ সংজ্ঞা দিছে এইদৰে—"Essay is a loose sally of mind, an irregular, undigested piece, not a regular and orderly composition." —ৰচনা হ'ল লাগ-বান্ধ নোহোৱাকৈ মনৰপৰা ওলোৱা কিছুমান অপৰিশীলিত কথা, যিবোৰৰ মাজত কোনো শৃংখলাবদ্ধ নিয়মানুগামিতা নাথাকে। Oxford Advanced Learner's Dictionaryত Essay শব্দৰ অৰ্থ দিছে এইদৰে ঃ "a piece of writing, usually short and in prose on any one subject." সেইদৰে The New Encyclopedia Britannica, vol. VIII, 1980. p. 963ত Essayৰ সংজ্ঞা নিৰূপণ কৰা হৈছে এইদৰে—"a literary composition of moderate Length, dealing in an essay, cursory way with a single subject, usually representing the writer's personal experience and outlook."

আন এখন বিশ্বকোষ—World University Encyclopaedia-vol. VI 1968. p.1781ত প্ৰবন্ধৰ সংজ্ঞা নিৰ্ণয় কৰিছে এইদৰে—"a literary composition shorter and less formal than a treatise, and which embodies the opinion of the writer on some general subjects. The term (essay) is sometimes used interchangeably with the word treatise."

গদ্য সাহিত্যৰ প্ৰখ্যাত সমালোচক মাৰ্জৰী বলটনে (Marjorie Bulton)

গদ্যৰ প্ৰকৃতি বিভাজন কৰি contemplative prose অৰ্থাৎ চিন্তাশীল গদ্যৰ অন্তৰ্ভুক্ত কৰি Essayৰ লক্ষণ সম্পৰ্কে লিখিছে—Under this heading we may put the essay as found in anthologies, some books of religious meditation, political speculation, or fantasy, and some books of descriptive writing which do not conveniently come under more definite headings." (The Anatomy of prose 1986 p.6).

আকৌ এগৰাকী প্ৰখ্যাত সমালোচক উইলিয়ম হেনৰী হাড্‌ছনে তেওঁৰ An Introduction to the study of Literature গ্ৰন্থত Essay সম্পৰ্কে লিখিছে এইদৰে—The essay, then may be regarded, roughly as a composition on any topic the chief negative features of which are comparative-brevity and comparative work of exhaustiveness.

ওপৰত উল্লেখ কৰা সংজ্ঞাসমূহৰ কোনোটোৱে প্ৰবন্ধৰ আত্মাটো আৱিষ্কাৰ কৰাত সফল হোৱা নাই, প্ৰত্যেকটোতে একদেশদৰ্শিতা বিদ্যমান। অৱশ্যে আমি এটা কথা মন কৰিব লাগিব যে প্ৰবন্ধ সাহিত্যৰ দুটা প্ৰধান বিভাগ সততে বিবেচ্য—এটা হ'ল তথ্য-তত্ত্বপূৰ্ণ আলোচনামূলক ৰচনা আৰু আনটো হ'ল ব্যক্তিনিষ্ঠ বা লঘু ৰচনা (Personal essay)। লঘু ৰচনাত ব্যক্তি বিশেষৰ নিজস্ব আৱেগ-অনুভূতিকে ধৰি হাস্য-ব্যংগাত্মক নানা দিশ প্ৰকটিত হ'ব পাৰে। আনফালে তথ্য আৰু তত্ত্বপ্ৰধান ৰচনাবোৰ হ'ল সম্পূৰ্ণ বস্তুনিষ্ঠ সমালোচনা—য'ত লেখকৰ সম্পূৰ্ণ প্ৰচেষ্টা সত্যৰ উদ্‌ঘাটন আৰু সিদ্ধান্তত উপনীত হোৱাৰ মানসিকতা নিহিত হৈ থাকে। এই সত্যত উপনীত হ'বলৈ লেখকে যুক্তি আৰু প্ৰমাণৰ আশ্ৰয় লৈ বিষয়বস্তুৰ গুৰুত্ব প্ৰণালীবদ্ধভাৱে লিপিবদ্ধ কৰি পাঠকৰ হাতত তুলি দিয়ে। লেখকৰ চিন্তাৰ গভীৰতা আৰু পাণ্ডিত্যৰ পৰাকাষ্ঠা প্ৰবন্ধৰ আলোচনাত পৰিস্ফুট হ'ব লাগে। তদুপৰি লেখকৰ ভাষাৰ ওপৰত থাকিব লাগে ব্যাপক অধিকাৰ আৰু শব্দ চয়ন পদ্ধতি হ'ব লাগে মনোৰঞ্জক। প্ৰকাশভংগী হ'ব লাগে প্ৰাঞ্জল। উপযুক্ত স্থানত উপযুক্ত শব্দৰ প্ৰয়োগ কৰিব নোৱাৰিলে লেখক কৃতকাৰ্য হ'ব নোৱাৰে। বিশিষ্ট ৰচনা পদ্ধতি বা ষ্টাইলেৰেহে লেখকে বিষয়বস্তুৰ অন্তৰ্নিহিত ভাব পাঠকৰ সন্মুখত উপস্থাপিত কৰিব পাৰে।

প্ৰবন্ধ সম্পৰ্কে প্ৰাচীন সমালোচকসকলৰ মনত যিটো ধাৰণা আছিল সেইটো সৰ্বজনগ্ৰাহ্য নহয় বুলি তাৰ প্ৰতিবাদকল্পে বিশিষ্ট সমালোচক মুনীন বৰকটকীয়ে ১৯৩৭ খ্ৰীষ্টাব্দতে 'আৱাহন' আলোচনীৰ অষ্টম বছৰৰ অষ্টম সংখ্যাত এ.এ. মিল্‌নেৰ "অন্ থাৰ্মমিটাৰ' লৈ" শীৰ্ষক লেখাটোৰ আগকথাত প্ৰবন্ধ সম্পৰ্কে এটি চিন্তামূলক বিচাৰৰ অৱতাৰণা কৰি লিখিছিল—".... প্ৰবন্ধ বুলিলেই হ'ব লাগিব গহীন-গম্ভীৰ বিষয়লৈ লিখা গুৰু-গম্ভীৰ ৰচনা, তাত থাকিব লাগিব তৰ্কশাস্ত্ৰ (Logic)ৰ পানী নসৰকা যৌক্তিকতা, ভাবৰ গুৰুত্ব, ভাষাৰ গাম্ভীৰ্য, অতি ভদ্ৰতাৰ আৱৰণ আৰু চলিত নীতিশাস্ত্ৰ (Ethics)ৰ প্ৰতি অবিচলিত নিষ্ঠা।"

".... গহীন-গম্ভীৰ কথাই আৰু ভাষাই নহয়, সাধাৰণ কথা, সাধাৰণ অনুভূতি, এনেকি মনৰ কিছুমান লাগ-বান্ধ নোহোৱা বুৰবুৰণিৰেও আৰু নিচেই উজু ঘৰুৱা ভাষাতো প্ৰবন্ধ লিখিব পৰা যায়। কেৱল বেকন বা স্মাইল্‌ছ্ এডেবাৰিৰ বিষয় বাছি বাছি লিখা অলৌকিক (Impersonal) নীৰস নীতিবহুল ৰচনাবোৰেই প্ৰবন্ধ নহয়। ৰচনা বুলিলেই তাৰ কাৰণে কিছুমান বাছি থোৱা বিষয় আছে বুলি কোৱাৰ সমান ভুল ধাৰণা আৰু একো হ'ব নোৱাৰে। ....মানুহৰ সকলো ভাব-অনুভূতি বৃহত্তমৰপৰা তুচ্ছতমলৈ পৃথিৱীৰ সকলো বস্তুৱেই প্ৰবন্ধৰ বিষয়বস্তু হ'ব পাৰে। তাৰ কৃতকাৰ্যতা নিৰ্ভৰ কৰে লেখকৰ লিখন ভংগীত, অৰ্থ কঢ়িয়াব পৰা ক্ষমতাত। .....প্ৰবন্ধৰ প্ৰবন্ধত্ব তাৰ প্ৰকাশত, বিষয় নিৰ্বাচনত নহয়।.... প্ৰবন্ধত যুক্তি থাকিব লাগিব সঁচা, কিন্তু যুক্তিযুক্ততাই প্ৰবন্ধৰ প্ৰাণ বুলি ধৰিলে তাক দৰ্শনৰ লগত একাকাৰ কৰি পেলোৱা হ'ব। প্ৰবন্ধৰ লক্ষ্য হ'ল ৰস পৰিবেশন কৰা। ৰস যুক্তিতো থাকে, অযুক্তিতো থাকে। সেই কাৰণে প্ৰবন্ধ মাত্ৰকে নীতিৰ তুলাচনীত জুখি যুক্তিৰ কষটিত ঘঁহি চাবলৈ যোৱাটো অন্যায়।

বৰকটকীয়ে উপস্থাপন কৰা উক্ত মন্তব্যৰ প্ৰসংগতে তেওঁ লেম্বৰ "Essays of Elia" গ্ৰন্থৰ প্ৰবন্ধৰাজিক 'এছেৰ 'ছাৰ্চলাইট' বুলি অভিহিত কৰিছে আৰু লেম্বৰ অনুসৰণ আৰু অনুকৰণকাৰীসকলক উদ্দেশ্য কৰি লিখিছে "লেম্বেই ইঞ্জিনৰ দৰে তেওঁৰ পাছে পাছে ষ্টিভেন্সন, হেজলিট, এড্ৰেমৰ, মাৰ্ক টোৱেইন, অস্কাৰ ৱাইল্ড, অষ্টিন ডবছন, মাৰ্লে, বাৰ্ক, অগষ্টিন, বিৰেল, আৰ্ভিং, চেষ্টাৰটন, হিউলেট, এড্ৰেমৰ প্ৰিষ্টলি, ৰোলা, ইনজ, কম্বটন, মেকেঞ্জি, কলৰাড্, হিলেয়াৰ, বেলক, ই-ডি-লুকাছ্, অলডুছ হা'লে, ডেছমণ্ড, মেক্‌কাৰথি, মেকছ বীৰবহম্, এ.এ. মিলনে, ৱাংগাৰমেন, আৰ্ণল্ড বেনেট, লিটন, ষ্ট্ৰেচী, জেৰম কেজেৰম্, ডব্লিউ জেকবছ প্ৰভৃতিক ৰেলগাড়ী কৰি টানি নিছে।"

বৰকটকীয়ে প্ৰবন্ধ সম্পৰ্কে লিখা উক্ত কথাখিনি দৰাচলতে ব্যক্তিনিষ্ঠ বা ব্যক্তিধৰ্মী ৰচনাৰ ক্ষেত্ৰতহে প্ৰযোজ্য। ব্যক্তিনিষ্ঠ ৰচনাতো লেখকৰ জীৱন দৰ্শন বা দাৰ্শনিক তত্ত্ব প্ৰকাশিত হ'ব পাৰে। কিন্তু আমি প্ৰবন্ধত থাকিবলগীয়া তত্ত্ব আৰু তথ্য আৰু লগতে গদ্যৰীতি বা গদ্যশৈলী বিচাৰ কৰিহে প্ৰবন্ধৰ মূল্যায়ন কৰিবলগীয়া হয়। নৈৰ্ব্যক্তিক আৰু ব্যক্তিধৰ্মী (Impersonal and personal) ৰচনাৱলীৰ মাধ্যমেৰে প্ৰধানভাৱে গদ্যশৈলী বা গদ্যৰীতিৰ বিকাশ ঘটে। মানুহে দৈনন্দিন জীৱনত বিভিন্ন পৰিবেশ আৰু পৰিস্থিতি অনুসৰি যিদৰে কথা-বতৰা পাতে সেইদৰে লেখক আৰু সাহিত্যিকসকলেও স্থান-কাল-পাত্ৰ ভেদে যাতে বিষয়বস্তুৰ অৱতাৰণা উপযোগী হয় তাৰ প্ৰতি লক্ষ্য ৰাখি ৰচনা কাৰ্যত প্ৰবৃত্ত হয়। মানুহৰ মনৰ চিন্তা-ভাবনা, আৱেগ-অনুভূতি আদিৰ বিভিন্নতাৰ কাৰণেই ভাবপ্ৰকাশৰ বিভিন্নতা সদায় দেখা যায়। সেই কাৰণে সকলোবোৰ প্ৰবন্ধৰ ভাষাশৈলী একে হ'ব নোৱাৰে। সুখ-দুখ, হৰ্ষ-বিষাদ, বীৰত্ব-বিভীষিকা আদি উপযুক্ত শব্দচয়ন পদ্ধতিৰে কবিসকলে তেওঁলোকৰ কাব্যত যিদৰে সন্নিৱিষ্ট কৰে সেইদৰে গদ্যশিল্পীসকলেও উপযুক্ত শব্দচয়ন পদ্ধতি তথা বাক্যগঠন ৰীতিৰে তেওঁলোকৰ গদ্যলেখাসমূহ হৃদয়গ্ৰাহী ৰূপত প্ৰকাশ কৰে। এই প্ৰসংগত কবিগুৰু ৰবীন্দ্ৰনাথে লিখা এষাৰ কথা প্ৰণিধানযোগ্য। তেওঁ লিখিছিল—"ভাষা... কেৱল ভাবৰ



এক আধাৰ মাত্ৰ নহয়; তাৰ মাজত যেন তেন প্ৰকাৰেণ কিছুমান বক্তব্য-বিষয় ভৰাই দিলেই কৰ্তব্য সমাপন নহয়;.... বক্তব্য বিষয় সৰলকৈ, সুন্দৰকৈ আৰু সুশৃংখলকৈ ব্যক্ত কৰিব লাগিব।.... সমাজবন্ধন যিদৰে মনুষ্যৰ বিকাশৰ বাবে অত্যাৱশ্যক, সেইদৰে ভাষাক কথাবন্ধনৰ দ্বাৰা সংযমিত নকৰিলে, সেই ভাষাৰপৰা কেতিয়াও প্ৰকৃত সাহিত্যৰ উদ্ভৱ হ'ব নোৱাৰে।"

তেওঁ আকৌ কৈছিল, "বিষয় আৰু তত্ত্ব মানুহৰ সাধাৰণ সম্পত্তি, কিন্তু ৰচনা লেখকৰ নিজস্ব বস্তু। সেই কাৰণেই ৰচনাৰ মাজত লেখক যথাৰ্থৰূপত জীয়াই থাকে; ভাবৰ মাজত বা বিষয়ৰ মাজত নহয়। ....ভাব মনুষ্য সাধাৰণৰ, কিন্তু সেই ভাবক বিশেষ মূৰ্তিত সকলোৰে আনন্দ সামগ্ৰী কৰি তুলিব পৰাটোতে লেখকৰ কীৰ্তি।"

এই কীৰ্তি লাভ কৰিবলৈ লেখক বা সাহিত্যিকসকলে কেইটামান দিশত সততে সতৰ্ক দৃষ্টিপাত কৰিব লাগে। প্ৰথমতে গদ্যলেখকে কোনো দ্ব্যৰ্থক শব্দ গদ্য ৰচনাত ব্যৱহাৰ কৰিব নালাগে। এটা শব্দৰ এটা প্ৰসংগত এটা মাত্ৰ অৰ্থ—এই নীতি অনুসৰণ কৰা উচিত। কবিতাত শব্দৰ মুখ্য আৰু গৌণ অৰ্থৰ স্থান আছে; কিন্তু গদ্যত মুখ্যাৰ্থহে থাকিব লাগে। দ্বিতীয়তে উপযুক্ত শব্দ সম্ভাৰেৰে বক্তব্য বিষয় উপস্থাপন কৰি পাঠকৰ অন্তৰ ৰসাসিক্ত কৰিব নোৱাৰিলে আৰু লগতে পাঠকৰ মনত নতুন ভাব আৰু চিন্তাৰ উদ্ৰেক কৰিব নোৱাৰিলে লেখকৰ শ্ৰম নিষ্ফল হয়, সেই কাৰণে লেখকসকলৰ শব্দ-ভাণ্ডাৰৰ পৰিসৰ বিস্তৃত আৰু চহকী হ'ব লাগে। তৃতীয়তে লেখকে সেই শব্দভাণ্ডাৰৰ পৰা যথোপযুক্ত শব্দ নিৰ্বাচন কৰি যথাযথভাৱে ব্যৱহাৰ কৰিব পাৰিব লাগিব। শব্দচয়ন পদ্ধতি যদি নিখুঁত নহয় তেনেহ'লে লেখকে বিষয়বস্তুৰ মৰ্মাৰ্থ পাঠকৰ হৃদয়গ্ৰাহীকৈ উপস্থাপিত কৰিব নোৱাৰে। প্ৰত্যেক জনসমষ্টিৰ ভাষাৰ অভিধানত প্ৰচলিত আৰু অপ্ৰচলিত শব্দ সংগৃহীত হৈ থাকে। মাত্ৰ সাহিত্য চৰ্চাত বা দৈনন্দিন জীৱনত যিবোৰ শব্দৰ ব্যৱহাৰ সৰ্বাধিক সেইবোৰ শব্দৰ ব্যৱহাৰ কৰি বিষয়বস্তু পাঠকৰ সন্মুখত কিমান কৃতকাৰ্যতাৰে উপস্থাপন কৰিব পাৰিছে সেইটোহে প্ৰধানভাৱে বিচাৰ কৰি চাব লাগে। কিয়নো দুৰ্বোধ্য আৰু দুৰূহ শব্দৰ প্ৰয়োগে গদ্যশৈলীৰ সৌষ্ঠৱ আৰু গাম্ভীৰ্য ৰক্ষা কৰিব নোৱাৰে, বৰঞ্চ তেনেধৰণৰ শব্দৰ প্ৰয়োগে গদ্যৰ স্পষ্টতা আৰু সাৱলীলতা সংকুচিত কৰে। উপযুক্ত স্থানত যথাৰ্থজ্ঞাপক সুবোধ্য শব্দৰ ব্যৱহাৰেৰেই গদ্যৰ উৎকৰ্ষতা নিৰ্ণয় কৰে। চতুৰ্থতে গদ্য সাহিত্যত ব্যাকৰণগত বিশুদ্ধতাৰ ওপৰত গুৰুত্ব আৰোপ কৰিব লাগে। পঞ্চমতে গদ্যত শ্ৰুতিমাধুৰ্য, ৰসসৃষ্টি, ভাবোদ্ৰেক আদি নানা গুণৰ সমাবেশ ঘটোৱাৰ কাৰণে উপমা, ৰূপক আদি অলংকাৰ, যোজনা, পটন্তৰ, জতুৱা ঠাঁচ, খণ্ডবাক্য, প্ৰতীক, চিত্ৰকল্প আদিৰ সুপ্ৰয়োগ কৰা উচিত।

অসমীয়া প্ৰবন্ধ সাহিত্যৰ প্ৰধানতঃ দুটা ভাগ—(১) বস্তুনিষ্ঠ ৰচনা আৰু (২) ব্যক্তিনিষ্ঠ ৰচনা। বস্তুনিষ্ঠ ৰচনাক, তন্ময় বা নৈৰ্ব্যক্তিক (Impersonal) আখ্যা দিয়া হয়, আনফালে ব্যক্তিনিষ্ঠ ৰচনাক ব্যক্তিনিষ্ঠ (Personal) বা মন্ময় ৰচনা আখ্যা দিয়া হয়—ব্যক্তিনিষ্ঠ ৰচনাসমূহক সমালোচকসকলে বিভিন্ন নামেৰে অভিহিত কৰিছে—লঘু ৰচনা, ৰম্যৰচনা, ৰসৰচনা, হাস্যব্যংগৰচনা ইত্যাদি। নৈৰ্ব্যক্তিক ৰচনাসমূহ তথ্য আৰু তত্ত্বালোচনামূলক। এইবিধ প্ৰবন্ধৰ কেইবাটাও শ্ৰেণী আমাৰ চকুত পৰে। প্ৰধানতঃ সেইকেইটা হ'ল—(১) প্ৰত্নতত্ত্ব আৰু ইতিহাস বিষয়ক, (২) ভাষা-সাহিত্য বিষয়ক, (৩) ধৰ্মীয় আৰু দাৰ্শনিক তত্ত্ব বিষয়ক, (৪)ৰাজনীতি আৰু অৰ্থনীতি বিষয়ক, (৫) শিক্ষা-সমাজ-সংস্কৃতি বিষয়ক, (৬) বিজ্ঞান বিষয়ক আৰু (৭) জীৱনীভিত্তিক প্ৰবন্ধ।

অসমীয়া প্ৰবন্ধ সাহিত্যৰ আৰম্ভ হয় আলোচনীৰ পাতত আৰু পূৰ্ণ বিকাশো ঘটে আলোচনীতেই। তাৰ এটি অতি সংক্ষিপ্ত পৰিচয় তলত দাঙি ধৰিবলৈ প্ৰয়াস কৰা হ'ব।

অসমীয়া প্ৰবন্ধ সাহিত্যই প্ৰথমতে ভুমুকি মাৰে 'অৰুনোদই সংবাদপত্ৰ'ত। ১৮৪৬ খ্ৰীষ্টাব্দৰ পৰা ১৮৮০ খ্ৰীষ্টাব্দলৈ প্ৰকাশিত এই সংবাদপত্ৰখনত যিবোৰ প্ৰবন্ধ প্ৰকাশিত হৈছিল সেই সকলোবোৰেই আছিল প্ৰধানকৈ বৰ্ণনামূলক। প্ৰবন্ধত থাকিবলগীয়া সকলো গুণবিশিষ্ট প্ৰবন্ধ তেতিয়া ওলোৱা নাছিল; মাত্ৰ বৰ্ণনাত্মক ৰচনাহে আছিল সেইবোৰ। অৱশ্যে সেইবোৰত ভাষাৰ জড়তা বা দ্ব্যৰ্থকতা নাছিল। ভাষা আছিল সৰল আৰু অৰ্থ প্ৰকাশক। যদিও 'অৰুনোদই সংবাদপত্ৰ'ৰ মুখ্য উদ্দেশ্য আছিল খ্ৰীষ্টধৰ্ম প্ৰচাৰ কৰা তথাপি অৰুনোদই কাকতে আধুনিক অসমীয়া গদ্যৰ মূল ভেটি গঢ়ি তুলিছিল। এই কাকতখনত অনেক দেশৰ সংবাদ শিতানত গ্ৰীচ, মিছৰ, চীন, আফ্ৰিকা, আৰব আদি দেশৰ ভৌগোলিক আৰু ঐতিহাসিক বিৱৰণ, ভাৰতবৰ্ষৰ বুৰঞ্জী, 'পুৰণি অসম বুৰঞ্জী', 'কামৰূপৰ বুৰঞ্জি', 'চুটিয়া বুৰঞ্জি' আদি প্ৰকাশিত হৈছিল। প্ৰাণীবিদ্যা, উদ্ভিদবিদ্যা, পদাৰ্থবিদ্যা, জ্যোতিৰ্বিদ্যা সম্পকীয় প্ৰবন্ধই এই কাকতখনত ঠাই পাইছিল। এই কাকতখনে বাইবেলৰ কাহিনী, খ্ৰীষ্টধৰ্মৰ বিভিন্ন আখ্যান প্ৰবন্ধাকাৰে প্ৰকাশ কৰিছিল। মিছনেৰী লেখকসকলৰ বাহিৰেও অনা খ্ৰীষ্টিয়ান বহুতো লেখকে প্ৰবন্ধ লিখি এই কাকতত প্ৰকাশ কৰিছিল। আনন্দৰাম ঢেকিয়াল ফুকনে ইংৰাজী সাহিত্যৰ প্ৰবন্ধৰ আদৰ্শ অনুসৰণ কৰি 'ইংলণ্ডৰ বিৱৰণ' শীৰ্ষক যিটো প্ৰবন্ধ লিখিছিল সেইটো প্ৰবন্ধৰ গুণবিশিষ্ট অন্যতম প্ৰবন্ধ। অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা আৰু ব্যংগৰচনা তথা নাটকৰ পথিকৃৎ গুণাভিৰাম বৰুৱাই প্ৰবন্ধৰ যোগান ধৰি 'অৰুনোদই সংবাদপত্ৰ'ৰ মৰ্যাদা বৃদ্ধি কৰিছিল। খ্ৰীষ্টধৰ্মলৈ ধৰ্মান্তৰিত নিধি লেভি ফাৰৱেলে তেওঁৰ নিকপকপীয়াকৈ লিখা প্ৰবন্ধেৰে খ্ৰীষ্টধৰ্মৰ প্ৰচাৰ কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল। এইখিনিতে মনকৰিবলগীয়া কথা হ'ল হেমচন্দ্ৰ বৰুৱাই মিছনেৰীৰ "ভাষা লিখোতে জিমান জাতি, তিমানহে লিখিব লাগে; একে জাতিৰ দুই তিনি প্ৰভেদৰ সকাম নাই।"—এই নীতিৰে লিখা বৰ্ণবিন্যাস ৰীতিৰ সম্পূৰ্ণ বিৰোধিতা কৰি শব্দৰ মূলানুগ বৰ্ণবিন্যাস পদ্ধতি গ্ৰহণ কৰাৰ কাৰণে যি বহ্মাস্ত্ৰ প্ৰয়োগ কৰিছিল তাৰ ফলত 'অৰুনোদই সংবাদপত্ৰ' বৰ্ণবিন্যাস ৰীতি ১৮৬১ খ্ৰীষ্টাব্দৰ পৰা পৰিৱৰ্তিত হৈছিল, আনকি 'অৰুনোদই' গুচি 'অৰুণোদয়' লিখিবলৈ মিছনেৰীসকল বাধ্য হৈছিল।

'অৰুনোদই' কাকতখনৰ খ্ৰীষ্টধৰ্মপ্ৰচাৰৰ বাণীসমূহে সেই সময়ৰ অসমৰ হিন্দুধৰ্মাৱলম্বীসকলৰ মনত আঘাত দিছিল। বিশেষকৈ বৈষ্ণৱ সত্ৰসমূহৰ লোকসকল অতিকৈ ক্ষুণ্ণ হৈছিল। সেই কাৰণেই মাজুলীৰ আউনীআটী সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীদত্তদেৱ গোস্বামীয়ে ১৮৭১ খ্ৰীষ্টাব্দত 'আসাম বিলাসিনী'

নামৰ মাহেকীয়া আলোচনীখন ‘ধৰ্মপ্ৰকাশ যন্ত্ৰ’ নামৰ ছপাশালত মুদ্ৰিত কৰি প্ৰকাশ কৰি হিন্দুধৰ্মৰ মহত্ত্ব প্ৰচাৰত ব্ৰতী হৈছিল। ১৮৮৩ খ্ৰীষ্টাব্দলৈ চলা এই আলোচনীখনৰ প্ৰবন্ধ লেখকৰ নামবোৰ পোৱা নাযায়। অকালতে মৃত্যুবৰণ কৰা লম্বোদৰ বৰাই ‘আসাম বিলাসিনী’ত প্ৰবন্ধ ৰচনা কৰি প্ৰকাশ কৰাইছিল। তেওঁৰ প্ৰবন্ধসমূহে তেওঁৰ বুদ্ধিদীপ্ত বিশ্লেষণধৰ্মী আলোচনাৰ স্বাক্ষৰ বহন কৰে।

মাজুলীৰপৰা ‘ধৰ্মপ্ৰকাশ যন্ত্ৰ’ যোৰহাটলৈ স্থানান্তৰিত হোৱাৰ পিচত ‘আসাম বিলাসিনী’ পুনশ্চ প্ৰকাশিত হৈছিল ১৯১৩ খ্ৰীষ্টাব্দত কৃষ্ণকান্ত ভট্টাচাৰ্যৰ সম্পাদনাত সাতদিনীয়া বাতৰিকাকতৰ ৰূপত। ১৯২৪ খ্ৰীষ্টাব্দত ইয়াৰ প্ৰকাশ বন্ধ হয়। স্বদেশানুৰাগ-জাতীয়তাবাদী প্ৰবন্ধ দ্বিতীয়বাৰ যোৰহাটৰ পৰা ওলোৱা ‘আসাম বিলাসিনী’ত প্ৰকাশিত হৈছিল।

১৮৮২ খ্ৰীষ্টাব্দৰপৰা ১৮৮৫ খ্ৰীষ্টাব্দলৈ হেমচন্দ্ৰ বৰুৱাৰ সম্পাদনাত ওলোৱা ‘আসাম নিউচ’ নামেৰে দ্বিভাষিক (ইংৰাজী আৰু অসমীয়া) কাকতখনত হেমচন্দ্ৰ বৰুৱাই সুগভীৰ সম্পাদকীয় প্ৰবন্ধ লিখাৰ উপৰি চৰকাৰৰ শাসননীতিৰ বহু পৰিৱৰ্তনৰ পোষকতা কৰিছিল। ১৮৮৬ খ্ৰীষ্টাব্দত প্ৰকাশিত বলিনাৰায়ণ বৰাৰ তত্ত্বাৱধানত হৰনাৰায়ণ বৰাৰ সম্পাদনাত ওলোৱা ‘মৌ’ মাত্ৰ কেইমাহমান চলাৰ পিচত বন্ধ হৈছিল। ‘স্ত্ৰী শিক্ষা’ সম্পৰ্কে, চাহ বনুৱাক লৈ লিখা ‘চাহ বাগিছাৰ কুলি’ প্ৰবন্ধকাৰসকলৰ মাজত বাদানুবাদৰ সৃষ্টি হৈছিল। লক্ষ্মীনাথ বেজবৰুৱাই বলিনাৰায়ণ বৰাৰ অভিমতৰ বিৰুদ্ধে দৃঢ় প্ৰতিবাদ জনাই প্ৰবন্ধ লিখিছিল।

১৮৮৫-৮৬ খ্ৰীষ্টাব্দত গুণাভিৰাম বৰুৱাৰ সম্পাদনাত প্ৰকাশিত ‘আসাম বন্ধু’ মাত্ৰ চৈধ্যটা মাহ জীয়াই আছিল। এই আলোচনীখনত অসমৰ জাতিগঠন প্ৰক্ৰিয়া, অসমীয়া ভাষাৰ স্বতন্ত্ৰতা, বহিৰাগতসকলৰ কথা, স্ত্ৰীশিক্ষা প্ৰভৃতিৰ বিষয়ে প্ৰবন্ধ প্ৰকাশ হোৱাৰ উপৰি সমাজ-সংস্কৃতি বিষয়ৰ প্ৰবন্ধ আৰু ৰাজনৈতিক পৰিস্থিতি বিষয়ক প্ৰবন্ধই স্থান পাইছিল। লম্বোদৰ বৰাৰ কেইবাটাও ব্যক্তিনিষ্ঠ প্ৰবন্ধ---‘সদানন্দৰ কলাঘুমটি’, ‘সদানন্দৰ সমাচাৰ’, ‘সদানন্দৰ নতুন অভিধান’ ইত্যাদি এই আলোচনীত প্ৰকাশ হৈছিল।

অসমীয়া প্ৰবন্ধ সাহিত্যৰ পূৰ্ণ বিকাশ ঘটিছিল ‘জোনাকী’ আলোচনীখনত। ঊনবিংশ শতিকাৰ শেষৰ দুটা দশকত কলিকতাত উচ্চ

‘জোনাকী’য়ে অসমীয়া সাহিত্যলৈ পাশ্চাত্যৰ নৰন্যাসভিত্তিক সাহিত্য ৰূপৰসৰ ধাৰণাৰ ঢৌ কঢ়িয়াই অনাৰ উপৰি গভীৰ দেশাত্মবোধ আৰু জাতীয় চৈতন্য উদ্বুদ্ধ কৰাত অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল। ১৮৯৮ খ্ৰীষ্টাব্দলৈ সৰ্বমুঠ ৬৯টা সংখ্যাত প্ৰকাশিত ‘জোনাকী’ত অসমীয়া সাহিত্যৰ প্ৰকৃত সাৰৱত্তা শক্তিশালী ৰূপত গঢ় লৈ উঠিছিল আৰু সমগ্ৰ অসমীয়া জাতিৰ মাজত এক বৌদ্ধিক পৰিমণ্ডলৰ সৃষ্টি হৈছিল।

শিক্ষা লাভ কৰিবলৈ যোৱা ডেকাসকলে প্ৰতিষ্ঠা কৰা অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ উদ্যোগত ‘জোনাকী’ শীৰ্ষক আলোচনীখনে ১৮৮৯ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰীৰ ৯ তাৰিখে কলিকতাৰপৰা মানৱতাবাদী কবি চন্দ্ৰকুমাৰ আগৰৱালা, প্ৰথিতযশা পণ্ডিত হেমচন্দ্ৰ গোস্বামী, অসমীয়া চুটিগল্পৰ জনক লক্ষ্মীনাথ বেজবৰুৱা প্ৰমুখ্যে অসম মাতৃৰ সুসন্তানসকলৰ যৌথ প্ৰচেষ্টাত জন্ম লাভ কৰিছিল। ‘জোনাকী’য়ে অসমীয়া সাহিত্যলৈ পাশ্চাত্যৰ নৰন্যাসভিত্তিক সাহিত্য ৰূপৰসৰ ধাৰণাৰ ঢৌ কঢ়িয়াই অনাৰ উপৰি গভীৰ দেশাত্মবোধ আৰু জাতীয় চৈতন্য উদ্বুদ্ধ কৰাত অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল। ১৮৯৮ খ্ৰীষ্টাব্দলৈ সৰ্বমুঠ ৬৯টা সংখ্যাত প্ৰকাশিত ‘জোনাকী’ত অসমীয়া সাহিত্যৰ প্ৰকৃত সাৰৱত্তা শক্তিশালী ৰূপত গঢ় লৈ উঠিছিল আৰু সমগ্ৰ অসমীয়া জাতিৰ মাজত এক বৌদ্ধিক পৰিমণ্ডলৰ সৃষ্টি হৈছিল। স্বদেশানুৰাগী কমলাকান্তৰ হৃদয়ভেদী ওলোৱা ‘জাতীয় উন্নতি’, ‘অসমৰ উন্নতি’, ‘অসমীয়াৰ উন্নতি’, পানীন্দ্ৰ নাথ গগৈৰ ‘জাতীয় প্ৰেম’, হেমচন্দ্ৰ গোস্বামীৰ ‘অসমীয়া ভাষা’, কনকলাল বৰুৱাৰ, ‘আমাৰ শিল্প’, বেজবৰুৱাৰ ‘অসমীয়া ভাষা’ আদি প্ৰবন্ধত জাতীয় চেতনা তথা সাংস্কৃতিক ঐতিহ্যৰ কথা প্ৰস্ফুটিত হৈছে। ইয়াৰ নৈতিক-আধ্যাত্মিক, দাৰ্শনিক-তত্ত্ব প্ৰধান প্ৰবন্ধৰ উপৰি বিজ্ঞানভিত্তিক আৰু মনোবিজ্ঞানভিত্তিক প্ৰবন্ধ ইয়াত প্ৰকাশিত হৈছিল। এই আলোচনীখনতেই অসমীয়া গদ্যশৈলীৰ উৎকৰ্ষতা প্ৰতিষ্ঠিত হৈছিল।

‘জোনাকী’ৰ জন্মৰ এবছৰ পিচতেই ১৮৯০ খ্ৰীষ্টাব্দত ‘বিজুলী’ নামৰ অন্য এখন আলোচনী পদ্মনাথ গোহাঞিবৰুৱা, বেণুধৰ ৰাজখোৱা প্ৰভৃতিৰ সহযোগত কৃষ্ণপ্ৰসাদ দুৱৰাৰ সম্পাদনাত কলিকতাৰ পৰাই প্ৰকাশিত হৈছিল। ‘জোনাকী’ৰ নিচিনাকৈ ‘বিজুলী’য়েও এদল লেখকৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছিল যদিও দুয়োখন আলোচনীৰ প্ৰতিযোগিতাৰ ফলত দুয়োখন আলোচনীৰে অকাল মৃত্যু ঘটে। ১৯০১ খ্ৰীষ্টাব্দত সত্যনাথ বৰাৰ সম্পাদনাত ‘জোনাকী’ৰ কেইটামান মাহৰ সংখ্যা প্ৰকাশিত হৈছিল। আনফালে ১৯০২ খ্ৰীষ্টাব্দত শ্বিলঙৰপৰা কেইটামান সংখ্যা ওলাইছিল। ‘জোনাকী’ৰ প্ৰকাশৰ সমসাময়িকভাৱেই ১৮৯৪ খ্ৰীষ্টাব্দৰপৰা ১৯০১ খ্ৰীষ্টাব্দলৈ কালিৰাম বৰুৱাৰ সম্পাদনাত ‘আসাম’ নামৰ এখনি দ্বিভাষিক (ইংৰাজী আৰু অসমীয়া)



সাপ্তাহিক কাকত গুৱাহাটীৰপৰা ওলাইছিল আৰু কাকতত জাতীয়ত্ববোধৰ ছবি প্ৰবন্ধবোৰত প্ৰতিভাত হৈছিল।

এই সময়ৰ অন্য এখন প্ৰভাৱশালী সাপ্তাহিক ‘আসাম বন্তি’ ১৯০০ খ্ৰীষ্টাব্দত তেজপুৰৰপৰা পদ্মনাথ গোহাঞিবৰুৱাৰ তত্ত্বাৱধানত প্ৰথমতে সাপ্তাহিক কাকতৰূপে চৈধ্য বছৰকাল আৰু পিচত পযেকীয়া কাকতৰূপে ওলাই প্ৰায় ৪৪ বছৰ প্ৰকাশ হৈছিল। প্ৰথম সম্পাদক আছিল মথুৰা মোহন বৰুৱা, তাৰ পিচত জয়নাথ (জয়দেৱ) শৰ্মা আৰু তাৰ পিচত পদ্মনাথ গোহাঞিবৰুৱা। কাকতখনৰ নাম ‘আসাম বন্তি’ৰপৰা ‘অসমবন্তি’ আৰু পিচত ‘বন্তি’ কৰা হৈছিল।

১৯০৭ খ্ৰীষ্টাব্দত পদ্মনাথ গোহঞিবৰুৱাৰ সম্পাদনাত ‘ঊষা’ তেজপুৰৰপৰা ওলাইছিল। হেমচন্দ্ৰ গোস্বামী, ৰাধানাথ ফুকন, ৰজনীকান্ত বৰদলৈ, আনন্দচন্দ্ৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱাৰ (কৃপাবৰ বৰুৱা), শৰৎ চন্দ্ৰ গোস্বামী প্ৰভৃতি লেখকসকলৰ নানা বিষয়ৰ প্ৰবন্ধই ‘ঊষা’ক অলংকৃত কৰিছিল। ১৯০৯ খ্ৰীষ্টাব্দৰ পৰা ১৯৩৩ খ্ৰীষ্টাব্দলৈ বেজবৰুৱাৰ সম্পাদনাত ‘বাঁহী’ কলিকতাৰপৰা ওলাইছিল। ১৯৩৪-৩৬ খ্ৰীষ্টাব্দৰ ভিতৰত অমিয়কুমাৰ দাস আৰু ১৯৩৮-৪৫ খ্ৰীষ্টাব্দৰ ভিতৰত মাধৱ চন্দ্ৰ বেজবৰুৱাৰ সম্পাদনাত ‘বাঁহী’ ওলাইছিল।

‘বাঁহী’ কাকতত ড° বাণীকান্ত কাকতি, ৰজনীকান্ত পদ্মাপতি, কমলাকান্ত ভট্টাচাৰ্য, আনন্দ চন্দ্ৰ আগৰৱালা, জ্ঞানদাভিৰাম বৰুৱা প্ৰমুখ্যে লেখকসকলে বুৰঞ্জী, ভাষাতত্ত্ব, সংস্কৃতি, ধৰ্ম, দৰ্শন, বৈষ্ণৱধৰ্ম আদিৰ গৱেষণামূলক বহুতো প্ৰবন্ধ প্ৰকাশিত হোৱাৰ ফলত অসমীয়া সাহিত্যৰ গৌৰৱবৰ্ধন হৈছিল। বেজবৰুৱাৰ হাস্যৰসৰ ভাণ্ডাৰো মুকলি হৈছিল ‘বাঁহী’তেই। বেজবৰুৱাৰ কাপ নিসৃত আধ্যাত্মিক প্ৰবন্ধ শ্ৰীকৃষ্ণকথা, তত্ত্বকথাৰ নিচিনা গুৰু-গম্ভীৰ প্ৰবন্ধই স্থান পাইছিল ‘বাঁহীত’। ইয়াত বাহিৰে বেজবৰুৱাৰ হাস্য-ব্যংগমিশ্ৰিত অসংখ্য প্ৰবন্ধ ‘বাঁহী’ত প্ৰকাশ হৈছিল। ‘বাঁহী’ৰ অসমীয়া ভাষালৈ আগবঢ়োৱা অৱদানৰ বিষয়ে এখন পূৰ্ণাংগ গ্ৰন্থ প্ৰণয়ন কৰিব পাৰি।

১৯১০ খ্ৰীষ্টাব্দৰপৰা ১৯১৬ খ্ৰীষ্টাব্দলৈ চলি থকা ‘আলোচনী’খন ডিব্ৰুগড়ৰপৰা দুৰ্গানাথ চাংকাকতি, ৰাধানাথ চাংকাকতি আৰু প্ৰসন্ন কুমাৰ বৰুৱা প্ৰভৃতিৰ সম্পাদনাত প্ৰকাশিত হৈছিল। অম্বিকাগিৰী ৰায়চৌধুৰীৰ সম্পাদনাত উচ্চমানবিশিষ্ট আলোচনী (১৯১৯-২৬) গুৱাহাটীৰ পৰা ওলাইছিল। ১৯১০ খ্ৰীষ্টাব্দৰ পৰা ১৯১৭ খ্ৰীষ্টাব্দলৈ নলবাৰীৰ ওচৰৰ বনগাঁৱৰ প্ৰখ্যাত সংস্কৃত পণ্ডিত তাৰানাথ চক্ৰৱৰ্তী কাব্য বিনোদৰ সম্পাদনাত ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত ‘আসাম বান্ধৱ’ কাকতত পণ্ডিত কালিৰাম মেধি, শৰৎ চন্দ্ৰ গোস্বামী, ডা° হৰিকৃষ্ণ দাস, অমলপ্ৰভা দাস প্ৰভৃতিয়ে বহুতো তত্ত্বগধুৰ প্ৰবন্ধ ৰচনা কৰিছিল।

উল্লিখিত আলোচনী আৰু কাকতসমূহৰ পৰৱৰ্তী কালছোৱাত ১৯২৯ খ্ৰীষ্টাব্দত তেতিয়াৰ গোৱালপাৰা জিলাৰ অন্তৰ্গত মেছপাৰাৰ জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ পৃষ্ঠপোষকতাত আৰু বজালীৰ ডাঃ দীননাথ শৰ্মাৰ সম্পাদনাত ‘আৱাহন’ নামৰ এখন ধুনীয়া আলোচনী কলিকতাৰপৰা নানা লেখকৰ সাহিত্যসম্ভাৰেৰে অলংকৃত হৈ অসমীয়া পাঠকসকলৰ বহুদিনৰ হাবিয়াহ পূৰণ কৰিছিল। নানা বিষয়ৰ প্ৰবন্ধ, উপন্যাস, চুটিগল্প, কবিতা, ভ্ৰমণ বৃত্তান্ত, জীৱনী আদি বিবিধ বিষয় সামৰি লোৱাৰ উপৰি দেশ-বিদেশ আৰু বৈজ্ঞানিক জগতৰ নানা সংবাদ আলোচনীখনত সন্নিৱিষ্ট কৰা হৈছিল। লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা, সূৰ্যকুমাৰ ভূঞা, বেণুধৰ শৰ্মা, সোণাৰাম চৌধুৰী, হিতেশ্বৰ বৰবৰুৱা, সৰ্বেশ্বৰ কটকী, ৰজনীকান্ত বৰদলৈ, কনকলাল বৰুৱা, সৰ্বানন্দ ৰাজকুমাৰ, হৰিনাৰায়ণ দত্তবৰুৱা, ৰজনী কুমাৰ পদ্মাপতি, ডিম্বেশ্বৰ নেওগ, ৰাজমোহন নাথ, হলীৰাম ডেকা, কমলাকান্ত ভট্টাচাৰ্য, ড° বাণীকান্ত কাকতি, কৃষ্ণকান্ত সন্দিকৈ, উপেন্দ্ৰ চন্দ্ৰ লেখাৰু, সাৰদাকান্ত বৰদলৈ, জিতেন্দ্ৰনাথ দাস, নবীনচন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, বিৰিঞ্চি কুমাৰ বৰুৱা, প্ৰতাপচন্দ্ৰ গোস্বামী, ত্ৰৈলোক্যনাথ গোস্বামী, বিপিনচন্দ্ৰ গোস্বামী, মনোৰঞ্জন শাস্ত্ৰী, তীৰ্থনাথ শৰ্মা, নগেন্দ্ৰনাৰায়ণ চৌধুৰী, হৰিচন্দ্ৰ ভট্টাচাৰ্য, মহেশ্বৰ নেওগ, ৰজনীকান্ত দেৱ শৰ্মা, সত্যপ্ৰসাদ বৰুৱা, যতীন্দ্ৰনাথ গোস্বামী, প্ৰফুল্লদত্ত গোস্বামী, ভুবন চন্দ্ৰ সন্দিকৈ, হেৰম্বকান্ত বৰপূজাৰী, তৰণীকান্ত শৰ্মা, তাৰিণীকান্ত ভট্টাচাৰ্য, হেম বৰুৱা প্ৰমুখ্যে পণ্ডিতসকলে ভাষা-সাহিত্য,সমাজ-শিক্ষা-সংস্কৃতি, বুৰঞ্জী-পুৰাতত্ত্ব, দৰ্শন, সাহিত্য, ৰাজনীতি, অৰ্থনীতি, বিজ্ঞান, জীৱনী, হাস্যব্যংগাত্মক বিষয়সমূহৰ বহুতো প্ৰবন্ধ ৰচনা কৰি এক প্ৰশস্ত গদ্যশৈলীৰ সৃষ্টি কৰিছিল। অসমীয়া চুটিগল্পৰ চৰম বিকাশে ‘আৱাহন’ৰ পাততে পূৰ্ণতা লাভ কৰিছিল বুলি ক’লেও অত্যুক্তি কৰা নহ’ব। এই আলোচনীখনে দ্বিতীয় মহাযুদ্ধৰ ফলত উদ্ভৱ হোৱা ভয়ংকৰ অৰ্থনৈতিক দুৰৱস্থাৰ কাৰণে ১৯৪২ খ্ৰীষ্টাব্দৰপৰা প্ৰকাশৰ মুখ নেদেখা হ’ল।

প্ৰাক্‌যুদ্ধকালীন প্ৰবন্ধ সাহিত্যৰ আলোচনা প্ৰসংগত অসম সাহিত্য সভাৰ মুখপত্ৰ “অসম সাহিত্য-সভা পত্ৰিকা”ৰ অৱদান বিশেষভাৱে উল্লেখযোগ্য। ১৯১৭ খ্ৰীষ্টাব্দত প্ৰতিষ্ঠিত অসম সাহিত্য সভাৰ যত্নত ১৯২৬ খ্ৰীষ্টাব্দত তিনিমহীয়াকৈ প্ৰকাশ কৰাৰ ব্যৱস্থাৰে ‘অসম সাহিত্য-সভা পত্ৰিকা’ৰ প্ৰথম বছৰৰ প্ৰথম সংখ্যা (আহিন-আঘোণ ১৮৪৮ শকাব্দত) প্ৰকাশিত হয়। দৰ্শন, বিজ্ঞান, ইতিহাস,অৰ্থনীতি, সংগীত প্ৰভৃতি সকলো শাখাৰে নীৰৱভাৱে প্ৰকাশ কৰাৰ উপৰি সমগ্ৰ অসমদেশৰ আধুনিক সাহিত্যৰ সৰ্ববাদিসন্মত আদৰ্শ অনুসৰণ কৰাটোৱে পত্ৰিকাখনৰ উদ্দেশ্য আৰু লক্ষ্য হ’ব বুলি স্থিৰ কৰা হৈছিল। এই পত্ৰিকাখন মাজে মাজে অৰ্থাভাৱত নিয়মীয়াকৈ প্ৰকাশ হোৱা নাছিল, চৰকাৰৰ অনুদান নোপোৱাটোৱে আছিল মূল কাৰণ। চন্দ্ৰধৰ বৰুৱা, দেৱানন্দ ভৰালী, পূৰ্ণানন্দ শৰ্মা পাঠক, ডিম্বেশ্বৰ নেওগ, ৰামেশ্বৰ বৰুৱা, বেণুধৰ শৰ্মা, কেশৱনাৰায়ণ দত্ত, ৰজনীকান্ত দেৱ শৰ্মা, প্ৰেমধৰ ৰাজখোৱা, সত্যেন্দ্ৰ নাথ শৰ্মা, যতীন্দ্ৰনাথ গোস্বামী, বিশ্বনাৰায়ণ শাস্ত্ৰী, যোগেশ দাস, হৰিচন্দ্ৰ ভট্টাচাৰ্য, হেমন্ত কুমাৰ শৰ্মা, মহেন্দ্ৰ বৰা প্ৰভৃতি প্ৰয়াত পণ্ডিতসকলকে ধৰি বহুতো গুণী আৰু বিদ্বান লোকে পত্ৰিকাখনৰ সম্পাদনা কাৰ্য কৰিছিল আৰু এতিয়াও কৰি আছে। এই প্ৰবন্ধত প্ৰবন্ধ লেখক আৰু প্ৰবন্ধৰ নাম সন্নিৱিষ্ট কৰিলে প্ৰবন্ধটোৱে এখন পুথিৰ আকাৰ ধাৰণ কৰিব, সেই কাৰণে তাৰ পৰা বিৰত থকা হ’ল। থূলমূলভাৱে ইয়াকে ক’ব পাৰি যে এই পত্ৰিকাখনত অসমৰ সমাজ-সংস্কৃতি-সাহিত্য, আধ্যাত্মিক চিন্তা-চৰ্চা, জাতি

উপজাতিৰ নানা দিশ প্ৰতিভাত হৈছে। ১৯৭৯ খ্ৰীষ্টাব্দত প্ৰয়াত সাহিত্যাচাৰ্য যতীন্দ্ৰনাথ গোস্বামীয়ে প্ৰস্তুত কৰা 'প্ৰবন্ধপঞ্জী'খনৰ পিচত অসম সাহিত্য সভাই সাম্প্ৰতিক কাললৈ প্ৰকাশিত পত্ৰিকাসমূহৰ প্ৰবন্ধাৱলী সংযোগ কৰি অন্ততঃ বিংশ শতিকা পৰ্যন্ত সামৰি এখন প্ৰবন্ধপঞ্জী প্ৰস্তুত কৰি উলিয়ালে সকলোৰে মহৎ উপকাৰ সাধন কৰা হ'ব।

১৯১২ খ্ৰীষ্টাব্দতে প্ৰতিষ্ঠিত কামৰূপ অনুসন্ধান সমিতিয়ে ১৯৩৩ খ্ৰীষ্টাব্দৰ পৰা প্ৰকাশ কৰা "The Journal of the Assam Research Society" নামৰ গৱেষণা পত্ৰিকাখনত ইংৰাজী ভাষাৰে অসমৰ প্ৰাচীন ইতিহাস আৰু পুৰাতত্ত্ব বিষয়ৰ বহুতো মূল্যৱান প্ৰবন্ধ প্ৰকাশ কৰি অসমীয়া জাতিৰ মহৎ উপকাৰ সাধন কৰি আহিছে।

অসমীয়া আলোচনীসমূহৰ অস্থায়িত্ব আৰু অকাল মৃত্যুৰ ফলত আমাৰ বহুতো উদীয়মান সাহিত্যিক, গৱেষক আৰু পণ্ডিতৰ কাপ নিসৃত মূল্যৱান প্ৰবন্ধ অপ্ৰকাশিত অৱস্থাত যে পৰি আছে তাক নক'লেও হ'ব। আলোচনীৰ পাঠক আৰু গ্ৰাহকৰ আলোচনীৰ মূল্য দি কিনাৰ প্ৰতি অনীহা, আলোচনীৰ কাৰণে উপযুক্ত প্ৰবন্ধসম্ভাৰৰ অভাৱ, আলোচনী ছপোৱাৰ খৰচৰ যোগান ধৰিব নোৱৰা, উপযুক্ত ছপাশালৰ অভাৱ, শিক্ষাৰ অনগ্ৰসৰতা আৰু বিশেষকৈ যুদ্ধকালীন আৰ্থিক দুৰৱস্থাই আলোচনীৰ প্ৰকাশত প্ৰাচীৰৰূপে থিয় দি বাধাৰ সৃষ্টি কৰা বাবে আলোচনীসমূহৰ অকাল মৃত্যু ঘটিছিল। যুদ্ধোত্তৰ কালত উক্ত সমস্যাসমূহ বহু পৰিমাণে হ্ৰাস হৈছে।

এই প্ৰসংগত উল্লেখ কৰা উচিত যে অসমীয়া ভাষাৰ গদ্যশৈলীৰ প্ৰথম আৱিৰ্ভাৱ হৈছিল অসমীয়া ভাষাৰ ওজা সাহিত্যিক হেমচন্দ্ৰ বৰুৱাৰ কাপ নিসৃত লিখনিত আৰু তাৰ পূৰ্ণতা লাভ হৈছিল লক্ষ্মীনাথ বেজবৰুৱাৰ অমৃত কাপেৰে নিৰ্গত বিশিষ্ট ৰচনা পদ্ধতিৰে। তেওঁৰ তত্ত্বমূলক আলোচনাসমৃদ্ধ প্ৰবন্ধৰাজি তথা তেওঁৰ ব্যক্তিনিষ্ঠ নানা প্ৰবন্ধৰ মাজেৰে অসমীয়া সাহিত্যৰ গদ্যশৈলী স্বমহিম্নি সুপ্ৰতিষ্ঠিত হৈছিল। সেই কাৰণেই ড° বাণীকান্ত কাকতিয়ে আৱাহনৰ নৱম বছৰৰ চতুৰ্থ সংখ্যাত (পৃ. ৩৭৪-৩৭৫) লিখিছিল—

....সুগভীৰ স্বদেশানুৰাগ, স্বদেশপ্ৰীতি বেজবৰুৱা সাহিত্যৰ প্ৰত্যেকটো শব্দৰ ভিতৰেদি প্ৰকাশ পাইছে। ....তেওঁৰ হাঁহি-ধেমেলীয়া ৰচনাৰপৰা আৰম্ভ কৰি শেহৰ ডোখৰৰ আধ্যাত্মিক ৰচনাৱলীলৈকে সকলোৰে ঐক্যসূত্ৰ এই স্বদেশপ্ৰীতিয়েই। তেওঁৰ ভাব, ভাষা সকলো এই অনুৰাগৰেই অনুৱৰ্তী। স্বদেশপ্ৰীতিয়েই বেজবৰুৱা সাহিত্যৰ মূলমন্ত্ৰ।

বেজবৰুৱা ডাঙৰীয়াৰ দ্বিতীয় ডাঙৰ দান তেওঁৰ ভাষা। জাতীয় ভাষা নহ'লে জাতীয় সাহিত্যৰ সৃষ্টি নহয়। বৰ্তমান অসমীয়া সাহিত্যত বেজবৰুৱাৰ ৰচনাৱলীত বাজে প্ৰকৃত Literary style– সাহিত্যিক ৰচনাৰীতি আন ঠাইত অতি বিৰল।....অসমত নিজক বাদ নিদিয়াকৈ সকলো উৎসাহী অসমীয়া লেখকক ক'ব খোজোঁ, বেজবৰুৱাৰ ৰচনা পদ্ধতিৰ প্ৰতি সবিশেষ মন নিদিয়াকৈ অসমীয়া লিখিবলৈ যোৱাটো ভাষাৰ প্ৰতি অবিচাৰ কৰা হ'ব।

বেজবৰুৱাৰ অপূৰ্ব গুৰুগম্ভীৰ গদ্যশৈলীৰ নিদৰ্শনৰূপে তলত বেজবৰুৱা গ্ৰন্থাৱলীৰ প্ৰথম খণ্ডৰ পৰা এটি অনুচ্ছেদ উদ্ধৃত কৰা হ'ল—

মানুহ যেতিয়া শোকত মগ্ন হয়, তেতিয়া তাৰ বুদ্ধি স্থিৰ নাথাকে। কৰ্তব্য অকৰ্তব্যৰ বিচাৰ সি কৰিব নোৱাৰে। তাৰ মনত ধন প্ৰাণ সকলো তুচ্ছাতিতুচ্ছ যেন লাগে। সেই শোকৰ উৎপত্তি ক'ত? শোক হয় কিয়? অৰ্জুনে আত্মীয়সকলৰ মৃত্যু অনুচিত বিবেচনা, ধৰ্মাধৰ্ম বিচাৰ কৰিবৰ বিবেচনাক ঢাকি পেলালে। মমত্বই শোকৰ কাৰণ। অবিদ্যা অৰ্থাৎ অজ্ঞানতাৰপৰাই মমত্বৰ উদ্ভৱ। কোনো বস্তু বা কোনো মানুহলৈ যিমান সৰহ মমতা থাকে তাৰ অভাৱত বা অভাৱৰ আশংকাত সিমান শোক উৎপন্ন হয়। অবিদ্যাই জ্ঞানক আবৃত কৰি পেলায়। জড় শৰীৰত আত্মজ্ঞান কৰাই অবিদ্যা। দেহৰ বিনাশত অৰ্জুনে আত্মীয়সকলৰ বিনাশ বুলি ভাবিলে। এনে জ্ঞান জীৱৰ স্বাভাৱিক। দেহাত্মজ্ঞানৰ নিমিত্তে জীৱই অহংকাৰক আশ্ৰয় কৰি কৰ্তাৰূপে কৰ্ম কৰে আৰু দেহৰ বিনাশতে আত্মাৰ বিনাশ বুলি ভাবে। সেইবাবেই ভগৱন্তই যাতে অৰ্জুনৰ অবিদ্যা নাশ হৈ মনত জ্ঞানৰ উদয় হয় আৰু বিনাশী জড়দেহৰ মমতা গুচি আৰু তেনে দেহৰ অভাৱৰ নিমিত্তে উৎপন্ন হোৱা শোকমোহ আদি দূৰ হৈ স্বধৰ্মোচিত কৰ্তব্য কৰ্ম নিৰ্লিপ্তভাৱে তেওঁ কৰিব পাৰে, তাৰে উপদেশ গীতাত দিছিল।

—এই ছেদটোত এটা অতি গভীৰ তত্ত্বমূলক বিষয় বেজবৰুৱাই অতি প্ৰাঞ্জলভাৱে আৰু স্পষ্টভাৱে কিদৰে উপস্থাপিত কৰিছে তাক ভাবিলে আচৰিত হ'ব লাগে।

এইদৰে বিভিন্ন গ্ৰন্থৰপৰা বেজবৰুৱাৰ গদ্যশৈলীৰ নিদৰ্শন উদ্ধৃত কৰি আৰু সেইদৰে অন্যান্য লেখকৰ প্ৰবন্ধৰ পৰাও উদ্ধৃতি দাঙি ধৰি গদ্যশৈলীৰ বৈশিষ্ট্য উপস্থাপিত কৰিব পাৰি। প্ৰবন্ধৰ কলেবৰ বঢ়াৰ আশংকাত তাৰপৰা বিৰত থকা হ'ল।

অসমীয়া সাহিত্যিকসকলে চুটি গল্প লিখিবলৈ লোৱাৰ কাহিনী যথেষ্ট পুৰণি হৈছে। বিষয়বস্তুৰ বৈচিত্ৰ্য ৰচনাগত বৈশিষ্ট্যৰ ফালৰপৰা বিচাৰ কৰিলে অসমীয়া চুটি গল্পই পূৰ্ণতা আৰু সাফল্যৰ মজিয়াত থমকি ৰৈছেহি বুলি আমি ক'ব পৰা হৈছোহঁক। সৃষ্টি পৰিক্ৰমাৰ শীৰ্ষবিন্দু নাথাকে, কেৱল অগ্ৰগতিৰ উপলব্ধি থাকে।

— চৈয়দ আব্দুল মালিক



# বিহংগম দৃষ্টিত উত্তৰ-পূব ভাৰতৰ জনজাতীয় জীৱন

## ড° বিৰিঞ্চি কুমাৰ মেধি

ভৌগোলিক দৃষ্টিকোণৰপৰা উত্তৰ-পূব ভাৰত বুলিলে অসম, নাগালেণ্ড, মেঘালয়, মণিপুৰ আৰু ত্ৰিপুৰা— এই পাঁচখন ৰাজ্য ; অৰুণাচল আৰু মিজোৰাম — এই দুখন কেন্দ্ৰীয়শাসিত অঞ্চলৰ সমষ্টিকে বুজোৱা হয়। এই সুবৃহৎ অঞ্চলৰ অধিবাসীসকলৰ বৈচিত্ৰ্যময় জীৱন প্ৰবাহ তথা বিভিন্ন আবয়বিক লক্ষণৰ প্ৰণালীবদ্ধ বিৱৰণ দিয়া সম্ভৱপৰ নহয়। আনকি এই অঞ্চলত বসবাস কৰা ভিন ভিন জনজাতীয় সম্প্ৰদায়ৰ ভাষা, ধৰ্ম, সংস্কৃতি, সমাজ সংগঠন ইত্যাদিও ইমান ভিন্নমুখী যে স্বল্প পৰিসৰত এওঁলোকৰ জীৱনৰ বিভিন্ন দিশত আলোকপাত কৰিবলৈ যোৱাটো একপ্ৰকাৰ অসম্ভৱ। তদুপৰি এই অঞ্চলত বৰ্তমানলৈ প্ৰণালীবদ্ধ নৃতাত্ত্বিক বিশ্লেষণ হোৱা নাই বুলিয়ে ক'ব পাৰি আৰু সেইবাবেই এওঁলোকৰ বিজ্ঞানসন্মত বৰ্ণনা দাঙি ধৰাটো দুৰূহ। ৱাডেলে (L. A. Waddel) (১৯০১) পোন প্ৰথমতে এই অঞ্চলৰ অধিবাসীসকলক বৈজ্ঞানিক দৃষ্টিভংগীৰে বিশ্লেষণ কৰাৰ কৃতিত্ব দাবী কৰিব পাৰে। ১৯২২ চনত ডিনে (R. B. Dixon) সংগ্ৰহ কৰা কেতবোৰ নৃ-দেহ মাপতাত্ত্বিক তথ্যৰ ওপৰত ভিত্তি কৰি ১৯২৪ চনত হেডনে এই অঞ্চলৰ অধিবাসী সম্বন্ধীয় টোকা এটা প্ৰস্তুত কৰে। ১৯৫০ চনৰপৰা ভুবনমোহন দাস প্ৰমুখ্যে স্থানীয় নৃতাত্ত্বিকসকলে এই অঞ্চলৰ অধিবাসীসকলৰ আবয়বিক লক্ষণ ইত্যাদি অধ্যয়ন কৰাত ব্ৰতী হয়। অৱশ্যে স্থানীয় নৃতাত্ত্বিকসকলৰ বিক্ষিপ্ত অধ্যয়নৰ বুনিয়াদতো এই অঞ্চলৰ লোকসমূহৰ পূৰ্ণাংগ বৈজ্ঞানিক বিশ্লেষণ কৰা যে সম্ভৱ নহয়, ই অনস্বীকাৰ্য।

উত্তৰ-পূব ভাৰতৰ অধিবাসীসকলক দুটা প্ৰধান ভাগত বিভক্ত কৰিব পাৰি— (ক) জনজাতি গোট আৰু (খ) অজনজাতি গোট। আমি ইয়াত মাথোঁ জনজাতি গোট সম্বন্ধে সংক্ষিপ্ত আভাস দিয়াৰ চেষ্টা কৰিম। অঞ্চলটোৰ জনজাতীয় জীৱনৰ আলেখলেখ ল'বলৈ হ'লে খাচি, গাৰো, বড়ো, ৰাভা, ফাকিয়াল, নগা, মিজো, কুকি, আদি, নিচি, আপাটানী ইত্যাদি উল্লেখযোগ্য জনজাতিসমূহৰ বিষয়ে কিছু জানিব লাগিব। ছাৰ আৰ্থাৰ কিথে (A. Keith) অসমৰ (পুনৰ্গঠনৰ আগৰ) বিষয়ে এনেদৰে মন্তব্য কৰিছিল— 'অতীতত (অসমৰ) অঞ্চলসমূহে (বিভিন্ন মানৱগোষ্ঠী) গ্ৰহণহে কৰিছিল, দান কৰা নাছিল।' সঁচাকৈয়ে বিভিন্ন দিশৰপৰা বিভিন্ন পথেৰে ভিন ভিন সময়ত এই অঞ্চলত অজস্ৰ সম্প্ৰদায়ে প্ৰৱেশ কৰিছিল আৰু সেই লোকসমূহৰ ভাষিক, প্ৰজাতীয় আৰু সাংস্কৃতিক বিভিন্নতাই অঞ্চলটোৰ বৈচিত্ৰ্য বৰ্ধন কৰিছিল।

উত্তৰ-পূব ভাৰতৰ জনজাতি গোটৰ অন্তৰ্গত লোকসকল প্ৰধানকৈ মংগোলীয় প্ৰজাতিৰ গুণাগুণবিশিষ্ট। এই লোকসকলৰ শতকৰা ৭১ ভাগ

পাহাৰৰ অধিবাসী। বাকী প্ৰায় একলাখ বিভিন্ন জনজাতীয় লোকে ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰায় ৩২,১৮৬ বৰ্গ কিলোমিটাৰ ঠাই অজনজাতীয় লোকসকলৰ সৈতে অধিকাৰ কৰি আছে।

উত্তৰ-পূব ভাৰতৰ জনজাতিসমূহৰ বিষয়ে প্ৰাগ্ ইতিহাস বা ইতিহাসে অতি কম তথ্যৰহে যোগান ধৰে। অসম, অৰুণাচল, মণিপুৰ ইত্যাদিৰ এক বুজনসংখ্যক জনজাতি সুদূৰ অতীতত নানা ঠাইৰপৰা প্ৰব্ৰজনযোগে আহি বৰ্তমানৰ ঠাইত বসবাস কৰা সম্বন্ধে ঐতিহাসিক বা পৰম্পৰাগত কাহিনী আছে। মেঘালয়ৰ গাৰোপাহাৰত খননকাৰ্যত পোৱা নৱপ্ৰস্তৰ যুগৰ শিলৰ কুঠাৰসমূহৰ গাৰো লোকসকল দ্বাৰা ব্যৱহৃত লোৰ কোৰৰ লগত আকৃতিগত সাদৃশ্য মন কৰিবলগীয়া। যদিও বৰ্তমানলৈ গাৰো সংস্কৃতিৰ কোনো দিশৰে সৈতে নৱপ্ৰস্তৰ যুগৰ শিলৰ কুঠাৰৰ সম্বন্ধ নিৰূপিত কৰা হোৱা নাই, তথাপি নানা তথ্যপাতিৰ সহায়ত গাৰোসকলৰ শিলৰ অস্ত্ৰ-শস্ত্ৰ ব্যৱহাৰৰপৰা ধাতুনিৰ্মিত অস্ত্ৰ-শস্ত্ৰৰ ব্যৱহাৰলৈ বিবৰ্তন ৰেখা নিঃসন্দেহে টানিব পাৰি।

উত্তৰ-পূব ভাৰতৰ আদিবাসীসকলে বিভিন্ন ভাষা আৰু দোৱানৰ মাধ্যমেৰে মনৰ ভাবৰ আদান-প্ৰদান কৰে। এওঁলোকে অষ্ট্ৰিক, তিব্বত, চীন আদি ভাষাগোষ্ঠীৰ অসংখ্য ভাষা আৰু দোৱান আৰু ভাৰতীয় আৰ্য্যগোষ্ঠীৰ অসমীয়া ভাষা ব্যৱহাৰ কৰে। খাচি আৰু জয়ন্তীয়াসকলে অষ্ট্ৰিক ভাষাগোষ্ঠীৰ ভাষাৰে কথা পাতে। অসম, মেঘালয়, ত্ৰিপুৰা ইত্যাদি ঠাইত বড়োভাষীসকল বিয়পি আছে। প্ৰকৃতাৰ্থত বড়োভাষাৰ বিস্তৃতি উত্তৰ-পূব ভাৰতৰ সীমাৰেখাৰে সীমিত কৰিব নোৱাৰি। এই বিশাল জনজাতীয় ভাষাই শাখা-প্ৰশাখা বিস্তাৰ কৰি ভাৰতৰ বাহিৰৰো মৈমনসিংহ আদি ঠাই আৱৰি আছে। শিক্ষা বা বেপাৰ-বাণিজ্যৰ সুবিধাৰ অৰ্থে এই অঞ্চলৰ আদিবাসী কিছুমানৰ মাজত দ্বিভাষিতাৰ প্ৰচলন পৰিলক্ষণীয়। তেওঁলোকে নিজৰ দোৱান তথা ভাষাৰ উপৰি অসমীয়া ভাষা আয়ত্ত কৰা দৃষ্টিগোচৰ হয়।

উত্তৰ-পূব ভাৰতৰ জনজাতিসমূহৰ জীৱিকা নিৰ্বাহ প্ৰধানকৈ কৃষিকাৰ্যৰ ওপৰত নিৰ্ভৰশীল। আংগামী, আপাটানী ইত্যাদি দুই-এটা জনজাতিৰ বাহিৰে সৰহভাগ পাহাৰবাসী জনজাতিয়ে ঝুম প্ৰথাৰে কৃষিকাৰ্য চলাই শস্য উৎপাদন কৰে। ভৈয়ামৰ জনজাতিসমূহ, বিশেষকৈ, বড়োসকল, সম্পূৰ্ণৰূপে নাঙল-কৃষিৰ ওপৰত নিৰ্ভৰশীল। কাৰ্বি, মিচিং আৰু আন কেতবোৰ জনজাতিয়ে নাঙল কৃষিৰ সমান্তৰালভাৱে ঝুম খেতিও চলাই আছে। আপাটানী বা আংগামী নগাসকলে বেদিকা-কৃষিৰদ্বাৰা উৎপাদিত শস্যৰে দৈনন্দিন জীৱনৰ প্ৰয়োজনীয়তা পূৰণ কৰে।

ঔদ্যোগীকৰণ আৰু নগৰীকৰণৰ সৰ্বগ্ৰাসী ঢৌৱে উত্তৰ-পূব ভাৰতৰ জনজাতিসমূহৰ অৰ্থনীতি, সংস্কৃতি, সমাজ, সংগঠন, ধৰ্মবিশ্বাস, পৰম্পৰা আদিৰ প্ৰাচীন বন্ধন লেহুকা কৰি পেলাইছে। শিক্ষা-দীক্ষাৰ ক্ষেত্ৰতো এই অঞ্চলৰ জনজাতিসমূহ আজি পিছ পৰি থকা নাই। খ্ৰীষ্টান ধৰ্মপ্ৰচাৰকসকলৰ বহুমুখী প্ৰচেষ্টাৰ ফলস্বৰূপে মিজো, খাচি, আও, আংগামী ইত্যাদি জনজাতিসমূহে দোপতদোপে প্ৰগতিৰ পথত আগবাঢ়ি গৈছে। অৱশ্যে এই অঞ্চলৰ প্ৰত্যেকটো জনজাতি সমভাৱে প্ৰগতিৰ পথত আগবাঢ়ি যাবলৈ সক্ষম হোৱা নাই। কাৰ্বি, তিৱা, ব'কাৰ (আদি জনজাতিৰ শাখা), ৰাঙ্খু ইত্যাদি জনজাতি তুলনামূলকভাৱে শিক্ষা-দীক্ষাৰ ক্ষেত্ৰত পিছপৰা।

উত্তৰ-পূব ভাৰতৰ কিছুমান জনজাতিয়ে নানা ঘাত-প্ৰতিঘাতৰ মাজতো সমাজৰ ঐতিহ্য-পৰম্পৰাগত ভাষা, সংস্কৃতি, ধৰ্ম বিশ্বাস, সমাজ সংগঠন ইত্যাদি অক্ষুণ্ণ ৰাখিবলৈ সক্ষম হৈছে আৰু আনহাতে কেতবোৰ জনজাতিয়ে স্বকীয় বৈশিষ্ট্য পৰিহাৰ কৰি জাতিপ্ৰথাৰ সোপানেদি অগ্ৰসৰ হৈছে। এই অঞ্চলৰ জনজাতিসমূহৰ সাংস্কৃতিক ভিন্নতাৰ বিষয়ে জানিবলৈ হ'লে অন্ততঃ কেইটামান জনজাতিৰ জীৱনৰ বিভিন্ন দিশ অধ্যয়ন কৰা উচিত হ'ব।

মেঘালয়ত বসবাস কৰা জনজাতিসমূহৰ মাজত খাচি, নাৰ (Pnar) বা জয়ন্তীয়া আৰু গাৰোসকলৰ নাম উল্লেখযোগ্য। খাচি-জয়ন্তীয়াসকল সম্ভৱতঃ দূৰ প্ৰাচ্য বা ব্ৰহ্মদেশেদি চীন দেশৰপৰা বৰ্তমান অধ্যুষিত অঞ্চললৈ আহিছিলি। এসময়ত জয়ন্তীয়া ৰাজ্য ছিলেট আৰু নগাঁও জিলাৰ কলং নদীলৈকে বিস্তৃত হৈ আছিল। জয়ন্তীয়াসকলৰ আবয়বিক লক্ষণ, কৃষ্টি-সংস্কৃতি ইত্যাদিৰ লগত খাচিসকলৰ আবয়বিক লক্ষণ আৰু খাচি কৃষ্টি-সংস্কৃতিৰ নিবিড় সাদৃশ্য আছে। জয়ন্তীয়াসকলে নাৰ ভাষাত কথা পাতে, নাৰ ভাষা মনখেমৰ ভাষাগোষ্ঠীৰ অন্তৰ্গত ; নাৰ ভাষা নিজৰ লিপি নাই। জয়ন্তীয়াসকল কৃষিজীৱী। এওঁলোকে একেডোখৰ ঠাইত স্থায়ীভাৱে খেতি কৰে ; ধান, যব, আলু, মিঠা আলু ইত্যাদি এওঁলোকৰ উৎপাদিত প্ৰধান কৃষিজাত দ্ৰব্য। এওঁলোক নানা ফল-মূলৰ খেতি কৰাত পাকৈত। সুমথিৰা, মাটিকঁঠাল, লেচু আৰু নেমুটেঙা এওঁলোকৰ উৎপাদিত ফলৰ ভিতৰত উল্লেখযোগ্য। জয়ন্তীয়াসকলৰ সমাজ মাতৃসূত্ৰী। 'কুৰ' বা 'গোত্ৰ' একোটা কেইটামান 'কিপহ' বা উপগোত্ৰত বিভক্ত হয়। গোত্ৰবোৰ বহিৰ্বৈবাহিক সমষ্টি। নাৰ সমাজত মৃতদেহত অগ্নি সংযোগ কৰি সৎকাৰ কৰা হয়। অৰ্ধদগ্ধ হাড়বোৰ সংগ্ৰহ কৰি একো একোটা গোটৰ বাবে আছুতীয়াকৈ থকা সমূহিক অস্থিভঁৰালত ৰাখি থয়। নাৰসকলে আত্মাৰ অবিনশ্বৰতাত বিশ্বাস কৰে। অসুখ-বিসুখ দূৰীভূত কৰিবলৈ এওঁলোকে পূৰ্বপুৰুষৰ পূজা-অৰ্চনা কৰে।

খাচি সমাজ গাৰো বা জয়ন্তীয়া সমাজৰ দৰেই মাতৃসূত্ৰী। মনখেমৰ ভাষা গোটৰ অন্তৰ্গত ভাষাৰে মনৰ ভাব প্ৰকাশ কৰা খাচিসকলক ভাষিক দৃষ্টিকোণৰপৰা একে ভাষাগোটৰ অন্তৰ্গত ভাষা ব্যৱহাৰ কৰা কম্বোডিয়াৰ আদিবাসীসকলৰ লগত ৰিজাব পাৰি। দক্ষিণ-পূব এছিয়াৰ মন আৰু খেমৰভাষীসকলৰ মাজত সমাদৃত সৰ্প-পূজাৰ দৰে খাচি সমাজতো 'থ্লেন' নামৰ সৰ্পপূজাৰ জনপ্ৰিয়তা বিদ্যমান। মধ্যভাৰতৰ হো, মুণ্ডা ইত্যাদি জনজাতিৰ দৰে খাচিসকলেও মৃতকৰ স্মৃতি ৰক্ষাৰ্থে মেগালিথ বা স্মৃতিশিলা স্থাপন কৰা পৰিলক্ষিত হয়। খাচি সমাজত বংশানুক্ৰম মাতৃৰেখাৰে নিৰ্ণীত হয়। তেওঁলোকৰ সমাজত পত্নীস্থানীয় আবাসৰ অৱস্থিতি পৰিলক্ষণীয়। মাতৃৰ সম্পত্তি 'কাছাদ্দ', বা কনিষ্ঠা কন্যাই লাভ কৰে। অৰ্বাচীন খাৰ্চি সমাজত মাতৃসূত্ৰী প্ৰাচীন খাচি সমাজৰ সমস্ত ৰীতি-নীতি যথাযথভাৱে দেখা নাযায়।

গাৰোপাহাৰৰ ৪৮২৭.১ বৰ্গ কিল'মিটাৰ ৩০০,০০০ জন গাৰো লোকে অধিকাৰ কৰি আছে। এওঁলোকে নিজকে আচিকমান্দে (পাহাৰৰ মানুহ) বুলি চিনাকি দিয়ে। গাৰোসকলে ঝুম খেতি কৰি ধান, যব, আদা ইত্যাদি উৎপাদন কৰে। এওঁলোকে প্ৰচুৰ পৰিমাণে কপাহৰ খেতিও কৰে। গাৰো সমাজ



মাতৃসূত্ৰী। মাতৃৰ জৰিয়তে আত্মীয়স্বজন নিৰূপণ কৰাত গাৰো সমাজত 'মাছং' বুলি একো একোটা আত্মীয় গোট গঠিত হোৱা পৰিলক্ষিত হয়। 'মাছং' একোটাক গোত্ৰ বুলিও অভিহিত কৰিব পাৰি। বিবাহৰ পিছত পত্নীৰ ঘৰত বসবাস কৰিবলৈ অহা স্বামীক নোকৰম্ (ঘৰজোঁৱাই) বোলা হয়। বান্‌গালা গাৰোসকলৰ প্ৰধান উৎসৱ। তেওঁলোকে নানা দেৱ-দেৱী, ভূত-প্ৰেত, সূৰ্য, বিজুলী ইত্যাদিৰ উপাসনা কৰে আৰু উপৰিপুৰুষৰ পূজা কৰে।

অসমৰ দক্ষিণ সীমাৰেখাত মিজোৰাম ৰাজ্য অৱস্থিত। মিজোসকল এই ৰাজ্যৰ আদিবাসী। সৌ সিদিনালৈ মিজোসকল লুচাই নামেৰে জনাজাত আছিল। মিজো (মি = পাহাৰী, জো = মানুহ) শব্দই মিজোৰামৰ কেইবাটাও জনজাতিক সামৰি লয়। তাৰ ভিতৰত মাল্টে, মাৰ, লাখেৰ, লুচেই আৰু পাৱৈ প্ৰধান। মিজোসকলৰ দোৱানসমূহ কুকি, চীন গোটৰ। এওঁলোকৰ সমাজ পিতৃসূত্ৰী। ঝুমখেতিৰ জৰিয়তে এওঁলোকে জীৱিকা প্ৰৱৰ্তন কৰে। ১৯৫৫ চনৰ আগলৈকে প্ৰত্যেক মিজো গাঁৱত মুখিয়ালসকলৰ সমিতি এখনে গাঁও পৰিচালনা কৰিছিল। 'উপায়' আছিল প্ৰধান মুখিয়াল। 'উপায়' পদটো বংশানুক্ৰমে পুৰুষসকলে ভোগ কৰিছিল। উপায়ৰ বাহিৰেও এই সমিতিত একোজনকৈ থ্লাংগাও বা ঘোষক থিৰদেং বা কমাৰ, পুইথিয়াম বা পুৰোহিত, খাবছিয়াৰ বা কাকতি ইত্যাদি সদস্যৰে মুখিয়ালৰ সমিতি গঠিত হৈছিল। গাঁৱৰ মুখিয়ালে প্ৰত্যেক ঘৰৰপৰা এমোনকৈ ধান, গাঁৱৰ ৰাইজে চিকাৰ কৰা জন্তুৰ আগ ঠেং মাননি হিচাপে লৈছিল ; মুখিয়ালৰ ঘৰ গাঁওবাসীয়ে বিনামূলীয়াকৈ নিৰ্মাণ কৰি দিব লাগিছিল। ১৯৫৫ চনত জিলা পৰিষদ গঠিত হোৱাৰ লগে লগে আগৰ গ্ৰাম্য মুখিয়াল সভাৰ প্ৰভাৱ হ্ৰাস পায় আৰু ই লুপ্ত হৈ পৰে। ১৯৬১ চনৰ লোকপিয়ল অনুযায়ী শতকৰা ৮৬.৬৪ জন মিজো লোক খ্ৰীষ্ট ধৰ্মত দীক্ষিত হৈছে।



মিকিৰ পাহাৰ আৰু উত্তৰ কাছাৰ জিলাৰ মুখ্য জনজাতিসমূহৰ ভিতৰত কাৰ্বি আৰু ডিমাচা কছাৰীসকল অন্যতম। কাৰ্বি বা মিকিৰসকলে নিজকে আৰলেং বুলি কয়। আৰলেং শব্দৰ অৰ্থ হৈছে মানুহ। অসমৰ অন্যান্য জনজাতিৰ তুলনাত কাৰ্বিসকল শিক্ষা-দীক্ষাত পিছপৰা। কাৰ্বিসকলৰ সমাজ পিতৃসূত্ৰী। উত্তৰ-পূব ভাৰতৰ অন্যান্য জনজাতিৰ তুলনাত কাৰ্বিসকলৰ মাজত খ্ৰীষ্টান ধৰ্মৰ প্ৰভাৱ নাই বুলি ক'লেও বঢ়াই কোৱা নহয়। প্ৰতিবেশী অসমীয়াসকলৰ সংস্কৃতিৰ প্ৰভাৱে কাৰ্বি সমাজৰ অনেক পৰিবৰ্তন সাধিছে। তেওঁলোকৰ সংস্কৃতিত খাচি সংস্কৃতিৰ প্ৰভাৱো পৰিলক্ষণীয়। অৱশ্যে তেওঁলোকৰ পিতৃসূত্ৰী সমাজৰ কোনো দিশতে খাচি মাতৃসূত্ৰী সমাজৰ প্ৰভাৱ দেখা নাযায়। কাৰ্বিসকলে ঝুম প্ৰথাৰে পাহাৰত খেতি কৰি জীৱিকা নিৰ্বাহ কৰে। বহু কাৰ্বি লোকে অসমীয়া কৃষকৰ দৰে নাঙল-কৃষিও গ্ৰহণ কৰিছে। কাৰ্বি ডেকাসকলৰ মাজত মাৰো বা টেৰাং নামৰ ডেকাচাঙৰ অৱস্থিতি পৰিলক্ষিত হয়। কানি আৰু 'হৰ' নামৰ স্থানীয় মদ এওঁলোকৰ মাজত অত্যন্ত জনপ্ৰিয়। খাচিসকলৰ দৰে কাৰ্বিসকলেও গোত্ৰক 'কুৰ' বুলি কয়। এওঁলোকৰ মাজত টেৰণ, টেৰাং, টিমুং, ইংতি আৰু ইংহি নামৰ পাঁচটা প্ৰধান গোত্ৰ বিদ্যমান। টেৰণ গোত্ৰ ছটা, টেৰা ছটা, টিমুং ত্ৰিছটা, ইংটি চাৰিটা আৰু ইংহি ত্ৰিছটা উপগ্ৰোত্ৰত বিভক্ত। কাৰ্বিসকলৰ প্ৰধান দেৱতাৰ নামৰ হ'ল 'আৰনাম কাঠে'। এওঁলোক পুনৰ্জন্মত বিশ্বাসী।

ডিমাচা কছাৰীসকলৰ ভাষা উত্তৰ-পূব ভাৰতৰ সৰ্ববৃহৎ জনজাতি বড়ো কছাৰীৰ ভাষাৰে সৈতে তিব্বত-বৰ্মীয় শাখাৰ বড়ো গোটৰ অন্তৰ্গত। বড়ো নামৰ বৃহৎ ভাষাগোষ্ঠীটোৱে ৰাভা, কছাৰী, তিৱা, ডিমাচা, মেচ, পাহাৰী, ত্ৰিপুৰী আদিক সামৰি লয়। উজনি অসমৰ মৰাণ আৰু চুতীয়াসকলৰ লগত বড়োসকলৰ নিকট আবয়বিক সম্বন্ধ আছে। একে আষাৰতে বড়ো কছাৰী সমাজক পিতৃসূত্ৰী বুলি কোৱা হয়। যদিও ৰাভা সমাজত মাতৃসূত্ৰী সমাজৰ কেতবোৰ লক্ষণ পৰিলক্ষিত হয়। ৰাভা সমাজত বংশানুক্ৰম মাতৃৰেখাৰে নিৰ্ণয় কৰা হয়। কিন্তু উত্তবাধিকাৰ, পদাধিকাৰক্ৰম ইত্যাদিত পিতৃসূত্ৰী সমাজৰ প্ৰভাৱ সুস্পষ্ট। বড়োসকল কৃষিজীৱী আৰু প্ৰধানতঃ নাঙল-কৃষিৰ সহায়ত শস্য উৎপাদনত অভ্যস্ত। কামৰূপ, গোৱালপাৰা আৰু দৰঙৰ বড়ো-কছাৰীসকলৰ বাথৌ হৈছে প্ৰধান উপাস্য দেৱতা।

কাছাৰৰ ডিমাচা কছাৰীসকল এতিয়াও ধৰ্মৰ লগতে ওতপ্ৰোতভাৱে জড়িত হৈ থকাটো দৃষ্টিগোচৰ হয়। ডিমাচা সমাজত কইনাৰ বাবে 'কালটি' তথা গা ধন দিয়াৰ প্ৰথা আছে। যদিও ভায়েকৰ মৃত্যুত ককায়েকে ভায়েকৰ পত্নীক বিয়া কৰাব পাৰে, ককায়েকৰ মৃত্যুত ভায়েকে ককায়েকৰ পত্নীক বিয়া কৰাব নোৱাৰে। শপত খোৱা প্ৰথা ডিমাচা-কছাৰী সমাজৰ অবিচ্ছেদ্য অংগ।

১৯৬৩ চনত টুৱেনচাং, মোককচাং আৰু কহিমা জিলাক লৈ গঠিত নাগালেণ্ডৰ মুঠ জনসংখ্যা ৩৭০,০০০ৰ ১৩% হৈছে অনুসূচিত জনজাতি। নগা এই ৰাজ্যৰ মুখ্য জনজাতি। অৱশ্যে নগা শব্দই আও, আংগামী, চেমা, লঠা, ৰেংমা, চাংটামা, কন্যাক, চাং, ফ'ম, য়িমচুনজাৰ, খুমুনগান, জেলিয়াং চাকেচাং— এই আটাইকেইটা গোটকে সামৰি লয়। প্ৰায় ৫৬% নগালোকে স্বধৰ্ম পৰিত্যাগ কৰি খ্ৰীষ্টধৰ্মত দীক্ষিত হৈছে। প্ৰত্যেক নগা গোটৰে নিজস্ব ভাষা আৰু সমাজ সংগঠন আছে। দুটা গোটৰ দুজন লোকে কথা পাতোঁতে সেয়েহে নিজ ভাষাৰ লগত অসমীয়া ভাষা মিহলাই মনৰ ভাবৰ আদান-প্ৰদান কৰে। বিভিন্ন গোটৰ মাজত সঘনাই হোৱা যুদ্ধ-বিগ্ৰহ আৰু কিছুদিন আগলৈকে থকা শিৰচ্ছেদ প্ৰথাৰ বাবে নগাসকল দুৰ্ধৰ্ষ জনজাতি হিচাপে পৃথিৱীবিখ্যাত। কৃষিকৰ্মৰ দ্বাৰা নগাসকলে জীৱিকা প্ৰৱৰ্তন কৰে। সৰহভাগ নগালোকে ঝুমখেতিৰ সহায়ত আৱশ্যকীয় শস্য উৎপাদন কৰে। আংগামী নগাসকল প্ৰসিদ্ধ খাপ খেতিয়ক। পাহাৰৰ এঢলীয়া অংশত মাপ কাটি আৱশ্যকীয় জলসিঞ্চনৰ ব্যৱস্থা কৰি আংগামীসকলে অন্যান্য নগা গোটতকৈ তুলনামূলকভাৱে সৰহ শস্য উৎপাদন কৰে। ডেকাচাঙৰ লগত

নগা সমাজ সংগঠনৰ ওতপ্ৰোত সম্বন্ধ আছে। ভিন ভিন নগা গোটে সমূহীয়া শয়নগৃহক মোৰাং, আপাচে, ইক্হিক ইত্যাদি নামেৰে অভিহিত কৰিছে। নগা সমাজত বংশানুক্ৰম, উত্তৰাধিকাৰ, পদাধিকাৰক্ৰম ইত্যাদি পিতৃৰেখাত নিৰ্ণয় কৰা হয়।

মণিপুৰৰ জনজাতিসমূহ ঘাইকৈ পাহাৰৰ অধিবাসী। মণিপুৰৰ মুঠ জনসংখ্যাৰ (৭৮০,০০০) শতকৰা ৩২ ভাগ সেই অঞ্চলত বসবাস কৰা ২৮ টা জনজাতিয়ে পূৰণ কৰিছে। এই অঞ্চলৰ সমস্ত জনজাতি নগা আৰু কুকি চীন— এই দুটা প্ৰজাতি সমষ্টিত বিভক্ত কৰিব পাৰি। নগা জনজাতি গোটৰ ভিতৰত মাও, কাবুই, টাংখুল আৰু মাৰাম গোটৰ নাম উল্লেখযোগ্য। কুকি চীন সমষ্টিয়ে গাংটে, লামগাম, পাইথে, থাউদ, আনল, ভাইফাই আদি গোটক সামৰি লয়। মণিপুৰৰ নগাসকলে টামাংলং, মাও আৰু উখ্ৰুল মহকুমাত গাঁও পাতি বসবাস কৰে। আনহাতে কুকি-চীনসকল টেংনৌপাল আৰু চুৰাচান্দপুৰ মহকুমাৰ বাসিন্দা। প্ৰতিবেশী মণিপুৰীসকলৰ বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱৰ ফলস্বৰূপে এই অঞ্চলৰ বহু জনজাতীয় সংস্কৃতিত বৈষ্ণৱ ধৰ্মৰ সুস্পষ্ট চাপ পৰিলক্ষিত হয়। এনে জনজাতিৰ ভিতৰত কাকুই নগাসকল অন্যতম।

ত্ৰিপুৰী, জামাটিয়া আৰু ৰিয়াং ত্ৰিপুৰাৰ উল্লেখযোগ্য জনজাতি। ত্ৰিপুৰা ঊনৈছটা অনুসূচিত জনজাতিৰ বাসভূমি আৰু এই জনজাতিসমূহে অঞ্চলটোৰ মুঠ ১.১ লাখ জনসংখ্যাৰ শতকৰা ৩১.৫ ভাগ পূৰণ কৰিছে। জনসংখ্যাত ত্ৰিপুৰীসকল ১৯০,০০০, জামাটিয়াসকল ২৪,৫০০ আৰু ৰিয়াংসকল ৫৭,০০০ জন। ত্ৰিপুৰীসকল দুটা উপভাগত বিভক্ত আৰু 'পুৰাণ ত্ৰিপুৰী'সকলে আনটো ভাগতকৈ নিজকে প্ৰকৃত আদিবাসী হিচাপে গণ্য কৰে। ত্ৰিপুৰী ভাষাৰ লগত বড়ো ভাষাৰ নিকট সাদৃশ্য আছে। এওঁলোকে পাহাৰৰ এঢলীয়া অংশত গাঁও পাতি বসবাস কৰে আৰু মুখ্যতঃ ঝুম খেতিৰদ্বাৰা জীৱিকা প্ৰৱৰ্তন কৰে।

কথিত আছে যে ৰিয়াংসকল মিজো পাহাৰৰপৰা প্ৰবসনযোগে আহি বৰ্তমানৰ ঠাইত বসবাস কৰিবলৈ লয়। পাহাৰৰ শিখৰত এওঁলোকে গাঁও পাতি বসবাস কৰে আৰু ঝুমখেতিৰ যোগেদি জীৱিকা নিৰ্বাহ কৰে। এই জনজাতিটো চৈধ্যটা উপভাগত বিভক্ত আৰু প্ৰত্যেক ভাগেই একো একোজন জনজাতীয় অধিনায়কৰদ্বাৰা পৰিচালিত। ৰিয়াং সমাজত অধিনায়কৰ পদটো বংশানুক্ৰমে পৰিয়ালবিশেষে ভোগ কৰে।

উত্তৰ-পূব ভাৰতৰ জনজাতিসমূহৰ এক বুজনসংখ্যক জনজাতি অৰুণাচল প্ৰদেশ অধিবাসী। এই অঞ্চলত বসবাস কৰা প্ৰায় ২৫ টা উল্লেখযোগ্য জনজাতি আৰু প্ৰায় ৮০ টা উপ-জনজাতিৰ প্ৰায় ৫০০,০০০ জনলৈকে ৪৯৮৮.০ বৰ্গ কিল'মিটাৰ ঠাই আৱৰি আছে। অৰুণাচলৰ কামেং জিলা মনপা, মিজি বা ধাম্মাই, শ্বেৰডুকপেন, বুগুন বা খোৱা, অঁকা, মিচিং ইত্যাদি জনজাতিৰ আবাসভূমি। মনপা আৰু শ্বেৰডুকপেনসকল বৌদ্ধ ধৰ্মাৱলম্বী। যদিও অঁকা, খোৱা আৰু মিজিসকল বৌদ্ধধৰ্মাৱলম্বী নহয়, তথাপি তেওঁলোকৰ সংস্কৃতিতো প্ৰতিবেশীসকলৰ বৌদ্ধধৰ্মৰ চাপ সুস্পষ্ট। নিচি, ডফলা বা বাংনীসকল কামেং আৰু সোৱণশিৰি জিলাৰ আদিবাসী। এওঁলোক দুৰ্দ্ধৰ্ষ আৰু সন্দেহপ্ৰৱণ। শ্বেৰডুকপেন, নিচি, মনপা আৰু অঁকাসকলৰ অসম আৰু তিব্বতৰ লগত অতীজৰেপৰা বাণিজ্যিক সম্বন্ধ চলি আহিছে।

সোৱণশিৰি জিলা আপাটানী, টাগিন, পাহাৰী মিচিং আদি জনজাতিৰ বাসভূমি।

খাপ খেতিৰ সহায়ত উৎপাদিত শস্যই ৩২.৩ বৰ্গ কিল'মিটাৰ ঠাইত বসবাস কৰা প্ৰায় ১২,০০০ আপাটানী লোকৰ জীৱিকা নিৰ্বাহত ইন্ধন যোগাইছে। প্ৰতিকূল পাৰিপাৰ্শ্বিকতাৰ সৈতে যুঁজি জীৱন ধাৰণ কৰিবলগীয়া হোৱা বাবে টাগিনসকলে তেওঁলোকৰ কৃষ্টিৰ বিকাশ সাধিব পৰাকৈ খুব কম সময়হে পায়। অৱস্থাই তেওঁলোকক দাস-বৃত্তি কৰিবলৈ বাধ্য কৰাইছে।

চিয়াং জিলা আদি জনজাতিৰ বাসভূমি। আদি জনজাতি পাদম, পাচি, মিনিয়ং, গালং, পাংগিজ, আছিং, কাৰক ব'কাৰ, ব'ৰী, ছিদং, ৰাম', মিলান, টাগাম, টাগিন আৰু পাইলিব' জনজাতীয় গোটত বিভক্ত। ১৯৭১ চনৰ পৰিসংখ্যা মতে মুঠ আদি জনসংখ্যাৰ ৫৮,১২৫ জন পুৰুষ আৰু ৫৩,৮৭৭ গৰাকী মহিলা। এওঁলোকৰ সমাজত সুসংবদ্ধ ৰাজনৈতিক সংগঠনৰ পোনপটীয়া আৰু স্পষ্ট প্ৰভাৱ পৰিলক্ষিত হয়। সমাজ পৰিচালনা আৰু শাসনৰ অৰ্থে আদিমসকলৰ মাজত 'কেবাং' নামৰ অতুলনীয় অনুষ্ঠান আছে।

মেম্বাসকলো চিয়াং জিলাৰ আদিবাসী। মেম্বাসকল মন্পাসকলৰ দৰে বৌদ্ধ ধৰ্মাৱলম্বী।

লোহিত জিলা ইদু বা চুলিকটা, ডিগাৰু বা টাৰাওন আৰু মিজু বা কামান জনজাতিৰ বাসভূমি। তিনিওটা জনজাতিক পোনতে মিচিমি বুলি অভিহিত কৰা হয়। তেওঁলোকৰ ভাষাৰ লগত লেপ্চা ভাষাৰ সাদৃশ্য পৰিলক্ষিত হয়। এওঁলোকৰ সমাজ সংগঠনত গাঁৱৰ স্থান তেনেই নগণ্য। এটা ঘৰেৰেও একো একোখন গাঁও থকা দেখা যায়। এটাতকৈ বেছি ঘৰ থাকিলেও এটা আনটোৰপৰা এক বা ডেৰ কিল'মিটাৰ আঁতৰত অৱস্থিত হোৱা পৰিলক্ষিত হয়। মিচিমি পুৰুষ-মহিলা উভয়েই ধঁপাত খোৱাত অভ্যস্ত ; মহিলাসকলে তাঁতত বোৱা কাপোৰে তেওঁলোকৰ ৰং নিৰ্বাচন ক্ষমতা আৰু সূক্ষ্ম শিল্প-অনুভূতিৰ পৰিচয় বহন কৰে। মিচিমিসকলৰ বাহিৰেও আন দুটা বৌদ্ধ ধৰ্মাৱলম্বী জনজাতি চিংফৌ আৰু খামটিসকল এই জিলাৰ বাসিন্দা। মিজো, বড়ো, আচিফমান্দে আদি জনজাতিৰ নামে মানুহক বুজোৱাৰ দৰে চিংফৌ শব্দৰ অৰ্থও হৈছে মানুহ। প্ৰতিবেশী জনজাতিসমূহতকৈ চিংফৌ আৰু খামটিসকল বস্তু সংস্কৃতিত আগবঢ়া। তেওঁলোকে পানীকলৰ সহায়ত ধান বানে। টাইভাষী খামটিসকল দূৰ অতীতত শ্যামদেশৰপৰা অহা বুলি আৰু চিংফৌসকল ব্ৰহ্মদেশৰ উজনি ভাগৰপৰা অহা বুলি অনুমান কৰা হয়।

অৰুণাচলৰ দক্ষিণ-পশ্চিমত অৱস্থিত টিৰাপ জিলা টাংচা (জনসংখ্যা ১০,৫০০) নক্তে (জনসংখ্যা ১৯,৩০০) আৰু ৱাঞ্চু (জনসংখ্যা ২৪,০০০) জনজাতিৰ বাসভূমি। টাংচাসকলে দূৰ অতীতত ব্ৰহ্মদেশৰপৰা আহি টিৰাপত বসবাস কৰিবলৈ লয় ; এতিয়াও ব্ৰহ্মদেশৰ লগত টাংচাসকলৰ যোগাযোগ পৰিলক্ষিত হয়। নক্তেসকলৰ মাজত বৈষ্ণৱ ধৰ্মৰ সামান্য প্ৰভাৱ বৰ্তমান। ৱাঞ্চুসকলৰ সমাজ শ্ৰেণী হিচাপে সংগঠিত। বৰ্তমানে সৰ্বগ্ৰাসী নগৰীকৰণ আৰু ঔদ্যোগীকৰণৰপৰা নিজকে প্ৰায় মুক্ত ৰাখি ৱাঞ্চুসকলে প্ৰাচীন কলা-সংস্কৃতিক আঁকোৱালি আছে। নক্তে



আৰু ৱাঞ্চুসকলক বহুদিশৰপৰা কন্যাক নগাসকলৰ লগত ৰিজাব পাৰি।

কন্যাক নগাসকলৰ দৰে ৱাঞ্চুসকলৰ সমাজতো কিছুদিন আগলৈ শিৰচ্ছেদ প্ৰথাৰ গভীৰ প্ৰভাৱ পৰিলক্ষিত হৈছিল। কন্যাকসকলৰ দৰে নক্তে আৰু ৱাঞ্চু, সমাজতো অধিনায়কৰ অধীনত কেইবাখনো গাঁও থাকে আৰু তেওঁ গাঁওবাসীৰপৰা কৰ-কাটল সংগ্ৰহ কৰে। নক্তে সমাজত যুৱকসকলৰ বাবে মৰাং তথা সমূহীয়া শয়নগৃহ আছে। যুৱতীসকলৰ বাবেও আছুতীয়াকৈ গাভৰুচাং আছে।

**উত্তৰ-পূব ভাৰতৰ জনজাতিসমূহৰ মাজত প্ৰজাতীয় উপাদান**

উত্তৰ-পূব ভাৰতৰ জনজাতিসমূহৰ মাজত বিশেষকৈ মংগোলীয় উপাদানৰ প্ৰাচুৰ্য্য পৰিলক্ষিত হয়। এই অঞ্চলৰ প্ৰত্যেক জনজাতীয় লোকৰে স্বকীয় আৱয়ৱিক বৈশিষ্ট্যৰ বাহিৰে তেওঁলোকৰ শৰীৰৰ স্পষ্ট মংগোলীয় লক্ষণৰ লগত এছিয়াৰ ভিন ভিন মংগোলীয় গোষ্ঠীৰ লোকৰ আৱয়ৱিক বৈশিষ্ট্যৰ সাদৃশ্য দেখা যায়। কিন্তু এই অঞ্চলৰ মংগোলীয় লোকসকলৰ মাজতো অনা-মংগোলীয় বৈশিষ্ট্য কেতবোৰ দৃষ্টিগোচৰ হয়। উদাহৰণস্বৰূপে ক'ব পাৰি,



সোৱণশিৰি জিলাৰ আদিবাসী আপাটানীসকলৰ মাজত দীঘলীয়া মুখমণ্ডল, আঁকোৰা নাক (hooked nose) আৰু গভীৰভাৱে অৱস্থিত চকু দেখা যায়। গতিকে উত্তৰ-পূব ভাৰতৰ জনসমষ্টিত মংগোলীয় লক্ষণৰ প্ৰাচুৰ্য্য স্বীকাৰ কৰিলেও এই অঞ্চলত অন্যান্য প্ৰজাতীয় উপাদান আছে নে নাই তাৰ বিচাৰ কৰি চোৱাটো উচিত হ'ব।

কেতবোৰ জনজাতিৰ সংস্কৃতি আৰু কেশৰ গঠন অধ্যয়ন কৰি হাটন, (E. A. Hooton), গুহ মিলছ (J. P. Mills) প্ৰমুখ্যে কেইজনমান আগশাৰীৰ নৃতাত্ত্বিকে উত্তৰ-পূব ভাৰতৰ জনজাতিসমূহৰ মাজত নেগ্ৰিট' উপাদান থকা বুলি নিশ্চিতভাৱে ক'ব খোজে। নগাসকলৰ মাজত পোৱা মুষ্টিমেয় উলকেশসম্পন্ন লোকৰ আৱয়ৱিক বৈশিষ্ট্যৰ বুনিয়াদত এইকেইগৰাকী নৃতাত্ত্বিক তেওঁলোকৰ সিদ্ধান্তৰ সত্যতা সম্বন্ধে নিশ্চিত হৈছে। কিন্তু যিহেতু এই অঞ্চলত জনজাতিসমূহৰ মাজত বিজ্ঞানসন্মত বিস্তৃত অধ্যয়ন হোৱা নাই, গতিকে মাত্ৰ কেইজনমান লোকৰ আৱয়ৱিক বৈশিষ্ট্যবিশেষৰ গইনা লৈ এটা অঞ্চলত এটা বিশেষ প্ৰজাতীয় উপাদানৰ অৱস্থিতি নিৰ্ণয় কৰাটো উচিত নহ'ব। বিশেষতঃ নেগ্ৰিট' উপাদান ভাৰতত থকা কথাটোৱেই এক প্ৰবল বিতৰ্কৰ বিষয়। গতিকে মাত্ৰ এটা জনজাতিৰ মাজত পোৱা একমাত্ৰ লক্ষণৰ সহায়ত উত্তৰ-পূব ভাৰতত নেগ্ৰিট' উপাদান থকা বুলি কোৱাটো যুক্তিযুক্ত নহয়।

আপাটানীসকলৰ বাহিৰেও উত্তৰ-পূব ভাৰতৰ আন কেতবোৰ জনজাতিৰ মাজত কিছুমান অনা-মংগোলীয় আৱয়ৱিক লক্ষণ বিদ্যমান। এই অঞ্চলৰ উল্লেখযোগ্য জনজাতি বড়োকছাৰীসকলৰ ওপৰত অনা মংগোলীয় প্ৰভাৱ সুস্পষ্ট। চেমা নগা, বড়োকছাৰী, গাৰো ইত্যাদি। জনজাতীয় লোকসকলৰ মাজত দীৰ্ঘমস্তকীৰ প্ৰাধান্য পৰিলক্ষিত হয়। স্বনামধন্য নৃতাত্ত্বিক সৰকাৰে ভাৰতৰ প্ৰায়বিলাক জনজাতিৰ আৱয়ৱিক গঠনত অষ্ট্ৰেলীয় উপাদানে কম-বেছি পৰিমাণে ইন্ধন যোগাইছে বুলি ক'ব খোজে। সৰকাৰ, বা'টন (L.D.H. Buxton) প্ৰমুখ্যে কেইগৰাকীমান নৃতাত্ত্বিকে ইণ্ড' আৰ্য্য, দ্ৰাবিড় আৰু অষ্ট্ৰেলীয়সকলক ভাৰতৰ দীৰ্ঘমস্তকীৰ উৎস হিচাপে অভিহিত কৰিছে। ইণ্ড' আৰ্য্যসকল প্ৰব্ৰজনযোগে উত্তৰ-পূব ভাৰতত প্ৰৱেশ কৰাৰ বৰ বেছি দিন হোৱা নাই, গতিকে এই অঞ্চলৰ জনজাতিৰ আৱয়ৱিক লক্ষণত ইণ্ড' আৰ্য্য প্ৰভাৱৰ সম্ভাৱনা কম। ঠিক সেইদৰে প্ৰণালীবদ্ধ নৃতাত্ত্বিক অধ্যয়ন নোহোৱালৈ এই অঞ্চলত দ্ৰাবিড় অৱদানৰ অৱস্থিতি থকা-নথকা সম্বন্ধে স্থিৰ সিদ্ধান্তত উপনীত হ'ব নোৱাৰি।

হেডনৰ মতে উত্তৰ-পূব ভাৰতৰ কেতবোৰ সম্প্ৰদায়ৰ মাজত দীৰ্ঘমস্তকী আৰু দীৰ্ঘনাসিকী লক্ষণ যুক্ত প্ৰাক-দ্ৰাবিড় (অষ্ট্ৰেলীয়) প্ৰকাৰৰ লোক বিদ্যমান। বড়ো, কছাৰী, মণিপুৰী, কুকি, খাচি ইত্যাদিৰ মাজত দীৰ্ঘমস্তক আৰু দীৰ্ঘ-নাসিকা স্পষ্ট আৱয়ৱিক লক্ষণ বুলি হেডনে কৈ গৈছে।

বা'টনে ভাৰতৰ পূব প্ৰান্তৰ লোকৰ আৱয়ৱিক লক্ষণ অধ্যয়ন কৰি সেই অঞ্চলৰ মূল প্ৰজাতীয় উপাদান প্ৰাক-দ্ৰাবিড় বুলি কৈছে। গুহ আৰু বসুৱে নগা কৰোটি কেতবোৰ অধ্যয়ন কৰি তেওঁলোকৰ মংগোলীয় লক্ষণৰ মাজত অষ্ট্ৰেলীয় উপাদান আৱিষ্কাৰ কৰিছে। অষ্ট্ৰিক ভাষা-গোষ্ঠীৰ শাখা মনখেমৰভাষী খাচিসকলৰ শাৰীৰিক লক্ষণৰ ভিত্তিতো উত্তৰ-পূব ভাৰতৰ জনসমষ্টিত অষ্ট্ৰেলীয় উপাদান থকা বুলি প্ৰমাণ কৰিব পাৰি।

থোৰতে ক'বলৈ গ'লে, উত্তৰ-পূব ভাৰতৰ জনজাতিসমূহ প্ৰধানতঃ মংগোলীয়। অষ্ট্ৰেলীয়সকলে খুব সম্ভৱ মংগোলীয়সকলতকৈ আগতে এই অঞ্চলত বসবাস কৰিছিল। মংগোলীয়সকলৰ প্ৰাৰ্দুভাৱে হয়তো অষ্ট্ৰেলীয়সকলক বিতাড়িত কৰে। ব্ৰহ্মদেশ আৰু ইণ্ড'চীনৰ অষ্ট্ৰিকভাষী লোকসকলক ভাৰতৰ পৰা বিতাড়িত অষ্ট্ৰেলীয় বুলি কোনো কোনোৱে অভিহিত কৰে। মংগোলীয়সকলৰ মাজত অষ্ট্ৰেলীয়সকলে কেতবোৰ প্ৰজাতীয় বৈশিষ্ট্য এৰি থৈ যায়। মংগোলীয়সকলতকৈ বহু পাছত অহা ইণ্ড' আৰ্য্যসকলেও মংগোলীয়সকলৰ আৱয়ৱিক বৈশিষ্ট্যত অৰিহণা যোগায়। নানা প্ৰকাৰৰ লোকৰ সংকৰণৰ ফলত এই অঞ্চলৰ প্ৰজাতীয় উপাদানৰ যৌগিকতা বৃদ্ধি পায়।

# জীৱনী সাহিত্য
# এটি সংক্ষিপ্ত পৰিচয়

অঞ্জলি শৰ্মা

জীৱনী হ'ল এজন মানুহৰ জীৱন আৰু ব্যক্তিত্বৰ পৰিচয়। ইয়াত এজন বাস্তৱ মানুহৰ জীৱনত ঘটা ঘটনাৱলীৰ জৰিয়তে মানুহজনৰ জীৱনটো এনেভাৱে সজাই তোলে যে মানুহজন তেজ-মঙহৰ এজন জীয়া মানুহৰূপে ফুটি উঠে।

পাশ্চাত্যৰ সূত্ৰকাৰসকলে জীৱনীৰ স্বৰূপ নিৰ্ণয়ৰ প্ৰসঙ্গত বিভিন্ন সূত্ৰ আগবঢ়াইছে। এজন সূত্ৰকাৰ আৰু জীৱনীকাৰ জন্.এ.গেৰেটিয়ে (Jonh.A.Garrety) জীৱনীক 'জীৱন এটা অভিলেখ' (Records of Life) বুলি কৈছে। কিন্তু তেওঁ আকৌ কৈছে যে জীৱনী হ'ল 'এজন মানুহৰ জীৱনৰ ইতিহাস' (The history of a human life) | আন এজন সূত্ৰকাৰ হেৰল্ড নিকোল্ছনে্ (Harold Nicholson) অ'ফৰ্ড ডি'নেৰিত (Oxford Dictionary) থকা সংজ্ঞাটোকে এটা ভাল সংজ্ঞা বুলি গ্ৰহণ কৰিছে। অ'ফৰ্ড ডি'নেৰিৰ সংজ্ঞাটো হ'ল 'সাহিত্যৰ ৰূপত ব্যক্তিবিশেষৰ জীৱনৰ ইতিহাস' (The history of the lives of individual men as a branch of literature) |

আন এজন সূত্ৰকাৰ পল্ মাৰি কেণ্ডেলে (Paul Murray Kendall) এ গেৰেটি আৰু নিকোল্ছন্ৰ সংজ্ঞা দুটি আসোঁৱাহপূৰ্ণ বুলি মত প্ৰকাশ কৰিছে। তেওঁৰ মতে এওঁলোকে কোৱাৰ দৰে জীৱনী ইতিহাসো নহয় বা জীৱন কাহিনীও নহয়। সেয়েহে তেওঁ জীৱনীৰ আন এটা সংজ্ঞা আগবঢ়াইছে। তেওঁৰ মতে জীৱনী কোনো ব্যক্তি বিশেষৰ জীৱনৰ জানিব পৰা সকলো তথ্যৰ জৰিয়তে, শব্দৰ সহায়ত সৃষ্টি কৰা কৌশলপূৰ্ণ অনুকৃতি বা কৌশলপূৰ্ণ পুনৰ্নিৰ্মাণ (Biography is the simulation in words, of a man's life, from all that is known about that men) | ড° গোবিন্দ প্ৰসাদ শৰ্মাই আকৌ তেওঁৰ **জীৱনী আৰু অসমীয়া জীৱনী** নামৰ গ্ৰন্থত জীৱনীৰ সংজ্ঞা এইদৰে নিৰূপণ কৰিছে—'জীৱনী হ'ল কোনো বাস্তৱ ব্যক্তিবিশেষৰ জীৱন বৃত্তান্ত, যুগে তেওঁৰ ওপৰত আৰু তেওঁ যুগৰ ওপৰত পেলোৱা প্ৰভাৱৰ কলা-কুশল লিখিত বৰ্ণনা আৰু লগতে সেই ব্যক্তিৰ চৰিত্ৰ আৰু ব্যক্তিত্বৰ চিত্ৰণ। এনেবোৰ সূত্ৰৰ পৰা আমি জীৱনী বুলিলে এইটোকে বুজিম যে জীৱনী হ'ল এজন সঁচা মানুহৰ জীৱনৰ ঘটনাৱলীৰ সহায়ত তেওঁৰ ব্যক্তিত্ব আৰু চৰিত্ৰৰ কৌশলপূৰ্ণ পুনৰ্নিৰ্মান আৰু লগতে সময়ৰ ওপৰত তেওঁৰ আৰু তেওঁৰ ওপৰত সময়ৰ প্ৰভাৱৰ কলা-কুশল বৰ্ণনা।

জীৱনীত এজন মানুহৰ চৰিত্ৰ আৰু ব্যক্তিত্বৰ চিত্ৰণ থকা বাবে জীৱনীৰ লগত ইতিহাসৰো সাদৃশ্য আছে। কাৰণ ইতিহাসো বাস্তৱ মানুহৰ জীৱনৰ



কাৰ্যাৱলী, যুগে মানুহৰ ওপৰত আৰু মানুহে যুগৰ ওপৰত পেলোৱা প্ৰভাৱৰ বিৱৰণ। কিন্তু ইতিহাস জীৱনী নহয়। কাৰণ জীৱনীত এজন মানুহৰ জীৱন পৰিচয় থাকিব লাগিব। আনহাতে ইতিহাসত এক বা একাধিক মানুহৰ কাৰ্যাৱলীৰ বিৱৰণ বিশ্লেষণৰ যোগে এটা বা অধিক যুগ বা সমাজৰ পৰিচয় থাকে। তদুপৰি ইতিহাসত ব্যক্তিবিশেষৰ ৰাজহুৱা জীৱনটোৰ কথাহে থাকে। কিন্তু জীৱনীত মানুহজনৰ ব্যক্তিগত জীৱনটোৰ ওপৰতো গুৰুত্ব দিয়া হয়।

জীৱনী এজন মানুহৰ জীৱন পৰিচয় হোৱা বাবে ইয়াৰ লগত উপন্যাসৰো সাদৃশ্য আছে। কিন্তু উপন্যাস এজন মানুহৰ জীৱনক কেন্দ্ৰ কৰি ৰচিত হ'লেও সেই মানুহজন বাস্তৱ মানুহ সাধাৰণ.তে নহয়, কাল্পনিক ব্যক্তিহে। সেই ব্যক্তিজনৰ মূল ৰূপ কোনোবা বাস্তৱ মানুহ হ'লেও হ'ব পাৰে। কিন্তু সি কল্পনাৰ পৰশত নতুন ৰূপ পাইছে বা ৰূপান্তৰ ঘটিছে।

মানুহৰ ব্যক্তিত্বৰ আভাস পাব পৰা জীৱনীৰ সমগোত্ৰীয় ৰচনাসমূহ হ'ল আত্মজীৱনী, চিঠি-পত্ৰ, ডায়েৰী আদি। জীৱনীৰ সমশ্ৰেণীৰ হ'লেও এইবোৰ জীৱনী নহয়।

জীৱনী আৰু এই ৰচনাসমূহৰ মাজত দুটা প্ৰধান পাৰ্থক্য আছে—এটা বাহ্যিক আনটো আন্তৰিক। জীৱনীত এজন বাস্তৱ মানুহৰ ব্যক্তিত্ব আৰু চৰিত্ৰৰ চিত্ৰণ বা পুনৰ্নিৰ্মাণ ঘটে এক দ্বিতীয় ব্যক্তিৰ জৰিয়তে। কিন্তু আত্মজীৱনী বা চিঠি-পত্ৰ আৰু ডায়েৰীত ব্যক্তিবিশেষে নিজেই নিজৰ ব্যক্তিত্বৰ চিত্ৰণ কৰে। সেয়েহে জীৱনীত জীৱনীকাৰে মানুহজনক যেনেভাৱে দেখিছে, বুজিছে সেইজন মানুহকহে লগ পাওঁ। অৰ্থাৎ জীৱনীৰ বিষয়ক গ্ৰন্থকৰ্তাৰ দৃষ্টিৰেহে আমি প্ৰত্যক্ষ কৰোঁ। কিন্তু আত্মজীৱনীত লেখকে নিজকে যেনেকুৱা বুলি ভাবে বা বুজে তেনেভাৱেহে অংকন কৰে। অৰ্থাৎ আত্মজীৱনীত লগ পোৱা মানুহজন লেখকৰ নিজৰ দৃষ্টিৰ মানুহ। গতিকে আত্মজীৱনীত প্ৰকাশিত সত্য বস্তুনিষ্ঠ সত্য নহয়। কাৰণ নিজে নিজক নিৰপেক্ষভাৱে বিচাৰ কৰাটো সহজ নহয়। কিন্তু জীৱনী যিহেতু এজন দ্বিতীয় ব্যক্তিৰ দ্বাৰা ৰচিত হয় তাত বহু পৰিমাণে নিৰপেক্ষতা আশা কৰিব পাৰি। সেয়েহে আত্মজীৱনী সাধাৰণতে আত্মনিষ্ঠ আৰু জীৱনী সাধাৰণতে বস্তুনিষ্ঠ হয়।

জীৱনী সাহিত্যক প্ৰধানকৈ তিনিটা শ্ৰেণীত ভাগ কৰিব পাৰি। (১) সন্তচৰিত (Hagiography), (২) পৰম্পৰাগত জীৱনী (Traditional Biography), (৩) নতুন জীৱনী (New Biography)

১। সন্তচৰিত (Hagiography) :– সন্তচৰিতবোৰত ধৰ্মগুৰুসকলৰ জীৱন চৰিত বৰ্ণনা কৰা হয়। কিন্তু সন্তচৰিতবোৰত বিষয়ৰ জীৱন আৰু ব্যক্তিত্বৰ চিত্ৰণৰ উপৰি আন এটি উদ্দেশ্য জড়িত হৈ থাকে। সেইটো হ'ল **সন্তজনে অনুসৰণ কৰা ধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰ।** ধৰ্ম প্ৰচাৰৰ বাবেই সন্তচৰিতৰ নায়কক ভগৱানৰ অৱতাৰৰূপে প্ৰতিপন্ন কৰিবলৈ নানা অলৌকিক অতিপ্ৰাকৃত কাল্পনিক কাহিনীৰো সংযোগ কৰা হয়। এনে লক্ষণযুক্ত চৰিতসমূহকে ইংৰাজীত Hagiography আৰু অসমীয়াত সন্তচৰিত বা চৰিতপুথি বোলে।

জীৱনী এজন মানুহৰ জীৱন পৰিচয় হোৱা বাবে ইয়াৰ লগত উপন্যাসৰো সাদৃশ্য আছে। কিন্তু উপন্যাস এজন মানুহৰ জীৱনক কেন্দ্ৰ কৰি ৰচিত হ'লেও সেই মানুহজন বাস্তৱ মানুহ সাধাৰণতে নহয়, কাল্পনিক ব্যক্তিহে। সেই ব্যক্তিজনৰ মূল ৰূপ কোনোবা বাস্তৱ মানুহ হ'লেও হ'ব পাৰে। কিন্তু সি কল্পনাৰ পৰশত নতুন ৰূপ পাইছে বা ৰূপান্তৰ ঘটিছে।

**২। পৰম্পৰাগত জীৱনী (Traditional** Biography) পৰম্পৰাগত জীৱনীত বিষয়ক এজন সাধাৰণ মানুহৰূপে জ্ঞান কৰিলেও সততে প্ৰশংসাসূচক মনোভাৱেৰে তেওঁক সাধাৰণ মানুহৰ মাজৰ এক অসাধাৰণ ব্যক্তিৰূপে দেখুৱাবলৈ চেষ্টা কৰা হয়। জীৱনৰ প্ৰায় সকলোবোৰ গুৰুত্বপূৰ্ণ ঘটনাৰ উল্লেখেৰে বিষয়ৰ জীৱনৰ পৰিচয় দিয়াৰ লগতে ইয়াৰ বিষয়ৰ চৰিত্ৰ আৰু ব্যক্তিত্বও চিত্ৰিত হয়। ঐতিহাসিক সত্য ৰক্ষা কৰা এইশ্ৰেণী জীৱনীৰ প্ৰধান লক্ষ্য। পৰম্পৰাগত জীৱনীৰ এটা বশিষ্ট লক্ষণ হ'ল ইয়াত কল্পনাৰ স্থান তেনেই সীমিত। এনে পৰম্পৰাগত আৰ্হিৰ অসমীয়া জীৱনী হ'ল সূৰ্যকুমাৰ ভূঞাৰ আনন্দৰাম বৰুৱা (১৯২০)।

পৰম্পৰাগত জীৱনী কেইবাটাও শাখাত ভগাব পাৰি—

(ক) **পাণ্ডিত্যগৰ্ভ জীৱনী (Scholarly Biography) :–** পৰম্পৰাগত জীৱনীৰ এটি শাখা হ'ল পাণ্ডিত্যগৰ্ভ জীৱনী, এনে জীৱনীত তথ্য সংগ্ৰহৰ বাবে, অৰ্থাৎ বিষয় মানুহজন আৰু তেওঁৰ কৰ্ম আদিৰ প্ৰকৃত স্বৰূপ উদ্‌ঘাটন কৰিবলৈ, যেতিয়া গৱেষণামূলক পদ্ধতি গ্ৰহণ কৰা হয় বা পুথিত উল্লেখ কৰা সকলো কথা যেতিয়া তথ্যপাতিৰ সহায়ত প্ৰমাণ কৰি লিখা হয় তেতিয়া তাক **পাণ্ডিত্যগৰ্ভ জীৱনী** বোলে। বিষয়ৰ জীৱনৰ ঘটনাৱলী, চৰিত্ৰ আদি সম্পৰ্কে থকা ভুল ধাৰণা বা অনিশ্চয়তা তথ্যৰ সহায়ত পদ্ধতিমূলক আলোচনাৰ দ্বাৰা দূৰ কৰি বিষয়ক প্ৰকৃত ৰূপত এনে জীৱনীত দাঙি ধৰিবলৈ চেষ্টা কৰা হয়। এনে জীৱনীত নায়কৰ চিন্তা আৰু তেওঁৰ অৱদান সম্পৰ্কেও আলোচনা থাকে। তথ্যভিত্তিক কৰিবৰ বাবে ইয়াত চন, তাৰিখ, পাদটীকা, বিশ্লেষণমূলক আলোচনাৰ সঘনে ব্যৱহাৰ কৰা দেখা যায়। এই শাখাৰ অসমীয়া জীৱনী গ্ৰন্থৰ উদাহৰণ হ'ল মহেশ্বৰ নেওগৰ শ্ৰীশ্ৰীশংকৰদেৱ (১৯৪৯)।

(খ) জীৱন আৰু পত্ৰাৱলী আৰ্হিৰ জীৱনী **(Life and Letters Type)** ঃ— পৰম্পৰাগত

জীৱনীৰ এটি শাখা হ'ল জীৱন আৰু পত্ৰাৱলী আৰ্হিৰ জীৱনী। যিবোৰ জীৱনীত জীৱনৰ সকলো দৰকাৰী ঘটনাকেই যিমানদূৰ পৰা যায় স্থান দিয়া হয় আৰু কালানুক্ৰমিকভাৱে সজোৱা হয়, তদুপৰি যিবোৰ জীৱনীত ডায়েৰী আৰু চিঠি-পত্ৰৰ বহুল ব্যৱহাৰ কৰা হয়, শেষৰ পিনে আনকি বহুতো চিঠি বা ডায়েৰীৰ কথা তুলি দিয়া হয় সেইবোৰকে জীৱন আৰু পত্ৰাৱলী আৰ্হিৰ জীৱনী বোলা হয়। অসমীয়াত এই শ্ৰেণী জীৱনীৰ উদাহৰণ হ'ল যতীন্দ্ৰনাথ গোস্বামীৰ **সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা** (১৯৬৮)।

(গ) জীৱন আৰু যুগৰ বিৱৰণাত্মক জীৱনী (Life and Time Account) ঃ— এই শ্ৰেণীৰ জীৱনীতো প্ৰামাণিকতাৰ ওপৰত বিশেষ গুৰুত্ব দিয়া হয়। এই শ্ৰেণীৰ জীৱনীত নায়কৰ সমাজখন আৰু যুগৰ ওপৰত বিশেষ গুৰুত্ব দিয়া হয়। গতিকে ইয়াত নায়কৰ জীৱন আলোচনাৰ সমানেই যুগৰ আলোচনা কৰা হয়। এই শ্ৰেণীৰ অসমীয়া জীৱনীৰ উদাহৰণ হ'ল প্ৰফুল্ল দত্ত গোস্বামীৰ **মাণিকচন্দ্ৰ বৰুৱা আৰু তেওঁৰ যুগ** (১৯৭০)।

(ঘ) জীৱনীমূলক ৰচনা (Biographical Essay) :- জীৱনীমূলক ৰচনাসমূহো পৰম্পৰাগত জীৱনীৰ অন্তৰ্ভুক্ত। এনে জীৱনীমূলক ৰচনাসমূহত কলা-কুশলতাৰ ওপৰত প্ৰাধান্য দিয়া হয়। সেয়ে ই বস্তুনিষ্ঠ নহয়, ব্যক্তিনিষ্ঠহে হয়। বিষয় লেখকৰ দৃষ্টিত যেনে ৰূপত ধৰা দিছে তাৰ সাহিত্যিক অংকনহে এনে জীৱনীমূলক ৰচনাত পোৱা যায়। এনে ৰচনাসমূহত চন, তাৰিখ বা পাদটীকাৰ ওপৰত সিমান গুৰুত্ব দিয়া নহয়। তাৰ সলনি ইয়াত মানুহজন স্পষ্ট আৰু জীৱন্ত ৰূপত ফুটাই তোলাতহে গুৰুত্ব দিয়া হয়। অসমীয়াত বেণুধৰ শৰ্মাৰ **অৰ্ঘ্যাৱলীৰ** (১৯৬৭) ৰচনাসমূহ এই শ্ৰেণীৰ উৎকৃষ্ট উদাহৰণ।

(ঙ) প্ৰামাণিক পৰিচয়মূলক বা বিদ্যাৰ্থীৰ জীৱনী (Students Biography) :- পৰম্পৰাগত জীৱনীৰ এই শাখাটি সীমিত আকাৰৰ হোৱা বাবে ইয়াত একমাত্ৰ সঠিক আৰু প্ৰামাণিক ঘটনা বা কাৰ্যবোৰেহে স্থান পায়। অৱশ্যে সকলো প্ৰামাণিক কথাকে ইয়াত কালানুক্ৰমিকভাৱে সজাই লিখা হয়। ইংৰাজীতে লিখা হেম বৰুৱাৰ **লক্ষ্মীনাথ বেজবৰুৱা** এই শ্ৰেণীৰ জীৱনী।

৩। নতুন জীৱনী (**New Biography**) :- নতুন জীৱনীত ঘাইকৈ ফৰ্ম বা ৰূপৰ ওপৰতহে গুৰুত্ব দিয়া হয়। সেইবাবে এই শ্ৰেণী ৰচনাত কলাকুশলতাৰ স্থান উচ্চ। এই শ্ৰেণীৰ জীৱনী কলা-কুশল হ'ব লাগিব বাবেই ই সুখপাঠ্যও হয়। অৰ্থাৎ কলাকুশলতা আৰু সুখপাঠ্যতা নতুন জীৱনীৰ মূল ভেটি। সেয়েহে এনে জীৱনীত জীৱনীকাৰে বিষয়ক বিকৃত নকৰাকৈ কল্পনাৰ জৰিয়তে বিষয়ক জীৱন্ত ৰূপ দিয়াৰ লগতে জীৱনীক আকৰ্ষণীয় কৰি তোলে। সেয়েহে ইয়াক উপন্যাসীকৃত জীৱনীও (Novelised Biography) বোলে।

নতুন জীৱনীৰ এটি লক্ষণ হ'ল ইয়াত বিষয়ৰ প্ৰতি সকলো সময়তে প্ৰশংসাৰ দৃষ্টি গ্ৰহণ নকৰি সময়ে সময়ে সমালোচনা আৰু প্ৰয়োজন হ'লে বিদ্ৰূপৰ দৃষ্টিভংগীও গ্ৰহণ কৰা হ'ব। অৰ্থাৎ ইয়াত বিষয়ৰ ভাল-বেয়া দুয়োটা দিশ নিৰ্মোহভাৱে উদঙাই দিয়া হয়। তাকে কৰোতে বিষয়ৰ প্ৰতি সময় অনুসৰি ব্যঙ্গাত্মক ভাবো প্ৰকাশ কৰিব লগা হয়। সেয়েহে ইয়াৰ আন এটা নাম Debunking Biography| অসমীয়াত এনে জীৱনী ৰচনাৰ প্ৰয়াস আছে যদিও সাৰ্থক নতুন জীৱনী আছে বুলিব নোৱাৰি। নেওগৰ **বেজবৰুৱা মানুহজন** নামৰ ৰচনাখনি কলাৰ দিশত বেছ চহকী যদিও বিষয়ৰ প্ৰতি লেখকে সততে প্ৰশংসাপূৰ্ণ দৃষ্টি গ্ৰহণ কৰিছে। সেইদৰে তিলক দাসৰ **বিষ্ণুৰাভা এতিয়া কিমান ৰাতি** (১৯৭৭), যুগল দাসৰ **মহেন্দ্ৰনাথ ডেকাফুকন** (১৯৮৩) নামৰ পুথি দুখন সুখপাঠ্য বা উপন্যাসৰ দৰে মনোৰম যদিও বিষয়ৰ প্ৰতি বিদ্ৰূপাত্মক মনোভাব আৰু কলাকৃতি হিচাপে ইয়াত ফৰ্ম বা গঢ়ৰ ওপৰত গুৰুত্ব দিয়া হোৱা নাই।

নতুন জীৱনীৰ আন এটি শাখা হ'ল **সহজ জ্ঞানভিত্তিক জীৱনী** (Intutive Biography) | এনে জীৱনীত বিষয়ৰ ব্যক্তিত্ব আৰু চৰিত্ৰ অবিকৃতভাৱে ৰাখি, সুখপাঠ্য আৰু মনোৰম কৰি তুলিবলৈ বিষয়ৰ জীৱনত প্ৰকৃততে নঘটা কিন্তু তেনে স্বভাৱৰ মানুহৰ জীৱনত ঘটাটো সম্ভৱ তেনে কিছুমান সৰু সৰু ঘটনা আৰু সংলাপ সংযোগ কৰি মানুহজনক জীৱন্ত ৰূপত ফুটাই তোলা হয়। প্ৰকৃততে ঘটা ঘটনা নাইবা প্ৰকৃততে কোৱা কথা নহ'বও পাৰে সেইটো বুজাবলৈ ইয়াত 'হয়তো', 'নিশ্চয়', 'কিজানিবা' আদি সম্ভাৱনাসূচক শব্দসমূহ ব্যৱহাৰ কৰা হয়। বিষয়ৰ জীৱন আৰু চৰিত্ৰৰ লগত সম্যক পৰিচয় নাথাকিলে এনে জীৱনী ৰচনাত সফল হোৱা টান। অসমীয়াত অক্ষয় কুমাৰ মিশ্ৰৰ **পণ্ডিত নাৰায়ণ দেৱমিশ্ৰ ঃ মানুহজন** (১৯৬৩) অসমীয়া সাহিত্যৰ সহজ জ্ঞানভিত্তিক জীৱনীৰ উৎকৃষ্ট উদাহৰণ।

**প্ৰাসংগিক পুথি ঃ**

(1) Garraty, John.A, *The Nature of Biography,* Alfred A. Knopf New York, 1957

(2) Kendall, Paul Murray, *The Art of Biography, George Allen & Unwin, London, 1965*

(3) Nicholson, Harold, *The Development of English Biography (1928)* The Hogarth Press, London 1947

(4) শৰ্মা, গোবিন্দ প্ৰসাদ, **জীৱনী আৰু অসমীয়া জীৱনী,** (১৯৮৬) ষ্টুডেণ্ট ষ্ট'ৰ্ছ, গুৱাহাটী, ১৯৯৩

*অভিজ্ঞতাৰ ওপৰত প্ৰতিষ্ঠিত হ'লেও সাহিত্য বাস্তৱতে অভিজ্ঞতাৰ কেটেলগ বা যাদুঘৰ নহয়। নিৰ্বাচন কৌশল, কল্পনা আৰু ৰীতিৰ সহায়েৰে অভিজ্ঞতাৰ কেঁচা সঁজুলি গঢ়ি-পিটি ল'লেহে প্ৰকৃত সাহিত্যৰ সৃষ্টি হয়।*

— কৃষ্ণকান্ত সন্দিকৈ



# ব্যৱহাৰিক সাহিত্যৰ শব্দভাণ্ডাৰ

ড° দীপ্তি ফুকন পাটগিৰি




অসমীয়া সাহিত্যৰ সুদীৰ্ঘ পৰিক্ৰমাত শংকৰোত্তৰ যুগৰ সাহিত্যৰাজিৰ বিশেষ স্থান আছে। শংকৰী যুগতে অসমীয়া সাহিত্যৰ বিচিত্ৰ সম্ভাৰ প্ৰতিভাত হয় যদিও পদ ছন্দতহে ৰচনাৰ সংখ্যা অধিক, অৱশ্যে অসমীয়া গদ্য সাহিত্যই এই স্তৰতে প্ৰতিষ্ঠা লাভ কৰে। ইয়াৰ পৰৱৰ্তী অৰ্থাৎ শংকৰোত্তৰ কালছোৱাত অসমীয়া সাহিত্যত পদ ছন্দৰ লগে লগে গদ্যৰ ক্ষেত্ৰতো সমানে আগবাঢ়িবলৈ সক্ষম হয়। গদ্য আৰু পদ্য উভয়তে ৰচিত এই সময়ৰ পল্লৱিত সাহিত্যই বিশেষ বিস্তৃতি লাভ কৰে। ধৰ্মীয় আৰু অনাধৰ্মীয় — এই দুইবিধ সাহিত্যই শংকৰোত্তৰ কালছোৱাত নতুন আয়তন প্ৰদান কৰিছে। এই সময়ৰ সাহিত্যৰাজিক কেইবাটাও ভাগত ভাগ কৰি দেখুৱাব পাৰি —

(ক) চৰিত সাহিত্য, (খ) বুৰঞ্জী সাহিত্য, (গ) ব্যৱহাৰিক সাহিত্য

(ঘ) বিবিধ বিষয়ক সাহিত্য, (ঙ) অন্যান্য সাহিত্য— ১। কাব্য সাহিত্য, গীত-পদ আদি, ২। গদ্য সাহিত্য, চ) অঙ্কীয়া নাট

শংকৰোত্তৰ কালৰ এই সাহিত্যৰাজিয়ে বিভিন্ন দিশৰ বিষয়বস্তু সামৰি লৈছে আৰু ভাষাৰীতিৰ ফালৰ পৰাও ই এক পৰিবৰ্তন লাভ কৰিবলৈ প্ৰয়াস কৰিছে। এই সাহিত্যৰাজিৰ ভিতৰত ব্যৱহাৰিক জ্ঞানৰ ওপৰত ভিত্তি কৰি ৰচিত হোৱা ব্যৱহাৰিক সাহিত্য অন্যতম। আহোম ৰাজশাসনৰ শেষৰ ফালে খ্ৰীষ্টীয় সপ্তদশ শতিকাৰ শেষ বা অষ্টাদশ শতিকাৰ প্ৰাৰম্ভৰ পৰা ঊনবিংশ শতিকাৰ আগভাগলৈকে ব্যৱহাৰিক জ্ঞানৰ ভালেকেইখন পুথি ৰচিত হৈছে। উল্লেখযোগ্য যে এই সময়তে অসমীয়া সাহিত্য সৃষ্টিৰ কেন্দ্ৰস্থল সত্ৰীয়া পৰিবেশৰ পৰা ৰজাঘৰীয়া পৰিবেশলৈ স্থানান্তৰ হয়। ফলস্বৰূপে লৌকিক আৰু ব্যৱহাৰিক জীৱনৰ লগত সম্পৰ্কিত বিষয়বস্তুৱে সাহিত্যত গুৰুত্ব লাভ কৰে। ধৰ্মমূলক বৈষ্ণৱ সাহিত্যৰ লগে লগে ব্যৱহাৰিক জ্ঞানৰ ওপৰত ভিত্তি কৰি কেইবাখনো সংস্কৃত গ্ৰন্থ অসমীয়ালৈ অনূদিত হৈছিল ; অৱশ্যে এই শ্ৰেণীৰ সাহিত্যৰ সংখ্যা বৰ বেছি নহয়। শংকৰোত্তৰ কালৰ অসমীয়া ব্যৱহাৰিক সাহিত্যৰ অন্তৰ্গত বিষয়বস্তুবোৰ হ'ল — জোতিষ শাস্ত্ৰ, নিদান, আয়ুৰ্বেদ শাস্ত্ৰ, অংকৰ আৰ্যা, নৃত্য-গীতৰ পুথি, গৃহনিৰ্মাণ আদি। ব্যৱহাৰিক সাহিত্যৰ ভালেখিনি গ্ৰন্থ গদ্যত ৰচিত। অৱশ্যে এই সাহিত্যৰাজিৰ অনেক ৰচনা এতিয়াও সাঁচিপাততে আবদ্ধ আছে। ব্যৱহাৰিক সাহিত্যৰাজিৰ ভিতৰত তলত উল্লেখ কৰা গ্ৰন্থসমূহ অন্যতম,—

১। হস্তি বিদ্যাৰ্ণৱ — সুকুমাৰ বৰকাথ, ২। ঘোৰা নিদান — ......................

৩। ভাস্বতী — কবিৰাজ চক্ৰৱৰ্তী, ৪। শ্ৰীহস্তমুক্তাৱলী — শুভংকৰ

৫। অংকৰ আৰ্যা — কাশী নাথ, ৬। হিতোপদেশ — বাগীশ দ্বিজ

৭। কামৰত্ন তন্ত্ৰ — গোৰক্ষ নাথ দ্বিজ, ৮। নীতি লতাংকুৰ — মধুমিশ্ৰ বাগীশ

৯। জ্যোতিষ চূড়ামণি — চূড়ামণি, ১০। লীলাৱতী — কবিৰত্ন দ্বিজ

১১। কিতাবত (কিতাৱৎ) মঞ্জৰী — বকুল কায়স্থ (বকুল কাথ)

সুকুমাৰ বৰকাথৰ 'হস্তী বিদ্যাৰ্ণৱ' গ্ৰন্থখন হাতী বিষয়ক, 'ঘোৰা নিদান' হ'ল

ঘোঁৰা সম্পৰ্কীয়, কবিৰাজ চক্ৰৱৰ্তীৰ 'ভাস্বতী' হ'ল জ্যোতিষ সম্পৰ্কীয় গ্ৰন্থ, আৰু 'শ্ৰীহস্ত মুক্তাৱলী' হ'ল শুভংকৰ সংস্কৃত গ্ৰন্থৰ কথা ভাঙনি ঃ কাশীনাথৰ 'অংকৰ আৰ্যা', বাগীশ দ্বিজৰ 'হিতোপদেশ' ব্যৱহাৰিক সাহিত্যৰ অন্যতম গ্ৰন্থ। 'কামৰত্ন তন্ত্ৰ' চুড়ামণিৰ জ্যোতিষ চুড়ামণি, আৰু কবিৰত্ন দ্বিজৰ 'লীলাৱতী' নামৰ গ্ৰন্থখনো ব্যৱহাৰিক সাহিত্যৰ উল্লেখযোগ্য গ্ৰন্থ। বকুল কায়স্থৰ 'কিতাবত মঞ্জৰী' আন এখন উল্লেখযোগ্য গ্ৰন্থ। ব্যৱহাৰিক সাহিত্যৰ পদ ছন্দত ৰচনা কৰা গ্ৰন্থসমূহৰ বিপৰীতে গদ্যত ৰচনা কৰা গ্ৰন্থসমূহে ভাষাৰ ক্ৰমবিকাশৰ দিশত উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছে। ধ্বনিতত্ত্ব, ৰূপতত্ত্ব, শব্দতত্ত্ব আৰু বাক্যতত্ত্ব এই কেওটা দিশতে ব্যৱহাৰিক সাহিত্যৰ ভাষাই অসমীয়া ভাষাৰ এক বিশেষ দিশ উন্মোচিত কৰিছে। এই সাহিত্যত ব্যৱহৃত শব্দসম্ভাৰে ইয়াৰ ভাষাক আকৰ্ষণীয় কৰি তুলিছে। ব্যৱহাৰিক সাহিত্যৰ শব্দসম্ভাৰৰ এক চমু আভাস দাঙি ধৰাৰ প্ৰয়াস কৰা হ'ল—

যিকোনো সাহিত্যৰ শব্দসম্ভাৰ সেই সাহিত্যৰ বিশেষ সম্পদ। শব্দসম্ভাৰে এটা ভাষাৰ সমৃদ্ধৰূপৰ আভাস দিব পাৰে। অসমীয়া ভাষাটো আৰ্যমূলীয় ভাষা কিন্তু জন্মলগ্নৰে পৰা এই ভাষাই বিভিন্ন আৰ্যভিন্ন উপাদানেৰে সমৃদ্ধ হৈ উঠিছে। অসমীয়া ভাষাই পূৰ্বৰে পৰা বিভিন্ন সময়ত বিভিন্ন শব্দসম্ভাৰ আহৰণ কৰিছে। ব্যৱহাৰিক সাহিত্যৰ ভাষাত সংস্কৃত, দেশী-বিদেশী ভাষাৰ বিভিন্ন শব্দ গ্ৰহণ কৰিছে। যাৰ ফলস্বৰূপে এইবিধ সাহিত্যত শব্দৰ প্ৰাচুৰ্য বিশেষভাৱে দৃষ্টিগোচৰ হৈছে।

ব্যৱহাৰিক সাহিত্যত সংস্কৃতৰ পৰা অহা শব্দৰ বহুল প্ৰয়োগ লক্ষণীয়। এই শব্দসমূহ কোনো পৰিবৰ্তন নোহোৱাকৈ প্ৰয়োগ হৈছে। এই তৎসম শব্দসমূহ কেতিয়াবা অংগ-প্ৰত্যংগবাচক, কেতিয়াবা সম্বন্ধবাচক, কেতিয়াবা কালবাচক, কেতিয়াবা জ্যোতিষ গণনা বিষয়, কেতিয়াবা প্ৰাণীবাচক আদি। এনেধৰণৰ কেতবোৰ শব্দ হ'ল—

মুণ্ড, শিৰ, নয়ন, কুঞ্জৰ, শৃগাল, বৰাহ, স্ত্ৰী, দুহিতৃ, বৰ্ষা, প্ৰাতঃকাল, নৃপতি, অনুৰাগ, ঋতু, অশ্বিনী, ৰেৱতী, দ্বাদশী, প্ৰাৰ্থনা, শোণিত, গিৰি, ফাল্গুন, মৃদংগ আদি।

সংস্কৃতৰ কিছু পৰিবৰ্তিত অৰ্থাৎ অৰ্ধতৎসম শব্দও ব্যৱহাৰিক সাহিত্যৰ অন্যতম আকৰ্ষণ,—

ভগিনী, নিশব্দ, শকতি, শুকুলা, পিৰিতি, সৰগ, ভৱন, পদুম, যতন আদি।

তৎসম শব্দৰ তুলনাত অৰ্ধতৎসম শব্দৰ সংখ্যা এইবিধ সাহিত্যত যথেষ্ট কম।

তদ্ভৱ অৰ্থাৎ সংস্কৃতৰ আমূল পৰিবৰ্তন হৈ প্ৰয়োগ হোৱা শব্দৰ সংখ্যা ব্যৱহাৰিক সাহিত্যত যথেষ্ট পৰিমাণে পোৱা যায়। এনেধৰণৰ শব্দসমূহ হ'ল,—

সিয়াল, নেউল, বানৰ, চকুৱা, শালিকা, পূৱে, কোমোড়া, ডমৰু, জোনাক, তুতি, শিতান, বামুনা আদি।

ব্যৱহাৰিক সাহিত্যক আন এবিধ শব্দই বিশেষভাৱে আকৰ্ষণীয় কৰি তুলিছে সেইবিধ হৈছে দেশী শব্দ। এনেবিধ শব্দৰ সংখ্যা তুলনামূলকভাৱে কম হ'লেও ই ব্যৱহাৰিক সাহিত্যৰ ভাষাৰীতিক এক আছুতীয়া ৰূপ প্ৰদান কৰিছে। উদাহৰণ স্বৰূপে,—

আওঁঙ্গা, কাতুৰি, উখুৰা, ঝালুক, পোতনি আদি।

ব্যৱহাৰিক সাহিত্যৰ ভাষাত অন্যান্য ভাৰতীয় ভাষাৰ শব্দবো সমাগম ঘটিছে। সেইবোৰৰ ভিতৰত বাংলা, হিন্দী, উৰ্দু আদি শব্দ অন্যতম। বাংলা ভাষাৰ লাল, মৰিচ, পাখি, গাচ, বাড়ি, জল আদি শব্দ ; হিন্দী ভাষাৰ পুস্তক, দো আদি শব্দ ; উৰ্দু ভাষাৰ নগদ এনেধৰণৰ শব্দৰ পয়োভৰ মন কৰিবলগা।

ভাৰতীয় শব্দৰাজিৰ উপৰি আন বিদেশী ভাষাৰ শব্দও ব্যৱহাৰিক সাহিত্যই গ্ৰহণ কৰিছে। আৰবী, ফাৰ্চী, পৰ্তুগীজ আদি ভাষাৰ শব্দমালাৰ ভিতৰত হুকীকৎ, হাকিম, কাকত, চিকন, চফেদ গোমস্তা আদি শব্দৰ প্ৰয়োগ বিশেষভাৱে মনকৰিবলগীয়া।

অসমত বিভিন্ন আৰ্যভিন্ন ভাষা-ভাষী লোকে বসবাস কৰে, যাৰ ফলস্বৰূপে এই ভাষাসমূহৰ শব্দই অসমীয়া ভাষাক সমৃদ্ধ কৰিছে। অষ্ট্ৰিক— মালয় আৰু আহোম ভাষাৰ কেতবোৰ শব্দ ব্যৱহাৰিক সাহিত্যৰ মাজত দেখা যায়। তেনেবোৰ শব্দৰ ভিতৰত— মেথন, জহা, মুগা, কোঁএৰ, সৰগ দেৱ, পাত্ৰমন্ত্ৰী আদি অন্যতম।

ব্যৱহাৰিক সাহিত্যত অসমৰ উজনি আৰু নামনি এই দুই অঞ্চলৰে উপাদান সংমিশ্ৰিত হৈ থকা দেখা যায়। নামনি অসমৰ বিশেষভাৱে কামৰূপী উপভাষাৰ কিছু শব্দৰ প্ৰয়োগ মনকৰিবলগীয়া। এনেবোৰ শব্দৰ ভিতৰত পাতান, ভিথা, শিহ ছাৱাল, ছগাল, দাউৰি, ফাঁফৰ, গল আদি অন্যতম।

ব্যৱহাৰিক সাহিত্যৰাজিৰ ভিতৰত 'হস্তিবিদ্যাৰ্ণৱ', 'ঘোৰা নিদান' আৰু 'কামৰত্ন তন্ত্ৰ'ত অসমৰ হাবি-বননিত পোৱা বনৌষধি দ্ৰব্য আৰু গছ-গছনিৰ নাম পোৱা যায়। তেনেবোৰ নাম উল্লেখ থকা শব্দই এইবিধ সাহিত্যৰ শব্দভাণ্ডাৰক এক অনন্য ৰূপ প্ৰদান কৰিছে। এই শব্দৰাজিৰ কেতবোৰ উদাহৰণ তলত দেখুওৱা হ'ল,—

কলিয়া অপৰাজিতা, ৰঘুমলা, কাউথুটিলতা, আগেচিতা, গন্ধ বিৰ্ণ্না, বন্দুলি, কলিয়া অগৰু, নাঙ্গল ভাঙ্গা, কাটা বেঙ্গেনা, পূৰ্ণৰ নবা, সেত সৰিয়হ, পচতিয়া, গন্ধ বিবিণা, জাঁইফুল, বঙ্গা টেঙ্গেচি, তৰা গজালি, কেঁহেৰু, কালজিৰা, কঠনা, কলপচলা, বন ডিমৰু, কেহেৰাজ, চাঙ্গিৰিটেঙ্গা, তিতা শোকোতা, সৰ্যকান্তি মুনমুনীয়া সাক, বন নহৰু, মানিমুনি, টেমেনা পাত, ডুম চোৰাট, পুলি খুটৰিয়া, বিহলাঙ্গিনী, বিহ ঢেকিয়া, ভেদাইলতা, ছাল কুঁৱৰী, তৰুৱা কদম আদি।

ব্যৱহাৰিক সাহিত্যৰ শব্দৰাজিৰ লগত সমকালৰ বুৰঞ্জী সাহিত্যৰ শব্দৰ প্ৰভূত সাদৃশ্য লক্ষ্য কৰা যায়। ব্যৱহাৰিক সাহিত্যৰ শব্দসম্ভাৰে এই সাহিত্যক অসমীয়া সাহিত্যৰ ভিতৰত এক আছুতীয়া স্থান নিৰ্দেশ কৰিবলৈ সক্ষম হৈছে। এইবিধ সাহিত্যৰ শব্দৰাজিৰ আলোচনা কৰিবলৈ যাওঁতে অৱশ্যে বাক্যত শব্দবোৰৰ প্ৰয়োগৰ দিশৰ প্ৰতিও লক্ষ্য ৰখা প্ৰয়োজন। তলত 'ঘোৰা নিদান' আৰু 'হস্তি বিদ্যাৰ্ণৱ' গ্ৰন্থৰ দুটি অংশ উদ্ধৃত কৰা হ'ল ঃ

(ক) কান সৰু হই, চকু সৰু হ'ব, মুখ দীঘল হ'ব, ভৰি আঠু ডাঙ্গৰ হ'ব, ডিঙ্গি দীঘল ডাঙ্গৰ হ'ব, দপনা বহল হ'ব, বৰণ একেবৰণ হ'ব, পখৰা বা আনৰে হক, তেনেহ'লে ঘোৰা উত্তম হই।

(ঘোৰা নিদান, পৃষ্ঠা — ২)

(খ) পাতালৰ জাতে জি হাতি আহিছে তাৰ মুখ ৰোপহ দেখি গা ৰাতুল চন্দনৰ বৰ্ন্ন হেন দেখি। নেজ মাটি লুটি জাই মুড ঝোকাৰি থাকে। পানি পৰুৱাৰ বুলন যেন বুলন খৰ।

(হস্তিবিদ্যাৰ্ণৱ, পৃষ্ঠা — ২৫)

ব্যৱহাৰিক সাহিত্যৰ শব্দসম্ভাৰে এটি বিশেষ যুগৰ প্ৰতিনিধিত্ব কৰাৰ লগতে অসমীয়া ভাষাৰ ক্ৰমবিকাশৰ ধাৰাতো উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছে।


সহায়ক গ্ৰন্থপঞ্জী ঃ

অসমীয়া ভাষাৰ উদ্ভৱ, সমৃদ্ধি আৰু বিকাশ ঃ ড° উপেন্দ্ৰ নাথ গোস্বামী

মধ্যযুগৰ অসমীয়া ভাষা-সাহিত্যৰ বেঙনি ঃ ড° দীপ্তি ফুকন পাটগিৰি

শংকৰোত্তৰ যুগৰ ব্যৱহাৰিক সাহিত্যৰ ভাষা ঃ অজিত কুমাৰ দাস




# অসমীয়া সাহিত্যত নাৰীবাদী চেতনা ঃ এক বিহংগম দৃষ্টি

অনুৰাধা শৰ্মা




সাহিত্যত নাৰীবাদী চেতনাৰ পশ্চাদভূমিত আছে উদাৰ মানৱীয় দৃষ্টিভংগী, নাৰীবাদী চিন্তা-চৰ্চা আৰু জাগৰণ। নাৰী-পুৰুষৰ সমতাই নাৰীবাদৰ মূল ভিত্তি। স্বাধীন ব্যক্তি হিচাপে নাৰীৰো যে পুৰুষৰ সমানেই যোগ্যতা তথা অধিকাৰ আছে, এই বিষয়ত পিতৃতান্ত্ৰিক সমাজ নিস্পৃহ। সমাজৰ এই ৰূপ সাহিত্যৰ ক্ষেত্ৰতো পৰিলক্ষিত হৈছিল। বিশ্বৰ প্ৰায়বোৰ ভাষাৰ লিখিত সাহিত্যৰ বুৰঞ্জীত শক্তিশালী মহিলা লেখক তেনেই নগণ্য বা প্ৰায় নাই বুলিবই পাৰি। সেয়ে সাহিত্যত নাৰীৰ জীৱন বা নাৰীৰ মনোভাৱ পুৰুষ লেখকৰ কাল্পনিক আৰোপ নে স্বাভাৱিক অভিব্যক্তি, তাক একাষাৰে কোৱা টান হৈ পৰিছিল। নাৰীৰ মন, অস্তিত্ব, অধিকাৰ, নাৰীৰ প্ৰতি সমাজৰ অবিচাৰ তথা নাৰীৰ স্থিতি সমাজত সবল কৰাৰ প্ৰয়োজন শিক্ষা বিস্তাৰৰ যুগত একাংশ লোকে অনুভৱ কৰিছিল। সামাজিক বিপ্লৱত সাহিত্যই সদায় অগ্ৰণী ভূমিকা লয়। এনে উদ্দেশ্যেৰেও সাহিত্যত নাৰীবাদী চিন্তাৰ উন্মেষ ঘটিছিল।

নাৰীবাদী চেতনাৰ পটভূমিত আছে নাৰীবাদৰ জন্ম আৰু বিৱৰ্তনৰ বুৰঞ্জী। অৱশ্যে, নাৰীবাদ মাত্ৰ কোনো এজন স্ৰষ্টাৰ কোনো এটা সুস্পষ্ট বা সুগঠিত মতবাদ নহয় বা এদিনতে নাৰীবাদৰ সূত্ৰপাতো ঘটা নাই, বৰঞ্চ বিভিন্ন চিন্তা বা মতবাদ অৱলম্বন কৰি নাৰীৰ সামাজিক স্থান বা ভৱিষ্যৎ নিৰ্ণয় কৰাৰ একপ্ৰকাৰ বিশেষ কাৰ্যপন্থা, যি কাৰ্যপন্থা ঘাইকৈ নাৰীমুক্তি আন্দোলনৰ স'তে জড়িত। নাৰী আৰু পুৰুষৰ সমতাৰ ধাৰণা বা ভাবেই নাৰীবাদৰ মৌলিক ধাৰণা, অ'ক্সৰ্ফৰ্ড ৰেফাৰেন্স ডি'ন্‌ৰি মতে 'ফেমিনিজম' হ'ল a movement or theory supporting women's rights on the grounds of equality of the sexes. সমাজত পুৰুষ সত্তা বা নাৰী সত্তা বুলি কোনো ভিন্ন সত্তা নাই, উভয়ে একেই মানৱ সত্তা। সামাজিক বা ধৰ্মীয় দৃষ্টিভংগীৰে নাৰীক পৃথকৰূপে বিশ্লেষণ কৰা মানসিকতা আধুনিক চিন্তাই অগ্ৰাহ্য কৰি দিছে। নাৰীবাদ এনে আধুনিক চিন্তাৰ অন্যতম ধাৰা।

ওঠৰ শতিকাতেই ইউৰোপত নাৰীবাদী চিন্তা-চৰ্চাই জন্ম লাভ কৰে। ফৰাচী দাৰ্শনিক কনড'ৰচেটৰ 'The admission of women to full citizenship (1790) শীৰ্ষক ৰচনাত নাৰীৰ ৰাজনৈতিক অধিকাৰৰ বিষয়ে স্পষ্ট কৰা হয়। ইয়াৰ পিছত ১৭৯২ চনত প্ৰকাশিত ইংৰাজ মহিলা মেৰী ৱলষ্টনক্ৰাফ্টৰ 'A vindication of the rights of women' ক নাৰীবাদী চিন্তাৰ প্ৰথম ইস্তাহাৰ বুলি ক'ব পাৰি। সমসাময়িক ইংলেণ্ডৰ ৰক্ষণশীল সমাজত এই গ্ৰন্থই বিশেষ প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিলেও নাৰীবাদী চিন্তাৰ ইতিহাসত ইয়াৰ বিশেষ মূল্য আছে। নাৰীবাদৰ ধাৰাক সমালোচকসকলে তিনিটা মুখ্য ভাগত ভাগ কৰিছে — এটা হ'ল ব্যক্তিবাদী নাৰীবাদ

(Individualist feminism) ; এই ধাৰাৰ প্ৰবক্তা হ'ল A vindication of the rights of women ৰ লেখক মেৰী ৱলষ্টনক্ৰাফ্ট আৰু The subjection of women ৰ লেখক জন ষ্টুৱাৰ্ট মিল। আন এটা ধাৰা হ'ল সামাজিক নাৰীবাদ (Socialist feminism) ; এই ধাৰাটো কাৰ্ল মাৰ্ক্স সমাজবাদী চিন্তাৰ ভিত্তিত গঢ় লৈ উঠিছে। নাৰীবাদৰ তৃতীয় ধাৰাটো হৈছে বৈপ্লৱিক বা মৌলিক নাৰীবাদ (Radical feminism) ; এই ধাৰাটো ছিমন দি বিউভোৰৰ 'The second sex' আদি আধুনিক মহিলা লেখকৰ ৰচনাৰ মাজেদি গঢ় লৈ উঠিছে। সমাজত নাৰীৰ স্থান উন্নত কৰিবলৈ বিচৰা নাৰীবাদীসকলে সমাজব্যৱস্থাৰ বিশ্লেষণ কৰাৰ লগতে সমাজ সলনি কৰাৰো পথ দেখুৱায়।

পাশ্চাত্যত বিকাশ লাভ কৰা এই নাৰীবাদী চিন্তা মাত্ৰ এটা ভাব বা আদৰ্শ হৈয়ে থকা নাই ; এই ভাবধাৰাই এক সামাজিক আন্দোলন সৃষ্টি কৰাৰ লগতে কলা-সাহিত্যৰ মাজেদিও আত্মপ্ৰকাশ কৰিছে। সাহিত্যত নাৰীবাদৰ প্ৰয়োগ আৰু চিন্তা সম্বলিত নাৰীবাদী সাহিত্য (Feminist literature) আৰু নাৰীবাদী সাহিত্য সমালোচনা (Feminist literary criticism) গঢ় লৈ উঠিছে। নাৰীবাদী সাহিত্য সমালোচনাই নাৰীবাদী দৃষ্টিভংগীৰে সাহিত্যকৃতিৰ পুনৰ্মূল্যায়ন, অৱহেলিত মহিলা লেখকৰ ৰচনাৰাজি উদ্ধাৰ আৰু মূল্যায়ন, সুস্থ নাৰীবাদী সাহিত্য পৰম্পৰাৰ গঠন আৰু বিকাশত গুৰুত্ব আৰোপ কৰিছে। সমালোচনাৰ এইটো ধাৰাৰ বিকাশৰ বাবেই নাৰীবাদী সাহিত্যৰ স্বৰূপ পোহৰলৈ অহাত সহায়ক হৈছে।

নাৰীবাদী দৃষ্টিভংগীৰ ৰূপ ভাৰতীয় সাহিত্যতো পৰিলক্ষিত হয়। অৱশ্যে, নাৰীবাদক এটা তত্ত্ব বা মতাদৰ্শৰূপে গ্ৰহণ কৰাৰ আগতেই নাৰীবাদী আকাংক্ষাৰ সাহিত্যত প্ৰৱেশ ঘটিছিল। লেখকে সচেতন বা অচেতনভাৱেই নাৰীৰ জীৱন-গাথা, পিতৃতান্ত্ৰিক সমাজব্যৱস্থাত নাৰীৰ প্ৰতি সমাজৰ অবিচাৰ, অন্যায় তথা সহজাত মানৱীয় ভাব-অনুভূতিৰে পৰিপুষ্ট নাৰী মনস্তত্ত্বৰ চিত্ৰ অংকন কৰিছিল। তদুপৰি, পশ্চিমীয়া সমাজ আৰু ভাৰতীয় সমাজৰ নাৰী সম্পৰ্কীয় সমস্যা সকলো ক্ষেত্ৰতে একে নহয়। ভাৰতীয় সাহিত্যত নাৰীবাদী চেতনা ঘাইকৈ ভাৰতীয় সমাজ পৰিপ্ৰেক্ষিত প্ৰকাশ কৰা হৈছিল। উদাহৰণস্বৰূপে, ঊনবিংশ শতিকাৰ বংগৰ নৱজাগৰণৰ সময়ৰপৰা বৰ্তমানলৈকে ভাৰতীয় সাহিত্যত বিধৱা নাৰীৰ যন্ত্ৰণা আৰু কাৰুণ্যক লৈ অসংখ্য সাহিত্যৰ সৃষ্টি হৈছে ; তাৰ কাৰণ হৈছে হিন্দু ধৰ্ম আৰু সমাজে স্বামীৰ মৃত্যুৰ পিছত পক্ষপাতিত্বমূলকভাৱে নাৰীগৰাকীৰ ওপৰত বাধা-নিষেধৰ কঠোৰ ব্ৰত জাপি দিয়ে। ধৰ্ম আৰু সমাজৰ পক্ষপাতদুষ্ট এনে নিয়মৰ প্ৰতিবাদকল্পে লেখকসকলে এই সমস্যাক মানৱীয় দৃষ্টিভংগীৰে বিচাৰ কৰি আহিছে। অসমীয়া সাহিত্যতো তত্ত্ব বা মতাদৰ্শ হিচাপে নাৰীবাদৰ প্ৰৱেশ ঘটাৰ আগেয়ে নাৰীবাদী চিন্তাৰ সাহিত্যত প্ৰৱেশ ঘটিছিল। সমাজৰ তথাকথিত ধৰ্ম, নিয়ম, পৰম্পৰা, সংস্কাৰ আদিয়ে নাৰীক পৰনিৰ্ভৰশীল, দুৰ্বলী, আবেগিক আদি পৰিসীমাত আবদ্ধ কৰি দ্বিতীয় শ্ৰেণীৰ নাগৰিক হিচাপে বিবেচনা কৰিছিল। এনে পক্ষপাতদুষ্ট সমাজৰ বিচাৰৰ নিৰপেক্ষ বিশ্লেষণ কৰি নাৰী-পুৰুষৰ সমতাক বহু মানৱতাবাদী লেখকেই সাহিত্যত স্থান দিছিল। এইদৰেই অসমীয়া সাহিত্যত নাৰীবাদী চেতনাৰ প্ৰৱেশ ঘটিছিল।

ঊনবিংশ শতিকাতেই বংগৰ নৱজাগৰণৰ দ্বাৰা প্ৰভাৱিত অসমীয়া সাহিত্যৰ দুগৰাকী লেখক গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱাই মানৱতাবাদী দৃষ্টিভংগীৰে নাৰী-পুৰুষৰ অসমতা তথা নাৰীৰ প্ৰতি সমাজৰ অবিচাৰৰ বিষয়ে দৃষ্টিপাত কৰিছে। 'অৰুণোদই'ৰ পাতত হেমচন্দ্ৰ বৰুৱাই 'স্ত্ৰী-শিক্ষা'ৰ সপক্ষে যুক্তি দিছিল এইদৰে ঃ "হে আমাৰ দেশীসকল! তোমালোকে তোমালোকৰ তিৰোতাৰ অহিতে যি কু-সংস্কাৰ আছে, তাক এৰি পেলাই, সিহঁতক জ্ঞান-বিদ্যা শিকাই উত্তম সঙ্গী জ্ঞান কৰা, কাৰণ সিহঁত তোমালোকৰ শৰীৰৰ এফাল আৰু উত্তম বন্ধু।" (অৰুণোদইৰ ধলফাট, ১৯৬৫, পৃঃ ১২২)। নাৰী শিক্ষাৰ সপক্ষে এইদৰে মত আগবঢ়াই পৰম্পৰাগত ধাৰণাৰ বিপৰীতে গৈ অৰুণোদই যুগতে এক জাগৰণ আনিবলৈ চেষ্টা কৰিছিল। সেইদৰে, তেওঁৰ 'আত্মজীৱন চৰিত'তো বিধৱাৰ পুনৰ্বিবাহ আৰু নাৰী-পুৰুষৰ যে একেই সত্তা এই বিষয় দুটাৰ যুক্তি দাঙি ধৰিছিল। গুণাভিৰাম বৰুৱাই তেওঁৰ 'ৰাম-নৱমী' নাটকত বিধৱা বিবাহৰ সপক্ষে শক্তিশালী মত উত্থাপন কৰি নাৰীৰ প্ৰতি সমাজৰ পক্ষপাতদুষ্ট বিচাৰৰ স্বৰূপ উদঙাই দিছিল। ভাৰ্যাৰ মৃত্যুৰ পিছত পুৰুষৰ ক্ষেত্ৰত কোনো বাধা-নিষেধ নাথাকে, অথচ স্বামীৰ মৃত্যু হ'লেই নাৰীগৰাকীৰ ওপৰত আৰোপিত হয়— কঠোৰ নীতি-নিয়মৰ শৃংখল। নাৰীৰ প্ৰতি এনে অবিচাৰ গুণাভিৰাম বৰুৱাই 'ৰাম নৱমী' নাটকৰ নৱমী চৰিত্ৰৰ সংলাপৰ মাজেৰে মুকলিকৈ প্ৰকাশ কৰিছে ঃ "আৰু তিৰোতাই যে এবাৰ স্বামী মৰিলে বিয়া কৰাব নেপায় পুৰুষেনো আকৌ কিয় পায়? ইয়াতে থাকি জনা গইছে, যে পক্ষপাত আছে, সেই পক্ষপাত সত্য কালত চলিছিল। এতিয়া আৰু চলিব নোৱাৰে।" উল্লেখ যে অসমীয়া সাহিত্যত নাৰী মুক্তি চিন্তা বিকাশৰ মূল প্ৰবক্তা বুলি গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱা এই দুই গৰাকীকে অভিহিত কৰিব পাৰি। ব্যক্তিগত জীৱনতো দুয়োগৰাকী আছিল সংস্কাৰবাদী। হেমচন্দ্ৰ বৰুৱাই প্ৰথমা পত্নীৰ মৃত্যুৰ পিছত দ্বিতীয় বিবাহ নকৰোৱা আৰু গুণাভিৰাম বৰুৱাই বিধৱাক বিবাহ কৰোৱা ঘটনা সেই সময়ৰ সমাজ পৰিপ্ৰেক্ষিতত সংস্কাৰবাদী মনৰ স্মৰণীয় নিদৰ্শন।

বিংশ শতিকাৰ দ্বিতীয় আৰু তৃতীয় দশকত নাৰীবাদী চেতনাই এক বিশেষ জাগৰণৰ সৃষ্টি কৰিছিল। ১৯২৫ চনত নগাঁৱত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিৱেশনত 'বাঁহৰ চিকেৰে আঁৰ কৰা' আৱেষ্টনীৰ মাজৰ পৰা মহিলাক ওলাই আহিবলৈ চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে জনোৱা আহ্বান অসমৰ ইতিহাসত নাৰী মুক্তি আন্দোলনৰ এক উল্লেখনীয় পদক্ষেপ। নাৰী-পুৰুষৰ সামাজিক বৈষম্যৰ বিৰুদ্ধে চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে নাৰীসকলক সংগঠিত কৰিবলৈ প্ৰয়াস কৰে। তেওঁৰ প্ৰচেষ্টাতেই 'অসম মহিলা সমিতি'ৰ জন্ম হয়। পুৰুষতান্ত্ৰিক মূল্যবোধৰ সমালোচনা আৰু নাৰী জাগৰণৰ প্ৰক্ৰিয়া এটাৰ আৰম্ভ হয়। সাহিত্যতো লেখকৰ নিৰপেক্ষ বিচাৰত এই ৰূপে ধৰা দিয়ে। ৰজনীকান্ত বৰদলৈৰ 'ৰহদৈ লিগিৰী' (১৯৩০), দণ্ডিনাথ কলিতাৰ 'সাধনা' (১৯২৮) আৰু চন্দ্ৰপ্ৰভা শইকীয়ানীৰ 'পিতৃ ভিঠা' (১৯৩৭) আদি উপন্যাসত নাৰী সজাগতাৰ কিছুমান ৰূপ প্ৰত্যক্ষ কৰিব পাৰি। গোবিন্দ প্ৰসাদ শৰ্মাৰ মতে ঃ "চন্দ্ৰপ্ৰভা শইকীয়ানীৰ 'পিতৃভিঠা'ৰ বিষয়-বস্তু নাৰীৰ অবাধ স্বাধীনতা-



ইয়াৰ নায়িকা মাধৱী পঢ়া-শুনাত প্ৰতিভাশালিনী হৈও এগৰাকী কন্যা সন্তান হিচাপে সেই সময়ৰ সমাজৰ বাধা-নিষেধ, শিক্ষাৰ অসুচলতা আদিৰ বাবে পদে পদে বাধাগ্ৰস্ত।" (গৰীয়সী মে', ২০০২)। পৰম্পৰাবিৰোধী মনোভাৱেৰে লেখকে মাধৱী চিত্ৰ অংকন কৰিছে। সন্তান হিচাপে পিতৃঋণ পৰিশোধক তাই কৰ্তব্য বুলি ভাবে। অৰ্থোপাৰ্জনৰ অধিকাৰ সম্পৰ্কে তাই সচেতন। দেউতাকৰ মৃত্যুৰ পিছত আনকি তাই সমাজ-পৰম্পৰা ভংগ কৰি মুখাগ্নি কৰিছে, ধৰ্মীয় আচাৰবিধি পালন কৰিছে। অৱশ্যে, কাহিনীৰ শেষলৈকে এই চৰিত্ৰৰ তেনে প্ৰতিবাদী মনোভাৱ অক্ষুণ্ণ থকা নাই যদিও অসমীয়া সাহিত্যত নাৰীবাদী চেতনা প্ৰকাশত এক নতুন মাত্ৰা দান কৰিছে।

লক্ষ্মীধৰ শৰ্মাৰ ৰচনাতো নাৰীৰ প্ৰতি সহানুভূতিৰ দৃষ্টি পৰিলক্ষিত হয়। তেওঁ 'নিৰ্মলা' (১৯২৫) নাটকত বিধৱা বিবাহৰ সমস্যা উত্থাপন কৰিছে। 'ৰাম-নৱমী' নাটকত নৱমীয়ে প্ৰচলিত ৰক্ষণশীল সমাজৰ প্ৰতি বা দেশাচাৰৰ প্ৰতি ক্ষোভ প্ৰকাশ কৰাৰ দৰে নিৰ্মলাই সমাজৰ পক্ষপাতমূলক বিচাৰত ক্ষোভ প্ৰকাশ কৰিছে। তদুপৰি, লক্ষ্মীধৰ শৰ্মাৰ অধিকাংশ গল্পৰ বিষয়বস্তু নাৰী মনস্তত্ত্বকেন্দ্ৰিক। 'বিদ্ৰোহিনী' উপন্যাসিকাত তেওঁ এগৰাকী প্ৰতিবাদী বাল্য বিধৱা নাৰীৰ বিদ্ৰোহ উপস্থাপন কৰিছে। 'বিদ্ৰোহিনী'ৰ নায়িকা ললিতাই সমাজৰ নিয়ম নিৰ্বিবাদে মানি নলৈ পুৰুষতান্ত্ৰিক সমাজৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰি নিজৰ ইচ্ছামতে জীয়াই থকাৰ অধিকাৰ সাব্যস্ত কৰিছে।

জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'লভিতা' নাটকৰ লভিতা চৰিত্ৰৰ মাজেৰেও বিদ্ৰোহী নাৰী চৰিত্ৰ ৰূপ অংকন কৰা হৈছে। সমাজৰ 'steriotype' নাৰী ধাৰণাৰ বিপৰীতে লভিতা এক শক্তিশালী চৰিত্ৰ। তাই তাইৰ ধাৰণাৰে গোলাপক আজিৰ ডেকা বুলি স্বীকৃতি দিব নোখোজে ঃ "যি ডেকাৰ অন্তৰত বিপ্লৱৰ জুই জ্বলা নাই, সি আজিৰ দিনৰ ডেকা হ'বই নোৱাৰে। ৰজাৰ অন্যায়, আইনৰ অন্যায়, দেশৰ অন্যায়, দেশত চলি থকা অন্যায় নিয়ম কাৰণ, মূৰ্খ সমাজৰ, সংকীৰ্ণ মনৰ মানুহৰ নিৰপৰাধী-নিমাখিতৰ ওপৰত অন্যায়-অত্যাচাৰৰ বিৰুদ্ধে নিজৰ সুখ-সম্পদ, আনকি জীৱনকো দি যি ডেকাৰ থিয় হ'বলৈ মনত বল নাই, বুকুত শক্তি নাই, সি আজিৰ ডেকা হ'বই নোৱাৰে।' সেইদৰে 'কাৰেঙৰ লিগিৰী' নাটকৰ কাঞ্চনমতী চৰিত্ৰৰ

> লক্ষ্মীধৰ শৰ্মাৰ ৰচনাতো নাৰীৰ প্ৰতি সহানুভূতিৰ দৃষ্টি পৰিলক্ষিত হয়। তেওঁ 'নিৰ্মলা' নাটকত বিধৱা বিবাহৰ সমস্যা উত্থাপন কৰিছে। 'ৰাম-নৱমী' নাটকত নৱমীয়ে প্ৰচলিত ৰক্ষণশীল সমাজৰ প্ৰতি বা দেশাচাৰৰ প্ৰতি ক্ষোভ প্ৰকাশ কৰাৰ দৰে নিৰ্মলাই সমাজৰ পক্ষপাতমূলক বিচাৰত ক্ষোভ প্ৰকাশ কৰিছে। তদুপৰি, লক্ষ্মীধৰ শৰ্মাৰ অধিকাংশ গল্পৰ বিষয়বস্তু নাৰী মনস্তত্ত্বকেন্দ্ৰিক। 'বিদ্ৰোহিনী' উপন্যাসিকাত তেওঁ এগৰাকী প্ৰতিবাদী বাল্য বিধৱা নাৰীৰ বিদ্ৰোহ উপস্থাপন কৰিছে। 'বিদ্ৰোহিনী'ৰ নায়িকা ললিতাই সমাজৰ নিয়ম নিৰ্বিবাদে মানি নলৈ পুৰুষতান্ত্ৰিক সমাজৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰি নিজৰ ইচ্ছামতে জীয়াই থকাৰ অধিকাৰ সাব্যস্ত কৰিছে।

মাজেৰেও সমাজৰ প্ৰচলিত সংস্কাৰৰ বিৰুদ্ধে এক সক্ৰিয় মানসিক বিৰোধৰ প্ৰতিফলন ঘটাইছে। নাৰীৰ সীমিত অধিকাৰৰ পৰিপ্ৰেক্ষিতত প্ৰেম আৰু বিবাহৰ দৰে গুৰুত্বপূৰ্ণ দিশৰ বাস্তৱ ৰূপক কাঞ্চনমতীৰ মাজেৰে উদঙাই দেখুৱাইছে। সমাজৰ ৰীতি-নীতিৰ বিৰুদ্ধে তাই যাব পৰা নাই যদিও ব্যক্তি স্বাধীনতা খৰ্বকাৰী সমাজৰ প্ৰতি ক্ষোভ প্ৰকাশ কৰিছে ঃ "আমাৰ দেশৰ ছোৱালীয়ে যাকে ইচ্ছা অৱশ্যে তাকে ভাল পাব পাৰে, কিন্তু যাকে ইচ্ছা তাকে বিয়া কৰাব নোৱাৰে। চৰুক সুধি চাউল নবহায়।" কাঞ্চনমতীয়ে অনংগৰ দুৰ্বলতা আৰু সুন্দৰৰ অন্যায় আঙুলিয়াই দিছিল আৰু নিজৰ ধাৰণা সুন্দৰৰ আগত স্পষ্টভাৱে প্ৰকাশ কৰিছিল। সুন্দৰে যদি মন নোহোৱা সত্বেও সমাজৰ কথা ৰাখিবলৈ তেওঁক বিয়া কৰাই আনিব পাৰে, তেন্তে তেওঁ মনটো আন এঠাইত থৈ মানুহজনী কাৰেঙৰ ভিতৰলৈ কিয় আহিব নোৱাৰিব! প্ৰতিটো মানৰ সত্তাই এক সম্পূৰ্ণ স্বাধীন সত্তা, সেয়া নাৰীয়েই হওক বা পুৰুষেই হওক। সেয়ে মানুহৰ মনৰ ওপৰত কোনোৱে হস্তক্ষেপ কৰিব নোৱাৰে। কাঞ্চনমতীৰ মাজেৰে লেখকে 'নাৰীৰ স্বাধীন সত্তা'ৰ ৰূপ দাঙি ধৰিছে। তদুপৰি, জ্যোতিপ্ৰসাদৰ 'কনকলতা', 'অসমীয়া ছোৱালীৰ উক্তি' আদি কবিতাৰ মাজতো নাৰীৰ মাহাত্ম্য প্ৰকাশ পাইছে।

সত্যপ্ৰসাদ বৰুৱাৰ 'নায়িকা নাট্যকাৰ' নাটকৰ মাজতো নাৰীবাদী চেতনাৰ প্ৰতিফলন ঘটিছে। ভাস্বতী চৰিত্ৰৰ মাজেৰে লেখকে আধুনিক নাৰীবাদী দৃষ্টিভংগী প্ৰকাশ কৰিছে। আত্মস্বাতন্ত্ৰ্যত আস্থাশীলা, পুৰুষৰ সমানে খোজ মিলাই আগবাঢ়িব খোজা ভাস্বতী হৈছে আধুনিক ভাবধাৰাৰ প্ৰতিভূ। ভাৰতীয় তথাকথিত সামাজিক ব্যৱস্থাৰ বিৰুদ্ধে বিদ্ৰোহ কৰি অসুখী, পাৰম্পৰিক সম্প্ৰীতি নথকা, পুৰুষৰ আধিপত্য থকা দাম্পত্য জীৱন চূৰ্ণ কৰি নতুন স্বামী গ্ৰহণ কৰিবলৈ সংকোচ কৰা নাই।

বিৰিঞ্চি কুমাৰ বৰুৱাৰ 'সেউজী পাতৰ কাহিনী'ৰ চনিয়া চৰিত্ৰৰ মাজেৰে প্ৰকাশ কৰা হৈছে নাৰীৰ স্বাধীন চিন্তা, ক্ষোভ, আৰু দ্বন্দ্ব। জীৱনৰ পাকচক্ৰত পৰি যি অৱহেলাৰ তাই সন্মুখীন হৈছে, এহাতে তাইক অসুখী কৰি তুলিছে আৰু আনহাতে তাৰ পৰাই বিদ্ৰোহৰ অগ্নিস্ফুলিঙ্গ বিচ্ছুৰিত হৈছে। নিজে বিয়াত নোসোমোৱাৰ যুক্তি দি তাই কৈছে ঃ "বিয়া কৰাই কুলিয়নী

খটা দি খাটিবহে লাগিব। মতাটো ফষ্টি জুৰি শুই থাকিব। তিৰোতাজনীয়ে পুৱাই উঠি বান্ধিব-বাঢ়িব লাগিব ; ঘৰ-চোতাল সাৰিব লাগিব, গৰু-ছাগলী চাব লাগিব। বছৰৰ মূৰত দিব কি? কোলাত কেঁচুৱা! বিয়া কৰি লেটাৰ দৰে নিজৰ বাহতে বন্দী হোৱাতকৈ ভালপোৱাৰ এটাৰে জাল তৰি তহঁতৰ নিচিনা পোক-পৰুৱাত ফান্দত পেলাই বং চাম।" সংসাৰৰ গতানুগতিক নিয়মৰ মাজত আবদ্ধ থাকিব নোখোজা এগৰাকী বনুৱা গাভৰুৰ বিদ্ৰোহৰ মাজেৰে নাৰীবাদী চেতনা প্ৰকাশ কৰা হৈছে।

মামণি ৰয়ছম গোস্বামী আৰু নিৰুপমা বৰগোহাঞিৰ ৰচনাৰ মাজতো নাৰীৰ জীৱন আৰু সমস্যাই অগ্ৰাধিকাৰ পাইছে। মামণি ৰয়ছম গোস্বামীৰ 'নীলকণ্ঠী ব্ৰজ' আৰু 'দঁতাল হাতীৰ উঁয়ে খোৱা হাওদা'ত বিধৱাৰ জীৱন আৰু সমস্যা সহানুভূতিৰে অংকন কৰিছে। 'নীলকণ্ঠী ব্ৰজ'ত সৌদামিনীৰ মাজেৰে বিধৱাৰ প্ৰেম আৰু দৈহিক বাসনাৰ সাহসী উপস্থাপন কৰা হৈছে। বিধৱাই কাৰোপৰা প্ৰেম আৰু প্ৰেৰণা পোৱাটো সমাজে নিবিচাৰে ; সেয়ে সৌদামিনীৰ মনৰ পৰিবৰ্তনৰ বাবে মাক-দেউতাকে তাইক ব্ৰজধামলৈ আনিছে। কিন্তু ব্ৰজধামলৈ আহি সাধু-সন্যাসীৰ আশীৰ্বাদ লৈ বা চিকিৎসক দেউতাকৰ লগত আৰ্তজনৰ সেৱা কৰিও সৌদামিনীয়ে মনৰ শান্তি বিচাৰি পোৱা নাই। প্ৰেমৰ উপৰি দৈহিক বাসনাৰ সত্যতা আৰু স্বাভাৱিকতাৰ সমস্যাই সৌদামিনীৰ মনত তীব্ৰ অন্তৰ্দ্বন্দ্বৰ সৃষ্টি কৰিছে। এহাতে তাই বিধৱা, আনহাতে তাইৰ প্ৰেমিক খ্ৰীষ্টান ; তাই নিজে সন্তুষ্ট আৰু সুখী হ'ব পৰাকৈ সুস্থ জীৱন-যাপনৰ অনুমতি সমাজে তাইক নিদিয়ে। সমাজৰ অন্যায় ব্যৱস্থাক তাই সহজভাৱে মানি লোৱা নাই, দীৰ্ঘদিন ধৰি অন্তৰ্দ্বন্দ্বত ভুগিছে আৰু শেষত আত্মহত্যাৰ দ্বাৰা এক মৰ্মস্পৰ্শী প্ৰতিবাদ সাব্যস্ত কৰিছে। সৌদামিনীৰ দৰেই আন এটি প্ৰতিবাদী চৰিত্ৰ হৈছে— 'দঁতাল হাতীৰ উঁয়ে খোৱা হাওদা' উপন্যাসৰ গিৰিবালা। সমাজ আৰু ধৰ্মৰ দোহাই দি স্বামীহীনা নাৰীৰ ওপৰত জাপি দিয়া বাধা-নিষেধৰ বোজাই তেওঁলোকৰ জীৱন কিদৰে অভিশপ্ত কৰি তোলে তাৰ নিৰ্মম ছবি এখন 'দঁতাল হাতীৰ উঁয়ে খোৱা হাওদা'ত পোৱা যায়। ধৰ্মীয় তথা সামাজিক গোড়ামিয়ে শৰীৰ আৰু মনৰ চিৰন্তন হাবিয়াহক দমিত কৰি ৰাখিব পাৰে, কিন্তু নিঃশেষ কৰি দিব নোৱাৰে। গিৰিবালাৰ জীৱনতো এই কথাযাৰেই সত্য। সেয়ে মাংসৰ বাটিত হাত দিবলৈ তাই যিদৰে কুণ্ঠাবোধ কৰা নাই, সেইদৰে মনৰ স্বাভাৱিক প্ৰবৃত্তিক হেঁচি ৰখা সমাজৰ নিৰ্মম বিধানো স্বীকাৰ কৰা নাই। তদুপৰি, পৰদাৰগামী স্বামীৰ ওচৰত যেতিয়া নাৰীগৰাকীৰ জীৱন-যৌৱনৰ মূল্য নাথাকে তেনে বঞ্চিতা নাৰীয়ে নিজৰ ওপৰত ভয়ংকৰ পৰীক্ষা কৰিবলৈও সংকোচ নকৰা হয়। এনে পৰীক্ষাৰ বাটেদি গৈয়ে মাৰ্ক চাহাবৰ ওচৰত নিজৰ ৰহস্যময় শাৰীৰিক আবেদন উন্মুক্ত কৰি গিৰিবালাই তথাকথিত সমাজ পৰম্পৰাক বুঢ়াআঙুলি দেখুৱাইছে ঃ "মই মনেদি শৰীলেদি বঙৱাৰ গহাই মোৰ স্বামীক বান্ধি ৰাখিব পৰা নাছিলো। কওচুন চাহাব, শৰীৰৰ এনে আৰশ্যক না? ইয়াৰ ইমানেই শক্তি না যে চৰ কিছু তুচ্ছ হৈ যায়? ............... চুই চাৰ চাহাব! চুই চাৰ সাৰমৰ্ম একো নাই না মোৰ এই দেহাৰ।" নিজৰ ওপৰত কৰা এই পৰীক্ষাৰ পৰিণামস্বৰূপে সমাজৰ কঠোৰ বিচাৰত গিৰিবালা ব্যভিচাৰী হৈ পৰিল। প্ৰথমবাৰ মাংসৰ বাটিত হাত দি পৰাচিত হোৱা গিৰিবালাই সমাজৰ বিধানত পুনৰ পৰাচিতৰ মুখামুখি হৈ হিন্দুৰ কঠোৰ নিৰ্মম নিয়মৰ প্ৰতিবাদ কৰি আত্মহত্যাৰ পথ বাছি ল'লে। ব্ৰাহ্মণ-গোসাঁইৰ পবিত্ৰতা, ধৰ্মৰক্ষাৰ নামত যি মেঘদাহৰ আয়োজন চলিল, এই মেঘদাহত গিৰিবালাই চলিৰ মাজত সোমাই পৰি সমাজৰ কঠোৰতা-নিষ্ঠুৰতাৰ প্ৰতি ভীষণ তিক্ততাত জুই লগাবলৈ নিৰ্দেশ দিয়ে। দৈহিক আত্মাহুতিৰে গিৰিবালাই সমাজৰ বিৰুদ্ধে প্ৰতিবাদ সাব্যস্ত কৰে।

অসমীয়া সাহিত্যত আন এগৰাকী লেখিকা নিৰুপমা বৰগোহাঞিৰ গল্প আৰু উপন্যাসত নাৰী মনস্তত্ত্ব, সমাজত নাৰী-পুৰুষৰ বৈষম্য, নাৰী স্বাধীনতা আদি বিষয়বোৰ নিষ্ঠাসহকাৰে উপস্থাপন কৰা হৈছে। নাৰী সমস্যা আৰু ইয়াৰ বিভিন্ন দিশসমূহ বিস্তৃত আৰু গভীৰভাৱে তেওঁৰ ৰচনাত স্থান দিছে। সচেতনভাৱে আৰু একাগ্ৰতাৰে তেওঁ নাৰী ভাৱনাক সাহিত্যত প্ৰতিফলিত কৰি আহিছে। গুণগত আৰু সংখ্যাগত দুয়োটা দিশতে নাৰী জীৱনে তেওঁৰ ৰচনাত বিশেষ স্থান পাইছে। নিসন্দেহে অসমীয়া সাহিত্যত তেওঁক শ্ৰেষ্ঠ নাৰীবাদী লেখক হিচাপে অভিহিত কৰিব পাৰি। নাৰী-পুৰুষৰ বৈষম্য, মধ্যবিত্ত আৰু নিম্নবিত্ত পৰিয়ালবোৰত নাৰীৰ স্থান, নাৰীৰ জীৱনৰ কেতবোৰ নিৰ্মম দিশ তেওঁৰ ৰচনাসমূহত উদঙাই দেখুওৱা হৈছে। তেওঁৰ উপন্যাস 'ইপাৰৰ ঘৰ সিপাৰৰ ঘৰ, 'তিনিকন্যা', 'অন্য জীৱন', 'চম্পাৱতী' আদি উপন্যাসত নাৰীবাদী চেতনা প্ৰকট আৰু প্ৰকৃষ্ট। ইয়াৰ ভিতৰত 'অন্য জীৱন' আৰু 'চম্পাৱতী' সফল নাৰীবাদী উপন্যাস। লেখিকাই ইয়াত সচেতনভাৱে সমাজবাদী নাৰীবাদৰ ধাৰণা প্ৰতিফলিত কৰিছে। 'অন্য জীৱন'ৰ পুতলী মা'ৰ্বাদী ধাৰণাত বিশ্বাসী। এবছৰ বয়সতে পুতলীৰ মাকৰ মৃত্যু হৈছিল আৰু তাই ডাঙৰ হোৱাত যেতিয়া মাকৰ অস্বাভাৱিক মৃত্যু আৰু দেউতাকৰ নিষ্ঠুৰতাৰ কথা শুনিলে, তেতিয়া তাই ভীষণ আঘাত পালে আৰু পুৰুষ জাতিৰ ওপৰত তাইৰ ঘৃণা আৰু প্ৰতিশোধৰ স্পৃহা জাগি উঠিল। কিন্তু এই পুৰুষবিদ্বেষ তাইৰ মনত স্থায়ী হৈ নাথাকিল। বাওঁপন্থী দল এটাৰ সক্ৰিয় সভ্য নৱেনৰ প্ৰভাৱত সমাজ পৰিবৰ্তনৰ দ্বাৰা সংঘবদ্ধ প্ৰচেষ্টাৰে নিজৰ অধিকাৰ সাব্যস্ত কৰিবলৈ আগবাঢ়ি আহিল। আকৌ, এইখন উপন্যাসৰে অণিমা চৰিত্ৰৰ মাজেৰেও লেখিকাই নাৰীবাদী চেতনা প্ৰকাশ কৰিছে। সমাজত নাৰী-পুৰুষৰ বৈষম্যৰ প্ৰতি অণিমাই মনোজৰ আগত মুকলিকৈয়ো ক্ষোভ প্ৰকাশ কৰিছে ঃ "ৰামায়ণ-মহাভাৰতৰ যুগৰপৰা আজিলৈকে প্ৰেম আৰু বিশ্বস্ততাৰ পৰীক্ষা কেৱল তিৰোতাবোৰেই দি আহিব লগা হোৱা নাই নে মনোজ! তেওঁলোকে চিতাত উঠি সহমৰণত যাব লগা হৈছে, বৰ্বৰ পুৰুষৰ দ্বাৰা ধৰ্ষিতা হৈ পতিতা হ'ব লগা হৈছে, স্বামী পৰিত্যক্তা, সমাজ পৰিত্যক্তা হ'ব লগা হৈছে। কন্যা হৈ জন্ম হোৱাৰ অপৰাধত জন্মৰ পিছতে ডিঙি চেপা খাই বা নিমখৰ লদা খাই মৃত্যুবৰণ কৰিব লগা হৈছে।..................... এই একৈশ শতিকাত ভৰি দিয়াৰ সময়তো দিল্লী-কলিকতা হেন মহানগৰীৰ বুকুতে, শিক্ষিত-সম্ভ্ৰান্ত পৰিয়ালৰ ঘৰতে নিৰীহ ছোৱালী জাহ যাব লাগিছে।"

'চম্পাৱতী' উপন্যাসত বিবাহিত জীৱন ব্যৰ্থ হোৱা এগৰাকী নাৰীৰ আত্মপ্ৰত্যয় আৰু আত্মপ্ৰতিষ্ঠা লাভৰ কাহিনী বৰ্ণনা কৰা হৈছে। স্বামীৰ দ্বাৰা নিৰ্যাতিতা চম্পাৱতীয়ে সমাজ



পৰম্পৰাৰ বিৰুদ্ধে গৈ সাধনাই দেখুৱাই দিয়া বাওঁপন্থী নাৰী সংগঠনৰ পথেদি গৈছে। তদুপৰি, বৰগোহাঞিৰ জীৱনীভিত্তিক উপন্যাস 'অভিযাত্ৰী'য়েও নাৰীবাদী চিন্তা কঢ়িয়াই আনিছে।

অৰূপা পটংগীয়া কলিতাৰ 'মৃগনাভি' উপন্যাসতো বিধৱা এগৰাকীৰ সামাজিক অৱস্থিতি আৰু লগতে আত্মপ্ৰতিষ্ঠাৰ কাহিনীৰ মাজেৰে নাৰীবাদী চেতনা প্ৰকাশিত হৈছে। সেইদৰে, ভবেন্দ্ৰ নাথ শইকীয়াৰ 'অন্তৰীপ' উপন্যাসৰ মেনকা চৰিত্ৰক পুৰুষৰ বহুবিবাহৰ প্ৰতিবাদকল্পে শক্তিশালী ৰূপত অংকন কৰা হৈছে। আকৌ, গোবিন্দ প্ৰসাদ শৰ্মাৰ 'ছোৱালী হষ্টেলত এগৰাকী লেজ্‌বিয়ান' গল্পত মৌলিক নাৰীবাদৰ অন্যতম ধাৰা 'লেজ্‌বিয়ানিজম'ৰ আদৰ্শৰ প্ৰভাৱ দেখুওৱা হৈছে। 'লেজবিয়ানিজম' মতাদৰ্শত বিশ্বাসীসকলে পুৰুষৰ পৰা সম্পূৰ্ণৰূপে আঁতৰি থাকি সম্পূৰ্ণৰূপে নাৰী সমাজ এখন গঢ়াৰ পক্ষপাতী। শৰ্মাই এই আদৰ্শকে গল্পত উপস্থাপন কৰিছে।

গল্প, উপন্যাসৰ উপৰি কবিতাৰ মাজেদিও অসমীয়া সাহিত্যত নাৰীবাদী চেতনা প্ৰকাশ হৈছে। অৱশ্যে, এইটো দিশত অসমীয়া মহিলা কবিৰ অৱদানকে সৰহ বুলি ক'ব পাৰি। নাৰীবাদী চেতনা প্ৰকাশিত অসমীয়া সাহিত্যত এটি উল্লেখনীয় কবিতা হ'ল — নিৰ্মল প্ৰভা বৰদলৈৰ 'দ্ৰৌপদী'। মহাকাব্যিক 'দ্ৰৌপদী' চৰিত্ৰৰ মাজেৰে তেওঁ নাৰী মনস্তত্ত্বৰ ওপৰত আলোকপাত কৰিছে। দ্ৰৌপদীক লৈ আন এটি উল্লেখনীয় কবিতা হৈছে কৰবী ডেকা হাজৰিকাৰ 'চুলি নাবান্ধিবা যাজ্ঞসেনী!' এই কবিতাটিত নাৰীবাদী চেতনা সম্বলিত প্ৰতিবাদী ৰূপৰ প্ৰতিফলন ঘটিছে।

যাজ্ঞসেনী!
কৌৰৱ সেনাৰ কিবিলিৰ মাত
এতিয়াও শুনি আছো
অন্ধকাৰ ৰাজ হাউলীত
মৰণৰ পাশাখেল
ভীৰু পুৰুষৰ
পণ হৈ আমি বহুত সহিলো ক্লেশ
এতিয়া তাকেই ওভোতাই দিয়াৰ ক্ষণ
মুকলি চুলিত
শোণিত সনাৰ ৰক্তিম আয়োজন

নাৰীমুক্তি চেতনাই বিভিন্ন কবিৰ কবিতাত বিভিন্ন ৰূপত পৰিস্ফুট হৈছে। নিদৰ্শন স্বৰূপে, ফাতেমা খাতুনৰ 'মুক্তি' কবিতাটি উল্লেখ কৰিব পাৰি ; ইয়াত পোনপটীয়াকৈ নাৰী মুক্তি চেতনা প্ৰকাশ পাইছে ঃ

পৃথিৱী সৃষ্টি যিজনে কৰিলে, আমাকো সিজনে গঢ়া
আমিনো কিয় হ'ম বঞ্চিত মুক্তিৰ ৰত্নৰ পৰা?
দশোদিশ আমি কঁপাই তুলিম, জ্বলাম বিদ্ৰোহানল,
নাৰীৰ স্বত্ব ঘূৰাই আনিম, নালাগে যুদ্ধ সম্বল।
নহওঁ ক্ষুদ্ৰ, নহওঁ তুচ্ছ, নহওঁ শক্তিহীনা ;
সৃজনকৰ্তাৰ সৃষ্টিত আমি নহওঁ পৰাধীনা,
মুক্তি আমাৰ জীৱন জেউতি, মুক্তি আমাৰ প্ৰাণ ;
মুকলিমূৰীয়া সৃষ্টি গঢ়োতাৰ মুক্তি মহৎ দান।

বীতা চৌধুৰীৰ 'নাৰী' কবিতাটোত যুগ যুগ ধৰি চলা সমাজৰ বান্ধোনত জীৱনৰ স্বাভাৱিক ৰূপৰ পৰা বঞ্চিত নাৰীৰ বিষাদ প্ৰতিফলিত হৈছে ঃ "মোক যি দিলা / বাখৰ পতোৱা খাক / য'লৈকে নেযাওঁ কিয় / কঢ়িয়াই লৈ যায় লগত / ঘৰচীয়া পশুৰ ইতিহাস / মহৰ্ষিবোৰ পুৰুৰ আছিল / তোমাৰ হাতত তুলি দিলে / ৰাজদণ্ড / মোক দিলে ৰূপৰ কিঙ্কিনি, / সোণৰ গলপতা........"

এইদৰে নাৰীবাদী চেতনা কবিতাৰ মাজতো পৰিলক্ষিত হৈছে।

নাৰীবাদৰ আদৰ্শ ইয়াৰ তাত্ত্বিক দিশ, ইতিহাস আদিৰ বিষয়েও অসমীয়া সাহিত্যত আলোচনা হৈছে। নাৰীবাদৰ মতাদৰ্শ সম্পৰ্কে পোনতে গোবিন্দ প্ৰসাদ শৰ্মাই 'নাৰীবাদ ঃ কি আৰু কেনেকৈ' প্ৰবন্ধৰ জৰিয়তে দাঙি ধৰে। ইয়াৰ উপৰি অপৰ্ণা মহন্ত, মীৰা দেৱী, আৰাধনা গোস্বামী, অঞ্জলি শৰ্মা আদি লেখিকাই বিভিন্ন প্ৰবন্ধত নাৰীবাদৰ তাত্ত্বিক দিশ সম্পৰ্কে আলোচনা কৰিছে। অপৰ্ণা মহন্তৰ 'অভিনৱ নাৰীৰ সন্ধানত', 'ওপৰৰ দুখ / দোষ আৰু অন্যান্য প্ৰবন্ধ' ; মীৰা দেৱীৰ 'অসমীয়া উপন্যাসত নাৰীবাদ' ; মামণি গগৈ বৰগোহাঁইৰ 'অসমীয়া উপন্যাস ঃ নাৰীৰ ৰচনাত নাৰী' আদি গ্ৰন্থত সাহিত্য আৰু নাৰীবাদী চেতনাৰ বস্তুনিষ্ঠ বিশ্লেষণ আগবঢ়োৱা হৈছে। তদুপৰি, সমাজত নাৰীৰ স্থান, মৰ্যাদা, পুৰুষ-নাৰীৰ বৈষম্য, নাৰীৰ সমস্যা আদি বিষয় লৈ নাৰীবাদী দৃষ্টিভংগীৰে ৰচনা কৰা মননশীল প্ৰবন্ধ কিছুমানো পোৱা যায়। লেখকৰ ব্যক্তিগত অভিজ্ঞতা সম্বলিত এনে ৰচনাই বহুক্ষেত্ৰত নাৰী সম্পৰ্কে সমাজৰ অন্ধবিশ্বাস, কু-সংস্কাৰ, অবৈজ্ঞানিক দৃষ্টিভংগীক উদঙাই দেখুৱাইছে। এইক্ষেত্ৰত অণিমা গুহ, বাসন্তী দেৱী, দেৱকান্ত সন্দিকৈ আদিৰ নাম উল্লেখ কৰিব পাৰি।

সমাজত নাৰীৰ স্থান উন্নত কৰিব বিচৰা নাৰীবাদী ভাব-আদৰ্শক প্ৰকৃত ৰূপ দিয়াৰ প্ৰয়াসত নাৰীবাদী সাহিত্যৰ ভূমিকা ব্যাপক। দৰাচলতে, কোনো মত বিশ্বাস বা আন্দোলনক জনসাধাৰণৰ হৃদয়গ্ৰাহ্য কৰিবলৈ সাহিত্য এক শক্তিশালী মাধ্যম। সাহিত্যত নাৰীবাদী চেতনাই বিভিন্ন পৰীক্ষা-নিৰীক্ষাৰ মাজেৰে নাৰীৰ জীৱন, আকাংক্ষা আৰু নাৰীৰ স্বতন্ত্ৰ সত্তাক অগ্ৰাধিকাৰ দি আহিছে। অসমীয়া সাহিত্যত নাৰীবাদী চেতনা বিচাৰ এক গভীৰ আৰু বিস্তৃত অধ্যয়নৰ বিষয়। আমাৰ এই আলোচনাত ইয়াৰ সকলোবোৰ দিশ সামৰি ল'ব পৰা নাই ; মাত্ৰ এক চমু ৰূপৰেখা আগবঢ়োৱাৰ প্ৰয়াস কৰাহে হৈছে। আলোচনাটিৰ সীমাবদ্ধতাও এইখিনিতে।

*অসমীয়া, তুমি য'তেই নাথাকা, শদিয়া সীমান্ততেই হওক, ভৈয়ামতেই হওক, তুমি নেপৰীয়া চৰুৱাই হোৱা বা খিলঞ্জীয়া আদিবাসীয়েই হোৱা তোমাৰ এটাই পৰিচয়, তুমি অসমীয়া; শত বাধা-বিঘিনিৰ মাজতো তোমাৰ অসমীয়া পৰিচয় জিলিকি থাকে।*

— অতুল চন্দ্ৰ বৰুৱা

# সাহিত্যৰ ভেটিত অসমীয়া চলচ্চিত্ৰ

অৰুণলোচন দাস

বিশ্বৰ আটাইতকৈ জনপ্ৰিয় শিল্পটি কি বুলি প্ৰশ্ন কৰিলে চলচ্চিত্ৰৰ কথাই ক'ব লাগিব। আমাৰ সমাজ আৰু জাতীয় জীৱনত চলচ্চিত্ৰৰ প্ৰভাৱ অনস্বীকাৰ্য। এই চলচ্চিত্ৰৰ জন্ম হোৱা আজি এশ দহ বছৰ হৈ গ'ল। ১৮৯৫ চনৰ ২৮ ডিচেম্বৰৰ দিনটোতেই চলচ্চিত্ৰৰ জন্ম হৈছিল পেৰিছৰ এখন গ্ৰেণ্ড কাফেত। প্ৰথম চলচ্চিত্ৰ দেখুওৱাৰ কৃতিত্ব হ'ল ফৰাচী দুই ভাই-ককাইৰ। তেওঁলোকৰ নাম লুই আৰু অগাস্ত লুমিয়েৰ।

বিশ্বত প্ৰথমে কোনে কবিতা লিখিছিল বা ছবি আঁকিছিল সেই কথা আমি নাজানো। সেইদৰে নাজানো সংগীতৰ জন্ম কেতিয়া হৈছিল। কিন্তু চলচ্চিত্ৰৰ কেতিয়া জন্ম হ'ল সেয়া আমি জানো। অৰ্থাৎ চলচ্চিত্ৰৰ এটি জন্মদিন আছে আৰু সেয়া হ'ল ১৮৯৫ চনৰ ২৮ ডিচেম্বৰ। সেয়ে ১৯৯৫ চনত সমগ্ৰ বিশ্বতে বিশ্ব চলচ্চিত্ৰ শতবাৰ্ষিকী উৎসৱ উদ্‌যাপন কৰা হৈছিল। চলচ্চিত্ৰ অৰ্থাৎ চিনেমা—যাৰ উৎস গ্ৰীক শব্দ 'কিনেমা' অৰ্থাৎ গতি। আজি চলচ্চিত্ৰ হৈছে বিশ্বৰ সবাতোকৈ শক্তিশালী গণসংযোগৰ মাধ্যম। শিল্পৰ পৰিয়ালত চলচ্চিত্ৰ হ'ল কনিষ্ঠতম সদস্য আৰু আধুনিকতম মাধ্যম।

চলচ্চিত্ৰই আমাৰ শৰীৰ আৰু মন দুয়োটাকে একেলগে পুলকিত কৰি পেলায়। মানুহৰ মনৰ ওপৰত চলচ্চিত্ৰৰ বিপুল প্ৰভাৱ দেখি লেনিনে কৈছিল—The cinema is for us the most important instruments of all arts'. ঠিক সেইদৰেই বিশ্ব বিশ্ৰুত ৰুছ পৰিচালক পুডভকিনে চলচ্চিত্ৰৰ বিষয়ে এনেদৰে মত দিছিল—'The film is the greatest teacher because it teaches not only through brain but through whole body.'

চলচ্চিত্ৰ হ'ল বিংশ শতাব্দীৰ শিল্প মাধ্যম। ই আত্মপ্ৰকাশৰ সকলোতকৈ আধুনিক, কনিষ্ঠতম আৰু বৰ্তমান বিশ্বৰ সবাতোকৈ ব্যাপক মাধ্যম। সমাজ, সংস্কৃতি আৰু সভ্যতাৰ অন্যতম অংগ। চলচ্চিত্ৰত যদিও নাই সংগীতৰ বিমূৰ্ত শিল্পগুণ, নাই উপন্যাসৰ বিশ্লেষণ ক্ষমতা, নাই নাটকৰ ত্ৰিমাত্ৰিক ৰূপাৰোপ, তথাপি সংগতীৰ ছন্দ, চিত্ৰকলাৰ দৃশ্যতা, আলোকচিত্ৰৰ বাস্তৱতা, স্থাপত্যৰ গঠন, উপন্যাসৰ বৰ্ণনা, নাটকৰ অভিনয়, বেলেৰ গতি—এই সকলোবোৰ লৈয়েই চলচ্চিত্ৰ। ছবি এখন কৰিবলৈ কাহিনী এটি লাগিবই। এই কাহিনীক ৰূপালী পৰ্দাত ভালকৈ দাঙি ধৰাটোৱেই ছবিৰ পৰিচালক এজনৰ প্ৰধান দায়িত্ব। সেই কাহিনী ছবিৰ পৰিচালকে নিজে সৃষ্টি কৰিব পাৰে নহ'লে কোনো ভাল সাহিত্যিকৰ গল্প, উপন্যাস বা নাটকৰ আশ্ৰয় ল'ব পাৰে। ঔপন্যাসিক কনৰাড আৰু চলচ্চিত্ৰৰ অন্যতম আদি স্ৰষ্টা ডব্লিউ বি গ্ৰিফিথ উভয়েই তেওঁলোকৰ শিল্পকৰ্মৰ সৃষ্টিৰ অভিপ্ৰায় সম্পৰ্কে ব্যাখ্যা



কৰিছিল এইদৰে—The task I am trying to achieve is to make you see.' চলচ্চিত্ৰ আৰু সাহিত্য—এই দুয়োটা মাধ্যমতে প্ৰাথমিক চৰ্তত দেখাৰ কথা আছে। সাহিত্য চোৱা হয় মনেৰে, ই বেছি পৰিমাণে কাল্পনিক। চলচ্চিত্ৰ হ'ল চকুৰে দেখা আৰু একেবাৰে প্ৰত্যক্ষভাৱে।

১৯৩৫ চনৰ ১০ মাৰ্চ। এই দিনটোতেই মুক্তি পাইছিল ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ অপূৰ্ব সৃষ্টি 'জয়মতী'। প্ৰথমখন অসমীয়া ছবি নিৰ্মাণ কৰিবলৈ ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে নিজে লিখা কোনো কাহিনী লোৱা নাছিল। তেওঁ ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ নাটক 'জয়মতী কুঁৱৰী'ৰ আধাৰতে 'জয়মতী' ছবিখন কৰিলে। প্ৰথম অসমীয়া ছবিখনৰ নায়িকাৰ চৰিত্ৰটি আছিল অসমীয়া জাতীয় জীৱনৰ এক উজ্জ্বল চৰিত্ৰ। জয়মতী আছিল এক সাহসী নাৰী। ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ 'জয়মতী কুঁৱৰী' নাটকখনৰ কাহিনীভাগত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে বিচাৰি পাইছিল এগৰাকী অসমীয়া নাৰীৰ ত্যাগ, সাহসিকতা আৰু ঐতিহ্য। সেইবাবেই হয়তো তেওঁ প্ৰথমখন অসমীয়া ছবি নিৰ্মাণ কৰিবলৈ জয়মতীৰ কাহিনীভাগ লৈছিল।

ঔপন্যাসিক ৰজনীকান্ত বৰদলৈৰ 'মনোমতী' উপন্যাসৰ আধাৰত ৰোহিণীকুমাৰ বৰুৱাই নিৰ্মাণ কৰিছিল 'মনোমতী' (১৯৪১) ছবিখন। দেশপ্ৰাণ লক্ষীধৰ শৰ্মাৰ মানৱীয় দৃষ্টিভংগী আৰু অসমীয়া হিন্দু-মুছলমানৰ মিলা-প্ৰীতিৰ উজ্জ্বল আদৰ্শযুক্ত 'ছিৰাজ' গল্পটো ফণী শৰ্মা আৰু বিষ্ণুপ্ৰসাদ ৰাভাই চলচ্চিত্ৰ ৰূপ দিছিল 'ছিৰাজ' (১৯৪৮) নামেৰে। পৌৰাণিক কাহিনী আৰু জনপ্ৰিয় সাধুৰ ভেটিতো অসমীয়া ছবি নিৰ্মাণ কৰা হৈছিল পঞ্চাশ আৰু যাঠি দশকত। ড° ভূপেন হাজৰিকাই পৰিচালনা কৰিছিল 'শকুন্তলা' (১৯৬১), নিপ বৰুৱাই কৰিছিল 'নৰকাসুৰ' (১৯৬১) আৰু আনোৱাৰ হুছেইনে নিৰ্মাণ কৰিছিল 'তেজীমলা' (১৯৬৩)। প্ৰফুল্ল বৰাৰ এখন অনাতাঁৰ সফল ধাৰাবাহিক নাট 'বৰুৱাৰ সংসাৰ'ৰ চিত্ৰৰূপ দিছিল নিপ বৰুৱাই। এই ছবিৰো নাম আছিল 'বৰুৱাৰ সংসাৰ' (১৯৭০)। জিতেন শৰ্মাৰ 'ওপৰ মহলা' (১৯৭১) ছবিখনো এখন মঞ্চ সফল নাট আছিল। বিশিষ্ট সাহিত্যিক হোমেন বৰগোহাঞিৰ উপন্যাসৰ আধাৰত গৌৰী বৰ্মনে নিৰ্মাণ কৰিছিল 'হৃদয়ৰ প্ৰয়োজন' (১৯৭২) ছবিখন। অতুল বৰদলৈৰ 'বনৰীয়া ফুল' (১৯৭৩) ছবিখন নিৰ্মাণ হৈছে বীৰেশ্বৰ বৰুৱাৰ গল্পৰ আধাৰত। বিজয় চৌধুৰী আৰু পীযুষকান্তি ৰয়ে যুটীয়াভাৱে পৰিচালনা কৰা 'কাঁচঘৰ' (১৯৭৫) ছবিখনৰ কাহিনী লোৱা হৈছিল যশস্বী গল্পকাৰ নিৰোদ চৌধুৰীৰ গল্পৰ পৰা। নিৰোদ চৌধুৰীৰ 'চামেলি মেমচাব' গল্পটিৰ আধাৰত 'চামেলি মেমচাব' (১৯৭৫) নামেৰেই এখন সুন্দৰ ছবি কৰিছিল আব্দুল মজিদে। নিৰোদ চৌধুৰীৰ উপন্যাসৰ আধাৰতে প্ৰফুল্ল শইকীয়াৰ পৰিচালনাত নিৰ্মিত হৈছিল 'পানী' নামৰ আন এখন ছবি।

লক্ষ্মীনন্দন বৰাৰ উপন্যাস 'গঙাচিলনীৰ পাখি'ক চলচ্চিত্ৰ ৰূপ দিলে পদুম বৰুৱাই। ছবিৰ নামো 'গঙাচিলনীৰ পাখি' (১৯৭৬) ৰাখিলে। ১৯৭৭ চনত বিশিষ্ট সাহিত্যিক ড° ভবেন্দ্ৰ নাথ শইকীয়া চলচ্চিত্ৰ জগতলৈ আহিল। তেওঁৰ 'বানপ্ৰস্থ' গল্পটিৰ আধাৰত নিৰ্মাণ কৰিলে এখন বিখ্যাত ছবি 'সন্ধ্যাৰাগ' (১৯৭৭)। ইয়াৰ পিছত ড° ভবেন্দ্ৰ নাথ শইকীয়াই নিৰ্মাণ কৰা ছবিসমূহৰ বাবে তেওঁৰ নিজৰে গল্প, উপন্যাস ল'লে। তেওঁৰ 'অন্তৰীপ' নামৰ বহুল পঠিত উপন্যাসখনৰ পৰা নিৰ্মাণ হ'ল 'অগ্নিস্নান' (১৯৮৫)। ১৯৭৭ চনত আব্দুল মজিদে পৰিচালনা কৰা 'বনহংস' ছবিখনৰ কাহিনী লোৱা হৈছিল নিৰোদ চৌধুৰীৰ গল্পৰ পৰা। সেইদৰে ছৈয়দ আব্দুল মালিকৰ গল্পৰে আব্দুল মজিদে নিৰ্মাণ কৰিছিল 'বনজুই' (১৯৭৮) ছবিখন। বিশিষ্ট কথাশিল্পী নিৰোদ চৌধুৰীৰ গল্পৰে ড° ভূপেন হাজৰিকাই নিৰ্মাণ কৰিলে 'মন প্ৰজাপতি' (১৯৭৯) ছবিখন। পুলক গগৈয়ে নিৰ্মাণ কৰা 'শ্ৰীমতী মহিমাময়ী'ৰ গল্পটি আছিল লক্ষ্মীনাথ ফুকনৰ। লক্ষ্মীনন্দন বৰাৰ উপন্যাসেৰে ছবি নিৰ্মাণ কৰিলে ডাঃ উপেন কাকতীয়ে 'বিশেষ এৰাতি' (১৯৭৯)।

অসমীয়া চলচ্চিত্ৰৰ সোণালী জয়ন্তী বৰ্ষত ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ 'সৰবজান' কাহিনীটিৰ আধাৰত নিৰ্মিত হ'ল এখন সৰস ছবি। হীৰেন চৌধুৰী আৰু সুপ্ৰভা দেৱী পৰিচালিত এই ছবিখনৰ নাম 'সৰবজান' (১৯৮৫)। হোমেন বৰগোহাঞিৰ উপন্যাস 'হালধীয়া চৰায়ে বাওধান খায়'ক সুন্দৰকৈ চিত্ৰৰূপ দিলে জাহ্নু বৰুৱাই। ৰাষ্ট্ৰীয় চলচ্চিত্ৰ প্ৰতিযোগিতাত স্বৰ্ণকমল লাভ কৰা এই ছবিখনৰ নামো 'হালধীয়া চৰায়ে বাওধান খায়' (১৯৮৭)। ৰমা দাশৰ বিখ্যাত গল্প 'অচল টকা'ক চলচ্চিত্ৰ ৰূপ দিলে ধীৰু ভূঞাই। ছবিৰ নাম 'প্ৰথম ৰাগিণী' (১৯৮৭)। লক্ষীধৰ শৰ্মাৰ 'ছিৰাজ' গল্পটিক পুনৰ চলচ্চিত্ৰ ৰূপ দিলে ড° ভূপেন হাজৰিকাই। এই ছবিৰ নামো 'ছিৰাজ' (১৯৮৮)। অপূৰ্ব শৰ্মাৰ গল্পৰ আধাৰত সঞ্জীৱ হাজৰিকাই নিৰ্মাণ কৰিলে 'হলধৰ' (১৯৯৩)। অভিজিত শৰ্মা বৰুৱাৰ পুৰস্কৃত উপন্যাসৰ আধাৰত ৰঞ্জিত দাসে নিৰ্মাণ কৰিলে 'প্ৰত্যাৱৰ্তন' (১৯৯৩)। হেমেন দাসৰ শিশু ছবি 'গৰখীয়া'ৰ (১৯৯৩) কাহিনী আছিল হোমেন বৰগোহাঞিৰ। সুপ্ৰসিদ্ধ লেখিকা নিৰুপমা বৰগোহাঞিৰ গল্প এটিক সঞ্জীৱ হাজৰিকাই চিত্ৰৰূপ দিলে 'মীমাংসা' (১৯৯৪) নামেৰে। ড° মামণি ৰয়ছম গোস্বামীৰ উপন্যাসৰ আধাৰত ড° সান্ত্বনা বৰদলৈয়ে নিৰ্মাণ কৰিলে 'অদাহ্য' (১৯৯৬) ছবিখন। ড° মামণি ৰয়ছম গোস্বামীৰে গল্পৰ আধাৰত ছবি এখন কৰিলে ৰঞ্জিত দাসে। ছবিৰ নাম 'সংস্কাৰ' (১৯৯৭)। বিখ্যাত ইংৰাজ লেখক টমাছ হাৰ্ডিৰ উপন্যাসৰ দ্বাৰা অনুপ্ৰাণিত ৰঞ্জিত শৰ্মাই ৰচা কাহিনীৰে বিদ্যুৎ চক্ৰৱৰ্তীয়ে নিৰ্মাণ কৰিলে 'নিষিদ্ধ নদী' (২০০০) ছবিখন। হোমেন বৰগোহাঞিৰ 'মৎস্যগন্ধা' উপন্যাসখনৰ আধাৰত এইবাৰ ছবি এখন নিৰ্মাণ হ'ল। সঞ্জীৱ হাজৰিকাই পৰিচালনা কৰা এই ছবিখনৰ নাম হ'ল 'মৎস্যগন্ধা' (২০০০)। ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ সফল নাট 'দীনবন্ধু'ৰ চিত্ৰৰূপ দিলে মুনিন বৰুৱাই। ছবিৰ নাম দীনবন্ধু' (২০০৪)। 'দীনবন্ধু' ছবিখনে আঞ্চলিক ভাষাৰ শিতানত ৰজত কমল বঁটা লাভ কৰে। অৰুণ গোস্বামীৰ বহু পঠিত গল্প 'মাছমৰীয়া ছোৱালীৰ লাজ'ৰ আধাৰত মঞ্জু বৰাই পৰিচালনা কৰা 'লাজ' ছবিখনে ৰাষ্ট্ৰীয় তথা আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত খ্যাতি লাভ কৰাটো এই প্ৰসংগতে উল্লেখযোগ্য। ড° মামণি ৰয়ছম গোস্বামীৰ 'যাত্ৰা' গল্পটিৰ আধাৰত নিৰ্মাণ হ'ল 'অন্তহীন যাত্ৰা' (২০০৫) ছবিখন। পৰিচালনা মুন্না আহমেদৰ। হোমেন বৰগোহাঞিৰ 'অস্তৰাগ' উপন্যাসখনক চলচ্চিত্ৰ ৰূপ দিলে শিৱপ্ৰসাদ ঠাকুৰে। এই ছবিৰ নামো 'অস্তৰাগ' (২০০৫)। এইদৰে সময়ে সময়ে সাহিত্যৰ ভেটিত নিৰ্মিত হৈ আহিছে অসমীয়া ছবি।

# অসমীয়া সংস্কৃতি আৰু অসমৰ মুছলমান

ইছমাইল হোছেইন

অসমীয়া জাতিৰ এক শক্তিশালী অংগ হ'ল অসমৰ মুছলমানসকল। আহোম ৰজা, কোচ ৰজা, কছাৰী ৰজা আৰু ইংৰাজৰ শাসন কালত বিভিন্ন পৰ্যায়ত ভিন ভিন কাৰণত অসমলৈ অহা মুছলমান জনগোষ্ঠীয়ে সাহিত্য, ভাষা, সংস্কৃতি, অৰ্থনীতি আদি বিভিন্ন দিশত অৱদান যোগাই বৃহত্তৰ অসমীয়া জাতিৰ ভেটি সুদৃঢ় কৰিছে। অসমৰ মুছলমান, বিশেষকৈ আহোমৰ দিনত অহা মুছলমানসকলে অসমৰ জাতীয় জীৱনৰ সৈতে এনেদৰে মিলি গৈছিল যে, তেওঁলোকৰ নামৰ বাহিৰে আন কোনো দিশতেই অমুছলমান অসমীয়া সমাজৰ পৰা পৃথক কৰিব পৰা নগৈছিল। 'হুবুল ওৱাতানে মিনাল ঈমান', অৰ্থাৎ স্বদেশপ্ৰেম ধৰ্ম বিশ্বাসৰ এটা অংগ— এনে মহান ইছলামিক বাণীয়ে মুছলমানসকলক নিজ দেশৰ সমাজ-সংস্কৃতিৰ প্ৰতি দায়বদ্ধ হ'বলৈ শিকোৱাৰ লেখীয়াকৈ অসমৰ মুছলমানসকলে অসমলৈ আহোতে অসমৰ সমাজ-সংস্কৃতিৰ প্ৰতিটো দিশকে ধৰ্মনিৰপেক্ষ দৃষ্টিৰে আঁকোৱালি লৈছিল। এই ক্ষেত্ৰত সেই সময়ৰ, বিশেষকৈ আহোম ৰাজত্বৰ দিনৰ উদাৰ শাসন নীতি আৰু ধৰ্মনীতিয়ে মুছলমানসকলক অসমৰ ভাষা আৰু সংস্কৃতি গ্ৰহণ কৰিবলৈ উৎসাহিত কৰিছিল। এনেকৈ মোগলৰ দিনৰ বুৰঞ্জীবিদ চাহাবুদ্দিন তালিছে আহোম ৰজাৰ দিনত অসমৰ মুছলমান সমাজৰ জীৱন ধাৰা আৰু সংস্কৃতিৰ সংমিশ্ৰিত ৰূপটো দেখি লেখিছিল— "As for the Mussalmans who had been taken prisoner in former times and had chosen to marry there, their descendants are exactly in the manner of Assamese and have nothing of Islam except the name; their hearts are inclined for more towards mingling with the Assamese than towards association with Muslims".

আহোমৰ দিনত মুছলমানসকলে অসমৰ সমাজ জীৱনৰ সৈতে হাড়ে-হিমজুৱে মিলি যোৱাৰ কাৰণ আছিল মূলত থলুৱা সমাজৰ সৈতে তেওঁলোকৰ বৈবাহিক সম্পৰ্ক। সেই যুদ্ধবন্দীসকলে লগত মহিলা অনা নাছিল বাবে থলুৱা গাভৰুৰ সৈতে বিয়া পাতি থলুৱা সমাজ আৰু সংস্কৃতিত বিলীন হৈ গৈছিল। আহোমৰ দিনৰ যুদ্ধবন্দীসকলৰ দৰেই চুফী সাধক আজান ফকীৰ, গিয়াচুদ্দিন আউলীয়া আদিয়ে অসমলৈ ধৰ্ম প্ৰচাৰৰ হকে আহোতে লগত মহিলা অনা নাছিল। এইসকল সাধকে অসমত ইছলাম ধৰ্মৰ মৰমী বাণী প্ৰচাৰ কৰিবলৈ যাওঁতে থলুৱা সংস্কৃতিৰ আধাৰত নতুন সৃষ্টিত মনোনিবেশ কৰিছিল। সপ্তদশ শতিকাত আজান ফকীৰে যিবোৰ জিকিৰ-জাৰী ৰচনা কৰিছিল সেইবোৰত কেৱল আল্লা বা ভগৱন্তৰ সাধনাৰ বাণীয়েই প্ৰাধান্য



পোৱা নাছিল; সমান্তৰালভাৱে প্ৰকাশ পাইছিল নৱ-বৈষ্ণৱ ধৰ্মৰ অনেক উপাদানৰ কথা। আজান ফকীৰ ৰচিত জিকিৰসমূহত শ্ৰীমন্ত শংকৰদেৱ, শ্ৰীমাধৱদেৱ, ভক, সন্ত, মহন্ত, চাৰি বেদ আদিৰ উল্লেখে ধৰ্মীয় যুক্ত সাধনা আৰু সাংস্কৃতিক সংমিশ্ৰণৰ প্ৰমাণ দাঙি ধৰে। এনেকি জিকিৰসমূহৰ গঠন প্ৰণালীতো বিহুনাম আৰু টোকাৰি গীতৰ গঠন প্ৰণালীৰ প্ৰভাৱ পৰিছে। আজান ফকীৰৰ যিকোনো এটা জিকিৰ শব্দ আৰু বৰ্ণৰ সালসলনি নকৰাকৈ বিহুনাম বা টোকাৰি গীতৰ সুৰত গাব পাৰি।

আহোম ৰজাৰ দিনত অসমলৈ অহা মুছলমানসকলে অসমৰ থলুৱা সংস্কৃতিৰ সৈতে মিলি যোৱাৰ ক্ষেত্ৰত বহু ক্ষেত্ৰত ৰাজ-পৃষ্ঠপোষকতাও পাইছিল। আহোম ৰজাসকলে এই মুছলমানসকলক যোগ্যতা অনুসৰি শইকীয়া, বৰুৱা, হাজৰিকা, ফুকন, খনিকৰ আদি পদ উপাধি প্ৰদান কৰিছিল। সেই দিনত থলুৱা জনসাধাৰণৰ সৈতে মুছলমানসকলৰ খোৱা-বোৱা, পিন্ধন-উৰণ আদিতো বিশেষ পাৰ্থক্য নাছিল। মাত-কথাও আছিল একে ধৰণৰ। এনে সম্পৰ্কৰ বাবেই পিছৰ পৰ্যায়লৈ অসমৰ সকলো মুছলমানেই ইয়াৰ থলুৱাৰ মৰ্যাদাৰ লাভ কৰিছিল। স্বৰ্গদেউ ৰুদ্ৰ সিংহৰ দিনত মুছলমানসকলৰ সংমিশ্ৰণৰ প্ৰক্ৰিয়াই অধিক গাঢ়তা পাইছিল ফাচীপঢ়ীয়া, আখৰকটীয়া, শিলাকটীয়া, গুণাকটীয়া, খনিকৰ, নেগেৰীয়া, দৰ্জী আৰু জোলা— এই আঠোটা বৃত্তিগত মুছলমান পৰিয়ালৰ আগমনৰ ফলত। তেওঁলোকক ৰুদ্ৰ সিংহই আনিছিল ভাটিৰ দেশৰ পৰা। এওঁলোকে আহোম ৰজাৰ দিনত চিত্ৰ, ভাস্কৰ্য, চাৰুকলা, বাদ্যযন্ত্ৰ, সাজ-পোছাক, দৈনন্দিন ব্যৱহাৰযোগ্য সামগ্ৰী আদি তৈয়াৰ কৰিছিল। ইয়াৰ আগতে শ্ৰীমন্ত শংকৰদেৱৰ প্ৰিয় শিষ্য চান্দ খাঁই গুৰুজনাৰ চোলাকে ধৰি অন্যান্য সাজ-পোছাক তৈয়াৰ কৰি অসমীয়া সাজ-পোছাকক অনন্য চৰিত্ৰ প্ৰদান কৰিছিল। আহোমৰ দিনত যুদ্ধবন্দীৰ এটা অংশ আছিল মৰিয়া মুছলমান। এই মৰিয়াসকলে কাঁহ-পিতলৰ বাচনকে ধৰি শৰাই আদিও নিৰ্মাণ কৰি অসমীয়া শিল্প-সংস্কৃতিক চহকী কৰিছিল। বিহু সংস্কৃতি, সত্ৰীয়া সংস্কৃতি আদিৰ বাবে প্ৰয়োজনীয় কাঁহ-পিতলৰ হস্তনিৰ্মিত সামগ্ৰীৰ এক বৃহৎ অংশ এই মৰিয়া মুছলমানসকলেই নিৰ্মাণ কৰে।

কেৱল যে আহোম ৰাজত্ব কালতেই অসমত মুছলমানসকলে অসমীয়া সংস্কৃতিৰ বুনিয়াদ গঢ়াত সহায় কৰিছিল তেনে নহয়; মধ্যযুগৰ কোচ ৰজাৰ দিনতো অসমৰ

সপ্তদশ শতিকাৰ মাজভাগত আজান ফকীৰে তেওঁৰ ভায়েক নবীৰ সৈতে মংগলদৈ অঞ্চললৈ আহি মুছলমানসকলৰ মাজত ইছলামিক চুফীবাদৰ প্ৰচাৰ কৰিলেও পূৰ্বৰ মাঁৰৈ গীত, ওজাপালি আদিৰ প্ৰভাৱ ৰৈ গৈছিল। আজিৰ মংগলদৈ জিলাৰ মুছলমানসকলৰ মাজত যি ধৰ্মনিৰপেক্ষ সংস্কৃতিৰ প্ৰভাৱ বিদ্যমান তাৰ মূলতেই হ'ল ষোড়শ শতিকাৰ হিন্দু মুছলমানৰ সাংস্কৃতিক সংমিশ্ৰণ।

মুছলমানসকলে অসমীয়া সংস্কৃতি প্ৰসাৰ আৰু উত্তৰগত গৌৰৱোজ্জ্বল ভূমিকা পালন কৰিছিল। ষোড়শ আৰু সপ্তদশ শতিকাৰ পৰা আৰম্ভ কৰি ঊনবিংশ শতিকালৈকে মঙ্গলদৈ অঞ্চলত মুছলমানসকলে ওজাপালি, মাঁৰৈগীত আদিৰে মংগলদৈৰ সংস্কৃতি ক্ষেত্ৰলৈ একপ্ৰকাৰ জোৱাৰ আনিছিল আহোম ৰজাৰ দিনত অসমৰ সত্ৰীয়া সংস্কৃতিৰ গায়ন-বায়নসকলে মোগল সম্ৰাটসকলৰ যি পাগ-জামা আৰু চাপকন ব্যৱহাৰ কৰিছিল তাৰ সফল প্ৰয়োগ ঘটিছিল মংগলদৈ অঞ্চলৰ মুছলমানসকলৰ মাজত। মংগলদৈৰ ওজাবৰা চুক, হাজৰিকাপাৰা আদি অঞ্চলৰ মুছলমান ৰাইজে ঊনবিংশ শতিকাৰ শেষ ভাগলৈকে পাগ-জামা, চাপকন আদি পৰিধান কৰি ওজাপালি গাইছিল। সেই সময়ত মংগলদৈ অঞ্চলৰ মুছলিমঘোপাত নামঘৰো আছিল। তাত পীৰৰ নামত ভোজ পাতি মুছলমানসকলে নিষিদ্ধ (জাহেলী) গীত গাইছিল। এনেকি মাঁৰৈ নামৰ গাঁওখনৰ মুছলমান ৰাইজে মাঁৰৈপূজা কৰি মাঁৰৈগীত গাইছিল। তদুপৰি মুছলমান সমাজৰ ঢুলীয়া, ওজা, দেউৰী, কালীয়া আদিয়ে সম্পূৰ্ণ হিন্দুপ্ৰথাৰে বিয়া সবাহত গীত মাত আৰু থলুৱা সংস্কৃতি প্ৰদৰ্শন কৰিছিল।

সপ্তদশ শতিকাৰ মাজভাগত আজান ফকীৰে তেওঁৰ ভায়েক নবীৰ সৈতে মংগলদৈ অঞ্চললৈ আহি মুছলমানসকলৰ মাজত ইছলামিক চুফীবাদৰ প্ৰচাৰ কৰিলেও পূৰ্বৰ মাঁৰৈ গীত, ওজাপালি আদিৰ প্ৰভাৱ ৰৈ গৈছিল। আজিৰ মংগলদৈ জিলাৰ মুছলমানসকলৰ মাজত যি ধৰ্মনিৰপেক্ষ সংস্কৃতিৰ প্ৰভাৱ বিদ্যমান তাৰ মূলতেই হ'ল ষোড়শ শতিকাৰ হিন্দু মুছলমানৰ সাংস্কৃতিক সংমিশ্ৰণ।

অসমীয়া সংস্কৃতি; বিশেষকৈ নৱবৈষ্ণৱ ধৰ্মৰ আধাৰত সত্ৰক কেন্দ্ৰ কৰি গঢ় লৈ উঠা সংস্কৃতি বিভিন্ন জনগোষ্ঠীৰ লোকৰ মাজত প্ৰচাৰ কৰাত বৈপ্লৱিক ভূমিকা পালন কৰিছিল শ্ৰীমন্ত শংকৰদেৱ আৰু শ্ৰীমাধৱদেৱে। এই দুজনা গুৰুৰ উদাৰ সাংস্কৃতিক আদৰ্শই অন্যান্য সম্প্ৰদায়ৰ দৰে মুছলমান সমাজকো আকৰ্ষিত কৰিছিল ফলত চান্দ খাঁই, শ্ৰীমন্ত শংকৰদেৱ আৰু যৱন (মুছলমান) জয়হৰিয়ে শ্ৰীমাধৱদেৱৰ শিষ্যত্ব গ্ৰহণ কৰি নৱবৈষ্ণৱ আন্দোলনৰ মূল ধাৰাটোত চামিল হৈছিল। শ্ৰীমন্ত শংকৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ এনে উদাৰ দৃষ্টিভংগীয়ে মুছলমানসকলক সত্ৰ-সংস্কৃতিৰ সৈতে সম্পৰ্ক গঢ়ি তুলিবলৈ উৎসাহিত কৰিছিল। অসমৰ বিভিন্ন সত্ৰৰ চাৰিওফালে মুছলমানৰ বসতি আৰু

কেইখনমান সত্ৰত মুছলমানসকলে নিৰ্মাণ কৰা সামগ্ৰীৰ সংৰক্ষণে এই কথাৰে ইংগিত দিয়ে। এসময়ত যৱন জয়হৰিয়ে সুন্দৰীদিয়া সত্ৰত নিয়মিতভাৱে চাকি জ্বলোৱাৰ দৰে আজিও ঘিলাজাৰী, সত্ৰকনৰা, আলিপুখুৰী আদি সত্ৰত মুছলমানসকলে চাকি জ্বলায়। কেৱল চাকি জ্বলোৱাই; সত্ৰৰ নাম প্ৰসংগ, সত্ৰীয়া নৃত্য, বৰগীত, ভাওনা আদিৰ সৈতে অসমৰ মুছলমানসকলৰ এক স্বাভাৱিক সম্পৰ্ক আছে। এসময়ত মংগলদৈ আদি অসমৰ অনেক ঠাইৰ নামঘৰত মুছলমানসকলে মাহ-প্ৰসাদ বিতৰণ কৰাৰ পৰম্পৰা গঢ় লৈ উঠিছিল। আজিকালি মাহ-প্ৰসাদ বিতৰণ কৰোঁতে মূৰত কাপোৰ লোৱাৰ নিয়মটো মুছলমানসকলেই যোড়শ-সপ্তদশ শতিকাত প্ৰচলন কৰিছিল বুলি বহুতে কয়।

অসমৰ পুৰণি মুছলমানসকলৰ উপৰি ঊনবিংশ শতিকাৰ শেষভাগ আৰু কুৰি শতিকাৰ প্ৰথম ভাগত অবিভক্ত ভাৰতৰ পুৰণি কামৰূপ আৰু ইংৰাজৰ দিনৰ পূৰ্ববংগৰ পৰা ব্যাপক হাৰত চৰকাৰী পৃষ্ঠপোষকতা আৰু অসমীয়া মধ্যবিত্ত মহাজনসকলৰ সঁহাৰিত কেইবালাখো মুছলমান খেতিয়ক অসমলৈ আহিছিল। প্ৰায় তিনি-চাৰিটা দশকৰ পিছত এইসকল মুছলমানে অসমীয়া ভাষাক মাতৃভাষাৰূপে গ্ৰহণ কৰিলেও এওঁলোকৰ মাজত অসমীয়া সংস্কৃতিৰ প্ৰভাৱ পৰোতে সময়ৰ প্ৰয়োজন হৈছিল। ইয়াৰ অন্যতম কাৰণ আছিল অসমৰ গাতে লাগি থকা পূৰ্ববংগ (বৰ্তমানৰ বাংলাদেশ) সাংস্কৃতিক প্ৰভাৱ। তদুপৰি এওঁলোকে অসমলৈ আহোতে লগত মহিলা আনিছিল বাবে প্ৰাথমিক স্তৰত থলুৱা সমাজৰ সৈতে বৈবাহিক সম্পৰ্ক গঢ়ি তুলিব লগা পৰিস্থিতিৰ সৃষ্টি হোৱা নাছিল। সেয়ে এওঁলোকে পূৰ্বৰ বংগীয় সংস্কৃতিৰ ধৰ্মনিৰপেক্ষ ধাৰা এটিৰ দ্বাৰা প্ৰভাৱান্বিত হৈয়ো অসমীয়া সংস্কৃতিৰ ধৰ্মনিৰপেক্ষ ধাৰাটোক গ্ৰহণ কৰিছিল আৰু বৰ্তমানে কৰিও আছে। অসমৰ চৰ-চাপৰি আৰু নৈপৰীয়া অঞ্চলৰ উপৰি নামনি অসম আৰু মধ্য অসমত স্থায়ীভাৱে বসবাস কৰি অসমীয়া জাতিৰ অংগ হৈ পৰা এই শেহতীয়া মুছলমানসকলৰ মাজত সবাতোকৈ গ্ৰহণীয় অসমীয়া সংস্কৃতি হ'ল বিহু। কাতি আৰু মাঘবিহুৰ উপৰি এইসকল মুছলমানে ব'হাগ বিহু পালন কৰে। এনেকি এইসকল মুছলমান বসবাস কৰা আলোপতি চৰ, সোণতলী, কলগাছিয়া, কুজাৰপীঠ, নায়েৰ, আলগা, মানকাচৰ, মন্দিয়া আদি ঠাইত বিহু সন্মিলন অনুষ্ঠিত কৰি জাতীয় সংস্কৃতিৰ ধাৰাক চহকী কৰি আহিছে। থলুৱা অসমীয়া সমাজ আৰু এইসকল মুছলমানৰ মাজত গঢ় লৈ উঠা সখিপতা পৰম্পৰাক কেন্দ্ৰ কৰি গোৱা গীতত ভাটিয়ালী আৰু বনগীত (বিহু নাম) একাকাৰ হৈ পৰে। এইসকলকে ধৰি অসমৰ পুৰণি মুছলমানসকলৰ মহিলাসকলৰ মাজত অসমীয়া মহিলাৰ সাজ-পাৰ মেখেলা-চাদৰৰ সমাদৰ উল্লেখনীয়। অসমীয়া সমাজৰ হিন্দু সম্প্ৰদায়ৰ মহিলাৰ শিৰৰ সেন্দূৰ আৰু মুছলমান মহিলাৰ মূৰৰ ওৰণিৰ বাহিৰে আন ক'তো সাজ-পাৰৰ পাৰ্থক্য নাই। চৰ-চাপৰিৰ দাঁতি-কাষৰীয়া আৰু নৈপৰীয়া গাঁৱৰ কেবাখনো সত্ৰৰ সৈতে মুছলমান সমাজৰ সম্পৰ্ক থকা দেখা যায়। এনেকি শ্ৰীমন্ত শংকৰদেৱৰ জন্মস্থান আলিপুখুৰী সত্ৰৰ পৰিচালনা সমিতিয়ে ১৯৮৭ চনত প্ৰকাশ কৰা 'আলিপুখুৰী থানৰ চমু ইতিবৃত্ত' শীৰ্ষক পুস্তিকাত সত্ৰৰ চাৰিওফালৰ মুছলমান সম্পৰ্কে কোৱা হৈছে— "বৰ্তমানৰ



থানখনৰ ২ কিলোমিটাৰৰ ভিতৰত কোনো খিলঞ্জীয়া লোক নাই। অৱশ্যে ভিন্ন ধৰ্মাৱলম্বী লোক হ'লেও থানৰ চৌপাশে বসবাস কৰা লোকসকলে থানখনৰ প্ৰতি যি শ্ৰদ্ধা আৰু সহযোগিতা দেখুৱাই আহিছে তাৰ বাবে তেওঁলোক প্ৰশংসাৰ পাত্ৰ।" উল্লেখ্য যে ১৯৮৫ চনৰ আগলৈকে সত্ৰখনৰ পৰিচালনা সমিতিত মুছলমান সম্প্ৰদায়ৰ সদস্য আছিল।

ওপৰত আলোচনা কৰি অহা বিষয়সমূহৰ উপৰি নামনি অসমৰ মহোহো গীত, ভঠেলি, সত্যনাৰায়ণ পূজা আদিৰ সৈতে মুছলমান সমাজৰ সম্পৰ্ক আছে। মহোহো গীত আৰু মুছলমান সমাজৰ মাগন গীত প্ৰায় একে। জনজাতি সমাজৰ যুবৌ মগাৰ পৰম্পৰাগও মাগন গীত আৰু মহোহো গীতৰ সৈতে সামঞ্জস্যপূৰ্ণ। বড়ো সমাজৰ বাথৌ পূজাত মুছলমান পীৰৰ নামত ৰখা আসনে অসমৰ সাংস্কৃতিক জনজাতি আৰু মুছলমানসকলৰ সমন্বয়ৰ এক নতুন ধাৰা সৃষ্টি কৰিছে।

অসমৰ মুছলমানসকল; বিশেষকৈ ব্ৰহ্মপুত্ৰ উপত্যকাৰ মুছলমানসকল ধৰ্মগতভাৱে ইছলামধৰ্মী; কিন্তু জাতিগতভাৱে হাড়ে-হিমজুৱে অসমীয়া। সেয়ে এওঁলোকক বাদি দি অসমীয়া সংস্কৃতিয়ে পূৰ্ণতা নেপায়। অসমীয়া সংস্কৃতিৰ চহকী ধাৰাটোত যিদৰে সত্ৰীয়া সংস্কৃতিয়ে সৰ্বত্ৰ প্ৰভাৱ বিস্তাৰ কৰিছে, তেনেদৰে জিকিৰ-জাৰীয়েও নতুন আয়তন দিছে। এই দুয়োটা উপ-ধাৰাৰ উপৰিও বিহু সংস্কৃতিয়ে অসমৰ মুছলমান আৰু হিন্দু সমাজক সমন্বয়ৰ একেডাল সূতাৰে বান্ধিছে। এই সূতাডাল যিমানেই টান হ'ব সিমানেই সুদৃঢ় হ'ব অসমীয়া সংস্কৃতিৰ ভেটি।



# অসমৰ শাস্ত্ৰীয় নৃত্য আৰু ইয়াৰ তাত্ত্বিক বিচাৰ

জীৱনকৃষ্ণ পাত্ৰ






অসমৰ কোনো মানুহেই এই কথা ভাবিব নোৱাৰে যে আজিৰ দিনত শংকৰদেৱৰ কোনো প্ৰভাৱ নাই। জীৱদ্দশাত তেওঁ আছিল এটা পোহৰ, এটা শক্তি যি আঞ্চলিক স্থান-কাল অতিক্ৰম কৰি জাতীয় স্তৰত জনমানসত আদৰ্শগত আলোড়ন সৃষ্টি কৰিছিল। অসমীয়াই যদি অতীতক মনত পেলাব নোৱাৰে, তেন্তে সেই একে ভুলকেই কৰিব। পৰিবেশ গুৰুজনাই সৃষ্টি কৰা নাছিল, গুৰুজনাইহে প্ৰয়োজন সাপেক্ষে সৃষ্টি কৰিছিল তেওঁৰ পৰিবেশ। তেওঁ অন্ততঃ এটা সত্যকহে অনাবৰণ কৰি গৈছে— অনন্ত যৌৱনৰ গৰাকী হ'ব লাগিলে নাচিব লাগে।

— আপুনি নাচ ভাল ভাল পায়?
— হয়।
— ময়ো নাচৰ প্ৰেমিক...

প্ৰস্তাৱনা ঃ অইন সকলো নান্দনিক কৰ্মতকৈ মানুহে নাচি ভাল পায়। সকলোৱেই নাচে জ্ঞাতসাৰে, অজ্ঞাতসাৰে। নাচৰ গিৰিপণিত সহজ সুন্দৰ আৰু পৱিত্ৰ হ'বলৈ যত্ন কৰে, শতবৰ্ষ জীয়াই থকাৰ সমল গোটায়। "Body can be purified by gymnastics, minds can be purified by music, both body and mind can be purified by dance." এই ৰহস্যময় সত্যক বুজি পাইছিল বুলিয়েই কৃষ্ণ ভগৱানে নাচিছিল, খুউব নাচিছিল বিৰিন্দাবনত; ৰাধা, ললিতা, বিশাখা, চন্দ্ৰা আদি গোপিনীৰ লগত। নাচিছিল বুলিয়ে অমিত যৌৱনৰ আছিল— 'নাচত নব নাগৰ নটৰাজে ৰমণী সংগে/তাতা ট্ৰুণ্ডতা ট্ৰুণ্ডতা থ্ৰিগিতা থ্ৰিগিতা/দ্ৰিম্ দ্ৰিম্...' অবিনাশী যৌৱনৰ গৰাকী হ'ব লাগিলে নাচ আৰু ৰমণীৰ সংগ লাভ অপৰিহাৰ্য। শিৱ নটৰাজেও নাচিছিল, আনন্দতো নাচিছিল, খঙতো নাচিছিল— প্ৰলয়ত তাণ্ডৱ, সৃষ্টিত শৃংগাৰ। মানুহক শক্তিশালী আৰু সুন্দৰ কৰি ৰাখিবলৈ প্ৰকৃতিয়ে হ'বলা নাচৰ জিনটো প্ৰতিজন মানুহৰ গাত ভৰাই থৈছে। নাচে চকু জুৰায়, মন ভুলায়। চান্দৰ বোৱাৰী বেহুলাই স্বৰ্গপুৰীখনকে নাচেৰে মুহিছিল— আনন্দত নহয়, স্বামী হেৰোৱা দুখত নাচিছিল। আকাশৰ তৰাবিলাকেও নাচে। শ্বেইক্সপীয়েৰে তেওঁৰ সৃষ্ট চৰিত্ৰ এটাৰ কথা এনেদৰে কৈছে "she was born under a dancing star" আমাৰ শংকৰগুৰুকো নৃত্যলিপ্সাই পোৱা গ্ৰহৰ প্ৰভাৱত জন্ম হোৱা যেন লাগে। নহ'লে ইমান ডাঙৰ গন্ধৰ্ব হ'ব পাৰিছিল কেনেকৈ? 'শংকৰ গুৰু এ ভৈলা অৱতাৰ/নাট-গীত ভাওনাৰ কৰিলা প্ৰচাৰ...' the wonder that was Shankara!

নৃত্যই প্ৰাচীনতম ভাষা। ভাষা, সাহিত্য বা অন্যান্য শিল্প মাধ্যম গঢ় লৈ উঠাৰ আগতে নৃত্যই আছিল মানুহৰ আবেগ প্ৰকাশৰ প্ৰাচীনতম বাহন।

অঞ্চল একোটাৰ নাচ একোটা থাকেই, আমি হয়তো দেখিছো, নাইবা দেখা নাই। ভাৰত ইতিহাসৰ এক কৌতূহলপ্ৰদ বিষয় এইটো যে এই দেশত বিভিন্ন প্ৰান্তত সাংস্কৃতিক বিকাশধাৰা স্বতন্ত্ৰ। এই স্বাতন্ত্ৰ্য প্ৰান্তীয় নৃত্য, সংগীত আৰু সাহিত্যত প্ৰতিফলিত হৈছে। এইবোৰ স্বতন্ত্ৰতা সত্বেও প্ৰান্তীয় নৃত্য-সংগীতৰ ওপৰত এক সম্পূৰ্ণ সৰ্বভাৰতীয় সংস্কৃতিয়ে প্ৰভাৱ বিস্তাৰ কৰি থকাটো অধিক গুৰুত্বপূৰ্ণ। ভাৰতীয় আঞ্চলিক শাস্ত্ৰীয় নৃত্য ধাৰাৰ বিশিষ্ট ধাৰাবোৰ দক্ষিণ ভাৰতীয় ভাৰতনাট্যম, মোহিনীআট্যম, কথাকলি, উড়িছী, কুচিপুড়ি, ভাগৱত মেলা আৰু উত্তৰ ভাৰতীয় কথক, মণিপুৰী, সত্ৰীয়া। বিংশ শতিকাৰ ৫০/৬০ ৰ দশকত এইবোৰৰ পুনৰ্বিন্যাস ঘটিছে, নতুনকৈ উদ্বোধিত হৈছে, শাস্ত্ৰীয় নৃত্যধাৰাৰ সন্মান লভি স্থায়ী মৰ্যাদা লাভ কৰিছে। একবিংশ শতিকাৰ প্ৰথম পাদতে (২৪ নৱেম্বৰ ২০০১) অসমৰ সত্ৰীয়া নৃত্যই শাস্ত্ৰীয় সন্মান লাভ কৰি গৌৰৱান্বিত হৈছে।

শাস্ত্ৰীয় নৃত্য সেইবোৰ যিবোৰ আমি বেছিকৈ ভাবো, কমকৈ বুজো, যিবোৰৰ ব্যাকৰণ বা শাস্ত্ৰবিধিৰ আবন্ধন আছে, যাৰ আংগিক আৰু বাচিক বিভাবৰ সহজতে সলনি নহয়, যিবোৰ সততে সংগীত আৰু অভিনয়প্ৰধান। যিবোৰ সংগীতে যুক্তিৰ মাৰ্গ দেখুৱায় সেইবোৰেই মাৰ্গীসংগীত— classics. এইবোৰ সকলোৱে বোধ্য নহয়, কেৱল পণ্ডিতেই বুজিব পাৰে ইয়াৰ আংগিক, বাচিক, আহাৰ্য আৰু সাত্বিক বিভাববোৰ।

<u>অসমৰ শাস্ত্ৰীয় নৃত্য</u> ঃ অসম নৃত্যৰেই নন্দন। ইয়াত ইমানবোৰ নৃত্য-সম্পদ আছে, যিমানে নাচি নাথাকো কিয় শেষ কৰিব পৰা নাযাব— ওজাপালি, দেৱদাসী, সত্ৰীয়া আৰু অসংখ্যাত লোকনৃত্য। প্ৰাচীন পৰম্পৰাৰ ভিতৰতেই শাস্ত্ৰীয় নৃত্যৰ স্থিতি আৰু গতি art lives by tradition. অসমৰ সত্ৰীয়া আৰু উড়িষ্যাৰ উড়িছী, উভয় শাস্ত্ৰীয় নৃত্যধাৰা আৰু উড্ৰমাগধী প্ৰজাতীয়। দুয়োটা নৃত্যধাৰাৰ কেন্দ্ৰীয় ঈশ্বৰীয় প্ৰতিৰূপটো সেয়া ভাৰতীয় ত্ৰিসখা সংস্কৃতিৰ কৃষ্ণ— প্ৰেমঘন কৃষ্ণ। 'কানু বিনে গীত নাই'। উড়িষ্যা আৰু অসমৰ মধ্যযুগীয় নৃত্য পৰম্পৰা ইমান প্ৰাচুৰ্যময় যে সেইবোৰ 'কৰিওগ্ৰাফি'ত বান্ধি ৰাখিব খুজিলেও বান্ধি ৰাখিব নোৱাৰি। হেজাৰ বছৰৰ কলা-কৰ্ষণৰ সোণোৱালী ফচল উড়িছী। প্ৰায় ছশ বছৰীয়া সুকুমাৰ চিন্তা-চৰ্চাৰ সাংস্কৃতিক উপাৰ্জন সত্ৰীয়া নৃত্য। দুয়োটা ধাৰাই মধ্যযুগীয় বৈষ্ণৱীয় ভক্তি গীতক অৱলম্বন কৰি ক্ৰমবিকশিত হৈছে । "Higher culture flown from religion."

অসমৰ সত্ৰীয়া নৃত্যই নিজস্ব শৈলী তথা আংগিক-বাচিক আহাৰ্য-সাত্বিক আদি উপাদানেৰে সমৃদ্ধ। এই নৃত্য ধাৰাটিত আছে নৃত্য, নাট আৰু সংগীত। দৃষ্টিশোভন হস্তকৰ্ম (মুদ্ৰা) সুষম পদচালন (চাৰি) আৰু আৱৰ্তনেৰে (ভ্ৰমৰী) সত্ৰীয়া সুন্দৰ। ছশ বছৰীয়া উত্তৰ-পূব ভাৰতীয় এই নৃত্যধাৰাটি আঞ্চলিক স্বতন্ত্ৰতাৰে সুন্দৰকৈ সুপ্ৰতিষ্ঠা লাভ কৰিছে। শংকৰী আৰ্হিত একশৰণ নামধৰ্মৰ লগত সামঞ্জস্য ৰাখি ভাগৱত পুৰাণৰ এক দেৱ এক সেৱ কৃষ্ণভাৱনাক একমাত্ৰ তাৰণ-কাৰণ হিচাপে গ্ৰহণ কৰি তেৰাৰ গুণ-গৰিমা শ্ৰৱণ-কীৰ্তনাৰ্থে যি ধৰ্মীয় নৃত্যধাৰাৰ সৃষ্টি হৈছিল, সেয়েই সত্ৰীয়া নৃত্য। বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ-প্ৰসাৰ, সামাজিক সংস্কাৰ আৰু সংহতিৰ বাবে ই এসময়ত অন্যতম বলিষ্ঠ মাধ্যম ৰূপে বিবেচিত হৈছিল। আজি চলি থকা সত্ৰীয়া নে শংকৰী বিতৰ্ক যুদ্ধৰ সামৰণি হিচাপে কি থাকিব কি নাথাকিব, সেয়া সময়েই ক'ব। সেইবোৰ আমাৰ আলোচনাৰ বিষয়বস্তু নহয়। যিসকলে একো নকৰাকৈ প্ৰশংসা পোৱাৰ প্ৰয়াস কৰে, তেওঁলোকৰ সকলো অহংকাৰ আনৰ হাতত আবদ্ধ থাকে। হিংসা আৰু অহংকাৰে কেনেকৈ ধৰ্মীয় সমাজ এখনক ক্ষত-বিক্ষত কৰে, অখণ্ডক খণ্ডিত কৰে, সেয়া আজিৰ 'শংকৰী নে সত্ৰীয়া' যুদ্ধই ক'ব। নাভাবিলে একো নাই, ভাবিলে বহু কথাই হৃদয় চুই যায়।

একাধিক সংস্কৃতি আৰু জিনৰ সংমিশ্ৰণেৰে অসমত এটি সমন্বয়ী সহিষ্ণু সংস্কৃতি গঢ়ি উঠিছে। অসমীয়া সংস্কৃতিত একৰ ভিতৰত বহুতৰে কীৰ্তন। সেইহে অসমবাসীৰ অন্তৰ আৰু প্ৰতিভাই এটি এটি ক্ৰান্তিৰ ফালে ধাবিত হোৱাৰ ক্ষমতা অৰ্জন কৰিছে। বহু সমাজতত্ত্ববিদে অসমীয়া জাতিটোৰ সহিষ্ণু লাৱণ্যৰ কথাকে উনুকিয়াই উচ্ছ্বাসিত হয়।

শংকৰী নৃত্য মূলতঃ এক বৈষ্ণৱীয় পৰম্পৰা। খ্ৰীষ্টীয় ষোড়শ শতিকাতেই মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে শাস্ত্ৰীয় উপাদানৰ লগত থলুৱা উপাদানৰ তথা তীৰ্থ পৰ্যটনৰ পৰা সংগৃহীত ভাৱৈশ্চৰ্যৰ সংমিশ্ৰণ ঘটাই অসমীয়া পৰিবেশৰ লগত খাপ খাব পৰাকৈ জন্ম দিয়ে এক অভূতপূৰ্ব নৃত্যধাৰাৰ— নটুৱা শিকাইবা, ভাওনা দেখাইবা হৰিষ আমাৰ মন।' এই নৃত্যৰ আদিমতম নট হ'ল যদু, হৰি সদানন্দ, বলোৰাম, ৰামচৰণ আদি (গুৰুচৰিত)। গুৰুজনাৰ নৱ প্ৰৱৰ্তিত নৃত্যধাৰা আৰ্যমূলীয় আছিল যদিও তাৰ লগত থলুৱা জনজাতীয় উপাদানৰ সংযোগ ঘটিছে। আৱশ্যকীয় মৌলিক উপাদান আৰু বিধি-বিধানবোৰ আহিছিল নাট্য শাস্ত্ৰৰ পৰা, গুৰুজনাৰ নিজস্ব সৃষ্টি প্ৰতিভাৰ পৰা, তথা প্ৰাগ্‌শংকৰী নৃত্যাভিনয়, ওজাপালি, ঢুলীয়া আৰু দেৱদাসীৰ পৰা— 'হাতে মুদ্ৰা মুখে ভংগী পায়ে ধৰে তাল/গৰুড় সদৃশ নাচে সেই ওজা ভাল' (ওজাপালি), বায়ে ঢাক ঢোল ভেৰী মৃদংগ খঞ্জৰী...' (ঢুলীয়া) 'বেণু বিষাণ বাজে, বাজে ডম্বৰু/তাতা থৈয়া থৈয়া তাথৈইতা নাচে সদাশিৱ কল্পতৰু' (দেৱদাসী)। স্থান-কাল নিৰ্বিশেষে ধৰ্মই এইদৰে উচ্চস্তৰীয় কীৰ্তিৰ নিৰ্মাণ কৰি সাংস্কৃতিক 'লেণ্ডস্কেপ' একো একোটাৰ সৃষ্টি কৰিছে।

পলমকৈ হ'লেও সত্ৰীয়া নৃত্যই শাস্ত্ৰীয় মৰ্যাদা লাভ কৰিছে। শাস্ত্ৰীয় নৃত্য বৰ্ণনা প্ৰধান, কাহিনী নিৰ্ভৰ, তাৰ কেন্দ্ৰীয় বিভাব হ'ল অভিনয়। শাস্ত্ৰীয় নৃত্যত হস্ত পদৰ প্ৰচুৰ ব্যৱহাৰ আছে, বিশেষকৈ চাৰি আৰু ভ্ৰমৰীত। ই সততে সংগীত সংযুক্ত। দেশী বা লোকনৃত্যত গীতৰ লগত দেহ ছন্দৰ যি দ্যোতনা ঘটে, সেয়া অভিনয় নহয়। কথকৰ বাহিৰে সকলো প্ৰকাৰৰ শাস্ত্ৰীয় নৃত্য ওলাই আহিছে ধৰ্ম সম্বন্ধীয় আচাৰ অনুষ্ঠানৰ পৰাই। উত্তৰ ভাৰতীয় শাস্ত্ৰীয় নৃত্য কথকৰ সূতিকালয় ৰাজদৰবাৰ হ'লেও ই বিভিন্ন ধৰ্মৰ পৃষ্ঠপোষকতাৰে সাম্প্ৰতিক কালত ৰাধা-কৃষ্ণ প্ৰেমক ভিত্তি কৰি অভিবৰ্তিত হৈছে। ভাৰত নাট্যমত শৈৱ ভাওনা, উড়িছী, মণিপুৰী সত্ৰীয়াত বৈষ্ণৱ ভাৱনা ইত্যাদি। সত্ৰীয়া নৃত্যক শাস্ত্ৰীয় পৰ্যায়লৈ উন্নীত কৰাৰ বাবে এই নৃত্যৰ ওজা গুৰু নৃত্যাচাৰ্য যতীন গোস্বামী, আনন্দ মোহন ভাগৱতী, ৰসেশ্বৰ শইকীয়া বৰবায়ন, পুষ্পা ভূঞা আদিৰ প্ৰচেষ্টা সৰ্বাগ্ৰে অভিনন্দনীয়। এইক্ষেত্ৰত সত্ৰীয়া নৃত্যৰ



ভালেকেইগৰাকী গৱেষক, নৃত্যগুৰু আৰু সংগীত নাটক একাডেমীৰ তদানীন্তন অধ্যক্ষ, অসমৰ সুসন্তান প্ৰখ্যাত শিল্পী ড° ভূপেন হাজৰিকাৰ উদ্যোগৰ কথা শলাগিব লাগিব।

'শংকৰ গুৰু এ ভৈলা অৱতাৰ/নাট গীত ভাওনাৰ কৰিলা প্ৰচাৰ'। 'গুৰুজনাৰ অভিনৱ সৃষ্টি অংকীয়া নাট ভাওনাত ব্যৱহৃত নৃত্য-গীতসমূহত অসমীয়া খিলঞ্জীয়া জনগোষ্ঠীসমূহৰ সাংগীতিক সমলৰ যথেষ্ট প্ৰয়োগ পৰিলক্ষিত হয়। সেই সময়ত অসমৰ আৱেষ্টনীত থকা নগা, মিজো, খাচীয়া, জয়ন্তীয়া, গাৰো, কোচ, কছাৰী, মিচিং, দেউৰী, মৰাণ-মটক, বড়ো আদি জনগোষ্ঠী সমূহৰ লোকনৃত্যৰ আংগিক-বাচিক-আহাৰ্যৰ সমাবেশ ঘটাই সাত্বিকৰ সংযোগ কৰিছিল মহাপুৰুষজনাই। থলুৱা উপাদানৰ মিশ্ৰণ কৰি নৃত্য-গীত-নাট সকলোৱে গ্ৰহণ কৰি নিজা বুলি ক'ব পৰা কৰি তুলিছিল।" (আনন্দ মোহন ভাগৱতী, ১৯৯৮) উদাহৰণ ঃ কছাৰী জনগোষ্ঠীৰ খেৰাই পূজাৰ 'মৌচাগাংনাই' নাচৰ বাজনাৰ লগত হাত আৰু ভৰিৰ সংগতি ৰাখি উবুৰি হৈ থকা হাতৰ তলুৱা ওপৰমুৱা কৰি অলপ পদ্ম হস্ত হিচাপে সজালে সূত্ৰধাৰ নৃত্যৰ প্ৰথম আংগিক তৈয়াৰ হয়। বাভা নৃত্যৰ ভূমি আৰু চাৰিৰে সত্ৰীয়াৰ ভিত্তি প্ৰতিষ্ঠাত হোৱা যেন লাগে। উড়িছী নৃত্যৰ ভংগীৰে শংকৰী নৃত্যৰ ত্ৰিভংগ ৰচনা হৈছে। উড়িছীৰ নৃত্য প্ৰশিক্ষণৰ আৰম্ভণিটো হ'ল 'বন্ধ নৃত্য' আৰু সত্ৰীয়াৰ প্ৰশিক্ষণৰ আৰম্ভণিটো হ'ল 'মাটি আখৰা' সত্ৰীয়া মাটি আখৰাৰ লগত ডিমাছা জনজাতিৰ 'বাইডিমাছা' নাচৰ ভংগীৰ মিল আছে। লোক-কলা সত্ৰীয়া কলাতকৈ বহু প্ৰাচীন। সংস্কৃতি স্থাৱৰ নহয়, গতিশীলতা তাৰ ধৰ্ম। সংস্কৃতিৰ ধৰ্ম হ'ল গ্ৰহণ কৰা আৰু বৰ্জন কৰা। এই গ্ৰহণ-বৰ্জনৰ মাজেদিয়েই তাৰ অভিযাত্ৰা।

ভাৰতীয় চাৰি বেদৰ পৰা নিগৰি ওলোৱা নাট্য শাস্ত্ৰখনক চাৰি প্ৰকাৰৰ প্ৰবৃত্তিগত ভাগ কৰা হৈছে। দাক্ষিণাত্য, আৱন্তী, পাঞ্চালী, উড্ৰমাগধী। প্ৰাচীন অংগ, বংগ, কলিংগ (উড়িষ্যা), প্ৰাগজ্যোতিষ (অসম), মগধ, মাহেন্দ্ৰ, বিদেহ আদিৰ নৃত্যধাৰাবোৰ উড্ৰমাগধীৰ অন্তৰ্গত। ভাৰতীয় মাৰ্গীয় নৃত্যৰ মহৎ গুণবোৰ উড়িছীৰ গাত স্পষ্ট। সত্ৰীয়া এক সমন্বয়জাত নৃত্য, শাস্ত্ৰীয় আৰু স্থানীয় উপাদানৰ সংমিশ্ৰণেৰে গঢ়ি উঠাৰ বাবে সুন্দৰ। সমন্বয়েই জগত ধুনীয়া কৰে...

<u>নৃত্য কৌশল</u> ঃ কৰ্ষণৰ পৰাই কৃষ্টিৰ জন্ম। 'কৰ্ষণ'ত জন্ম মোৰ মই সীতা। সীতা জ্ঞানৰ লক্ষ্মী, গানৰ লক্ষ্মী, শস্য লক্ষ্মী,"One must learn the thing the hard way. For me 'kala' (art) is sadhana (practice) and dharma (the right path) combined. This the Indian way of reaching God." (Kelu Charan Mahapatra, the Odissi Guru)"

নাটশাস্ত্ৰত যিদৰে পাদভেদ, ভূমি, ভ্ৰমৰী, ভঙ্গী, হস্ত আদিৰ অভ্যাসৰ ব্যৱস্থা আছে, সত্ৰীয়া নৃত্যতো সেইদৰে শুদ্ধভাৱে স্থিতি দিব পৰাকৈ তথা অংগ সঞ্চালন কৰিব পৰাকৈ প্ৰশিক্ষণৰ ব্যৱস্থা আছে। অংগ-প্ৰত্যংগ-উপাংগ কষ্টকৰ ভাৱেৰে স্থাপন কৰি যি কুটিল ভংগীৰ সাধনা কৰা হয় সেয়েই নৃত্য-কৌশলৰ প্ৰাৰম্ভিক ব্যায়াম বা কৰণ। সত্ৰীয়া নৃত্যত তেনে কোনো কৰণ জাতীয় কৰ্ম নাই যদিও এটি ঐতিহাসিক মূল্য থকা 'মাটি আখৰা' নামৰ প্ৰাথমিক প্ৰশিক্ষণ পদ্ধতিৰ ব্যৱস্থা আছে। যেনে— ওৰা, চটা, পাক, জলক, জাপ, মুৰুকা, লন, খৰ ইত্যাদি। প্ৰত্যেকৰে উপভাগো লক্ষণীয়। ওৰা-মতা ওৰা, মাইকী ওৰা, ওৰাত জাপ; লন- আঠুলন, ঠিয় লন ইত্যাদি। নাচৰ নিখুঁতকৈ শিক্ষালাভ কৰিবলৈ হ'লে উপৰোক্ত মাটি আখৰাৰ (মাটিস্পৰ্শী ব্যায়াম) অভ্যাসেৰে অংগ চালনা সহজ কৰি ল'ব লাগে— 'হস্তপাদ সমাযোগো নৃত্তস্য কৰণং ভৱেৎ।'

মাটি আখৰাত খোলৰ বাজনাৰ লগত তাল ৰাখি হস্ত পদাদিৰ ব্যায়াম ঃ

১-'ধেইতাওখিতি তাংতাওখিতি তাংতাওখিতি তাংতাও'

২-'ধিনাও খিৰিন্দাখিতি তাংতাও খিৰিন্দাখিতি তাংতাও খিৰিন্দাখিতি তাকধিনা দিধিনাক থেই।'



সত্ৰীয়া নৃত্যৰ মাটি আখৰাৰ সংখ্যা ৭০ বো অধিক। ভৰত নাট্যশাস্ত্ৰৰ কৰণৰ লগত মাটি আখৰাৰ অপূৰ্ব মিল, যেনে— কটিচ্ছিন্ন কৰণ, সত্ৰীয়া মাটি আখৰাত সেয়া কাটি চটা, সিংহবিক্ৰীড়িত সেয়া মাটি আখৰাত সিংহজলক ইত্যাদি। সত্ৰীয়া নৃত্যধাৰাৰ সূত্ৰধাৰী, ঝুমুৰা আদি নৃত্যত মাটি আখৰাৰ প্ৰয়োগৰ ব্যৱস্থা আছে। অংকীয়া নাট ভাওনাৰ ভাওৰীয়াৰ প্ৰৱেশ, প্ৰস্থান, চলনা, যুদ্ধনৃত্য আদিতো মাটি আখৰা মানি চলা দেখা যায়।

মাটি আখৰা কষ্টসাধ্য কাৰণে বহু শিল্পীয়ে এই প্ৰাথমিক প্ৰশিক্ষণৰ পৰা আঁতৰি থাকে। মাটি আখৰা অভ্যাস নকৰাকৈয়ে নৃত্যশিক্ষা আৰম্ভ কৰে। এটি নতুন পদক্ষেপ লোৱা, এটি নতুন শব্দ উচ্চাৰণ কৰা বেছিভাগ মানুহে এই কথাটোকেই আটাইতকৈ বেছি ভয় কৰে। নহয়নে বাৰু?

<u>নৃত্যানুষ্ঠান</u> ঃ প্ৰতিটি নৃত্যধাৰাৰ আনুষ্ঠানিকতা সুকীয়া, ক্ৰম অনুযায়ী নৃত্য পৰিবেশনৰ ব্যৱস্থা থাকে। শংকৰী নৃত্যানুষ্ঠানৰ তিনিটা ভাগ— ৰামদানিৰ নৃত্য, গীতৰ নৃত্য, মেলা নৃত্য। ৰামদানিত হস্তপদ চালনাৰে ভাৱ প্ৰকাশ কৰা হয়। গীতৰ ভাগ হ'ল নাট্য আৰু মেলা নৃত্যৰ ভাগ হ'ল

নৃত্ত। শংকৰী নৃত্যত গীতৰ অভিনয় কৰা নহয়েই, কেৱল সূত্ৰধাৰী নৃত্যতহে গীতৰ লগত অভিনয় থাকে। শিল্পীয়ে স্থায়ী ভংগীৰ (সমস্থানক) ত্ৰিভংগ ভংগীক আশ্ৰয় কৰি বন্দনাসূচক অঞ্জলি হস্তৰে মঞ্চত প্ৰৱেশ কৰে। ত্ৰিভংগই প্ৰাৰম্ভিক আৰু মূল ভংগিমা সত্ৰীয়া নৃত্যৰ।

বৈষ্ণৱীয় ভক্তিধৰ্মৰ প্ৰচাৰাৰ্থে নৃত্য-গীতক এক মাধ্যম হিচাপে লোৱা হৈছিল—Religion binds man to man and man to God. ধৰ্মৰ প্ৰধান সংজ্ঞা হৈছে মানুহক এনাজৰীৰে বান্ধি থোৱা। 'মোৰ যশ গায়া যিটো কৰে নৃত্য গীত/নাহি তাৰ ভয় সিটো হৈব কৃত্য কৃত্য' (কীৰ্তন)— গুৰুজনাৰ সাধনা (the right path) আৰু নিৰ্ভীকতাই আছিল ভক্তসকলৰ বাবে পাথেয়। তুমি যদি পবিত্ৰ আৰু সাহসী হোৱা তেতিয়া তুমি সকলো বিশ্বক জয় কৰিব পাৰিবা। ভক্তসৱে এই উপলব্ধি প্ৰাপ্ত হৈছিল গুৰুজনাৰ ব্যক্তিত্বৰ পৰা।

নাট্যাৰম্ভত পূৰ্বৰংগ, উদ্দেশ্য সভা জয় কৰা, অৰ্থাৎ সভাসদ লোকক প্ৰকৃতিস্থ কৰি তোলা। প্ৰথমে সূত্ৰধৰৰ আৱিৰ্ভাৱ— 'ভো ভো সভাসদ! শ্ৰূনন্তু শ্ৰদ্ধয়াধুনা/কংসবধ নামেক নাটকম মুক্তি সাধক/দেখহ শুনহ নিৰন্তৰে হৰি হৰি বোল..' বায়নো যেনে নটুৱাও তেনে, তিনি কলাৰে পৈণত। পূৰ্বৰংগ কেতবোৰ শাস্ত্ৰবিধিৰ উলংঘা হয় যদিও ..., কাৰণ নৃত্য-সংযুক্ত গীত শাস্ত্ৰসন্মত ৰাগেৰে গোৱা নহয়। সত্ৰীয়া নৃত্যৰ আধুনিকীকৰণত অৱশ্যে শুদ্ধ ৰাগ-ৰাগিনীৰ অনুসৰণ কৰা হয়। (যেনে চিত্ৰমঞ্জৰীত) 'সীতাৰ ভাব, তালৰ লয়, খোলত বজোৱাৰ নৃত্যভংগীৰ পৰিবৰ্তন, ভাব প্ৰকাশ, ৰসসৃষ্টি আদি শুদ্ধৰূপত উপস্থাপিত হ'লেহে শংকৰী নৃত্য সম্পন্ন হয় আৰু গুৰুজনাৰ কলানিপুণতাৰ নিদৰ্শন দাঙি ধৰা হয় (খগেন্দ্ৰ নাথ বৰা,২০০৫)[২] সঁচা, মনোযোগটোৱে অসমবাসীৰ ডাঙৰ উপহাৰ গুৰুজনালৈ। গুৰুজনাই ভক্তসৱকে কৈছিল- তোমাৰ চিত্ত মোৰ চিত্তৰ দৰে হওক। সেয়া সাংস্কৃতিক ন ন সৃষ্টিৰে মানুহক মানুহৰ ওচৰ চপাই অনাৰ চিত্ত।

<u>নৃত্যৰ অংগহাৰ ঃ</u> 'সৰ্ব্বেষাং অংগহাৰানাং নিষ্পত্তিঃ কৰনৈৰ্ভবেৎ'। কৰণৰ দ্বাৰা অংগহাৰ সম্পন্ন হয়।

শংকৰী নৃত্য মাৰ্গীয় পৰম্পৰাৰ হ'লেও ইয়াৰ কোনো ব্যাকৰণ নথকাৰ কাৰণে উক্ত পৰম্পৰাৰ গভীৰ অনুধাৱন কৰিব নোৱাৰাসকলৰ পক্ষে নৃত্যধাৰাটি উপলব্ধি কৰা কঠিন হৈ পৰিছে। (জগন্নাথ মহন্ত, ১৯৯৮)[৩] সত্ৰীয়া নৃত্য মুখ্যতঃ লাস্য শৈলীৰ হ'লেও ই তাণ্ডৱ শৈলীকো অংগীভূত কৰিছে— নৃত্তাংশত তাণ্ডৱ আৰু নৃত্যাংশত লাস্য। যিকোনো নৃত্য ধাৰাৰ চাৰি (চলনভংগী বা গমন), নৃত্যহস্ত (হাতৰ আঙুলিৰে বিভিন্ন অৰ্থ প্ৰকাশ), প্ৰত্যংগ-ভংগীবোৰ আঞ্চলিক মাটি-পানী, সমাজ-ধৰ্ম, ভাষা-সাহিত্যৰ সৈতে খোজ মিলাই প্ৰাকৃতিক ভাৱেৰে বিশেষতা প্ৰাপ্ত হৈছে। শংকৰী নৃত্য সম্পূৰ্ণকৈ উত্তৰ-পূব ভাৰতীয়। ই কেৱল শাস্ত্ৰ-আধাৰিত নৃত্য নহয়। হস্তসমূহত ভৰত নাট্যশাস্ত্ৰ, নন্দিকেশ্বৰৰ অভিনয় দৰ্পণ, শুভংকৰৰ শ্ৰীহস্ত মুক্তৱলী আদি বিভিন্ন শাস্ত্ৰৰ প্ৰভাৱ পৰিলক্ষিত হয়। যি নৃত্য ধাৰাত শাস্ত্ৰীয় উপাদান বেছি পৰিমাণে ৰক্ষিত হৈছে, সেই নৃত্যধাৰাই শাস্ত্ৰীয় নৃত্য। সকলো শাস্ত্ৰীয় নৃত্যৰ কেতবোৰ সুকীয়া বৈশিষ্ট্য থাকেই। নথকা হ'লে সকলো শাস্ত্ৰীয় নৃত্য একে হৈ পৰিলহেঁতেন। এই স্বকীয় বৈশিষ্টবোৰ সাধাৰণতে নৃত্য ধাৰাটিৰ আদৰ্শ তথা স্থানীয় বা আঞ্চলিক ৰীতি-নীতিৰ ওপৰত প্ৰতিষ্ঠিত হয়েই। আঞ্চলিক বৈশিষ্ট্যৰ ওপৰত ভিত্তি কৰিয়েই ভৰতে ভাৰতীয় নৃত্যসমূহক দাক্ষিণাত্য, আৱন্তী, পাঞ্চালী, উড্ৰমাগধী — এই চাৰি ভাগত ভাগ কৰিছে। অসম-বংগ-উড়িষ্যাৰ নৃত্যধাৰা উড্ৰমাগধী।

শংকৰী নৃত্যধাৰাত নাট্যশাস্ত্ৰবৰ্ণিত ২৪ খন অসংযুক্ত নৃত্যহস্ত, ১৩ খন সংযুক্ত নৃত্যহস্ত আছে। 'ভংগ', 'কৰণ', 'স্থানক'ত থলুৱা উপাদানৰ সংযোজন আছে। লাস্যময়তা, নৃত্য হস্ত ৰচনা, পদচালনা আৰু সাংগীতিক দেহসঞ্চালন আদিৰ গুণে সত্ৰীয়া এক মনোমোহা নৃত্যকলা ঃ

পাদ ঃ নাচ নোহোৱা ভৰি হয়তো থাকিব পাৰে, কিন্তু ভৰি নোহোৱা নাচ? অৱশ্যে এখন ভৰিৰে নচা বহু শিল্পী দেখিছো। নৃত্যত পাদ-সঞ্চালন এক বিশেষ বিষয়। তাল আৰু লয় ৰক্ষা কৰি ভৰিয়ে নৃত্য-সম্পাদনাৰে অনুপূৰক হয়। পদ সঞ্চালনৰ প্ৰক্ৰিয়াৰ পৰা ধৰিব পাৰি কোনটো নৃত্য লাস্য, কোনটো তাণ্ডৱ। পুৰুষ পাক, প্ৰকৃতি পাক— এইবোৰ ভৰিৰ মানৰ পৰা বুজিব পৰা যায়। সত্ৰীয়া নৃত্যত চাৰি প্ৰকাৰ পদ চালন— মণ্ডল, উৎপ্লাৱন, ভ্ৰমৰী আৰু চাৰি। চাৰি হ'ল গমন, উৎপ্লাৱন হ'ল জঁপিওৱা, ভ্ৰমৰী হ'ল ঊৰণ গতি, মণ্ডল হ'ল স্থিৰ ভংগী। সত্ৰীয়াত প্ৰধান ভংগী হ'ল ত্ৰিভংগী। কঁকালৰ পৰা নিম্নাংগসমূহৰ বিশেষ প্ৰকাৰ সঞ্চালনক চাৰী কোৱা হয়। কৰণৰ দ্বাৰা অংগহাৰ সম্পাদন হয়।

শংকৰী নৃত্যত সাধাৰণতে পাদবোৰ হ'ল— কুম্ভপাদ, স্তম্ভপাদ, ধনুপাদ। গেৰোহাবো পৰ্যাপ্ত ব্যৱহাৰ আছে। উড্ৰমাগধেয় আন আন পাদকৰ্মবোৰ হ'ল— পাৰ্শ্বনি, কুঞ্চিত, উল্লেলত, বিপৰীত মুখ ইত্যাদি।

ভূমি ঃ বিভিন্ন পৰিভ্ৰমণক ভূমি বোলা হয়, যেনে— বিষম, পদ্ম, স্বস্তিকা, চক্ৰ আৰু বৰ্তুল। চতুৰস্ৰ ভূমিত শিল্পীয়ে চতুষ্কোণ এটিৰ প্ৰতিষ্ঠা কৰি ভূমি প্ৰদক্ষিণ কৰে।

চাৰি ঃ ভূমিৰ সৈতে সম্পৃক্ত বিভিন্ন পদচালনাক চাৰি বোলা হয়। গোহিথি মৰাল, চক্ৰ আদি শংকৰী নৃত্যত সাধাৰণ।

ভ্ৰমৰী ঃ শিল্পীৰ নৃত্যকালীন স্বচতুৰ্পাশিক ঘূৰ্ণন হ'ল ভ্ৰমৰী (Movements) কুঞ্চিত, চক্ৰ, উৎপ্লত ভ্ৰমৰী, লগতে একপাদ ভ্ৰমৰী, আকাশ ভ্ৰমৰী— এইবোৰ সত্ৰীয়া নৃত্যৰ ক্ষেত্ৰত উল্লেখ কৰিব পাৰি। (নাৰায়ণ চন্দ্ৰ গোস্বামী, ১৯৯৮)[৪]

হস্ত ঃ আঙুলিৰ কলাত্মক বিন্যাস হ'ল হস্ত বা মুদ্ৰা। হস্ত হ'ল নৃত্যৰ ভাষা। ভাৰতীয় শাস্ত্ৰীয় নৃত্য প্ৰধানতঃ হস্তপ্ৰধান। ভাব আৰু অৰ্থপ্ৰকাশ হস্তৰ দ্বাৰাই হয়— 'হস্তেনাৰ্থং প্ৰদৰ্শয়েৎ'। শংকৰী নৃত্যত ব্যৱহৃত হস্তবোৰৰ সংযুক্ত হস্ত ১৫ খন, যেনে— স্বস্তিক, দোল, কটকাবৰ্দ্ধন ইত্যাদি। অসংযুক্ত হস্ত ২৯ খন— মৃগশীৰ্ষ, পতাকা, অলপদ্ম, অৰ্ধচন্দ্ৰ, পদ্মকোষ, সৰ্পশীৰ্ষ, মৃগশীৰ্ষ, সিংহমুখ, কৰ্তৰীমুখ, সন্দংশ ইত্যাদি। (ড° জগন্নাথ মহন্ত, ১৯৯৮)[৫] যিকোনো নৃত্যধাৰাত পদকৰ্মৰ সৈতে হস্তৰ স্থান অতি গুৰুত্বপূৰ্ণ। শাস্ত্ৰীয় নৃত্য হৈছে নৃত্ত আৰু নৃত্যৰ এক সমাহিত ৰূপ। নৃত্ত হৈছে শুদ্ধ



নাচ য'ত এটা স্থায়ীভাব থাকে। অভিনয়ত থকা বিভিন্ন ৰসসমূহ ই প্ৰকাশ কৰে। বিভিন্ন ৰস সৃষ্টিৰ মাজেদি যি নিচা হয়, সেয়ে নৃত্য।

গঠন প্ৰণালী আৰু প্ৰয়োগৰ ওপৰত ভিত্তি কৰি সত্ৰীয়া নৃত্যৰ হস্তসমূহক দুটা ভাগত ভাগ কৰা হৈছে— শাস্ত্ৰ আধাৰিত আৰু পৰম্পৰাগত (Traditional)। পৰম্পৰাগত হস্তবোৰ স্থানীয় বিভিন্ন উৎসৱ পৰা আহি যুক্ত হৈছে।

সত্ৰীয়া নৃত্যত প্ৰচলিত সাধাৰণ হস্তবোৰ, যেনে— পতাকা, ত্ৰিপতাকা, ময়ূৰ, অৰ্ধচন্দ্ৰ, পদ্মকোষ, সৰ্পশীৰ, মৃগশীৰ্ষ, অলপদ্ম, হংসপক্ষ, পুষ্পপুট, অঞ্জলি, শংখ ইত্যাদি। হস্তৰ সৈতে সম্পৰ্ক থকা ভাব আৰু ৰস চক্ষুৰ দ্বাৰা প্ৰকটিত হয়— 'চক্ষুভ্যাং দৰ্শয়েৎ ভাব'। সত্ৰীয়া নৃত্যত বহুল প্ৰচলিত হস্ত হ'ল দশাৱতাৰ হস্ত। কৃষ্ণসূচক হস্ত এই নৃত্যত অতিকৈ সাধাৰণ। নিৰ্গুণ ব্ৰহ্মৰ সগুণ ৰূপৰ বৰ্ণনা কৰিব লাগিলে মুজুৰা আৰু শশক হস্তৰ আৱশ্যক। উদাহৰণ— 'শ্ৰীকৃষ্ণায় বাসুদেৱায় দৈৱকীনন্দনায়েচ...'— এই ভাবৰ প্ৰকাশৰ বাবে কৃষ্ণৰ বাবে মজুৰা, বাসুদেৱৰ বাবে শশক আৰু দৈৱকীনন্দনৰ বাবে মাতৃহস্তৰে, পাছত আকৌ নন্দন হস্তৰে প্ৰকাশ কৰা হয়। হস্তবোৰৰ ভাবপ্ৰকাশৰ ক্ষমতা থাকিব লাগে।

ভংগী ঃ ভংগী (gesture) হ'ল শিল্পীৰ বিলাসপূৰ্ণ ললিত অৱস্থান। শিল্পীৰ সালংকৃত দেহ-ভংগীমাই নৃত্যক নেত্ৰপ্ৰিয় কৰি তোলে। ত্ৰিভংগীয়েই সত্ৰীয়া নৃত্যৰ স্থায়ী ভংগিমা। ত্ৰিভংগক আশ্ৰয় কৰি স্থায়ী, চৌক, চিৰ, লখি, নটবৰ আৰু বৈধী ইত্যাদি দেহভংগীৰ বিভিন্ন বিচিত্ৰ জ্যামিতিক বিন্যাসৰ ৰচনা হয় সত্ৰীয়া নৃত্যত। এই নৃত্য ধাৰাৰ নাদুভংগী, ঝুমুৰা, চালি আদি নৃত্যতো এই চতুভংগীৰ প্ৰয়োগ আছে। সত্ৰীয়া নৃত্য লাস্য, ঘাইকৈ ভক্তিৰসাত্মক আৰু যথেষ্ট কাব্যিক। ভংগীৰ ভাষা বুজিবলৈ টান।

**শাস্ত্ৰীয় বৈশিষ্ট্য ঃ** শাস্ত্ৰীয় নৃত্যৰ পৰিবেশনত কেৱল শিল্পীজনেই নাচি নাথাকে, শিল্পীজনৰ প্ৰতিটো অংগ-প্ৰত্যংগই একে নান্দনিক বিহ্বলতাৰে নাচে ''See her very back has expression' (Sunil Kothari, Dance critic)" নাচি থকা চকুযুৰি কেনেনো ধুনীয়া...'। নৃত্যই যেতিয়া শিল্পীৰ অন্তৰ ভেদি ওলাই আহে তেতিয়া সকলো অংগ-প্ৰত্যংগই সন্মোহিত হৈ নাচে। নৃত্যৰসিক দৰ্শকৰ ফালৰ পৰা বিস্ময়াভিভূত প্ৰশ্ন উঠিব পাৰে— শিল্পীজনে তেওঁৰ সকলো অংগ-প্ৰত্যংগ সঁচাকৈয়ে নচুৱাব পাৰেনে? শাস্ত্ৰীয় নৃত্যৰ শিল্পীজন পাৰে। এই ক্ষেত্ৰত অৱশ্যে সত্ৰীয়া নৃত্যৰ শিল্পীতকৈ উড়িছী-ভাৰতনাট্যমৰ শিল্পী যথেষ্ট বেছি সফল।

শাস্ত্ৰীয় নট-নটীৰ হাত-ভৰি-কঁকাল-বাহু-বক্ষ-উৰু, স্কন্ধ, গল, মূৰ, গোৰোহা, আঙুলি, তলুৱা, শিলাউৰি, ওঠ, নাক, গাল, থুঁতৰি, মুখমণ্ডল, আনকি ভৰিৰ আঙুলিও নাচিব লাগিব। মুখৰ দ্বাৰা গীত অৱলম্বন কৰা বিধেয়। হস্তৰ দ্বাৰা অৰ্থ প্ৰদৰ্শন, চকুৰ দ্বাৰা ভাৱ প্ৰকাশ আৰু পদদ্বয়ৰ দ্বাৰা তাল ৰক্ষাৰ ৰীতি। 'যতো হস্তস্ততো দৃষ্টি', য'ত দৃষ্টি তাতেই মনৰ গতি, য'ত মন তাতেই ভাব, আৰু য'ত ভাৱ তাতেই ৰসোৎপত্তি। নৃত্য কালত অংগ-প্ৰত্যংগবোৰ কষ্টকৰ ভাবেৰে উপস্থাপন কৰি যি কুটিল ভংগীৰ ৰচনা কৰা হয়, সেয়া হ'ল সত্ৰীয়া নৃত্যৰ মাটি আখৰা।

শাস্ত্ৰীয় নৃত্য সততে ত্ৰিগুণাত্মিকা— নৃত্ত, নৃত্য আৰু নাট্য গুণ থকা। নৃত্ত হ'ল অভিনয় বিবৰ্জিত নাচ, দৰ্শকৰ মনত আনন্দৰ ভাৱ জাগ্ৰত কৰাৰ বাবে। নৃত্তৰ অপৰিহাৰ্য অংশবোৰত আছে— পদচালনা, নৃত্তহস্ত (অৰ্থহীন হস্ত), পাক, দেহভংগী, কৰণ, জাপ, লগতে প্ৰত্যংগ আৰু উপাংগ নচোৱাৰ বিধি। সত্ৰীয়াত ধেমালিবোৰ নৃত্ত। নৃত্য হ'ল অভিনয় সংযুক্ত নাচ। তাত অপৰিহাৰ্য হিচাপে থাকে অৰ্থব্যঞ্জক হস্ত, চক্ষুৰ শুদ্ধ অৰ্থপূৰ্ণ দৃষ্টি। নৃত্যশিল্পীয়ে হস্ত আৰু দৃষ্টিৰসেৰে প্ৰভাৱিত হোৱা মুখ আৰু আংগিক অভিনয়েৰে দৰ্শকক এটি ঘটনা বা কাহিনী নৃত্যৰ যোগেদি বুজাবলৈ যত্ন কৰে। নৃত্যত উড়িছী



চহকী, সত্ৰীয়া অপেক্ষাকৃত দৰিদ্ৰ। দৰাচলতে সত্ৰীয়া নৃত্যধাৰাত নৃত্যৰ তেনে কোনো স্পষ্টতা নাই। শংকৰী নাদুভংগী নৃত্যাংশত অভিনয় কৰি দেখুওৱাৰ যথেষ্ট থল আছে।

নাট্য হ'ল নৃত্যভাব ৰসেৰে পৰিপূৰ্ণ এটা ঘটনাৰ কলাত্মক পৰিপ্ৰকাশ। কেৱল এটা নাচেৰে এটি নৃত্যধাৰা হ'বই নোৱাৰে। শাস্ত্ৰীয় নৃত্য হ'ল কেইবাটাও নাচৰ এটি কলাত্মক সমগ্ৰতা। ইয়াত ক্ৰম বা আঁচনি থাকেই। ক্ৰমৰ (sequence) নিৰ্দেশ থাকিলে শিল্পীৰ পক্ষে নৃত্ত আৰু নৃত্য দুয়োটাকে পৰ্যায়ক্ৰমে দেখুওৱা সম্ভৱ হয়। ইয়াকেই নাট্যগুণ কোৱা হয়। যেনে উড়িছী নৃত্যত পৰ্যায়ক্ৰমে আছে— মংগলাচৰণম্, স্থায়ী, পল্লৱী, অভিনয় আৰু মোক্ষ। সত্ৰীয়া নৃত্যত ক্ৰমৰ অভাৱ পৰিলক্ষিত

হ'লেও প্ৰথমতে আহে সূত্ৰধাৰী নৃত্য। শাস্ত্ৰীয় স্কেলেৰে জুখিবলৈ ল'লে শাস্ত্ৰীয় গুণৰ নিৰ্ধাৰণ নিম্ন ধৰণৰ হ'ব পাৰে।

সত্ৰীয়া নৃত্যত (স্বীকৃতিপ্ৰাপ্ত) নৃত্ত ৬০% (ধেমালিৰ বাদে)

নৃত্য ২০%

নাট্য ১০০%

সত্ৰীয়া ধাৰাৰ নৃত্ত অংশৰ আটাইতকৈ উল্লেখযোগ্য অৱদান হ'ল গায়ন-বায়ন-ধেমালি। ধেমালিত আছে বৰধেমালি, ৰামধেমালি, ন-ধেমালি ইত্যাদি। ধেমালিকেইখনক সত্ৰীয়া নৃত্যত পূৰ্ববংগ হিচাপে ব্যৱহাৰ কৰা হয়।

শংকৰী নৃত্যত অভিনয় মুখ্য নহয়। ভাওনাত অভিনয় থাকেই। কিন্তু ভাওনাৰ অভিনয় আৰু নৃত্যৰ অভিনয় একে হ'বনে। নৃত্যক শিথিল ভাবেৰে অভিনয় কোৰা হয়। অভিনয় মানে কাহিনী এটিৰ নৃত্যৰূপ দিয়া। যিকোনো শাস্ত্ৰীয় নৃত্যধাৰাত সাত্বিক অভিনয় অবিহনে আংগিক অভিনয় সম্ভৱেই নহয়, আৰু আংগিক অভিনয় বিনে সাত্বিক অভিনয়ো সম্ভৱ নহয়। সত্ৰীয়া নৃত্যৰ মূল বিষয়টো ধৰ্মৰ সৈতে সংশ্লিষ্ট। গতিকে ইয়াত অভিনয়ৰ পৰিবেশ যিমানেই আধ্যাত্মিক সিমানেই সৌন্দৰ্য উদ্দীপক। ধৰ্মৰ পৰাই উচ্চ স্তৰীয় সংস্কৃতিৰ জন্মলাভ ঘটিছে।

**আহাৰ্য ঃ** '... আহাৰ্য চন্দ্ৰতাবাদি ত্বং নম সাত্বিকম্ শিৰম্'— আহাৰ্য বা সাজসজ্জা, সাত্বিক বা স্বেদ, বেপথু ইত্যাদিয়ে নৃত্যৰ ক্ষেত্ৰত গৌণ ভূমিকা লয়। মুখ্য ভূমিকাত থাকে বাচিক বা আংগিক বিভাববোৰ— অভিনয়ত বাচিক, নৃত্যত আংগিক। সত্ৰীয়া নৃত্যত আহাৰ্য হিচাপে আছে— শুদ্ধ শুক্ল বস্ত্ৰ, কঁকালত ঘাঘৰা, বুকুত ব্লাউজ, মূৰত ওৰণি, কেশবিন্যাসত খোপা, হাতত যোৰ সোণা, মুঠি, কাণফুল, কুণ্ডল, কিংকিনী ইত্যাদি। কেশবিন্যাস সুন্দৰ হ'লে নৃত্য নেত্ৰপ্ৰিয় হৈ উঠে। ৰুক্মিণীহৰণ কাব্যত শংকৰী সাজৰ প্ৰতিধ্বনি ঃ "শিৰত সিন্দূৰ অগৰৰ দিলা ফোট/কৰ্ণে খঞ্জখিলি শিৰে পিন্ধিলা মুকুট।। চাৰু চাকি শলাই জ্বলে উপৰ কৰ্ণত/ৰত্নময় গলপতা গুলিয়া গলত/সুৱৰ্ণখচিত গলে সাতে সৰি হাৰ/হৃদয়তো জ্বলে জিলিমিলি পেচন্দাৰ।। বাহুত সুবৰ্ণ খাৰু কৰক কংকন/দুয়োহাতে দেখি শংখ দেৱাদিভূষণ।। কপালত জ্বলে অতি সুবৰ্ণৰ জেঠি/দুয়ো আঙুলিতো জাম্প সোণৰ আঙঠি/ৰত্নৰ নূপুৰ পাৰে ৰুণুঝুনু বাজে/পয়ানক লাগি যেন কামৰূপ সাজে।

আহাৰ্য বেলিকাও থলুৱা জনগোষ্ঠীসমূহৰ পোছাক-পৰিচ্ছদৰ সাঁচ শংকৰী নৃত্যত আছিল বুলি অনুমান কৰিব পাৰি। কালক্ৰমে কলকতীয়া প্ৰভাৱে হয়তো সেইবোৰ মচি পেলাইছে। সূত্ৰধাৰৰ পাগ, জামা, টঙালি আৰু চোলাৰ দৰে সম্পূৰ্ণ পোছাক বাভাসকলে বাহখু নৃত্যত পৰিধান কৰে।। সূত্ৰধাৰৰ অলংকৰণতো মোগলাই প্ৰভাৱ অনস্বীকাৰ্য (আনন্দ মোহন ভাগৱতী, ১৯৯৮)

সূত্ৰধাৰৰ চোলা হুবহু পুৰীৰ পাণ্ডাহঁতৰ চোলা, টঙালিখনো ৰাজস্থানৰ পৰা অহা যেন লাগে, পাগুৰিটোও পশ্চিমীয়া। খাচীয়া জয়ন্তীয়াৰ উৎসৱিক বেশ-ভূষাৰ লগত অংকীয়া ভাওনাৰ পোছাকৰ মিল আছে।

**উপসংহাৰ ঃ** আজিৰ দিনত শংকৰী নৃত্য-চৰ্চাৰ যি ব্যাপক প্ৰৱণতা দেখা দিছে, সেয়া সঁচাকৈ অভিনন্দনীয়। সত্ৰীয়া নৃত্য কেৱল দৰ্শকৰ দৃষ্টিনন্দন নহয়, এইবোৰ সুন্দৰতাৰ একো একোটা পৰম নিদৰ্শন, শিল্পীৰ ধ্যানৰ ধন। উড়িছী ভাৰতনাট্যম নগৰী কলা, সত্ৰীয়া আদ্যৱধি গ্ৰাম্য হৈয়েই আছে। ভৌগোলিক অৱস্থান, আঞ্চলিক জনবায়ৱিক প্ৰভাৱ, প্ৰজাতীয় আৱয়ৱিক বৈশিষ্ট্য (চকু, নাক, মুখমণ্ডল, কঁকাল, ভৰি, হাতৰ আঙুলি) ভেদে সত্ৰীয়াৰ লগত ভাৰতীয় অইন নৃত্যধাৰাৰ মিল যিমানেই অমিলো সিমানেই। ভাৰতীয় আন আন শাস্ত্ৰীয় নৃত্যবোৰ কেৱল মন্দিৰ প্ৰাংগণতে আবদ্ধ হৈ থকা নাই, নিজৰ দেশ, তথা আন্তৰ্জাতিক স্তৰতো খ্যাতি লাভ কৰিছে, কিন্তু সত্ৰীয়া নৃত্যই আগৰ নিচিনাকৈ সত্ৰগৃহতেই জাকত জিলিকা হৈ আছে। গুৰুসকলৰো ধাৰণা সত্ৰীয়া নৃত্যক সত্ৰগৃহৰ বাহিৰত থ'লে তাৰ আধ্যাত্মিকতা বহু পৰিমাণে প্ৰদূষিত হ'ব। ভাৰতীয় আন আন দল-দেৱালয়ৰ নৃত্যবোৰক শাস্ত্ৰসন্মত কৰি কেনেকৈ শাস্ত্ৰীয় নৃত্যৰ সন্মান দিয়া হৈছে, সেই সম্বন্ধে মাননীয় গুৰুসকল অৱগত হোৱা উচিত। সত্ৰীয়া নৃত্য একমাত্ৰ সত্ৰৰেই সম্পদ নহয়, সমগ্ৰ মানৱ জাতিৰেই সম্পদ। শংকৰদেৱৰ সময়ত অসম বোলা কোনো ৰাজনৈতিক সীমা নাছিল। ভাৰতীয় নন্দনতত্ত্বৰ অৰ্থ হ'ল বিশ্বমানৱ জাতিক ঐহিক আৰু পাৰমাৰ্থিক আনন্দ দান কৰা।

ভাৰতীয় প্ৰাচীন শাস্ত্ৰীয় নৃত্যকলাই স্বকীয়তা হেৰোৱাৰ মূল কাৰণ হ'ল তথাকথিত গুৰুসকলৰ ভুল-শুদ্ধই কৰা অনুশীলনৰ অন্ধ অনুকৰণ তথা দৰ্শকৰ শাস্ত্ৰীয় নৃত্যৰ প্ৰতি থকা অমনোযোগিতা। সত্ৰীয়া নৃত্যৰ বিকাশ-বিস্তাৰ বাঢ়িছে সঁচা, কিন্তু উপভোক্তা ক'ত? সমঝদাৰ দৰ্শক কেইজননো থাকে প্ৰেক্ষাগৃহত? শিল্পীয়ো অৰ্থ নুবুজাকৈ শূন্যতহে নাচি থাকে। প্ৰেক্ষাগৃহত নৃত্য-প্ৰদৰ্শন আৰু দৰ্শকৰ মাজত এক উপসাগৰীয় পাৰ্থক্য থাকেই। নৃত্য সমালোকত সুনীল কোঠাৰীৰ কথাৰে— There is a yawning gulf between classical dancers and their audience. No effect been made to inform the public about the nuances of Indian dances. Dances are working in the vacuum.

সংস্কৃতি স্থিতিশীল নহয়, গতিশীলতাই ইয়াৰ ধৰ্ম, গ্ৰহণ-বৰ্জনৰ জৰিয়তে সততে শুদ্ধ-সমুজ্জ্বল হৈ উঠে আৰু তাৰ মাজেদিয়েই তাৰ অভিযাত্ৰা। অভিযাত্ৰা পৰিৱৰ্তনৰ ফালে। সত্ৰীয়া নৃত্যৰ অভিযাত্ৰা আৰম্ভ হৈছেহে মাত্ৰ এতিয়া miles to go...

**পাদটীকা ঃ**

১ আনন্দ মোহন ভাগৱতী, শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ, উদ্বোধনী উৎসৱ স্মাৰক গ্ৰন্থ, ৯ নৱেম্বৰ, ১৯৯৮, গুৱাহাটী, পৃ.১৩০

২ খগেন্দ্ৰ নাথ বৰা, 'শংকৰী নৃত্য ঃ এটি সাধাৰণ আলোচনা' বৈকুণ্ঠৰেহাব, ২০০৫ স্মৃতিগ্ৰন্থ, পৃ. ৬৮

৩ জগন্নাথ মহন্ত 'সত্ৰীয়া নৃত্যৰ হস্তসমূহৰ কালিকা অধ্যয়নৰ প্ৰয়োজনীয়তা' শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ, উদ্বোধন স্মাৰক গ্ৰন্থ ১৯৯৮, পৃ. ১২৭)

৪ নাৰায়ণ চন্দ্ৰ গোস্বামী, সাহিত্য সভা পত্ৰিকা, অ'''বৰ ৫৪ বৰ্ষ, দ্বিতীয় সংখ্যা।

৫ ড° জগন্নাথ মহন্ত 'সত্ৰীয়া নৃত্য হস্ত' ১৯৯৮, শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ, স্মাৰক গ্ৰন্থ



# পথে-ঘাটে নাটৰ আমেজ...?

ড° শ্যামাপ্ৰসাদ শৰ্মা



বাটৰ নাট। পথৰ নাট। প্ৰচাৰধৰ্মী নাট। প্ৰাসংগিক বিষয়ৰ বাণীসৰ্বস্ব নাট। সমাজ-সতেচন নাট। বামপন্থী চিন্তা-চৰ্চাৰে উদ্বুদ্ধ নাট।....... আৰু কত কি.....?

এনেদৰে বিভিন্ন নামেৰে চিনাক্ত কৰিলেও কথা সেই একেটাই ঃ কম খৰচত কম আয়াসত ৰাইজৰ মাজলৈ গৈ নাটক কৰিব লাগে। নাটকৰ পৰম্পৰাগত ৰীতি-নীতিৰ কৌশলৰ ভালেখিনি বাদ দি আৰু ভালেখিনি একেই ৰাখি বা প্ৰয়োজন সাপেক্ষে অদল- বদল কৰি নাটক কৰিব লাগে। কাৰ্যদক্ষভাৱে ব্যস্ত জনজীৱনৰ কাষ চাপিব লাগে, অৰ্থপূৰ্ণভাৱে, কলাত্মকভাবে .......। ইয়াৰ জৰিয়তে জনতাক জগাই তুলিব লাগে, সংঘবদ্ধ কৰিব লাগে আৰু পাৰিলে দেশ আৰু সমাজৰ জ্বলন্ত সমস্যাসমূহ লৈ বিপ্লৱৰ সূচনা কৰিব লাগে....।

অসমৰ নাট শিল্পীয়ে পৰম্পৰাগত নাট্যশৈলীৰ বিপৰীতে সমান্তৰালভাৱে এই নতুন ধাৰাৰ নাটৰ অনুশীলন আৰম্ভ কৰা আজি তিনি দশকৰো অধিক কাল হৈ গ'ল। নতুন ধাৰা হিচাপে অসমৰ মঞ্চজগতত প্ৰৱেশ কৰাৰ সময়ত দৰ্শকসকলৰ বেছভাগৰতো নাছিল, আনকি স্বয়ং উদ্যোক্তা সকলো সম্ভৱ সন্দেহ আৰু আশংকাৰ আৱৰ্তত মজ্জিত আছিল।

অসমৰ মঞ্চজগতৰ ভালেমান খলা-বমা অতিক্ৰম কৰি আহি বাটৰ নাটে আজি এটা বিশেষ পৰ্যায় পাইছেহি। এতিয়া আৰু আগৰ দৰে বাটৰ নাট আচহুৱা বা অস্পৃশ্য কিবা এটা হৈ থকা নাই। বাটৰ নাটৰ বিষয়ে সঠিকভাৱে সবিশেষ নাজানিলেও, বহুতেই এতিয়া এইটোও কয় যে নাটকৰ এটা নতুন ধাৰা- সেই কথা অন্ততঃ বুজি পায়।

সুদীৰ্ঘ তিনি দশকৰো অধিক কালজোৰা পৰিক্ৰমাৰ অন্তত সাধাৰণতেই সন্মুখীন হবলগীয়া প্ৰশ্ন কেইটামান হৈছেঃ মূল সুঁতিৰ অসমীয়া নাটকক ই সমৃদ্ধ কৰিব পাৰিছেনে? পাৰিছে যদি কি পৰ্যন্ত? পৰা নাই যদি কিয়? অসমীয়া মঞ্চজগতৰ অন্যতম মূল সমস্যা দৰ্শক সৃষ্টি আৰু সেই দৰ্শকক ধৰি ৰখাৰ ক্ষেত্ৰত, এই ধাৰা সফল হ'ব পাৰিছেনে? ইয়াৰ প্ৰসাৰ আৰু ইয়াক জনপ্ৰিয় কৰি তোলাৰ বাবে কিবা প্ৰণালীবদ্ধ কাৰ্যসূচী গ্ৰহণ কৰা হৈছেনে? হৈছে যদি সেইবোৰৰ স্বৰূপ কি আৰু কাৰ্যদক্ষতা কিমান? নাই হোৱা যদি কিয় কৰা হোৱা নাই?

এই প্ৰসংগত আনুষংগিক আৰু অনেক প্ৰশ্নই উত্থাপিত হয়। পিছে প্ৰথম পৰ্যায়ৰ প্ৰশ্নবোৰৰ কথাকেই প্ৰথমতে লোৱা যাওকচোন।

মূল সুঁতিৰ অসমীয়া নাটকলৈ বাটৰ নাটৰ অৱদানৰ কথা আছুতীয়াকৈ সমালোচক আৰু আলোচনাচক্ৰলৈ এৰি, আন কেইটামান কথাৰ প্ৰতিহে দৃষ্টি আকৰ্ষণ কৰাটো যুগুত যেন লাগিছে। কম খৰচত কম আয়াসতে নবীন নাট্যকৰ্মীৰ দ্বাৰাই বাটৰ নাট কৰাব পাৰি বাবে ইয়াত সঘনাই , ব্যাপক

পৰীক্ষা-নিৰীক্ষা কৰাৰ অৱকাশ যথেষ্ট আছে। এই পৰিস্থিতি তথা সম্ভাৱনাৰ সুযোগ ল'ব জানিলে-পাৰিলে বাটৰ নাটে তেনেই কম দিনৰ ভিতৰত মূল সুঁতিৰ অসমীয়া নাটকক যথেষ্ট পৰিমাণে সমৃদ্ধ কৰি তুলিব পাৰিব। এই ক্ষেত্ৰত আন দুটা অনুকূল কাৰকে অতি সাম্প্ৰতিকভাৱে কাম কৰি থকা দেখা গৈছেঃ (১) মূল সুঁতিৰ অসমীয়া নাটকুৰ[৪] কিছুমানত লোকনাট্য শৈলী লৈ কৰা পৰীক্ষা-নিৰীক্ষা আৰু (২) আমাৰ ভালেমান নাট্যদলৰে সঘনে হৈ থকা সৰ্বভাৰতীয় পৰ্যায়ৰ আদান-প্ৰদান[৫] আৰু আন্তঃবিক্ৰিয়া।

একাণপতীয়াভাৱে কেৱল বাটৰ নাটেই কৰি থকা গোষ্ঠী অসমত আছেনে? সম্ভৱ নাই। নথকাৰ কাৰণটো বা কাৰণবোৰ বাৰু কি? নে অসমৰ বৰ্তমান পৰিস্থিতিত তেনে হোৱাটো সম্ভৱেই নহয়! যদি নহয়, তেতিয়াহ'লে বাটৰ নাটক জনপ্ৰিয় আৰু ব্যাপক কৰি তোলাৰ দায়িত্বকণ বাৰু কাৰ ওপৰত দিয়া যায়? এক ধৰণৰ সংঘবদ্ধ, সন্মিলিত, সুপৰিকল্পিত আৰু প্ৰণালীবদ্ধ অভিযান এতিয়াই আৰম্ভ কৰি দিব নোৱাৰিলে এই ধাৰাটোৱেই সম্ভৱ উঠি অহা নাটকৰ্মী আৰু গণদৰ্শকক কাৰ্যদক্ষভাৱে আকৰ্ষিতও কৰিব নোৱাৰিব আৰু নিষ্ঠাৰে ইয়াৰ বাবে কাম কৰি থকাসকলকো ধৰি ৰাখিব নোৱাৰিব; কাৰণ ভিন্নসুৰী আৰু ভিন্ন ধাৰাৰ নাটকৰ্মীৰ বাবে এতিয়া আৰু কেৱল ইলেকট্ৰ'নিক মাধ্যমেই একমাত্ৰ প্ৰলোভন হৈ থকা নাই, তাৰ বাবে অনা-ইলেকট্ৰ'নিক (নন- ইলেকট্ৰ'নিক ) আন মাধ্যমৰো অভাৱ নোহোৱা হৈছে।

এই পৰিপ্ৰেক্ষিতত অসমীয়া বাটৰ নাটৰ অন্যান্য সা-সমস্যা আৰু প্ৰত্যাহ্বানসমূহৰ বিষয়ে চিন্তা-চৰ্চা কৰাটোও আজি সময়ৰ দাবী যেন লাগে। এইখিনিতেই এটি লক্ষণীয় তথা তাৎপৰ্যপূৰ্ণ পৰ্যবেক্ষণ হ'ল, আৰম্ভণিৰেপৰাই যিসকলে নতুন ধাৰা হিচাপে বাটৰ নাটক বৰ পীৰা দি আমাৰ[৬] মঞ্চজগতত থিতাপি লগোৱাৰ প্ৰয়াস কৰিছিল, কিবা কাৰণত সেইসকল দুই[৭]-এখোজ দিয়াৰ পিছতেই থমকি ৰ'ল বা ৰ'বলগীয়া হ'ল । তাৰ বিপৰীতে নতুন ধাৰা হিচাপে অসমীয়া একাংকিকাৰ অনুপ্ৰৱেশৰ( ?) ক্ষেত্ৰত কিন্তু এনে পৰিস্থিতি সৃষ্টি হোৱা নাই। ইয়াৰ পৰা বাৰু এই সিদ্ধান্তৰ পিনে টোঁৱাব পাৰি নেকি? অসমৰ মঞ্চপথাৰখন আধুনিক একাংকিকাৰ বীজৰ বাবে যেনে ধৰণৰ উৰ্বৰ আছিল, বাটৰ নাটৰ বাবে তেনে ধৰণৰ উৰ্বৰ নাছিল?

যদি কথা সেইটোৱেই হয়, তেনেহ'লে দেখোন পৰিস্থিতি বিষমেই! কোনো ধৰণৰ আদৰ-আপডাল বা পৃষ্ঠপোষকতাৰেই এই ধাৰাক অসমৰ মঞ্চজগতত জীয়াই ৰখাটো সম্ভৱ হ'ব নালাগে!

পিছে, যোৱা তিনি দশকৰ আৰোহ-অৱৰোহৰ[৮] লেখ বিশ্লেষণ কৰিলে দেখা যায় যে বাটৰ নাটৰ ধাৰাটো অসমৰ মঞ্চজগতৰ সৈতে খাপ খাব নোৱাৰা বা জীণ যাব নোৱাৰা নতুন কিবা আচহুৱা প্ৰবিষ্টি (এন্ট্ৰি) নহয়; কেৱল প্ৰশ্ন হৈছে ইয়াক কেনেদৰে জীণ যোৱাকৈ বা আত্মীয় কৰি ল'ব পৰাকৈ সজাই- পৰাই লোৱা যায় সেইটোহে।

এই দিশত যে কাম-কাজ একেবাৰেই হোৱা নাই, সেইটোও নহয়। পিছে, বেছিভাগ ক্ষেত্ৰতেই এৰা-ধৰা মনোভাৱেৰে চলি থকা বাবেই সম্ভৱ, ই এতিয়াও ঈপ্সিত ফল দিব পৰা নাই। মূল সুঁতিৰ নাট্যধাৰাক সমৃদ্ধ কৰি তুলিব পৰাকৈ গঢ় দি ল'বলৈ হ'লে, এনে এৰা-ধৰা মনোভাব এৰি এক সুসংহত, হুস্বম্যাদী আঁচনিৰ সহায় ল'ব লাগিব। তেনে কৰিবলৈ হ'লেই অসমীয়া আৰু দেশ-বিদেশৰ বাটৰ নাটৰ সাম্প্ৰতিক স্বৰূপ, প্ৰাসংগিকতো আৰু তাৰ উপযোগিতা আদি সম্পৰ্কে বিশদ তথা পুংখানুপুংখ অধ্যয়ন-আলোচনাৰ প্ৰয়োজন। এই বিষয়ত শুভস্য শীঘ্ৰম্ কথাষাৰ বৰ সুন্দৰভাৱে খাপ খায়।

বিদেশত যেতিয়া পোনপ্ৰথমে বাটৰ নাট মঞ্চস্থ কৰিবলৈ লোৱা হয়, তেতিয়া ইয়াক শ্ৰমিকসকলৰ অধিকাৰ আদি সম্পৰ্কে সচেতন কৰাৰ উদ্দেশেই মঞ্চস্থ কৰা হৈছিল। এই দিশৰপৰা ইয়াক[৯] সজাগতা সৃষ্টিৰ নাটক বা সচেতক নাটক(এৱেৰনেছ প্লে) বুলিবও পাৰি। ঠিক এনে উদ্দেশেৰে আৰম্ভ হোৱা বাবে আৰু সমাজৰ দুৰ্বল-নিম্ন শ্ৰেণীৰ হকে কাম কৰিবলৈ হাতত লোৱা বাবে ই স্বাভাৱিকতেই বাওঁপন্থী চিন্তা-চৰ্চা আৰু পৃষ্ঠপোষকতাৰে জীপ লৈ উঠিছিল। এনে পৃষ্ঠপোষকতাই স্বাভাৱিকতেই বাটৰ নাটৰ পিঠিত যুক্তিসংগতভাৱেই বামপন্থী ৰাজনীতিৰ মোহৰ মাৰি দিছিল। সময়ৰ সোঁতত[১০] আৰু পৰিবৰ্তনৰ দাবীত বাটৰ নাটৰ ধৰণ-কৰণৰ ভালেখিনি সলনি হ'ল সঁচা, পিছে বামপন্থী চিন্তা-চৰ্চাৰ বাহক হিচাপে সেই মোহৰ কিন্তু আজিও আঁতৰা নাই।

বিশ্লেষণ কৰি দেখা গৈছে যে এই মোহৰেও[১১] ইয়াৰ অগ্ৰগতিক কম-বেছি পৰিমাণে বাধাগ্ৰস্ত কৰিছে। এনে ভাবমূৰ্তি যিমান পাৰি সোনকালে আঁতৰাব লাগে।[১২] তেতিয়াহে বাটৰ নাটৰ ব্যাপক তথা বহুমুখী সম্ভাৱনাসমূহ ভালদৰে কামত লগাব পৰা যাব। নিৰ্দিষ্ট ৰাজনৈতিক দলৰ চিন্তা-চৰ্চা ভাবাদৰ্শেৰে উদ্বুদ্ধ হোৱা শিল্পকলা/শৈলীৰ সাময়িকভাৱে হয়তো বহুত কিবাকিবিয়েই কৰিব পাৰে, কিন্তু[১৩] জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে আপাৰ জনগণৰ হিয়াৰ আপোন হোৱাটো সহজো নহয় আৰু খুব সম্ভৱ, সম্ভৱো নহয়।

মঞ্চনিৰপেক্ষ আৰু কম খৰচতে কৰিব পৰা[১৪] হোৱা বাবে বাটৰ নাটৰ সুবিধা আৰু সম্ভাৱনা অলেখ। পিছে, এনেবোৰ সুবিধা আৰু সম্ভাৱনাৰ স'তে ভালে কিছুমান অসুবিধা আৰু প্ৰত্যাহ্বানো[১৫] আছে। বিশেষকৈ মূল সুঁতিৰ পাৰম্পৰিক দৰ্শকৰ বাবে এইবোৰ বেছ প্ৰকট আৰু প্ৰায় অলংঘ্য। গতিকে তেনেবোৰ দৰ্শকক আকৰ্ষণ কৰাৰ বাবে আৰু/বা নতুন দৰ্শক সৃষ্টিৰ প্ৰয়াসো এই ধাৰাৰ উন্নতি আৰু বিকাশৰ বাবে অপৰিহাৰ্য[১৬] যেন লাগে। দৰ্শকৰ দীক্ষা ( অৰিয়েন্টেচন) প্ৰক্ৰিয়া তাৰ বাবে এটি কাৰ্যদক্ষ আঁচনি হ'ব পাৰে।

অতি সম্প্ৰতি বাটৰ নাটৰ পৃষ্ঠপোষকতাৰ বাবে সহায়ৰ হাত আগবঢ়াবলৈ অহা এটা প্ৰক্ৰিয়া, দেখাত ইয়াৰ অগ্ৰগতিত সহায়ক হৈছে সঁচা,পিছে পৰোক্ষভাৱে ক্ষেত্ৰবিশেষে কম-বেছি পৰিমাণে এই প্ৰতিক্ৰিয়াই ইয়াৰ ক্ষতিহে কৰিছে। প্ৰক্ৰিয়াটো হ'ল চৰকাৰী পৃষ্ঠপোষকতাত বেচৰকাৰী সংস্থাসমূহৰ দ্বাৰা (এন জি অ') বিভাগীয় প্ৰচাৰ আৰু সঁচাই মিছাই চৰকাৰৰ জয়ঢোল কোবোৱাৰ বাবে বাটৰ নাটৰ শৈলীৰ ব্যৱহাৰ। শিক্ষা, সংস্কৃতি, স্বাস্থ্য আৰু পৰিয়াল কল্যাণ, নাৰী নিৰ্যাতন, পথ সুৰক্ষা, শিশু শ্ৰম, এইড্‌ছ আদিকে ধৰি বিভিন্ন ক্ষেত্ৰত বাটৰ নাটৰ সহায় লোৱা হৈছে । পিছে চৰকাৰৰ বিভাগীয় পৃষ্ঠপোষকতাই ভালেমান ক্ষেত্ৰত বাটৰ নাটৰ মূল বৈশিষ্ট্যতে



কুঠাৰাঘাত কৰিছে, এনে পৃষ্ঠপোষকতাত মঞ্চস্থ হোৱা বাটৰ নাটসমূহৰ[১৭] বেছিভাগেই কম বাজেটৰ হোৱাৰ পৰিৱৰ্তে বেছি বাজেটৰ হৈ আহিব ধৰিছে। চৰকাৰী বিভাগসমূহৰ বেছিভাগৰে অঘোষিত চৰ্ত অনুসৰণ কৰি, এইবোৰতো বোলে ঠিকা-উপঠিকাৰ ব্যৱস্থা হ'ব ধৰিছে। মানে গড়কাপ্তানি বিভাগৰ ঠিকাদাৰ, উপ-ঠিকাদাৰ উপৰ উপ-ঠিকাদাৰ আদিৰ লেখীয়াকৈ সংস্কৃতিৰ ক্ষেত্ৰতো এনেবোৰ ব্যৱস্থা চালু হ'ব ধৰিছে। এই প্ৰক্ৰিয়াই বাটৰ নাটৰ নিষ্ঠাবান[১৮] দল আৰু কৰ্মী বহুতকে চিন্তাত পেলাইছে আৰু হতাশো কৰিছে।

বাটৰ নাটৰ ক্ষেত্ৰত চৰকাৰী বিভাগবোৰৰ পৃষ্ঠপোষকতা সঁচাকৈয়ে এক আশাপ্ৰদ কথা আৰু সময়ৰ দাবী। পিছে, এই প্ৰক্ৰিয়াক বাটৰ নাটৰ স্বাৰ্থতে সঠিক দিশে পৰিচালিত কৰাৰ প্ৰয়োজন। কামটো টান; তথাপি সম্ভৱ, অসম্ভৱ নহয়।

বহুতৰে এটা অমূলক ধাৰণাঃ কম আয়াসতে যথেষ্ট জনপ্ৰিয় হোৱাৰ সম্ভাৱনা থকা বাবে, ই জনপ্ৰিয় হৈ উঠিলে, অন্যান্য নাট্যধাৰাৰ বাবে প্ৰত্যাহ্বানস্বৰূপ হৈ উঠিব, অন্যান্য নাট্যধাৰাৰ ক্ষতি কৰিব। কথাষাৰ পিছে সঁচা নহয়; নহয় এই কাৰণেই যে অসমীয়া একাংকিকাৰ ক্ষেত্ৰতো এসময়ত ঠিক এই ধৰণৰ আশংকাই প্ৰকাশ কৰা হৈছিল যদিও মূৰকত দেখা গ'ল যে ইয়াৰ বিকাশ আৰু উত্তৰণে[১৯] মূল সুঁতিৰ অসমীয়া নাটকক প্ৰভূত পৰিমাণে সমৃদ্ধহে কৰিলে। সঁচা কথা ক'বলৈ গ'লে, মঞ্চনিৰপেক্ষ হোৱা বাবে ইয়াৰ সম্ভাৱনা অসমীয়া[২০] একাংকিকাৰ তুলনাত বহুত বেছি, পৰিসৰো বহু বিস্তৃত ।

পাদটীকাঃ

(১) প্ৰথমখন অসমীয়া বাটৰ নাটৰ মঞ্চায়ন সম্পৰ্কে দুটা স্ববিৰোধী তথ্য পোৱা যায়। এচামৰ মতে সত্তৰৰ দশকত গুৱাহাটীত হোৱাখনেই প্ৰথম অসমীয়া বাটৰ নাট। আন এচামৰ মতে তাৰো আগতে ডিব্ৰুগড়ত অপেছাদাৰী নাট্যগোষ্ঠী এটাই বাটৰ নাট মঞ্চস্থ কৰে।

(২) অসমৰ পৰম্পৰাগত মঞ্চব্যৱস্থাৰ এইটো এটা বিশেষত্বঃ নতুন তথা আমদানি কৰা ধাৰা আৰু অন্যান্য অভিনৱত্বৰ প্ৰতি অনীহা তথা অঘোষিত বা ঘোষিত প্ৰতিৰোধ। পঞ্চাশৰ দশকত অসমীয়া একাংকিকাৰ আগমন, অনুপ্ৰৱেশৰ সময়তো একে ধৰণৰ পৰিস্থিতিয়েই দেখা গৈছিল।

(৩) প্ৰতিষ্ঠিত বা গ্লেমাৰযুক্ত নাটকৰ্মীৰদ্বাৰা কৰাব পাৰিলেতো আৰু ভাল। নাটক চাবলৈ আহক নাহক, ৰাইজে অন্ততঃ হিল-দ'ল ভাঙি সপোনৰ তাৰকাকে চাব আহিব।

(৪) ইয়াৰ প্ৰতিও ভালেমানৰ সহাৰ নোহোৱাটো পৰিলক্ষিত হৈছে। ই শুভ লক্ষণ নহয়।

(৫) বহু ক্ষেত্ৰত একপক্ষীয় হোৱা বাবে আন সমস্যা আৰু জটিলতায়ো দেখা দিছে।

(৬) এই বিষয়ে বিশিষ্ট ব্যক্তিৰ স্মৃতিচাৰণত দুই-এক তথ্য প্ৰকাশ পায় যদিও এনেবোৰ বিষয় তথা পৰিস্থিতি লৈ মুকলি আলোচনাৰ খবৰ আমাৰ জনা নাই।

(৭) একেৰাহে কুৰি বছৰ ধৰি নিয়মীয়াভাৱে বাটৰ নাটক কৰি থকা গোষ্ঠী বাৰু অসমত কিমানটা ওলাবগৈ?

(৮) বহুতৰ মতে বাটৰ নাটৰ শিল্পীসকলক ধৰি ৰাখিব নোৱাৰাটো আৰু গোষ্ঠীসমূহৰ বেছিভাগৰেই ধাৰাবাহিকতা নথকাটো অৱৰোহৰ অন্যতম মুখ্য কাৰণ।

(৯) অসমতো বিজ্ঞান-প্ৰযুক্তিক ৰাইজৰ মাজলৈ লৈ গৈ সজাগতা সৃষ্টিৰ বাবে বিজ্ঞান- নাটকৰ ধাৰা এটা ষাঠিৰ দশকতে (১৯৬৮-৬৯) উদ্ভৱ কৰা হৈছিল।

(১০) উদ্দেশ্য, বিষয়বস্তু নিৰ্বাচন, শৈলী বা আংগিক সকলোতে।

(১১) চালু, কথিত ভাষাত 'লেবেল লগা'। লেবেলবোৰে অকল ধাৰাকেই নহয়। বহু সময়ত শিল্পী- সাহিত্যিকক অসুবিধাতো পেলায়।

(১২) অন্যতম মুখ্যসম্ভাৱনা পৰিবৰ্তনৰ হাথিয়াৰ (ৰাজনীতিৰ ভাষা) জনসাধাৰণৰ ভাষাত পৰিবৰ্তনৰ সাধন বা আহিলা।

(১৩) বাচি-বৰ্তি বিকশিত হ'বলৈ হ'লে নিৰ্দিষ্ট বিশেষ ৰাজনীতি আৰু শ্ৰেণীগোষ্ঠীৰ পৰিসীমাৰপৰা বাহিৰ ওলোৱাটো বিশেষ জৰুৰী।

(১৪) বিজ্ঞান-নাটৰ ক্ষেত্ৰত উদ্ভাৱন কৰি লোৱা এনে ধৰণৰ এটা শৈলী হৈছে আমাৰ নাট, আমাৰ কথা। সবিশেষৰ বাবে শ্যামাপ্ৰসাদ শৰ্মাৰ শ্ৰদ্ধাঞ্জলি, বিজ্ঞান নাটক (২০০০) পৃঃ ৩৮-৪৩; আৰ্য বিদ্যাপীঠ কলেজ শিক্ষক গোটৰ দ্বাৰা প্ৰকাশিত প্ৰবন্ধ বৰ্ণালী (২০০৩) ত শ্যামাপ্ৰসাদ শৰ্মাৰ প্ৰবন্ধ আধুনিক অসমীয়া নাটকৰ ধাৰা-প্ৰধাৰাঃ দুটা শেহতীয়া উদ্ভাৱনৰ বিশেষ উল্লিখনসহ পৃঃ ১২০-১২২।

(১৫) দৃশ্যসজ্জা, আঁৰকাপোৰ, চৰিত্ৰানুগ ,সাজ-পাৰ আৰু ৰূপসজ্জা আদিৰ লগতে বহি নাটক চোৱাত অভ্যস্ত দৰ্শকৰ ভালেমানৰ বাবে এনেবোৰ উপাদান নথকা নাটক অকল বিজতৰীয়াই নহয়, অসুবিধাজনকো।

(১৬) এই প্ৰক্ৰিয়াটো কেৱল বাটৰ নাটৰ ক্ষেত্ৰতেই নহয়, অন্যান্য ধাৰাৰ ক্ষেত্ৰতো সমানেই প্ৰযোজ্য হৈ আহিব ধৰিছে।

(১৭) আজিকালি বোলে বাটৰ নাটৰ জৰিয়তে প্ৰচাৰৰ বাবে চৰকাৰী বিভাগত আছুতীয়া বাজেটৰ ধন ধাৰ্য কৰা হয়। চাৰি বছৰমান আগতে এক বিভাগে পৃষ্ঠপোষকতা কৰা তেনে এক বাটৰ নাটৰ বাজেট; তিনি বা চাৰি দিনৰ ভিতৰত পঁচিশ/ত্ৰিশ ঠাইত আধাঘন্টীয়া বাটৰ নাট মঞ্চস্থ কৰাৰ খৰচ মুঠ ত্ৰিশ হেজাৰ টকা।

(১৮) বিদ্যালয়ত নামভৰ্তিৰ পৰা জনপ্ৰতিনিধিত্বৰ বাবে টিকট পোৱালৈকে সকলোতে মধ্যভোগীৰ প্ৰাদুৰ্ভাৱ যেতিয়া নাটক-সাহিত্য- সংস্কৃতিনো বাদ পৰে কিয়?

(১৯) আশ্বস্তিৰ কথা এই সমৃদ্ধি বিষয়বস্তুৰ বৈচিত্ৰ্য আংগিক, তাত্বিক আৰু প্ৰায়োগিক সকলো দিশতে।

(২০) বাটৰ নাটক উল্লেখযোগ্য ধাৰা হিচাপে প্ৰতিষ্ঠা কৰিবলৈ বিচৰাসকলে এই বিস্তৃতিৰ আন্দাজ যিমান সোনকালে কৰিব পাৰে সিমানেই মংগল।

# অসমীয়া কাহিনী সাহিত্যত জনজাতীয় জীৱন আৰু ইয়াৰ অধ্যয়ন

অৰবিন্দ ৰাজখোৱা

কাহিনী সাহিত্য বুলি কওঁতে এই লেখাত যাইকৈ চুটিগল্প আৰু উপন্যাসৰ কথাকে বুজোৱা হৈছে। 'সেউতী' চুটিগল্প লিখি অসমীয়া গল্প সাহিত্যৰ শুভাৰম্ভ ঘটোৱা লক্ষ্মীনাথ বেজবৰুৱাৰ চুটিগল্পতে সৰ্বপ্ৰথম জনজাতীয় জীৱনৰ চিত্ৰ লক্ষ্য কৰা যায়। বেজবৰুৱাৰ 'কন্যা' হ'ল সেই ধাৰাৰ প্ৰথম চুটিগল্প। 'কন্যা' গল্পত পিছে কোল নামৰ সেই জনজাতীয় সম্প্ৰদায়টোৰ নামোল্লেখৰ বাদে অন্য বিশেষ কথা উন্মোচিত হোৱা নাই। কাহিনী প্ৰধান এই চুটিগল্পত অৱশ্যে তেনে কোনো অৱকাশো নাই। আৱাহন যুগৰ অন্যতম চুটিগল্পকাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ 'ধন ভঁৰাল' চুটিগল্পৰ ক্ষেত্ৰতো এনে কথাকে কব পাৰি। বড়ো জনজাতিৰ বাংটাং, তুংখুং আদি চৰিত্ৰৰ সমাবেশে গল্পটোৰ পটভূমি জনজাতীয় বুলি প্ৰতিপন্ন কৰে যদিও সেই জনজাতিৰ কোনো বিশেষ দিশ উন্মোচিত কৰাৰ সুবিধা গল্পকাৰে গ্ৰহণ কৰা নাই। দৰাচলতে চুটিগল্পত পটভূমি অথবা সমাজখনক গুৰুত্ব দিবলৈ গ'লে বৈশিষ্ট্যৰ পৰা ফালৰি কাটি ই অন্যপথে যোৱাৰ সম্ভাৱনা থাকে। পাশ্চাত্যৰ সাহিত্য সমালোচকসকলে নিৰ্ধাৰণ কৰি দিয়া চুটিগল্পৰ বৈশিষ্ট্যসমূহে স্পষ্টভাৱে এই কথা ঘোষণা কৰে। সেই কাৰণে বোধহয় অসমীয়া চুটি গল্পৰ ইতিহাসত জনজাতীয় পটভূমিত যি দুই-চাৰিটা চুটিগল্প লিখা হৈছিল তাত জনজাতীয় জীৱনৰ চিত্ৰ এক প্ৰকাৰ দুৰ্লভ। কিন্তু সাম্প্ৰতিক সময়ৰ কেইজনমান চুটিগল্পকাৰে ওপৰত বিবৃত কথাযাৰৰ যথাৰ্থতা বহু পৰিমাণে নোহোৱা কৰিছে। ২০০৫ বৰ্ষত 'মৌন ওঁঠ মুখৰ হৃদয়' উপন্যাসৰ বাবে সাহিত্য অকাডেমী বঁটা বিজয়ী সাহিত্যিক য়েছে দৰজে ঠংচিৰ নাম এই প্ৰসংগত সৰ্বপ্ৰথম উল্লেখযোগ্য। অৰুণাচল প্ৰদেশৰ বিভিন্ন জনজাতিৰ জীৱন, সংঘাত, পৰম্পৰাৰ ভিত্তিত ঠংচিয়ে ৰচনা কৰা প্ৰায়বোৰ চুটি গল্পতে সংশ্লিষ্ট জনজাতিটোৰ বিষয়ে যথেষ্ট কথা জানিব পাৰি। ক'ব পাৰি শিল্পৰ মাধ্যমেৰে তেওঁ অৰুণাচল প্ৰদেশৰ বহু জনজাতিৰ বহু স্পৰ্শকাতৰ আৰু নিষিদ্ধ তথ্য অসমীয়া পাঠকক যোগান ধৰিছে। প্ৰত্যেকজন অনুভূতিপ্ৰৱণ পাঠকৰ হৃদয় চুইযোৱা কাহিনী আৰু কথনেৰে ৰচনা কৰা *চিকাৰ, গাৰ্ড, ইয়াত সীমা নাছিল, বিপদত তিনি পক্ষ, বাঁহ ফুলাৰ গোন্ধ* আদি য়েচে দৰজে ঠংচিৰ এই প্ৰসংগত বিশেষ ভাৱে উল্লেখযোগ্য চুটিগল্প। ইয়াৰ পাছতেই নাম ল'ব পাৰি ৰংবং তেৰাঙৰ। তেওঁৰ চুটিগল্পই পটভূমিৰ কৌশলপূৰ্ণ আৰু নিখুঁত পৰিচয় দাঙি ধৰাত সম্পূৰ্ণ সফলতা দাবী কৰিব নোৱাৰিলেও প্ৰতিধ্বনিৰ দৰে গল্পই এই ক্ষেত্ৰত সাৰ্থক সৃষ্টিৰ উমান দিয়ে। অসমীয়া চুটিগল্পৰ ইতিহাসত অজনজাতীয় লেখক হৈয়ো কেৱল জনজাতীয় জীৱন ভিত্তিক চুটিগল্প ৰচনা কৰি একেসময়তে পাঠকৰ মাজত জনপ্ৰিয়তা আৰু সমালোচকৰ কাপত প্ৰশংসা আদায় কৰা ব্যক্তিজন হ'ল চন্দ্ৰ বৰপাত্ৰ



গোঁহাই। প্ৰান্তিক আলোচনীৰ পাতত আত্মপ্ৰকাশ কৰা গোঁহাই চাকৰিসূত্ৰে ভালেদিন অৰুণাচলৰ বাসিন্দা আছিল। তাৰ বিভিন্ন পাহাৰত তেওঁৰ যিবোৰ ব্যক্তিগত অভিজ্ঞতা হৈছিল সেইবোৰো বৰ অদ্ভুত। সেই অভিজ্ঞতাবোৰ তেওঁৰ বহু গল্পত বিবৃত হৈছে। *নৰবলি, ৰুক্মিণী হৰণ, কুন্তীৰ ভাও* আদি চন্দ্ৰ বৰপাত্ৰ গোঁহাইৰ উল্লেখযোগ্য সৃষ্টি।

অসমীয়া সাহিত্যৰ প্ৰায় ছ কুৰি বছৰীয়া ইতিহাসত দেখা যায় যে ৰজনীকান্ত বৰদলৈৰ *মিৰি জীয়ৰী* (১৮৯৫) ৰ পৰা য়েছে দৰজে ঠংচিৰ মৌন ওঁঠ মুখৰ হৃদয় (২০০৫) লৈকে প্ৰায় পয়ত্ৰিছখন জনজাতীয় জীৱন ভিত্তিক উপন্যাস ৰচনা কৰা হৈছে। কাল অনুপাতে এই সৃষ্টিৰ সংখ্যা যথেষ্ট কম বুলি আক্ষেপ কৰিবৰ নিশ্চয় ইচ্ছা হয়। কিন্তু স্বাধীনতাৰ অসমৰ সামাজিক ৰাজনৈতিক পৰিস্থিতিত এবাৰ চকু ফুৰোৱাৰ পাছত সেই আক্ষেপ অৱদমিত কৰিব লগীয়া হয়। প্ৰাকস্বাধীনতা কলীন অসমীয়া উপন্যাস সাহিত্যৰ জৰৌৱোৱা অৱস্থাটোত মাথোন দুখনহে জনজাতীয় উপন্যাস লিখা হ'ল। এখন *মিৰি জীয়ৰী* আৰু আনখন তৰুণ চন্দ্ৰ পামেগামৰ *সমাজৰ শেষ সীমাত* (১৯৯৪)। মিচিং জনজাতীৰ জীৱনৰ বহু দিশৰ স্পষ্ট আৰু নিসংকোচ প্ৰকাশ ঘটা *মিৰি জীয়ৰী* উপন্যাসৰ প্ৰসিদ্ধ অসমীয়া জনজীৱনত যথেষ্ট চকুত লগা। পানেই জংকিক বহু অশিক্ষিত মানুহে 'মিথ'ৰ দৰেই মুখে মুখে লৈ ফুৰে। প্ৰসংগতঃ উল্লেখযোগ্য আন এটা কথা হ'ল— অন্যান্য জনজাতিৰ তুলনাত মিচিং জনজাতিৰ জীৱনৰ পটভূমিতে এই ধাৰাৰ সৰ্বাধিকখন উপন্যাস ৰচনা কৰা হৈছে। ইয়াৰ দুখনৰ নামোল্লেখ কৰা হৈছে, আন সাতখন হ'ল বিষ্ণুপ্ৰসাদ ৰাভাৰ *মিচিং কনেঙ*, ভৰেন চন্দ্ৰ পেগুৰ *ঐয়াও*, গণেশ পেগুৰ *পঃপুৰ*, ডিম্বেশ্বৰ বৰাৰ *কুম্দাং লুঃচাৰ*, স্বৰ্ণ বৰাৰ *সোৱণশিৰিৰ বেলৰ উকি*, ইন্দ্ৰেশ্বৰ পেগুৰ *মিবু* আৰু যতীন মিপুনৰ *মিক্‌চিজিলি*।

নগা জনজাতিৰ জীৱনৰ আধাৰত মুঠ চাৰিখন উপন্যাস ৰচনা কৰা হৈছে। এই চাৰিওখনে গুণগত দিশৰপৰা যথেষ্ট আগশাৰীৰ। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ ইয়াৰুঙ্গম (সাহিত্য অকাডেমী পুৰস্কাৰ প্ৰাপ্ত) জনজাতীয় জীৱন ভিত্তিক উপন্যাস কিয়, সংগ্ৰাম অসমীয়া উপন্যাস সাহিত্যৰ পৰিধি ভেদি ভাৰতবৰ্ষৰ শ্ৰেষ্ঠ উপন্যাসসমূহৰ তালিকাত উপবিষ্ট। ভাৰতবৰ্ষৰ সৰ্বাধিক ভাষালৈ অনুদিত হোৱা ইয়াৰুইঙ্গমেই একমাত্ৰ উপন্যাস। নগা জনজাতিৰ জীৱন ভিত্তিক অন্য তিনিখন উপন্যাস হ'ল— কৈলাস শৰ্মাৰ *বিদ্ৰোহী নগাৰ হাতত, অনামী নাগিনী* আৰু *ডালিমীৰ সপোন*। আদি জনজীৱনৰ আধাৰত পাঁচখন উপন্যাস ৰচিত হৈছে। ইয়াৰে চাৰিখনৰ ঔপন্যাসিক লুম্মেৰ দাই। যথা— *পাহাৰৰ শিলে শিলে, পৃথিৱীৰ হাঁহি, মন আৰু মন আৰু কইনাৰ মূল্য*। পঞ্চমখন *শৰকটা মানুহৰ* লেখক য়েছে দৰজে ঠংচি। পশুপতি ভৰদ্বাজৰ *ছিমছাঙৰ দুটি পাৰ* আৰু স্বৰ্ণ বৰাৰ *চিমচাং নদীৰ হাঁহি* হ'ল গাৰো জনজাতীয় ভিত্তিক উপন্যাস। স্বৰ্ণ বৰাৰে *ডিয়ুং নদীৰ গীত* আৰু নগেন্দ্ৰ নাথ বৰুৱাৰ *গাজাউদিছা* হ'ল ডিমাছা কছাৰী জনজীৱন ভিত্তিক উপন্যাস। কাৰ্বি সমাজৰ পটভূমিত এতিয়ালৈকে ৰচিত কেইখনমান উপন্যাস হ'ল—ৰংবং তেৰাঙৰ *ৰংমিলিৰ হাঁহি*, জয়ন্ত ৰংপিৰ *পুৱাতে এজাক ধনেশ*, যাদৱ ফুকনৰ *মেকক্ৰি* আৰু *কেংৰত কাচেদং*, হৰেন্দ্ৰ কুমাৰ ভূঞাৰ *ৰংছপিৰ কাহিনী*, পৰমানন্দ ৰাজবংশীৰ *উন্মিলীৰ পৃথিৱী* আদি। ছেৰদুক্‌পেন জনজাতিক লৈ উপন্যাস ৰচনা কৰিছে য়েছে দৰজে ঠংচিয়ে। তেওঁৰ উপন্যাসকেইখন হ'ল— *চনম, লিঙঝিক* আৰু *মৌন ওঁঠ মুখৰ হৃদয়*। কিছুসংখ্যক জনজাতিৰ জীৱনৰ পটভূমিত মাথোঁ একোখনকৈয়ে উপন্যাস ৰচনা কৰা হৈছে। সেইকেইখন হ'ল— অমূল্য বৰুৱাৰ *উ খুন জংঙা* (খাছি), বিৰজা নন্দ চৌধুৰীৰ *অজান্তিৰ মোহ* (টাগিন), ৰাজেন পামৰ *জানং জিনং* (ৰাভা), আৰু উমাকান্ত শৰ্মাৰ *ভাৰণ্ড পক্ষীৰ জাক*, (বড়ো কছাৰী)। তিৱা জনগোষ্ঠীক লৈ ৰীতা চৌধুৰীয়ে লিখিছে *দেও লাংখুই*। খগেন ৰাভাৰ 'ৰমলা' ৰাভা জনগোষ্ঠীক লৈ লিখা উপন্যাস।

ওপৰত যি কেইখন উপন্যাসৰ নামোল্লেখ কৰা হ'ল সেই কেইখনেই গ্ৰন্থাকাৰে প্ৰকাশ পোৱা উপন্যাস। গ্ৰন্থাকাৰে প্ৰকাশ নোপোৱাকৈও বাতৰি কাকতৰ উৎসৱ সংকলন অথবা আলোচনীৰ পাততো ভালেমান এই শ্ৰেণীৰ উপন্যাস প্ৰকাশিত হৈছে। গ্ৰন্থৰ আকাৰ লৈ সহজলভ্য হ'লে ইবোৰো আলোচনালৈ আনিবলৈ সুবিধা হ'ব।

জনজাতীয় জীৱন ভিত্তিক অসমীয়া কাহিনী সাহিত্যৰ ক্ষেত্ৰত দেখা যায় যে এই ধাৰাৰ চুটিগল্পৰ কোনো ছিৰিয়াছ আলোচনা এইপৰ্যন্ত হোৱা নাই। চুটিগল্পৰ ক্ষেত্ৰত ধাৰাটো স্পষ্টকৈ দেখুৱাই দিয়াত অৱশ্যে অসুবিধা আছে। কিন্তু এই ধাৰাৰ উপন্যাসৰ অধ্যয়ন আৰু গৱেষণা কিছু হৈছে। ড০ সত্যেন্দ্ৰনাথ শৰ্মাই *অসমীয়া উপন্যাসৰ গতি ধাৰাত* কিছু কথা কৈছে। অৱশ্যে দেখাদেখিকৈ ভালে কেইখন উপন্যাস ড০ শৰ্মাই এৰি গৈছে। ড০ নগেন ঠাকুৰ সম্পাদিত *এশ বছৰৰ অসমীয়া উপন্যাস* গ্ৰন্থত এই বিষয়ক দুটা প্ৰবন্ধ লিখিছে ড০ জিতাঞ্জলি বৰপূজাৰীয়ে আৰু ড০ দিলীপ বৰাই। স্বাভাৱিকতেই ইয়াত সীমাবদ্ধতা স্বীকাৰ কৰিবলগীয়া হৈছে। ড০ বৰপূজাৰীয়ে আকৌ 'জনজাতীয় ঔপন্যাসিক' বুলি এক শ্ৰেণীৰ নতুন(!) ঔপন্যাসিকৰ সন্ধান দিছে। অন্যহাতে ড০ বৰপুজাৰীয়ে হ'ল জনজাতীয় জীৱনভিত্তিক অসমীয়া উপন্যাসৰ বিষয়ে গৱেষণা কৰা প্ৰথমগৰাকী ব্যক্তি। তেওঁৰ গৱেষণা গ্ৰন্থখন (*অসমীয়া উপন্যাসত জনজাতীয় জীৱন*) ১৯৯৯ চনত গ্ৰন্থাকাৰে প্ৰকাশ পায়। গ্ৰন্থখনে ১৮৯৫-১৯৯৫ লৈ মুঠ এশ বছৰ কাল সামৰিছে।

জনজাতীয় জীৱনভিত্তিক অসমীয়া উপন্যাসৰ বিষয়ে গৱেষণা কৰা দ্বিতীয়গৰাকী ব্যক্তি হ'ল ড০ অজিৎ শইকীয়া। ভাৰতীয় জনজাতিৰ সম্যক পৰিচয়ৰ পৰা আৰম্ভ কৰি মুঠ সাতটা অধ্যায় সামৰা তেওঁৰ গৱেষণা গ্ৰন্থখনক এতিয়ালৈকে হোৱা এই ধাৰাৰ অধ্যয়নৰ শ্ৰেষ্ঠ কৃতি বুলি ক'ব পাৰি। ড০ শইকীয়াৰ শ্ৰমৰ স্বাক্ষৰ তেওঁৰ সদ্য প্ৰকাশিত গৱেষণা গ্ৰন্থখনে ভালদৰেই ধৰি ৰাখিছে। *জনজাতীয় জীৱনভিত্তিক অসমীয়া উপন্যাস* (সাৰদা প্ৰকাশন, গুৱাহাটী) গ্ৰন্থখন এই বিষয়ত পৰৱৰ্তী সময়ত অধ্যয়ন অথবা গৱেষণা কৰিব খোজা অথবা সাধাৰণভাৱে কোনো কথা জানিব খোজা যিকোনো ব্যক্তিৰ বাবে হ'ব সৰাতোকৈ নিৰ্ভৰযোগ্য হাতপুথি।

# বিংশ শতিকাৰ অসমীয়া উপন্যাস

ড° উমেশ ডেকা

বিশ্ব সাহিত্যত উপন্যাসৰ ক্ৰমবিৱৰ্তনৰ তুলনাত অসমীয়া উপন্যাসৰ অৱস্থিতি তেনেই নতুন। ঊনবিংশ শতিকাৰ অৰুণোদয় কেন্দ্ৰিক আৰু অৰুণোদয় পৰৱৰ্ত্তী স্তৰত অসমীয়া উপন্যাসৰ উদ্ভৱ আৰু বিকাশ সম্ভৱ হলেও প্ৰকৃত অৰ্থত বিংশ শতিকাতহে ই সমৃদ্ধি লাভ কৰিবলৈ সক্ষম হয়। তদুপৰি বিংশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ ঔপন্যাসিক সোঁতটো বৰ সীমাবদ্ধ। কিন্তু দ্বিতীয় বিশ্বযুদ্ধৰ পৰৱৰ্ত্তী স্তৰ অৰ্থাৎ বিংশ শতিকাৰ দ্বিতীয়াৰ্দ্ধতহে অসমীয়া উপন্যাসৰ বাস্তৱ বিকাশ সম্ভৱ হৈছে। বাস্তৱ বিকাশ বুলি কোৱাৰ অৰ্থ এয়ে যে ঊনবিংশ শতিকাৰ উপন্যাসৰ কথাবস্তুৱে দৈনন্দিন জীৱন চিন্তাৰ সন্মুখা-সন্মুখী হ'ব পৰা নাছিল; আনহাতে হৃদয়-আবেগ সৰ্বস্ব সন্মোহিত বাস্তৱহে এই সময়ছোৱাৰ উপন্যাসৰ প্ৰধান উপজীব্য আছিল। বিংশ শতিকাৰ প্ৰাৰম্ভৰ সময়ছোৱাৰ উপন্যাসে এনে বাস্তৱতাৰ আবেষ্টনীত নিবদ্ধ নহ'লেও ই প্ৰাত্যহিক বাস্তৱৰ সৈতে গতি মিলাবলৈ সক্ষম হোৱা নাছিল। দ্বিতীয় বিশ্বযুদ্ধৰ পৰৱৰ্ত্তী সময়ছোৱাত (অৰ্থাৎ বিংশ শতিকাৰ দ্বিতীয়াৰ্দ্ধতহে) অসমীয়া উপন্যাস জীৱনৰ প্ৰাত্যহিক বাস্তৱতাৰে সাঙোৰ খাই পৰিল। আচল অৰ্থত আৰ্থ-সামাজিক, ৰাজনৈতিক আৰু মনঃ-সাংস্কৃতিক বাস্তৱতাৰে অসমীয়া উপন্যাস এই সময়ছোৱাতহে ব্যাপক বিস্তৃতিৰে প্ৰকাশি উঠিল।

বিংশ শতিকাৰ অসমীয়া উপন্যাসৰ বৈভৱপূৰ্ণ বিচিত্ৰধাৰা আৰু বাস্তৱ-আশ্ৰিত জীৱন চিন্তাৰ সুকুমাৰ প্ৰকাশে অসমীয়া সাহিত্যৰ শ্ৰীবৃদ্ধিত প্ৰভূত অৰিহণা যোগাইছে। অসমীয়া উপন্যাসৰ গতি- প্ৰকৃতিও এই সময়ছোৱাত বিচিত্ৰ ৰূপতেই সলনি হৈছে। জীৱন গতিৰ বৈচিত্ৰ্য আৰু সামাজিক প্ৰগতিৰ প্ৰসাৰণত অসমীয়া উপন্যাস ব্যাপক ধাৰাৰে প্ৰবাহিত হৈছে। তদুপৰি আৰ্থ-সামাজিক আৰু সাংস্কৃতিক-মনস্তাত্বিক পৰিৱৰ্তনৰ ভিন্নতাই পাৰিৱেশিক ভিন্নতাৰ সৃষ্টি কৰাৰ লগতে অন্তৰ্দ্বন্দ্ব উত্থিত অমোঘ বাস্তৱতাকো প্ৰসাৰিত কৰিছে। আকৌ এই সময়ছোৱাতেই কৃষিভিত্তিক জীৱন-সমস্যাৰ বিপৰীতে যান্ত্ৰিক জীৱন-সমস্যাই স্থিতি লৈছে। গ্ৰাম্য সভ্যতাৰ বিপৰীতে নগৰীয়া সভ্যতাই প্ৰাণ পাই উঠিছে; কৃষিনিৰ্ভৰশীল জীৱনৰ পৰিৱৰ্তে ঔদ্যোগিক তথা বাণিজ্যিক বিকাশে খোপনি লৈছে; আৰু উল্লেখনীয়ভাৱে সমূহীয়া চিন্তাৰ বিপৰীতে ব্যক্তি চিন্তাই অগ্ৰাধিকাৰ পাইছে। আনহাতে আত্মতৃপ্তি আৰু একান্ত ব্যক্তিগত সুখৰ মাদকতাই জটিল জৈৱিক আৰু মানসিক সমস্যাসমূহৰো সৃষ্টি কৰিছে। এনে বিচিত্ৰ চিন্তাৰ ত্ৰিশংকু গতিয়ে জীৱন অধিক সমস্যাময় আৰু সংঘাতময় বাস্তৱতাৰে পূৰ্ণ কৰি তুলিছে। ফলস্বৰূপে অস্তিত্ব আৰু বাস্তৱৰ সংঘাতে বিংশ শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ অসমীয়া উপন্যাসৰ গতি-প্ৰকৃতিও বহুধাবিভক্ত কৰিছে।

অৰুণোদয় কেন্দ্ৰিক উপন্যাস আছিল উদ্দেশ্যধৰ্মী। এই সময়ৰ উপন্যাসত কাহিনীৰ পশ্চৎপদ সৃষ্টি হ'লেও আংগিক বিকাশৰ কোনো চিন-মোকাম নাছিল। বৰঞ্চ কাহিনীৰ পশ্চাদভূমিত প্ৰচাৰধৰ্মী উৎকট চেতনাই এই সময়ৰ ৰচনাসমূহক ঔপন্যাসিক প্ৰগতি লাভ কৰা উপন্যাসসমূহৰ মাজত জীৱন সন্দিগ্ধ আৰু জীৱন আচ্ছাদিত ৰূপ প্ৰতিভাত হ'লেও কথাবস্তুৰ স্থবিৰতা সঘনে পৰিলক্ষিত হৈছিল। অৱশ্যে এই সময়ছোৱাৰ ঔপন্যাসিকসকলৰ হৃদয়ত আছিল উপন্যাস সৃষ্টিৰ মাদকতাপূৰ্ণ আকৃতি আৰু সন্মুখত আছিল পাশ্চাত্য জনপ্ৰিয় কাহিনীৰ আকৰ্ষণীয় প্ৰেৰণা। ইয়াৰ কাৰণ এটা হ'ল অসমীয়া সাহিত্যিক প্ৰতিষ্ঠা কৰাৰ স্বাভাৱিক প্ৰৱণতা আৰু আনটো হ'ল গতি বৈচিত্ৰ্যহীন কৃষিভিত্তিক অসমীয়া সমাজখনৰ যথাযথ সীমাবদ্ধতা। সাহিত্য ৰোমাঞ্চৰ উদ্বেলিত মানসিকতাই এই সময়ছোৱাৰ ঔপন্যাসিকসকলক মধ্যযুগীয় ইউৰোপীয় ৰোমাঞ্চ আৰু স্বেক্সপীয়েৰৰ হৃদয় সঞ্জীৱিত ৰোমাঞ্চসমূহে বাৰুকৈয়ে আকৰ্ষণ কৰিছিল। কৃষিনিৰ্ভৰশীল সমাজৰ একমুখীতা আৰু বৰ্ণবৈচিত্ৰ্যহীন জীৱন মানসিকতাই ঔপন্যাসিক চেতনা ৰুদ্ধ কৰা ঊনবিংশ শতিকাৰ অসমীয়া উপন্যাস সেয়েহে উদ্ভৱকালীন ঐতিহাসিকত্বৰেহে চিহ্নিত। পদ্মনাথ গোহাঞি বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, হিতেশ্বৰ বৰবৰুৱা, আনকি ৰজনীকান্ত বৰদলৈৰ উপন্যাসসমূহ এনে ঐতিহাসিকত্বৰহে নিদৰ্শন। এইবাবেই ঊনবিংশ শতিকাৰ প্ৰায়বোৰ উপন্যাসে ঐতিহাসিক ধাৰাৰহে অন্তৰ্ভুক্ত। বিংশ শতিকাৰ প্ৰাৰম্ভৰ অসমীয়া উপন্যাসো বহু পৰিমাণে এই ধাৰণাটোৰে সুপৰিবাহী ফল। কাৰণ ৰজনীকান্ত বৰদলৈয়ে বিংশ শতিকাৰ প্ৰাৰম্ভৰ সময়ছোৱাতো ঐতিহাসিক ধাৰাটোকে স্পষ্ট ৰূপত অক্ষুণ্ণ ৰাখিছে। গল্পৰ মাজেৰে সামাজিক সচেতনতা প্ৰদৰ্শন কৰা শৰৎ গোস্বামীয়ে তেওঁৰ একমাত্ৰ 'পানীপথ' নামৰ উপন্যাসখনৰ মাজেৰে ঐতিহাসিক ধাৰাটোকে সুৰক্ষিত কৰিছে। অৱশ্যে বিংশ শতিকাৰ প্ৰাৰম্ভ সময়ছোৱাত যিকেইজন মুষ্টিমেয় ঔপন্যাসিকে ঔপন্যাসিক চেতনা সঞ্চাৰিত কৰিছিল সেইসকলৰ ক্ষেত্ৰত সামাজিক সমস্যা বহু পৰিমাণে উত্থাপিত উপস্থাপিত কৰা হৈছিল। তথাপি সম্পূৰ্ণ সামাজিক ধাৰাটোৱে সৃষ্টি কৰাৰ ক্ষেত্ৰত তেওঁলোকে খোপনি ল'ব নোৱাৰিলে। কাৰণ এই সময়ত ঘটা এক ঐতিহাসিক ঘটনাই তেওঁলোকৰ উপন্যাসত সৃষ্ট সমস্যাসমূহ এক আদৰ্শগত মানসিকতাৰে সমৃদ্ধ কৰাৰ চেষ্টা কৰিছিল। ১৯২০ চনত মহাত্মা গান্ধীৰ স্বাধীনতা আন্দোলনৰ প্ৰাসঙ্গিক অসহযোগ আন্দোলনে সমাজত গা কৰি উঠিছিল। মহাত্মা গান্ধীয়ে বাৰুকৈয়ে উপলব্ধি কৰিছিল ৰাজনৈতিক স্বাধীনতাৰ বাবে প্ৰয়োজন মানুহৰ মানসিক স্বাধীনতাৰ। সেইবাবে ভাৰতবৰ্ষৰ স্বাধীনতাৰ বাবে ভাৰতীয় জনতাক তেওঁ ভাৰতীয় মানসিকতাৰে উদ্বুদ্ধ হ'বলৈ আহ্বান জনাইছিল। ভাৰতীয় চৰিত্ৰ গঢ় দিবৰ বাবে তেওঁ ''সৰ্বত্ৰ স্বদেশী গ্ৰহণ আৰু বিদেশী বৰ্জন' চেতনাৰে উদ্বেলিত কৰিছিল আৰু সময়ত ই এক সংস্কাৰমুখী চেতনাৰ ৰূপ পৰিগ্ৰহ কৰিছিল। এই সময়ছোৱাৰ ঔপন্যাসিকসকলে গান্ধী মহাৰাজৰ আহ্বান স্বয়ংক্ৰিয়ভাৱে গ্ৰহণ কৰিলে। ফলস্বৰূপে তেওঁলোকে উপন্যাসসমূহৰ মাজত সামাজিক সমস্যা দাঙি ধৰাৰ পৰিবৰ্তে সামাজিক সংস্কাৰক অগ্ৰাধিকাৰ দিলে। তেওঁলোকৰ উপন্যাসৰ কেন্দ্ৰীয় চৰিত্ৰসমূহ বহুক্ষেত্ৰতেই স্বাধীনতাৰ আদৰ্শ আৰু সংস্কাৰৰ স্বাভাৱিক প্ৰৱক্তা হৈ পৰিল। স্বাধীনতাকামী চেতনা আৰু সংস্কাৰকামী মাদকতা এই দুয়োটাই এই সময়ৰ ঔপন্যাসিকসকলৰ কথাবস্তুত বাৰুকৈয়ে প্ৰভাৱ পেলাইছে। দণ্ডিনাথ কলিতাৰ 'ফুল' আৰু 'সাধনা', দৈৱচন্দ্ৰ তালুকদাৰৰ 'আগ্নেয়গিৰি', 'অপূৰ্ণ' আদি উল্লেখযোগ্য উপন্যাসমূহৰ কেন্দ্ৰীয় বিষয়বস্তু উক্ত চেতনাৰে সমৃদ্ধ। আনকি তেওঁলোকৰ উপন্যাসৰ মূল চৰিত্ৰসমূহ বহুক্ষেত্ৰতেই উক্ত সংস্কাৰৰ ধ্বজাবাহী ৰূপতেই চিহ্নিত। ১৯৩৯ চনপৰ্যন্ত সৃষ্ট এই উপন্যাসসমূহৰ মাজত যি ধৰণৰ সংস্কাৰ প্ৰক্ৰিয়াই প্ৰাধান্য লাভ কৰিছে সেই দিশলৈ চালে বিংশ শতিকাৰ প্ৰাৰম্ভৰ অসমীয়া উপন্যাসক সংস্কাৰমুখী ধাৰাৰে চিহ্নিত কৰাৰ থল আছে। ১৯৩৯ চনৰ পৰা ১৯৪৫ চনলৈ দ্বিতীয় বিশ্বযুদ্ধৰ বিভীষিকাময় সময়। এই সময়ছোৱাৰ সন্ত্ৰস্ত আৰু ভয়াৰ্ত অৱস্থাই জীৱনক থৌকিবাথৌ কৰি তোলাৰ সময়। পূব আৰু পশ্চিমৰ তীব্ৰ সংঘাতময় পৰিস্থিতিৰ আৰু এটম ব'মৰ কাল সংহাৰী ৰূপ পৰিদৃষ্ট হোৱা এই সময়ছোৱা গণজীৱনৰ বাবে এক সংকট, সংশয়, বিশ্বাসহীনতা আৰু অস্তিত্বহীনতাৰ ঐন্দ্ৰজালিক সময়। সেয়েহে সাহিত্য-সংস্কৃতিৰ বাবে এই সময়ছোৱা স্বাভাৱিকভাৱে নিথৰ। উপন্যাসৰ ক্ষেত্ৰতো এই সময়ছোৱা ঘোৰ অমানিশা। কিন্তু এই সময়ছোৱাতেই ইঙ্গিতপূৰ্ণভাৱে অসমীয়া উপন্যাসৰ গতিপথ পৰিৱৰ্তন সূচিত হৈছে। বিংশ শতিকাৰ প্ৰাৰম্ভৰ এই সময়ছোৱাতে ভাৰতীয় গণ-জীৱনত স্থিতি লোৱা স্বাধীনতা আন্দোলনৰ ত্যাগ আৰু নিৰ্যাতন তথা দ্বিতীয় বিশ্বযুদ্ধৰ সংশয় আৰু আৰ্থ সামাজিক অস্থিত্বৰ সংঘাতে অসমীয়া জীৱনকো বাৰুকৈয়ে আঁচুৰি থৈ গ'ল। বিশ্বযুদ্ধৰ ত্ৰাসিত মানসিকতাই জনগণক অস্তিত্বৰ চেতনাৰে হতাশাগ্ৰস্ত কৰি তুলিলে; অৰ্থনৈতিক অভাৱে জীয়াই থকাৰ নিষ্ঠুৰ সংগ্ৰাম সৃষ্টি কৰিলে; ৰাজনৈতিক হেতালিয়ে জনতাৰ মাজত বিচ্ছিন্নতাৰ মনোভাৱ গঢ়ি তুলিলে; মধ্যভোগীৰ শোষণে ধনী আৰু দৰিদ্ৰৰ মাজত সংঘাত ব্যাপক কৰি তুলিলে; মনস্তাত্বিক অন্তৰ্দ্বন্দ্ব আৰু বিষণ্ণতাই মানুহক জটিল আৰু নিঃসঙ্গ কৰি তুলিলে আৰু সবাতোপৰি যুক্তিহীন আৰু ভেটিহীন সামতলিক চিন্তাই ৰুচি আৰু সাংস্কৃতিক স্খলনো ঘটালে। এনে শত-সহস্ৰ সমস্যাৰ চাকনৈয়াত দ্ৰৱীভূত সমাজ ব্যৱস্থাৰ বৰ্ণাঢ্য প্ৰকাশেৰে যুদ্ধোত্তৰ যুগৰ অসমীয়া উপন্যাসে সুদূৰপ্ৰসাৰী গতি লাভ কৰিছে। এইবাবে বিংশ শতিকাৰ দ্বিতীয়াৰ্ধত অসমীয়া উপন্যাসৰ ধাৰাটোও ভিন্নমুখী হৈ পৰিছে। এই সতিকাৰ দ্বিতীয়াৰ্ধত আত্মপ্ৰকাশ লাভ কৰা ঔপন্যাসিকসকলে অত্যন্ত সচেতন আৰু পৰ্যবেক্ষণশীল দৃষ্টিভঙ্গীৰে আমাৰ সমাজখনক নিৰীক্ষণ কৰিছে, পৰিবৰ্তিত সমাজৰ স্বৰূপ অনুধাৱন কৰিছে, সামাজিক অন্তৰায়ৰ প্ৰতিবন্ধকসমূহ চিহ্নিত কৰিব পাৰিছে আৰু সামাজ-প্ৰেক্ষাপটত নাৰী-পুৰুষৰ বহুধা চিন্তাৰ গতি অনুধাৱন কৰিব পাৰিছে। এই অৰ্থতেই বিংশ শতিকাৰ অসমীয়া উপন্যাসত সমাজ বিচিত্ৰতাৰ বাস্তৱিক দিশ উন্মোচিত হৈছে। অৱশ্যে দ্বিতীয় বিশ্বযুদ্ধৰ অন্তৰ্ৱৰ্তী সময়ছোৱাত পোন প্ৰথমে বীণা বৰুৱাই (বিৰিঞ্চি কুমাৰ বৰুৱা) 'জীৱনৰ বাটত' উপন্যাসৰ জৰিয়তে ওপৰোক্ত চেতনাৰ সৰ্বাধিক সমৃদ্ধ বাস্তৱ গতিক নিৰূপিত কৰিবলৈ সক্ষম হৈছে। প্ৰকৃত-অৰ্থতেই 'জীৱনৰ বাটত' অসমীয়া উপন্যাসৰ উত্তৰণ খুঁটি। এইখন উপন্যাসে এহাতে তুলি ধৰিছে সমাজ বাস্তৱতাৰ নজিৰবিহীন প্ৰতিশ্ৰুতি

আৰু আনহাতে অসমীয়া উপন্যাসক প্ৰদান কৰিছে মাৰমুখী সজীৱ সুঁতি। এইখন উপন্যাসে গঢ়ি তুলিছে সুদৃঢ় ঔপন্যাসিক ভেঁটি, আৰো সঞ্জীৱিত কৰি ৰাখিছে ঔপন্যাসিক ব্যঞ্জনাৰ দ্যুতি।'জীৱনৰ বাটত'ৰ পৰাই আৰম্ভ হ'ল আসমীয়া সামাজিক উপন্যাসৰ ধাৰাটো আৰু এই নতুন ধাৰাটোৰ আগমনৰ লগে লগে লাহে লাহে নিৰ্বাপিত হ'ল প্ৰাক্-যুদ্ধকালৰ ঐতিহাসিক তথা সংস্কাৰমুখী ধাৰাৰ। আৰ্থ-সামাজিক পটভূমিত উপস্থাপিত উপন্যাসখনৰ কাহিনীয়ে সামগ্ৰিক ৰূপত দাঙি ধৰিছে গ্ৰাম্য আৰু চহৰকেন্দ্ৰিক সভ্যতাৰ স্বাভাৱিক দ্বন্দ্ব; স্বাধীনতাকামী সংগ্ৰামী তথা সবল মানুহৰ ত্যাগৰ বিপৰীতে আভিজাত্যশীল জীৱনধাৰাৰ ফোঁপোলা স্বৰূপ; আধুনিকতাৰ ইন্দ্ৰজালত নাগপাশিত জীৱনৰ মৰ্মন্তুদ ব্যাথা আৰু অন্তঃসাৰশূন্য জটিল মনস্তাত্বিক প্ৰক্ৰিয়াৰ দিগন্তধূমৰ ব্যঞ্জনা। বৰুৱাই প্ৰদৰ্শন কৰা সামাজিক চেতনাৰ ব্যাপক প্ৰসাৰ সম্ভৱ হৈছে যুদ্ধোত্তৰ যুগৰ বিভিন্নগৰাকী ঔপন্যাসিকৰ হাতত। আৰ্থ-সামাজিক জীৱনৰ তীব্ৰতা প্ৰকাশ পোৱা ঔপন্যাসিকসকলৰ ভিতৰত প্ৰফুল্ল দত্ত গোস্বামী, হিতেশ ডেকা, যোগেশ দাস, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, আব্দুল মালিক, হোমেন বৰগোহাঞি, নিৰুপমা বৰগোহাঞি, লক্ষ্মিনন্দন বৰা আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। জমিদাৰী শোষণৰ মুক্ত প্ৰয়াসৰ ইঙ্গিত আৰু সামাজিক সাম্য প্ৰতিষ্ঠাৰ উদাও ভাৱনা প্ৰফুল্ল দত্ত গোস্বামীৰ 'কেঁচা পাতৰ কঁপনি'ৰ মাজেৰে স্বাভাৱিকভাৱে প্ৰকাশি উঠিছে। যুদ্ধ বিধ্বস্ত সমাজৰ প্ৰতিক্ৰিয়াই সৃষ্টি কৰা উচ্ছৃঙ্খল তথা সিদ্ধান্তবিহীন যুৱ মানসিকতা আৰু সাংস্কৃতিক অৱক্ষয়ৰ চিত্ৰ উপন্যাসখনত বিদ্যমান। কৃষিভিত্তিক গ্ৰাম্য সমাজখনত উদ্ভূত বিভিন্ন সমস্যা তথা ধনি দৰিদ্ৰৰ মাজৰ সংঘাতপূৰ্ণ চিত্ৰ হিতেশ ডেকাৰ 'আজিৰ মানুহ'ত বাৰুকৈয়ে পৰিব্যাপ্ত। গ্ৰাম্য সমাজৰ ক্ষুদ্ৰ ক্ষুদ্ৰ প্ৰাত্যহিক সমস্যাৰ ভেটিত গঢ় লৈ উঠিছে তেওঁৰ ''এয়েতো জীৱন' উপন্যাস। স্বদেশৰ মাটি আৰু স্বাজাতিৰ অধিকাৰ তথা জাতীয় অস্তিত্বৰ সংকটৰ বাস্তৱিক প্ৰকাশ সম্ভৱ হৈছে তেওঁৰ 'মাটি কাৰ?'উপন্যাসত। যুদ্ধ বিভীষিকাময় পৰিস্থিতিয়ে দেশৰ সমস্যা কেনেকৈ তীব্ৰতৰ কৰি তুলিব পাৰে আৰু মনুষ্যত্বহীন জীৱন চিন্তাৰ জন্ম দিব পাৰে সেয়া 'বৈৰী মানুহ' আৰু 'সীমাৰ কাজিয়া' উপন্যাসত পৰিব্যাপ্ত। দ্বিতীয় বিশ্বযুদ্ধৰ প্ৰতিক্ৰিয়াই আমাৰ সমাজত সৃষ্টি কৰা ভয়াৱহ অৰ্থনৈতিক সমস্যা আৰু নৈতিক স্খলনৰ বাস্তৱ চিত্ৰ সম্ভৱ হৈছে 'ধোৱা, জুই ছাই খেদি, 'অবৈদ' সঁহাৰি পাই আদি উপন্যাসত। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'আই' উপন্যাসত চিত্ৰিত হৈছে অৰ্থনৈতিক সমস্যাৰ হেঁচাত অৱক্ষয়িত হ'ব ধৰা আমাৰ গ্ৰাম্য সমাজৰ ছবি। বিশেষকৈ চৰকাৰৰ ভূমিনীতিয়ে গ্ৰাম্য সমাজত সৃষ্টি কৰা অসন্তুষ্টি আৰু অনৈক্যৰ চিত্ৰ উপন্যাসখনত স্পষ্ট। আনহাতে উদ্যোগ প্ৰতিষ্ঠানত সৃষ্টি হোৱা সাধাৰণ বনুৱাৰ বিভিন্ন সমস্যাৰ ভেটিত গঢ় লৈ উঠিছে তেওঁৰ 'প্ৰতিপদ' উপন্যাস। জমিদাৰ আৰু ভূমিহীন কৃষকৰ মাজৰ সংঘাতময় দ্বন্দ্বৰ প্ৰকাশ ঘটিছে তেওঁৰ ''বল্লৰী' উপন্যাসত। জাতীয় ভাৱনা আৰু স্বাধীনতাকামী জীৱন-সংগ্ৰামৰ সমস্যাৰ পৰিবৃত্ত হৈ আছে তেওঁৰ 'ইয়াৰুইংগম' উপন্যাস। দাৰিদ্ৰ্যৰ চৰম সংঘাতে সৃষ্টি কৰা মানসিক আৰু জৈৱিক সমস্যাসমূহৰ ভেটিত ৰচিত হৈছে আব্দুল মালিকৰ ''সুৰুযমুখীৰ স্বপ্ন' উপন্যাস। মানৱীয় আনুভূতিক সমস্যাসমূহৰ ৰূপায়ণ সম্ভৱ হৈছে তেওঁৰ 'আধাৰশিলা' আৰু 'জীয়া জুৰিৰ ঘাট' তথা 'মাটিৰ চাকি' উপন্যাসৰ মাজেৰে। জাতীয়তাবাদী সমস্যাৰ ভিত্তিত গঢ় লৈ উঠিছে তেওঁৰ 'কবিতাৰ নাম লাভা' উপন্যাস। সাম্যবাদী বাস্তৱতাৰ প্ৰকাশ ঘটিছে 'ৰথৰ চকৰি ঘূৰে' উপন্যাসত। পৌৰুষত্বৰ সমস্যা আৰু নাৰীৰ মাতৃত্বৰ স্বাভাৱিক আকাংক্ষাৰ সমস্যাই বাস্তৱ ৰূপ লৈছে 'বনজুই' আৰু 'সোনালী সূতাৰে বন্ধা' উপন্যাস দুখনৰ মাজেৰে। কৃষিকেন্দ্ৰিক জীৱনৰ স্থবিৰতা তথা পৰিবৰ্তিত সমাজৰ গতিত নতুন বস্তুবাদী মূল্যবোধে সৃষ্টি কৰা সামাজিক বৈষম্যৰ চিত্ৰ লক্ষ্মীনন্দন বৰাৰ 'গঙ্গা চিলনীৰ পাখি'ত স্পষ্ট। কৃষিভিত্তিক গ্ৰাম্য সমাজখনৰ শোষণ-নিপীড়ন আৰু বৈষম্যৰ ছবি হোমেন বৰগোহাঞিৰ 'হালধীয়া চৰায়ে বাওধান খায়' উপন্যাসত নিবিড় বাস্তৱতাৰে অংকিত হৈছে। যান্ত্ৰিক জীৱন সভ্যতাই অক্টোপাছৰ দৰে মৰিমূৰ কৰা গ্ৰাম্য অৱক্ষয় আৰু তাৰ ভেটিতেই সৃষ্টি হোৱা ব্যথাহত জীৱনৰ চিত্ৰ 'পিতা-পুত্ৰ' 'অস্তৰাগ' আদি উপন্যাসত বিদ্যমান। অৰ্থনৈতিক অৱস্থাই সৃষ্টি কৰা কষ্টৰ সীমাহীনতা তেওঁৰ 'সুবালা' উপন্যাসে বাৰুকৈয়ে প্ৰতিভাত কৰিছে। বানে ধোৱা অৰ্থনৈতিক দুৰ্দশাগ্ৰস্ত জীৱনৰ ছবি নিৰুপমা বৰগোহাঞিৰ 'সেই নদী নিৰবধি', 'ইপাৰৰ ঘৰ সিপাৰৰ ঘৰ' উপন্যাসত বাস্তৱ ৰূপতেই ব্যাপ্ত। আমাৰ সমাজ-ব্যৱস্থাত নাৰী জীৱনৰ স্পৰ্শকাতৰ সমস্যাসমূহ তেওঁৰ 'দিনৰ পিচত দিন', 'কেকটাছৰ ফুল' আদি উপন্যাসত বাৰুকৈয়ে পৰিদৃষ্ট। মামণি ৰয়ছম গোস্বামীৰ উপন্যাসত শ্ৰমিক জীৱনৰ দুৰ্দশা আৰু নাৰীজীৱনৰ জৈৱিক সমস্যাসমূহ বাৰুকৈয়ে প্ৰকট। তেওঁৰ 'মামৰে ধৰা তৰোৱাল', 'চেনাবৰ স্ৰোত', 'নীলকণ্ঠী ব্ৰজ', 'দতাঁল হাতীৰ


> বিংশ শতিকাৰ অসমীয়া উপন্যাসত ৰাজনৈতিক ধাৰাৰ চিহ্নও সুস্পষ্ট। মূলতঃ ঔপন্যাসিকসকলৰ সাম্যবাদী আৰু মাৰ্ক্সীয় চিন্তা-আদৰ্শ সম্বলিত জীৱনভঙ্গীৰ পৰিবেষ্টনীতে এই ধাৰাটোৱে প্ৰসাৰ লাভ কৰিছে। এই সময়ছোৱাৰ উল্লেখযোগ্য কেইগৰাকীমান ঔপন্যাসিকৰ সমাজ বিশ্লেষণ আধাৰিত বিশেষ একোটি ৰাজনৈতিক মতাদৰ্শৰ বহুল প্ৰকাশে তেওঁলোকৰ উপন্যাসমূহক ৰাজনৈতিক ধাৰাৰ অন্তৰ্ভুক্ত কৰিছে। সাম্যবাদী চিন্তাৰ স্পষ্ট ইঙ্গিত আছে বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ ''ৰাজপথে ৰিঙিয়ায়' উপন্যাসত। গান্ধীবাদী আদৰ্শ প্ৰকাশ পাইছে তেওঁৰ 'ইয়াৰুইংগম' উপন্যাসত আৰু মাৰ্ক্সীয় দৃষ্টিভঙ্গী উজলি উঠিছে 'প্ৰতিপদ' উপন্যাসত।




উঁয়ে খোৱা হাওদা', 'দেৱীপীঠৰ তেজ' আদি উপন্যাসত ইয়াৰ স্পষ্ট ৰূপায়ণ ঘটিছে। তদুপৰি সন্ত্ৰাস জৰ্জৰিত জীৱনৰ বিভীষিকাময় চিত্ৰণো তেওঁৰ উপন্যাসৰ আন এক বিষয় হৈ পৰিছে। পদ্ম বৰকটকীৰ 'মনৰ দাপোণ', 'খবৰ বিচাৰি', 'বিচাৰৰ বাবে' আদি উপন্যাসত আধুনিক জীৱনসম্ভূত মনঃস্তাত্বিক সমস্যা আৰু বাসনাসম্বলিত জৈৱিক সমস্যাৰ বাস্তৱ প্ৰকাশ ঘটিছে। কুমাৰ কিশোৰৰ উপন্যাসত হৃদয়াৱেগ তথা মনঃস্তাত্বিক জটিলতাৰ সফল ৰূপায়ণ ঘটিছে। তেওঁৰ 'এমুঠি তৰাৰ জিলিমিলি', 'বন্যা টৌত বদ্বীপ', 'কিংকিনীৰ কলঙ্ক' আদি উপন্যাস এনে ভাৱনাৰেই প্ৰকাশ।

ব্যাপক অৰ্থত সামাজিক ধাৰাটোৰ অন্তৰ্গত হ'লেও ঔপন্যাসিকসকলে আঞ্চলিক, ৰাজনৈতিক আদি সমস্যাসমূহক সুকীয়াকৈ দৃষ্টি দিয়া হেতু একোটি বিশেষ ধাৰায়ো এই সময়ছোৱাত প্ৰসাৰ লাভ কৰিছে। আৰ্থ-সামাজিক জীৱনধাৰাৰ অন্তৰ্নিহিত স্বৰূপ উদঘাটন কৰিবলৈ গৈ কেইগৰাকীমান বিশেষ ঔপন্যাসিকে অঞ্চলবিশেষৰ পাৰিবেশিক বাস্তৱতা ফুটাই তোলাত স্বাভাৱিকতে সক্ষম হৈছে। একোটি বিশেষ অঞ্চলৰ জনজীৱন ধাৰাৰ আচাৰ, ৰীতি, মাত, কথাৰ পটভূমিত বিভিন্ন সমস্যাক তুলি ধৰাৰ প্ৰচেষ্টাৰ বাবেই অসমীয়া উপন্যাসৰ আঞ্চলিক ধাৰাটোকো সুকীয়াকৈ পৰ্যবেক্ষণ কৰাৰ থল ওলাই পৰিছে। নিৰুপমা বৰগোহাঞিৰ 'সেই নদী নিৰৱধি', 'ইপাৰৰ ঘৰ সিপাৰৰ ঘৰ', নৱকান্ত বৰুৱাৰ 'কপিলী পৰীয়া সাধু', পশুপতি ভৰদ্বাজৰ 'দিমছাওৰ দুটি পাব', উমা বৰুৱাৰ 'চিয়েন নদীৰ টৌ', লীলা গগৈৰ 'নৈ বৈ যায়' আৰু শেহতীয়াকৈ স্বৰ্ণ বৰাৰ 'ডিয়ুং নদীৰ গীত' আদি উপন্যাসে নদীকেন্দ্ৰিক জীৱন বাস্তৱতাক ফুটাই তোলাৰ উপৰি নদীকেন্দ্ৰিক অসমীয়া উপন্যাসৰ ভেঁটিটোও সবল কৰি তুলিছে। নিৰুপমা বৰগোহাঞিৰ 'সেই নদী নিৰৱধি' আৰু 'ইপাৰৰ ঘৰ সিপাৰৰ ঘৰ' উপন্যাসত উত্তৰ কামৰূপৰ পাগলাদিয়া নদীয়ে জনজীৱনলৈ কঢ়িয়াই অনা দুৰ্দশা আৰু ক্ৰূৰতাৰ ছবি বৰ স্পষ্ট ৰূপত উদ্ভাসি উঠিছে। নৱকান্ত বৰুৱাৰ 'কপিলীপৰীয়া সাধু'ত নগাঁও অঞ্চলৰ জীৱন ধাৰাৰ নিখুঁত ছবি প্ৰভাসি উঠিছে। তদুপৰি পশুপতি ভৰদ্বাজৰ 'দিমচাওৰ দুটি পাৰ'ত সীমান্তৰ সমস্যা আৰু স্বৰ্ণ বৰাৰ 'ডিয়ুং নদীৰ গীত' উপন্যাসত উত্তৰ কাছাৰ জিলাৰ জনজীৱন প্ৰবাহৰ ছয়া ময়া প্ৰকাশ ঘটিছে। অসমীয়া উপন্যাসৰ আঞ্চলিক ধাৰাটো বাস্তৱ ৰূপত সঞ্জীৱিত কৰাত মামণি ৰয়ছম গোস্বামীৰ 'দঁতাল হাতীৰ উঁয়ে খোৱা হাওদা' বাৰুকৈয়ে উল্লেখনীয়। উপন্যাসখনত জগলীয়া পাৰৰ সমস্যা, সংঘাত আৰু ক্ষয়িষ্ণু জীৱনবোধ অধিক প্ৰকট যদিও স্থানীয় জীৱন সংযোজিত মাত-কথাৰ নিৰ্মোহ প্ৰকাশো উপন্যাসখনৰ আঞ্চলিকতাৰ অন্যতম কাৰণ। আঞ্চলিকতাৰ নিগূঢ় বাস্তৱতাৰ চিত্ৰ প্ৰকাশি উঠিছে শীলভদ্ৰৰ উপন্যাসত। মধুপুৰৰ প্ৰতীকেৰে নিজস্ব শৈশৱ-কৈশোৰ অতিক্ৰম কৰা সমাজখনৰ ঐতিহ্য আৰু ক্ৰমবিৱৰ্তন বৰ বাস্তৱতাৰে ধৰি ৰাখিবলৈ যত্ন কৰিছে শীলভদ্ৰই তেওঁৰ উপন্যাসত। তেওঁৰ 'মধুপুৰ', 'তৰঙ্গিনী', 'অনুসন্ধান' আদি সেই সমাজ ক্ৰমবিৱৰ্তনৰে দলিল।

বিংশ শতিকাৰ অসমীয়া উপন্যাসত ৰাজনৈতিক ধাৰাৰ চিহ্নও সুস্পষ্ট। মূলতঃ ঔপন্যাসিকসকলৰ সাম্যবাদী আৰু মাৰ্ক্সীয় চিন্তা-আদৰ্শ সম্বলিত জীৱনভঙ্গীৰ পৰিবেষ্টনীতে এই ধাৰাটোৱে প্ৰসাৰ লাভ কৰিছে। এই সময়ছোৱাৰ উল্লেখযোগ্য কেইগৰাকীমান ঔপন্যাসিকৰ সমাজ বিশ্লেষণ আধাৰিত বিশেষ একোটি ৰাজনৈতিক মতাদৰ্শৰ বহুল প্ৰকাশে তেওঁলোকৰ উপন্যাসমূহক ৰাজনৈতিক ধাৰাৰ অন্তৰ্ভুক্ত কৰিছে। সাম্যবাদী চিন্তাৰ স্পষ্ট ইঙ্গিত আছে বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'ৰাজপথে ৰিঙিয়ায়' উপন্যাসত। গান্ধীবাদী আদৰ্শ প্ৰকাশ পাইছে তেওঁৰ 'ইয়াৰুইংগম' উপন্যাসত আৰু মাৰ্ক্সীয় দৃষ্টিভঙ্গী উজলি উঠিছে 'প্ৰতিপদ' উপন্যাসত। মাৰ্ক্সীয় সমাজ-গঠন বুনিয়াদৰ প্ৰৱৰ্তন হৈ পৰিছে হোমেন বৰগোহাঞিৰ 'হালধীয়া চৰায়ে বাওধান খায়' উপন্যাসৰ নায়ক ৰসেশ্বৰ। একে দৃষ্টিভঙ্গীৰে শোষণ-নিষ্পেষণৰ ধ্বজাবাহক হৈ পৰিছে পদ্ম বৰকটকীৰ 'কোনো খেদ নাই', 'ৰঙা ৰঙা ৰং' আদি উপন্যাসৰ চৰিত্ৰসমূহ একে দৃষ্টিভঙ্গীৰ পৰিমণ্ডলতে উত্থিত হৈছে ধ্ৰুৱজ্যোতি বৰাৰ 'লোহা' উপন্যাস। অৱশ্যে এই ধাৰাটোৰ বিস্তৃত প্ৰকাশ বৰ্তমানেও সীমিত।

বিংশ শতিকাৰ অসমীয়া উপন্যাসত বহিঃ-সামাজিক সমস্যাসমূহে সৃষ্টি কৰা আভ্যন্তৰীণ মানসিক সমস্যাসমূহৰ চিত্ৰণো বাৰুকৈয়ে প্ৰকট। বিশেষকৈ যান্ত্ৰিক জীৱন সভ্যতাৰ ক্ৰমাগত উত্তৰণে মানুহৰ অন্তৰ্জগতত সৃষ্টি কৰা বিভিন্ন সমস্যাসমূহৰ প্ৰকাশত ঔপন্যাসিকসকলে গুৰুত্বপূৰ্ণ ৰূপত দৃষ্টি দিবলৈ যত্ন কৰিছে। এনে পৰিপ্ৰেক্ষিততে এই সময়ছোৱাত মনঃস্তাত্বিক উপন্যাসৰ পৰিধিও ব্যাপ্তিত হৈছে। স্বাধীনতাৰ পৰৱৰ্তী স্তৰত দোদুল্যমান মানসিকতাৰ সন্ধান কৰিছে প্ৰফুল্ল দত্ত গোস্বামীয়ে তেওঁৰ 'কেঁচা পাতৰ কঁপনি' আৰু 'শেষ ক'ত?' উপন্যাসৰ জৰিয়তে। 'কেঁচা পাতৰ কঁপনি'ৰ নায়ক উৎপলৰ সিদ্ধান্তবিহীন মানসিকতা বহিঃসমস্যাই সৃষ্টি কৰা অন্তমনস্তত্বৰে প্ৰকাশ। হোমেন বৰগোহাঞিৰ 'অস্তৰাগ' উপন্যাস মনস্তত্ব প্ৰকাশৰ সাৰ্থক উদাহৰণ। নিষ্ঠুৰ বাস্তৱে গ্ৰাস কৰা বাৰ্ধক্যৰ মৰ্মভেদী ব্যাথাৰ আত্মিক অনুৰণনেৰে উপন্যাসখন মুখৰ। পৌৰুষহীন আৰু মাতৃত্ব আকাংক্ষাৰ স্বাভাৱিক বৈপৰীত্যৰে দোদুল্যমান হৃদয়ৰ নিবিড় প্ৰকাশ ঘটিছে আব্দুল মালিকৰ 'সোণালী সূতাৰে বন্ধা' উপন্যাসত। মালিকৰ 'অগ্নিগৰ্ভা' ৰুগ্ন মনস্তত্বৰ আন এক স্বাভাৱিক উদাহৰণ। এই সময়ছোৱাতে বিভিন্ন পাশ্চাত্য দৰ্শন আৰু বিশেষকৈ ফ্ৰয়েডীয় দৰ্শনৰ ব্যৱহাৰিকতাত অসমীয়া উপন্যাসত মনস্তত্ব নিৰ্ভৰশীল বহু কথাই পৰিব্যাপ্ত হৈছে। এই ক্ষেত্ৰত নতুন ঔপন্যাসিকসকল অধিক সজাগ আৰু জাগ্ৰত। আধুনিক জীৱনৰ জটিল চাকনৈয়াই মানুহৰ মনোজগতত সৃষ্টি কৰা বিভিন্ন প্ৰক্ৰিয়া আৰু তাৰ ব্যহ্যিক ক্ৰিয়াশীলতা ফ্ৰয়েডীয় অৱধাৰণাৰেই স্বৰূপ। এনে ধাৰণাৰ ভিত্তিতেই অসমীয়া উপন্যাসৰ মনস্তাত্বিক ধাৰাটোৰো বিস্তৰ প্ৰকাশ গটিছে। কুমাৰ কিশোৰৰ 'কিঙ্কিনীৰ কলঙ্ক'ৰ নায়িকা মৌচুমীৰ আত্মপীড়নৰ প্ৰক্ৰিয়া এই ধাৰাটোৰে প্ৰতিনিধি। মামণি বয়ছম গোস্বামীৰ 'নীলকণ্ঠী ব্ৰজ'ৰ নায়িকা সৌদামিনী বহু পৰিমাণে এনে ধাৰণাৰ বাহক। পদ্ম বৰকটকীৰ 'নজলা ধূপৰ ইতিকথা', পশুপতি ভৰদ্বাজৰ 'উৰন্ত মেঘৰ ছাঁ, নিৰোদ চৌধুৰীৰ 'বনহংস', 'নাম ৰাখিলো বাসৰী', অৰূপা পটঙ্গীয়া কলিতাৰ 'মৃগনাভি', ৰীতা চৌধুৰীৰ 'পপীয়া তৰাৰ সাধু', নবীন বৰুৱাৰ 'ফনিক্স পখীৰ গান', আৰধনা গোস্বামীৰ 'কল্লোলিনী', অনুৰাধা শৰ্মা পূজাৰীৰ 'কাঞ্চন' আদি উপন্যাস বহু পৰিমাণে

এই ধাৰাটোৰ অন্তৰ্ভুক্ত কৰি লোৱাৰ থল আছে।

বিংশ শতিকাৰ এটা উল্লেখযোগ্য ধাৰা হ'ল জীৱনীমূলক উপন্যাস। এই শতিকাৰ সপ্তম দশকত এই শ্ৰেণীৰ উপন্যাসে বিস্তাৰ লাভ কৰিছে। পাশ্চাত্য চিন্তা-চৰ্চাৰ প্ৰসাৰণতেই অসমীয়া উপন্যাস সাহিত্যতো ব্যক্তি জীৱন আধাৰিত ঔপন্যাসিক চেতনাই প্ৰসাৰ লাভ কৰিছে। যাঠিৰ দশকত আব্দুল মালিকে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ জীৱনৰ আধাৰত 'ৰূপতীৰ্থৰ যাত্ৰী' উপন্যাসেৰে এইশ্ৰেণীৰ উপন্যাসৰ পাতনি মেলিলে যদিও মেদিনী মোহন চৌধুৰীয়ে সপ্তম দশকত মাধৱদেৱৰ জীৱনৰ আধাৰত 'বণ্ডুকা বেহাৰ' উপন্যাস ৰচনা কৰি এই ধাৰাটোক স্পষ্টৰূপ কৰি তুলিলে। তেওঁৰ বিষ্ণু ৰাভাৰ জীৱন আধাৰিত 'ফেৰেংগাদাও' উপন্যাস আন এক উল্লেখনীয় অৱদান। আব্দুল মালিকে মহাপুৰুষ শংকৰদেৱৰ জীৱনৰ আধাৰত প্ৰকাশ কৰিছে 'ধন্য নৰ তনু ভাল' উপন্যাস। লক্ষ্মীনন্দন বৰাই 'সেই গুননিধি' আৰু 'যাকেৰি নাহিক উপাম' উপন্যাস দুখনৰ জৰিয়তে দাঙি ধৰিলে যথাক্ৰমে মাধৱদেৱ আৰু শংকৰদেৱৰ অনন্য জীৱন-কলা। কুমুদ গোস্বামীয়ে অম্বিকাগিৰীৰ জীৱনচৰ্যাক ৰূপায়িত কৰিলে 'উল্কাৰ পোহৰ' উপন্যাসৰ মাজেৰে। নিৰুপমা বৰগোহাঞিয়ে মহিয়সী নাৰী চন্দ্ৰপ্ৰভা শইকীয়ানীৰ বাস্তৱ জীৱন গাথাক তুলি ধৰিলে 'অভিযাত্ৰী' উপন্যাসৰ জৰিয়তে। এই ধাৰাৰ প্ৰতিনিধিত্ব কৰা আন কেইখনমান উপন্যাস হ'ল বীৰেন বৰকটকীৰ 'মৃত্যু গচকি অনা জয় জিনি', চিদানন্দ শইকীয়াৰ 'জুয়ে পোৰা সোণ', প্ৰদীপ শইকীয়াৰ 'ওমৰ খায়াম' আৰু তিলোত্তমা মিশ্ৰৰ 'স্বৰ্ণলতা'। উল্লেখনীয় যে অসমীয়া উপন্যাসৰ এই নব্য ধাৰাটিয়ে সমাজ পৰিপ্ৰেক্ষাত ব্যক্তি জীৱন বিন্যাস অলংকৃত কৰাত বাৰুকৈয়ে সফলতা লাভ কৰিছে।

বিংশ শতিকাৰ এই বিচিত্ৰ ধাৰাটোত আৰু কেইটিমান ঔপন্যাসিক দিশৰ বিশেষ প্ৰকাশো উল্লেখনীয়। এই ক্ষেত্ৰত আমাৰ বৰ্ণাঢ্য জনগোষ্ঠীসমূহ আৰু চাহ বাগিচাৰ বহুবৰ্ত্তী জীৱনৰ দিশ দুটি দ্বিধাহীনভাৱে উল্লেখ কৰিবলগীয়া। এই দুটি দিশৰ বৈচিত্ৰ্যময় প্ৰকাশে অসমীয়া উপন্যাসক এহাতে দিছে বৰ্ণময় পটভূমি আৰু আনহাতে প্ৰসাৰিত কৰিছে বৃহত্তৰ অসমৰ সামগ্ৰিকতা সন্ধানৰ দৃষ্টি। জনজাতীয় জীৱনধাৰাৰ প্ৰতি স্বাধীনতাৰ পৰৱৰ্তী স্তৰতেই ঔপন্যাসিকসকলে দৃষ্টি দিয়াৰ যত্ন কৰিছে, তথাপি সময় অতিক্ৰমণৰ লগে লগে জনগোষ্ঠীয় জীৱন চিন্তাৰ বিচিত্ৰতাক ফুটাই তুলিবলৈ ঔপন্যাসিকসকল অধিক সচেষ্ট হৈ পৰিছে। এই ক্ষেত্ৰত বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'ইয়াৰুইংগম' উপন্যাসৰ নাম সবাতোকৈ উল্লেখযোগ্য। ভাৰতবৰ্ষৰ অবিচ্ছেদ্য অংগ হ'ব নিবিচৰা নগা জীৱনৰ আশা-আকাংক্ষা আৰু দ্বন্দ্বময় সংঘাতক এইখন উপন্যাসত বৰ কলানিপুণভাৱে প্ৰকাশ কৰা হৈছে। তদুপৰি কৈলাস শৰ্মাৰ 'বিদ্ৰোহী নগাৰ হাতত', ডালিমীৰ সপোন'; 'অনামী নাগিনী'ৰ নামো এই দিশত উল্লেখযোগ্য। উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন জনগোষ্ঠীৰ ভিতৰত খাচী জনজীৱন সম্পৰ্কে দৃষ্টিপাত কৰিছে অমূল্য বৰুৱাই তেওঁৰ 'উখুনজংঘা' উপন্যাসত। অৰুণাচলৰ বিচিত্ৰ জীৱনধাৰাক ফুটাই তুলিছে লুম্বেৰ দায়ে তেওঁৰ 'পাহাৰৰ শিলে শিলে', 'পৃথিৱীৰ হাঁহি', 'কইনাৰ মূল্য', 'মন আৰু মন' আদি উপন্যাসত। অৰুণাচলৰ বিচিত্ৰ জনজাতিসমূহৰ আচাৰ-ৰীতি, সামাজিক ব্যৱস্থা আৰু পাহাৰ- ভৈয়াম সম্প্ৰীতিৰ বিভিন্ন দিশ উন্মোচিত হৈছে এই উপন্যাসসমূহত। এনে ভাৱনাৰ অধিক প্ৰকট সম্ভৱ হৈছে এই বছৰৰ সাহিত্য অকাডেমী বঁটা বিজয়ী ঔপন্যাসিক য়েছে দৰজে ঠংছিৰ 'চনম', 'লিংঝিক', 'শৰ কটা মানুহ', 'মৌন মুখ মুখৰ হৃদয়' আদি উপন্যাসৰ জৰিয়তে। কাৰ্বি জীৱনৰ বাস্তৱ চিত্ৰায়ণ সম্ভৱ হৈছে ৰং বং তেৰাঙৰ 'ৰংমিলিৰ হাঁহি', জয়ন্ত ৰংপিৰ 'পুৱাতেই এজাক ধনেশ', যাদৱ ফুকনৰ 'মেক্সি' আদি উপন্যাসত। এইবোৰ উপন্যাসত কাৰ্বি সমাজ, ৰীতি-নীতি আৰু উৎসৱ-পাৰ্বণৰ বিচিত্ৰ প্ৰকাশৰ উপৰি বৰ্তমান জনজাতীয় অস্তিত্বৰ অন্তৰ্দ্বন্দ্ব আৰু সংঘাত চিত্ৰিত হৈছে। বড়ো জনজাতিৰ বিভিন্ন সমস্যা প্ৰতিফলিত হৈছে মেদিনী চৌধুৰীৰ 'ফেৰাংগাদাও' আৰু উমাকান্ত শৰ্মাৰ 'ভাৰাও পখীৰ জাক' উপন্যাসত। মিচিং জীৱনৰ সামাজিক-সাংস্কৃতিক স্বৰূপ প্ৰকাশ পাইছে গণেশ পেগুৰ 'পংপুৰ', ভবেন পেগুৰ 'ঐ যাওঁ' আৰু যতীন মিপুনৰ 'মিকচিজিলি' উপন্যাসত। আনহাতে বৰ্তমান সময়ত বিভিন্নজন নতুন লেখকে অসম আৰু উত্তৰ-পূৰ্বাঞ্চলৰ সৰ্বসাধাৰণৰ চকুত নপৰা জনগোষ্ঠীসমূহৰ ওপৰত দৃষ্টি দি উপন্যাস ৰচনাত ব্ৰতী হোৱাটো পৰিলক্ষিত হৈছে।

অসমৰ আৰ্থ-সামাজিক জীৱনধাৰাত প্ৰভূত প্ৰভাৱ পেলোৱা চাহ জনগোষ্ঠীৰ বৰ্ণাঢ্য জীৱনধাৰাৰ পটভূমিত এক বুজনসংখ্যক অসমীয়া উপন্যাস ৰচিত হৈছে। বৃহত্তৰ অসমীয়া সংস্কৃতিৰ পৰিবেষ্টনীত চাহ বাগিচাৰ জনগোষ্ঠীটো সৰ্বতোপ্ৰকাৰে সাঙোৰ খাই অসমৰ সাংস্কৃতিক জীৱনধাৰাক বহুবৰ্ত্তী ৰূপ দিছে আৰু চাহ বাগিচাৰ অসমীয়া হিচাপে নিজৰ পৰিচয় জ্ঞাপন কৰিছে। ভাৰতবৰ্ষৰ বিভিন্ন প্ৰদেশৰ পৰা ব্ৰিটিছ আমদানিকৃত এই জনগোষ্ঠীটোৱে অসমীয়া জনজীৱনৰ সৈতে মিলি যোৱাৰ যি সমাহৰণ প্ৰক্ৰিয়া তাতেই সৃষ্টি

বিংশ শতিকাৰ অসমীয়া উপন্যাসত বহিঃ-সামাজিক সমস্যাসমূহে সৃষ্টি কৰা আভ্যন্তৰীণ মানসিক সমস্যাসমূহৰ চিত্ৰণো বাৰুকৈয়ে ঘটিছে। বিশেষকৈ যান্ত্ৰিক জীৱন সভ্যতাৰ ক্ৰমাগত উত্তৰণে মানুহৰ অন্তৰ্জগতত সৃষ্টি কৰা বিভিন্ন সমস্যাসমূহক প্ৰকাশত ঔপন্যাসিকসকলে গুৰুত্বপূৰ্ণ ৰূপত দৃষ্টি দিবলৈ যত্ন কৰিছে। এনে পৰিপ্ৰেক্ষিতত এই সময়ছোৱাত মনস্তাত্বিক উপন্যাসৰ পৰিধিও প্ৰসাৰিত হৈছে।



হৈছে চাহ বাগিচা আৰু অসমীয়া সমাজৰ সেতুবন্ধন। ফলস্বৰূপে চাহ জনগোষ্ঠীটো বৰ্তমানেও অসমীয়া সমাজৰ অবিচ্ছেদ্য অংগ হিচাপে বৰ্তি আছে। অসমীয়া ঔপন্যাসিকসকলৰ কেইবাগৰাকীও লব্ধপ্ৰতিষ্ঠ ঔপন্যাসিকে চাহ জনগোষ্ঠীৰ জীৱনধাৰাৰ পটভূমিত কেইবাখনো অসমীয়া উপন্যাস ৰচনা কৰিছে। যাঠিৰ দশকত সম্পূৰ্ণ চাহ বাগিচাৰ পটভূমিত ৰাম্না বৰুৱাই (বিৰিঞ্চি কুমাৰ বৰুৱা) 'সেউজী পাতৰ কাহিনী' ৰচনা কৰি এই জনগোষ্ঠীৰ বৰ্ণময় প্ৰচ্ছদ পোনপ্ৰথমে উন্মুক্ত কৰিছে। সাধাৰণ সমাজৰ ভিন্নতাত প্ৰতিষ্ঠিত হোৱা এই চাহ বাগিচাৰ সমাজখনত তিনি খলপীয়া জীৱন ধাৰাৰ স্বৰূপ প্ৰতিভাত হৈছে। চাহাব, বাবু-মহৰী আৰু বনুৱা এই ত্ৰৈভুজিক জীৱন চৰ্যাৰ ৰূপায়ণতেই চাহবাগিচাকেন্দ্ৰিক অসমীয়া উপন্যাসৰ পটভূমিও গঢ় লৈ উঠিছে। ৰাম্না বৰুৱাৰ 'সেউজী পাতৰ কাহিনী'ত চাহাব বাগিচাৰ জীৱন ব্যাপকতাৰ বৈচিত্ৰ্য বাৰুকৈয়ে উদ্ভাসিত হৈছে। চাহ বনুৱাৰ জীৱৰ আশা-আকাংক্ষা, সুখ-দুখ, প্ৰাপ্তি-অপ্ৰাপ্তি, প্ৰেম-ঘৃণা আৰু শোষণ-নিষ্পেষণৰ চিত্ৰৰে ভৰপূৰ 'সেউজী পাতৰ কাহিনী'ত বাগিচাৰ লোক সাংস্কৃতিক দিশটো বিস্তৃত ৰূপত প্ৰতিভাত হৈছে। তেনেদৰে যোগেশ দাসৰ 'ডাৱৰ আৰু নাই' উপন্যাসত চিত্ৰিত হৈছে চাহ বনুৱাৰ জীৱনৰ দুৰ্দশাগ্ৰস্ত জীৱনৰ ছবি। উমা শৰ্মাৰ 'এজাক মানুহ এখন অৰণ্য' উপন্যাসত উজলি উঠিছে চাহজনগোষ্ঠীৰ প্ৰব্ৰজন প্ৰক্ৰিয়া, দুৰ্দশাগ্ৰস্ত শ্ৰমিক জীৱন, বৃটিছৰাজৰ লুণ্ঠন, শোষণ, নিষ্পেষণ আৰু সকলোৰে উৰ্দ্ধত সংস্থাপিত হৈছে সমাহৰণ প্ৰক্ৰিয়াত মানৱীয় উত্তৰণৰ ইতিহাস। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'কালৰ হুমুনিয়াহ' উপন্যাসত বাগিচাৰ শোষণ-নিষ্পেষণৰ মাজতেই শ্ৰমিকৰ প্ৰতিবাদী কণ্ঠই ভিৰ কৰিছে। আব্দুল মালিকৰ 'প্ৰাচীৰ আৰু প্ৰান্তৰ' উপন্যাসত জিলিকি উঠিছে চাহ বাগিচাৰ মেনেজাৰ আৰু অভিজাত শ্ৰেণীৰ বনুৱাৰ ওপৰত চলা শোষণ আৰু স্বাভাৱিক কাৰুণ্যৰ ছবি। মালিকৰ আনখন উপন্যাস 'ৰজনীগন্ধাৰ চকুলো'ত ক্ষীণভাৱে প্ৰতিভাত হৈছে বাগিচাৰ পাৰিবেশিক জীৱনৰ ছবি। কুমাৰ কিশোৰৰ 'ৰঙা তেজ ক'লা বং' উপন্যাসত তুলি ধৰা হৈছে চাহ বাগিচাৰ বিষয়া আৰু বনুৱাৰ মাজত উমি উমি জ্বলি থকা চিৰন্তন দ্বন্দ্ব। তেনেদৰে শীলভদ্ৰৰ 'তৰঙ্গিনী' আৰু স্বৰ্ণ বৰাৰ 'মেঘনা যমুনা টেমছ' আদি উপন্যাসতো চাহ বাগিচাৰ জীৱন বৈচিত্ৰ্য প্ৰাসঙ্গিক ৰূপত পৰিব্যাপ্ত হৈছে।

বিংশ শতিকাত পাশ্চাত্যৰ নতুন ভাৱনা আৰু আদৰ্শ সমৃদ্ধ চিন্তা-চৰ্চাই কিছুসংখ্যক 'অসমীয়া' ঔপন্যাসিকক প্ৰভাৱান্বিত কৰিবলৈ সক্ষম হৈছে। পৰিণতিত পাশ্চাত্যৰ অস্তিত্ববাদী আৰু উত্তৰ আধুনিকতাৰ ধাৰাগায়ো আমাৰ ঔপন্যাসিকক স্পৰ্শ কৰিছে। আব্দুল মালিকৰ 'একা বেঁকা বৃত্ত'ৰ আজাদ আৰু পোলেন বৰকটকীৰ 'এজন দধিচীৰ সন্ধানত' উপন্যাসৰ দিলীপ চৰিত্ৰক অস্তিত্ববাদী চিন্তাৰ বাহক হিচাপে নিৰীক্ষণ কৰিব পৰা যায়। দেৱব্ৰত দাস, ফণীন্দ্ৰ কুমাৰ দেৱচৌধুৰীৰ উপন্যাসত প্ৰাসঙ্গিক ৰূপত উত্তৰ আধুনিকতাৰ লক্ষণ প্ৰত্যক্ষ কৰা যায়। দাসৰ 'ফুল চৰাইৰ ঠিকনা' আৰু দেৱচৌধুৰীৰ 'অনুৰাধাৰ দেশ', 'সত্যানুসন্ধান' আদি উপন্যাসত উক্ত চিন্তাৰ ছিটিকনি পৰিছে। অৱশ্যে পাশ্চাত্যৰ দৰে আমাৰ সমাজ ব্যৱস্থাৰ বৰ্তমানেও বৈজ্ঞানিক উত্তৰণ ঘটা নাই। স্থৱিৰ সমাজ আৰু পৰম্পৰাগত জীৱন পদ্ধতিৰ ভাৱনাই আমাক এতিয়াও মোহাচ্ছন্ন কৰি ৰাখিছে। তেনেস্থলত উত্তৰ আধুনিকতাৰ দৰে ধাৰণাই আমাক কিমানদূৰ সচকিত কৰি ৰাখিৱ পাৰিব সেয়াও বিচাৰ্য বিষয়। আনহাতে আধুনিকতাৰ গতিও আমাৰ জীৱনধাৰাত কেনেধৰণে ক্ৰিয়াশীল সেয়াও এক গুৰুত্বপূৰ্ণ প্ৰশ্ন হৈয়ে আছে। তেনেস্থলত সীমিত পৰিবেশত ওপৰোল্লিখিত দুই- এগৰাকী ঔপন্যাসিকৰ কষ্টসাধ্য অনুশীলন বাৰুকৈয়ে আদৰণীয়।

বিংশ শতিকাৰ শেষৰ দুটি দশকত অসমীয়া উপন্যাসৰ গতি-প্ৰকৃতি চকুত লগা ধৰণে সলনি হৈছে স্বাধীনতাৰ পৰৱৰ্তী সময়ছোৱাৰ সামাজিক-ৰাজনৈতিক সমস্যাতকৈও এই সময়ছোৱাৰ সমস্যা অধিক তীব্ৰতৰ হৈ পৰিছে। অস্তিত্ব আৰু অধিকাৰ সাব্যস্তৰ বাবে জনজীৱন বিভিন্ন ৰূপত আন্দোলনমুখী হৈছে। ৰাজনৈতিক আৰু সামাজিক গাঁথনিৰ সঘন পৰিৱৰ্তন ঘটিছে। অৰ্থনৈতিক সমস্যাই কৰাল ৰূপ ধাৰণ কৰিছে। প্ৰতিযোগিতাৰ অহৰহ মানসিকতাই ব্যক্তি সংঘাত সৃষ্টিৰ উপৰি ব্যক্তি স্বাতন্ত্ৰ্যক বাৰুকৈয়ে সজাগ কৰিছে। সাংস্কৃতিক ৰুচিবোধৰ দ্ৰুত পৰিবৰ্তন ঘটিছে। বিজ্ঞান- প্ৰযুক্তিবিদ্যাৰ পৰীক্ষা-নিৰীক্ষাই মানুহৰ মন যুক্তিবাদী কৰি তুলিছে। সমাজ-সৃষ্ট নিত্য নতুন সমস্যাসমূহে মানুহক বিভ্ৰান্ত কৰিছে আৰু জটিলতাত উপনীত কৰাইছে। গোষ্ঠীগত চেতনা আৰু সাম্প্ৰদায়িক ভাৱনাৰ উদাত্ত ৰূপেও বিচ্ছিন্ন মানসিকতা সৃষ্টিত অৰিহণা যোগাইছে। সৰ্বোতপৰি গোলকীয় প্ৰভাৱে মানুহৰ মন যিমানে উন্মুক্ত কৰিছে তেনেধৰণে বহুক্ষেত্ৰত সিদ্ধান্তবিহীনো কৰি তুলিছে। জীৱনৰ এই অমোঘ জটিলতাত নৱ-প্ৰজন্ম অস্তিত্বৰ সন্ধানমুখী হ'বলৈ বাধ্য হৈছে। ৰাষ্ট্ৰযন্ত্ৰৰ অমনোযোগী আৰু দায়িত্বহীন কাৰ্যপন্থাই উচ্ছৃংখল আৰু সন্ত্ৰসিত মানসিকতাৰ সৃষ্টি কৰিছে। ফলস্বৰূপে ৰাষ্ট্ৰসন্ত্ৰাস আৰু ব্যক্তিসন্ত্ৰাসে এই সময়ছোৱাক এক ভয়াৱহ ভৱিষ্যতলৈ ঠেলি দিছে। এনেবোৰ সমস্যাক কেন্দ্ৰ কৰিয়েই বুজনসংখ্যক নতুন লেখকেও এইছোৱা সময়ত ভিন্ন ৰূপত উপন্যাস ৰচনাত ব্ৰতী হৈছে। অৰুণ শৰ্মা, ফুল বৰা, পূৰবী বৰমুদৈ, অজিত তালুকদাৰ, অশ্বিনী বেজবৰুৱা আদিৰ উপন্যাসত উক্ত সমস্যাৰ ছেগা-চোৰোকা আঁচোৰ পৰিছে অৱশ্যে উক্ত সমস্যাকেন্দ্ৰিক ভাৱনাৰে নতুনসকলে যদিও কোনো এক বিশেষ ধাৰা চিহ্নিত কৰিব পৰাকৈ উপন্যাস সৃষ্টিত মনোনিবেশ কৰা নাই তথাপি এইসকল ঔপন্যাসিকে যে বাস্তৱ সমস্যাসমূহৰ অনুধাৱনেৰে অসমীয়া উপন্যাস সাহিত্যক ক্ৰমান্বয়ে গতিশীল কৰি ৰাখিবলৈ সক্ষম হৈছে, সেই বিষয়ে আমি নিসন্দেহ।

# তুলনাত্মক সাহিত্য আৰু অসম প্ৰসংগ

ড° দিলীপ বৰা

তুলনাত্মক সাহিত্য (comparative literature) শব্দ দুটিয়ে তাৰ পৰিভাষিক অৰ্থেৰে এটা নতুন বিদ্যায়তনিক অনুশাসন বা বিভাগক প্ৰতিনিধিত্ব কৰিছে যদিও ইয়াৰ ব্যৱহাৰ অতি পুৰণি আৰু ইয়াৰ ধাৰণাও তাহানি দিনৰ পৰা গঢ় লোৱা তুলনামূলক অধ্যয়নৰ ভেটিৰ ওপৰতে প্ৰতিষ্ঠিত। এক বিদ্যায়তনিক অনুশাসন হিচাপে প্ৰতিষ্ঠা হ'বৰ বাবে চলোৱা দীৰ্ঘকালীন সময়ছোৱাৰ আলাপ-আলোচনাত ভালেমান যুক্তি বা বিতৰ্কৰ মাজেৰে 'comparative literature' পদটিক এক নতুন ধাৰণা বুলি পতিয়ণ যাব পৰাকৈ প্ৰচেষ্টা চলোৱা হৈছে যদিও এই কথা ঠিক যে 'তুলনাত্মক সাহিত্য' নিজে কোনো সৃষ্টিশীল সাহিত্য নহয়। অৰ্থাৎ গল্প, কবিতা, উপন্যাস বা নাটকৰ লেখীয়াকৈ তুলনাত্মক সাহিত্য বুলি কোনো সাহিত্য নাই। গতিকে ইয়াৰ বুনিয়াদী কথাটোৱেই হ'ল তুলনা- সাহিত্যৰ তুলনাত্মক অধ্যয়ন। কিন্তু বৰ্তমান এই পদটোৰ মাজেৰে যি ধৰণৰ 'তুলনামূলক অধ্যয়নৰ' ধাৰণা দাঙি ধৰা হৈছে, সি যে তুলনাৰ ক্ষেত্ৰত দৃষ্টিভংগী বা কৌশলৰ ভালেমান পৰিৱৰ্তন সাধন কৰি বিচ্ছিন্ন বা বিক্ষিপ্তভাৱে চলি থকা তুলনামূলক অধ্যয়ণৰ প্ৰক্ৰিয়াবোৰক এক সংহত, শৃংখলাবদ্ধ আৰু তত্ত্বগত সমৃদ্ধি প্ৰদান কৰাৰ প্ৰয়াস কৰিছে তাত কোনো সন্দেহৰ অৱকাশ নাই। সেই ফালৰ পৰা ই নতুনত্বৰ দাবী কৰিব পাৰে, কিন্তু এতিয়াও এই পদ্ধতিৰ সামগ্ৰিক দিশটোক নিয়ন্ত্ৰন কৰিছে তুলনাই। তাৰ লক্ষ্য, উদ্দেশ্যৰ ব্যাপ্তি সাধন হলেও আৰু লক্ষ্য বা উদ্দেশ্যৰ ব্যাপ্তিক কাৰ্যকৰী ৰূপ দিয়াৰ জোখাৰে ন-ন, পদ্ধতি বা দৃষ্টিভংগীৰ উদ্ভৱ হলেও ইয়াৰ প্ৰাথমিক ধাৰণা যে মানৱ মনৰ চিন্তাৰ বিকাশৰ লগতে গঢ় লৈ উঠিছিল তাক আমি অস্বীকাৰ কৰিব নোৱাৰো।

'তুলনাত্মক সাহিত্য' সম্পৰ্কীয় প্ৰবন্ধ পাতি সমূহত বহুতেই গ্ৰীকৰ এৰিষ্টটল, লঞ্জাইছ, দিমেত্ৰিয়ছ আদি আলোচকসকলে শৈলী বা বস্তুতত্ত্বৰ আলোচনাৰ সময়ত প্ৰয়োগ কৰা 'তুলনা' বা তুলনামূলক পদ্ধতিলৈ আঙুলিয়াই দি ইয়াৰ প্ৰাচীনতাক তুলি ধৰাৰ প্ৰয়াস কৰিছে। এফ, ডব্লিউ চেণ্ডলৰে চিনচিনৰি বিশ্ববিদ্যালয়ৰ তুলনাত্মক সাহিত্যৰ বোস্ প্ৰফেছৰ নিযুক্ত হোৱাৰ পিছত দিয়া তেওঁৰ সৰ্বপ্ৰথম সাৰ্বজনীন ভাষাৰ প্ৰাৰম্ভতে (১৯০১) এই কথাই সদৰি কৰিছিল যে 'তুলনাত্মক বিধি ইমানেই প্ৰাচীন যে ই মানৱ মনৰ স্বতঃচিন্তনৰ সমানেই পুৰণি।' কিন্তু তাৎ পৰ্যপূৰ্ণভাৱে তুলনাত্মক সাহিত্য অধ্যয়ন ক্ষেত্ৰৰ বিশিষ্ট তাত্বিক বেলে বেলেক, ৰেমাক আদি লোকসকলে তুলনাত্মক সাহিত্যৰ গুৰুত্বপূৰ্ণ প্ৰবন্ধ বা ভাষণবোৰত চেণ্ডলৰৰ এই উক্তিৰ কোনো উল্লেখ কৰা নাই। কিন্তু তুলনাত্মক সাহিত্যৰ ঐতিহাসিক প্ৰেক্ষাপট বিচাৰৰ প্ৰসংগত এই মন্তব্যৰ এক বিশেষ তাৎপৰ্য আছে বুলি আমি অনুভৱ কৰোঁ আৰু সেই দৃষ্টিভংগীৰ পৰাহে আমি বিষয়টো আলচ কৰিব বিচাৰোঁ।

আমাৰ বোধেৰে মানৱ মনত চিন্তাৰ উদয়ৰ লগে লগেই তুলনাৰ ধাৰনাটোৱেও বিকাশ লাভ কৰিছে। সাহিত্য মানৱ মনৰ চিন্তাৰ এক নান্দনিক প্ৰকাশ। এই প্ৰকাশক চাৰিওফালৰ পৰা সমৃদ্ধ কৰিবলৈ মানুহে তাহানিৰ পৰাই প্ৰয়াস চলাইছে আৰু



তেওঁলোকে প্ৰকাশ কৰিব বিচৰা বক্তব্য বা ধাৰণাক প্ৰশস্ত কৰি তোলাৰ বাবে বিভিন্ন উপাদানৰ আশ্ৰয় লৈছে। এনে উপাদানবোৰৰ ভিতৰত এক অন্যতম স্থান অধিকাৰ কৰি আছে তুলনাই। সেয়েহে তুলনা সাহিত্যৰ জন্মলগ্নৰে লগৰীয়া।

সাহিত্যই যে তাৰ ইংগিত আকাংক্ষাক অধিক প্ৰকাশক্ষম কৰি তোলাৰ বাবে তাহানিৰে পৰা তুলনাৰ আশ্ৰয় লৈ আহিছে তাক আমি সংস্কৃত সাহিত্যৰ কাব্যৰ ঘাই-উপজীব্য 'অলংকাৰ', বিশেষকৈ অৰ্থালংকাৰৰ পৰাই বুজিব পাৰোঁ। আনকি সংস্কৃত আলংকাৰিকে ইয়াৰ মাজেৰে সাহিত্যৰ বিশ্বমুখী চৰিত্ৰকো সাৰ্থকভাৱেই প্ৰত্যক্ষ কৰিছে। সাদৃশ্য অলংকাৰ শিৰোৰত্ন 'উপামা'ৰ বিষয়ে ক'বলৈ গৈ কালিদাসে কুমাৰ সম্ভৱত লিখিছে-

সৰ্বোপমাদ্ৰব্য সমুছয়েন যথা-প্ৰদেশং বিনিৱেশিতেন।
সা নিৰ্মিতা বিশ্বসৃজা প্ৰায়ত্মাদেকস্থ সৌন্দৰ্য দিদৃক্ষয়েত।।

অৰ্থাৎ উপমাক সৃষ্টিকৰাৰ মূলতে বিশ্বস্ৰষ্টাৰ উদ্দেশ্য আছিল একস্থ সৌন্দৰ্য দিদৃক্ষা-সমস্ত সৌন্দৰ্যক একেলগে সমন্বিত অৱস্থাত চোৱাৰ হেঁপাহ। বিশ্বৰ সমস্ত সৌন্দৰ্য একেলগে চোৱাৰ হেঁপাহৰ মাজতেই সাহিত্যই তাৰ জাতীয় বা দেশীয় সীমাৰ উৰ্দ্ধত এক বিশ্বমুখী দৃষ্টিভংগীৰ পৰিচয় দাঙি ধৰিছে। অৰ্থাৎ সাহিত্যৰ আন্তৰ্নিহিত সৌন্দৰ্য এক। তাক আমি ভিন্নৰূপত, ভিন্নভাৱে প্ৰয়োগ বা প্ৰত্যক্ষ কৰোঁ। কালিদাসৰ যুগতে এনে ধাৰণাই বিকাশ লাভ কৰিছে। কিন্তু ইংগিত আকাংক্ষা দুৰ্বাৰ হলেও তাৰ কাৰ্যকাৰিতা নিৰ্ভৰ কৰিব তাৰ বাবে প্ৰয়োজনীয় অন্যান্য উপদানৰ যথেষ্টতাৰ ওপৰত। অসমীয়া সাহিত্যৰ প্ৰাচীনতম নিদৰ্শন বুলি ঠাৱৰ কৰা চৰ্যাপদ সমূহৰ মাজতে লুইপাদে যেতিয়া 'কা আ তৰুবৰ পথত যি ভাল' বুলি পঞ্চেন্দ্ৰিয়যুক্ত শৰীৰক পাচোঁটা ডালৰ গছৰ লগত তুলনা কৰে-তেতিয়াই তুলনাৰ প্ৰয়াস স্পৰ্শ হৈ উঠে। তাৰ পিছত নৱচৰ্যাপদ, শ্ৰীকৃষ্ণকীৰ্ত্তন, মাধৱকন্দলিৰ ৰামায়ণ বা বৈষ্ণৱযুগৰ কবিসকলৰ ৰচনা সম্ভাৰো এই ধৰণৰ অলেখ তুলনাৰে ভৰপুৰ হৈ আছে। আনকি তুলনা বা আদান-প্ৰদানৰ ইতিহাসক আমি প্ৰাক শংকৰী কালতে সীমাবদ্ধ কৰিব নোৱাৰোঁ। বুৰঞ্জীয়ে ঢুকি নোপোৱা কালৰ পৰাই মানুহৰ প্ৰব্ৰজনে সভ্যতাৰ বিকাশত এক গুৰুত্বপূৰ্ণ স্থান দখল কৰি আছে। কোন সময়ত কোনে কাৰ পৰা কি গ্ৰহণ কৰি কেনেদৰে নিজৰ সাহিত্য-সংস্কৃতি বা জীৱন-যাত্ৰাক চহকী কৰিছে তাক আজি পৰীক্ষা কৰি উলিওৱাটো বৰ সহজসাধ্য নহয়। মানুহৰ প্ৰব্ৰজন নিয়ন্ত্ৰিত হৈ পৰাৰ পিছত; ৰাজনৈতিক, ভৌগোলিক আৰু জাতীয় সীমাৰেখাৰে মানুহৰ পৰিচয় স্পষ্ট হৈ উঠাৰ পিছত; লিখিত সাহিত্যই বিকাশ লাভ কৰাৰ পিছত আমি প্ৰত্যেক জাতি বা দেশৰ সাহিত্যক নিৰ্দ্দিষ্ট পৰিচয়ৰে বুজিবলৈ আৰম্ভ কৰিলোঁ। তাৰ পাছত হোৱা আদান-প্ৰদান বা প্ৰভাৱ, অনুকৰণ আদিৰ প্ৰশ্নবোৰ সম্পৰ্কত আমি সজাগ হলো আৰু তাক বাচি বিচাৰি উলিয়াব পৰা হলো। ড° শিশিৰ কুমাৰ দাসে এটি লেখনিত দেখুৱাইছে যে বুৰঞ্জীৰ কোনো যুগতেই পৃথিৱীৰ বিভিন্ন ভাগত সৃষ্টি হোৱা সাহিত্যৰ ব্যাপকতা আৰু বিভিন্নতা সম্পৰ্কে মানুহ সজাগ নাছিল। প্ৰাচীন গ্ৰীকসকল তেওঁলোকৰ সাহিত্যক লৈয়েই সন্তুষ্ট আছিল আৰু তেওঁলোকে কেতিয়াও বাৰ্বাৰিয়ান সকলৰ সাহিত্যৰ বিষয়ে জনা নাছিল। ভাৰতীয়সকলো চুবুৰীয়া দেশৰ সাহিত্য সম্পৰ্কত সজাগ নাছিল। আনকি আলোকজেণ্ডাৰৰ ৰাজত্ব কালতো তেওঁলোকে চক্ৰেটিছে কোৱা বা চকল্লিছে লিখা ভাষা সম্পৰ্কত কোনো সজাগতা দেখুৱা নাছিল।

ড° দাসদেৱৰ মন্তব্য পোনচাটেই মানিব পৰা ধৰণৰ নহয়। ভাৰতীয় আৰ্য সংস্কৃতিত গ্ৰীক বা অইন প্ৰভাৱ নপৰাকৈ থকা নাই। এই প্ৰসংগত ড° সুনীতি কুমাৰ চেতাৰ্জীয়েই কৈছে-The ancient greek, Sanskrit, Avestan, Hebrew and chinese literature have an uniterupted history from some 3000 years and more, and we are now becoming alive to the submerged influence of the earlier literature on these." এই সম্পৰ্কত তেওঁ উদাহৰণ দি কৈছে যে প্ৰাচীন, গ্ৰীক, আৱেষ্টান হিব্ৰু, সংস্কৃত আদি সাহিত্যত মিছৰীয় আৰু বেবিলনীয় প্ৰভাৱ পৰিলক্ষিত হৈছে। বৈদিক যুগৰে পৰা প্ৰাচীন সংস্কৃত সাহিত্যত বেবিলনীয় উপাদনৰ উপস্থিতিৰ কথাও তেওঁ উল্লেখ কৰিছে। কিন্তু এনেবোৰ দিশ তেতিয়াহে স্পষ্ট হৈ উঠে যেতিয়া একোটা নৱতম আদৰ্শৰ জোৱাৰৰ সৈতে কোনোবা সাহিত্য বা চিন্তাই ক'ৰবাত প্ৰবেশ কৰে। চীন দেশৰ লগত ভাৰতৰ যোগাযোগ আজিৰ নহয়। কিন্তু চীনদেশত বৌদ্ধ ধৰ্মৰ প্ৰভাৱহে মাত্ৰ চকুত পৰা। কাৰণ বৌদ্ধধৰ্মই এক নৱতম ধৰ্মীয় চেতনাৰ সংবাদ বহন কৰি তাত এক ব্যাপক প্ৰভাৱ পেলাইছে আৰু অনিবাৰ্যভাৱেই এনে সৰ্বময়ী প্ৰভাৱে সাহিত্য-সংস্কৃতিকো প্ৰভাৱিত কৰিছে। এনে ধৰণৰ প্ৰভাৱ প্ৰত্যক্ষ কৰা সহজ। কিন্তু সাধাৰণভাৱে দুটা জনগোষ্ঠীৰ মাজত ঘটি থকা স্বাভাৱিক আদান-প্ৰদানবোৰ বিৱৰি উলিওৱা বৰ সহজ নহয়। আমাৰবোধেৰে বিশ্বৰ মানৱ জাতিৰ মাজৰ সংস্পৰ্শত থকাসকলৰ ভিতৰত তুলনা বা আদান প্ৰদানৰ প্ৰক্ৰিয়া এক নতুন কথা নহয়। কিন্তু কেতবোৰ ঐতিহাসিক কাৰণত এনেবোৰ দিশ আমাৰ ওচৰত পৰিস্কাৰ হৈ পৰা নাছিল বা-এনে প্ৰক্ৰিয়া ইমান চেগা চোৰোকাকৈ চলিছিল যে সি আমাৰ দৃষ্টি আকৰ্ষণ কৰিব পৰা নাছিল। তদুপৰি ধৰ্মীয় বা ৰাজনৈতিক আধিপত্যৰ পৃষ্ঠপোষকতা নোহোৱাকৈ চলা এনে আদান-প্ৰদানবোৰ বৰ প্ৰভাৱশালীও নাছিল। আনহাতে জাতীয় চৈতন্য প্ৰবল হৈ উঠাৰ আগতে চলা এনেবোৰ প্ৰক্ৰিয়াক চিহ্নিত কৰাৰ কোনো প্ৰয়োজন বা প্ৰয়াসো নাছিল। কিন্তু সভ্যতাৰ এটা স্তৰত এই প্ৰক্ৰিয়া ইমানেই তৰান্বিত হৈ পৰিল আৰু ইয়াক চালি-জাৰি চোৱাটো ইমানেই প্ৰয়োজনীয় হৈ পৰিল যে এই স্বাভাৱিক প্ৰক্ৰিয়াটোৱেই এতিয়া এক বিশেষ বৈশিষ্ট্য হিচাপে ব্যাপ্তি লাভ কৰিলে আৰু বিশ্বৰ মানৱ সম্প্ৰদায়ক অধিক ওচৰ চপাই অনাৰ স্বাৰ্থতে (যদিও এই ধাৰণা সন্দেহৰ উৰ্ধত নহয়) বহু তাত্বিকে ইয়াক বিদ্যায়তনিক অনুশাসন হিচাপে প্ৰতিষ্ঠা কৰাৰ সপক্ষে মত পোষন কৰিলে। আচলতে পূজিৰ অভ্যুত্থান, যোগাযোগ ব্যৱস্থাৰ উন্নতি আৰু মানুহৰ প্ৰব্ৰজন, তথ্য আৰু প্ৰযুক্তিৰ দ্ৰুত প্ৰসাৰ আৰু জ্ঞানৰ বিস্ফোৰণ, চলচিত্ৰ, নাটক আদি গন-মাধ্যমৰ বিকাশ আৰু সম্প্ৰসাৰণ, অনুবাদ কৰাৰ প্ৰসাৰ আদি কাৰকবোৰে মানুহৰ আন্তঃ সম্পৰ্কক ইমানেই ওচৰ চপাই আনিলে যে সাহিত্যৰ ক্ষেত্ৰতো এক বিশ্বমুখী দৃষ্টিভংগী গ্ৰহণ কৰাৰ সময় উপস্থিত হৈ পৰিল। একেবাৰে সাধাৰণভাৱে চালেও আমি এটা কথা দেখা পাওঁ যে বৰ্তমান সময়ত সকলো বস্তুৰে এক আন্তৰ্জাতিক চৰিত্ৰ বা মান থকাটো প্ৰয়োজনীয় হৈ পৰিছে। বিশ্বৰ বজাৰখন এনেদৰেই খোলা হৈ পৰিছে সঠিকভাৱে, সঠিক মানদণ্ডেৰে সজাই পৰাই উলিয়ালে আমাৰ সাহিত্য সম্পদো বিশ্বৰ যি কোনো প্ৰান্তৰ মানুহৰ বাবে উপযোগী হ'ব পাৰে। ড° ভূপেন হাজৰিকাৰ নিজস্ব কোনো ৱেবছাইট নথকা স্বত্বেও ইণ্টাৰনেটত তেওঁৰ বিষয়ে ২২ হাজাৰতকৈও অধিক পৃষ্ঠাৰ তথ্য পোৱা যায় বুলি বিপুলজ্যোতি শইকীয়াই 'সাতসৰী'ত জনাইছে। গতিকে সাহিত্যৰ ক্ষেত্ৰতো এই বিশ্বায়নমুখী দৃষ্টিভংগী গ্ৰহণ কৰাৰ সময় উপস্থিত হৈছে, যি তুলনাত্মক সাহিত্যৰ আগৰেপৰা চলি থকা ধাৰাটোক সংহত আৰু সুত্ৰায়িত কৰি নতুন যুগৰ ভৌগোলিক গঢ়ি তোলাত গুৰুত্ব প্ৰদান কৰিছে। কিন্তু তাৰ লক্ষ্য; বাস্তৱ আৰু প্ৰত্যাশাৰ

মাজত এতিয়াও দুৰন্ত ব্যৱধান। এতিয়াও Comparative literatere ৰ ধাৰানাটোৰ মাজত ৰাষ্ট্ৰীয় সাহিত্যৰ চিন-চাব নোহোৱা হৈ পৰাৰ আশংকা শেষ হৈ যোৱা নাই। গতিকে এতিয়া আমি এই বিদ্যায়তনিক বিধা বা ধাৰাটোৰ সহায়ত নিজৰ সাহিত্যক কেনেদৰে অধিক সমৃদ্ধ আৰু বিশ্বজনীন কৰিব পৰোঁ সেই লক্ষ্যৰেহে ইয়াৰ অধ্যয়নৰ প্ৰতি মনোনিবেশ কৰা উচিত।

আমি যদিও উল্লেখ কৰিছো যে তুলনা সাহিত্যৰ জন্ম লগ্নৰে সহচৰী বা অসমতো চৰ্যাপদ বা শংকৰ মাধৱৰ ৰচনাত তুলনাৰ বহুল ব্যৱহাৰ হৈছে, তথাপি আমি সিবোৰক আজিৰ তুলনাত্মক সাহিত্যৰ ভিতৰলৈ আনিব নোৱাৰো। কাৰণ আমি দেখিলো যে তুলনাত্মক সাহিত্য নিজে কোনো সৃষ্টিশীল সাহিত্য নহয় বৰং সাহিত্য অধ্যয়নৰ এক পদ্ধতিহে। কিন্তু এই পদ্ধতিয়ে আঙুলিয়াই দিয়া প্ৰভাৱ অনুকৰণ, অনুৰণ বা আদান-প্ৰদানৰ আলোচনাই কিঞ্চিত গুৰুত্ব লাভ কৰে ৰোমান্টিক যুগতে। বেজবৰুৱাই তেওঁৰ নিজৰ ৰচনা প্ৰসংগত দুই এক ইংৰাজী লেখকৰ নাম লোৱাৰ লগতে বিভিন্ন আলোচনাতো দুই এক প্ৰভাৱৰ কথা উল্লেখ কৰিছে। আমাৰ বোধেৰে এই ধৰণৰ আলোচনাক অতি সাৰ্থক আৰু সমৃদ্ধৰূপ প্ৰদান কৰিছে বানীকান্ত কাকতি আৰু কৃষ্ণকান্ত সন্দিকৈ দেৱৰ ৰচনাই। বিশেষকৈ কাকতিৰ 'হেমা সুন্দৰী', 'সাহিত্যৰ সংঘাত কৰুণ ৰস', ৰধকাব্য,ৰোমান্টিক কবিসকলৰ বিভিন্ন কবিতাপুথিৰ পাতনি আৰু সন্দিকৈ দেৱৰ স্পেনিছ সাহিত্যত ৰমিঅ' জুলিয়েট, গ্ৰীক নাটকৰ, অনুবাদৰ কথা, জাৰ্মান সাহিত্যৰ সপোন নাটক' আদি প্ৰবন্ধ ৰাজি এই ক্ষেত্ৰত আজিও আমাৰ পাথেয় হৈ আছে। বৰ্তমান তুলনাত্মক সাহিত্যৰ ধাৰনাটোৰ লগে লগে সমানে গুৰুত্বপাৱলৈ ধৰা অনুবাদ সাহিত্যৰ বিষয়ে সন্দিকৈ দেৱৰ এই প্ৰবন্ধটিয়ে এতিয়াও আমাৰ ভালেখিনি অভাৱ পূৰণ কৰি আছে। ইয়াৰ পিছৰ পৰা সমালোচনা সাহিত্যত হাত দিয়া বা গদ্যৰচনাত হাত দিয়া প্ৰায় সকলো লেখকেই কম বেছি পৰিমানে এনেবোৰ দিশৰ প্ৰতি গুৰুত্ব প্ৰদান কৰিছে। ইয়াৰে ভিতৰত মহেশ্বৰ নেওগ, প্ৰফুল্ল দত্ত গোস্বামী আদি লেখকৰ ৰচনাত দেশ বিদেশৰ সাহিত্যৰ ভালেমান কথা আলোকিত হৈছে, বহু ঠাইত আনকি দেশ-বিদেশৰ সাহিত্যৰ লক্ষ্য, বিধা, শৈলী আদিৰ বিজনীৰেও তেওঁলোকে আমাৰ সাহিত্য সংস্কৃতিৰ বিভিন্ন দিশ আলোচনা কৰিছে। জ্যোতিপ্ৰসাদে এনেধৰণৰ কোনো সাহিত্য সমালোচনা নকৰিলেও তেওঁৰ ৰচনাৰ মাজত আমি এই বিশ্বজনীন আহ্বান শুনিবলৈ পাওঁ, গতিকে তুলনাত্মক সাহিত্যৰ পথাৰ সাৰুৱা কৰা সকলৰ ভিতৰত আমি তেওঁৰ নামো ল'ব লাগিব।

১৯৬৫ চনত যাদবপুৰ বিশ্ববিদ্যালয়ত department of comparative literature প্ৰতিষ্ঠা হোৱাৰ আগলৈকে ভাৰতবৰ্ষত ইয়াৰ বিদ্যায়তনিক বিভাগ নাছিল। অৱশ্যে ইয়াৰ আগতেই কবিগুৰুৱে ১৯০৭ চনতে 'বিশ্ব সাহিত্য' শীৰ্ষ এটি বক্তৃতাত বিষয়টো সম্পৰ্কে আলোচনাৰে পাতনি মেলিছিল। ১৯৮৪ চনত কেৰেলা সাহিত্য পৰিষদৰ প্ৰচেষ্টাত Comprative Indian literature নামৰ দুটা খণ্ডৰ এখন কিতাপ কে,এম, জৰ্জৰ সম্পাদনাত প্ৰকাশিত হয়। উক্ত পুথিখনত যদিও সম্পাদক জৰ্জে নিজেই কৈছে যে Comparative studies as such are not attemted in this volume তথাপি ভাৰতবৰ্ষৰ স্বীকৃত ভাষাসমূহৰ সাহিত্যৰ এক সংগৃহীত আলোচনা হিচাপে পুথিখনৰ মূল্য নুই কৰিব নোৱাৰি।

এই পুথিত অসমীয়া বিভাগটোৰ মূল সম্পাদক হিচাপে সত্যেন্দ্ৰ নাথ শৰ্মাই অতি দক্ষতাৰে অসমীয়া বিভাগটোৰ বাবে লেখকসকলক নিৰ্বাচিত কৰে আৰু পুথিখনত অসমীয়া ভাষা সাহিত্যৰ আলোচনা বেছ সমৃদ্ধ ৰূপত প্ৰকাশিত হয়। সতেন্দ্ৰ নাথ শৰ্মাদেৱৰ জীৱনযোৱা সাধানাৰ ভালেমান কৰ্মতে অৱশ্যে তেখেতে তুলনাত্মক সাহিত্য অধ্যায়নৰ বাট কাটিবলৈ যত্ন কৰিছে। প্ৰসংগক্ৰমে আমি তেখেতৰ সম্পাদনাত উল্লেখিত পুথিখনলৈ বৰঙণি আগবঢ়োৱা লেখকসকলৰ নামো লব লাগিব। পুথিখনত থকা বিষয় আৰু লেখকসকল হ'ল-

Language-Upendranath Goswami
Folk literature-- Nagen Saikia
Traditional Poetry--Satyendra Nath Sarmah
Modern Poetry-- Mahendra Boruh
Drama-- Sailen Bharati
Novel--Satendranath Sarmah
Short Story--B.K.Bhattachrgga
General prose-- Purnananda Saikia
Bioqraphical writings--Gobinda Prasad Sarmah
Literary Criticism--Lalit kr Baruah
Childrens Literature--Nirmal Prara Bordoloi
Movements and institution--Satyendra nath Sarmah

গতিকে অসমত Comparative literature ৰ অধ্যয়নৰ ধাৰণাটোৰ লগত এইসকল ব্যক্তিৰ সম্পৰ্ক ক্ৰমে গভীৰ হয় আৰু তেওঁলোকৰ লেখনিত তাৰ প্ৰভাৱ পৰিলক্ষিত হয়।

তুলনাত্মক সাহিত্য বিষয়টোৰ তাত্ত্বিক দিশটোৰ ওপৰত প্ৰফুল্ল কটকীৰ বৰঙণি উল্লেখনীয়। তেখেতে এই প্ৰসংগৰ পূৰ্ণাংগ পুথি ৰচনা কৰি অসমত বিষয়টোৰ তাত্ত্বিক বনিয়াদ গঢ়াত যথেষ্ট বৰঙণি আগবঢ়াইছে। ডিব্ৰুগড় বিশ্ববিদ্যালয়ত অসমীয়া স্নাতকোত্তৰ পাঠ্যক্ৰমৰ লগত "group c" হিচাপে Comparative litrature ৰ পাঠ্যক্ৰম মুকলি কৰাৰ ক্ষেত্ৰত নগেন শইকীয়াৰ বৰঙণিও উল্লেখনীয়। ইয়াৰ পিছত উক্ত বিভাগৰ অধ্যাপিকা কৰবী ডেকা হাজৰিকায়ো এই বিষয়ৰ দায়িত্ব লৈ বিষয়টো আগবঢ়াই নিয়াত বিশেষ ভূমিকা গ্ৰহণ কৰিছে। এই বিভাগৰে অধ্যাপিকা নীৰাজনা মহন্ত বেজবৰাই একানপটীয়াকৈ তুলনাত্মক সাহিত্য চৰ্চাৰ বিষয়ৰ মনোনিবেশ কৰিছে আৰু ইতিমধ্যে 'তুলনামূলক সাহিত্য আৰু 'অনুবাদ সাহিত্যৰ' ওপৰত ভালেকেইখন গ্ৰন্থ উপহাৰ দি বিষয়টো জনপ্ৰিয় কৰি তোলাত সহায় কৰিছে। তেখেতে গৱীয়সীৰ পাততো এই প্ৰসংগত ভালেকেইটা প্ৰবন্ধ লিখিছে।

তুলনাত্মক সাহিত্যৰ তাত্ত্বিক প্ৰসংগ আৰু ইয়াৰ সংকট সম্ভাৱনা আদিক লৈ এই প্ৰবন্ধকাৰেও কিছু চিন্তা-চৰ্চা আগবঢ়াইছে। তুলনাত্মক সাহিত্য অধ্যয়নৰ প্ৰসংগত সেইবোৰ কিমান প্ৰাসংগিক বা সেইবোৰক বৰঙণি বুলি ধৰা হ'বনে নাই, সেইটো বিবেচনাৰ ভাৰ সচেতন পাঠকৰ ওপৰত।-

শেহতীয়াভাৱে অসমত অন্ততঃ বিষয়টোৱে এক বিদ্যায়তনিক স্বীকৃতি পাবলৈ আৰম্ভ কৰিছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় বিভাগৰ অধ্যয়নত বিভাগীয় মুৰব্বী ৰবীন্দ্ৰনাথ ঠাকুৰ অধ্যাপক উমেশ ডেকাৰ সুদক্ষ তত্ত্বাৱধানত এই বিষয়ৰ এটা পূৰ্ণাংগ পৰিশীলন পাঠ্যক্ৰম (Refresher Cource) পৰিচালনা কৰা হৈছে। সৰ্বভাৰতীয় খ্যাতিসম্পন্ন ভালেকেইজন তাত্ত্বিকে এই পাঠ্যক্ৰমত বক্তৃতা প্ৰদান কৰিছেহি।

আমাৰ সাহিত্য আলোচনাত বিষয়টোৱে এতিয়াও পক লৈ উঠা নাই। বেছিভাগ আলোচনাতে আমি তাহানিক 'তুলনা'ৰ ধাৰনাটোৰ মাজতে সীমাবদ্ধ হৈ আছোঁ। তুলনাত্মক সাহিত্যৰ সম্ভাৱনাবোৰক সঠিকভাৱে কামত লগাব পাৰিলে অৱশ্যেই আমাৰ সাহিত্য আলোচনাই আৰু ব্যাপ্তি লাভ কৰিব ।






# গ্ৰন্থৰ উৎপত্তি আৰু বিকাশ

পবিন্দ্ৰ ডেকা

মানৱ সভ্যতাৰ বুৰঞ্জী যিবোৰ ঘটনাই মহিমামণ্ডিত কৰি আহিছে - সেইবোৰৰ ভিতৰত অন্যতম যুগান্তকাৰী ঘটনা হ'ল লিখন পদ্ধতিৰ আৱিষ্কাৰ। ভাষাৰ আৱিষ্কাৰে মানুহৰ মনৰ ভাৱ, চিন্তা, ধাৰণা অনুভূতি আদি প্ৰকাশৰ প্ৰৱণতাই হিয়াত খুন্দিয়াবলৈ ধৰাত মানুহে লিখা আৰম্ভ কৰিলে। আৱিৰ্ভাৱ হ'ল মানুহৰ অলক্ষিতে লিখন পদ্ধতিৰ। এই লিখন পদ্ধতি বিজ্ঞানীসকলৰ মতে আৱিষ্কাৰ হোৱা প্ৰায় ৬০০০ বছৰ হ'ল।

আমাৰ এই বিনন্দীয়া পৃথিৱীখনৰ আয়তন প্ৰায় ৫২কোটি বৰ্গকিলোমিটাৰ। ইয়াৰে প্ৰায় ৩৯কোটি বৰ্গলোমিটাৰ পানীৰে আবৃত। সেয়ে পৃথিৱীখনক বানপানীয়ে প্লাৱিত কৰাৰ বৰ্ণময় অথচ ভয়াল আখ্যান পৃথিৱীৰ প্ৰান্তে প্ৰান্তে বহু জাতি-গোষ্ঠীৰ মতে যুগ যুগ ধৰি চলি আহিছে। তেনে এটা আখ্যানেই হ'ল মধ্যপ্ৰাচ্যৰ কেলডিয়া ঠাই এখনৰ আখ্যান। আজিৰ পৰা প্ৰায় ৬ হাজাৰ বছৰ আগতে আৱিষ্কাৰ হৈছে 'কেলডিয়া'ৰ আখ্যান।

এই কথা প্ৰণিধানযোগ্য যে মানুহে যেতিয়াই মনৰ ভাৱ-অনুভূতি প্ৰকাশৰ বাবে কথা ক'বলৈ শিকিলে তেতিয়াই মানুহৰ মনলৈ আহিল ভাষাৰ ব্যৱহাৰ। ভাষাৰ ব্যৱহাৰ আৰম্ভ হোৱাৰ লগে লগেই আৰম্ভ হ'ল মানুহৰ বৌদ্ধিক জীৱন যাত্ৰাৰ আৰু এনে বৌদ্ধিক জীৱনযাত্ৰাই পৃথিৱীত পাতনি তৰিলে এক নতুন সভ্যতাৰ। এচাম চিন্তা-চেতনাত অৱগাহন কৰা লোকে এই বিশাল আৰু ৰহস্যময় পৃথিৱীখনৰ চাৰিওফালে চকু ফুৰালে। তেওঁলোকৰ চিন্তা, ভাৱনা আৰু অনুভূতিয়ে তেওঁলোকৰ মনত প্ৰশ্নৰ উদ্ৰেক কৰিলে-ক'ৰ পৰা আহিল এই পৃথিৱীখন, চন্দ্ৰ, সূৰ্য আদি। গ্ৰহ-নক্ষত্ৰবোৰেই বা কি, কি এই ভূমিকম্প, কি এই আগ্নেয়গিৰি, কি এই বতাহ আৰু আকাশ। এনেবোৰ চিন্তা, ভাৱ, ধাৰণা, অনুভূতি আৰু কল্পনাই মানুহৰ সূক্ষ্ম হৃদয়তন্ত্ৰীত খুন্দিয়াবলৈ ধৰিলে। এনে খুন্দনৰ আঘাতত আঘাতপ্ৰাপ্ত হৈ মানুহে হৃদয়তন্ত্ৰীত উদ্ৰেক হোৱা ভাৱ, চিন্তা, ধাৰণা অনুভূতি আৰু কল্পনাক আখ্যানৰ ৰূপত লিপিবদ্ধ কৰাৰ কামৰ শুভাৰম্ভ কৰিলে। একোটা আখ্যানৰ ৰূপত ভাৱ, চিন্তা, ধাৰণা, অনুভূতি আৰু কল্পনা লিপিবদ্ধ কৰাৰ কাম প্ৰকৃততে কেতিয়া আৰম্ভ হ'ল— তাক সঠিককৈ কোৱাটো টান। মুঠতে কিছুমান লোকে চন্দ্ৰ, সূৰ্য, পৃথিৱী, গ্ৰহ, নক্ষত্ৰৰ আলমত কাহিনী নিজে নিজে সৃষ্টি কৰি নিজ মণিকোঠত ৰাখিলে আৰু তাক আনৰ আগত ব্যক্ত কৰিবলৈ ধৰিলে। এনেকৈয়ে মানুহৰ মুখ মুখে এই বিনন্দীয়া অথচ ৰহস্যময় পৃথিৱী আৰু বিশ্বব্ৰহ্মাণ্ডৰ কথা কাহিনীৰ ৰূপত চলিবলৈ ধৰিলে। এনে কথা পৃথিৱীৰ বিভিন্ন ঠাইৰ বিভিন্ন মানুহৰ মাজত আৰম্ভ হ'ল। লগে লগে পৃথিৱীত সৃষ্টি

হ'ল এক বিশাল মৌখিক কাহিনী সাহিত্যৰ । এনে প্ৰজ্ঞা আৰু প্ৰচেষ্টাৰে আঁত ধৰি শতিকাৰ ৫০০ শতিকা ধৰি মানুহৰ মুখে মুখে ৰচিত হ'ল বেদ, উপনিষদ, বাইবেল, মহাভাৰত, ৰামায়ণ, ইলিয়াদ, ওদিচি, আইচলেণ্ড, ছাগা, ঈছপৰ সাধু, পঞ্চতন্ত্ৰৰ কাহিনী আদি।

মানুহৰ মুখে মুখে চলিত এনে কাহিনী— যি কাহিনীয়ে মানৱ-সভ্যতাৰ বুৰঞ্জীত এখোজ এখোজকৈ আগুৱাই আনিলে তাকনো কেনেকৈ লিপিবদ্ধ কৰি মজবুত কৰি তুলিব পাৰি এনে চিন্তাৰ উদ্ৰেক হ'ল এচাম জ্ঞানপিপাসুৰ অন্তৰত। এই চাম জ্ঞানপিপাসু তত্ত্বান্বেষী লোকৰ গভীৰ চিন্তা আৰু মননশীলতা, অপৰিমেয় সাধনা আৰু নিৰলস প্ৰচেষ্টাৰ ফলত সৃষ্টি হ'ল বৰ্ণমালা আৰু লিখন-পদ্ধতিৰ। মানুহে মুখে যুগ যুগ ধৰি আয়ত্ত কৰা পৃথিৱী আৰু বিশ্বব্ৰহ্মাণ্ডৰ জ্ঞানভাণ্ডাৰৰ লিপিৱদ্ধ কৰাৰ বাবে মানুহৰ এক নতুন ধাৰণা তাড়ণাই মোহাৱিষ্ট কৰি তুলিলে। লগে লগে মানৱ-সভ্যতাৰ বুৰঞ্জীত আন এক যুগান্তকাৰী ঘটনাৰ সৃষ্টি হ'ল— সেয়া হ'ল গ্ৰন্থৰ জন্ম, কিতাপৰ জন্ম।

পৃথিৱীৰ প্ৰাচীনতম লেখা দৰাচলতে আৰম্ভ হৈছিল এচপৰা ডাঙৰ পৰ্বতীয়া শিলত। কোনোবা অখ্যাত লেখকে শিলত বৰ্ণমালাৰে কিছুমান আঁক-বাক দিছিল আৰু কোনোবা ভাস্কৰ্য শিল্পীয়ে সেই আঁক-বাকবোৰ শিলত কাটি উলিয়াইছিল। সেই লেখাত আছিল বানপানীয়ে পৃথিৱী প্লাৱিত কৰাৰ কাহিনী আৰু এনে লিখাতেই হৈছিল আখৰেৰে লিখা লেখন -পদ্ধতিৰ অংকুৰণ।

লিখন-পদ্ধতিৰ সৃষ্টিয়ে মানুহক লেখাৰ প্ৰতি অদম্য উৎসাহ যোগালে। গ্ৰীচ আৰু লিবিয়াৰ কিছুমান সভ্য জাতিয়ে জন্তুৰ ছালত কাঠৰ টুকুৰাত গ্ৰন্থ লিখিবলৈ আৰম্ভ কৰিলে। পৃথিৱীৰ ভিন ভিন প্ৰান্তত মানুহৰ উদ্ভাৱিকা শক্তিৰ উন্মেষ ঘটিল। জ্ঞান আৰু নতুন নতুন অভিজ্ঞতাই মানুহক নতুন পথৰ সন্ধানৰ প্ৰতি আকুল কৰি তুলিলে। তেনে আকুলতাত আৱিষ্কাৰ হ'ল ইজিপ্তৰ নীল নদীৰ পাৰৰ থকা 'পেপিৰাছ' নামৰ এবিধ নল জাতীয় গছ। এই 'পেপিৰাছ' গছৰ পৰাই ইজিপ্তৰ কোনোবা বুদ্ধিমান মানুহে কাগজ তৈয়াৰ

পৃথিৱীৰ প্ৰাচীনতম লেখা দৰাচলতে আৰম্ভ হৈছিল এচপৰা ডাঙৰ পৰ্বতীয়া শিলত। কোনোবা অখ্যাত লেখকে শিলত বৰ্ণমালাৰে কিছুমান আঁক-বাক দিছিল আৰু কোনোবা ভাস্কৰ্য শিল্পীয়ে সেই আঁক-বাকবোৰ শিলত কাটি উলিয়াইছিল। সেই লেখাত আছিল বানপানীয়ে পৃথিৱী প্লাৱিত কৰাৰ কাহিনী আৰু এনে লিখাতেই হৈছিল আখৰেৰে লিখা লেখন -পদ্ধতিৰ অংকুৰণ।

কৰিলে আৰু এনে কাগজক লেখাৰ সঁজুলি হিচাপে ব্যৱহাৰ কৰিবলৈ ধৰিলে। এই ইতিহাস প্ৰসিদ্ধ ঘটনা ঘটিছিল খ্ৰীষ্টপূৰ্ব তিনি হাজাৰ বছৰ আগত। উল্লেখ্য যে এই 'পেপিৰাছ'ৰ পৰাই ইংৰাজী 'পেপাৰ' (paper) শব্দটোৰ উদ্ভৱ হৈছে।

পেপিৰাছ গছৰ পৰা তৈয়াৰ কৰা কাগজত প্ৰাচীন মিছৰীয়সকলে কিতাপ লিখিবলৈ আৰম্ভ কৰাৰ লগে লগে কিতাপ বা গ্ৰন্থৰ বুৰঞ্জীত এক নতুন অধ্যায় আৰম্ভ হ'ল— আৰম্ভ হ'ল মানৱ সভ্যতা বুৰঞ্জীত এক নতুন পটভূমি-এক নতুন অধ্যায়। পেপিৰাছৰ কাগজত মিছৰীয়সকলে লিখা কিতাপৰ অন্যতম কিতাপ বা গ্ৰন্থ হ'ল 'মৃতকৰ কাহিনী' (The Book of the Dead) পণ্ডিতসকলৰ এটা চামে উক্ত গ্ৰন্থখনকে পৃথিৱীৰ প্ৰাচীনতম লিখিত গ্ৰন্থ হিচাপে চিহ্নিত কৰিছে।

অন্যহাতে চীনদেশৰ সম্ৰাট ফু-হাইয়ে খ্ৰীষ্টপূৰ্ব ২৮০০ চনত চীনা লিপি উদ্ভাৱন কৰি লিখিত চীনা সাহিত্য সৃষ্টিৰে মানৱ সভ্যতাৰ ইতিহাস উজ্জ্বল কৰি তোলে। প্ৰণিধানযোগ্য যে পেপিৰাছৰ পিছতেই চীনাসকলে বাঁহৰ কাগজ তৈয়াৰ কৰি কৰাৰ পদ্ধতি উদ্ভাৱন কৰাৰ লগত মুদ্ৰণ যন্ত্ৰও আৱিস্কাৰ কৰে। ইয়ে মানৱ সভ্যতাৰ বুৰঞ্জীত চীনাসকলৰ অৱদানৰ কথা যাউতিযুগীয়া কৰি ৰাখিছে। চীনাসকলৰ এনে অৱদানৰ বেছিভাগ কৃতিত্ব দাবী কৰিব পাৰে মানৱ জাতিৰ সবাতকৈ প্ৰভাৱশালী শিক্ষকসকলৰ অন্যতম, বিশ্বৰ ভাষা, সাহিত্য আৰু দৰ্শনৰ প্ৰাতঃ স্মৰণীয় পথ প্ৰদৰ্শক কনফুচিয়াছ নামৰ দাৰ্শনিক পণ্ডিতজনে।

মানৱ সভ্যতাৰ বুৰঞ্জী গতিশীল। গতিশীলতাই মানৱ সভ্যতাক নিতৌ ন ন ৰূপত সজাই-পৰাই আহিছে। এনে ন ন ৰূপত নিতৌ ঘটিছে ন ন পৰিৱৰ্তন, পৰিবৰ্দ্ধন আৰু সংৱৰ্ধন। এনে গতিশীলতাই সৃষ্টি কৰা পৰিবৰ্তন, পৰিবৰ্ধন আৰু সংবৰ্ধনে গ্ৰন্থৰ সৃষ্টি আৰু বিকাশতো সূচনা কৰিলে অন্যতম পৰিবৰ্তন। পৰিবৰ্তনৰ এনে ধামখুমিয়াত আৱিষ্কাৰ হ'ল 'মুদ্ৰণ যন্ত্ৰ'ৰ। ইয়ে মানৱ সভ্যতাৰ বুৰঞ্জীত এক নতুন মাত্ৰা দান কৰিলে। জ্ঞানৰ আকৰ, সভ্যতাৰ মাপকাঠি আৰু চিন্তা-অনুভূতিৰ অব্যয় প্ৰকাশৰ বাহক গ্ৰন্থ বা



কিতাপৰ ইতিহাস হ'ল এক নতুন আলোকেৰে। হাজাৰ হাজাৰ বছৰ মানুহে হাতেৰে লিখা গ্ৰন্থৰ ঠাইত আগ্ৰগামী সময়ে আনি দিলে ছপা গ্ৰন্থ বা কিতাপ। লগে লগে হাজাৰ হাজাৰ বছৰ ধৰি চলি অহা মৌখিক সাহিত্যবোৰে গ্ৰন্থৰ ৰূপ ল'লে আৰু লাখে লাখে গ্ৰন্থ ছপা হৈ মানৱ-সভ্যতাৰ বুৰঞ্জী নতুন আলোকেৰে আলোকিত কৰি তুলিলে। যিবোৰ কিতাপ আছিল দুষ্প্ৰাপ্য, যিবোৰ কিতাপ প্ৰচলিত আছিল সমাজৰ মুষ্টিমেয় ধনিক শ্ৰেণী আৰু পণ্ডিতৰ মাজত, মুদ্ৰণ যন্ত্ৰৰ আৱিষ্কাৰে সেইবোৰ কৰি তুলিলে সুলভ আৰু সহজলভ্য। সমাজৰ ধনী, দুখীয়া, ৰজা, প্ৰজা, কৃষক, বনুৱা, পুৰুষ -মহিলা সকলো শ্ৰেণীৰ লোকে সহজতে সেইবোৰ পাব পৰা হ'ল। ব্যক্তিগত সম্পত্তিৰ ঠাইত তেনেবোৰ গ্ৰন্থ হৈ পৰিল সমাজৰ সম্পত্তি। পাঠক বাঢ়িল, বাঢ়িল পঢ়িব পৰা লোকৰ সংখ্যা — বাঢ়িল শিক্ষা-দীক্ষা, বাণিজ্য। জ্ঞান-বিজ্ঞান, দৰ্শন— সকলো মানুহৰ বাবে সাধনাৰ বিষয় হৈ পৰিল। নতুন চিন্তা, দৰ্শন আৰু জ্ঞান বিজ্ঞানৰ নতুন দৃষ্টিয়ে পৃথিৱীত আৰম্ভ কৰিলে 'নতুন মানৱতা'ৰ নতুন দিগন্ত। ১৪৫৪ চনত গুটেনবাৰ্গে জাৰ্মানীৰ মেইঞ্জত ছপোৱা বাইবেল পুথিখনেই প্ৰথম ছপা পুথি হিচাপে স্বীকৃত হৈছে।

এনেদৰে উৎপত্তি লাভ কৰি গ্ৰন্থই মানুহ জোখাৰ সভ্যতা জোখাৰ মাপকাঠি হৈ পৰিল। ফৰাছী দাৰ্শনিক ভলটেয়াৰে কৈছে— "আধুনিক পৃথিৱীখনক শাসন কৰে কেৱল কিতাপে। অন্ততঃ পৃথিৱীৰ সেইবোৰ জাতিৰ কিতাপে শাসন কৰে— যিসকলৰ লিখিত সাহিত্য আছে। বাকী আনবোৰ জাতি ধৰ্তব্যৰ ভিতৰত নপৰে। " মানুহৰ বাবে এতিয়া গ্ৰন্থ হৈ পৰিছে জীৱনৰ মাৰ্গ দৰ্শক — বিশ্বস্ত বন্ধু আৰু সুখ-দুখৰ সহজাত সঙ্গী। ইয়াৰ আৰু এখোপ ওপৰলৈ গৈ বিশ্ববিশ্ৰুত সাহিত্যিক এইচ ডব্লিউ বেচ্চাৰে (H. W. Beecher) কৈছে — " A book is a garden, an orchard, a storehouse, a Party, a Company the way, a Counsellor, a multitudes of counsellors' তদুপৰি বিশ্ব বন্দিত মহাকবি মিল্টনে কৈছে— 'a good book is the precious life-blood of a master-spirit, emblamed and treasured up on purpose to life beyond life."

গ্ৰন্থৰ উৎপত্তিৰ ইতিহাস যেনেকৈ দীঘলীয়া ইয়াৰ বিকাশ আৰু প্ৰসাৰৰ ইতিহাসো কম দীঘলীয়া নহয়। ১৪৪০ চনত চীনদেশত চীন ছপাযন্ত্ৰ বা মুদ্ৰণ আৱিষ্কাৰ কৰাৰ লগে লগে পৃথিৱীৰ বিভিন্ন ভাষাত প্ৰতি বছৰে সংখ্যাহীন গ্ৰন্থই জন্মলাভ কৰি গ্ৰন্থৰ ইতিহাস মহিমামণ্ডিত কৰি তুলিছে। গ্ৰন্থৰ দ্ৰুত বিকাশ আৰু প্ৰসাৰে এক নতুন গতি লাভ কৰিলে। মানৱ জীৱনৰ সকলো সমাজনীতি, কি অৰ্থনীতি, কি ৰাজনীতি সকলো দিশ গ্ৰন্থই সামৰি লৈ মানুহৰ মহাজীৱনৰ দিগন্ত প্ৰসাৰিত কৰিলে। 'Man does not live by a bread alone" — এই ইংৰাজী আৰম্ভ বাক্যশাৰী সঁচাৰ কাঠিৰে সঁচা বুলি গ্ৰন্থই প্ৰমাণিত কৰিলে।

গ্ৰন্থৰ বিকাশ আৰু প্ৰসাৰৰ বাবে বিশ্বজুৰি এচাম মানুহে নিতৌ ন ন কৌশল ন ন সাধনালব্ধ বুদ্ধিমত্তা উদ্ভাৱন কৰাৰ কামত ব্ৰতী হ'ল। সমাজৰ সকলো স্তৰত মানুহৰ মাজলৈ গ্ৰন্থক নিবলৈ আৰু গ্ৰন্থক সুলভ আৰু সহজলভ্য কৰিবলৈ বিশ্বৰ প্ৰান্তে প্ৰান্তে মানুহে পাতিবলৈ ল'লে— গ্ৰন্থ প্ৰদৰ্শনী আৰু গ্ৰন্থমেলা (Book Fair)। ত্ৰয়োদশ শতিকাত ইউৰোপত প্ৰথম গ্ৰন্থ প্ৰদৰ্শনী এখন পাতি গ্ৰন্থ প্ৰদৰ্শনীৰ শুভাৰম্ভ কৰা হয় বুলি ঠাৱৰ কৰা হৈছে। তাৰ পাছত আমেৰিকা আৰু ইউৰোপৰ বিভিন্ন ঠাইত গ্ৰন্থ প্ৰদৰ্শনীৰ আয়োজন কৰা হৈছিল বুলি বুৰঞ্জীয়ে কয়। কিন্তু এনে প্ৰদৰ্শনীবোৰত এনেভাৱে কেৱল গ্ৰন্থই প্ৰদৰ্শন কৰা হোৱা নাছিল, আন আন বস্তুও তাত প্ৰদৰ্শন কৰা হৈছিল। এককভাৱে গ্ৰন্থমেলা আৰু গ্ৰন্থ প্ৰদৰ্শন আয়োজন কৰে জাৰ্মানীৰ কিছু লোকে। ১৯২৭ চনৰ জৰ্মানীৰ 'লিপজিগ' নামৰ ঠাইখনত এচাম জাৰ্মান গ্ৰন্থ পিপাসুৱে বিশ্বৰ ইতিহাসত এটা নতুন দিন উন্মোচিত কৰে। তাৰ পাছত পুনৰ জাৰ্মানিৰ 'ফ্ৰাঙ্কফুৰ্ট' নামৰ ঠাইত ১৯৪৯ চনত এখন বৃহৎ গ্ৰন্থমেলা অনুষ্ঠিত হয়। উল্লেখ্য যে এইখন গ্ৰন্থমেলাত জাৰ্মানীৰ উপৰি দেশ-বিদেশৰ অলেখ গ্ৰন্থ প্ৰকাশক আৰু বিক্ৰেতাই অংশ গ্ৰহণ কৰি ইয়াক আন্তৰ্জাতিক চৰিত্ৰ প্ৰদান কৰে।

ভাৰতেও গ্ৰন্থৰ উৎপত্তি আৰু বিকাশত



যোগোৱা অৱিহণা কম নহয়। গ্ৰন্থৰ বিকাশ আৰু প্ৰসাৰৰ বাবে আমাৰ দেশৰ পশ্চিমবঙ্গৰ কলকাতা বঙ্গীয় পুস্তক প্ৰকাশক আৰু বিক্ৰেতা নামৰ সমিতি এখনে প্ৰথম গ্ৰন্থমেলা পাতি ভাৰতত গ্ৰন্থৰ বিকাশৰ বুৰঞ্জীত শুভাৰম্ভ কৰে। তাৰ পাছত নেচনেল বুক ট্ৰাষ্ট অৱ্ ইণ্ডিয়া (National Book Trust of India) ই ৰাষ্ট্ৰীয় পৰ্যায়ত ১৯৬৯ চনত মুম্বাইত প্ৰথমখন গ্ৰন্থমেলা পাতে। উক্ত বুক ট্ৰাষ্টে ১৯৭৯ চনত দিল্লীত মেলা পাতি ভাৰতত গ্ৰন্থৰ বিকাশত প্ৰভূত বৰঙণি আগবঢ়াবলৈ সমৰ্থ হয়। নেচনেল বুক ট্ৰাষ্টৰ এনে প্ৰচেষ্টাৰ আঁত ধৰি দেশৰ বিভিন্ন ৰাজ্যত গ্ৰন্থমেলা পাতি দেশত গ্ৰন্থৰ বিকাশৰ কাম দ্ৰুততাৰে আগবঢ়াই নিয়াৰ চেষ্টা অব্যাহত ৰাখিছে বিভিন্ন ৰাজ্যই। অসমো ইয়াৰ ব্যতিক্ৰম নহয়। ১৯৮৪ চনত অসম প্ৰকাশন পৰিষদে গুৱাহাটীত পোন প্ৰথমবাৰৰ বাবে এখন গ্ৰন্থমেলা পাতি ৰাজ্যখনৰ গ্ৰন্থমেলাৰ পাতনি কৰে। আৰু ইয়ে ৰাজ্যখনৰ সৰ্বসাধাৰণ ৰাইজক গ্ৰন্থৰ ওচৰ চপাই লৈ যোৱাৰ উপৰি গ্ৰন্থক ৰাজ্যখনত গ্ৰন্থৰ বিকাশত উল্লেখযোগ্য বৰঙণি যোগাবলৈ সমৰ্থ হয়। অসম প্ৰকাশন পৰিষদৰ এনে প্ৰচেষ্টাৰ ফলত আজি ৰাজ্যখনৰ চুকে-কোণে গ্ৰন্থ মেলা পতাৰ এক নতুন প্ৰচেষ্টাই ৰাজ্যখনক চুইছে আৰু এনে প্ৰচেষ্টাই গ্ৰন্থৰ বিকাশৰ বুৰঞ্জীত ৰাজ্যখনৰ বৰঙণিয়ে উল্লেখযোগ্য স্থান লাভ কৰিছে।

এনেকৈয়ে বিকাশৰ পথ গতিশীল আৰু সুচল কৰি গ্ৰন্থই আজি সমগ্ৰ পৃথিৱীৰ মানুহৰ চেতনা আৰু জ্ঞান -বিজ্ঞানৰ নয়নৰ মণি হৈ পৰিছে আৰু মানৱ-সভ্যতাক নতুন উপাদানেৰে সমৃদ্ধ কৰি তুলিছে।

# ভ্ৰাম্যমাণৰ দৰ্শক
# দৰ্শকৰ ভ্ৰাম্যমাণ

নৰেন পাটগিৰি

**দৰ্শকৰ মন-মেজাজ ঃ**

দৰ্শক নথকা নাটক পানী নথকা পুখুৰীৰ দৰে। দৰ্শক আৰু নাটকৰ মাজৰ সম্পৰ্কটো যিমান সহজ আৰু সাৱলীল বুলি ভবা হয়, আচলতে দুয়োৰে মাজৰ সম্পৰ্কটো জটিল। কাৰণ ভাল দৰ্শক নাটকৰ সামগ্ৰিক উৎকৰ্ষ সাধনৰ বাটকটীয়া, আকৌ এখন বেয়া নাটকে দৰ্শকৰ শাশ্বত সুন্দৰ শিল্পবোধ আৰু পৰিমাৰ্জিত ৰুচিবোধৰ প্ৰতি থকা নিৰ্ভেজাল আগ্ৰহক আহত কৰিব পাৰে। ৰুচিহীন নাটক এখনৰ প্ৰভাৱে বা সস্তীয়া নাটক এখনৰ আবেদনে দৰ্শকৰ জীৱনবোধতো বাৰুকৈয়ে প্ৰভাৱ পেলাব পাৰে। এই কথাটোৰ এটা যুক্তি আছে, যুক্তিটো হ'ল— নাটকেই হ'ল একোটা জাতিৰ একমাত্ৰ জীয়া শিল্প (Life culture)। এইবাবেই নাটক আৰু দৰ্শকৰ সম্পৰ্কটো কেৱল বিনোদন আৰু গ্ৰহণতেই সীমাবদ্ধ নহয়। দৰ্শক কোন? নাটক আৰু দৰ্শকৰ মাজৰ মানসিক দূৰত্ব কিমান? ইয়াক নিৰূপণ কৰিবলৈ হ'লে প্ৰথমতে বুজিব লাগিব— ৰংগমঞ্চ হ'ল কৃত্ৰিম। মঞ্চৰ অভিনেতা-অভিনেত্ৰীবিলাক জীৱন্ত হ'লেও তেওঁলোকে কৰা চৰিত্ৰবোৰ বাস্তৱ নহ'বও পাৰে। কিন্তু দৰ্শক অকৃত্ৰিম, প্ৰাণচঞ্চল আৰু বাস্তৱ। মঞ্চৰ মায়াই সৃষ্টি কৰা দৃশ্যবোৰ এক গভীৰ অৰ্থত যুক্তিহীন আৰু মিছা, তথাপি দৰ্শকে এনে মিছা মায়াৰ মোহত নিজিকে ক্ষণিকৰ বাবে বন্দী কৰাৰ হাবিয়াস কৰে কিয়? কেৱল বিনোদন? মিছা কথা। পৃথিৱীৰ বেছিভাগ কালোত্তীৰ্ণ নাটকৰ প্ৰযোজনাবোৰ বিনোদনমুখী নহৈ এইবোৰে মানুহ, মানৱীয় সম্পৰ্ক, সময় আৰু সভ্যতাক স্বকীয় দৃষ্টিভংগীৰে মহিমামণ্ডিত কৰিছে, জটিল মানুহক বোধগম্য কৰি তোলাৰ ক্ষেত্ৰত ন ন মাত্ৰাৰ, ভেৰিয়েচনৰ সূচনা কৰিছে। জীৱনৰ জটিলতা, সংঘাতময় সময়ৰ আহ্বান-প্ৰত্যাহ্বান, মনুষ্যবৃত্তি আৰু সম্পৰ্কৰ বৈচিত্ৰ্যক উন্মোচন কৰাৰ বাবেও ৰংগমঞ্চৰ কাষলৈ দৰ্শক যায়। এনে বিচাৰত ৰংগমঞ্চ আৰু দৰ্শকৰ মাজৰ সম্পৰ্কটো শিক্ষক আৰু শিকাৰুৰ। এগৰাকী নাট্যবোদ্ধাই থিয়েটাৰৰ দৰ্শকসকলক মানুহৰ বিৱৰ্তনৰ আদিম দলবদ্ধ জনগোষ্ঠীৰ প্ৰতীকী ৰূপ বুলি কৈছে। একেলগে আনন্দ কৰাৰ, দলবদ্ধভাৱে উদাম নৃত্য-গীতত নিজকে যুক্ত কৰাৰ আদিম সহজাত বাসনাৰ আধুনিক স্বৰূপ নাটকৰ দৰ্শকৰ মাজত পৰিলক্ষিত হয়। অলৌকিক ইন্দ্ৰজাল, মায়াৰ প্ৰতি (নাটকত মঞ্চ মায়া) মানুহৰ ক'ৰবাত যেন দুৰ্বলতা ৰৈ গৈছে। এইবাবেই ক'ব পাৰি— প্ৰাচীন ঐন্দ্ৰজালিক আচাৰ-আচৰণ (rituals) ৰেই আধুনিক ৰূপ হ'ল ৰংগমঞ্চ আৰু মঞ্চ-মায়াৰ পৰিমণ্ডলৰ ভিতৰত দৰ্শকে জীৱনৰ চিনাকি-অচিনাকি দৃশ্যখণ্ড অৱলোকন কৰে। নাটকে সমগ্ৰ জীৱন এটাক, জীৱনৰ জটিলতা আৰু খুটি-নাতিবোৰক সম্পূৰ্ণৰূপে উপস্থাপন কৰিব নোৱাৰে। ই নাট্য মাধ্যমৰ সীমাবদ্ধতা। অথচ জীৱনৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ







অংশ একোটাক চোৱাৰ বাবেই দৰ্শকৰ কিমান যে হাবিয়াস। মঞ্চৰ চৰিত্ৰবোৰ গতিশীল, অথচ দৰ্শক স্থানু, একেখন চকীত বহিয়েই নাটক এখন চাব লাগে। এনে স্থানুধৰ্মিতাৰ বাবেই দৰ্শকৰ মনত উত্তেজনা, আবেগ, শংকা আৰু সহমৰ্মিতাৰ উদ্ৰেক হয় আৰু স্বপ্নবিভোৰ মানুহৰ দৰে দৰ্শকে নাটকৰ কাহিনীৰ স'তে একাত্ম হৈ মানসিকভাৱে একাত্ম হৈ আগবাঢ়ে। দৰ্শকৰ বিজ্ঞান অৱচেতন মনৰ দুৱাৰ-খিৰিকিবোৰ লাহে লাহে খুলি যায়, প্ৰবল হৈ পৰে আৱেগ-অনুভূতি। মঞ্চায়িত ঘটনাৱাজিৰ লগত তাল মিলাই কান্দে, হাঁহে, হৰ্ষধ্বনি কৰে। মঞ্চৰ দৃশ্যবোৰ দৰ্শকৰ বাবে হৈ পৰে পৰিচিত আৰু নিজৰ জীৱনৰে পূৰ্বে আৱিষ্কাৰ নোহোৱাকৈ এন্ধাৰত ৰৈ থকা অংশবিশেষ। এয়াই মঞ্চ-মায়া। এনে মঞ্চ-মায়াৰ বিভ্ৰান্তিৰ পৰা দৰ্শকক মুক্ত আৰু নিৰাৱেগ কৰি তোলাৰ বাবেই ব্ৰেখ্‌টে - 'এলিনিয়েচন'ৰ তত্ত্ব বা বিচ্ছিন্নকৰণৰ সূত্ৰ উদ্ভাৱন কৰিছিল। বংগৰ যশস্বী পৰিচালক-অভিনেতা প্ৰয়াত শম্ভু মিত্ৰৰ ভাষাত- দৰ্শকৰ নাটকৰ প্ৰতি এটা 'হাইপ'থেটিকেল ছীমপেথী' থকাটো আৱশ্যক। এই 'সহানুভূতি'ৰ পৰাই দৰ্শকৰ সুস্থ ৰুচিবোধৰ জন্ম হয়। দৰ্শক এজন কেতিয়াও আৱেগ-অনুভূতিহীন, দুৰ্নীতিগ্ৰস্ত আৰু দায়িত্বজ্ঞানহীন প্ৰাণী হ'ব নোৱাৰে; তেওঁ সুস্থ ৰুচিবোধৰ পৰিপন্থী বুলিও নিজকে জাহিৰ কৰাৰ প্ৰৱণতা নেদেখুৱায়। দৰ্শক এজনৰ নাটকৰ প্ৰতি এটা নৈতিক দায়িত্ববোধ থাকে আৰু এই দায়িত্ববোধৰ তাড়নাতেই পকেটৰ পইচা ভাঙি মঞ্চৰ সন্মুখৰ চকীত জীৱনৰ অমূল্য দুই-তিনিঘণ্টা সময় কটোৱাৰ বাবে বহি লয়। দৰ্শকে কেৱল সময় কটোৱাৰ বাবে নাটক চাবলৈ নাযায়, আৰু যদি কোনোবাই যায়, তেওঁৰ বাবে নাটকৰ প্ৰেক্ষাগৃহতকৈ চাৰিআলিৰ চ'কৰ চাহ দোকানেই উপযুক্ত ঠাই। মগজু আৰু মনৰ খাদ্য বিচাৰিয়েই দৰ্শকে প্ৰেক্ষাগৃহত প্ৰৱেশ কৰে আৰু যদি কোনোবাই কয়— নাটকত মাগজুৰ স্থান নাই, মনৰহে একছত্ৰিত্ব, এয়াও একপ্ৰকাৰ মানসিক বিকাৰ বুলিয়েই বিবেচিত হ'ব। এইটো কাৰণতে নাটক আৰু চাৰ্কাছ চোৱা একে কথা নহয়। নাটক যিহেতু সৰ্বোত্তম কলা, য'ত জীৱনৰ ৰং আৰু ৰসে দৃশ্য আৰু শ্ৰাব্যৰ ৰূপ পৰিগ্ৰহ কৰে, ইয়াক চোৱাৰ বাবে দৰ্শকৰ একধৰণৰ মানসিক প্ৰস্তুতি আৰু আয়োজনৰ প্ৰয়োজন। সূক্ষ্ম বোধ, পৰিমাৰ্জিত পৰ্যবেক্ষণ, নাট্যজ্ঞান— এইবোৰ পিছৰ কথা। কি চাব, কেনেকৈ চাব— ই অনুশীলনাত্মক মানসিক অভ্যাস। এই অভ্যাস এৰাতিতে গঢ়ি নুঠে। এই অভ্যাসটো গঢ়ি তোলাৰ দায়িত্ব সুস্থ জীৱনমুখী, সমাজমুখী নাটকৰ। এনে নাটক মঞ্চস্থ কৰাৰ বাবে ভ্ৰাম্যমাণৰ প্ৰযোজকে সাহস দেখুৱাব লাগিব।

**সৰ্বত্ৰ বদনামঃ**

এতিয়া সৰ্বত্ৰ দৰ্শকৰ বদনাম। চিনেমা, ভ্ৰাম্যমাণ, প্ৰ'ছেনিয়াম থিয়েটাৰ, ফিল্ম ফেষ্টিভেল-প্ৰযোজক-সংগঠকসকলে মাথোঁ একেটা কথাকে কয়— 'দৰ্শকে নাচায়'। দৰ্শকে কি নাচায়? দৰ্শকে কেৱল বেয়া নাটক, বেয়া চিনেমা চায়; ভাল নাটক, ভাল চিনেমা নাচায়। দৰ্শকৰ ৰুচিৰ সলনি হৈছে তেওঁলোকে আজিকালি ভাল নাটক, ভাল সংলাপ, ভাল অভিনয় নিবিচাৰে। নাচ-গান লাগে, ধুম-ধামাকা লাগে। গতিকে দৰ্শক হ'ল ভগৱান আৰু ভগৱানক আমি সন্তুষ্ট কৰিব নোৱাৰো। এনে মন্তব্য আহিছে মূলতঃ ভ্ৰাম্যমাণৰ প্ৰযোজক আৰু ভ্ৰাম্যমাণলৈ নৱজাগৰণ( !) অনা কেইগৰাকীমান নাট্যকাৰৰ পৰা, আৰু এনেকৈয়ে দোষাৰোপ কৰা হৈছে দৰ্শকক, দৰ্শকক কৰা হৈছে লাৰেলাপ্পা সস্তীয়া নাটকৰ পৃষ্ঠপোষক, ৰুচিহীন মচলামাৰ্কা নাটকৰ উগ্ৰ সমৰ্থক। বৰ্তমান দৰ্শকৰ বাবে ৰুচিবোধ,ঐতিহ্য,সংস্কৃতি— এনে কথাবোৰ বক্‌ৰাজ। কঁকাল খামুচীয়া গান লাগে; চোলী কে পিচে ক্যা হ্যায় নাচ লাগে; মঞ্চত কুকুৰে ভুকিব লাগে; লাডেন-বীৰাপ্পনৰ দৰে মানৱ সভ্যতাৰ শত্ৰু-খলনায়কসকলে নায়কৰ ৰূপ লৈ মঞ্চত দপ্‌দপাব লাগে; মণিকা-পামেলাহঁতকৈও সম্ভ্ৰান্ত বেশ্যাই নায়িকাৰ ৰূপ ধৰি দৰ্শকৰ পৰা সহানুভূতি আদায় কৰিব লাগে; বিলুপ্ত প্ৰাণীৰ মহাতংকই দৰ্শকক ক'মাত ৰাখিব লাগে; দিল দে চুকে চনম, মুন্নাভাইৰ বলীউডী বাহী ভাতত জিৰা-জলকীয়া ছটিয়াই

মজেদাৰ খাদ্য বুলি দৰ্শকৰ আগত ছটিয়াই ধন ঘটিব লাগে। ভ্ৰাম্যমাণৰ নাটক হ'ব লাগে চি ডি ফিল্মৰ জীয়া সংস্কৰণ। কাৰণ আমি কাঙাল, ঐতিহ্য-সংস্কৃতি বুলিবলৈ আমাৰ একো নাই। হলীউড-বলীউডৰ, আন্ধাৰ জগতৰ ৰজা, সন্ত্ৰাসৰ গড়্‌ফাদাৰবিলাকেই আমাৰ শ্ৰদ্ধেয়, নমস্য। দৰ্শকৰ কান্ধত বন্দুক থৈ আৰম্ভ কৰা ভ্ৰাম্যমাণৰ এয়া এক আত্মঘাতী প্ৰতিযোগিতা। ভ্ৰাম্যমাণক এম,টিভিৰ লেখীয়া কনজুমাৰিজম্ আৰু চিনমেটিক গ্লোবেল কাল্‌চাৰৰ ধামখুমীয়াৰ মাজলৈ বলপূৰ্বক টানি লৈ যোৱাৰ বিৰাট আয়োজন। কাৰণ— আমি সংস্কৃতি ৰক্ষাৰ ঠিকাদাৰ নহয়; ভ্ৰাম্যমাণত ধন লগাইছো, ধন ঘটিবলৈ। কিয়নো ভ্ৰাম্যমাণ থিয়েটাৰ, সংস্কৃতিৰ নামত এটা বৃহৎ ব্যৱসায়। পাৰ্থক্য মাথোঁ ইমানেই ই যেনিবা ফাঁচীবজাৰৰ গেলাপট্টিৰ আলু-পিঁয়াজৰ ব্যৱসায় নহয়। কিন্তু আমি সকলো দেখিও দিনকণা। নিৰ্লিপ্ততাৰ নীৰৱ কোঠাত বদি আমি মৌনব্ৰত কৰি আছো। আৰু এয়াই স্বাভাৱিক। কাৰণ এই মুলুকত জাতিৰ নামত, সংস্কৃতিৰ নামত ইতিপূৰ্বে এইবোৰতকৈও লোমহৰ্ষক বিশ্বাসঘাতকতাৰ মহাপৰ্ব ঘটি গৈছে। এইবাবেই মৌলিকতাবৰ্জিত বলীউডৰ নকল নাটকবোৰ চাই চাই আমাৰ নিজৰেই বিশ্বাস নহয় যে আমাৰো নিজৰ বুলিবলৈ কিবা আছে। এইবাবেই ভ্ৰাম্যমাণৰ দৰে স্ব-মহিমাৰে মণ্ডিত বিশিষ্ট শিল্প-মাধ্যম এটাৰ পৰা লাহে-লাহে মাহে মাহে বছৰে বছৰে এলাগী হৈ পৰিবলৈ আৰম্ভ কৰিছে থলুৱা কাহিনী, ইতিহাস, সমকালীন সমাজৰ দুখভৰা সময়; সংলাপে হেৰুৱাইছে ভাষাৰ লালিত্য, শ্ৰুতিমধুৰ ব্যঞ্জনা, ভাবৰ ঘনত্ব; চৰিত্ৰবিলাকে স্পৰ্শ কৰিব পৰা নাই দৰ্শকৰ হৃদয়; অভিনয় হৈ পৰিছে নিথৰ-নিস্তেজ-নিস্প্ৰাণ। 'মৰুভূমি এনেকৈয়ে আহে, লাহে লাহে মাহে মাহে...' এই সকলোবোৰ নেতিবাচক প্ৰৱণতাৰ খলনায়ক হ'ল দৰ্শক। দৰ্শকেই ইয়াৰ বাবে দায়ী। এয়া অৱশ্যেই একপক্ষীয় ৰায়দান।

সঁচাকৈয়ে ভ্ৰাম্যমাণৰ দৰ্শকসকল দায়ীনে? ভ্ৰাম্যমাণৰ মঞ্চত পৰিৱৰ্তন (ইতিবাচক বা নেতিবাচক ধাৰা, যিয়েই নহওক) আৰু পৰীক্ষা আৰম্ভ কৰিছে কোনে— নাট্যকাৰ আৰু প্ৰযোজকে নে দৰ্শকে? ভ্ৰাম্যমাণৰ মঞ্চত গ্লেমাৰসৰ্বস্বতাক প্ৰশ্ৰয় দিছে কোনে— দৰ্শকে নে প্ৰযোজকে? অধিক দৰ্শকক আকৰ্ষণ কৰাৰ বাবে টেক্‌নিকসৰ্বস্ব নাটকৰ উদ্ভাৱন কৰিছে কোনে? বাংলা নাটক আৰু বলীউডৰ পৰা চিনেমা নকল কৰি মৌলিক বুলি নিজৰ নামত নাটক লিখাৰ বাবে দুই/এক নাট্যকাৰক অনুমতি প্ৰদান কৰিছে কোনে? প্ৰযোজকসকলে নে দৰ্শক সমাজে? এইবোৰ সহজ-সৰল, পানীৰ দৰে প্ৰশ্ন। নাটক কেনে হ'ব লাগে— এই বিষয়টোত কোনোবা ভ্ৰাম্যমাণ দলে আজিকোপতি এটা সমীক্ষা চলাইছেনে? সুধিছেনে কেতিয়াবা কোনোবা দৰ্শকক? দৰ্শকক সোধা নাই। ভ্ৰাম্যমাণৰ ব্যৱসায়ৰ ভাগীদাৰ (সংঘ, সমিতি) আৰু শুভাকাংক্ষীসকলক সুধিছে। কিন্তু তেওঁলোকে লাখ লাখ দৰ্শকক প্ৰতিনিধিত্ব কৰিব পাৰিবনে? যদি নোৱাৰে দৰ্শকক অপৰাধীৰ কাঠগড়াত থিয় কৰোৱা হৈছে কিয়? সুস্থ ৰুচিবোধ সৃষ্টি কৰাৰ ক্ষেত্ৰত দৰ্শকতকৈ



ভ্ৰাম্যমাণৰ নাট্যদলবোৰৰ দায়িত্ব বেছি । যি দৰ্শকৰ কষ্টোপাৰ্জিত ধনৰ দৌলতত ভ্ৰাম্যমাণ থিয়েটাৰৰ দৰে শিল্পমাধ্যম এটা গঢ় লৈ উঠিছে, সেই দৰ্শক সমাজক দোষাৰোপ কৰাটো কোনোপধ্যে যুক্তিগ্ৰাহ্য আৰু নীতিনিষ্ঠ কথা হ'ব নোৱাৰে। উত্তাল নাচ-গান, সাংঘাতিক টেক্‌নিক দেখুৱাই মৌলিকতাহীন নকল নাটক প্ৰদৰ্শণ কৰি ভ্ৰাম্যমাণে সাময়িকভাৱে সফল ব্যৱসায় কৰিব পাৰে, কিন্তু ইয়ে ভ্ৰাম্যমাণ থিয়েটাৰ শিল্পক চহকী কৰাত, প্ৰাণোচ্ছল কৰাত অথবা দীৰ্ঘায়ু দান কৰাত কিমানদূৰ সহায়ক হ'ব, আমাৰ সন্দেহ। কাৰণ অসমীয়া চলচ্চিত্ৰৰ মৃতপ্ৰায় অৱস্থা আমি সকলোৱে প্ৰত্যক্ষ কৰি আছো। এই সংকটৰ কাৰণবোৰে বৰ্তমান ভ্ৰাম্যমাণ থিয়েটাৰতো অনুপ্ৰবেশ কৰাৰ অপচেষ্টা কৰি আছে। আমি ভ্ৰাম্যমা থিয়েটাৰ শিল্প চিৰঞ্জীৱ হোৱাটো বিচাৰো। কিয়নো ভ্ৰাম্যমাণ থিয়েটাৰ অসমীয়া সংস্কৃতিৰ এক অনবদ্য আত্মপৰিচয়; বিশ্বৰ ভিতৰতে ই এক অদ্বিতীয় আৰু অভূতপূৰ্ব শিল্প মাধ্যম। সেয়েহে ভ্ৰাম্যমা থিয়েটাৰে মনত ৰখা উচিত—দৰ্শকসকল মূৰ্খ নহয়।

> *এইটো অনস্বীকাৰ্য যে ভ্ৰাম্যমাণ নাট্যদলসমূহে অসমত পেশাদাৰী বৈতনিক ৰংগমঞ্চ গঢ়ি তোলাৰ প্ৰযত্নত সফলকাম হৈছে। তেওঁলোকে নাট অইভনয় আৰু পৰিচালনা আদিক বৃত্তিমূলক কলা হিচাপে গঢ় দিব পাৰিছে।*
>
> — সত্যপ্ৰসাদ বৰুৱা



# ছশ বছৰীয়া আহোম ৰাজত্বত জনসাধাৰণৰ স্বাস্থ্যৰ চমু বুৰঞ্জী

ডাঃ ৰতন কুমাৰ কটকী

আহোম ৰাজত্বৰ উত্থান-পতনৰ বিভিন্ন দিশ সামৰি বিশদ চৰ্চা হৈ আহিছে যদিও সেই সময়ৰ জনসাধাৰণৰ স্বাস্থ্যৰ বিষয়ে প্ৰামাণিক তথ্যসম্বলিত আলোচনা পৰিলক্ষিত হোৱা নাই। তাহানিৰে পৰা অসমত সঘনাই হৈ থকা ভূমিকম্প, বানপানী আদি প্ৰাকৃতিক দুৰ্যোগে ধন-জনৰ উপৰি স্বাস্থ্যৰ হানি কৰিছিল। বিদেশী অসমলৈ আহি ইয়াৰ মহ-ডাঁহ-জোকৰ কামোৰত নানা ৰোগত আক্ৰান্ত হোৱাৰ বিৱৰণীয়ে সেই সময়ত ৰোগৰ প্ৰাদুৰ্ভাৱৰ কথাকে প্ৰতিপন্ন কৰে। ইয়াৰ বাদেও গ্ৰহণী, হাইজাৰ মহামাৰীয়েও অসমীয়া ৰাইজক জুৰুলা কৰিছিল। বসন্ত ৰোগেও মহামাৰীৰ ৰূপ ধাৰণ কৰিছিল। ভূমিকম্পৰ প্ৰাবল্য ইমানেই অধিক আছিল যে মাটি ফাটি প্ৰকাণ্ড গাঁত সৃষ্টি কৰাৰ লগতে ভৌগোলিক মানচিত্ৰই সলনি কৰি পেলাইছিল। বানপানীত বহু মানুহৰ মৃত্যু হৈছিল। পোক-পতংগ, ফৰিঙৰ উপদ্ৰৱে শস্যাদি নষ্ট কৰি বিস্তৰ ক্ষতিসাধন কৰিছিল। বানপানীৰ সময়ত খাদ্যৰ নাটনি হৈছিল। মিৰজুমলাৰ আক্ৰমণৰ সময়ত এসময়ত গড়্‌গাঁৱত বয়-বস্তুৰ দাম অসম্ভৱ বৃদ্ধি পাইছিল। খাদ্যৰ ভিতৰত মোটা চাউল আৰু নেমুহে পোৱা গৈছিল। নিমখৰ দাম হৈছিল সেৰে ৩০ টকা, মাখন সেৰে ৪০ টকা। সেই সময়ৰ টকাৰ নিৰিখ বৰ্তমান সময়ত তুলনা কৰিলে কিমান হেজাৰ টকা হ'ব চিন্তা কৰিলে বিস্ময় হ'বলগীয়া কথা। এই আকাশলংঘী চ'ৰা দামে ৰাইজৰ স্বাস্থ্যত বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰা তেনেই স্বাভাৱিক।

এনেবিলাক ক্ষতিকাৰক পৰিস্থিতি সত্ত্বেও আহোম ৰাজত্বৰ অসমখনি এখন শস্য-শ্যামলা যোগ্য-ভোগ্য বসুন্ধৰাস্বৰূপে অভিহিত হৈছিল। সেইবাবেই বিদেশীয়ে অসমৰ ওপৰত সদায় চকু দিছিল আৰু বাৰে বাৰে অসম আক্ৰমণ কৰি অধীন কৰাৰ প্ৰচেষ্টা অব্যাহত আছিল। ধান, বাঁহ, ফল-মূল, নানা তৰহৰ শাক-পাচলি আদিৰে বাৰী পূৰ্ণ আছিল। বহল বহল ধাননি পথাৰত জলসিঞ্চনজাতীয় ব্যৱস্থাও আছিল। নৈৰ পানী বোৱাই অনা খালবোৰক বৰখাল বোলা হৈছিল। তামোল-পাণৰ উভৈনদী বাৰী আছিল। মানুহৰ প্ৰয়োজনীয় খাদ্যসম্ভাৰ বাৰীতে কৰিছিল। জয়ধ্বজ সিংহৰ ৰাজত্ব কালত মানুহে কেৱল পাণ-তামোলহে বজাৰৰ পৰা ক্ৰয় কৰিছিল। শালিধান, আহুধান আৰু সৰিয়হৰ খেতিয়েই প্ৰধান আছিল। তদুপৰি শাক-পাচলি, কুঁহিয়াৰ, মৰাপাট, মাহ, ধপাত আদিৰো খেতি কৰা হৈছিল। শাক-পাচলিসমূহৰ অন্তৰ্গত বহুতো বনৌষধি খেতি কৰা হৈছিল আৰু বহুতো প্ৰাকৃতিকভাৱে হাবি-বননিত পোৱা গৈছিল।

এই সকলোবোৰ দিশ চালি-জাৰি চালে দেখা যায় যে আহুকলীয়া পৰিস্থিতি সত্ত্বেও অসমীয়া জনসাধাৰণ শৌৰ্য-বীৰ্যশালী, বলৱান আৰু সু-স্বাস্থ্যৰ অধিকাৰী আছিল। বিভিন্ন ভ্ৰমণকাৰীৰ টোকা আৰু বিৱৰণীৰ পৰা এই বিষয়ৰ সত্যতা প্ৰমাণিত হোৱা দেখা যায়। অসমীয়া যুঁজাৰু, মহাপৰাক্ৰমী আৰু সাহসী বুলি ভ্ৰমণকাৰীয়ে প্ৰশংসাৰে বৰ্ণনা কৰি গৈছে।

খ্ৰীষ্টাব্দ ১৩৫০ মানত ইবন বটুটা নামৰ সুপ্ৰসিদ্ধ পৰ্যটকে অসম ভ্ৰমণ কৰিছিল। তেওঁৰ উদ্দেশ্য আছিল সেই সময়ত অসমত থকা তাব্ৰিজী নামৰ হিন্দু-মুছলমান উভয়ৰে শ্ৰদ্ধাৰ ঈশ্বৰপৰায়ণ সাধক পীৰৰ সাক্ষাৎ লাভ। ইবন বটুটাই অসমীয়া

মানুহক ভূয়সী প্ৰশংসা কৰি টোকা যুগুত কৰিছিল। বটুটাই কৈছে যে অসমৰ মানুহ তুৰ্কী মানুহৰ দৰে বলিষ্ঠ আৰু কৰ্মপটু।

অসমীয়া সৈন্যৰ সুস্বাস্থ্য আৰু পৰাক্ৰমৰ বহুতো কথা বুৰঞ্জীত পোৱা যায়। ১১৯৮ খ্ৰীঃত মহম্মদ বিন বখটিয়াৰ খিলিজীয়ে কামৰূপত প্ৰৱেশ কৰোতে সকলোকে আটক কৰি থোৱাত খিলিজীয়ে মাত্ৰ শচেৰেক আচোৱাৰীৰ সৈতে বংগদেশলৈ উভতি যাবলৈ বাধ্য হয়। সম্ভৱ ১২২০ খ্ৰীঃত গৌড়ৰ ৰজা গিয়াছুদ্দিন বাহাদুৰ শ্বাহে অসম আক্ৰমণ কৰে আৰু পৰাস্ত হৈ উলটি যায়। সেইদৰে ১২৫৬-৫৭ খ্ৰীঃত ইখটিয়াৰুদ্দিন য়ুজবেক টুগ্ৰীল খাঁই অসম আক্ৰমণ কৰি অৱশেষত য়ুজবেক ৰণত নিহত হয়। টোগলক শ্বাহৰ পুত্ৰ মহম্মদ শ্বাহে একলাখ সৈন্য লৈ ১৩৩৭ খৃঃত অসম আক্ৰমণ কৰে যদিও সকলো সেনা ধ্বংসপ্ৰাপ্ত হৈ চিন-মোকাম নোহোৱা হয়। তুৰবকে ১৫৩২ খৃঃত অসম আক্ৰমণ কৰে। তিনিবছৰ যুঁজৰ পিছত অসমীয়া সেনাপতি কনচেং বৰপাত্ৰগোহায়ে পৰাস্ত কৰি খেদি পঠায়। গদাধৰ সিংহৰ দিনত মুছলমানক হৰুৱাই অসমীয়া সৈন্যই নিজৰ পৰাক্ৰম প্ৰকাশ কৰে।

অসমীয়া লোকৰ সাহসী সু-স্বাস্থ্যৰ কথাকে ইয়াৰ দ্বাৰা অনুমান কৰিব পাৰি। মিৰজুমলাৰ লগত অহা ছিহাবুদ্দিন তালিছ নামৰ পৰিব্ৰাজকে তেওঁৰ টোকাত বৰ্ণনা কৰিছে যে, একোজন অসমীয়া সৈন্যই দহজন মুছলমান পদাতিকক অকলশৰে শংকা নোহোৱাকৈ যুদ্ধ কৰি পৰাজিত আৰু হত্যা কৰিব পাৰিছিল। অসমীয়া লোকৰ সুস্বাস্থ্যৰ বিষয়ে বুৰঞ্জীত বহু উদাহৰণ পোৱা যায়।

আহোম ৰাজত্বত মাজে-সময়ে দুৰ্ভিক্ষ হোৱাৰ পৰিপ্ৰেক্ষিতত অসমীয়া ৰাইজ সুস্বাস্থ্যৰ অধিকাৰী হোৱাৰ অধ্যায়ে বিস্ময়ৰ সৃষ্টি কৰে। এনে হোৱাৰ কাৰণ হিচাপে নিম্নোক্ত পৰ্যালোচনাখিনি দাঙি ধৰিব পৰা যায়। (১) প্ৰাকৃতিক দুৰ্যোগ আৰু ইয়াৰ সৈতে ওত প্ৰোতভাৱে জড়িত ৰোগসমূহৰ প্ৰতি দেহত প্ৰতিৰোধক ব্যৱস্থাৰ ধাৰণাৰ ক্ষমতা, (২) ৰোগ চিকিৎসাৰ উপযুক্ত পদ্ধতিৰ প্ৰচলন আৰু জনগণে ইয়াক প্ৰয়োগ কৰাৰ বাবে চিকিৎসা বিধানৰ প্ৰতি সচেতনতা, (৩) দেশত খাদ্য শস্যৰ উৰ্ভৈনদী আৰু তাৰ দ্বাৰা পৰম্পৰাগতভাৱে স্বাস্থ্যসন্মত আহাৰ গ্ৰহণৰ ব্যৱস্থা।

দেহত প্ৰতিৰোধক ক্ষমতা বৃদ্ধি বহু কাৰকৰ ওপৰত নিৰ্ভৰ কৰে। পাৰিপাৰ্শ্বিক অৱস্থা, খাদ্যৰ উপকৰণ আৰু অনুপানো অন্যতম। মহ-ডাঁহৰ কামোৰ আৰু জোকৰ আক্ৰমণ প্ৰবল আছিল যদিও ইয়াৰ অধিবাসীসকলে অসংক্ৰাম্যতা (ইমোনিটি) আহৰণ বোধহয় কৰিব পাৰিছিল। সেইবাবে ৰুগীয়া অথবা ঘুণীয়া নাছিল।

চিকিৎসাৰ প্ৰতি আহোম স্বৰ্গদেউসকল বৰ সচেতন আছিল। প্ৰথমজনা স্বৰ্গদেউ চুকাফা অসমত প্ৰৱেশ কৰাৰ সময়ত লগত অহা ডা-ডাঙৰীয়াৰ খেল অথবা অন্যান্য মানুহবিলাকৰ মাজত কোনোবা বেজ আছিল নে নাই জানিব পৰা নাই। কিন্তু তেওঁলোক আহোতে লগত বনৌষধি অনাৰ কথাৰ পৰা কোনোবা বেজ অহাৰ বিষয়ে চিন্তা কৰিব পৰা যায়। ইও এক গৱেষণাৰ বিষয় হ'ব পাৰে।

সৌমাৰত প্ৰৱেশ কৰি বৰাহীক পৰাস্ত কৰি বৰাহী লোকক বেজ নিযুক্তিৰে স্বাস্থ্যসেৱাৰ কঠীয়া চুকাফাই পোনপ্ৰথম সিঁচে। ইয়ে স্বৰ্গদেউসকলৰ স্বাস্থ্যৰ প্ৰতি আগ্ৰহৰ কথা প্ৰতিপন্ন কৰে। সময়ৰ সোঁতত থলুৱা চিকিৎসা পদ্ধতিৰ উৎকৰ্ষ সাধন কৰি স্বৰ্গদেউ সকলে বিভিন্ন বেজৰ খেলৰ সৃষ্টি কৰে। বেজবৰুৱা পদৰ সৃষ্টি কৰি স্বাস্থ্যসেৱাৰ মান উন্নীত কৰে। বেজবৰুৱাসকল বেজৰ অধিনায়ক হোৱাৰ উপৰি ৰজাঘৰীয়া চিকিৎসক আছিল। চিকিৎসাৰ ক্ষেত্ৰত স্বৰ্গদেউসকল ইমানেই সচেতন আৰু প্ৰগতিশীল যে যেতিয়াই উন্নত মানৰ চিকিৎসা পদ্ধতিৰ বিষয়ে অৱগত হৈছিল তাক আগ্ৰহেৰে গ্ৰহণ কৰাত কাৰ্পণ্য কৰা নাছিল। ব্ৰাহ্মণ আয়ুৰ্বেদিক চিকিৎসক একাচেকা বৰুৱা পৰশুৰাম কুণ্ডত স্নান কৰি উভতি যোৱাৰ পথত জয়ধ্বজ সিংহ ৰজাৰ এটা হাতীক চিকিৎসা কৰি আৰোগ্য কৰাৰ পৰিপ্ৰেক্ষিতত তেওঁক মাটি-বাৰী দান কৰি অসমত ৰাখি থয়। এইজন একাচেকা বৰুৱাৰ পৰাই শিৱসাগৰত ব্ৰাহ্মণ বেজবৰুৱা পৰিয়ালৰ সৃষ্টি হয় আৰু ৰজাঘৰ আৰু প্ৰজাঘৰ দুয়োটাতে আয়ুৰ্বেদিক চিকিৎসাৰ চৰকাৰীভাৱে পোখনি মেলে। সেইদৰে প্ৰতাপসিংহ স্বৰ্গদেৱে কামৰূপ (গুৱাহাটী)ত ব্ৰাহ্মণ ৰসায়ন বিশেষজ্ঞৰ উমান পাই সেই পৰিয়ালক উজনিত আনি স্থাপন কৰে আৰু এই পৰিয়ালেই 'ৰসেন্দ্ৰ বৰুৱা'ৰ পৰিয়াল হিচাপে পৰিগণিত হৈ চিকিৎসা সেৱাত ব্ৰতী হৈ পৰে। এনেবিলাক উদাহৰণেৰে স্পষ্টকৈ কোৱাত দ্বিধা নাথাকে যে ৰজাৰ স্বাস্থ্য সেৱাৰ প্ৰতি উৎসাহজনক পদক্ষেপৰ বাবেই অসমীয়া লোকৰ স্বাস্থ্য আহোম ৰাজত্বত উন্নত আছিল।

আহোম যুগত খাদ্যয়ো সুস্বাস্থ্য প্ৰদান কৰাত সহায়ক হৈছিল। প্ৰাক্আহোম যুগৰ খাদ্যসম্ভাৰ আহোম যুগৰ খাদ্যৰ সৈতে মূলতঃ একে হ'লেও এই যুগত নতুন খাদ্যসম্ভাৰ সংযোজন হয়। ভৌগোলিক উৎপাদনৰ ওপৰত নিৰ্ভৰ কৰাৰ বাবে তেনে উৎপাদিকা বস্তুৰ মাজতেই খাদ্যৰ উপকৰণসমূহো সোমাই আছিল। চাউল-ধানৰ পৰা অনেক জা-জলপান তৈয়াৰ কৰা হৈছিল। তদুপৰি ভাতৰ লগত বিশেষ দৰৱ সানি লাওপানী প্ৰস্তুত কৰা হৈছিল। এই দৰৱসমূহ প্ৰধানকৈ বনৌষধি আছিল। ছিহাবুদ্দিন তালিছৰ বিৱৰণীৰ পৰা সেই সময়ত আহাৰৰ সম্ভাৰৰ প্ৰাচুৰ্যৰ কথা স্পষ্টকৈ জানিব পাৰি। তেওঁ উল্লেখ কৰিছিল যে হিন্দুস্তান আৰু বংগ দেশৰ অন্যান্য ঠাইৰ ফল-মূল আৰু বনৰীয়া গছ-মূল এই দেশতো পোৱা হয়। ভাৰতৰ আন ঠাইত নথকা ফল-মূলো নিজে নিজে গজিছিল। জালুক আৰু বিভিন্ন প্ৰকাৰৰ নেমু অসংখ্য পোৱা যায়। আমগছ যথেষ্ট আছিল আৰু মাটিকঁঠালৰ আকৃতি ডাঙৰ হোৱাৰ উপৰি ৰসাল আৰু মিঠা। ক'লা, ৰঙা আৰু বগা এই তিনি প্ৰকাৰৰ অতি সোৱাদযুক্ত কুঁহিয়াৰ আছিল উৰ্ভৈনদী। আদাবিলাক ৰসাল। ধান প্ৰধান শস্য। বগী মনোহৰ, সোন্দা, ভীম, আঠিয়া, দিগযোৱা, মালভোগ, জাতি মনোহৰ, পোৱা আদি কল জনসাধাৰণৰ মাজত জনপ্ৰিয় আছিল। আম, কঁঠাল, লেতেকু, পনিয়ল, সুমথিৰা টেঙা আদি পোৱা গৈছিল। অসমৰ জলকীয়া, জালুক, পিপলি আদি ভাৰতৰ অন্যান্য ঠাইত বিখ্যাত হৈ পৰিছিল। মুঠতে যোগিনীতন্ত্ৰত বৰ্ণনা কৰা কৈৱাতজ মানুহৰ যি খাদ্যাভ্যাস, আহোম যুগতো সি প্ৰচলিত হৈ আছিল। এই সকলোবোৰ খাদ্যসম্ভাৰেই সুস্বাস্থ্য অৱদানত অবিহণা যোগাইছিল।

আহোম ৰাজত্বত মানুহবিলাক সৰ্বভক্ষক আছিল। অৱশ্যে পিছলৈ শৰণ লৈ বা শাক্ত ধৰ্ম গ্ৰহণ কৰি কিছুমান খাদ্যবস্তু বৰ্জন কৰিছিল। হাঁহ, কুকুৰা, গাহৰি, মাছ-কাছ, কেকোঁৰা, কুচিয়া, জিলি (চাকচান), মুগা লেটা আদিও খাদ্য হিচাপে গ্ৰহণ কৰিছিল। সম্ভৱ এসময়ত হয়তো কোনো কোনোৱে গৰু-ম'হৰ মঙহো খাইছিল। কিয়নো গৰু-ম'হ কাটি পুখুৰীক উৎসৰ্গা কৰাৰ বিষয়ে বুৰঞ্জীয়ে কয়। এই অনুমান সত্য নহ'বও পাৰে। মোটা চাউলৰ ভাত গৰম ছাইত দি পোৱা গৰু পোৱালিৰ মাংস স্বৰ্গদেউ গদাধৰ সিংহৰ প্ৰিয় খাদ্য আছিল বুলি বুৰঞ্জীত বৰ্ণনা কৰাৰ বাদে অন্য স্বৰ্গদেউ বা জনসাধাৰণে গো-মাংস ভক্ষণ কৰাৰ বিৱৰণী পোৱা নাযায়।

তালিছৰ বৰ্ণনাত পোৱা যায় যে সেই সময়ত অসমত কুকুৰা, হাঁহ, ছাগলী, শিং থকা ছাগলী, বনৰীয়া কুকুৰা, হৰিণা, নীলগাই, বামছাগলী অগণন পোৱা গৈছিল। মৃত আৰু বলি দিয়া জন্তুৰ মঙহ বিনাদ্বিধাই গ্ৰহণ কৰিছিল। কিন্তু অধিবাসীসকল নৰমাংসভোজী নাছিল। জীৱ-জন্তুৰ মঙহ বৰ সোৱাদ লগা খাদ্যৰূপে বিবেচিত হৈছিল।

খাদ্য গ্ৰহণৰ ক্ষেত্ৰত বাছ-বিচাৰ নথকাৰ বাবেই অসমৰ



অধিবাসীসকলৰ খাদ্যত কাৰ্বোহাইড্ৰেট, প্ৰোটিন আৰু চৰ্বিযুক্ত উপাদান যথেষ্ট পৰিমাণে আছিল। সেইবাবেই এওঁলোক হৃষ্ট-পুষ্ট আৰু স্বাস্থ্যৱান আছিল। তালিছৰ টোকাত এটি সুন্দৰ কথা পোৱা যায়। অধিবাসী সকলে ঘিউ নাখাইছিল আৰু খাদ্যত ঘিউ দিলেও গ্ৰহণ নকৰিছিল। ঘিউৰ দ্বাৰা দেহত চৰ্বিযুক্ত পদাৰ্থৰ মাত্ৰাধিক্য হোৱাৰ পৰিপ্ৰেক্ষিতত দেহ অত্যাধিক চৰ্বিযুক্ত হোৱাৰ সম্ভাৱনা। সেইবাবে অধিবাসীসকল লোধোমা শকত হোৱাৰ পৰিবৰ্তে সম্ভৱ আটিল আৰু সবল আছিল।

সেইবাবে তালিছে বৰ্ণনা কৰিছে যে এই অধিবাসী আছিল বলী, বীৰত্বত তেওঁলোক আছিল আগশাৰীৰ। স্বৰ্গদেউ গদাধৰ সিংহ আছিল এজন ওখ-পাখ শক্তিমন্ত পুৰুষ। গদাধৰ সিংহৰ শ্ৰাদ্ধত আহোম মানুহক ম'হ আৰু হাঁহৰ মঙহেৰে আপ্যায়িত কৰা বৰ্ণনাই আহোম ৰাজত্বত ম'হৰ মাংস খোৱাৰ বিষয়ে অৱগত হ'ব পাৰি।

মানুহৰ স্বাস্থ্য কেৱল পুষ্টিকৰ খাদ্যৰ ওপৰতে নিৰ্ভৰ নকৰে। আহাৰ গ্ৰহণৰ প্ৰণালী আৰু ৰীতি-নীতিৰ এক গুৰুত্বপূৰ্ণ ভূমিকা বিদ্যমান। বিজ্ঞানসন্মতভাৱেও আহাৰৰ উপাদান, প্ৰকৰণ প্ৰণালী আৰু আহাৰ গ্ৰহণ কৰাৰ বিধিসন্মত ৰীতি বা নিয়মৰ ওপৰত সুস্বাস্থ্য বৰ্তি থকা নিৰ্ভৰ কৰে। অসমীয়া মানুহৰ পৰম্পৰাগতভাৱে প্ৰচলিত কিছুমান নিয়ম-নীতি খাদ্য গ্ৰহণৰ ক্ষেত্ৰতো প্ৰযোজ্য আছিল। এই ৰীতিসমূহ আহোম ৰাজত্বৰ সময়তো বাহাল আছিল। এই প্ৰণালী আৰু ৰীতিসমূহ বিজ্ঞানসন্মত বুলি ভৱাৰ স্থল আছিল। এই প্ৰথাবিলাক লোকবিশ্বাসৰ আধাৰত প্ৰতিষ্ঠিত হ'লেও ইয়াৰ স্বাস্থ্যসন্মত গুণাগুণৰ প্ৰতি অসমীয়া মানুহ সচেতন আছিল। কিন্তু এই সচেতনতা ক'ৰ পৰা কেতিয়া আৰম্ভ হ'ল তাৰ ইতিহাস জনা জটিল। গৱেষণাই সহায় কৰা সম্ভৱপৰ।

সি যি কি নহওক এনেবোৰ ৰীতি-নীতি মানি চলাৰ বাবে এই দেশৰ অধিবাসীসকল সুস্বাস্থ্যৱান আছিল বুলি কোৱাৰ স্থল আছে। এই নিয়মাৱলী ফকৰা-যোজনা, পটন্তৰ, মৌখিক সাহিত্য, লোক সাহিত্য আদিৰ অন্তৰ্গত হ'লেও পৰম্পৰাগতভাৱে প্ৰচলিত হৈ আহিছিল আৰু পৰোক্ষভাৱে সুস্বাস্থ্য গঠনত সহায় কৰিছিল বুলি ক'লেও ভুল নহ'ব। এনে লোকাচাৰ, লোকবিশ্বাসৰ বৈজ্ঞানিক ভিত্তি এটা উদাহৰণেৰে ব্যাখ্যা কৰা সম্ভৱ। 'সাতত তিতা, পাঁচত খাৰ' অৰ্থাৎ সপ্তাহত সাতদিনৰ মূৰে মূৰে তিতা খাব লাগে আৰু পাঁচ দিনৰ অন্তৰে অন্তৰে খাৰ খোৱা বিধেয়। তিতাই মানুহৰ ভোক লগাৰ প্ৰবৃত্তি বৃদ্ধি কৰে আৰু খাৰজাতীয় খাদ্যই পাকস্থলীৰ অত্যধিক এচিড পদাৰ্থৰ নিঃসৰণত বাধা প্ৰদান কৰে আৰু সুষম অৱস্থাৰ সৃষ্টি কৰে। স্বাস্থ্য ৰক্ষাৰ বা উভয়ৰে প্ৰয়োজনীয়তা আছে।

বিহুৰ দৰে অসমীয়াৰ জাতীয় উৎসৱবিলাকত পৰম্পৰাগতভাৱে প্ৰচলিত লোকবিশ্বাস, আচাৰ, নীতি-নিয়মৰ মাজতো স্বাস্থ্যৰক্ষাৰ বীজ সোমাই আছে। বিশেষকৈ ব'হাগ বিহুত প্ৰচলিত ৰীতি-নীতিসমূহ বিশেষভাৱে উল্লেখযোগ্য। স্বৰ্গদেউসকলৰ পৃষ্ঠপোষকতাত ৰংঘৰৰ বাকৰিত বিহু পতা হৈছিল। এবাৰ এনে উৎসৱৰ সময়ত কীৰ্তিচন্দ্ৰ বৰবৰুৱা খট্‌খটিৰ পৰা পিছল খাই পৰে আৰু ৰজাৰ কাষতে উপস্থিত গোসাঁয়ে থাপ মাৰি ধৰি বৰবৰুৱাক ৰক্ষা কৰে। ব'হাগ বিহুত সাতবিধ শাক খোৱাৰ প্ৰথাত ৰোগ প্ৰতিৰোধ আৰু সুস্বাস্থ্য লাভৰ উদ্দেশ্য নিহিত হৈ আছে। সেইদৰে গৰু-ম'হক বেমাৰৰ পৰা ৰক্ষা কৰিবলৈ মাহ, হালধি আৰু তেল সনা হয়।

আহোম ৰাজত্বত বিভিন্ন ঘাত-প্ৰতিঘাতৰ মাজতো অসম খাদ্য-শস্যৰ ক্ষেত্ৰত স্বাৱলম্বী দেশ আছিল। খ্ৰীষ্টীয় ১৬৭৫ ত ট্ৰেভাৰনিয়াৰ এক বিৱৰণীত ব্যাখ্যা কৰে যে এছিয়াৰ ভিতৰতে সৰ্বোৎকৃষ্ট দেশ অসম আৰু এই দেশত লোকৰ ওচৰত হাত পাতিৰ নলগাকৈয়ে আৱশ্যকীয় বস্তু উৎপন্ন কৰিছিল। সেইদৰে ৰেইভৰ বুৰঞ্জী, পুৰণি অসম বুৰঞ্জী, গেইটৰ বুৰঞ্জী, ছিয়াবুদ্দিন তালিছৰ টোকা আদি সকলো বুৰঞ্জীতে আহোম ৰাজত্বৰ সময়ত দেশী-বিদেশী বেপাৰীয়ে অসমত খাদ্য-শস্য আনি বেহা-বেপাৰ কৰাৰ কোনো উল্লেখ নাই। বৰং অসমৰ পৰা জলকীয়া, জালুক আদিহে ভাৰতৰ অন্য স্থানলৈ নিয়া হৈছিল। তালিছৰ বৰ্ণনানুসাৰে সেই সময়ত ধাননি পথাৰ আৰু বাগিচাসমূহ সুদূৰলৈ বিস্তৃত আছিল, খেতি-বাতিও আছিল নদন-বদন আৰু বেহা-বেপাৰৰ ক্ষেত্ৰত খাদ্যসম্ভাৰৰ কেৱল নিমখহে আমদানি কৰা হৈছিল। তেওঁ কয়, এই দেশত নিমখ পাবলৈ বৰ টান আছিল আৰু কিছুমান পাহাৰতহে নিমখ পোৱা গৈছিল।

এই বৰ্ণনাৰ পৰা বুজিব পৰা যায় যে অসমৰ অধিবাসীৰ স্বাস্থ্য ভালে থকাৰ বহুতো কাৰক আছিল। সাতে পাঁচে এওঁলোক সুস্বাস্থ্যৰ অধিকাৰী আছিল। প্ৰতিকূল অৱস্থাতো ৰণ কৰাৰ শাৰীৰিক আৰু মানসিক সুস্থতাই বহুবাৰ মোগলৰ আক্ৰমণৰ পৰা দেশ ৰক্ষা কৰিবলৈ সক্ষম হৈছিল। সেয়েহে শৰাইঘাটৰ ৰণত পৰাস্ত হৈ ৰাম সিংহই অসমীয়া সেনাক প্ৰশংসা কৰি এইদৰে মত প্ৰকাশ কৰে— 'প্ৰত্যেক অসমীয়া সৈন্য নাও বোৱাত, কাঁড় মৰাত, খাল খন্দাত আৰু হিলৈ আৰু বৰতোপ মৰাত পাকৈত। মই সকলো কামত পাৰ্গত এনে সেনা ভাৰতৰ ক'তো দেখা নাই। অসমৰ বিপক্ষে যি যুদ্ধ কৰিবলৈ আহে তেওঁক দুইগালে বাঢ়নীৰে কোবাব লাগে।'

এখন দেশৰ জনসাধাৰণৰ স্বাস্থ্য নিৰ্ভৰ কৰা ক্ষেত্ৰসমূহৰ ভিতৰত কেইটামান প্ৰধান হ'ল স্বাস্থ্য সেৱাৰ আন্তঃগাঁথনি আৰু স্বাস্থ্যৰক্ষা তথা সেৱাৰ ব্যৱস্থাৱলী। আহোম যুগত স্বাস্থ্য সেৱাৰ আন্তঃগাঁথনি মজবুত আৰু টনকিয়ালৰূপে পৰিগণিত হৈছিল। স্বৰ্গদেউ চুকাফা সৌমাৰত প্ৰৱেশ কৰিয়েই বৰাহী বেজক নিযুক্তি দিয়ে। তদনুসাৰে পৰৱৰ্তী কালত প্ৰতাপ সিংহৰ দিনত ভেষজ বিজ্ঞানী পৰিয়াল ৰসেন্দ্ৰ বৰুৱাৰ পৰিয়াল আৰু জয়ধ্বজ সিংহৰ ৰাজত্ব ব্ৰাহ্মণ আয়ুৰ্বেদিক পৰিয়ালক সংস্থাপন দি চিকিৎসা সেৱাৰ আন্তঃগাঁথনি সুসংহতৰূপে প্ৰতিষ্ঠা কৰে। টাই আৰু অসমীয়া ভাষাত নিদান ৰচনা কৰি, সংস্কৃত আয়ুৰ্বেদিক নিদান পুথি ৰচনাত পৃষ্ঠপোষকতা কৰি এই পথ শক্তিশালী কৰি গঢ়ি তোলে।

স্বাস্থ্য ৰক্ষাৰ ব্যৱস্থাৱলীতো স্বৰ্গদেউসকলে নিপুণতাৰ পৰিচয় দিছিল। এজন ব্যক্তিৰ শাৰীৰিক, মানসিক, আধ্যাত্মিক আৰু সামাজিক স্বাস্থ্যৰ সুস্থতাকহে বিশ্ব স্বাস্থ্য সংস্থাই (ডব্লিউ এইচ অ') সুস্বাস্থ্য বুলি মান্যতা প্ৰদান কৰে। সেই দৃষ্টিকোণেৰে বিচাৰ কৰিলেও আহোম ৰাজত্বতো এই তিনিওটা দিশতে গুৰুত্ব প্ৰদান কৰা দেখা যায়। শাৰীৰিক স্বাস্থ্যৰ হকে বেজ-গিয়ানীসকলৰ, চিকিৎসাৱলীৰ উন্নতি সাধন কৰা ইত্যাদি ব্যৱস্থাৱলীক সাঙুৰিব পৰা যায়। মানসিক স্বাস্থ্যৰ বাবে মহন বাইলুঙৰ উপৰি সংস্কৃত পণ্ডিতসকলৰ দ্বাৰা জ্ঞান প্ৰসাৰৰ ব্যৱস্থা; সত্ৰৰ উন্নতি সাধন কৰি সত্ৰাধিকাৰৰ মাধ্যমেৰে শিক্ষা প্ৰদান; বহু ছাত্ৰক নৱদ্বীপ আদিলৈ পঠাই জ্ঞান অৰ্জনৰ পথ সুগম কৰা আদিয়েই প্ৰধান। সামাজিক স্বাস্থ্যৰ উন্নতিকল্পে সাহিত্য, কলা, সংগীত, স্থাপত্যৰ বিকাশকৰণ আদিয়েই প্ৰধান। বৰ্তমান সময়ৰ স্বাস্থ্যৰ সংজ্ঞাৰ সৈতে আহোম ৰাজত্বৰ স্বাস্থ্যৰ তুলনামূলক অধ্যয়নে ফট্‌ফটীয়াকৈ প্ৰমাণ কৰে যে সেই সময়তো এক উচ্চমানৰ স্বাস্থ্যৰক্ষাজনিত ব্যৱস্থা বাহাল আছিল। এনেবিলাক কাৰণতে ছশ বছৰীয়া আহোম ৰাজত্বত জনসাধাৰণ স্বাস্থ্যৱান, সবল আৰু পৰাক্ৰমী আছিল।

বিঃদ্ৰঃ—. প্ৰবন্ধটো যুগুত কৰোতে ইতিহাস সম্পৰ্কীয় দুকুৰিৰো অধিক গ্ৰন্থৰ সহায় লোৱা হৈছে। উৎস গ্ৰন্থৰ তালিকাখন দীঘলীয়া হোৱা বাবে ইয়াত প্ৰকাশ কৰা হোৱা নাই।

# অসমীয়া সংস্কৃতিলৈ বড়োসকলৰ অৱদান

তৰেন বড়ো

অসম এখন বহু ভাষা-ভাষী জনগোষ্ঠী, বর্ণ সংস্কৃতিৰ সুৱদি জন্মভূমি। অসমীয়া ভাষিক জনগোষ্ঠীৰ উপৰি একাধিক জনজাতীয় ভাষাগোষ্ঠীৰ লোক অসমত অতীতৰে পৰা বসবাস কৰি আহিছে। এই জনজাতীয় গোষ্ঠীবোৰে অতীতৰ পৰাই নিজা ভাষা-সংস্কৃতি ভিত্তিত জীৱন নির্বাহ কৰি আহিছে। বুৰঞ্জীবিদ আৰু ভাষা বিজ্ঞানীসকলৰ আলম লৈ আমি ক'ব পাৰো যে বর্তমান পৰিচিত বড়ো জনগোষ্ঠীটো ঐতিহাসিকভাৱেই বৃহৎ মংগোলীয় জাতিৰ এটি শাখা আৰু তেওঁলোকৰ বড়ো ভাষাটো চীন-তিব্বতীয় ভাষা গোষ্ঠীৰ আন এটি ঠাল। চীন-তিব্বতীয় ভাষা গোষ্ঠীৰ বহু শাখা-প্রশাখা আছে। এই তিব্বতীয়-বর্মী লোকসকলে চীন দেশৰ দক্ষিণ অঞ্চলৰ পৰা ব্রহ্মপুত্র উপত্যকাৰ বিভিন্ন অঞ্চলত বসবাস কৰি সিঁচৰতি হৈ আছে। অসমলৈ আর্যসকলৰ আগমন হোৱাৰ আগতে যিবিলাক জনজাতিয়ে বাস কৰিছিল ইয়াৰ ভিতৰত তিব্বত-বর্মী ভাষী বা মংগোলীয় জনগোষ্ঠীৰ লোকৰ সংখ্যাও তুলনামূলকভাৱে সৰহ। ইয়াৰে বড়ো, ৰাভা, ডিমাচা, কার্বি, সোণোৱাল, মেচ, লালুং (তিৱা) গাৰো, হাজং, তিপৰা, হোজাই, বৰাহী আদি জনজাতি লোকসকল উল্লেখযোগ্য। অৱশ্যে এইসকল লোক অসমলৈ অহাৰ আগতে খ্রীষ্টপূর্ব দুহেজাৰ বছৰৰ পূর্বে অষ্ট্রিক লোকসকলে আহি পার্বত্য অঞ্চলত থিতাপি লৈছিল।

ইয়াৰ বাহিৰেও উত্তৰ পঞ্জাব আৰু নেপালত বাস কৰা জনগোষ্ঠী যেনে—ধীমান, সিন্ধু বায়, অম্বু-অৰুণাচলত বসবাস কৰা অকা, ডফলা, আবৰ, মিচিমি, মিৰি জনগোষ্ঠীবোৰেও অসমৰ দাঁতিকাষৰীয়া অঞ্চলৰ ভাষা সংস্কৃতিলৈ অৱদান আগবঢ়োৱাৰ উদ্দেশে সংযোগ স্থাপন কৰিছিল। অসমত আর্যভাষা বা সংস্কৃতিয়েই মূলতঃ আধিপত্য বিস্তাৰ কৰিছিল যদিও ইয়াত অনার্য সংস্কৃতিৰ সমলৰ বিষয়টোও নুই কৰিব নোৱাৰি। এই মংগোলীয় গোষ্ঠীৰ ভিতৰত অসমীয়া সংস্কৃতিলৈ সর্বাধিক সমল আগবঢ়াইছে অসমৰ ভূমিপুত্র বড়ো কছাৰীলোকসকলে। পূর্ব পর্বতীয়া জনজাতি লোকসকলৰ ভৌগোলিকভাৱে পৃথকীকৰণ হোৱাৰ পিছত অসমত বড়ো-জনগোষ্ঠীৰ লোকেই অসমীয়া ভাষিক গোষ্ঠীৰ পিছতেই এটা বৃহৎ ভাষিক গোষ্ঠী হিচাপে অসমত স্বীকৃতি লাভ কৰিবলৈ সক্ষম হয়। অসমৰ বড়ো গোষ্ঠীৰ লোকসকলৰ নিজস্ব ভাষা, ধর্ম, সংস্কৃতি আৰু সাহিত্যৰ সীমা থকা হেতুকেই গোষ্ঠীটোৱে স্বকীয়তাৰ পৰিচয় দাঙি ধৰিবলৈ সক্ষম হৈছে। এই গোষ্ঠীৰ বহুক্ষেত্রত অসমীয়া সংস্কৃতিলৈ অৱদান আগবঢ়োৱাৰ থল আছে। বিশেষকৈ নিজৰ নিজৰ দখলত থকা অঞ্চল, ঠাইবোৰৰ নামৰ সাদৃশ্য, নদ-নদীবোৰৰ নামবোৰ অধ্যয়ন কৰিলেই ওলাই পৰে। তেনে ধৰণে আমি অসমৰ কেইখনমান নদীৰ নামো উল্লেখ কৰিব পাৰো,— যেনে দিখৌ, দিবং, দিচাং, দিহিং, বুঢ়ীদিহিং, আই (বিমা), চম্পাৱতী (চাম্পুৰ), গৌৰাং, সৌৰমাঙা (সৰলভাঙা), বৌৰছি (বৰশী), বাল্টি দৈমা, দৈছা ইত্যাদি। তেনে ধৰণৰ ঠাইবোৰৰ নামবোৰতো সাদৃশ্য দেখিবলৈ পোৱা যায়— যেনে নীলীবাৰী অর্থাৎ নল + খাগৰীৰ বাৰী (নলবাৰী), কলবাৰী, (থালিতবাৰী), আমগুৰি (থাইজৌ), শিলিখাগুৰি, বাসবাৰী (ঔৱাবাৰী) নাবাবাম, সোণাজুলি আৰু বহুতো মাছ মৰা যন্ত্ৰৰ ভিতৰত লাংগি বা লাঙি, খোখা (কোক), জেখাই (জাকৈ) প'ল (ফলোঁ), খালৈ, (খোবায়), ছেল, বাথীন (বাথন) আৰু মাছৰ ভিতৰতো মাগুৰ, নাশ্রায়, গৰাই (গীৰি), মগুৰা (মোৰা মাছ), ছিংগি (শিঙিমাছ), খাৰৈ, কুচিয়া, বীমিয়া (বহঁতা), থুৰি (তুৰী) ইত্যাদি।

শাক-পাচলিৰ ক্ষেত্ৰটো তেনে সাদৃশ্য বিদ্যমান, যেনে— লাই, লাফা (লফা), বেঙেনা (ফাণ্ঠাও), লাউ, ঢেকীয়া, চিংকীয়া, লাফা ছাইখো, খুমৰা (কোমোৰা), মূলা বাসৰ ইত্যাদি।

ঘৰতে ধান-চাউল উৎপাদন কৰি খোৱাৰ বাহিৰেও এই জাতিটোৰ হাঁহ, কুকুৰা, গাহৰি, ছাগলী, পাৰ আদি পুহি সুখে-সন্তোষে ভাত এসাঁজ খোৱাৰ অভ্যাস— এই পৰম্পৰা বড়ো জাতটোৰ মাজত অনাদি কালৰ পৰাই চলি আহিছে। খেতি ফচল আদি কৰাই বড়ো-কছাৰী সম্প্রদায়ৰ প্রধান অংগ বা কাম। সেই কাৰণেই বড়ো কছাৰীসকলে ধান খেতি কৰাৰ উদ্দেশ্যে, হাবি-বননি, দখল কৰি মুকলি পথাৰত ঘৰ সাজি সংসাৰ চলাই আহিছে। পর্বত-পাহাৰ, নদী-নলাৰ, পথাৰ, হাবি-জংঘলৰ পাৰে পাৰে ঘৰ বস্তি সাজি থাকে। তেওঁলোকে সাধাৰণতে ঘন বসতি ভাল নেপায়। তামোল, পাণ, নাৰিকল, ৰবাব টেঙা, কমলা, কল, কুঁহিয়াৰ, কচু, জলকীয়া আদিৰ বাগান সাজি, তাৰ কাষতে ঘৰ সাজি থাকিবলৈ ভাল পোৱা জাতি হিচাপে পৰিগণিত হৈ আহিছে।

কোৱা হৈছে— মানুহ গোষ্ঠীৰ ভিতৰত যাৰ ভাষা ভিন্ন, যাৰ কৃষ্টি-সংস্কৃতি ভিন্ন, যাৰ শাৰীৰিক গঠন কাৰো লগত নিমিলে, যিসকলৰ বাসস্থান স্থায়ী অথচ সাধাৰণ জুপুৰি পঁজা, গোষ্ঠীয় সোঁত থকা 'বৈশিষ্ট্যপূর্ণ' কলা-কৃষ্টিৰে অনুষ্ঠান, পার্বণ আদি সমাধা কৰা হয়; সেইসকল মানুহৰ গোষ্ঠীয়েই জাতি। এইটো সঠিকভাৱেই ক'ব পৰা যায় যে মংগোলীয় হ'লেও এওঁলোক কিন্তু মাতৃপ্রধান জাতিৰ পৰা অহা লোকহে। কিয়নো ঘৰুৱা কৃষ্টি আৰু সংস্কৃতিত নাৰীৰ স্থান বহু আগত। অসম তথা উত্তৰ-পূর্বাঞ্চলত মংগোলীয় গোষ্ঠীৰ ভিতৰত বড়ো আৰু গাৰোসকল আজিও মাতৃপ্রধান জাতি হৈ আছে।

বড়োসকলৰ জাতীয় উৎসৱ খেৰাই, বাথৌ; পূজা প্রধান যদিও বহাগৰ বিহু উৎসৱ 'বাগৰুমবা' বা বহাগ বিহু, এক সংক্রান্তীয় পূজা, তিথি, উৎসৱ 'মহামিলনৰ ক্ষেত্র' হিচাপেই পৰিগণিত হৈ আহিছে। ঋতু, কাল সকলোৰে সমভোগ্য আচাৰ। তেওঁ বড়োৱেই হওক বা অন্যই হওক এটা সমষ্টিৰ এলেকাত থকা মানুহখিনি যি মাত-ভাষাৰে নহওক কিয়, তেজৰ ৰং, কৃষ্টিৰ ৰং, ধ্যান-ধাৰণাৰ বাতাবৰণত সামঞ্জস্য নিশ্চয় থাকিব।...

বিহু বা দোমাহীৰ সময়ত চাউলৰ পৰা লাৰু, পিঠা,খৰাই, চুঙাপিঠা, সীমাভাত ৰনাই খোৱা— তদুপৰি চাউলৰ পৰা দেশী 'মদ' তৈয়াৰ কৰি 'ৰহী'ৰে আলহীক আপ্যায়ন কৰা, বিয়া-সবাহ, বাথৌ পূজা, মাৰাই পূজা (মাৰৈ), খেৰাই আদিত ৰবা চাউলৰ দেশী মদ তৈয়াৰ কৰি সমূহীয়াভাৱে ৰহী খোৱা, অতিথিপৰায়ণতা, আলহীক সদাচাৰ, সাদৰী মাত-কথা, ভাষা গীতেৰে আপ্যায়ন কৰা যিটো প্রথা, সি অসমীয়া কৃষ্টি-সভ্যতাৰেই সুন্দৰ পৰিচায়ক।

খাদ্যসম্ভাৰৰ ক্ষেত্ৰতো বড়োসকলৰ এক নিজস্ব বৈশিষ্ট্য আছে। বড়োসকলৰ এক প্রধান খাদ্যসম্ভাৰ হ'ল 'আনলা খাৰি' অর্থাৎ ৰতন আঞ্জা। এই ৰতনটো হ'ল যেনে, 'মৰাপাটৰ সুকতাৰ আঞ্জা, পচলা আৰু বাঁহৰ গাজৰ আঞ্জা। এনে ধৰণৰ ৰান্ধি খোৱা, জিভাৰ জুতি-বুধিৰ আঞ্জাবোৰত 'কলৰ খাৰ' তৈয়াৰ কৰি ব্যৱহাৰ কৰা এবিধ মহৌষধি উপাদান বুলি অসমীয়া সমাজত প্রচলিত হৈ আহিছে। বড়োসকলৰ খাদ্যাভ্যাসত বাহুল্য কম যদিও যিটো খাদ্য নিজ হাতে ঘৰতে ৰান্ধি খাব পাৰে তেনে খাদ্যহে উপযোগীকৈ খোৱাটো এক গোষ্ঠীয় পৰম্পৰা। মাছ পোৱা,



বেঙেনা পোৰা, কঁঠালগুটি পোৰা, গাহৰি পোৰাৰ পিটিকা এক পৰম্পৰা আৰু ই অসমৰ মূল সুঁতিৰ লগতে মিল থকা সমাদৃত ব্যঞ্জন।

ইয়াৰ বাহিৰেও পিন্ধন-উৰণতো অসমীয়া সমাজৰ লগত মিল দেখা পাওঁ। বড়োসকলৰ প্ৰধান পোছাক হ'ল দখনা আৰু জীমগ্ৰা (চাদৰ)। মহিলা বা নাৰীয়ে পৰিধান কৰে। পুৰুষসকলে ঘৰত বা পথাৰত গাম্‌চা (গামোচা) ব্যৱহাৰ কৰে। অন্যান্য পোছাক ভাৰতীয় মহিলাসকলে বিশেষভাৱে এৰী মুগা পুহি তাৰ পৰাই যঁতৰত সূতা কাটি, টাকুৰি, উঘা-চেৰেকী ব্যৱহাৰ কৰি ইন্দ (এণ্ডী) কাপোৰ তৈয়াৰ কৰে। অসমৰ লোক-সংস্কৃতি 'বোৱা কটা'ত বড়ো মহিলাসকলৰ অৱদান প্ৰচুৰ। আজিৰ দিনতো গাঁও অঞ্চলৰ বাহিৰেও খোদ গুৱাহাটীতে বা অন্যান্য চহৰত বসবাস কৰা বড়ো মহিলাসকলে নিজ ঘৰতে তাঁতশালৰ ব্যৱস্থাৰে ঘৰত পিন্ধা; বিহুত আলহীক বিহুৱান দিয়া, নিজে ব্যৱহাৰ কৰা দখনা বৈ লয়। কৈ থোৱা ভাল যে— এই দখনা পিন্ধি বৈসাগু, বাথৌ আৰু খেবাই নৃত্য প্ৰদৰ্শন কৰিছিল দিল্লীত গণৰাজ্য দিৱসত বড়ো পুৰুষ-মহিলাৰ ১৫০ জনীয়া দল এটাই। এই দলৰ হোতা আছিল ওস্তাদ কামিনী কুমাৰ নাৰ্জাৰী ১৯৫৭ চনত। এইটো ঠিক যে সমাজ পৰিৱৰ্তনৰ আওতাত পৰি বৰ্তমানৰ আধুনিকীকৰণে সকলোকে স্পৰ্শ কৰাৰ লগে লগে বড়ো সমাজতো কিছু কিছু এৰা-ধৰা চলিলেও কিন্তু কলা-সংস্কৃতি ৰক্ষা কৰাটো বড়োসকলৰ এক ধৰ্ম বুলিয়ে গণ্য কৰি আহিছে।

বহাগ বিহু অৰ্থাৎ বৈসাগু বড়োসকলৰ জাতীয় প্ৰধান উৎসৱ। বৈসাগুৰ বতৰেই সকলো খাপৰ লোকক মতলীয়া কৰে আৰু অসমীয়া ৰঙালী বিহুৰ দৰে সাত দিনলৈকে এই উৎসৱ পালন কৰা হয়। বড়োসকলৰ বৈসাগু বিহুৰ যি পৰম্পৰা এই পৰম্পৰাই অন্যান্য গোষ্ঠীয়লোকসকলৰ মাজতো কিছুদূৰ শিপাইছে। সি যি কি নহওক এই পৰম্পৰা বিহুৰ বাহিৰেও বিহুটোক দমাহী হিচাপে নানা ৰং-ৰহইচেৰে পালন কৰে। লাওখাৰ অৰ্থাৎ গৰখীয়া সকলে পথাৰত বেলাগুৰ (ভেলাঘৰ) মেজি সাজি উৰুকা পালন কৰা নিয়ম চলি আহিছে। নানান পিঠা-পনা তৈয়াৰ কৰি অতিথিক আপ্যায়ন কৰটো পৰম্পৰাগত ৰীতি।....

কাতি বিহুৰ সময়ত তুলসী (তুলসী)ৰ গুৰিত বন্তি জ্বলোৱা আৰু কাতি গাছা পালন কৰা নিয়ম এতিয়াও চলি আছে। ন ভাত খোৱা, পথাৰত শেষ ধান কটা, পথাৰত শেষ ন ভাত খোৱা নিয়মটো আজিও চলি আছে। ধান কাটিবলৈ সাউৰি মাতা, মহাজনে ধান ধাৰলৈ দিয়া, হাওলুন (ধন ঋণ লোৱা, আৰু পৰিশোধ কৰা নিয়ম চলি আছে। বিয়াৰ সময়ত তামোল-পাণ দি মানুহ নিমন্ত্ৰণ কৰা, গাঁৱৰ মানুহ এক গোট হৈ সমাজ পাতি, নানান বিচাৰ কৰা, ভোজ ভাত খোৱা আজিও চলি আছে।

এইবোৰ কৃষ্টি-সংস্কৃতি আজিৰ আধুনিক সমাজত আওপুৰণি যদিও বিশ্বায়নে কিন্তু কাঢ়ি নিব পৰা নাই আৰু নোৱাৰিব বুলিও আমাৰ সজ ধাৰণা আছে।

পূজা-পাৰ্বন, ৰীতি-নীতি মানি চলি অহা বড়োসকলে বছৰত পূজা পাতল কৰা, ইষ্ট দেৱতাক সন্তুষ্ট কৰাৰ কাৰণে বছৰেকীয়া, পযেকীয়া, মাহেকীয়া পূজা-অৰ্চনা, পুৰোহিত দৌৰী (দেউৰী) মাতা, কবিৰাজৰ দ্বাৰা চিকিৎসা কৰা ব্যৱস্থা চলি আছে। বড়ো কবিৰাজ বা ওজাসকলৰ চিকিৎসা পদ্ধতি বৰ্তমানৰ আয়ুৰ্বেদিক, চিকিৎসাৰ লগত এক ঐতিহাসিক বিজনি থকা চিকিৎসা হিচাপেই পৰিগণিত হৈ আহিছে।

বড়োসকলৰ মাজত নৃত্য এক চমকপ্ৰদ প্ৰথা। নাচ বা নৃত্যৰ তালে তালে বাথৌ বেদীৰ দেৱতাৰ সন্মুখত দৌদিনীয়া (দেওধনী) নামকাৰি নৃত্য পৰিবেশন কৰা কাৰ্য এক চমকপ্ৰদ নৃত্য হিচাপে ধৰা দি আহিছে। দৌদিনি নৃত্য প্ৰথা বড়ো-কছাৰীসকলৰ প্ৰাচীনতম নৃত্য বুলি লোকবিশ্বাস আছে। বাদ্যযন্ত্ৰৰ ক্ষেত্ৰতো খাম, ছিফুং, থৰখা, চেৰেঙ্গা, গাংগীনা, কীচক, বেণু (মাদল, বাঁহী, চেৰেঙ্গা, থৰকা, গগনা, তাল) বড়ো-কছাৰীসকলে নিজেই তৈয়াৰ কৰি লৈ ব্যৱহাৰ কৰে।

তেনেধৰণে খেতি পথাৰত ব্যৱহাৰ কৰা নাঙল, যুৱলি, মৈ, ওখনী, লাহনী, বিবিয়া, বইনা, ডিলা, জবকা, হুলাবাৰী আদিও নিজ ঘৰতে তৈয়াৰ কৰি ব্যৱহাৰৰ উপযোগী কৰি লয়।



কোৱা হয় যে এই বড়ো কছাৰী জাতিটোৱে ঋতু পৰিৱৰ্তনৰ লগে লগে বাৰটা মাহত তেৰটা বিবিধ শস্যৰ খেতি কৰে। খেতি চপোৱা, মৰণা মাৰা, ধান বিক্ৰী কৰা আদি ক্ষেত্ৰত 'চোতাল'খনৰো সুকীয়া ৰীতি আছে। আয় উৎপাদনৰ থলী হিচাপে চোতালখনক ব্যৱহাৰ কৰা হয় বাবেই 'চোতালখন, পাকঘৰ, ধেখালঘৰ, গোহালি আদিবোৰ সদায় পৰিষ্কাৰকৈ ৰখা এটা প্ৰথাহে মাত্ৰ।...

সকলো দায়-দোষ ক্ষমা প্ৰাৰ্থনাৰে
দায়নি গিৰিয়া খালামৌ
নিমাহানি গিৰিয়া নিমাহা হৌনাংগৌ
আমখায়া বেওনী খি গাদুলাবীবায়
খালায় দৌইফৌন গাদ্‌লাবীবায়ৌ
বাবদ্‌লা বুবদলা খালামবীবায়ৌ।।...

দায়ৰ মালিকে দায় কৰে, ক্ষমাৰ মালিকে ক্ষমা কৰে, কোনোবাই কিবা বেয়া কৰিলে বুলিনো তুমিও কৰিবা নে... তোমালোকক পূজা-পাতল দিলো, ক্ষমাৰ গৰাকী তোমালোক।

বিশ্বত ভাতৃত্ববোধেৰে অসমত মাতৃত্ববোধেৰে ভৌগোলিক পৰিস্থিতি বা বাতাবৰণৰ লগত নিজকে খাপ খুৱাই জীৱন নিৰ্বাহ কৰা এই বড়ো কছাৰী লোকসকলে মূল সুঁতিত থাকি, ভাষা, সংস্কৃতি, অৰ্থনীতি, ৰাজনৈতিক, লোকাচাৰ আদি দশোদিশ ৰক্ষা কৰি, মূলত অসমীয়া সংস্কৃতিলৈ বিভিন্ন সময়ত, বিভিন্ন ধৰণে অৱদান আগবঢ়াই আহিছে বাবেই ইয়াৰ সুফলো ভৱিষ্যৎ প্ৰজন্মই ভোগ কৰিবলৈ সুবিধা পাব বুলি আশা ৰ'ল।



# সাহিত্য সভা আৰু শৰৎ চন্দ্ৰ গোস্বামীৰ অৱদান

যামিনীকান্ত শৰ্মা

উনবিংশ শতিকাৰ প্ৰথম-দ্বিতীয় দশকত নামনি আৰু উজনিৰ কথ্যভাষাৰ শুদ্ধাশুদ্ধক লৈ ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা সম্পাদিত 'বাঁহী' আৰু তাৰানাথ চক্ৰৱৰ্তী সম্পাদিত 'আসাম বান্ধৱ' নামৰ আলোচনী দুখনত নানাধৰণৰ বাক্-বিতণ্ডাৰ সৃষ্টি হৈছিল। এনে ধৰণৰ মতানৈক্যই সেই সময়ৰ ভাষা জননীৰ নেতৃস্থানীয় ব্যক্তিসকলক কিছু পৰিমাণে চিন্তিত কৰি তুলিছিল। আনকি সত্যনাথ বৰাদেৱৰ দৰে এগৰাকী প্ৰবীণ সাহিত্যিকেও হিতে বিপৰীত হ'ব পাৰে বুলি আশংকা কৰি সদৌ অসম ভিত্তিত সাহিত্য সভা গঠন কৰাৰ মতত হয় ভৰ দিব পৰা নাছিল। অৱশ্যে অম্বিকাগিৰী ৰায়চৌধুৰীদেৱে সমগ্ৰ অসমবাসীৰ বাবে এখন সাহিত্য সভাৰ অতি প্ৰয়োজনৰ কথা কাকতে-পত্ৰে লিখা-লিখি কৰিছিল।

সেই সময়ত নামনি অসমৰ ছাত্ৰসকলে কামৰূপী উপভাষাৰ পৃষ্ঠপোষকতাত আৰু তাৰানাথ চক্ৰৱৰ্তীৰ সম্পাদনাত প্ৰকাশিত 'আসাম বান্ধৱ' নামৰ মাহেকীয়া কাকতখনিলৈ দান বৰঙণি আগবঢ়াইছিল। কাকতখনৰ প্ৰধান পৃষ্ঠপোষকসকল আছিল— কালিৰাম মেধি, ডাঃ হৰেকৃষ্ণ দাস, ভাৰত চন্দ্ৰ দাস (হাকিম) আৰু শৰৎ চন্দ্ৰ গোস্বামী। উজনি আৰু নামনি অসমৰ ভাষাক কেন্দ্ৰ কৰি যি মতবিৰোধ হৈছিল ইয়াৰ শেষফল ভাল হৈছিল। উভয় পক্ষই পৰস্পৰৰ শব্দ আৰু ৰীতি গ্ৰহণ কৰাৰ সিদ্ধান্তত উপনীত হৈছিল। সেই সময়ত কালিৰাম বৰ্মনৰ সম্পাদনাত 'বিশ্ববাৰ্তা' নামৰ বাতৰি কাকত এখনি প্ৰকাশ পায়। বেজবৰুৱাৰ 'বাঁহী' আৰু চক্ৰৱৰ্তীৰ 'আসাম বান্ধৱ'ৰ মাজত উজনি আৰু নামনিৰ ভাষাক লৈ বাদানুবাদ চলি থকা অৱস্থাত যোৰহাটৰ চন্দ্ৰধৰ বৰুৱাই 'বিশ্ববাৰ্তা'ৰ সম্পাদকলৈ এটি প্ৰবন্ধ পঠিওৱাৰ লগতে এখন চিঠিও প্ৰেৰণ কৰে। উক্ত চিঠিত তেওঁ উভয় পক্ষৰ মাজত ব্যৱহৃত সহজ আৰু সৰ্বজনবিদিত, প্ৰচলিত শব্দবোৰক বিশ্ববাৰ্তাৰ জৰিয়তে প্ৰকাশ কৰিবলৈ এক পৰামৰ্শ আগবঢ়াইছিল। লগতে অসম উপত্যকাৰ কমিছ্নাৰ কৰ্ণেল গৰ্ডন চাহাবৰ অনুৰোধ আৰু চেষ্টাত উভয় পক্ষই এক সমিলমিল অৱস্থাত উপনীত হৈছিল (১৯১৬ চন)।

নামনি অসমৰ ভাষা সম্পৰ্কে শৰৎ চন্দ্ৰ গোস্বামীদেৱে এইদৰে মন্তব্য কৰিছিল— 'অকল উজনিৰ শব্দকেইটালৈয়ে অসমীয়া ভাষা হ'ব নোৱাৰে। প্ৰকৃত অসমীয়া ভাষাই উজনি নামনিৰ সকলো ঠাইৰ অসমীয়া ভাষাৰ মাত-কথা গ্ৰহণ কৰি সুবৃহৎ ভাষা এটা হৈ উঠিব লাগিব। পুৰণি অসমীয়া পুথিবোৰত ইয়াৰ অপৰ্যাপ্ত উদাহৰণ পোৱা যায়। যি দুজনা ধৰ্মগুৰুৰ ৰচিত ধৰ্মপুথিৰ ওপৰত ভেটি বান্ধি অসমীয়া ভাষা আৰু সাহিত্যৰ মন্দিৰটো আজি প্ৰায় দুশ বছৰ বাহিৰৰ ধুমুহা বজ্ৰপাতক কেৰেপ নকৰি নিকপকপীয়া হৈ তিষ্ঠিল, সেই প্ৰাতঃস্মৰণীয় মহাপুৰুষ শংকৰ-মাধৱৰ চৰিত পুথিবোৰতো নামনি অসমৰ শব্দহে

বেছিকৈ পোৱা যায়।' (শৰৎ চন্দ্ৰ গোস্বামীৰ চমু জীৱনী ঃ অতুল চন্দ্ৰ বৰুৱা- পৃঃ '৯৭)।

কিছুদিন পিছত বাঁহী-বান্ধৱৰ বিবাদৰ বুৰবুৰণি আপোনা-আপুনি মাৰ গ'ল। অসম সাহিত্য সভাই সকলো ভয়-ভ্ৰান্তি, আশংকা, অমূলক চিন্তাৰ কণকঠিয়া মাৰি এক মহামিলনৰ মহাতীৰ্থ ৰচনা কৰিলে। অসম সাহিত্য সভাৰ পৰিধি তথা পৰিসৰে অসমৰ সকলো লোককে, ভিন ভিন জনগোষ্ঠীক ঐক্য আৰু সম্প্ৰীতিৰ একেগছি মিলনডোলেৰে বান্ধি আপোন কৰি ল'ব পৰা অসমীয়া ভাষা-সংস্কৃতিৰ এক বিশাল অনুষ্ঠানলৈ ৰূপান্তৰিত কৰিলে।

অসম সাহিত্য সভাৰ জন্মলগ্নত শৰৎ চন্দ্ৰৰ নিষ্ঠা আৰু ঐকান্তিকতাৰ কথা সদায় স্মৰণীয় হৈ ৰ'ব। যোৰহাটত চাকৰি কৰি থকা সময়তে গোস্বামীদেৱে তেওঁৰ চিৰ অভীপ্সিত সাহিত্য সভা স্থাপনত আগভাগ লয়। ১৯১৪-১৫ চনত যোৰহাটত 'যোৰহাট সাহিত্য সভা' নামেৰে অনুষ্ঠান এটি গঢ় লৈ উঠে। ইয়াৰ পিছত ১৯১৭ চনত শিৱসাগৰত সদৌ অসমৰ সাহিত্যানুৰাগী লোকসকলক নিমন্ত্ৰণ কৰি পদ্মনাথ গোহাঞি বৰুৱাৰ সভাপতিত্বত প্ৰথম সাহিত্য সভা স্থাপন কৰে। ১৯১৭ চনৰ ২৬ আৰু ২৭ ডিচেম্বৰত গোহাঞি বৰুৱাদেৱৰ সভাপতিত্বত এই সভা অনুষ্ঠিত হয় আৰু ইয়াতে তেওঁৰ ছপা অভিভাষণ পঠিত হয়। এই সভাখনৰ বাবে সুকীয়া আদৰণী সমিতি এখনো পতা হৈছিল। আদৰণী সমিতিৰ সভাপতি আছিল 'ভ্ৰমৰংগ' নাটকৰ ৰচক গুঞ্জানন বৰুৱা আৰু সম্পাদক আছিল লক্ষ্মীকান্ত বৰুৱা। অসম সাহিত্য সভাৰ প্ৰথম অধিৱেশনত সভাপতিৰ অভিভাষণৰ উপৰি নগাঁৱৰ মোছলেহদ্দিন আহমেদৰ 'অসমীয়া সাহিত্য আৰু মুছলমান' শৰৎ চন্দ্ৰ গোস্বামীৰ 'কীৰ্তনৰ সাহিত্য সৌষ্ঠৱ', নগাঁৱৰ ৰত্নকান্ত বৰকাকতীৰ 'অসমীয়া ভাষা' আদি গধুৰ বিষয়ৰ ৰচনাৰ উপৰি গুৱাহাটীৰ বিপিন বিহাৰী বৰুৱাৰ 'গোবৰ ৰহস্য' নামৰ খুহুতীয়া ৰচনা পঠিত হয়। এই সভাতে ১৯১৭-১৮ চনৰ বাবে শৰৎ চন্দ্ৰ গোস্বামী প্ৰধান সম্পাদক আৰু দেৱেশ্বৰ শৰ্মা সহকাৰী সম্পাদক হিচাপে নিৰ্বাচিত হয় আৰু সদৌ অসমৰ সাহিত্যিক আৰু সাহিত্যানুৰাগী কিছু লোকক প্ৰতিনিধি হিচাপে লৈ কাৰ্যনিৰ্বাহ সমিতি এখন গঠন কৰা হয়। এই সমিতিয়ে ১৯১৮ চনৰ ২৫ এপ্ৰিলত যোৰহাট সাহিত্য সভাক শাখাৰূপে স্বীকৃতি দিয়ে আৰু ইয়াৰ পিছত অসমৰ প্ৰধান কিছু ঠাইৰ পৰা বাৰখনমান সভাক অন্তৰ্ভুক্ত কৰে।

শৰৎ চন্দ্ৰ গোস্বামীয়ে সাহিত্য সভা সম্পৰ্কে এইদৰে লিখিছে- 'ইং ১৯১৭ চনৰ বৰদিনৰ বন্ধত সভা স্থাপিত হ'ল। যোৰহাটত আমি সভাৰ কাৰ্য আৰম্ভ কৰিলোঁ। তেতিয়া মই নৰ্মাল স্কুলৰ 'ছুপাৰিটেনডেণ্ট'। মই চাৰিওপিনে চিঠি-পত্ৰে লিখি শাখা সভা, স্বীকৃতি সভা আদি পাতিবৰ দিহা কৰিলোঁ আৰু সেই সময়ৰ সাহিত্যৰ প্ৰতি মানুহৰ ইমান ৰাপ আছিল যে অলপ দিনৰ ভিতৰতে প্ৰত্যেক নগৰ আৰু ডাঙৰ গাঁৱলীয়া কেন্দ্ৰত একোখন সাহিত্য সভা হৈ উঠিল। তেওঁবিলাকৰ লগত চিঠিপত্ৰ লেখা আৰু এটা বেছ কাম হৈ পৰিল এইবোৰ কৰিবলৈ মোৰ সহায়ক প্ৰায় কোনো নাছিল। শ্ৰীযুত হৰিনাথ পাঠক সহকাৰী সম্পাদক থকা কালত অৱশ্যে বহুতো কামত তেওঁ ঢেৰ সহায় কৰিছিল আৰু যেতিয়াই যিটো কাম কৰিবলৈ কৈছিলো তাকে কৰিছিল।' (অসম সাহিত্য সভাৰ ৰূপৰেখা)।

অসম সাহিত্য সভাৰ বিষয়ে পদ্মনাথ গোহাঞি বৰুৱা ডাঙৰীয়াই 'মোৰ সোঁৱৰণী' নামৰ আত্মজীৱনীত এইদৰে উল্লেখ কৰিছে— 'কলিকতাত মই মণ্টেগু চেম্চবোৰ্ড ডেপুটেচনৰ কাৰ্যত লাগি থাকোতেই ইফালে শিৱসাগৰত এটি সাহিত্যিক উদ্যোক্তা দলৰ উদ্যোগত 'সদৌ অসম সাহিত্যিক সন্মিলনী' এখন প্ৰতিষ্ঠা কৰাৰ যো-জা চলে। সেই দলটিৰ ঘাই নেতা মই জনাত এইকেইজন ঃ (১) শৰৎ চন্দ্ৰ গোস্বামী, (২) কুলধৰ চলিহা, (৩) সিদ্ধেশ্বৰ গোহাঁই (৪) ডাঃ ৰাধিকা নাথ শৰ্মা। সেইবাৰৰ অসম এছ'চিয়েছনৰ বছৰেকীয়া অধিৱেশন সেই বছৰেকীয়া বৰদিনৰ বন্ধত শিৱসাগৰত বহাতো স্থিৰ হৈ আছিল। সেই ছেগতে সংকলিত 'সাহিত্যিক সন্মিলনী'খনো তাৰে লগতে পাতিবলৈ স্থিৰ কৰি সেই সাহিত্যিক সন্মিলনীৰ সভাপতি মোকে পাতিবলৈ অপ্ৰতিদ্বন্দ্বীয়াকৈ স্থিৰ কৰা হয়।' (মোৰ সোঁৱৰণী, পদ্মনাথ গোহাঞি বৰুৱা)।

সাহিত্য সভাৰ জন্মলগ্নৰ প্ৰথম সম্পাদক গোস্বামী ডাঙৰীয়াই চতুৰ্থ অধিৱেশনৰ পৰা (১৯২০ চন) নৱম অধিৱেশনলৈ (১৯২৭) এই সুদীৰ্ঘকাল প্ৰধান সম্পাদকৰ দায়িত্ব বহন কৰি থকা সময়তে তেওঁ 'ইন্সপে''ৰ অৱ স্কুল' পদলৈ পদোন্নতি হোৱাত চৰকাৰী কামৰ হেঁচাৰ বাবে প্ৰধান সম্পাদকৰ দায়িত্বৰ পৰা অব্যাহতি ল'ব লগা হয়। এই সম্পৰ্কে চন্দ্ৰধৰ বৰুৱাই (অসম সাহিত্য সভা পত্ৰিকাৰ সম্পাদক) এইদৰে লিখিছে—

'গোস্বামীদেৱে নিঃস্বাৰ্থভাৱে নিজৰ সময় ব্যয় কৰি নথৈ পৰিশ্ৰম কৰি সভাৰ সকলো কামতে কাৰ্য্যকুশলতা আৰু কৃতিত্বৰ চিন দেখুৱাইছিল। সভাৰ জন্মৰে পৰা তেখেতে অৱসৰ লোৱাৰ দিনলৈকে ইয়াৰ গুৰিয়াল, প্ৰধান কৰ্মচাৰী আৰু প্ৰাণস্বৰূপ আছিল। এই কথা সকলোৱে মুক্তকণ্ঠে স্বীকাৰ নকৰি নোৱাৰে' (অসম সাহিত্য সভা পত্ৰিকা, প্ৰথম বছৰ, তৃতীয় সংখ্যা)। সভাৰ স্থায়ী কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱন গোস্বামী প্ৰধান সম্পাদক হৈ থকা সময়তে নিৰ্মাণ কৰা হৈছিল। ভৱনটোৰ পৰিকল্পনাও আছিল গোস্বামীদেৱৰ।

অসমীয়া ভাষা-সাহিত্যপ্ৰেমী আৰু অসম সাহিত্য সভা চিৰদিনলৈকে গোস্বামীদেৱৰ ওচৰত ধৰুৱা হৈ থাকিব আৰু তেওঁৰ নাম সাহিত্য সভাৰ ইতিহাসত সোণালী আখৰেৰে লিখা থাকিব।

১৮৮৭ খ্ৰীষ্টাব্দৰ ১২ মে'ত নলবাৰী সত্ৰত জন্মগ্ৰহণ কৰা শৰৎ চন্দ্ৰ গোস্বামী সাহিত্য সভাৰ দক্ষ সংগঠক হোৱাৰ উপৰি তেওঁ আছিল এজন ভাল গল্পকাৰ। গোস্বামীদেৱৰ গল্প পুথিকেইখন হৈছে- 'গল্পাঞ্জলি', 'মইনা' আৰু 'বাজিকৰ'। গোস্বামীদেৱ ৰচিত নাটক 'পৰীক্ষা' আৰু 'বুদ্ধদেৱ'। মাত্ৰ সোতৰ বছৰ বয়সতে তেওঁ 'পাণিপথ' নামৰ এখনি উপন্যাস ৰচনা কৰিছিল। অসম সাহিত্য সভাৰ সেৱাত জীৱনপাত কৰা শৰৎ চন্দ্ৰ গোস্বামীৰ উদয়পুৰত বহা হিষ্টৰিকেল ৰেকৰ্ড কমিছনত যোগ দিবলৈ গৈ উভতি আহোতে ১৯৪৪ খ্ৰীষ্টাব্দৰ ১৯ ডিচেম্বৰত দিল্লীত আকস্মিক বিয়োগ হয়।

শেষত ক'বলৈ গ'লে অসম সাহিত্য সভা বুলিলে শৰৎ চন্দ্ৰ গোস্বামীলৈ আৰু শৰৎ চন্দ্ৰ গোস্বামী বুলিলে অসম সাহিত্য সভালৈ অসমীয়া লোকৰ মনত সদায় উদয় হ'ব।



# অসম সাহিত্য সভাৰ প্ৰতি আমাৰ দায়িত্বৰ প্ৰসংগত ঃ চমু অভিমত

সতীশ চন্দ্ৰ চৌধুৰী

অসম সাহিত্য সভা অসমত বসবাস কৰা আমাৰ সকলোৰে উমৈহতীয়া অনুষ্ঠান। ১৯১৭ খ্ৰীষ্টাব্দৰ ২৭ ডিচেম্বৰত জন্ম লাভ কৰা অসম সাহিত্য ক্ৰমে ক্ৰমে বৃহত্তৰ জাতীয় অনুষ্ঠান তথা জাতীয় মহাসভাৰ পৰ্যায়লৈ অগ্ৰসৰিত হৈছে বুলি আমি অনুভৱ কৰি আহিছো। আনহাতে অসম সাহিত্য সভাই ক্ৰমাগতভাৱে জাতি, বৰ্ণ, ধৰ্ম, সম্প্ৰদায় নিৰ্বিশেষে জনসাধাৰণৰ সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছে। সভাৰ বাৰ্ষিক সন্মিলন আৰু দ্বিবাৰ্ষিক অধিৱেশনত বিপুল জনসমাগম হ'বলৈ ধৰিছে। অকল প্ৰতিনিধি বা দৰ্শক প্ৰতিনিধিয়েই নহয় তথা উত্তৰ-পূৰ্বাঞ্চলৰ সকলো শ্ৰেণী আৰু পৰ্যায়ৰ লোক সভাৰ সন্মিলন বা অধিৱেশনত গোট খায়। নিজৰ গাঁঠিৰ ধন ভাঙি সভাত যোগদান কৰাৰ এনে নজিৰ সম্ভৱ বিশ্বতে বিৰল। এনেদৰে জাতীয় জীৱনৰ অংশীদাৰসকলে সভাত যোগদান কৰা অসমৰ জাতীয় জীৱনৰ বাবেই এক বিপুল সংঘটন বুলি ক'লে হয়তো বঢ়াই কোৱা নহ'ব। সেয়ে, সভাক জাতীয় অনুষ্ঠান আখ্যা দিয়া হৈছে।

আনহাতে সভাৰ অনেক কাৰ্যসূচী ইতিমধ্যে অসম তথা পূৰ্বাঞ্চলৰ গাঁও-ভূঁই-নগৰ-চহৰলৈ সম্প্ৰসাৰিত হৈছে। জনগোষ্ঠীয় বসতিপূৰ্ণ অঞ্চলৰ লগতে চাহ-বাগিচা আৰু চৰ-চাপৰি অঞ্চললৈকো সভাৰ কাৰ্যসূচী আৰু আঁচনি সম্প্ৰসাৰিত হোৱাৰ ফলত গ্ৰাম্য জনসাধাৰণৰ পৰা সভাই লাভ কৰিছে বিপুল সমাদৰ। এনে এক প্ৰেক্ষাপটত সভাৰ আঁচনি বা কাৰ্যসূচী কেৱল নগৰ বা চহৰ অঞ্চলত সীমাবদ্ধ ৰখা হ'লে গ্ৰামাঞ্চলৰ জনসাধাৰণৰ আস্থা আৰু নিষ্ঠা ক্ৰমে হেৰুৱাই পেলোৱাৰ সম্ভাৱনাই অধিক হ'ব পাৰে। সভাই বিদ্যায়তনিক দিশৰ লগতে সৰ্বসাধাৰণৰ মন জয় বা আকৰ্ষণ কৰিব পৰা আৰু জনগণৰ মানসিক আৰু বৌদ্ধিক বিকাশ তথা উক্ত দিশৰ প্ৰতি আকৰ্ষণ কৰা কাৰ্যসূচীও সমানে ল'ব লাগিব। এই দিশত সভাই অধিক গুৰুত্বহে দিব লাগিব।

গ্ৰামাঞ্চলৰ সাহিত্যসেৱী, নাট্য-কলা, শিল্প-ভাস্কৰ্য, লোক-কলা, অভিনয়-কলা, লোক ক্ৰীড়া আদি দিশৰ লোকসকল এনেয়ে অনাদৃত হৈ আহিছে। এই দিশ সমূহত সভাৰ কৰণীয় অনেক। এনেবোৰ লোকে সভাৰ মজিয়ালৈ অহা আৰু সভাৰ দ্বাৰা সমাদৃত হোৱাৰ সুবিধা পালে, সেইসকলৰ পৰা আৰু অধিক শ্ৰদ্ধা আৰু সেৱা সভাই লাভ কৰিব পাৰিব বুলি নদি ক'ব পৰা যায়। সেইসকলৰ মানসিক আৰু বৌদ্ধক বিকাশ ঘটাব পাৰিলে আৰু জনসমাজৰ ভাষা-সাহিত্য তথা সংস্কৃতিৰ সমলসমূহ উদ্ধাৰ কৰিব পৰা গ'লে অসমৰ জাতীয় জীৱনৰ অনেক সমল পোহৰলৈ আহিব আৰু সি সমূহে আমাৰ জাতীয় ভাষা-সাহিত্য-সংস্কৃতিলৈ অশেষ অৱদান আগবঢ়াব বুলি আশা কৰিব পাৰি। এনেবোৰ কাৰ্যৰ বাবে অসমৰ সকলো স্তৰৰ শিক্ষক সমাজে সহায় আগবঢ়াব পাৰে বুলি অনুভৱ কৰা যায়। বৰ্তমান যি সৰ্বশিক্ষা অভিযান চলোৱা

হৈছে, সেই অভিযানৰ লগত সভাকো জড়িত কৰিব পৰা যায়। শিক্ষাৰ লগতে ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধা আৰু চিন্তা-চৰ্চাৰ ভাব জনসাধাৰণৰ মাজত সুমুৱাই দিব পৰা গ'লে লোক-সমাজত প্ৰচলিত ভাষা-সাহিত্য আৰু সংস্কৃতিৰ সমল উদ্ধাৰ আৰু প্ৰচাৰ সম্ভৱ হ'ব পাৰে। এনেবোৰ দিশত দীৰ্ঘম্যাদী আৰু হ্ৰস্বম্যাদী আঁচনি যুগুত কৰি পৰ্যায়ক্ৰমে কাৰ্যকৰী কৰিব পৰা গ'লে আমাৰ জাতীয় জীৱনৰ এক মহৎ কাৰ্য সাধিত হ'ব পাৰে বুলি অনুভৱ কৰা যায়।

প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে উচ্চতৰ মাধ্যমিকৰ পৰা বিশ্ববিদ্যালয় পৰ্যায়ৰ শিক্ষক সমাজৰ সভাৰ সাধাৰণ সভ্য হিচাপে অন্তৰ্ভুক্তি বৰ্তমানো তেনেই সামান্য বুলি ক'লে হয়তো বঢ়াই কোৱা নহ'ব। ৰাজ্যখনৰ সকলো স্তৰৰ শিক্ষক-কৰ্মচাৰী আৰু শৈক্ষিক দিশৰ লগত জড়িতসকলৰ অধিক অংশগ্ৰহণে সভাক অধিক শক্তি প্ৰদান কৰিব পাৰে। এনেদৰে বিভিন্ন স্তৰৰ শিক্ষক-কৰ্মচাৰীৰ বিভিন্ন সংগঠন বা সংস্থা অসমভিত্তিত আছে। প্ৰায় সৰহসংখ্যক সংগঠন বা সংস্থাৰে জিলা বা আঞ্চলিক পৰ্যায়ৰ সন্থা, সংস্থা বা সন্মিলন আছে। সেয়ে মূল সংগঠন বা সংস্থাসমূহৰ লগত সংযোগ স্থাপন কৰি, শিক্ষা বিভাগৰ সহায় লৈ ওপৰত উল্লেখ কৰা কাৰ্যসমূহ সহযোগৰ মাধ্যমেৰে কাৰ্যান্বিত কৰিব পৰা যায়। ই প্ৰত্যক্ষভাৱে নহ'লেও পৰোক্ষভাৱে জনসাধাৰণক শিক্ষাৰ প্ৰতি অধিক আকৰ্ষিত কৰাৰ লগতে ভাষা-সাহিত্য তথা সংস্কৃতিৰ প্ৰতি সমাদৰ লাভৰ সহায়ক হ'ব পাৰে। এই উপায়ে জনসাধাৰণৰ মাজত পঢ়াৰ অভ্যাস বৃদ্ধি, পটুৱৈ সমাজ গঠন আৰু গ্ৰন্থৰ সমাদৰ আদি বৃদ্ধিও ঘটাব পৰা যায়। একেদৰে বিভিন্ন পৰ্যায়ৰ শিল্পীৰ সভাত অংশগ্ৰহণো অনেক গুণে কম বুলি কোৱা হৈছে। নাট্যকাৰ, অভিনেতা, সংগীত শিল্পীসকলৰ দিশসমূহ বেলেগ বুলি ধাৰণা এটা হোৱা বাবে সভাৰ সভ্যপদ গ্ৰহণৰ বহুতে ইচ্ছুক নহয়। এনেবোৰ ধাৰণা সলনি কৰিবৰ বাবে সেই সকলকো সভাত অংশ গ্ৰহণৰ ব্যৱস্থা কৰিব পৰা গ'লে সভাৰ শক্তি আৰু অধিক বৃদ্ধি পাব পাৰে। এনেবোৰ কাৰ্যৰ বাবে অসম নাট্য সন্মিলনকে ধৰি নাট্য-কলা-সংস্কৃতিৰ অনুষ্ঠানসমূহৰ মাধ্যমেৰে উমৈহতীয়াভাৱে কাম কৰাৰ আঁচনি আদিও গ্ৰহণ কৰিব পৰা যায়।

**আমি আমাৰ মাজত ক্ৰমে উত্তৰ হ'ব খোজা নীচাত্মিকা ভাৱবো পৰিৱৰ্তন কৰিবৰ হ'ল। আমি সকলোৱে জন্মৰ পৰাই পৈতৃক সম্পত্তি হিচাপে লাভ কৰি আহিছো আমাৰ ভাষা-সাহিত্য-সংস্কৃতি, পৰম্পৰা, জীৱনবোধ আৰু জাতীয় জীৱনক। সেয়ে, জাতীয় অনুষ্ঠান সভাৰ লগত জড়িতসকলেহে সভাক ভাল পাব, সভাৰ হকে কাম কৰিব, এই কথা আমি ভাবিব নালাগে। ভাবিব নালাগে সাহিত্যসেৱীসকলেহে সাহিত্য সভাৰ সভ্যপদ গ্ৰহণ কৰিব ইত্যাদি। আমি সকলোৱে পৰম্পৰাগত গীত-পদ, মাত-কথা, আচাৰ-ব্যৱহাৰ, লোক-কথা, লোক-সংস্কৃতি, লোক-ক্ৰীড়া, উৎসৱ-পাৰ্বণ, ধৰ্মীয়কে ধৰি আচাৰ-অনুষ্ঠান আদিৰ মাধ্যমেৰে আমাৰ জাতীয় জীৱনৰ লগতে ভাষা-সাহিত্য-সংস্কৃতিৰ লগত সম্পৃক্ত হৈ আহিছো। সেয়ে, আমি সকলোৱে প্ৰত্যক্ষভাৱে নহ'লেও পৰোক্ষভাৱে ভাষা-সাহিত্য-সংস্কৃতিৰ সেৱক।**

এনেবোৰ দিশত আঁচনি আদি ল'ব পৰা গ'লে, উক্ত ক্ষেত্ৰসমূহৰ লগত জড়িতসকলে সভাই নাট্যকাৰ বা নাট্য-সাহিত্য তথা শিল্পীসকলক আদৰ কৰাৰ পোষকতা নকৰে বুলি কৰি অহা অভিযোগ আদিৰ উপশম হ'ব পাৰে। এনেবোৰ দিশত পৰস্পৰে পৰস্পৰৰ ওচৰ চাপিলে, এক সাৰ্থক বাতাৱৰণ সৃষ্টি হ'ব পাৰে আৰু ইয়ে জাতীয় জীৱনক মহত্ব প্ৰদান কৰিব পাৰে বুলি অনুভৱ কৰা যায়। অসমৰ নাৰী তথা যুৱ সমাজৰ অসম সাহিত্য সভাত অংশগ্ৰহণো তুলনামূলকভাৱে কম। পুৰুষ আৰু সমাজৰ বিভিন্ন স্তৰৰ লোকৰ তুলনাত নাৰী আৰু যুৱকৰ সভাৰ সভ্যপদ গ্ৰহণৰ সংখ্যা তেনেই সামান্য বুলি ক'লে সম্ভৱ বঢ়াই কোৱা নহ'ব। বাৰ্ষিক সন্মিলন বা অধিৱেশনত তেনেই সীমিতসংখ্যক মহিলা বা যুৱক-যুৱতীয়ে প্ৰতিনিধি হিচাপে যোগদান কৰি আহিছে। অথচ সমাজ জীৱনৰ বাবে তেওঁলোকৰ ভূমিকা কোনোগুণে কম নহয়। সেয়ে, তেওঁলোকক সভাৰ সাধাৰণ সভ্যপদ গ্ৰহণ কৰোৱাই সভালৈ মুকলিভাৱে আনিব পাৰিলে সভাৰ শক্তি আৰু অধিক বৃদ্ধি পাব পাৰে। ইয়ে সভাৰ ভৱিষ্যৎ স্থিতিক সুদৃঢ় কৰাত সহায়ক হ'ব বুলি আশা কৰিব পাৰি।

অৱশ্যে এনেবোৰ দিশৰ বাবে এক অভিলাষী আঁচনি আৰু সুনিৰ্দিষ্ট পদক্ষেপৰ প্ৰয়োজন হ'ব। সভাৰ লগত দীৰ্ঘকাল জড়িতসকলো এনেবোৰ আঁচনি প্ৰণয়ন আদিত সহযোগ আগবঢ়ালে সফলতা লাভ নকৰাৰ কোনো কাৰণ নাই। আমাৰ সংবাদ মাধ্যমসমূহৰ লগতে সংবাদ-পত্ৰসমূহে এনেবোৰ দিশত সভালৈ পূৰ্ণ সহযোগ আগবঢ়াব পাৰে। অৱশ্যে এনেবোৰ দিশক সভাৰ নিয়মাৱলীৰ আওতালৈ অনাৰো প্ৰয়োজন হ'ব পাৰে। ই এদিন বা এবছৰৰ ভিতৰত কৰা আঁচনি নহ'ব। ইয়াৰ বাবে দীৰ্ঘ পৰ্যবেক্ষণ আৰু অনুশীলনৰো প্ৰয়োজন হ'ব পাৰে। কিন্তু নক'লেও হ'ব যে এনেবোৰ দিশত পদক্ষেপ- লোৱাৰ অনেক প্ৰয়োজন আছে। পুনৰ ক'ব পাৰি যে বিদ্যায়তনিক আৰু গৱেষণা আদি আঁচনিৰ দৰে জনসাধাৰণৰ বাবে এনে আঁচনি লোৱাৰ অধিক প্ৰয়োজনীয়তা আছে। বিদ্যায়তনিক বা গৱেষণা আদিৰ বাবে বিশ্ববিদ্যালয় আদি পৰ্যায়ত অনেক সুবিধা আছে, কিন্তু জনগণৰ উপযোগী এনেবোৰ আঁচনি বা কাৰ্যৰ বাবে সেই সুবিধা নাই। অসম সাহিত্য সভাৰ দ্বাৰা এনেবোৰ দিশত আঁচনি আৰু কাৰ্যসূচী ল'লে, বা গ্ৰহণ কৰিব পৰা হ'লে আমাৰ হেৰাই যাব ধৰা



ভাষা-সাহিত্য-সংস্কৃতি, লোক-পৰম্পৰা, লোক-সংস্কৃতি, লোক-ক্ৰীড়াকে ধৰি অনেক সমলক ৰক্ষা কৰিব পৰা হ'ব আৰু ই জাতীয় জীৱন আৰু জাতীয় ভাষা-সাহিত্য-সংস্কৃতিক সমৃদ্ধিশালী কৰিব পাৰে বুলি নিঃসন্দেহে ক'ব পাৰি। এনে আঁচনি বা কাৰ্যসূচীয়ে শৈক্ষিক পৰিৱেশ সৃষ্টিৰ লগতে ভাষা-সাহিত্য-সংস্কৃতিলৈ উল্লেখনীয় বৰঙণি যোগোৱাৰ লগতে পঢ়ুৱৈ সমাজ গঠন কৰি গ্ৰন্থৰ সমাদৰ বৃদ্ধিতো অভূতপূৰ্ব অৱদান যোগাব বুলি আশা কৰিব পাৰি। সকলোৱে বাবে গ্ৰহণযোগ্য তেনে এক আঁচনি বা কাৰ্যসূচী আমি সকলোৱে সহযোগ আগবঢ়াই অসম সাহিত্য সভাৰ দ্বাৰা লোৱাৰ বা কাৰ্যান্বিত কৰিব পাৰোহক।

অসম সাহিত্য সভা অসমৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান বুলি ইতিমধ্যে অভিহিত কৰি আহিছো। ভাষা-সাহিত্য তথা সংস্কৃতিৰ এনে বৃহৎ অনুষ্ঠান পৃথিৱীত বিৰল বুলিও আখ্যা দিয়া হৈছে। অসমৰ জাতীয় জীৱনৰ লগত এই অনুষ্ঠানটি জড়িত আৰু জাতীয় জীৱনৰ লগতে ভাষা-সাহিত্য তথা সাংস্কৃতিক ক্ষেত্ৰৰ উপৰি অসমৰ সাম্প্ৰদায়িক সমন্বয়ৰ ক্ষেত্ৰত ই প্ৰভূত বৰঙণি দি আহিছে। অসমৰ জাতীয় সমস্যাৰ আন্দোলনত এই অনুষ্ঠানে মুখ্য ভূমিকা লোৱাৰ অনেক উদাহৰণ আছে। অসমৰ ভাষা সমস্যাৰ আন্দোলনতো ই সততে মুখ্য পদক্ষেপ লৈ আহিছে। অসম, অসমৰ জাতীয় সত্তা, সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰত যোগোৱা বৰঙণিও অপৰিসীম। প্ৰকাশনৰ দিশেৰে এই অনুষ্ঠানৰ অৱদান কোনোগুণে কম নহয়। সভাই বৰ্তমানলৈকে সাতশৰো অধিক গ্ৰন্থ প্ৰকাশ কৰিবলৈ সক্ষম হৈছে। অসমত 'অসম প্ৰকাশন পৰিষদ' গঠনৰো মূল হোতা অসম সাহিত্য সভা। আনহাতে অসমৰ জনগোষ্ঠীয় ভাষা-সাহিত্যৰ অনুষ্ঠানসমূহৰ লগতো এই অনুষ্ঠানে সমন্বয় স্থাপনৰ আঁচনি লৈ 'ভাষা সমন্বয় মঞ্চ ঃ অসম'ৰ মাধ্যমেৰে অনেক দিশক সফলকাম হ'ব পাৰিছে বুলি কোৱা হৈছে। অসমৰ সকলো পৰ্যায়ৰ লেখক-লেখিকা, যুৱসকলৰ লগতে ছাত্ৰ-ছাত্ৰীসকলক উৎসাহিত তথা পুৰস্কৃত কৰাৰ আঁচনিও সভাৰ অনেক আছে। সভাই দীৰ্ঘ দিনৰ পৰিক্ৰমাত উক্ত ক্ষেত্ৰসমূহৰ পুনৰ নিৰ্মাণ আৰু সংবৰ্ধনতো অবিহণা যোগাই আহিছে। সাম্প্ৰতিক সময়তো এই অনুষ্ঠানৰ প্ৰাসংগিকতা কোনোগুণে কম বুলি ভবা নহয়। বিভিন্ন কাৰণত সভাৰ গতি আৰু কাৰ্যপ্ৰণালী বাধাপ্ৰাপ্ত হোৱাৰ উদাহৰণ থাকিলেও এই অনুষ্ঠানে কোনোদিনে প্ৰাসংগিকতা হেৰুওৱা নাই বুলিয়েই বিবেচনা কৰা হয়। সেয়ে, এই অনুষ্ঠানৰ ধাৰাবাহিকতা ৰক্ষা কৰাত গুৰুত্ব দিয়া উচিত। এই ধাৰাবাহিকতা ৰক্ষাত জনসাধাৰণৰ পৃষ্ঠপোষকতা অধিক প্ৰয়োজন। অনুষ্ঠানটিক সময়ে সময়ে বিতৰ্কত সোমাই পৰা বুলি কোৱাৰ পৰিৱৰ্তে সভাক বিতৰ্কলৈ ঠেলি দিব বিচৰা বুলিহে আমাৰ ধাৰণা হয়। অনেক ক্ষেত্ৰত সভাৰ নিয়ম-তন্ত্ৰ আদিৰ বিষয়ে নজনাকৈয়ে সভাক সমালোচনা কৰা হয়। সভাৰ কাৰ্যপ্ৰণালীৰ বিষয়ে নজনাকৈও বহুতে সভাক বিভিন্ন প্ৰকাৰে সমালোচনা কৰে। সভাই সকলো কৰিব পাৰে বুলিও আমাৰ বহুতৰে বদ্ধমূল এক ধাৰণা আছে। সভাৰ লগত পৰোক্ষভাৱে জড়িত অনেকৰ দৰে সভাৰ লগত প্ৰত্যক্ষভাৱে জড়িত এচামেও হয় নিজে, নহয় আনৰ হতুৱাই সভাক সমালোচনা কৰাও লক্ষ্য কৰা যায়। সময়ে সময়ে সভাৰ পৰম্পৰা ৰক্ষাতো অনেক প্ৰকাৰে বাধাৰ সৃষ্টি কৰা হয়। এনেবোৰ কাৰণত অনুষ্ঠানটিক বিতৰ্কৰ মাজলৈ ঠেলি দিব বিচৰা হয়। সভাক নিঃস্বাৰ্থভাৱে সেৱা কৰি অহা এচামকো অনেক সময়ত সমালোচনা কৰিব বিচৰা হয় বা হেয় প্ৰতিপন্ন কৰিবলৈ অনেক প্ৰকাৰে চেষ্টা কৰা হয়। অনেক সময়ত এনেবোৰ কাৰণতো সভাৰ বাহিৰে-ভিতৰে বিতৰ্কৰ সৃষ্টি কৰা হয়। বহুতে সভাৰ পদসমূহকো লোভনীয় আৰু অধিক সন্মানীয় বুলি ভাবে, সেৱা তথা ত্যাগৰ পদ বুলি বিবেচনা নকৰে। এনেবোৰ কাৰণতো বিতৰ্কই স্থান লাভ কৰে। সৰ্বসাধাৰণৰ লগতে ভাষা-সাহিত্যসেৱী তথা সংবাদসেৱীসকলক সভাৰ নিয়মতন্ত্ৰ আদিৰ বিষয়ে সঠিকভাৱে জনাব বা অৱগত কৰাব পৰা গ'লে, যিকোনো বিতৰ্ক আদিৰ পৰা সভাক উৰ্ধ্বলৈ গতি কৰাব পৰা যাব বুলি অনুভৱ হয়। অসমৰ সংবাদপত্ৰসমূহেই এনেবোৰ দিশত সভাক উল্লেখনীয়ভাৱে সহায় কৰিব পাৰে। সভাৰ লগত জড়িতসকলেও এনেবোৰ দিশত অবিহণা আগবঢ়াই সভালৈ সহযোগ আগবঢ়াব পাৰে। সভাক সমালোচনা কৰাতকৈ সভাৰ সভ্য পদ গ্ৰহণ কৰি জাতীয় অনুষ্ঠানটিৰ অংশীদাৰ হ'লে অনেক বিতৰ্কৰ সহজে সমাধান হয় বুলি অনুভৱ হয়। শেষত, সময় থাকোতে এনেবোৰ দিশত সহযোগ আগবঢ়াবলৈ সনিৰ্বন্ধ অনুৰোধ জনোৱা হ'ল।

আমি আমাৰ মাজত ক্ৰমে উত্তৰ হ'ব খোজা নীচাত্মিকা ভাৱবো পৰিৱৰ্তন কৰিবৰ হ'ল। আমি সকলোৱে জন্মৰ পৰাই পৈতৃক সম্পত্তি হিচাপে লাভ কৰি আহিছো আমাৰ ভাষা-সাহিত্য-সংস্কৃতি, পৰম্পৰা, জীৱনবোধ আৰু জাতীয় জীৱনক। সেয়ে, জাতীয় অনুষ্ঠান সভাৰ লগত জড়িতসকলেহে সভাক ভাল পাব, সভাৰ হকে কাম কৰিব, এই কথা আমি ভাবিব নালাগে। ভাবিব নালাগে সাহিত্যসেৱীসকলেহে সাহিত্য সভাৰ সভ্যপদ গ্ৰহণ কৰিব ইত্যাদি। আমি সকলোৱে পৰম্পৰাগত গীত-পদ, মাত-কথা, আচাৰ-ব্যৱহাৰ, লোক-কথা, লোক-সংস্কৃতি, লোক-ক্ৰীড়া, উৎসৱ-পাৰ্বণ, ধৰ্মীয়কে ধৰি আচাৰ-অনুষ্ঠান আদিৰ মাধ্যমেৰে আমাৰ জাতীয় জীৱনৰ লগতে ভাষা-সাহিত্য-সংস্কৃতিৰ লগত সম্পৃক্ত হৈ আহিছো। সেয়ে, আমি সকলোৱে প্ৰত্যক্ষভাৱে নহ'লেও পৰোক্ষভাৱে ভাষা-সাহিত্য-সংস্কৃতিৰ সেৱক। এই ধাৰণাক আমাৰ হৃদয়ত যিদিনাৰে পৰা পুনৰ স্থাপন কৰিব পাৰিম, সেইদিনাৰে পৰাই আমি আৰু আমাৰ সমাজ জীৱনে, লগতে আমাৰ জাতীয় জীৱনে এক অমোঘ শক্তি আৰু জাতীয় সত্তাবোধৰ মন্ত্ৰত পুনৰ দীক্ষিত হ'ব পাৰিম। সেই দিন আমাৰ মাজলৈ অচিৰে সমাগত হওক, ইয়াকে কামনা কৰিলোঁ।

# গীত-কবিতাত জীৱনৰ উশাহ-নিশাহ

হেমন্ত বৰ্মন

ল' বালিৰ কথা। তেতিয়া আমাৰ ঘৰলৈ ৰেডিঅ' অহা নাই। সন্ধিয়া নামিছিল। দেৱালত দৰা কোবোৱাৰ সময় এয়া। বাটত ইফাল-সিফাল কৰি আছিলো। ৰেডিঅ' বজাই কোনোবা এজন গৈ আছিল। এনেতে ৰেডিঅ'ৰ পৰা ভাহি আহিল এটা গীত।

কাউৰী পৰে
কলৰে পাততে কাউৰী পৰে
আগলতি চিত মোৰ লৰে চৰে
ভুম ভুম দৰাতে কোনে কোৰ মাৰে
আষাঢ়ৰ দাৰুড় আঁৰে আঁৰে।
অ' জেউতি, তোলৈ মোৰ মনত পৰে।

গীতটি শুনি মন্ত্ৰমুগ্ধৰ দৰে ৰেডিঅ' লৈ যোৱা মানুহজনৰ পিছে পিছে গৈ আছিলো। গীতটি শেষ হোৱাৰ পিচতো ঠাইতে আমি কিছু সময় ৰৈ আছিলো। গীতটি সিদিনাই প্ৰথম শুনিছিলো। ৰেডিঅ'ৰ ঘোষকৰ কণ্ঠতেই শুনিছিলো গীতৰ ৰচনা কেশৰ মহন্তৰ।

গীতটি এতিয়াও আমাৰ বুকুত সোমাই আছে। এতিয়াও ৰৈ ৰৈ খুন্দিয়ায়। সেই সন্ধিয়াই কেশৰ মহন্তক চোৱাৰ হেঁপাহ জাগিছিল। সেইটি গীতেই নহয়, তাৰ পিচৰ সময়ত তেওঁৰ আৰু ভালেমান গীতে আমাক মুগ্ধ কৰিছিল। সেইবোৰ আজিও হৃদয়ৰ ক'ৰবাত সোমাই আছে।

অ' আই আমাৰ কপালতে
ৰঙা সেন্দুৰেৰে তিলক আঁকি দিয়া
ডাৱৰ ফালি বং মেলালৈ যাও

মানুহক গীত আৰু কবিতাৰ সুৰে প্ৰথমে খুন্দিয়ায়। কথা পিচলৈ বয়। তেওঁৰ গীতৰ কলিবোৰ মনত ৰৈ যোৱাৰ কাৰণো হ'ল কথাত থকা সুৰ।

মা আমি শদিয়ালৈ যামেই
মা আমি সত ফুল খামেই
মা বান্ধিম আমি কেঁচা পাতত লোণ

কেৱল সুৰেই নহয় পৰম্পৰা ভঙাৰ হাবিয়াস আৰু দুৰন্ত আশাও সোমাই আছে এই গীতটিৰ মাজত।

পঢ়াশলীয়া দিনবোৰ গ'ল। হাইস্কুলৰ দিনো উকলিল। কেশৰ মহন্তক চোৱাৰ হেঁপাহ পূৰণ নহ'ল। কটন কলেজ গৰকি টলৌ টলৌকৈ অ'লৈ-ত'লৈ গৈছিলো। বিশ্ববিদ্যালয়ৰ ফালেও পাক মাৰিছিলো। তেতিয়া ছাত্ৰ-



ছাত্ৰী আৰু শিক্ষক-কৰ্মচাৰীক বিশ্ববিদ্যালয়লৈ পৰিবহণ নিগমৰ বাছে কঢ়িয়াইছিল। বাহিৰৰ মানুহেও জালুকবাৰীলৈ যোৱাৰ এই সুবিধা লৈছিল।

এদিন আমিও বাছত উঠিলো। ভিৰ। ইতিমধ্যে মানুহ থিয় হৈ যাবলগীয়া অৱস্থা। ভিৰৰ মাজত ধুতী-পঞ্জাবী পৰিহিত ওখ-পাখ মানুহ এজন থিয় হৈ আছে। মূৰত ক'লা টুপী। কান্ধত বোধহয় এখন মোনাও আছিল। লগৰজনে ইংগিতেৰে ক'লে সেইজনেই কেশৰ মহন্ত। বিশ্ববিদ্যালয় চৌহদৰ বাছষ্টপত তেওঁ নামিল। আমিও নামিলো। মাত লগোৱাৰ সাহস নহ'ল। গহীন খোজেৰে তেওঁ আগবাঢ়ি গ'ল।

এইদৰেই বহুকাল গ'ল। তিনিদিনীয়া অগ্ৰদূতৰ কাৰ্যালয়ত প্ৰথম তেওঁৰ লগত মুখামুখি হৈছিলো। সেই সাক্ষাতো কুশল সংবাদতেই শেষ।

**মোৰ যে কিমান হেঁপাহ...** নামৰ কবিতা পুথিখনৰ বাবে সাহিত্য অকাডেমী বঁটা পাওতে আমি সম্পাদনা কৰা **শ্ৰীময়ী** নামৰ আলোচনীখনৰ বাবে এটা দীঘলীয়া সাক্ষাৎকাৰ লওঁতে তেওঁৰ কাষ চাপিছিলোঁ। তেওঁৰ উমাল ব্যৱহাৰ সদায়ে মনত ৰ'ব। লাগতে তেওঁৰ হেঁপাহৰ কথা সুধিছিলো।

কেশৰ মহন্তৰ হেঁপাহৰ কথা জানিবলৈ কাৰেই বা মন নাযাব।

তেওঁৰ কৈশোৰৰ হেঁপাহ আছিল দেশৰ স্বাধীনতা। আন্দোলনৰ সময়ত তেওঁৰ ধাৰণা আছিল স্বাধীনতাই সামাজিক মুক্তি আনিব, আৰ্থিক দুখবো অৱসান হ'ব।

যৌৱনত তেওঁ উপলব্ধি কৰিলে যে কংগ্ৰেছৰ নেতাসকলে কোৱা কথা সকলো সঁচা নহয়। ক্ষমতা হস্তান্তৰহে হ'ল। শোষণ অব্যাহত থাকিল, আৰ্থ-সামাজিক ব্যৱস্থাৰ কোনো মৌলিক পৰিৱৰ্তন নঘটিল। 'জাতীয় জীৱনত এইটো মোৰ দ্বিতীয় হেঁপাহ। কল্পনাৰ জগতখনেই যিহেতু মোৰ বাস্তৱ জগত, সেয়ে মানুহৰ মুক্তিৰ স্বপ্নকেই মই তাৰ আত্মিক ৰূপত, কলাত্মক ৰূপত ব্যক্ত কৰিব খোজো। সেইবোৰেই মোৰ এতিয়াৰ হেঁপাহ-এতিয়া মানে ৬৮ বছৰ বয়স। ...(**জীৱন সৃষ্টি আৰু ভাৱনাত** সংকলিত সাক্ষাৎকাৰ।)

গীত আৰু কবিতাৰে তেওঁৰ এই হেঁপাহ পূৰোৱাৰ চেষ্টা কৰি আহিছে। বৈষম্য আৰু শোষণৰ কলাত্মক প্ৰকাশেৰে তেওঁ অসমীয়া সাহিত্যিক অন্য এক আয়তনো দিছে। তেওঁৰ দুটা গীতৰ দুটা ফাকিয়ে এই কথা ক'ব।

ৰৰ ঘৰৰ মেকুৰী সৰু ঘৰলৈ যায়
সৰু সৰু মানুহবোৰে খোজত চিনি পায়

আৰু

ঘন ক'লা কয়লাৰ ৰাতি
বয়লাৰে ল'লে পিঠি পাতি
পিষ্টন হাওঁফাওঁ
ছচ ছচ যাওঁ যাওঁ

গীত দুটিয়ে সহজেই শ্ৰোতাৰ মন কাঢ়ে।

তেওঁৰ ভাষাৰে 'হেঁপাহ কৰা আৰু পূৰোৱা দুটা দুই মেৰুৰ কথা যেন পাওঁ।' তথাপি গীততো বা কবিতাত লিখিছে—

মোৰ যে কিমান হেঁপাহ
মোৰ শব্দৰ ধমনীত বোৱাওঁ বুলি
তোমাৰ তেজৰ প্ৰবাহ

বাওঁপন্থী চিন্তাধাৰাত বিশ্বাসী লেখক কেশৰ মহন্তৰ সাহিত্য চৰ্চাৰ মূল লক্ষ্য হ'ল লোক জীৱন আৰু জনজীৱনৰ মৰ্মত প্ৰৱেশ কৰি তাৰ লাৱণ্য, কোমলতা, সৌন্দৰ্য, বিষাদ আৰু আশাক কলাত্মক ৰূপ দিয়া। তেওঁৰ গীত আৰু কবিতা এই দিশৰ পৰা সমৃদ্ধ আৰু জনসাধাৰণৰ মনত সহজে সোমাব পৰা বিধৰ। সাহিত্যত তেওঁ ভাবাদৰ্শক যান্ত্ৰিকভাৱে ব্যৱহাৰ কৰিবলৈ বিচৰা নাই। ভাব আৰু ৰস সঞ্চাৰৰ কলাত্মক উপলব্ধি তেওঁৰ সৃষ্টিৰ মূল সম্পদ। মনত ৰৈ যোৱা তেওঁৰ এটি কবিতাৰ কেইটামান শাৰী—

মাতিছিলো কাতিৰ পূৰ্ণিমাত ঃ
মাটিত ভাগি পৰে আকাশ
আকাশত হেৰাই যায় মাটি
ঘৰ এৰা ৰাতিঃ

বাহিৰৰ দুৰৰিত টৌ
তোমাৰ ওঁঠত মৌ ঃ
জোনমুৰা কাকিনি তামোলৰ পাখি।

সৃষ্টিশীল সাহিত্যৰ লগতে কেশৰ মহন্তই সাংবাদিকতাৰ জগততো ভুমুকি নমৰাকৈ থকা নাই। সাধাৰণ মানুহৰ সাহিত্যৰ হকে কাম কৰিবলৈ তেওঁ প্ৰগতিশীল লেখক সংঘতো আছিল। গণনাট্য সংঘৰ লগত তেওঁ আজিও জড়িত।

অসমৰ সমাজ-সংস্কৃতিক এক উদাৰ আৰু গণতান্ত্ৰিক ৰূপ দিয়াৰ বাবে তেওঁ আজীৱন কাম কৰি আহিছে। জ্যোতিপ্ৰসাদৰ সান্নিধ্যলৈ আহি তেওঁ মৃত্যুবাহিনীৰ সদস্যও হৈছিল। সেই তেতিয়াৰে পৰা তেওঁ সমাজৰ কামৰ লগত জড়িত।

**মিলন, প্ৰবাহ, লুইত আৰু ছোভিয়েট দেশ** সম্পাদনাৰে তেওঁ আলোচনী সম্পাদনাক এক বহল পৰিসৰলৈ আনিছিল। আলোচনীকেইখনৰ আয়ুস কম যদিও তাৰ মান উন্নত আছিল।

২০০১ চনৰ ১৫ মাৰ্চত 'দৈনিক জনমভূমিৰ' গুৱাহাটী সংস্কৰণ প্ৰকাশ পায়। প্ৰস্তাৱনা সংখ্যাৰ পৰাই কেশৰ মহন্তই সময়ে সময়ে কাকতখনলৈ লেখা আগবঢ়াই আমাক চেনেহৰ ডোলেৰে বান্ধিছে। তেওঁৰ কাষ চাপি আৰ্জিলৈকে বিমুখ হোৱা নাই।

কেশৰ মহন্তৰ সাহিত্য চৰ্চা পৰম্পৰাগত নহয়। আৰম্ভণিৰ কবিতাত 'ভাৱাবেগ আৰু দুঃখবিলাস' থকাৰ কথা ভবানন্দ দত্তই উল্লেখ কৰিছে। সেই সুৰ ৰোমাণ্টিক নামৰ কবিতাটিৰ পৰা আনদিশলৈ গতি কৰে।

পৰম্পৰাগত ধাৰাৰ সলনি সাহিত্যৰ প্ৰগতিশীল ধাৰাক সমৃদ্ধ কৰাৰ বেলিকা কেশৰ মহন্তৰ ভূমিকাৰ কথা অসমীয়া সাহিত্যই স্বীকাৰ কৰিবই লাগিব। এই ধাৰাক সমৃদ্ধ কৰাই নহয়— ইয়াক তেওঁ জনপ্ৰিয়ও কৰিছে।

মানুহৰ কথা কোৱা সহজ। কিন্তু আত্মীয় হোৱা কঠিন। কেশৰ মহন্তই সাহিত্যৰ জৰিয়তে মানুহৰ কাষ চপাত বহু দূৰ

সফল হৈছে।

*(লেখক দৈনিক জনমভূমি কাকতৰ সম্পাদক)*সমবায়
**আন্দোলনৰ ৰ'দ কাচলিত নলবাৰী**

নীলমণি মড়ল

ভাৰতবৰ্ষত সমবায় আন্দোলন আৰম্ভ হোৱাৰ পৰা অসম ৰাজ্যতো সেই আন্দোলনে প্ৰভাৱ পেলোৱাত কামৰূপ জিলাৰ অন্তৰ্গত বৰ্তমান নতুনকৈ গঠিত হোৱা নলবাৰী জিলাতো সেই সমবায় আন্দোলনে চাৰিওফালে জাগ্ৰত কৰি তুলিছিল। সেই সময়ত উক্ত আন্দোলনে বিশেষকৈ গাঁৱলীয়া খেতিয়কৰ ওপৰত বেছি গুৰুত্ব দিয়া দেখা গৈছিল, নানান ধৰণৰ গাঁৱলীয়া বেংক, কৃষি সহায়ক সমবায় সমিতি, কৃষি পাম, মৎজীৱী সমবায় আৰু কেন্দ্ৰীয় সমবায় বেংক ইত্যাদিৰে। সময়ৰ গতিত লাহে লাহে মাৰ্কেটিং সমবায়, পাইমাৰী গ্ৰাহক সমবায় ভাণ্ডাৰ কোঃ বেংক, লেণ্ড ডেভেলপমেণ্ট কৃষি বেংক, P L M B, ঋণদান সমবায় আৰু নানাধৰণৰ সমবায় সমিতি। ১৯৭৩ চনত যাননীয় স্বৰ্গীয় শৰৎ সিংহৰ লগত নলবাৰীৰ স্বৰ্গীয় প্ৰভাত নাৰাযণ চৌধুৰী, ধৰণীধৰ দাস আৰু অসমৰ বহুকেইজন সমবায়প্ৰেমী ব্যক্তিৰ জৰিয়তে গোটেই অসমত প্ৰথম অৱস্থাত ৬৬৪ গাওঁ পঞ্চায়ত সমবায় সমিতি স্থাপন কৰি গোটেই অসমৰ গাৱলীয়া দুখীয়া পৰিয়ালৰ বাবে খাদ্য সামগ্ৰী পোৱাত (P. D. S) লগতে পথাৰত খেতি কৰাৰ সুবিধাৰ বাবে কৃষি ঋণ আৰু খেতিৰ যাৱতীয় সামগ্ৰীৰ বাবে যি সমবায় সমিতি স্থাপন কৰিছিল বৰ্তমানলৈ ভাৰত তথা সময়ৰ বুৰঞ্জীত সদায় জিলিকি থাকিব। সেই আৰ্হিৰে নলবাৰী জিলাতো ৩৭ খন বহুমুখী সমবায় সমিতি পঞ্জীয়ন ভুক্ত হৈ বৰ্তমানলৈ নলবাৰী জিলাৰ দুখীয়া গাৱলীয়া পৰিয়ালৰ মাজত সুলভ মূল্যৰ খাদ্য সামগ্ৰী আৰু কেৰাচিন তেল বিতৰণ কৰি আছে।

উক্ত সমবায়ৰ জৰিয়তে দুখীয়া খেতিয়কক খেতি উন্নত কৰাৰ বাবদ বেংকৰ জৰিয়তে দিয়া কৃষি ঋণৰ অধিক পৰিমান বৰ্তমানলৈ খিলপী হৈ থকা বাবদ বৰ্তমান সমবায় বিলাকৰ জৰিয়তে খেতিয়কক ঋণ দিয়াটো বৰ্তমান বেংকৰ নিয়ম অনুযায়ী কিছু পৰিমাণে ঋণ দিয়া বন্ধ হৈ থকা দেখা যায়। উক্ত ঋণ খেতিয়কসকলে দিব পাৰিও কি কাৰণত পৰিশাধ কৰাৰ পৰা আতৰি আছে তত্বধিকাৰ বুজি পোৱাতো একেবাৰে জটিল।

বহু বছৰ আগত নলবাৰী জিলাৰ সমবায় আন্দোলনত বিশেষকৈ কেইবাখন মান ব্যক্তিৰ তত্বধিনাত যি দৰে আগুৱাই গৈছিল বিশেষকৈ উক্ত জিলাৰ স্বৰ্গীয় প্ৰভাত নাৰায়ণ চৌধুৰী ৰাজেন শৰ্মা, ডাঃ জি বুজৰ বৰুৱা আৰু বহু কেইজন ব্যক্তিৰ জৰিয়তে নলবাৰী জিলাৰ বিশেষকৈ কুটিৰ শিল্প, কৃষিত কৃষিপামত, পশুপালন, বয়ন শিল্প উন্নয়ন, মিন পালন, সমবায়বেংক আৰু নানান ধৰণৰ সমবায় প্ৰতিষ্ঠা কৰি দুখীয়া পৰিয়ালৰ জীৱন নিৰ্বাহ কৰাৰ প্ৰকৃত পথ দেখুৱাই দি গৈছিল আজি কিয় উক্ত অনুষ্ঠান জিলা মৃত্যুমুখত পৰিব লগা হ'ল।

আজি কেইবছৰমানৰ পৰা বিশেষকৈ চাৰি-তিনি বছৰৰ পৰা উক্ত জিলাৰ কিছুসংখ্যক সমিত নিবনুৱা ডেকা সম্পাদক চাকৰিৰ আশা পৰিত্যাগ কৰি বৰ্তমান নলবাৰীৰ জিলাত সমবায়ৰ ওপৰত বেছি গুৰুত্ব দিয়া পৰিলক্ষিত হয়।

সেয়েহে উক্ত জিলাত বৰ্তমান বহুসংখ্যক ডেকা নিবনুৱা Tradiry কোঃ অপঃ সমবায় পঞ্জীয়ন ভুক্ত কৰি বহুসংখ্যক ডেকা নিবনুৱা যুৱকে সমবায়কে প্ৰকৃত ভৰসা কৰি সমবায় আন্দোলনটোক আগুৱাই নিবলৈ ওলাই সহায়ৰ এটা গৌৰৱৰ কথা।

সময় ৰাজ্যৰ ভিতৰত পোন প্ৰথমে নলবাৰী ট্ৰেডিং কোঃ অপঃ সমবায় সমিতি খনে ভ্ৰাম্যমান থিয়েটাৰৰ লৈ অসমত প্ৰথম ভ্ৰামমন থিয়েটাৰৰ 'শকুন্তলা' নামাকৰণে ব্যৱসায়ও কৰি দি বহুতো দুখীয়া পৰিয়ালৰ জীৱিকাৰ পথ মুকলি কৰি দিয়াৰ যি আৰ্হি দেখুৱাছে প্ৰকৃততে মনত ৰাখিবলগীয়া কথা। এই আৰ্হিৰ জৰিয়াও বিশেষকৈ মহাপুৰুষ শংকৰদেৱৰ আদৰ্শৰে অসমৰ সাংস্কৃতিক, ভাষা আৰু অসমীয়া জাতিক একতাৰ দোলেৰে বন্ধাৰ যি পথ হাতত লৈছে যদি পিচলি নপৰে তেতিয়া হ'লে এই আদৰ্শই সমবায় আন্দোলনৰ এটা প্ৰধান অংশ হিচাবে ধৰিলে ভুল কৰা নহয়। লগতে আৰু বহুকেইখন সমবায়ে গাড়ী চাইকেল আৰু নানা বৈদিকযুগত আহিলা পাতিৰ ব্যৱসায় লগতে মাজত ভিতৰতে জমা আৰু ঋণ দিয়াৰ ব্যাস্তা কৰিছে প্ৰকৃততে দুখীয়া পৰিয়ালৰ এটা প্ৰধান সহাৰ্যক হব বুলি ক'ব পাৰি।

নলবাৰী জিলাত বৰ্তমানলৈ ১১০ মহিলা সমবায় সমিতিৰ মাজৰ বহুকেইখন সমবায়ে সমবায়ৰ লগত মিল ৰাখি সমস্যাৰ প্ৰস্তুত কৰি বজাৰত উলিয়াই দিছে প্ৰকৃতে গৌৰৱ কৰিব লগা কথা। নিজ হাততে বিচনি, জাপি আৰু নানান ধৰণৰ বাঁহ-বেতৰ কুটিৰ শিল্প প্ৰস্তুত কৰি ব্যৱসাও আগবাঢ়ি গৈছে এইটো এটা গৌৰৱৰ কথা।

বৰ্তমান সমবায় আন্দোলন পিচ পৰা এটা প্ৰধান কাৰণ সকলোয়ে কেবল চৰকাৰৰ সাহায্য আৰু স্মৃতিৰ বাবে আশা কৰি থকা বাবে। গতিকে যদি সমবায় সমিতিবোৰে এনে পৰ্ঠা ত্যাগ কৰি নিজে গণতান্ত্ৰিক পদ্ধতিৰে স্বাৱলম্বীৰ বাবে আগুৱাই যাব পাৰে তেতিয়া হ'লে নলবাৰী কিয় আজি গোটেই অসমতে সমবায় আন্দোলন দোপক-দোপে আগুৱাই গৈ এদিন ভাৰতৰ ভিতৰতে সমবায়ত প্ৰথম স্থানলৈ আগুৱাই যাব পাৰিব। ইয়াত লাগিব অশেষ চেষ্টা, অশেষ কষ্ট আৰু সাহস নিৰ্ভযোগ্য ব্যৱসায় আৰু স্বাৰ্থ তাগ।

*লেখক সমবায় সমিতি সমূহৰ সহকাৰী সম্পাদক*
*নলবাৰী*সমবায় আন্দোলনৰ ৰ'দ কাচলিত নলবাৰী

নীলমণি মড়ল

ভাৰতবৰ্ষত সমবায় আন্দোলন আৰম্ভ হোৱাৰ পৰা অসম ৰাজ্যতো সেই আন্দোলনে প্ৰভাৱ পেলোৱাত কামৰূপ জিলাৰ অন্তৰ্গত বৰ্তমান নতুনকৈ গঠিত হোৱা নলবাৰী জিলাতো সেই সমবায় আন্দোলনে চাৰিওফালে জাগ্ৰত কৰি তুলিছিল। সেই সময়ত উক্ত আন্দোলনে বিশেষকৈ গাঁৱলীয়া খেতিয়কৰ ওপৰত বেছি গুৰুত্ব দিয়া দেখা গৈছিল, নানান ধৰণৰ গাঁৱলীয়া বেংক, কৃষি সহায়ক সমবায় সমিতি, কৃষি পাম, মৎজীৱী সমবায় আৰু কেন্দ্ৰীয় সমবায় বেংক ইত্যাদিৰে। সময়ৰ গতিত লাহে লাহে মাৰ্কেটিং সমবায়, পাইমাৰী গ্ৰাহক সমবায় ভাণ্ডাৰ কোঃ বেংক, লেণ্ড ডেভেলপমেণ্ট কৃষি বেংক, P L M B, ঋণদান সমবায় আৰু নানাধৰণৰ সমবায় সমিতি



। ১৯৭৩ চনত যাননীয় স্বৰ্গীয় শৰৎ সিংহৰ লগত নলবাৰীৰ স্বৰ্গীয় প্ৰভাত নাৰাযণ চৌধুৰী, ধৰণীধৰ দাস আৰু অসমৰ বহুকেইজন সমবায়প্ৰেমী ব্যক্তিৰ জৰিয়তে গোটেই অসমত প্ৰথম অৱস্থাত ৬৬৪ গাওঁ পঞ্চায়ত সমবায় সমিতি স্থাপন কৰি গোটেই অসমৰ গাৱলীয়া দুখীয়া পৰিয়ালৰ বাবে খাদ্য সামগ্ৰী পোৱাত (P. D. S) লগতে পথাৰত খেতি কৰাৰ সুবিধাৰ বাবে কৃষি ঋণ আৰু খেতিৰ যাৱতীয় সামগ্ৰীৰ বাবে যি সমবায় সমিতি স্থাপন কৰিছিল বৰ্তমানলৈ ভাৰত তথা সময়ৰ বুৰঞ্জীত সদায় জিলিকি থাকিব। সেই আৰ্হিৰে নলবাৰী জিলাতো ৩৭ খন বহুমুখী সমবায় সমিতি পঞ্জীয়ন ভুক্ত হৈ বৰ্তমানলৈ নলবাৰী জিলাৰ দুখীয়া গাৱলীয়া পৰিয়ালৰ মাজত সুলভ মূল্যৰ খাদ্য সামগ্ৰী আৰু কেৰাচিন তেল বিতৰণ কৰি আছে।

উক্ত সমবায়ৰ জৰিয়তে দুখীয়া খেতিয়কক খেতি উন্নত কৰাৰ বাবদ বেংকৰ জৰিয়তে দিয়া কৃষি ঋণৰ অধিক পৰিমান বৰ্তমানলৈ খিলপী হৈ থকা বাবদ বৰ্তমান সমবায় বিলাকৰ জৰিয়তে খেতিয়কক ঋণ দিয়াটো বৰ্তমান বেংকৰ নিয়ম অনুযায়ী কিছু পৰিমাণে ঋণ দিয়া বন্ধ হৈ থকা দেখা যায়। উক্ত ঋণ খেতিয়কসকলে দিব পাৰিও কি কাৰণত পৰিশাধ কৰাৰ পৰা আতৰি আছে তত্বধিকাৰ বুজি পোৱাতো একেবাৰে জটিল।

বহু বছৰ আগত নলবাৰী জিলাৰ সমবায় আন্দোলনত বিশেষকৈ কেইবাখন মান ব্যক্তিৰ তত্বধিনাত যি দৰে আগুৱাই গৈছিল বিশেষকৈ উক্ত জিলাৰ স্বৰ্গীয় প্ৰভাত নাৰায়ণ চৌধুৰী ৰাজেন শৰ্মা, ডাঃ জি বুজৰ বৰুৱা আৰু বহু কেইজন ব্যক্তিৰ জৰিয়তে নলবাৰী জিলাৰ বিশেষকৈ কুটিৰ শিল্প, কৃষিত কৃষিপামত, পশুপালন, বয়ন শিল্প উন্নয়ন, মিন পালন, সমবায়বেংক আৰু নানান ধৰণৰ সমবায় প্ৰতিষ্ঠা কৰি দুখীয়া পৰিয়ালৰ জীৱন নিৰ্বাহ কৰাৰ প্ৰকৃত পথ দেখুৱাই দি গৈছিল আজি কিয় উক্ত অনুষ্ঠান জিলা মৃত্যুমুখত পৰিব লগা হ'ল।

আজি কেইবছৰমানৰ পৰা বিশেষকৈ চাৰি-তিনি বছৰৰ পৰা উক্ত জিলাৰ কিছুসংখ্যক সমিত নিবনুৱা ডেকা সম্পাদক চাকৰিৰ আশা পৰিত্যাগ কৰি বৰ্তমান নলবাৰীৰ জিলাত সমবায়ৰ ওপৰত বেছি গুৰুত্ব দিয়া পৰিলক্ষিত হয়।

সেয়েহে উক্ত জিলাত বৰ্তমান বহুসংখ্যক ডেকা নিবনুৱা Tradiry কোঃ অপঃ সমবায় পঞ্জীয়ন ভুক্ত কৰি বহুসংখ্যক ডেকা নিবনুৱা যুৱকে সমবায়কে প্ৰকৃত ভৰসা কৰি সমবায় আন্দোলনটোক আগুৱাই নিবলৈ ওলাই সহায়ৰ এটা গৌৰৱৰ কথা।

সময় ৰাজ্যৰ ভিতৰত পোন প্ৰথমে নলবাৰী ট্ৰেডিং কোঃ অপঃ সমবায় সমিতি খনে ভ্ৰাম্যমান থিয়েটাৰৰ লৈ অসমত প্ৰথম ভ্ৰামমন থিয়েটাৰৰ 'শকুন্তলা' নামাকৰণে ব্যৱসায়ও কৰি দি বহুতো দুখীয়া পৰিয়ালৰ জীৱিকাৰ পথ মুকলি কৰি দিয়াৰ যি আৰ্হি দেখুৱাছে প্ৰকৃততে মনত ৰাখিবলগীয়া কথা। এই আৰ্হিৰ জৰিয়াও বিশেষকৈ মহাপুৰুষ শংকৰদেৱৰ আদৰ্শৰে অসমৰ সাংস্কৃতিক, ভাষা আৰু অসমীয়া জাতিক একতাৰ দোলেৰে বন্ধাৰ যি পথ হাতত লৈছে যদি পিচলি নপৰে তেতিয়া হ'লে এই আদৰ্শই সমবায় আন্দোলনৰ এটা প্ৰধান অংশ হিচাবে ধৰিলে ভুল কৰা নহয়। লগতে আৰু বহুকেইখন সমবায়ে গাড়ী চাইকেল আৰু নানা বৈদিকযুগত আহিলা পাতিৰ ব্যৱসায় লগতে মাজত ভিতৰতে জমা আৰু ঋণ দিয়াৰ ব্যাস্তা কৰিছে প্ৰকৃততে দুখীয়া পৰিয়ালৰ এটা প্ৰধান সহাৰ্যক হব বুলি ক'ব পাৰি।

নলবাৰী জিলাত বৰ্তমানলৈ ১১০ মহিলা সমবায় সমিতিৰ মাজৰ বহুকেইখন সমবায়ে সমবায়ৰ লগত মিল ৰাখি সমস্যাৰ প্ৰস্তুত কৰি বজাৰত উলিয়াই দিছে প্ৰকৃতে গৌৰৱ কৰিব লগা কথা। নিজ হাততে বিচনি, জাপি আৰু নানান ধৰণৰ বাঁহ-বেতৰ কুটিৰ শিল্প প্ৰস্তুত কৰি ব্যৱসাও আগবাঢ়ি গৈছে এইটো এটা গৌৰৱৰ কথা।

বৰ্তমান সমবায় আন্দোলন পিচ পৰা এটা প্ৰধান কাৰণ সকলোয়ে কেবল চৰকাৰৰ সাহায্য আৰু স্মৃতিৰ বাবে আশা কৰি থকা বাবে। গতিকে যদি সমবায় সমিতিবোৰে এনে পৰ্ঠা ত্যাগ কৰি নিজে গণতান্ত্ৰিক পদ্ধতিৰে স্বাৱলম্বীৰ বাবে আগুৱাই যাব পাৰে তেতিয়া হ'লে নলবাৰী কিয় আজি গোটেই অসমতে সমবায় আন্দোলন দোপক-দোপে আগুৱাই গৈ এদিন ভাৰতৰ ভিতৰতে সমবায়ত প্ৰথম স্থানলৈ আগুৱাই যাব পাৰিব। ইয়াত লাগিব অশেষ চেষ্টা, অশেষ কষ্ট আৰু সাহস নিৰ্ভযোগ্য ব্যৱসায় আৰু স্বাৰ্থ তাগ।

গল্প-উপন্যাসত জীৱনৰ বিভিন্ন ছবিয়ে উজ্জ্বল হিচাপে ধৰা দিয়ে। কলাৰ মাধ্যমেৰে যুগৰ সংবাদ আদিৰ কথা শিল্পীসকলে শুনাব লাগিব। গল্প-উপন্যাস লিখোতে নতুন চামৰ লেখকসকলে যেন এটা কথা মন কৰে—আংগিক বা ষ্টাইল সৰ্বস্বই গল্প-উপন্যাস নহয় গল্প-উপন্যাসত চিৰদিন নিষ্পেষিত, লাঞ্ছিত মানৱৰ অন্তৰৰ বেদনাও বিচাৰি পাব লাগিব চিৰন্তন সত্যৰ ৰূপত।

— বীৰেন বৰকটকী

# ভ্ৰাম্যমাণ থিয়েটাৰৰ নাট্যচিন্তা আৰু বিস্তাৰ

ড° ভূপেন তালুকদাৰ

সাম্প্ৰতিক অসমৰ নাট্যক্ষেত্ৰত ভ্ৰাম্যমাণ থিয়েটাৰ এটি জনপ্ৰিয় নাট্য মাধ্যম। ভ্ৰাম্যমাণ থিয়েটাৰৰ এই জনপ্ৰিয়তাই আনকি চলচ্চিত্ৰৰ দৰে বিনোদনৰ চহকী মাধ্যমটোকো চেৰ পেলাবলৈ সক্ষম হৈছে। অসমৰ অব্যৱসায়িক নাট্যধাৰাটোতকৈ (Amateur Theatre) আপাততঃ নতুন হ'লেও ভ্ৰাম্যমাণ থিয়েটাৰ' নামৰ এই নাট্যানুষ্ঠানটোৱে অতি কম সময়ৰ ভিতৰত অব্যৱসায়িক নাট্যধাৰাটোৰ সমান্তৰালভাৱে এটি নতুন নাট্যধাৰাৰ সৃষ্টি কৰি শক্তিশালী ৰূপেৰে প্ৰবাহিত হ'বলৈ সক্ষম হৈছে।

'ভ্ৰাম্যমাণ থিয়েটাৰ' এই নামটোৱেই অনুষ্ঠানটোৰ চাৰিত্ৰিক বৈশিষ্ট্যৰ আভাস দিয়ে। ভ্ৰাম্যমাণ থিয়েটাৰ হ'ল এনে এবিধ নাট্যদল যিয়ে বিভিন্ন ঠাই পৰিভ্ৰমণ কৰি নাট্যাভিনয় কৰি ফুৰে। ভ্ৰাম্যমাণ নাট্যদল ভাৰতৰ অন্যান্য ঠাইতো আছে যদিও অসমৰ ভ্ৰাম্যমাণ সেই সকলোবোৰৰ পৰা পৃথক। অসমৰ ভ্ৰাম্যমাণ থিয়েটাৰৰ নিজস্ব মঞ্চ, মঞ্চাভিনয়ৰ সমস্ত আহিলা-পাতিৰ লগতে প্ৰেক্ষাগৃহটোও কঢ়িয়াই লৈ ফুৰিব পৰা বিধৰ। তদুপৰি ভ্ৰাম্যমাণ থিয়েটাৰৰ সবাতোকৈ গুৰুত্বপূৰ্ণ দিশটো হ'ল ই জনমুখী। ভ্ৰাম্যমাণ থিয়েটাৰ সমগ্ৰ অসমৰ সুগম-দুৰ্গম স্থান, গাঁও-চহৰ নিৰ্বিশেষে সকলো ঠাইতে নিজেই ৰাইজৰ ওচৰ চাপি অস্থায়ী মঞ্চ আৰু প্ৰেক্ষাগৃহ সাজি, প্ৰয়োজন সাপেক্ষে জেনেৰেটৰ চলাই হ'লেও নাট্যাভিনয় প্ৰদৰ্শন কৰে। অসমৰ দৰে অধিকাংশ গাঁৱলীয়া অঞ্চলেৰে আৱৰি থকা ৰাজ্য এখনত ভ্ৰাম্যমাণৰ দৰে জনমুখী নাট্যানুষ্ঠানৰ ভূমিকা নিশ্চয় গুৰুত্বপূৰ্ণ। কাৰণ আধুনিক কলা-কৌশলেৰে পূৰ্ণ ব্যক্তি আৰু সমাজ জীৱনৰ বিভিন্ন ঘাত-প্ৰতিঘাতৰ পৰা কেটলা অসমীয়া সমাজৰ পৰিচিত বিষয়বস্তুযুক্ত নাটকেৰে ভ্ৰাম্যমাণ থিয়েটাৰে বিভিন্ন অঞ্চলৰ সাক্ষৰ-নিৰক্ষৰ, চহা-চাকৰিজীৱী সকলো শ্ৰেণীৰ দৰ্শকক বিপুল পৰিমাণে মনোৰঞ্জন যোগোৱাৰ লগতে সামাজিক শিক্ষা প্ৰদানৰ দৰে গুৰুত্বপূৰ্ণ কাৰ্যও যে নিয়াৰিকৈ সম্পন্ন কৰিব পাৰে তাক নুই কৰিব নোৱাৰি। এনেবোৰ কাৰণতে 'ভ্ৰাম্যমাণ থিয়েটাৰ বৈশিষ্ট্যপূৰ্ণ ব্যতিক্ৰমধৰ্মী নাট্যানুষ্ঠান।

অসমত আধুনিক ৰূপত ভ্ৰাম্যমাণ থিয়েটাৰ জনপ্ৰিয় হৈ উঠিলেও ভ্ৰাম্যমাণ নাট্যশিল্পৰ ইতিহাস কিন্তু নতুন নহয়। প্ৰায় ডেৰশ বছৰ আগৰ পৰা অসমত যাত্ৰাভিনয়ে ভ্ৰাম্যমাণ নাট্যশিল্পৰ গুৰি ধৰি আছে। উল্লেখযোগ্য যে আধুনিক ৰূপত গঢ় লোৱা ভ্ৰাম্যমাণ থিয়েটাৰৰ লগতো যাত্ৰাভিনয়ৰ এটি গভীৰ সংযোগ আছে। সেইবাবে প্ৰসংগক্ৰমে যাত্ৰাৰ ইতিহাসো লুটিয়াই চোৱা উচিত।

'যাত্ৰা' বংগদেশৰ লোকনাট্য হিচাপে সমাদৃত যদিও যাত্ৰা নামৰ এবিধ লোক নাট্যানুষ্ঠান প্ৰাচীন অসমতো জনপ্ৰিয় হৈ আছিল বিশেষকৈ নামনি অসমত।



কিন্তু ইংৰাজসকলৰ অসম আগমনৰ পৰৱৰ্তী কালছোৱাত বংগীয় যাত্ৰাভিনয়েহে নামনি অসমৰ কামৰূপ আৰু গোৱালপাৰা জিলাত প্ৰতিপত্তি বিস্তাৰ কৰিছিল। বংগীয় যাত্ৰাভিনয়ে কেনেদৰে অসমত প্ৰথম প্ৰৱেশ কৰিছিল তাৰ সঠিক সময় নিৰ্ধাৰণ কৰা কঠিন যদিও অসমত ইংৰাজ শাসনৰ সময়ৰ পৰা এই অনুষ্ঠানটোৰ সক্ৰিয়তাৰ কথা পণ্ডিতসকলে একমুখে স্বীকাৰ কৰে। বঙালী ৰূপত অসমলৈ অহা ভ্ৰাম্যমাণ যাত্ৰাদলবোৰৰ নাট্যাভিনয় দেখি অসমতো তদনুৰূপ যাত্ৰানুষ্ঠানৰ দল সংগঠিত হৈছিল। আনুমানিক ১৮৬০-৬৫ চনৰ ভিতৰত বৰপেটাৰ তিথিৰাম বায়ন নামৰ এজন লোকে গোবিন্দৰাম দাস চৌধুৰীৰ পৃষ্ঠপোষকতাত এটি যাত্ৰাদল সংগঠিত কৰিছিল। এই দলটোৱে ভ্ৰাম্যমাণ ৰূপত সংগঠিত হৈ তিনিখন মালবাহী নাৱত মাল-বস্তু ভৰাই নদী পথেৰে গৈ শিৱসাগৰ পৰ্যন্ত ভ্ৰমণ কৰি নাট্যাভিনয় কৰিছিল। নাট্যদলটোৱে বঙালীতে পৰিৱেশন কৰা নাট তিনিখন আছিল 'ৰাধাৰ মানভঞ্জন', 'ৰাম বনবাস' আৰু 'দুৰ্যোধনৰ উৰুভংগ'। প্ৰায় একে সময়তে বৰ্তমান নলবাৰী জিলাৰ মুগকুছিত জয়দেৱ শৰ্মা নামৰ এজন লোকেও এটি যাত্ৰাদল সংগঠিত কৰাৰ কথা ড° হৰিশ্চন্দ্ৰ ভট্টাচাৰ্যই তেওঁৰ গৱেষণা গ্ৰন্থত উল্লেখ কৰিছে। সি যি হওক, তিথিৰাম বায়ন আৰু জয়নাথ শৰ্মাৰ যাত্ৰাদলৰ পৰা আৰম্ভ কৰি ব্ৰজনাথ শৰ্মাৰ 'কোহিনুৰ অপেৰা'লৈ অনেক যাত্ৰাদল ভ্ৰাম্যমাণ ৰূপত সংগঠিত হোৱাৰ বাতৰি পোৱা যায়। অসমীয়া যাত্ৰা দলবোৰ চৌখিন আৰু ব্যৱসায়িক এই দুই প্ৰকাৰে গঢ় লৈ উঠিছিল। কোনো কোনো অঞ্চলৰ আঢ্যৱন্ত ব্যক্তিয়ে ব্যক্তিগত অভিৰুচি পূৰণৰ বাবে কেতিয়াবা নিজৰ অৰ্থ ব্যয়েৰে যাত্ৰাভিনয় অনুষ্ঠিত কৰিছিল। এইবোৰ আছিল চৌখিন যাত্ৰাদল। আনহাতে বিয়া-সবাহ, পূজা-উৎসৱ আদি উপলক্ষে ব্যৱসায়িক আদৰ্শেৰে আন কিছুমান যাত্ৰাদল গঢ়ি উঠিছিল। এইবোৰ আছিল ভ্ৰাম্যমাণ ৰূপত সংগঠিত ব্যৱসায়িক নাট্যদল। বিংশ শতিকাৰ ষাঠীৰ দশকলৈ অসমত, বিশেষকৈ নামনি অসমৰ গ্ৰামাঞ্চলবোৰত যাত্ৰাভিনয় আছিল এক জনপ্ৰিয় বিনোদন মাধ্যম। যাত্ৰাভিনয়ক লৈ এদল অভিনয় শিল্পীৰো জন্ম হৈছিল। ব্ৰজনাথ শৰ্মাৰ কোহিনুৰ অপেৰা পাৰ্টিয়ে অকল যাত্ৰা জগততে নহয়, অসমীয়া মঞ্চ জগতলৈ সহ অভিনয়ৰ প্ৰচলনেৰে বৈপ্লৱিক পৰিৱৰ্তন আনিবলৈ সক্ষম হৈছিল।

ব্ৰজনাথ শৰ্মাৰ কোহিনুৰ অপেৰাৰ পিচত পঞ্চাছৰ দশকৰ শেষৰ ফালে পাঠশালাত তদানীন্তন যাত্ৰাদলৰ প্ৰখ্যাত অভিনেতা সদানন্দ লহকৰৰ প্ৰযোজনাত 'নটৰাজ অপেৰা' নামৰ এটি সৰ্বাংগসুন্দৰ যাত্ৰাদল সংগঠিত হৈ জনপ্ৰিয় হৈ উঠিছিল। এই যাত্ৰাদলটোত কমলা বৈষ্ণৱ, চন্দ্ৰ চৌধুৰী, প্ৰিয়নাথ পাটগিৰি আদি যাত্ৰা জগতৰ প্ৰখ্যাত শিল্পীসকল একগোট হৈছিল। নটৰাজ অপেৰাই যাত্ৰাভিনয়ৰ প্ৰচলিত নৃত্য, নাটক, উপস্থাপন আদি সকলোতে পৰিৱৰ্তন আনিছিল। সেই সময়ৰ বংগীয় যাত্ৰাদলৰ প্ৰাদুৰ্ভাৱ বোধ কৰি নটৰাজ অপেৰাই আনকি চাহ বাগিচাবোৰতো জনপ্ৰিয়তা অৰ্জন কৰিব পাৰিছিল। সদানন্দ লহকৰ আছিল বজালীৰ প্ৰখ্যাত ব্যৱসায়ী গৌৰী লহকৰৰ পুত্ৰ। নটৰাজ অপেৰাৰ বিপুল জনপ্ৰিয়তা আৰু অৰ্থনৈতিক সফলতাই সদানন্দ লহকৰৰ জ্যেষ্ঠ ভাতৃ অচ্যুত লহকৰৰ মনত বাৰুকৈয়ে ৰেখাপাত কৰিছিল। ভাতৃ সদানন্দৰ দৰে অচ্যুত লহকৰ নিজে অভিনয়ৰ লগত জড়িত নাছিল যদিও পাঠশালাত সঘনাই হৈ থকা বিভিন্ন নাটবোৰক মঞ্চৰ বাহিৰত থাকি কাৰিকৰী দিশত সহায় কৰি দিছিল। গুৱাহাটী আৰু কলিকতাত পঢ়ি থকা সময়ত তেওঁ বিভিন্ন মঞ্চবোৰত হৈ থকা আধুনিক নাট্যাভিনয় দৰ্শন কৰাৰ সুযোগ লাভ কৰিছিল। বিশেষকৈ, কলিকতাত থকাৰ কালছোৱাত কলিকতীয়া ব্যৱসায়িক ৰংগমঞ্চ আৰু নাট সম্পৰ্কে প্ৰচুৰ অভিজ্ঞতা অৰ্জন কৰাৰ সুবিধা পাইছিল। পশ্চিমীয়া নাট্যশৈলীৰ 'থিয়েটাৰে' ইতিমধ্যে পশ্চিমবংগ, মহাৰাষ্ট্ৰ আদি ৰাজ্যত এক বৃহৎ বাণিজ্যৰ উপকৰণ হৈ পৰিছিল। চলচ্চিত্ৰ শিল্পৰ লগতে ব্যৱসায়িক থিয়েটাৰো হৈ পৰিছিল চহৰাঞ্চলৰ নাগৰিকসকলৰ মনোৰঞ্জনৰ এক প্ৰধান মাধ্যম। তদুপৰি থিয়েটাৰে সৃষ্টি কৰিছিল এদল সুদক্ষ পেচাদাৰী শিল্পী আৰু কলা কুশলী। অসমৰ একমাত্ৰ চহৰ গুৱাহাটীত আধুনিক নাট্যাভিনয় অনুষ্ঠিত হ'লেও ব্যৱসায়িক থিয়েটাৰ স্থাপন কৰিব পৰাটো বহু কাৰণত অসাধ্য আছিল। তেনে সময়তে অচ্যুত লহকৰে ভ্ৰাম্যমাণ থিয়েটাৰৰ ধাৰণাটোৰ কথা চিন্তা কৰিছিল। অপেৰা বা যাত্ৰাদলবোৰ আছিল ভ্ৰাম্যমাণ। সেইবাবে তেওঁ কল্পনা কৰিছিল এনে এক নাট্যদলৰ যি অপেৰাৰ সলনি হ'ব পশ্চিমীয়া শৈলীৰ থিয়েটাৰ। আনহাতে স্থায়ী ৰংগমঞ্চৰ নাট্যাভিনয়ৰ সলনি ই হ'ব যাত্ৰাদলবোৰৰ দৰে ভ্ৰাম্যমাণ। এনে এক পৰিকল্পনাৰে নটৰাজ অপেৰাৰ পুৰণি ভেটিত ১৯৬৩ চনত সৃষ্টি কৰিছিল অসমৰ প্ৰথমটো ভ্ৰাম্যমাণ থিয়েটাৰ দল 'নটৰাজ থিয়েটাৰ'ৰ।

নটৰাজ থিয়েটাৰৰ জন্মৰ মুহূৰ্তবোৰ আছিল গভীৰ উৎকণ্ঠাৰ। যি সময়ত 'যাত্ৰাভিনয়ে গ্ৰামীণ অসমীয়া ৰাইজৰ অন্তৰত শিপাই আছিল তেনে সময়ত অপৰিচিত এটি নতুন মাধ্যমেৰে দৰ্শকৰ মন মুহিব পাৰিবনে সি আছিল গভীৰ সন্দেহৰ বিষয়। তদুপৰি আছিল অৰ্থনৈতিক সমস্যা। বিশ পঁচিশজনীয়া যাত্ৰাদল এটা পৰিচালনা কৰাটোৱেই কঠিন কাম। তেনেক্ষেত্ৰত ভ্ৰাম্যমাণত বিভিন্ন কামত প্ৰয়োজন হোৱা প্ৰায় এশজন মানুহক এজন প্ৰযোজকে কেনেকৈ পৰিচালিত কৰিব সিও আছিল আন এটা চিন্তাৰ কাৰণ। কিন্তু বিপদ সংকুল হ'লেও সংস্কৃতিৰ জয়যাত্ৰাৰ সেই পথেদি আগবাঢ়িবলৈ তেতিয়াৰ সাহসী যুৱক অচ্যুত লহকৰ আছিল বদ্ধপৰিকৰ। পূৰ্ণ প্ৰস্তুতিৰে নটৰাজ থিয়েটাৰক সফল কৰি তুলিবলৈ গোট খুৱাইছিল সেই সময়ত যাত্ৰা আৰু মঞ্চ জগতৰ প্ৰসিদ্ধ শিল্পীসকলক। এই শিল্পী দলৰ তালিকাত আছিল চন্দ্ৰ চৌধুৰী, ধৰণী বৰ্মন, নেত্ৰ কমল বৰঠাকুৰ, কৃষ্ণ ৰয়, ৰুদ্ৰ চৌধুৰী, স্বৰ্ণ বৰা, অনুপমা ভট্টাচাৰ্য, কিৰণ লহকৰ। নাট পৰিচালক আছিল ধৰণীধৰ গোস্বামী আৰু চন্দ্ৰ চৌধুৰী। নৃত্য পৰিচালক আছিল শোণিত কোঁৱৰ গজেন বৰুৱা। প্ৰথম বৰ্ষৰ নাট্যাভিনয়ৰ কাৰণে নিৰ্বাচন কৰা হৈছিল চাৰিখন নাট। সেইবোৰ হ'ল — 'জেৰেঙাৰ সতী', 'টিকেন্দ্ৰজিৎ', 'ভোগজৰা' আৰু 'হাইদৰ আলী'। এখন মঞ্চ, এটি অস্থায়ী প্ৰেক্ষাগৃহ, বৈদ্যুতিক সা-সৰঞ্জাম আদিৰে ১৯৬৩ চনৰ দুই অক্টোবৰ তাৰিখে সুকলমে পৰিৱেশিত হৈছিল ভ্ৰাম্যমাণৰ প্ৰথম নাট্যাভিনয়। আৰু ইয়াৰ লগে লগে আৰম্ভ হৈছিল ভ্ৰাম্যমাণ থিয়েটাৰৰ বিজয় যাত্ৰা।

নটৰাজ থিয়েটাৰে তেওঁলোকৰ 'প্ৰগ্ৰেম'ত নাট্যদলটোৰ উদ্দেশ্য সদৰী কৰি লিখিছিল —

'বুৰঞ্জী-সাহিত্য-সংগীত-কলা-বিজ্ঞান সকলোৰে মিলন ক্ষেত্ৰ ৰংগমঞ্চ অকল ৰং-তামাচাৰ ঠাই নহয় — জাতীয় গৌৰৱ প্ৰকাশৰ আৰু আন্তৰ্জাতিক মিলা-প্ৰীতিৰ আহিলাও। কিন্তু নক'লেও হ'ব যে অসমৰ এই শিল্প আৰু শিল্পীসকলৰ অৱস্থা পুতৌ লগা। এই শিল্পৰ আগৰণুৱা ভাৰতৰ অইন ৰাজ্যবোৰৰ দৰে.... আমাৰ মঞ্চ আন্দোলন গঢ়ি উঠাৰ আশা ক্ষীণ হোৱাত.... এই ভ্ৰাম্যমাণ দলটি সংগঠিত কৰিছো।

ভ্ৰাম্যমাণ থিয়েটাৰৰ অভিনৱৰূপ আৰু নতুন নাট্য পদ্ধতিয়ে দৰ্শকসকলক সম্মোহিত কৰিছিল। 'নটৰাজ'ৰ অভূতপূৰ্ব জনপ্ৰিয়তা দেখি পৰৱৰ্তী বছৰবোৰত আন আন প্ৰযোজকসকলেও অনুৰূপ নাট্যদল গঠন কৰাৰ সাহস গোটাব পাৰিছিল। ফলস্বৰূপে ভ্ৰাম্যমাণ নাট্যক্ষেত্ৰত জন্ম হৈছিল সুৰদেৰী (চামতা), পূৰ্বজ্যোতি (হাজো) আৰু মঞ্চৰূপা (পাঠশালা)ৰ দৰে ভ্ৰাম্যমাণ নাট্যদল। আজি বিয়াল্লিছ বছৰীয়া নাট্যযাত্ৰাত অনেক নাট্যদল সংগঠিত হৈছে, অনেক অকালতে লয়প্ৰাপ্ত হৈছে আৰু আন কিছুমানে একেৰাহে ৰূপালী জয়ন্তী বৰ্ষ অতিক্ৰম কৰি ভ্ৰাম্যমাণৰ গৌৰৱ ধৰি ৰাখিব পাৰিছে। জন্ম লগ্নৰে পৰা এতিয়ালৈকে সংগঠিত কিছুসংখ্যক নাট্যদলৰ নাম উল্লেখ কৰা হ'ল — অসম ষ্টাৰ থিয়েটাৰ (পাঠশালা, গুৱাহাটী), মকুন্দ থিয়েটাৰ (মাখিবাহা), ৰূপালীম থিয়েটাৰ (অভয়াপুৰী), ভাগ্যদেৰী থিয়েটাৰ (মৰোৱা, নলবাৰী), জ্যোতিৰূপা থিয়েটাৰ (নিতাইপুখুৰী), বিষ্ণুজ্যোতি থিয়েটাৰ (চামতা), কহিনুৰ থিয়েটাৰ (পাঠশালা), আৰাধনা থিয়েটাৰ (পাঠশালা), অনিৰ্বাণ থিয়েটাৰ (পাঠশালা), আবাহন থিয়েটাৰ (পাঠশালা), অপৰূপা থিয়েটাৰ (পানীগাঁও), অপ্সৰা থিয়েটাৰ (চামতা), ৰংঘৰ থিয়েটাৰ (চামতা), হেংগুল থিয়েটাৰ (মৰিয়নী), তুৰদম থিয়েটাৰ (ডিবাক), শৰাইঘাট থিয়েটাৰ (জাজৰি), বৰদৈচিলা থিয়েটাৰ (নলবাৰী), মাধৱদেৱ থিয়েটাৰ (বালিতাৰা), আশীৰ্বাদ থিয়েটাৰ (গুৱাহাটী), শকুন্তলা থিয়েটাৰ (নলবাৰী) ইত্যাদি।

ভ্ৰাম্যমাণ নাট্যধাৰাটোৱে আৰম্ভণিৰ পৰা চলিত বৰ্ষলৈ অনেক পৰিৱৰ্তনৰ মাজেৰে বিকাশ লাভ কৰিছে। উক্ত পৰিবৰ্তনৰ ক্ষেত্ৰত প্ৰধানকৈ দুটি নাট্যদলৰ অৱদান উল্লেখযোগ্য। এই নাট্যদল দুটি হ'ল পূৰ্বজ্যোতি থিয়েটাৰ আৰু কহিনুৰ থিয়েটাৰ। ভ্ৰাম্যমাণ থিয়েটাৰ 'যাত্ৰাভিনয়' নহয় যদিও প্ৰথম অৱস্থাত যাত্ৰাধৰ্মিতাৰ পৰা সম্পূৰ্ণ মুক্ত হ'ব পৰা নাছিল। কিন্তু পূৰ্বজ্যোতি থিয়েটাৰে নাট আৰু অভিনয়ৰ জৰিয়তে ভ্ৰাম্যমাণৰ যুগধৰ্মিতাৰ অৱসান ঘটায়। ফণী শৰ্মা, বিষ্ণুপ্ৰসাদ ৰাভা, ব্ৰজেন বৰুৱা, ভূপেন হাজৰিকাৰ দৰে শিল্পীৰ সমাবেশেৰে পূৰ্বজ্যোতিয়ে ভ্ৰাম্যমাণত নতুন মাত্ৰাৰ সংযোগ কৰিছিল। তেনেদৰে ১৯৭৬ চনত ৰতন লহকৰ আৰু কৃষ্ণ ৰয়ৰ দ্বাৰা প্ৰযোজিত কহিনুৰ থিয়েটাৰক ভ্ৰাম্যমাণৰ প্ৰগতিৰ অগ্ৰদূত বুলিব পাৰি। এই নাট্যদলটোৱে ভ্ৰাম্যমাণৰ চলিত প্ৰথাৰ আমূল পৰিৱৰ্তন সাধন কৰে। অকল নাট্য সাহিত্যতে নহয়, মঞ্চ আৰু কাৰিকৰী দিশৰ যোগেদিও ভ্ৰাম্যমাণ থিয়েটাৰলৈ বিৰাট পৰিবৰ্তন কঢ়িয়াই আনে।

অসমত এটি নতুন নাট্য সংস্কৃতি আৰম্ভ কৰা ভ্ৰাম্যমাণৰ অৱদান অনেক। ভ্ৰাম্যমাণৰ এই অৱদান অসমৰ সামাজিক আৰু অৰ্থনৈতিক ক্ষেত্ৰলৈকো পৰিব্যাপ্ত। ভ্ৰাম্যমাণ থিয়েটাৰে অসমৰ বিভিন্ন ঠাইত বিদ্যালয়, মহাবিদ্যালয়, পুথিভঁৰাল আদি গঢ়ি উঠাত বিত্তীয় সুবিধা প্ৰদানৰ লগতে ভ্ৰাম্যমাণৰ লগত জড়িত পৰিয়ালবোৰক জীৱিকাৰ সন্ধান আগবঢ়াইছে। নিজে জীয়াই থকা আৰু আনক জীয়াই ৰখাৰ স্বাৰ্থত ভ্ৰাম্যমাণ কেতিয়াবা দুই এখন টুলুঙা বিষয়বস্তুৰ নাটক পৰিবেশন কৰিবলগীয়া হয়। কিন্তু সিয়েই ভ্ৰাম্যমাণৰ সৰ্বশেষ পৰিচয় নহয়। ভ্ৰাম্যমাণৰ সামাজিক অৱিহণা অধিক যদিও অসমৰ নাট্য সমালোচক, বুদ্ধিজীৱী মহলে এতিয়াও ভ্ৰাম্যমাণক যথাৰ্থ বিচাৰ-বিশ্লেষণ কৰিবলৈ আগবাঢ়ি অহা নাই। অসমৰ গৱেষক নাট্য সমালোচকসকলে এই ক্ষেত্ৰত আগবাঢ়ি আহিলে এই ঐতিহ্যপূৰ্ণ অনুষ্ঠানটোৰ বহুতো গুৰুত্বপূৰ্ণ দিশ উন্মোচিত হ'ব বুলি আশা কৰিব পাৰি।

*(লেখকৰ গৱেষণা গ্ৰন্থৰ সহায়ত প্ৰবন্ধটো যুগুত কৰা হৈছে)*





# অসমত চিত্ৰশিল্প চৰ্চা আৰু আনুষ্ঠানিক শিক্ষা

জ্ঞানেন্দ্ৰ বৰকাকতী

সৌন্দৰ্যবোধ আৰু শিল্পচৰ্চা মানৱ জীৱনৰ এক আদিম প্ৰবৃত্তি। সেইবাবেই হয়তো সভ্যতাৰ আদিম পুৱাতেই প্ৰাগৈতিহাসিক কালত মানুহে আপোন অন্তৰৰ প্ৰেৰণাতেই অপটু হাতেৰেও কঠিন শিলাখণ্ডৰ বুকুত ৰাখি গৈছে তেওঁলোকৰ ৰসবোধৰ স্বাক্ষৰ। সেই অপৰিণত সামান্য কেইডালমান ৰেখাই ঐতিহাসিক সম্ভাৱনাৰে মানৱ সভ্যতাৰ এক অসামান্য সম্পদ। স্পেইনৰ আল্টামিৰা বা আমাৰ দেশৰ উত্তৰ প্ৰদেশৰ মিৰ্জাপুৰ জিলাৰ বিন্ধা পৰ্বতমালাৰ উপান্তৰ এটি গুহা অথবা মধ্য প্ৰদেশৰ ৰায়গড় জিলাৰ সিংহানপুৰ গাঁৱৰ ওচৰত এটি গুহাত থকা তেনে চিত্ৰই ইয়াৰ জ্বলন্ত উদাহৰণ।

পৰিবৰ্তনশীল জগতত পাৰ হৈ গৈছে বহু হেজাৰ বছৰ। বিৱৰ্তন আৰু অগ্ৰগতিৰ মাজেৰে সেই অপৰিণত ৰেখাই অভিজ্ঞতা আৰু চৰ্চাৰ মাজেৰে আজি লাভ কৰিছে সাৱলীল ৰূপ। প্ৰত্যেক দেশতেই প্ৰকৃতিৰ নিয়ম আৰু বিৱৰ্তনৰ আইন অনুযায়ী এই ঘটনা ঘটি গৈ আছে ব্যতিক্ৰমহীনভাৱে।

আমাৰ দেশৰ বা সুকীয়াকৈ আমাৰ ৰাজ্যখনৰ শিল্প চৰ্চাৰ কথাটোও বিশ্লেষণ কৰিব লাগিব উল্লিখিত পৰিপ্ৰেক্ষিতত। শিল্প-সংস্কৃতিৰ কোনো ঘটনাই পাবত নগজে। কিবা এটা নতুন সৃষ্টিৰ কথা ভাবিবলৈ হ'লেও সি কোনো অতীত বা প্ৰচলিত পৰম্পৰাৰ হাত ধৰিয়েই আহিব লাগিব। সেয়ে অসমত সমসাময়িক শিল্পচৰ্চাৰ কথা আলোচনা কৰিবলৈ গ'লেও এক ঐতিহাসিক দৃষ্টিকোণ, পৰম্পৰা বা প্ৰৱহমান প্ৰভাৱৰ বিষয়ে অৱগত হোৱাটো প্ৰয়োজনীয় কথা।

ভাৰতীয় চিত্ৰকলাৰ ইতিহাসত 'চিত্ৰলেখা' এনে এটি চৰিত্ৰ, যাৰ বাবে আমি সততে গৌৰৱ কৰিব পাৰো। যদিও 'চিত্ৰলেখা' এটি কাহিনীভিত্তিক চৰিত্ৰ্য তথাপি প্ৰসিদ্ধ কলা সমালোচক ড° আনন্দ কুমাৰ স্বামীয়েও মহাকাব্যৰ এনে চৰিত্ৰকো শিল্প চৰ্চাৰ ক্ষেত্ৰত গুৰুত্বসহকাৰে বিবেচনা কৰিছে। পৰৱৰ্তী আহিলা আমাৰ ওচৰত নাই। সপ্তম শতিকাৰ পিচত বিক্ষিপ্তভাৱে কিছু তথ্য পোৱা গ'লেও সেই সময়ৰ চিত্ৰৰ ৰীতি-নীতি বা কৌশল সম্পৰ্কীয় ধাৰাবাহিকতা উদ্ধাৰ কৰা সম্ভৱ নহয়।

কনৌজ সম্ৰাট হৰ্ষবৰ্ধনৰ সময়ত কামৰূপৰ নৃপতি আছিল ভাস্কৰ বৰ্মা। তেওঁৰেই আমন্ত্ৰণক্ৰমে চীনা পৰিব্ৰাজক হিউৱেন চাং কামৰূপ ভ্ৰমণলৈ আহোতে ভাস্কৰ বৰ্মাই তেওঁক যিবোৰ উপহাৰ দিছিল, তাৰ ভিতৰত পাট কাপোৰত অংকিত ছবিও আছিল বুলি জনা যায়। আকৌ প্ৰায় একে সময়তে প্ৰয়াগত অনুষ্ঠিত এখন ধৰ্মালোচনী সভাত হৰ্ষবৰ্ধনৰ আমন্ত্ৰণক্ৰমে কামৰূপ নৃপতি ভাস্কৰ বৰ্মাই অংশগ্ৰহণ কৰি উপঢৌকন হিচাপে হৰ্ষবৰ্ধন আৰু হিউৱেন চাঙক দিয়া সামগ্ৰীসমূহৰ ভিতৰত পাটৰ কাপোৰত অংকিত কিছু ছবিও আছিল।

সপ্তম শতকৰ বানভট্ট ৰচিত 'হৰ্যচৰিত' আৰু চৈনিক পণ্ডিত হিউৱেন চাঙৰ বৰ্ণনাৰ পৰা প্ৰাচীন কামৰূপৰ ঐতিহ্যমণ্ডিত চিত্ৰকলা সন্দৰ্ভত এটি স্পষ্ট ধাৰণা কৰিব পাৰি। সেইদৰে দশম শতকত ৰজা বলভদ্ৰ বৰ্মাৰ তাম্ৰলিপিৰ পৰাও জানিব পৰা যায় যে সেই সময়ৰ ৰাজকীয় অট্টালিকাবোৰ আছিল নানা ছবিৰে চিত্ৰিত। ঠিক তেনেদৰে নিধানপুৰৰ তাম্ৰলিপিত উল্লেখ আছে কিদৰে ৰাজপ্ৰাসাদত ভাস্কৰ বৰ্মাৰ প্ৰতিকৃতি অংকন কৰি সংৰক্ষণ কৰা হৈছিল।

পৰৱৰ্তী কালত অসমত শিল্পকলা চৰ্চা বা চিত্ৰকলাৰ ইতিহাসত বৈষ্ণৱ যুগৰ যি অৱদান আছে, সেয়া সকলোৰে জ্ঞাত আৰু স্বীকৃত।

অসমত বৈষ্ণৱ আন্দোলনৰ পুৰোধা আছিল ১৪৪৯ চনত জন্মগ্ৰহণ কৰা মহাপুৰুষ শংকৰদেৱ। পূৰ্বাঞ্চলৰ নৱজাগৰণৰ মূল নায়ক শংকৰদেৱ আছিল ইউৰোপীয় নৱজাগৰণৰ প্ৰধান চিত্ৰকৰ 'মনালিছা' ছবিখনৰ স্ৰষ্টা লিঅ'নাৰ্ডো ডা ভিঞ্চিৰ সমসাময়িক। এই দুয়োগৰাকী ব্যক্তিৰ ব্যক্তিত্ব আৰু কৰ্মকাণ্ডত আছিল এক আশ্চৰ্যকৰ সাদৃশ্য। শংকৰদেৱ আছিল সমাজ সংস্কাৰক, শিল্পী, নাট্যকাৰ, সংগীতজ্ঞ তথা অসমৰ জনসাধাৰণৰ সামাজিক, সাংস্কৃতিক আদি সকলো দিশৰে পথ প্ৰদৰ্শক।



লিঅ'নাৰ্ডোও আছিল একেধাৰে বিখ্যাত চিত্ৰশিল্পী, বিজ্ঞানী, সংগীতজ্ঞ তথা ইউৰোপীয় নৱজাগৰণৰ পুৰোধা। শংকৰদেৱ বয়সত লিঅ'নাৰ্ডোতকৈ তিনি বছৰে ডাঙৰ হ'লেও বিশেষকৈ প্ৰতিভা আৰু ব্যক্তিত্বৰে দুয়োগৰাকী ব্যক্তিয়ে আছিল তদানীন্তন কালৰ অধিক জনপ্ৰিয় ব্যক্তি।

শংকৰদেৱৰ নেতৃত্বত গঢ় লৈ উঠা সত্ৰ সংস্কৃতি আৰু আহোম স্বৰ্গদেউসকলৰ পৃষ্ঠপোষকতাতে ভাৰতবৰ্ষ আৰু আন আন ঠাইৰ দৰে অসমতো পুথিচিত্ৰ বা অনুচিত্ৰ (Miniature Painting)ৰ পৰম্পৰা গঢ় লৈ উঠিছিল। মোগল, ৰাজপুত, কাংৰা আদি ভাৰতবৰ্ষৰ আন আন অনুচিত্ৰশৈলীৰ দৰেই অসমতো সৃষ্টি হৈছিল কবিৰাজ চক্ৰৱৰ্তীৰ 'গীত গোবিন্দ', শিৱসিংহ আৰু অম্বিকা দেৱীৰ পৃষ্ঠপোষকতাত সুকুমাৰ বৰকায়থৰ ১৭৩৪ চনত 'হস্তিবিদ্যাৰ্নৱ', ঘনশ্যাম খাৰঘৰীয়া ফুকন বিৰচিত 'কালিকা পুৰাণ', সেইদৰে 'লৱ-কুশৰ যুদ্ধ', 'চিত্ৰ ভাগৱত' আদি বহুমূলীয়া পুথিচিত্ৰসমূহ। এইবোৰ সাধাৰণতে সাঁচিপাতত অংকিত হৈছিল।

সত্ৰ, টোল আৰু আহোম স্বৰ্গদেউসকলৰ পৃষ্ঠপোষকতাতে এইধৰণৰ পুথিচিত্ৰ ৰচিত হৈছিল যদিও সেই পৰম্পৰাক জীয়াই ৰাখিব পৰাকৈ তাহানিৰ উক্ত সময়ছোৱাত শিল্প চৰ্চাৰ কোনো অনুষ্ঠান বা কেন্দ্ৰ গঢ় লৈ উঠা নাছিল। সেয়েহে স্থানীয়ভাৱে এই দিশত শিল্পী বা কাৰিকৰী জ্ঞান থকা লোকৰ অভাৱ হোৱাত আহোম স্বৰ্গদেৱে অসমৰ বাহিৰৰ পৰা আনিছিল 'হস্তিবিদ্যাৰ্নৱ'ৰ শিল্পীদ্বয় আৰু দোচাইক। এইক্ষেত্ৰত স্থানীয় শিল্পী ঘনশ্যাম খনিকৰৰ নামো উল্লেখযোগ্য। বহুক্ষেত্ৰত লেখক নিজেও আছিল নিপুণ শিল্পী। শংকৰদেৱ নিজেই আছিল ইয়াৰ প্ৰকৃত উদাহৰণ। মহাপুৰুষজনাৰ পৰিকল্পনা আৰু পৰিচালনাত সৃষ্টি হোৱা 'বৃন্দাবনী বস্ত্ৰ' অসমৰ শিল্পকলাৰ ক্ষেত্ৰত এক ঐতিহাসিকভাৱে গুৰুত্বপূৰ্ণ ঘটনা। কোচৰজা নৰনাৰায়ণক উপঢৌকন হিচাপে দিবলগীয়া হোৱা এই 'বৃন্দাৱনী বস্ত্ৰ' অপূৰ্ব ফুলজাৰিৰে বৰপেটাৰ তাঁতীকুছি গাঁৱৰ গোপাল তাঁতী আৰু তেওঁৰ সহযোগীসকলৰ হতুৱাই শংকৰদেৱে তেওঁৰ নিজৰ চানেকী অনুসৰি বোৱাই লৈছিল। শ্ৰীকৃষ্ণৰ জন্মৰ পৰা কংসবধলৈ বৃন্দাবনৰ সকলো ঘটনাৰাজিকে বয়ন শিল্পৰ মাধ্যমেৰে বিভিন্ন ৰঙৰ দীঘ আৰু বাণি সূতাৰে অনিন্দ্যসুন্দৰ সংমিশ্ৰণ আৰু নান্দনিক গুণেৰে ফুটাই তুলিছিল। সেই সময়ৰ স্থানীয় চিত্ৰকৰসকলৰ ভিতৰত 'বনমালী দেৱৰ চৰিত্ৰ' চিত্ৰিত কৰা চিত্ৰকৰ বিজয় খনিকৰ তথা ধৰ্মপুৰাণৰ চিত্ৰকৰ বোধ লিগিৰাৰ নামো এইক্ষেত্ৰত উল্লেখনীয়।

অসমলৈ ব্ৰিটিছসকল আহে ১৮২৬ চনত। সেই সময়লৈকে লাহে লাহে উক্ত শিল্পচৰ্চাৰ বেৱাজ স্তিমিত হ'বলৈ ধৰে আৰু ইংৰাজসকলৰ আগমনৰ সময়ত নতুন ৰাজনৈতিক আৰু সামাজিক পৰিবেশ সৃষ্টি হোৱাৰ লগে লগে শিল্প সৃষ্টিৰ সেই ধাৰা, প্ৰশিক্ষণ কেন্দ্ৰ আদি গঢ় লৈ নুঠাৰ বাবেই বিলুপ্ত হ'বলৈ ধৰে।

ইংৰাজসকলৰ আগমনৰ পৰৱৰ্তী কালত তেওঁলোকৰ উদ্যোগত লাহোৰ, মাদ্ৰাজ, কলিকতা আদি ঠাইত ললিত কলা বা চাৰুকলা শিক্ষাৰ প্ৰতিষ্ঠানবোৰ গঢ় লৈ উঠে। পৰম্পৰাগত শিল্পচৰ্চাৰ পৰিবৰ্তে আমদানি হয় নতুন ভাবনা, শৈলী আৰু মাধ্যমৰ। বিদেশী পৰম্পৰাৰ চিত্ৰশিল্পৰ মাধ্যমেৰে শিক্ষিত হৈ আমাৰ দেশীয় বিষয়বস্তুক বাস্তৱ ৰূপত তুলি ধৰি শিল্পৰ ক্ষেত্ৰখনত ন ৰূপত উজলি উঠে 'ৰাজা ৰবিবাৰ্মা' আৰু অমৃতা শ্বেৰগিলৰ দৰে প্ৰসিদ্ধ ভাৰতীয় চিত্ৰকৰসকল। লাহোৰ আৰ্ট কলেজত শিক্ষা গ্ৰহণ কৰি অমৃতা শ্বেৰগিলে ভাৰতীয় চিন্তা আৰু বিষয়েৰে ভাৰতীয় চিত্ৰশিল্পত এক নতুন মাত্ৰা যোগ কৰিবলৈ সমৰ্থ হয়।

আমাৰ ক্ষেত্ৰতো আৰম্ভ হয় সমসাময়িক শিল্পচৰ্চাৰ এক নতুন পৰিক্ৰমা। চল্লিশৰ দশকত কিছুসংখ্যক অসমীয়া যুৱকে কলিকতাৰ গৱৰ্ণমেণ্ট স্কুল অৱ আৰ্টৰ পৰা উচ্চ শিক্ষা লৈ অসমলৈ উভতি আহে। পৰিবৰ্তনমুখী শিল্পচৰ্চা আৰু আধুনিক মাধ্যমেৰে যিসকল অসমৰ সমসাময়িক শিল্প চৰ্চাৰ বাটকটীয়া হ'ল, সেইসকলৰ ভিতৰত জগত সিং কছাৰী, মুক্তা বৰদলৈ, জীৱেশ্বৰ বৰুৱা, সুৰেন বৰদলৈ আৰু পৰৱৰ্তী কালত তৰুণ দুৱৰা আৰু ৰবীন ভট্টাচাৰ্যৰ নাম উল্লেখনীয়। লাহোৰ আৰ্ট স্কুলৰ পৰা সুখ্যাতিৰে শিক্ষা সাং কৰি উভতি আহিছিল প্ৰতাপ বৰুৱাই। ভিক্টোৰিয়ান ষ্টাইলত শিক্ষিত এই শিল্পীসকলৰ



শিল্পকৰ্মসমূহৰ মূল্যায়ন এতিয়াও হোৱা নাই বা প্ৰসাৰ আৰু প্ৰচাৰো তেনেই সীমিত। দুই-এখন ছবি অসমৰ ৰাজ্যিক সংগ্ৰহালয়ত অৱশ্যে এতিয়াও সংৰক্ষিত হৈ আছে।

উল্লিখিত শিল্পীসকলৰ ভিতৰৰে প্ৰয়াত শিল্পী জীৱেশ্বৰ বৰুৱাই ১৯৪৭ চনত অসমত পোন প্ৰথমে শিল্পকলাৰ আনুষ্ঠানিক শিক্ষাকেন্দ্ৰ হিচাপে গঢ়ি তুলিছিল চাৰু আৰু কাৰু কলা নিকেতন বা গুৱাহাটী আৰ্ট স্কুল, যি বৰ্তমান সময়ত গৱৰ্ণমেণ্ট কলেজ অৱ আৰ্ট এণ্ড ক্ৰাফ্‌ট হিচাপে পৰিচিত। জীৱেশ্বৰ বৰুৱাৰ আশাশুধীয়া প্ৰচেষ্টাত গঢ় লৈ উঠা এই অনুষ্ঠানতে প্ৰয়াত স্বনামধন্য চিত্ৰশিল্পী আশু দেৱেও প্ৰাৰম্ভিক পৰ্যায়ত শিক্ষকতা কৰিছিল। আশু দেৱ আছিল স্বশিক্ষিত শিল্পী। তথ্য অনুসৰি শিল্পী আশু দেৱেই প্ৰথমে অসমত একক চিত্ৰ প্ৰদৰ্শনীৰ আয়োজন কৰিছিল। ১৯৫২ চনৰ এপ্ৰিল মাহত। গুৱাহাটীৰ কামৰূপ একাডেমী স্কুলত অনুষ্ঠিত উক্ত প্ৰদৰ্শনীৰ পৃষ্ঠপোষক আছিল সৰ্বেশ্বৰ চক্ৰৱৰ্তী আৰু প্ৰদৰ্শনীখনৰ দুৱাৰ মুকলি কৰিছিল সেই সময়ৰ ন্যায়াধীশ হলিৰাম ডেকাই।

মূলতঃ জীৱেশ্বৰ বৰুৱাৰ উদ্যোগতেই অসমত শিল্পকলা চৰ্চাৰ আনুষ্ঠানিক শিক্ষাৰ আৰম্ভ হয় আৰু তেখেতৰ উৎসাহ আৰু প্ৰচেষ্টাৰ ফলতে অসমত সমসাময়িক ছবি আৰু ভাস্কৰ্য শিল্পৰ সৃজনী প্ৰতিভাসমূহৰ বিকাশ আৰু শিল্পকলাৰ প্ৰতি সাধাৰণ কলাপ্ৰেমীৰ এক কৌতূহল তথা আগ্ৰহৰ বাতাৱৰণ সৃষ্টি হয়। শিল্পীগৰাকীৰ অশেষ কষ্টৰ ফলতেই অসমত পোন প্ৰথমবাৰৰ বাবে 'ললিত কলা একাডেমী'ৰ ৰাষ্ট্ৰীয় প্ৰদৰ্শনী সফলভাৱে অনুষ্ঠিত হয়। ১৯৪৮ চনত, বৰ্তমান গুৱাহাটীৰ আমবাৰীত থকা হস্তশিল্প এম্প'ৰিয়ামৰ তাহানিৰ নৱনিৰ্মিত ভৱনত। ১৯৬২ চনত পুনৰ ললিত কলা একাডেমীৰ বাৰ্ষিক ৰাষ্ট্ৰীয় প্ৰদৰ্শনী শ্বিলঙত অনুষ্ঠিত হয়। এইক্ষেত্ৰতো অসম ললিত কলা একাডেমীৰ সম্পাদক হিচাপে শিল্পী জীৱেশ্বৰ বৰুৱাৰ অৱদান আছিল উল্লেখনীয়। উক্ত প্ৰদৰ্শনীলৈ তেতিয়া ললিত কলা একাডেমীৰ সম্পাদক প্ৰসিদ্ধ শিল্পী প্ৰয়াত ভৱেশ সান্যাল (শংকৰদেৱ বঁটাপ্ৰাপ্ত) ডাঙৰীয়াও আহিছিল আৰু জীৱেশ্বৰ বৰুৱা প্ৰতিষ্ঠিত আৰ্ট স্কুলখনতো পদাৰ্পণ কৰিছিল।



অসমত শিল্প কলা চৰ্চাৰ আনুষ্ঠানিক শিক্ষাৰ ক্ষেত্ৰত দ্বিতীয়খন আৰ্ট স্কুল প্ৰতিষ্ঠিত হয় শিল্পী আদ্য শৰ্মাৰ উদ্যোগত ১৯৫৪ চনত নলবাৰীত। আদ্য শৰ্মাই ব্যক্তিগত শিল্প প্ৰতিষ্ঠান 'ৰংঘৰ'ত তেওঁৰেই কেইগৰাকীমান উৎসাহী ছাত্ৰক লৈ গঢ়ি তোলে 'নলবাৰী আৰ্ট স্কুল'। এনেকৈয়ে অৰ্থাৎ পঞ্চাশৰ দশকৰ পৰাই গতি লাভ কৰিবলৈ ধৰে অসমত আধুনিক শিল্পকলা চৰ্চা। এই দশকতে আৰু যাঠিৰ দশকৰ ভিতৰত অসমৰ বহু যুৱক-যুৱতীয়ে শান্তি নিকেতনৰ বিশ্বভাৰতী বিশ্ববিদ্যালয়ৰ কলাভৱন, বম্বেৰ ছাৰ জে জে স্কুল অৱ আৰ্ট, কলকাতাৰ গৱৰ্ণমেণ্ট স্কুল অৱ আৰ্ট আদিৰ পৰা শিল্পকলাৰ উচ্চ শিক্ষা গ্ৰহণ কৰি অসমলৈ উভতি আহে। সেইসকল শিল্পীৰ ভিতৰত বৰ্তমানৰ অগ্ৰজ শিল্পী শোভা ব্ৰহ্ম, যিয়ে জীৱেশ্বৰ বৰুৱাৰ মৃত্যুৰ পিচত গুৱাহাটীৰ আৰ্ট স্কুলখনৰ অধ্যক্ষৰ দায়িত্ব গ্ৰহণ কৰিছিল। আন অগ্ৰণী শিল্পীসকল হ'ল— ৰমেশ ঘোষ, পদুম বৰগোহাঞি, মদন লহকৰ, হেমাংগিনী বৰদলৈ (প্ৰয়াত শিল্পী সুৰেন বৰদলৈৰ জীয়াৰী), বেণু মিশ্ৰ, নীলপৱন বৰুৱা আদি। জনপ্ৰিয় কাৰ্টুনিষ্ট ত্ৰৈলোক্য দত্ত আছিল কলিকতাৰ গৱৰ্ণমেণ্ট আৰ্ট কলেজৰ ছাত্ৰ। সেইদৰে প্ৰয়াত শিল্পী নগাঁৱৰ প্ৰণৱ বৰুৱা আহিছিল ছাৰ জে জে স্কুল অৱ্ আৰ্ট, বম্বেৰ পৰা।

আনহাতে অগ্ৰজ শিল্পী প্ৰসেনজিৎ দুৱৰা, পুলক গগৈ, গৌৰী বৰ্মন আদিয়েও নিগাজীকৈ অসমৰ প্ৰাণকেন্দ্ৰ গুৱাহাটীত শিল্প চৰ্চা আৰম্ভ কৰি শিল্প সৃষ্টিৰ এক পৰিবেশ গঠন কৰিছিল।

সত্তৰৰ দশকৰ প্ৰথম আৰু শেষ ভাগত গুৱাহাটীত নীলপৱন বৰুৱা আৰু স্বনামধন্য শিল্পী বেণু মিশ্ৰৰ উদ্যোগত প্ৰতিষ্ঠা লাভ কৰে শিল্পকলাৰ আগশাৰীৰ অনুষ্ঠান ক্ৰমে 'অসম ফাইন আৰ্ট এণ্ড ক্ৰাফ্‌ট ছ'চাইটি' আৰু 'গুৱাহাটী আৰ্টিষ্ট গীল্ড'। লগতে একে দশকৰে ১৯৭৬ চনত অসম চৰকাৰৰ উদ্যোগত গুৱাহাটীত প্ৰতিষ্ঠিত হয় 'ৰাজ্যিক আৰ্ট গেলেৰী'। নগাঁৱত প্ৰয়াত শিল্পী প্ৰণৱ বৰুৱাৰ নেতৃত্বত গঢ় লৈ উঠে শিল্প-শিক্ষাৰ অনুষ্ঠান 'কল্লোল'। আশীৰ দশকত যোৰহাটত জন্মলাভ কৰে 'যোৰহাট ফাইন আৰ্ট এণ্ড ক্ৰাফ্‌ট ছ'চাইটি।'

মুখ্যতঃ উল্লিখিত শিল্পকলাৰ অনুষ্ঠানকেইটিয়ে অসমত আধুনিক চিত্ৰ-ভাস্কৰ্য সৃষ্টিৰ ক্ষেত্ৰত এক নৱজাগৰণ সৃষ্টি কৰি আহিছে সত্তৰৰ দশকৰ পৰা। বহু প্ৰতিষ্ঠিত, নামী তথা শিক্ষিত আৰু ৰাষ্ট্ৰীয় পৰ্যায়ৰ সমসাময়িক শিল্পীসকলৰ যোগদানেৰে অনুষ্ঠানকেইটি গঢ় লৈ উঠাৰ লগতে নতুন প্ৰতিভাৱান শিল্পীসকলকো প্ৰেৰণা যোগাই আহিছে। এই অনুষ্ঠানসমূহৰ ন-শিকাৰু শিল্পীসকল উৎসাহিত হৈছে অসমৰ বাহিৰৰ নামী আৰু প্ৰতিষ্ঠিত শিক্ষানুষ্ঠানত শিল্প-শিক্ষা গ্ৰহণ কৰিবলৈ।

সাম্প্ৰতিক অসমৰ প্ৰতিকূল পৰিস্থিতিৰ মাজতো শিল্পানুষ্ঠানসমূহৰ এনে প্ৰচেষ্টা উৎসাহজনক।

আশা-নিৰাশাৰ দোমোজাত আমি বিস্ময়েৰে লক্ষ্য আৰু আশা ৰাখিছো যে অসমৰ সমসাময়িক শিল্পকলাই নিশ্চয় বিশ্বৰ দৰবাৰত সফলভাৱে নিজৰ উপস্থিতি প্ৰমাণ কৰাৰ লগতে স্বকীয় শৈলীৰে উজলি উঠিব। নতুন প্ৰজন্মৰ শিল্পীসকলে ৰূপ সাগৰত বুৰ মাৰি আমাক সন্ধান দিব অৰূপৰ তনৰ।

# অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশত চৰ্য্যাপদৰ অৱদান

ড° পৰীক্ষিত হাজৰিকা

মহাযানী বৌদ্ধধৰ্মৰ বিৱৰ্তন ঘটি উদ্ভৱ হোৱা তন্ত্ৰযান শাখাৰ শেহতীয়া স্তৰটো হ'ল সহজযান পন্থা। তান্ত্ৰিক ধৰ্মৰ দাৰ্শনিক মতবাদৰ আধাৰ সহজযানী সিদ্ধাচাৰ্য্যসকলে খ্ৰীষ্টীয় ৫ম শতিকাৰ পৰা ১২শ শতিকাৰ ভিতৰত ভালেমান গীত-পদ ৰচনা কৰিছিল। সেইবোৰ গীত-পদক চৰ্য্যাগীত, চৰ্য্যাপদ, বৌদ্ধগান বা চৰ্য্যাগান বুলি কোৱা হয়।[1] এই শ্ৰেণীৰ গীতৰ ব্যুৎপত্তিগত অৰ্থ হ'ল— সহজযান পন্থাত দীক্ষা লৈ যোগীসকলে আচৰণ কৰিবলগীয়া গুৰুৰ নীতি-উপদেশমূলক শিক্ষা আৰু নিৰ্বাণ লাভৰ উদ্দেশে সংকেতেৰে বুজোৱা সাধন-তত্ত্বৰ গূঢ়াৰ্থব্যঞ্জক গানবিশেষ। সহজযানপন্থী সিদ্ধাচাৰ্যসকলে নিজৰ ধৰ্মমত প্ৰচাৰৰ উদ্দেশে চৰ্য্যাপদ আৰু দোহাবোৰ ৰচনা কৰিছিল। বিবিধ ৰাগ-ৰাগিণীৰে মণ্ডিত আৰু সহজীয়া ধৰ্মৰ গৃহ্যতত্ত্বৰে পৰিপুষ্ট এই গীতবোৰে সংশ্লিষ্ট ধৰ্মৰ ভক্তবৃন্দক আৰু সৰ্বসাধাৰণ শ্ৰোতাক বাৰুকৈয়ে আকৰ্ষণ কৰিছিল। গীত ৰচকসকলে সহজীয়া তত্ত্ব দাঙি ধৰোতে দ্ব্যৰ্থক শব্দ, সাংকেতিক ভাষা, প্ৰবাদ-প্ৰবচন, চিনাক্ত চিত্ৰকল্প, অলংকাৰ আৰু সমসাময়িক সমাজৰ বাস্তৱ ভাব-ভংগী আদি উপস্থাপন কৰি চৰ্য্যাপদবোৰক অধিক তাৎপৰ্যপূৰ্ণ কৰি তুলিছে।

পন্থীয় ৰীতি অনুসাৰে চৰ্য্যাগীতবোৰ প্ৰথম অৱস্থাত হয়তো ভক্তসকলৰ মুখে মুখে চলিছিল। পিচলৈ সেইবোৰ গোট খুৱাই কোষগ্ৰন্থ হিচাপে তালপাত বা সাঁচিপাতত লিপিবদ্ধ কৰা হৈছিল। ভক্ত-সাধকৰ সংখ্যা বৃদ্ধি হোৱাৰ লগে লগে এই গীতকোষ নকল কৰাই সংৰক্ষিত কৰি ৰখা হৈছিল। তেনেকুৱা 'চৰ্য্যাগীতি-কোষ' পুথিৰ এটি নকল নেপালৰ ৰাজধানী কাঠমাণ্ডুৰ জাতীয় অভিলেখালয়ৰ গ্ৰন্থ-সংগ্ৰহ শাখাত ৰখা হৈছে। ১৯০৭ খ্ৰীষ্টাব্দত মহামহোপাধ্যায় হৰিপ্ৰসাদ শাস্ত্ৰীয়ে কলিকতাৰ 'এছিয়াটিক ছ'চাইটী অব্ বেংগল'ৰ বাবে পুৰণি পুথি সংগ্ৰহৰ কামত নেপাললৈ গৈ আনুমানিক ত্ৰয়োদশ শতিকাত আচাৰ্য মুনিদত্তই সংস্কৃত টীকা লিখা 'চৰ্য্যাগীতি-কোষ'[2] গ্ৰন্থৰ নকলৰ প্ৰতিলিপি এটা লৈ আহে। শাস্ত্ৰী মহাশয়ে এইখন পুথিৰ নাম 'চৰ্য্যাচৰ্য্য বিনিশ্চয়' ৰাখি ইয়াৰ সৰোজবজ্ৰৰ 'দোহাকোষ', কৃষ্ণাচাৰ্য্যৰ 'দোহাকোষ' আৰু 'ডাকাৰ্ণৱ' নামৰ পুথি তিনিখন লগ কৰি 'হাজাৰ বছৰেৰ পুৰাণ বাংগালা ভাষায় বৌদ্ধগান ও দোহা' নাম দি সম্পাদন কৰে আৰু ১৯১৬ খ্ৰীষ্টাব্দত বংগীয় সাহিত্য পৰিষদে ইয়াক প্ৰকাশ কৰে। পুথিখন 'বৌদ্ধগান ও দোহা' বুলি জনাজাত।

'চৰ্য্যাগীতি-কোষ' গ্ৰন্থখন ৫০টা গীতৰ সংকলন; কিন্তু ইয়াৰ ২৪, ২৫, ৪৮ নম্বৰ চৰ্য্যা তিনিটা আৰু ২৩ নং চৰ্য্যাটোৰ শেষৰ ৪টা শাৰী ইতিমধ্যে



লুপ্ত হৈছে। গতিকে পৰৱৰ্তী নকলকাৰেও ৪৬১/২টা চৰ্য্যা আৰু সেইবোৰৰ সংস্কৃত টীকাসহ মূল পাঠখিনি নকল কৰি সংৰক্ষণ কৰে আৰু ১ৰ পৰা ৫০লৈ গীতবোৰৰ ক্ৰমিক সংখ্যা ঠিকেই ৰাখে। উদ্ধাৰপ্ৰাপ্ত গীতবোৰ ২২জন সিদ্ধাচাৰ্য্যৰ ৰচনা। এওঁলোক তিব্বতৰ মহাযানী বৌদ্ধ সম্প্ৰদায়ৰ ৮৪জন মহাসিদ্ধৰ তালিকাৰ অন্তৰ্ভুক্ত। 'চৰ্য্যাচাৰ্য্য বিনিশ্চয়' তথা 'চৰ্য্যাগীতিকোষ'ৰ মতে লুইপাদ সৰ্বপ্ৰথম সিদ্ধাচাৰ্য্য।[3] এওঁৰ দুটা গীত 'চৰ্য্যাগীতি-কোষ'ত সন্নিৱিষ্ট হৈছে। লুইপাদ প্ৰাচীন কামৰূপৰ অধিবাসী আছিল।[4] চৰ্য্যপদ-ৰচয়িতা আন আন কামৰূপী সিদ্ধাচাৰ্য্যসকল হ'ল— সৰহপাদ, দাৰিকপাদ, কাহ্নুপাদ বা কৃষ্ণাচাৰ্য্যপাদ, কুক্কুৰীপাদ, ঢেণ্ঢণপাদ, মহীধৰপাদ আৰু ডোম্বীপাদ। এওঁলোকৰ নিচিনা ভুসুকুপাদ, শান্তিপাদ ভাদেপাদ, বিৰুৱাপাদ, কুম্বালম্বৰপাদ, গুণ্ডৰীপাদ প্ৰভৃতি সিদ্ধাচায্যসকলো প্ৰাচীন কামৰূপ ব্যক্তি আছিল বুলি প্ৰতীতি জন্মে[5]। কাৰণ তেওঁলোকৰ ৰচিত চৰ্য্যাপদবোৰত প্ৰাচীন কামৰূপ দেশ সম্পৰ্কীয় গৱেষণাধৰ্মী বুৰঞ্জী-গ্ৰন্থ, প্ৰবন্ধ-আলোচনা, কামৰূপ-শাসনাৱলী, প্ৰত্নতাত্ত্বিক সমল সমৰ্থিত প্ৰাচীনকালৰ অসমীয়া মানুহৰ সামাজিক ৰীতি-নীতি, আচাৰ-বিচাৰ, মানসিক দৃষ্টিভংগী, ধৰ্মীয় চিন্তাধাৰা, জীৱিকাৰ সমল, ভাষা-সাহিত্যৰ বৈচিত্ৰ্য, সংগীতকলাৰ ঐতিহ্য, সাংস্কৃতিক উপাদান আদি ভালেমান তথ্য পৰিস্ফুট হৈছে।[6]

আনহাতে আৰ্য্যদেৱ, কংকণপাদ, জয়নন্দীপাদ, তাৰকপাদ, ধামপাদ, বীণাপাদ, চাটিল্লপাদ, শৱৰীপাদ আৰু তন্ত্ৰীপাদ (এওঁৰ ২৫নং চৰ্য্যাটি লুপ্ত হৈছে। প্ৰভৃতি সিদ্ধাচাৰ্য্যসকলৰ কোনো কোনোজন গীতিকাৰ বাঙালী, উৰিয়া আৰু মৈথিলীভাষী সিদ্ধাচাৰ্য্য হোৱা স্বাভাৱিক নহয়। সেইদৰে কৃষ্ণপাদ, কৃষ্ণাচাৰ্যপাদ কৃষ্ণবজ্ৰপাদ যদি কাহ্নুপাদৰ পৰা বেলেগ ব্যক্তি হয়, তেন্তে তেওঁলোকৰ গীত কিছুমান নিজা নিজা অঞ্চলৰ ভাষাৰ প্ৰাচীন চানেকী বুলি দাবী কৰিব পাৰে। আচলতে চৰ্য্যাপদ ৰচয়িতা সিদ্ধাচাৰ্য্যসকল কোনো ভৌগোলিক বা ৰাজনৈতিক সীমাৰ দ্বাৰা বিভাজিত বা পৰিচিত হোৱা নাছিল। তেওঁলোকে নিৰ্বাণ লাভৰ উদ্দেশে মহাতীৰ্থ কামৰূপ-পীঠত মিলিত হৈ বহু বছৰজুৰি একেলগে ধৰ্মচৰ্চা আৰু পন্থীয় ভক্তি-সাধনা কৰিছিল। ফলস্বৰূপে কি থলুৱা বা কি বহিৰাগত সকলো সিদ্ধাচাৰ্য্যৰ মাত-কথা আৰু লেখাত স্বাভাৱিকতে কামৰূপী অপভ্ৰংশ ভাষাই প্ৰাধান্য লাভ কৰিছিল।

চৰ্য্যাগীতবোৰ ভাৰতীয় মাৰ্গ সংগীতৰ আদৰ্শত গোৱা হৈছিল বুলি অনুমান হয়। সেইবোৰ গীতত সংগত কৰা ৰাগসমূহ হ'ল— পটমঞ্জৰী, মল্লাৰী, কামোদ, ভৈৰৱী, বৰাড়ী, গুঞ্জৰী, দেশাখ, ৰামক্ৰী, শৱৰী, অৰু, গউড়া (গৱড়া), মালশী, ধনসী, দেৱক্ৰী, বংগাল, কহ্নগুঞ্জৰী আৰু মালসী-গবুড়া।[7]

আগতে উল্লেখ কৰি অহা কামৰূপী সিদ্ধাচাৰ্য্যসকলৰ উপৰি উৰিষ্যা, বংগ, বিহাৰ, মিথিলা, ভূটান আৰু নেপাল আদি ঠাইৰ পৰা ভালেকেইজন তান্ত্ৰিক বৌদ্ধসিদ্ধ আহি শ্ৰেষ্ঠ তীৰ্থ কামৰূপ-পীঠত কেইবাছৰ থাকি আটাইয়ে মিলি পৰি সহজযান ধৰ্ম গুপ্তভাৱে পালন কৰিছিল। তেওঁলোকৰ সংযোগ তিব্বতলৈকে সম্প্ৰসাৰিত হৈছিল। যি কি নহওক, সন্মিলিত সহজীয়া সিদ্ধাচাৰ্য্যসকলে তন্ত্ৰপ্ৰধান তীৰ্থ হাজো-কামাখ্যাকেন্দ্ৰিককামৰূপ-পীঠত থাকোতেই সহজযান পন্থাৰে তত্ত্বমূলক পুথি, দোহা, চৰ্য্যাগীত আদি ৰচনা কৰিছিল।

তত্ত্বপ্ৰধান ঠাই হিচাপে কামৰূপ-পীঠৰ এটা প্ৰাচীন ঐতিহ্য আছে। কালিকা পুৰাণ, যোগিনীতন্ত্ৰ, শক্তিসংগম তন্ত্ৰ আৰু সন্মোহ তন্ত্ৰত ইয়াৰ বিস্তাৰ উল্লেখ আছে। খ্ৰীষ্টীয় ৮ম শতিকাৰ পদ্মবজ্ৰ ৰচনা 'হেবজ্ৰ-তন্ত্ৰ'ত চাৰিখন পৱিত্ৰ পীঠৰ উল্লেখ পোৱা যায়; সেইকেইখন হ'ল— (১) জালন্ধৰ, (২) উড্ডিয়ান, (৩) পূৰ্ণগিৰি আৰু (৪) কামৰূপ। 'কালিকা পুৰাণ'তো এই চাৰিখন পীঠৰ উল্লেখ আছে; ইয়াত কামৰূপ-পীঠক কামাখ্যা-পীঠ বোলা হৈছে। 'সাধনামালা' নামে আন এখন বৌদ্ধ গ্ৰন্থৰ মতে ভাৰতবৰ্ষৰ ভিতৰতে তান্ত্ৰিক বৌদ্ধসকলৰ চাৰিখন মহাপীঠ হ'ল— কামাখ্যা, সিৰিহট্ট, পূৰ্ণগিৰি আৰু উড্ডিয়ান।[8] কামাখ্যা আৰু সিৰিহিট্ট (শ্ৰীহট্ট) প্ৰাচীন কামৰূপৰ ভিতৰতে পৰে, আৰু দুয়োখন পীঠক 'হেবজ্ৰ-তন্ত্ৰ'ত কামৰূপ-পীঠ বুলি বৰ্ণোৱা হৈছে। এই কামৰূপ পীঠতান্ত্ৰিক সংস্কৃতিৰ কেন্দ্ৰ হিচাপে প্ৰাচীন ভাৰতৰ ভিতৰতে অদ্বিতীয় আছিল।[9] ড° দীনেশ চন্দ্ৰ সৰকাৰে লিখিছে— 'In the first place, Kamarupa has a prominent place in all the lists of four. This fact may suggest that the Kamarupa-pitha became unrivalled as a centre of Tantric culture by absorbing the popularity of other four tirthas of ancient India at a fairly early date"[10]

মুঠতে এটা সময়ত তন্ত্ৰযান, বজ্ৰযান, সহজযান আৰু হিন্দুতন্ত্ৰ, সকলোৰে প্ৰশস্ত ক্ষেত্ৰ আছিল কামৰূপ, বিশেষকৈ হাজো-কামাখ্যা অঞ্চল। 'যোগিনীতন্ত্ৰ'ৰ মতে, কামৰূপত 'বজ্ৰযানী বৌদ্ধৰ শূন্যবাদৰ পৰা আৰম্ভ কৰি কিৰাতৰ ক্ৰুৰ বলি-বিধান একো বাদ পৰা নাই।' আজিকালিও হাজোতীৰ্থ বৌদ্ধধৰ্মীসকলৰ মনত পৰম তীৰ্থস্থান হৈ আছে। তিব্বত, নেপাল, ভূটান আৰু কামৰূপৰ জনশ্ৰুতি মতে, হাজোৰ হয়গ্ৰীৱ মাধৱ মন্দিৰটো বুদ্ধদেৱৰ অস্থি-দেহৰ ওপৰত নিৰ্মিত এটি মহাবুদ্ধ চৈত্য।[11] ইয়াক দৰ্শন কৰিবলৈ প্ৰতিবছৰে তিব্বতৰ লামাসকল আহে। পূজ্যপাদ ধীতিকে হেনো পোনতে কামৰূপত বৌদ্ধধৰ্মৰ মহাযান পন্থাৰ ধৰ্মমত প্ৰচাৰ কৰিছিল। ড° প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে লিখিছে— 'Whatever its original significance, Hajo attained a great celebrity in Mahayana Buddhism, and might have contained some relices of the Budda. In fact the place became a cosmopolitan centre of many cult, such as those of Suryya, Hayagriva Madhav, the Buddha and others and is visited even today by people of all faiths. The place subsequently became a great centre of Tantrik Buddism, like Kamakhya, where also according to traditions, stood a Buddhist shrine.'[12] গতিকে হাজো-কামাখ্যাৰে সমাদৃত কামৰূপ-পীঠ প্ৰাচীনকালতেই তন্ত্ৰযানী, বজ্ৰযানী আৰু সহজযানী সাধকসকলৰ ধৰ্মচৰ্চাৰ কেন্দ্ৰস্থল হৈ পৰিছিল।[13] অৱশ্যে ৭ম শতিকাৰ পৰা ১০ম শতিকালৈ এই বজ্ৰযানী আৰু সহজযানী ধৰ্ম গোপনে চলিছিল বুলি ধাৰণা

জন্মে কাৰণ সপ্তম শতিকাত কামৰূপলৈ অহা চীনা পৰিব্ৰাজক হিউৱেনচাঙে ইয়াত বৌদ্ধধৰ্মৰ চলতি নাই বুলি মন্তব্য কৰিছে। এই সময়ছোৱাৰ ভিতৰত কামৰূপ ৰাজ্যত এটা শ্ৰেণীয়ে কৈৰাতিক ধৰ্ম, কিছুমানে শাক্ত ধৰ্ম, আন এটা শ্ৰেণীয়ে বৈষ্ণৱ ধৰ্ম আৰু অধিকসংখ্যকে ৰজাঘৰীয়া শৈৱধৰ্ম পালন কৰিছিল। শৈৱধৰ্মৰ প্ৰাধান্য, শাক্ত ধৰ্মৰ প্ৰভাৱ আৰু বৈষ্ণৱ ধৰ্মৰ ক্ৰমাগত উত্থানে সহজযান ধৰ্ম প্ৰচলনত বাধা জন্মাইছিল। ১০ম শতিকাৰ পৰা বজ্ৰযানী পন্থাৰ বান্ধ শিথিল হৈ সহজযান পন্থাত মিলি গৈছিল যেন অনুমান হয়। ইপিনে সহজীয়া সিদ্ধাচাৰ্য্য লুইপাদৰ যশস্যা বাঢ়ি গৈছিল। অধিক কি, ১০ম শতিকাৰ শেষ আৰু ১১শ শতিকাৰ আদিভাগৰ ৰজা ৰত্নপালে ৰাহুলভদ্ৰৰ ওচৰত সহজযান পন্থাত দীক্ষা লৈছিল।[১৪] তেওঁৰ পৰৱৰ্তী কামৰূপাধিপতি ইন্দ্ৰপালেও লুইপাদৰ ওচৰত এই ধৰ্মত দীক্ষা লৈ 'দাড়িকপা' নামেৰে পৰিচিত হৈছিল বুলি আৰ্থাৰ গ্ৰাণ্ডৱেডেলে মত পোষণ কৰিছিল।[১৫] ইন্দ্ৰপালৰ পৰৱৰ্তী কামৰূপাধিপতিসকলেও সহজযান পন্থাটোৰ পৃষ্ঠপোষকতা কৰিছিল বুলি বিভিন্ন তথ্যৰ পৰা জনা যায়। গতিকে দেখা যায় যে খ্ৰীষ্টীয় ১২শ শতিকালৈকে কামৰূপত পালবংশীয় ৰজাসকলৰ অনুগ্ৰহত বজ্ৰযান বা সহজযান ধৰ্মৰ চৰ্চা ৰাকৈকেয়ে চলিছিল।[১৬] কাৰণ ৮ম-১২ শতিকাৰ ভিতৰত কামৰূপত বহু বৌদ্ধ সিদ্ধাচাৰ্য্যৰ সমাবেশ আৰু ভালেমান বৌদ্ধ তান্ত্ৰিক গ্ৰন্থৰ ৰচনাই[১৭] সহজীয়া ধৰ্মৰ প্ৰাদুৰ্ভাৱৰ কথা প্ৰমাণ কৰে। আন নালাগে, 'চৰ্য্যাগীতি কোষ' পুথিৰ অন্তৰ্গত লুপ্ত আৰু উদ্ধাৰপ্ৰাপ্ত ৫০টা চৰ্য্যাৰ প্ৰায় ৩০/৩৫টা চৰ্য্যাই কামৰূপী অপভ্ৰংশ ভাষাৰ চানেকি দাঙি ধৰে। সেই হিচাপে সেই গীতবোৰৰ ৰচকসকলো কামৰূপৰ লোক হোৱাই স্বাভাৱিক কথা।

যি কি নহওক, খ্ৰীষ্টীয় ত্ৰয়োদশ শতিকাৰ পৰা কামৰূপ ৰাজ্যৰ ৰাজনৈতিক পৰিৱৰ্তন, সামাজিক সংঘাত, বিভিন্ন ধৰ্মৰ নৱ অভ্যুদয় আৰু সহজীয়া পন্থাত নাৰী-পুৰুষৰ যুগ্ম সাধন-ক্ৰিয়া চলা হেতুকেই হয়তো এই ধৰ্মৰ চলতি প্ৰকাশ্যে কমি আহিবলৈ ধৰে। কিন্তু তথাপি সহজযান পন্থাটো লুপ্ত হৈ যোৱা নাছিল। সেয়া গোপনেই হওক বা আন ৰূপতেই হওক, সহজীয়া পন্থাটো এচাম লোকৰ মাজত চলি আছিল। কিছুমান সিদ্ধাচাৰ্য্য হয়তো কোনো নিৰাপদ পীঠ বা নেপাল অভিমুখেও গুচি যাব পাৰে, যিহেতু সেই ঠাইৰ লগতো তেওঁলোকৰ পন্থীয় সংযোগ আছিলেই। আনহাতে কামৰূপ-অসমত গোপনে চলি থকা সহজীয়া পন্থাটোৰ ৰূপান্তৰ ঘটি পিচলৈ হয়তো ৰাতিখোৱা, গোপীধাৰা, ৰীতিয়া, পূৰ্ণসেৱা, ভিতৰপকীয়া আদি ধৰ্মীয় অনুষ্ঠানৰূপে বিকাশ লাভ কৰিব পাৰে।[১৮] অসমৰ বিভিন্ন অঞ্চলত চলি থকা এইবোৰ ধৰ্মীয় অনুষ্ঠানত গোৱা চিয়াগীতবোৰ সহজযানী চৰ্য্যাগীতৰেই বিকশিত ৰূপ হ'ব পাৰে।

চৰ্য্যাপদসমূহত ব্যৱহৃত ভাষাটোক হৰপ্ৰসাদ শাস্ত্ৰীয়ে 'সন্ধ্যাভাষা' বুলি কৈছে। ই এবিধ সাংকেতিক ভাষা যি সকলোৰে বোধগম্য নহয়; সাধনা-সম্পৃক্ত ব্যক্তিয়েহে বক্তব্য বিষয়ৰ মৰ্মাৰ্থ বুজি পায়। গতিকে এনেবিধৰ ভাষা পদ-ৰচয়িতাসকলৰ উদ্দেশ্য-প্ৰণোদিত ভাষা। ইয়াৰ অন্তৰালতে হয়তো বিষয়বস্তুৰ পৱিত্ৰতা ৰক্ষা, সাধনালব্ধ শক্তিবৃদ্ধিৰ ধাৰণা আৰু নিৰ্বাণ লাভৰ আকাংক্ষা নিহিত থাকে।

সন্ধ্যাভাষাৰ তাৎপৰ্য হ'ল ইয়াৰ অন্তৰালত এটা অভীষ্ট অৰ্থ থাকে, আনহাতে উপৰুৱা অৰ্থ এটাও বিদ্যমান; সেয়ে ই দ্ব্যৰ্থক; অৰ্থাৎ সন্ধ্যাভাষা হ'ল দুটা অৰ্থযুক্ত ভাষা। ভিন্ন ধৰ্মাৱলম্বী লোকে যাতে সহজযান ধৰ্মৰ গূঢ় তত্ত্ব বুজিব নোৱাৰে। তাৰ বাবে চৰ্য্যা ৰচকসকলে বাহ্যিক আৰু আভ্যন্তৰীণ অৰ্থব্যঞ্জক ভাষা এটা ব্যৱহাৰ কৰিছিল। সহজযান পন্থাত গুৰুৰ ওচৰত দীক্ষা নল'লে এই ভাষাটোৰ অৰ্থসংকেত আনক জানিবলৈ দিয়াটো নিষেধ আছিল। মুনিদত্তই চৰ্য্যাপদবোৰ সংস্কৃত ভাষাত টীকা-ব্যাখ্যা কৰি থৈ নোযোৱাহেঁতেন আজিও তাৰ ৰহস্যময় অৰ্থ ভেদ কৰা টান হ'লহেঁতেন। মুনিদত্ত এই পন্থাৰ দীক্ষিত লোক আছিল গতিকে তেওঁ গুপ্ত সন্ধ্যা ভাষা বুজি পাইছিল আৰু ইয়াৰ টীকা লিখিবলৈ সক্ষম হৈছিল।

সন্ধ্যাভাষাটো সহজীয়াপন্থী যোগী-যোগিনীসকলৰ মাজত ব্যৱহৃত সাংকেতিক ভাষা। সংকেতবোৰক কায়িক আৰু বাচনিক হিচাপে দুই ধৰণে দেখুৱাব পাৰি।[১৯] কায়িক সংকেতৰ দ্বাৰা যোগী-যোগিনীয়ে আকাৰে-ইংগিতে মনৰ ভাব আদান-প্ৰদান কৰে; আনহাতে বাচনিক সংকেত হ'ল শব্দৰ দ্ব্যৰ্থকতা বা অৰ্থৰ ৰহস্যময় বোধগম্যতা যাক বজ্ৰকুল গোষ্ঠীয়ে হৃদয়ংগম কৰিব পাৰে। 'হেবজ্ৰতন্ত্ৰ' গ্ৰন্থত কায়িক আৰু বাচনিক সংকেত সম্বন্ধে বিস্তৃত আলোচনা দিয়া আছে।

বৌদ্ধতান্ত্ৰিক গ্ৰন্থত সাধকসকলে ব্যৱহাৰ কৰা ভালেমান সন্ধ্যাশব্দ পোৱা যায়; সিবিলাকৰ আভিধানিক অৰ্থ আৰু অভিপ্ৰায়িক অৰ্থ বেলেগ বেলেগ। যেনে— 'বোধিচিত্ত' শব্দটিৰ আভিধানিক অৰ্থ হ'ল— বোধিপ্ৰয়াসী চিত্ত, অৰ্থাৎ যি চিত্ৰই নিৰ্বিকাৰ জ্ঞান লাভ কৰিব বিচাৰে। আনহাতে সন্ধ্যা শব্দ হিচাপে ল'লে 'বোধিচিত্ত'ৰ অৰ্থ হ'ব— শুক্ৰ, কৰ্পূৰ। সন্ধ্যা অৰ্থত ব্যৱহৃত অন্যান্য শব্দৰ উদাহৰণ— উষ্ণীষ=কমল; ৰবি/সূৰ্য = পিংগলা/ৰসনা; শশী/চন্দ্ৰ = ললনা/ইড়া; বজ্ৰ = লিংগ; কৰিন = চিত্ত; দুলি = মহাসুখকমল; হৰিণা = চিত্ত; হৰিণী = জ্ঞানমুদ্ৰা; ডোম্বী = পৰিশুদ্ধ অৱধূতিকা ইত্যাদি।

সন্ধ্যাভাষাৰ দ্ব্যৰ্থকতা আৰু ধৰ্মৰ সাধন-ক্ৰিয়াৰ গুহ্যতত্ত্ব দীক্ষা লোৱা সহজীয়া সাধকে বুজি পায়। এটা উদাহৰণ দিলে কথাখিনি বুজাত সহজ হ'ব—

মাৰিঅ সাসু নণন্দ ঘৰে সালী।
মাঅ মাৰিআ কাহ্ন ভইঅ কবালী।।

ইয়াৰ শব্দগত অনুবাদ আৰু উপৰুৱা অৰ্থ— 'ঘৰত থকা শাহু, ননদ আৰু খুলশালীক মাৰি, লগতে মাককো মাৰি কাহ্নুপাদ কাপালিক হ'ল।' কিন্তু যোগ-সাধনাৰ দিশৰ পৰা দাৰ্শনিক অৰ্থ হ'ল— 'সাসু' মানে 'শ্বাস-প্ৰশ্বাস', 'নণন্দ' মানে বিষয়-আনন্দ দানকাৰী ইন্দ্ৰিয় আদি; সেইদৰে 'সালী' শব্দৰ দ্বাৰা ইন্দ্ৰিয়-বিশেষক বুজোৱা হৈছে। আকৌ 'মাঅ' মানে মায়া-মোহ, 'মাৰিঅ' শব্দৰ অৰ্থ হ'ল— নিঃস্বভাৱীকৃত কৰি, আৰু 'কবালী' মানে কাপলিক যোগী। অৰ্থাৎ ধ্যানৰত বা যোগ-নিমজ্জিত কাহ্নুপাদে শ্বাস-প্ৰশ্বাস ৰোধ কৰি ইন্দ্ৰিয়বোৰক দমন কৰিছে বা স্বভাৱশূন্য কৰিছে। অবিদ্যাৰূপ মায়াক নাশ কৰি তেওঁ এতিয়া মহাসিদ্ধ কাপলিক যোগী হৈ পৰিছে।

চৰ্য্যাপদসমূহৰ সমস্ত প্ৰকাশ-ৰাহনটিক কেৱল সন্ধ্যাভাষা বুলি ক'ব নোৱাৰি; গীতবোৰৰ মাজেৰে গুহ্যতত্ত্ব বুজাবুজি কৰাৰ ক্ষেত্ৰতহে সন্ধ্যাভাষা প্ৰয়োগ কৰা হৈছে। ই সহজীয়া গুৰু আৰু শিষ্যৰ মাজতেই সীমাবদ্ধ হৈ থাকে। চৰ্য্যাপদসমূহত



সন্ধ্যাভাষাৰ বাহিৰেও সংস্কৃত, প্ৰাকৃত, অপভ্ৰংশ আৰু পাৰিভাষিক শব্দও ব্যৱহৃত হৈছে। কোনোটো চৰ্য্যাত সন্ধ্যাজাতীয় শব্দ ব্যৱহাৰ নকৰাকৈয়ে ৰচকে ধৰ্মীয় বা আধ্যাত্মিক তত্ত্ব দাঙি ধৰিছে। যেনে— লুইপাদৰ ১নং চৰ্য্যাটিত সন্ধ্যাভাষা, সন্ধ্যা-সংকেত, সন্ধ্যা-ৰচন বা সন্ধ্যা শব্দ প্ৰয়োগ কৰা হোৱা নাই, আনকি তাত পাৰিভাষিক শব্দৰ ব্যৱহাৰো নিচেই সামান্য। টীকাকাৰ মুনিদত্তই প্ৰাকৃত ভাষাতহে গীতটি ৰচনা কৰা বুলি কৈছে। এই 'প্ৰাকৃত ভাষা' সংস্কৃত ভাষাৰ পৰৱৰ্তী ৰূপ আৰু জনসাধাৰণৰ কথিত ভাষা। ই খ্ৰীষ্টীয় ৬ষ্ঠ শতিকাৰ পৰা ১২শ শতিকাৰ ভিতৰত কামৰূপী প্ৰাকৃত-অপভ্ৰংশৰ ভেটিত গঢ় লৈ উঠিছিল। ইয়াৰ লগত সেই সময়ৰ কামৰূপ দেশৰ ওচৰ-চুবুৰীয়া ভাষাৰ ৰূপতাত্ত্বিক উপাদান দুই-এপদ লগ লাগিছিল। ফলত ভাষাটোৱে প্ৰাচ্য ভাৰতৰ এটা উমৈহতীয়া ৰূপ পৰিগ্ৰহ কৰিছিল।

চৰ্য্যাপদবোৰত ৮ম-১২শ শতিকাৰ ভিতৰত প্ৰাচ্য ভাৰতৰ ভাষা, সাহিত্য, সামাজিক পৰিৱেশ, সংগীত কলাৰ চৰ্চা আৰু ধৰ্মীয় সংস্কৃতিৰ বৈশিষ্ট্য ফুটি উঠেছে। অধিকাংশ চৰ্য্যাপদৰ ভাষা-ধ্বনিতাত্ত্বিক-ৰূপতাত্ত্বিক বৈশিষ্ট্য, শব্দ সম্ভাৰৰ নিদৰ্শন, বৈয়াকৰণিক লক্ষণ, ব্যৱহৃত বানান পদ্ধতি, পদ-চয়নৰ ৰীতি, ৰূপক-উপমাৰ প্ৰয়োগ, ফকৰা-যোজনা, নীতি-বচনৰ ব্যৱহাৰ, গ্ৰাম্য চিত্ৰৰ অংকন আৰু বিবিধ ৰাগৰ সংযোজন আদিয়ে প্ৰাচীন অসমীয়া ভাষা-সাহিত্য আৰু সমাজ-সংস্কৃতিৰ লগত চৰ্য্যাপদৰ তেজ-মঙহৰ গাঢ় সম্পৰ্কে প্ৰতিপন্ন কৰে। মহাপণ্ডিত ৰাহুল সাংকৃত্যায়ন, ড° সুনীতি কুমাৰ চট্টোপাধ্যায় আৰু ড° সুকুমাৰ সেনে এনে ঘনিষ্ঠতা স্বীকাৰ কৰি লৈছে।[২০] ড° বাণীকান্ত কাকতিয়ে চৰ্য্যাপদৰ অন্যতম সম-মাধ্যম জনসাধাৰণৰ ভাষাটোৰ ধ্বনিতত্ত্ব, ৰূপতত্ত্ব আৰু শব্দ-সম্ভাৰৰ লগত অসমীয়া ভাষাৰ নিবিড় সম্পৰ্ক দৃষ্টান্তসহ দাঙি ধৰিছে।[২২] তদুপৰি আমাৰ 'চৰ্য্যাপদ' গ্ৰন্থত চৰ্য্যাগীতৰ লগত দেহ-বিচাৰৰ গীত, উল্টাপুৰাণৰ গীত, বৰগীত, অংকীয়া নাটৰ ভাষা, অসমীয়া সমাজ আৰু সংস্কৃতিৰ বৈশিষ্ট্য বহলাই তুলনা কৰি দেখুওৱা হৈছে। চৰ্য্যাপদৰ ভাষাতাত্ত্বিক বৈশিষ্ট্যৰ প্ৰভাৱ অসমীয়া ভাষাৰ ওপৰত কিদৰে পৰিছে তাৰ আভাস তলত দাঙি ধৰা হ'ল।

## ধ্বনিতত্ত্ব

**স্বৰধ্বনি ঃ** চৰ্য্যাপদত ঋ, ৠ, ঌ সংস্কৃত স্বৰবৰ্ণকেইটাত বাহিৰে মূলৰ আটাইবোৰ স্বৰবৰ্ণৰ প্ৰয়োগ আছে। সংস্কৃত ঋ ধ্বনিটো চৰ্য্যাত অ, আ, ই, উ আৰু এ ধ্বনিত পৰিণত হৈছে। যেনে— গৃহ>ঘৰ; কৃষ্ণ>কাহ্ন; হৃদয় >হিয়হি; হৃদয়ঞ্চ > হঞ্চে। এই লক্ষণৰ প্ৰভাৱ অসমীয়াতো দেখা যায়। যেনে— গৃহ >ঘৰ; হৃদয় >হিয়া ইত্যাদি। চৰ্য্যাত হ্ৰস্ব আৰু দীৰ্ঘবৰ্ণ অবিচাৰিতভাৱে ব্যৱহাৰ হয়। অসমীয়া সাচিপতীয়া পুথিত এনে দৃষ্টান্ত প্ৰচুৰ আছে।

অন্তঃস্থ ৱ আৰু য় অৰ্ধস্বৰ দুটা চৰ্য্যাপদত আছে। বাংলা ভাষাত ৱ অৰ্ধস্বৰটো নাই; কিন্তু অসমীয়া ভাষাত ই এটা অপৰিহাৰ্য বৰ্ণ।

চৰ্য্যাৰ উদাৰণ— গৰুড়া/গউড়া; নাৰী, ঠাৰী; অংকৱালী, বিৰুৱা ইত্যাদি।[২২]

য় বৰ্ণৰ ব্যৱহাৰ চৰ্য্যা আৰু অসমীয়াত একধৰণৰ দেখা যায়।

**ব্যঞ্জন ধ্বনি ঃ** চৰ্য্যাপদত অস্পষ্টভাৱে থকা ক্ষ বৰ্ণকে ধৰি আটাইবোৰ ব্যঞ্জন বৰ্ণ পোৱা যায়। শ, ষ, স-ৰ ব্যৱহাৰ আছে; কিন্তু সিহঁতৰ প্ৰকৃত ধ্বনি ৰক্ষিত হোৱা নাই। যেনে— শশধৰ >ষষহৰ (২৭) প্ৰৱেশী >পড়বেষী (৩৩) শগুণ >সগুণ (৫০) ইত্যাদি। চৰ্য্যাৰ এই লক্ষণো পুৰণি অসমীয়াত বিদ্যমান। চৰ্য্যাপদৰ অনুনাসিক ধ্বনিৰ প্ৰয়োগ-ৰীতি অসমীয়াতো লক্ষ্য কৰা যায়।

চৰ্য্যাপদত থকা স্বৰ-সমীভৱনৰ নিয়ম আধুনিক মান্য অসমীয়াত পৰিলক্ষিত হয়; যেনে— চক্ৰ >চাকা >চকা (১৪); কাপালিক >কপালী (১০), কৱালী (১১)। কথিত অসমীয়াতো এই লক্ষণ দেখা যায়।

দন্ত্য ন, মূৰ্ধন্য ণ-ৰ ব্যৱহাৰ চৰ্য্যাত অবিচাৰিতভাৱে প্ৰয়োগ হৈছে; পুৰণি অসমীয়াতো এই লক্ষণ দেখা যায়।

ৰূপতত্ত্বৰ ক্ষেত্ৰত দেখা যায়— চৰ্য্যাপদত ব্যৱহৃত বিভক্তিশূন্য বিশেষ্য পদ; তাৰে কেইটামান হ'ল— খাট, খাল, গোহালী, ঘৰ, ঘৰিণী, ঘিণ, চকা, নণন্দ, পহিলো, পাগল, পানী, বাট, বাপ, ভাত, হৰিণা, হাড়ী ইত্যাদি। পুৰণি আৰু আধুনিক অসমীয়াতো এইবোৰ শব্দ ব্যৱহাৰ হৈছে। আনহাতে বিভক্তিযুক্ত বিশেষ্য পদ, যেনে— বাটত, ঠাকুৰক, কুঠাৰে, হৰিণাৰ, কুললই আদি শব্দ চৰ্য্যা আৰু অসমীয়া ভাষাত একেধৰণে ব্যৱহাৰ হয়। দুয়োবিধ ভাষাত ব্যৱহাৰ হোৱা বিশেষণ শব্দবোৰ হ'ল— বৈৰী, ভাল, ভয়ংকৰ, সন্দাৰী (সুন্দৰী) ইত্যাদি। কিছুমান সৰ্বনাম পদ চৰ্য্যাত আৰু অসমীয়াত একে। কিছুমান ক্ৰিয়াপদ, যেনে— উঠি গেল (৪৭), কৰহুঁ (৪), কৰিব (৭), কহণ নজাই (২০), চলিলা (১৩), ধৰহুঁ (৩৮), মাৰিল (৫০), মৰে (৩৯), ভইল/ভইলা (৭, ১৪, ১৫) ইত্যাদি চৰ্য্যাত ব্যৱহৃত হোৱাৰ দৰে পুৰণি অসমীয়া সাহিত্যতো ব্যৱহৃত হৈছে। যেনে— ৰাম গোসাই কৰহুঁ গোহাৰি (মাধৱদেৱৰ বৰগীত); আৰে কি কৰিব মই আসি পাইলে কালে (গোপালদেৱৰ গীত) গোষ্ঠক চলিলা ৰংগে (মাধৱদেৱৰ বৰগীত) মাৰিল হস্তিক দান্তৰ বাৰি (ৰামায়ণ) ইত্যাদি।

ধাতুৰ আগত ন-চিন দি ন্যস্ত্যৰ্থক ক্ৰিয়া সধা নিয়ম অসমীয়া ভাষাৰ এটা বিশেষ বৈশিষ্ট্য; যেনে— নকৰো, নাযাওঁ, নিলিখো, নেদেখো, নোৱাৰো ইত্যাদি। অসমীয়া ক্ৰিয়াৰ নিষেধাৰ্থক গঠন-ৰীতি চৰ্য্যাপদৰ ভাষাৰ প্ৰভাৱৰ ফল বুলি কোৱাৰ থল আছে; কাৰণ চৰ্য্যাপদত এই লক্ষণ আগতেই দেখা গৈছে; যেনে— নছাড়অ (৬), ণজাই (১৪), ণজাণী (৬), ণপইসই (৭) নজাণই (৪৫), নলেই (১৪) ইত্যাদি। এনেকুৱা ন্যস্ত্যৰ্থক ক্ৰিয়া গঠনৰ ৰীতি অসমীয়াত বাহিৰে চৰ্য্যাপদ-সংশ্লিষ্ট বঙলা আদি ভাষাত দেখা নাযায়।

**সমাস ঃ** অসমীয়াত ব্যৱহৃত সমাস-ৰীতি চৰ্য্যাপদৰ সময়ৰ পৰা স্পষ্ট হৈ আহিছে। চৰ্য্যাপদত সমাহৰ ব্যৱহাৰ যথেষ্ট পৰিমাণে দেখা যায়; যেনে— আসৱ-মাতা (৯), উদক-চান্দ (২৯), ইন্দি-বিসআ (৪৯), ইষ্টা-মালা (৪০), কমল-ৰস (৪), কৰিণা-কৰিণি (৯), কৰুণা-নাৱী (৮), গিৰিবৰ-সিহৰ-সন্ধি (২৮), গন্ধ-পৰস-ৰস (১৩), চান্দকান্তি (৩১), নলিনী-বন (৯), পঞ্চ-নালেঁ (৪৭), ভৱ-জলধি (১৩), সদগুৰু-পাঅ-পএঁ (১৪),

সমাধি-কপাট (২১), সৰ-সন্ধানে (২৮), সুন-তান্তি-ধনি (১৭) ইত্যাদি।

**বচন ঃ** অসমীয়াত সন্মানসূচক বহুবচনান্ত শব্দ হ'ল—সকল, লোক। চৰ্য্যাপদত ইয়াৰ নিদৰ্শন এনেকুৱা-সঅ মণ্ডল (১৬) সঅল সমাহিঅ (১) সঅল সহারে (৯), ছড়গই সঅল (৯), তুমহে লোঅ (৫), মিছেঁ লোঅ বন্ধাৱএ অপণা (২২) ইত্যাদি। কেতিয়াবা সংখ্যাবাচক শব্দৰদ্বাৰা বহুবচন কৰা হৈছে; যেনে— পঞ্চবিড়াল (১), পঞ্চনালেঁ (৪৭), চাৰি বাসে গড়িলা (৫০), দুই ঘৰে সান্ধঅ (৩), বহল বাট দুই (২৬), ইত্যাদি।

**লিংগ ঃ** অসমীয়া স্ত্ৰী প্ৰত্যয় 'ঈ' আৰু 'নীৰ' ব্যৱহাৰ চৰ্য্যাপদতো আছে, যেনে— দেৱী (১৭), নাৰী (১৪), বহুড়ী (২), বাপুড়ী (১০), যোইণী (যোগিনী, ২৭) শুণ্ডিণী (৩)। স্ত্ৰীলিংগসূচক শব্দই কোনো কোনো ক্ষেত্ৰত ক্ৰিয়া পদকো প্ৰভাৱান্বিত কৰা দেখা যায়; যেনে— বঙালী ভইলী, ৰাতি পোহাইলী (২৮), সেজি ছাইলী (২৮)। পুৰুষ আৰু স্ত্ৰীলিংগসূচক যুৰীয়া শব্দও চৰ্য্যাপদত পৰিলক্ষিত হয়, যেনে— কৰিণা-কৰিণি, নৰঅ-নাৰী, সৱৰো-সৱৰী, হৰিণা-হৰিণী ইত্যাদি।

**অসমীয়া কাৰক আৰু বিভক্তিৰ** চিন চৰ্য্যাপদত বিদ্যমান। কেৱল সময়ৰ ব্যৱধান আৰু ভাষাৰ বিকাশৰ ধাৰা অনুযায়ী সামান্য পাৰ্থক্য পৰিলক্ষিত হয়। চৰ্য্যাপদত ব্যৱহৃত কেইটিমান চকুত পৰা বিভক্তি হ'ল ঃ এ, এঁ, ই, ক, কে, ৰ, এৰ, ৰে, লই, ৰি, ত, হি। কাৰকৰ সম্পৰ্কত এইবোৰৰ প্ৰয়োগ তলত দেখুওৱা হ'ল—

**কৰ্তা কাৰক** (এ) ঃ কুম্ভীৰে খাঅ (২) চোৰে নিল (২)।

**কৰ্ম কাৰক** (ক) ঃ ঠাকুৰক পৰিণিবিত্তা (১২)।

**কৰণ কাৰক** (এঁ) ছ কুঠাৰেঁ চিজঅ (৪৫)।

**নিমিত্ত কাৰক** (লই) ঃ কুললই খৰে সোন্তে উজাঅ (৩৮)।

(ক) ঃ কেড়ুআল নাহি কেঁ কি বাহৰকে পাৰঅ (৮)।

সম্বন্ধ-পদ (ক) ঃ এড়িএড় ছান্দক বান্ধ কৰণক পাটেৰ আস (১)

(ৰ) ঃ হৰিণাৰ খুৰ, হৰিণীৰ নিলঅ (৬), ভণ্ডাৰ মোৰ (৪৯)।

(এৰ) ঃ জাহেৰ, তাহেৰ, তোহেৰ, মুযাএৰ, ডোম্বীএৰ।

(ৰি) ঃ চান্দেৰি, তোহোৰি।

(সু) ঃ জাসু (যাৰ), তাসু (তাৰ)।

**অধিকৰণ কাৰক** (ত) ঃ বাটত (৮), গঅণত (২৮), মাংগত (৮), হাড়ীত (৩৩)।

(এ) ঃ তোহোৰ অন্তৰে (১০), জো ৰথে (১৪), হীএঁ (৪৪)।

(হি) ঃ হিঅহিঁ (৬), নিঅড়হি (৩২), তহি (৩১)।

(ই) ঃ দিৱসই বহুড়ী কাড়ই ডৰে ভাঅ (২)।

প্ৰসংগোচিত কথা যে আধুনিক অসমীয়াত ষষ্ঠী বিভক্তিৰ পাচত এটা পৰসৰ্গ যোগ দি অপাদান কাৰক সৃষ্টি কৰা হয়।

**শব্দ-সম্ভাৰ ঃ** চৰ্য্যাপদত ব্যৱহৃত শব্দৰাজিৰ অধিকাংশ শব্দই পুৰণি অসমীয়া সাহিত্যত ব্যৱহাৰ হোৱা দেখা গৈছে; বিশেষকৈ মাধৱ কন্দলিৰ ৰামায়ণ, হৰিবৰ বিপ্ৰৰ লৱ-কুশৰ যুদ্ধ, বভ্ৰুবাহনৰ যুদ্ধ, শংকৰদেৱ-মাধৱদেৱৰ বৰগীত, অংকীয়া নাটবাজি, ৰাম সৰস্বতীৰ ৰচনাৱলী, দুৰ্গাবৰৰ গীতি-ৰামায়ণ, মনকৰৰ মনসা-কাব্য, ভট্টদেৱৰ কথা-ভাগৱত, কথা-গীতা, সুকবি নাৰায়ণদেৱৰ পদ্মা-পুৰাণ আদি গ্ৰন্থৰাজিত চৰ্য্যাপদৰ শব্দ জিলিকি আছে। ইয়াৰ দ্বাৰা চৰ্য্যাপদী ভাষাৰ প্ৰভাৱ অসমীয়া ভাষাৰ ওপৰত ৰাৰুকৈয়ে পৰিছে বুলি ক'ব পাৰি।[23] আনহাতে এইটো ধাৰণাও প্ৰতিপন্ন হয় যে চৰ্য্যাপদবোৰ প্ৰাচীন কামৰূপৰ মধ্যখণ্ডত প্ৰচলিত কামৰূপী প্ৰাকৃত-অপভ্ৰংশৰ ভেটিত গঢ় লোৱা সিদ্ধাচাৰ্য্যসকলৰ মিশ্ৰিত কথিত ভাষাত ৰচিত হৈছিল। নহ'লে কেইবাটাও দিশত চৰ্য্যাপদৰ ভাষা আৰু পুৰণি অসমীয়া ভাষাৰ মাজত ইমান সাদৃশ্য দেখা নগ'লহেঁতেন। চৰ্য্যাপদৰ আগতে প্ৰত্ন-অসমীয়াত লিখা আন কোনো পুথি এতিয়ালৈকে আৱিষ্কৃত হোৱা নাই; গতিকে চৰ্য্যাপদৰ ভাষাই অসমীয়া ভাষাৰ প্ৰাচীনতম লিখিত নিদৰ্শন।

**অসমীয়া গীতি-সাহিত্যৰ সৃষ্টিত চৰ্য্যাপদৰ অৱদান ঃ**

অসমীয়া গীতি সাহিত্যৰো প্ৰাচীনতম লিখিত নিদৰ্শন এই চৰ্য্যাগীতবোৰেই। মুখে মুখে চলি অহা লোকগীতবোৰৰ কথা সুকীয়া। (অসমীয়া দেহবিচাৰৰ গীতৰ উৎস চৰ্য্যাপদবোৰ বুলি ধাৰণা হয়। কাৰণ দুয়োবিধ গীতৰ বিষয়বস্তু আৰু আধ্যাত্মিক তত্ত্বৰ ভাববস্তুৰ মাজত মিল থকা দেখা যায়। এই দেহ-বিচাৰৰ গীতবোৰৰ মাজেৰে বৌদ্ধ সহজীয়া আৰু বৈষ্ণৱ সহজীয়া পন্থাৰ উমৈহতীয়া বৈশিষ্ট্য ফুটি উঠিছে। 'চৌবিশ তত্ত্ব, কাণ-চকু-নাক-মুখ-গুহ্য আৰু লিংগৰ নৱখানদ্বাৰ, দশ প্ৰাণ বায়ু চড়ি ফুৰা ইড়া, পিংগলা, সুযুম্নাকে প্ৰধান কৰি বাসত্তৰ হাজাৰ নাড়ী, যোগশাস্ত্ৰৰ ষটচক্ৰ চৈধ্য ইন্দ্ৰিয়ৰ অধিষ্ঠাতা পাপ-পুণ্যৰ সাক্ষীস্বৰূপ চৈধ্য দেৱতা, 'হৃদয় কমলে কৃষ্ণ'— সকলো শৰীৰতে বৰ্তমান। শৰীৰ সাধনাৰ ইংগিতো এই প্ৰসংগতে কৰা হৈছে— যোগবলত অপান বায়ুক 'মায়াৰ শকতি' কুণ্ডলিনীৰ মুখেদি মেৰু মজ্জাৰ ভিতৰত প্ৰৱেশ কৰাব লাগে। দেহ-বিচাৰৰ গীতৰ এয়ে ঘাই অৱলম্বন। গীতবোৰ সাধাৰণতে সাংকেতিক বা প্ৰতীকধৰ্মী।'[24]

পঞ্চদশ-যোড়শ শতিকাৰ শ্ৰীমন্ত শংকৰদেৱ-মাধৱদেৱ ৰচিত আৰু মহাপুৰুষ দুজনাৰ বাহিৰেও আন বৈষ্ণৱ গুৰুসকলে ৰচনা কৰা বৰগীতসমূহৰ লগত চৰ্য্যাগীতৰ পৰোক্ষ সাদৃশ্য মন কৰিবলগীয়া। বৰগীতৰ ধৰ্মীয় দিশটোৰ বাহিৰে অন্যান্য সাংগীতিক দিশত চৰ্য্যাগীতৰ প্ৰভাৱ পৰিলক্ষিত হয়। পূৰ্ববৰ্তী চৰ্য্যাগীতৰ ৰাগ কিছুমান পৰৱৰ্তী কালৰ বৰগীতসমূহত সমাদৃত হোৱা দেখা যায়। চৰ্য্যাগীতৰ ১৭টা ৰাগৰ ভিতৰত বৰাড়ী, কামোদ, গৌৰী, (গউড়া), ধনশ্ৰী (ধনসী), মল্লাৰ (মল্লৰী), পটমঞ্জৰী, গুঞ্জৰী, ভৈৰৱী ৰাগকেইটা শংকৰদেৱ, মাধৱদেৱ, পীতাম্বৰ, দুৰ্গাবৰ গীতত পল্লৱিত হৈ উঠিছে। শংকৰদেৱ-মাধৱদেৱৰ কণ্ঠৰ পৰা আৰু কিছুমান নতুন ৰাগ নিগৰি ওলাইছে।

মহাপুৰুষ শংকৰদেৱ-মাধৱদেৱে সেই সময়ৰ কোনো ভক্ত-গায়কৰ মুখত চৰ্য্যাপদৰ ৰাগ-সুৰ শুনা অসম্ভৱ নহয়; সুৰ-ধ্বনি শুনাই নহয় চৰ্য্যাৰ তত্ত্বকথাও গুৰু দুজনাই জানিছিল বুলি ধাৰণা হয়; অধিক কি কোনো কোনো চৰ্য্যাৰ বিষয়বস্তু আৰু তত্ত্বৰ আভাস দুই-এটি বৰগীতত ফুটি উঠিছে। উদাহৰণস্বৰূপে শংকৰদেৱৰ বৰগীত এটিলৈ আঙুলিয়াব পাৰি—

ৰাগ-শ্ৰী ঃ শংকৰদেৱ

ধ্ৰুং— গোপাল কি গতি কৈলে গোবিন্দ কি মতি দিলে
নাক বিকলে বয়স সব গেলিৰে।



পদ— এভৱ গহন বন অতি মোহ পাশে ছন্ন
তাতে হামু হৰিণা বেড়াই
ফান্দিলো মায়াৰ পাশে কাল-ব্যাধে ধায়া আসে
কাম-ক্ৰোধ কুত্তা খেদি খাই।।
হৰাইলো চেতন হৰি নাজানো কিমতে তৰি
গুণিতে দগধ ভেলি জীৱ।
লোভ-মোহ দুয়ো বাঘ সততে নছাড়ে লাগ
ৰাখু ৰাখু সদাশিৱ।।
পলাইতে নেদেখো সন্ধি দিনে দিনে দিঢ় বন্দী
ভৈলো মন্দ মনেৰ যুগুতি।
তুৰা হৰি লাগু গোড় মোৰ মায়াপাশ ছোড়,
শংকৰ কৰয় কাকুতি।

ইয়াৰ লগত সাদৃশ্য থকা ৬ নং চৰ্য্যাটি হ'ল—

**ৰাগ-পটমঞ্জৰী ঃ ভুসুকুপাদানাম্।।**

কাহৈৰি ঘিণি মেলি আচ্ছহু কীস।
বেঢ়িল হাক পড়অ চৌদীস।। ধ্ৰু।।
অপণা মাংসেঁ হৰিণা বৈৰী।
খনহ নছাড়অ ভুসুক অহেৰি। ধ্ৰু।।
তিন ন চ্ছুপই হৰিণা পিবই ন পাণী।
হৰিণা হৰিণীৰ নিলঅ নজাণী।। ধ্ৰু।।
হৰিণী বোলঅ হৰিণা সুণ হৰিআ তো।
এ বণ চ্ছাড়ী হোহু ভান্তো।। ধ্ৰু।।
তুৰংগন্তে হৰিণাৰ খুৰ ন দীসঅ।
ভুসুক ভণই মূঢ়া হিঅহি ণপইসঈ।। ধ্ৰু।।

প্ৰসংগক্ৰমে মাধৱদেৱৰ এটি বৰগীতৰ উদাহৰণ দিয়া হ'ল—

**ৰাগ— ধনশ্ৰী ঃ মাধৱদেৱ**

ধ্ৰু— নাৰায়ণ মায়া জানব কোই।
সুৰপতি, চতুৰবয়ন, মুনি শংকৰ চিন্তিতে আকুল হোই।
পদ— অঘট ঘটন পটু চাতুৰী যোনিত
অনিত সমান সৱ হোই।
যতয়ে অনিত নিত সম ভাষত
ঐসৱ চাতুৰী হৰি তোই।।
কোই কোই সাঞ্চা কোই কোই মিছা
কবহু নিয়ত নাহি জানি।
সাঞ্চা মিছা সমান কয় ভাষত
মোহ কৰত বেদ বাণী।।
সাঞ্চা মিছা কিছুয়ে নাহি জানত
মূৰুখ পামৰ মতি হীনা।
যাহাঁ গতি মতি তুহুঁ কমলাপতি
কহতু মাধৱ দাস দীনা।।

এই বৰগীতৰ ভাবৰ লগত লুইপাদৰ ২৯ নং চৰ্য্যাৰ ভাবৰ কিছু মিল দেখা যায়, যেনে—

**ৰাগ-পটৰঞ্জৰী ঃ লুই পাদানাম**

ভাব নহোই অভাৱ নজাই।
আইস সংবোহেঁ কো পতিআই। ধ্ৰু।।
লুই ভণই বট দুলৰ্ক্‌খ বিণাণা।
তিঅ ধাত্ৰ বিলসই উহ ণা ঠাণা।। ধ্ৰু।।
জাহেৰ বান চিহ্ন ৰূৱ ণজাণী।
সো কইসে আগম বেএঁ বখাণী।। ধ্ৰু।।
কাহেৰে কিষ ভণি মই দিবি পিৰিচ্ছা।
উদক-চান্দ জিম সাচ ন মিছা।। ধ্ৰু।।
লুই ভণই মই ভাইব কীষ।
জা লই আচ্ছম তাহেৰ উহ ণ দিস। ধ্ৰু।।

দাৰিক পাদৰ বৰাড়ী ৰাগৰ ৩৪ নং চৰ্য্যাৰ ধৰ্মচৰ্চাৰ আদৰ্শ আৰু তত্ত্বকথাৰ লগত শংকৰদেৱৰ ধনশ্ৰী ৰাগৰ এটি বৰগীতৰ কিছু মিল পৰিলক্ষিত হয়। দাৰিক পাদে কৈছে যে নিৰ্বাণ লাভৰ অৰ্থে তন্ত্ৰ-মন্ত্ৰ, যাগ-যজ্ঞ আচৰণ কৰা মিছা; এইবোৰৰ সলনি গুৰু ভজি সহজযানী পন্থাৰেহে আগবঢ়া যুগুত।

কিন্তো মন্তে কিন্তো তন্তে কিন্তোৰে ঝাণ বখানে।
অপইঠান মহাসুহ লীলেঁ দুলখ পৰম নিবাণেঁ।।
দুঃখেঁ সুখেঁ একু কৰিআ ভুঞ্জই ইন্দী জানী।
স্বপৰাপৰ ন চেৱই দাৰিক সঅলানুত্তৰমাণী।।

শংকৰদেৱেও বৰগীত এটিত কৈছে ঃ

তিৰিথ বৰত তপ-জপ যোগ যুগুতি
মন্ত্ৰ পৰম কৰম কৰত নাতি মুকুতি।।
মাতু পিতু পিতনি তনয় জনয় সব মৰণা।
চাৰহু ধন্ধ মানস অন্ধ ধৰতু হৰি চৰণা।।
কৃষ্ণ কিংকৰ শংকৰ কহ বিচুৰি বিসয় কামা।
ৰাম চৰণে লেহু সৰন জপ গোবিন্দক নামা।।

কিছুমান চৰ্য্যা আৰু বৰগীতৰ তত্ত্বমূলক সাদৃশ্য অধিক। অৱশ্যে ধৰ্ম বেলেগ হোৱাৰ কাৰণে তত্ত্বকথাৰ বৈশিষ্ট্য সুকীয়া হৈছে।

চৰ্য্যাপদৰ প্ৰভাৱত উদ্ভৱ হোৱা বুলি ধাৰণা জন্মা 'উল্টা পুৰাণৰ গীত' নামেৰে এবিধ গীত অসমীয়া সমাজত, বিশেষকৈ গাঁও অঞ্চলত চলি আহিছে। এই শ্ৰেণীৰ গীতবিলাক একোটা সাঁথৰৰ নিচিনা; কথাবোৰ ওলটা বিধৰ; কিন্তু তাৰ অন্তৰালত একোটা গূঢ় তত্ত্ব নিহিত থকাৰ উমান পোৱা যায়; সেই তত্ত্বকথা একপ্ৰকাৰে সাংকেতিক ভাষাৰে প্ৰকাশ কৰা হৈছে। ভাষাৰ পিনৰ পৰা সেইবোৰ আধুনিক যুগৰ কথিত ৰূপৰ। তেনে এটা গীতৰ ভাববস্তু চেণ্টণপাদৰ ৩৩ নং চৰ্য্যাৰ লগত মিলি যায়।

চৰ্য্যাপদৰ প্ৰভাৱত উদ্ভৱ হৈ গোপন ধৰ্মীয় অনুষ্ঠানৰ জৰিয়তে ভকত-ভকতনীয়ে গোৱা চিয়াগীতবোৰ কেইবা শতিকাজুৰি বৰ্তমানেও চলি আছে। নামনি অসমত এনে গীতৰ চল্‌তি আছে। অসমৰ অন্যতম বিশিষ্ট সংগীতজ্ঞ ড° বীৰেন্দ্ৰনাথ দত্তদেৱে চিয়াগীত সম্পৰ্কে অভিমত দিছে যে এইবোৰ গীতৰ লগত 'এহাতে তান্ত্ৰিক আচাৰ-ব্যৱহাৰ আৰু আনহাতে জনজাতীয় লোকৰ মাজত নৱবৈষ্ণৱ ধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰৰ সম্পৰ্ক থকাটো প্ৰায় নিশ্চিত। ... অন্ততঃ দুটা দিশৰ পৰা এইবোৰ বিশেষ মূল্য আৰু তাৎপৰ্য আছে। প্ৰথম, উল্লিখিত ধৰ্মীয় সম্প্ৰদায়সমূহৰ ধ্যান-ধাৰণা আৰু ইতিহাসৰ বিষয়ে ভালেমান মূল্যৱান তথ্য এইবোৰত ৰক্ষিত হৈ আছে, আৰু দ্বিতীয়তে অসমৰ পৰম্পৰাগত সাহিত্য সংগীতৰ সমল হিচাপেও এই গীতবোৰ উচ্চমানৰ সম্পদ।'

চৰ্য্যাপদবোৰে ধৰ্মীয় সৃষ্টিৰ ক্ষেত্ৰত যিদৰে প্ৰেৰণাৰ নিজৰা বোৱাই থৈ গৈছে, সেইদৰে ধৰ্মীয় নাট্যকলাৰ আদৰ্শও সমাজক দেখুৱাই থৈ গৈছে। সিদ্ধাচাৰ্য্য বীণাপাদে ১৭ নং চৰ্য্যাটিৰ জৰিয়তে নিৰ্বাণ-তত্ত্ব ব্যাখ্যা কৰোতে অসমীয়াৰ সংগীত-কলাৰ

খণ্ডচিত্ৰ এটিও দাঙি ধৰিছে। বীণা যন্ত্ৰ তৈয়াৰ কৰিবলৈ হ'লে পানীলাউৰ বাহিৰৰ খোলাটো, সূতাৰ তাঁৰ আৰু এডাল দাণ্ডীৰ প্ৰয়োজন। চৰ্য্যাটিত এইবোৰক উপমা হিচাপে লৈ সূৰ্যটোক লাউ, চন্দ্ৰটোক তাঁৰ, অৱধূতী নাড়ীক অনাহত দাণ্ডীৰ সংযোগত এটা চক্ৰৰ ধাৰণা দিয়া হৈছে; আনহাতে বীণা যন্ত্ৰটোও আছে। সিদ্ধাচাৰ্য বীণাপাদে নৈৰাত্মা দেৱীক কৈছে— 'হে সখী, হেৰুক-বাণী বাজিব লাগিছে। শূন্যতাৰূপ তন্ত্ৰীধ্বনিয়ে কৰুণা বিয়পাই দিছে। আজি-কালি ৰূপ আভাসদ্বয়ক বীণাত প্ৰাথমিক সুৰ হিচাপে আয়ত্ত কৰা হৈছে।' সেই সুৰ শুনি চিত্ত-গজেন্দ্ৰৰ চঞ্চল মন স্থিৰ হৈ পৰিছে। বীণাবাদকেও সুৰ সাধনা কৰি কৰি শেষত সমস্ত তাঁৰতে ঝংকাৰ তুলিছে। লগে লগে তাত এটি মধুৰ সাংগীতিক পৰিৱেশৰ সৃষ্টি হৈছে। তেতিয়া সিদ্ধাচাৰ্য্যই নিৰ্বাণ-চক্ৰত প্ৰৱেশ কৰি আনন্দত মগ্ন হৈছে। বজ্ৰাচাৰ্য্য বীণাপাদে আনন্দত যেন নাচিছে। নৈৰাত্মাদেৱীয়ে যেন গান গাইছে। এইদৰে বুদ্ধ-নাটক বা নিৰ্বাণ-ক্ৰীড়াৰ সামৰণি পৰিছে।

নাচ-গান, বাদ্য-বাজনা, বস্ত্ৰ-অলংকাৰ পৰিধান, দাপোণৰ ব্যৱহাৰ, তাঁতশাল, তুলা ধুনাৰ অভ্যাস, বিছনা-খাট নিৰ্মাণ, মাটিৰে সজা বিবিধ বাচন-বৰ্তন, দূৰ-দূৰণিলৈ যোৱা বা নদী পাৰ হ'বৰ বাবে যান-বাহনৰ ব্যৱস্থা, খেতি-বাতিৰ বাবে প্ৰয়োজনীয় সামগ্ৰী, বিয়া উপলক্ষে যৌতুকৰ যোগাৰ, নদীৰ ওপৰত সাঁকো নিৰ্মাণ ইত্যাদি সামাজিক সংস্কৃতিৰ উপাদানৰ উল্লেখ চৰ্য্যাপদসমূহৰ মাজেৰে প্ৰতীয়মান কৰা হৈছে। খ্ৰীষ্টীয় অষ্টম-দ্বাদশ শতিকাৰ পুৰণি অসমৰ সামাজিক ইতিহাস এই চৰ্য্যাপদবোৰে যিদৰে দাঙি ধৰিছে, সেইদৰে আন বুৰঞ্জী গ্ৰন্থই দেখুৱাব পৰা নাই। এইক্ষেত্ৰত চৰ্য্যাপদসমূহৰ অৱদান অনস্বীকাৰ্য। চৰ্য্যাপদবোৰ সহজযান ধৰ্মৰ দাৰ্শনিক তত্ত্ববাহক গীত হ'লেও সেইবোৰৰ মাজেৰে পূব ভাৰতীয় সমাজৰ বাহিক আৰু আভ্যন্তৰীণ ব্যৱস্থাৰ অনেক তথ্য আৰু তত্ত্বৰ সন্ধান প্ৰকাশ পাইছে।

খ্ৰীষ্টীয় ৮ম-১২শ শতিকাৰ অন্তৰ্গত প্ৰাচীন অসমৰ বাসিন্দা, সিবিলাকৰ চিন্তাধাৰা, লিপি, ভাষা, সাহিত্য, ধৰ্ম, সমাজ, সংগীত-কলা আৰু বাৰেৰহণীয়া থলুৱা সংস্কৃতিৰ বিবিধ উপাদান সম্পৰ্কীয় তথ্য আৰু তত্ত্বৰ বিশ্লেষণৰ প্ৰসংগত চৰ্য্যাপদসমূহ অমূল্য সম্পদ। চৰ্য্যাপদী বিষয়টোৰে অসমীয়া জাতিৰ প্ৰাচীন সভ্যতা আৰু সংস্কৃতিৰ অন্ধকাৰাচ্ছন্ন দিশ এটি মুকলি কৰি দিছে। গতিকে এই বিষয়টোৰ বিস্তৃত বিশ্লেষণ আৰু ব্যাপক প্ৰচাৰ হোৱাটো বাঞ্ছনীয়।

১। মহোমহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰী, বৌদ্ধগান ও দোহা, মুখবন্ধ, ১৯৫৯

২। ড° নীলৰতন সেন, চৰ্যাগীতিকোষ, ভূমিকা পৃঃ চ, ১৯৭৮

৩। বৌদ্ধগান ও দোহা, মুখবন্ধ, পৃঃ ১৫

৪। আমাৰ সম্পাদিক 'চৰ্য্যাপদ' গ্ৰন্থৰ ৫ম তাঙৰণ, পৃঃ ৪২-৪৪ দ্ৰষ্টব্য।

৫। K.L Barua, Early History of Kamrupa, 1966, P 103. J.A.R.S vol-II, 1934, 85, Dr. B. N Dutta, Mystic tales of Lama Taranath, 1944, P. 56.

৬। আমাৰ সম্পাদিত 'চৰ্য্যাপদ' গ্ৰন্থ, ৫ম তাঙৰণ, পৃঃ ৪১-৫১ দ্ৰষ্টব্য।

৭। বিভিন্নজনে বৰাড়ী, বড়াডী, বলাড্ডী বুলি লিখিছে যদিও ৰাগটোৰ নাম বৰাড়ী বুলিহে ধাৰণা কৰা হৈছে। সেইদৰে বৰগীতত ব্যৱহৃত 'গৌৰী' ৰাগটোৰ পূৰ্ব বা প্ৰত্নত্ত্বৰ গৰড়া/গৰুড়া— একেটাই ৰাগ বুলি ভাব হয়।

৮। Dr. B. K. Barua, Early Geography of Assam, P.3

৯। ড° বাণীকান্ত কাকতি, পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা, পৃঃ ৮৮

১০। Dr. D. C. Sircar, The Sakta-pithas, ed. 1 1984, P-15; Dr. M. Neog, 'Crypto-Buddhism in Kamrupa', Pragjyotisa Souvenir, All-India Oriental Conference, Guwahati Session, 1965, P.117

১১। গংগাৰাম চৌধুৰী, অসমত বৌদ্ধ কীৰ্তিস্তম্ভ, ১৯৬১, পৃঃ ১৩-১৫

১২। The History of Civilisation of the people of Assam. P.430; R. M. Nath, 'Sankracaryya and Buddhism in Assam, J.A. R.S. Vol. IV, Nos.2

১৩। K.L Barua, 'Kamrupa and Vajrajana'. J.A.R.S. vol II, P. 47

১৪। K.L. Barua, J.A.R.S Vol. II, P. P. 44-51; J.A.R.S. Vol. II, P. 48; N. N. Dasgupta, I.H.O. xxxxvi, P. P. 335f.

১৫। R.M. Nath. J.A.R.S, Vol. VIII P. P. 48-57

১৬। History of Civilisation of the People of Assam, P. 456

১৭। K.L. Barua, J.A.R.S. Vol. II P.P. 44f.

১৮। The History of Civilisation of the People of Assam. P. P. 456f.

১৯। ড° তাৰাপদ মুখোপাধ্যায়, চৰ্য্যাগীত, পৃঃ ৩৮

২০। ৰাহুল সাংস্কৃত্যায়ন, দোহোকোষ, ১৯৫৭, পৃঃ ৮-১০, Dr. S. K. Chatterji, The place of Assam in the History and Civilisation of India, ed. 2, P-36; ড° সুকুমাৰ সেন, চৰ্য্যাগীতি পদাৱলী, পৃঃ ৪৭

২১। Dr. B. Kakati, Assamese : Its Formation and Development 1962, P. II

২২। চৰ্য্যাপদত ৰ-ধ্বনিৰ স্থিতি ড° নীলৰতন সেনে স্বীকাৰ কৰিছে। তেখেতৰ আগতে কোনো বাঙালী পণ্ডিতে চৰ্য্যাপদত ৰ-অৰ্থস্বৰটো আছে বুলি কোৱা আমাৰ দৃষ্টিত পৰা নাই। এই বৰ্ণ-ধ্বনিটোৰ স্থিতিয়ে চৰ্য্যাপদৰ ক্ষেত্ৰত অসমীয়াৰ দাবী অধিক যুক্তিপূৰ্ণ আৰু সবল কৰি তুলিছে। (চৰ্যাগীতিকোষ, ভূমিকা, পৃষ্ঠা ৯)।

২৩। আমাৰ সম্পাদিত 'চৰ্য্যাপদ', ৫ম তাঙৰণ, ১৭-২৮ পৃষ্ঠা দ্ৰষ্টব্য

২৪। ড° মহেশ্বৰ নেওগ, অসমীয়া গীতি সাহিত্য, ১ম প্ৰকাশ, পৃঃ ৩৫



# দ্য লেক্সাছ এণ্ড দ্য অলিভ ট্ৰি ঐতিহ্য আৰু ভুবনায়নৰ চেপাত অসমীয়া সাহিত্য-সংস্কৃতি

কুমুদ গোস্বামী




প্ৰকৃত সাংবাদিকতাৰ আৰ্হি আৰু সংবাদ পৰিৱেশনৰ বিষয়নিষ্ঠতা তথা ভাষাৰ কথা ওলালে আমাৰ দেশৰ মানুহে সদায় এখন বাতৰি কাকতৰে কথা কয়। সেইখনৰ নাম 'দ্য নিউয়ৰ্ক টাইম্‌ছ'। সদায় সহজ-সৰল, তথ্যানুগ ভাষাৰ বাহক এই কাকতখনৰ আঁৰত একোগৰাকী ভাষা বিশেষজ্ঞও থাকে। তেওঁৰ অনুমতি নোলোৱাকৈ কাকতখনে কেতিয়াও কোনো নতুন শব্দ বা নতুন বানান ব্যৱহাৰ নকৰে। সেই কাকতৰ ভাষা-বিশেষজ্ঞগৰাকী ভাল সম্পাদকো। তেওঁ ৰেণ্ডম হাউছৰ দৰে নামী প্ৰকাশন প্ৰতিষ্ঠানৰ কিতাপ সম্পাদনা কৰে, লাগিলে কিতাপৰ লেখকগৰাকী বিশ্ববিখ্যাতেই হওক। তেওঁ সম্পাদনা কৰি সেউজ সংকেত দিলেহে ভি এছ নাইপলৰ দৰে লেখকৰ কিতাপ প্ৰকাশকে ছপাশাললৈ পঠিয়ায়। সেইখন কাকতত আৰু আছে কেইগৰাকীমান স্তম্ভ লেখক। তৰাং, উতনুৱা বা চেলবেলীয়া নহয়; গভীৰ, গম্ভীৰ আৰু প্ৰকৃতাৰ্থত বুদ্ধিজীৱী, সেই স্তম্ভ লেখকসকল একো একোটা বিষয়ৰ অগাধ পণ্ডিত। তেওঁলোকৰ একো একোটা প্ৰবন্ধই বিশ্বৰ চিন্তাজগতত আলোড়ন তোলে। বহু স্তম্ভ লেখক প্ৰসিদ্ধ গ্ৰন্থকাৰো। তেওঁলোকৰ গ্ৰন্থই পায় পুলিৎজাৰ বঁটা। তেনে এগৰাকী প্ৰসিদ্ধ লেখক-সাংবাদিকৰ এখন কিতাপৰ বিষয়বস্তুৰ উল্লেখেৰে এই নিবন্ধৰ পাতনি তৰিবলৈ মন কৰি তেওঁৰ কিতাপখনৰ নাম শিৰোনামাত ব্যৱহাৰ কৰা হৈছে। ইংৰাজীত 'দ্য লেক্সাছ এণ্ড দ্য অলিভ ট্ৰি', লেখক টমাছ এল ফ্ৰিডমেন। 'দ্য নিউয়ৰ্ক টাইম্‌ছ' কাকতৰ সুবিজ্ঞ স্তম্ভ লেখক। কিতাপৰ বিষয় গ্ল'বেলাইজেশ্যন বা ভুবনায়ন। দুবাৰকৈ পুলিৎজাৰ বঁটা বিজয়ী ফ্ৰিডমেনৰ এই কিতাপখনৰ নামটো শুনিলে, অৰ্থাৎ ভুবনায়ন শব্দটো ওলালে সকলোৰে ভাব হ'ব এইখন মুক্ত অৰ্থনীতি আৰু বজাৰমুখী বাণিজ্যৰ কিতাপ। কিন্তু নামটোৰ অৰ্থ তথা তাৎপৰ্য বিচাৰি গ'লে যিখন আধুনিক জগতত উপনীত হ'ব লাগিব, সেইখন উদাৰ অৰ্থনীতিৰ জগত হ'লেও তাত সমাজ-সংস্কৃতি আৰু মানৱীয় বিচাৰ-বিশ্লেষণৰো আলাপ-সংলাপ শুনা যাব। অৰ্থব্যৱস্থা, সমাজ আৰু সংস্কৃতি কোনো কাৰো অনাত্মীয় নহয়; বৰং বিশ্বৰ প্ৰভাৱশালী ৰাষ্ট্ৰসমূহে পোষকতা কৰা বজাৰমুখী অৰস্থাৰ এনাজৰীৰে আঁটি আঁটি বন্ধা একধৰণৰ জৈবিক সত্তাহে। এচামে ক-সংস্কাৰ আৰু বন্ধ জলাশয়সদৃশ ঐতিহ্য-পৰম্পৰাৰ মায়ামৃগ খেদি ফুৰে, আন এচামে তাতে সংঘাত-সংঘৰ্ষৰ সৃষ্টি কৰি শান্তি-সুষমাৰ বৃক্ষৰোপণ কৰিব বিচাৰে।

'লেক্সাছ' শব্দটোৱে প্ৰতিনিধিত্ব কৰিছে ভুবনায়নৰ আৰু অলিভ ট্ৰিয়ে ঐতিহ্য, প্ৰমূল্য, ইতিহাস, স্মৃতি, শিপা ইত্যাদিৰ। বহুতে 'প্ৰমূল্য' আৰু 'মূল্যবোধ' একেটাই বুলি ভাৱে। কিন্তু অৰ্থ আৰু তাৎপৰ্য মতে একে নহয়। প্ৰমূল্য হৈছে স্থায়ী আৰু কালোত্তীৰ্ণ মূল্যবোধ; মূল্যবোধ সাময়িকভাৱে কোনো দেশ বা জনগোষ্ঠীয়ে গ্ৰহণ কৰা প্ৰমূল্য। আমেৰিকা, ইংলেণ্ড, ফ্ৰান্স আদিৰ দৰে সভ্য দেশৰ জলফাই গছজোপাৰ চৰিত্ৰ ইতিমধ্যে প্ৰকাশিত হৈছে যদিও প্ৰাচ্যৰ দেশসমূহে ইয়াৰ ৰহস্য ভালদৰে ভেদ কৰিব নোৱাৰে। প্ৰাচ্যৰ পৰম্পৰাত জলফাই গছেও তেনে কোনো প্ৰাসংগিকতা বহন নকৰে। তথাপি সাধাৰণ সাদৃশ্য-বৈসাদৃশ্যবোৰ যোগ-বিয়োগ কৰিলে দেখা যায় যে ভাৰতীয় ইতিহাসত লেক্সাছৰ এটি সুন্দৰ পটন্তৰ আছে। সেই ইতিহাস অৱশ্যে শেহতীয়া। ভাৰতীয় প্ৰসংগত লেক্সাছৰ নিদৰ্শন হ'ল শ্ৰীৰামচন্দ্ৰৰ জন্মভূমি অযোধ্যাক কেন্দ্ৰ কৰি হোৱা বিবাদ, অসমৰ প্ৰসংগত কীৰ্তনঘৰত মহিলা আৰু অহিন্দু লোকৰ প্ৰৱেশক কেন্দ্ৰ কৰি হোৱা বিতৰ্ক। আনহাতে জলফাই গছজোপা হ'ল দুই বিবাদী গোটৰ ইতিহাস আৰু আৱেগৰ ঐতিহ্য। অযোধ্যা বিবাদৰ উৎপত্তি আৰু পৰিণতিৰ ইতিহাস ভালদৰে অনুধাৱন কৰিব পাৰিলে আৰু এই কাৰকসমূহৰ জৈৱ-আৱেগিক বিক্ৰিয়াসমূহ বিশ্লেষণ কৰিব জানিলে ভাৰতীয় প্ৰসংগত ফ্ৰিডমেনৰ কিতাপখনৰ মৰ্ম বোধগম্য হ'ব পাৰে।

এনেকুৱা বহুত পটন্তৰ দাঙি ধৰিব পাৰি। কিন্তু আটাইতকৈ গুৰুত্বপূৰ্ণ হ'ল, যিমানেই যি পটন্তৰ দাঙি নধৰো কিয়, আমি সদায় দুয়োটাকে মনত ৰাখিব লাগিব— এটা লেক্সাছ, আনটো অলিভ ট্ৰি, ভুবনায়ন আৰু ঐতিহ্য। ফ্ৰিডমেন এহাতে যেনেকৈ এগৰাকী তীক্ষ্ণধী অৰ্থনীতিবিদ, আনহাতে তেনেকৈ বিচক্ষণ সমাজতাত্ত্বিকো। সাহিত্য, সংস্কৃতি, ইতিহাস আদি সামাজিক কাৰকসমূহক এক সন্তুলিক অৰ্থব্যৱস্থাৰ দৃষ্টিৰে বিশ্লেষণ কৰিব পৰা কাৰণেই ফ্ৰিডমেনৰ বাবে এনে এখন দিক্দৰ্শনকাৰী গ্ৰন্থ ৰচনা কৰাটো সম্ভৱ হৈ উঠিছে। আমি আৰু মনত ৰাখিব লাগিব ভুবনায়ন আৰু ঐতিহ্যৰ পাৰস্পৰিক সম্পৰ্কৰ কথা যাতে যুগধৰ্ম, মানৱীয় মনস্তত্ত্ব আৰু বিশ্বৰ সমগ্ৰ সত্তা সম্পৰ্কে কিছু কথা বোধগম্য হয়।

কিতাপখনৰ নামটোৰ অৰ্থ বৰ্তমান যুগৰ সাহিত্য তথা গ্ৰন্থ প্ৰকাশন জগতলৈও বিস্তাৰিত কৰিব পাৰি। গ্ৰন্থ সম্পৰ্কে আমাৰ ভাষাত যিধৰণৰ হট্টগোল যোৱা কিছুবছৰ ধৰি চলি আছে, তাতো ফ্ৰিডমেনৰ কিতাপখনৰ নাম-মহিমাৰ সাযুজ্য আছে। আচলতে সাম্প্ৰতিক অসমীয়া সমাজৰ উন্নয়ন আৰু বিৱৰ্তনৰ পথত অসম সাহিত্য সভা আৰু গ্ৰন্থমেলাসমূহে (লগতে লেখক-প্ৰকাশকে) উৰুওৱা ধূলিৰ মাজত উৱাদিহ নাপাই আমি ফ্ৰিডমেনৰ কিতাপখনৰ ওচৰ চাপিছো। কিতাপখনৰ সৈতে জড়িত থকা সৃষ্টিকৰ্ম আৰু বজাৰ ব্যৱসায়ৰ প্ৰতি জনসাধাৰণৰ মনোভাব কেনেকুৱা সেই কথা জানিবলৈ কোনো উপায় নাই, একমাত্ৰ বিক্ৰীৰ অভিলেখ বিশ্লেষণ কৰাৰ বাহিৰে। মাজে মাজে শুনা যায়, দুই-এখন কিতাপৰ এবছৰতে তিনি-চাৰিটা সংস্কৰণ প্ৰায় শেষ হৈ গৈছে। অসমীয়া মানুহে কিতাপ নিকিনে-নপঢ়ে বুলি থকা পুৰণি ধাৰণাটোত এই কথাই আউল লগায় যদিও কি কাৰণত এই কিতাপবোৰ ইমানকৈ বিক্ৰী হয় তাৰ যুক্তিসম্মত কাৰণ বিচাৰি উলিওৱা টান হৈ পৰে। ভাৰতৰ পূৰ্বাঞ্চলটো, বিশেষকৈ অসম ৰাজ্যখনক কোনোদিনে কোনেও গ্ৰন্থপ্ৰেমীৰ স্বৰ্গ বুলি অভিহিত কৰা নাই। তথাপি আমাৰ প্ৰাচীন পুথিসমূহৰ সাঁচিপতীয়া আৰু তুলাপতীয়া সংস্কৰণৰ ভাণ্ডৰটোৱে কেতিয়াবা আমাক অসমীয়া গ্ৰন্থৰ ঐতিহ্যক লৈ গৌৰবান্বিত হ'বলৈকো প্ৰলুব্ধ কৰে। লিপিবদ্ধ অসমীয়া ভাষাৰ ইতিহাস পৰিষ্কাৰভাৱে পঞ্চদশ শকিতালৈকে বিচাৰি পোৱা গৈছে যদিও আধুনিক অসমীয়া সাহিত্যৰ ইতিহাস এশ বছৰতকৈ বেছি পুৰণি নহয়। সভ্য জগতৰ দৃষ্টিৰ আঁৰত থকা আমেৰিকা নামৰ দেশখনৰ আৱিষ্কাৰ কৰিবলৈ ক্ৰিষ্টোফাৰ কলম্বাছে যেতিয়া সমুদ্ৰত জাহাজ মেলি দিছিল, তেতিয়া অসমৰ হাবিত শ্ৰীমন্ত শংকৰদেৱে গছৰ বাকলিত পদ লিখিবৰ বাবে চিয়াঁহীৰ উপকৰণ বিচাৰি ফুৰিছিল। এই পটভূমিত বিচাৰ কৰিলে আধুনিক আমেৰিকান সভ্যতাক এক পৰম বিস্ময় যেন নালাগেনে? অসমীয়াই নিজৰ উৎপত্তিৰ কথাও নাজানে, এতিয়া ক'ত থিয় দি আছে তাকো নাজানে। অথচ অসমীয়া ভাষা-সাহিত্য, সমাজ, সংস্কৃতি আদিৰ বিষয়ে গৱেষণা কৰি ডক্টৰেট ডিগ্ৰী লোৱা লোক ভৰি আছে। এনে প্ৰসংগ ওলালে প্ৰাদেশিকতাবাদী অসমীয়াসকলে সাধাৰণতে দোষাৰোপ কৰে ব্ৰিটিছ ঔপনিৱেশিক শাসকসকলক আৰু ফিলিষ্টিনসকলে কৰে জাতি গঠনৰ নামত চলা ৰাজনৈতিক প্ৰতিশোধপৰায়ণতাক। ফলত অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ চকৰিটো কোনোদিনে নুঘূৰিলেই বুলিব পাৰি।

আমি যাত্ৰা আৰম্ভ কৰিছিলো কলম্বাছৰ সৈতে, কিন্তু সেই যাত্ৰাত আদবাটতে আমি নিৰুদ্দেশ হৈ পৰিলো। তথাপি আমি কলম্বাছৰ লগ এৰিব পৰা নাই। ভুবনায়নৰ মায়ামৃগ আমি খেদি ফুৰিবলৈ বাধ্য হৈ পৰিছো। এয়ে আমাৰ লেক্সাছ! ইফালে জলফাইজোপাকো অমি আগচোতাললৈ লৈ আহিছো আমাৰ আত্মপৰিচয়ৰ প্ৰতীক হিচাপে। আমি এতিয়া পুৰাৰ পৰা গধূলিলৈ— খাওঁ আমেৰিকান, পিওঁ আমেৰিকান। সাধুকথাৰ শিয়ালটোৱে টোপনিয়াই টোপনিয়াই হাঁহ-পাৰ ধৰিবলৈ আশা কৰি থকাৰ দৰে আমিও অমেৰিকানসকলে নিজৰ বাবে সৃষ্টি কৰা ভুবনায়নৰ সুফল পাওঁ বুলি দিবাস্বপ্ন দেখো। আচৰিত কথা, অসমীয়াৰ লোক-নায়কো শিয়ালেই ঃ ধূৰ্ত, অসাধু আৰু বুদ্ধিত বৃহস্পতি। তাৰ হেনো এশটা বুদ্ধি— বিপদত পৰিলে কিন্তু এটা বুদ্ধিও কামত লগাব নোৱাৰে; বৰং তাৰ স্বজাতিৰ ক্ষতিসাধনহে কৰে। আমাৰ জাতিগঠন প্ৰক্ৰিয়াটো এনেকুৱাই। সেই একেটা বেমাৰেই আমাৰ সাহিত্য-সংস্কৃতি তথা গ্ৰন্থকাৰ আৰু গ্ৰন্থ প্ৰকাশকসকলকো ধৰিছে। অসমীয়া সমাজৰ লাজ কোনে বা কিহে হৰণ কৰিছে সেইকথা বিচাৰ নকৰাকৈ-লজ্জাহৰণৰ নিকৃষ্ট বৰ্ণনাৰে উপন্যাসৰ পাত ভৰাই আমি সৃষ্টিৰ গৰ্বত ওফন্দি থাকো। এই কথা সকলোৱে জনা উচিত— সৃষ্টিৰ বিপৰীতে ধ্বংস, বিনিৰ্মাণ নহয়।

অসমৰ গ্ৰন্থ-ব্যৱসায়ৰ বিষয়ে বিশেষ কথা নোকোৱাই ভাল। ব্যৱসায় আৰু উদ্যোগ— এই দুটা সদায় বৰ্তি থাকে বা বৰ্ধিত হৈ থাকে একমাত্ৰ সমাজৰ সকলো শ্ৰেণীৰ লোকৰ শুভেচ্ছা আৰু সহযোগিতাক সাৰথি কৰি। বিশেষকৈ চৰকাৰী যন্ত্ৰটোৰ সচিন্তিত নীতি আৰু কাৰ্যসূচীৰ ভিত্তিত। অসমীয়া মানুহে কোনোদিনে অসমৰ সৰ্বাংগীণ হিতাৰ্থে কাম কৰা চৰকাৰ পোৱা নাই— চৰকাৰ বাছনি কৰা নিৰ্বাচন নামৰ উৎসৱটোত বিহ্বলীয়া হৈ পৰা কাৰণে। শ্ৰীমন্ত শংকৰদেৱৰ তিৰোধানৰ পিচতে অসমীয়া জাতি নিৰুদ্দিষ্ট হৈ পৰিছে। ইফালে বিহুগীত-বিহুনাচে মাটিত ভৰি দুখন থ'বলৈ নিদিয়েই। ইয়াত 'ফিৰিঙতি'য়ে শোষণকাৰীক 'বধ কৰে', 'নতুন অসম গঢ়ে'। অসমৰ চৰকাৰখনৰ আজি বহুবছৰ ধৰি কোনো সুচিন্তিত জনকল্যাণকামী নীতি নাই, কৰ্মপন্থাও নাই। কেৱল হত্যা, সন্ত্ৰাস, লোভ-মোহৰ মৃগয়াতে ব্যস্ত। সাহিত্য-সংস্কৃতি তথা গ্ৰন্থজগতৰ বিষয়ে ভাবিবলৈ চৰকাৰৰ আহৰি নাই। চৰকাৰে নাজানে যে লেখক, প্ৰকাশ আৰু পঢ়ুৱৈ বুলি তিনিবিধ প্ৰাণী অসমত আছে। চৰকাৰৰ দৃষ্টিত আমি আটায়ে ভোটদাতা। গতিকে লেখক, প্ৰকাশক আৰু পঢ়ুৱৈসকল সম্প্ৰতি বিপদত পৰিছে নিজৰ দোষত নহয়; দোষী লেক্সাছ— ভুবনায়ন। লেক্সাছৰ দৰে আৰু এটা ইংৰাজী শব্দ আছে— নেক্সাছ। দোষী নেক্সাছো হ'ব পাৰে ঃ পঢ়ুৱৈ, লেখক আৰু প্ৰকাশকৰ মাজত গঢ় লৈ উঠা অশুভ সম্পৰ্ক। গ্ৰন্থ-উদ্যোগৰ প্ৰতি চৰকাৰৰ দৃষ্টিভংগী আজিও স্পষ্ট নহয়, ভৱিষ্যতেও হোৱাৰ আশা নাই। সময়ে প্ৰমাণ কৰিছে যে কিতাপৰ অগ্ৰগতিৰ ক্ষেত্ৰত ভাৰতৰ আন আন ৰাজ্যৰ তুলনাত অসম এতিয়াও পিচপৰা।

পাঠ্যপুথি প্ৰকাশৰ উদ্যোগটো এসময়ত অসমৰ প্ৰকাশকসকলৰ বাবে আলাদিনৰ চাকি আছিল। কিন্তু আজিকালি পাঠ্যপুথিয়ে চৰকাৰৰ ৰাজকোষ, বোৰ্ড আৰু কৰ্পোৰেশ্যন আদিৰ চন্দুকহে ভৰ্তি কৰে। পাঠ্যপুথিবোৰ হাতৰ পৰা যোৱাত আমাৰ প্ৰকাশকসকলে এতিয়া আৰব্য ৰজনীৰ ঘোপমৰা আন্ধাৰত খপজপাই ফুৰিবলগীয়া হৈছে। ইয়াৰ পৰিণতিস্বৰূপে বহু প্ৰকাশকে এতিয়া নোটছ আৰু প্ৰসংগ-পুথিৰ লগতে জীৱনত কৃতকাৰ্য হোৱাৰ কৌশল বা ইতিবাচক চিন্তা তথা জ্ঞানকোষ জাতীয় প্ৰকাশনত মনোনিৱেশ কৰিব লগাত পৰিছে। কোনেও সৃষ্টিশীল সাহিত্যৰ কিতাপ প্ৰকাশ কৰিব নিবিচাৰে। দোষী কোন? প্ৰকাশক নে লেখক— হয়তো দুয়ো দোষী, নাইবা দুয়ো নিৰ্দোষ। দোষী যিয়েই নহওক, প্ৰশ্নটোৰ উত্তৰ কিন্তু তেওঁলোকেই দিব লাগিব, যদিও কোনো পক্ষই এতিয়ালৈকে ইচ্ছা কৰা নাই।

আমাৰ ভাষাত কবিৰ সংখ্যা যিমান, ভাল কবিতাৰ সংখ্যা সিমান নহয়। কবি নৱকান্ত বৰুৱাই এবাৰ কথা-প্ৰসংগত এজন ফুকলীয়া কবিক কৈছিল, 'কবিতা লিখাৰ আগতে কবি হ'বলৈ যত্ন কৰা।' কথাষাৰৰ অৰ্থ সহজে বুজি পোৱাধৰণৰ যদিও ইয়াৰ তাৎপৰ্য আজিও অসমীয়া কবিসকলে উপলব্ধি কৰিব পৰা নাই। বিশেষকৈ কবিতাক কেঁচাই খোৱা বস্তুৰ সলনি পাক কৰি খোৱা বস্তু বুলি ভবা কবিসকলে। কেঁচা-পকা সকলোধৰণৰ কবিতাই এতিয়া আমাৰ বুক ষ্টলবোৰ ছানি ধৰিছে। সভাই-সমিতিয়ে, ৰাস্তাই-ঘাটে ওঁঠত ছলনাময় হাঁহি আৰু মুখত আত্মম্ভৰিতাৰ গাম্ভীৰ্য লৈ ঘূৰি ফুৰা কবিগণক দেখি দেখি আমি অভ্যস্ত হৈ পৰিছো বাবেই হয়তো অসমীয়া সমাজৰ বিৱৰ্তনত কবিতাৰ একো ভূমিকা নাই বুলি আমাৰ ধাৰণা বদ্ধমূল হৈ পৰিছে। আমাৰ কবিতাৰ দেহ থাকক বা নাথাকক, চিত্তবৃত্তি শূন্যতা কিন্তু আছে। এই কবিসকলে প্ৰকাশক আৰু পঢ়ুৱৈৰো চকুত ধূলি মাৰি সপোন-ৰথত বিচৰণ কৰি আছে। প্ৰকাশকে কবিতাৰ কিতাপ প্ৰকাশ কৰিব নোখোজে, কবিতাৰ পাঠকো কম। মৌলিকতাৰ কথা নকওঁৱেই, সৃষ্টিশীলতাৰ পৰিমাণো অসমীয়া সাহিত্যত প্ৰায় শূন্য হৈ যাবলৈ ধৰিছে— কবিতা, গল্প, উপন্যাস সকলোতে। বেছিভাগ লেখাই অনুকৰণ বা অনুসৰণ— নকল বুলি যিহেতু নোৱাৰি। সম্প্ৰতি ইংৰাজী সাহিত্যৰ অধ্যাপকসকলে যি জানে বা জনাব খোজে, তাৰ দ্বাৰাই আমাৰ সমস্ত চিন্তা-প্ৰক্ৰিয়া পৰিচালিত হৈছে। অসমীয়া বুদ্ধিজীৱীসকলে আজিকোপতি এক স্বকীয় ভাবনাৰ ভঁৰাল নিৰ্মাণ কৰিব পৰা নাই। সকলোকে ক্ষমতাৰ লোভ আৰু গোষ্ঠীগত চিন্তাই ছিন্ন-ভিন্ন কৰি পেলাইছে।

অসমৰ সাংস্কৃতিক জগতখনৰ এটা অংশ লাহে লাহে গ্ৰন্থমেলা, সাহিত্য সভা আদি লেখক-কিতাপ-প্ৰকাশকৰ সংঘ বা সভাই দখল কৰিবলৈ দেখা গৈছে। তথাপি এইবোৰৰ প্ৰতি লেখক-প্ৰকাশকসকলৰ মনতে বহু সন্দেহ, সাধাৰণ পঢ়ুৱৈসকলৰতো কথাই নাই। গ্ৰন্থমেলা পতা অনুষ্ঠান-সংস্থা আৰু সাহিত্য সভাৰ প্ৰতি আমাৰ মন সদায় সন্দিগ্ধ। এইবোৰে আনকি অসমীয়া সমাজৰ উত্তৰণৰ পৰিপন্থী কাম কৰা বুলিও এচামে ভাৱে। নহ'লেনো অসমৰ সামাজিক দশা এনেকুৱা হয়নে? অসমৰ সাহিত্য-সংস্কৃতিৰ অনুষ্ঠান-প্ৰতিষ্ঠানবোৰে সামাজিক উত্তৰণৰ চকৰি ঘূৰোৱাত, নাইবা অপশক্তিবোৰৰ প্ৰতিহত কৰাত ইতিমধ্যে ব্যৰ্থ হৈছে, ভুবনায়নৰ ঘূৰ্ণীত তত্ত্বিৰ কেনেকৈ?

আধুনিক অসমীয়া সাহিত্যৰ ইতিহাসৰ আৰম্ভণিৰ পৰা আন এটা কথাই প্ৰচাৰ

অসমৰ সাংস্কৃতিক জগতখনৰ এটা অংশ লাহে লাহে গ্ৰন্থমেলা, সাহিত্য সভা আদি লেখক-কিতাপ-প্ৰকাশকৰ সংঘ বা সভাই দখল কৰিবলৈ দেখা গৈছে। তথাপি এইবোৰৰ প্ৰতি লেখক-প্ৰকাশকসকলৰ মনতে বহু সন্দেহ, সাধাৰণ পঢ়ুৱৈসকলৰতো কথাই নাই। গ্ৰন্থমেলা পতা অনুষ্ঠান-সংস্থা আৰু সাহিত্য সভাৰ প্ৰতি আমাৰ মন সদায় সন্দিগ্ধ। এইবোৰে আনকি অসমীয়া সমাজৰ উত্তৰণৰ পৰিপন্থী কাম কৰা বুলিও এচামে ভাৱে। নহ'লেনো অসমৰ সামাজিক দশা এনেকুৱা হয়নে? অসমৰ সাহিত্য-সংস্কৃতিৰ অনুষ্ঠান-প্ৰতিষ্ঠানবোৰে সামাজিক উত্তৰণৰ চকৰি ঘূৰোৱাত, নাইবা অপশক্তিবোৰৰ প্ৰতিহত কৰাত ইতিমধ্যে ব্যৰ্থ হৈছে, ভুবনায়নৰ ঘূৰ্ণীত তত্ত্বিৰ কেনেকৈ?

মাধ্যমত গুৰুত্বপূৰ্ণ স্থান পাই আহিছে। সেইটো হৈছে সাহিত্যিকৰ মাননি। আমাৰ লেখক-লেখিকাসকলক প্ৰকাশকে লেখাৰ বাবে মাননি নিদিয়ে বা কমকৈ দিয়ে। বিষয়টো দুটা দিশৰ পৰা বিচাৰ কৰিব লাগে। এইখিনিতে এটা প্ৰশ্ন উঠে ঃ লেখকসকলে কিয় লিখে? ইয়াৰ সঁচা উত্তৰটো কোনেও নিদিয়ে। কয়, অন্তৰৰ তাড়নাত বা তাগিদাত লিখে। এনেকুৱা লেখক অসমীয়া ভাষাত আছিল, এতিয়া নাই। দুই-এজনৰ বাহিৰে আটায়ে ধন, পুৰস্কাৰ, খ্যাতি আৰু গ্লেমাৰৰ আশাত লিখে— যিটো পথ জনকল্যাণমুখী সৃষ্টিৰ বাবে সুগম নহয়। আৰু যে 'সাহিত্যৰ ভঁৰাল চহকী কৰে' বা 'এটা যুগৰ অৱসান ঘটিল' বোলা কথাবোৰ এইবোৰৰ অৰ্থ কি? এজনৰ লেখা যদি সমাজৰ কোনো কামত নাহিল, তেন্তে তেওঁ কাৰ ভঁৰাল চহকী কৰিলে? এটা যুগৰ অৱসান মানে একো লিখা-মেলা নকৰি সভা শুৱনি কৰি সাহিত্যিক বোলাই ফুৰা যুগটোৰ অৱসান হ'ল নেকি! কথাবোৰ ভাবি চাবলগীয়া। প্ৰচাৰ মাধ্যমেও শব্দ-বাক্য ব্যৱহাৰ কৰোতে মাত্ৰা ৰক্ষা কৰিব লাগে। নকৰাৰ ফলত পঞ্চাশ বছৰৰ আগতে এজনে অৱসান ঘটাই যোৱা যুগটোৰ আন এজনে পিচত পুনৰ অৱসান ঘটাই থাকিবলগীয়া হৈছে। এনেকৈ যুগবোৰৰ অৱসান ঘটাই থকা কাৰণে অসমীয়া সমাজত এতিয়া সন্ধিয়াৰ বেলিৰ ৰেঙণি পৰিবলৈ ধৰিছে। লেখাৰ বাবে উপযুক্ত মাননি নোপোৱাটোৰ বাবে লেখকেই দায়ী। আমাৰ লেখকসকলৰ লেখাৰ সৃষ্টি-মূল্য, ঐতিহাসিক মূল্য বা বজাৰ-মূল্য একোৱেই নাই। প্ৰকাশকে কিহৰ কাৰণে ক'ৰ পৰা তেওঁক মাননি দিব? কিন্তু ভুবনায়নৰ ধুমুহাৰ পৰাটো কোনেও ৰক্ষা নাপায়! গতিকে লেখকে নিজৰ বজাৰ-মূল্য বঢ়াবলৈ চেষ্টা কৰিবই লাগিব। সেইবুলি ছফ্‌ট পৰ্নো আৰু বিকৃত ৰুচিৰ খাদ্যৰ পৰিবেশনেৰে নহয়।

সাহিত্যৰ সামাজিক ভূমিকা আৰু সাহিত্যিকৰ সামাজিক দায়িত্বৰ কথা ওলালে আৰু এটা কথা উল্লেখ কৰিবলগীয়া হয়। বিষয়টো প্ৰশাসন-যন্ত্ৰ আৰু দুষ্টচক্ৰৰ হাতত নিৰ্যাতিত হোৱা জনসাধাৰণৰ দুৰ্যোগ সম্পৰ্কীয়। আমাৰ লেখকসকলে আনকি তথাকথিত প্ৰতিবাদী বা প্ৰগতিশীল লেখকসকলেও জনসাধাৰণৰ দুখ-দুৰ্দশাৰ ছবিখন নিষ্ঠাৰে অংকন কৰি সামাজিক চেতনা জাগ্ৰত কৰিব পৰা নাই। কৰিলেও নিৰাপদ দূৰত্বৰ পৰা, বঁটা-সন্মানৰ পথ প্ৰশস্ত কৰি ৰাখিহে কৰে। এটা 'কজ'ৰ বাবে আত্মোৎসৰ্গৰ মনোভাব ল'ব নোৱাৰিলে ভুকুতে কলটো নপকে। আমাৰ বেছিভাগ লেখকেই চৰকাৰ আৰু সমাজৰ চয়তানহঁতৰ হাতৰ পুতলা। সেই কাৰণে তেওঁলোকক প্ৰকাশক আৰু পাঠকে বিশ্বাস নকৰে— নপঢ়ে, শ্ৰদ্ধা নকৰে। ভাবিলে ভয় লাগে, নতুন প্ৰজন্মৰ লেখকসকলৰ ওপৰত তাৰ প্ৰভাৱ লাহে লাহে পৰিবলৈ ধৰিছে। দুই-এগৰাকী নতুন লেখক-লেখিকাই কিছু উৎকৰ্ষ লাভৰ পথত আগবাঢ়িছে যদিও তেওঁলোক সহজে সস্তীয়া জনপ্ৰিয়তাৰ মোহত পৰা বাবে ভৱিষ্যৎ স্থিতি সন্দেহজনক হৈ পৰিছে। তথাপি আশাৰ কথা এয়ে যে সাম্প্ৰতিক যুগত লেখক-প্ৰকাশকৰ মাজত একধৰণৰ সংঘাত আৰু সংগ্ৰামৰ আৰম্ভণি হোৱা দেখা গৈছে। ভাললৈয়ে হওক বা কাললৈয়ে হওক, সংগ্ৰামেই সদায় নতুন পথৰ সন্ধান দিয়ে; আৰু আমাৰ পঢ়ুৱৈ সমাজেও সেই শুভ প্ৰভাতৰ বেলি ওলোৱালৈকে অপেক্ষা কৰি আছে।

এসময়ত অতিথিপৰায়ণ বুলি বিখ্যাত হৈ উঠা ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলটো এতিয়া নানা কাৰণত অতিথিবিমুখ হৈ পৰিছে। সমাজৰ প্ৰাচীন প্ৰমূল্যৰ গড় জহি-খহি গৈছে, গোষ্ঠী-সংঘাতে সম্প্ৰীতিৰ বান্ধোন ছিন্ন কৰিছে, আৰু এনেকৈয়ে এই অঞ্চলৰ মানুহে নিজৰ হাত-ভৰি নিজে বান্ধি লৈ মাৰ্কিন আগ্ৰাসনৰ বিৰুদ্ধে যুঁজিবলগীয়া হৈছে। এনে পৰিস্থিতিত তথাকথিত ৰাজনৈতিক নেতাসকলে সকলো সুবিধা গ্ৰহণ কৰি ভোগ-দখল অব্যাহত ৰাখিছে। এবাৰ এগৰাকী প্ৰবীণ সাহিত্যিক তথা অসম সাহিত্য সভাৰ সভাপতিয়ে বৰ গৰ্বেৰে কৈছিল— অসম সদায় সাহিত্যৰ কাৰণে বিখ্যাত হৈ আহিছে, ৰাজনীতিৰ কাৰণে নহয়। আচলতে ইয়াৰ ওলোটাটো সঁচা। তেওঁৰ কথা যদি সঁচা বুলিও ধৰা যায়, তেতিয়া এটা কথা অস্পষ্ট হৈ ৰয় ঃ তেওঁৰ সাহিত্য কি ধৰণৰ বস্তু? অথচ বক্তাই সাহিত্যৰ নামত গোটেই জীৱনটো ৰাজনীতিকে কৰি কটালে। আমাৰ প্ৰবীণচামৰ মাজত এনে বহু লেখক আছে যিসকলে সত্য-অসত্যৰ প্ৰভেদ নাৰাখে, বাস্তৱ আৰু কল্পনাৰ পাৰ্থক্য নুবুজে। তেওঁলোকে সদায় ডন কুইকেসাট আৰু ছেংকো পাঞ্জাৰ খেলখনকে সদায় খেলি আহিছে, আনকি ৰাজ্যখনৰ চৰম দুৰ্যোগৰ সময়তো। ফলত প্ৰকাশকসকল হৈ পৰিছে বিমূঢ়, পঢ়ুৱৈ সমাজৰ মন দ্বিধা-দ্বন্দ্বগ্ৰস্ত। ভ্ৰান্ত ধাৰণা, ভুৱা ৰাজনৈতিক দেশপ্ৰেম আৰু নিষ্ঠাহীনতাই আমাৰ সকলো সাহিত্যিক প্ৰয়াস বিনষ্ট কৰি পেলাইছে। ইয়াৰ প্ৰভাৱ সকলো অনুষ্ঠান-প্ৰতিষ্ঠানৰ যোগেদি আমাৰ সমাজত পৰিছে। এনে সময়তে আহি পাইছে ভুবনায়নৰ তুফান। এই তুফানৰ আগত ঐতিহ্য, সংস্কৃতি আৰু মূল্যবোধৰ জলফাই গছজোপা উভালি নপৰিবনে?

> সংস্কৃতৰ পৰা উত্তৰাধিকাৰ সূত্ৰে পোৱা ধ্বনি আৰু ধ্বনি-প্ৰতীকৰ বিজ্ঞানসন্মত সংযোগৰ ব্যৱস্থা থকা লিপি এখন আমাৰ আছে কিন্তু যিখনৰ কিছুমান প্ৰতীকৰ ধ্বনিগত মূল্যৰ প্ৰয়োগ আমাৰ বাবে সংকুচিত হৈছে। কিন্তু 'দন্ত্য'ত, 'তালব্য'শ আদি বিশেষণযুক্ত নামৰ ব্যৱহাৰে প্ৰমাণ কৰে যে বিশেষ বিশেষ ধ্বনিগত মূল্যৰ আদৰ্শৰ পৰা আমাৰ ভাষা বিচ্ছিন্ন নহয়।
>
> — ড° বীৰেন্দ্ৰনাথ দত্ত



# অসমীয়া সমালোচনা সাহিত্যৰ ধাৰা

উপেন্দ্ৰ নাথ শৰ্মা

জোনাকী যুগৰ লেখকসকলে উচ্চমানৰ সাহিত্যৰ সৃষ্টি কৰাৰ উপৰি সাহিত্য সমালোচনাৰ জগতখনতো ভুমুকি মাৰিছিল। অসমীয়া ভাষা-সাহিত্যৰ প্ৰাপ্য মৰ্যাদা পুনঃসংস্থাপনৰ কাৰ্যত ব্ৰতী হ'বলগীয়া হোৱা বাবে তেওঁলোকৰ বাবে বিশুদ্ধ সমালোচনাত আত্মনিয়োগ কৰাটো সম্ভৱপৰ নাছিল। অসমীয়া ভাষা-সাহিত্যৰ স্বকীয়তা প্ৰমাণ কৰাৰ উপৰি পুৰণি অসমীয়া সাহিত্যৰ মৌলিকতা ঔদাৰ্য আৰু মহত্ত্বৰ কথা সোঁৱৰাবলৈ যত্ন কৰাসকলৰ ভিতৰত বেজবৰুৱা আৰু পণ্ডিত হেমচন্দ্ৰ গোস্বামী প্ৰধান। বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীয়ে তাহানিতে অসমীয়া বৈষ্ণৱ সাহিত্যৰ মূল্যায়নৰ চেষ্টা কৰে। তেওঁলোক তুলনামূলক আলোচনাৰো অগ্ৰদূত হৈ পৰে। হেমচন্দ্ৰ গোস্বামীয়ে বিদ্যাপতি, গোবিন্দ দাস আৰু শংকৰদেৱৰ পাঠাংশৰ উদ্ধৃতি দি শংকৰদেৱো যে তুলনীয় বৈষ্ণৱৰ অধিকাৰী আছিল তাক প্ৰতিপন্ন কৰে। তেওঁৰ 'মনুমেণ্টেল' 'অসমীয়া সাহিত্যৰ চানেকী'ৰ পাতনিত তেওঁ আধুনিক অসমীয়া সাহিত্যত বজা নতুন সুৰটোৰ নিখুঁতভাৱে চিনাক্ত কৰিছে। অসমীয়া ভাষাত উচ্চমানৰ উপন্যাস নোহোৱা কাৰণ স্বৰূপে তেওঁ অসমীয়া মানুহৰ হোজা আৰু হটঙা। স্বভাৱৰ কথা সোঁৱৰাইছিল। কাৰণ, তেওঁৰ দিনত আধুনিক পৰ্যায়ৰ মধ্যবিত্ত সমাজ এখন গঢ় লৈ উঠা নাছিল। গোস্বামীদেৱেই পোনপ্ৰথমে অসমীয়া গীত-মাতক স্বীকৃতি দি প্ৰবন্ধ লিখে। লক্ষ্মীনাথ বেজবৰুৱা তাহানিৰ অসমীয়া আলোচনাৰ পুৰোধাস্বৰূপ। তেওঁৰ ভাৰতীয় আৰু ইংৰাজী সাহিত্যত অসামান্য দখল আছিল। এই জ্ঞানৰ আধাৰত তেওঁ অসমীয়া সাহিত্যৰ উত্তৰাধিকাৰ আৰু প্ৰসাৰ তথা সীমাবদ্ধতাৰ ওপৰত আলোকপাত কৰি থৈ গৈছে। তেওঁৰ দ্বাৰা ৰচিত 'শংকৰদেৱ'ত মহাপুৰুষগৰাকী আৰু তেওঁৰ সমসাময়িকসকলৰ সাহিত্য আৰু তাৰ পৰিপ্ৰেক্ষিতৰ ওপৰত অভ্ৰান্ত আলোচনা সন্নিবিষ্ট হৈছে। বাঁহীৰ সম্পাদক হিচাপেও তেওঁ ভালেমান তীক্ষ্ণ ভাবব্যঞ্জক গ্ৰন্থ সমালোচনাৰ যোগান ধৰিছিল। ভাষাতত্ত্বৰ জ্ঞান বেজবৰুৱাৰ সমালোচনাৰ এটা ইতিবাচক দিশ।

'জীয়া ভাষাটো জীয়া পদাৰ্থ, মৰাশ বা জঁকা নহয়। জীয়া বস্তুৱেই পৰিৱৰ্তনশীল হয়। পৃথিৱীত যিবোৰ জীয়া ভাষা আছে, সেইবোৰৰ সৰহ নালাগে, ডেৰকুৰি বছৰকালৰ ভিতৰতো হোৱা পৰিৱৰ্তন দেখিলে আচৰিত মানিব লাগে। ভাষা পৰিৱৰ্তনশীল বুলিয়েই তাৰ ব্যাকৰণ আৰু অভিধানৰ স্থায়িত্ব নাই। বৰ খৰ পৰিৱৰ্তন একোলৈকো ভাল নহয়, ভাষালৈকো নহয়, সেই দেখি ৰক্ষণশীল অভিধান ব্যাকৰণৰ ছাপ আৱশ্যক।'

এইবোৰ কাৰণতে বেজবৰুৱাই শব্দ প্ৰয়োগৰ ক্ষেত্ৰত ৰক্ষণশীলতাক

প্ৰশ্ৰয় দিয়া নাছিল। ভাষাৰ গতিশীলতা সম্পৰ্কে এই ধাৰণাই সমালোচক হিচাপে বেজবৰুৱাক এক অভিনৱ মাত্ৰা দান কৰিছে। জাতীয় জীৱনৰ লগত সাহিত্যৰ অনিবাৰ্য সম্পৰ্কৰ বিষয়েও বেজবৰুৱাই আমাক সকীয়াই থৈ গৈছে।

'নক'লেও হ'ব যে ভাৰতীয় সাহিত্যৰ লগত জাতীয় জীৱনৰ সম্বন্ধ অগাংগী। জাতীয় জীৱনৰ ভৰ শেঁতা জাতীয় ইতিহাস আৰু সাহিত্যৰ ভৰ শেঁতা। জাতীয় জীৱনৰ উন্নতি-অৱনতিত জাতীয় সাহিত্যৰ উন্নতি-অৱনতি অনিবাৰ্য।'[২]

সাহিত্য আৰু জীৱন সম্পৰ্কে বেজবৰুৱাৰ ধাৰণা উদাৰ আৰু ব্যাপক। তেওঁ তুলনামূলক লোকসংস্কৃতি অধ্যয়নৰো বাটকটীয়া— বিশেষকৈ বংগদেশ আৰু অসমৰ প্ৰবাদ-প্ৰৱচনৰ তুলনামূলক অধ্যয়নৰ ক্ষেত্ৰত। নাটকৰ আংগিক সম্পৰ্কেও তেওঁৰ সুস্পষ্ট ধাৰণা আছিল। গদ্য-নাটকৰ কাব্যিক গুণ সম্পৰ্কে তেওঁ কৰা আলোচনা আধুনিক চিন্তা-চৰ্চাৰ অনুগ।

নীলমণি ফুকনৰ 'সাহিত্য কলা' অসমীয়া নন্দনতত্ত্বৰ ক্ষেত্ৰখনৰ বাটকটীয়া। ড° বাণীকান্ত কাকতি অসমৰ সমালোচনা জগতৰ ভোটাতৰা স্বৰূপ, অথচ তেওঁৰ ৰচনাৰ পৰিসৰ তেনেই সীমিত। তেওঁৰ সমালোচনা কোনো তত্ত্বৰ ওপৰত নিৰ্ভৰশীল নহয়। তাক 'ইম্প্ৰেছনধৰ্মী' বুলিলে বোধহয় অত্যুক্তি কৰা নহ'ব। প্ৰাচ্য আৰু পাশ্চাত্যৰ সাহিত্যৰ বিষয়ে গভীৰ জ্ঞানৰ ওপৰত এই সমালোচনা প্ৰতিষ্ঠিত। ড° কাকতিৰ সমালোচনাৰ প্ৰতি পংক্তিতে এগৰাকী তীক্ষ্ণধী আৰু ৰসগ্ৰাহী পুৰুষৰ ব্যক্তিত্বৰ ছাপ আছে। অসমীয়া ভাষাৰ মৌলিকতা প্ৰতিপন্নৰ তাগিদাত তেওঁ ভালেমান বছৰ ভাষাতত্ত্বৰ গৱেষণাত ব্যাপৃত হৈ পৰে। ফলত তেওঁৰ পৰিপক্ক কালছোৱাত সাহিত্য আলোচনা জগতখনৰ পৰা বিচ্ছিন্ন হৈ পৰে। তথাপি ছেগা-চোৰোকাকৈ লিখা তেওঁৰ সমালোচনাই সমসাময়িক ৰোমাণ্টিক সাহিত্যিকসকলক আত্মপ্ৰত্যয় দান কৰিলে। তেওঁৰ এই ধাৰাৰ সমালোচনা গঠনমূলক হ'লেও, নিৰ্ভীক সত্যভাষণৰ অনুকূল। ঠায়ে ঠায়ে কঠোৰো। তেওঁ উচ্চমানৰ অসমীয়া কবিতাক বিশ্বসাহিত্যৰ মণি-মুক্তাৰাজিৰ লগত বিজাই পাঠকক প্ৰত্যয় নিয়ায়।

কাকতিৰ অমৰ গ্ৰন্থ 'পুৰণি অসমীয়া সাহিত্য'ত সন্নিৱিষ্ট প্ৰবন্ধৰাজিয়েই তেওঁৰ সাহিত্যজীৱনৰ অক্ষয়কীৰ্তি। তাত পাণ্ডিত্য আৰু সমালোচনাৰ সুসমন্বয় ঘটিছে। ড° কাকতিয়েই প্ৰথমে মধ্যযুগৰ সাহিত্যৰ মূল্য নিৰূপণ কৰে। এই মূল্যায়ন আজিও অনতিক্ৰান্ত হৈ আছে। কি গভীৰ ভক্তিৰসৰ সাগৰত ডুব দি বৈষ্ণৱ কবিসকলে ধৰ্মীয় শিক্ষাক কাব্যৰসত দ্ৰৱীভূত কৰিলে তাৰ আলোচনা ড° কাকতিৰ সাহিত্য জীৱনৰ কীৰ্তিস্তম্ভ। ড° কাকতি ৰক্ষণশীল নাছিল। তেওঁ বৈষ্ণৱ সাহিত্যৰ দুৰ্বল দিশসমূহৰ ওপৰতো আলোকপাত কৰিছিল।

নামঘোষা ড° কাকতিৰ শ্ৰেষ্ঠ সমালোচনাত্মক প্ৰবন্ধৰ অন্যতম। তাত ডাণ্টেৰ কবিতাৰ ক্ষেত্ৰতো প্ৰযোজ্য বিশাল আৰু কবিতাৰ মাজৰ বৈষম্যৰ ওপৰত তীক্ষ্ণ পোহৰ পেলোৱা হৈছে। নামঘোষাৰ এহেজাৰ পদৰ পাঁচশৰো অধিক ছাত্ৰ প্ৰাচীন শাস্ত্ৰৰ পৰা লোৱা। ড° কাকতিয়ে দেখুৱাইছে যে মাধৱদেৱৰ পদসমূহৰ শ্ৰেষ্ঠত্ব পদসমূহৰ মৌলিকত্ব অথবা অমৌলিকত্বৰ ওপৰত নিহিত হৈ থকা নাই। ভক্তিৰসত আপ্লুত কবিগৰাকীয়ে তাত সকলো ধৰ্মীয় তথা নৈতিক শিক্ষাকে ভক্তিৰসত নিমজ্জিত কৰি বৰ্ণ-বৈচিত্ৰ্যময় কৰি তুলিছে।

'কিন্তু সাহিত্য হিচাপে নামঘোষাৰ মূল্য ইয়াৰ উপদেশৰ মৌলিকত্ব বা অমৌলিকত্বত নহয়। অনেক মৌলিক গ্ৰন্থৰো সাহিত্য হিচাপে কোনো মূল্য নাথাকিব পাৰে। নামঘোষাৰ প্ৰগাঢ় দাৰ্শনিক তথ্যবোৰত সাহিত্য হিচাপে কোনো আকৰ্ষণ নাই। কিয়নো দাৰ্শনিক তথ্য সদায় বুদ্ধিগম্য আৰু প্ৰকৃত সাহিত্য সদায় হৃদয়গম্য। নামঘোষাৰ ধৰ্মমতত সাহিত্য হিচাপে ইয়াৰ মূল্য নাই, কিয়নো বহু ধৰ্মৰ লগত ইয়াৰ মত নিমিলিব পাৰে। সাহিত্য হিচাপে ইয়াৰ মূল্য ইয়াৰ গভীৰ ভক্তিৰসত।'

ড° কাকতিয়ে অসমীয়া আধুনিক সাহিত্যক বিস্তৃত পটভূমিত বিচাৰ কৰিবলৈ আহৰি পোৱা নাছিল। বহুসময়ত আন লেখকৰ গ্ৰন্থৰ পাতনিতেই তেওঁৰ আপুৰুগীয়া সিদ্ধান্তসমূহ সন্নিৱিষ্ট হৈ আছে। তেওঁৰ মতে ৰোমাণ্টিক সাহিত্যক সাহিত্যিকসকলৰ জীৱনৰ পৰা বিচ্ছিন্ন কৰি অনুধাৱন কৰা টান। সেই বাবে দুৱৰা, অম্বিকাগিৰী আদি কবিৰ কবিতা আলোচনা কৰা সময়ত কবিসকলৰ জীৱনবৃত্তান্ত সততে মনত ৰাখিছিল।

বিশুদ্ধ সমালোচক হিচাপে ড° কাকতিৰ পিচতে ত্ৰৈলোক্য নাথ গোস্বামীৰ নাম ল'ব লাগিব। প্ৰাচ্য আৰু পাশ্চাত্যৰ অলংকাৰ শাস্ত্ৰ তথা আৰু অন্যান্য সাহিত্যৰ লগত গভীৰ পৰিচয় থকা বাবে তেওঁ অসমীয়া সমালোচনা সাহিত্যৰ ক্ষেত্ৰত ভাল বৰঙণি আগবঢ়াব পাৰিছে। 'সাহিত্য আলোচনা' তেওঁৰ শ্ৰেষ্ঠ সাহিত্যকীৰ্তিৰ ভিতৰুৱা। 'নন্দনতত্ত্ব ঃ প্ৰাচ্য আৰু পাশ্চাত্য' সমালোচনাৰ তাত্ত্বিক দিশত এক বলিষ্ঠ পদক্ষেপ। অসমীয়া সাহিত্যৰ বিভিন্ন দিশত আলোকপাত কৰিলেও গল্প সাহিত্যৰ ক্ষেত্ৰতহে তেওঁৰ বৰঙণি সৰ্বাধিক। ৰামধেনু যুগত অসমীয়া গল্প সাহিত্যৰ প্ৰসাৰৰ সময়ত গোস্বামীয়ে তৰুণ গল্পকাৰসকলৰ গল্প বিশ্লেষণ কৰি তেওঁলোকক অনুপ্ৰাণিত কৰিছিল। গোস্বামীৰ সমালোচনা নিৰ্ভীক আৰু লেখকৰ দোষ আদিৰ প্ৰতি সমদৃষ্টিসম্পন্ন। এই কথা তেওঁৰ বিখ্যাত গ্ৰন্থ সাহিত্য অকাডেমী পুৰস্কাৰপ্ৰাপ্ত অসমীয়া গল্প সাহিত্য পঢ়ি অনুধাৱন কৰিব পাৰি।

বিশিষ্ট গল্পকাৰ আৰু ঔপন্যাসিক উমাকান্ত শৰ্মাৰ 'কাব্যভূমি' অসমীয়া সাহিত্যত নন্দনতত্ত্বৰ ক্ষেত্ৰত এক বিশেষভাৱে উল্লেখযোগ্য অৱিহণা।

বিৰিঞ্চি কুমাৰ বৰুৱা আলোচ্য কালছোৱাৰ এগৰাকী কৃতী সমালোচক। অসমীয়া সাহিত্যৰ বিষয়ে সাহিত্য অকাডেমীৰ বাবে লিখা ইংৰাজী মন'গ্ৰাফখনত পাণ্ডিত্য আৰু সমালোচনাৰ সহজ সমন্বয় মন কৰিবলগীয়া। 'বনফুল'ৰ পাতনিত যতীন্দ্ৰনাথ দুৱৰা সম্পৰ্কে লিখা কথাখিনিও মূল্যবান। এই সন্দৰ্ভত যোগীৰাজ বসুৱে যতীন্দ্ৰনাথ দুৱৰাৰ 'মৰমৰ সুৰ'ৰ পাতনিত লিখা পাণ্ডিত্যপূৰ্ণ কথাখিনিও শ্ৰদ্ধাৰে সুঁৱৰিব লাগিব। দুৱৰা নিজেও এগৰাকী আগশাৰীৰ সমালোচক আছিল। যজ্ঞেশ্বৰ শৰ্মা ৰামসৰস্বতীৰ শ্ৰেষ্ঠ ভাষ্যকাৰ ৰত্ন বৰকাকতিৰ ওপৰত তেওঁ কৰা সমালোচনা আজিও অনতিক্ৰম্য হৈ আছে। পাল গ্ৰাভৰ 'গোল্ডেন ট্ৰেজাৰী'ৰ আৰ্হিত সম্পাদনা কৰা আধুনিক কবিতাৰ সংকলন শতপত্ৰই তেওঁৰ সাহিত্যিক ৰুচিৰ নিৰ্ভুলতাৰ সাক্ষ্য বহন কৰিছে।

তীৰ্থনাথ শৰ্মাৰ 'সাহিত্য বিদ্যা পৰিক্ৰমা' ভাৰতীয় নন্দনতত্ত্বৰ ওপৰত লিখা এখন নিৰ্ভৰযোগ্য বিশ্লেষণাত্মক গ্ৰন্থ। তেওঁৰ 'অসমীয়া বৈষ্ণৱ কবিৰ নাবদ' অসমীয়া নাটৰ ওপৰত ভিত্তি



কৰা এক সুখপাঠ্য সমালোচনাত্মক প্ৰবন্ধ।

অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জী নিৰ্মাণৰ ক্ষেত্ৰত ডিম্বেশ্বৰ নেওগৰ অগ্ৰণী ভূমিকা সৰ্বজনবিদিত। চেতনাত প্ৰকাশ পোৱা অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'তুমি' কাব্যৰ সমালোচনা দিক্‌নিৰ্ণয়ী। অসমীয়া লোকগীতৰ ওপৰত তেওঁ লিখা সমালোচনা আজিও অনতিক্ৰান্ত হৈ আছে।

উপেন্দ্ৰ চন্দ্ৰ লেখাৰুৰ হৃদয় বৈষ্ণৱ সাহিত্যৰ ৰসসাগৰত নিমজ্জিত হৈ আছিল। কথাগুৰু চৰিতৰ সম্পাদনা তেওঁৰ শ্ৰেষ্ঠ সাহিত্যকৰ্মৰ ভিতৰত পৰে। 'অসমীয়া ৰামায়ণ সাহিত্য' এখন পাণ্ডিত্যপূৰ্ণ সমালোচনা গ্ৰন্থ। ৰজনীকান্ত বৰদলৈৰ ওপৰত লিখা গ্ৰন্থখনেও অসমীয়া উপন্যাসৰ আলোচনাৰ বাট মুকলি কৰিছে।

কৃষ্ণকান্ত সন্দিকৈয়ে সমসাময়িক সাহিত্যৰ গুণাগুণ বিচাৰ কৰাতকৈ অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ হকে কলম তুলিছিল। এই উদ্দেশ্য আগত ৰাখিয়েই ভাল অনুবাদ গ্ৰন্থ সৃষ্টিৰ হকে সকীয়নি দিছিল। বেছিভাগ অসমীয়া লেখকে বয়সত পাৰপৰা অভিজ্ঞতাৰ বাবে অপেক্ষা নকৰি কম বয়সতে লিখিবলৈ এৰে। ঊনবিংশ শতাব্দীৰ ইউৰোপীয় সাহিত্যৰ উৎকৰ্ষলৈ চাই তেওঁ অনুৰূপ সৃষ্টিৰ সম্ভাৱনাক মূৰ্ত কৰিবলৈ ঔদ্যোগিক বিপ্লৱৰ সূচনাৰো সপোন দেখিছিল। সন্দিকৈ তুলনামূলক সাহিত্যৰো বাটকটীয়া। কালিদাসৰ অভিজ্ঞান শকুন্তলম আৰু শ্বেক্সপীয়েৰৰ 'ডি ৱিখ্‌ট টেইল'ৰ তেওঁ কৰা তুলনা তুলনামূলক সাহিত্যৰ ভাল নিদৰ্শন।

ড° সূৰ্য কুমাৰ ভূঞাৰ মানত সাহেই সাহিত্য। তেওঁৰ মতে লেখকৰ ৰচনাত সমাজৰ দুৰ্নীতি, ভণ্ডামি, অবিচাৰ, অসাম্য আদিৰ বিৰুদ্ধে বিদ্ৰোহৰ ভাব-মূৰ্ত হোৱা উচিত। ক্ৰোধেই কবিতাৰ সৃষ্টি কৰে— জুভেনেলৰ এই বাণী সমালোচক ভূঞাৰ মজ্জাগত আছিল।

ৰত্নকান্ত বৰকাকতিয়েও অসমীয়া সাহিত্যৰ বিকাশ আৰু বিস্তৃতিৰ অন্তৰায়সমূহ আঁতৰাবলৈ কলম তুলিছিল তেওঁৰ 'বেজবৰুৱাৰ ডালিমী' এটি সুখপাঠ্য নাটকীয় চৰিত্ৰভিত্তিক প্ৰবন্ধ। তৰুণ আৰু আদহীয়া লেখকৰ বাদানুবাদত তেওঁ তৰুণসকলৰ পক্ষ লৈছিল।

ড° মহেশ্বৰ নেওগৰ Sankardev and His Time নৈৰ্ব্যক্তিক পাণ্ডিত্যপূৰ্ণ আলোচনাৰ চূড়ান্ত নিদৰ্শন। তেওঁৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা' এখন আগশাৰীৰ সাহিত্য বুৰঞ্জী। তাত সন্নিৱিষ্ট চুটি মন্তব্যসমূহে সমালোচক হিচাপে তেওঁৰ ৰুচিৰ পৰিচয় দিয়ে। ৰোমাণ্টিক পৰিমণ্ডলৰ প্ৰতি স্বাভাৱিক সঁহাৰিৰ বাবে তেওঁৰ সমালোচনা হৃদ্যতা গুণত সমৃদ্ধ। ৰায়চৌধুৰীৰ বিষয়ে তেওঁ কৰা মন্তব্য প্ৰণিধানযোগ্য। তেওঁৰ মতে ৰায়ৰণীয় ওজঃশক্তি আৰু জীৱনৰ নিৰাভৰণ প্ৰকাশ ৰায়চৌধুৰীৰ কবিতাৰ কেন্দ্ৰীয় বৈশিষ্ট্য। তেওঁ লিখিছে— 'তেওঁৰ (অম্বিকাগিৰী) কবিতা সত্যক ফাঁকি দিয়া (escap-ist) কবিতা নহয়।'

ড° প্ৰফুল্ল দত্ত গোস্বামীও এই কালছোৱাৰ এগৰাকী আগশাৰীৰ সমালোচক। 'জয়ন্তী'ত প্ৰকাশিত গণেশ গগৈ তেওঁৰ সন্তুলিত (Well balanced) সমালোচনাৰ ভাল নিদৰ্শন।

অসমীয়া সাহিত্যৰ বুৰঞ্জী লেখক ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ সমালোচনাত পাণ্ডিত্য আৰু অন্তৰ্দৃষ্টিৰ গভীৰ সমন্বয় দেখিবলৈ পোৱা যায়। তেওঁৰ 'অসমীয়া নাট্যসাহিত্য' এখন অতিশয় পাণ্ডিত্যপূৰ্ণ গ্ৰন্থ। অসমীয়া উপন্যাসৰ সামগ্ৰিক বিশ্লেষণৰ ক্ষেত্ৰতো তেওঁ কৃতিত্বৰ পৰিচয় দিছে।' সামগ্ৰিক পাঠাংকৰ প্ৰতি গভীৰ মনোযোগ শৰ্মাৰ সমালোচনাৰ বৈশিষ্ট্য। ধ্ৰুপদী সমালোচকগৰাকীও আধুনিক পৰীক্ষামূলক ৰচনাৰ প্ৰতি সমানে অনুভূতিশীল। অপূৰ্ব শৰ্মাৰ 'শুভবাৰ্তা'ৰ ওপৰত 'প্ৰকাশ'ত তেওঁ কৰা সমালোচনা পঢ়িলে এই কথা প্ৰতীয়মান হ'ব।

ৰজনীকান্ত দেৱশৰ্মাৰ তত্ত্বগধুৰ অথচ প্ৰাঞ্জল প্ৰবন্ধসমূহে অসমীয়া সাহিত্য আলোচনাৰ পশ্চাৎপদ হিচাপে ক্ৰিয়া কৰি আছে। সংস্কৃত নাটকৰ বিদুষক, ভাৰতীয় ৰসতত্ত্ব বিচাৰ আৰু বিশাল দত্তৰ নাটকৰ ওপৰত তেওঁ কৰা আলোচনা দিকনিৰ্ণয়ী।

আধুনিক যুগৰ বাৰ্তাবাহক কবি হেম বৰুৱা যুদ্ধোত্তৰ কালৰ এগৰাকী আগশাৰীৰ সমালোচক। তেওঁৰ সমালোচনাই এটা নতুন যুগক আদৰি আনিছিল। দেশ-বিদেশৰ সাহিত্যৰ লগত তেওঁ অসমীয়া পাঠকক পৰিচয় কৰাবলৈ চেষ্টা কৰিছিল। তেওঁৰ Assamese Literature আৰু Lakskminath Bezbarua ৰসগ্ৰাহী সমালোচনাৰ ভাল নিদৰ্শন। বেজবৰুৱাৰ ৰোমাণ্টিছিজমত ইংৰাজী ৰোমাণ্টিছিজমৰ বিৰুদ্ধ ভাব অনুপস্থিত— এই প্ৰত্যয় প্ৰণিধানযোগ্য। তেওঁ বেজবৰুৱাৰ কবিতাৰ উৎসটো ভালদৰে অনুধাৱন কৰিছে।

'এইজনা কবিৰ কাব্যভূমিৰ সাংগীতিক ভিত্তি সহজ-সৰল। চহা জীৱনৰ লোকগীতৰ পৰা আহৰণ কৰা।... বেজবৰুৱাৰ সাহিত্য তন্ময়তাৰ সাহিত্য নহয়।'

হেম বৰুৱাই সহজতে নতুনচাম প্ৰগতিশীল আৰু এলিয়টীয় দুয়ো পৰ্যায়ৰ কবিগোষ্ঠীৰ প্ৰতিনিধি-স্থানীয় ব্যক্তি হিচাপে প্ৰতিষ্ঠিত হৈছিল।

প্ৰগতিশীল সাহিত্যৰ অন্যতম গুৰিধৰোতা ভবানন্দ দত্তই নতুন কবিতাৰ উন্মেষৰ কালত নতুন কবিতাজনিত বাক্‌বিতণ্ডাৰ পৰিপ্ৰেক্ষিতত সমালোচনা জগতত অৱতীৰ্ণ হয়। 'অসমীয়া কবিতাৰ কাহিনী'ত তেওঁ অসমীয়া কবিতাক সামাজিক দৃষ্টিকোণেৰে বাচাই কৰিছে। এইগৰাকী বাস্তৱান্বেষী সমালোচক ৰোমাণ্টিক যুগৰ সকলো দিশৰ প্ৰতি সহানুভূতিশীল নাছিল। তেওঁ বিপ্লৱৰ আদৰ্শত গঢ় লোৱা ৰোমাণ্টিকতাৰহে পৃষ্ঠপোষকতা কৰিছিল। ভৱিষ্যতৰ সমালোচকে ভবানন্দ দত্তৰ 'অসমীয়া কবিতাৰ কাহিনী'ক আওকাণ কৰি সমালোচনা জগতত প্ৰৱেশ কৰা টান। দত্তৰ ৰবীন্দ্ৰ সমালোচনাই অন্তৰ্জাতিক খ্যাতি লাভ কৰাটো সুনিশ্চিত।

নৰকান্ত বৰুৱাৰ সমালোচনাত্মক প্ৰবন্ধ ৰম্য-ৰচনাৰ দৰে সুখপাঠ্য। দৈৰ্ঘতাতকৈ অন্তৰংগতাহে তাৰ মূল আকৰ্ষণ। ৰত্নকান্ত বৰকাকতী আৰু হেম বৰুৱাৰ প্ৰভাৱ সম্পৰ্কে তেওঁ কৰা মন্তব্য অকাট্য। তেওঁৰ (হেম বৰুৱা) কবিতাকেইটাক সাম্প্ৰতিক অসমীয়া কবিতাৰ আৰ্কিচাইপেল পটভূমি বুলি মই অন্ততঃ নিসন্দেহে ক'ব পাৰো। ৰত্নকান্ত বৰকাকতীৰ কাব্যকৃতিৰ পুণৰ্মূল্যায়ন সম্ভৱতঃ সমালোচকে বৰুৱাৰ শ্ৰেষ্ঠ কীৰ্তি।

নলিনীধৰ ভট্টাচাৰ্য স্বৰাজোত্তৰ কালৰ এগৰাকী পুৰোধা সমালোচক। বাওঁপন্থী চিন্তাচৰ্চাৰ প্ৰভাৱ পৰিলেও তেওঁৰ সমালোচনাত মাৰ্ক্সবাদী পক্ষপাত সমূলি অনুপস্থিত। সেইবাবে তেওঁ ৰোমাণ্টিকসকলৰ উপৰি, আধুনিক যুগৰ নিৰপেক্ষ কবি অজিৎ বৰুৱাৰ শ্ৰেষ্ঠ কীৰ্তিৰ প্ৰতি সহৃদয় হ'ব পাৰিছে। প্ৰথম পৰ্যায়ৰ আধুনিক অসমীয়া কবিতাৰ তেওঁ কৰা মূল্যায়ন প্ৰায়

অনতিক্ৰম্য। 'মহৎ ঐতিহ্য' সম্ভৱতঃ ভট্টাচাৰ্যৰ সমালোচনাত্মক প্ৰচেষ্টাৰ শ্ৰেষ্ঠ নিদৰ্শন। তাত তেওঁ ডান্টে, শ্বেক্সপীয়েৰ, গ্যেটে, ৰবীন্দ্ৰনাথ আৰু টলষ্টয়ৰ সাহিত্য আৰু জীৱনদৰ্শনৰ সম্যক খতিয়ান দাঙি ধৰিছে।

ড° মহেন্দ্ৰ বৰা স্বৰাজোত্তৰ কালৰ এগৰাকী কৃতী সমালোচক। তেওঁ ইংৰাজী ৰমন্যাসবাদক অসমীয়া পাঠকৰ ওচৰ চপাই আনিছিল। জাপানী, চৈনিক আৰু আধুনিক আৰবী কবিতাৰ ওপৰতো তেওঁ পোহৰ পেলাইছে। আধুনিকসকলৰ ভিতৰত খলিল জিব্ৰান আৰু কাফ্‌কাৰ বিষয়েও তেওঁ প্ৰাঞ্জল ভাষাত সমালোচনা আগবঢ়াইছে। তেৰেঁই আধুনিক অসমীয়া কবিসকলৰ বিষয়ে সংকলন উলিয়াই কবিসকলৰ শ্ৰেণীবিভাগ কৰি সমালোচনা কৰিছিল। 'প্ৰকাশ'ত ওলোৱা সনন্ত তাঁতী আৰু অন্যান্যসকলৰ বিষয়ে লিখা প্ৰবন্ধটোৱে তেওঁৰ ৰুচিৰ ভাল পৰিচয় বহন কৰে।

জ্ঞানানন্দ শৰ্মা পাঠকৰ 'নতুন কলি মুকলি চিঠি' আধুনিক কবিতা সমালোচনাৰ বাটকটীয়া প্ৰবন্ধ। হোমেন বৰগোহাঞিও আধুনিক অসমীয়া সাহিত্যৰ এগৰাকী আগশাৰীৰ সমালোচক। প্ৰতিভাশালী নতুন লেখকসকলৰ চিনাক্তকৰণত উৎসাহী। আৱাহন আৰু পৰৱৰ্তী যুগৰ অসমীয়া গল্প-কবিতাৰ ওপৰত পোহৰ পেলাই তেওঁ ভালেমান তাৎপৰ্যপূৰ্ণ ৰচনা আগবঢ়াইছে। তেওঁৰ সমালোচনাত্মক ভাষা বলিষ্ঠ আৰু সংযত।

অসমীয়া ভাষা-সাহিত্যৰ পণ্ডিত ড° নগেন শইকীয়া সাম্প্ৰতিক কালৰ এগৰাকী কৃতী সমালোচক। উনবিংশ-বিংশ শতাব্দীৰ দোমোজাৰ সাহিত্য-বিশ্লেষণত তেওঁৰ সমকক্ষ কম ওলাব। চন্দ্ৰ কুমাৰ আগৰৱালাৰ কবিতাৰ তেওঁ এগৰাকী স্বীকৃত ভাষ্যকাৰ।

বাওঁপন্থী চিন্তাধাৰাৰ দ্বাৰা প্ৰভাৱিত আন এগৰাকী সমালোচক শশী শৰ্মাই তিনি দশক ধৰি অসমীয়া সাহিত্য আলোচনাত ব্যাপৃত হৈ আছে। হীৰেন্দ্ৰনাথ দত্ত এগৰাকী নৈৰ্ব্যক্তিক আৰু সংযত সমালোচক। তেওঁ আধুনিক অসমীয়া কবিতাৰ ৰসগ্ৰাহী সমালোচক। নতুন প্ৰতিভা চিনাক্ত কৰাত সিদ্ধহস্ত। তেওঁ অসমীয়া সমালোচনাৰ ঐকান্তিক বিশ্লেষকো। তেওঁৰ আলোচনা সন্তুলিত আৰু পক্ষপাতশূন্য।

দুগৰাকী একান্ত সমসাময়িক কবি সমালোচক হীৰেন গোহাঁই আৰু ভবেন বৰুৱাই যুটীয়াভাৱে আকৰ্ষণীয় সমালোচনাত যুগান্তৰ আনিবলৈ চেষ্টা কৰে। অগ্ৰজসকলৰ সমালোচনাৰ উচ্ছাসময় ভাষা, অসংযম, সন্তুলনহীনতা আৰু অহৈতুক প্ৰশংসাপ্ৰৱণতাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিয়েই নিজৰ সৃষ্টিকৰ্মক বিপৰ্যস্ত কৰি হ'লেও সমালোচনাত প্ৰবৃত্ত হয়। কিন্তু তাত্ত্বিক কাৰণত দুয়োগৰাকীৰ মাজত মতভেদ হোৱাত এই যুটীয়া প্ৰচেষ্টাৰ ওৰ পৰে। দুয়োগৰাকী সমালোচকেই আধুনিক অসমীয়া সাহিত্যৰ প্ৰখ্যাত লেখকসকলৰ পুনৰমূল্যায়ন আৰম্ভ কৰে আৰু তুলনামূলকভাৱে অৱহেলিত বিৰিঞ্চি কুমাৰ বৰুৱাৰ ঔপন্যাসিক শ্ৰেষ্ঠত্ব নিৰূপণ কৰে। এয়া সম্ভৱতঃ সমালোচক হিচাপে অসমীয়া সাহিত্যলৈ তেওঁলোকৰ একক শ্ৰেষ্ঠ অৱদান। পাঠাংশৰ বিশ্লেষণ তেওঁলোকৰ সমালোচনাৰ বিশেষভাৱে উল্লেখনীয় দিশ।

হীৰেন গোহাঁইৰ প্ৰথম ডোখৰৰ সমালোচনাত এফ আৰ লিৱিচৰ প্ৰভাৱ সাৰ্বভৌম আছিল। এই প্ৰভাৱতে তেওঁ তেওঁৰ বিখ্যাত গ্ৰন্থ 'সাহিত্যৰ সত্য'ত সন্নিৱিষ্ট সমালোচনাত্মক প্ৰবন্ধবোৰ লিখে। অম্বিকাগিৰী ৰায়চৌধুৰীৰ কবিতাৰ ওপৰত লিখা প্ৰবন্ধটোৱেই এই ধাৰাৰ শ্ৰেষ্ঠ প্ৰবন্ধ। 'নতুন' সমালোচনাৰ ধাৰাবাহক হ'লেও লিভিচে নৈতিক আৰু সামাজিক দৃষ্টিকোণৰ ওপৰতো দৃষ্টি দিছিল। গোহাঁইৰ আদিস্তৰৰ সমালোচনাতো তাৰ স্বাক্ষৰ আছে। পশ্চিমৰ সাহিত্য-চিন্তাৰ পাণ্ডিত্যপূৰ্ণ বিশ্লেষণ গোহাঁইৰ শ্ৰেষ্ঠকীৰ্তিৰ ভিতৰুৱা। নতুন সমালোচনাৰ খতিয়ানৰ হিচাপ তেওঁ এক যুক্তিনিষ্ঠ, শক্তিশালী আৰু মনসন্নিসিদ্ধ ৰীতিক গঢ় দিছিল। অম্বিকাগিৰী, জ্যোতিপ্ৰসাদ আৰু বিৰিঞ্চি বৰুৱাকে ধৰি পূৰ্বসূৰীসকলৰ ভালেকেইগৰাকীৰে তেওঁ বস্তুনিষ্ঠ মূল্যায়ন দাঙি ধৰিছিল। সৎ সাহিত্যক 'মেকি' সাহিত্যৰ পৰা পৃথক কৰাত তেওঁৰ কৃতিত্ব প্ৰশংসনীয়। আধুনিকসকলৰ ভিতৰত তেওঁ সাম্প্ৰতিক নীলমণি ফুকন আৰু মহিম বৰাৰ বিষয়ে কৰা সমালোচনা বিশেষভাৱে উল্লেখযোগ্য। তেওঁ দুয়োগৰাকীৰে শ্ৰেষ্ঠ ৰচনাসমূহ সম্পাদনা কৰিও উলিয়াইছে। সাহিত্যৰ ওপৰত মাৰ্ক্সবাদৰ প্ৰভাৱ বিশ্বজোৰা। হীৰেন গোহাঁয়ে তেওঁৰ সাহিত্য জীৱনৰ দ্বিতীয় পৰ্যায়ত মাৰ্ক্সবাদী চিন্তাধাৰাক অসমীয়া সাহিত্য সমালোচনাত ফলপ্ৰসূভাৱে প্ৰয়োগ কৰে আৰু সত্তৰৰ আশ-পাশৰ সাহিত্যধাৰা নিয়ন্ত্ৰণ কৰে। এইক্ষেত্ৰত মাৰ্ক্সবাদী সমালোচক লুকাচৰ প্ৰভাৱৰ কথাও সুঁৱৰিব পাৰি।

ভবেন বৰুৱা সাম্প্ৰতিক কালৰ এগৰাকী আগশাৰীৰ সমালোচক। তেওঁৰ আদিস্তৰৰ সমালোচনাত নতুন সমালোচনা আৰু পাঠাংশ বিশ্লেষণ পদ্ধতিৰ প্ৰভাৱ লক্ষ্য কৰা যায়। সেই সময়ত এনে বিশ্লেষণৰ প্ৰৱৰ্তনৰ প্ৰয়োজন আছিল। অগ্ৰজসকলৰ ৰীতিতাত্ত্বিক ভ্ৰান্তিৰ বিষয়েও তেওঁ বস্তুনিষ্ঠ সমালোচনা আগবঢ়াইছিল। বেজবৰুৱাৰ ওপৰত পৰা প্ৰভাৱবোৰৰ ওপৰত তেওঁতকৈ খৰচি মাৰি কোনেও বিশ্লেষণ কৰা নাই। বিৰিঞ্চি বৰুৱাৰ 'জীৱনৰ বাটত' উপন্যাসৰ ওপৰত তেওঁ ইংৰাজীত কৰা সমালোচনাটোৱে উচ্চ প্ৰশংসা লাভ কৰিছে। হোমেন বৰগোহাঞিৰ 'সুবালা'ৰ তেওঁ কৰা বিশ্লেষণ তেওঁৰ শ্ৰেষ্ঠ কৃতিত্বৰ ভিতৰুৱা একক কবিতাৰ সূক্ষ্ম বিশ্লেষণ তেওঁৰ সমকক্ষ সমকক্ষ নাই বুলিলেও হয়। 'প্ৰসংগ ঃ বাণীকান্ত' ভবেন বৰুৱাৰদ্বাৰা লিখিত এখন তত্ত্বগধুৰ সমালোচনা গ্ৰন্থ।

বিশিষ্ট কবি কবীন ফুকনে সাম্প্ৰতিক কালত অসমীয়া কবিতাৰ ধাৰা বিশ্লেষণ কৰিছে।

ৰঞ্জিত কুমাৰ দেৱগোস্বামী সাম্প্ৰতিক কালৰ এগৰাকী বস্তুনিষ্ঠ আৰু সংহত সমালোচক।

যুদ্ধোত্তৰ-স্বৰাজোত্তৰৰ আন কৃতী সমালোচকৰ ভিতৰত আছে চক্ৰেশ্বৰ ভট্টাচাৰ্য, অতুলচন্দ্ৰ বৰুৱা, মহেশ্চন্দ্ৰ দেৱগোস্বামী, প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, বীৰেন বৰকটকী, পৰাগ চলিহা, অৱনীন্দ্ৰ বৰা, ৰাপচন্দ্ৰ মহন্ত, উপেন্দ্ৰনাথ শৰ্মা, ইমদাদ উল্লাহ, ৰবীন্দ্ৰ বৰা, গোবিন্দপ্ৰসাদ শৰ্মা, পৰাগ চন্দ্ৰ ভট্টাচাৰ্য, বসন্ত কুমাৰ ভট্টাচাৰ্য, আনন্দ বৰমুদৈ, মুনীন বায়ন আদি।

এই সময়ছোৱাত সত্যপ্ৰসাদ বৰুৱা, অৰুণ শৰ্মা, শৈলেন ভৰালী, দয়ানন্দ পাঠক, শ্যামাপ্ৰসাদ শৰ্মা আৰু পোনা মহন্তই নাটকৰ ধাৰা সন্দৰ্ভত তাৎপৰ্যপূৰ্ণ সমালোচনা আগবঢ়াইছে।



# জাতীয় জীৱনত সাহিত্য সভাৰ গুৰুত্ব আছে, ৰাখিবও লাগিব

অদীপ কুমাৰ ফুকন




জাতীয় জীৱনৰ লগত সংপৃক্ত হৈ থকা সাহিত্য সভাৰ এক শক্তিশালী ইতিহাস আছে। কিন্তু শক্তিশালী ইতিহাসক আজিৰ সময় আৰু সমাজৰ লগত সংগতি ৰাখি গতিশীল কৰিব পৰা নাই। নিজৰ ভাষা সাহিত্যৰ লগত প্ৰতিজন মানুহৰ এটা আৱেগ জড়িত হৈ থাকে যদিও এই আৱেগক বস্তুবাদী দৃষ্টিভংগীৰে আমি গতি দিয়াত বিফল হৈছো, ইয়াৰ কাৰণসমূহ উদঘাটন কৰাত অসম সাহিত্য সভাই দৃঢ়ভাৱে কিবা ব্যৱস্থা গ্ৰহণ কৰাটো আমাৰ দৃষ্টিগোচৰ হোৱা নাই। অসম সাহিত্য সভাৰ মঞ্চত এইটো মুকলি বিতৰ্ক হোৱা উচিত আছিল যে অসম সাহিত্য সভাৰ উপস্থিতিৰ পাছতো কিন্তু বড়ো সাহিত্য সভা, মিচিং সাহিত্য সভা, ৰাভা সাহিত্য সভা আদি গঠন কৰিব লগা হ'ল। অসমীয়া জাতি সত্তাৰ বিভিন্ন গোষ্ঠীয়ে নিজস্ব ভাষা-সংস্কৃতিৰ বিকাশৰ বাবে বিচ্ছিন্ন হৈ চিন্তা কৰিব লগা পৰিস্থিতিৰ বাবে অসম সাহিত্য সভাই নিজকে জগৰীয়া বুলি নাভাবে নেকি? অসম সাহিত্য সভা যিহেতু কেৱল অসমীয়া ভাষা কোৱা-সকলৰেই নহয়, সমূহ জনগোষ্ঠীৰ মিলিত অসমবাসীৰ সাহিত্য সভা, তেনে স্তৰত আজি অসম সাহিত্য সভাৰ ক্ষেত্ৰখন সংকুচিত হৈ অহাটোৰ ওপৰত গুৰুত্ব সহকাৰে আলোচনা হোৱাৰ প্ৰয়োজন আছিল, আমি নিশ্চয় মনত ৰখা উচিত যে অসম সাহিত্য সভাৰ এখন বিশাল ক্ষেত্ৰ আছে। জাতি গঠন আৰু মানৱ সম্পদৰ বিকাশৰ লগতে শৃংখলিত সমাজ গঠনত সাহিত্য সভাৰ দায়িত্ব আছে। এই ক্ষেত্ৰত অসমৰ ভূমিখণ্ডৰ ভিতৰতে দৃষ্টিভংগী বহল কৰিব নোৱাৰিলে সাহিত্য সভাৰ প্ৰকৃত দায়িত্ব ৰূপায়ণ কৰা সম্ভৱ নিশ্চয় নহ'ব।

অসমৰ সামাজিক স্থিতিৰ পৰিবৰ্তনৰ গতিধাৰাক উপলব্ধি কৰি সাহিত্য সভাৰ কাৰ্যসূচী প্ৰণয়ন কৰা উচিত হ'ব, অপ্ৰিয় হ'লেও এইটো আমি আলোচনা কৰা উচিত হ'ব যে অসম সাহিত্য সভা অন্যান্য গোষ্ঠীয় সাহিত্য সভাৰ প্ৰতিদ্বন্দ্বী হোৱাৰ লগতে বিভিন্ন জনগোষ্ঠীৰ মাজত বিশ্বাসৰ সংকটত ভুগিছে। অসম সাহিত্য সভাৰ প্ৰগতিশীল দৃষ্টিভংগীৰ অভাৱৰ বাবেই ১৯৬০-১৯৭২ আৰু ১৯৭৯ৰ সংগ্ৰামত সাহিত্য সভাই নেতিবাচক ফলাফলৰ সন্মুখীন হৈছে। অসমৰ অতি কম অসমীয়া ভাষা কোৱা ক্ষেত্ৰখনক সংকুচিত কৰাৰ বিপৰীতে আমাৰ দৃষ্টিভংগী বিপৰীতমুখী হোৱা উচিত আছিল। আমাৰ কোনো কাৰ্য আৰু উদ্দেশ্যই হেঁচা প্ৰয়োগৰ দিশ স্পষ্ট কৰিলে। ভাষাৰ দৰে স্পৰ্শকাতৰ বিষয়ত কেতিয়াও ইতিবাচক ফল আহিব নোৱাৰে। ষাঠিৰ দশকৰ পৰাই অসমৰ সামাজিক স্থিতিৰ পৰিবৰ্তন হৈছে। গোষ্ঠীয় জ্ঞান প্ৰকাশৰ চিন্তা ত্বড়িৎ গতিত আগবাঢ়িছে। ১৯৬০ চনৰ উগ্ৰ মধ্যবিত্তীয় দৃষ্টিভংগী আৰু ১৯৭২ চনৰ অসহযোগিতা মূলক মনোভাবেই যে আজিৰ গোষ্ঠী

দ্বন্দ্বৰ অন্যতম কাৰণ আৰু নিশ্চয় আজি আমি স্বীকাৰ নকৰাকৈ থাকিব নোৱাৰো, অসমীয়া জাতিৰ অসমীয়া ভাষা কোৱা সংখ্যাৰ বৃদ্ধি কৰি বিশ্বত জাতি হিচাপে খোপনি শক্তিশালী কৰিব লগা সময়ত যৌথ সহযোগী দৃষ্টিভংগীৰ প্ৰয়োজনক সাহিত্য সভাই আজি গুৰুত্ব দিবলৈবিচৰা নাই। অসমৰ জনগোষ্ঠীয়সমূহৰ ভাষা-সংস্কৃতিৰ প্ৰকৃত বিকাশৰ বাবে আৰু এক সন্মানজনক স্থিতিলৈ অনাৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ সহযোগিতাত আজিও এই বিশ্বাসৰ শংকাই আছে, অসমৰ ভৌগোলিক পৰিসীমাৰ ভিতৰত স্থায়ীভাৱে কাম কৰি অসমৰ সমাজ জীৱনত একাকাৰ হৈ পৰা বিভিন্ন ধৰ্ম-বৰ্ণ-গোষ্ঠীৰ ওপৰত সাহিত্য সভাৰ ধাৰণা স্পষ্ট হোৱা উচিত আছিল। এই ধাৰণাৰ লগত অসমীয়া জাতি গঠন সূত্ৰৰ সম্পৰ্ক কেনে, এই দিশবিলাকৰ ওপৰতো সাহিত্য সভাই মুক্ত আলোচনাৰে স্পষ্ট দৃষ্টিভংগী লোৱা উচিত।

আমি ভাবো অসমীয়া জাতি গঠনৰ স্পষ্ট মতবাদ প্ৰকৃততে আজিও স্পষ্ট হোৱা নাই বাবেই আজি আমি জাতিগঠনৰ ক্ষেত্ৰত সন্দেহৰ আৰু জটিলতাৰ সৃষ্টি কৰিছো। সাম্প্ৰতিক অসমত গোষ্ঠীগত প্ৰৱণতাই জাতীয় চেতনাবোধ সংকুচিত কৰি অনা পৰিলক্ষিত হৈছে। শাসন তথা ক্ষমতাৰ লগত প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে জড়িত একশ্ৰেণী অসমীয়া লোকৰ ধ্যান-ধাৰণাই গোষ্ঠীগত প্ৰৱণতাৰ অংকুৰণৰ অন্যতম কাৰণ। অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াক আজিও স্পষ্টভাৱে দাঙি ধৰিব নোৱাৰাত আৰু জাতি গঠনৰ প্ৰক্ৰিয়াত জনগোষ্ঠীসমূহৰ ইতিবাচক সহযোগক আমি স্বীকাৰ কৰিব নিবিচৰাৰ বাবেই আমাৰ মাজত আজি সংঘাত সৃষ্টি হৈছে। জনগোষ্ঠীসমূহৰ ভাষা-সংস্কৃতিৰ প্ৰকৃত বিকাশৰ বাবে আৰু এক সন্মানজনক স্থিতিলৈ অনাৰ ক্ষেত্ৰত আমাৰ অসহযোগিতাই আজি অসমত এক বিশ্বাসৰ সংকটৰ সৃষ্টি কৰিছে। অসমৰ ভৌগোলিক পৰিসীমাৰ ভিতৰত স্থায়ীভাৱে বাস কৰি অসমৰ সমাজ জীৱনত একাকাৰ হৈ পৰা বিভিন্ন ধৰ্ম-বৰ্ণ-গোষ্ঠীৰ ওপৰত আমাৰ এক স্পষ্ট ধাৰণা থকা উচিত। এই ধাৰণাৰ লগত অসমীয়া জাতি গঠনৰ সূত্ৰৰ সম্পৰ্ক কেনে, এই দিশবিলাকৰ ওপৰতো মুক্ত আলোচনা হোৱা প্ৰয়োজন, অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়া বহু হাজাৰ বছৰৰ পূৰ্বে আৰম্ভ হৈছিল। বিভিন্ন যুগৰ বিভিন্ন সময়ত জাতি গঠনৰ প্ৰসংগত বেলেগ বেলেগ দৃষ্টিভংগীৰে ব্যাখ্যা কৰাৰ বাবে অসমীয়া জাতি গঠনৰ কথা মতবাদ প্ৰকৃততে আজিও স্পষ্ট হোৱা নাই; যাৰ বাবে বৰ্তমান অসমীয়া জাতিগঠনৰ ক্ষেত্ৰত এক জটিল প্ৰক্ৰিয়াৰ সৃষ্টি হৈছে।

ভৌগোলিক আৰু ঐতিহাসিক দৃষ্টিকোণৰ পৰা লক্ষ্য কৰিলে অসমত বিভিন্ন জনগোষ্ঠীৰ এক অনন্য ৰূপ লোৱা পৰিলক্ষিত হয়। নৃ-তাত্ত্বিক দৃষ্টিকোনৰ পৰা বিশ্বৰ মানৱৰ নৃ-তাত্ত্বিক ক্ৰম বিবৰ্তনৰ ফলত বিশ্বৰ বিভিন্ন মানৱ প্ৰজাতিৰ প্ৰব্ৰজন আৰু সংমিশ্ৰণে অসমত এক নতুন দিশৰ সঞ্চাৰ কৰিছে। এই প্ৰব্ৰজন আৰু সংমিশ্ৰণে অসমৰ সমূহ জনগোষ্ঠীৰ অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াত এক বিশেষ ৰূপ ধাৰণ কৰাইছে। যিটো প্ৰচলিত জাতি গঠনৰ সূত্ৰৰ লগত সাদৃশ্য নাই। সেইকাৰণেই অসমীয়া জাতি গঠনৰ ভিত্তিৰ ওপৰত বহলাই আৰু বিশেষ গুৰুত্ব সহকাৰে আলোচনা হোৱা প্ৰয়োজন। জাতি গঠনৰ সূত্ৰৰ বিষয়বস্তু হৃদয়ংগম কৰিব নোৱাৰিলে অসমৰ গোষ্ঠীগত প্ৰৱণতা আৰু জাতিগত দাম্ভিকতা আঁতৰ কৰা সম্ভৱ নহয়। এই দিশটো পৰিষ্কাৰ নকৰাকৈ অসমৰ সামূহিক জনগণৰ আৰ্থ-সামাজিক সমস্যাৰ উত্তৰণ অসম্ভৱ।

ঐতিহাসিক দৃষ্টিভংগীৰে জাতি হ'ল ঐতিহাসিকভাৱে সংগঠিত এটা স্থায়ী জনগোষ্ঠী; যিয়ে এটা উমৈহতীয়া ভাষা, এক উমৈহতীয়া বাসভূমি, এক উমৈহতীয়া অৰ্থনৈতিক জীৱন আৰু এটা উমৈহতীয়া মানসিকতা, এই চাৰিটা প্ৰধান বৈশিষ্টৰ ওপৰত ভিত্তি কৰি গঢ় লৈ উঠিছে। কিন্তু অসমীয়া জাতি গঠনৰ ক্ষেত্ৰত প্ৰচলিত সূত্ৰৰ স্থান-কাল আৰু পাত্ৰৰ লগতে ছেদবিন্দুগত বৈশিষ্ট্যক সামৰি ত্ৰিবিমীয় (Three-dimensional) ধাৰণাৰ সলনি চতুৰ্বিমীয় (Four-dimensional) ধাৰণা উত্থাপন কৰিব লগা হয়। জাতি এটা গঢ়ি উঠাৰ ক্ষেত্ৰত উমৈহতীয়া ভাষা, উমৈহতীয়া বাসস্থান, আভ্যন্তৰীণ অৰ্থনৈতিক যোগসূত্ৰ আৰু মানসিক গঢ় বিশেষ বৈশিষ্ট্য হ'লেও অসমত এটা বৈশিষ্ট্যসমূহ এটা ধাৰাৰ নহয়; বা এটা গোষ্ঠীৰ নহয়। প্ৰতিটো বিষয়েই বিভিন্ন জনগোষ্ঠীৰ নিজস্ব বিষয়ৰ সংমিশ্ৰণ। যি সংমিশ্ৰণকে এক ছেদবিন্দুগত বৈশিষ্ট্য বুলি ক'ব পৰা হয়। অসমলৈ বহু শতিকাৰ পূৰ্বে অষ্ট্ৰেলিয়া বা প্ৰাচীন ককেচীয় প্ৰজাতিৰ লোকৰ প্ৰজনন হয় বুলি নৃ-তাত্ত্বিকসকলে কয়। ইয়াৰ পাচতে ককেচীয় প্ৰজাতিৰ লোকসকলৰ প্ৰব্ৰজন হয়। প্ৰাচীন ককেচীয় প্ৰদাতিৰ লোকসকলৰ পূব-পশ্চিম দিশেৰে, সংশোধনী লোকসকলৰ উত্তৰ-পূব দিশেৰে আৰু পশ্চিমৰ পৰা ককেচীয় প্ৰজাতি লোকৰ প্ৰব্ৰজন হয় বুলি কয়। প্ৰব্ৰজনকাৰী এই বিভিন্ন প্ৰজাতিসমূহৰ সংমিশ্ৰনেই অসমীয়া জাতিগঠনৰ মূল ভিত্তি। অসমীয়া জৈৱিক চৰিত্ৰত এই প্ৰজাতিসমূহৰ অৱদান নাই। প্ৰজাতিৰ বিভিন্নতাই অসমত বহু জনগোষ্ঠীৰ সৃষ্টিৰ উৎস। অসমৰ ভৌগোলিক সীমাৰেখাৰ ভিতৰত বাস কৰা এই বিভিন্ন জনগোষ্ঠীয়ে ইতিহাসৰ ঘটনাপ্ৰবাহৰ লগত এক সংহতিপূৰ্ণ ভৌগোলিক অৱস্থান লৈছে আৰু এক অৰ্থনৈতিক কাঠামোৰ সৃষ্টি কৰিছে। এই জনগোষ্ঠীসমূহৰ ভৌগোলিক অৱস্থান আৰু অৰ্থনৈতিক দিশে অসমীয়া জাতিৰ এক উমৈহতীয়া বাসভূমি আৰু উমৈহতীয়া অৰ্থনৈতিক যোগসূত্ৰ স্থাপন কৰিছে। যিয়ে জাতিগঠনৰ সূত্ৰৰ এক জনগোষ্ঠীৰ ত্ৰিবিমীয় ধাৰণাৰ সৈতে চতুৰ্বিমীয় ধাৰণাৰ সৃষ্টি কৰিছে। মূলতঃ অসমৰ ভৌগোলিক খণ্ডত যিকেইটা জনগোষ্ঠীয়ে ইতিহাসৰ বিভিন্ন ঘটনাপ্ৰবাহৰ মাজেৰে এক সংহতিপূৰ্ণ বসতি স্থাপন কৰি আহিছে। তেওঁলোকৰ বাসভূমি আৰু অৰ্থনৈতিক জীৱনে অসমীয়া জাতিগঠনৰ প্ৰক্ৰিয়াক গতিশীল কৰিছে।

আজিৰ অসমীয়া সংস্কৃতিত অসমৰ বিভিন্ন জনগোষ্ঠীৰ সংমিশ্ৰণত সৃষ্টি হোৱা এক সংস্কৃতি। 'ভাষা' সংস্কৃতিৰ এক মৌলিক উপাদান। প্ৰজাতিসমূহৰ বিভিন্ন জনগোষ্ঠীৰ নিজস্ব ভাষা-সংস্কৃতিৰ এক সংমিশ্ৰণত সৃষ্টি হৈছে অসমীয়া ভাষা। প্ৰতিটো জনগোষ্ঠীৰ নিজস্ব ভাষা-সংস্কৃতি আছে। আৰু এই ভাষা-সংস্কৃতিৰ বিকাশ এক মৌলিক বিষয়। জনগোষ্ঠীয় ভাষা-সংস্কৃতিৰ সংমিশ্ৰণ আৰু অৱদানত সৃষ্টি হোৱা অসমীয়া ভাষা-সংস্কৃতিৰ বিকাশ সম্পূৰ্ণ হ'ব নোৱাৰে, যদিহে জনগোষ্ঠীসমূহৰ ভাষা-সংস্কৃতিৰ বিকাশ সম্পূৰ্ণ নহয়। আমি মনত ৰখা নিশ্চয় উচিত হ'ব যে মানৱ প্ৰজাতিসমূহৰ সংমিশ্ৰণ আৰু অৱদানেৰে সৃষ্টি হোৱা অসমীয়া ভাষাক প্ৰাচীন প্ৰজাতীয় লোকসকলে



অসমলৈ আহি নিজৰ মাতৃভাষা হিচাপে গ্ৰহণ কৰিছে। অসমৰ বিভিন্ন জনগোষ্ঠীসমূহে নিজৰ ভাষাক সংৰক্ষণ আৰু উন্নত কৰাৰ লগতে অসমীয়া ভাষাক এক উমৈহতীয়া ভাষাৰূপে বহু যুগৰ পূৰ্বেই গ্ৰহণ কৰি আহিছে। অসমীয়া ভাষাক উমৈহতীয়া ভাষা হিচাপে গ্ৰহণ কৰা জনগোষ্ঠীসমূহৰ ভাষাৰ মৰ্যাদা দিব নিবিচাৰিলে গোষ্ঠীগত সংঘাত সৃষ্টি হোৱা স্বাভাৱিক। যিটো আজিৰ অসমত স্পষ্ট হৈছে। বিভিন্ন প্ৰজাতিৰ লোকে যি ভাষা-সংস্কৃতি লৈ অসমত প্ৰৱেশ কৰিছিল আৰু পূৰ্বৰে পৰা অসমত আছিল, সময়ত সেইবোৰৰ পৰিবৰ্তন ঘটিল। তেওঁলোকৰ ভাষা যিয়েই নহওক, বৰ্তমান তেওঁলোকে নিজে যি ভাষা কয় সেইবোৰেই পৰিবৰ্তিত হৈ বৰ্তমানৰ ৰূপ লৈছে অসমত। এই ভাষাও অসমৰ ভাষা। অসমৰ ভাষা কোৱা বিভিন্ন জনগোষ্ঠীসমূহেই অসমীয়া। অসমৰ বিভিন্ন প্ৰজাতি আৰু জনগোষ্ঠীৰ সংমিশ্ৰণৰ ফলত যি অসমীয়া ভাষা সৃষ্টি হ'ল, ইয়েই জাতি গঠনৰ ত্ৰিবিমীয় ধাৰণাৰ সলনি চতুৰ্বিমীয় ধাৰণাৰ সৃষ্টি কৰি অসমীয়া জাতি গঠনৰ সূত্ৰৰ পূৰ্ণতা প্ৰদান কৰিছে।

পূৰ্বৰ মানৱৰ প্ৰজাতিসমূহৰ প্ৰব্ৰজন আৰু সংমিশ্ৰণৰ বহু পিচত প্ৰাচীন ককেচীয় প্ৰজাতিৰ অন্তৰ্গত আজিৰ চাহ জনগোষ্ঠীৰ শ্ৰেণী অসমলৈ প্ৰব্ৰজন হৈছে। আনহাতে প্ৰায় দ্বাদশ শতাব্দীৰ পৰাই অসমলৈ ককেচীয় প্ৰজাতিৰ ইছলাম ধৰ্মীয় সম্প্ৰদায়ৰ লোকসকল আজি অসমীয়া জাতিৰ মাজত এক জনগোষ্ঠী হিচাপে অসমীয়া জাতিৰ শক্তি বৃদ্ধি কৰিছে। এই সংঘটনৰ ফলস্বৰূপে অসমৰ সামূহিক জনগোষ্ঠীৰ জাতি গঠনৰ প্ৰক্ৰিয়া গোটেই বিশ্বৰ বুকুতে এক বিৰল দৃষ্টান্ত। অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়া এতিয়াও শেষ হোৱা নাই। এনেক্ষেত্ৰত অসমীয়া জাতিৰ এই প্ৰক্ৰিয়াটোক হৃদয়ংগম কৰিব নোৱাৰাকৈ আমি অসমৰ সামূহিক পৰিবৰ্তনৰ বাবে আগুৱাই যোৱাটো কাৰ্যকৰী হ'ব নোৱাৰে। এই দিশত বৌদ্ধিক কছৰৎ কৰাৰ পৰিবৰ্তে মুক্ত আৰু আত্মিকভাব গঢ়ি তুলিব পাৰিলে আৰু পৰস্পৰৰ প্ৰতি সহায় আৰু সন্মানজনক স্থিতি ৰাখিব পাৰিলেহে গোষ্ঠীগত চিন্তাৰ পৰা মুক্ত হ'ব পৰা যাব।

জনগোষ্ঠীয় ভাষা-সংস্কৃতিৰ সংমিশ্ৰণ আৰু অৱদানত সৃষ্টি হোৱা অসমীয়া ভাষা-সংস্কৃতিৰ বিকাশ সম্পূৰ্ণ হ'ব নোৱাৰে, যদিহে জনগোষ্ঠীৰ ভাষাৰ বিকাশ সম্পূৰ্ণ হৈ উঠিব নোৱাৰে। এই সত্যটো অসম সাহিত্য সভাই উপলব্ধি কৰিছে যদিও কাৰ্যত প্ৰতিফলিত হোৱা দেখা নাই। ফলত জনগোষ্ঠীৰ উত্তৰণৰ লগে লগে দ্বন্দ্বৰ সৃষ্টি হোৱাটো স্বাভাৱিক। ইয়াৰ পৰিণতিতেই গোষ্ঠীয় সাহিত্য সভাবিলাকৰ সৃষ্টি হৈছে বুলি ক'লেও নিশ্চয় অত্যুক্তি কৰা নহ'ব। জনগোষ্ঠীয় সাহিত্য সভাসমূহে নিজৰ ভাষা-সংস্কৃতিৰ বিকাশৰ বাবে কাম কৰাৰ লগতে অসম সাহিত্য সভাৰ অসমৰ সমূহ জনজাতীয় ভাষা আৰু সংস্কৃতিৰ বিকাশৰ বাবে বিশেষ দায়িত্ববোধ থকা প্ৰয়োজন আছিল। বিভিন্ন জনগোষ্ঠীৰ পৰা সাংস্কৃতিক বৈশিষ্ট্যই অসমীয়া ভাষা-সংস্কৃতিক চহকী কৰাৰ ক্ষেত্ৰত অসম সাহিত্য সভাই অসমীয়া ভাষাৰ স্বকীয় বৈশিষ্ট্য বজাই ৰখা জনগোষ্ঠীৰ ভাষাসমূহৰ সমবিকাশৰ বাবে আঁচনি লোৱাটো উচিত আছিল।

অসমৰ জাতীয় জীৱনত অসম সাহিত্য সভাই নিজৰ গুৰুত্বক উপলব্ধি কৰিব নোৱাৰা বুলি অভিযোগ উত্থাপিত হোৱাটো অতি পৰিতাপৰ বিষয়। আজি ইংৰাজী মাধ্যমৰ বিদ্যালয়ৰ প্ৰসংগই অসমীয়া সাহিত্যৰ বিকাশত নেতিবাচক প্ৰভাৱ পেলোৱাৰ লগতে গ্ৰন্থ প্ৰকাশনৰ ক্ষেত্ৰত আহি পৰা অন্তৰায়সমূহৰ ক্ষেত্ৰত সাহিত্য সভাই কিবা কাৰ্যসূচী গ্ৰহণ কৰিছে নে? আমি লক্ষ্য কৰিছো অতি কম জনসংখ্যাৰ অসমীয়া সমাজখনত ইংৰাজী মাধ্যমৰ বিদ্যালয়ৰ প্ৰসাৰে অসমীয়া কিতাপ পঢ়াৰ সংখ্যা বৃদ্ধিত বাধা স্বৰূপ হৈছে। ইংৰাজী মাধ্যমৰ বিদ্যালয়ত পঢ়িবলৈ দিয়া অসমীয়া অভিভাৱকসকলে আৰু এনে শিক্ষানুষ্ঠানসমূহেও অসমীয়া গ্ৰন্থ পঢ়াৰ এক পৰিৱেশ সৃষ্টি কৰিবলৈ নিবিচৰাত উঠি অহা চামৰ মাজত অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি চিনাকিয়েই নাইকিয়া হোৱাৰ উপক্ৰম হৈছে। সামাজিক দায়বদ্ধতা থকাৰ বাবেই পঞ্চাশৰ দশকলৈ ইংৰাজী মাধ্যম অসমীয়া সাহিত্য বিকাশত সহায়ক আছিল। কিন্তু আজিৰ ভোগবাদী সমাজত ইংৰাজী মাধ্যমে তাৰ বিৰূপ প্ৰতিক্ৰিয়াৰহে সৃষ্টি কৰিছে। আনহাতে নতুন নতুন ৰুচিবোধৰ জন্ম দি প্ৰচাৰ মাধ্যমে নিজস্ব স্থিতি শক্তিশালী কৰিবলৈ যাওঁতে তাৰ নেতিবাচক প্ৰভাৱ পৰিছে গ্ৰন্থ প্ৰকাশনৰ জগতখনত। পৰিবৰ্তনশীল ভোগবাদী সমাজৰ ৰুচিবোধৰ তাৎক্ষণিক পৰিবৰ্তনে গ্ৰন্থ পঢ়াৰ ধাৰাক গতিশীল কৰাৰ বিপৰীতে সংকুচিতহে কৰিছে। দূৰদৰ্শনৰ দৰে মাধ্যমসমূহেও মানুহৰ সময় সংকুচিত কৰিছে। প্ৰচাৰ মাধ্যমে বস্তুবাদী চিন্তাতকৈ ভাববাদী চিন্তাত মানুহক আবদ্ধ কৰি ৰাখিবলৈ যত্নবান হৈছে। ফলত অধ্যয়নৰ সময় সংকুচিত হোৱাত গ্ৰন্থ প্ৰকাশনৰ ক্ষেত্ৰখনত স্বাভাৱিকভাৱেই বাধাৰ জন্ম পৰিলক্ষিত হৈছে। এনে ক্ষেত্ৰত সাহিত্য সভাৰ কাৰ্যসূচী কিবা আছেনে? অসম সাহিত্য সভাই নিজস্ব দায়িত্ব হিচাপে লক্ষ্য ৰখাটো উচিত আছিল যে অসমীয়া গ্ৰন্থৰ আজিৰ যিটো স্তৰলৈ যোৱাৰ প্ৰয়োজন আছিল, সেইটো স্তৰত থিয় হ'ব পৰা নাই। ব্যৱহাৰিক জীৱনৰ সংস্পৰ্শত অহা দিশসমূহ আগত লৈ সামাজিক দায়বদ্ধতাক স্বীকাৰ কৰি পুথি ৰচনাৰ আজিৰ প্ৰয়োজনীয় সময়ক আমি গুৰুত্ব দিবলৈ নিবিচৰা বাবেই হয়তো অসমীয়া পুথিৰ মান অধিক অগ্ৰসৰ হ'ব পৰা নাই। পঢ়ুৱৈৰ সংখ্যা বৃদ্ধি কৰিব নোৱাৰাত লেখক আৰু প্ৰকাশকক চিন্তাৰ গভীৰতালৈ নিয়াত হেঙাৰ স্বৰূপ হৈছে। আলোচ্য বিষয়ত অসম সাহিত্য সভাই দায়িত্ব নিশ্চয় উলাই কৰিব নোৱাৰে।

অসম সাহিত্য সভাই অসমীয়া জাতিক প্ৰতিনিধিত্ব কৰে। সাহিত্য সভাৰ প্ৰতিটো চিন্তাই জাতিটোত প্ৰভাৱ পেলাব পাৰে। সেই বাবেই সাহিত্য সভাৰ দায়িত্ব কাৰো লগত তুলনা নহয়। মেলামুখী হ'লেও সাহিত্য সভাৰ বাৰ্ষিক সভা সকলোৰে আগ্ৰহৰ, সাহিত্য সভাৰ সভাপতিগৰাকী সকলোৰে শ্ৰদ্ধাৰ। আমাৰ প্ৰস্তাৱ হ'ল দুবছৰীয়া কাৰ্যকালৰ সাহিত্য সভাৰ মাজৰ বছৰটোত 'জনগোষ্ঠীয় ভাষা বিকাশ থলী'ৰ লগতে কেন্দ্ৰীয় গ্ৰন্থমেলাৰ আয়োজন কৰিব লাগে। সাহিত্য সভাই দুবছৰত এবাৰকৈ বৃহৎ আকাৰত গ্ৰন্থমেলা অনুষ্ঠিত কৰিলে সাহিত্য সভাৰ লগতে সমাজখনলৈও এক নতুন জাগৰণ আনিব। আমাৰ বিশ্বাস—অসমৰ সামাজিক সমস্যাসমূহৰ ক্ষেত্ৰত যুক্তিনিষ্ঠভাৱে আৰু নিৰপেক্ষভাৱে সাধাৰণ সূত্ৰ দিব পাৰিলে অসম সাহিত্য সভা অসমবাসীৰ মেৰুদণ্ড হৈ থাকিব।

# নবীন লেখক-লেখিকা অসম সাহিত্য সভা ইত্যাদি

জিতেন শৰ্মা

আজিৰ পৰা প্ৰায় দুকুৰি বছৰ আগৰ কথা। অসম সাহিত্য সভাৰ নলবাৰীৰ অধিৱেশন বহিছে। আমাৰ ঘৰৰ ঠিক পদূলিতে থকা নলবাৰী মহাবিদ্যালয়ৰ খেলপথাৰত মূল মণ্ডপ, আৰু ঘাই আলিটো পাৰ হ'লেই সিপাৰে প্ৰদৰ্শনী স্থল। ক'বই নালাগে আমাৰ ঘৰখন আলহীৰে ভৰপূৰ। তাতোকৈ ডাঙৰ কথা সেইকেইটা দিনত পঢ়া-শুনাৰ বাবে কাৰো তদাৰকী নাই, মা-দেউতাৰ ৰঙা চকু নাই। মুঠতে সম্পূৰ্ণ স্বাধীন। পুৱাৰ পৰা নিশা আন্ধাৰ হোৱালৈ মানুহৰ মাজে মাজে পিনপিনাই ঘূৰি ফুৰিছো। ভাত খোৱাৰ সময়খিনিৰ বাহিৰে কাৰো বিচাৰ লোৱাৰ আহৰি নাই। ৰাতি আন্ধাৰ হোৱাৰ লগে লগে গাত যেনেতেনে গৰম কাপোৰ এখন লৈ সমুখৰ শাৰীত নৰাৰ ওপৰত বহি দোভাগ নিশালৈ সাংস্কৃতিক সন্ধিয়া উপভোগ কৰিব পাৰিলো, কাৰো অনুমতি নোহোৱাকৈ চামতাৰ 'সুৰদেৰী থিয়েটাৰ'ৰ 'ৰজা হৰিশ্চন্দ্ৰ' নাটক শেষলৈ চাব পাৰিলো ; আৰু কি লাগিছে? কি মজা! 'অসম সাহিত্য সভা'ৰ সৈতে সেয়াই আছিল আমাৰ প্ৰথম পৰিচয় আৰু তেতিয়াই মনত এটা বদ্ধমূল ধাৰণাই গঢ় লৈছিল। 'সাহিত্য সভা' মানেই এখন বৃহৎ মেলা আৰু চাৰিওফালে এক মুকলিমূৰীয়া পৰিবেশ সৃষ্টি হোৱা বছৰেকীয়া উছৱ।

সেই দুকুৰি বছৰ আগৰ সাহিত্য সভা আৰু আজিৰ সাহিত্য সভাৰ মাজত বহুত ব্যৱধান বাঢ়িল। তেতিয়া অধিৱেশনৰ বাজেট আছিল খুউব বেছি তিনি লাখ, আজিৰ অভ্যৰ্থনা সমিতিয়ে বাজেট কৰে পয়ঁসত্তৰ লাখৰ। তেতিয়াৰ দৰ্শকৰ সংখ্যা আছিল অতি বেছি কুৰি হাজাৰ, আজি সেই সংখ্যা হয়গৈ কেইবা লক্ষ। নলবাৰী অধিৱেশনৰ সময়ত আমি আছিলো কৈশোৰ আৰু শৈশৱ কালৰ সন্ধিক্ষণত উপস্থিত হোৱা এজন নিমিত্ত মাত্ৰ বালক, আজি জীৱনৰ প্ৰায় আদবয়সত আমি হৈছোহি কিছুমান কথা যুকিয়াই চাব পৰাৰ জোখাৰে এজন প্ৰাপ্তবয়স্ক মানুহ। এবাধৰাকৈ হ'লেও অসম সাহিত্য সভাৰ কেইবাখনো অধিৱেশন দেখাৰ সৌভাগ্য হ'ল, কিন্তু এটা কথা দ্বিধাহীনভাৱে ক'বলৈ বাধ্য হ'লো— সেই তাহানিৰ কৈশোৰ অৱস্থাত সাহিত্য সভাৰ অধিৱেশন বুলিলে মনত যি ধাৰণাই পোখা মেলিছিল সেয়া আজিলৈকে পৰিবৰ্তিত কৰিব নোৱাৰিলো— বহুবাৰ যুক্তিৰে আত্মবিশ্লেষণ কৰাৰ পিছতো।

হয়, অসম সাহিত্য সভাৰ বাৰ্ষিক অধিৱেশনক আজিও মানুহে কেৱল 'মেলা' বুলিহে ক'বলৈ দ্বিধাবোধ নকৰে। বহুতে মধ্যকালীন অধিৱেশনখনৰ নামতো আধাকোটি টকা ব্যয় কৰাৰ কোনো যুক্তি বিচাৰি নাপায়। সাহিত্য সভাৰ এনে অধিৱেশনবোৰত সাহিত্যৰ কোনো বস্তুনিষ্ঠ আলোচনা বা সিদ্ধান্ততকৈ জাকজমকপূৰ্ণ কাৰ্যসূচীবোৰেহে আগস্থান লভে বুলি সৰ্বত্ৰ সমালোচনাৰ জোৱাৰ উঠে। প্ৰতিনিধি সভাবোৰত সাহিত্য সম্বন্ধীয় কথা-বতৰাতকৈ ব্যক্তিগত স্বাৰ্থপূৰণৰ দিশবোৰেহে অগ্ৰাধিকাৰ লাভ কৰা বুলি বাতৰি প্ৰকাশ পায়। প্ৰতিনিধি সভাবোৰত বছৰেকীয়া কাৰ্যসূচীবোৰৰ খতিয়ান দিয়া-লোৱাতকৈ কৰ্মকৰ্তা, প্ৰতিনিধিসকলে বিষয়ববাব লোৱা কথাটোতহে অধিক প্ৰাধান্য দিয়ে। এইবোৰ কথা 'নহয়' বুলিওতো কোনেও ন-দি ক'ব নোৱাৰে। এই লেখকৰে এক নিৰ্মম অভিজ্ঞতা হৈছিল আজিৰেপৰা কিছু বছৰ আগতে সাহিত্য সভাৰ বিলাসীপাৰা অধিৱেশনৰ সময়ত। সময় তেতিয়া বিয়লি তিনি বজা। অতি গুৰুত্বপূৰ্ণ বিষয় এটাৰে সভাৰ বুৰঞ্জী অধিৱেশন চলি আছে। মঞ্চত বক্তৃতা দি আছে অসমৰ এগৰাকী প্ৰথিতযশা বুৰঞ্জীবিদ, লেখক শ্ৰদ্ধেয় উদয়াদিত্য ভৰালীদেৱে। কুৰি হাজাৰ দৰ্শক-শ্ৰোতা বহিব পৰা সমুখৰ প্ৰেক্ষাগৃহত তেতিয়া কুৰিজন শ্ৰোতাও নাই। পাঁচ সহস্ৰাধিক প্ৰতিনিধি, অৰ্ধশতাধিক সাহিত্য সভাৰ কৰ্মকৰ্তা কাৰো উপস্থিতি নাই, কেৱল (হয়তো ভাগৰত লালকাল হৈ আহি) চকীত ঠেং-হাত মেলি ভাগৰ জুৰোৱা সেই কুৰিজন বয়স্ক মানুহৰ বাহিৰে। এই দৃশ্য কেৱল সাহিত্য সভাৰ বিলাসীপাৰা অধিৱেশনতে যে দৃশ্যমান হ'ল সেয়া নহয়, কম-বেছি পৰিমাণে মঙলদৈ, মৰিগাঁও, টিহু, পাঠশালা, সৰ্থেবাৰী, হাজো, শুৱালকুছি সকলোতে প্ৰায় একেই ঘটনাৰ পুনৰাবৃত্তি। কিন্তু আচৰিত, নিশাৰ আন্ধাৰ নামি অহাৰ আগমুহূৰ্তৰ পৰাই সভাগৃহৰ কথাতো বাদেই ওচৰে-পাঁজৰে দৰ্শক-শ্ৰোতাৰ হেঁচা-ঠেলা, ভিৰৰ প্ৰকোপত কলখোৱা ধাতু বাজ হোৱাৰ উপক্ৰম। কাৰণ মঞ্চত অলপ পিচতে উঠিবহি নামী-দামী গায়ক বা আমন্ত্ৰিত শিল্পীৰ দল।

সেইবুলি সাহিত্য সভা উপলক্ষে এনেদৰে লাখ লাখ মানুহ সমবেত হোৱাটো দোষণীয় কথা হয়নে? ১৯৯৭ চনৰ বিলাসীপাৰা অধিৱেশনৰ মুকলি সভা উদ্বোধন কৰিবলৈ আহিছিল তদানীন্তন ভাৰতৰ ৰাষ্ট্ৰপতি মহোদয় কে আৰ নাৰায়ণন। কোৱা বাহুল্য তেখেত কেৱল এজন ৰাজনীতিকেই নাছিল, এগৰাকী বিদগ্ধ পণ্ডিত আৰু লেখকৰ উপৰি আছিল ৰামায়ণী সাহিত্যৰ এগৰাকী গৱেষকো। উদ্বোধনী ভাষণ দিবলৈ তেখেতে মাইক্ৰ'ফোনৰ সমুখত থিয় দিয়েই হাতত লৈ অহা লিখিত ভাষণখন কোটৰ মোনাত ভৰাই থ'লে। লগে লগে তেখেতে আৰম্ভ কৰিলে— "মই যিখন অভিভাষণ ইয়াত পাঠ কৰিম বুলি যুগুতাই আনিছিলো সেইখন হ'ল অনেক তত্ত্বকথাৰে ভৰা। মই ভাবিছিলো সাহিত্যৰ সভা যেতিয়া ইয়াৰ শ্ৰোতাসকলো হ'ব বিশ্ববিদ্যালয়ৰ সমাৱৰ্তন উৎসৱৰ প্ৰেক্ষাগৃহত উপস্থিত থকাৰ দৰে গণ্য-মান্য, বিজ্ঞ কিছুমান বিশেষ আমন্ত্ৰিত লোক। কিন্তু ইয়ালৈ আহি মই অভিভূত হৈ গ'লো। সাহিত্যৰ সভা এখনত ইমান মানুহ — তাকো এনেধৰণৰ মানুহবোৰ মোৰ সমুখত। মই দৃঢ়ভাৱে ক'ব পাৰো এই দৃশ্য গোটেই পৃথিৱীতে দেখা পোৱা নাযাব। এইসকল শ্ৰোতাৰ সমুখত মই পাণ্ডিত্যপূৰ্ণ ভাষণ দি সময় নষ্ট কৰিব খোজা নাই, গতিকে মই লিখিত নহয় মৌখিকভাৱেহে অন্য কথা কেইটামান কওঁ।" প্ৰয়াত ৰাষ্ট্ৰপতিগৰাকীৰ কথাই ঠিক। পৃথিৱীৰ কোনো প্ৰান্ততে সাহিত্যৰ সভা এখনত ইমান মানুহৰ সমাৱেশ ঘটাৰ ঘটনা বিৰল। এই লাখ লাখ মানুহ সাহিত্যৰ অনুৰাগী নহ'ব পাৰে, লেখক-সাহিত্যিক নহ'ব পাৰে, কিন্তু সাহিত্য সভাৰ প্ৰতি প্ৰত্যেকৰে এক আন্তৰিক টান নাথাকিলে তেওঁলোক এনেদৰে হিল-দ'ল ভাঙি সভালৈ নাহিলহেঁতেন। অসম সাহিত্য সভাৰ এইটোৱেই হ'ল পৰম ইতিবাচক দিশ। এইটো কথা সাত শতৰুৱেও স্বীকাৰ কৰিবলৈ বাধ্য— সদৌ অসম ছাত্ৰ সন্থাৰ পিচতে অসমৰ মধ্যবিত্ত জনগণৰ মাজত দ্বিতীয়টো স্থান অধিকাৰ কৰা অৰাজনৈতিক সংগঠনটোৱেই হ'ল অসম সাহিত্য সভা। হয়তো আমাৰ বুলিয়েই নহয় সাহিত্য সভাক সমালোচনা কৰাসকলৰ ভিত্তি সেয়াই— ইমানখিনি সুবিধা থকাৰ পিছতো অসমীয়া ৰাইজক বৌদ্ধিক নেতৃত্ব দিয়াৰ ক্ষেত্ৰত অসম সাহিত্য সভা পূৰামাত্ৰাই বিফল।

সাহিত্য সভাৰ বিপক্ষে ইমান গুৰুতৰ অভিযোগ আমি এনেয়ে উত্থাপন কৰা নাই। সন্দেহ আৰু সংশয়ৰ দোমোজাত থিয় হৈ থকা অসমীয়া জাতিটোৱেই নহয়, অসমীয়া ভাষা-সংস্কৃতি সকলোবোৰেই আজি বিপন্ন সংকটৰ গৰাহত। আনকি 'অসমীয়া' কোন সেই সম্পৰ্কতেই আজি প্ৰশ্নৰ অৱতাৰণা হৈছে। সুকীয়া সুকীয়া জাতিসত্তাসমূহে নিজ নিজ অস্তিত্বৰ প্ৰশ্নত সন্দিহান হৈ গা জোকাৰি উঠিছে। এই সংকটৰ সময়ত বৃহৎ অসমীয়া জাতিৰ সামূহিক ঐক্যৰ বান্ধোন সুৰক্ষিত কৰি ৰখাৰ প্ৰশ্নত অসম সাহিত্য সভাৰ ভূমিকা আৰু নেতৃত্ব সকলোৰে সন্দেহৰ উৰ্ধত হোৱাটো উচিত আছিল। কিন্তু দুৰ্ভাগ্যজনকভাৱে সভাই এই মুহূৰ্তলৈ এইক্ষেত্ৰত বলিষ্ঠ পদক্ষেপ লোৱাটো অদ্যাপি আমাৰ দৃষ্টিগোচৰ নহ'ল। ছেগা-চোৰোকাকৈ সভাই মাত মাতিবলৈ লৈছে যদিও অতি গুৰুত্বপূৰ্ণ আৰু ঐতিহাসিক সন্ধিক্ষণত এইখিনিয়েই নিশ্চয় যথেষ্ট হ'ব নোৱাৰে।

অসম সাহিত্য সভাৰ চৰম দুৰ্বলতাখিনি হ'ল, নিজস্ব খোলাটোৰ পৰা ই এতিয়াও বাহিৰ হৈ আহিব পৰা নাই। এটা নিৰ্দিষ্ট চক্ৰৰ বাহিৰে সভাই কি কৰি আছে, কি কি প্ৰস্তাৱ সভাই গ্ৰহণ কৰি তাক কাৰ্যকৰী কৰিলে, কোনবোৰ প্ৰস্তাৱ সভাই অদ্যাপি কাৰ্যকৰী কৰিব পৰা নাই— এইবোৰ কথা সেই নিৰ্দিষ্ট চক্ৰটোৰ বাহিৰে অন্যাই ভু নাপায়। আনহে নালাগে সভাই যে এতিয়ালৈ আঠশখনৰ ওপৰত গুৰুত্বপূৰ্ণ গ্ৰন্থ প্ৰকাশ কৰিছে সেয়া বহুতেই নাজানে। সাহিত্য সভা পত্ৰিকাখন নিয়মীয়াকৈ প্ৰকাশ হৈ আছে নে নাই সেই কথা সাধাৰণ পাঠকৰ জ্ঞাত নহয়। বিশ্বকোষৰ খণ্ডকেইটাৰ আকাশলংঘী মূল্য সৰ্বসাধাৰণ পাঠকৰ সাধ্যৰ বাহিৰত। এখন সৰ্বজনগৃহীত অভিধান, এখন সহজলভ্য ব্যাকৰণ প্ৰণয়নৰ ক্ষেত্ৰত সভাই গৃহীত কৰা গুৰুত্বপূৰ্ণ প্ৰস্তাৱ বৰ্তমান কি পৰ্যায়ত আছে সেয়াও ৰাইজে নাজানে। এইবোৰ কথাৰ এটা ৰেহা লগা হ'লে সাহিত্য সভাৰ লগতে সমালোচকসকলৰো মুখ বহুলাংশে জাপ খাবলৈ বাধ্য হ'লহেঁতেন। সভাই শেহতীয়াকৈ প্ৰকাশ কৰি উলিওৱা চুটি গল্প সংকলন, পূৰ্ণাংগ

নাটকৰ সংকলন আজি প্ৰকৃত প্ৰতিনিধিত্বমূলক বা নিৰপেক্ষ হোৱা বুলি সাহিত্য সভাৰ কৰ্মকৰ্তাসকলেই দাবী কৰিব পাৰেনে? এইবোৰ খেলি-মেলি বা ভিতৰুৱা সুৰুঙাবোৰ যেতিয়ালৈ বন্ধ নহয়, হয়তো সভাৰ বিপক্ষে সৃষ্টি হোৱা বুদবুদনিবোৰবো অন্ত নপৰে।

অসম সাহিত্য সভাৰ এইবোৰ বিচ্যুতি বা বিভ্ৰান্তিৰ সৈতে যুক্ত হোৱা আন এক গুৰুত্বপূৰ্ণ প্ৰসংগ হ'ল নবীন লেখক-লেখিকাসকলৰ প্ৰতি সভাই প্ৰদৰ্শন কৰি অহা ধাৰাবাহিক অনীহাৰ প্ৰশ্নটো। হয়, সাহিত্য সভাই নবীন লেখক-লেখিকাসকলৰ মাজত উপন্যাস, গল্প, নাটক আদিৰ বছৰেকীয়া প্ৰতিযোগিতা একোখন অনুষ্ঠিত কৰে বা কবি সন্মিলনত নতুন কবি গোটাচেৰেকক কবিতা পাঠ কৰিবলৈ সুবিধা দিয়ে। কিন্তু সেয়াই পৰ্যাপ্ত হয়নে? সভাৰ কৰ্মকাণ্ডৰ পৰা এটা কথা পৰিলক্ষিত হৈছে তেওঁলোকে পঁয়ত্ৰিশ বা চল্লিশ বছৰৰ তলৰখিনিকহে নবীন লেখক বুলি ধৰে — কিছুমানে যে পঞ্চাশ বছৰৰ পিছত বা চাকৰি-বাকৰিৰ পৰা অৱসৰ লোৱাৰ পিছতহে লেখা-মেলাত ধাৰাবাহিকভাৱে মনোনিৱেশ কৰে তেওঁলোক সভাৰ দৃষ্টিৰ বাহিৰতে ৰৈ যায়। আচলতে সভাই এই প্ৰতিযোগিতাসমূহ মুকলিকৈ ৰাখিলে বহুতৰ বাবেই সুবিধাজনক হ'লহেঁতেন। বহুখিনি অপ্ৰকাশিত সম্পদ, সভাৰ আকাৰে প্ৰকাশ হ'লহেঁতেন ; এই প্ৰতিযোগিতাসমূহেও এক নতুন মাত্ৰা পালেহেঁতেন। তাতোকৈও ডাঙৰ কথাটো হ'ল নবীন লেখক-লেখিকাসকলৰ লেখা-মেলাৰ মূল্যায়ন কৰিবলৈ বিজ্ঞ আৰু অভিজ্ঞসকলৰ মনোভাব সদায় নঞৰ্থক। তাহানি কালৰ পৰা আমাৰ সাহিত্যত সমালোচকৰ অভাৱ প্ৰকট হৈ আহিছে। সমালোচনাৰ নামত লেখক-লেখিকাৰ সৈতে সম্ভাৱ থকা বা অনুৰোধপুষ্ট হোৱা এচামে নতুন কিতাপৰ বিজ্ঞাপনধৰ্মী লেখাহে প্ৰচাৰ কৰে, প্ৰকৃত সমালোচনা নহয়। নতুন লেখক-লেখিকাসকলৰ এই লবী বা অনুগ্ৰহদাতা নথকাটোৱেই স্বাভাৱিক। ফলত বহু উচ্চমানৰ লেখাও পাঠকৰ দৃষ্টিৰ বাহিৰত ৰৈ যায়, সঠিক মূল্যায়নৰ অভাৱ আৰু অমনোযোগিতাই সেইগৰাকী লেখকৰ ভৱিষ্যৎ সৃষ্টিৰ তাড়নাও মলঙিবলৈ আৰম্ভ কৰে। লাহে লাহে এই নতুন লেখকজনে নিজকে অৱহেলিতবোধ কৰে আৰু সাহিত্য সভাৰ প্ৰতিও অৱধাৰিতভাৱে সৃষ্টি হয় এক অহেতুক ক্ষোভ— যেন সভাই অকণমান দায়িত্ব লোৱা হ'লেই এই অবাঞ্ছিত পৰিস্থিতিৰ পৰা সকাহ পোৱা গ'লহেঁতেন। আমাৰ ব্যক্তিগত পৰামৰ্শ হ'ল এইসকল নবীন লেখক-লেখিকাক উৎসাহ- উদ্‌গনি যোগোৱাৰ স্বাৰ্থতে অসম সাহিত্য সভাই এক সুকীয়া কোষ গঠন কৰি এচাম অভিজ্ঞ আৰু নিৰপেক্ষ সমালোচকৰ দ্বাৰা নতুন লেখক-লেখিকাৰ পুথিসমূহ মূল্যায়ন কৰাৰ ব্যৱস্থা কৰক। সভাৰ নিজস্ব পত্ৰিকাৰ উপৰি এক সুকীয়া গ্ৰন্থ পৰিচয়ৰ পুস্তিকা প্ৰকাশ কৰি তাতেই এই সমালোচনাবোৰ প্ৰকাশ কৰাৰ ব্যৱস্থা কৰক। তাৰ পিচত কাৰো একো ক'বলৈ বাকী নাথাকিব নিশ্চয়। এইটো কথা অৱশ্যেই ঠিক, এগৰাকী ব্যক্তিৰ পক্ষে বছৰটোত প্ৰকাশিত হোৱা সমস্ত কিতাপেই সংগ্ৰহ কৰি আদ্যোপান্ত খৰচি মাৰি পঢ়ি সেই কিতাপখনৰ সমালোচনা লিখাটো সম্ভৱপৰ কথা নহয়। এইক্ষেত্ৰত লেখক-প্ৰকাশকৰ দায়িত্বও এৰাব পৰা বিধৰ নহয়। সেইবাবেই আমি সাহিত্য সভাকে অনুৰোধ কৰিছো তেওঁলোকেই দায়িত্ব লওক, লেখক-প্ৰকাশকসকলে নিশ্চয় মুকলি মনেৰে সাহিত্য সভাৰ সৈতে সহযোগ কৰিব।

আমাৰ মনত আৰু এটা খুদুৱনি আছে। অসম সাহিত্য সভাৰ উদ্যোগত বা ইয়াৰ শাখা সভাবোৰৰ সৌজন্যত মাজে মাজে একোটা নিৰ্দিষ্ট বিষয়ৰ ওপৰত একোখন আলোচনাচক্ৰৰ আয়োজন কৰা হয়। প্ৰায়ক্ষেত্ৰতে দেখা যায় এইবোৰ আলোচনা সভাত নিৰ্দিষ্ট কেইগৰাকীমান সাহিত্য সভাৰ সৈতে সম্ভাৱ থকা বা জড়িত হৈ থকা ব্যক্তিৰ বাহিৰে অন্যক আমন্ত্ৰণ কৰা নহয়। বিশেষকৈ নবীন লেখক-লেখিকাসকল বা বয়সত তৰুণসকল এই তালিকাৰ পৰা সম্পূৰ্ণ বাদ হৈ থাকে। নবীনসকলৰ চিন্তা চৰ্চাৰ সৈতে ৱাকিবহাল নোহোৱাকৈ সৃষ্টিৰ মূল্যায়ন অসম্ভৱ বুলিয়েই আমি জানো বা বিশ্বাস কৰো। এনেস্থলত দুগৰাকী প্ৰবীণৰ সৈতে এগৰাকী নবীন চিন্তাবিদক স্থান দিয়াৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ আপত্তি নিশ্চয় থাকিব নালাগে। কথাষাৰ আমি এইকাৰণেই ক'লো— অসম সাহিত্য সভাৰ ভাৰপ্ৰাপ্ত সভাপতি হৈ থকাকালত বিশ্ব বৰুৱাদেৱে প্ৰকাশ কৰিছিল— "সভাই নিজে সাহিত্য সৃষ্টি নকৰে। কিন্তু সাহিত্য সৃষ্টিৰ পৰিবেশ গঢ়ি তোলে আৰু সাহিত্যিকক সাহিত্য চৰ্চাৰ বাবে বিভিন্ন উপায়েৰে প্ৰোৎসাহন দিয়ে।

১৯১৭ চনত শিৱসাগৰত পদ্মনাথ গোহাঞিবৰুৱাৰ সভাপতিত্বত ২৬ আৰু ২৭ ডিচেম্বৰত অসম সাহিত্য সভাৰ যি প্ৰথম অধিৱেশন অনুষ্ঠিত হৈছিল তাৰ পিচৰ পৰা সাহিত্য সভাৰ বহুতো গুণগত পৰিবৰ্তন ঘটিল। সাহিত্য সভাই এতিয়ালৈ প্ৰায় সাতত্ৰিশটা ন্যাসৰ যোগে বিভিন্ন কাম-কাজ কৰি আছে। তথাপি যে প্ৰশ্ন উঠি আছে 'জাতীয় অনুষ্ঠানৰ মৰ্যাদা লাভ কৰা এই বৃহৎ সংগঠনটোৱে আৱেগৰ লগতে চেতনাক জোকাৰি যোৱা কি কি কাম কৰিলে'— সেয়া চিন্তনীয় কথা নহয়নে? আশাকৰো কৰ্মকৰ্তাসকলে কিছুমান টুলুঙা আৰু স্বাৰ্থজড়িত কামেৰে বা অপপ্ৰয়োগেৰে সভাৰ মৰ্যাদা হানি কৰা কামৰ পৰা বিৰত থাকিব বা ক্ষমতাৰ অপব্যৱহাৰ কৰাৰ ক্ষেত্ৰত সংযম ৰক্ষা কৰি চলিব। অনিচ্ছাসত্বেও এইখিনি কথা ক'বলৈ বাধ্য হ'লো— আশাকৰো গাত বিন্ধাজনে নিজকে খুঁটিয়াই চাব। ডি কুইনচি বোলা চিন্তাবিদজনৰ ভাষাৰেই ক'লো — "There is first the literature of knowledge and secondly the literature of power. The function of the first is to teach, the function of the second is to move."



# অন্য যুগ অন্য পুৰুষ ? ঐতিহ্য আৰু অনন্য কথনৰীতিৰ যুগলবন্দী

ড° কুতুবুদ্দিন আহমেদ

সমালোচক ড° বাণীকান্ত কাকতিয়ে তাহানিতে জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'শোণিত কুঁৱৰী' নাটকৰ সমালোচনা কৰি মন্তব্য কৰিছিল ঃ 'সাহিত্যৰ ক্ষেত্ৰত নতুনকৈ কৰিবলগীয়া কাম একো নাই। সাহিত্য ধ্বনি আৰু প্ৰতিধ্বনি মাথোন। পূৰ্বপুৰুষসকলৰ ভাবৰ ধ্বনি হৃদয়ত পূৰাকৈ প্ৰতিধ্বনিত হয়। সিয়েই সফলতা লাভ কৰে।' এই অৰ্থত আমাৰ নিজা ভাষাতো বহু নতুন সৃষ্টি সাৰ্থক হৈ উঠা নাই। কেতিয়াবা মহৎ গ্ৰন্থ সমালোচকৰ দৃষ্টিত আবেদন বিফল হৈ ধৰা দিয়ে। এনেবোৰ কাৰণতে ইংৰাজ কবি আৰু সমালোচক ডব্লিউ এইচ অডেনে এষাৰ সোণসেৰীয়া কথা কৈ গৈছে ঃ 'Some books are undeservedly forgotten while some other books are undeservedly remembered.'

অসমীয়া সমাজ জীৱনৰ বহু দিশক প্ৰতিফলিত কৰিব পৰা নহ'লেও অন্ততঃ তদানীন্তন ৰাজশাসন কালৰ সম্যক ছবি অংকন কৰা এখন এখন বিখ্যাত গ্ৰন্থ আমাৰ মনলৈ আহিছে। গ্ৰন্থখন হৈছে বিখ্যাত কথা সাহিত্যিক দেৱেন্দ্ৰনাথ আচাৰ্যৰ শক্তিশালী ৰচনা 'অন্য যুগ অন্য পুৰুষ'। অৱশ্যে গ্ৰন্থখন মহাকাব্যিক ঠাঁচৰ হৈ নুঠিলেও ইয়াত সংপৃক্ত হৈ আছে দেশীয় মাটিৰ গোন্ধ, আজি বিশ্বায়ন তথা দ্ৰুতগতিৰ শিল্পায়নৰ ফলত উল্লিখিত সমাজখন ক্ৰমাগতভাৱে হেৰাই শেষ হৈ গৈছে। সৰস বৰ্ণনা ভংগীৰ কথকতা আৰু জাতীয়তাবাদী চিন্তাৰ সংশ্লেষণত অন্য যুগ অন্য পুৰুষ হৈ উঠিল এক অনন্য প্ৰাণদায়িনী শক্তিৰ যথাৰ্থ চিত্ৰন।

কি বৈশিষ্ট্যৰে মহিমামণ্ডিত হৈ আছে আচাৰ্যৰ আলোচ্য উপন্যাসখন? আমি ভাবো আমাৰ এৰি থৈ অহা মধুৰ অতীত এটাক গ্ৰামীণ পৃষ্ঠভূমিত চিৰদিনৰ বাবে কথা সাহিত্যত মধুৰ ৰূপত বন্দী কৰা হৈছে। আজিৰ বিশ্বায়নৰ যুগত মানুহৰ গতি আৰু ব্যস্ততা অসম্ভৱ ধৰণে বৃদ্ধি হৈছে। গঞা জীৱনৰ ভিত্তি প্ৰায় ভাগি-ছিগি গৈছে। প্ৰাচীন সমাজখন এতিয়া আৰু পূৰ্বৰ ৰূপত কেতিয়াও পোৱা নাযায়। ঠিক সেই অনুক্ৰমে আমাৰ জীৱনবোধ, চিন্তা চৰ্চা, আমি ব্যৱহাৰ কৰা ভাষা কথ্যৰীতি, আচাৰ-বিচাৰ সকলোবোৰৰে বিৰাট পৰিবৰ্তন সাধন হৈছে। এয়াই সম্প্ৰতিৰ সত্য বুলি সকলোৱে গ্ৰহণো কৰিছে। এনে এক অতিশয় ব্যস্তজীৱন চৰ্যাৰ গতিময়তাত যদি আমাৰ পৰা চিৰকাললৈ হেৰাই যোৱা পূৰ্বজসকলৰ সেই সমাজখনৰ কোনো কথা সাহিত্যিকে জীৱন্তভাৱে কলাসুলভতাৰ প্ৰদৰ্শন কৰিব পাৰে তেনেহ'লে গ্ৰন্থৰসিক আৰু সাধাৰণ পঢ়ুৱৈসকল বিস্মিত নোহোৱাকৈ নাথাকে। ঠিক তেনে এখন হেৰাই যোৱা সমাজকে 'অন্য যুগ অন্য পুৰুষ'ত চিৰদিনৰ বাবে শিল্পৰ ব্যঞ্জনাৰে বন্দী কৰি

থ'লে দায়িত্বশীল কথাশিল্পী দেৱেন্দ্ৰ নাথ আচাৰ্যই।

'অন্য যুগ অন্য পুৰুষ'ত কোনো কেন্দ্ৰীয় কাহিনী বা তেনে অৰ্থত ক'বলৈ গ'লে বিশেষ উপ-কাহিনীও নাই। সচৰাচৰ পোৱা অনেক চৰিত্ৰৰ গতানুগতিক ভিৰো নাই। সেয়েহে উপন্যাসৰ সংজ্ঞাৰ ফালৰ পৰা চাবলৈ গ'লে ই এখন তেনে বিশিষ্ট উপন্যাসো নহয়। তথাপি 'অন্য যুগ অন্য পুৰুষ' আমাৰ উপন্যাস সাহিত্যৰ সাৰ্থক আৰু অনন্য সৃষ্টি হৈ আছে। ইয়াৰ আধাৰ হৈছে এক ৰোমাণ্টিক গতিশীলতাৰ প্ৰতি পঢ়ুৱৈৰ অন্তৰত ক'ব নোৱাৰাকৈ লুকাই থকা এক সঞ্চিত আকুলতা। যিখন সমাজ ইয়াৰ বহু সাৱলীলৰে বহু আগ্ৰহ আৰু হেঁপাহেৰে পৰিমণ্ডল সৃষ্টি কৰিও হেৰাই গ'ল সেই সমাজখনৰ প্ৰতি এক অন্তৰংগ চিনাকি হোৱাৰ দুৰ্বাৰ তাড়না সকলোৰে অন্তৰত থাকে। সেই সত্যটিকে লেখক আচাৰ্যই জতুৱা ভাষা আৰু দেশৰ মাটিৰ গোন্ধ থকা কথন ৰীতিৰে আমাৰ আগত দাঙি ধৰিছে।

উপন্যাসৰ চৰিত্ৰাংকনতো সেই একেই কথা। চৰিত্ৰবোৰ কোনো কাৰো বহতীয়া নহয়। সিবোৰ একে আগিত নহয়। ভিন্ন ৰুচিৰ আৰু ভিন্ন প্ৰকৃতিৰ। দৰাচলতে সমগ্ৰ ঘটনাৱলীৰ বা সমগ্ৰ চৰিত্ৰৰাজিৰ সূত্ৰধাৰ হৈছে বেং বেলেষ্টৰ নামৰ আকৰ্ষণীয় চৰিত্ৰটি। গাঁৱত ইঘৰ-সিঘৰ পোলাকাটি বা সিন্ধি খান্দি চুৰ কৰি গিৰীহঁতক জৰ্জৰিত কৰি তোলা কণটিলৌ নামৰ চোৰটোৰ কাহিনী যিদৰে বেং বেলেষ্টৰে উপাদেয় কৰি বৰ্ণনা কৰিছে সেই একে মনোৰম কথনভংগীৰে বৰ্ণনা কৰি গৈছে বিয়াঘৰত ঢোল বজাই হাতৰ তলুৱাৰ তেজ উলিয়াই দিয়া নিতাই ওজা আৰু নবীন ওজাৰ ঢোল বাদনৰ কাহিনী। ভালকৈ কোনো ঠাইতে থিতাপি ল'ব নোৱাৰা বাগানে বাগানে উফৰি ফুৰা টিকৰি ববমহাৰী, গএৱা ৰাইজে মৰম কৰা ফুলু দৰ্জিৰ কাহিনীত বেং বেলেষ্টৰে ৰেঙাই তুলিছে। বেং বেলেষ্টৰে ব্যৱহাৰ কৰা ভাষাত জতুৱা আৰু ব্যংগ দুয়োটা ৰূপেই ফুটি উঠিছে। পানীত গাখীৰ মিহলোৱা পুনাই ববগোৱাল, কানি খাবলৈ নাপালে হামিয়াই-হিকটিয়াই অশান্তি পাই থকা ময়ৰাম কানিয়া, ফিতাহি মাৰি নিজকে বৰ সাহসী বুলি যহাই শেষত আওমৰণে মৰা গেমটাইৰ কথা-কাণ্ডবোৰ বেং বেলেষ্টৰে ৰেহা লগাই বৰ্ণনা কৰিছে। আপেক্ষিকভাৱে কম গুৰুত্বপূৰ্ণ চৰিত্ৰবোৰৰ কাহিনীও লেখকৰ হৈ বেং বেলেষ্টৰে প্ৰতিনিধিত্ব কৰি আমাক জনাইছে। তৰবৰী আৰু চেঙেৰী শীৰ্ষক দুই সাধাৰণ পৰ্যায়ৰ জীৱন আৱৰ্তত থকা নাৰী চৰিত্ৰৰো উত্থাপন বেংবেলেষ্টৰে সমান দক্ষতাৰে বিৱৰি কৈছে।

দেখা যায় গএৱা জীৱনৰ দীঘ-বাণিত বেং বেলেষ্টৰ চৰিত্ৰ লোকপ্ৰজ্ঞাৰ জীৱন্ত প্ৰতীক হৈ পৰিছে। গএৱাই প্ৰত্যক্ষ কৰা প্ৰতিটো সন্ধিকালেই যেন বেং বেলেষ্টৰে জানে। সেয়েহে বেং বেলেষ্টৰে কোৱা ঘটনাংশ আৰু তাৰ সৈতে প্ৰেক্ষাপটত জড়িত চৰিত্ৰৰাজি কেৱল মুখৰোচক নহৈ এশ শতাংশ প্ৰত্যয়পূৰ্ণ হৈ পৰিছে। অসমলৈ চাহ বাগান কেনেকৈ আহিল, তেলৰ পুং কেনেকৈ হ'ল, ব্ৰিটিছে কি স্বৰূপত ৰাজ্য বিস্তাৰ কৰিলহি, গান্ধী বাপুৱে কেনেকৈ মানুহৰ জাগৰণ আনিব খুজিছে ইবিলাকৰ ঐতিহাসিক বিৱৰণতকৈ কিংবদন্তি নাইবা জনশ্ৰুতিৰ আধাৰতহে বেংবেলেষ্টৰে কৈ যায়। সেই প্ৰাণৱন্ত বিবৰণত ধৰা পৰে বেলেষ্টৰৰ স্বপ্নময় জগতখনত বিচৰণ কৰাৰ এক আকুলতা।

জনবিশ্বাস, লোকাচাৰ মিশ্ৰণ কৰি অথচ ইতিহাসক কোনো প্ৰকাৰে বিকৃত নকৰি দেৱেন্দ্ৰনাথ আচাৰ্যই অসমীয়া মাটিৰ গোন্ধত আমোলমোলাই থকা এক অভিনৱ উপন্যাস আমাক উপহাৰ দিলে। দেৱেন্দ্ৰনাথ আচাৰ্যৰ অন্য যুগ অন্য পুৰুষ ঐতিহ্য আৰু অন্যান্য কথনৰীতিৰ যুগলবন্দী বুলি সাৰ্থকভাৱেই ক'ব পাৰি। আচাৰ্যৰ অন্য দুখনি মনোৰম উপন্যাস 'কালপুৰুষ' আৰু 'জংগমতো' আলোচ্য উপন্যাসখনিৰ সকলোখিনি গতিশীল আয়তনেৰে সমানেই পৰিপুষ্টি লাভ কৰিছে।





# নলবাৰী জিলাৰ মঠ, মন্দিৰ, সত্ৰ আৰু দেৱালয়

*শেষাংশ ১১৪ পৃষ্ঠাত*

সত্ৰ আৰু নামঘৰ স্থাপিত হ'ল। নেওগদেৱৰ মতে, "সত্ৰ আৰু নামঘৰ মহাপুৰুষৰ দুটি ডাঙৰ দান আৰু অসমীয়া সমাজক নৈতিকভাৱে শুদ্ধ কৰা আৰু এক কৰা দুটি মহামন্ত্ৰ।' শংকৰদেৱৰ মৃত্যুৰ পিছত দামোদৰ দেৱীক আৰু হৰিদেৱী দুটি সুকীয়া কণ্ঠৰ সৃষ্টি হয়। ইয়াৰ উপৰি এটি বিশেষত্বপূৰ্ণ বৈষ্ণৱ অনুষ্ঠান শংকৰদেৱৰ ধৰ্মবিস্তাৰৰ ফলতে জন্ম হৈ উঠে। সেইটো হ'ল সৎসংগী সত্ৰ বা সচং। এনেদৰে অসমৰ ধৰ্মীয় আৰু সাংস্কৃতিক জীৱনত এনে বৈষ্ণৱ ধৰ্মীয় অনুষ্ঠানে অসমীয়া জনজীৱনত প্ৰভাৱ বিস্তাৰ কৰি আহিছে।

নলবাৰী জিলাত কেইবাটাও বৈষ্ণৱ মন্দিৰৰ নামঘৰ আৰু শংকৰী, দামোদৰী, হৰিদেৱী তথা সৎসংগী সত্ৰ আছে। এইবোৰৰ ভিতৰত— শ্ৰীশ্ৰী বাসুদেৱ মন্দিৰ, বালিকৰিয়া, মাধৱ মন্দিৰ, টিহু; শ্ৰীশ্ৰী কান্দেনী আইৰ মন্দিৰ, গন্ধিয়া; কলীয়া গোসাঁইৰ থান, হাৰিভাঙ্গা; হৰি মন্দিৰ, নলবাৰী; পাণ্ডৱ থান, নলবাৰী; গোপালথান, যজ্ঞভূমি; গোপালথান, চান্দকুছি, বাৰগোপালথান, সোণকানি; খুদিয়া সত্ৰ, দামোদৰ সত্ৰ, হুমাৰকুছি সত্ৰ, বিহামপুৰ সত্ৰ, বালিকৰিয়া সত্ৰ, কৈবাৰা সত্ৰ, ধুৰকুছি সত্ৰ, উলাববী সত্ৰ, খানা সত্ৰ, মৰোৱা সত্ৰ, সন্ধ্যা সত্ৰ, চৰাবড়ী সত্ৰ, পূব কালাকুছি সত্ৰ, বৰবৰি সত্ৰ, তামোলপুৰ সত্ৰ, জাগাৰা সত্ৰ, নপ্তিপাৰা সত্ৰ, বালিসত্ৰ, আমখোৱা সত্ৰ, কৈহাটী সত্ৰ, এৰা সত্ৰ, কুলবিল সত্ৰ, বাদেশিলা সত্ৰ, নলবাৰী সত্ৰ, সাহান সত্ৰ, সন্ধেলি গাঁও সত্ৰ, ৰামপুৰ সত্ৰ, ঘুলি সত্ৰ, আদি উল্লেখযোগ্য।

**শ্ৰীশ্ৰীবাসুদেৱ দেৱালয় ঃ** নলবাৰী চহৰৰ পৰা প্ৰায় ৫ কি. মি. দূৰত বালিকৰিয়া গাঁৱত আহোম ৰজাৰ দিনতেই ঐতিহ্যমণ্ডিত শ্ৰীশ্ৰীবাসুদেৱ দেৱালয় স্থাপিত হৈছিল। কিংবদন্তি অনুসৰি এদিনাখন এজন মাছমৰীয়াৰ জালত বাসুদেৱৰ মূৰ্তি এটা উঠি আহিছিল। সপোনত বাসুদেৱে মাছমৰীয়াজনক বালিকৰিয়া গাঁৱৰ ববসন্তৰ চুবাত মন্দিৰ সজাই বাসুদেৱক প্ৰতিষ্ঠা কৰিবলৈ আদেশ দিছিল। পিছত সেইমতেই বাসুদেৱ দেৱালয় নিৰ্মাণ কৰি বাসুদেৱক তাত প্ৰতিষ্ঠা কৰা হয়।

আহোম ৰজা স্বৰ্গদেউ শিৱসিংহই ১৬৮১ শকত দেৱালয়ৰ পূজা-অৰ্চনা আদি ব্যয়ৰ কাৰণে ১৮ ১/২ পুৰা মাটি দান কৰিছিল। এই কথা অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত থকা স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ স্বাক্ষৰিত তামৰ ফলিত উল্লেখ আছে।

এই দেৱালয়ত মাঘ মাহত ৫ দিনীয়া কাৰ্যসূচীৰে সভা উদযাপন কৰা হয়। তদুপৰি শিৱৰাত্ৰি, দৌলযাত্ৰা, জন্মাষ্টমীকে ধৰি বিভিন্ন ধৰ্মীয় উৎসৱসমূহ প্ৰতি বছৰে পালন কৰা হয়।

**মাধৱ দেৱালয় ঃ** টিহুৰ পৰা চাৰি মাইল উত্তৰ-পূৱত মাধৱপুৰ গাঁৱত এই দেৱালয়খন অৱস্থিত। জনশ্ৰুতিমতে এই গাঁৱৰ এজন লোকৰ গাইগৰুজনীয়ে এজোপা বিৰিণাৰ ওপৰত গাখীৰ দিছিল। কৌতূহলবশত বিৰিণাজোপা খান্দি চোৱাত তেওঁ অচেতন হৈ পৰে। ৰাতি সপোনত কোনোবাই তেওঁক হাজোৰ পৰা মাধৱ আহি পোৱা বুলি কোৱাত ৰাতিপুৱা গাঁৱৰ মানুহৰ লগ লাগি বিৰিণাজোপা খান্দি চাওঁতে এটা শিলৰ মূৰ্তি ওলায়। শিলৰ মূৰ্তিটো 'মাধৱ' হোৱা বাবে ঠাইটুকুৰাত ঘৰ সজাই 'মাধৱ' দেৱালয় ' নামকৰণ কৰা হ'ল।

এই দেৱালয়ত ত্ৰিসন্ধ্যা পূজা কৰা হয়। মাঘ মাহত পাঁচ দিনীয়া সভা হয়।

**কলীয়া গোঁসাই থান. ঃ** টিহু অঞ্চলৰ হাৰিভাঙ্গা গাঁৱত অৱস্থিত এই থানখন ইং ১৭১৪-১৬ চনৰ ভিতৰত জন্ম হৈছিল বুলি অনুমান কৰা হয়। ৰজা শিৱসিংহৰ ৰাজত্ব কালছোৱাৰ ভিতৰতেই এই থানখনৰ জন্ম হ'ল। ৰজাই থানখনৰ নামত চাৰি পুৰা মাটি দান কৰিছিল বুলি জনা যায়।

কলীয়া গোসাঁই থানত দৌল উৎসৱ, ভঠেলি উৎসৱ আৰু মাঘ মাহত পাঁচদিনীয়াকৈ সভা মহোৎসৱ পালন কৰা হয়।

**শ্ৰীশ্ৰী শ্যামৰায় দেৱালয় ঃ** নলবাৰী জিলাৰ কমাৰকুছিত অৱস্থিত এই দেৱালয়ন স্বৰ্গদেউ ৰুদ্ৰসিংহ মহাৰাজৰ দিনত গৌৰীচন্দ্ৰ বৰুৱাই প্ৰতিষ্ঠা কৰে।

নিত্য-নৈমিত্তিক পূজাৰ উপৰি এই দেৱালয়ত ৰাস পূজা, দৌল যাত্ৰা, জন্মাষ্টমী আদি বছৰে অনুষ্ঠিত হয়। জন্মাষ্টমীৰ পিছত 'পচতি নাম' গোৱা এটা প্ৰচলিত প্ৰথা।

**হৰিমন্দিৰ, নলবাৰী ঃ** নলবাৰী চহৰৰ মাজমজিয়াত অৱস্থিত। মন্দিৰ নিৰ্মাণৰ কাম আৰম্ভ হয় ১৯৩৯ চনত আৰু নতুন মন্দিৰৰ কাম সম্পূৰ্ণ হয় ১৯৭৩ চনত। এই মন্দিৰটো উত্তৰ-পূৱ ভাৰতৰ ঐতিহ্যমণ্ডিত এক বৃহৎ আধ্যাত্মিক, সাংস্কৃতিক আৰু নৈতিক শিক্ষা চৰ্চাৰ প্ৰাণকেন্দ্ৰ।

এই মন্দিৰত ১১ দিনীয়াকৈ ৰাস মহোৎসৱ অতি ধুমধামেৰে পালন কৰা হয়। তদুপৰি প্ৰতি বছৰে দুৰ্গাপূজা, লক্ষ্মীপূজা, সৰস্বতী পূজা, অষ্টপ্ৰহৰ, জন্মাষ্টমী, মহাপুৰুষ গুৰুজনাৰ তিৰোভাৱ তিথি পালন কৰি অহাৰ লগতে প্ৰতি পূৰ্ণিমা তিথিতে নাম-প্ৰসংগ চলি আহিছে। বৈষ্ণৱ আৰু শাক্ত উভয়ৰে পূজা -পাতল চলি অহাটো এই মন্দিৰত আন এটি উল্লেখনীয় দিশ।

**খুদিয়া সত্ৰ ঃ** নলবাৰী চহৰৰ পৰা এক মাইল উত্তৰে অৱস্থিত 'খুদিয়া সত্ৰ' এখন দামোদৰীয়া ধৰ্মপ্ৰধান সত্ৰ। এই সত্ৰখন ১৫৬৫ খৃঃ ত প্ৰতিষ্ঠিত হৈছিল। বৈষ্ণৱ কবি গোপাল মিশ্ৰই এই সত্ৰখন স্থাপন কৰিছিল। গুৰু দামোদৰদেৱৰ এওঁ অন্যতম প্ৰধান শিষ্য আছিল।

স্বৰ্গদেউ শিৱসিংহই এই সত্ৰলৈ এক কোব ঢোলৰ মাটি দান কৰিছিল। তদুপৰি মহীনাৰায়ণ মেধিয়ে এই সত্ৰলৈ ১৫৬৭ বিঘা ৪ কঠা ১০ লেচা মাটি দাম দিয়াৰ কথা ভুবন চন্দ্ৰ গোস্বামীদেৱে উল্লেখ কৰিছে। অৱশ্যে বিভিন্ন কাৰণত এই বিশাল ভূ-সম্পত্তি খুদিয়া সত্ৰৰ আয়ৰ উৎস হৈ

নাথাকিল। এই সত্ৰত পচতি, গীতা পাঠ, শিৱৰাত্ৰি, দৌলোৎসৱ আদি পালন কৰা হয়।

**দামোদৰধাম সত্ৰ ঃ** নলবাৰী জিলাৰ -উপৰবৰভাগ মৌজাৰ অন্তৰ্গত পাণ্ডুলা গাঁৱত অৱস্থিত। এই সত্ৰখন আজিৰ পৰা প্ৰায় সাতাশী বছৰ আগতে স্থাপন কৰা হৈছিল। দামোদৰ ধামত গুৰু দামোদৰদেৱৰ সোঁভৰিৰ পাদুকা স্থাপন কৰি ধামৰ শুভ উদ্বোধন কৰা হয়। ইয়াত কোনো সত্ৰাধিকাৰ নাই। ইয়াত পাঁচদিনীয়া, সাতদিনীয়াকৈ ৰাসযাত্ৰা পালন কৰা হয়। তদুপৰি শ্ৰীকৃষ্ণৰ দৌলোৎসৱ, জন্মীষ্টমী আৰু শিৱৰাত্ৰিও পালন কৰা হয়।

**জাগাৰা সত্ৰ ঃ** জাগাৰা গাঁৱত অৱস্থিত এই হৰিদেৱী সত্ৰখন আচাৰ্য হৰিচৰণদেৱে স্থাপন কৰিছিল। ষোড়শ শতিকাৰ প্ৰথম ভাগত এই সত্ৰখন স্থাপন কৰা হয় বুলি অনুমান কৰা হয়। আহোম ৰাজত্বকালত এই সত্ৰই বহুত মাটিবাৰী দান পায়। ইংৰাজ শাসনৰ দিনতো সত্ৰৰ গোসাঁই বলদেৱ গোস্বামীয়ে বেণ্টিংক চাহাবৰ পৰা ৫০০ পুৰা মাটি নিষ্পিখেৰাজ ভূমি হিচাপে দান গ্ৰহণ কৰে। অৱশ্যে এতিয়া এই ভূ-সম্পত্তি বিভিন্ন কাৰণত নাইকিয়া হৈছে।

এই সত্ৰত সভা, দৈনিক নাম-প্ৰসংগ, মহাপুৰুষজনাৰ তিথি-পাৰ্বণ আদি প্ৰতি বছৰে উলহ-মালহেৰে পালন কৰা হয়।

**নলবাৰী সত্ৰ ঃ** নলবাৰী চহৰৰ গাতে লাগি থকা নলবাৰী সত্ৰখন চৈতন্যদেৱী সত্ৰ। শ্ৰীশ্ৰী চৈতন্যদেৱৰ বংশৰ এগৰাকী সন্ন্যাসী শ্ৰীশ্ৰী ৰামদেৱে ভতিজাক বাসুদেৱক লগত লৈ বংগদেশৰ পৰা কামৰূপলৈ আহে। ৰামদেৱৰ মৃত্যুৰ পিছত বাসুদেৱে নলবাৰীত চৈতন্যপন্থী বৈষ্ণৱ ধৰ্মৰ সত্ৰখন পাতে বুলি জনা যায়। গুৰুবংশাৱলীমতে বাসুদেৱৰ পৰৱৰ্তী পুৰুষ নাৰাণদেৱেহে আহোমৰাজ লক্ষ্মীদেৱৰ পৃষ্ঠপোষকতাত মাটিবাৰী দান লৈ নাৰায়ণপুৰ সত্ৰ (বৰ্তমান নলবাৰী সত্ৰ) পাতে। গতিকে সত্ৰখন কোনে স্থাপন কৰিছিল, এই ক্ষেত্ৰত দুটা মত পোৱা যায়। পুৰণি দিনৰ পৰা বৰ্তমানলৈকে এই সত্ৰখনিয়ে ন-পুৰণি মানুহক আঁকোৱালি লৈ প্ৰীতি আৰু সৌহাৰ্দৰে বহল মানৱীয় দৃষ্টিভংগীৰে প্ৰগতিবাদী হৈ ভক্তিধৰ্মৰ ডোলেৰে সকলোকে বান্ধি ৰাখিছে।

**ৰামপুৰ সত্ৰ ঃ** শ্ৰীশ্ৰী হৰিদেৱ প্ৰভুৰ জোৱাই তথা প্ৰধান ধৰ্মাচাৰ্য শ্ৰীশ্ৰী জগন্নাথদেৱৰ বংশধৰ গোবিন্দদেৱৰ নাতিয়েক শ্ৰীশ্ৰী ৰামেশ্বৰদেৱে ৰামপুৰ সত্ৰ স্থাপন কৰে। এই সত্ৰখন খৃষ্টীয় ১৭ শতিকাৰ ৪ ৰ্থ দশকৰ শেষভাগত স্থাপিত হোৱা বুলি ঠাৱৰ কৰা হয়।

এই সত্ৰত শ্ৰীশ্ৰী জগন্নাথদেৱৰ সভা, শ্ৰীশ্ৰী হৰিগুৰুৰ তিৰোভাৱ তিথি, গুৰুজনাৰ জন্মোৎসৱ, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, পচতি, দৌল-পূজা, সোৱৰী উৎসৱ আদি মহাপয়োভৰেৰে পতা হয়। তদুপৰি ১৯৫৬ চনৰ পৰা সাতদিনীয়াকৈ ৰাস মহোৎসৱ পালিত হৈ আহিছে।

**মৰোৱা সত্ৰ ঃ** মৰোৱা গাঁৱত অৱস্থিত এই দামোদৰীয়া সত্ৰখন অতি পুৰণি আৰু ঐতিহাসিক সত্ৰ। সত্ৰবাসীৰ পূৰ্বপুৰুষ শ্ৰীহৰিদেৱ মহন্ত আতা নাৰায়ণপুৰৰ পৰা এই অঞ্চললৈ আহি বৰ্তমানৰ ৰাসুদেৱ গোসাঁইঘৰস্থলীত এই সত্ৰখন প্ৰতিষ্ঠা কৰে। মোৱামৰীয়া বিদ্ৰোহৰ পিছত স্বৰ্গদেউ শিৱসিংহই সত্ৰখনলৈ আহি প্ৰায় ৩৫ পুৰা মাটি দান দি যায়।

ইয়াত ত্ৰিসন্ধ্যা, নাম-প্ৰসংগ, হৰিদেৱ আতাৰ মৃত্যু তিথি, সভা, মহা পুৰুষসকলৰ জন্ম , মৃত্যু তিথি আদি পালন কৰাৰ লগতে জন্মাষ্টমী, বিহু আদি পালন কৰা হয়।

ওপৰত নলবাৰী জিলাৰ বিভিন্ন মঠ, মন্দিৰ , সত্ৰ, দেৱালয় আদিৰ উল্লেখ কৰি যাদৃচ্ছিকভাৱে কেইখনমান প্ৰধান মঠ, মন্দিৰ, সত্ৰ, দেৱালয়ৰ সম্যক পৰিচয় দিবলৈ প্ৰয়াস কৰা হ'ল। সীমিত পৰিসৰৰ ভিতৰত এইবোৰৰ পুংখানুপুংখ আলোচনা সম্ভৱ নহয় যদিও আলোচনাৰ জৰিয়তে নলবাৰীৰ ধৰ্মীয় আনুষ্ঠানসমূহৰ এক সামগ্ৰিক চিত্ৰ পোহৰলৈ আনিবলৈ প্ৰয়াস কৰা হৈছে।





# সমবায় আন্দোলনৰ ৰ'দ কাচলিত নলবাৰী

নীলমণি মড়ল






ভাৰতবৰ্ষত সমবায় আন্দোলন আৰাম্ভ হোৱাৰ পৰা অসম ৰাজ্যতো সেই আন্দোলনে প্ৰভাৱ পেলোৱাত কামৰূপ জিলাৰ অন্তৰ্গত বৰ্তমান নতুনকৈ গঠিত হোৱা নলবাৰী জিলাতো সেই সমবায় আন্দোলনে চাৰিওফালে জাগ্ৰত কৰি তুলিছিল। সেই সময়ত উক্ত আন্দোলনে বিশেষকৈ গাঁৱলীয়া খেতিয়কৰ ওপৰত বেছি গুৰুত্ব দিয়া দেখা গৈছিল, নানান ধৰণৰ গাঁৱলীয়া বেংক, কৃষি সহায়ক সমবায় সমিতি, কৃষি পাম, মৎজীৱী সমবায় আৰু কেন্দ্ৰীয় সমবায় বেংক ইত্যাদিৰে। সময়ৰ গতিত লাহে লাহে মাৰ্কেটিং সমবায়, পাইমাৰী গ্ৰাহক সমবায় ভাণ্ডাৰ কোঃ বেংক, লেণ্ড ডেভলেপমেণ্ট কৃষি বেংক, P L M B, ঋণদান সমবায় আৰু নানাধৰণৰ সমবায় সমিতি। ১৯৭৩ চনত যাননীয় স্বৰ্গীয় শৰৎ সিংহৰ লগত নলবাৰীৰ স্বৰ্গীয় প্ৰভাত নাৰাযণ চৌধুৰী, ধৰণীধৰ দাস আৰু অসমৰ বহুকেইজন সমবায়প্ৰেমী ব্যক্তিৰ জৰিয়তে গোটেই অসমত প্ৰথম অৱস্থাত ৬৬৪ গাওঁ পঞ্চায়ত সমবায় সমিতি স্থাপন কৰি গোটেই অসমৰ গাৱলীয়া দুখীয়া পৰিয়ালৰ বাবে খাদ্য সামগ্ৰী পোৱাত (P. D. S) লগতে পথাৰত খেতি কৰাৰ সুবিধাৰ বাবে কৃষি ঋণ আৰু খেতিৰ যাৱতীয় সামগ্ৰীৰ বাবে যি সমবায় সমিতি স্থাপন কৰিছিল বৰ্তমানলৈ ভাৰত তথা সময়ৰ বুৰঞ্জীত সদায় জিলিকি থাকিব। সেই আৰ্হিৰে নলবাৰী জিলাতো ৩৭ খন বহুমুখী সমবায় সমিতি পঞ্জীয়ন ভুক্ত হৈ বৰ্তমানলৈ নলবাৰী জিলাৰ দুখীয়া গাৱলীয়া পৰিয়ালৰ মাজত সুলভ মূল্যৰ খাদ্য সামগ্ৰী আৰু কেৰাচিন তেল বিতৰণ কৰি আছে।

উক্ত সমবায়ৰ জৰিয়তে দুখীয়া খেতিয়কক খেতি উন্নত কৰাৰ বাবদ বেংকৰ জৰিয়তে দিয়া কৃষি ঋণৰ অধিক পৰিমান বৰ্তমানলৈ খিলপী হৈ থকা বাবদ বৰ্তমান সমবায় বিলাকৰ জৰিয়তে খেতিয়কক ঋণ দিয়াটো বৰ্তমান বেংকৰ নিয়ম অনুযায়ী কিছু পৰিমাণে ঋণ দিয়া বন্ধ হৈ থকা দেখা যায়। উক্ত ঋণ খেতিয়কসকলে দিব পাৰিও কি কাৰণত পৰিশাধ কৰাৰ পৰা আতৰি আছে তত্বধিকাৰ বুজি পোৱাতো একেবাৰে জটিল।

বহু বছৰ আগত নলবাৰী জিলাৰ সমবায় আন্দোলনত বিশেষকৈ কেইবাখন মান ব্যক্তিৰ তত্বধিনাত যি দৰে আগুৱাই গৈছিল বিশেষকৈ উক্ত জিলাৰ স্বৰ্গীয় প্ৰভাত নাৰায়ণ চৌধুৰী ৰাজেন শৰ্মা, ডাঃ জি বুজৰ বৰুৱা আৰু বহু কেইজন ব্যক্তিৰ জৰিয়তে নলবাৰী জিলাৰ বিশেষকৈ কুটিৰ শিল্প, কৃষিত কৃষিপামত, পশুপালন, বয়ন শিল্প উন্নয়ন, মিন পালন, সমবায়বেংক আৰু নানান ধৰণৰ সমবায় প্ৰতিষ্ঠা কৰি দুখীয়া পৰিয়ালৰ জীৱন নিৰ্বাহ কৰাৰ প্ৰকৃত পথ দেখুৱাই দি গৈছিল আজি কিয় উক্ত অনুষ্ঠান জিলা মৃত্যুমুখত পৰিব লগা হ'ল।

আজি কেইবছৰমানৰ পৰা বিশেষকৈ চাৰি-তিনি বছৰৰ পৰা উক্ত জিলাৰ কিছুসংখ্যক সমিত নিবনুৱা ডেকা সম্পাদক চাকৰিৰ আশা পৰিত্যাগ কৰি বৰ্তমান নলবাৰীৰ জিলাত সমবায়ৰ ওপৰত বেছি গুৰুত্ব দিয়া পৰিলক্ষিত হয়।

সেয়েহে উক্ত জিলাত বৰ্তমান বহুসংখ্যক ডেকা নিবনুৱা Tradiry কোঃ অপঃ সমবায় পঞ্জীয়ন ভূক্ত কৰি বহুসংখ্যক ডেকা নিবনুৱা যুৱকে সমবায়কে প্ৰকৃত ভৰসা কৰি সমবায় আন্দোলনটোক আগুৱাই নিবলৈ ওলাই সহায়ৰ এটা গৌৰৱৰ কথা।

সময় ৰাজ্যৰ ভিতৰত পোন প্ৰথমে নলবাৰী ট্ৰেডিং কোঃ অপঃ সমবায় সমিতি খনে ভ্ৰাম্যমান থিয়েটাৰৰ লৈ অসমত প্ৰথম ভ্ৰামমন থিয়েটাৰৰ 'শকুন্তলা' নামাকৰণে ব্যৱসায়ও কৰি দি বহুতো দুখীয়া পৰিয়ালৰ জীৱিকাৰ পথ মুকলি কৰি দিয়াৰ যি আৰ্হি দেখুৱাছে প্ৰকৃততে মনত ৰাখিবলগীয়া কথা। এই আৰ্হিৰ জৰিয়াও বিশেষকৈ মহাপুৰুষ শংকৰদেৱৰ আদৰ্শৰে অসমৰ সাংস্কৃতিক, ভাষা আৰু অসমীয়া জাতিক একতাৰ দোলেৰে বন্ধাৰ যি পথ হাতত লৈছে যদি পিচলি নপৰে তেতিয়া হ'লে এই আদৰ্শই সমবায় আন্দোলনৰ এটা প্ৰধান অংশ হিচাবে ধৰিলে ভুল কৰা নহয়। লগতে আৰু বহুকেইখন সমবায়ে গাড়ী চাইকেল আৰু নানা বৈদিকযুগত আহিলা পাতিৰ ব্যৱসায় লগতে মাজত ভিতৰতে জমা আৰু ঋণ দিয়াৰ ব্যাস্তা কৰিছে প্ৰকৃততে দুখীয়া পৰিয়ালৰ এটা প্ৰধান সহাৰ্যক হব বুলি ক'ব পাৰি।

নলবাৰী জিলাত বৰ্তমানলৈ ১১০ মহিলা সমবায় সমিতিৰ মাজৰ বহুকেইখন সমবায়ে সমবায়ৰ লগত মিল ৰাখি সমস্যাৰ প্ৰস্তুত কৰি বজাৰত উলিয়াই দিছে প্ৰকৃতে গৌৰৱ কৰিব লগা কথা। নিজ হাততে বিচনি, জাপি আৰু নানান ধৰণৰ বাঁহ-বেতৰ কুটিৰ শিল্প প্ৰস্তুত কৰি ব্যৱযাও আগবাঢ়ি গৈছে এইটো এটা গৌৰৱৰ কথা।

বৰ্তমান সমবায় আন্দোলন পিচ পৰা এটা প্ৰধান কাৰণ সকলোৱে কেৱল চৰকাৰৰ সাহায্য আৰু স্মৃতিৰ বাবে আশা কৰি থকা বাবে। গতিকে যদি সমবায় সমিতিবোৰে এনে পন্থা ত্যাগ কৰি নিজে গণতান্ত্ৰিক পদ্ধতিৰে স্বাৱলম্বীৰ বাবে আগুৱাই যাব পাৰে তেতিয়া হ'লে নলবাৰী কিয় আজি গোটেই অসমতে সমবায় আন্দোলন দোপক-দোপে আগুৱাই গৈ এদিন ভাৰতৰ ভিতৰতে সমবায়ত প্ৰথম স্থানলৈ আগুৱাই যাব পাৰিব। ইয়াত লাগিব অশেষ চেষ্টা, অশেষ কষ্ট আৰু সাহস নিৰ্ভযোগ্য ব্যৱসায় আৰু স্বাৰ্থ তাগ।





# ইয়াণ্ডাবু সন্ধিৰ পাছৰ ডিমা-ৰাজ্য

কৃষ্ণ ৰায়মেধি






১৮১৮ খ্ৰীষ্টাব্দৰ পৰা ১৮২৪ খ্ৰীষ্টাব্দলৈ প্ৰায় ছবছৰ কাল গম্ভীৰ সিঙে কছাৰী ৰাজ্যত ৰজা হৈছিল। সেই সময়ত গোবিন্দ চন্দ্ৰ চিলেটত বৃটিছৰ শৰণাৰ্থী। ১৮২৪ খ্ৰীষ্টাব্দৰ ৬ মাৰ্চত স্বাক্ষৰিত চুক্তি মতে বদৰপুৰত থাকিয়েই গোবিন্দ চন্দ্ৰ বৃটিছৰ কৰতলীয়া হিচাপে কছাৰী ৰাজ্যৰ ৰজা হয়। তাৰ পাছত ইয়াণ্ডাবু সন্ধিৰ চৰ্তমতে গোবিন্দ চন্দ্ৰ আহি খাচপুৰত ডিমা ৰাজ্যৰ ৰজা হয়।

কিন্তু বিপদে গোবিন্দ চন্দ্ৰক এৰা নিদিলে। যদিওবা তেওঁ তেতিয়া বৃটিছৰ ছত্ৰছায়াত তথাপিও শত্ৰুৱে তেওঁৰ পিছ এৰা নাই। সেই শত্ৰু হ'ল তুলাৰাম আৰু গম্ভীৰ সিং।

ডিমা ৰাজ্যৰ সিংহাসনৰ সুখ আৰু সোৱাদ গম্ভীৰে পাহৰিব নোৱাৰিলে। যদিওবা পৰিস্থিতি সাপেক্ষে তেওঁ চুক্তি মানি লৈ মণিপুৰ পালে তথাপিও ভিতৰি ভিতৰি ক্ষুণ্ণ হ'ল। হাজাৰ হলেও প্ৰায় ছবছৰ কাল (১৮১৮ ৰ মাজভাগৰ পৰা ১৮২৪ ৰ মাৰ্চলৈ) তেওঁ খাচপুৰত ৰজা হৈছে। বৃটিছ শাসকে তেওঁৰ অধিকাৰ উপেক্ষা কৰি গোবিন্দ চন্দ্ৰক কাছাৰৰ ৰজা হিচাপে স্বীকৃতি দিয়া কথাটোত তেওঁ উমি উমি জ্বলি থাকিল। অকল জ্বলি থকাই নহয়, মণিপুৰৰ শাসনৰ বাঘজৰী হাতত লৈয়ে তেওঁ কাছাৰ দখল কৰাৰো আঁচনি যুগুতাই থাকিল। এই উদ্দেশ্য আগত ৰাখিয়েই ১৮২৭ খ্ৰীষ্টাব্দৰ পৰাই অলপ অলপকৈ ধীৰে-সুস্থিৰে অথচ দৃঢ়তাৰে গম্ভীৰ সিঙে বৰাক নদীৰ পশ্চিম পাৰৰ মণিপুৰ আৰু কাছাৰৰ সীমায়েদি কাছাৰৰ ফালে সোমাই আহিল। প্ৰথমতে নগা-অধ্যুযিত অঞ্চল এটা তেওঁ নিজৰ দখললৈ আনিলে। কিছুদিন কছাৰী ৰজাৰ ৰেহ-ৰূপ লক্ষ্য কৰি থাকি এদিন অতৰ্কিতে গম্ভীৰ সিঙৰ সৈন্যই কছাৰী ৰজাৰ অধীনস্থ চন্দ্ৰপুৰ অঞ্চল নিজৰ ৰাজ্যৰ অন্তৰ্ভূক্ত কৰি ললে।

প্ৰকৃততে গোবিন্দ চন্দ্ৰই ১৮২৬ খ্ৰীষ্টাব্দত ৰাজধানী খাচপুৰলৈ আহি পুনৰ ৰাজপাটত বহি সীমা সুৰক্ষাৰ প্ৰতি বিশেষ মনোযোগ দিব পৰা নাছিল। খুব সম্ভৱ এই ক্ষেত্ৰত বিশেষ গুৰুত্বও আৰোপ কৰা নাছিল। চোৰাংচোৱা ব্যৱস্থাও তেওঁৰ শক্তিশালী নাছিল। আনহাতে তেওঁ ভাবিছিল ইয়াণ্ডাবু সন্ধিৰ পাছত গম্ভীৰৰ লগতো সকলো বিবাদৰ ওৰ পৰিছে।

ৰাজপাটত বহিয়েই গোবিন্দ চন্দ্ৰই আৰু এটা বিপদ চম্ভালিবলগীয়া হৈছিল। সেই বিপদ আহিছিল তুলাৰামৰ পৰা। উত্তৰ কাছাৰৰ বড়াইলৰ শিখৰত থাকিয়েই তেতিয়াও তুলাৰামে গোবিন্দ চন্দ্ৰৰ শত্ৰুতা কৰি আছিল। ভাৰতবৰ্ষৰ ইতিহাসত আৰু ভাৰতীয় সংস্কৃতিত এয়া নতুন কথা নহয়। 'ঘৰবৈৰী বিভীষণ' আপ্তবাক্য, দুৰ্যোধনৰ মুখৰ বচন 'বিনাযুদ্ধে পাণ্ডৱক সূচ্যাগ্ৰ মেদিনী নিদিও'— ইত্যাদিবোৰ এই ক্ষেত্ৰত প্ৰণিধানযোগ্য।

যেতিয়া জোৰ কৰি গম্ভীৰ সিঙে নগা-গাঁও অধিকাৰ কৰিয়েই ক্ষান্ত নাথাকি চন্দ্ৰপুৰো দখল কৰিলে তেতিয়া গোবিন্দ চন্দ্ৰই ইংৰাজ চৰকাৰৰ ওচৰত মণিপুৰৰ ৰজাৰ বিৰুদ্ধে অভিযোগ দাখিল কৰিলে। চিলেটৰ কমিছনাৰ টুকাৰ (Tucker) চাহাবে গম্ভীৰ সিঙক কাছাৰী ৰাজ্য বেদখল মুক্ত কৰি পিছুৱাই যাবলৈ নিৰ্দেশ দিলে। উত্তৰত গম্ভীৰ সিঙে জনালে যে পৈতৃক সম্পত্তিৰ উত্তৰাধিকাৰী হিচাপে সেই অঞ্চলৰ মালিক তেওঁ। তেওঁ ক'লে— তেওঁৰ পিতৃ মণিপুৰৰ ৰজা জয়সিঙক কাছাৰৰ ৰজা কৃষ্ণচন্দ্ৰই পূৰ্ব্বে বৈবাহিক সম্বন্ধ কটকটীয়া কৰাৰ বাবে সেই অঞ্চল দান হিচাপে আগবঢ়াইছে। প্ৰসঙ্গক্ৰমে আকৌ উল্লেখ কৰা হ'ল— ৰজা জয়সিঙৰ কন্যা ইন্দ্ৰপ্ৰভাক ৰজা কৃষ্ণ চন্দ্ৰই বিবাহ কৰাইছিল। সেই গৰাকী ইন্দ্ৰপ্ৰভাই কৃষ্ণচন্দ্ৰৰ মৃত্যুৰ পাছত ৰজা গোবিন্দ চন্দ্ৰবো পত্নী হয়।

এই কথাটোকে লৈ ইংৰাজ চৰকাৰৰ দৰবাৰত বিচাৰ হয়। গম্ভীৰে এই সম্পৰ্কে বিশেষ নথি-পত্ৰ দাখিল কৰিব নোৱাৰিলে। ইংৰাজ চৰকাৰে স্কট (Mr. Scott) চাহাবক এই বিচাৰৰ দায়িত্ব অৰ্পণ কৰিলে। নথি-পত্ৰ, পৰিস্থিতি পৰিৱেশ সকলো বিচাৰ কৰি, স্কট চাহাবে ৰায় দিলে যে চন্দ্ৰপুৰ অঞ্চল গম্ভীৰ সিঙে গোবিন্দ চন্দ্ৰক এৰি দিব লাগিব। কিন্তু তেওঁৰ মনৰ আঘাত কিছু উপসম হওঁক বুলি বৰাকৰ পশ্চিম পাৰৰ কিছু অঞ্চল (Fifty Kublash : 1 Kublash bing 5 acres) বাৰুদ ঘৰ নিৰ্মাণ আৰু কিছু বনুৱা আৰু কৰ্মচাৰীৰ আৱাসস্থান কৰাৰ উদ্দেশ্যে গোবিন্দ চন্দ্ৰই ইচ্ছাৰ বিপৰীতে গম্ভীৰ সিঙক এৰি দিবলগীয়া হ'ল। সেই ঠাইত জমা ৰখা বয়বস্তু মণিপুৰলৈ অনা-নিয়া কৰাৰ উদ্দেশ্যে এই ব্যৱস্থাৰ প্ৰয়োজন বুলি যুক্তি দৰ্শোৱা হ'ল।

এনে ব্যৱস্থাই উচ্চাকাংক্ষী গম্ভীৰ সিঙক সন্তুষ্ট কৰিব নোৱাৰিলে। তথাপিও সুবিধা গ্ৰহণ কৰি সেই ঠাইত প্ৰাসঙ্গিক ঘাটী স্থাপন কৰি মণিপুৰৰ ৰজাই কাছাৰৰ কছাৰী ৰজাৰ বিৰুদ্ধে শত্ৰুতা কৰি থাকিল। মাজে মাজে ইংৰাজ চৰকাৰৰ ওচৰত গোবিন্দ চন্দ্ৰই গোচৰো পেচ কৰিলে। ইংৰাজ চৰকাৰে গম্ভীৰ সিঙক সতৰ্কবাণী শুনালে যে এনে কামক প্ৰশ্ৰয় দি থাকিলে তেওঁক সেই অঞ্চলৰ পৰা সম্পূৰ্ণ উচ্ছেদ কৰা হ'ব। এনেকুৱা সতৰ্কবাণী পালে কিছুদিন মনে মনে থাকি পুনৰ কছাৰী ৰাজ্য দখলৰ সপোন বাস্তৱায়িত কৰাৰ উদ্দেশ্যে গম্ভীৰ সিঙে বিভিন্নভাৱে শত্ৰুতা কৰি থাকিল।

গোবিন্দ চন্দ্ৰৰ অন্যতম শক্তিশালী শত্ৰু হ'ল তুলাৰাম। ইয়াণ্ডাবু সন্ধিৰ পিছতো তুলাৰামে, গোবিন্দ চন্দ্ৰৰ বিৰুদ্ধে কৰা বিদ্ৰোহ বন্ধ নকৰিলে। ৰজা গোবিন্দ চন্দ্ৰ মণিপুৰী দখলদাৰ সকলৰ বিৰুদ্ধে লাগি থকা কথাটোত তুলাৰামৰ সুবিধাই হ'ল। মান আক্ৰমণৰ সময়ত তেওঁ মানসেনাক সৰ্বতোপ্ৰকাৰে সহায়-সাহায্য কৰিছিল। মানৰ লগত তেওঁৰ ভিতৰুৱা চুক্তি আছিল যে মানে যুদ্ধত জয়ী হলে তুলাৰামকে কাছাৰৰ সিংহাসনত বহুৱাই তলতীয়া ৰজা হিচাপে ৰাজ্য চলাবলৈ দিব। কিন্তু বৃটিছৰ হাতত মানৰ পৰাজয় হলত তেওঁৰ সেই আশা পূৰণ নহ'ল। তথাপিও উত্তৰ কাছাৰৰ বৰাইল পৰ্বত মালাত থাকি তুলাৰামে পূৰ্ব্বৰ দৰে গোবিন্দ চন্দ্ৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰি থাকিল। আচৰিত হ'বলগীয়া কথা এইটোৱে যে তুলাৰামৰ সকলো কথা জানিও ইংৰাজ চৰকাৰে তেওঁক উত্তৰ কাছাৰত আগৰ দৰে ৰাজত্ব চলাই থকাত কোনোৰকম বাধা প্ৰদান নকৰিলে। হয়তো মানৰ যুদ্ধত প্ৰচুৰ ধন খৰচ



হোৱা বাবে ইংৰাজে তুলাৰামৰ লগত পুনৰ আৰু এখন কাজিয়া সৃষ্টি হোৱাটো নিবিচাৰিলে। আনহাতে উত্তৰ কাছাৰৰ পৰ্বতমালাত বিশেষ কোনো মূল্যৱান বস্তু উৎপন্ন হোৱাবো থল নাছিল।

সিংহাসনত বহিয়েই গোবিন্দ চন্দ্ৰই ডিমাচা সমাজৰ আগত তুলাৰামক এজন অবৈধ দখলকাৰী বুলি প্ৰমাণ কৰিবলৈ উঠি পৰি প্ৰচাৰ কাৰ্যত লাগিল। তেওঁ এগৰাকী দাসীৰ সন্তান বুলিও জনমানসত তুলাৰামৰ মৰ্যাদা হানি কৰিব ধৰিলে। ইয়াৰ ফলত তুলাৰামে গোবিন্দ চন্দ্ৰৰ অনুগত প্ৰজা সকলৰ ওপৰত জোৰ-জুলুম আৰু অত্যাচাৰ আৰম্ভ কৰিলে। সমতলৰ পৰা ভালেমান ডিমাচা প্ৰজা পাহাৰলৈ পলাই গৈ আত্মগোপন কৰি ৰক্ষা পৰিল। উপায়বিহীন গোবিন্দ চন্দ্ৰই বৃটিছ শাসকৰ ওচৰত ইয়াৰ প্ৰতিকাৰৰ বাবে আবেদন জনালে।

ৰজা গোবিন্দ চন্দ্ৰৰ অনুৰোধ মৰ্মে ১৮২৯ খ্ৰীষ্টাব্দৰ জুন মাহত স্কট চাহাব (Mr. Scott) নিজে আহিল চিলেটলৈ। সকলো দিশ চালি-জাৰি চাই দুয়ো দলৰ মাজত এটা মিমাংসাত উপনীত হ'বলৈ তেওঁ সক্ষম হ'ল। মিমাংসা মতে গোবিন্দ চন্দ্ৰই তুলাৰামক সেনাধ্যক্ষ (Army General) ৰ মৰ্যাদা দি উত্তৰ কাছাৰৰ এটা খণ্ডত স্বাধীনভাৱে শাসক হিচাপে থাকিব দিবলৈ মান্তি হ'ল। তুলাৰামেও নতুন বিদ্ৰোহৰ সূচনা কৰি পুনৰ গোবিন্দ চন্দ্ৰৰ ৰাজ্যৰ সীমাত বেদখল নকৰাৰ প্ৰতিশ্ৰুতি প্ৰদান কৰিলে। চুক্তি ভঙ্গ কৰিলে, তেনে কৰাজনে বৃটিছ সুৰক্ষাটো নাপাবই, বৰং থকাখিনিও যাব। এয়ে হ'ল সিদ্ধান্ত।

গতিকে গোবিন্দ চন্দ্ৰই ৰাজপাটত বহিয়েই দুজন শক্তিশালী শত্ৰুৰ পৰা এনেদৰে সন্ত্ৰাসিত হৈ থাকিল। দুয়োজন শত্ৰুয়ে ভাবি চালে তেওঁৰ আপোন। এজন হ'ল তেওঁৰ পত্নীৰ কণিষ্ঠ ভ্ৰাতা গম্ভীৰ সিং আৰু আনজন কৃষ্ণচন্দ্ৰৰ দিনৰে পৰা অতি বিশ্বাসী কৰ্মচাৰী খাচাডেও (কহিধন)ৰ পুত্ৰ তুলাৰাম। কৈশোৰ কালত তুলাৰাম নিজেও গোবিন্দ চন্দ্ৰৰ পৰম বিশ্বাসী লগুৱা আছিল। এনেভাৱে, মান আক্ৰমণত জুৰুলা হোৱা ডিমা-ৰাজ্যৰ অৰ্থনীতিত দুজন আপোন মানুহৰ অহৰহ শত্ৰুতাই কুঠাৰাঘাত কৰিলে। প্ৰতিৰক্ষাৰ নিমিত্তে সকলো ধন শক্তি আৰু শ্ৰম নিয়োগ কৰিবলগীয়া হ'ল গোবিন্দ চন্দ্ৰই। তাতে আকৌ সন্ধিৰ চৰ্তমতে বছৰি দহ হেজাৰ টকা ইংৰাজক ৰাজহ আদায় দিব লাগে তেওঁ। এক প্ৰকাৰ বিধ্বস্ত হৈ পৰিল ৰজা গোবিন্দ চন্দ্ৰ। দৰাচলতে আৱণ্ডীৰ দুটা বছৰ (১৮৮৬ আৰু ১৮৮৭ খ্ৰীষ্টাব্দ) ৰাজহ বাকী পৰিল তেওঁৰ। বিনীত আবেদনৰ সন্মান ৰক্ষা কৰি বৃটিছ চৰকাৰে সেই দুটা বছৰৰ ৰাজহ আদায় দিয়াৰ পৰা তেওঁক ৰেহাই দিলে। এনেদৰে দয়া দাক্ষিণ্যৰ ওপৰত নিৰ্ভৰশীল হ'বলগীয়া হ'ল ৰজা গোবিন্দ চন্দ্ৰ।

কিন্তু বছৰৰ পাছত বছৰটো ইংৰাজ চৰকাৰে তেওঁক ৰাজহ মাফ নিদিয়ে। ফলত কৰ্মচাৰী আৰু বিষয়াৰ সংখ্যা ভাবিব নোৱাৰাকৈ কমাই দিলে তেওঁ। তথাপিও ৰাজভঁৰালত প্ৰয়োজনীয় ধন নাই। ধনৰ এই জোৰা মাৰিবৰ বাবে প্ৰজাৰ ওপৰত তেওঁ গধুৰ কৰ (Tax) ৰ বোজা জাপি দিলে। কৃষিজাত বস্তু ; যেনে— ধান, শাক-পাচলি আৰু ফলৰ উৎপন্নৰ ওপৰত কৃষকে কৰ দিবলগীয়া হ'ল। উত্তৰ কাছাৰৰ চেমখৰ নদীত সেই সময়ত নিমখ উৎপন্ন হৈছিল। নিমখৰ ওপৰতো কৰ লগালে ৰজাই। উপাধি প্ৰদান কৰি তাৰো ওপৰত কৰ লগাই অৰ্থ সংগ্ৰহত লাগিল তেওঁ। দোলা আৰোহণ, স্বৰ্ণালঙ্কাৰ পৰিধান, বিবাহ বা আন উৎসৱত পৰিৱেশিত নৃত্য-গীতৰ অনুষ্ঠান এই সকলোবোৰতে ৰজা গোবিন্দ চন্দ্ৰই কৰ আৰোপ কৰিলে। আনহাতে আমদানি আৰু ৰপ্তানি সকলো বস্তুৰ ক্ষেত্ৰতে নদীৰ ঘাটত আমদানি শুল্ক আৰু ৰপ্তানি শুল্ক (Custom Duties) দিবলগীয়া হ'ল প্ৰজাই। এই ব্যৱস্থা কাৰ্যকৰী কৰিবৰ বাবে সকলো পাৰঘাট উচ্চ হাৰত নিলামযোগে ইজাৰদাৰ (লেছী Lessee) ৰ হাতত অৰ্পণ কৰিলে। ইয়াতেই ক্ষান্ত নাথাকি খাদ্য দ্ৰব্যসমূহ, বিশেষকৈ ধান, মাহ, তিল, সৰিয়হ আদি মজুত ৰাখিব পৰা বস্তুবোৰ একচেটীয়া নিয়ন্ত্ৰণ পদ্ধতিৰে (Monoploy) নিজে কৃষকৰ পৰা কিনি লোৱাৰ ব্যৱস্থা কৰিলে। দামৰ নিৰিখ একপক্ষীয়ভাৱে নিৰ্ধাৰণ কৰিলে ৰজাই নিজে। সকলো বেপাৰীয়ে ৰজাই নিৰ্ধাৰণ কৰা দামতে সামগ্ৰীসমূহ কিনিবলগীয়া হ'ল।

ৰজা গোবিন্দ চন্দ্ৰৰ এনেবোৰ কামত সকলো প্ৰজা অসন্তুষ্ট হ'ল। পূৰ্বৰ জনপ্ৰিয়তা হেৰুৱালে তেওঁ। তুলাৰাম আৰু গম্ভীৰ সিঙে এনে ধৰণৰ এক পৰিস্থিতিৰেই অপেক্ষাত আছিল। সুযোগ গ্ৰহণ কৰিলে তেওঁলোকে প্ৰজাক আৰু বেছিকৈ উচটাই দি। ফলত, ৰাজ্যখনত চাৰিওফালে অশান্তিৰ সৃষ্টি হ'ল।

লাহে লাহে তেওঁ বুঢ়াও হৈ আহিল। ৰজা গোবিন্দ চন্দ্ৰ আছিল নিঃসন্তান। তেওঁৰ পাছত কোন ৰজা হ'ব সেই কথাটোকে লৈও ৰাজ্যত নানা ধৰণৰ গুজৱ আৰু অশান্তিৰ সৃষ্টি হ'ল। সকলোৰে চিন্তা হ'ল যে গোবিন্দ চন্দ্ৰৰ অবৰ্ত্তমানত তুলাৰাম, গম্ভীৰ সিংহঁতৰ মাজত খোৱা-কামোৰা লাগিব। এই পৰিস্থিতিৰ মোকাবিলা কৰিবলৈ ১৮২৮ খ্ৰীষ্টাব্দৰ শেষৰ ফালে ইংৰাজ চৰকাৰে চিলেটৰ কমিছনাৰ টুকাৰ চাহাবৰ মাৰফৎ গোবিন্দ চন্দ্ৰৰ মৃত্যুৰ পাছত কাছাৰ ৰাজ্য বৃটিছৰ অধীনত সম্পূৰ্ণ চামিল কৰাৰ ক্ষেত্ৰত ৰজাৰ মতামত জানিব বিচাৰিলে। এই প্ৰস্তাৱত গোবিন্দ চন্দ্ৰ সন্মত নহ'ল। ৰজাৰ উত্তৰাধিকাৰী হিচাপে কোনোবা এজন সম্ভ্ৰান্ত ডিমাচা সন্তানক তেওঁ পোষ্য পুত্ৰ হিচাপে তুলি লবৰ বাবে অনুমতি বিচাৰি টুকাৰ চাহাবলৈ আবেদন জনালে। টুকাৰ চাহাবে ৰজাৰ মনোভাৱ গৱৰ্ণৰ জেনেৰেলৰ ওচৰত পেছ কৰিলে। গৱৰ্ণৰ জেনেৰেলে তৎকালীনভাৱে একো সিদ্ধান্ত নলৈ ডেভিদ স্কটক সকলো চালি-জাৰি চাই তেওঁৰ মতামত জনাবলৈ নিৰ্দেশ দিলে।

স্কটে হোঁহকা-পিছলাকৈ থাকি অনাহক কামটোত বিলম্ব সাধন কৰিলে। এনেদৰে অমিংমাসিতভাৱে কামটো থাকি গ'ল আৰু ১৮৩০ খ্ৰীষ্টাব্দৰ শেষৰফালে ৰজা গোবিন্দ চন্দ্ৰই শেষ নিশ্বাস ত্যাগ কৰিলে।

তুলাৰাম অথবা গম্ভীৰ সিঙক কছাৰী ৰাজ্যৰ ৰজা হিচাপে বৃটিছে স্বীকৃতি নিদিলে। তেওঁলোকৰ সপোন, সপোন হৈয়ে থাকিল। অৱশ্যে আমৃত্যু তুলাৰাম উত্তৰ কাছাৰত সেনাধ্যক্ষ বাহাল থাকি পূৰ্বৰ দৰে স্বাধীন শাসক হিচাপে দিন কটালে।

গোবিন্দ চন্দ্ৰই, প্ৰাপ্য তথ্যমতে ডিমাচা জাতিৰ শেষ ৰজা। কথিত আছে উত্তৰ কাছাৰৰ মাইবাঙত ১৫২৬ খ্ৰীষ্টাব্দৰ পৰা ১৭৭২ খ্ৰীষ্টাব্দলৈ প্ৰায় ২৩৬ বছৰ কাল ৰাজধানী আছিল আৰু ১৭৭২ খ্ৰীষ্টাব্দৰ পৰা ১৮৩০ খ্ৰীষ্টাব্দলৈ প্ৰায় ৫৮ বছৰ কাল কাছাৰৰ খাচপুৰত ডিমা ৰাজ্যৰ ৰাজধানী আছিল।

১৮৩০ খ্ৰীষ্টাব্দৰ পাছত ডিমা ৰাজ্যৰ শাসনভাৰ (কাছাৰ আৰু উত্তৰ কাছাৰ) সম্পূৰ্ণভাৱে বৃটিছৰ অধীনলৈ হস্তান্তৰিত হয়। এটা স্বাধীন ৰাজবংশৰ গতিধাৰা ইতিহাসৰ পাতত এনেদৰে চিৰদিনৰ বাবে স্তব্ধ হৈ যায়।

